# ৰাধানাথ ফুকন ৰচনাৱলী





অসম প্ৰকাশন পৰিষদ

গুৱাহাটী ৭৮১ ০২১

RADHANATH PHUKAN RACHANAWALI—A collection of writings of Radhanath Phukan published by Satish Bhattacharyya Secretary Publication Board Assam Guwahati 781 021 Assam India. First published December 1988 pp 680 Price Rs 160.00.

প্ৰকাশক

সতীশ ভট্টাচাৰ্য্য

সচিব

অসম প্ৰকাশন পৰিষদ

গুৱাহাটী ৭৮১ ০২১

প্ৰথম প্ৰকাশ ডিচেম্বৰ ১৯৮৮



মূল্য : ১৬০·০০

মুদ্ৰক

শ্ৰীকালীচৰণ পাল

নৱজীৱন প্ৰেছ

৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৭০০ ০০৬

# প্ৰকাশকৰ টোকা

সময়ে সময়ে একোগৰাকী ব্যক্তিৰ জ্ঞান-বিজ্ঞানৰ নিৰন্তৰ সাধনা তথা অনুশীলনে সমাজত চিন্তা-চৰ্চাৰ নতুন দুৱাৰ মুকলি কৰে, ন ন চিন্তা-গৱেষণাৰ ভেটি গঢ়ি তোলে, বিদ্যা-বুদ্ধিৰ জগতত এক নতুন শক্তিৰ সঞ্চাৰণত উৎসাহ যোগায়। এই শতিকাৰ মাজভাগত অসমৰ চিন্তা-জগতত আলোড়ন তোলা তেনে এজন স্বনামধন্য পুৰুষ হ'ল ৰাধানাথ ফুকন। ফুকনৰ দাৰ্শনিক চিন্তাধাৰাই, দৰ্শন শাস্ত্ৰৰ সম্যক অধ্যয়নে আৰু অসমীয়া ভাষাত প্ৰাচ্য আৰু পাশ্চাত্য দৰ্শনক আধুনিক বিজ্ঞানৰ সিদ্ধান্তৰ পটভূমিত কৰা তেখেতৰ যুক্তিনিষ্ঠ ব্যাঁখ্যাই কেৱল যে আমাৰ জ্ঞানৰ দিগন্তকে প্ৰসাৰিত কৰি গ'ল এনে নহয়, অসমত দাৰ্শনিক তত্বানুসন্ধান আৰু মৌলিক গৱেষণাৰ এখন নতুন ক্ষেত্ৰও তৈয়াৰ কৰি থৈ গ'ল।

ফুকনদেৱৰ ৰচনাৰ সংখ্যা বেছি নহয়। কিন্তু বেদ-বেদান্তৰ গভীৰ উপলব্ধিৰে এই চিন্তাশীল দাৰ্শনিক গৰাকীয়ে কমসংখ্যক ৰচনাৰ যোগেদিয়ে তেখেতৰ অসীম প্ৰতিভা আৰু গভীৰ পাণ্ডিত্যৰ পৰিচয় দিবলৈ সক্ষম হৈছে। তেখেতৰ অমূল্য সৃষ্টিসমূহৰ এটি বিস্তৃত আলোচনা এই গ্ৰন্থৰ পাতনিত ড° মুকুন্দমাধৱ শৰ্মাদেৱে যথাৰ্থভাৱে আগবঢ়াইছে, এই বিষয়ত আমাৰ ফালৰ পৰা অধিক অৱতাৰণা কৰাৰ প্ৰয়োজন নহ'ব। অসমৰ ৰাইজৰ হাতত ৰাধানাথ ফুকনৰ ৰচনাৰাজি একেলগে থূপ খুৱাই তুলি দিব পৰাটোৱেই ফুকনদেৱৰ প্ৰতি অসম প্ৰকাশন পৰিষদৰ গভীৰ শ্ৰদ্ধা নিবেদনৰ বিনম্ৰ প্ৰয়াস।

অসম প্ৰকাশন পৰিষদৰ তৰফৰ পৰা ৰাধানাথ ফুকন ৰচনাৱলী প্ৰকাশৰ ক্ষেত্ৰত যোৰহাটৰ গীতাৰ্থী সমাজৰ সহায়-সহযোগ প্ৰণিধানযোগ্য। কেৱল ফুকনদেৱৰ ৰচনাসমূহৰ যোগান ধৰাই নহয়, নানা দিহা-পৰামৰ্শেৰে গীতাৰ্থী সমাজে আমাক সহায় কৰিছে। অনুষ্ঠানটিৰ কৰ্ম-কৰ্তাসকললৈ আমাৰ ধন্যবাদ জ্ঞাপন কৰিছো। ৰাধানাথ ফুকনৰ পুত্ৰ নলিনীনাথ ফুকন, মোহিনীনাথ ফুকন, ধৰণীনাথ ফুকন, পো-নাতি বিদ্যুৎ কুমাৰ ফুকন প্ৰমুখ্যে ফুকন পৰিয়ালৰ সকলোটিলৈকে বিভিন্ন ধৰণে সহায়-সহযোগ আগবঢ়াই ৰচনাৱলীখন প্ৰকাশৰ সুযোগ দিয়া বাবে আমাৰ শলাগ জনাইছো।

এই সংকলনত গীতাৰ্থী সমাজৰ সৌজন্যত পোৱা ৰচনাৰাজিৰ উপৰিও, বিভিন্ন আলোচনী, বাতৰি কাকত আদিত প্ৰকাশিত ৰাধানাথ ফুকনৰ প্ৰবন্ধ, গীত আদি সামৰা হৈছে। অৱশ্যে, বহু চেষ্টা কৰিও তেখেতৰ দুই-এটা প্ৰবন্ধ সংগ্ৰহ কৰিব নোৱাৰাত এই সংকলনত সেইখিনি সন্নিবিষ্ট কৰা সম্ভৱ নহ'ল। তাৰ বাবে আমি দুঃখিত। পৰবৰ্তী সংস্কৰণত সেইখিনি অন্তৰ্ভুক্ত কৰাৰ আশা কৰিছো। ফুকনদেৱৰ ইতিমধ্যে প্ৰকাশিত গ্ৰন্থ-প্ৰবন্ধসমূহৰ পৰাই এই গ্ৰন্থ প্ৰস্তুত কৰিবলৈ লওঁতে ছপা-প্ৰমাদ বুলি নিশ্চিত হোৱা দুই-এটা শব্দৰ বাহিৰে পৰাপক্ষত ফুকনদেৱৰ শব্দ, বাক্য-সাঁথনি আদি অবিকৃত ৰখা হৈছে। ৰাধানাথ ফুকনৰ ব্যক্তিত্ব আৰু পাণ্ডিত্যত আলোকপাত কৰি সযতনে যুগুতোৱা এখন পাতনিৰে ৰচনাৱলীখন সমৃদ্ধ কৰাত সহায় কৰা বাবে যশস্বী পণ্ডিত অধ্যাপক ড° মুকুন্দমাধৱ শৰ্মাদেৱলৈ আমাৰ কৃতজ্ঞতা নিবেদন কৰিছো।

সতীশ ভট্টাচাৰ্য্য

(সতীশ ভট্টাচাৰ্য্য)
সচিব
অসম প্ৰকাশন পৰিষদ

গুৱাহাটী
১২ ডিচেম্বৰ ১৯৮৮

# পাতনি

অসমীয়া সাহিত্য আৰু অসমৰ বৌদ্ধিক আৰু সাংস্কৃতিক ক্ষেত্ৰলৈ ৰাধানাথ ফুকনদেৱে যি অসামান্য অৱদান দি গৈছে তাৰ বাবে অসমীয়া জাতিৰ কাৰণে তেখেত প্ৰাতঃস্মৰণীয় ব্যক্তি হৈ থাকিব। তেনে এজন মহৎ ব্যক্তিৰ ৰচনাসমূহ সহজলভ্য কৰি তুলিবৰ বাবে অসম প্ৰকাশন পৰিষদৰ বৰ্তমান প্ৰচেষ্টা নিতান্তই প্ৰশংসনীয়।

১৮৭৫ চনৰ ১৫ জুন তাৰিখে যোৰহাট নগৰত ফুকনদেৱৰ জন্ম হয়। ১৮৮১ চনৰ পৰা শিৱসাগৰত পঢ়াশলীয়া শিক্ষা লাভ কৰে। ১৮৮২ চনত শিৱসাগৰৰ চৰকাৰী হাইস্কুলত ভৰ্তি হয়। এই প্ৰাথমিক শিক্ষাৰ কালতে শিৱসাগৰৰ আমোলাপট্টিৰ নামঘৰত ডাঙৰীয়া দীননাথ বেজবৰুৱাই চলোৱা টোলত ফুকনেও আন ছাত্ৰৰ লগতে কিছুদিন সংস্কৃতো পঢ়িছিল। ১৮৯১ চনত এণ্ট্ৰেন্স পাছ কৰি কলিকতাৰ প্ৰেছিডেন্সি কলেজৰ পৰা ১৮৯৩ চনত এফ.এ. আৰু ১৮৯৫ চনত বি.এ. পাছ কৰে। এণ্ট্ৰেন্স পাছ কৰাৰ পৰা বি.এ. পাছ কৰালৈকে অন্যতম বিষয় ৰূপে সংস্কৃতো পঢ়িছিল। ১৮৯৭ চনত প্ৰেছিডেন্সি কলেজৰ পৰাই ফিজিক্স (পদাৰ্থ-বিজ্ঞান) বিষয়ত এম.এ. পাছ কৰে। ১৮৯৮ চনত ৰিপন কলেজ (এতিয়াৰ সুৰেন্দ্ৰ নাথ বেনাৰ্জী কলেজ)ৰ পৰা বি. এল. পৰীক্ষা পাছ কৰে। এইটো তাৎপৰ্যপূৰ্ণ কথা যে আনন্দৰাম বৰুৱা আছিল বি.এ. পাছ কৰা প্ৰথম অসমীয়া। সেইটো ১৮৬৯ চনৰ কথা। আনহাতে ৰাধানাথ ফুকন আছিল এম.এ. পাছ কৰা প্ৰথম অসমীয়া। এই দুইজন কৃতী অসমীয়া কলিকতাৰ প্ৰেছিডেন্সি কলেজৰ ছাত্ৰ আছিল। এই দুয়োজনৰ আৰু মিল আছে। দুয়ো আইনৰ উপাধি লাভ কৰিছিল, চৰকাৰী প্ৰশাসনিক বিষয়া আছিল আৰু সংস্কৃত সাহিত্যৰ চৰ্চা কৰি বহুমূলীয়া গ্ৰন্থৰাজি ৰচনা কৰিছিল। তেতিয়াৰ দিনত অসমীয়া ছাত্ৰৰ বাবে এম.এ. পৰীক্ষাত উত্তীৰ্ণ হোৱাটো কল্পনাৰ অতীত আছিল। এনে সাফল্য লাভৰ জোখাৰে প্ৰস্তুত হ'বৰ বাবে যথেষ্ট মনোবলৰ প্ৰয়োজন হৈছিল। সেই মনোবল জগাই তুলিবৰ বাবেই ফুকনে 'কিয়নো পাহৰাঁ, অসমীয়া হেৰা' গীতটি ৰচনা কৰিছিল। (দ্ৰ. *জন্ম-শতবৰ্ষৰ শ্ৰদ্ধাঞ্জলি*, পৃঃ ৩৯-৪০)। ১৮৯৮ চনৰ পৰা ফুকনে যোৰহাটত ওকালতি কৰে আৰু সেই বছৰেই যোৰহাটৰ বালিগাঁৱৰ নাৰায়ণ বেজবৰুৱাৰ কন্যা চন্দ্ৰপ্ৰভা দেৱীৰ লগত তেখেতৰ বিবাহ হয়। ১৯০৩ চনত চৰকাৰৰ ই.এ.চি. পদত নিযুক্তি লাভ কৰি গুৱাহাটীত চাকৰি জীৱন আৰম্ভ কৰে। ১৯১৪ চনত ৰায়বাহাদুৰ খিতাপ লাভ কৰে। চৰকাৰী চাকৰিত আশানুৰূপভাৱে তেখেতে পদোন্নতি লাভ কৰে আৰু চুনামগঞ্জ, হবিগঞ্জ, তেজপুৰ আদি বিভিন্ন ঠাইত চাকৰি কৰাৰ অভিজ্ঞতা অৰ্জন কৰে। ১৯৩১ চনত জিলা ন্যায়াধীশ আৰু চেচন জজ হিচাপে চৰকাৰী চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে। ১৯৩৬ চনত পুনৰ ওকালতি আৰম্ভ কৰি ১৯৩৭ চনত বাহনি বাগিছাখন কিনি লৈ চাহ খেতিৰ ব্যৱসায়ত হাত দিয়ে। ১৯৪৯ৰ পৰা ১৯৬২ চনৰ ভিতৰত তেখেতে ৰচনা কৰা আঠখন গ্ৰন্থ আৰু তাৰে দুখনৰ হিন্দী অনুবাদৰ প্ৰথম সংস্কৰণ আৰু ক্ষেত্ৰবিশেষে একাধিক সংস্কৰণ প্ৰকাশিত হয়। ১৯৬৪ চনৰ জুন মাহৰ ২৩ তাৰিখে এই কৰ্মযোগীজনে ইহলীলা সম্বৰণ কৰে।

১৯২০ চনত ফুকনৰ জীৱনত এটা গুৰুত্বপূৰ্ণ ঘটনা ঘটে যাৰ ফলত পৰবৰ্তী কালত তেখেত ভাৰতীয় দৰ্শনৰ এজন বিশিষ্ট পণ্ডিত হৈ পৰেগৈ। দাৰ্শনিক কবি দুৰ্গেশ্বৰ শৰ্মাদেৱ সেই সময়ত ধুবুৰীত ই.এ.চি. হৈ আছিল আৰু সেই সময়তে ফুকন চাব্-জজ্ ৰূপে চৰকাৰী কামত ধুবুৰীলৈ গৈছিল। সেই সুযোগতে শৰ্মাদেৱে ফুকনদেৱক নিজৰ 'গীতা'খন পঢ়িবলৈ দিলে। তাৰ আগলৈকে ফুকনৰ বিজ্ঞান আৰু থিয়চফিৰ বিষয়ে ইংৰাজী কিতাপ পঢ়াৰহে অভ্যাস আছিল। কিন্তু দুৰ্গেশ্বৰ শৰ্মাৰ কথামতেই 'গীতা'খন পঢ়িবলৈ লোৱাৰ পৰাই 'গীতা' আৰু সেই শ্ৰেণীৰ অন্য গ্ৰন্থসমূহৰ প্ৰতি ফুকনৰ ৰাপ জন্মে। সম্ভৱতঃ চৰকাৰী চাকৰিৰ পৰা অৱসৰ লৈ ১৯৩২ চন মানৰ পৰা তেখেতে গীতা, উপনিষদ, সাংখ্য, বেদান্ত আদি আৰু লগতে আধুনিক বিজ্ঞান বিষযক গ্ৰন্থসমূহ আৰু শংকৰদেৱৰ ৰচনাসমূহ গভীৰভাৱে অধ্যয়ন কৰিবলৈ লয়। এই অধ্যয়ন-তপস্যাৰ প্ৰথম ফলশ্ৰুতি হ'ল ১৯৪৯ৰ জুন মাহত প্ৰকাশিত সাংখ্য-দৰ্শন নামৰ গ্ৰন্থখন। তাৰ পিছত তেখেতৰ গ্ৰন্থসমূহ সময়ৰ ক্ৰম অনুসৰি এনে দৰে প্ৰকাশ পায়: *বেদান্ত দৰ্শন* (মে', ১৯৫১) *শ্ৰীমদ্ভগবদ্গীতা* (১৯৫২), *কথাৰে উপনিষৎ* (১৯৫৪), *বিজ্ঞানৰ সিপাৰে* (১৯৫৫), *জন্মান্তৰ ৰহস্য* (১৯৫৭), *শ্ৰীমদ্ভগবদ্গীতা* (২য় সংস্কৰণ, ১৯৫৮), *সাংখ্য-দৰ্শন* (২য় সংস্কৰণ, ১৯৫৯), *The Theory of Rebirth* (১৯৬২), *The Samkhya Karika of Isvarakrsna*, (১৯৬২), *বেদান্ত দৰ্শন* (২য় সংস্কৰণ, ১৯৬২/৬৩)। ইতিমধ্যে ১৯৫৭ চনতে *কথাৰে উপনিষৎ* আৰু *বিজ্ঞানৰ সিপাৰে* নামৰ গ্ৰন্থ দুখন ফুকনৰ বিদূষী বোৱাৰীযেক শ্ৰীমতী নিৰুপমা ফুকনে হিন্দীলৈ অনুবাদ কৰে আৰু *অধ্যাত্মজগৎ কী শ্ৰেয* নামেৰে দুটা খণ্ডত প্ৰকাশ কৰে। উক্ত গ্ৰন্থসমূহৰ উপৰিও ১৯৫৪ চনত যোৰহাটত অনুষ্ঠিত অসম সাহিত্য সভাৰ ত্ৰয়োবিংশ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণখনিও এখনি বৰ সাৰগৰ্ভ পুস্তিকা। ১৯৫৬ চনৰ অসম সংস্কৃত সমিতিৰ দ্বাবিংশ সমাবৰ্তনোৎসৱৰ সভাপতিৰ ভাষণখনো উল্লেখযোগ্য। ১৯০৬ চনৰ পৰাই তেখেতৰ কিছুমান গান আৰু অসমীয়া জাতীয়চেতনা বিষযক কেইটামান প্ৰবন্ধ প্ৰকাশিত হৈছিল। উল্লেখযোগ্য যে ১৯৫৬ৰ পৰা ১৯৬৩ চনৰ ভিতৰত ৩১টা দৰ্শনবিষয়ক প্ৰবন্ধ যোৰহাটৰ গীতাৰ্থী সমাজৰ মুখপত্ৰ *পাঞ্চজন্যত* প্ৰকাশিত হৈছিল। বসন্তকুমাৰ গোস্বামীৰ দ্বাৰা সম্পাদিত *জন্ম-শতবৰ্ষৰ শ্ৰদ্ধাঞ্জলিত* এই ৰচনাসমূহৰ তালিকা দিয়া আছে।

ফুকনদেৱৰ দৰ্শনবিষয়ক গ্ৰন্থকেইখনৰ ক্ষেত্ৰত কেইটামান বিশেষত্ব লক্ষ্য কৰা যায়। সেই বিশেষত্বসমূহ এনে ·

(ক) উক্ত গ্ৰন্থসমূহত আধুনিক বিজ্ঞানৰ আপেক্ষিকতাবাদ, আণবিকবাদ আদিৰ লগত সাদৃশ্য দেখুৱাৰ চলেৰে ভাৰতীয় দৰ্শনৰ কিছুমান মৌলিক তত্ত্ব সহজভাৱে বুজাই দিছে। তুঃ "আমি এই মাত্ৰ কৈছো যে বেদান্তৰ কিছুমান সিদ্ধান্ত,—যিবোৰ প্ৰথমতে আমাৰ মনেৰে অসম্ভৱ যেন লাগে, সেইবোৰৰ ধাৰণা কৰিবলৈ নতুন বিজ্ঞানে আমাক যথেষ্ট সহায় কৰে।" (*বেদান্ত দৰ্শন*, ২য় সং, পাতনি) বেদান্ত দৰ্শনখনত মহৰ্ষি বাদৰায়ণৰ দ্বাৰা প্ৰণীত সূত্ৰসমূহ, সূত্ৰসমূহৰ পোনপটীয়া অসমীয়া অৰ্থ আৰু শংকৰাচাৰ্য্যৰ ভাষ্যৰ আধাৰত অসমীয়া ব্যাখ্যা দিয়া আছে। প্ৰসংগক্ৰমে ভাষ্যৰ আহিত দিয়া ব্যাখ্যাৰ উপৰিও ফুকনে নিজাকৈও ব্যাখ্যা আগবঢ়াইছে আৰু ঠায়ে ঠায়ে আধুনিক বিজ্ঞানৰ সিদ্ধান্তৰ লগত বেদান্তৰ সাদৃশ্য দেখুৱাইছে। (দ্ৰ. সূত্ৰ ১।৩।১ ৰ ব্যাখ্যা)। ষড় দৰ্শনৰ পাঁচ বিধ দৰ্শনৰে মূল উপজীব্য গ্ৰন্থ ৰূপে একোখন সূত্ৰ গ্ৰন্থ আছে। কিন্তু সাংখ্য-দৰ্শনৰ বেলিকা ঈশ্বৰকৃষ্ণৰ দ্বাৰা প্ৰণীত *সাংখ্য কাৰিকা* নামৰ গ্ৰন্থকহে আটাইতকৈ প্ৰামাণিক গ্ৰন্থ বুলি ধৰা হয়, কাৰণ সাংখ্য-দৰ্শনৰ মূল প্ৰতিপাদক কপিল মুনিৰ দ্বাৰা প্ৰণীত বুলি জনাজাত এতিয়া যিখন *সাংখ্যসূত্ৰ* নামৰ গ্ৰন্থ পোৱা যায় সেইখন যথাৰ্থতে কপিল মুনিয়ে ৰচনা কৰা হয় নে নহয় সেই বিষয়ে সন্দেহ আছে। সূত্ৰবিলাক একোটা অতি সংক্ষিপ্ত বাক্য। কিন্তু কাৰিকা একোটা ছন্দোবদ্ধ 'শ্লোক' বা পদ্য।

যিবিলাক ছন্দোবদ্ধ 'শ্লোক'ৰ দ্বাৰা কোনো তাত্ত্বিক বিষয়ৰ উপস্থাপনা কৰা হয় সেইবিলাকক 'কাৰিকা' বোলা হয়। কিন্তু কাব্য, নাটক আদিৰ ছন্দোবদ্ধ 'শ্লোক' বা পদ্যক কাৰিকা বোলা নহয়। ঈশ্বৰকৃষ্ণই মাত্ৰ ৭৩টা কাৰিকাৰে সাংখ্য-দৰ্শনৰ কথাখিনি কৈছে। এই কাৰিকাবিলাকৰ আটাইতকৈ প্ৰামাণিক ব্যাখ্যা দিয়া আছে গৌড়পাদৰ ভাষ্যত। ফুকনে নিজৰ সাংখ্য-দৰ্শন নামৰ গ্ৰন্থখনত প্ৰথমে মূল কাৰিকাসমূহৰ আৰু লগে লগে গৌড়পাদৰ ভাষ্যৰ উদ্ধৃতি দিছে, তাৰ পিছত ভাষ্যৰ অসমীয়া ব্যাখ্যা দিছে আৰু তাৰ পিছত নিজাকৈ এটা ব্যাখ্যা দিছে। নিজৰ ব্যাখ্যাটোত আধুনিক বিজ্ঞানৰ আধাৰত আৰু আধুনিক বিজ্ঞানৰ সিদ্ধান্তৰ লগত সামঞ্জস্য থকা যি কোনো টীকা-ভাষ্য আদিৰ ৰচয়িতাৰে মতৰ উল্লেখ কৰিছে। এই পদ্ধতিৰ বিষয়ে ফুকনে নিজেই কৈছে ঃ "আমাৰ প্ৰধান উদ্দেশ্য আছিল— সাংখ্যৰ কাৰিকাবোৰ নতুন বিজ্ঞানৰ পোহৰেৰে (বিশেষতঃ Quantum Theory আৰু তাপ-গতি বিদ্যাৰ পোহৰেৰে) অধ্যয়ন কৰা। সেই বাবে আমি যিজন আচাৰ্য্যৰ যি কাৰিকাৰ ব্যাখ্যা বিজ্ঞানৰ লগত মিলে, সেইজন আচাৰ্য্যকহে সেই কাৰিকা সম্বন্ধে অনুসৰণ কৰিছিলোঁ।" (সাংখ্য-দৰ্শন, ২য় সংস্কৰণৰ আগ-কথা) *শ্ৰীমদ্ভগবদ্গীতাকে* ধৰি কেউখন গ্ৰন্থতে ভাৰতীয় দৰ্শনৰ আৰু আধুনিক বিজ্ঞানৰ সিদ্ধান্ত কিছুমানৰ সমন্বয় ঘটোৱা হৈছে। এনে সমন্বয় দেখুৱাৰ ক্ষেত্ৰত ফুকনদেৱ পথ-প্ৰদৰ্শক। অকল সেয়ে নহয়। আধুনিক বিজ্ঞানৰ আপেক্ষিকতাবাদ, ফিজগিৰেল্দ্ সংকোচন আদিৰ বিষয়েও আমি জনাত তেখেতে লিখাখিনিয়েই সৰ্বপ্ৰথম। প্ৰাচীন ভাৰততো যে বিজ্ঞানৰ চৰ্চা হৈছিল সেই কথা বহুদিনৰ পৰাই স্বীকৃত হৈ আহিছে। আয়ুৰ্বেদৰ চিকিৎসা বিজ্ঞান, ৱৰাহমিহিৰ, আৰ্যভট আদিৰ গণিত শাস্ত্ৰ আদি সৰ্বজন বিদিত। আজিকালি 'ফিজিক্স' শব্দৰ অসমীয়া প্ৰতিশব্দ 'পদাৰ্থ-বিজ্ঞান'। '*চেণ্ট্ৰেল কাউন্সিল্ অব্ ইণ্ডিয়ান্ মেডিচিন*'এ স্থিৰ কৰি দিয়া আধুনিক আয়ুৰ্বেদৰ পাঠ্যক্ৰমত 'পদাৰ্থ বিজ্ঞান' বুলি এটা বিষয় আছে। এই বিষযটোৰ বেলিকা ঘাইকৈ আয়ুৰ্বেদৰ প্ৰাচীন শাস্ত্ৰসমূহ, সাংখ্য আৰু ন্যায়-বৈশেষিকৰ দৃষ্টিকোণৰ পৰা দ্ৰব্য, গুণ, কৰ্ম আদি পদাৰ্থবিলাকৰ স্বৰূপ আৰু সেইবিলাকক জানিবৰ বাবে প্ৰয়োজনীয় প্ৰমাণসমূহৰ বিষয়ে জানিব লাগে। প্ৰাচীন ন্যায়-বৈশেষিক শাস্ত্ৰত ফিজিক্সত থকা দৰেই বায়ু, পানী আদি পদাৰ্থ (দ্ৰব্য) বিলাকৰ কি কি গুণ আছে বিচাৰ কৰিছে। যেনে, পানীৰ বিষয়ে কৈছে ঃ 'ৱৰ্ণঃ শুক্লঃ ৰসস্পৰ্শৌ জলে মধুৰশীতলৌ' (ভাষা পৰিচ্ছেদ, প্ৰত্যক্ষ খণ্ড) অৰ্থাৎ পানীৰ ৰং বগা, তাৰ স্বাদ (টেষ্ট) মিঠা, আৰু স্পৰ্শ অৰ্থাৎ তাপ শীতল অৰ্থাৎ স্বাভাৱিক তাপমান স্বাভাৱিক অৱস্থাৰ মানুহৰ দেহৰ তাপমানতকৈ কম। ঘাইকৈ আয়ুৰ্বেদৰ ছাত্ৰৰ বাবেই ষাঠীৰ দশকৰ পৰাই হিন্দী, বঙলা, মাৰাঠী আদি ভাষাত 'পদাৰ্থবিজ্ঞান' নামেৰে বহুতো গ্ৰন্থ ৰচিত হৈছে। তাৰে কোনো কোনো গ্ৰন্থত ভাৰতীয় শাস্ত্ৰৰ কথাবিলাকক ফিজিক্স, কেমিষ্ট্ৰি আৰু চাইকলজীৰ কোনো কোনো কথাৰ লগত মিলাই দেখুৱাইছে। [দ্ৰ. বঙলা ভাষাত লক্ষণ চন্দ্ৰ সেনগুপ্তৰ পদাৰ্থ বিজ্ঞান (১ম খণ্ড), কলিকতা, ১৯৮৩ আৰু হিন্দী ভাষাত ৰামৰক্ষ পাঠকৰ পদাৰ্থ বিজ্ঞান, বৈদ্যনাথ আয়ুৰ্বেদ ভৱন, কলিকতা, ৭ম সংস্কৰণ, ১৯৮৪] কিন্তু অতি আধুনিক পাশ্চাত্য বিজ্ঞানৰ সন্দৰ্ভত Einstein– Eddington, Jeans আদিয়ে কোৱা কিছুমান কথাও যে সাংখ্য আৰু বেদান্তৰ কিছুমান সিদ্ধান্তৰ লগত মিলি যায়, আৰু বিষ্ণু-পুৰাণৰ ৰেৱতীৰ কাহিনীৰ দৰে অবান্তৰ কথাও যে অতি আধুনিক পাশ্চাত্য বিজ্ঞানৰ দিক্‌কালতত্ত্বৰ আলমত সহজে গ্ৰহণযোগ্য হৈ পৰে—এনেবিলাক কথা ৰাধানাথ ফুকনদেৱেহে প্ৰথমবাৰৰ বাবে ১৯৪৯ চনৰ পৰা সদৰি কৰিবলৈ ল'লে। ফুকনৰ পিছত অৱশ্যে এই বিষয়ে আন দুই এজনেও লিখিবলৈ ল'লে। উদাহৰণ স্বৰূপে ১৯৪৯ চনত ফুকনৰ সাংখ্য-দৰ্শন আৰু ১৯৫১ চনত বেদান্তদৰ্শন প্ৰকাশিত হোৱাৰ পিছত তিৰুপতুৰ বিৰাজ আশ্ৰমৰ পুৰাণ্ড পৰমপাইয়ে ১৯৫৪ সৈ ১৯৫৫ চনত *Advaita Vedanta and Modern Physics* নামৰ এখন গ্ৰন্থ লিখি প্ৰকাশ কৰে। ইংৰাজীত লিখা বাবে এই গ্ৰন্থখনে খিতাতে বিদেশতো

সমাদৰ লাভ কৰিলে। এই গ্ৰন্থ পঢ়াৰ পিছত আমেৰিকাৰ এটা ৰাজহুৱা অনুষ্ঠানে পৰমপন্থী ডাঃভৰীয়াক (তেখেত ডঃ যোগীৰাজ বসুৰ খুড়াকৰ লৰা) আমেৰিকালৈ বেদান্তৰ বিষয়ে বক্তৃতা দিবলৈ মাতি নিলে আৰু তেখেত তেতিয়াৰ পৰা তাতে ৰ'ল।

(খ) ফুকনৰ ৰচনাসমূহৰ আন এটা বৈশিষ্ট্য হ'ল সমন্বয়ৰ প্ৰচেষ্টা। তেখেতে বিভিন্ন ভাৰতীয় দৰ্শনৰ মাজত যে যথাৰ্থতে বিৰোধ নাই, দৰ্শনৰ লগতো গীতা, ভাগৱত আদিৰো বিৰোধ নাই সেই কথা দেখুৱাবলৈ প্ৰয়াস কৰিছে। লগতে প্ৰাচীন ভাৰতীয় চিন্তাৰ লগত আধুনিক বিজ্ঞানৰ সমন্বয় দেখুৱাবলৈ চেষ্টা কৰিছে। আনকি আস্তিক ষড়দৰ্শনৰ লগত নাস্তিক বৌদ্ধদৰ্শনৰো সামঞ্জস্য দেখুৱাইছে। তুঃ "২য় উত্তৰটি শংকৰাচাৰ্য্যৰ উত্তৰ ; শংকৰদেৱৰ উত্তৰ, বৌদ্ধ দৰ্শনত বিজ্ঞানবাদৰ উত্তৰ আৰু বিশেষতঃ এয়ে আধুনিক পাশ্চাত্য বিজ্ঞানৰ উত্তৰ।" "আৰু এটা কথা আমি দেখুৱাম যে সকলো ভাৰতীয় দৰ্শনৰ মূল হৈছে, উপনিষৎ। উপনিষদৰ পৰাই সকলো ভাৰতীয় দৰ্শন ওলাইছে।" "আকৌ সেই পোহৰেৰে চালেই আমি স্পষ্ট বুজো যে সাংখ্য, বেদান্ত আৰু বৌদ্ধ দৰ্শনৰ যিমান প্ৰভেদ আছে বুলি মানুহে ভাবে আচলতে তাৰ এক শতাংশ প্ৰভেদো নাই।" "আমি সকলো ভাৰতীয় দৰ্শন জোৰা লগাবহে লাগে। সকলো আচাৰ্য্যৰ মত মিলাবহে লাগে। সমালোচনাত ব্যস্ত হব নালাগে।" (দ্ৰঃ বেদান্ত দৰ্শনৰ পাতনি)। ১৯৫৫ চনৰ জুলাই মাহত এই পাতনিৰ লিখকে ফুকনদেৱক সাক্ষাৎ কৰিছিল। সেই সময়তে ফুকনদেৱে উপদেশ দিছিল যে *Essential Unity of the Different Systems of Indian Philosophy*—বুলি এটা বিষয় লৈ পি-এইচ.ডি. উপাধিৰ বাবে গৱেষণা কৰিব লাগে, আৰু লগতে সদ্য প্ৰকাশিত পুৰাগ্ৰ পৰমপন্থীৰ উক্ত কিতাপখনো পঢ়িবলৈ দিছিল।

(গ) ফুকনদেৱৰ ৰচনাৰ আন এটা বিশেষত্ব হ'ল সৰলতা। সংস্কৃতত লিখিত কঠিন দৰ্শন শাস্ত্ৰৰ বিষয়েই গ্ৰন্থসমূহ লিখিছে। তথাপি তেখেতৰ লিখাত ক'তো কঠিন সংস্কৃত শব্দ বহুল ভাষাত প্ৰয়োগ কৰা নাই। টান কথা একোটাকো সহজ সৰল ঘৰুৱা উপমাৰে বুজাই দিছে। তুঃ "আমি যদি গোটেই জগতৰ কথা একেলগে ভাবোঁ তেন্তে বুজিব পাৰোঁ যে সময়ৰ লগে লগে ইয়াৰ নানা ৰকম পৰিবৰ্ত্তন হৈ আছে আৰু সৃষ্টিৰ শেষলৈকে হৈ থাকিব। এক মুহূৰ্তও পৰিণাম নোহোৱাকৈ নাথাকে। কিন্তু এই পৰিণাম উদ্দেশ্যহীন পৰিণাম নহয় ; হোৱাহ'লে সকলো কথা ওলট-পালট হ'লহেঁতেন ;—এটা ঘটনাক আমি বিপৰীত শক্তি প্ৰয়োগ কৰি অ-ঘটনা কৰিব পাৰিলোহেঁতেন, যাগ্ দি যেনেকৈ কেঁচা ফল পকাব পাৰো, সেইদৰেই বৰফত থৈ পকা কল কেঁচা কৰিব পাৰিলোহেঁতেন।" (দ্ৰ. সাংখ্যদৰ্শনৰ পাতনি)

(ঘ) আৰু এটা বৈশিষ্ট্য হ'ল এই যে ফুকনদেৱৰ ৰচনাসমূহ ঘাইকৈ বেদান্তৰ প্ৰস্থানত্ৰয়ীৰ লগত সম্বন্ধ থকা। বেদান্তক বুজিবৰ বাবে তিনিবিধ গ্ৰন্থ চাব লাগে, সেই তিনিবিধকে তিনিবিধ প্ৰস্থান বোলে। সেই প্ৰস্থান তিনিটা হ'ল—শ্ৰুতি প্ৰস্থান (উপনিষৎ), স্মৃতি প্ৰস্থান (গীতা) আৰু ন্যায় প্ৰস্থান (ব্ৰহ্মসূত্ৰ বা বেদান্ত সূত্ৰ)। তেখেতৰ *কথাৰে উপনিষৎ, শ্ৰীমদ্ভগবদগীতা* আৰু *বেদান্ত দৰ্শন* ক্ৰমে উক্ত তিনিটা প্ৰস্থানত পৰে। *বিজ্ঞানৰ সিপাৰে* আৰু *জন্মান্তৰ ৰহস্য*ও পাকে-প্ৰকাৰে উক্ত প্ৰস্থানত্ৰয়ীৰ লগত জড়িত। প্ৰস্থানত্ৰয়ীৰ পাৰস্পৰিক সম্বন্ধ আছে। *শ্ৰীমদ্ভগবদগীতা* (১ম সংস্কৰণ) ৰ পাতনিৰ ২২ সংখ্যক পৰিচ্ছেদত ফুকনদেৱে সাংখ্য, বেদান্ত আৰু গীতাৰ পাৰস্পৰিক সম্বন্ধ থকা সত্ত্বেও স্বকীয় বৈশিষ্ট্য কি সেই বিষয়ে বৰ প্ৰাঞ্জলকৈ বুজাই দিছে।

(ঙ) ফুকনদেৱৰ গ্ৰন্থসমূহৰ আৰু এটা বৈশিষ্ট্য হ'ল এই যে এইবিলাক নিৰৱচ্ছিন্ন (sustained) অধ্যয়নৰ পৰিচায়ক। পূৰ্বতে কৈ অহা হৈছে যে ১৯২০ চনত গীতা পঢ়িবলৈ লোৱাৰ আগতে তেখেতে সময় পালে বিজ্ঞান আৰু থিয়চফিৰ কিতাপ পঢ়িছিল। *সাংখ্য-দৰ্শনৰ* পাতনিত মাদাম ব্লাভাট্স্কিৰ *চিক্ৰেট্*

ডকট্রিন্‌ৰ পৰা দিয়া উদ্ধৃতিয়ে থিয়চফি পঢ়াৰ প্ৰমাণ দিয়ে। তেখেতে বিজ্ঞানীসকলৰ ভিতৰত বিশেষকৈ ৰাডাৰফৰ্ড (১৮৭১-১৯৩৭), এডিংটন (১৮৮২-১৯৪৪) আৰু জিনচ্ (১৮৭৭-১৯৪৬) ৰ মতসমূহ বাৰে বাৰে উল্লেখ কৰিছে। লক্ষ্য কৰিবলগীয়া এই যে উক্ত তিনিওজনেই দুবছৰ বা চাৰিবছৰ বা সাত বছৰৰ ডাঙৰ-সৰু। জিনচ্ আৰু এডিংটনৰ গুৰুত্বপূৰ্ণ গ্ৰন্থসমূহ প্ৰকাশিত হোৱাৰ প্ৰায় লগে লগেই ফুকনে সেইবিলাক অধ্যয়ন কৰিছিল। সেই কথাৰ প্ৰমাণ গ্ৰন্থসমূহত পোৱা যায়। উদাহৰণ স্বৰূপে ফুকনৰ সাংখ্য-দৰ্শন ওলায় ১৯৪৯ চনত। আনহাতে ফুকনক অনুপ্ৰাণিত কৰিবৰ বাবে এডিংটনৰ সংশ্লিষ্ট পুথিকেইখন মাত্ৰ দহ/পোন্ধৰ বছৰ আগতে প্ৰকাশিত হৈছিল। এডিংটনৰ সংশ্লিষ্ট গ্ৰন্থকেইখনৰ প্ৰকাশৰ তাৰিখ এনে : *Nature of the Physical World* (1928), আৰু *The Philosophy of Physical Science* (1939)। এই সময়সূচীৰ পৰা ধাৰণা হয় যে সাংখ্য-দৰ্শন, বেদান্তদৰ্শন আদি লিখিবৰ বাবে বিজ্ঞানৰ ন ন চিন্তাৰ বিষয়ে সততে সজাগ থাকি ধাৰাবাহিকভাৱে অধ্যয়ন কৰিছিল। নিৰবচ্ছিন্ন অধ্যয়নৰ আৰু এটা দৃষ্টান্ত হ'ল এই যে তেখেতে নিজে লিখা গ্ৰন্থসমূহৰ কেনে সমালোচনা হৈছে তাৰ বিষয়ে সজাগ থাকি পৰবৰ্তী সংস্কৰণসমূহত সমালোচনাবিলাকৰ প্ৰত্যুত্তৰ দিছে আৰু ১ম সংস্কৰণত লিখাখিনিৰ লগত নতুন কথা যোগ দিছে।

(চ) ফুকনদেৱৰ ৰচনাৰ আৰু এটা বৈশিষ্ট্য হ'ল অসমীয়া বৈষ্ণৱ সাহিত্যৰ প্ৰতি আৰু ঘাইকৈ শংকৰদেৱৰ মতৰ প্ৰতি থকা শ্ৰদ্ধাৰ ভাব। তাৰ দৃষ্টান্ত হ'ল এই যে প্ৰথম গ্ৰন্থ সাংখ্য-দৰ্শনখন আৰম্ভ কৰিছে কীৰ্তনৰ প্ৰথম পদ "প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন। সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ ।।" ৰে মংগলাচৰণ কৰি। ফুকনদেৱে শংকৰদেৱৰ বিষয়ে কৰা নিম্নলিখিত উক্তিকেইটি প্ৰণিধানযোগ্য ঃ "আমি ইয়াত দেখুৱাম যে এই সকলো বিষয়তে মহাপুৰুষ শংকৰদেৱৰ দাৰ্শনিক মত শংকৰাচাৰ্য্যৰ লগত একেবাৰে মিলে ; যেন দুই শংকৰৰ একেখন শাংকৰিক দৰ্শন। "(বেদান্ত দৰ্শনৰ পাতনি)।"........শংকৰাচাৰ্য্যই তেওঁৰ অধ্যাসবাদ যি সূক্ষ্ম যুক্তিৰে বুজাইছে সেইবোৰ যুক্তি সাধাৰণ মানুহৰ পক্ষে বুজিবলৈ টান। কিন্তু শংকৰদেৱৰ যুক্তিখিনি অতি সহজ আৰু আধুনিক বিজ্ঞানৰ সহায়ত বুজিবলৈ একো টান নহয়। আৰু সেইবাবে আমি কৈছিলো যে শংকৰদেৱৰ যুক্তিখিনি তেওঁ যদি দুৰ্ভগীয়া অসমীয়া ভাষাত নিলিখি সংস্কৃতত লিখিলেহেঁতেন তেন্তে সমস্ত ভাৰতত দাৰ্শনিক মহাপুৰুষ হিচাপে তেওঁৰ স্থান শংকৰাচাৰ্য্যৰ ওপৰত হ'লহেঁতেন।" (বেদান্ত দৰ্শন, দ্বিতীয় সংস্কৰণৰ পাতনি)।"কিন্তু শংকৰদেৱে কি ক'লে ? তেওঁ শংকৰাচাৰ্য্যৰ কথাটোকে ক'লে ; কিন্তু 'মায়া', 'মিথ্যা', illusion ইত্যাদি অৰ্থহীন শব্দবোৰ ব্যৱহাৰ কৰি আমাৰ বুদ্ধি মোহ নজন্মালে।" (বেদান্ত দৰ্শন, ২।৩।৫৩ সূত্ৰৰ ব্যাখ্যা, ২য় সংস্কৰণ) ইত্যাদি। কোনো কোনো সমালোচকৰ মতে ভক্তিমাৰ্গৰ প্ৰবৰ্তক শংকৰদেৱৰ মত অদ্বৈতবাদী শংকৰাচাৰ্য্যৰ মতৰ লগত একে হোৱাটো সম্ভৱ নহয় (দ্ৰ. বেদান্ত দৰ্শন, দ্বিতীয় সংস্কৰণৰ পাতনি)। এইখিনিতে নিবেদন কৰিব পাৰি যে বাস্তৱিকতে দাৰ্শনিক হিচাপে অদ্বৈতবাদী হৈয়ো ভক্তিমাৰ্গী হোৱাটো সম্ভৱ। ভক্তি ৰসেৰে সিক্ত সুললিত স্তোত্ৰসমূহ ৰচনা কৰি শংকৰাচাৰ্য্যইও দেখুৱাই গৈছে যে কাৰ্যতঃ তেওঁ ভক্তিমাৰ্গীয়েই আছিল। ভক্তিৰ বাবে ভক্ত আৰু ভগৱান এই দুটা তত্ত্ব স্বীকাৰ কৰিবই লাগিব। সেয়ে ভক্তিৰ ক্ষেত্ৰত অদ্বৈতৰ কল্পনা কৰিব নোৱাৰি। কিন্তু অদ্বৈতয়ো এক অৰ্থত দ্বৈত স্বীকাৰ কৰিব লাগিব, নহ'লে মায়া বাদ হয় আৰু পৰমেশ্বৰৰ সৈতে অভিন্ন বুলিবলগীয়া হয়। সি যি কি নহওক ফুকনে শংকৰদেৱক শ্ৰেষ্ঠ দাৰ্শনিক ৰূপে স্বীকাৰ কৰি কৈছে—"শংকৰদেৱ যে বুদ্ধদেৱৰ পাছতে জগতৰ শ্ৰেষ্ঠতম দাৰ্শনিক এই স্পষ্ট কথাটো কিয় যে মহাপুৰুষীয়াসকলে স্বীকাৰ কৰিবলৈ ভাল নাপায় তাৰ কাৰণ আমি বুজিব পৰা নাই।" (বেদান্ত দৰ্শন, দ্বিতীয় সংস্কৰণৰ পাতনি)।

ৰাধানাথ ফুকনদেৱৰ বিষয়ে এটা মন্তব্য কৰিব পাৰি যে তেখেত এজন বিশিষ্ট সংস্কৃত পণ্ডিত। তেখেতে নিজে সংস্কৃত ভাষাত একো লিখা নাছিল যদিও সংস্কৃত ভাষাত লিখিত মূল শাস্ত্ৰসমূহৰ অসমীয়া আৰু ইংৰাজী ভাষাত ব্যাখ্যা লিখি থৈ গৈছে। নকুল চন্দ্ৰ ভূঞাদেৱে ফুকনৰ 'চমু জীৱনী'ত প্ৰসংগক্ৰমে লিখিছে ঃ "....তেখেতৰ বিশিষ্ট বন্ধু পণ্ডিত লক্ষ্মীনাথ শৰ্মা ডাঙৰীয়াৰ পৰা ফুকনে প্ৰাঞ্জলভাৱে সংস্কৃত খৰচি মাৰি বুজাত বিশেষ সহায় পাইছিল। আনকি কলিকতাত ছাত্ৰ হৈ থাকোতেও, সংস্কৃত পঢ়োতে পণ্ডিত লক্ষ্মীনাথ শৰ্মাৰ পৰা বিশেষ সহায় পাইছিল।" (দ্ৰ. শ্ৰদ্ধাঞ্জলি, পৃঃ ৬৯)। ফুকনে যে সংস্কৃতৰ সৌন্দৰ্যৰ প্ৰতি বিশেষভাৱে আকৃষ্ট হৈছিল তাৰ আভাস পোৱা যায় তেখেতৰ প্ৰসংগক্ৰমে কৰা এই উক্তিৰ পৰা—"মানুহৰ ভাব যে কিমান ওপৰলৈ যাব পাৰে, সংস্কৃত ভাষাৰ আৰু ভাবৰ ওঁৰালত যে কিমান অপূৰ্ব সৌন্দৰ্য্য আছে, প্ৰাচীন কালৰ যুক্তিত যে কিমান সূক্ষ্মতা আছিল,—এইবোৰ কথা বাদ দিয়া অংশ নপঢ়িলে মানুহে বুজিব নোৱাৰে।" তেখেতসকলৰ ছাত্ৰাৱস্থাত সংস্কৃতৰ যিমান ব্যাপকভাৱে চৰ্চা হৈছিল আজিকালি। তেনেদৰে নোহোৱাৰ বাবে তেখেতে আক্ষেপ কৰিছিল। অসম সংস্কৃত ব'ডৰ হৈ বৰ্তমান পাতনি লিখকে *'প্ৰাচ্যভাৰতী'* নামৰ এখন সংস্কৃত ভাষাৰ গৱেষণাবিষয়ক আলোচনী (ৰিছাৰ্চ জাৰ্নেল) সম্পাদনা কৰিবলৈ লৈছিল। ১৯৬৫ চনত তাৰ প্ৰথম সংখ্যা প্ৰকাশিত হয় আৰু তাৰ পৰৱৰ্তী সংখ্যাসমূহ আজিলৈকে প্ৰায় নিয়মীয়াকৈ ব'ৰ্ডৰ সম্পাদক ড° নৰেন্দ্ৰ নাথ শৰ্মাৰ সম্পাদনাত ওলাই আছে। উক্ত সংস্কৃত পত্ৰিকাখনি উলিয়াবলৈ লোৱা বুলি জানি ফুকনদেৱে বৰ্তমান পাতনি লিখকলৈ জনাইছিল ঃ "......দেখা গৈছে দেৱভাষা সংস্কৃত আজি-কালি কাকো নালাগে। ভাৰত গৱৰ্ণমেন্টকতো নালাগেই, প্ৰাদেশিক গৱৰ্ণমেন্টকো নালাগে। বিশ্ববিদ্যালয়বোৰেও সংস্কৃতৰ একো যত্ন লোৱা নাই। আজি-কালি সংস্কৃত পঢ়া নপঢ়া ল'ৰাৰ ইচ্ছাধীন। এই দুৰ্দশাৰ দিনত তোমালোকে যে এই উদ্যমটো কৰিছা ই অতি প্ৰশংসনীয় আৰু সময়োপযোগী হৈছে। মই আশাকৰোঁ তোমাৰ এই উদ্যম সফল হ'ব.....।" (দ্ৰ. জন্ম-শতবৰ্ষৰ শ্ৰদ্ধাঞ্জলি, পৃঃ ২৬)

ৰাধানাথ ফুকনদেৱ এজন নিষ্ণাত পণ্ডিত। তেখেতে দৰ্শনবিষয়ক গ্ৰন্থসমূহৰ নিৰ্ভৰযোগ্য ব্যাখ্যাৰে এই পাণ্ডিত্যৰ প্ৰমাণ দিছে। কিন্তু পণ্ডিত হোৱাৰ উপৰিও তেখেত নিজেই এজন দাৰ্শনিকো। সংস্কৃত অভিধানৰ মতে 'যিজনে সাংখ্য, বেদান্ত আদি দৰ্শনসমূহ জানে' তেৱেঁই দাৰ্শনিক। কিন্তু অসমীয়া ভাষাত 'যিজনে স্বতন্ত্ৰভাৱে এটা তত্ত্ব উপলব্ধি কৰে আৰু তাকে প্ৰচাৰ কৰে' তেনে অৰ্থতহে প্ৰায়ে দাৰ্শনিক শব্দটো ব্যৱহৃত হয়। এই দৃষ্টিৰে চাবলৈ গ'লে "তত্ত্বদৰ্শী' শব্দটো 'দাৰ্শনিক' শব্দটোকৈও অৰ্থবহ। তত্ত্বদৰ্শী শব্দৰ সৰল অৰ্থ হ'ল 'যি জনে তত্ত্ব দেখা পাইছে বা উপলব্ধি কৰিব পাৰিছে।' তত্ত্ব শব্দৰ বহুতো অৰ্থৰ ভিতৰত এটা অৰ্থ হ'ল 'যি কোনো বস্তুৰ বা বিষয়ৰ প্ৰকৃত স্বৰূপ'। এনে অৰ্থতে গীতাত অৰ্জ্জুনে কৃষ্ণক কৈছে ঃ 'সন্ন্যাসস্য মহাবাহো তত্ত্বমিচ্ছামি বেদিতুম্' (১৮।১), 'হে মহাবাহু মই সন্ন্যাসৰ প্ৰকৃত স্বৰূপ জানিবলৈ ইচ্ছা কৰোঁ।' তত্ত্ব শব্দৰ আন এটা অৰ্থ হ'ল 'জীৱাত্মাৰ আৰু পাৰ্থিৱ জগতৰ যথাৰ্থতে পৰমাত্মাৰ সৈতে অভিন্ন হৈ থকা অৱস্থা'। তত্ত্ব শব্দৰ ই দুয়োবিধ অৰ্থতে ফুকনদেৱৰ ক্ষেত্ৰত তত্ত্বজ্ঞানী বা তত্ত্বদৰ্শী বিশেষণ প্ৰযোজ্য হয়। প্ৰথম অৰ্থ লৈ ক'ব পাৰি যে তেখেতে ভাৰতীয় দৰ্শনসমূহৰ প্ৰকৃত স্বৰূপ বুজি পাইছিল আৰু সেইবিলাকৰ যে পৰস্পৰে বিৰোধ নাই সেই কথা উপলব্ধি কৰিছিল। সেইবাবেই তেখেত বাৰে বাৰে কৈছে ঃ 'আমি সকলো ভাৰতীয় দৰ্শন জোৰা লগাবহে লাগে। সকলো আচাৰ্য্যৰ মত মিলাবহে লাগে। সমালোচনাত ব্যস্ত হ'ব নালাগে।" (বেদান্ত দৰ্শনৰ পাতনি)। তেখেতে আনকি আধুনিক পাশ্চাত্য বিজ্ঞানৰো স্বৰূপ বুজিব পাৰিছিল। দ্বিতীয় বিধ অৰ্থ ল'লেও ফুকনে যে জীৱাত্মা, পৰমাত্মা আৰু জগতৰ স্বৰূপ আৰু প্ৰভেদৰ বিষয়ে ভালদৰে উপলব্ধি কৰিছিল সেই বিষয়ে তেখেতৰ গ্ৰন্থকেইখনতে প্ৰমাণ আছে। বাস্তৱিকতে 'তত্ত্বদৰ্শী' শব্দটো ফুকনদেৱে প্ৰাচীন দৰ্শনশাস্ত্ৰৰ ব্যাখ্যা কৰোতা আচাৰ্য্যসকলৰ ক্ষেত্ৰত নিজেই প্ৰয়োগ কৰিছে। তুঃ

"আচাৰ্য্যসকল তত্ত্বদৰ্শী সিদ্ধ পুৰুষ।" (বেদান্ত দৰ্শনৰ পাতনি)। ফুকনদেৱকো গুণমুগ্ধ সুধীসমাজে তত্ত্বদৰ্শী আখ্যা দিছে। যোৰহাট সাহিত্য সভাই ৪-১২-৫৫ তাৰিখৰ অভিনন্দন পত্ৰত ফুকনদেৱক সম্বোধন কৰি কৈছে ঃ "বিজ্ঞানৰ সিপাৰে দৰ্শনৰ যি দিব্য জ্যোতি জিলিকিব লাগিছে তাক তত্ত্বদৰ্শীৰ দৰে আপুনি নিৰীক্ষণ কৰি আমাৰো চকু মেলি দিছে।" (দ্ৰ. শ্ৰদ্ধাঞ্জলি, পৃঃ ৯৭)। যোৰহাটৰ শ্ৰীৰাধানাথ ফুকন সম্বৰ্ধনা সমিতিয়ে তেখেতলৈ আগবঢ়োৱা *শ্ৰদ্ধাঞ্জলি* নামৰ গ্ৰন্থৰবেটুপাতত আৰু সেই গ্ৰন্থত সন্নিবিষ্ট তেখেতৰ প্ৰতিকৃতিৰ তলত তেখেতৰ নামৰ আগত তত্ত্বদৰ্শী উপাধিৰ প্ৰয়োগ কৰিছে। জন্ম-শতবৰ্ষৰ শ্ৰদ্ধাঞ্জলিত বসন্তকুমাৰ গোস্বামীয়ে 'আগকথা' আৰম্ভ কৰিছে ফুকনদেৱৰ উপাধি ৰূপে প্ৰয়োগ কৰা তত্ত্বদৰ্শী শব্দেৰে আৰু সাহিত্য সভাৰ প্ৰাক্তন সভাপতি যতীন্দ্ৰনাথ গোস্বামীদেৱে নিজৰ প্ৰবন্ধটোৰ নাম দিছে 'তত্ত্বদৰ্শী ৰাধানাথ ফুকনৰ দেশ-হিতৈষণা'। প্ৰসংক্ৰমে উল্লেখ কৰিব পাৰি যে বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে ফুকনদেৱৰ নামৰ আগত 'ঋষিকল্প দাৰ্শনিক' উপাধিৰ প্ৰয়োগ কৰিছে (দ্ৰ. উক্তগ্ৰন্থ. পৃঃ ৩৯)। ফুকনদেৱৰ মৃত্যুৰ পিছতে দৈনিক *নতুন অসমীয়াৰ* সম্পাদকীয়ত তেখেতক 'মনীষী আৰু দাৰ্শনিক' আখ্যা দিছিল (দ্ৰ. উক্তগ্ৰন্থ. পৃঃ ২৩)। মনীষী শব্দই যি কোনো জ্ঞানী লোকক বুজায়। ঋষি শব্দৰ অৰ্থ হ'ল দৰ্শন কৰোতা অৰ্থাৎ যিজনে দেখে। 'ঋষিস্তু কিল দৰ্শনাৎ।' কিন্তু এই দেখা সাধাৰণ দেখা নহয়। ঋষিয়ে অতীত বৰ্তমান আৰু ভৱিষ্যৎ কালৰ কথা সমানে দেখে আৰু বৰ্তমান কালৰ বস্তুও দূৰত থকা সত্ত্বেও অথবা কিহবাৰ আঁৰত থাকিলেও দেখে। ঋষি হ'ল ত্ৰিকালদৰ্শী। এই অৰ্থত ঋষি মানে তত্ত্বদৰ্শী। কিন্তু বকুল বনৰ কবি আনন্দ চন্দ্ৰ বৰুৱাদেৱে ফুকনদেৱক দিয়া 'ৰাজৰ্ষি' আখ্যাৰ তাৎপৰ্য অলপ বেলেগ (দ্ৰ. উক্ত গ্ৰন্থ. পৃঃ ৪৮)। যিজন ৰজা হৈয়ো ঋষি অৰ্থাৎ তত্ত্বজ্ঞানী হ'ব পাৰিছে তেওঁ হে ৰাজৰ্ষি। যেনে জনক ৰজা। ফুকনৰ ক্ষেত্ৰত এই উপাধি হয়তো এই অৰ্থতে প্ৰযোজ্য হ'ব পাৰে যে তেখেত ৰাজবিষয়া অৰ্থাৎ চৰকাৰী উচ্চপদস্থ বিষয়া হোৱা সত্ত্বেও তত্ত্বজ্ঞানী। আনুষ্ঠানিকভাৱে ১৯৫৭ চনত কামৰূপ সংস্কৃত সঞ্জীৱনী সভাই ফুকনক 'বেদান্তৱাচস্পতি' উপাধি দিয়ে। ৱাচস্পতি মানে ৱাক্ বা ভাষাৰ অধিপতি। এইটো মূলতঃ দেৱগুৰু বৃহস্পতিৰ উপাধি। 'বেদান্তৱাচস্পতি' শব্দৰ অৰ্থ 'বেদান্ত দৰ্শন'ৰ ক্ষেত্ৰত দেৱগুৰু বৃহস্পতিৰ দৰে যিজন পৰম জ্ঞানী'। ১৯৬৪ চনত গুৱাহাটী বিশ্ববিদ্যালযে ফুকনদেৱক সম্মানসূচক ডি.লিট্. (ডক্টৰ্ অব লিটাৰেচাৰ্) উপাধি প্ৰদান কৰে।

পণ্ডিত আৰু দাৰ্শনিক হোৱাৰ উপৰিও ৰাধানাথ ফুকনদেৱ এজন সুসাহিত্যিকো। বিশেষকৈ অসমীয়া সাহিত্যলৈ তেখেতে বৰ গুৰুত্বপূৰ্ণ অৱদান যোগাই গৈছে। তেখেতৰ গ্ৰন্থৰাজি ওলোৱাৰ আগতে এটা বৰ ডাঙৰ আক্ষেপ আছিল যে অসমীয়া ভাষাত দৰ্শন বিষয়ক মৌলিক গ্ৰন্থ বা ৰচনা নিচেইকে নাই। ফুকনদেৱে সেই অভাৱ পূৰণ কৰাৰ লগে লগে তেনে ধৰণৰ মৌলিক উচ্চ চিন্তা সম্বলিত গ্ৰন্থ ৰচনা কৰিবৰ বাবে এটি অনুপ্ৰেৰণাৰ বীজ সিঁচি থৈ গ'ল। নতুন তাত্ত্বিক কথাখিনি ইচ্ছা কৰা হ'লে কেৱল ইংৰাজীতে লিখিব পাৰিলেহেঁতেন। কাৰণ *সাংখ্য-দৰ্শন* আৰু *জন্মান্তৰ ৰহস্য* নামৰ গ্ৰন্থ দুখন পিছত ইংৰাজী ভাষাতো প্ৰকাশিত কৰিছিলেই। তেখেতে জানিছিল যে অসমীয়াত গ্ৰন্থ লিখিলে সীমিত হ'ব। শংকৰদেৱৰ ক্ষেত্ৰত মন্তব্য কৰোতে অসমীয়া ভাষাৰ এই দুৰ্বল দিশটোৰ বাবে আক্ষেপ কৰিয়েই ফুকনে কৈছিল ঃ "........তেওঁ যদি দুৰ্ভগীয়া অসমীয়া ভাষাত নিলিখি সংস্কৃতত লিখিলেহেঁতেন....." (বেদান্ত দৰ্শনৰ দ্বিতীয় সংস্কৰণৰ পাতনি)। তথাপি তেখেতে যে গ্ৰন্থকেইখন মূলতঃ অসমীয়া ভাষাত লিখিলে তাৰ দ্বাৰা অসমীয়া ভাষা জননীৰ বৰ ডাঙৰ সেৱা কৰা হ'ল। অসমীয়াতো যে এনে তত্ত্বগধুৰ কথা লিখিব পাৰি সেই বিষয়ে তেখেতৰ যি আত্মপ্ৰত্যয় আছিল সেয়া শলাগিবলগীয়া। ধাৰণা হয় যে এই আত্মপ্ৰত্যয়ৰ মূলতে আছিল অসমীয়া ভাষা-সাহিত্যৰ বাবে হোৱা এক গৌৰৱবোধ। উদাহৰণ স্বৰূপে শ্ৰীমদ্ভগৱদ্গীতাৰ (প্ৰথম সংস্কৰণ) ৰ পাতনিৰ প্ৰথমতেই তেখেতে কৈছে ঃ"....৪৫০ বছৰৰ আগেয়েই আমাৰ ভাষাত গীতা

গদ্যত আৰু পদ্যত ভঙা হৈছিল। (এনে গৌৰৱ ভাৰতবৰ্ষৰ আন কোনো-প্ৰাদেশিক ভাষাৰ ভাগ্যত হোৱা নাছিল।) ভট্টদেৱৰ কথাগীতা অতি সুন্দৰ ভাঙনি, যাৰ ওপৰত আৰু একো নতুন কথা ক'বলৈ নাই....."।

ধৰ্ম আৰু দৰ্শন-বিষয়ক গ্ৰন্থ আৰু প্ৰবন্ধৰ বাহিৰে তেখেতে যি কেইটা প্ৰবন্ধ লিখিছিল তাতো তেখেতৰ অসমীয়া জাতিৰ উন্নতিৰ বাবে থকা এটা উৎকণ্ঠাৰ ভাব প্ৰকাশ পাইছে। সত্যনাথ বৰাৰ দ্বাৰা সম্পাদিত জোনাকীৰ প্ৰথম ভাগত (?) তেখেতে 'আমাৰ উন্নতি নাই কিয় ?' নামৰ এটি প্ৰবন্ধ লিখিছিল। (দ্ৰ *জন্ম-শতবৰ্ষৰ শ্ৰদ্ধাঞ্জলি* পৃ:৫৮) এই প্ৰবন্ধৰ শিৰোনামাৰ পৰাই বুজা যায় যে ইয়াত অসমীয়া জাতিৰ উন্নতিৰ কথাকে আলোচনা কৰা হৈছে। ১৯০৬ চনৰ *উষাত* প্ৰকাশিত 'অসমীয়াৰ ভবিষ্যৎ' নামৰ প্ৰবন্ধৰো মূলভাব একেই। শ্ৰদ্ধাঞ্জলি (পৃঃ ৮১) ত এই প্ৰবন্ধৰ পৰা অলপ উদ্ধৃতি দিছে। প্ৰত্নতত্ত্ববিদ সৰ্বেশ্বৰ কটকীদেৱৰ দ্বাৰা ১৯৩২ চনত প্ৰবেশিকা পৰীক্ষাৰ পৰীক্ষাৰ্থীবিলাকৰ পাঠ্যপুথিৰূপে সংকলিত অসমীয়া সাহিত্যকোষত ফুকনৰ 'ব্যৱসায' নামৰ এটা প্ৰবন্ধ সন্নিবিষ্ট হৈছিল। সেই প্ৰবন্ধতো ফুকনে অসমীয়া জাতিটোৰ উন্নতিৰ হকে কেনেদৰে চিন্তা কৰিছিল ফট্‌ফটিয়াকৈ ওলাই পৰিছে। ১৮৩১-৩২ শকৰ (১৯০৯ চনৰ) তৃতীয় ভাগ *উষাত* প্ৰকাশিত 'বি.এ. জগন্নাথ' নামৰ প্ৰবন্ধত জগন্নাথ বৰুৱাদেৱৰ আৰ্হি ডাঙি ধৰাৰ লগে লগে অসমীয়া জাতিৰ বাবে এটা অনুপ্ৰেৰণা যোগাই গৈছে। *শ্ৰদ্ধাঞ্জলি* (পৃঃ ৮২-৮৩) ত এই প্ৰবন্ধৰ পৰাও উদ্ধৃতি দিয়া আছে।

সাহিত্যৰ উপৰিও সংগীত আৰু নাটকৰ ক্ষেত্ৰতো ফুকনৰ অৱদান লেখত ল'বলগীয়া। ফুকনদেৱে যে অভিনয় কৰিছিল, গীত ৰচনা কৰিছিল আৰু নাটক ৰচনাতো তেখেতৰ হাত আছিল সেই বিষয়ে অতুলচন্দ্ৰ হাজৰিকাদেৱৰ মঞ্চলেখা পৰাই ভালদৰে জানিব পাৰি। *মঞ্চলেখা* 'চিত্ৰাঞ্জলি' (পৃঃ ৫৮৮)ত ৰাধানাথ ফুকনৰ এখন ছবি দিছে আৰু তাৰ তলত লিখিছে ঃ 'জয়মতী'ৰ যুটীয়া নাট্যকাৰ। উক্ত গ্ৰন্থতে (পৃঃ ১০১) লিখিছে ঃ "ৰাধানাথ ফুকন আৰু নবীন বৰদলৈ ৰচিত 'জয়মতী' জয়মতী কুঁৱৰীৰ বিষয়ে লিখা প্ৰথম অসমীয়া নাট আছিল। সেই 'জয়মতী' নাটৰ সম্পৰ্কে ৰাধানাথ ফুকন ডাঙৰীয়াই আমালৈ লিখা এখন চিঠিৰ পৰা জনা গৈছে যে সেই নাটৰ আটাইবোৰ গীত ফুকনে আৰু ৰচনাৰ অধিকাংশ হেনো বৰদলৈয়ে ৰচনা কৰিছিল।" ফুকনে অভিনয় কৰাৰ বিষয়ে *মঞ্চলেখা* (পৃঃ ১০৯)ত লিখিছে ঃ "তেতিয়া এবাৰ যোৰহাটৰ এখন অভিনয়ত মূৰামূৰি সময়ত ৰাধানাথ ফুকনদেৱে ফটিকা খাই যোৱাৰ কাৰণে এজন ডেকাক বাহিৰলৈ উলিয়াই দিছিল। সেই ডেকাজনৰ গাত সেই দিনাৰ অভিনয়ত তিৰোতাৰ ভাও আছিল। তেওঁক খেদি পঠিয়াই অগত্যা ফুকনেই তেওঁৰ হৈ তিৰোতাৰ ভাওটো লৈ অভিনয় চলাই দিবলগীয়া হৈছিল।" *মঞ্চলেখা* (পৃঃ ১০৫) ৰ তলৰ কথাখিনিত কেইটামান বিশেষভাৱে গুৰুত্বপূৰ্ণ কথা আছে ঃ "ডক্টৰ ৰাধানাথ ফুকন (১৮৭৫-১৯৬৪) কলেজীয়া ছাত্ৰ অৱস্থাতে কলিকতাত আৰু উকীল হৈ থাকোতে যোৰহাটৰ ৰঙ্গমঞ্চত অভিনেতা হিচাপে কেবা বাৰো অৱতীৰ্ণ হৈছিল আৰু বিভিন্ন স্থানত নাট্য সমাজৰ পৃষ্ঠপোষকতা কৰিছিল। ফুকন ডাঙৰীয়াই ঘাইকৈ গান আৰু নাটক ৰচনা কৰিহে ভাল পাইছিল। দুখৰ কথা এটা কি দুটা গীতৰ বাহিৰে সেইবোৰ আজি পাবলৈ নাই। গুৱাহাটী, মঙ্গলদৈ আৰু তেজপুৰৰ অসমীয়া নাট মঞ্চ নিৰ্মাণতো তেওঁ সক্ৰিয় সহযোগে আগ বঢ়াইছিল। গুৱাহাটীৰ কামৰূপ নাট্য সমিতিৰ তেওঁ অন্যতম প্ৰতিষ্ঠাতা আৰু প্ৰথম সভাপতি আছিল। ফুকনেই পোন প্ৰথম অসমীয়া দেশপ্ৰেমমূলক গীতৰ ৰচক বুলি কব পাৰি। তেওঁৰ অশৰীৰী আত্মাই আজিও যেন আত্মবিস্মৃত কাণৰ কাষত ৰিঙিয়াই গাব লাগিছে ঃ কিয়নো পাইৰা অসমীয়া হেপা.......আমালৈ দিয়া এখন চিঠিত (২৬/৮/৬৩) তেঁও লিখিছিল.........১৯০৩ চনত মই ই-এ-চি হৈ গুৱাহাটীলৈ যাওঁ। তাৰ পাছৰ পৰাই মই theatre ত part লোৱা নাই। যোৰহাটত উকীল হৈ থাকোতে তাত part লৈছিলো। .......কিন্তু মোৰ আচল contribution আছিল বহুতখিনি।...."

অসম সাহিত্য সভা (যোৰহাট)ৰ দ্বাৰা প্ৰকাশিত (১৯৭৬) যতীন্দ্ৰনাথ গোস্বামীদেৱৰ *জগন্নাথ বৰুৱা* নামৰ গ্ৰন্থত (পৃঃ ১১৩-১৪) ফুকনদেৱে ৰচনা কৰা এটি গীত দিয়া আছে। তাৰ প্ৰথম কেইশাৰীমান এনে ঃ

**গীত**

পাহাড়ী মিশ্ৰ আড়াঠেকা
হাঁয়! বি.এ. জগন্নাথ চোৱাহি এবাৰ হে।
তোমাৰ বিহনে আজি আসাম আন্ধাৰ হে।
তুমি আসামৰ প্ৰাণ
আসাম তোমাৰ ধ্যান।
সৰ্বজনে তুমি বিনে কৰে হাহাকাৰ হে। ইত্যাদি।

গীতটি *আলোচনী*, ৭ম বছৰ ৮ম সংখ্যাৰ পৰা উদ্ধৃত। তেখেতৰ আন যিকেইটি গীত পোৱা যায় সেইকেইটিতো ৰাগ আৰু তাল দিয়া আছে। তাৰ পৰা বুজিব পাৰি যে ফুকন নিজে সুৰকাৰ আৰু গায়কো আছিল।

সাধাৰণতে গভীৰভাৱে অধ্যয়ন কৰি থকা লোকে সমাজলৈ পিঠি দি থাকিবলগীয়া হয়। কিন্তু ৰাধানাথ ফুকনদেৱ এই বিষয়ত এটি ব্যতিক্ৰম। ডেকা বয়সৰ পৰাই তেখেতৰ এটি সামাজিক জীৱনো আছিল। ইতিপূৰ্বে অসমৰ নাট্য আন্দোলনৰ ক্ষেত্ৰত তেখেতৰ সক্ৰিয় ভূমিকাৰ কথা পাই আহিছো। কলিকতাত পঢ়ি থকা অৱস্থাত তেখেত অ. ভা. উ. সা. সভাৰ প্ৰথমে যুটীয়া সম্পাদক আৰু পিছলৈ এককভাৱে সম্পাদক হৈছিল আৰু এ. এচ. এল. ক্লাবৰো সম্পাদকৰ বাব লৈছিল। চৰকাৰী চাকৰি কৰি অসমৰ বিভিন্ন ঠাইত থকাৰ সময়ত সেই সেই ঠাইৰ ৰাজহুৱা জীৱনৰ লগত তেখেত জড়িত হৈ পৰিছিল। পদ্মনাথ গোহাঞিবৰুৱাদেৱৰ মোৰ সোঁৱৰণী আলমত যতীন্দ্ৰনাথ গোস্বামীদেৱে এই বিৱৰণ দিছে যে ফুকন তেজপুৰত হাকিম হৈ থকা কালতে তেজপুৰৰ অ. ভা. উ. সা. সভাৰ নামঘৰটো নিৰ্মাণ কৰাৰ বিষয়ত প্ৰথমে দলাদলিৰ সৃষ্টি হৈছিল। কিন্তু "ফুকনদেৱৰ মধ্যস্থতাত সকলো কুভাৱি ভাব দূৰ হ'ল আৰু অ.ভা.উ. সা. সভাৰ নামঘৰ সম্পূৰ্ণ কৰা হ'ল।" "ফুকনদেৱ গোলাঘাটত থকা কালত সেই ঠাইত ৰঙ্গমঞ্চৰ উন্নতিৰ হকেও যত্ন কৰিছিল। যোৰহাটত ওকালতি কৰা কালত যোৰহাট থিয়েটাৰত উন্নতিৰ কাৰণেও সততে চেষ্টা কৰিছিল।" (*জন্মশতবৰ্ষৰ শ্ৰদ্ধাঞ্জলি*, পৃঃ ১৬-১৭)। চৰকাৰী চাকৰিৰ পৰা অৱসৰ লোৱাৰ পিছত সামাজিক কামত ভাগ লোৱাৰ দৃষ্টান্ত হ'ল অসম সাহিত্য সভাৰ ত্ৰয়োবিংশ যোৰহাট অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ বাব লোৱাটো। এনে সামাজিক কামত আৰু এটা দৃষ্টান্ত হ'ল এই যে ১৯৫৫ চনত যেতিয়া দেবীচৰণ বৰুৱা ছোৱালী হাইস্কুলৰ ধৰণীস্বৰূপ বিশিষ্ট সমাজসেৱী পূৰ্ণচন্দ্ৰ পাঠক এডভোকেট ডাঙৰীয়া আদিৰ উদ্যোগত যোৰহাটত দেবীচৰণ বৰুৱা ছোৱালী কলেজ প্ৰতিষ্ঠা কৰাৰ বাবে ব্যৱস্থা লোৱা হ'ল তেতিয়া ৰাধানাথ ফুকনদেৱেই কলেজৰ গৱৰ্নিং বডিৰ প্ৰথম সভাপতি হৈ উদ্যোক্তাসকলৰ বাবে পৰম নিৰ্ভৰযোগ্য পৰামৰ্শদাতা ৰূপে কাম কৰিছিল।

ফুকনৰ সামাজিক কামৰ প্ৰতি যি স্পৃহা তাৰ মূলতে আছিল তেখেতৰ অসমীয়া জাতিৰ প্ৰতি এটা দায়বদ্ধতাৰ ভাব। তেখেতে সেৱাৰ আদৰ্শ লাভ কৰিছিল তেখেতৰ জন্ম লগ্নতে ১৮৭৫ চনত যোৰহাটত 'সাৰ্বজনিক সভা' স্থাপন কৰোতা বি.এ. জগন্নাথ বৰুৱাৰ পৰা। "ৰাধানাথ ফুকন জগন্নাথ বৰুৱাৰ ৰাজহুৱা কাম-কাজ চলোৱা চেক্ৰেটাৰী আছিল।......ফুকনে সাৰ্বজনিক সভাৰ সকলো দায়িত্বপূৰ্ণ কাম কৰিব লাগিছিল।" (*জন্মশতবৰ্ষৰ শ্ৰদ্ধাঞ্জলি*, পৃঃ ১৭)। ফুকনৰ কেনে গভীৰ শ্ৰদ্ধা আছিল সেই কথা তেখেতে

বৰুৱাৰ বিষয়ে লিখা প্ৰবন্ধ আৰু বৰুৱাৰ বিয়োগত লিখা গানৰ পৰাই বুজা যায়। দৰ্শনৰ চৰ্চা আৰু নতুন ধৰণৰ ব্যাখ্যা দিয়াৰ ক্ষেত্ৰত ফুকনদেৱ ঋষি অৰবিন্দ আৰু সন্তদাস বাবাজীৰ আদৰ্শৰ দ্বাৰা বিশেষভাৱে অনুপ্ৰাণিত হৈছিল বুলি ধাৰণা কৰিব পাৰি। (শ্ৰীমদ্ভগবদ্গীতা, ১ম সংস্কৰণৰ পাতনি, আৰু বেদান্তদৰ্শন, দ্বিতীয় সংস্কৰণৰ পাতনিৰ অন্তিম দুই ছেদ দ্ৰষ্টব্য)

ফুকনৰ জীৱন এটি আদৰ্শ জীৱন। তেখেতে এটা কৰ্মময় সংযত জীৱন যাপন কৰি ৮৯ বছৰীয়া আয়ুস লাভ কৰি গৈছে। ৪৫ বছৰ বয়সৰ পৰা তেখেতে ধৰ্মশাস্ত্ৰ পঢ়িবলৈ লয়। তেতিয়াৰ পৰা ফুকনৰ আধ্যাত্মিক জীৱন আৰম্ভ হয়। কিন্তু সৰুৰে পৰাই তেখেত নিষ্ঠাবান আছিল আৰু পূজা-পাৰ্বণ , ব্ৰত, উৎসৱ আদিত আস্থাবান আছিল। নিয়মীয়াকৈ সন্ধ্যা-আহ্নিক আদি কৰিছিল। প্ৰতি বছৰে নিজৰ ঘৰত দুৰ্গাপূজা পাতিছিল আৰু কেতিয়াবা নিজেই পূজাৰ পৌৰোহিত্য কৰিছিল। জীৱনত তিনিবাৰকৈ অসমৰ বাহিৰত তীৰ্থ-ভ্ৰমন কৰিবলৈ গৈছিল। আহাৰ-বিহাৰৰ ক্ষেত্ৰত মিতাচাৰী আছিল। তেখেতৰ জীৱনৰ আন এটা অনুকৰণীয় দিশ হ'ল সৎসংগ। তেখেতৰ দুৰ্গেশ্বৰ শৰ্মাদেৱৰ লগত থকা সম্পৰ্কৰ কথা আগতে উল্লেখ কৰি অহা হৈছে। আন এজন অন্তৰংগ বন্ধু আছিল প্ৰবীন সাহিত্যিক বেণুধৰ ৰাজখোৱাদেৱ। (দ্ৰ. উক্ত গ্ৰন্থ পৃ. ১৩-১৪) পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱো তেখেতৰ অন্তৰংগ বন্ধু আছিল। ফুকন আৰু গোস্বামী উভয়ে চৰকাৰী বিষয়া হিছাপে অসমীয়াৰ স্বাৰ্থ ৰক্ষাৰ বাবে যথেষ্ট কাম কৰিছিল। ১৯২২ চনত গোস্বামীদেৱ যোৰহাটলৈ বদলি হৈ আহি ফুকনৰ ঘৰতে থাকিবলৈ লৈছিলহি। এই বিষয়ে গোস্বামীদেৱে নিজৰ দিনপঞ্জীত লিখিছে ঃ "মই আহি শ্ৰীযুত ৰাধানাথ ফুকনৰ গোসাঁঞি ঘৰৰ পটিকতে থাকিবলৈ লৈছোঁ। আৰু ফুকনে এখন ছালি কৰাই দিছে। তাতে ভাত খাবলৈ ঠিক কৰিছো।" (উক্ত গ্ৰন্থ, পৃঃ ১৬)

ফুকনদেৱ এজন আদৰ্শ পিতৃ আছিল। তাৰ ফলত তেখেতৰ পুত্ৰসকল আৰু আনকি পৌত্ৰ সকলো সুশিক্ষিত আৰু জীৱনত সুপ্ৰতিষ্ঠিত সুনাগৰিক হোৱা দেখা গৈছে। ফুকনদেৱ এজন আদৰ্শ স্বামীও আছিল। ৫৫ বছৰৰ দাম্পত্য জীৱনৰ শেষত ১৯৫৩ চনত তেখেতকৈ ১১ বছৰ আগতে তেখেতৰ সৌভাগ্যবতী পত্নীৰ বিয়োগ ঘটে। ১৯৫৭ চনত প্ৰকাশিত *জন্মান্তৰ ৰহস্য* নামৰ গ্ৰন্থখনিত তেখেতে নিজৰ পত্নীৰ ছবি এখন দিছে আৰু লগতে 'প্ৰিয়ায়ৈ স্বধা' কথাষাৰ দি গ্ৰন্থখন প্ৰিয়া পত্নীলৈ উছৰ্গা কৰিছে। নিজৰ পত্নীৰ প্ৰতি যে তেখেতৰ কেনে অনুৰাগ আছিল সেই বিষয়ে তলৰ কথাষাৰৰ পৰাই উমান পাব পাৰি ঃ

"আমাৰ নিজৰ স্ত্ৰী, বা কোনো এজন বন্ধুক যদি কেৱল বৈজ্ঞানিক দৃষ্টিৰে চাওঁ, তেন্তে তেওঁৰ গাত কিছুমান বিজুলী বিন্দু আৰু বিজুলী-কেন্দ্ৰৰ (electron & proton) ক্ৰিয়াৰ বাহিৰে একো নেদেখো, তেওঁৰ গুণ, তেওঁৰ স্নেহ, তেওঁৰ সৌন্দৰ্য্য উপভোগ কৰিবলৈ হ'লেই তেওঁক মানবিক দৃষ্টিৰে চাব লাগিব, তেওঁৰ সঙ্গত থাকিব লাগিব।" **(শ্ৰীমদ্ভগবদ্গীতা, ১ম সংস্কৰণ, পাতনি)**

তেখেতৰ পাৰিবাৰিক জীৱনৰ কথাৰ লগে লগে বৈষয়িক জীৱনৰ কথাও মনলৈ অহা স্বাভাৱিক। এই বিষয়তো ফুকনৰ আদৰ্শ নিতান্ত অনুকৰণীয়। স্বাধীন ব্যৱসায়ৰ আদৰ্শ এটা তেখেতে জগন্নাথ বৰুৱাৰ পৰাই লাভ কৰিছিল। চৰকাৰী চাকৰিৰ পৰা অৱসৰ লোৱাৰ প্ৰায় ছবছৰ পাছত ১৯৩৭ চনত তেখেতে বাহনি চাহ বাগিচাখন কিনি লৈ স্বাধীন ব্যৱসায় আৰম্ভ কৰে আৰু এই ব্যৱসায়ত বিশেষভাৱে কৃতকাৰ্য হয়। অসমীয়া গৰাকীয়ে চলোৱা আন বহুতো চাহ বাগিচাৰ তুলনাত এই বাগিচাৰ অৱস্থা ভাল। ধাৰণা হয় যে ব্যৱসায়ৰ এই সুস্থ অৱস্থাৰ মূলতে হ'ল গৰাকীৰ সংযম। মহাভাৰতৰ বিদুৰৰ নীতিকথাৰ এটা শ্লোক এনে ঃ

শ্ৰীৰ্মঙ্গলাৎ প্ৰভৱতি প্ৰাগল্ভাৎ সংপ্ৰৱৰ্ধতে।
দাক্ষ্যাৎ তু কুৰুতে মূলং সংযমাৎ প্ৰতিতিষ্ঠতি॥

অর্থাৎ—"মংগল বা পুণ্যৰ বলত শ্ৰী বা সম্পদ লাভ হয়। উৎসাহী লোকে সেই সম্পদ বঢ়াই তুলিব পাৰে। দক্ষতা থাকিলে সেই সম্পদ শিপাৰ বলত গছ দৃঢ় হোৱাৰ দৰে দৃঢ় হয় আৰু সংযম থাকিলে সম্পদ সুপ্ৰতিষ্ঠিত হয় বা স্থায়ী হয়।" পৰিতাপৰ কথা কেৱল সংযম আৰু মিতাচাৰৰ অভাবতে উজনী অসমৰ বহুতো অসমীয়া চাহ খেতিয়কৰ সম্পদ অনা-অসমীয়াৰ হাতলৈ গ'ল। কিন্তু ফুকনৰ হাতত পৰি বাহুনি চাহ বাগিচাখনৰ অৱস্থা আগতকৈয়ো ভালহে হ'ল। এনে সুস্থ ব্যৱসায়ৰ বিষয়ত ফুকনৰ সাফল্য আন এজন আদৰ্শ ব্যক্তি সন্দিকৈদেৱৰ সাফল্যৰ লগত তুলনা কৰিব পাৰি। সংযমী কৃষ্ণকান্ত সন্দিকৈদেৱৰো বাগিচাখন সুপৰিচালিত আছিল আৰু তেখেতৰো সম্পদ 'সুপ্ৰতিষ্ঠিত' হৈ আছিল।

লক্ষ্য কৰিবলগীয়া কথা এই যে ফুকন আৰু সন্দিকৈ যোৰহাটৰ একে চুবুৰিৰে মানুহ। দুয়োৰে বাসস্থানৰ দূৰত্ব এক কিল'মিটৰো নহ'ব। আৰু বহু কথাত দুয়োজনৰে মিল আছে। দুয়োজনৰে বদান্যতা সমানে শলাগিবলগীয়া। সন্দিকৈদেৱে নিজৰ তিনিওখন অতুলনীয় গ্ৰন্থৰ স্বত্ব আৰু লাভালাভ আনক দান কৰিছিল। তেখেতৰ *নৈষধ চৰিত*খন দি গৈছে পুনাৰ ডেক্কান কলেজক, *যশস্তিলক*খন দি গৈছে শোলাপুৰৰ জৈন সংস্কৃতি সংৰক্ষক সংঘক আৰু *সেতুবন্ধ*খন দি গৈছে আহমদাবাদৰ প্ৰাকৃত টেক্সট্‌ ছচাইটিক। আনহাতে ফুকনদেৱে নিজৰ সমুদায় গ্ৰন্থৰ স্বত্ব যোৰহাটৰ এক প্ৰাচীন আৰু সুপ্ৰসিদ্ধ সামাজিক অনুষ্ঠান গীতাৰ্থী সমাজক দি গৈছে। তেখেতে ***শ্ৰীমদ্ভগবদগীতাৰ*** ১ম সংস্কৰণতে সুকীয়াকৈ এটা পৃষ্ঠাত নিজৰ স্বাক্ষৰেৰে সৈতে লিখিছে :

"এই কিতাপখন যোৰহাট গীতাৰ্থী সমাজৰ নিমিত্তে লিখা হৈছিল। আমি যি লিখিলোঁ, লিখিলোঁ হে। তাৰ পাছত, গীতাৰ্থী সমাজৰ সুদক্ষ পৰিচালক আৰু আমাৰ বন্ধু শ্ৰীধীৰেশ্বৰ ভট্টাচাৰ্য্য পণ্ডিতে ইয়াক চাই চিন্তি, মাজে মাজে দুটা-এটা কথা লগাই, প্ৰকাশ কৰাইছে। আমি এতিয়া আমাৰ সকলো স্বত্ব পৰিত্যাগ কৰি কিতাপখন অতি সন্তোষেৰে গীতাৰ্থী সমাজক দিলোঁ। (তাৰিখ ইং ৩১/১২/৫২)।"

ওপৰৰ কথাখিনিত ধীৰেশ্বৰ ভট্টাচাৰ্য্যদেৱক ফুকনে বন্ধু বুলি উল্লেখ কৰিছে। ভট্টাচাৰ্য্যদেৱৰ গীতাৰ্থী সমাজক সমুদায় গ্ৰন্থ দি দিয়াৰ উপৰিও গীতাৰ্থী সমাজৰ মুখ-পত্ৰ *পাঞ্চজন্য* লৈ আঠ বছৰ ধৰি নিয়মীয়াকৈ লিখি মুঠতে ৩১টা প্ৰবন্ধও দিছিল। ফুকনদেৱে দৰ্শনৰ চৰ্চা কৰি গ্ৰন্থ লিখিবলৈ লোৱাৰ পৰা তেখেতৰ লগত বন্ধুত্বৰ সূত্ৰেৰে সাঙোৰ খাই পৰা আন এজন ব্যক্তি হ'ল আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী। তেখেতৰ উল্লেখ কৰোতে *সাংখ্য-দৰ্শনৰ* দ্বিতীয় সংস্কৰণৰ আগ-কথাত 'আমাৰ প্ৰিয় বন্ধু' বুলি কৈছে। শাস্ত্ৰীদেৱে ফুকনৰ *জন্মান্তৰ ৰহস্যৰ* 'আগ-কথা'ও লিখিছিল আৰু *সাংখ্য-দৰ্শনৰ* এটা পাণ্ডিত্যপূৰ্ণ সমালোচনাও লিখিছিল। (দ্ৰ. শ্ৰদ্ধাঞ্জলি, পৃঃ ১৬)। ফুকনদেৱৰ সৎসংগৰ ভিতৰত ভট্টাচাৰ্য্যদেৱ আৰু শাস্ত্ৰীদেৱৰ লগতে অধ্যক্ষ তুলসীনাৰায়ণ শৰ্মাদেৱকো ধৰিব লাগিব। শৰ্মাদেৱেই *জনমভূমিৰ* ২২ আহিন ১৮৭১ ৰ সংখ্যাত ফুকনদেৱৰ প্ৰথম গ্ৰন্থ *সাংখ্য-দৰ্শন* (১ম সংস্কৰণ) ৰ প্ৰথম সমালোচনাটো লিখিছিল। যি জন ব্যক্তিয়ে ফুকনদেৱৰ পৰম সম্ভাৱনাপূৰ্ণ উক্ত-প্ৰথম গ্ৰন্থখন প্ৰথম বাৰলৈ প্ৰকাশ কৰিছিল তেখেত হ'ল ব্ৰজনাথ গোস্বামী বি. এল. মহোদয়। ফুকনদেৱৰ সাহিত্য-কৃতিৰ লগতে তেখেতৰ নামো যুগমীয়া হৈ থাকিব।

ফুকন আৰু সন্দিকৈৰ তুলনাৰ প্ৰসংগলৈ ঘূৰি আহি ক'ব পাৰি যে দুয়োজনেই মুখ্যতঃ সংস্কৃতৰ পণ্ডিত। কিন্তু প্ৰথমজনৰ ৰচনাসমূহ খাইকৈ দৰ্শনবিষয়ক আৰু দ্বিতীয়জনৰ ৰচনাসমূহ খাইকৈ কাব্য বিষয়ক।

দুয়োজন পণ্ডিতৰে এটা বিশেষ সাদৃশ্য হ'ল এই যে দুয়োজনৰে বিদ্যা আৰু ধন দুয়োটাই আছিল। প্ৰাচীন কালৰ পৰাই ভাৰতত এই বিশ্বাস চলি আহিছে যে লক্ষ্মী আৰু সৰস্বতীৰ সদায়ে বিৰোধ। দুয়ো কেতিয়াও একে লগে নাথাকে। এই বিৰোধৰ কথা কালিদাসৰ বিক্ৰমোৰ্বশী ভৰতবাক্যৰ প্ৰথম শ্লোক (৫.

২৪) আৰু *কুমাৰ সম্ভৱ* (৬. ২৯) চান্দেল্ল মদনবৰ্মাৰ ভগৰি শিলালিপি, চান্দেল্ল যশোৱৰ্মাৰ খাজুৰাহু শিলালিপি (শ্লোক সংখ্যা ১৯), কামৰূপৰ ধৰ্মপালৰ খনামুখ তাম্ৰশাসন (শ্লোক ৯) আদিত পোৱা যায়। কিন্তু এই কবি-কল্পনাটোৰ প্ৰাচীনতম নিৰ্দশনটো পোৱা যায আনুমানিক ৩৫০ খৃষ্টাব্দৰ হৰিষেণৰ প্ৰয়োগ-প্ৰশস্তিত। হৰিষেণে সম্ৰাট সমুদ্ৰগুপ্তৰ বিষয়ে কৈছে যেঁ তেওঁ সৎকাব্য (সৰস্বতী) আৰু শ্ৰী (লক্ষ্মী) ৰ যি বিৰোধ তাক জ্ঞানীসকলৰ সান্নিধ্যৰ ফলত বৃদ্ধি পোৱা নিজৰ গুণ ৰাশিৰ আজ্ঞাৰে নিহত কৰি (শেষ কৰি) নানা কাব্যৰ ৰচনাৰ দ্বাৰা বিদ্বান সমাজত অবিনাশী কীৰ্ত্তিৰূপ বিশাল ৰাজ্য ভোগ কৰিছে।"

তুঃ সৎকাব্যশ্ৰীৱিৰোধান্
বুধগুণিতগুণাজ্ঞাহতানের কৃত্বা।
ৱিদ্বল্লোকেহৱিনাশী
স্ফুটবহু কবিতাকীৰ্ত্তিৰাজ্যং ভুনক্তি ।।

ফুকনদেৱে নিজৰ জীৱনত লক্ষ্মী-সৰস্বতীৰ সমন্বয় ঘটালে, সাংখ্য আৰু বেদান্তৰ সমন্বয় ঘটালে, প্ৰাচীন ভাৰতীয় দৰ্শন আৰু আধুনিক পাশ্চাত্য বিজ্ঞানৰ সমন্বয় ঘটালে, অতীত আৰু বৰ্তমানৰ সমন্বয ঘটালে। সকলো ভাৰতীয় দৰ্শনৰ সমন্বয় ঘটাবলৈ আৰু সকলো আচাৰ্য্য মতৰ সমন্বয দেখুৱাবলৈ প্ৰযাস কৰি গ'ল। ধাৰণা হয় যে এনে সমন্বয়ৰ বাবে কৰা প্ৰয়াসৰ মূলতে আছিল এজন প্ৰকৃত অদ্বৈতবাদীৰ গভীৰ উপলব্ধি আৰু উদাৰতা। *কথাৰে উপনিষৎ* নামৰ গ্ৰন্থত যি 'জানশ্ৰুতি আৰু ৰৈক্ক'ৰ কাহিনী আছে ১/৩/৩৪ সংখ্যক বেদান্ত সূত্ৰত তাৰ প্ৰসংগ আহি পৰিছে। কাহিনীৰ মতে ৰৈক্কৰ পৰা ব্ৰহ্মজ্ঞান লাভ কৰিবলৈ ইচ্ছা কৰা ৰজা জানশ্ৰুতিক ৰৈক্কই 'শূদ্ৰ' বুলি সম্বোধন কৰিছিল। বেদান্তৰ উক্ত সূত্ৰই এই কথা ক'ব খুজিছে যে ইয়াত 'শূদ্ৰ' শব্দই শূদ্ৰ জাতিৰ লোকক বুজুৱা নাই। কিন্তু ইয়াত 'শূদ্ৰ' শব্দৰ অৰ্থ 'শোকৰ ফলত যিজন লৰ মাৰি গৈছিল'। এনে ব্যাখ্যা দিয়াৰ উদ্দেশ্য হ'ল এই যে জানশ্ৰুতি যদি জাতিতে শূদ্ৰ হয় তেতিয়া হ'লে শূদ্ৰ জাতীয়ৰো ব্ৰহ্মজ্ঞান লাভ কৰিবলৈ অধিকাৰ থকাটো প্ৰমাণিত হয় বাবে তেনে সম্ভাবনাৰ নিৰাকৰণ। *কথাৰে উপনিষৎ* গ্ৰন্থত উক্ত কাহিনীৰ পাদটীকাত ফুকনদেৱে জানশ্ৰুতি যে জাতিতে শূদ্ৰ নহয় বুলি কবৰ প্ৰয়োজন নাই অৰ্থাৎ জাতিত শূদ্ৰজনৰো যে ব্ৰহ্মবিদ্যা লাভ কৰাত কোনোনাই সেই মতৰ সমৰ্থনত অধ্যাপক কোকিলেশ্বৰ ভট্টাচাৰ্য্য (১৯১৪ চনতে প্ৰকাশিত *'উপনিষদের উপদেশ'* নামৰ বাংলা ভাষাৰ গ্ৰন্থৰ প্ৰণেতা) ৰ এটি উক্তিৰ উদ্ধৃতি দিছে এনে দৰেঃ

"ভাষ্যকার 'শূদ্র' শব্দের অন্য কয়েক প্রকার অর্থ করিয়াছেন। আমাদের কিন্তু বোধ হয়, জানশ্রুতি শূদ্র জাতীয় রাজা ছিলেন। বিশেষতঃ বেদান্ত দর্শনের একটি সূত্রে সকল বর্ণের ও সকল আশ্রমের লোকেরই ব্রহ্মজ্ঞানে অধিকার দেওয়া হইয়াছে। তখন শূদ্র শব্দের অন্য অর্থ করিবার কোন আবশ্যক বোধ হয় না।"

ভট্টাচাৰ্য্যই বেদান্তৰ যি সূত্ৰত সকলোৰে ব্ৰহ্মজ্ঞানত সমান অধিকাৰ আছে বুলি কোৱাৰ কথা কৈছে সেইটো হ'ল ৩/৮/৩৬ সংখ্যক সূত্ৰ। সেই সূত্ৰ ভাষ্যানুসাৰে দিয়া অসমীয়া ব্যাখ্যাত ফুকনদেৱে লিখিছেঃ

"......সন্ধ্যা, বন্দনা, নাম, কীৰ্ত্তন, ধ্যান, জপ, ইত্যাদিত সকলো মানুহৰ সমানে অধিকাৰ আছে। আৰু এইবোৰ কৰি বহুতে জ্ঞান লাভ কৰিছে, যেনে ৰৈক্ক, বাচক্লবী, সম্বৰ্ত্ত ইত্যাদি। এইবোৰ দৃষ্টান্ত শ্ৰুতিত আছে।"

কোকিলেশ্বৰ ভট্টাচাৰ্য্যই ওপৰৰ যি উক্তিৰে সকলো বৰ্ণৰ লোকৰে ব্ৰহ্মজ্ঞানৰ অধিকাৰ আছে বুলি কৈছে তাৰ উদ্ধৃতি দি ফুকনদেৱে লগে লগে মন্তব্য কৰিছে : "আমি এই কথাৰ সম্পূৰ্ণ সমৰ্থন কৰোঁ।" তেখেতৰ এনে উদাৰ দৃষ্টিভংগী দেখিও প্ৰত্যয় জন্মে যে ৰাধানাথ ফুকনদেৱ যথাৰ্থতে এজন তত্ত্বদৰ্শী।

*আৰ্ষং জ্ঞানং ৱিশালং ৱিলসতি নিতৰাং গ্ৰন্থৰত্নেষু যেষাং*
*যেষাং মাতৃত্বলাভাৎ ক্ষিতিৰিয়মসমা ধন্যধন্যা বিভাতি।*
*তেষাং সৌজন্যশীলাম্বুৱিসৰতটভাগ্জ্ঞানৰত্নাকৰাণাং*
*ৰাধানাথাহ্বয়ানাং জগতি ৱিজয়তাং হীৰশুভ্ৰা সুকীৰ্ত্তিঃ॥ ইতি—*

মুকুন্দমাধৱ শৰ্মা

(মুকুন্দমাধৱ শৰ্মা)

গুৱাহাটী
২৫.১১.৮৮

ড° মুকুন্দমাধৱ শৰ্মা, এম.এ.,পি-এইচ.ডি., ডি.লিট-, কাব্যতীৰ্থ, গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ জ্যেষ্ঠ অধ্যাপক আৰু অধ্যক্ষ

# সূচী

ওঁ নমো ভগৱতে বাসুদেৱায়

# পাতনি

(১)

গীতা পৃথিবীৰ ভিতৰত এখন সৰ্ব্বোৎকৃষ্ট গ্ৰন্থ। সভ্য জগতৰ সকলো ভাষালৈ ইয়াৰ অনুবাদ হৈছে সকলো দেশৰ সকলো পণ্ডিতে ইয়াৰ প্ৰশংসা কৰিছে। বিশেষতঃ ৪৫০ বছৰৰ আগেয়ে আমাৰ ভাষালৈ গীতা গদ্যত আৰু পদ্যত ভঙা হৈছিল। (এনে গৌৰব ভাৰতবৰ্ষৰ আন কোনো প্ৰাদেশিক ভাষাৰ ভাগ্যত হোৱা নাছিল।) ভট্টদেৱৰ কথাগীতা অতি সুন্দৰ ভাঙনি, যাৰ ওপৰত আৰু একো নতুন কথা কবলৈ নাই বা আমাৰ নিচিনা মানুহে কব নোৱাৰে। এনে স্থলত গীতা এখন নতুনকৈ লিখাৰ কি আৱশ্যক ?

আৱশ্যক আছে, কাৰণ ভাললৈ হওক বা বেয়ালৈ হওক, বহুতদিন পাশ্চাত্য সভ্যতাৰ সংসৰ্গত থাকি আমাৰ ভাব আৰু চিন্তা-প্ৰণালীৰ এনে পৰিবৰ্ত্তন হৈছে যে পুৰণি ভাষা আৰু পুৰণি ভাব আমাৰ অচিনাকি যেন হ'ল। আজিকালি আগৰদৰে (উপনিষদৰ ভাষাৰে) কথা কলে আমি সহজে নুবুজোঁ ; আমাক ইংৰাজী ঠাঁচেৰে বা বিজ্ঞানৰ ভাষাৰে ক'ব লাগে। বিজ্ঞানৰ লগত মিলি নগলে কোনো কথাকে আমি বিশ্বাস কৰিব নোখোজোঁ। এইটো আমাৰ দোষ নহয়, ই আমাৰ গুণ হে। সেইগুণে আমাৰ নিমিত্তে এতিয়া গীতাৰ অকল অসমীয়া ভাঙনি হ'লেই নহব ; তাৰ ভাববোৰ আধুনিক বিজ্ঞানৰ লগত মিলাই দেখুৱাব লাগিব।

আধুনিক ভাবলৈ ভাঙিবলৈ হ'লে প্ৰথমতে আমি গীতাত সচৰাচৰ ব্যৱহাৰ কৰা শব্দবোৰৰ অৰ্থ আমাৰ মতে বুজি লব লাগিব। এইবোৰ শব্দ গীতাই সাংখ্য দৰ্শনৰপৰা আনিছে—অব্যক্ত, ব্যক্ত, পুৰুষ, প্ৰকৃতি, গুণ ইত্যাদি।

সাংখ্যৰ সৃষ্টি তত্বই (cosmology) গীতাৰো সৃষ্টি তত্ব। বৰ্ত্তমান পাশ্চাত্য বিজ্ঞানৰ সৃষ্টি তত্বৰ লগত ই প্ৰায় আখৰে আখৰে মিলে। আমি মিলাই দেখুৱাবলৈ যত্ন কৰিম।

(২)

সাংখ্যমতে পদাৰ্থ মুঠেই ৩টা—ব্যক্ত, অব্যক্ত আৰু পুৰুষ।

পুৰুষ—মানে শুদ্ধ চিৎ বা দৃক্ শক্তি—যি শক্তিৰ দ্বাৰা আমি বুজিব পাৰোঁ বা উপলব্ধি কৰিব পাৰোঁ। এই পুৰুষৰ কথা পাছত কোৱা হ'ব।

ব্যক্ত—গোটেই জগতৰ সমুদায় দৃশ্য, অনুমেয় বা ইন্দ্ৰিয়গ্ৰাহ্য পদাৰ্থবোৰেই ব্যক্ত পদাৰ্থ।

অব্যক্ত—সৎকাৰ্য্যবাদী সাংখ্য মতে কাৰণ নহলে কাৰ্য্য নহয়। ব্যক্ত পদাৰ্থবোৰৰ নিশ্চয় কিবা এটা কাৰণ আছে।

যেই সেই এটা বস্তুৰ বিষয়ে ব্যষ্টি ভাবে, বা সমস্ত জগতৰ বিষয় সমষ্টি ভাবে, ভাবিলে আমি বুজোঁ যে ইয়াৰ প্ৰত্যেক মুহূৰ্ত্ততে পৰিণাম হৈ আছে। পৰিণামৰ বিৰাম নাই ; এই জগতৰ প্ৰত্যেক ক্ষণৰ অৱস্থা তাৰ আগৰ ক্ষণৰ কাৰ্য্য আৰু সেই কাৰ্য্যই আকৌ পৰবৰ্ত্তী অৱস্থাৰ কাৰণ।*
এই জগত যেন অনবচ্ছিন্ন ভাবে কাৰণৰ পৰা কাৰ্য্যৰ ক্ৰম পৰিণাম। (বেদান্ত দৰ্শন বা সাংখ্য-দৰ্শন চাওক)†

এতিয়া আমি যদি এই জগতৰ কোনো অৱস্থাৰ কাৰণ, তাৰ কাৰণ, আকৌ তাৰ কাৰণ—এইদৰে ওপৰলৈ গৈ থাকোঁ তেন্তে শেহত এটি কাৰণহীন মূল কাৰণত উপস্থিত হম ; সেই মূল কাৰণটিকে সাংখ্যই আৰু গীতাই অব্যক্ত বুলিছে আৰু বেদান্তই ব্ৰহ্ম বুলিছে।

অব্যক্ত তেন্তে কাৰণ-হীন (অহেতুমৎ) পদাৰ্থ আৰু ব্যক্তবোৰ কাৰণযুক্ত (হেতুমৎ) পদাৰ্থ। সকলো ব্যক্ত পদাৰ্থ অব্যক্তৰ অন্তৰ্গত, অব্যক্তৰ আশ্ৰিত, অব্যক্তৰপৰা উৎপন্ন হয় আৰু শেহত অব্যক্তত লীন হয়। এইবোৰ কথাৰ সাধাৰণ যুক্তিৰে ধাৰণা কৰিবৰ উপায় সাংখ্য-দৰ্শনে দিছে যেনে :—

(১) উৎপন্ন (হেতুমৎ) পদাৰ্থ হ'লেই এদিন নহয় এদিন তাৰ ধ্বংস হবই লাগিব। যি য'ৰপৰা উৎপন্ন হয় সি নিশ্চয়

* আধুনিক বিজ্ঞানেও ঠিক এইদৰেই কয় :—

The whole universe is an organisution and its present state is the effect of its antecedent state and the cause of the state that is to follow (Jeans).

† বেদান্ত-দৰ্শন আৰু সাংখ্য-দৰ্শনৰ য'ত উল্লেখ আছে সেই সেই স্থলত বুজিব লাগিব যে আমাৰ [illegible] বিজ্ঞানৰ কথা [illegible] হৈছে।

এদিন তাতে লয় হয়। সেইগুণে ব্যক্ত পদাৰ্থ মাত্ৰেই ধ্বংসশীল, অনিত্য। অব্যক্তৰ কিন্তু কাৰণ নাই, উৎপন্ন নাই। ই অজ, নিত্য আৰু সৎ।

(২) আকৌ, উৎপন্ন পদাৰ্থ সকলো পৰিমিত। য'তে কৰ্ত্তা আছে, ত'তে নিশ্চয় পৰিমাণো আছে। কুমাৰে পৰিমিত মৃত্তিকাৰপৰা পৰিমিত ঘট হে কৰিব পাৰে। সেইগুণে উৎপন্ন (হেতুমৎ) ব্যক্ত পদাৰ্থবোৰৰ পৰিমাণ আছে। পৰিমাণ মানেই সীমা, অবয়ব। ব্যক্ত সকলো পদাৰ্থ সসীম, অবয়বী আৰু অব্যাপী অৰ্থাৎ সকলো ঠাই ব্যাপী থাকিব নোৱাৰে।

অব্যক্তৰ কিন্তু কাৰণ নাই, সেইগুণে তাৰ পৰিমাণ, সীমা বা অবয়ব, একো নাই। ই অসীম, অনন্ত, নিৰবয়ব আৰু ব্যাপী, সৰ্ব্বগত। ব্যাপী হলেই এক হব লাগিব, কাৰণ দুটা ব্যাপী, সৰ্ব্বগত পদাৰ্থৰ কল্পনা কৰিব নোৱাৰি। দুটা বুলিলেই, এটা ইটোৰপৰা পৃথক—অৰ্থাৎ এটাও সৰ্ব্বগত নহয়। সেইগুণে মনত ৰাখিব লাগিব যে অব্যক্ত বুলিলেই আমি কেৱল সেই কাৰণহীন মূল কাৰণটিক হে বুজিব লাগিব।

এই যুক্তিৰেই আৰু বুজিব পাৰি যে সকলো ব্যক্ত পদাৰ্থ অব্যক্তৰ অন্তৰ্গত হ'বই লাগিব। যদি নহয়, তেন্তে ব্যক্তৰ অস্তিত্বৰ দ্বাৰা অব্যক্তৰ ভেদ বা সীমা হ'ব, অৰ্থাৎ অব্যক্ত গুচি সি ব্যক্ত হে হব। সেই বাবেই বেদান্তই কয় যে অব্যক্ত ব্ৰহ্ম যেন সেই মহাসাগৰ আৰু ব্যক্ত জগত যেন সাগৰৰ ওপৰৰ ঢৌ, যি ঢৌত সাগৰৰ পানীৰ বাহিৰে আৰু একো পদাৰ্থ নাই। (১৪-১৫শ অধ্যায় চাওক)।

(৩) ওপৰত কোৱা হল যে ব্যক্ত পদাৰ্থৰ ধ্বংস হ'বলৈ হলে তাৰ পৰিণাম হ'ব লাগিব। শক্তিৰ ক্ৰিয়া (যাক আমি তলত গুণ বুলিছো) নহলে পৰিণাম হব কেনেকৈ? সেইগুণে, ব্যক্ত পদাৰ্থবোৰ নিশ্চয় সক্ৰিয় বা সগুণ অব্যক্তৰ কিন্তু ধ্বংস নাই। অতএব পৰিণাম নাই, ক্ৰিয়া নাই। অব্যক্ত নিষ্ক্ৰিয় বা নিৰ্গুণ তেন্তে, অব্যক্ত—অহেতুমৎ, অজ, নিত্য, ব্যাপী বা সৰ্ব্বগত, অনন্ত, নিৰবয়ব, নিৰ্গুণ, অনাশ্ৰিত আৰু সদায় এক। ব্যক্ত পদাৰ্থবোৰ ইয়াৰ বিপৰীত (সাংখ্য-দৰ্শন ১০ কাৰিকা)।

(৩)

**প্ৰকৃতি**—আমি ওপৰত পালো যে কাৰ্য্য তাৰ কাৰণত থাকে আৰু যথা সময়ত প্ৰকাশ হয়। এই যে কাৰণৰ পৰা পৃথক বা বিসৃষ্ট হৈ কাৰ্য্যটি প্ৰকাশ হয়, তাকে গীতাই আৰু সাংখ্য-দৰ্শনে "সৰ্গ" বা "সৃষ্টি" বোলে; যি শক্তিৰ দ্বাৰা এইদৰে বিসৃষ্ট হয়, সেই মূল শক্তিকে "প্ৰকৃতি" বোলে। শক্তিৰ ক্ৰিয়া এবাৰ আৰম্ভ হলেই বিশ্ব ব্ৰহ্মাণ্ড অব্যক্তৰপৰা ব্যক্ত হয়; এই ক্ৰিয়াৰ বিৰাম নাই। ঘড়ী এটা চলাই দিলে সি যেনেকৈ আপোনা- আপুনি চলি থাকে, সেইদৰে প্ৰকৃতিৰ ক্ৰিয়া এবাৰ আৰম্ভ হলেই সি আপোনা-আপুনি নিৰ্দ্দিষ্ট উদ্দেশ্য আৰু নিৰ্দ্দিষ্ট নিয়মৰ অধীনে চলি থাকে। মনত ৰাখিব লাগিব যে জগতৰ এই পৰিণাম উদ্দেশ্যহীন পৰিণাম নহয়; হোৱা হলে ইয়াত একো নিয়ম নেথাকিলহেঁতেন; মানুহ বুঢ়া হৈ আকৌ ডেকা হ'ব পাৰিলেহেঁতেন; যাগ দি যেনেকৈ কেঁচা কল পকাব পাৰোঁ সেইদৰে বৰফত থৈ পকা কল কেঁচা কৰিব পাৰিলোহেঁতেন। জগতৰ সকলো ঘটনাকে, বিপৰীত শক্তি প্ৰয়োগ কৰি অ-ঘটনা কৰিব পাৰিলোঁহেঁতেন। কিন্তু সেইদৰে প্ৰকৃতিৰ ক্ৰিয়া নহয়। সময়ৰ গতিৰ দৰে এই ক্ৰিয়া সদায় এফলীয়া। নিজ উদ্দেশ্যৰ ফালেহে ক্ৰিয়া হয়, বিপৰীত ফালে নহয়। সাংখ্যমতে এই ক্ৰিয়াৰ উদ্দেশ্য, পুৰুষাৰ্থ সাধন অৰ্থাৎ পুৰুষৰ ভোগ বা উপলব্ধি আৰু ভোগৰপৰা অপবৰ্গ। শক্তিৰ এনে ক্ৰিয়া নাই যাক পুৰুষে উপলব্ধি কৰিব নোৱাৰে।* প্ৰকৃতিৰ এই বন্ধা নিয়মবোৰৰ সমষ্টিক আমি স্বভাৱ (nature) বোলোঁ (সাংখ্য-দৰ্শন চাওক)। এই সকলোবোৰ কথা আজি কালি তাপ-গতি বিদ্যাই (Thermo-dynamics) অঙ্কেৰে প্ৰমাণ কৰিছে (সাংখ্য-দৰ্শনৰ পাতনি চাওক)।

গীতাই স্বীকাৰ কৰে যে সমুদায় জগৎ অব্যক্তৰপৰা এইদৰেই ব্যক্ত হৈছে। কিন্তু ওপৰৰ ঘড়ীৰ দৃষ্টান্তটো গীতাৰ মতে ঠিক হোৱা নাই। ঘড়ীটো চাবি দি চলাই দিয়াৰ পাছত, তাৰ লগত আৰু গৰাকীজনৰ একো সম্বন্ধ নাথাকে। দুয়ো পৃথক হয়। সাংখ্যমতে তেন্তে ঈশ্বৰ আৰু প্ৰকৃতি সৃষ্টিৰ পাছত সম্পূৰ্ণ পৃথক হৈ যায়—যেন নিৰাশ্ৰয় শক্তি কাৰ্য্যকৰী হব পাৰে।

সেইগুণে গীতাই কয় যে এইদৰে সৃষ্টি নহয়। জড় জগতত এইদৰে দেখা যায়, সঁচা; কাৰণ জড় জগতত আমি ঈশ্বৰক নেদেখো; তেওঁৰ শক্তিৰ ক্ৰিয়া (প্ৰকৃতিৰ ক্ৰিয়া) মাত্ৰ দেখোঁ। সাংখ্যই এই পৰিণামী দৃশ্য জগতৰ হে আলোচনা কৰিছে; তাৰ ওপৰলৈ যোৱা নাই। কিন্তু সাংখ্যৰ এই পৰিণামী জড় (অপৰা) প্ৰকৃতিৰ (cosmic force)

* এই সত্যটি তাপ-গতি বিদ্যাৰ [illegible] ২য় নিয়ম (second law of Thermo-dynamics).

মূলত আৰু এটি অপৰিণামী শক্তি আছে। এই অপৰিণামী শক্তিক গীতাই পৰা-প্ৰকৃতি (conscious-force) বুলিছে। ই জীৱভূতা ঐশী শক্তি—যি শক্তিয়ে গোটেই জগৎ ব্যাপি ধৰি আছে। এই জগৎ পৰা-প্ৰকৃতিৰ ক্ৰমবিকাশ মাত্ৰ। (৭।৪।৫ শ্লোক চাওক)।

এই কথা বুজাবলৈ গীতাই কৈছে যে এই জগৎ যেন এজোপা প্ৰকাণ্ড আঁহত গছ। সৰু গুটি এটাৰপৰা গছজোপা গজি প্ৰকাণ্ড এজোপা হ'ল। ইয়াত আমি স্বভাৱৰ (অপৰা প্ৰকৃতিৰ) কাৰ্য্যৰ বাহিৰে আৰু একো নেদেখোঁ। কিন্তু যি অদৃশ্য শক্তিৰ প্ৰভাৱত গছজোপা গজিল, সেই শক্তি, সেই জীৱভূতা চৈতন্য, গছজোপাৰ প্ৰত্যেক পৰমাণুত অদৃশ্যভাৱে অনুস্যুত আছে। সাংখ্যমতে, এই জগতত চৈতন্য ক'ৰপৰা আহিল স্পষ্টভাৱে কোৱা নাই। গীতাই কৈছে যে এই জগৎ চৈতন্যৰ হে ক্ৰমবিকাশ। (তলত আমি দেখুৱাম যে আধুনিক বিজ্ঞানৰো এয়ে সিদ্ধান্ত)।

( ৪ )

গুণ—সাংখ্যমতে এই জগতত শক্তিৰ ক্ৰিয়াৰ বাহিৰে বস্তু বুলিবলৈ আৰু একো নাই। এয়ে আধুনিক বিজ্ঞানৰ-আণবিক বাদ (Quantum Theory)। এইটো বিজ্ঞানৰ পৰীক্ষাসিদ্ধ সত্য, যাক আমি কোনো মতেই অবিশ্বাস কৰিব নোৱাৰোঁ।

আমি বেদান্ত-দৰ্শনৰ পাতনিত কৈ আহিছো যে এই শক্তিৰো একো বাস্তৱ অস্তিত্ব (objectivity) নাই। ইও আমাৰ মনৰ অনুমান মাত্ৰ। বাস্তৱিক ব্ৰহ্মসূত্ৰত সাংখ্যৰ প্ৰকৃতিক "অনুমান" হে বোলে। অন্তৰ্জ্জগততো (যাক সাংখ্যই "প্ৰত্যয় সৰ্গ" বা "বুদ্ধিৰ সৃষ্টি" বুলিছে) কেৱল মাত্ৰ ভাবহে আছে। সাংখ্যই কৈছে যে ভাব আৰু শক্তি অন্যোন্যাশ্ৰয়ী ; ভাবৰপৰা শক্তি হয় আৰু শক্তিৰপৰা ভাব হয়।

**শক্তেঃ ক্ৰিয়া ততো বোধঃ পুনৰ্বোধস্য শক্তিতা।**
**এতাৱন্মাত্ৰলাভাচ্চ দৃশ্যো দৃশ্যং ভবাত্মকম্ ॥**
(যোগ-কাৰিকা হৰিহৰানন্দ আৰণ্য)

এইবোৰ কথাও বিজ্ঞান সম্মত। (Jeans—Physics and Philosophy P. 41) বিজ্ঞানৰ- ভিতৰত নোসোমালেও আমি সহজ যুক্তিৰেই বুজিব পাৰো যে জগতত যেতিয়া শক্তিৰ বাহিৰে একো নাই, ৰূপ ৰস গন্ধাদি আৰু সুখ, দুখ আদি শক্তিৰ ক্ৰিয়াৰ দ্বাৰা উৎপন্ন নহলে আন কোনো ৰকমে হ'ব নোৱাৰে। ইয়াৰ বাহিৰেও, আজি কালি বিজ্ঞানে পৰীক্ষাৰে প্ৰমাণ কৰিছে যে আমি শব্দ অবলম্বন কৰিহে চিন্তা কৰোঁ। বিজ্ঞানৰ ভিতৰলৈ নগলেও আমি এনেয়ে বুজিব পাৰোঁ যে যেতিয়া ওঁঠ নলৰোৱাকৈ কোনো মন্ত্ৰ জপ কৰোঁ, (উপাংশু জপ) তেতিয়া আমি ভাব আৰু শব্দৰ কোনো প্ৰভেদ লক্ষ্য নকৰোঁ। এই বিষয়ে সন্তদাস বাবাজীয়ে শাস্ত্ৰীয় প্ৰমাণ দি এইদৰে কৈছে —

"বাস্তবিক তত্ত্ববিৎ পণ্ডিতগণ অবধাৰণ করিয়াছেন যে শব্দ-শক্তি গ্ৰহণ না করিয়া কোন চিন্তাই করা যায়না। কিন্তু ঐ শব্দ প্ৰকাশিত নাদ নহে। অতএব সাধাৰণ নাদ হইতে শব্দমাত্ৰ যে অতি সূক্ষ্ম তাহা এই ৰূপে কথঞ্চিৎ বুজিতে পাৰা যায়।........." (ব্ৰহ্মবাদী ঋষি ও ব্ৰহ্মবিদ্যা, ২য় সংস্কৰণ, ২০১ পৃ)। যোগ শাস্ত্ৰত এই সূক্ষ্মশব্দক "অনাহত ধ্বনি" বোলে। ই আচলতে ভাব হে। এইবোৰ কথা বুজিলে আমি সহজে বুজিম যে ভাববোৰ নিচেই সূক্ষ্ম শক্তি। এই সূক্ষ্ম শক্তি স্থূল হৈ প্ৰথমতে শব্দ, তাৰ পাছত তাপ (heat) তাৰ পৰা পোহৰ (light), তাৰ পাছত বিদ্যুৎ (electricity) হয়। শক্তিৰ এই বৈজ্ঞানিক প্ৰসিদ্ধ বিভাগটি মনত ৰাখিলেই আমি বুজিম যে ভাব আৰু শক্তি মূলতঃ একে। এটা সূক্ষ্ম শক্তি আৰু ইটো স্থূল শক্তি।

আমি আৰু বুজিব লাগিব যে শক্তি একো বাস্তৱ পদাৰ্থ (material object) নহয়, যাৰ স্থূল বা সূক্ষ্ম অংশ এটা হ'ব পাৰে। ইয়াৰ দিগব্যাপ্তি (space dimension) নাই। ইয়াৰ মাত্ৰ কাল-ব্যাপ্তি (time dimension) বা (periodicity) হে আছে। (সাংখ্য-দৰ্শন চাওক)। শক্তিৰ ক্ৰিয়াৰ এই কাল-ব্যাপ্তিক বিজ্ঞানে period বা wave length বোলে। এই কাল-ব্যাপ্তিৰ পৰা হে শক্তিৰ সূক্ষ্মতা বা স্থূলতা নিৰ্ণয় কৰা হয়। ইয়াৰ পৰাও বুজিব পাৰি যে ভাব আৰু শক্তি একে পদাৰ্থ।

বেদান্ত মতেও এই জগৎখনৰ মূলত তেজঃ-শক্তি (ছান্দোগ্য উপনিষৎ শ্বেতকেতুৰ উপাখ্যান চাওক)। এইটো কথা বিজ্ঞানে জানে। বিজ্ঞানেও কয় যে এই জগতত শক্তিৰ বাহিৰে একো নাই। কিন্তু বিজ্ঞানে চুকি নোপোৱা এটা কথা বেদান্তই কয়। বেদান্তই কয় যে শক্তিৰ ৰূপ দুটি—সূক্ষ্ম (অপঞ্চী কৃত) আৰু স্থূল (পঞ্চীকৃত)। সূক্ষ্ম শক্তিৰে অন্তঃকৰণ আৰু স্থূল শক্তিৰে বহিৰ্জ্জগতৰ সকলো পদাৰ্থ হৈছে (বেদান্ত দৰ্শন চাওক)। এইদৰে চালে ভাব আৰু শক্তিৰ মূলত একো প্ৰভেদ নাই। শক্তিৰ পৰা ভাব আৰু ভাবৰ পৰা

শক্তি হয়। বেদান্ত, সাংখ্য বিজ্ঞান—একো নহ'লেও, এনেয়ে হ'লেও, আমি সদায় প্ৰত্যক্ষ দেখি আছো যে বাহিৰৰ শক্তি আহি আমাৰ ইন্দ্ৰিয়ত লাগিলেই আমাৰ প্ৰথমতে এটা অনুভূতি হয় আৰু সেয়ে আকৌ ভাব হৈ মনত থাকি যায়—যেনে, জাৰকালি সূৰ্য্যৰ শক্তি (তাপ) পিঠিত পৰিলে আমি সুখ পাওঁ। আকৌ, আমাৰ ভাব বাহিৰত প্ৰকাশ কৰিবলৈ হ'লেই, সি হয় বাক্য (শব্দ), নহয় তাপ, নহয় আকৃতি—এনে এটা শক্তি হয়। আমাৰ খং উঠিলে আমাৰ মাত শুনিলেই বা মুখৰ চেহেৰা দেখিলেই মানুহে বুজে। (তলত ৭ম অধ্যায়ৰ শেহত আমি দৃষ্টান্ত দি দেখুৱাইছো, কেনেকৈ বাহিৰৰ শক্তি আহি আমাৰ মনত ভাব হয়হি।)

শক্তিৰ ক্ৰিয়া যেনেকৈ নিয়মৰ অধীন, ভাবৰ ক্ৰিয়াও সেইদৰে নিয়মৰ অধীন, প্ৰভেদ এই যে শক্তিৰ ক্ৰিয়াৰ নিয়মবোৰ আমি জানো বা অঙ্ক কৰি উলিয়াব পাৰোঁ। দুটা বা অধিক শক্তিৰ সমষ্টি ফল (Resultant) আমি গণনা কৰি উলিয়াব পাৰোঁ; কিন্তু ভাবৰ ক্ৰিয়াৰ নিয়মবোৰ আজিলৈকে আমি জানিব পৰা নাই। তথাপি আমি জানো যে ভাবৰ ক্ৰিয়াৰো নিয়ম আছে, যেনে "সঙ্গাৎ সঞ্জায়তে কামঃ" ইত্যাদি। কোন ভাবৰপৰা কি ভাব উৎপন্ন হয়, তাৰ বন্ধা নিয়ম আছে। বহিৰ্জ্জগতৰ শক্তিৰ ক্ৰিয়া যেনেকৈ আমাৰ অধীন নহয়, সেইদৰেই অন্তৰ্জ্জগতৰ ভাবৰ ক্ৰিয়াও আমাৰ অধীন নহয়। আমিহে সিঁহতৰ অধীন (২।৬২-৬৩ শ্লোকৰ ভাঙনি চাওক)। আমি ইচ্ছা কৰি যেতিয়াই তেতিয়াই খং বা ৰং কৰিব নোৱাৰো।

**ভাবৰ আৰু শক্তিৰ ক্ৰিয়াৰ সাধাৰণ নাম হৈছে—"গুণ"** (mode of action of Nature)

গতিবিদ্যাৰ (Dynamics) সহায়ত আমি জানো, শক্তিৰ ক্ৰিয়া মুঠেই তিনি ৰকমৰ হে হ'ব পাৰে (Newton's three laws of Motion)। শক্তিৰ এই তিনিবিধ ক্ৰিয়াক ইংৰাজীত Inertia, Acceleration আৰু Re-action বোলে। (আজি কালি বিজ্ঞানত Mass or Energy, Momentum আৰু Stress বোলে।)

ভাবৰ ক্ৰিয়াৰ নিয়মবোৰ বিজ্ঞানে নেজানে আৰু সেইবাবে তাৰ নামো দিব পৰা নাই। কিন্তু ব্ৰহ্মদৰ্শী ঋষি সকলে জানিছিল যে ভাব আৰু শক্তি মূলতঃ একে আৰু সেইগুণে সিঁহতৰ (অৰ্থাৎ ভাব আৰু শক্তিৰ) ক্ৰিয়াও একেৰকমৰ। এই একেৰকমৰ তিনিবিধ ক্ৰিয়াৰ তেওঁবিলাকে তিনিটি নাম দিছিল—সত্ত্ব, ৰজঃ আৰু তমঃ গুণ।* মনত ৰাখিব যে ইহঁত (সত্ত্ব ৰজস্তমো গুণ) তিনিটা বেলেগ পদাৰ্থ নহয়। ইহঁত একে শক্তিৰ (বা ভাবৰ) তিনি ৰকমৰ বেলেগ ক্ৰিয়া।

সত্ত্ব গুণ প্ৰকাশক, ৰজো গুণ ক্ৰিয়াশীল আৰু তমো গুণ অবৰোধক (সাংখ্য ১২ কাৰিকা)। আমি ওপৰত কৈ আহিছো যে ব্যক্ত সকলো বস্তু সক্ৰিয়। এই ক্ৰিয়াৰ দ্বাৰা সিঁহতৰ পৰিণাম হয়। এই পৰিণাম ৰজোগুণৰ কাৰ্য্য। সেইগুণে আমি কওঁ, ৰজোগুণ ক্ৰিয়াশীল (acceleration)। ক্ৰিয়াৰ লগে লগে প্ৰতিক্ৰিয়া হয়। প্ৰতিক্ৰিয়া তমোগুণৰ কাৰ্য্য। আমি কওঁ, তমোগুণ অবৰোধক (reaction)।

তমোগুণ আৰু ৰজোগুণ দুৰ্ব্বল হৈ সত্ত্বগুণে ক্ৰিয়া কৰা মুহূৰ্ত্ততে বস্তুৰ আচল ৰূপ প্ৰকাশ হয়—অৰ্থাৎ পৰিণাম ক্ষন্তেকলৈ বন্ধ হয় আৰু পৰিণাম নোহোৱা অৱস্থাটি প্ৰকাশ হয়, সেই গুণে আমি কওঁ, সত্ত্বগুণ (Inertia, mass or energy) প্ৰকাশক। এই হ'ল শক্তি সম্পৰ্কে। ভাব সম্পৰ্কেও ঠিক এয়ে কথা ঃ—

সত্ত্বগুণৰ কাৰ্য্য বুদ্ধিক প্ৰকাশ কৰা; আমি কওঁ, সত্ত্বগুণ প্ৰকাশক আৰু সেইবাবে জ্ঞানাত্মক বা সুখ-দায়ক। ৰজো গুণৰ কাৰ্য্য, বুদ্ধিৰ নানাৰকম পৰিণাম, আমি কওঁ, ৰজোগুণ ক্ৰিয়াশীল, সেইবাবে ই নানাৰকম বাসনা উদ্ৰেক কৰে আৰু

---

*The idea of the three essential Modes of Nature is a creation of the ancient Indian thinkers and its truth is not at once obvious because it was the result of long psychological experiment and profound internal experience,. ...These Modes are termed in Indian books qualities, Gunas and were given the names—Sattva, Rajas and Tamas.. .. . . .Ordinarily used for Psychological Self-analysis, these distinctions are valid also in physical Nature

Sri Aurobindo.

ঋষি অৰবিন্দই ঠিক কথা কৈছে। গুণ শব্দৰ অৰ্থ বুজা টান আৰু এইটো ভালৰকমে উপলব্ধি কৰিব নোৱাৰা বাবেই আমাৰ আজিকালি সাংখ্য, বেদান্ত আৰু গীতা বুজাও টান হৈছে। আমাৰ গণ্ডগোল হয় যে

। গুণ মানে কেৱল শক্তিৰ (বা ভাবৰ) ক্ৰিয়া। বাহিৰৰ ৰূপ ৰস আদি বা ভিতৰৰ সুখ দুখ দয়া স্নেহ আদিক গীতাই গুণ নোবোলে। মনত ৰাখিব লাগিব যে ৰূপ ৰস বা দয়া স্নেহ আদি গুণৰপৰা উৎপন্ন হোৱা ভাব মাত্ৰ।

সেইবাবে ই দুখ-দায়ক। তমোগুণ অৱৰোধক আৰু সেইবাবেই মোহাত্মক।

সাংখ্যাই আৰু কয় যে যেনেকৈ তিনিটা বিৰুদ্ধ স্বভাৱৰ বস্তু—তেল শলাকাণি আৰু জুই—লগ লাগি এটা বিশেষ কাৰ্য্য কৰে, অৰ্থাৎ আন বস্তু প্ৰকাশ কৰে, সেইদৰেই সত্ত্ব, ৰজঃ আৰু তমোগুণ পৰস্পৰ বিৰুদ্ধ স্বভাৱৰ হ'লেও এটা সাধাৰণ উদ্দেশ্য সাধনৰ অৰ্থে লগ লাগি কাম কৰে। এই উদ্দেশ্য পুৰুষাৰ্থ সাধন—অৰ্থাৎ আমাৰ উপলব্ধি। এই গুণবোৰ পৰস্পৰৰ আশ্ৰয়; কাৰ্য্যকালত কেৱল এটাই কাম কৰে; বাকী দুটাই লগ লাগি তৃতীয়টোক সহায় কৰে।

দৃষ্টান্ত স্বৰূপে, ধৰক এজোপা গছ। ই সত্ত্বগুণেৰে প্ৰকাশ হৈছে, ৰজোগুণেৰে বাঢ়িছে, তমোগুণেৰে চক্ খাই বাঢ়িব নোৱাৰা হৈছে। (সাংখ্য-দৰ্শন চাওক)। যেতিয়া গছজোপা বাঢ়ে, আমি জানো যে ৰজোগুণে কাম কৰিছে আৰু বাকী দুটা গুণ ক্ষান্ত আছে। কিন্তু এইদৰেই যদি হৈ থাকে, গছজোপা অনন্ত কাল বাঢ়ি হে গৈ থাকিলহেঁতেন আৰু একেদিনাই আকাশ পালেগৈহেঁতেন। তেন্তে আচলতে কি হৈছে?

গছজোপা যেই অলপ বাঢ়িল সত্ত্বগুণৰ ক্ৰিয়া লগে লগে আৰম্ভ হ'ল, কাৰণ সত্ত্বৰ কাৰ্য্য, যি বস্তু যি অৱস্থাত থাকে, ঠিক সেইদৰে ৰাখিবলৈ চেষ্টা কৰা।*

সত্ত্বৰ সহায় পালেই তমোগুণে নিজ শক্তিৰে ৰজোগুণক বাধা দিয়ে; গছজোপা বাঢ়িব নোৱাৰে, ক্ষন্তেকলৈ ৰয়। পিচ মুহূৰ্ত্ততে আকৌ ৰজোগুণ প্ৰবল হয়, গছজোপা আকৌ অলপ বাঢ়ে। এইদৰে লাহে লাহে সুকলমে বাঢ়ি গৈ থাকে। শক্তিৰ তিনি ৰকমৰ ক্ৰিয়া যে এইদৰে থাকি থাকি হয়, অনবচ্ছিন্নভাৱে যে এটা ক্ৰিয়া হৈ নাথাকে—এই বিষয়ত আমাৰ একো সন্দেহ নাই। ই আমাৰ প্ৰত্যক্ষ পৰীক্ষাসিদ্ধ সত্য। কিন্তু এতিয়া প্ৰশ্ন হল যে ভাব-ৰাজ্যত গুণবোৰে কেনেকৈ ক্ৰিয়া কৰে। এই কথা আমি সহজে নুবুজো। তথাপি আমি জানো যে ভাৱৰ ক্ৰিয়াও সেই একে ৰকমেই হয়। যেতিয়া আমাৰ মনত সুখৰ ভাব (সত্ত্ব) উদয় হয় তেতিয়া দুখ (ৰজঃ) আৰু মোহ (তমঃ) তল পৰি থাকে।

যেতিয়া জানো যে ক্ৰিয়াশীল ৰজোগুণৰ প্ৰভাৱত আমাৰ মনত নানা ৰকম ভাব উদয় হৈ চাঞ্চল্য উপস্থিত হোৱা নাই বা অৱৰোধক তমোগুণৰ প্ৰভাৱত আমাৰ বুদ্ধি-মোহ হোৱা নাই, তেতিয়া আমি কওঁ যে আমাৰ বুদ্ধি সত্ত্বস্থ আছে।

এইবোৰ কথা গীতাই ১৪শ অধ্যায়ত বহুলাই কৈছে। (১৪।১১-১৩)।

( ৫ )

সাংখ্যাই বাৰে বাৰে কৈছে যে এই জগৎ যেন এটা যন্ত্ৰ। ইয়াৰ সকলো পৰিণাম "স্বভাৱৰ" কাৰ্য্য আৰু সেই পৰিণাম যন্ত্ৰত হোৱাৰ দৰে আপোনা-আপুনি হয়। সাংখ্যাই আৰু কৈছে যে আমাৰ জন্মান্তৰো সেই একে যন্ত্ৰৰেই কাৰ্য্য (সাংখ্য-দৰ্শন চাওক)। সন্তদাসবাবাজীয়ে দেখুৱাইছে যে বেদান্তৰো এয়ে সিদ্ধান্ত (তেওঁৰ গীতাৰ উপক্ৰমণিকা ৯-১০ পৃঃ)। গীতাই জগতৰ (বহিৰ্জ্জগতৰ) এই একত্ব (one-ness) লক্ষ্য কৰি কৈছে ঃ—

"ময়ি সৰ্ব্বমিদং প্ৰোতং সূত্ৰে মণি গণা ইব। (৭।৭)" এই কথাটো আমি (আজিকালিৰ মানুহে) আগেয়ে বুজিব নোৱাৰিছিলোঁ। কিন্তু এতিয়া বিজ্ঞানৰ সহায়ত, কথাটো আমাৰ প্ৰত্যক্ষ জ্ঞান যেন হৈছে। বিজ্ঞানে অঙ্ক কৰি দেখুৱাইছে যে এই জগতত প্ৰত্যেক বস্তু ইবোৰৰ লগত পৰস্পৰৰ সম্বন্ধ। পৃথক অস্তিত্ব কাৰো নাই।+ যি বস্তুৰ জগতৰ আন এটি বস্তুৰ লগত সম্বন্ধ (relation) নাই, তাৰ অস্তিত্বও নাই। বস্তুৰ এই পৰস্পৰৰ সম্বন্ধেই জগৎ। বস্তুৰ আচল স্বৰূপ আমি নেদেখোঁ। সিহঁতৰ পৰস্পৰৰ সম্বন্ধবোৰ মাত্ৰ দেখোঁ।

অঙ্ক শাস্ত্ৰ নাজানিলেও আমি চকুৰেই দেখিছো যে এই জগতখন যেন এখন মেলি থোৱা কাপোৰ, যাৰ এমূৰত আজোৰ মাৰিলে তাৰ প্ৰতিঘাত গোটেই কাপোৰখনৰ প্ৰত্যেক বিন্দুত অনুভূত হয়। যদি এইদৰে নহলহেঁতেন তেন্তে এই জগতত বে-তাঁৰ বাতৰি (wireless telegraphy) অসম্ভৱ হ'লহেঁতেন; গধূলি ঘৰত বহি ৰেডিঅ' (radio) শুনিবলৈ নেপালোহেঁতেন; দূৰ-দৃষ্টিও (Television) অসম্ভৱ হলহেঁতেন। বহিৰ্জ্জগতৰ এই একত্ব আমাৰ প্ৰত্যক্ষ জ্ঞান (বেদান্ত দৰ্শন চাওক)।

অন্তৰ্জ্জগৎ সম্পৰ্কেও, আমাৰ একো সন্দেহ নাই যে আমাৰ অন্তঃকৰণত যিমানবোৰ ভাব আছে, সেই সকলোবোৰ বহিৰ্জ্জগতৰ পৰা অহা। জাগতিক ভাৱৰ বাহিৰে আমাৰ বুদ্ধিৰ সংস্কাৰত আৰু একো ভাব নাই। আৰু

---

* Newton's first Law of Motion—Inertia

\+ Eddnigton's Philosophy of Physical Science, chapter X, (Concept of Existence).

এই সংস্কাৰস্থ ভাবত সুমাব নোৱাৰিলে আমি জগতৰ কোনো কথা বুজিব নোৱাৰো।

*এই জাগতিক ভাবত কোনোমতে (কষ্ট কল্পনা কৰি হ'লেও) জোৰা খুৰাই ল'ব পাৰিলেহে আমি কোনো পৰমাৰ্থিক কথাৰো ধাৰণা কৰিব পাৰোঁ।

সেইগুণেই সাংখ্যই কৈছে যে সৃষ্টি আচলতে দুটা—ভাবাখ্য আৰু লিঙ্গাখ্য। এই ভাবাখ্য সৃষ্টিয়েই আমাৰ ধৰ্মাদি অষ্টভাবযুক্ত বুদ্ধিস্থ সংস্কাৰ (যাৰ কথা তলত কোৱা হ'ব)। এই সংস্কাৰ নেথাকিলে বহিৰ্জ্জগতৰ উপলব্ধিয়েই হ'ব নোৱাৰে। (সাংখ্য-দৰ্শন আৰু বেদান্ত-দৰ্শন চাওক)। বহিৰ্জ্জগৎ আৰু অন্তৰস্থ সংস্কাৰ—এই দুটি সৃষ্টি অন্যোন্যাশ্ৰয়ী, অনাদি আৰু সহভাবী। এটা নহলেও আমাৰ উপলব্ধি নহয়।

ইহঁত (বহিৰ্জ্জগৎ আৰু অন্তৰ্জ্জগত) যেন একেডোখৰ চুম্বকৰে (Magnet) দুটা মেৰু (Pole)। চুম্বকৰ মেৰু দুটা পৃথক কৰিব নোৱাৰি—আৰু দুটা মেৰু নহলে চুম্বকৰ ক্ৰিয়াও নহয়। চুম্বক ডোখৰ মাজতে দুভাগ কৰিলে, মেৰু দুটা পৃথক নহয়; দুডোখৰ চুম্বক হব; আৰু প্ৰত্যেক ডোখৰৰ দুটা মেৰু হব; সেইদৰেই বহিৰ্জ্জগত আৰু অন্তৰ্জ্জগতক পৃথক কৰিব নোৱাৰি। দুয়োটা একে সত্ত্ব, ৰজস্তমো গুণৰ দ্বাৰা গঠিত, দুযোটাতে সত্ত্ব ৰজস্তমো গুণৰ বাহিৰে আৰু কোনো পদাৰ্থ নাই। এই দুইটা জগৎ গোটাইহে একেটা যন্ত্ৰ। দুয়োটাই একেলগে ক্ৰিয়া নকৰিলে আমাৰ উপলব্ধি নহয়। আমি ওপৰত কৈ আহিছো যে শক্তিৰ পৰা ভাব হয়; আকৌ আমাৰ মনৰ ভাব প্ৰকাশ হ'লেই, সি তাপ, বাক্য বা এনে এবিধ শক্তি হৈ বহিৰ্জ্জগতৰ মহাশক্তিৰ লগত মিলি যায়, আকৌ সেই মহাশক্তিৰ পৰাই শক্তি আহি আমাৰ মনত ভাব উৎপন্ন কৰে। অন্যোন্যাশ্ৰয়ী ভাব আৰু শক্তিৰ এনে আদান-প্ৰদানৰ পৰাও আমি সহজে বুজিব পাৰো যে সকলো প্ৰাণীৰে পৰস্পৰ সম্বন্ধ আছে।† সকলো মিলিহে এটা যন্ত্ৰ।

গীতাই কয়, এই জগতত প্ৰাণীসৰে পৰস্পৰক সহায় কৰিছে। পৰস্পৰৰ আদান-প্ৰদানৰ পৰাই এই জগচ্চক্ৰ প্ৰবৰ্ত্তিছে। এইবোৰ কথা ২য় অধ্যায়ৰ শেহত আৰু ৩য় অধ্যায়ৰ ৯ম শ্লোকৰ ভাঙনিত আমি কৈছো। ঠিক এই কথাকে সন্তদাস বাবাজীয়েও কৈছে —"এই বিশ্ব অনন্ত; কিন্তু অংশসকল পরস্পরের সহিত বিযুক্ত ও স্বতন্ত্র নহে।.........যেমন একটি বৃহৎ যন্ত্রের অসংখ্য অংশ আছে; প্রত্যেক অংশই কোনো বিশেষ কর্ম্ম করিতেছে, যাহা অন্যে করে না, পরন্তু সকলেরই বিশেষ কর্ম্ম সকল একত্রিত করিলে দেখা যায় যে সকলেই মিলিত ভাবে এক বিশেষ ফল সাধন করিতেছে। ........তদ্রূপ এই জগতের গঠন ও কার্য্য সকল পরীক্ষা করিয়া তত্ত্বদর্শী পণ্ডিতগণ অবধারণ করিয়াছেন যে এই অনন্ত নামরূপ বিশিষ্ট জগৎ এক সূত্রে গাঁথা। ইহার সূক্ষ্ম, সূক্ষ্মতর, সূক্ষ্মতম, বৃহৎ, বৃহত্তর, বৃহত্তম—সমস্ত অংশই দৃষ্টতঃ বিভিন্ন; বিশেষ বিশেষ বিভিন্ন কার্য্যের কর্ত্তারূপে দৃষ্ট হইলেও, সকলেরই পরস্পরের সহিত সম্বন্ধ আছে এবং একযোগে এই জগৎকে কোন বিশেষ লক্ষ্যের দিকে চালিত করিতেছে।"

( ৬ )

এই কাৰণে গীতাই কয় যে বহিৰ্জ্জগৎ আৰু অন্তৰ্জ্জগৎ দুয়োটা গোটাইহে এটা যন্ত্ৰ। স্বভাবে (Nature) এই যন্ত্ৰ

*Every question, every problem that arises is instinctively drawn into the sense-world, and fitted, by hook or by crook, with an explanation which lies wholly within that world. Where this is palpably impossible, the issue is ignored or labelled as "meaningless" Sense-world—সংস্কাৰ বা ভাবাখ্য সৰ্গ]

† শ্ৰীঅৰবিন্দই কৈছে ঃ—

For this is the truth in nature that the Ego which thinks itself a separate being, claims to live for itself, is not and cannot be separate, nor can it live to itself even if it would, but rather all are linked together by a secret one-ness. Each existence is continually giving out perforce from its stock Out of its mental receipts from nature and its vital and physical assets, a stream goes out to all that is around it And, always it receives something from its environment For, it is by such giving and taking that it can effect its own growth while at the same time it helps the sum of things তেওঁ আৰু কৈছে—

As a matter of fact, even ordinarily, even daily and hourly we do produce by the word within us thought-vibrations, thought-forms which result in corresponding vital and physical vibrations, act upon ourselves, act upon others and end in the indirect creation of actions and of forms in the physical world. Man is constantly acting upon man both by the silent and the spoken work and he so acts and creates, though less directly and powerfully, even in the rest of Nature. But because we are stupidly engrossed with the external forms and phenomena of the world and do not trouble to examine its subtle and nonphysical processes, we remain ignorant of all this field of science behind.

চলাইছে। দুৰ্য্যোধন জগতৰ সকলো পৰিণাম স্বভাৱৰ কাৰ্য্য—প্ৰকৃতিৰ কাৰ্য্য। এনে নিৰ্দ্দিষ্ট-উদ্দেশ্যযুক্ত যান্ত্ৰিক (mechanical) জগতত জীৱৰ স্বাধীন কৰ্ত্তৃত্ব থাকিব নোৱাৰে। যন্ত্ৰৰ প্ৰত্যেক অংশই তাৰ নিৰ্দ্দিষ্ট কাম কৰিবই লাগিব, নহ'লে যন্ত্ৰ নচলে। সেইগুণে গীতাই বাৰে বাৰে কৈছে যে জীৱৰ স্বাধীন কৰ্ত্তৃত্ব নাই। প্ৰকৃতিয়ে বা স্বভাৱে বা সংস্কাৰহে ভাবে কাম কৰায় আৰু অজ্ঞানী জীৱই নিজে কৰিছো বুলি ভাবে।

গীতাই কৈছে যে জীৱ প্ৰকৃতিৰ বশত অৱশ হৈ সৃষ্ট হয় (৯।৮ শ্লোক) আকৌ সেই প্ৰকৃতিৰ বশত অৱশ হৈ হে কৰ্ম্ম কৰে আৰু ধ্বংসাভিমুখে অগ্ৰসৰ হয়।

গীতাই কৈছে —

**প্ৰকৃতেঃ ক্ৰিয়মাণানি গুণৈঃ কৰ্ম্মাণি সৰ্ব্বশঃ।**
**অহঙ্কাৰ বিমূঢ়াত্মা কৰ্ত্তাহমিতি মন্যতে ॥ ৩।২৭**

. ... ...

...

**ন কৰ্ত্তৃত্বং ন কৰ্ম্মাণি লোকস্য সৃজতি প্ৰভুঃ।**
**ন কৰ্ম্মফলসংযোগং স্বভাৱস্তু প্ৰবৰ্ত্ততে ॥ ।৫।১৪**

. ... ...

..

**কাৰ্য্যতে হ্যবশঃ কৰ্ম্ম সৰ্ব্বঃ প্ৰকৃতিজৈগু ণৈঃ' ৩।৫**

ইয়াৰ পাছত গীতাই কলে যে ঈশ্বৰে হে আমাক কাম কৰায় —

**ঈশ্বৰঃ সৰ্ব্বভূতানাং হৃদ্দেশেঽৰ্জ্জুন তিষ্ঠতি।**
**ভ্ৰাময়ন্ সৰ্ব্বভূতানি যন্ত্ৰাৰূঢ়ানি মায়য়া ॥১৮।৬১**

ই এবাৰ ক'লে যে স্বভাৱে আমাক কাম কৰায়, এবাৰ ক'লে যে প্ৰকৃতিয়ে কৰায় আৰু এবাৰ কলে যে ঈশ্বৰে হে কৰায়। ইয়াত কিন্তু একো বিৰোধ হোৱা নাই। কাৰণ স্বভাৱ মানেই প্ৰকৃতিৰ ক্ৰিয়াৰ (গুণৰ) সমষ্টি আৰু প্ৰকৃতি, নিজে ঈশ্বৰৰ শক্তি মাত্ৰ।

আমি আৰু জানো যে ভাবেই হে আমাক কাম কৰায়। আমি আগধৰি ভাবোঁ; ভাবৰপৰা ইচ্ছা আৰু ইচ্ছাৰপৰা কৰ্ম্ম। তেন্তে কৰ্ম্মৰ মূল ভাব; আৰু সেই ভাবৰ মূল শক্তি। তেন্তে আচলতে শক্তিয়েহে কাম কৰায়। আমি ওপৰত আৰু কৈ আহিছো যে এই শক্তি আমাৰ মনৰ কল্পনা মাত্ৰ। আচলতে শক্তিক ঈশ্বৰৰ ইচ্ছা বুলিহে ধৰিব লাগে। শ্ৰীধৰ স্বামীয়ে কৈছে (তেওঁৰ গীতাৰ টীকা ১৮।৬১) যে সাংখ্যই যাক প্ৰকৃতি স্বভাৱ বা সংস্কাৰ বুলিছে, গীতাই জানে যে সেও ঈশ্বৰৰ হে কাৰ্য্য।* সেইবাবে শ্ৰীধৰস্বামী আৰু সকলো পুৰাণে কয় যে বাজীকৰে যেনেকৈ জৰী এডালেৰে ধৰি পুতলা নচুৱায়, ঈশ্বৰেও সেইদৰে তেওঁৰ শক্তিৰে (প্ৰকৃতিৰে) আমাক নচুৱাইছে। এয়ে তেওঁৰ মায়া। আমিও সাংখ্য-দৰ্শনত সাংখ্যীয় যুক্তি দি এইদৰেই কৈ আহিছো। (সাংখ্য-দৰ্শন, ৭।১৫ শ্লোকৰ ভাঙনি চাওক)।

সাংখ্যই যাক প্ৰকৃতি বোলে, গীতাই যাক "অপৰা প্ৰকৃতি" বা শুদা প্ৰকৃতি বোলে, বিজ্ঞানে যাক Energy বোলে, সি যে আমাৰ মনৰ কল্পনা হে মাত্ৰ, সি যে আচলতে ঈশ্বৰৰ হে ইচ্ছা—এই কথাটো বিজ্ঞানৰ সহায়েৰে বুজিবলৈ হ'লে গণিত শাস্ত্ৰৰ উৎপত্তি কেনেকৈ হ'ল, সেইটো আগধৰি বুজিব লাগিব। এই বিষয় ইয়াত বাহুল্য ভাবে আলোচনা কৰা সম্ভৱ নহয়। এডিংটনে আলোচনা কৰিছে** আৰু দেখুৱাইছে যে দিক্কালৰ ওপৰৰ তথ্যৰ বিষয়ে কেতিয়াও জানিব নোৱাৰি। দিক্কালৰ ওপৰত শক্তিৰ অস্তিত্বও নাই। † জিন্সেও (Jeans) এইবোৰ আলোচনা কৰিছে আৰু দৃষ্টান্ত দি বুজাই দিছে।

তেওঁবিলাকে কৈছে যে বহিৰ্জ্জগৎখন আমাৰ মনে আগধৰি উপলব্ধি কৰি যেনে ধাৰণা কৰে, তাৰ পিচত আকৌ সেই মনেই, সেই ধাৰণাকে অবলম্বন কৰি, গণিত শাস্ত্ৰৰ সৃষ্টি কৰে। সেই গণিত শাস্ত্ৰৰ পৰাই শক্তিৰ অনুমান হয়।+

---

* ১৪—১৫শ অধ্যায়ত আমি দেখুৱাম যে পুৰুষ আৰু প্ৰকৃতিৰ একো ভেদ নাই, আৰু সেইবাবেই প্ৰকৃতিৰ সকলো কাৰ্য্য আচলতে ঈশ্বৰৰ হে কাৰ্য্য। গীতাই সৰ্ব্বত্ৰ দেখুৱাই আছে যে "প্ৰকৃতিৰ" ঠাইত "ব্ৰহ্ম" আৰু ব্ৰহ্মৰ ঠাইত "প্ৰকৃতি" বুলি ধৰিলে বুজিবলৈ কেতিয়াবা সুবিধা হে হয়—ভুল তো নহয়েই। (৩।১৫ শ্লোকৰ ভাঙনি চাওক)।

এই বিষয়ে বেদান্তৰ বা সাংখ্যদৰ্শনৰ ভিতৰলৈ নগৈ, শ্ৰীশ্ৰীৰামকৃষ্ণ পৰমহংস দেৱে মূল কথাটি সংক্ষেপে এইদৰে কৈছে :—

"ব্ৰহ্ম যখন নিষ্ক্ৰিয়, তখন তাকে শুদ্ধ ব্ৰহ্ম বলি। আৰ যখন সৃষ্টি স্থিতি প্ৰলয় কাৰ্য্য কৰেন, তখন তাঁকে শক্তি বলি। তখন তাঁকে সগুণ ব্ৰহ্ম বা আদ্যাশক্তি (প্ৰকৃতি) বলি।"

**The nature of the Physical world ; chapter XI, World Building.

† বাস্তৱিক শক্তিৰ আচল স্বৰূপ কি কোনেও ক'ব নোৱাৰে। বিজ্ঞানে শক্তিৰ বাস্তৱ অস্তিত্ব (objectivity) আছে বুলি স্বীকাৰ নকৰে। (বেদান্ত দৰ্শনৰ পাতনি চাওক)।

\+ ............the mind has by its selective power fitted the process of Nature into a frame of law of pattern largely of its own choosing; and in the

এইবোৰ কথালৈ চালে আমি শক্তিক "ঈশ্বৰৰ ইচ্ছা" নুবুলি আৰু একো বুলিব নোৱাৰোঁ। গীতাই তাকে বুলিছে।

জিন্সৰ (Jeans) দৰেই ৰাষ্ট্ৰপতি ৰাজাগোপালাচাৰীয়ে কথাটো দৃষ্টান্ত দি বুজাইছে। যথা—

"The laws of nature are the will of God.........

............Suppose a magician creates a tank and by the same magic fills it with fish and other aquatic animals with some understanding, though limited. The fish must take the tank and the water and all the conditions of their life in the tank as natural and donot know that it is all the magician's will, quite as much as they themselves are his will. Even if he had created, not water and fish, but kerosine and the fish giving therein, and even if the kerosine changed into water and the water into kerosine on alternate days, the knowing fish would have taken it all as natural and made a synthesis of all that they observed and mentally codified it into a body of natural laws. They could be incognizant of the real author and controller.

In the same way the laws of Physical nature hide God though they are but the manifestation of His will. So perfect is His rule that He disappears from the scene but He is ever present in the Law itself."

(Bhagawat Gita, P. 41.)

অৰ্থাৎ "নৈসৰ্গিক সকলোবোৰ নিয়ম আচলতে ঈশ্বৰৰ হে ইচ্ছা ...... ধৰক, এজন মায়াবীয়ে মায়া কৰি এখন মায়া সৰোবৰ সৃষ্টি কৰিলে, আৰু সেই একে মায়াৰেই তাত কিছুমান মাছ বা জল-জন্তুবো সৃষ্টি কৰিলে। ধৰক, সিঁহতৰ একৰকম জ্ঞানো আছে। সেই জন্তুবোৰে সেই সৰোবৰ, সেই পানী আৰু তাৰ পাৰিপাৰ্শ্বিক অৱস্থাবোৰকে স্বাভাবিক বুলি ভাবিব। সৰোবৰখন পানীৰ নহৈ, কেৰাচিন তেলৰ হ'লেও বা এদিন পানী, এদিন কেৰাচিন-তেলৰহ'লেও, সিঁহতে তাকে স্বাভাবিক বুলি ভাবিব; সিঁহতে জানিব নোৱাৰে যে এই সকলোবোৰ ব্যাপাৰ মায়াবী জনৰ সৃষ্টি আৰু সিঁহত নিজেও যে তেওঁৰেহে সৃষ্টি।

সিঁহতৰ জীৱনৰ সকলো অৱস্থা আৰু সৰোবৰৰ সকলো ঘটনা পৰ্য্যবেক্ষণ কৰি সিঁহঁতে (আজি জগতত কৰা দৰেই) এক ৰকমৰ নৈসৰ্গিক (সিঁহতৰ মতে নৈসৰ্গিক) নিয়মবোৰো হয়তো উলিয়াব পাৰিব।

ঠিক সেইদৰেই আমাৰ আবিষ্কৃত নিয়মবোৰো ঈশ্বৰৰ ইচ্ছাৰ অভিব্যক্তি মাত্ৰ। তেওঁৰ এনে আচৰিত বিধান যে তেওঁ নিজে লুকাই থাকিও নিয়মবোৰত সদায় বৰ্ত্তমান আছে।"

... ... ... ... ...

প্ৰকৃতি বা শক্তি যে আমাৰ অনুমান মাত্ৰ এই কথা বুজিব পাৰিলেই আমি জানিম যে এই জগতত ঈশ্বৰৰ ইচ্ছাৰ বাহিৰে আৰু একো নাই।

গীতাই এতিয়া তাকে বুজাইছে। গীতাই প্ৰথমতে কলে যে ইচ্ছা, দ্বেষ আদি যত ভাব সকলো প্ৰকৃতিৰ। (১৩-৬) এইবোৰ কথা আমি বুজোঁ, কাৰণ আমি জানো, শক্তিৰ পৰাহে ভাব হয়। কিন্তু তাৰ পাছতে গীতাই আকৌ ক'লে যে ভাববোৰৰো ঈশ্বৰ হে প্ৰেৰক, যথা —

বুদ্ধিৰ্জ্ঞানসম্মোহঃ ক্ষমা সত্যং দমঃ শমঃ।
ভৱন্তি ভাবা ভূতানাং মত্ত এব পৃথক্ বিধাঃ ॥১০।৪-৫

এই আটাইবোৰ কথাই একে, কাৰণ প্ৰকৃতি মানেই ঈশ্বৰৰ ইচ্ছা। সকলো শক্তি, কাৰণ প্ৰকৃতি মানেই ঈশ্বৰৰ ইচ্ছা। সকলো শক্তি, ভাব আৰু কৰ্ম্মৰ মূলত তেন্তে ঈশ্বৰ। এই একে কথাকে গীতাই ঘূৰাই ঘূৰাই কৈছে।

(৭)

এই কথাটো—অৰ্থাৎ ঈশ্বৰ হে যে সকলো কৰ্ম্মৰ নিয়ন্তা—এই কথাটো আগৰ বুঢ়াসকলে উপলব্ধি কৰিব নোৱাৰিলেও গীতা-ভাগৱতৰ কথা শুনি, সামান্য ভাবে বুজি বিশ্বাস কৰিছিল। সেইগুণে তেওঁলোকে সদায় মুখে মুখে কৈছিল—

যন্ত্ৰস্য দোষো হি কম্যতাং মধুসূদন।
অহং যন্ত্ৰং ভবান্ যন্ত্ৰী ময়ি দোষো ন বিদ্যতে ॥
বা
হৃদি স্থিত হয়া তুমি যেনে কৰাবাহা স্বামী
হৃষীকেশ কৰিবো তেনয়।

আজিকালি আমি সেই বিশ্বাস হেৰুৱাইছোঁ। আমি ভাবোঁ

---

discovery of this system of law the mind may be regarded as regaining from Nature that which the mind had put into Nature. Eddington

এই বোৰ নামঘৰত গোৱা কথা, ইয়াত কোনো সাৰ সত্য নাই, ই ঈশ্বৰৰ স্তুতি বা স্তোকবাক্য বা খোচামতি। আমি (অৰ্থাত আজিকালিৰ তৰপৰ মানুহে) ভাবোঁ যে আমাৰ স্বাধীন ইচ্ছা আছে, সেই স্বাধীন ইচ্ছাৰেই আমি কাম কৰোঁ। এইদৰে ভাবোঁ—কাৰণ, আমি ধৰি লৈছো যে ভাববোৰ আমাৰ নিজা সম্পত্তি, আমি ধৰি লৈছো যে যেই সেই ভাব, যেতিয়াই তেতিয়াই আমি মনলৈ আনিব পাৰোঁ; আমি আৰু ধৰি লৈছো যে আমাৰ ইচ্ছা আমাৰ আজ্ঞাধীন। আমি ধৰি লৈছো যে আমাৰ ভাববোৰৰ আমি নিজে হে সৃষ্টি কৰ্ত্তা—যেন, আমি নেভাবিলে কোনো ভাব আমাৰ মনলৈ আহিব নোৱাৰে। এয়ে আমাৰ আচল ভ্ৰান্তি।*

অথচ, আজি অলপ দিনৰ পৰা আমি বিজ্ঞানৰ সহায়ত বুজিছো যে এই গোটেই বিশ্ব-ব্ৰহ্মাণ্ডৰ এটি একত্ব আছে, ই এটা বৃহৎ যন্ত্ৰ, যাৰ উদ্দেশ্য নিশ্চয় নিৰ্দ্দিষ্ট আছে। আমি বুজিছো যে এনে যান্ত্ৰিক জগতত জীৱই কৰোঁ বুলি সকলো কাম কৰা সম্ভৱ নহয়। সেইগুণে আমি কবলৈ বাধ্য হৈছো যে আমাৰ ইচ্ছাৰ কিবা এটা সীমা নিশ্চয় আছে। মুকলি পথাৰত এৰাল দিয়া গৰু গণ্ডীৰ বাহিৰলৈ যাব নোৱাৰে, সঁচা, কিন্তু গণ্ডীৰ ভিতৰত নিজ ইচ্ছামতে ঘূৰি চৰিব পাৰে। পৃথিবীৰ কক্ষ নিৰ্দ্দিষ্ট আছে সঁচা; ইয়াৰ বাহিৰলৈ পৃথিবী যাব নোৱাৰে, কিন্তু ইয়াৰ ভিতৰতে পৃথিবীৰ আৰু এটি গতি আছে—ঠিক সেইদৰেই আমাৰো নিশ্চয় কিবা এটা সীমাবদ্ধ স্বাধীন ইচ্ছা আছে, নহ'লে সকলো নীতিশাস্ত্ৰ নিৰৰ্থক হ'ব, শাস্ত্ৰৰ কৰ্ম্মকাণ্ডৰ উপদেশবোৰ অনাৱশ্যক হ'ব, ইত্যাদি ইত্যাদি। এনেবোৰ যুক্তিৰে আমি ভাবোঁ যে নিশ্চয় আমাৰ কিবা এটা সীমাবদ্ধ স্বাধীন কৰ্ত্তৃত্ব আছে। আমাৰ এনেবোৰ যুক্তিতো ভুল আছে। আমাৰ এনেবোৰ আপত্তিৰ উত্তৰ সন্তদাস বাবাজীয়ে দিছে (ব্ৰহ্মবাদী ঋষি ও ব্ৰহ্মবিদ্যা, ২য় সংস্কৰণ, ২৩৬ পৃঃ)। কিন্তু আমি যেতিয়া গীতাৰ কথা, সাংখ্যৰ কথা আৰু বেদান্তৰ কথাকে বিশ্বাস কৰিব পৰা নাই, সন্তদাস বাবাজীৰ মুখৰ কথাৰ ওপৰত কেনেকৈ নিৰ্ভৰ কৰোঁ?

(৮)

সেইগুণে আমি আধুনিক পদ্ধতিৰে ভাবি চাওঁহক, আহক—গীতাৰ কথাটো সম্ভৱপৰ বা বিশ্বাসযোগ্য হয়নে নহয় বা সংস্কাৰে বা স্বভাৱে যে আমাক কাম কৰায়, এই বিষয়ে কিবা যুক্তি আছেনে —

ডাৰ্বিনৰ বিবৰ্ত্তনবাদ (Darwin's Theory of Evolution) একেবাৰে অশাস্ত্ৰীয় মত নহয়। আমাৰ মতে বিবৰ্ত্তন জীৱ-গত (পৰা-প্ৰকৃতি বা জ্ঞানৰ)। ডাৰ্বিনৰ মতে ই দেহ-গত বা জাতি-গত। ডাৰ্বিনে ক'ব নোৱাৰিলে, এই পৃথিবীলৈ প্ৰাণ-শক্তি ক'ৰপৰা কেনেকৈ আহিল। সেই সময়ৰ পণ্ডিতসকলে কোৱা-মেলা কৰিছিল বোলে কোনোবা অতীত কালত, কিবা স্বৰূপে, অতৰ্কিত ভাৱে, প্ৰাণ-শক্তি কোনোবা গ্ৰহৰ পৰা উৰি আহি পৃথিবীত পৰিলহি।

আজিকালি বিজ্ঞানৰ বহুত উন্নতি হ'ল। আজিকালি বিজ্ঞানে বুজিছে যে প্ৰাণশক্তি বিচাৰি আমি আন গ্ৰহ-নক্ষত্ৰলৈ যাব নেলাগে; এই জগতেই প্ৰাণশক্তিৰ অভিব্যক্তি বা ক্ৰমবিকাশৰ স্থান। এইটো সেই উপনিষদৰ কথাঃ—

"যদিদং কিঞ্চ জগৎ সৰ্ব্বং প্ৰাণ এজতি নিঃসৃতম্।"

বিজ্ঞান লাহে লাহে (কিন্তু সুনিশ্চিতভাৱে) উপনিষদৰ

---

*শ্ৰীঅৰবিন্দই কৈছে —

The error comes from thinking that your thoughts are your own and that you are their maker and if you do not create thoughts (i.e think) there will be none. A little observation ought to show that you are not manufacturing your own thoughts, but rather thoughts occur in you. Thoughts are born, not made, like poets, according to the proverb. Of course there is a sort of labour and effort when you try to produce or else to think on a certain subject, that is a concentration for making thoughts come up, come in, come down, as the case may be, and fit themselves together. The idea that you are shaping the thoughts or fitting them together is an egoistic delusion. They are doing it themselves, or Nature is doing it for you, only under a certain compulsion.

.. . .. .. ...

* That is the way things come, only one does not notice. Thoughts, ideas etc. are always wandering about (in thought-waves or otherwise) seeking a mind that may embody them. One mind takes, looks, rejects another takes, looks, accepts. Two different minds catch the same thought—form or thought-wave, but the mental activities being different, make different results out of them. Aurobindo

†Life is like a game of bridge. We did not invent the game or design the cards, we did not frame the rules and and we cannot control the dealing. The cards are dealt out to us, whether they be good or bad. To that extent determinism rules. But we can play the game well or play it badly. Radhakrishnan

ওচৰ চাপি আহিছে, আৰু কৈছে যে এই জগৎ চিৎ শক্তিৰ ক্ৰমবিকাশ।*

বিজ্ঞানৰ লগে লগে ইউৰোপীয় দাৰ্শনিক পণ্ডিত Whitehead আৰু Hott প্ৰভৃতিয়েও স্বীকাৰ কৰিছে যে এই জগৎ যেন এটা চৈতন্য-যুক্ত শক্তিৰ স্পন্দন।†

ইউৰোপীয় বিজ্ঞান দৰ্শন বা আমাৰ নিজৰ উপনিষৎ—যি ভাবেই ভাবক, সেইদৰেই বুজিব পাৰি যে এই জগৎ চিৎশক্তিৰ ক্ৰম-বিকাশ বা অহং জ্ঞানৰ ক্ৰমোন্নতি। এইদৰে বুজি যদি আমি নিচেই তলখাপৰপৰা (অৰ্থাৎ জড়-জগতৰ পৰা) ক্ৰমে ওপৰলৈ ভাবি নিওঁ তেন্তে বুজিম, কেনেকৈ বুদ্ধিহে সংস্কাৰে জীৱক কাম কৰায়।

( ৯ )

প্ৰথমতে ভাবক জড়-জগৎ। ইয়াত চৈতন্যৰ অভিব্যক্তি নাই। প্ৰাণশক্তি প্ৰকাশ হোৱা নাই। কিন্তু জানো যে পৰমাণুটোৰ এটা ক্ৰিয়া আছে, ই সজাতীয় পৰমাণুৰ পৰা পৃথক হব খোজে আৰু বিজাতীয় পৰমাণুক আকৰ্ষণ কৰে। ইয়াৰ যেন এটা শক্তি আছে, যাৰ উৎকৰ্ষ সাধন হৈ, শেহত প্ৰাণী জগতত সেই শক্তিয়েই ইচ্ছা শক্তি নাম লৈ প্ৰকাশ হয়গৈ। আমি অৱশ্যে এইদৰে ক'ব নোৱাৰো যে পৰমাণুটোৰ এটা ইচ্ছা আছে। কিন্তু আমি নিশ্চয় জানো যে কিবা এটা ইচ্ছাশক্তিৰ অনুৰূপ শক্তিয়ে পৰমাণুক ঘূৰাই লৈ ফুৰাইছে। এয়ে নহ'লে, জগতত কোনো ৰসায়নিক ক্ৰিয়া বা আন কোনো ৰকমৰ পৰিণাম হ'ব নোৱাৰে।

ইয়াৰ পিচত উদ্ভিদ্ জগতৰ কথা ভাবক। এইবাৰ প্ৰাণশক্তিৰ বিকাশ হ'ল, কিন্তু দুখ-সুখ আদি অনুভূতি প্ৰকাশ হোৱা নাই; এতিয়া বিজ্ঞানে পৰীক্ষাৰে প্ৰমাণ কৰিছে যে উদ্ভিদ জগতত অনুভূতি আছে (উপনিষদৰ আৰু মনুসংহিতাৰ কথা আমি বাদেই দিছো)। বিজ্ঞানে জানে যে গছগছনিৰ সুখ-দুখ অনুভূতি আছে। গতিকে সিহঁতৰ অহং জ্ঞানো নিশ্চয় থাকিব। ফুলজোপাই মাতিব পৰা হলে নিশ্চয় ক'লেহেঁতেন, "আঃ মোৰ ফুলটি দেখিবলৈ কেনে ধুনীয়া!" কিন্তু আমি জানো যে ফুলজোপাৰ কোনো স্বাধীন কৰ্তৃত্ব নাই। স্বভাৱেই তাক ফুলাইছে, স্বভাৱেই তাক বঢ়াইছে, আৰু স্বাভাৱিক নিয়মেই সি মৰি গৈছে। স্বভাৱৰ কাৰ্য্যৰ বাহিৰে তাত আৰু একো নাই; অথচ তাত চৈতন্য, প্ৰাণ, অনুভূতি, সকলো আমাৰ দৰেই আছে; কেৱল ইন্দ্ৰিয় শক্তি বাহিৰত প্ৰকাশ হোৱা নাই। আহাৰ, বৃদ্ধি, উৎসৰ্গ, বিসৰ্গ, সকলো কাৰ্য্য ই কৰে বা স্বভাৱে কৰায়।

ইয়াৰ পিচত প্ৰাণীজগতলৈ আহক। ইয়াৰ অহংজ্ঞান আৰু ইন্দ্ৰিয় শক্তি সম্পূৰ্ণৰূপে প্ৰকাশ হ'ল। ৰাগ, দ্বেষ আদি সকলো ভাব জীৱই প্ৰকাশ কৰিব পৰা হ'ল। কিন্তু এতিয়াও সি স্বভাৱৰ অধীন। বাঘটোৱে যদি মাতিব পাৰিলেহেঁতেন, সি নিশ্চয় ক'লেহেঁতেন, "মোৰ মন গৈছে, মই মানুহ মাৰিছো, তোমাৰ কি হ'ল?"

কিন্তু আমি জানো যে তাৰ স্বাধীন ইচ্ছা এটা নাই। সংস্কাৰে তাক ঘূৰাই লৈ ফুৰাইছে। বাঘে মানুহ নামাৰে, বাঘৰ স্বভাৱেহে মাৰে। মানুহ মৰাৰ বাবে আমি বাঘজাতিৰ নিন্দা নকৰোঁ; আমি জানো যে যি জন্তুৰ যেনে সংস্কাৰ সি তেনে কামহে কৰিব পাৰে—অৰ্থাৎ সংস্কাৰেহে জন্তুক কাম কৰায়।

ইয়াৰ পাছত, মানুহ। আদি অৱস্থাত মানুহ আৰু পশুৰ কোনো প্ৰভেদ নাই। Charles Darwin এ অষ্ট্ৰেলীয়া দেশৰ মানুহ এটাৰ কথা কৈছে। সি হেনো ভোকত নিজৰ স্ত্ৰীক কাটি খালে।**

Charles Darwin এ নোকোৱা হ'লে আমি এনে কথা বিশ্বাস নকৰিলোহেঁতেন।

এই মানুহটো নিশ্চয় পশুতো অধম। পশু, পক্ষী আৰু মানুহৰ একেৰকম বিষয়-জ্ঞান, আৰু সকলোকে একেৰকমে সংস্কাৰে কাম কৰায়। চণ্ডীত কৈছে —

জ্ঞানমস্তি সমস্তস্য জন্তোৰ্বিষয় গোচৰে।
জ্ঞানিনো মনুজাঃ সত্যং কিন্তু তে নাহ কেৱলম্

---

*That no line of separation can be drawn between the animal and the vegetable kingdoms, that the difference between life and non-life is but a difference of degree and not kind, that matter is not less important than mind, while both are manifestation of one and the same reality—these have become the commonplaces of the new Philosophy.

†Dr. A. Bose—Cross-roads of Science and Philosophy. P. 116]

** Pressed by hunger, the man speared the nearest living creature and this happened to be his wife. A European remonstrated with him on the wickedness of his deed but failed to make any impression; for from the reproah that to eat his wife was very bad he only deduced the inference that the stranger thought that she had proved nasty or indigestible and put him right by smiling peacefully as he patted himself after his meal and declaring in a satisfied way "She is very good".

যতোহি জ্ঞানিনঃ সৰ্ব্বে পশুপক্ষিমৃগাদয়ঃ ॥
জ্ঞানঞ্চ তন্মনুষ্যাণাং যত্তেষাং মৃগপক্ষিণাম্ ।
মনুষ্যাণাঞ্চ যত্তেষাং তুল্যমন্যত্তথোভয়োঃ ॥

চৰায়ে জানে যে পোৰালী ডাঙৰ হ'লেই উড়ি গুচি যাব, তথাপি সিহঁতে নিজে নাখাই পোৱালীক টোপ্ খুৱাই ডাঙৰ কৰে। সেই একে মোহৰ বশবৰ্ত্তী হৈয়ে মানুহেও নিজৰ লৰাছোৱালীক মৰম কৰে। কিন্তু পাছত মানুহে ভাবে যে সিহঁতে ইচ্ছা কৰি ভাবিচিন্তি চাইহে লৰাছোৱালীক মৰম কৰিছে, কাৰণ লৰাছোৱালীয়ে আগলৈ সিহঁতক পুহিব। এইদৰেই মানুহৰ মনত এটা স্বাধীন ইচ্ছাৰ ভাব উদয় হয়।

চণ্ডীয়ে কৈছে যে এইটো আচলতে স্বভাৱৰ বা প্ৰকৃতিৰ বা মহামায়াৰ হে কাৰ্য্য।

জ্ঞানেঽপি সতি পশ্যৈতান্ পতগাঞ্ছাবচঞ্চুষু ।
কণমোক্ষাদৃতান্মোহাৎ পীড্যমানানপি ক্ষুধা ॥
মানুষা মনুজব্যাঘ্ৰ সাভিলাষাঃ সুতান্ প্ৰতি ॥
লোভাৎ প্ৰত্যুপকাৰায় নন্বেতে কিং ন পশ্যসি ।
তথাপি মমতাবৰ্ত্তে মোহগৰ্ত্তে নিপাতিতাঃ ।
মহামায়া প্ৰভাৱেন সংসাৰস্থিতিকাৰিণঃ ॥

লাহে লাহে ক্ৰমোন্নতিৰ বিধানতে, আৰু অহংজ্ঞানৰ আশ্ৰয়ত মানুহৰ এক ৰকমৰ স্বাৰ্থপৰ 'ভালপোৱাৰ' ভাব উদয় হয়। যাজ্ঞবল্ক্যই কৈছে, "স্বামীয়ে স্ত্ৰীক ভাল পায়. নিজৰ সুখৰ নিমিত্তে হে ভাল পায়; স্ত্ৰীৰ সুখৰ নিমিত্তে নহয়।" অহংজ্ঞানাশ্ৰিত এই ভালপোৱাৰ পৰা নীতিজ্ঞান উৎপন্ন হয়।*

ঋষি অৰবিন্দই দেখুৱাইছে যে এই নীতিজ্ঞানো একৰকম অ-নীতিমূলক স্বাৰ্থপৰতা। †

নীতিশাস্ত্ৰ আলোচনা কৰা আমাৰ উদ্দেশ্য নহয়। আমি এই মাত্ৰ কওঁ যে আমাৰ সংস্কাৰৰ উৎকৰ্ষ বা বিবৰ্ত্তন হৈ নীতিজ্ঞান হলেও, আচলতে সংস্কাৰেহে আমাক কাম কৰায়, সংস্কাৰবদ্ধ নোহোৱা নীতিজ্ঞানে একো কাম নিদিয়ে। চুৰ কৰা বেয়া বুলি সকলো মানুহে জানে কিন্তু চোৰে চুৰ নকৰি নোৱাৰে। সংস্কাৰে যেনেকৈ মানুহক কাম কৰায়, সেইদৰে আকৌ সংস্কাৰে হে মানুহক কামৰ পৰা বিৰত কৰাব পাৰে। প্ৰবৃত্তি নিবৃত্তি—উভয়েই সংস্কাৰৰ হে কাম। সেইগুণে আগৰ দিনৰ মানুহে সদায় কৈছিল —

জানামি ধৰ্মং ন চ মে প্ৰবৃত্তিঃ ।
জানাম্যধৰ্মং ন চ মে নিবৃত্তিঃ ॥
ত্বয়া হৃষীকেশ হৃদিস্থিতেন ।
যথা নিযুক্তোঽস্মি তথা কৰোমি ॥

( ১০ )

সংস্কাৰে হে যে আমাক কাম কৰায়, আমাৰ যে স্বাধীন ইচ্ছা নাই, এই কথাটো আমি একেবাৰে নুবুজাও নহওঁ। নিজৰ সম্পৰ্কে নুবুজিলেও লোকৰ সম্পৰ্কে অতি ভালকৈ বুজোঁ। আমি বুজোঁ যে মানুহৰ (অৰ্থাৎ আন মানুহৰ) স্বাধীন ইচ্ছা নাই। নহ'লে আমি সদায় কেনেকৈ অনুমান কৰোঁ যে "অমুক মানুহজনে, অমুক অৱস্থাত অমুক কাম কৰিব"। আমাৰ অনুমান প্ৰায়েই ঠিক হয়। ইচ্ছাৰ এটা নিয়ম নথকা হ'লে বা মানুহে বলিয়া মানুহৰ দৰে যেতিয়াই যিহকে তিহকে কৰিব পৰা হ'লে, এনে অনুমান অসম্ভৱ হ'লহেতেন। নিয়মৰ অধীন ইচ্ছাক স্বাধীন ইচ্ছা নোবোলে। ই পৰাধীন বা নিয়মাধীন ইচ্ছা। অৰ্থাৎ ই সংস্কাৰাধীন বা স্বভাৱাধীন ইচ্ছা; যাৰ যেনে সংস্কাৰ, বা স্বভাৱ সি তেনে ইচ্ছা হে কৰিব পাৰে। (১৮।৪০-৪১ শ্লোকৰ ভাঙনি চাওক)। গীতাই দৃষ্টান্ত দি দেখুৱাইছে যে যাৰ যেনে সংস্কাৰ সি তেনে কাম হে কৰিব পাৰে।

---

* Morality begins in the infant thinker when he is first moved by love to wife, to child, to friends, to do some act that serves the loved one without any thought of gain to himself —Annie Beasant

† Material nature is not ethical, .. . . . .

Animal or vital nature is also non-ethical . . ... . .

We donot blame the tiger because it slays and devours its prey, any more than we blame the storm because it destroys or the fire because it tortures and kills, neither does the conscious force in the storm, the fire or the tiger blame or condemn itself Blame or condemnation or rather self-blame and -self condemnation is the beginning of true ethics.

In other words, ethics is a stage in evolution. That which is common to all stages is to urge of Satchidananda towards self-expression. This urge is at first non-ethical, then infra-ethical in the animal, then in the intelligent animal even anti-ethical, for it permits us to approve hurt done to others which we disapprove when done to ourselves. In this respect, man even now is only half-ethical; and just as all below us is infra-ethical, so there may be that above us, whither we shall eventually arrive, which is Supra- ethical, has no need of ethics.

[The life divine Vol. 1, PP. 120]

মানুহে যেতিয়াই তেতিয়াই, যেই সেই ইচ্ছা কৰিবও নোৱাৰে বা নকৰোঁ বুলি থাকিবও নোৱাৰে। ইউৰোপীয় পণ্ডিত এজনে কৈছে, "A man can do what he wills but he cannot will what he wills."। জগতৰ শ্ৰেষ্ঠতম বৈজ্ঞানিক Einstein এ কয়- "Honestly, I cannot understand what people mean when they talk about freedom of the human will."। ভাব আৰু শক্তিৰ সম্বন্ধটি বুজিলে, এইদৰে নকৈ আৰু উপায় নাই।

( ১১ )

আমি জানো যে আমাৰ স্থূল শৰীৰ প্ৰত্যেক ক্ষণে নিয়মৰ অধীনে বাঢ়ি গৈছে, আমি বুজো যে এইটো স্বভাৱৰ কাৰ্য্য অৰ্থাৎ প্ৰকৃতিৰ কাৰ্য্য। ইয়াত আমাৰ একো হাত নাই। আমি ইচ্ছা নকৰিলেও আমি বাঢ়ি যাম। কোনো মানুহে আজিলৈকে এনে দাবি কৰা নাই যে তেওঁৰ নিজৰ ইচ্ছাৰে তেওঁ বাঢ়িছে।

আমাৰ অন্তঃকৰণো সেই ঠিক একে নিয়মৰ অধীনেই আৰু স্থূল শৰীৰৰ লগে লগে বাঢ়ি গৈছে। অৰ্থাৎ আমাৰ জ্ঞানৰ (Physical experience) বৃদ্ধি হৈছে। ইও স্বভাৱৰ কাৰ্য্য—অৰ্থাৎ জীৱগত ক্ৰমোন্নতি বা বিবৰ্ত্তন (Evolution)। কিন্তু এইবাৰ আমি ভাবোঁ যে এই নৈতিক আৰু মানসিক উন্নতিৰ আমি হে স্বয়ং কৰ্ত্তা। কিয় আমাৰ এনে ভাব হয়? শৰীৰৰ বৃদ্ধি কেনেকৈ হৈছে আমি নেজানো, নেদেখো আৰু নুবুজোঁ। কিন্তু মানসিক উন্নতি আমাৰ অজ্ঞাতে হ'ব নোৱাৰে। আমাৰ মনৰ সকলো ক্ৰিয়া, সকলো অৱস্থা, সকলো পৰিণাম আমাৰ জ্ঞাত আছে। বুদ্ধি আৰু আত্মাৰ (অৰ্থাৎ প্ৰকৃতি আৰু পুৰুষৰ) এনে সংযোগ যে বুদ্ধিৰ সকলো ক্ৰিয়াক আমি জানো। সেইগুণে আমি নুবুজোঁ যে এই ক্ৰিয়াবোৰ প্ৰকৃতিৰ হে কাৰ্য্য। বুদ্ধিৰ লগত আমাৰ এনে আচৰিত সংযোগ থকা বাবেই বুদ্ধিত আমাৰ আত্মভাব হয় আৰু সেইবাবেই নিজক কৰ্ত্তা বুলি ভাবোঁ। এয়ে সাংখ্যৰ সুনিশ্চিত সিদ্ধান্ত। (সাংখ্য-দৰ্শন চাওক)।

( ১২ )

ঈশ্বৰৰ ইচ্ছাৰ বাহিৰে যে জগতত একো নাই আৰু সাংখ্যৰ প্ৰকৃতি যে সেই ইচ্ছাৰ অভিব্যক্তি মাত্ৰ—এই কথা আৰু এটা যুক্তিৰে বুজিব পাৰি। (সন্তদাস বাবাজীৰ গুৰু-শিষ্য সম্বাদ, ২য় সংস্কৰণ, ৪-৫ পৃঃ চাওক)। ইউৰোপীয় দাৰ্শনিক Bishop Berkeley-ৰ মতে "This Universe is in the nature of a thought in a Universal mind."—অৰ্থাৎ এই জগৎ ঈশ্বৰৰ মনৰ এটা কল্পনাৰ নিচিনা। আমাৰ যোগবাশিষ্ঠ ৰামায়ণেও সেইদৰেই কয়।

এতিয়া সন্তদাস বাবাজীয়ে সেই একে কথাকে শাস্ত্ৰীয় যুক্তি দি বহলাই কৈছে, যথা —

শ্ৰুতিয়ে কৈছে, যে এই জগৎ সদায় ঈশ্বৰৰ জ্ঞানত অৱস্থিত আছে। এইটো একো বুজিব নোৱাৰা কথা নহয়। ঈশ্বৰ সৰ্ব্বজ্ঞ। প্ৰত্যেক জীৱই যি ভাবিছে, যি কৰিছে, সেই সকলোবোৰ কথা তেওঁৰ জ্ঞানত ঠিক সেইদৰেই আছে। ত্ৰিকালত প্ৰকাশিত সমস্ত জাগতিক ঘটনা, ভাব, দৃশ্য, সকলো তেওঁৰ জ্ঞানত ঠিক সেই সেইৰূপেই আছে; নহ'লে তেওঁ সৰ্ব্বজ্ঞ হ'ব কেনেকৈ? তেওঁৰ জ্ঞানত নোহোৱা কোনো ভাব, দৃশ্য বা ঘটনা জগতত প্ৰকাশ হ'ব নোৱাৰে। অৱশ্য, আমি ভাবিব পাৰোঁ যে আগধৰি ঘটনাবোৰ ঘটিছে আৰু পিচত তেওঁৰ জ্ঞান হৈছে। এইদৰে ভবাই আমাৰ পক্ষে স্বাভাৱিক, কাৰণ আমি কালৰ অধীন। সেইগুণে আমাৰ ধাৰণা হয়, ঘটনাবোৰ—কাৰণ; আৰু ঈশ্বৰে সেইবোৰ জনাটো কাৰ্য্য। কিন্তু ঈশ্বৰৰ তাত কাল এটা নাই, তেওঁৰ তাত সদায় বৰ্ত্তমান কাল। কাল-ভেদ নহ'লে কাৰ্য্য-কাৰণ সম্বন্ধও থাকিব নোৱাৰে। কোনটি কাৰ্য্য, কোনটি তাৰ কাৰণ, এই কথা আমি কাল-জ্ঞানৰ দ্বাৰা হে নিৰ্ণয় কৰোঁ। সেই বাবে আমি তৰ্ক কৰিব নোৱাৰোঁ যে জাগতিক ঘটনাবোৰ আগেয়ে ঘটিছে আৰু ঈশ্বৰে পিচত জানিছে। আমি এইদৰে হে ক'ব পাৰোঁ যে তেওঁৰ মনত যি আছে, সিয়েই প্ৰকাশ হৈছে, তাৰ ব্যতিক্ৰম হ'ব নোৱাৰে। কিন্তু ঈশ্বৰৰ দৰে জীৱ সম্যক দ্ৰষ্টা নহয়, জীৱই সকলো কথা একেলগে দেখিব নোৱাৰে; সেইগুণে, জীৱৰ বিষয়-জ্ঞানৰ পাৰম্পৰ্য্য হয়; আৰু এই পাৰম্পৰ্য্যই আমাৰ কাল-জ্ঞান (সাংখ্য-দৰ্শনৰ ৩৩ কাৰিকাৰ ব্যাখ্যা চাওক)।

প্ৰত্যেক জীৱই যি ভাবিছে, যি দেখিছে, ঈশ্বৰেও ঠিক সেইবোৰ সেই ৰকমেই জানিছে; কিন্তু ইয়াৰ বাহিৰেও তেওঁ সকলো জগৎ আৰু সকলো প্ৰাণীক একেলগেও দেখিছে। তেওঁ সমষ্টি আৰু ব্যষ্টি—উভয় ৰকমৰ দ্ৰষ্টা; জীৱ ব্যষ্টি দ্ৰষ্টা। সন্তদাস বাবাজীয়ে এই একে কথাকে তেওঁৰ বেদান্তদৰ্শনৰ পাতনিত আন ৰকমৰ যুক্তিৰে দেখুৱাইছে। এইবোৰ যুক্তিৰে তেওঁ দেখুৱাইছে যে জীৱ আৰু ঈশ্বৰৰ

দেখাত ভেদ আছে যদিও, মূলতঃ অভেদ। তেওঁ আৰু কৈছে যে ঈশ্বৰ সকলো কৰ্ম্মৰ নিয়ন্তা বুলি বিশ্বাস কৰাকে, ঈশ্বৰত কৰ্ম্মাৰ্পণ বা আত্মসমৰ্পণ (Self- surrender) বোলে।

সন্তদাস বাবাজীয়ে তেওঁৰ কথাটো এটা দৃষ্টান্ত দিও বুজাইছে ঃ—

"ব্ৰহ্ম এইরূপে জগন্নিয়মিত করিয়াও স্বয়ং অবিকৃত থাকেন। তাহার সম্বন্ধে এতৎ সমস্তই লীলামাত্র। শতপুরুষ একই গৃহে শয়ান থাকিয়া শত প্রকার স্বপ্ন দর্শন করে। এই স্বপ্নে কেহ ব্যাঘ্র ভয়ে ভীত হইয়া পলায়ন কৰে, কেহ অসহ্য ৰোগ-যাতনায় পতিত হইয়া পলায়ন করে, কেহ রাজমুকুট ধারণ করিয়া নানাবিধ ঐশ্বর্য্য ভোগ করে ; যদি অপর এক ব্যক্তি জাগরিত থাকিয়া স্বপ্ন-দ্ৰষ্টা পুরুষ সকলের স্বপ্নচেষ্টা দর্শন করিবার উপযুক্ত চক্ষু লাভ করে, তবে সেই সকল স্বপ্নদ্রষ্টা পুরুষের সুখ দুঃখাদি ভোগ দৃষ্টে যেমন সেই জাগরিত ব্যক্তি তাহাদের ন্যায় মোহ-প্রাপ্ত হয় না, পরমেশ্বৰ সম্বন্ধেও তদ্রূপ। অধিকন্তু, সেইসকল স্বপ্নদ্রষ্টা পুরুষ যদি সেই জাগরিত পুরুষেরই অংশ স্বরূপ হয়—তাহারই নানাপ্রকার প্রকটিত বিভূতি মাত্র হয়, তবে স্বপ্নদ্রষ্টার অসংখ্য পুরুষরূপে নানাবিধ কৰ্ম্ম ও কৰ্ম্ম-ফল ভোগ যেমন সেই জাগরিত পুরুষ সম্বন্ধে তাহার (নিজের) ক্রীড়া মাত্র বলিয়া যথার্থপক্ষে বর্ণনা করা যাইতে পারে, তদ্রূপ জগৎ ব্যাপারও ব্রহ্মরে লীলা মাত্র।"

এই আলোচনাত সন্তদাস বাবাজীয়ে কালৰ তত্ত্বৰ লগত কাৰ্য্য-কাৰণৰ তত্ত্বটি সুমুৱা বাবে কথাটো বুজিবলৈ অলপ টান হব পাৰে। কিন্তু কালৰ তত্ত্ব নুবুজিলেও আমি অতি সাধাৰণ যুক্তিৰেই বুজিব পাৰোঁ যে ঈশ্বৰ যদি সৰ্ব্বশক্তিমান হয়, তেন্তে জীবৰ স্বাধীন কৰ্তৃত্ব থাকিব নোৱাৰে। তেওঁৰ পৰা শক্তি নাহিলে, ক'তো কোনো কৰ্ম্ম হব নোৱাৰে, কোনো শক্তি বা ভাব ক'ৰো পৰা পৃথিবীলৈ আহিব নোৱাৰে। আধুনিক বিজ্ঞানৰ দৃষ্টিৰে চালেই কথাটো অতি পৰিষ্কাৰ হয়। মহাবৈজ্ঞানিক Einstein এ কৈছে —

"Nobody certainly will deny that the idea of the existence of an Omnipotent just and Omnibeneficent personal God is able to accord man solace, help and guidance; also by virtue of its simplicity it is accessible to the most undeveloped mind. But on the other hand, there are decisive weaknesses attached to this idea in itself, which have painfully been felt since the beginning of history. That is, if this Being is omnipotent, then every occurrence, including every human action every human thought, and every human feeling and aspiration, is also His work; how is it possible to think of holding men responsible for their deeds and thoughts before such an Almighty Being? In giving out punnishment and rewards, He would to a certain extent, be passing judgment with the goodness and righteousness ascribed to Him?

(Out of my later years ; P. 27)

ইয়াৰ সাৰ মৰ্ম্ম এই —

"এজন সৰ্ব্বশক্তিমান ঈশ্বৰৰ কল্পনা কৰিলে মানুহে নিশ্চয় শান্তি পায়—এই কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে।

কিন্তু যদি ঈশ্বৰ এনে সৰ্ব্বশক্তিমান হয় তেন্তে জগতৰ সকলো ঘটনা, মানুহৰ সকলো কৰ্ম্ম, সকলো চিন্তা, সকলো ভাব, সকলো অনুভূতি,—এই সকলোবোৰ আচলতে তেওঁৰহে কাৰ্য্য হব লাগিব। তেন্তে মানুহ নিজৰ কাৰ্য্যৰ বাবে কেনেকৈ দায়ী হব পাৰে ? তেন্তে ঈশ্বৰে মানুহক শাস্তি বা পুৰস্কাৰ দিওঁতে নিজৰ কামৰ বাবেহে লোকক শাস্তি বা পুৰস্কাৰ দিছে নে কি ?"

Einsteinৰ এই সন্দেহবোৰৰ উত্তৰ গীতাই আৰু বেদান্তই দিছে। এই পাতনিত সেইবোৰ বাহুল্যভাৱে আলোচনা কৰা সম্ভৱ নহয়। মোটামুটিকৈ আমি ইয়াত কব পাৰোঁ যে আমাৰ মতে প্ৰত্যেক জীৱই ব্ৰহ্ম। তেওঁ লীলা কৰিবলৈ নিজেই বহু জীৱ হৈছে আৰু নিজে নিজক ভোগ কৰিছে, (১৩শ অধ্যায় চাওক)। তেওঁ যদি জীৱক শাস্তি বা পুৰস্কাৰ দিছে, তেন্তে তেওঁ নিজেই নিজক দিছে। ইয়াত নিষ্ঠুৰতা বা পক্ষপাতৰ প্ৰশ্ন নুঠে।

দ্বিতীয়তঃ আমি কৈ আহিছোঁ যে এই সৃষ্টিৰ উদ্দেশ্যই হৈছে, জীৱৰ ভোগ আৰু ভোগৰ পৰা অপবৰ্গ। নৈসৰ্গিক নিয়মেৰে আৰু ক্ৰমোন্নতিৰ বিধান মতে প্ৰত্যেক প্ৰাণী সেই অপবৰ্গৰ ফালে হে অগ্ৰসৰ হৈছে। আমি ওপৰত বিজ্ঞানৰ কথাৰেই কৈ আহিছোঁ যে এই উদ্দেশ্যৰ ফালে হে প্ৰকৃতিৰ

ক্ৰিয়া হব পাৰে। বিপৰীত ফালে হব নোৱাৰে। প্ৰকৃতিয়ে সদায় আমাক অপবৰ্গৰ ফালে হে আগবঢ়াই নিব পাৰে। আমি যিমানেই পাপী হওঁ, আমাৰ শেষ গন্তব্য স্থান ঠিক আছে। আমি বুজিব নোৱাৰোঁ, কি বিচিত্ৰ কৌশলৰে প্ৰকৃতিয়ে স্বাভাৱিক নিয়মেৰে আৰু অসংখ্য জন্মান্তৰৰ মাজে আৰু অসংখ্য ৰকমৰ ভোগৰ মাজে, সকলো জীৱক সেই একে ঠাইলৈকে হে লৈ গৈছে। সাংখ্যই ৪২ কাৰিকাত ইয়াকে "প্ৰকৃতিৰ বিভূত্ব যোগ" বুলিছে। (সাংখ্য দৰ্শন চাওক)। সাংখ্যৰ এই কাৰিকাটি বুজিলেই আমি বুজিম যে ঈশ্বৰে বা স্বভাৱে আমাৰ হতুৱাই যন্ত্ৰই কৰা দৰে সকলো কাম কৰোৱাইছে হয়, কিন্তু তেওঁ সকলো জগতৰ মঙ্গলৰ বাবেহে কৰাইছে। আমাক যি কৰাইছে, সকলো আমাৰ ভাললৈ হে কৰাইছে। (গীতাৰ ৩য় অধ্যায় চাওক)

তৃতীয়তঃ আমি বুজিব লাগিব যে আমাৰ মতে সকলো জীৱই ব্ৰহ্ম আৰু সেইবাবে, আমাৰ অহং-জ্ঞানটো নিজেই এটা অ-যথাৰ্থ ভেদ-জ্ঞান মাত্ৰ। তলত ৭।১৫ শ্লোকৰ ভাঙনিত আমি এই কথাটো সামান্যভাৱে কৈছো। আৰু আগেয়েও বহুতবাৰ কৈছো (সাংখ্য-দৰ্শনৰ পাতনি বা বিজ্ঞানৰ সিপাৰে চাওক) অহং জ্ঞান—"মই আছো" এই ভেদজ্ঞানেই যদি অ-যথাৰ্থ জ্ঞান তেন্তে "মই কৰ্ত্তা"—বা "মই কৰিছো"—এই জ্ঞানো দেখাতে অ-যথাৰ্থ-জ্ঞান হবই লাগিব। সেই গুণে গীতাই কৈছে যে প্ৰকৃত আত্মজ্ঞান নহয় মানে মানুহে বুজিব নোৱাৰে যে তেওঁ অকৰ্ত্তা। (৩।৫ শ্লোক চাওক)। মানুহৰ এই অযথাৰ্থ জ্ঞান অতি আৱশ্যকীয় জ্ঞান। ই নহলে সংসাৰ নহয়। (৩।৫ শ্লোক আৰু ৭।১৫ শ্লোক চাওক) শ্ৰীশ্ৰীৰামকৃষ্ণ পৰমহংসদেৱে কৈছে —

"যতক্ষণ না ঈশ্বর দর্শন হয় ততক্ষণ আমি কর্তা—এই ভুল থাক্‌বে। আমি সৎকাজ করেছি, অসৎ কাজ করেছি—এই ভেদ বোধ থাক্‌বেই থাক্‌বে। এই ভেদ বোধ তাঁরই মায়া। তাঁর সংসার চালাবার জন্য তাঁর এই বন্দোবস্ত। যে তাঁকে লাভ করেছে, সেই এই মায়া পার হতে পারে।

ঈশ্বর সব করেছেন, তিনি যন্ত্রী আমি যন্ত্র—এই বিশ্বাস যদি কারু হয় সে তো জীবন্মুক্ত। তার আর ভয় নাই।"

এইবোৰ কথা—এই জগতৰ সকলো পুৰুষেই যে ব্ৰহ্ম; এই জগৎ যে এটা যন্ত্ৰ, য'ত সকলো জীৱ প্ৰকৃতিৰ গুণত মোহিত হৈ প্ৰকৃতিৰ বশত অৱশ হৈ পৰস্পৰৰ আৰু জগতৰ মঙ্গলৰ বাবে কৰ্ম্ম কৰিছে; জীৱ জগৎ প্ৰকৃতি—সকলো যে ব্ৰহ্ম;—এইবোৰ কথা গীতা পঢ়ি আহে মানে পাঠক সকলে বুজি আহিব। ইয়াত আমি এই দুৰ্বোধ কথাবোৰৰ সামান্য উল্লেখ কৰা মানে এই যে ইউৰোপীয় দৰ্শনে এইবোৰ কথা আৰু জন্মান্তৰৰ ৰহস্যটি বিশ্বাস নকৰে। নহলে, Einsteinৰ মনত ওপৰত কোৱা সন্দেহবোৰ উপস্থিত নহলহেঁতেন।

ঈশ্বৰ সৰ্ব্বশক্তিমান আৰু সৰ্ব্বজ্ঞ হলে যে জীৱৰ স্বাধীন কৰ্ত্তৃত্ব থাকিব নোৱাৰে—এই স্বপ্ৰকাশ সত্যটি বেদান্তয়ো বুজে, বিজ্ঞানেও বুজে। কিন্তু উভয়ৰ সিদ্ধান্ত বেলেগ ঃ—

বেদান্তই কয়, ঈশ্বৰ সৰ্ব্ববিৎ আৰু সৰ্ব্বশক্তিমান, সেইগুণে জীৱৰ স্বাধীন কৰ্ত্তৃত্ব নাই।

বিজ্ঞানে কব খোজে, যে জীৱৰ স্বাধীন কৰ্ত্তৃত্ব আছে; আৰু সেই বাবেই ঈশ্বৰৰ সৰ্ব্বকৰ্ত্তৃত্ব থাকিব নোৱাৰে !!!

## (১৩)

তেন্তে জীৱৰ উপায় কি? ওপৰত কোৱামতে হ'লে, জীৱক যেন হাতভৰি বান্ধি সংসাৰ-চক্ৰত পেলাই দিছে; জীৱৰ একো কৰ্ত্তৃত্ব নাই, একো শক্তি নাই। আমাৰ তেন্তে কি আশা? আমাৰ কি গতি হ'ব?

**যি প্ৰশ্নৰ উত্তৰ সাংখ্যই দিয়াই নাই, যি কথা বেদান্তই স্পষ্ট ভাৱে কোৱা নাই, সেই কথা, সেই আশ্বাসৰ বাণী, গীতাত আছে—এই বাবেই গীতাৰ ইমান আদৰ; এই বাবেই গীতাৰ শ্ৰেষ্ঠতা।**

গীতাই কৈছে যে আমাৰ হতাশ হবৰ একো কাৰণ নাই। ঈশ্বৰে আমাক যেন হাত-ভৰি বান্ধি সংসাৰ সমুদ্ৰত পেলাই দিছে হয়, কিন্তু করুণাময় তেওঁ, আমাক এৰি দিয়া নাই; তেওঁ আমাৰ লগে লগে আছে; প্ৰত্যেক জীৱৰ হৃদয়ত আছে; বাস্তৱিক তেৱেঁই আমি। তেওঁ সকলো জীৱৰ সুহৃদ; সকলোৰে পিতা-মাতা ধাতা বা পালনকৰ্ত্তা। তেওঁ জানে যে যেতিয়ালৈকে আমাৰ আত্মা সম্পৰ্কে জ্ঞান নহয়, যেতিয়ালৈকে আমি স্বভাৱৰ বা সংস্কাৰৰ অধীন, তেতিয়ালৈকে আমি কেতিয়াও বুজিব নোৱাৰোঁ যে আমাৰ স্বাধীন কৰ্ত্তৃত্ব নাই। (৩।৫ শ্লোকৰ ভাঙনি চাওক) আমাৰ স্বাধীন ইচ্ছা বা স্বাধীন কৰ্ত্তৃত্ব আছে বুলি ভাবিও আমি কেনেকৈ অতিশীঘ্ৰে অপবৰ্গ লাভ কৰিব পাৰোঁ, তাৰ বিধানো তেওঁ কৰিছে। সেই বিধান গীতাত আছে।

গীতাই আৰু কৈছে, যে আমাৰ স্বাধীন কৰ্ত্তৃত্ব যে একেবাৰে নাই, এনে নহয়; অপৰা প্ৰকৃতিৰ বা সংস্কাৰৰ ভাৱৰ বন্ধনৰ পৰা মুক্ত নহওঁ মানেহে আমাৰ স্বাধীন কৰ্ত্তৃত্ব নাই। এই অপৰা প্ৰকৃতিৰ বন্ধনৰ পৰা মুক্ত হ'লেই অৰ্থাৎ

আত্মাৰ স্বৰূপৰ বিষয় যথাৰ্থ জ্ঞান বা আত্মজ্ঞান হ'লেই, আমি স্বাধীন আমি ঈশ্বৰ, বা আমি মুক্তপুৰুষ।

এই অপৰা প্ৰকৃতিৰ বন্ধনৰপৰা আমি দুটা উপায়েৰে মুক্ত হ'ব পাৰোঁ। প্ৰথমতে জ্ঞান-যোগৰ দ্বাৰা সংস্কাৰ বা 'চিত্তবৃত্তি' নিৰোধ কৰিব পাৰোঁ (যোগশ্চিত্তবৃত্তি নিৰোধঃ— পাতঞ্জল ১।২)। চিত্তবৃত্তি নিৰোধ হলে অৰ্থাৎ সংস্কাৰবদ্ধ জাগতিক ভাৱ ধ্বংস হ'লে যোগীয়ে পুৰুষ প্ৰকৃতিৰ প্ৰভেদ বুজে। অৰ্থাৎ ভাব আৰু চিৎ শক্তিৰ প্ৰভেদ বুজে। এই প্ৰভেদ উপলব্ধি কৰাকে সকলো শাস্ত্ৰই আত্ম-জ্ঞান বোলে। এই আত্ম-জ্ঞান লাভ হলেই মানুহে তৎক্ষণাৎ বুজিব যে এই জগতৰ সকলো ঘটনা ঈশ্বৰৰ ইচ্ছাত ঘটিছে। কোনো জীৱৰ ইচ্ছাকৃত কৰ্ম্ম নাই; এইদৰে বুজিলে আমাৰ কাৰো ওপৰত খং কৰিবলৈ নাই, কোনো কথাত উদ্বিগ্ন হ'বলৈ নাই। বলিয়া মানুহ এটাই আমাক বেয়া কথা ক'লে আমাৰ খং নুঠে, বৰং পুতৌ হয়; সৰু নজনা লৰা এটাই আমাক মাৰিলে আমি হাহোঁ হে। সেইদৰেই আমি যেতিয়া উপলব্ধি কৰিম যে ইচ্ছাকৃত কৰ্ম্ম কাৰো নাই, তেতিয়া ৰাগ, দ্বেষ, উদ্বেগ আদি চিত্ত-বৃত্তি একেবাৰে নিৰোধ হয়; এনে আনন্দময় অৱস্থা মানুহে লাভ কৰিব পাৰে। এনে যোগীক গীতাই "স্থিত-প্ৰজ্ঞ" যোগী বুলিছে।

গীতা কিন্তু স্থিতপ্ৰজ্ঞৰ নিমিত্তে লিখা গ্ৰন্থ নহয়। স্থিতপ্ৰজ্ঞক জ্ঞানৰ বা কৰ্ম্মৰ উপদেশ দিব নেলাগে। তেওঁলোকৰ নিমিত্তে বিধিনিষেধ একো নাই। (বেদান্ত-দৰ্শন চাওক)। গীতাই কয়ঃ—

নৈৱ তস্য কৃতেনাৰ্থো নাকৃতেনেহ কশ্চন।
ন চাস্য সৰ্ব্বভূতেষু কশ্চিদৰ্থব্যপাশ্ৰয়ঃ ॥ ৩।১৮

জ্ঞানী অজ্ঞানী সকলোৰে নিমিত্তে, জাতি ধৰ্ম্ম নিৰ্ব্বিশেষে সকলো সম্প্ৰদায়ৰ নিমিত্তে, পৃথিৱীৰ সকলো দেশৰ নিমিত্তে, সকলো সময়ৰ নিমিত্তে—গীতাৰ উপদেশ।

( ১৪ )

গীতাই মুক্তকণ্ঠে কৈছে, যে এই স্থিতপ্ৰজ্ঞ অৱস্থা সকলোৰে প্ৰাপ্য। নিজক কৰ্ত্তা বুলি ভাবিও অনাসক্ত ভাবে নিজ নিজ কৰ্ত্তব্য কৰ্ম্ম কৰিও মানুহে এই অৱস্থা লাভ কৰিব পাৰে। একে অৱস্থাকে মানুহে দুই উপায়েৰে পাব পাৰে।

যৎ সাংখ্যৈঃ প্ৰাপ্যতে স্থানং তদ্যোগৈৰপি গম্যতে।
একং সাংখ্যঞ্চ যোগঞ্চ যঃ পশ্যতি স পশ্যতি ॥
৫।৫

স্থিতপ্ৰজ্ঞ অৱস্থাক নিস্ত্ৰৈগুণ্য বা গুণাতীত অৱস্থাও বোলে। যথা —

স্থিতপ্ৰজ্ঞ বুলি পূৰ্ব্বে কহিলা যাহাক
যাৰ সৰ্ব্বস্থানে হোৱে প্ৰজ্ঞা প্ৰতিষ্ঠিত
তাকে স্থিতপ্ৰজ্ঞ বোলে সেহি গুণাতীত ॥
(গোবিন্দ মিশ্ৰ)

( ১৫ )

যোগশাস্ত্ৰত আছে —

"পুৰুষ বিশুদ্ধ জ্ঞ-স্বৰূপ, কিন্তু বুদ্ধি সুখ-দুখ-যুক্ত ক্ৰিয়াশীল দৃশ্য পদাৰ্থ, এয়ে পুৰুষ আৰু বুদ্ধিৰ প্ৰভেদ। অজ্ঞ মানুহে এই প্ৰভেদ সহজে নেদেখে। কিন্তু শ্ৰৱণ, মনন আদিৰ দ্বাৰা প্ৰথমতে সামান্য ভাবে বুজি লৈ পিচত সমাধি দ্বাৰা সাক্ষাৎ লাভ কৰি কৈৱল্য পদ পায়" (সাংখ্যদৰ্শন)

গীতাই এতিয়া সেই ভাবেই কথাটো কৈছে। গীতাই কৈছে, যে আমি প্ৰকৃততে উপলব্ধি কৰিব নোৱাৰিলেও, যদি লোকৰ কথা শুনিও বিশ্বাস কৰিব পাৰোঁ যে ঈশ্বৰে (বা ঈশ্বৰৰ শক্তি প্ৰকৃতিয়ে বা প্ৰকৃতিৰ নিৰ্ম্মাণ, সংস্কাৰে) আমাক সকলো কাম কৰায়, তেন্তে হ'লেও আমাৰ সকলো হয়।

অন্যে ত্বেৱমজানন্তঃ শ্ৰুত্বান্যেভ্য উপাসতে।
তেঽপি চাতিতৰন্ত্যেৱ মৃত্যুং শ্ৰুতিপৰায়ণাঃ ॥
১৩।২৫

(১৩শ অধ্যায়ৰ ২৫—২৬ শ্লোকৰ ভাঙনি চাওক)

যি কৰোঁ, যি ভাবোঁ, যি খাওঁ সকলো যদি ঈশ্বৰক অৰ্পণ কৰোঁ, অৰ্থাৎ ঈশ্বৰে কৰাইছে, ঈশ্বৰে ভবুৱাইছে, ঈশ্বৰে খুৱাইছে বুলি বিশ্বাস কৰোঁ, তেন্তে কৰ্ম্মত আমি আসক্ত হ'ব নোৱাৰোঁ আৰু কৰ্ম্মফলত আমাৰ স্পৃহাও নাথাকে; ইয়াকে গীতাই "কৰ্ম্মফল—ত্যাগ" বুলিছে, এয়ে গীতোক্ত কৰ্ম্মযোগৰ প্ৰথম সোপান।

এনে বিশ্বাসেৰে অৰ্থাৎ ঈশ্বৰ হে যে সকলো কৰ্ম্মৰ নিয়ন্তা—এই বিশ্বাসেৰে কৰ্তৃত্ব বুদ্ধিহীন হৈ অনাসক্ত ভাবে কৰ্ত্তব্য কৰ্ম্ম কৰি থাকিলে, লাহে লাহে মানুহৰ ৰাগ, দ্বেষ আদি সংস্কাৰবদ্ধ ভাববোৰ নিৰোধ হয়, চিত্তশুদ্ধি হয়। অৰ্থাৎ বুদ্ধিস্থ সংস্কাৰৰ উৎকৰ্ষ সাধন হয় আৰু শেহত সকলো ভাবৰ মূল (অপৰা) প্ৰকৃতিৰ বন্ধনৰ পৰা একেবাৰে মুক্ত হ'লে "গুণাতীত" হয়—অৰ্থাৎ গুণ (বা প্ৰকৃতিৰ ক্ৰিয়াৰ) অতীত হয়। বা "আত্মজ্ঞান" লাভ কৰে। এয়ে গীতোক্ত কৰ্ম্মযোগৰ ২য় অৱস্থা।

ইয়াত মন কৰিব লগীয়া কথা এই যে এই বিশ্বাসো ঈশ্বৰে নিদিলে মানুহৰ হ'ব নোৱাৰে। সেইবাবেই ইংৰাজীত কয়ঃ— "He who chooses God, has been chosen by God"

উপনিষদেও কয়—

"এব হি এব সাধুকৰ্ম্ম কাৰয়তি তং যম এভ্যঃ লোকেভ্যঃ উন্নিনীয়তে। এষহি এব অসাধু কৰ্ম্ম কাৰয়তি তং যমএভ্যঃ লোকেভ্যঃ অধোনিনীয়তে।" আত্মাৰ স্বৰূপৰ সামান্য জ্ঞান নহলে এনে বিশ্বাস হব নোৱাৰে। (৩৷৫ শ্লোকৰ ভাঙনি চাওক)।

( ১৬ )

গীতাই আৰু কৈছে, যে এই গুণাতীত অৱস্থাটো অহংজ্ঞানৰ ক্ৰমোন্নতিৰ এটা স্তৰ মাত্ৰ ; কিন্তু এয়ে শেষ স্তৰ নহয়। কৰ্ত্তৃত্ববুদ্ধিহীন নিষ্কাম কৰ্ম্ম অভ্যাস কৰি মানুহে লাহে লাহে বুজি আহে যে ঈশ্বৰে বা তেওঁৰ শক্তি প্ৰকৃতিয়ে বা স্বভাৱে সকলো জীৱক, মাকে কেচুৱা লৰাক চামুচেৰে খুউৱাব দৰে খুউৱাইছে, প্ৰতিপাল কৰিছে, ডাঙৰ দীঘল কৰিছে আৰু ক্ৰমোন্নতিৰ বাটে লৈ গৈছে।

আমাৰ ঘৰত কিবা এটা বিপদ হ'লে লৰাছোৱালীয়ে বুজে কিন্তু সিঁহত ডাঙৰ মানুহৰদৰে বিচলিত নহয়। সিঁহতে ভাবে যে মাক বাপেকে কিবা এটা দিহা নিশ্চয় কৰিব। মাক বাপেকৰ ওপৰত নিৰ্ভৰ কৰি সিঁহতে ধেমালি কৰি ফুৰে। কৰ্ত্তৃত্ববুদ্ধিহীন সাধকেও ঠিক সেইদৰেই ঈশ্বৰৰ ওপৰত নিৰ্ভৰ কৰি কোনো কথাতেই বিচলিত নহয়, কোনো কৰ্ম্মত আসক্ত নহয়, কোনো ফল আকাঙ্ক্ষা নকৰে। এনে শান্তিময় অৱস্থাত থাকি সুস্থিৰ ভাৱে ঈশ্বৰ-চিন্তা কৰি তেওঁবিলাক ক্ৰমোন্নতিৰ বাটত আগবাঢ়ি যায় ; লাহে লাহে ৰাগ-দ্বেষ সকলো বুদ্ধিস্থ ভাব ক্ষীণ হৈ আহিব ধৰে।

সাগৰত ধুমুহা মাৰিলে জাহাজ নিজৰ বাটে যাব নোৱাৰে। ঢৌ বা বতাহে যেনি নিয়ে সেইপিনে হে যাব পাৰে। আমিও সেইদৰেই ৰাগ-দ্বেষ আদি ভাব সংস্কাৰত বলবান হৈ থাকে মানে সেই সেই ভাবৰ বশবৰ্ত্তী হৈ হে কাম কৰিব পাৰোঁ। খং উঠিলেই আমি বলিয়া হওঁ, বদ্ধমূল সংস্কাৰে আমাক কাম কৰায়। কিন্তু ধুমুহা মাৰ গ'লেই জাহাজ গন্তব্য পথে যাব পাৰে। আমিও সেইদৰেই সংস্কাৰস্থ কাম ক্ৰোধ আদি বৃত্তিবোৰ নিৰোধ হলে হে আচল বাটে যাব পাৰিম।

গীতাই কৈছে ঃ—

ৰাগদ্বেষ বিমুক্তৈস্তু বিষয়ানিন্দ্ৰিয়ৈশ্চৰন্।
আত্মবশ্যৈৰ্বিধেয়াত্মা প্ৰসাদমধিগচ্ছতি ॥ ২৷৬৪

এনে জীৱৰ যে অকল স্বাধীন কৰ্ত্তৃত্বহে আছে, এনে নহয়। তেওঁবিলাক সত্য-কাম, অষ্টৈশ্বৰ্য্য সম্পন্ন, শক্তিমান মুক্ত পুৰুষ, যাৰ কথা ব্ৰহ্মসূত্ৰৰ ৪ৰ্থ অধ্যায়ত বা পাতঞ্জলৰ বিভূতিপাদত কোৱা আছে। কিন্তু তেওঁবিলাকৰ স্বাধীন ইচ্ছা ঈশ্বৰৰ ইচ্ছাৰে সৈতে একে। তেওঁবিলাক ঈশ্বৰৰ দৰেই "সৰ্ব্বভূতহিতে ৰতাঃ।" (১৮৷৬৩ শ্লোকৰ ভাঙনি চাওক)

( ১৭ )

এতিয়াও ক্ৰমোন্নতিৰ শেষ হোৱা নাই। গুণাতীত বা স্থিতপ্ৰজ্ঞ অৱস্থাৰ পাছত, জ্ঞান-যোগীৰ বা কৰ্ম্ম-যোগীৰ—উভয়ৰে মনত পৰাভক্তিৰ উদয় হয়। অৰ্থাৎ তেওঁবিলাকে পৰব্ৰহ্মৰ অসীম মহত্বৰ ধাৰণা কৰিব পাৰে, যি মহত্বৰ ধাৰণা আমাৰ সসীম মনে কৰিব নোৱাৰে। মহত্বৰ ধাৰণা কৰিব পাৰিলেহে আচল ভক্তিৰ উদয় হ'ব পাৰে। এই পৰাভক্তিৰ পৰাহে ব্ৰহ্ম নিৰ্ব্বাণ, যথা ঃ—

ভক্ত্যা মামভিজানাতি যাবান্ যশ্চাস্মিতত্ত্বতঃ।
ততো মাং তত্ত্বতো জ্ঞাত্বা বিশতে তদনন্তৰম ॥
১৮৷৫৫

ভক্ত্যাত্বনন্যয়া শক্যো হ্যহমেবংবিধোঽৰ্জ্জুন।
জ্ঞাতুং দ্ৰষ্টুং চ তত্ত্বেন প্ৰবেষ্টুঞ্চ পৰন্তপ ॥ ১১৷৫৪

এই পৰাভক্তি আৰু জ্ঞানৰ একো প্ৰভেদ নাই। জ্ঞান যোগী আৰু কৰ্ম্ম যোগী, উভয়ৰ প্ৰাপ্য বস্তু, এই পৰাভক্তি। এই খিনিতে জ্ঞান আৰু কৰ্ম্ম আহি লগ লাগিছে। "সৰ্ব্বং কৰ্ম্মাখিলং পাৰ্থ জ্ঞানে পৰিসমাপ্যতে।" ৪৷৩৩। শঙ্কৰাচাৰ্য্যৰ ভাষ্যত (১১৷৫৪ শ্লোক) আছে যে এই পৰাভক্তিয়েই জ্ঞান। শ্ৰীৰামকৃষ্ণ পৰমহংসে ভক্তি আৰু জ্ঞানৰ কথা এইদৰে কৈছে ঃ—

"জ্ঞান আর ভক্তি একই জিনিষ, একটা হচ্ছে জল, আর অন্যটি হচ্ছে জলের খানিকটা চাপ।"

এয়ে ক্ৰমোন্নতিৰ শেষ অৱস্থা। ষষ্ঠ অধ্যায়ৰ "ধ্যান-যোগ" গীতোক্ত কৰ্ম্মযোগৰ তৃতীয় বা শেষ অৱস্থা।

( ১৮ )

ওপৰত কোৱা হল যে ঈশ্বৰ সকলো কৰ্ম্মৰ নিয়ন্তা ; আৰু বিশ্বাস কৰিব পাৰিলেই আমাৰ সকলো কৰ্ম্মই নিষ্কাম হ'ব

কৰ্ম্মফলত আমাৰ স্পৃহা নেথাকিব, কোনো কথাতে আমি বিচলিত নহ'ম ইত্যাদি। এয়ে আচল নিষ্কাম কৰ্ম্মযোগ।

কিন্তু এনে দুৰ্ভগীয়া মানুহো আছে (বাস্তৱিক প্ৰায় সকলো মানুহেই তেনে) যি কেতিয়াও বিশ্বাস কৰিব নোৱাৰে যে আমাৰ স্বাধীন কৰ্ত্তৃত্ব নাই; যি কেতিয়াও বুজিব নোৱাৰে যে শক্তিৰ পৰা ভাব হয় আৰু সেই ভাবেই আমাক কাম কৰায়, যি কেতিয়াও ধাৰণা কৰিব নোৱাৰে যে এই শক্তিও আকৌ ঈশ্বৰৰ ইচ্ছা হে।

এনেবোৰ মানুহৰ তেন্তে একো আশা নাই নে কি? যদি নাই তেন্তে গীতা কাৰ নিমিত্তে লিখা হ'ল?

গীতাই কৈছে, যে সকলোৰে আশা আছে। ঈশ্বৰৰ মানত সকলো সমান। তেওঁৰ ওপৰত বিশ্বাস ৰাখি সদায় তেওঁৰ ভজনা কৰি থাকিলে, তেওঁ এনে বুদ্ধি মানুহক দিব, যাৰ দ্বাৰা মানুহৰ শ্ৰেয়ঃসিদ্ধি আপোনা-আপুনি হৈ যাব; আচল আত্মজ্ঞান লাহে লাহে ভিতৰৰ পৰা ওলাই আহিব।

তেষাং সততযুক্তানাং ভজতাং প্ৰীতিপূৰ্ব্বকম্।
দদামি বুদ্ধিযোগং তং যেন মামুপযান্তি তে॥
তেষামেবানুকম্পাৰ্থমহমজ্ঞানজং তমঃ।
নাশয়াম্যাত্মভাৱস্থো জ্ঞানদীপেন ভাস্বতা॥

১০।১০।১১

( ১৯ )

কিন্তু আমি সংসাৰী মানুহ। সদায় এইদৰে কেনেকৈ কেৱল ঈশ্বৰৰ আৰাধনাকে কৰি থাকিব পাৰোঁ? আমাক তেৱেঁই নানা ৰকম আসক্তি আৰু নানা ৰকমৰ কৰ্ত্তব্য দিছে। এই সকলোবোৰ এৰি দিম কেনেকৈ? দিব নোৱাৰিলে আমাৰ একো আশা নাইনে কি?

গীতাই কৈছে, এনে কথা হব নোৱাৰে। আমি সংসাৰৰ কাম কৰিবই লাগিব; কিন্তু তাকে এনে কৌশলেৰে কৰিব পাৰোঁ যে কামৰ লগে লগে আমাৰ চিত্ত লাহে লাহে নিৰ্ম্মল হৈ আহিব; অপৰাপ্ৰকৃতিৰ বন্ধনৰ পৰা লাহে লাহে মুক্ত হৈ আহিম; ৰাগ-দ্বেষ আদি ভাব ক্ষীণ হৈ আহিব; আৰু শেহত আমি ওপৰত কোৱা গুণাতীত অৱস্থা লাভ কৰিব পাৰিম। কেনেকৈ এইদৰে কৰিব পাৰোঁ, সেই কথা গীতাই অতি সহজ যুক্তিৰে বুজাইছে। যেনে —

( ২০ )

বেদান্ত মতে জ্ঞান দুই ৰকমৰ, যথা:—

(১) পৰোক্ষ জ্ঞান (Symbolic knowledge বা Physical Experience) এইবোৰ আচলতে সংস্কাৰহে ভাব হে।

(২) অপৰোক্ষ জ্ঞান (Intimate Knowledge বা Intuition) যেনে আমাৰ নিজৰ অস্তিত্বৰ জ্ঞান বা অখণ্ড-কাল-জ্ঞান।

প্ৰথমবিধ জ্ঞান আমি বহিৰ্জ্জগতৰপৰা ইন্দ্ৰিয়যোগে পাওঁ, দ্বিতীয় বিধ জ্ঞান ভিতৰৰপৰা এনেয়ে ওলাই আহে। বহিৰ্জ্জগতৰ লগত ইয়াৰ একো সম্পৰ্ক নাই। গীতাত জ্ঞান মানে প্ৰথম বিধ জ্ঞান অৰ্থাৎ পৰোক্ষ জ্ঞান মাত্ৰ। দ্বিতীয় বিধ জ্ঞানক গীতাই "বিজ্ঞান" বোলে।

পৰোক্ষজ্ঞান সংস্কাৰহে জাগতিক ভাব মাত্ৰ; সাংখ্যৰ কথাৰে এইবোৰ বুদ্ধিৰ ৰূপ—ধৰ্ম্ম, অধৰ্ম্ম, জ্ঞান, অজ্ঞান, ঐশ্বৰ্য্য, অনৈশ্বৰ্য্য, বৈৰাগ্য আৰু অবৈৰাগ্য—এই আঠবিধ ভাবৰ সংমিশ্ৰণত হোৱা বুদ্ধিৰ সংস্কাৰ (সাংখ্য-দৰ্শন ৭৭—৭৯)।*

প্ৰত্যেক জীৱৰ বেলেগ সংস্কাৰ। গীতাই এতিয়া কৈছে, যে সংস্কাৰহে কিছুমান ভাব (বা প্ৰবৃত্তি)—জ্ঞান, আৰু বাকীবোৰ অজ্ঞান, যথা: —

অমানিত্বমদম্ভিত্বমহিংসা ক্ষান্তিৰাৰ্জৱম্
আচাৰ্য্যোপাসনং শৌচং স্থৈৰ্য্যমাত্মবিনিগ্ৰহঃ॥
ইন্দ্ৰিয়াৰ্থেষু বৈৰাগ্যমনহঙ্কাৰ এৱ চ
জন্মমৃত্যুজৰাব্যাধিদুঃখদোষানুদৰ্শনম্॥
অসক্তিৰনভিষ্বঙ্গঃ পুত্ৰদাৰগৃহাদিষু।
নিত্যং চ সমচিত্তত্বমিষ্টানিষ্টোপপত্তিষু॥
ময়ি চানন্যযোগেন ভক্তিৰব্যভিচাৰিণী।
বিবিক্তদেশসেৱিত্বমৰতিৰ্জনসংসদি॥
অধ্যাত্মজ্ঞাননিত্যত্বং তত্ত্বজ্ঞানাৰ্থদৰ্শনম্।
এতজ্জ্ঞানমিতি প্ৰোক্তমজ্ঞানং যদতোঽন্যথা॥

১৩।৮—১২

* সাংখ্য-দৰ্শনত যাক বুদ্ধিৰ ৰূপ বা সংস্কাৰ বুলিছে বেদান্তই আৰু পুৰাণে তাকে "কৰ্ম্মসংস্কাৰ" বোলে। যেনে:—

কৰ্ম্মৰ সংস্কাৰে আন দেহ লয়ে
পূৰ্ব্ব দেহ কৰি ত্যাগ।
শুকে বোলে তাৰ পূৰ্ব্ব কৰ্ম্মৰ সংস্কাৰে।
আপোনা স্বভাৱে থাকি কৰ্ম্ম কৰে নৰে॥
ইত্যাদি।

কথা একে, কাৰণ, জ্ঞানৰ পৰাহে মানুহে কৰ্ম্ম কৰে। কৰ্ম্ম বুলিলে জ্ঞানো বুজিব লাগে। কৰ্ম্ম জ্ঞানৰ অন্তৰ্গত।

এই প্ৰথম শ্ৰেণীৰ ৰাজসিক ভাববোৰে (যাক অজ্ঞান বোলা হৈছে) দ্বিতীয় শ্ৰেণীৰ সাত্ত্বিক ভাববোৰক (যাক জ্ঞান বোলা হৈছে) ঢাকি ৰাখে আৰু সেইবোৰেই জীৱক কাম কৰায়, আৰু সেইবাবেই জীৱৰ মোহ হয়।

**"অজ্ঞানেনাবৃতং জ্ঞানং তেন মুহ্যন্তি জন্তবঃ।" ৫।১৫**

তেন্তে, যদি কোনো উপায়েৰে এই ৰাজসিক (ক্ৰিয়াশীল) ভাববোৰ ক্ষীণ হৈ আহে তেন্তে জীৱৰ আপোনা-আপুনি সাত্ত্বিক ভাববোৰ কাৰ্য্যকৰী হ'ব, মূল সত্যটি লাহে লাহে বুজি আহিব।

এই ৰাজসিক ভাববোৰ বিশ্লেষণ কৰি গীতাই পালে যে ইইঁতৰ মূলত মুঠেই ৩টা ভাব—কাম (desire বা ভোগেচ্ছা), ক্ৰোধ আৰু লোভ। এই ৩টাৰ পৰা মুক্ত হ'লেই জীৱৰ শ্ৰেয়ঃ সাধন হয়। যথা ঃ—

**ত্ৰিবিধং নৰকস্যেদং দ্বাৰং নাশনমাত্মনঃ।**
**কামঃ ক্ৰোধস্তথালোভস্তস্মাদেতত্ত্ৰয়ং ত্যজেৎ॥**
**এতৈৰ্বিমুক্তঃ কৌন্তেয় তমোদ্বাৰৈস্ত্ৰিভিৰ্নৰঃ।**
**আচৰত্যাত্মনঃ শ্ৰেয়স্ততো যাতিপৰাংগতিম্॥**
**১৬।২১—২২**

গীতাই আৰু পালে যে এই ৩টা ভাবৰ ভিতৰত, আমাৰ প্ৰধান শত্ৰু হৈছে কাম (desire) হে। ইয়াৰপৰাই বাকী দুটাৰ উৎপত্তি হয় ঃ—

**কাম এব ক্ৰোধ এব ৰজোগুণ সমুদ্ভবঃ। ৩।৩৭**
**জহি শত্ৰুং মহাবাহো কামৰূপং দুৰাসদম্। ৩।৪৩**

এই "কামেই" আমাৰ সকলো সাত্ত্বিক প্ৰবৃত্তি বা ভাব (অৰ্থাৎ জ্ঞান) ঢাকি ৰাখে ঃ—

**ধূমেনাব্ৰিয়তে বহ্নিৰ্যথাদৰ্শো মলেন চ। ৩।৩৮**
**আবৃতং জ্ঞানমেতেন জ্ঞানিনো নিত্যবৈৰিণা।**
**কামৰূপেণ কৌন্তেয় দুষ্পূৰেণানলেন চ॥ ৩।৩৯**

সেইগুণে গীতাই কৈছে যে আমাৰ প্ৰথম কৰ্ত্তব্য, কামনাবোৰ কমাই আনিবলৈ চেষ্টা কৰা; একেবাৰে যদি নিষ্কাম হ'ব পাৰোঁ তেন্তে হ'লে তো কথাই নাই। তেতিয়া আমি গুণাতীতেই হ'ম। কিন্তু এইদৰে সংকল্পমাত্ৰ মানুহ নিষ্কাম হ'ব নোৱাৰে; দীৰ্ঘ কাল অভ্যাস লাগে। ঈশ্বৰৰ অনুগ্ৰহ লাগে।

কামনা ধ্বংস কৰাই মুক্তিৰ উপায় বুলি সকলো ভাৰতীয় দৰ্শনে স্বীকাৰ কৰে। বৌদ্ধ দৰ্শনত কয় যে বাসনা ক্ষয় হলেই নিৰ্বাণ মুক্তি। গীতায়ো তাকে কয়। কিন্তু সকলো দৰ্শনে ভাবে যে আমি ইচ্ছা কৰিলেই বাসনা ক্ষয় কৰিব পাৰোঁ। গীতাই সেইদৰে নকয়। গীতাই কয় যে (১৮।১৪ ভাগুনি চাওক) আমি কৰোঁ বুলি একো কৰিব নোৱাৰোঁ। সৰ্ব্বদা ঈশ্বৰ চিন্তা কৰিলেহে বাসনা আপোনা-আপুনি ক্ষয় হয়। ঈশ্বৰ হে কৰ্ম্ম ফল দাতা—এই কথাটো বিশ্বাস কৰিলে সদায় আমাৰ ঈশ্বৰলৈ মনত পৰিবই। বাসনা ক্ষয় হবই। সেইগুণে আমি (মন্দ অধিকাৰীয়ে) প্ৰথম কথা মনত ৰাখিব লাগে যে আমাৰ কাম কৰিবৰ হে শক্তি আছে বা অধিকাৰ আছে। কিন্তু সেই কামৰ ফল আমাৰ ইচ্ছাধীন নহয়, ফলদাতা ঈশ্বৰ। অতি যত্নেৰে কৰা কামৰো বিপৰীত ফল হোৱা সকলো মানুহে সদায় দেখিছে। আমি সদায় মনত ৰাখিব লাগে (অকল শুনি মনত ৰাখিলেই নহয়, বিশ্বাস কৰিব লাগে) যে ঃ—

**কৰ্ম্মণ্যেবাধিকাৰস্তে মা ফলেষু কদাচন। ২।৪৭**

এইটো মনত ৰাখিলে লাহে লাহে আমাৰ সকলো কৰ্ম্মৰ ফলাকাঙ্ক্ষা ক্ষীণ হৈ আহিব। চিত্ত ঈশ্বৰাভিমুখী হ'ব। ঈশ্বৰত দৃঢ়া ভক্তি হ'ব।*

(২য় অধ্যায়ৰ শেহত চাওক) দ্বিতীয়তঃ আমি জানিব লাগে যে ওপৰৰ অমানিত্ব, ক্ষমা, অহিংসা আদি সাত্ত্বিক ভাববোৰৰ বিষয় (যিবোৰক "জ্ঞান" বুলিছে) সদায় চিন্তা কৰিলে কাম ক্ৰোধ আদি ভাববোৰ ক্ৰমে দুৰ্ব্বল হৈ আহিব। তেতিয়া আমি আচল সত্যটি বুজি আহিম। যথা ঃ—

**জ্ঞানেন তু তদজ্ঞানং যেষাং নাশিতমাত্মনঃ।**
**তেষামাদিত্যবজ্জ্ঞানং প্ৰকাশয়তি তৎপৰম্॥ ৫।১৬**

সৰ্ব্বশেহত গীতাৰ উপদেশ এই যে আমাৰ অহং জ্ঞানক আশ্ৰয় কৰিয়েই ভাল, বেয়া সকলো ভাব উৎপন্ন হয়। ওপৰত কোৱা হৈছে যে ইয়াৰ পৰাই একৰকম স্বাৰ্থপৰ "ভাল পোৱাৰ" উৎপত্তি। সেয়ে বহল হৈ নীতি জ্ঞান উৎপন্ন হয়। সৰ্ব্বত্ৰ ঈশ্বৰ চিন্তাৰ দ্বাৰা আমি এই স্বাৰ্থপৰ ভালপোৱা বহলাই নিব পাৰোঁ (বহল হৈ অহাই ইয়াৰ স্বভাৱ—এয়ে বিবৰ্ত্তন)— যেনে, প্ৰথমতে নিজকহে ভাল পাইছিলোঁ;

---

*আমাৰ নিচিনা নিতান্ত মন্দাধিকাৰীৰ প্ৰতি গীতাৰ এই উপদেশ। এয়ে সাধন ভক্তি যোগৰ প্ৰথম সোপান। শ্ৰীঅৰবিন্দই কৈছে ঃ—

"Then the presence of the Purushottoma grows upon the natural man till he is filled with it; all life will become a constant remembering of God and perfection too, will grow and also the unity of the whole existence of the human soul with the Supreme Existence.

লাহে লাহে স্ত্ৰীপুত্ৰ আদিক ভাল পোৱা হলোঁ, তাৰ পাছত নিজৰ কুটুম্ববৰ্গ, তাৰ পাছত নিজৰ গাঁও, নিজৰ দেশ, (ওপৰত এই বিষয় কোৱা হৈছে) এইদৰে বহলাই নি যেতিয়া গোটেই জগতক আপোন বুলি ভাবিব পাৰিম তেতিয়া জ্ঞানৰ উদয় হব, তেতিয়া বুজিম যে সকলো প্ৰাণীয়েই ঈশ্বৰত আছে, সকলো প্ৰাণীতে ঈশ্বৰ আছে (৪।৩৫ শ্লোকৰ ভাঙনি বা ১৩শ অধ্যায় চাওক) তেতিয়া সকলো কৰ্ম্ম এনেয়ে নিষ্কাম (desireless) আৰু নিঃস্বাৰ্থপৰ (selfless) হ'ব। তেতিয়া সকলোকে সমান দেখিম। সৰ্ব্বত্ৰ ঈশ্বৰ চিন্তা কৰিলে হে এনে সম-বুদ্ধি হব পাৰে।

( ২১ )

এতিয়া আমি হয়তো একৰকমে বুজিলোঁ যে গীতাৰ উপদেশখিনিত যুক্তি আছে, শুনিবলৈ ভাল, কৰিবলৈকো দেখাত যেন সহজ। কিন্তু আমাৰ নিচিনা সংসাৰী মানুহৰ পক্ষে এইদৰে কৰা সম্ভৱ নে ? এইটি সহজ কথা নে ?

গীতাই আমাৰ প্ৰশ্নৰ উত্তৰত কৈছে ঃ—"সহজ নহ'ব পাৰে, কিন্তু এবাৰ চেষ্টা কৰি চোৱাঁ, তোমাৰ উদ্দেশ্য—শান্তি লাভ, শান্তি লাভ হয় নে নহয় চোৱাঁ, আৰু কৃতকাৰ্য্য হ'ব নোৱাৰিলেও তোমাৰ একো ক্ষতি নহয়।"

নেহাভিক্ৰমনাশোঽস্তি প্ৰত্যবায়ো ন বিদ্যতে।
স্বল্পমপ্যস্য ধৰ্ম্মস্য ত্ৰায়তে মহতো ভয়াৎ ॥ ২।৪০

শেহত গীতাই আৰু কলে যে ঈশ্বৰত ভক্তি থাকিলে সকলো সহজ হয় ঃ—

ক্ষিপ্ৰং ভৱতি ধৰ্ম্মাত্মা শশ্বচ্ছান্তিং নিগচ্ছতি।
কৌন্তেয় প্ৰতি জানীহি ন মে ভক্তঃ প্ৰণশ্যতি ॥ ৯।৩১

সকলোৰে মূলত ঈশ্বৰলৈ ভক্তি।

( ২২ )

ওপৰত দেখুৱাদৰে গীতাত সকলো মানুহৰ নিমিত্তে উপদেশ আছে। এইবাবেই ইয়াত ৰাজনীতি, সমাজনীতি ইত্যাদি সকলো প্ৰশ্ন উঠিব পাৰে আৰু প্ৰায়বোৰ প্ৰশ্ন গীতাৰ পোহৰেৰে নিষ্পত্তিও হ'ব পাৰে। ই যেন মুকলি পথাৰৰ মাজৰ মুঠা—যেনি চায় তেনি পোন। এই বাবেই আধুনিক টীকাকাৰ সকলে ইয়াৰ নানা ৰকম অৰ্থ কৰিব পাৰিছে, কিন্তু মনত ৰাখিব লাগে যে গীতাৰ আচল শিক্ষা এই ঃ—

"এই জগতত ঈশ্বৰৰ শক্তিৰ বাহিৰে একো নাই। তেওঁৰ ইচ্ছা নহ'লে গছৰ পাত এটাও লৰিব নোৱাৰে, তেওঁ সকলো প্ৰাণীৰ নিয়ন্তা; কাৰো স্বাধীন ইচ্ছা নাই; সকলোৰে ইচ্ছা তেওঁৰ ইচ্ছাৰ অন্তৰ্গত।"

গীতাই আৰু কৈছে যে সকলো সাধনাৰ মূলত ঈশ্বৰত দৃঢ়া ভক্তি। এইটি নহ'লে একো নহয়। এই সত্যটি প্ৰচাৰ কৰাই গীতাৰ উদ্দেশ্য আৰু এই সত্যটি যথাৰ্থৰূপে উপলব্ধি কৰিব পাৰিলে আমাৰ কৰ্ম্মও নাই কৰ্ম্মফলো নাই।"*

কিন্তু গীতাৰ এই ভাবটি বুজিব নোৱাৰি—আমাৰ স্বাধীন কৰ্তৃত্ব নাই—এই কথাটো বুজিব নোৱাৰি, টীকাকাৰ সকলে (বিশেষতঃ আধুনিক টীকাকাৰ সকলে) গীতাৰ এনে অৰ্থ কৰে যেন ই আচলতে সমাজনীতি বা ৰাজনীতি সম্পৰ্কে গ্ৰন্থ; যেন ইয়াৰ মূল শিক্ষা এই যে মানুহে নিজ নিজ কৰ্ত্তব্য স্বাৰ্থহীন ভাবে কৰি সমাজৰ আৰু দেশৰ হিত সাধন কৰিব, পৰোপকাৰ কৰিব। এইটো যে গীতাৰ মূল শিক্ষা নহয় তাৰ কোনো ভুল নাই। ঋষি অৰবিন্দই কৈছে যে এয়ে যদি হয়, তেন্তে গীতাক ধৰ্ম্মশাস্ত্ৰৰ লগত ঠাই নিদি, লাইব্ৰেৰীত অৰ্থশাস্ত্ৰৰ কিতাপৰ লগত পেলাই থব লাগিব।†

কথাটো ঠিক; কাৰণ গীতাই নিজে নিজক উপনিষদ বুলি হে ঘোষণা কৰিছে। প্ৰত্যেক অধ্যায়ৰ শেহত সেই কথাকে পুনৰাবৃত্তি কৰিছে। যেনে "ইতি

---

*For the Gita goes to affirm emphatically that man is not the doer of the action; it is Prakriti, it is nature, it is the Great Force with its three modes of action, that works through him Therefore the right to action is an idea which is valid only so long as we are in the delusion of being the doer. It must necessarily disappear from the mind like the claim to the fruit, as soon as we cease to be, to our consciousness, the doer of our works. [Sree Aurobinda]

Yet, this is what the present-day interpretations seek to make of Gita. We are told continually by many authoritative voices that the Gita proclaims, the ideal of disinterested performance of duties, nay, even it would seem, the quite modern idea of social service,... . ... This is modern mis-reading—a reading of modern mind into an ancient book. The modern mind is just now the European mind.

It has got rid of God or kept Him only for Sunday use and erected in His place man as its deity and society as its visible idol. .

And if that is what the Gita has to say on a most poignant moral and spiritual problem we must put it out of the list of world's scriptures and thrust it, if anywhere then into our Library of political science and ethical casuistry.

মহাভাৰতে...... শ্ৰীমদ্ভগবদ্গীতাসুপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে... ... কৰ্ম্মযোগো নাম তৃতীয়োহধ্যায়ঃ" ইত্যাদি।

গীতাই দেশৰ উপকাৰ বা পৰোপকাৰৰ কথা কোৱা নাই। গীতাই জীৱক 'গুণাতীত' হবলৈ হে উপদেশ দিছে। এইদৰে হলেই জীৱ আপোনাআপুনি "সৰ্ব্বভূতহিতে ৰতাঃ" হব। তাৰ আগেয়ে নহয়। গীতাৰ কথাটো শ্ৰীৰামকৃষ্ণ পৰমহংসদেৱে অতি চুম্বকৈ এইদৰে কৈছে ঃ—

"সেই একমাত্ৰ ঈশ্বরই জীবের হিত করতে পারেন। জীব আগে তাঁকে জানুক। তাকে জেনে, তার অনুমতি জেনে, তিনি শক্তি দিলে, তবে মানুষের জগতের কল্যাণ করবার ক্ষমতা হয়। নইলে মানুষ নিজের হিত কিসে হয় তার জ্ঞান নাই, পরের হিত কেমন করে করবে? আগে ভগবান লাভ কৰ্ত্তা চায়।" এয়ে গীতাৰো উপদেশ। গীতা উপনিষৎ হে।

( ২২ )

গীতা অকল উপনিষদেই নহয়। ই সকলো উপনিষদৰ সাৰ বুলি সকলোৱে স্বীকাৰ কৰে। কিয় কৰে? সাংখ্য বা বেদান্ত নথকা এনে কি কথা গীতাই ক'লে, যাৰ বাবে গীতাৰ শ্ৰেষ্ঠতা স্বীকাৰ কৰিব পাৰি? আমি বৰং জানো যে বেদান্তৰ আৰু সাংখ্যৰ বহুতখিনি কথা গীতাত নাই। তেন্তে, মানুহে গীতাত ইমান সোৱাদ পায় কিয়?

এই প্ৰশ্নৰ উত্তৰ দিবলৈ হ'লে, এটি দৃষ্টান্ত দিলে কথাটো বুজিবলৈ সহজ হয় ;—

এজন বৈজ্ঞানিকে তেওঁৰ বিজ্ঞানালয়ত বহি কেৱল মাত্ৰ এটা যন্ত্ৰৰ সহায়েৰে গোটেই জগৎ দেখে। কোন নক্ষত্ৰত কি আছে সকলো জানিব পাৰে। কোন নক্ষত্ৰ-বাসীয়ে জগতক কেনে ভাবে দেখিছে, ক'ত কি আছে, সকলো তেওঁ জানিব পাৰে। আজিলৈকে মানুহে যিবোৰ জানিছে, সেই সকলোবোৰ তেওঁ সেই ঘৰৰ ভিতৰত বহিয়েই জানে। আৰু এইদৰে জানি তেওঁ অসীম আনন্দ উপভোগ কৰে।

এতিয়া ধৰক, তেওঁ যেন এদিন জোনাক ৰাতি সাগৰৰ বালিত বহি জুৰ লৈছে। এইবাৰ তেওঁ গোটেই জগৎ দেখা নাই। জগতৰ অতি ক্ষুদ্ৰ অংশ এটি দেখিছে। কিন্তু এতিয়া তেওঁৰ মনত যি আনন্দ হৈছে, তাৰ লগত আগৰ আনন্দৰ তুলনা হ'ব পাৰে নে? তেওঁৰ প্ৰথম দৃষ্টিটি দাৰ্শনিক দৃষ্টি, ২য় দৃষ্টিটি মানবিক দৃষ্টি ; গীতা সম্পৰ্কেও ঠিক এনে।

কথাটো আৰু পৰিষ্কাৰ কৰিবলৈ হ'লে আমি সাংখ্য, বেদান্ত আৰু গীতাৰ আলোচনাৰ পদ্ধতিৰ কি প্ৰভেদ, সেইটো বুজিব লাগিব।

শ্ৰুতিয়ে ব্ৰহ্মক অদ্বৈত, নিত্য, সৰ্ব্বগত আৰু চতুষ্পাদ বিশিষ্ট বুলি বৰ্ণনা কৰিছে। (১) ত্ৰিগুণাত্মক জগৎ, (২) জীৱ, (৩) ঈশ্বৰ আৰু (৪) নিৰ্গুণ ব্ৰহ্ম—এই চাৰি পাদ। ইয়াৰ ভিতৰত সাংখ্য দৰ্শনে প্ৰধানতঃ ১ম পাদ অৰ্থাৎ জগতৰ বিষয় হে আলোচনা কৰিছে, আলোচনাৰ পদ্ধতিও আধুনিক বিজ্ঞানৰ পদ্ধতি হে, সেই বাবে সাংখ্যদৰ্শন প্ৰধানতঃ পদাৰ্থ বিজ্ঞান (Physical Science), যি পদাৰ্থ বিজ্ঞান নেজানিলে কোনো দৰ্শন মানুহে বুজিব নোৱাৰে। (১৩।২১ শ্লোকৰ ভাঙনি চাওক)

বেদান্তই নিৰ্গুণ ব্ৰহ্মৰ বিষয় হে প্ৰধানতঃ আলোচনা কৰিছে, আৰু আলোচনাৰ পদ্ধতিও বেলেগ, সাংখ্যৰ দৰে পাৰ্থিব যুক্তিৰে আলোচনা কৰা নাই। পাৰ্থিব যুক্তিৰে ব্ৰহ্মৰ বিষয় ধাৰণা মানুহে কৰিব নোৱাৰে। (১৩ অধ্যায়ৰ ১৩ শ্লোকৰ ভাঙনি চাওক)

গীতাই কিন্তু নিৰ্গুণ ব্ৰহ্মৰ বিষয়ে বিশেষ আলোচনা কৰা নাই। গীতাৰ প্ৰধান আলোচ্য বিষয়, জীৱ জগৎ আৰু ঈশ্বৰৰ সম্বন্ধ। সাধাৰণ মানুহৰ পক্ষে (সমাধিস্থ যোগীৰ পক্ষে নহয়) এয়ে হে আচল বিষয়। গীতাই জগতক বেদান্তৰ উচ্চতম দাৰ্শনিক দৃষ্টিৰে চোৱা নাই। গীতাই জগৎ, ঈশ্বৰ আৰু জীৱৰ সম্বন্ধক মানবিক দৃষ্টিৰে চাইছে। আমাৰ নিজৰ স্ত্ৰী, বা কোনো এজন বন্ধুক যদি কেৱল বৈজ্ঞানিক দৃষ্টিৰে চাওঁ, তেন্তে তেওঁৰ গাত কিছুমান বিজুলী-বিন্দু আৰু বিজুলী-কেন্দ্ৰৰ (Electron & Proton) ক্ৰিয়াৰ বাহিৰে একো নেদেখো ; তেওঁৰ গুণ, তেওঁৰ স্নেহ, তেওঁৰ সৌন্দৰ্য্য উপভোগ কৰিবলৈ হ'লেই তেওঁক মানবিক দৃষ্টিৰে চাব লাগিব, তেওঁৰ সঙ্গত থাকিব লাগিব।

**গীতাই সগুণ ঈশ্বৰক এইদৰেই দেখুৱাইছে আৰু সেইবাবেই আমি গীতা পঢ়িলে শান্তি পাওঁ।**

# প্ৰতি অধ্যায়ৰ বিষয় সূচী

## প্ৰথম অধ্যায়

### (অৰ্জ্জুন বিষাদযোগ)

অন্ধৰজা ধৃতৰাষ্ট্ৰই সঞ্জয়ক প্ৰশ্ন কৰাত সঞ্জয়ে কলে যে কুৰুপাণ্ডৱৰ সৈন্য যুদ্ধ কৰিবলৈ কুৰুক্ষেত্ৰত বেহু পাতি ৰৈ আছে। এনেতে দুৰ্য্যোধনে আহি দ্ৰোণাচাৰ্য্যৰ আগত উভয় পক্ষৰ সমাগত প্ৰধান প্ৰধান বীৰ সকলৰ পৰিচয় দিলে। (১-১০ শ্লোক) এনেতে ভীষ্মই শঙ্খধ্বনি কৰিলে। (১১) উভয় পক্ষৰ বীৰ সকলে নিজ নিজ শঙ্খ বজালে। কৌৰৱৰ হিয়া কঁপি যোৱা এটা তুমুল শব্দ হ'ল। (১২—১৯ শ্লোক)। এনেতে অৰ্জ্জুনে শ্ৰীকৃষ্ণক কলে যে উভয় পক্ষৰ বীৰ সকলক তেওঁ চাব খোজে। তেতিয়া শ্ৰীকৃষ্ণই উভয় পক্ষৰ মাজত ৰথখন ৰাখিলত অৰ্জ্জুনে দেখিলে যে যুদ্ধ কৰিবলৈ অহা সকলোবোৰ তেওঁৰ নিজৰ আত্মীয়, যি বোৰক মাৰি তেওঁ সুখী হব নোৱাৰিব। যুদ্ধত আততায়ীক মাৰিলে পাপ নহয়—অৰ্জ্জুনে জানে। কিন্তু আততায়ী যদি আত্মীয় হয় তেন্তে পাপ নহব কিয়? কুল ক্ষয় হৈ কুলধৰ্ম্ম নষ্ট হৈ বৰ্ণসঙ্কৰৰ জন্ম হলে, পিতৃলোকৰ পিণ্ড লোপ পালে, পাপ নহব কিয়? এনে ভাবি অৰ্জ্জুনে যুদ্ধ নকৰো বুলি ৰথৰ ওপৰত বহি পৰিল (২০-৪৩ শ্লোক)। অৰ্জ্জুনৰ এই সন্দেহৰ পৰাই গীতাৰ উপদেশৰ আৰম্ভ হ'ল।

## দ্বিতীয় অধ্যায়

### (সাংখ্য যোগ)

যুদ্ধ নকৰো বুলি বেজাৰ কৰি চকুলো টুকি, ৰথৰ ওপৰত বহি থকা অৰ্জ্জুনকে ভগবানে কলে, "অৰ্জ্জুন তোমাৰ কি হ'ল? এনে ক্লৈব্য ভাব তোমাত শোভা নাপায়। তুমি উঠা, যুদ্ধ কৰা"। (১-৩ শ্লোক) তেতিয়া অৰ্জ্জুনে সুধিলে যে তেওঁৰ নিজৰ গুৰু ভীষ্ম, দ্ৰোণৰ লগত তেওঁ কেনেকৈ যুদ্ধ কৰে। তেওঁ বিবুদ্ধি হৈছে। কি কৰা উচিত একো ঠিক কৰিব নোৱাৰা হৈছে। ভগবানে নিজে যেন তেওঁক উপদেশ দিয়ে। (৪-৯ শ্লোক) তেতিয়া ভগবানে তেওঁক উপদেশ দিবলৈ আৰম্ভ কৰিলে। (১০ শ্লোক) ভগবানে প্ৰথমতে অৰ্জ্জুনক সাংখ্য জ্ঞানৰ উপদেশ দি কলে যে মানুহৰ আত্মা নিত্য পদাৰ্থ, ইয়াৰ জন্ম মৃত্যু নাই। ল'ৰা এটা স্বভাবতে ডাঙৰ হয়; কিন্তু দেহৰ বৃদ্ধিৰ লগে লগে তাৰ আত্মাৰ হ্ৰাস বৃদ্ধি নহয়। সি বেজাৰ নকৰে যে তাৰ বাল্য কালটো মৰিল। সেই দৰেই মানুহ যেতিয়া মৰে তাৰ আত্মাৰ একো পৰিবৰ্ত্তন নহয়। মাত্ৰ এটা দেহ এৰি আন এটা গ্ৰহণ কৰে। ইয়াত বেজাৰ কৰিবৰ একো কাৰণ নাই (১১-১৩ শ্লোক)। আত্মাৰ সুখ দুখ একো নাই। ই সদায় আনন্দময় চৈতন্য। সুখ-দুখ আদি ভাববোৰ বাস্তৱ পদাৰ্থ নহয়। ইহঁত বস্তুত বা মানুহৰ মনত লাগি থকা নাই। বাহিৰৰ বিষয় আৰু ইন্দ্ৰিয়ৰ সংযোগ হলেই (অৰ্থাৎ বিষয়ৰ কথা মনত পৰিলেই) মনত সুখ-দুখ আদি ভাবৰ উৎপন্ন হয়। এইবোৰ ক্ষণজন্মা ভাব—ইহঁতৰ উৎপত্তি আৰু বিনাশ আছে—এইবোৰ মানুহে সহ্য কৰা উচিত। (১৪ শ্লোক) এই সুখ-দুখ আত্মাৰ ধৰ্ম্ম নহয়। যি মানুহে এইটো বুজি সুখ-দুখত একো বিচলিত নহয় সি হে আত্মজ্ঞান লাভ কৰিব পাৰে। (১৫ শ্লোক) সুখ-দুখ সৎপদাৰ্থ নহয়। কিন্তু আত্মা সৎপদাৰ্থ। ইয়াৰ বিনাশ নাই। পৰিণাম নাই, ইয়াৰ জন্ম নাই। মৃত্যু নাই। দেহ হে বিনাশী পদাৰ্থ। আত্মাক অস্ত্ৰই কাটিব নোৱাৰে। জুইয়ে পুৰিব নোৱাৰে। ই সৰ্ব্ব-গত নিত্য পদাৰ্থ। হে অৰ্জ্জুন, তুমি যদি এই আত্মা বিষয়ক জ্ঞান উপলব্ধি কৰিব পাৰা তেন্তে কোনো কথাই নাই। তুমি তেন্তে বুজিবা যে তুমি কাকো বধ কৰিবও নোৱাৰা আৰু কোনেও তোমাকো বধ কৰিব নোৱাৰে। সুখ-দুখ সকলো মানসিক ক্ষণিক ভাব মাত্ৰ। (১৫-২৫ শ্লোক) কিন্তু তুমি যদি এই সাংখ্য জ্ঞান বুজা নাই আৰু ভাবিছা যে আত্মা হে ওপজে বা আত্মা হে মৰে, তেতিয়া হলেও তুমি এনে কাতৰ হোৱা উচিত নহয়। মানুহ মৰিবলৈহে ওপজে আৰু মৰিলে আকৌ নিশ্চয় ওপজে। মানুহ ক'ৰ পৰা আহিছিল আৰু মৰিলে ক'ত অদৃশ্য হয়, কোনেও নেজানে। এনেস্থলত মৃত ব্যক্তিৰ কাৰণে শোক কৰা কি আৱশ্যক? আৰু যদি তুমি যুদ্ধ নকৰা, মানুহে তোমাক নিন্দা কৰিব। ক্ষত্ৰিয়ৰ ধৰ্ম্ম পালন কৰা নহব, ভয়ত ৰণ নকৰিলা বুলি বীৰ পুৰুষে তোমাক ঘিণ কৰিব। অতএব উঠা—যুদ্ধত মৰি স্বৰ্গলৈ হলেও যোৱা বা যুদ্ধ জিকি অকণ্টকা পৃথিৱী ভোগ কৰা। (২৬-৩৮ শ্লোক) হে অৰ্জ্জুন তুমি কৰ্ম্মৰ তত্বটি বুজা নাই। কৰ্ম্মযোগৰ তত্ব বুজিব পাৰিলে তুমি সকলো কৰ্ম্ম বন্ধনৰ পৰা মুক্ত হবা। বৈদিক সকাম কৰ্ম্মৰ দ্বাৰা মানুহৰ মুক্তি নহয়। বৈদিক কৰ্ম্মৰ দ্বাৰা স্বৰ্গলাভ

হব পাৰে; স্বৰ্গ ভোগৰ অন্তত আকৌ সংসাৰত জন্ম, আকৌ সেই আগৰ কথাই কথা। আকৌ সংসাৰৰ অশান্তি ভোগ। কিন্তু মই এতিয়া তোমাক যি নিষ্কাম কৰ্ম্ম-যোগৰ কথা ক'ম, তাৰ পৰাহে মুক্তি হব পাৰে। ইয়াত কৃতকাৰ্য্য হব নোৱাৰিলেও তোমাৰ অন্ততঃ শান্তি লাভ হব। ইয়াত কৃতকাৰ্য্য নহলেও তোমাৰ একো প্ৰত্যবায় নাই। ইয়াত মুঠেই এইটো কথা মনত ৰাখিব লাগিব যে ঈশ্বৰে আমাক কাম কৰিবলৈহে শক্তি দিছে, কিন্তু সেই কামৰ ফল কোনোমতেই আমাৰ আয়ত্বাধীন নহয়। তেওঁ হে কৰ্ম্মফল দাতা (৩৯-৪৭ শ্লোক) এই নিশ্চয়াত্মিকা বুদ্ধিৰে ঈশ্বৰক ভাবি শাস্ত্ৰ বিহিত কৰ্ম্ম কৰাকে যোগ বোলে। (যোগ মানে একনিষ্ঠা চিন্তা।) এইয়ে কৰ্ম্মযোগৰ প্ৰথম স্তৰ। ইয়াত ঈশ্বৰক ফল অৰ্পণ কৰা বাবে কৰ্ম্মফলত মানুহ আসক্ত নহয়। কৃতকাৰ্য্য নহলেও দুখ নাই। হলেও আনন্দত উত্ৰাৰল নহয়। লাভ, অলাভ, সুখ-দুখ সকলোতে সমবুদ্ধি হয়। এইটো এটা শান্তিময় চিত্তাবস্থা। এই দৰে অভ্যাস কৰি শাস্ত্ৰ বিহিত কৰ্ম্ম কৰি গৈ গৈ মানুহৰ মনত লাহে লাহে ৰাগ, দ্বেষ, লোভ, হিংসাদি দুষ্প্ৰবৃত্তিবোৰ ক্ষীণ হৈ আহে। মনৰ চাঞ্চল্য নাইকিয়া হয়। অসীম শান্তি লাভ কৰে।

এনে মানুহৰ কৰ্ম্মত আসক্তি বা বাসনা ক্ৰমে ক্ষীণ হৈ আহে আৰু শেহত যেতিয়া সকলো বাসনা ক্ষয় হয় তেতিয়া তেওঁ স্থিতপ্ৰজ্ঞ বা গুণাতীত হয়। (৪৮—৫৫ শ্লোক) গুণাতীত হলে মানুহৰ কোনো অৱস্থাত চিত্তচাঞ্চল্য নহয়। এয়ে কৰ্ম্ম যোগৰ ২য় স্তৰ। এই স্তৰত মানুহৰ কোনো আকাঙ্ক্ষা নাই। সুখ, দুখ, শুভ, অশুভ, সকলোতে সমভাবাপন্ন হয়। ইন্দ্ৰিয় সকলো সংযম হয় আৰু তেওঁ উপলব্ধি কৰে যে তেওঁ কোনো কৰ্ম্ম কৰা নাই। সকলো·কৰ্ম্ম প্ৰকৃতিয়ে তেওঁৰ হতুৱাই কৰাইছে। তেওঁৰ কোনো স্বাধীন কৰ্ত্তৃত্ব নাই। (৫৬—৫৯ শ্লোক)। এই কৰ্ম্ম যোগৰ ২য় স্তৰক যোগাৰূঢ় অৱস্থা বোলে।

ঈশ্বৰক সদায় চিন্তা কৰিহে বাসনা লাহে লাহে ক্ষয় কৰি আনি হে মানুহে এই গুণাতীত অৱস্থা পাব পাৰে, ইন্দ্ৰিয় সংযম কৰিব পাৰে। লোকৰ উপদেশ শুনি বা শাস্ত্ৰ জ্ঞান লাভ কৰিও মানুহে ইন্দ্ৰিয় সংযম কৰিব নোৱাৰে। (৬০—৬১ শ্লোক) সদায় বিষয় চিন্তা কৰা মানুহৰ বিষয়লৈ আসক্তি বাঢ়ে। ইপ্সিত বিষয় লাভ কৰিব নোৱাৰিলে খং উঠে। আৰু খঙত বুদ্ধি নাশ হয়। নকৰিব লগা কামো কৰে। মোহগ্ৰস্ত হৈ শেহত মনুষ্যত্ব হেৰুৱায়। (৬২—৬৩ শ্লোক) কিন্তু যি কলাকাঙ্ক্ষা নকৰি কৰ্ম্মফল ত্যাগ কৰি অৰ্থাৎ ঈশ্বৰেহে কৰ্ম্মফল দাতা এনে বিশ্বাসেৰে শাস্ত্ৰ বিহিত নিজ কৰ্ত্তব্য কৰে তেওঁৰ ৰাগ দ্বেষ আদি প্ৰবৃত্তি ক্ষীণ হৈ আহে। সকলো বাসনা ক্ষয় হয়। অহং, মম (মই, মোৰ) এনেভাব নাইকিয়া হয়। অৰ্থাৎ প্ৰকৃত আত্মজ্ঞান হৈ সৰ্ব্বত্ৰ ব্ৰহ্ম দৰ্শন হয়। নিৰ্ম্মল বুদ্ধিত স্থিতি হৈ পৰম শান্তি লাভ কৰি শেহত মৃত্যু কালত ব্ৰহ্ম নিৰ্ব্বান লাভ কৰে। (৬৪—৭২ শ্লোক)

## তৃতীয় অধ্যায়
### (কৰ্ম্মযোগ)

২য় অধ্যায়ৰ কথাবোৰ শুনি অৰ্জ্জুনে প্ৰশ্ন কৰিলে, "হে কৃষ্ণ নিৰ্ম্মল বুদ্ধিত স্থিতিয়েই যদি পৰম শান্তিপ্ৰদ তেন্তে তুমি কি নিমিত্তে মোক যুদ্ধ কৰিবলৈ উপদেশ দিছা? তোমাৰ কথা মই বুজা নাই" (১-২ শ্লোক) অৰ্জ্জুনৰ এই প্ৰশ্নৰ উত্তৰতে তৃতীয় অধ্যায়ৰ আৰম্ভ হৈছে।

"হে অৰ্জ্জুন সংসাৰত মানুহে দুই উপায়েৰে মোক্ষ লাভ কৰিব পাৰে। প্ৰথমতে কোনোৱে সাংখ্য মাৰ্গীয় জ্ঞানযোগ বা কৰ্ম্ম সন্ন্যাসৰ দ্বাৰা আত্মজ্ঞান লাভ কৰি মুক্ত হব পাৰে। দ্বিতীয়তঃ কোনোৱে ওপৰত কোৱা মতে নিষ্কাম কৰ্ম্মযোগৰ পৰা আত্মজ্ঞান লাভ কৰি মুক্ত হব পাৰে। এই উভয় সাধনাৰ কোন বিধ শ্ৰেষ্ঠ তাৰ কোনো উত্তৰ নাই। নিজ নিজ প্ৰবৃত্তিৰ অনুসাৰে কোনোৱে সাংখ্যযোগ অৰ্থাৎ কৰ্ম্ম সন্ন্যাস সহজে পায়। কোনোৱে নিষ্কাম কৰ্ম্মহে সহজে পায়। কিন্তু উভয় সাধনাৰ শেষ ফল একে—অৰ্থাৎ আত্মজ্ঞান লাভ বা মুক্তি।

বাস্তৱিক কৰ্ম্মন্ন্যাস বুলি এটা কথাই নাই। কাৰণ কৰ্ম্ম নকৰি কোনো প্ৰাণী জীয়াই থাকিব নোৱাৰে। সেইদৰে প্ৰকৃতি নিষ্কাম কৰ্ম্ম বুলি এটা কথাও নাই। কাৰণ কিবা নহয় কিবা এটা উদ্দেশ্য হলেহে কৰ্ম্ম হব পাৰে। নিষ্কাম কৰ্ম্মযোগো মানুহে মুক্তি-স্বৰূপ ফল প্ৰাপ্তিৰ বাবেহে কৰে। কিন্তু যদি তুমি বুজা যে মানুহৰ ইচ্ছাকৃত কৰ্ম্ম নাই, সকলোৱে প্ৰকৃতিৰ বশত অৱশ হৈ পৰস্পৰৰ মঙ্গলৰ অৰ্থে আৰু জগচ্চক্ৰৰ প্ৰৱৰ্ত্তনৰ অৰ্থে কৰ্ম্ম (অৰ্থাৎ ত্যাগ বা যজ্ঞ) কৰিছে, বা প্ৰকৃতিয়ে কৰাইছে, তেন্তে তুমি তৎক্ষণাৎ বুজিবা যে, সাংখ্যৰ সন্ন্যাস আৰু কৰ্ম্মযোগৰ একো প্ৰভেদ নাই। এইদৰে বুজা মানুহৰ কৰ্ম্মৰ দ্বাৰা বন্ধন নহয়। (৩-৯ শ্লোক) আৰু শুনা, এই জগত প্ৰজাপতিয়ে এনেকৈ সৃষ্টি কৰিছে যে ই যেন এটা চক্ৰ (যন্ত্ৰ) য'ত প্ৰত্যেক বস্তু ইবোৰৰ লগত

সংযুক্ত। প্ৰত্যেক জীৱ ইবোৰৰ সহায়কাৰী। ই যেন এটি বৃহৎ যন্ত্ৰ, যাৰ প্ৰত্যেক অংশৰ প্ৰত্যেটো স্ক্ৰুপৰ এটা নিৰ্দিষ্ট কাম আছে। এটা স্ক্ৰুপ নহলেই যন্ত্ৰটি অচল। এই জগৎযন্ত্ৰ প্ৰকৃতিয়ে চলাইছে বা স্বভাৱতে যন্ত্ৰই আপোনা আপুনি কাম কৰিছে। ইয়াত কোনো জীৱৰ ইচ্ছাকৃত কৰ্ম্ম নাই। এই কথাটো যি নুবুজে তাৰ জীৱনেই বৃথা। (১০ ২৬) (এই তত্ত্বটি উপলব্ধি কৰাকে "আত্মজ্ঞান লাভ" বোলে। অৰ্থাৎ সেই মানুহে পুৰুষ আৰু প্ৰকৃতি বা ভাব আৰু চৈতন্যক পৃথকে উপলব্ধি কৰিব পাৰে। কৰ্ম্মযোগৰ দ্বিতীয় স্তৰত মানুহৰ এনে জ্ঞান হয়।) এইটো জানি, গুণ কৰ্ম্মৰ তত্ত্ব বুজা আত্মজ্ঞানী মানুহ কৰ্ম্মত আসক্ত নহয়। নিজে অকৰ্ত্তা বুলি বুজে। কিন্তু সাধাৰণ মানুহে প্ৰকৃতিৰ মায়াত মোহিত হৈ, প্ৰকৃতিৰ কামকে সিইতৰ নিজৰ কাম বুলি ভাবি, তাতে আসক্ত হয়। সিইতক আত্মাৰ কৰ্ত্তৃত্বৰ উপদেশ দিয়া উচিত নহয়। (২৭-২৯ শ্লোক) এনে উপদেশৰ পৰা সিইতৰ অনিষ্ট হব পাৰে।

কিন্তু আচল সত্য এই যে স্বভাবে বা প্ৰকৃতিয়ে মানুহক কাম কৰায়। মানুহে নিজে কৰা বুলি ভাবে। অতি জ্ঞানী মানুহেও নিজ প্ৰকৃতিৰ অনুসৰি হে কাম কৰিব পাৰে। যাৰ যি স্বভাব তাক কোনে প্ৰতিৰোধ কৰিব পাৰে? নিজৰ স্বভাব অনুসৰি কৰ্ম্ম কৰিহে মানুহ স্বাভাবিক নিয়মে ক্ৰমোন্নতিৰ পথত অগ্ৰসৰ হব পাৰে। স্বভাৱৰ বিপৰীতে কৰ্ম্ম মানুহে কৰিবও নোৱাৰে আৰু জোৰ কৰিবলৈ গলেও অনিষ্ট হে হব পাৰে। (৩০—৩৫)

এইখিনি কথা শুনি অৰ্জ্জুনে প্ৰশ্ন কৰিলে, "হে কৃষ্ণ মই বুজিলো যে প্ৰকৃতিয়ে মানুহক কাম কৰায় কিন্তু মোক কোৱা, প্ৰকৃতিয়ে কি কৌশলেৰে মানুহক বলেৰে যেন টানি আনি পাপ কাম কৰায়।" (৩৬—শ্লোক)

শ্ৰীকৃষ্ণই উত্তৰ দিলে, "হে অৰ্জ্জুন এইটোও প্ৰকৃতিৰ ৰজোগুণৰ পৰা উদ্ভূত হোৱা এটি শক্তি বা ভাব। ইয়াক আমি কাম (ভোগেচ্ছা বা Desire) বোলোঁ। ক্ৰোধো বোলো। ই মানুহৰ সাত্বিক ভাব (জ্ঞান) ঢাকি, মানুহৰ ইন্দ্ৰিয় মন আৰু বুদ্ধিক আশ্ৰয় কৰি, মানুহক মোহগ্ৰস্ত কৰে। ইয়াৰ হাতৰপৰা নিস্তাৰ পাবলৈ হলে মন, ইন্দ্ৰিয় আৰু বুদ্ধিৰ ওপৰত থকা জনৰ অৰ্থাৎ আত্মাৰ আশ্ৰয় লোৱা—অৰ্থাৎ সৰ্ব্বত্ৰে আত্মাৰ বিষয়ে চিন্তা কৰিলে কাম, ক্ৰোধ, পৰাজয় কৰিব পাৰিবা" (৩৬—৪৩) "আৰু শেহত আত্মজ্ঞান—লাভ কৰিব পাৰিবা"।

এই দৰে তৃতীয় অধ্যায় শেষ হ'ল। এতিয়াও কিন্তু আত্মজ্ঞান কি পদাৰ্থ, কোৱা হোৱা নাই। আত্মজ্ঞান হলে, অহং জ্ঞান নাশ হলে মানুহে গোটেই জগৎ একে দেখে। নিজৰ আত্মাতে গোটেই জগৎ দেখে আৰু নিজৰ আত্মাকো আকৌ পৰমাত্মাত দেখে। এইখিনি কথা ৪ৰ্থ অধ্যায়ত কব। আৰু কব কি উপায়ে সেই আত্মজ্ঞান সহজে লাভ হয়।

## ৪ৰ্থ অধ্যায়

### (জ্ঞান যোগ)

ভগবানে ক'লেঃ—"হে অৰ্জ্জুন এতিয়া মই কোৱা এই কথাবোৰ মই প্ৰথমতে সূৰ্য্যক কৈছিলো। সূৰ্য্যই মনুক আৰু মনুৱে ইক্ষবাকুক কৈছিল। এইদৰে পৰম্পৰাগত এই জ্ঞান—অৰ্থাৎ এই জগৎখন এটা যেন যন্ত্ৰ য'ত প্ৰকৃতিয়ে সকলো কাম কৰাইছে—এই কথাটো ৰাজৰ্ষি সকলে বুজিছিল। কিন্তু কালক্ৰমত এই জ্ঞান পৃথিবীৰ পৰা লুপ্ত হল। মই এতিয়া তোমাক আকৌ সেই লুপ্ত জ্ঞানৰ কথা কলো।" (১—৩)

অৰ্জ্জুনে এতিয়াও জনা নাছিল যে, শ্ৰীকৃষ্ণ স্বয়ং ঈশ্বৰ, সেই গুণে তেওঁ প্ৰশ্ন কৰিলে—"হে কৃষ্ণ, সূৰ্য্যৰ জন্ম আগ। তুমি সিদিনা মাত্ৰ জন্ম গ্ৰহণ কৰিছা। তেন্তে সূৰ্য্যক কেনেকৈ কলা?" ইয়াৰ উত্তৰত ভগবানে বুজালে যে তেওঁ আদি পুৰুষ। সকলো পুৰুষৰ দৰেই তেওঁৰো অসংখ্যবাৰ জন্ম হৈছে। কিন্তু তেওঁৰ সকলো জন্মৰ কথা মনত আছে। অন্যবোৰ পুৰুষৰ মনত নাই। ইয়াৰ কাৰণ এই যে, সকলোৱে প্ৰকৃতিক আশ্ৰয় কৰিহে জন্ম গ্ৰহণ কৰিব পাৰে। ঈশ্বৰেও সেইদৰেই পৃথিবীত যেতিয়া ধৰ্ম্মৰ গ্লানি আৰু অধৰ্ম্মৰ অভ্যুদয় হয়, তেতিয়া নিজ প্ৰকৃতিক আশ্ৰয় কৰি জন্মগ্ৰহণ কৰে। কিন্তু তেওঁ প্ৰকৃতিৰ ঈশ্বৰ, প্ৰকৃতি তেওঁৰ অধীন। সাধাৰণ মানুহ প্ৰকৃতিৰ বশত অৱশ। সাধাৰণ মানুহক প্ৰকৃতিয়ে জগতৰ মঙ্গলৰ উদ্দেশ্যে কাম কৰায়। তেওঁ কিন্তু নিজে প্ৰকৃতিক চলায়। এই বাবেই তেওঁ কৰ্ম্মত আসক্ত নহয়। কৰ্ম্মফল ভোগ নকৰে। এই তত্ত্বটি যি বুজে তেওঁ আত্মজ্ঞানী পুৰুষ। তেওঁৰ আৰু পুনৰ্জন্ম নাই। এনে মানুহে কৰ্ম্ম, অকৰ্ম্ম, বিকৰ্ম্মৰ—সকলো তত্ত্ব বুজে। প্ৰকৃতিয়ে সকলো কাম কৰিছে; আত্মা অকৰ্ত্তা, কেৱল প্ৰকৃতিৰ ক্ৰিয়াৰ দ্ৰষ্টা; প্ৰকৃতিৰ ৰাজসিক ভাববোৰে মনোৱে

ধৰি যেন মানুহৰ হতুৱাই কাম কৰাইছে। এই সকলোবোৰ তত্ত্ব তেওঁ বুজে। (৪—১৮ শ্লোক)

ভগবানে আৰু কলে—"হে অৰ্জ্জুন চোৱা, এইবোৰ কথা বুজি আৰু মোৰ উপাসনা কৰি আগেয়ে বহুতে মুক্তি লাভ কৰি গৈছে। তুমিও সেইদৰেই পাবিবা। মোৰ উপাসনা কৰাও একো টান কথা নহয়। যি যেনেকৈ মোক ভাবে মই তাতে সন্তুষ্ট হওঁ। কাৰণ মই যাক যেনে প্ৰকৃতি দিছো সি সেইদৰেইহে মোক পূজিব পাৰে। যি যিবোৰ প্ৰবৃত্তি ভেদ অনুসৰি চাতুৰ্ব্বন্য বিভাগ সৃষ্টি হৈছে সেই সকলোবোৰ প্ৰবৃত্তি মোৰ পৰাহে মানুহে পাইছে। আৰু সেই বাবেই ভিন্ন ভিন্ন প্ৰবৃত্তি অনুসৰি মানুহে মোক ভিন্ন ভিন্ন ৰূপে উপাসনা কৰিলেও সকলো উপাসনাতে মই সন্তুষ্ট হওঁ।"

মানুহে নিজ নিজ অধিকাৰ অনুসৰি ভিন্ন ভিন্ন ৰূপে উপাসনা বা যজ্ঞ কৰে এই সকলো ৰকমৰ যজ্ঞৰ পৰাই চিত্ত শুদ্ধি হৈ আহে। কিন্তু যাৰ কৰ্ম্ম ফলত আকাঙক্ষা নাই, তেওঁ বুজে যে এই জগত এটি চক্ৰ, ব্ৰহ্মৰ বাহিৰে ইয়াত একো নাই। প্ৰকৃতিৰ বশত "অৱশ হৈ মানুহে পৰস্পৰৰ মঙ্গলাৰ্থে, জগত চক্ৰৰ মঙ্গলাৰ্থে কৰ্ম্ম কৰিছে। তেওঁ সৰ্ব্বত্ৰ ব্ৰহ্ম দৰ্শন কৰে। তেওঁ বুজে যে যজ্ঞৰ সকলো দ্ৰব্যই ব্ৰহ্ম, হোতাও ব্ৰহ্ম, অগ্নিও ব্ৰহ্ম, সৰ্ব্বং ব্ৰহ্মময়ং জগৎ। এনে জ্ঞান-যজ্ঞৰ পৰা মোক্ষ হয়। (১৯—২৪ শ্লোক) ইয়াৰ বাহিৰেও বহুত ৰকম যজ্ঞ আছে। কিন্তু জ্ঞান-যজ্ঞ সকলোতকৈ শ্ৰেষ্ঠ। এনে জ্ঞান হলে মানুহৰ কৰ্ম্ম বন্ধন নাথাকে। এনে দিব্য জ্ঞানৰ উপদেশ তত্ত্বদৰ্শী আত্মজ্ঞানী মানুহেহে দিব পাৰে। (২৫-৩৪ শ্লোক) কিন্তু হে অৰ্জ্জুন! উপদেশ শুনিলেই আত্মজ্ঞান নহয়। গুৰুৰ কথা বিশ্বাস কৰি ভাবি থাকিলে তেওঁৰ উপদেশ মতে কৰ্ম্ম কৰিলেহে আত্ম-জ্ঞান ভিতৰৰ পৰা ওলায়। গুৰু বাক্যত শ্ৰদ্ধাহীন মানুহৰ এই জ্ঞান কেতিয়াও লাভ নহয়। এনে আত্মজ্ঞান লাভ হলে সমস্ত পাপ ধ্বংস হয়। এই জ্ঞান লাভ হলে বুজিবা যে তোমাৰ আত্মাতে সমস্ত জগৎ আছে আৰু তুমিও পৰম ব্ৰহ্মতে আছা।" (৩৫—৪২ শ্লোক)

## পঞ্চম অধ্যায়

### (সন্ন্যাস যোগ)

সাংখ্যৰ কৰ্ম্মসন্ন্যাস যোগ আৰু গীতাৰ কৰ্ম্মযোগৰ যে একো পাৰ্থক্য নাই; এই কথাটো অৰ্জ্জুনে ভালকৈ বুজিব নোৱাৰিলে আৰু সেই বাবে প্ৰশ্ন কৰিলে ঃ—

"হে কৃষ্ণ, তুমি কৰ্ম্মসন্ন্যাস আৰু কৰ্ম্মযোগ দুয়োটাৰ প্ৰশংসা কৰিছা। ইয়াৰ ভিতৰত কোনটো ভাল, মোক ঠিক কৰি কোৱা।"

ভগবানে উত্তৰ দিলে যে, দুয়োটাৰ পৰাই মানুহৰ মোক্ষ লাভ হয়। কিন্তু কৰ্ম্মযোগ সুখসাধ্য গুণে শ্ৰেষ্ঠ। বাস্তবিক কৰ্ম্মসন্ন্যাস আৰু কৰ্ম্মযোগ জ্ঞানীৰ মানত একে। যি বুজে যে প্ৰকৃতিয়ে সকলো কাম কৰায় আৰু আত্মা নিষ্ক্ৰিয়, তেওঁৰ ইচ্ছাকৃত কৰ্ম্মই নাই—তেওঁৰ পক্ষে সন্ন্যাস আৰু কৰ্ম্ম একে কথা। যি নুবুজে তাৰ মানত হে কৰ্ম্মযোগ আৰু কৰ্ম্ম সন্ন্যাস দুটা বেলেগ কথা। কৰ্ম্মযোগীয়ে বুজে যে সকলো কাম কৰিও তেওঁ একো কৰা নাই, প্ৰকৃতিয়ে সকলো কাম কৰাইছে, ঈশ্বৰে জীৱৰ নিমিত্তে কৰ্ত্তৃত্ব বা কৰ্ম্ম সৃষ্টি কৰা নাই, কৰ্ম্মফল প্ৰাপ্তিও জীৱৰ আয়ত্বাধীন কৰা নাই। ঈশ্বৰে কাৰো পাপ পুণ্য গ্ৰহণ নকৰে। কেৱল অজ্ঞানৰ বশত জীৱই কৰ্ম্মত আসক্ত হৈ ফল ভোগ কৰে। কিন্তু যি বুজিছে যে, প্ৰকৃতিয়ে হে জীৱক কাম কৰায়, তেওঁক কোনো পাপে স্পৰ্শ কৰিব নোৱাৰে। তেওঁ সকলোতে সমভাবাপন্ন হৈ অচিৰে ব্ৰহ্ম নিৰ্ব্বাণ লাভ কৰে।

## ষষ্ঠ অধ্যায়

### (ধ্যানযোগ)

ভগবানে কলে ঃ—

"শুনা অৰ্জ্জুন যি মানুহে আসক্তি পৰিত্যাগ কৰি শাস্ত্ৰ বিহিত কৰ্ম্ম কৰে তেওঁ কৰ্ম্মযোগী আৰু সন্ন্যাসীও, কাৰণ ফলাকাঙক্ষা ত্যাগ হে আচল সন্ন্যাস। কৰ্ম্মযোগত প্ৰতিষ্ঠা লাভ কৰা পৰ্য্যন্ত হে এনে নিষ্কাম কৰ্ম্মৰ প্ৰয়োজন। যেতিয়া এইদৰে কৰি কৰি কৰ্ত্তৃত্ব বুদ্ধি একেবাৰে নাশ হয়, আৰু সাধকে প্ৰকৃত উপলব্ধি কৰে যে, ঈশ্বৰে হে তেওঁক কাম কৰাইছে, তেতিয়া তেওঁ "যোগাৰূঢ়" অৱস্থা পায় আৰু তেওঁক তেতিয়া যুক্ত বোলা হয়। এতিয়াও তেওঁৰ পূৰ্ণ আত্মজ্ঞান লাভ হোৱা নাই। কিন্তু এতিয়া তেওঁৰ কোনো কৰ্ম্মৰ প্ৰয়োজন নাই। তেওঁ এতিয়া উপযুক্ত আসনত স্থিৰ ভাবে বহি মনৰ পৰা সকলো ভাব নিৰাকৃত কৰি, সমাধিস্থ হব লাগিব। তেতিয়াহে তেওঁ নিজক ঈশ্বৰে সৈতে অভিন্ন বুলি বুজিব আৰু নিজৰ আত্মাতে সমস্ত জগত দেখিব।

তেওঁৰ পূৰ্ণ-জ্ঞান হব।" ভগবানৰ এই খিনি কথা শুনি অৰ্জ্জুনে সুধিলে "হে কৃষ্ণ, এইটো কেনেকৈ হব পাৰে? মানুহৰ মন চঞ্চল; এটা নহয় এটা ভাব সদায় আছে; তেন্তে সকলো ভাব নিৰাকৃত কৰি, একো নভবাকৈ থকা সমাধি কেনেকৈ সম্ভব হব পাৰে?" এই প্ৰশ্নৰ উত্তৰত ভগবানে কলে যে, সাধাৰণ মানুহে মনৰ ভাব-শূন্য অৱস্থা প্ৰাপ্ত হব নোৱাৰে সঁচা, কিন্তু কৰ্ম্মযোগীয়ে বৈৰাগ্য আৰু অভ্যাসৰ দ্বাৰা কৌশলেৰে এইটো কৰিব পাৰে। অৰ্থাৎ সকলো ৰকমৰ ভাব মনৰপৰা আঁতৰাই দিব পাৰে। নিশ্চল-মনা হব পাৰে। (৬।২৫ শ্লোকৰ ভাঙনি চাওক)।

এই উত্তৰ শুনি অৰ্জ্জুনে পুনৰ প্ৰশ্ন কৰিলে। "তুমি যে এইদৰে চিত্ত নিৰোধ কৰি, ভাৱশূন্য চিন্তাৱস্থা লাভ কৰি, যি কষ্ট-সাধ্য যোগৰ ব্যৱস্থা দিছা, ইয়াত অকৃতকাৰ্য্য হলে মানুহৰ কি গতি হব?" "এনে মানুহৰ বেদোক্ত কৰ্ম্মও কৰা নহল, সাংখ্যৰ জ্ঞান যোগো সাধন কৰা নহল আৰু তুমি কোৱা কৰ্ম্মযোগো সমাপ্ত নহল, তেন্তে তাৰ উভয় কুল নষ্ট নহল নে?"

ভগবানে এই প্ৰশ্নৰ উত্তৰত কলে যে আত্মাৰ অকৰ্ত্তৃত্বৰ জ্ঞান এবাৰ হলে সি আৰু নষ্ট হবৰ নহয়। তেনে যোগভ্ৰষ্ট কৰ্ম্মযোগীয়ে পৰজন্মত শ্ৰীমন্ত বা যোগীৰ কুলত জন্ম গ্ৰহণ কৰি পূৰ্ব্ব-জন্মাৰ্জ্জিত অভ্যাস আৰু জ্ঞানৰ প্ৰভাৱত অচিৰে যোগ সিদ্ধ হয়।

[যোগ সিদ্ধ হলে সমাধিস্থ যোগীৰ পূৰ্ণ জ্ঞান লাভ হয়। তেওঁ ঈশ্বৰক প্ৰত্যক্ষ দেখে। সংসাৰত তেওঁৰ অবিদিত কোনো কথা নাই। (১১শ অধ্যায়ৰ শেহত চাওক) এনে যোগীয়ে ঈশ্বৰক কেনে দেখে আৰু জগতত কি দেখে সেইবোৰ কথা ৭—১১ অধ্যায়ত কৈছে]

## সপ্তম অধ্যায়

### (জ্ঞান-বিজ্ঞান যোগ)

ভগবানে কলে, "শুনা অৰ্জ্জুন সম্পূৰ্ণ বিপৰীত ধৰ্ম্মৰ মোৰ দুটি শক্তি আছে। এটি চেতন আৰু ইটি অচেতন। এটি পৰা-প্ৰকৃতি, ইটি অপৰা-প্ৰকৃতি। পৰা-প্ৰকৃতিৰেই এই জগতৰ সকলোবোৰ জীৱ হৈছে আৰু গোটেই জগতক লগলগাই ধৰি আছে।

২য় অচেতন জড়শক্তি—(অপৰা-প্ৰকৃতি) যি অপৰা প্ৰকৃতিৰ পৰিণামৰ দ্বাৰা এই জগতৰ সকলো পদাৰ্থ (পঞ্চ-মহাভূত, অহঙ্কাৰ, মন, বুদ্ধি আৰু ইন্দ্ৰিয়াদি) হৈছে। অৰ্থাৎ এই গোটেই বহিৰ্জ্জগত আৰু অন্তৰ্জ্জগত মোৰ অপৰা-প্ৰকৃতিৰ সৃষ্টি। জীৱবোৰ পৰা প্ৰকৃতি স্বৰূপ।

এই উভয় প্ৰকৃতিয়েই সমস্ত জগতৰ উপাদান। ইয়াত আৰু একো বাস্তৱ পদাৰ্থ নাই। মোৰ এই শক্তি দুটিৰ দ্বাৰা জগতৰ উৎপত্তি হয়, স্থিতি হয়, আৰু প্ৰলয়ত আকৌ মোতে লয় হয়। সমস্ত জাগতিক বস্তু মোৰ অপৰা আৰু পৰা প্ৰকৃতিৰ সংযোগ। অপৰা প্ৰকৃতিৰ তিনিটি গুণ। সত্ত্ব, ৰজঃ আৰু তমঃ। এই তিনি গুণেৰেই সকলো পদাৰ্থ নিৰ্ম্মিত আৰু সেইবাবেই সেইবোৰ ত্ৰিগুণাত্মক। ভাৱবোৰো ত্ৰিগুণাত্মক। এই তিনিটি গুণেই সকলো জীৱক ৰাগ, দ্বেষ আদি অসংখ্য ভাৱৰ দ্বাৰা মোহগ্ৰস্ত কৰে। সেই মোহ প্ৰাপ্ত জীৱই মই আছো বুলিও নেজানে আৰু মোৰ উপাসনাও নকৰে। মাত্ৰ চাৰি শ্ৰেণীৰ সুকৃতি পুৰুষে মোক জানে আৰু মোৰ উপসনাও কৰে। যথা—আৰ্ত্ত, অৰ্থাৰ্থী, জ্ঞানলাভেচ্ছু আৰু জ্ঞানী। ইয়াৰ ভিতৰত জ্ঞানী ভক্ত মোৰ অতি প্ৰিয় আৰু জ্ঞানীয়েও মোক অতি আপোন বুলি জানে। মই সকলো ভাৱৰ অতীত। মোক জানিব নোৱাৰি জীৱবোৰে পুনঃ পুনঃ সংসাৰত জন্ম লাভ কৰিব লাগে। বহু জন্মৰ তপস্যাৰ ফলত অজ্ঞান বা মোহ ক্ৰমে আঁতৰি গলে জ্ঞানী জীৱই বুজে যে মোৰ বাহিৰে জগতত আৰু একো নাই। মোকে সকলো বুলি জানিলে সংসাৰলৈ আৰু ঘূৰি আহিব নেলাগে। কিন্তু এইদৰে মোকে সকলো (বাসুদেবঃ সৰ্ব্বমিতি) বুলি নেজানি মানুহে অন্য দেৱতাৰ উপাসনা কৰে। মোৰ অঙ্গীভূত এইসকল দেৱতাৰ প্ৰতি শ্ৰদ্ধা মানুহক ময়ে দিওঁ। (কাৰণ মানুহৰ সকলো ভাৱ আৰু কৰ্ম্মৰ মইহে নিয়ন্তা।) দেৱতা সকলেও মানুহক প্ৰাৰ্থিত ভোগ প্ৰদান কৰে। প্ৰকৃততে এই ভোগো ময়েহে দিওঁ। (কাৰণ মই মানুহক যেনেকৈ নিয়ন্ত্ৰিত কৰোঁ দেৱতাকো ঠিক সেইদৰেই কৰোঁ—মানুহ যেনেকৈ অহংজ্ঞানৰ দ্বাৰা মোহিত)। যি দেৱতাৰ উপাসনা কৰে সি দেৱতাক পায়। তাৰ পুনৰ্জ্জন্ম আছে। কিন্তু যি মোক সকলো বুলি জানি মোৰ উপাসনা কৰে সি মোক পায় আৰু (সেইগুণে) সংসাৰলৈ ঘূৰি আহিব নেলাগে। কোৱা অৰ্জ্জুন, ত্ৰিগুণাত্মিকা মোৰ এই মায়া অতিক্ৰম কৰা কঠিন। দেৱতাও এই মায়া দ্বাৰা মোহিত। কিন্তু যি মোক একান্ত ভাৱে ভজে, তেওঁ এই মায়া অতিক্ৰম কৰিব পাৰে। তেওঁ মোৰ অধিদৈৱ, আধিভৌতিক, অধ্যাত্মিক ব্ৰহ্মস্বৰূপ জানি আৰু কৰ্ম্মতত্ত্ব বুজি মৃত্যুকালতো মোক স্মৰণ কৰি মোক লাভ কৰে।

[অধ্যাত্ম অধিভূত ইত্যাদি শব্দ বোৰ বুজাও আজিকালি আমাৰ পক্ষে অতি সহজ হৈছে। এইবোৰ বিষয়ত বেদান্ত সাংখ্য আৰু আধুনিক (Quantum theory) আনৰিক বাদৰ একো বিৰোধ নাই। এই জগতত শক্তিৰ ক্ৰিয়াৰ বাহিৰে একো নাই। এই শক্তিৰ তিনি অৱস্থা আমি দেখোঁ। প্ৰথম, সূৰ্য্য, অগ্নি, বিদ্যুৎ আদি পদাৰ্থই শক্তি বিকিৰণ (Radiate) কৰে। এইবোৰক আমি অধিদৈব পদাৰ্থ বোলোঁ। বিজ্ঞানে Free Radiation বা Energy বা Mass বোলে। ইয়াৰ বাহিৰে জগতত আমি যিবোৰ বস্তু দেখোঁ সেই সকলোবোৰো শক্তিয়েই, শক্তিৰ বাহিৰে তাত আৰু একো নাই। কিন্তু ই আবদ্ধ শক্তি (Bottled up energy)। এইবোৰক বিজ্ঞানে Substance বা Matter বোলে আৰু আমি অধিভূত পদাৰ্থ বোলো। পাতনিত কোৱা হৈছে যে, ভাববোৰো শক্তিহে—অতি সূক্ষ্ম শক্তি, যি সূক্ষ্ম শক্তিৰ দ্বাৰা মন ইন্দ্ৰিয় আদি গঠিত হৈছে তাকে অধ্যাত্ম শক্তি বুলিছে। অধ্যাত্ম শব্দৰ আচল মানে জীৱতত্ত্ব— অৰ্থাৎ জীৱৰ বিষয় জ্ঞান কেনেকৈ হয়—এই তত্ত্ব। এতিয়া এই বিভাগ বুজিলেই বুজিব পাৰি যে এই জগতত ব্ৰহ্মাৰ শক্তিৰ বাহিৰে আৰু একো নাই। সেই শক্তিৰ তিনিটা বিভাগেই অধিভূত, অধিদেৱ, অধ্যাত্ম। অধিযজ্ঞ মানে সেই শক্তি (চিৎ শক্তি বা consciousness) যি শক্তিৰ দ্বাৰা আমাৰ বিষয় জ্ঞান হয়। এয়ে আমাৰ আত্মা—বা সাংখ্যৰ ভোক্তা পুৰুষ। গীতাৰ মতে আত্মা পৰমাত্মাৰ ভেদ নাই গুণে অধিযজ্ঞ ঈশ্বৰ নিজে। (কথাৰে উপনিষদ চাওক)

## ৮ম অধ্যায়

### (অক্ষৰ ব্ৰহ্মযোগ)

এই অধ্যায়ৰ প্ৰথমতে ভগবানে অৰ্জ্জুনক, অধিদৈব, অধিভূত, অধ্যাত্ম আৰু অধিযজ্ঞ, এই কথাবোৰৰ অৰ্থ বুজাই দিলে। আৰু কৰ্ম্মৰ তত্ত্বটিও বুজালে। অৰ্জ্জুনে বুজিলে যে এই জগতত ব্ৰহ্মাৰ শক্তিৰ বাহিৰে আৰু একো নাই। ৭ম অধ্যায়ৰ শেহত ভগবানে কৈছিল যে, মৃত্যুকালত মানুহে তেওঁক স্মৰণ কৰি মৰিলে তেওঁক পায়। অৰ্জ্জুনে এতিয়া সুধিলে কেনেকৈ মৃত্যু কালত তেওঁক স্মৰণ কৰিব পাৰি। ভগবানে উত্তৰ দিলে :—

"শুনা অৰ্জ্জুন, মানুহে যি যি ভাব স্মৰণ কৰি দেহত্যাগ কৰে, মৃত্যুৰ পাছত তাকেহে পায়। মানুহে জীৱিত কালত সদায় মোৰ কথা ভাবি থাকিলেহে মৃত্যু কালত মোক স্মৰণ কৰিব পাৰিব। নহলে নোৱাৰে। সেইবাবে হে অৰ্জ্জুন সদায় মোক স্মৰণ কৰিবা। অভ্যাস যোগযুক্ত হৈ একাগ্ৰ চিত্তে সাধকে সদায় চিন্তা কৰি মোক লাভ কৰে। যি মৃত্যু কালত ভ্ৰূৰ মাজত মন স্থিৰ কৰি (অন্য একো নেভাবি) "ওঁ" এই একাক্ষৰ ব্ৰহ্ম উচ্চাৰণ কৰি দেহ ত্যাগ কৰে তেওঁৰ দিব্য গতি হয়। তেওঁ মোক পায়।

"চোৱা অৰ্জ্জুন, ব্ৰহ্মলোকৰ পৰা আৰম্ভ কৰি সমস্ত জগৎ প্ৰলয়ত মোৰ অব্যক্তা প্ৰকৃতিত লয় হয় আৰু সৃষ্টি কালত আকৌ সেই অব্যক্তা প্ৰকৃতিৰ পৰাই ওলায়। এইদৰে অনন্ত কাল হৈ আছে।

"মই কিন্তু সেই অব্যক্তা প্ৰকৃতিৰ ওপৰত। মই অক্ষৰ, অব্যক্ত। মই সৰ্ব্বজ্ঞ, অনাদি, সৰ্ব্বনিয়ন্তা, সূক্ষ্মাতিসূক্ষ্ম—অথচ সৰ্ব্বব্যাপী স্ব-প্ৰকাশক, অচিন্ত্যৰূপ, আৰু মোক ভক্তিৰ দ্বাৰা লাভ কৰিব পাৰিলে এই সংসাৰলৈ আৰু ঘূৰি আহিব নেলাগে। চোৱা অৰ্জ্জুন, ব্ৰহ্মলোকৰ পৰা আৰম্ভ কৰি সকলো প্ৰাণী সংসাৰলৈ পুনঃ পুনঃ আহি থাকে। কিন্তু মোক লাভ কৰিলে আৰু পুনৰ্জ্জন্ম নাই।

"আৰু চোৱা অৰ্জ্জুন, কালৰ তত্ত্বটি বুজা কঠিন। ইয়াক যি বুজে তেওঁক বেদবিৎ বা অহোৰাত্ৰ-বিৎ বুলি মানুহে কয়। এই তত্ত্বটি বুজিলে ধাৰণা কৰিব পাৰিবা যে মনুষ্যলোকৰ সহস্ৰ মহাযুগে ব্ৰহ্মাৰ এদিন আৰু তেনে সহস্ৰ মহাযুগে তেওঁৰ এৰাতি। ব্ৰহ্মাৰ ৰাতি হলে এই বিশ্বব্ৰহ্মাণ্ড অব্যক্তা প্ৰকৃতিত লীন হৈ থাকে। (এয়ে মহাপ্ৰলয়)। ব্ৰহ্মাৰ ৰাতি পুৱালে আকৌ বিশ্বব্ৰহ্মাণ্ড প্ৰকৃতিৰ গৰ্ভৰ পৰা উদ্ভৱ হয়। এইদৰে কল্পে কল্পে হৈ আছে। মই কিন্তু প্ৰকৃতিৰ ওপৰৰ অব্যক্ত। সমস্ত জগৎ নাশ হৈ গলেও এই সনাতন অব্যক্ত সত্তাৰ বিনাশ নাই। (অৰ্থাৎ এই অব্যক্ত কালাতীত)।

(কোনো কোনো আধুনিক পাঠকে এইবোৰ কথা গল্প বুলিহে ভাবিব। কিন্তু আধুনিক বিজ্ঞানৰ দিক্কালৰ তত্ত্বটি বুজিলে বুজিব পাৰিব ইয়াত কিমান সত্য সোমাই আছে)। (৮ম অধ্যায় শেহত চাওক)

ভগবানে আকৌ কলে —

"শুনা অৰ্জ্জুন দেৱযান আৰু পিতৃযান—এই দুটি মাৰ্গ চিৰ প্ৰসিদ্ধ। জ্ঞানী উপাসকে দেহ ত্যাগ কৰি দেৱযান পথে ব্ৰহ্মলোকলৈ যায় আৰু তাৰ পৰা সংসাৰলৈ আকৌ ঘূৰি নাহে। সকাম কৰ্ম্ম কৰা মানুহ। পিতৃযান পথে চন্দ্ৰলোকলৈ

যায়। ভোগৰ অন্তত আকৌ সংসাৰত জন্ম গ্ৰহণ কৰে।" (বেদান্ত দৰ্শন চাওক) "সেইগুণে হে অৰ্জ্জুন, কৰ্ম্মযোগীয়ে এই তত্ত্বটি বুজি সকাম কৰ্ম্মলৈ আস্থাহীন হয়।"

## ৯ম অধ্যায়

### (ৰাজবিদ্যা, ৰাজগুহ্য যোগ)

ভগবানে কলে —

চোঁৱা অৰ্জ্জুন, মই অব্যক্ত মূৰ্ত্তিৰে এই সমস্ত জগৎ ব্যাপি আছো আৰু জগতৰ বাহিৰেও মই আছো। আকাশত (space) যেনেকৈ সৰ্ব্বত্ৰ গমনশীল বায়ু ভৰি আছে, কিন্তু আকাশ বায়ুত আৱদ্ধ নহয়, সেইদৰেই জগতৰ সকলো বস্তু মোত অৱস্থিত কিন্তু মই সেই বস্তুবোৰত আৱদ্ধ নহওঁ। মোত আশ্ৰয় নকৰিলে কাৰো একো অস্তিত্ব নাই। এই তত্ত্বটি যি বিশ্বাস কৰিব নোৱাৰে সি আসুৰী প্ৰকৃতিৰ মানুহ। সি মৰণ ধৰ্ম্মশীল সংসাৰমাৰ্গত সদায় ঘূৰি থাকিব লাগিব।

মই নিজ প্ৰকৃতিত অধিষ্ঠিত হৈ প্ৰকৃতিৰ বশত অৱশ হৈ থকা এই সমস্ত জীৱক কল্পৰ আদিতে সৃষ্টি কৰো, আকৌ কল্পৰ অন্তত সেইবোৰ মোৰ প্ৰকৃতিত লয় হয়। এইদৰে পুনঃ পুনঃ হৈ আছে। প্ৰকৃতিৰ এই আবৰ্ত্তনত মোৰ একো পৰিবৰ্ত্তন নহয়। মই সদায় অপৰিণামী সৎ অক্ষৰ পুৰুষ। সদায় একে।

সেইবোৰ কথা যি নুবুজে বা বিশ্বাস নকৰে সিঁহতে মোক অৱজ্ঞা কৰে আৰু মোক নভজে। কিন্তু যিসকল মহাত্মা পুৰুষে এইবোৰ কথা বুজে আৰু বিশ্বাস কৰে, তেওঁবিলাক দৈবী প্ৰকৃতিৰ মানুহ। মই সকলো জীৱৰ পিতা, মাতা, ধাতা আৰু আশ্ৰয়ৰ স্থান। মোৰ বিনে জীৱৰ গতি নাই।

মানুহে যজ্ঞ কৰি স্বৰ্গলৈ যায়, স্বৰ্গভোগৰ অন্তত আকৌ পৃথিবীত জন্ম হয়। সেইদৰে পুনঃ পুনঃ যাতায়ত কৰে। সংসাৰ মাৰ্গৰ নিবৃত্তি নহয়। কিন্তু যি ওপৰত কোৱা দৰে মোক জানি অনন্যমনা হৈ মোক ভজে তেওঁবিলাকৰ সকলো ভাৰ মই নিজে লওঁ। মই তেওঁবিলাকক প্ৰয়োজনীয় সকলোবিনি দিওঁ—আৰু শেহত মুক্তি লাভ কৰাওঁ।

যি মোক নভজি অন্য দেৱতাক ভজে, সিঁহতেও প্ৰকৃততে মোকহে ভজে। কাৰণ সকলো দেৱতাই মোৰ অধীভূত। মোত আশ্ৰয় নকৰি কোনো দেৱতাৰ সুকীয়া অস্তিত্ব নাই। এই তত্ত্বটি নুবুজি যদি কোনো মানুহে অন্য দেৱতাক ভজে, তেন্তে তেওঁ সেই দেৱতাকহে পায়। (অৰ্থাৎ পুনৰ্জ্জন্ম থাকে)। এই তত্ত্বটি জানি যি মোক ভজে তেওঁ মোক পায় আৰু তেওঁৰ পুনৰ্জ্জন্ম নহয়।

ফুল পাত, ফল পানী—যি যিহকে মোক ভক্তিৰে দিয়ে মই তাকে গ্ৰহণ কৰো। হে অৰ্জ্জুন, তুমি যি কৰা—সকলো মোত অৰ্পণ কৰিবা, অৰ্থাৎ মই কৰাইছো বুলি বিশ্বাস কৰিবা। এনে বিশ্বাসেৰে (অৰ্থাৎ মই সকলো কৰ্ম্মৰ নিয়ন্তা বুলি জানি) তুমি কৰ্ম্মবন্ধনৰ পৰা মুক্ত হ'বা।

অত্যন্ত পাপী দুৰাচাৰেও যদি একান্ত মনে মোক ভজে তেওঁ অচিৰে চৰিত্ৰবান সাধুপুৰুষ হৈ পৰম শান্তি লাভ কৰে।

স্ত্ৰী বৈশ্য শূদ্ৰ—সকলো জাতিৰ সকলো মানুহে মোক আশ্ৰয় কৰি শ্ৰেষ্ঠ গতি লাভ কৰে।

অতএব হে অৰ্জ্জুন, মদগতচিত্ত হৈ মোৰ ভক্ত হৈ অনবৰত মোৰ উপাসনা কৰা—মোত আত্মসমৰ্পণ কৰা।

## ১০ম অধ্যায়

### (বিভূতি যোগ)

ভগবানে কলে —

"শুনা অৰ্জ্জুন মই আকৌ কওঁ। মই এই জগতৰ আদিপুৰুষ (১)।

দেৱতা, মহৰ্ষি কোনেও মোৰ উৎপত্তিৰ বিষয়ে একো নাজানে। সকলোকে মই সৃষ্টি কৰিছো। দেৱতা, মহৰ্ষি সিদ্ধ পুৰুষ আৰু চতুৰ্দ্দশ মনু সকলো মোৰ মনৰ পৰা উৎপন্ন হ'ল।

মই সকলো বস্তুৰ উৎপত্তিৰ কাৰণ, মই মানুহৰ অকল কৰ্ম্মনিয়ন্তাই নহওঁ, মই মানুহৰ সুখ-দুখ ভয়-অভয় হিংসা-অহিংসা আদি সকলো ভাৱৰো নিয়ন্তা। মই যেনেকৈ ভবুৱাওঁ মানুহে সেইদৰেহে ভাবিব পাৰে। (২)

শুনা অৰ্জ্জুন, এই গোটেই জগত মোৰ আত্মপ্ৰকাশ। ইয়াত মোৰ বাহিৰে একো বস্তু নাই। ইয়াৰ সকলো পদাৰ্থই মই। সকলো মোৰ বিভূতি (আত্মপ্ৰকাশ)।

এইদৰে বিশ্বাস কৰি জ্ঞানীলোকে সততে মোক চিন্তা কৰে। মোৰ ভজনা কৰে। সদায় নাম কীৰ্ত্তন কৰে।

---

(১) আদি মানে আদিয়েই। অৰ্থাৎ অজ ; আদি মানে "প্ৰথম সৃষ্টি" [First] এনে অৰ্থ নহয়।

(২) মনত ৰাখিব যে কৰ্ম ভাবৰ অন্তৰ্গত—আমি আগধৰি ভাবো আৰু সেই ভাবেই আমাক কৰ্ম কৰায়। সেইকাৰণেই ঈশ্বৰ কৰ্মৰ নিয়ন্তা হ'বলৈ হলে ভাবৰ নিয়ন্তাও হ'বই লাগিব।

তেওঁবিলাকক মই এনে বুদ্ধি দিওঁ যে মোৰ স্বৰূপৰ বিষয়ে তেওঁবিলাকে বুজি আছে। এই জ্ঞান তেওঁবিলাকৰ মনৰ পৰা আপোনা-আপুনি ওলায় আহে। সদায় মোৰ বিভূতিবোৰ চিন্তা কৰিলে মোলৈ ভক্তি হয়। ভক্তিৰ পৰা আত্মজ্ঞান লাভ হয়।" এইখিনি শুনি অৰ্জ্জুনে প্ৰশ্ন কৰিলে —

"হে কৃষ্ণ, তোমাৰ বিভূতিৰ কথা মোক বহলাই কোৱা। মোক কোৱা তোমাৰ কোন কোন বিভূতিৰ মই চিন্তা কৰিম।"

ভগবানে উত্তৰ দিলে —"শুনা অৰ্জ্জুন, মই কলো যে গোটেই জগতেই মোৰ আত্মপ্ৰকাশ। প্ৰত্যেক পদাৰ্থই মই—মোৰ বিভূতি। এই বিভূতিৰ অন্ত নাই। কিন্তু সম শ্ৰেণীৰ বস্তুৰ ভিতৰত যিটি প্ৰধান সেয়ে মোৰ বিশেষ আত্মপ্ৰকাশ। (প্ৰধান বিভূতি) যেনে, সকলো দেৱতাই মই। কিন্তু ইন্দ্ৰ দেৱতাৰ ৰজা, ইন্দ্ৰত মোৰ বিশেষ আত্মপ্ৰকাশ—সেইগুণে ইন্দ্ৰ মোৰ প্ৰধান বিভূতি। ইত্যাদি ক্ৰমে মই মোৰ প্ৰধান বিভূতিৰ কথাহে তোমাক কব পাৰোঁ। কাৰণ মোৰ বিভূতিৰ অন্ত নাই। সকলো পদাৰ্থই মোৰ বিভূতি।" সেইদৰে কৈ ভগবানে প্ৰধান বিভূতি দুটামানৰ কথা কৈ শেহত কলে যে জগতত শ্ৰীমন্ত, ধনী, গুণী বা প্ৰতিভাশালী যিমান প্ৰাণী আছে সেই সকলো তেওঁৰ বিভূতি আৰু তেওঁ এক অংশৰে এই সমস্ত জগৎ ব্যাপি আছে আৰু জগতৰ ওপৰতো তেওঁ আছে।

## ১১শ অধ্যায়

### (বিশ্বৰূপ দৰ্শন)

ওপৰৰ কথাবোৰ শুনি অৰ্জ্জুনে কলে —

"হে কৃষ্ণ মই সকলো বুজিলো। মোৰ মোহ দূৰ হল। মই বুজিলোঁ যে, এই জগতত তোমাৰ বাহিৰে একো নাই আৰু তুমিহে জগতৰ সকলো ঘটনা ঘটাইছা। এতিয়া মই তোমাৰ বিৰাট ৰূপটি দৰ্শন কৰিবৰ যোগ্য হওঁ তেন্তে হে কৃষ্ণ মোক সেই ৰূপ দৰ্শন কৰোৱা"।

ভগবানে কলে—"অৰ্জ্জুন তুমি মানুহৰ চকুৰে সেই ৰূপ নেদেখা। কিন্তু মই তোমাক সেই ৰূপ দেখিব পৰা দিব্য চক্ষু দিওঁ, তুমি চোৱা।"

দিব্য চক্ষু পাই অৰ্জ্জুনে সেই বিশ্বৰূপ দেখিলে। তেওঁ দেখিলে যে, ভগবানৰ সেই উগ্ৰ বিৰাট শৰীৰত এই গোটেই বিশ্বব্ৰহ্মাণ্ডৰ সমস্তলোক আৰু সমস্ত প্ৰাণী এনে ভাবে আছে যেন সেই সকলোবোৰ একেটা শৰীৰৰহে অঙ্গ। সেই তেজোময় বিৰাট পুৰুষৰ অসংখ্য মুখ, অসংখ্য উদৰ, অসংখ্য বাহু আৰু তেওঁৰ আদি অন্ত বা মধ্য একো নাই। চাৰিও ফালে অনন্ত। অৰ্জ্জুনে আৰু দেখিলে যে, সেই বিৰাট পুৰুষৰ অঙ্গীভূত তিনিওলোকৰ সকলো বস্তুৰ আৰু সকলো প্ৰাণীক যেন কিবা এটা অদৃশ্য শক্তিয়ে ধ্বংসৰ ফালে টানি নিছে। কাৰণ ফৰিঙ যেনেকৈ উড়ি গৈ জুইত পৰি মৰে সেইদৰেই সিহঁতেওঁ লৰি গৈ বিৰাট পুৰুষৰ মুখবোৰত সোমাইছেগৈ। কুৰুক্ষেত্ৰৰ সকলো যোদ্ধা যেন তেওঁৰ মুখত সোমাবলৈ লৰি গৈছে। ইয়াকে দেখি অৰ্জ্জুন ভয়ত বিহ্বল হ'ল আৰু কলে (১)—

"হে প্ৰভো আপুনি কোন? মোক কওক, প্ৰসন্ন হওক, মই ভয়ত বিহ্বল হৈছোঁ।" ভগবানে হাঁহি হাঁহি উত্তৰ দিলে (২)—"মই এতিয়া সৰ্ব্বভূত ক্ষয়কাৰী অক্ষয় কাল·· । জগতক সংহাৰ কৰিবলৈ মই এতিয়া প্ৰবৃত্ত হৈছোঁ। ইয়াত কোনেও বাধা দিব নোৱাৰে। তুমি যুদ্ধ নকৰিলেও এই কুৰুক্ষেত্ৰৰ সকলো যোদ্ধাক মই সংহাৰ কৰিবলৈ উদ্যত। ইহঁতক যেন মই মাৰিয়েই থৈছোঁ। তুমি নিমিত্ত মাত্ৰ। তুমি উঠা যুদ্ধ কৰা, যশস্যা লাভ কৰা, ৰাজ্য ভোগ কৰা।"

এই কথা শুনি অৰ্জ্জুনে ভয়ত ভগবানৰ স্তুতি কৰি কলে—"হে প্ৰভো, তোমাৰ এই ভয়ঙ্কৰ মূৰ্ত্তি দেখি মই ভীত হৈছো। তুমি প্ৰসন্ন হৈ আগৰ মনুষ্যৰূপ ধাৰণ কৰা।"

(১) অৰ্জ্জুনে নিজক এফালে আৰু বিৰাট পুৰুষক এফালে দেখিছে আৰু সেইগুণেই তেওঁৰ মনত ভয়ৰ সঞ্চাৰ হল। অৰ্জ্জুনৰ এই জ্ঞান হোৱা নাছিল যে, তেওঁ নিজেই বিৰাট পুৰুষৰ অঙ্গ। এনে একতাৰ জ্ঞান হোৱা হলে, অৰ্জ্জুনে ভয়ৰ পৰিবৰ্ত্তে ব্ৰহ্মানন্দ লাভ কৰিলেহেঁতেন।

(২) সৃষ্টিৰ আগেয়ে কাল নাই। তেতিয়া সমস্ত বিশ্বব্ৰহ্মাণ্ড তেওঁৰ শৰীৰত যেন সোমাই থাকে। যেনেঃ—

> চৈধ্যই ভুবন উদৰত দিলো ঠাই।
> প্ৰকৃতি মায়াও আছে গৰ্ভতে লুকাই॥
> একেশ্বৰে থাকি আমি কৰো কোন কাম।
> শৰীৰৰ পৰা সৃজে জীৱ হওক বাজ॥ (শঙ্কৰদেৱ)

তেওঁ সৃষ্টিৰ সময়ত প্ৰকাশ হয়। সৃষ্টিৰ পাচত আকৌ প্ৰলয় হব লাগে। সেইগুণে সমস্ত সৃষ্ট জগতক যেন বলেৰে ধৰি নি বিৰাট পুৰুষৰ (মহাকালৰ) উদৰত আকৌ সুমাব লাগে। যি শক্তিৰে ভগবানে এনেকৈ সংহাৰ কৰে সেয়ে অক্ষয় কাল। সৃষ্টি ভগবানৰ আত্মপ্ৰকাশ মাত্ৰ। জোনাকী পৰুৱাৰ দৰে তেওঁ এবাৰ আত্মপ্ৰকাশ কৰে আকৌ সংহাৰ কৰে।

ভগবানে তেতিয়া মনুষ্যৰূপ ধাৰণ কৰি অৰ্জ্জুনক আশ্বাস দি কলে —

"তোৰা অৰ্জ্জুন তোমাক আজি যি ৰূপ দেখুৱালোঁ দেৱতা সকলেও সেই ৰূপ দেখিবলৈ হেঁপাহ কৰে। (কিন্তু দেখিবলৈ নেপায়) অনন্যা, ঐকান্তিক ভক্তিৰ দ্বাৰা এই বিশ্বৰূপৰ তত্ত্ব মানুহে বুজিব পাৰে আৰু এইদৰে বুজি আৰু সাক্ষাত লাভ কৰি অন্তত এই ৰূপত সোমাই মোৰে সৈতে একতা লাভ কৰিব পাৰে।"

## দ্বাদশ অধ্যায়

### (ভক্তিযোগ)

অৰ্জ্জুনে প্ৰশ্ন কৰিলে —

"হে কৃষ্ণ, তোমাৰ এই দৃশ্যমান সাকাৰ ৰূপটি অৱলম্বন কৰি যি সকল ভক্তই উপাসনা কৰে, আৰু যি সকলে অচিন্ত্য অব্যক্ত আৰু অক্ষৰ নিৰ্গুণ ব্ৰহ্মৰ ধ্যান কৰে—এই দুই শ্ৰেণীৰ ভক্তৰ ভিতৰত কোন শ্ৰেণী শ্ৰেষ্ঠ যোগবিৎ?"

এই প্ৰশ্নৰ উত্তৰত ভগবানে একে আষাৰেই কলে যে সগুণ উপাসক শ্ৰেষ্ঠ। নিৰ্গুণ অক্ষৰোপাসকেও তেওঁকেই পায, সঁচা, কিন্তু নিৰ্গুণ উপাসনা অতি কষ্টসাধ্য।* ভগবানে আৰু কলে—"যি সাধকে মোৰ সগুণ মূৰ্ত্তিৰে ভক্তিভাৱে উপাসনা কৰে, সদায় মন প্ৰাণ বুদ্ধিৰে মোকে চিন্তা কৰে মই সেই অনন্যমনা সাধকক অচিৰে সংসাৰ বন্ধনৰ পৰা মুক্ত কৰো। অতএব হে অৰ্জ্জুন তুমিও সদায় এইদৰেই কৰিবা, তুমি মন বুদ্ধি একাগ্ৰ কৰি নিশ্চল ভাবে মোৰ ধ্যান কৰিবা। যদি এইদৰে কৰিব নোৱাৰা তেতিয়াহলেও ক্ৰমশঃ এইদৰে কৰিবলৈ অভ্যাস কৰিবা। কিন্তু যদি অভ্যাস কৰিবৰ জোখাৰেই তোমাৰ একাগ্ৰতা নাই (বা অভ্যাস কৰিবলৈ গলেই নানা চিন্তাৰ দ্বাৰা তোমাৰ মন বিক্ষিপ্ত হয়, মনলৈ কোনোমতেই একাগ্ৰতা নাহে) তেতিয়া হলে তুমি মোৰ সেৱা কৰ্ম্মত (অৰ্থাৎ পূজা, সেৱা, নাম, কীৰ্ত্তন, ব্ৰত, উপবাস আদিত) যুক্ত থাকিবা। সেইদৰেই কৰি থাকিলেও সদায় মোলৈ মনত পৰিব আৰু সিদ্ধি লাভ কৰিব পাৰিবা। যদি ইয়াকো কৰিব নোৱাৰা তেন্তে ঈশ্বৰহে কৰ্ম্মফল দাতা এই কথাতো মনত ৰাখিবা।

এইটো মনত ৰখা বা বিশ্বাস কৰা সহজ। কাৰণ তুমি দেখি আছা যে মানুহে অতি যত্নেৰে কৰা কামবো বিপৰীত ফল হয়। ঈশ্বৰ কৰ্ম্মফল দাতা বুলি বিশ্বাস কৰিলে সদায় প্ৰত্যেক কৰ্ম্ম কৰিয়েই ঈশ্বৰলৈ মনত পৰিব।

এইদৰে কৰিব পাৰিলেই, হে অৰ্জ্জুন তোমাৰ কৰ্ম্মফল ত্যাগ কৰা হব। ইয়াৰ পৰাই লাহে লাহে কৰ্ম্মযোগত সিদ্ধি লাভ হব। অৰ্জ্জুন, শুনা, একেবাৰে ঈশ্বৰ জ্ঞান নহলে কোনো সাধনাই হব নোৱাৰে। সেইগুণে 'জ্ঞান' অভ্যাসতকৈ শ্ৰেষ্ঠ আৰু (জ্ঞান সহিত ধ্যান) ধ্যান শুদা জ্ঞানতকৈ শ্ৰেষ্ঠ। এনে ধ্যান দৃঢ় হলে, কৰ্ম্মফল ত্যাগ আপোনা-আপুনি হব। (অৰ্থাৎ তেতিয়া কৰ্ম্মৰ আচল তত্ত্বটি বুজিবা আৰু জানিবা যে সকলো কৰ্ম্ম ঈশ্বৰৰহে কৰ্ম্ম, তোমাৰ কৰ্ম্মও নাই, কৰ্ম্মফলো নাই)

এইদৰে কৰ্ম্মফল ত্যাগ কৰিব পাৰিলে শান্তি লাভ কৰিব পাৰিবা। হে অৰ্জ্জুন, যি সকল ভক্তই মোত এইদৰে চিত্তাৰ্পণ কৰিব পাৰিছে, তেওঁবিলাক নিন্দা, স্তুতি সুখ-দুখ সকলোতে সমবুদ্ধি। তেওঁবিলাকে কাৰো অনিষ্ট চিন্তা নকৰে। শত্ৰু, মিত্ৰ সকলো তেওঁবিলাকৰ পক্ষে সমান। এনে ভক্ত মোৰ অতি প্ৰিয়।"

## ১৩শ অধ্যায়

### (ক্ষেত্ৰ-ক্ষেত্ৰজ্ঞ বিভাগ যোগ বা প্ৰকৃতি-পুৰুষ বিবেক যোগ)

[গীতাৰ সৃষ্টি তত্ত্বটি, (বেদান্ত দৃষ্টিৰে) ৭ম অধ্যায়ত সংক্ষেপে কোৱা হল। এতিয়া এই অধ্যায়ত সেই একে কথাকে সাংখ্য দৃষ্টিৰে কোৱা হৈছে। সাংখ্যমতে পুৰুষ (জীবাত্মা) অকৰ্ত্তা আৰু পুৰুষ বুদ্ধিৰ দ্ৰষ্টা মাত্ৰ। অৰ্থাৎ নিজৰ বুদ্ধিস্থ সংস্কাৰত যি আছে, পুৰুষে মাত্ৰ তাকেহে দেখে, তাৰ বাহিৰে আৰু একোৰে জ্ঞান নাই; সংস্কাৰে যেনে কৰায় পুৰুষে তাকেহে কৰিব পাৰে—তাৰ বাহিৰে একো কৰিব নোৱাৰে। এইবোৰ কথাও গীতাই একৰকমে আগেয়ে কৈ আহিছে। কিন্তু এতিয়া এই কথা দৃষ্টান্ত দি বুজাবলৈ ঈশ্বৰৰ,

---

* ঈশ্বৰ সাকাৰো আৰু তেওঁ নিৰাকাৰ ব্ৰহ্মও। কিন্তু—আমি অলপ চিন্তা কৰিলেই বুজিম যে, ঈশ্বৰক নিৰাকাৰ বুলি ভাবিলে আমাৰ এনে ভাব মনলৈ নাহি নোৱাৰে যে, তেওঁ যেন এটা যান্ত্ৰিক শক্তি (Mechanical power)। তেওঁ যে দয়াময় সকলোৰে পিতা, মাতা, সকলোকে মৰম কৰে, ক্ষমা কৰে এনেবোৰ ভাব মনলৈ নাহে। ভক্তি বেগেতে উদয় নহয়। সেই গুণেই আমাৰ শাস্ত্ৰত কয় যে আৰম্ভতে ঈশ্বৰৰ ৰূপ চিন্তা কৰিহে ভক্তি মাৰ্গত অগ্ৰসৰ হোৱা উচিত।

অপৰা আৰু পৰা—দুটি প্ৰকৃতিক ক্ষেত্ৰ আৰু ক্ষেত্ৰজ্ঞ বুলি বৰ্ণনা কৰিছে। কৈছে যে, খেতিয়কে যেনেকৈ হাতেৰে খেতি কৰি মুখেৰে ভোগ কৰে সেইদৰেই বহুজীৱ হৈ নিজে বহুৰকমে ভোগ কৰিছে। ইয়াত ভোগ্যও তেওঁ, ভোক্তাও তেওঁ, দৃশ্যও তেওঁ, দ্ৰষ্টাও তেওঁ, জ্ঞানৰ বিষয়ো তেওঁ, জ্ঞাতাও তেওঁ, জ্ঞানো তেওঁ আৰু সকলো জীৱৰ জ্ঞেয়ও তেওঁ।]

ভগবানে কলে —

হে অৰ্জ্জুন শুনা, এই ভোগোপযোগী শৰীৰটি যেন এখন ক্ষেত্ৰ। এই ক্ষেত্ৰ পঞ্চ মহাভূত, অহংকাৰ, মন, বুদ্ধি, দহ ইন্দ্ৰিয় আৰু বুদ্ধিস্থ ৰাগ, দ্বেষ আদি সংস্কাৰস্থ ভাবৰ দ্বাৰা নিৰ্ম্মিত। (সাংখ্যৰ চতুৰ্ব্বিংশতি তত্ত্বৰ দ্বাৰা নিৰ্ম্মিত) এইবোৰ সকলো প্ৰকৃতিৰ বিকাৰ। প্ৰকৃতি-নিৰ্ম্মাণ এই ক্ষেত্ৰখনক যি দেখে বা জানে বা ভোগ কৰে তেওঁক ক্ষেত্ৰজ্ঞ বোলে। এইদৰেই অসংখ্য ক্ষেত্ৰৰ, অসংখ্য জন ক্ষেত্ৰজ্ঞ। প্ৰত্যেকে নিজ নিজ ক্ষেত্ৰৰ ভোক্তা বা জ্ঞাতা—প্ৰত্যেকে নিজ নিজ ক্ষেত্ৰকহে জানে, তাৰ বাহিৰে আৰু একোৰে জ্ঞান নাই।

কিন্তু শুনা, অৰ্জ্জুন, আচলতে মযেহে সকলো ক্ষেত্ৰ আৰু ময়েহে সকলো ক্ষেত্ৰজ্ঞ [কাৰণ সকলো ক্ষেত্ৰ মই মোৰ অপৰা প্ৰকৃতিৰে সৃষ্টি কৰি মোৰ নিজৰ পৰা প্ৰকৃতিৰে মই বহু ক্ষেত্ৰজ্ঞ (পুৰুষ বা জীৱাত্মা) হৈ ভোগ কৰিছো। অৰ্থাৎ আত্মা পৰমাত্মাৰ ভেদ নাই]

অৰ্জ্জুন, তুমি আৰু জানিবা যে জগতত যিমানবোৰ স্থাবৰ জঙ্গমাত্মক পদাৰ্থ আছে, সকলো ক্ষেত্ৰ আৰু ক্ষেত্ৰজ্ঞৰ সংযোগতহে উৎপন্ন হৈছে। [জড় শক্তি আৰু চিৎ শক্তিৰ সংযোগত হে জগতৰ সকলো পদাৰ্থ উৎপন্ন হৈছে। এই বিষয়ে ওপৰৰ পাতনি (৮) চাওক] আৰু শুনা, অৰ্জ্জুন, ক্ষেত্ৰজ্ঞ পুৰুষে এইদৰেই নিজৰ ক্ষেত্ৰত (ভোগোপযোগী শৰীৰত) সোমাই, সেই ক্ষেত্ৰত উৎপন্ন হোৱা সুখ-দুখ, ৰূপ-ৰস আদি প্ৰকৃতিজাত ভোগত আসক্ত হয়; এইবোৰৰ বাহিৰে আৰু একোৰে জ্ঞান লাভ কৰিব নোৱাৰে।

ক্ষেত্ৰজ্ঞ পুৰুষৰ সকলো জ্ঞান বা ভোগ্য নিজৰ ক্ষেত্ৰৰ ভিতৰত সীমাবদ্ধ আৰু সেই গুণেই, আচল জ্ঞেয় পদাৰ্থটি কি, ক্ষেত্ৰজ্ঞই নেজানে। [এইবোৰ কথা বিজ্ঞান সম্মত। কাৰণ বিজ্ঞানে দেখুৱাইছে যে জগতৰ আচল স্বৰূপ কি, আমি নেজানো। আমাৰ মনে যেনে দেখুৱাই, জগতক আমি তেনেহে দেখোঁ।]

এইদৰে নজনা বাবেই ক্ষেত্ৰজ্ঞ পুৰুষে নানা ৰকমৰ সৎ, অসৎ যোনিত জন্ম গ্ৰহণ কৰি, সংসাৰ মাৰ্গত ঘূৰি ফুৰিব লাগে (যেতিয়ালৈকে সেই জ্ঞেয় পদাৰ্থৰ জ্ঞান নহয়)।

সেইগুণে হে অৰ্জ্জুন, সেই জ্ঞেয় পদাৰ্থটি কি, জ্ঞান বা অজ্ঞান বা কি,—এইবোৰ কথা মই কওঁ শুনা ঃ—

সেই জ্ঞেয় পদাৰ্থটি—ব্ৰহ্ম। তেওঁ সৎ নহয়, অসৎ নহয়—অৰ্থাৎ তেওঁ কি, মানুহে মানুহৰ ভাষাৰে প্ৰকাশ কৰিব নোৱাৰে (যতো বাচো নিবৰ্ত্তন্তে)। তেওঁ সৰ্ব্ব-গত অথচ তেওঁ সূক্ষ্মাতিসূক্ষ্ম। তেওঁ জ্ঞানৰ অগোচৰ, অথচ তেওঁ জ্ঞানৰ স্বৰূপ। তেওঁ সকলো প্ৰাণীত অভিন্ন ভাবে আছে, অথচ তেওঁ সকলো প্ৰাণীতকৈ ভিন্ন।

শুনা অৰ্জ্জুন, মই এতিয়া যি জ্ঞানৰ কথা ক'ম, সেইটি অপৰোক্ষ জ্ঞান নহয়। ই দৃক্ শক্তি বা চিৎ শক্তিও (consciousness) নহয়। মই এতিয়া পৰোক্ষ জ্ঞানৰ কথা কৈছো, এই জ্ঞান (Physical experience, Knowledge) পাৰ্থিব পৰোক্ষ জ্ঞান বা সংস্কাৰস্থ ভাব মাত্ৰ। এই সংস্কাৰস্থ ভাববোৰক দুই শ্ৰেণীত ভাগ কৰিব পাৰি।

অহিংসা, ক্ষমা, সৰলতা, ঈশ্বৰ চিন্তা, ধৈৰ্য্য, বৈৰাগ্য ইত্যাদি (৮-১২ শ্লোকত উল্লেখ কৰা) ভাব বা প্ৰবৃত্তিবোৰ পৰমাৰ্থিক জ্ঞান লাভৰ সহায়ক আৰু এইবোৰক সেইবাবে "জ্ঞান" বোলা হয়। ইয়াৰ বাহিৰে যতবোৰ ভাব মানুহৰ সংস্কাৰত হব পাৰে, সেই সকলোবোৰ পৰমাৰ্থিক জ্ঞান লাভৰ বাধাদায়ক আৰু সেইবাবে সিঁহতক "অজ্ঞান" বোলে। (এই ভাববোৰৰ পৰা অৰ্থাৎ "অজ্ঞান"ৰ পৰা মুক্ত হব নোৱাৰিলে পৰমাৰ্থিক জ্ঞান লাভ নহয়)।

আৰু শুনা, অৰ্জ্জুন, প্ৰকৃতি আৰু পুৰুষ, উভয়েই অনাদি। জগতৰ পৰিণামৰ হেতু প্ৰকৃতি। সকলো কাৰ্য্যৰ কাৰণ প্ৰকৃতি। পুৰুষৰ যে অযথা অহং জ্ঞান এটা হয়, তাৰো হেতু প্ৰকৃতি। পুৰুষ অকৰ্ত্তা—কেৱল নিজৰ ক্ষেত্ৰৰ দ্ৰষ্টা, জ্ঞাতা বা সুখ-দুখৰ ভোক্তা।

পুৰুষ আৰু প্ৰকৃতিৰ এই পৃথক জ্ঞানেই আচল আত্মজ্ঞান। এনে আত্মজ্ঞ পুৰুষ আৰু সংসাৰলৈ ঘূৰি আহিব নেলাগে। তেওঁ মোক লাভ কৰে।

এনে আত্ম-জ্ঞান তিনি উপায়েৰে মানুহে লাভ কৰিব পাৰে। যথা—

(১) ওপৰত ৬ষ্ঠ অধ্যায়ত কোৱা ধ্যান যোগ।

(২) সাংখ্যৰ চতুৰ্ব্বিংশতি তত্ত্বাভ্যাস বা জ্ঞান যোগ বা সন্ন্যাস যোগ।

(৩) ওপৰত কোৱা কৰ্ত্তৃত্ব বুদ্ধিহীন নিষ্কাম কৰ্ম্মযোগ।

কিন্তু হে অৰ্জ্জুন, এই তিনিওটি উপায় অতি কষ্ট সাধ্য। আত্মাব অকৰ্ত্তৃত্বৰ জ্ঞান নহলে এইবোৰ যোগত সিদ্ধ হোৱা কঠিন। সেইবাবে মই তোমাক অতি সহজ উপায় এটা কওঁ, শুনা ঃ—

"যি নিজে নুবুজিও যদি লোকৰ কথা শুনিয়েই বিশ্বাস কৰিব পাৰে যে আত্মা অকৰ্ত্তা আৰু প্ৰকৃতিয়ে (বা ঈশ্বৰে বা সংস্কাৰে) তেওঁক কাম কৰাইছে আৰু এইদৰে বিশ্বাস কৰি অনাসক্ত ভাবে শাস্ত্ৰ বিহিত কৰ্ম্ম কৰে, তেওঁৰো কালত আত্মজ্ঞান লাভ হয়।"

## ১৪শ অধ্যায়

## (গুণত্ৰয় বিভাগ যোগ)

ভগবানে কলে —

"শুনা অৰ্জ্জুন, মই কৈছিলো যে পুৰুষ প্ৰকৃতিব সংযোগতহে জগতৰ সকলো পদাৰ্থ উৎপন্ন হৈছে। মোৰ প্ৰকৃতি যেন মোৰ গৰ্ভা-ধান স্থান আৰু মই যেন তাতে গৰ্ভ সঞ্চাৰ কৰো। এই অৰ্থত প্ৰকৃতি সকলো জীৱৰ মাতৃ স্বৰূপ।

এই প্ৰকৃতিৰ তিনি ৰকমৰ ক্ৰিয়া শক্তি আছে—সত্ব, ৰজঃ আৰু তমোগুণ। এই তিনি গুণৰ দ্বাৰা বৰ্হিজগতৰ সকলো পদাৰ্থ আৰু অন্তৰ্জ্জগতৰ সকলো ভাবৰ উৎপন্ন হয়।

অন্তৰ্জ্জগতত এই গুণবোৰেই নানা ৰকম ভাব উৎপন্ন কৰি জীৱক নিজ নিজ দেহত আবদ্ধ কৰে আৰু সেই বাবেই জীৱই নানা ৰকম সুখ দুখৰ ভাব অনুভব কৰে। সত্ব গুণ প্ৰকাশক—সেই গুণে ই বুদ্ধিৰ নিজ অবস্থা প্ৰকাশ কৰে, সেইবাবে সত্ব গুণৰ বন্ধন সুখ দায়ক আৰু জ্ঞানাত্মক।

ৰজোগুণ ক্ৰিয়াশীল আৰু সেইবাবে ৰজোগুণৰ বন্ধনে জীৱক কৰ্ম্মত আসক্ত কৰে আৰু জীৱৰ নানাৰকম বিষয়লৈ লিপ্সা হয়। সেইগুণে ৰজোগুণৰ বন্ধন দুঃখদায়ক।

তমোগুণ অববোধক। ই বুদ্ধি মোহ কৰে। তমোগুণৰ বন্ধনৰ দ্বাৰা জীৱৰ ভ্ৰান্তি, মোহ, আলস্য ইত্যাদি হয়।"

ভগবানে আকৌ কলে ঃ—

"হে অৰ্জ্জুন, বহিৰ্জ্জগততো এই তিনি গুণৰ ক্ৰিয়াৰ বাহিৰে আৰু একো পদাৰ্থ নাই। গুণৰ বাহিৰে জগতত কোনো কৰ্ত্তা নাই। এই তিনি গুণৰ ক্ৰিয়াৰ দ্বাৰা জগতৰ সকলো পদাৰ্থৰ উৎপন্ন হৈছে। জগতৰ সকলো পৰিণাম এই গুণত্ৰয়ৰ কাৰ্য্য। যেতিয়া মানুহে এই কথাটো বুজিব, তেতিয়া তেওঁ গুণাতীত পুৰুষ হব। (পাতনি চাওক)।

এইবোৰ কথা শুনি অৰ্জ্জুনে সুধিলে যে (১) গুণাতীত পুৰুষৰ লক্ষণ কি (২) তেওঁৰ আচৰণ কেনে আৰু (৩) কি উপায়েৰে এই গুণাতীত অৱস্থা মানুহে লাভ কৰিব পাৰে।

ইয়াৰ উত্তৰ ভগবানে দিলে। ওপৰত ২য় অধ্যায়ত স্থিতপ্ৰজ্ঞৰ বিষয়ে আৰু ১২শ অধ্যায়ত ভক্তৰ বিষয়ে যেনেকৈ কৈছিল, সেইবোৰ লক্ষণকে কলে। অৰ্জ্জুনে বুজিলে যে ভক্ত, জ্ঞানী আৰু কৰ্ম্মযোগী, সকলোৱে এই একে গুণাতীত অৱস্থা প্ৰাপ্ত হয়—তাৰ পাছত প্ৰকৃত আত্মজ্ঞান লাভ কৰি মুক্ত হয়।

অৰ্জ্জুনৰ ৩য় প্ৰশ্নৰ উত্তৰত ভগবানে কলে যে যি একান্ত ভক্তিৰে তেওঁক ভজে সি এই গুণবোৰ অতিক্ৰম কৰি গুণাতীত অৱস্থা লাভ কৰিব পাৰে।

## ১৫শ অধ্যায়

## (পুৰুষোত্তম যোগ)

ওপৰত ১৪শ অধ্যায়ত কোৱা হল যে এই জগতৰ (অন্তৰ্জ্জগতৰ আৰু বহিৰ্জ্জগতৰ) সকলো কাৰ্য্য আৰু সকলো পৰিণাম প্ৰকৃতিৰ গুণে কৰিছে। এইটো দেখা কথা (Phenomenon) আৰু বিজ্ঞানে পৰীক্ষাৰে প্ৰমাণ কৰা কথা। এতিয়া কিন্তু এই অধ্যায়ত কব যে আচলতে নেদেখা সত্য (non menum) এই যে জগতৰ পৰিণামৰ মূলত ঈশ্বৰহে। এই জগতৰ এটা একত্ব (one-ness) আছে—ই যেন একে জোপা আঁহত গছ, যাৰ মূলত পৰ ব্ৰহ্ম। ইয়াৰ মূল ওপৰত আৰু তাৰে পৰা জগতৰ উৎপত্তি। এই সংসাৰ বৃক্ষৰ মূল মানুহে নেদেখে। অনাসক্ত ভাবে কৰ্ম্ম কৰি, বৈৰাগ্য ৰূপ অস্ত্ৰেৰে এই গছজোপা কাটিব পাৰিলেহে মানুহে সেই মূলটি দেখিব পাৰে—অৰ্থাৎ যি মানুহে সদাই ঈশ্বৰ চিন্তা কৰি, সংসাৰৰ সকলো আসক্তি আৰু বাসনা ত্যাগ কৰি আত্মনিষ্ঠ হৈছে, তেওঁহে ঈশ্বৰক লাভ কৰিব পাৰে।

এই অধ্যায়ৰ শেষত ভগবানে আৰু কব যে আমাৰ আত্মা কূটস্থ, অক্ষৰ পৰ-ব্ৰহ্মই সৈতে একে। আৰু আমাৰ বুদ্ধি বা বুদ্ধিস্থ সংস্কাৰ আদি গোটেই ভোগায়তন শৰীৰটি (যাক ১৩শ অধ্যায়ত ক্ষেত্ৰ বোলা হল) প্ৰকৃতিৰ ক্ৰিয়া মাত্ৰ।

এই বুদ্ধিতে আমাৰ অহংজ্ঞান (egosense) হয়।

নিম্নস্তৰত জীবই এই অহংজ্ঞানকে আত্মা বুলি ধৰে। ই কিন্তু বিনাশ-শীল ক্ষৰ পদাৰ্থ। এইদৰেই আমাৰ দেহত যেন দুটি পুৰুষ (আত্মা) আছে—অক্ষৰ পুৰুষ আৰু ক্ষৰ পুৰুষ।

এই ক্ষৰ পুৰুষ আৰু অক্ষৰ পুৰুষৰ বাহিৰেও সংসাৰত আৰু এজন উত্তম পুৰুষ আছে, যিজনে সমস্ত জগতৰ সমস্ত পৰমাণুত আৰু সমস্ত প্ৰাণীত অধিষ্ঠিত হৈ এই জগতক পালন কৰিছে, সকলোকে নিয়ন্ত্ৰিত কৰিছে। এইজনেই সমস্ত প্ৰকৃতিৰ সৰ্ব্বাৰ্থদৰ্শী পৰিচালক—সগুণ ঈশ্বৰ।

## ১৬শ অধ্যায়

### (দৈবাসুৰ সম্পৎ বিভাগ যোগ)

সংস্কাৰস্থ ভাবে মানুহক কাম কৰায় বুলি ওপৰত বহুতবাৰ কোৱা হৈছে। এইবোৰ ভাবেই মানুহৰ স্বভাৱ বা প্ৰকৃতিৰ নিৰ্ণয় কৰে। দৈবী ভাবাপন্ন মানুহ জ্ঞাননিষ্ঠ, দান-ধৰ্ম্ম, তপস্যা প্ৰভৃতি কামত আসক্ত। এই দৈবী প্ৰকৃতিৰ মানুহে তত্ত্বজ্ঞানৰ অধিকাৰী হৈ মোক্ষ লাভ কৰে। যিবোৰ মানুহৰ আসুৰী প্ৰকৃতি, সিঁহত স্বভাবতে নিষ্ঠুৰ, দাম্ভিক, অহঙ্কাৰী আৰু ঈশ্বৰ বিশ্বাসহীন। ইহঁত ভোগাসক্ত। এইবোৰ মানুহে সংসাৰ মাৰ্গত নানা ৰকম নীচ যোনিত ঘূৰি ফুৰিব লাগে।

ভগবানে এই অধ্যায়ত আৰু কলে যে মানুহে শাস্ত্ৰ বিধি মানি চলিব লাগে। যি শাস্ত্ৰ বিধি নামানি স্বেচ্ছাচাৰ হয়, সি কেতিয়াও সুখ-শান্তি বা সিদ্ধিলাভ কৰিব নোৱাৰে। আৰু তাৰ-কেতিয়াও মোক্ষ লাভ নহয়।

## ১৭শ অধ্যায়

### (শ্ৰদ্ধাত্ৰয় বিভাগ যোগ)

১৬শ অধ্যায়ৰ শেহত ভগবানে কৈছিল যে শাস্ত্ৰ বিধি জানি আৰু মানি হে ধৰ্ম্মাচৰণ কৰা উচিত। এতিয়া অৰ্জ্জুনে সুধিলে, "হে কৃষ্ণ, শাস্ত্ৰ বিধি অনুসৰণ নকৰিও বহুতে অতি শ্ৰদ্ধাৰে সৈতে ধৰ্ম্মাচৰণ কৰে। কিয় এইদৰে হয়?"

এই প্ৰশ্নৰ উত্তৰত ভগবানে কলেঃ "মানুহৰ নিজ নিজ প্ৰকৃতিৰ অনুৰূপ বেলেগ বেলেগ শ্ৰদ্ধা হয়। যাৰ যেনে শ্ৰদ্ধা তেওঁ তেনে প্ৰকৃতিৰ মানুহ বুলি জানিবা।

শাস্ত্ৰত প্ৰধানতঃ (১) পূজা, (২) আহাৰ, (৩) যজ্ঞ, (৪) তপস্যা, (৫) দান আৰু (৬) নাম-কীৰ্ত্তন—এই ৬ বিষয়ে উপদেশ দিয়া আছে। এইবোৰ বিষয়ত নিজ নিজ প্ৰকৃতি অনুসৰি মানুহৰ ভিন্ন ভিন্ন অভিৰুচি হয়। যেনেঃ—

১। পূজা—সাত্ত্বিক প্ৰকৃতিৰ মানুহে দেৱতাৰ, ৰাজসিক প্ৰকৃতিৰ মানুহে ধনাধিপতি কুবেৰ আদিৰ আৰু তামসিক প্ৰকৃতিৰ মানুহে ভূত-প্ৰেত আদিৰ পূজা কৰি ভাল পায়।

২। আহাৰ—সাত্ত্বিকে ৰসাল, লঘু, অনুত্তেজক, পুষ্টিকৰ, ৰাজসিকে অতিতীক্ষ্ণ, অতি অম্ল-কটু, তামসিকে শুষ্ক, পৰ্য্যুষিত, দুৰ্গন্ধযুক্ত আহাৰ ভাল পায়।

৩। যজ্ঞঃ—ফলাকাঙ্ক্ষাহীন যজ্ঞ সাত্ত্বিক, ফলাকাঙ্ক্ষা কামনা কৰি কৰা বা নিজৰ মহত্ব দেখুৱাবৰ অভিপ্ৰায়ে কৰা ৰাজসিক, শ্ৰদ্ধাহীন বা বিধিহীন যজ্ঞ তামসিক।

৪। তপস্যাঃ—তপস্যা ত্ৰিবিধ—শাৰীৰিক মানসিক আৰু বাচিক।

(১) গুৰুসেৱা, সৰলতা, ব্ৰহ্মচৰ্য্য অহিংসা—এইবোৰ শাৰীৰিক তপস্যা।

(২) সত্যবচন, প্ৰিয়বাক্য, বেদাধ্যয়ন—এইবোৰ বাঙ্ময় তপস্যা।

(৩) ভাবশুদ্ধি, ইন্দ্ৰিয় সংযমন, সৰ্ব্বদা প্ৰসন্ন চিত্ত, ঈশ্বৰ চিন্তা—এইবোৰ মানসিক তপস্যা।

এই প্ৰত্যেক বিষয়ত নিজ নিজ প্ৰকৃতি ভেদে মানুহে বেলেগ বেলেগ ৰকমৰ তপস্যা কৰে। সাত্ত্বিক প্ৰকৃতিৰ মানুহে সমাহিত চিত্তে, ভক্তি ভাবে কৰে, ৰাজসিক প্ৰকৃতিৰ মানুহে লোকক দেখুৱাবলৈ বা নিজৰ স্বাৰ্থ সিদ্ধিৰ বাবে কৰে, তামসিক প্ৰকৃতিৰ মানুহে লোকৰ অনিষ্টৰ নিমিত্তে বা বিচাৰ শূন্য হৈ বা লোকৰ শাসনত কৰে।

৫। দান—প্ৰত্যুপকাৰ আশা নকৰি, ফলাকাঙ্ক্ষা নকৰি, উপযুক্ত পাত্ৰক উপযুক্ত সময়ত যি দান দিয়া হয়, সেয়ে সাত্ত্বিক দান। প্ৰত্যুপকাৰৰ আশাত, অসন্তোষ মনেৰে যি দান দিয়া হয় সেয়ে ৰাজসিক দান। অবজ্ঞাপূৰ্ব্বক অপাত্ৰক দিয়া দান তামসিক দান।

৬। নাম-কীৰ্ত্তন—"ওঁ তৎ সৎ"—এই তিনিটি নামৰ দ্বাৰা ব্ৰহ্মবাদীসকলে ব্ৰহ্মক নিৰ্দ্দেশ কৰিছে। এই কথাষাৰ উচ্চাৰণ কৰিহে সকলো যজ্ঞ, দান, তপস্যা আৰম্ভ কৰিব লাগে। সকলো কৰ্ম্মতে এই নাম উচ্চাৰণ কৰি ঈশ্বৰক ভাবিব লাগে।

## ১৮শ অধ্যায়

### (মোক্ষ যোগ)

এই অধ্যায়ৰ আৰম্ভতে অৰ্জ্জুনে সুধিলে—"কৃষ্ণ, "সংন্যাস" আৰু "ত্যাগ"—এই দুটাৰ পাৰ্থক্য কি মোক বুজাই দিয়া।"

এই প্ৰশ্নৰ উত্তৰ আগেযে ভগবানে বহুতবাৰ বহুত ৰকমৰে—অৰ্জ্জুনক দি আহিছিল। বাৰে বাৰে কৈছিল যে "বাসনা ত্যাগ" হে আচল ত্যাগ—কৰ্ম্ম-ত্যাগ, ত্যাগ নহয় ভগবানে সেইগুণে বুজিলে যে আগৰ কথাবোৰ অৰ্জ্জুনে ভালকৈ বুজা নাছিল। অন্তৰ্যামী তেওঁ আৰু বুজিলে, কেনেকৈ আৰু কি কি সন্দেহ অৰ্জ্জুনৰ মনত উদয় হল। সেইগুণে তেওঁ আগৰ কোৱা কথাবোৰৰে সংক্ষেপে দুটা এটা টিপনি দি, অষ্টাদশ অধ্যাযত পুনৰাবৃত্তি কৰিছে। ইয়াত নতুন একো কোৱা নাই।

কিন্তু ইয়াৰ শেহৰ শ্লোক কেইটিত ভগবানে জগতৰ কল্যাণৰ অৰ্থে যি কলে, সেয়ে সকলো ধৰ্ম্মশাস্ত্ৰৰ সাৰ, তাকে বিশ্বাস কৰিব পাৰিলেই আমাৰ সকলো শ্ৰেয়ঃ সিদ্ধি হয়ঃ—

"হে অৰ্জ্জুন তুমি জানিবা যে ঈশ্বৰে সকলো জীৱৰ হৃদয়ত স্থিত হৈ সকলোকে পুতলা নচুৱাৰ দৰে নচুৱাইছে। জীৱৰ স্বাধীন কৰ্ত্তৃত্ব নাই। জীৱৰ সকলো ভাবৰ প্ৰেৰক ঈশ্বৰ। হে অৰ্জ্জুন তুমি এতিয়া যুদ্ধ নকৰোঁ বুলি দৃঢ় সংকল্প কৰিছা। কিন্তু তোমাৰ কি সাধ্য যে নকৰোঁ বুলি তুমি নকৰাকৈ থাকিব পাৰিবা—তোমাৰ নিজৰ স্বভাৱে তোমাক কৰাব। এই তত্ত্বটি বুজি তুমি মোত আত্ম সমৰ্পণ কৰা। ধৰ্ম্মাধৰ্ম্মৰ বিচাৰ পৰিত্যাগ কৰি সম্পূৰ্ণ ভাবে মোৰ ওপৰত নিৰ্ভৰ কৰা। মোৰ ভক্তই পাপ কাম কৰিব নোৱাৰে। মই মোৰ ভক্তক সকলো পাপৰ পৰা মুক্ত কৰোঁ।

## প্ৰাৰ্থনা

ওঁ পাৰ্থায় প্ৰতিবোধিতাং ভগৱতা নাৰায়ণেন স্বযম্
ব্যাসেন গ্ৰথিতাং পুৰাণ মুনিনা মধ্যে মহাভাৰতে
অদ্বৈতামৃতবৰ্ষিণীং ভগৱতীমষ্টাদশাধ্যায়িনীম্
অম্ব ত্বামনুসন্দধামি ভগবদ্গীতে ভবদ্বেষিণীম্ ॥১॥
নমোঽস্তুতে ব্যাস বিশালবুদ্ধে,
ফুল্লাৰবিন্দায়ত পদ্মনেত্ৰ।
যেন ত্বয়া ভাৰত তৈলপূৰ্ণঃ
প্ৰজ্বালিতো জ্ঞানময়ঃ প্ৰদীপঃ ॥২॥
প্ৰপন্নপাৰিজাতায় তোত্ৰবেত্ৰৈকপাণয়ে।
জ্ঞানমুদ্ৰায় কৃষ্ণায় গীতামৃতদুহে নমঃ ॥৩॥
সৰ্ব্বোপনিষদো গাবো দোগ্ধা গোপালনন্দনঃ।
পাৰ্থো বৎসঃ সুধীৰ্ভোক্তা দুগ্ধং গীতামৃতং মহৎ ॥৪॥
সাৰথ্যমৰ্জুনস্যাদৌ কুৰ্বন্গীতামৃতং দদৌ
লোকত্ৰয়োপকাৰায় তস্মৈ কৃষ্ণাত্মনে নমঃ।
বসুদেবসুতং দেবং কংসচাণুৰমৰ্দ্দনম্।
দেৱকীপৰমানন্দং কৃষ্ণং বন্দে জগদ্গুৰুম্ ॥৫॥
ভীষ্মদ্ৰোণতটা জয়দ্ৰথজলা গান্ধাৰ-নীলোৎপলা
শল্যগ্ৰাহৱতী কৃপেণ বহনী কৰ্ণেন বেলাকুলা।
অশ্বত্থামবিকৰ্ণঘোৰমকৰা দুৰ্য্যোধনাবৰ্ত্তিনী
সোত্তীৰ্ণা খলু পাণ্ডবৈ ৰণনদী কৈবৰ্ত্তকঃ কেশবঃ ॥৬॥
পাৰাশৰ্য্যবচঃসৰোজমমলং গীতাৰ্থগন্ধোৎকটং
নানাখ্যানককেশৰং হৰিকথা সংবোধনাবোধিতম্।
লোকে সজ্জনষট্পদৈৰহৰহঃ পেপীয়মানং মুদা
ভূয়াদ্ ভাৰতপঙ্কজং কলিমল-প্ৰধ্বংসিনঃ শ্ৰেয়সে ॥৭॥
মূকং কৰোতি বাচালং পঙ্গুং লঙ্ঘয়তে গিৰিম্।
যৎকৃপা তমহং বন্দে পৰমানন্দ মাধৱম্ ॥৮॥
যং ব্ৰহ্মা বৰুণেন্দ্ৰৰুদ্ৰমৰুতস্তুন্বন্তি দিব্যৈঃ স্তবৈ—
ৰ্বেদৈঃসাঙ্গপদক্ৰমোপনিষদৈৰ্গায়ন্তি যং সামগাঃ।
ধ্যানাবস্থিত তদ্গতেন মনসা পশ্যন্তি যং যোগিনো,
যস্যান্তং ন বিদুঃ সুৰাসুৰগণা দেবায় তস্মৈ নমঃ ॥৯॥
নাৰায়ণং নমস্কৃত্য নৰঞ্চৈব নৰোত্তমম্।
দেবীং সৰস্বতীঞ্চৈব ততো জয়মুদীৰয়েৎ ॥১০॥

ও তৎ সৎ ও

ও নমো ভগবতে বাসুদেবায়

# প্ৰথমোঽধ্যায়ঃ

## অৰ্জ্জুনবিষাদযোগঃ

ধৃতৰাষ্ট্ৰ উবাচ

**ধৰ্ম্মক্ষেত্ৰে কুৰুক্ষেত্ৰে সমবেতা যুযুৎসৱঃ।**
**মামকাঃ পাণ্ডৱাশ্চৈব কিমকুৰ্ব্বত সঞ্জয় ॥১**

১। অন্বয়—ধৃতৰাষ্ট্ৰঃ উবাচ [ধৃতৰাষ্ট্ৰই সুধিলে] সঞ্জয়! ধৰ্ম্মক্ষেত্ৰে কুৰুক্ষেত্ৰে [ধৰ্ম্মভূমি কুৰুক্ষেত্ৰত] যুযুৎসৱঃ [যুদ্ধাভিলাষী] মামকাঃ [মোৰ পুত্ৰসকলে] চ এব [আৰু] পাণ্ডৱাঃ [পাণ্ডুপুত্ৰ সকলে] সমবেতাঃ [গোটখাই] কিম্ অকুৰ্ব্বত [কি কৰিলে ?] ॥১

১। ভাঙনি—ধৃতৰাষ্ট্ৰে সুধিলে—হে সঞ্জয়, ধৰ্ম্মভূমি কুৰুক্ষেত্ৰত যুদ্ধ কৰিবলৈ গোটখাই কৌৰৱ আৰু পাণ্ডৱসকলে কি কৰিলেগৈ ? ॥১

সঞ্জয় উবাচ

**দৃষ্ট্বা তু পাণ্ডৱানীকং ব্যূঢ়ং দুৰ্য্যোধনস্তদা।**
**আচাৰ্য্যমুপসংগম্য ৰাজা বচনমব্ৰবীৎ ॥২**

২। অন্বয়—সঞ্জয় উবাচ [সঞ্জয়ে উত্তৰ দিলে] তদা [তেতিয়া] পাণ্ডৱানীকং [পাণ্ডৱ সৈন্যবোৰক] ব্যূঢ়ং * তু [বেহু পাতি থকা] দৃষ্ট্বা তু [দেখি] ৰাজা দুৰ্য্যোধনঃ [ৰাজা দুৰ্য্যোধনে] আচাৰ্য্যম্ উপসংগম্য [আচাৰ্য্য অৰ্থাৎ দ্ৰোণাচাৰ্য্যৰ ওচৰলৈ গৈ] বচনম্ অব্ৰবীৎ [(এই) কথা কলে] ॥২

২। ভাঙনি—সঞ্জয়ে উত্তৰ দিলে—তেতিয়া দুৰ্য্যোধনে বেহু পাতি * থকা পাণ্ডু-সৈন্যবোৰ দেখি দ্ৰোণাচাৰ্য্যৰ ওচৰলৈ গ'ল আৰু কলে ॥২

**পশ্যৈতাং পাণ্ডুপুত্ৰাণামাচাৰ্য্য মহতীং চমূম্।**
**ব্যূঢ়াং দ্ৰুপদপুত্ৰেণ তৱ শিষ্যেণ ধীমতা ॥৩**

৩। অন্বয়—আচাৰ্য্য! তৱ [তোমাৰ] শিষ্যেণ [শিষ্য] ধীমতা [বুদ্ধিমান] দ্ৰুপদ পুত্ৰেণ [দ্ৰুপদপুত্ৰ ধৃষ্টদ্যুম্নৰ দ্বাৰা] ব্যূঢ়াং [বেহু পাতি ৰখা] পাণ্ডুপুত্ৰানাং [পাণ্ডুপুত্ৰসকলৰ] এতাং [এই] মহতীং চমূং [মহা সৈন্যদল] পশ্য [চোৱাঁ] ॥৩

৩। ভাঙনি—হে আচাৰ্য্য, তোমাৰ শিষ্য দ্ৰুপদ ৰজাৰ পুত্ৰ, বুদ্ধিমান ধৃষ্টদ্যুম্নই বেহু পাতি ৰখা এই বিশাল পাণ্ডৱ সৈন্যদল চোৱাঁ ॥৩

**অত্ৰ শূৰা মহেষ্বাসা ভীমাৰ্জ্জুনসমা যুধি।**
**যুযুধানো বিৰাটশ্চ দ্ৰুপদশ্চ মহাৰথঃ ॥ ৪**
**ধৃষ্টকেতুশ্চেকিতানঃ কাশীৰাজশ্চ বীৰ্য্যবান্।**
**পুৰুজিৎ কুন্তিভোজশ্চ শৈব্যশ্চ নৰপুঙ্গৱঃ ॥৫**
**যুধামন্যুশ্চ বিক্ৰান্ত উত্তমৌজাশ্চ বীৰ্য্যবান্।**
**সৌভদ্ৰো দ্ৰৌপদেয়াশ্চ সৰ্ব্ব এব মহাৰথাঃ ॥৬**

৪—৬। অন্বয়—অত্ৰ [ইয়াত অৰ্থাৎ এই সেনাদলত] যুধি ভীমাৰ্জ্জুন সমাঃ [যুদ্ধত ভীম আৰু অৰ্জ্জুনৰ সমান] মহেষ্বাসাঃ [মহা ধনুৰ্দ্ধৰ] শূৰাঃ [বীৰসকল (আছে)] যথা—

মহাৰথঃ যুযুধানঃ [মহাৰথী, সাত্যকি] বিৰাটঃ চ, দ্ৰুপদঃ চ, বীৰ্য্যবান্ ধৃষ্টকেতুঃ, চেকিতানঃ, কাশীৰাজঃ চ, নৰপুঙ্গৱঃ [নৰশ্ৰেষ্ঠ] পুৰুজিৎ, বীৰ্য্যবান উত্তমৌজাঃ চ, কুন্তী ভোজঃ চ, শৈব্যঃ চ, বিক্ৰান্তঃ [বিক্ৰমশালী] যুধামন্যুঃ চ, সৌভদ্ৰঃ [সুভদ্ৰাৰ পুত্ৰ অভিমন্যু] দ্ৰৌপদেয়াঃ চ [দ্ৰৌপদীৰ পঞ্চপুত্ৰ সৰ্ব্বে এব মহাৰথাঃ [এই সকলোবোৰ মহাৰথী] ॥৪—৬

৪—৬। ভাঙনি—ইয়াত ভীমাৰ্জ্জুন তুল্য মহাধনুৰ্দ্ধৰ বীৰ সকল আছে; যেনে, মহাৰথী সাত্যকি, বিৰাট আৰু দ্ৰুপদ ৰজা, বীৰ্য্যবান ধৃষ্টকেতু, চেকিতান আৰু কাশীৰাজ, নৰশ্ৰেষ্ঠ পুৰুজিৎ, কুন্তি, ভোজ, শৈব্য, বিক্ৰমশালী যুধামন্যু, বীৰ্য্যবান উত্তমৌজা, সুভদ্ৰাৰ পুত্ৰ আৰু দ্ৰৌপদীৰ পঞ্চপুত্ৰ—এই সকলোবোৰ মহাৰথী ॥৪—৬

মহাৰথী, অতিৰথী আৰু অৰ্দ্ধৰথীৰ সংজ্ঞা শ্ৰীধৰ স্বামীয়ে এইদৰে কৈছে :—

**একো দশ সহস্ৰানি যোধয়েদ্ যস্তু ধন্বিনাম্।**
**অস্ত্ৰ-শস্ত্ৰ প্ৰবীণশ্চ মহাৰথ ইতি স্মৃতঃ ॥**

---

* যুদ্ধৰ আগতে কুৰু সৈন্যই "চক্ৰব্যূহ" পাতি আৰু পাণ্ডুসৈন্যই "সূচী" বেহু পাতি যে আছিল।—গোবিন্দমিশ্ৰ।

অমিতান্ যোধয়েদ্ যস্তু সংপ্ৰোক্তোহতিৰথস্তু সঃ।
ৰথীচৈকেন যো যোদ্ধা তন্যূবোৰ্দ্ধৰথো মতঃ।।

একে একে ৰথে উঠি কৰয় সংগ্ৰাম।
নিশ্চয় জানিবা তাৰ অৰ্দ্ধৰথী নাম।।
হাজাৰ ৰথক একে ৰথে কৰে ৰণ।
মহাৰথী বুলিয়া কহয় সৰ্ব্বজন।।
অসংখ্যাত ৰথ লেখা-জোখা নাহি যাৰ।
একেৰথে যুজে অতিৰথী নাম তাৰ।।

[গোবিন্দ মিশ্ৰ]

**অস্মাকন্তু বিশিষ্টা যে তান্নিবোধ দ্বিজোত্তম।
নায়কা মম সৈন্যস্য সংজ্ঞাৰ্থং তান্ ব্ৰবীমি তে।।৭**

৭। অন্বয়—হে দ্বিজোত্তম! [দ্বিজ শ্ৰেষ্ঠ] অস্মাকং তু [আমাৰ ফালৰ] যে [যি সকল] বিশিষ্টাঃ [প্ৰধান যোদ্ধা] মম [মোৰ] সৈন্যস্য [সেনা দলৰ] নায়কাঃ [নেতা] তান্ [তেওঁবিলাকক] নিবোধ [আপুনি জানক]; তে [আপোনাৰ] সংজ্ঞাৰ্থং [অবগতিৰ নিমিত্তে] তান্ ব্ৰবীমি [তেওঁবিলাকৰ নাম মই কওঁ]।।৭

৭। ভাঙনি—হে আচাৰ্য্য, আপোনাৰ জ্ঞাতাৰ্থে আমাৰ ফালৰ প্ৰধান সেনানায়ক আৰু যোদ্ধাসকলৰ নাম মই কওঁ, শুনক।।৭

**ভবান্ ভীষ্মশ্চ কৰ্ণশ্চ কৃপশ্চ সমিতিঞ্জয়ঃ।
অশ্বত্থামা বিকৰ্ণশ্চ সৌমদত্তিৰ্জয়দ্ৰথঃ।।৮**

৮। অন্বয়—সমিতিঞ্জয়ঃ [সংগ্ৰাম বিজয়ী] ভবান্ [আপুনি স্বয়ং] ভীষ্মশ্চ [আৰু ভীষ্ম] কৰ্ণঃ চ [কৰ্ণ] কৃপঃ চ [কৃপাচাৰ্য্য] অশ্বত্থামা [দ্ৰোণৰ পুত্ৰ অশ্বত্থামা] বিকৰ্ণঃ চ [বিকৰ্ণ] সৌমদত্তিঃ [সোমদত্তৰ পুতেক ভুৰিশ্ৰবা] জয়দ্ৰথঃ [জয়দ্ৰথ]।।৮

৮। ভাঙনি—সংগ্ৰাম বিজয়ী আপুনি স্বয়ং, ভীষ্ম, কৰ্ণ, কৃপাচাৰ্য্য, অশ্বত্থামা, বিকৰ্ণ, সোমদত্তৰ পুত্ৰ ভুৰিশ্ৰবা আৰু জয়দ্ৰথ।।৮

**অন্যে চ বহবঃ শূৰা মদৰ্থে ত্যক্ত জীবিতাঃ।
নানাশস্ত্ৰপ্ৰহৰণাঃ সৰ্ব্বে যুদ্ধবিশাৰদাঃ।।৯**

৯। অন্বয়—মদৰ্থে [মোৰ নিমিত্তে] ত্যক্ত জীবিতাঃ [প্ৰাণ দিবলৈ প্ৰস্তুত] নানা শস্ত্ৰ প্ৰহৰণাঃ [নানাৰকম শাস্ত্ৰত পাৰ্গত] অন্যে চ বহবঃ শূৰাঃ [আৰু অনেক বীৰ] (সন্তি) [আছে] তে সৰ্ব্বে যুদ্ধে বিশাৰদাঃ [সেই সকলো বীৰ যুদ্ধ বিশাৰদ]।।৯

৯। ভাঙনি—এওঁবিলাকৰ (ওপৰত নাম দিয়া প্ৰধান সেনাপতিসকলৰ) বাহিৰেও, মোৰ নিমিত্তে প্ৰাণ বিসৰ্জ্জন কৰিবলৈ প্ৰস্তুত, নানা প্ৰকাৰ অস্ত্ৰ-শস্ত্ৰত পাৰ্গত আৰু বহুত যুদ্ধবিশাৰদ বীৰ মোৰ পক্ষে আছে।।৯

**অপৰ্য্যাপ্তং তদস্মাকং বলং ভীষ্মাভিৰক্ষিতম্।
পৰ্য্যাপ্তং ত্বিদমেতাষাং বলং ভীমাভিৰক্ষিতম্।।১০**

১০। অন্বয়—ভীষ্মাভিৰক্ষিতম্ [ভীষ্ম দ্বাৰা ৰক্ষিত] অস্মাকং তৎ বলং [আমাৰ সেই সৈন্যদল] অপৰ্য্যাপ্তং [গণনাতীত, সংখ্যাত সৰহ] তু [কিন্তু] ভীমাভিৰক্ষিতং [ভীমৰ দ্বাৰা ৰক্ষিত] এতেষাং [তেওঁবিলাকৰ] ইদং বলং {এই সৈন্যদল] পৰ্যাপ্তং [সংখ্যাত কম]।।১০*

১০। ভাঙনি—ভীষ্মৰ দ্বাৰা ৰক্ষিত আমাৰ বল অপৰ্য্যাপ্ত [অৰ্থাৎ সংখ্যাত সৰহ] কিন্তু ভীমৰ দ্বাৰা ৰক্ষিত পাণ্ডব সৈন্য পৰ্য্যাপ্ত [অৰ্থাৎ সংখ্যাত কম]।।১০

**অয়নেষু চ সৰ্ব্বেষু যথাভাগমবস্থিতাঃ।
ভীষ্মমেবাভিৰক্ষন্তু ভবন্তঃ সৰ্ব্ব এব হি।।১১**

১১। অন্বয়—ভবন্তঃ সৰ্ব্ব এব হি [আপোনালোক সকলোৱে] সৰ্ব্বেষু অয়নেষু চ [সকলো বেহু দ্বাৰত] যথাভাগং অবস্থিতাঃ [নিজ নিজ বিভাগমতে থাকি] ভীষ্মমেবাভিৰক্ষন্তু [ভীষ্মকেই ৰক্ষা কৰক]।।১১

১১। ভাঙনি—আপোনালোকে সকলোৱে বেহুদ্বাৰ-বিলাকত নিজ নিজ বিভাগমতে থাকি ভীষ্মকেই ৰক্ষা কৰক।।১১

**তস্য সংজনয়ন্ হৰ্ষং কুৰুবৃদ্ধঃ পিতামহঃ।
সিংহনাদং বিনদ্যোচ্চৈঃ শঙ্খং দধ্মৌ প্ৰতাপবান্।।১২**

১২। অন্বয়—প্ৰতাপবান্ কুৰুবৃদ্ধঃ পিতামহঃ [প্ৰতাপশালী কুৰু বৃদ্ধ পিতামহ ভীষ্মই] তস্য সংজনয়ন্ হৰ্ষং

---

* শ্ৰীধৰ স্বামী আদি টীকাকাৰ সকলে পৰ্য্যাপ্তং মানে "যুদ্ধত সমৰ্থ" [efficient] বুলি ধৰিছে, অপৰ্য্যাপ্ত মানে "অসমৰ্থ" [inefficient] বুলি ধৰিছে। গোবিন্দ মিশ্ৰই প্ৰথমতে আমি ওপৰত কোৱাৰ দৰেই অৰ্থ কৰিলে, কিন্তু পাছত কলে যে দুয়ো ৰকমেই অৰ্থ কৰিব পাৰি। পাণ্ডৱ সেনাৰ সংখ্যা আছিল ৭ অক্ষৌহিণী (অক্ষ, ৰথ+উহিণী, সমূহ)। [১০৯৩৫০ পদাতি, ৬৫৬১০ ঘোঁৰা, ২১৮৭০ ৰথ, ২১৮৭০ হাতী, এয়ে এক অক্ষৌহিণী, অথবা এক অযুত হাতী, তিনি অযুত ৰথ, এক লাখ পদাতি, দহ লাখ ঘোঁৰা—হেমকোষ।] কৌৰৱৰ ১১ অক্ষৌহিণী; ভট্টদেৱে শ্ৰীধৰ স্বামীৰ দৰেই অৰ্থ কৰিছে, কাৰণ কথা-গীতাখন আচলতে শ্ৰীধৰ স্বামীৰ টীকাৰ ভাঙনিহে।

[তেওঁৰ (দুৰ্য্যোধনৰ) হৰ্ষ উৎপাদন কৰি] উচ্চৈঃ সিংহনাদং বিনদ্য [উচ্চস্বৰে সিংহনাদ কৰি] শঙ্খং দধ্মৌ [শঙ্খ বজালে]॥১২

১২। ভাঙনি—প্ৰতাপশালী কুৰুবৃদ্ধ পিতামহ ভীষ্মই দুৰ্য্যোধনৰ হৰ্ষ উৎপাদন কৰিবলৈ উচ্চস্বৰে সিংহনাদ কৰি শঙ্খ বজালে॥১২

**ততঃ শঙ্খাশ্চ ভের্য্যশ্চ পণবানকগোমুখাঃ।**
**সহসৈবাভ্যহন্যন্ত স শব্দস্তুমুলোঽভবৎ॥১৩**

১৩। অন্বয়—ততঃ [তাৰ পিচত] শঙ্খাশ্চ, ভের্য্যশ্চ পণব-আনক-গোমুখাঃ [সকলো ৰণ-বাদ্য, শঙ্খ, ভেৰী, ঢোল, মৃদঙ্গ আৰু ৰণ-শিঙা] সহসা এব [তৎক্ষণাৎ] (একেলগে) অভ্যহন্যন্ত [বাজি উঠিল] স শব্দঃ তুমুলঃ অভবৎ [সেই শব্দ অতি তুমুল হৈ পৰিল]॥১৩

১৩। ভাঙনি—তাৰ পিচত তৎক্ষণাৎ শঙ্খ, ভেৰী, ঢোল, মৃদঙ্গ আৰু ৰণ-শিঙা আদি সকলো ৰণ-বাদ্য একেলগে বাজি উঠাত এটা তুমুল শব্দ হৈ পৰিল॥১৩

**ততঃ শ্বেতৈর্হয়ৈর্যুক্তে মহতি স্যন্দনে স্থিতৌ।**
**মাধবঃ পাণ্ডবশ্চৈব দিব্যৌ শঙ্খৌ প্ৰদধ্মতুঃ॥ ১৪**

১৪। অন্বয়---ততঃ [তেতিয়া] শ্বেতৈর্হয়ৈর্যুক্তে মহতি স্যন্দনে স্থিতৌ [বগা ঘোঁৰাৰ ডাঙৰ ৰথত থিয় হৈ থকা] মাধবঃ পাণ্ডবশ্চৈব [শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুনে] দিব্যৌ শঙ্খৌ প্ৰদধ্মতুঃ [দিব্য শঙ্খ বজালে]॥১৪

১৪। ভাঙনি—তেতিয়া বগা ঘোঁৰাৰ ডাঙৰ ৰথত থিয় হৈ থকা শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুনে দিব্য শঙ্খ বজালে॥১৪
[আগৰ দিনত ৰথৰ ওপৰত থিয় হৈ হে যুদ্ধ কৰিছিল।]

**পাঞ্চজন্যং হৃষীকেশো দেৱদত্তং ধনঞ্জয়ঃ।**
**পৌণ্ড্ৰং দধ্মৌ মহাশঙ্খং ভীমকৰ্ম্মা বৃকোদৰঃ॥১৫**

১৫। অন্বয়—হৃষীকেশঃ [ইন্দ্ৰিয়ৰ নিয়ন্তা—শ্ৰীকৃষ্ণই] পাঞ্চজন্য [পাঞ্চজন্য নামে শঙ্খ] ধনঞ্জয়ঃ [অৰ্জ্জুনে] দেৱদত্তং [দেৱদত্ত নামে শঙ্খ] ভীমকৰ্ম্মা বৃকোদৰঃ [ভীতিপ্ৰদ কৰ্ম্মকৰ্ত্তা ভীমে] মহাশঙ্খং পৌণ্ড্ৰং [পৌণ্ড্ৰ নামে মহাশঙ্খ] দধ্মৌ [বজালে]॥১৫

১৫। ভাঙনি—শ্ৰীকৃষ্ণই পাঞ্চজন্য, অৰ্জ্জুনে দেৱদত্ত আৰু ভীষণ কৰ্ম্মকৰ্ত্তা ভীমে পৌণ্ড্ৰ নামে মহাশঙ্খ বজালে॥১৫

**অনন্তবিজয়ং ৰাজা কুন্তীপুত্ৰো যুধিষ্ঠিৰঃ।**
**নকুলঃ সহদেৱশ্চ সুঘোষ মণিপুষ্পকৌ॥১৬**

১৬। অন্বয়—কুন্তীপুত্ৰঃ ৰাজা যুধিষ্ঠিৰঃ অনন্ত বিজয়ং [কুন্তীপুত্ৰ যুধিষ্ঠিৰ ৰজাই অনন্ত বিজয় নামে শঙ্খ বজালে], নকুলঃ সহদেবঃ চ [নকুল আৰু সহদেৱে] সুঘোষ, মণিপুষ্পকৌ [গভীৰ ধ্বনিৰ (সুঘোষ) মণি আৰু পুষ্পক নামে দুটা শঙ্খ (বজালে)]॥১৬

১৬। ভাঙনি—কুন্তীপুত্ৰ ৰজা যুধিষ্ঠিৰে অনন্ত বিজয় নামে তেওঁৰ শঙ্খটো বজালে। নকুলে মণি নামে আৰু সহদেৱে পুষ্পক নামে দুটা গভীৰ ধ্বনিৰ শঙ্খ বজালে॥১৬

শ্ৰীধৰ স্বামী আদি সকলো টীকাকাৰে কয় যে শঙ্খ দুটাৰ নাম “সুঘোষ” আৰু “মণিপুষ্পক”। গোবিন্দ মিশ্ৰৰ মতে ‘সুঘোষ’ শব্দটি বিশেষণ; আৰু শঙ্খ দুটাৰ এটাৰ নাম ‘মণি’ ইটোৰ ‘পুষ্পক’—যথা

নকুলে বজাইলা শঙ্খ যাৰ নাম মণি।
পুষ্পক শঙ্খক সহদেৱে কৰে ধ্বনি॥

**কাশ্যশ্চ পৰমেষ্বাসঃ শিখণ্ডী চ মহাৰথঃ।**
**ধৃষ্টদ্যুম্নো বিৰাটশ্চ সাত্যকিশ্চাপৰাজিতঃ॥১৭**
**দ্ৰুপদো দ্ৰৌপদেয়াশ্চ সৰ্ব্বশঃ পৃথিবীপতে।**
**সৌভদ্ৰশ্চ মহাবাহুঃ শঙ্খান দধ্মুঃ পৃথক্ পৃথক্॥১৮**

১৭—১৮। অন্বয়—পৃথিবীপতে [হে মহাৰাজ ধৃতৰাষ্ট্ৰ] পৰমেষ্বাসঃ কাশ্যঃ চ [মহাধনুৰ্ধাৰী কাশিৰাজে] মহাৰথঃ শিখণ্ডী চ [মহাৰথ শিখণ্ডীয়ে] ধৃষ্টদ্যুম্নঃ বিৰাটঃ চ [ধৃষ্টদ্যুম্ন আৰু বিৰাটে] অপৰাজিতঃ সাত্যকিঃ চ [অপৰাজেয় সাত্যকিয়েও] দ্ৰুপদঃ দ্ৰৌপদেয়া চ [দ্ৰুপদ আৰু দ্ৰৌপদীৰ পুত্ৰগণে] মহাবাহুঃ সৌভদ্ৰঃ চ [মহাবাহু অভিমন্যুৱে] সৰ্ব্বসঃ [সকলোৱে] পৃথক্ পৃথক্ শঙ্খান্ দধ্মুঃ [পৃথক পৃথক শঙ্খ বজালে]॥১৭—১৮

১৭-১৮। ভাঙনি—হে ৰাজা ধৃতৰাষ্ট্ৰ, মহাধনুৰ্ধাৰী কাশিৰাজ, মহাৰথ শিখণ্ডী, ধৃষ্টদ্যুম্ন, বিৰাট, অজেয় সাত্যকি, দ্ৰুপদ ৰজা, দ্ৰৌপদীৰ পুত্ৰ আৰু মহাবাহু সুভদ্ৰানন্দন—এই সকলো বীৰে নিজ নিজ শঙ্খ বাদ্য কৰিলে॥১৭-১৮

**স ঘোষো ধাৰ্ত্তৰাষ্ট্ৰাণাং হৃদয়ানি ব্যদাৰয়ৎ।**
**নভশ্চ পৃথিবীঞ্চৈব তুমুলোঽভ্যনুনাদয়ন্॥১৯**

১৯। অন্বয়—সঃ তুমুলঃ ঘোষঃ [সেই তুমুল শব্দই] নভঃ চ পৃথিবীং চ এব অভি-অনুনাদয়ন্ [আকাশ আৰু

পৃথিবীক প্ৰতিধ্বনিত কৰি] ধাৰ্ত্তৰাষ্ট্ৰাণাং [ধৃতৰাষ্ট্ৰৰ পুত্ৰগণৰ] হৃদয়ানি ব্যদাৰয়ৎ [হৃদয় বিদীৰ্ণ কৰিলে] ॥১৯

১৯। ভাঙনি—"সেই শঙ্খবোৰৰ মহা শব্দ আকাশ পৃথিৱী সমে দশোদিশ পূৰি, কৌৰৱ সেনাৰ মহাভয় জন্মাই হৃদয় বিদাৰণ কৰিলা"। ভট্টদেৱ ॥১৯

**অথ ব্যৱস্থিতান্ দৃষ্ট্বা ধাৰ্ত্তৰাষ্ট্ৰান্ কপিধ্বজঃ।**
**প্ৰবৃত্তে শস্ত্ৰসম্পাতে ধনুৰুদ্যম্য পাণ্ডবঃ।**
**হৃষীকেশং তদা বাক্যমিদমাহ মহীপতে ॥২০**

২০। অন্বয়—মহীপতে [হে ৰজা ধৃতৰাষ্ট্ৰ] অথ [ইয়াৰ পাছত] কপিধ্বজঃ পাণ্ডবঃ [কপিধ্বজ অৰ্জ্জুনে] ধাৰ্ত্তৰাষ্ট্ৰান ব্যৱস্থিতান্ দৃষ্ট্বা [কৌৰৱ সৈন্য প্ৰস্তুত হৈ থকা দেখি] শস্ত্ৰসম্পাতে প্ৰবৃত্তে [শৰ সন্ধান কৰিবলৈ উপক্ৰম কৰি] ধনুঃ উদ্যম্য [ধনু তুলি লৈ] তদা [তেতিয়া—অৰ্থাৎ এনে সন্ধিক্ষণত] হৃষীকেশম্ ইদং বাক্যম্ আহ [শ্ৰীকৃষ্ণক এই কথা কলে] ॥২০

২০। ভাঙনি—হে মহাৰাজ ধৃতৰাষ্ট্ৰ! তাৰ পাছত, কৌৰৱ সেনা যুদ্ধৰ নিমিত্তে প্ৰস্তুত দেখি, শৰসন্ধান কৰিবলৈ উপক্ৰম কৰি, ধনু তুলি লৈ অৰ্জ্জুনে শ্ৰীকৃষ্ণক এই কথা কলে ঃ ॥২০

**সেনয়োৰুভয়োৰ্ম্মধ্যে ৰথ স্থাপয় মেঽচ্যুত ॥২১**
**যাবদেতান্নিৰীক্ষেঽহং যোদ্ধু কামানবস্থিতান্।**
**কৈৰ্ম্ময়া সহ যোদ্ধব্যমস্মিন্ ৰণসমুদ্যমে ॥২২**
**যোৎস্যমানানবেক্ষেঽহং যঃ এতেঽত্ৰ সমাগতা ঃ।**
**ধাৰ্ত্তৰাষ্ট্ৰস্য দুৰ্ব্বুদ্ধেৰ্যুদ্ধে প্ৰিয়চিকীৰ্ষৱঃ ॥২৩**

২১—২৩। অন্বয়—অচ্যুত [হে কৃষ্ণ] উভয়োঃ সেনয়োঃ মধ্যে মে ৰথং স্থাপয় [উভয় সেনাৰ মাজত আমাৰ ৰথ ৰাখা] যাবৎ [যেতিয়ালৈকে] অহং [মই] যোদ্ধুকামান্ অবস্থিতান এতান নিৰীক্ষে [যুদ্ধ কৰিবলৈ ইচ্ছা কৰি বৈ থকা এওঁবিলাকক চাওঁ]; অস্মিন্ ৰণসমুদ্যমে [এই যুদ্ধোৎসৱত] কৈঃ সহ ময়া যোদ্ধব্যম [কাৰ লগত মই যুদ্ধ কৰিব লাগিব]; যুদ্ধে দুৰ্ব্বুদ্ধেঃ ধাৰ্ত্তৰাষ্ট্ৰস্য প্ৰিয় চিকীৰ্ষৱঃ [যুদ্ধত দুৰ্ব্বুদ্ধি দুৰ্য্যোধনৰ হিতকামী] যে এতে অত্ৰ সমাগতাঃ [সি সকলে ইয়াত আহি উপস্থিত হৈছে] যোৎস্যমানান অহং অবেক্ষে [যুদ্ধাৰ্থী সেই সকলক মই চাওঁ] ॥২১—২৩

২১—২৩। ভাঙনি—হে কৃষ্ণ, উভয় সেনাৰ মাজত মোৰ ৰথ ৰাখা, যাতে মই যুদ্ধাৰ্থী হৈ ইয়াত অপেক্ষা কৰা সৈন্যবোৰ চাব পাৰোঁ; এই যুদ্ধত মই যাৰ লগত যুদ্ধ কৰিব লাগিব আৰু দুৰ্ব্বুদ্ধি দুৰ্য্যোধনৰ হিতকামী যি সকল ইয়াত আহি উপস্থিত হৈছে, সেই সকলকে মই চাওঁ ॥ ২১—২৩

সঞ্জয় উবাচ

**এৱমুক্তো হৃষীকেশো গুড়াকেশেন ভাৰত।**
**সেনয়োৰুভয়োৰ্ম্মধ্যে স্থাপয়িত্বা ৰথোত্তমম্ ॥২৪**
**ভীষ্মদ্ৰোণ প্ৰমুখতঃ সৰ্ব্বেষাঞ্চ মহীক্ষিতাম্।**
**উবাচ পাৰ্থ পশ্যৈতান্ সমবেতান্ কুৰূনিতি ॥২৫**

২৪—২৫। অন্বয়—সঞ্জয়ঃ উবাচ [সঞ্জয়ে কলে]। ভাৰত [হে ধৃতৰাষ্ট্ৰ] গুড়াকেশেন [জিতনিদ্ৰ অৰ্জ্জুনৰ দ্বাৰা] এৱম্ উক্তঃ [এইদৰে অভিহিত হৈ] হৃষীকেশঃ [শ্ৰীকৃষ্ণই] উভয়োঃ সেনয়োঃ মধ্যে [উভয় সৈন্যৰ মাজত] ভীষ্ম দ্ৰোণ প্ৰমুখতঃ [ভীষ্ম দ্ৰোণৰ সম্মুখত] সৰ্ব্বেষাং চ মহীক্ষিতাং [আৰু সকলো ৰজাৰ (সম্মুখত)] ৰথোত্তমং স্থাপায়িত্বা [শ্ৰেষ্ঠ ৰথখন ৰাখি], পাৰ্থ [হে পৃথাপুত্ৰ অৰ্জ্জুন] এতান্ সমবেতান কুৰূন্ পশ্য [এই সমবেত কৌৰৱ সৈন্য চোৱাঁ]—ইতি উবাচ [এই বুলি কলে] ॥২৪—২৫

২৪—২৫। ভাঙনি—সঞ্জয় কলে—শুনা ধৃতৰাষ্ট্ৰ, অৰ্জ্জুনে সেইদৰে ক'লত, শ্ৰীকৃষ্ণই উভয় সেনাৰ মাজত, আৰু ভীষ্ম দ্ৰোণ আৰু সকলো ৰজাৰ সম্মুখত, ৰথখন ৰাখি ক'লে, "অৰ্জ্জুন, এই সমবেত কুৰুসৈন্য চোৱাঁ" ॥২৪—২৫

**তত্ৰা পশ্যৎ স্থিতান্ পাৰ্থঃ পিতৃনথ পিতামহান্।**
**আচাৰ্য্যান্ মাতুলান্ ভ্ৰাতৃন্ পুত্ৰান্ পৌত্ৰান্**
**সখীংস্তথা।**
**শ্বশুৰান্ সুহৃদশ্চৈব সেনয়োৰুভয়োৰপি ॥২৬**

২৬। অন্বয়—অথ [অনন্তৰ] পাৰ্থঃ [অৰ্জ্জুনে] তত্ৰ [তাত] স্থিতান্ [অৱস্থিত] উভয়োঃ সেনয়োঃ অপি [উভয় সৈন্যাতে] পিতৃন [পিতৃ] পিতামহান [পিতামহ] আচাৰ্য্যান্ [আচাৰ্য্য] মাতুলান [মাতুল] ভাতৃন্ [ভ্ৰাতা] পুত্ৰান [পুত্ৰ] পৌত্ৰান্ [পৌত্ৰ] তথা সখীন্ [সখি] শ্বশুৰান্ [শ্বশুৰ] সুহৃদঃ চ এব [আৰু সুহৃদ] অপশ্যৎ [দেখিলে] ॥২৬

২৬। ভাঙনি—অৰ্জ্জুনে তেতিয়া দেখিলে যে উভয় সৈন্যদলৰ ভিতৰত তেওঁৰ নিজৰ পিতৃ, পিতামহ, আচাৰ্য্য, মাতুল, ভাতৃ, পুত্ৰ, পৌত্ৰ, শ্বশুৰ সখি, সুহৃদ সকলো বিদ্যমান আছে ॥২৬

**তান্ সমীক্ষ্য স কৌন্তেয়ঃ সৰ্ব্বান বন্ধুনবস্থিতান্।**
**কৃপয়া পৰয়াবিষ্টো বিষীদন্নিদমব্ৰবীৎ ॥২৭**

২৭। অন্বয়—সঃ কৌন্তেয়ঃ [সেই অৰ্জ্জুনে] তান সৰ্ব্বান্ অবস্থিতান সমীক্ষ্য [সেই সকলো বন্ধু যুদ্ধ কৰিবলৈ উপস্থিত হোৱা দেখি] পৰয়া কৃপয়া আবিষ্টঃ [অতিশয় কৃপাভিভূত হৈ] বিষীদন [বিষণ্ণ হৈ] ইদং অব্ৰবীৎ [এই কথা কলে] ॥২৭

২৭। ভাঙনি—অৰ্জ্জুনে সকলো বন্ধু আহি যুদ্ধ কৰিবলৈ উপস্থিত হোৱা দেখি অতিশয় কৃপাভিভূত হৈ, শোক কৰি কবলৈ ধৰিলে ॥ ২৭

[২।১ আৰু ২।৩ চাওক। কৃপা—মনৰ দুৰ্ব্বলতা, দয়া]

অৰ্জ্জুন উবাচ

**দৃষ্ট্বেমান স্বজনান কৃষ্ণ যুযুৎসূন্ সমবস্থিতান্।**
**সীদন্তি মম গাত্ৰাণি মুখঞ্চ পৰিশুষ্যতি ॥২৮**

২৮। অন্বয়—অৰ্জ্জুনঃ উবাচ [অৰ্জ্জুনে ক'লে] কৃষ্ণ [হে কৃষ্ণ] যুযুৎসূন [যুদ্ধেচ্ছু] সমবস্থিতান্ ইমান স্বজনান দৃষ্ট্বা [উপস্থিত এই আত্মীয় সকলক দেখি] মম গাত্ৰাণি সীদন্তি [মোৰ অঙ্গপ্ৰত্যঙ্গ অবসন্ন হৈছে] মুখং চ পৰিশুষ্যতি [মুখো শুকাই গৈছে] ॥২৮

২৮। ভাঙনি—হে কৃষ্ণ, (পৰম্পৰৰ লগত) যুদ্ধ কৰি-বলৈ ইচ্ছা কৰি ইয়াত গোটখোৱা এই আত্মীয়সকলক দেখি মোৰ শৰীৰ অবসন্ন হৈছে আৰু মুখ শুকাই গৈছে ॥২৮

**বেপথুশ্চ শৰীৰে মে ৰোমহৰ্ষশ্চ জায়তে।**
**গাণ্ডীবং স্ৰংসতে হস্তাৎ ত্বক্ চৈব পৰিদহ্যতে ॥২৯**

২৯। অন্বয়—মে শৰীৰে [মোৰ শৰীৰত] বেপথুঃ চ [কম্প] ৰোমহৰ্ষ চ জায়তে [আৰু ৰোমাঞ্চ হৈছে] হস্তাৎ গাণ্ডীবং স্ৰংসতে [হাতৰপৰা গাণ্ডীব ধনু খহি পৰিছে] ত্বক্ চ এব পৰিদহ্যতে [গাৰ ছাল জ্বলিছে] ॥২৯

২৯। ভাঙনি—মোৰ গা কঁপিছে, গাৰ নোম শিয়ঁৰি উঠিছে, হাতৰ গাণ্ডীব ধনু খহি গৈছে আৰু গাৰ ছালো পুৰিছে ॥২৯

**ন চ শক্নোম্যবস্থাতুং ভ্ৰমতীৱ চ মে মনঃ।**
**নিমিত্তানি চ পশ্যামি বিপৰীতানি কেশৱ ॥৩০**

৩০। অন্বয়—কেশৱ [হে কৃষ্ণ] অৱস্থাতুং ন চ শক্নোমি [মই স্থিৰ হৈ থাকিব পৰা নাই], মে মনঃ চ ভ্ৰমতি ইৱ [মোৰ মনে যেন ভ্ৰমণ কৰিছে] বিপৰীতানি নিমিত্তানি চ পশ্যামি [অশুভ লক্ষণবোৰ দেখিছোঁ] ॥৩০

৩০। ভাঙনি—হে কৃষ্ণ, মই থিৰ হৈ থাকিব পৰা নাই; মোৰ মনটো যেন ঘূৰি ফুৰিছে (অৰ্থাৎ মোৰ মূৰ ঘূৰাইছে); মই নানাৰকম অশুভ লক্ষণবোৰ দেখিছোঁ ॥৩০

অশুভ লক্ষণ ঃ— "সূৰ্য্যকে সম্মুখে শৃগালেও ডাকে পুন।
উভয় সেনা উপৰত ভ্ৰময় শকুন ॥"
[গোবিন্দ মিশ্ৰ]

**ন চ শ্ৰেয়োঽনুপশ্যামি হত্বা স্বজনমাহবে।**
**ন কাঙ্ক্ষে বিজয়ং কৃষ্ণ ন চ ৰাজ্যং সুখানি চ ॥৩১**

৩১। অন্বয়—আহবে [যুদ্ধত] স্বজনং হত্বা [নিজৰ আত্মীয়সকলক বধ কৰি] শ্ৰেয়ঃ চ ন অনুপশ্যামি [কোনো মঙ্গল দেখা নাই।] কৃষ্ণ [হে কৃষ্ণ] বিজয়ং ন কাঙ্ক্ষে [মই জয়লাভৰ আকাঙ্ক্ষা নকৰোঁ] ৰাজ্যং চ সুখানি চ ন [ৰাজ্য আৰু সুখো মোক নেলাগে] ॥৩১

৩১। ভাঙনি—এই যুদ্ধত নিজৰ আত্মীয়ক বধ কৰি মই একো মঙ্গল দেখা নাই। হে কৃষ্ণ, যুদ্ধত জিকিবলৈ মোৰ আকাঙ্ক্ষা নাই, ৰাজ্য বা সুখো মোক নেলাগে] ॥৩১

**কিং নো ৰাজ্যেন গোবিন্দ কিং ভোগৈৰ্জীবিতেন বা।**
**যেষামৰ্থে কাঙ্ক্ষিতং নো ৰাজ্যং ভোগাঃ সুখানি চ ॥৩২**

**ত ইমেঽবস্থিতা যুদ্ধে প্ৰাণাংস্ত্যক্ত্বা ধনানি চ।**
**আচাৰ্য্যাঃ পিতৰঃ পুত্ৰাস্তথৈব চ পিতামহাঃ ॥৩৩**
**মাতুলাঃ শ্বশুৰাঃ পৌত্ৰাঃ শ্যালাঃ সম্বন্ধিনস্তথা।**
**এতান্ন হন্তুমিচ্ছামি ঘ্নতোঽপি মধুসূদন ॥৩৪**
**অপি ত্ৰৈলোক্য ৰাজস্য হেতোঃ কিংনু মহীকৃতে।**
**নিহত্য ধাৰ্ত্তৰাষ্ট্ৰান্নঃ কা প্ৰীতিঃ স্যাজ্জনাৰ্দ্দন ॥৩৫**

৩২—৩৫। অন্বয়—গোবিন্দ [হে কৃষ্ণ] নঃ ৰাজ্যেন কিম্ [আমাৰ ৰাজৰ কি প্ৰয়োজন?] ভোগৈঃ জীবিতেন বা কিং [ভোগ বা জীৱনৰ বা কি প্ৰয়োজন?] যেষাম্ অৰ্থে [যি সকলৰ নিমিত্তে] নঃ [আমাৰ] ৰাজ্যং ভোগাঃ সুখানি চ কাঙ্ক্ষিতং [ৰাজ্য ভোগ আৰু সুখ আকাঙ্ক্ষা কৰা হয়] আচাৰ্য্যাঃ [সেই আচাৰ্য্যসকল] পিতৰঃ [পিতৃসকল] পুত্ৰাঃ [পুত্ৰ] তথা এব চ পিতামহাঃ [আৰু পিতামহসকল] মাতুলাঃ শ্বশুৰাঃ পৌত্ৰাঃ শ্যালাঃ তথা সম্বন্ধিনঃ [মাতুল, শ্বশুৰ, পৌত্ৰ, শ্যালা আৰু সম্বন্ধিসকল] ইমে তে [এই সকলোবোৰ] প্ৰাণান্ ধনানি চ ত্যক্ত্বা [প্ৰাণ ধন ত্যাগ কৰি] যুদ্ধে অৱস্থিতাঃ [যুদ্ধৰ নিমিত্তে প্ৰস্তুত হৈছে] মধুসূদন [হে কৃষ্ণ] ঘ্নতঃ অপি [মোক বধ কৰিলেও], ত্ৰৈলোক্য ৰাজস্য হেতোঃ

অপি [ত্ৰিভুবন ব্যাপী ৰাজ্যৰ নিমিত্তেও] এতান্ হন্তুং ন ইচ্ছামি [এওঁবিলাকক মই বধ কৰিবৰ ইচ্ছা নকৰোঁ]; মহীকৃতে নু কিম্ [পৃথিবী লাভৰ নিমিত্তে যে ইচ্ছা নকৰোঁ তাৰ আৰু কথা কি] জনাৰ্দ্দন [হে কৃষ্ণ] ধাৰ্ত্তৰাষ্ট্ৰান্ নিহত্য নঃ কা প্ৰীতিঃ স্যাৎ [ধৃতৰাষ্ট্ৰপক্ষক বধ কৰি আমাৰ কি সুখ হব?] ॥৩২—৩৫

৩২—৩৫। ভাঙনি—হে গোবিন্দ, যাৰ নিমিত্তে আমি ৰাজ্য, ভোগ আৰু সুখ কামনা কৰোঁ, সেই আচাৰ্য্য, পিতৃ, পুত্ৰ, পিতামহ, মাতুল, শ্বশুৰ, পৌত্ৰ, শ্যালা, সম্বন্ধী, কুটুম্ব সকলোবোৰে ধন প্ৰাণ বিসৰ্জ্জন দি যুদ্ধ কৰিবলৈ প্ৰস্তুত। আমাৰ ৰাজ্য, ভোগ আৰু জীৱনৰ কি প্ৰয়োজন? হে মধুসূদন, এওঁবিলাকে আমাক বধ কৰিলেও, বা ত্ৰিভুবনৰ ৰাজ্য প্ৰাপ্তিৰ নিমিত্তে হ'লেও, আমি এওঁবিলাকক মাৰিবলৈ ইচ্ছা নকৰোঁ—(অকল) পৃথিবী লাভৰ নিমিত্তে যে নকৰোঁৰেই সেই কথা আৰু ক'ব লাগিছেনে? হে জনাৰ্দ্দন, ধৃতৰাষ্ট্ৰ- পক্ষক বিনাশ কৰি আমাৰ কি সুখ হ'ব? ॥৩২—৩৫

**পাপমেবাশ্ৰয়েদস্মান্ হত্বৈতানাততায়িনঃ।**
**তস্মান্নাৰ্হা বয়ং হন্তুং ধাৰ্ত্তৰাষ্ট্ৰান্ সবান্ধবান্।**
**স্বজনং হি কথং হত্বা সুখিনঃ স্যাম মাধৱ ॥৩৬**

৩৬। অন্বয়—আততায়িনঃ [আততায়ী] এতান্ হত্বা [এওঁবিলাকক বধ কৰিলে] অস্মান্ পাপম্ এব আশ্ৰয়েৎ [আমাত পাপেহে আশ্ৰয় লব] তস্মাৎ [সেই বাবে] সবান্ধবান ধাৰ্ত্তৰাষ্ট্ৰান্ হন্তুং [সবান্ধৱে ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলক মাৰিবলৈ] বয়ং ন অৰ্হাঃ [আমাৰ উচিত নহয়]; মাধব [হে কৃষ্ণ] স্বজনং হি হত্বা [স্বজনক বধ কৰি] কথং সুখিনঃ স্যাম [কেনেকৈ সুখী হম?] ॥৩৬

৩৬। ভাঙনি—[আততায়ী ৬ বিধ—যথা "অগ্নিদো গৰদশ্চৈব শস্ত্ৰপাণিৰ্ধনাপাহঃ। ক্ষেত্ৰদাৰাপহাৰী চ ষড়েতে আততায়িনঃ"।

বলে ধন লয় বান্ধি অগ্নি দিয়া মাৰে।
ছলে বিষ দেয় যিটো ক্ষেত্ৰ দাৰা হৰে॥
অস্ত্ৰ শস্ত্ৰ ধৰি বধিবাক আসে ধাই।
এহি ছয় প্ৰকাৰ বোলয় আততায়ী॥

[গোবিন্দ মিশ্ৰ]

এই আততায়ীবোৰক বধ কৰিলে শাস্ত্ৰমতে পাপ নহয়। কৌৰৱ সকলো ৰকমেই পাণ্ডৱৰ আততায়ী যথা—

সম্প্ৰতি বধিব লাগি আসে আগ বাঢ়ি।
ৰাজ্য ধন তোমাৰ পূৰ্ব্বতে নিলে হৰি॥
ভীমক মাৰিবে লাগি বিষ লাৰু দিলা।
দ্ৰৌপদীৰ বস্ত্ৰ লৈতে সভা মাজে নিলা॥
জতু গৃহে থৈয়া আগে অগ্নি দিলা পাছে।
সাঙ্গোপাঙ্গ ছয় দোষ কৌৰৱত আছে॥

[গোবিন্দ মিশ্ৰ]

অৰ্জ্জুনে জানে যে আততায়ী বধত পাপ নাই। দুৰ্য্যোধনাদি আততায়ী, অতএব বধাৰ্হ কিন্তু অৰ্জ্জুনৰ এতিয়া সন্দেহ হৈছে যে আততায়ী যদি আত্মীয় হয়, তেন্তে পাপ নহব কিয়? সেই গুণে কৈছে]—

এই আত্মীয় আততায়ীক বধ কৰিলে আমাক পাপে চুব। ধৃতৰাষ্ট্ৰ পুত্ৰসৰক সবান্ধৱে বিনাশ কৰা আমাৰ উচিত নহয়। হে মাধব, এওঁবিলাক আমাৰ স্বজন; এওঁবিলাকক মাৰি আমি কেনেকৈ সুখী হওঁ ॥৩৬

**যদ্যপ্যেতে ন পশ্যন্তি লোভোপহতচেতসঃ।**
**কুলক্ষয় কৃতং দোষং মিত্ৰদ্ৰোহে চ পাতকম্ ॥৩৭**

৩৭। অন্বয়—যদ্যপি লোভোপহত চেতসঃ এতে [যদিও লোভৰ দ্বাৰা হতবুদ্ধি হৈ, এওঁবিলাকে] কুলক্ষয় কৃতং [কুলক্ষয় জনিত] দোষং [দোষ] মিত্ৰ দোহে পাতকং চ [আৰু মিত্ৰ দোহৰ পাপ] ন পশ্যন্তি [দেখা নাই] ॥৩৭

৩৭। ভাঙনি—যদিও এওঁবিলাকে লোভত হতবুদ্ধি হৈ কুলক্ষয় জনিত দোষ আৰু মিত্ৰ দ্ৰোহৰ পাপ দেখা নাই (আমি কিয় নেদেখিম?) ॥৩৭

**কথং ন জ্ঞেয়মস্মাভিঃ পাপদস্মান্নিবৰ্ত্তিতুম্।**
**কুলক্ষয়কৃতং দোষং প্ৰপশ্যদ্ভিৰ্জ্জনাৰ্দ্দন ॥৩৮**

৩৮। অন্বয়—জনাৰ্দ্দন [হে কৃষ্ণ] কুলক্ষয় কৃতং দোষং প্ৰপশ্যদ্ভিঃ [কুলক্ষয় জনিত দোষ দৰ্শনকাৰী] অস্মাভিঃ [আমি] অস্মাৎ পাপাৎ [এই পাপৰ পৰা] নিবৰ্ত্তিতুম [নিবৃত্ত হবলৈ] কথং ন জ্ঞেয়ম্ [কিয় নাজানিম?] ॥৩৮

৩৮। ভাঙনি—(তথাপি) হে কৃষ্ণ কুলক্ষয়ৰ দোষ (কৌৰৱে নেজানিলেও) আমি তো জানো। এই পাপৰ পৰা যে নিবৃত্ত হোৱা উচিত, সেই কথা আমি কিয় নুবুজিম ॥৩৮

**কুলক্ষয়ে প্ৰণশ্যন্তি কুলধৰ্ম্মাঃ সনাতনাঃ।**
**ধৰ্ম্মে নষ্টে কুলং কৃৎস্নমধৰ্ম্মোঽভিভৱত্যুত ॥৩৯**

৩৯। অন্বয়—কুলক্ষয়ে সনাতনাঃ কুলধৰ্ম্মাঃ প্ৰণশ্যন্তি [কুলক্ষয় হ'লে, সনাতন কুলধৰ্ম্ম নষ্ট হয়] উত, ধৰ্ম্মে নষ্টে [আৰু ধৰ্ম্ম নষ্ট হ'লেই] কৃৎস্নং কুলম্ অধৰ্ম্মঃ অভিভৱতি [সমস্ত কুলক অধৰ্ম্মই অভিভূত কৰে] ॥৩৯

৩৯। ভাঙনি—কুলক্ষয় হলে সনাতন কুলধৰ্ম্ম নষ্ট হয়। কুলধৰ্ম্ম নাশ হলে, সমস্ত কুল অধৰ্ম্মৰ দ্বাৰা অভিভূত হয় ॥৩৯

**অধৰ্ম্মাভিভৱাৎ কৃষ্ণ প্ৰদুষ্যন্তি কুলস্ত্ৰিয়ঃ।**
**স্ত্ৰীষু দুষ্টাসু বাৰ্ষ্ণেয় জায়তে বৰ্ণসঙ্কৰঃ ॥৪০**

৪০। অন্বয়—কৃষ্ণ [হে কৃষ্ণ] অধৰ্ম্মাভিভৱাৎ [অধৰ্ম্মৰ আবিৰ্ভাব হলে] কুলস্ত্ৰিয়ঃ প্ৰদুষ্যন্তি [কুলস্ত্ৰীসকল দুষ্টা হয়]; বাৰ্ষ্ণেয় [হে বৃষ্ণিবংশজাত শ্ৰীকৃষ্ণ] স্ত্ৰীষু দুষ্টাসু, বৰ্ণসঙ্কৰঃ জায়তে [স্ত্ৰী জাতি দুষ্টা হলে বৰ্ণসঙ্কৰৰ উৎপত্তি হয়] ॥৪০

৪০। ভাঙনি—হে কৃষ্ণ, কুলত অধৰ্ম্মৰ আবিৰ্ভাব হলে কুলস্ত্ৰীসকল দুষ্টা হয়। স্ত্ৰী দুষ্টা হলে, বৰ্ণসঙ্কৰৰ উৎপত্তি হয় ॥৪০

**সঙ্কৰো নৰকায়ৈব কুলঘ্নানাং কুলস্য চ।**
**পতন্তি পিতৰো হ্যেষাং লুপ্তপিণ্ডোদকক্ৰিয়াঃ ॥৪১**

৪১। অন্বয়—সঙ্কৰঃ [বৰ্ণসঙ্কৰ] কুলঘ্নানাং কুলস্য চ [কুলঘাতীবোৰৰ নিজৰ আৰু গোটেই কুলৰ] নৰকায় এব [নৰকৰ নিমিত্তেহে হয়] হি [কাৰণ] এষাং পিতৰঃ [ইহঁতৰ পিতৃলোকে] লুপ্তপিণ্ডোদক ক্ৰিয়া [পিণ্ড তৰ্পণাদি নেপায়] পতন্তি [(নৰকত) পৰে] ॥৪১

৪১। ভাঙনি—কুলঘাতী পুৰুষৰ নিজৰ আৰু তেওঁৰ গোটেই বংশৰ নৰক প্ৰাপ্তিৰ কাৰণে হে বৰ্ণসঙ্কৰ ওপজে। কাৰণ, তেওঁৰ পিতৃসকলৰ পিণ্ড তৰ্পণ আদি ক্ৰিয়া লুপ্ত হয় আৰু (সেইবাবে) তেওঁবিলাক নৰকত পৰে ॥৪১

**দোষৈৰেতৈঃ কুলঘ্নানাং বৰ্ণসঙ্কৰকাৰকৈঃ।**
**উৎসাদ্যন্তে জাতিধৰ্ম্মাঃ কুলধৰ্ম্মাশ্চ শাশ্বতাঃ ॥৪২**

৪২। অন্বয়—কুলঘ্নানাং এতৈঃ বৰ্ণসঙ্কৰকাৰকৈঃ দোষৈঃ [কুল ঘাতীবোৰৰ এই বৰ্ণসঙ্কৰকাৰক দোষৰ দ্বাৰা] শাশ্বতাঃ জাতিধৰ্ম্মাঃ কুলধৰ্ম্মাঃ চ উৎসাদ্যন্তে [সনাতন জাতি-ধৰ্ম্ম আৰু কুলধৰ্ম্ম উৎসন্ন হয়] ॥৪২

৪২। ভাঙনি—কুলঘাতীবোৰৰ বৰ্ণসঙ্কৰ উৎপাদনকাৰী এই দোষৰ বাবেই সনাতন কুলধৰ্ম্ম আৰু জাতিধৰ্ম্ম উৎসন্ন হয় ॥৪২

**উৎসন্ন কুলধৰ্ম্মাণাং মনুষ্যাণাং জনাৰ্দ্দন।**
**নৰকে নিয়তং বাসো ভৱতীত্যনুশুশ্ৰুম ॥৪৩**

৪৩। অন্বয়—জনাৰ্দ্দন [হে কৃষ্ণ] উৎসন্ন কুল ধৰ্ম্মাণাং মনুষ্যাণাং [কুলধৰ্ম্ম উৎসন্ন হোৱা মানুহৰ] নিয়তং নৰকে বাসঃ ভৱতি [সদায় নৰকত বাস হয়]—ইতি অনুশুশ্ৰুম [এই কথা আমি শুনিছো] ॥৪৩

৪৩। ভাঙনি—হে কৃষ্ণ আমি শুনিছো যাৰ কুলধৰ্ম্ম নাশ হয়, সি চিৰকাল নৰকত থাকে ॥৪৩

**অহোবত মহৎ পাপং কৰ্ত্তুং ব্যৱসিতা বয়ম্।**
**যদ্ৰাজ্য সুখ লোভেন হন্তুং স্বজনমুদ্যতাঃ ॥৪৪**

৪৪। অন্বয়—অহোবত [অহো, কি কষ্ট!] বয়ং মহৎ পাপং কৰ্ত্তুং ব্যৱসিতাঃ [আমি মহৎ পাপ কৰিবলৈ ওলাইছো] যৎ [যি হেতু] ৰাজ্য সুখ লোভেন [ৰাজ্য সুখৰ লোভত] স্বজনং হন্তুং উদ্যতাঃ [স্বজনক মাৰিবলৈ উদ্যত হৈছো] ॥৪৪

৪৪। ভাঙনি—হায় হায়! আমি মহৎ পাপ কৰিবলৈ ওলাইছো। কাৰণ আমি ৰাজ্য সুখৰ লোভত জ্ঞাতিক বধ কৰিবলৈ ওলাইছো ॥৪৪

**যদি মামপ্ৰতীকাৰমশস্ত্ৰং শস্ত্ৰপাণয়ঃ।**
**ধাৰ্ত্তৰাষ্ট্ৰা ৰণে হন্যুস্তন্মে ক্ষেমতৰং ভৱেৎ ॥৪৫**

৪৫। অন্বয়—যদি [যদি] অপ্ৰতীকাৰং [প্ৰতিকাৰৰ চেষ্টা হীন] অশস্ত্ৰং মাং [নিৰস্ত্ৰ মোক] শস্ত্ৰপাণয়ঃ ধাৰ্ত্তৰাষ্ট্ৰাঃ ৰণে হন্যুঃ [শস্ত্ৰধাৰী কৌৰৱ দলে ৰণত বধ কৰে] তৎ মে ক্ষেমতৰং ভৱেৎ [সেইটো মোৰ কল্যাণকৰ হব] ॥৪৫

সঞ্জয় উবাচ

**এৱমুক্ত্বাৰ্জ্জুনঃ সংখ্যে ৰথোপস্থ উপাবিশৎ।**
**বিসৃজ্য সশৰং চাপং শোক সংবিগ্নমানসঃ ॥৪৬**

ইতি শ্ৰীমহাভাৰতে শতসাহস্ৰ্যাং সংহিতায়াং বৈয়াসিক্যাং
ভীষ্ম-পৰ্ব্বণি শ্ৰীমদ্ভগৱদ্গীতাসূপনিষৎসু
ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুনসম্বাদে
অৰ্জ্জুনবিষাদযোগো নাম প্ৰথমোঽধ্যায়ঃ।

৪৬। অন্বয়—সঞ্জয় উবাচ [সঞ্জয়ে ক'লে]—অৰ্জ্জুনঃ এৱমুক্ত্বা [অৰ্জ্জুনে এইদৰে কৈ] সশৰং চাপং বিসৃজ্য

[শৰেৰে সৈতে ধনু ত্যাগ কৰি] শোক সংবিগ্ন মানসঃ [শোকত ব্যাকুল হৈ] সংখ্যে [যুদ্ধ ক্ষেত্ৰত] ৰথোপস্থে [ৰথৰ ওপৰত] উপাবিশৎ [বহিল] ।।৪৬

৪৬। ভাঙনি—যুদ্ধক্ষেত্ৰত এইদৰে কৈ, অৰ্জ্জুনে ধনুশৰ ত্যাগ কৰি শোকাতুৰ হৈ ৰথত বহিল ।।৪৬

প্ৰথম অধ্যায় শেষ হল। এতিয়া শ্ৰীকৃষ্ণে অৰ্জ্জুনক যুদ্ধ কৰিবলৈ উপদেশ দিব। ২য় অধ্যায়ৰ ১১শ শ্লোকৰপৰা এই উপদেশ আৰম্ভ হ'ব। ইয়াত পাঠকসকলে এটা কথা মনত ৰাখিব যে অৰ্জ্জুনে ভয়ত ৰণ কৰিবলৈ অস্বীকাৰ কৰা নাছিল। তেওঁ জানিছিল যে যুদ্ধ কৰিলে তেওঁৰ নিশ্চয় জয় হ'ব। তেওঁ আৰু জানিছিল যে যুদ্ধ কৰাই তেওঁৰ কৰ্ত্তব্য, নকৰিলে অধৰ্ম্ম হ'ব। আততায়ীক বধ কৰিলে একো পাপ নহয় বুলিও তেওঁ জানিছিল। কিন্তু আততায়ী হলেও আত্মীয়ক বধ কৰিলে কুলধৰ্ম্ম নষ্ট হয়; এনেস্থলত—অৰ্থাৎ আততায়ী যদি আত্মীয় হয়—কি কৰা উচিত, এয়ে তেওঁৰ সন্দেহ। এনে দোধোৰ-মোৰত সকলো মানুহ সদায় পৰে। দোষীক প্ৰাণদণ্ড দিবৰ সময়ত ধৰ্ম্মভীৰু বিচাৰকৰ মনত সদায় এনে প্ৰশ্ন উঠে। এনে অৱস্থাত সাধাৰণ মানুহেও সদায় উপদেশ দিয়ে, "তোমাৰ কৰ্ত্তব্য কৰ্ম্ম তুমি কৰাঁ; ফলাফলৰ দায়ী তুমি নোহোৱাঁ।" যুদ্ধ ক্ষেত্ৰত এনে উপদেশ সৈন্যদলক সদায় দিয়ে। দেশৰ নিমিত্তে স্বাৰ্থত্যাগ কৰিব লাগে বুলি সকলোৱে জানে। এতিয়া গীতাই অৰ্জ্জুনক এনে উপদেশকে দিবনে কি? দিছে বুলি ভাবিয়েই কোনো কোনো আধুনিক টীকাৰসকলে গীতাক ঘাইকৈ নীতি শাস্ত্ৰৰ কিতাপ বুলিহে ভাবে।

অৱশ্য গীতাই প্ৰথমতে (২য় অধ্যায়ত) এইদৰেই আৰম্ভ কৰিছিল। প্ৰথমতে, শোকাৰ্ত্ত মানুহক সাংখ্যজ্ঞানৰ উপদেশ দিয়াই নিয়ম। সেইগুণে ২য় অধ্যায়ৰ আৰম্ভতে ভগবানে অৰ্জ্জুনক সামান্য ভাবে আত্মানাত্ম বিবেকৰূপ সাংখ্যজ্ঞানৰ উপদেশ দিলে।

"শোক গুচাইবাক নাপাৰয় একো মতে।
এতেকতে সাংখ্যজ্ঞান দিলে প্ৰথমতে ।।"
[গোবিন্দ মিশ্ৰ]

ইয়াৰ পাছত, সাধাৰণ মানুহে সাধাৰণ মানুহক কোৱাৰ দৰে ক'লে যে যুদ্ধ নকৰিলে অৰ্জ্জুনৰ অধৰ্ম্ম হ'ব, অখ্যাতি হ'ব, ইত্যাদি। অধ্যায়ৰ শেহত কলে যে অৰ্জ্জুনৰ কৰ্ম্মত হে অধিকাৰ, কৰ্ম্মফলত অধিকাৰ নাই। এয়ে সাধন ভক্তিযোগ। ইয়াৰ পৰাও লাহে লাহে মানুহ গুণাতীত হ'ব পাৰে, ব্ৰহ্ম নিৰ্ব্বান লাভ কৰিব পাৰে। এয়ে সংক্ষেপে ২য় অধ্যায়ৰ উপদেশ। কিন্তু এয়ে গীতাৰ শেষ উপদেশ নহয়। গীতাৰ আচল বক্তব্য ৩য় অধ্যায়ত আৰম্ভ হ'ব। তাত বুজাব যে সকলো কৰ্ম্মৰ ঈশ্বৰহে নিয়ন্তা।

# দ্বিতীয়োঽধ্যায়ঃ

## সাংখ্যযোগঃ

সঞ্জয় উবাচ

তং তথা কৃপয়াবিষ্টমশ্ৰুপূৰ্ণাকুলেক্ষণম্ ।
বিষীদন্তমিদং বাক্যমুবাচ মধুসূদনঃ ।।১

১। অন্বয়—সঞ্জয়ঃ উবাচ [সঞ্জয়ে ক'লে] মধুসূদনঃ [মধুসূদন শ্ৰীকৃষ্ণই] তথা [সেইদৰে] কৃপয়া আবিষ্টং [কৃপাভিভূত] অশ্ৰুপূৰ্ণা কুলেক্ষণম্ [শোকে লোতকে আকুল] বিষিদন্তং [বিষাদযুক্ত] তম [তেওঁক অৰ্জ্জুনক] ইদং বাক্যম্ উবাচ [এই কথা ক'লে] ।।১ [কৃপা—হৃদয়ৰ দুৰ্ব্বলতা]

১। ভাঙনি—অৰ্জ্জুনে এইদৰে কৃপাভিভূত হৈ চকুপানী টুকি বেজাৰ কৰি থকা দেখি ভগবান শ্ৰীকৃষ্ণে ক'লে ।।১

শ্ৰীভগবান উবাচ

কুতস্ত্বা কশ্মলমিদং বিষমে সমুপস্থিতম্ ।
অনাৰ্য্যজুষ্টমস্বৰ্গ্যমকীৰ্ত্তিকৰমৰ্জ্জুন ।।২

২। অন্বয়—শ্ৰীভগবান্ উবাচ [ভগবান শ্ৰীকৃষ্ণে ক'লে] —অৰ্জ্জুন [অৰ্জ্জুন।] বিষমে [যুদ্ধ-সঙ্কটত] কুতঃ [ক'ৰ পৰা] ইদং [এই] অনাৰ্য্যযুষ্টম্ [অনাৰ্য্য সেবিত] অস্বৰ্গ্যং

[স্বৰ্গ-প্ৰাপ্তিৰ প্ৰতিৰোধক] অকীৰ্ত্তিকৰং [অযশস্কৰ] কশ্মলং [মোহে] ত্বা সমুপস্থিতম্ ? [তোমাক পালেহি] ॥২

[অনাৰ্য্য জুষ্টম্—ন আৰ্য্যজুষ্টম্]

২। ভাঙনি—হে অৰ্জ্জুন, এনে বিষম সঙ্কটৰ সময়ত এই অনাৰ্য্যজনোচিত, স্বৰ্গপ্ৰাপ্তি-প্ৰতিৰোধক আৰু অযশস্কৰ মোহে ক'ৰ পৰা আহি তোমাক পালেহি ॥২

**ক্লৈব্যং মা স্ম গমঃ পাৰ্থ নৈতত্ত্বয্যুপপদ্যতে।**
**ক্ষুদ্ৰং হৃদয়দৌৰ্ব্বল্যং ত্যক্ত্বোত্তিষ্ঠ পৰন্তপ ॥৩**

৩। অন্বয়—পাৰ্থ [হে পৃথা পুত্ৰ অৰ্জ্জুন] ক্লৈব্যং [ক্লীব ভাব] মা স্ম গমঃ [প্ৰাপ্ত নহ'বা] ত্বয়ি এতৎ ন উপপদ্যতে [তোমাত ই শোভা নেপায় পৰন্তপ [হে শত্ৰুদমনকাৰী অৰ্জ্জুন] ক্ষুদ্ৰং [তুচ্ছ] হৃদয় দৌৰ্ব্বল্যং [মনৰ দুৰ্ব্বলতা] ত্যক্ত্বা [এৰি] উত্তিষ্ঠ [উঠা] ॥৩

৩। ভাঙনি—শুনা অৰ্জ্জুন! এনে নিৰুদ্যম কাতৰতা তোমাত নোশোভে। তুমি শত্ৰুদমনকাৰী বীৰ পুৰুষ, তুমি মনৰ ক্ষণিক দুৰ্ব্বলতা পৰিহাৰ কৰি (যুদ্ধ কৰিবলৈ) উঠা ॥৩

অৰ্জ্জুন উবাচ

**কথং ভীষ্মমহং সংখ্যে দ্ৰোণঞ্চ মধুসূদন।**
**ইষুভিঃ প্ৰতিযোৎস্যামি পূজাৰ্হাবৰিসূদন ॥৪**

৪। অন্বয়—অৰ্জ্জুন উবাচ [অৰ্জ্জুন ক'লে]—অৰিসূদন! [হে শত্ৰুদমনকাৰী] মধুসূদন! [কৃষ্ণ] সংখ্যে [যুদ্ধত] অহং [মই] পূজাৰ্হৌ [পূজাৰ যোগ্য বা পূজনীয়] ভীষ্মং দ্ৰোণং চ [ভীষ্ম আৰু দ্ৰোণক] প্ৰতি [লক্ষ্য কৰি] কথম্ [কেনেকৈ] ইষুভিঃ [কাঁড় মাৰি] য্যোৎস্যামি [যুজিম] ॥৪

৪। ভাঙনি—হে কৃষ্ণ! পূজনীয় ভীষ্ম-দ্ৰোণৰ লগত মই কেনেকৈ ধনু-শৰ লৈ যুদ্ধ কৰোঁ? এজন মোৰ শিক্ষাগুৰু, ইজন পিতামহ ॥৪

**গুৰূনহত্বা হি মহানুভাবান্**
**শ্ৰেয়ো ভোক্তুং ভৈক্ষ্যমপীহলোকে।**
**হত্বাৰ্থ কামাংস্তু গুৰূনিহৈৱ**
**ভুঞ্জীয় ভোগান্ ৰুধিৰ প্ৰদিগ্ধান্ ॥৫**

৫। অন্বয়—হি [যি হেতু] মহানুভবান্ [মহানুভৱ] গুৰূন্ [গুৰু জনক] অহত্বা [বধ নকৰি] ইহলোকে [এই সংসাৰত] ভৈক্ষ্যম্ অপি [ভিক্ষান্নকে] ভোক্তুং [খোৱা] শ্ৰেয়ঃ [কল্যাণকৰ]; তু কিন্তু গুৰূন্ হত্বা [গুৰুজনক বধ কৰি] ইহ এব [এই সংসাৰতেই] ৰুধিৰ প্ৰদিগ্ধান্ [তেজ সনা] অৰ্থকামান্ [অৰ্থ কামাত্মক] ভোগান্ [ভোগ] ভুঞ্জীয় [ভোগ কৰিব লাগিব] ॥৫

৫। ভাঙনি—[হে কৃষ্ণ! যদি বোলা যে এনে মহানুভৱ গুৰুজনক বধ নকৰিলে আমাৰ ৰাজ্য লাভ নহ'ব আৰু সেই বাবে আমাৰ দেহ যাত্ৰাও নহ'ব, তেন্তে মই কওঁ যে] গুৰুজনক বধ নকৰি সংসাৰত ভিক্ষান্ন ভোজনেই ভাল, গুৰুজনক বধ কৰি ইহলোকত যিবোৰ অৰ্থ কাম লাভ কৰিম সেইবোৰ ৰুধিৰাক্ত অন্ন আৰু তাকেহে আমি ভোগ কৰিব লাগিব ॥৫

**ন চৈতদ্বিদ্মঃ কতৰন্নো গৰীয়ো**
**যদ্বা জয়েম যদি বা নো জয়েয়ুঃ।**
**যানেৱ হত্বা ন জিজীবিষাম**
**স্তেঽৱস্থিতাঃ প্ৰমুখে ধাৰ্ত্তৰাষ্ট্ৰাঃ ॥৬**

৬। অন্বয়—যদ্বা [যদি বা] জয়েম [আমি জিকোঁ] যদি বা [বা যদি] নঃ [আমাক] জয়েয়ুঃ [পৰাজয় কৰে]—[এই দুটাৰ ভিতৰৰ] কতৰৎ [কোনটো] নঃ [আমাৰ পক্ষে] গৰীয়ঃ [শ্ৰেষ্ঠ বা ভাল হ'ব] এতৎ চ ন বিদ্মঃ [সেই কথা মই বুজিব পৰা নাই] যান্ এব [যাক] হত্বা [বধ কৰি] ন জিজীবিষামঃ [জীবলৈ ইচ্ছা নকৰো] তে [সেই] ধাৰ্ত্তৰাষ্ট্ৰাঃ [ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলেই] প্ৰমুখে [সম্মুখত] অৱস্থিতাঃ [আছে] ॥৬

৬। ভাঙনি—মই বুজা নাই, আমি হাৰিলে ভাল নে জিকিলে ভাল। আমাৰ জয়ো পুনু পৰাজয় হে হ'ব কাৰণ যাক মাৰি আমি জীয়াই থাকিবৰ ইচ্ছা নকৰোঁ, সেই ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলেই এই সম্মুখ যুদ্ধত উপস্থিত ॥৬

**কাৰ্পণ্যদোষোপহত স্বভাবঃ**
**পৃচ্ছামি ত্বাং ধৰ্ম্মসংমূঢ়চেতাঃ**
**যচ্ছ্ৰেয়ঃ স্যান্নিশ্চিতং ব্ৰূহি তন্মে**
**শিষ্যস্তেঽহং শাধি মাং ত্বাং প্ৰপন্নম্ ॥৭**

৭। অন্বয়—কাৰ্পণ্য-দোষ উপহত স্বভাবঃ [স্বজন বধত কৃপা আৰু কুলক্ষয় দোষলৈ ভয় এই দুটা বিৰুদ্ধ ভাবৰ দ্বাৰা ক্ষত্ৰিয়োচিত শৌৰ্য্যাদিস্বভাব লুপ্ত হোৱা] ধৰ্ম্মসংমূঢ়চেতাঃ [কোনটো ধৰ্ম্ম, কোনটো অধৰ্ম্ম, সেইটো ঠিক কৰিব নোৱাৰি, মূঢ়-চিত্ত] অহং [মই] ত্বাং [তোমাক] পৃচ্ছামি [সোধোঁ]। যৎ শ্ৰেয়ঃ স্যাৎ [যি মোৰ পক্ষে মঙ্গল হয়] তৎ [তাকে] মে [মোক] নিশ্চিতং [নিশ্চয়কৈ] ব্ৰূহি [কোৱা]; অহং তে শিষ্যঃ [মই তোমাৰ শিষ্য হৈছোঁ] ত্বাং প্ৰপন্নম্ [তোমাৰ শৰণাগত] মাং [মোক] শাধি [উপদেশ দিয়া] ॥৭

৭। ভাঙনি—এফালে স্বজনৰ প্ৰতি কৃপা আৰু ইফালে কুলক্ষয় কৃত দোষ—এই দুটা ভাবৰ দ্বাৰা মোৰ বুদ্ধি লোপ হৈছে; মোৰ ক্ষত্ৰিয়োচিত স্বভাৱ লোপ হৈছে, ধৰ্ম্মাধৰ্ম বিচাৰ কৰিবৰ মই অক্ষম হৈছোঁ। হে কৃষ্ণ, মই কি কৰা উচিত তুমি কোৱাঁ; মই তোমাৰ শৰণাগত শিষ্য। মোক উপদেশ দিয়াঁ ॥৭

**ন হি প্ৰপশ্যামি মমাপনুদ্যাদ্**
**যচ্ছোকমুচ্ছোষণমিন্দ্ৰিয়াণাম্।**
**অবাপ্য ভূমাৱসপত্নমৃদ্ধং**
**ৰাজ্যং সুৰাণামপি চাধিপত্যম্ ॥৮**

৮। অন্বয়—ভূমৌ [পৃথিৱীত] অসপত্নং [শত্ৰুশূন্য বা নিষ্কণ্টক] ঋদ্ধং [সৰ্ব্ব সমৃদ্ধিযুক্ত] ৰাজ্যং [ৰাজ্য] অপি চ [বা] সুৰাণাম্ আধিপত্যম্ [দেৱতাৰ আধিপত্য অৰ্থাৎ ইন্দ্ৰত্ব] অবাপ্য [লাভ কৰিও] যৎ [যি] মম [মোৰ] ইন্দ্ৰিয়াণাম্ [ইন্দ্ৰিয়বোৰৰ] উচ্ছো ষণং [শোষক-তেজোনাশক] শোকম্ [শোক] অপনুদ্যাৎ [গুচাব পাৰে] (তৎ=এনে একো) ন হি প্ৰপশ্যামি [মই দেখা নাই] ॥৮

৮। ভাঙনি—(হে কৃষ্ণ, যদি তুমি কোৱাঁ যে মই নিজে ভাবি যি ভাল দেখোঁ তাকে কৰা উচিত—তেন্তে, শুনা) মোৰ ভাবিবৰ ক্ষমতা নাই। শোকত মোৰ সকলো ইন্দ্ৰিয় বিকল। মই এনে একো উপায় দেখা নাই যাৰ দ্বাৰা (যুদ্ধত জিকি) এই পৃথিৱীত অকণ্টক সমৃদ্ধিশালী ৰাজ্য লাভ কৰিলেও, বা (সম্মুখ সংগ্ৰামত মৰি) স্বৰ্গত ইন্দ্ৰত্ব লাভ কৰিলেও, মোৰ এই শোক দূৰ হ'ব ॥৮

সঞ্জয় উবাচ

**এবমুক্ত্বা হৃষীকেশং গুড়াকেশঃ পৰন্তপঃ।**
**ন যোৎস্য ইতি গোবিন্দমুক্ত্বা তূষ্ণীং বভূব হ ॥৯**

৯। অন্বয়—সঞ্জয়ঃ উবাচ [সঞ্জয়ে ধৃতৰাষ্ট্ৰক কলে] পৰন্তপঃ [শত্ৰুদমনকাৰী] গুড়াকেশঃ [অৰ্জ্জুনে] হৃষীকেশং [শ্ৰীকৃষ্ণক] এবম্ উক্ত্বা [এইদৰে কৈ] ন যোৎস্যে [মই যুদ্ধ নকৰোঁ] ইতি [এই বুলি] গোবিন্দং উক্ত্বা [শ্ৰীকৃষ্ণক কৈ] তূষ্ণীং বভূব হ [মৌন হৈ ৰ'ল] ॥৯

[হৃষীকেশ ইন্দ্ৰিয়-নিয়ন্তা; গুড়াকেশ জিতনিদ্ৰ]

৯। ভাঙনি—সঞ্জয়ে ক'লে—শত্ৰু দমনকাৰী জিতনিদ্ৰ অৰ্জ্জুনে এইদৰে কৈ, "মই যুঁজ নকৰোঁ" বুলি শ্ৰীকৃষ্ণক ক'লে আৰু একেবাৰে মৌন হৈ বৈ গ'ল ॥৯

**তমুবাচ হৃষীকেশঃ প্ৰহসন্নিৱ ভাৰত।**
**সেনয়োৰুভয়োৰ্ম্মধ্যে বিষীদন্তমিদং বচঃ ॥১০**

১০। অন্বয়—ভাৰত [হে ভাৰত-সন্তান ধৃতৰাষ্ট্ৰ] হৃষীকেশঃ [শ্ৰীকৃষ্ণই] প্ৰহসন্ ইৱ [যেন মিচিকিয়াই হাঁহি] উভয়োঃ সেনয়োঃ মধ্যে [উভয় সেনাৰ মাজত] বিষীদন্তং তম্ [সেই বেজাৰ কৰি বহি থকা অৰ্জ্জুনক] ইদং বচঃ উবাচ [এই কথা ক'লে] ॥১০

১০। ভাঙনি—হে ৰজা ধৃতৰাষ্ট্ৰ, উভয় সেনাৰ মাজত বেজাৰ কৰি বহি থকা অৰ্জ্জুনক শ্ৰীকৃষ্ণই মিচিকাই হাঁহি এইদৰে কলে—

[ভগৱন্তে অৰ্জ্জুনক লাজ দিবলৈ হাঁহা নাই। তেওঁ বুজিলে অৰ্জ্জুনৰ কিয় এনে মোহ হৈছে। বুজি, তেওঁ মিচিকাই হাঁহিলে।] ॥১০

শ্ৰীভগবানুবাচঃ

**অশোচ্যানন্বশোচস্ত্বং প্ৰজ্ঞাবাদাংশ্চ ভাষসে।**
**গতাসূনগতাসূংশ্চ নানুশোচন্তি পণ্ডিতাঃ ॥১১**

১১। অন্বয়—শ্ৰীভগবান্ উবাচ [ভগৱানে কলে]—ত্বম্ [তুমি] অশোচ্যান্ অন্বশোচঃ [যাৰ নিমিত্তে শোক কৰা উচিত নহয়, তেওঁলোকৰ নিমিত্তে শোক কৰিছা] চ [আৰু ইফালে কিন্তু] প্ৰজ্ঞাবাদান্ চ ভাষসে [পাণ্ডিত্যপূৰ্ণ বাক্যও কৈছা]। গতাসূন্ অগতাসূন্ চ [মৃত বা জীৱিত কাৰো নিমিত্তে] পণ্ডিতাঃ [পণ্ডিত সকলে] ন অনুশোচন্তি [শোক নকৰে] ॥১১

১১। ভাঙনি—সখি অৰ্জ্জুন, তুমি বন্ধুবৰ্গৰ নিমিত্তে শোক কৰিছা—যাৰ নিমিত্তে শোক কৰা উচিত নহয় ইপিনে আকৌ মই বোধ দিলেও তুমি পাণ্ডিত্যপূৰ্ণ কথা কৈছা। (তুমি বাস্তৱিক পণ্ডিত নোহোৱাঁ, কাৰণ—) পণ্ডিতসকলে জীৱিত বা মৃতজনৰ নিমিত্তে শোক নকৰে ॥১১

**ন ত্বেৱাহং জাতু নাসং ন ত্বং নেমে জনাধিপাঃ।**
**ন চৈব ন ভবিষ্যামঃ সৰ্ব্বে বয়মতঃপৰম্ ॥১২**

১২। অন্বয়—অহং [মই] জাতু [কেতিয়াও] ন আসম্ [নাছিলো] ত্বং [তুমি] ন (আসীঃ) [নাছিলা] ইমে [এই] জনাধিপাঃ [ৰাজন্য বৰ্গ] ন (আসন্) [নাছিল] ইতি তু ন [এনে কথা কেতিয়াও নহয়] অতঃ পৰং [ইয়াৰ পাছত] বয়ং সৰ্ব্বে ন ভবিষ্যামঃ [আমি সকলোৱেই নাথাকিম] (ইতি) চ ন [এই কথাও নহয়] ॥১২

১২। ভাঙনি—মই বা তুমি বা এই ৰাজন্যবৰ্গ, আমি সকলো যে এই জন্মৰ আগত নাছিলোঁ, এনে কথা সচাঁ নহয়; আৰু আগলৈ মৰিলেও যে আমি নাথাকিম, এনে কথাও সচাঁ নহয়।।১২

**দেহিনোঽস্মিন্ যথা দেহে কৌমাৰং যৌৱনং জৰা।**
**তথা দেহান্তৰপ্ৰাপ্তিৰ্ধীৰস্তত্ৰ ন মুহ্যতি।।১৩**

১৩। অন্বয়—দেহিনঃ [দেহধাৰী জীৱৰ] অস্মিন্ [এই] দেহে [শৰীৰত] যথা [যেনে] কৌমাৰং [বাল্যকাল] যৌৱনং [ডেকাকাল]· জৰা [বৃদ্ধ অৱস্থা] তথা [তেনে] দেহান্তৰ প্ৰাপ্তিঃ [মৃত্যুৰ পাছত অন্য দেহ প্ৰাপ্তি] ধীৰঃ [জ্ঞানী পুৰুষ] তত্ৰ [তাত] ন মুহ্যতি [মোহ প্ৰাপ্ত নহয়]।।১৩

১৩। ভাঙনি—[দেহৰ অৱস্থাৰ সদায় পৰিবৰ্ত্তন হয়] এই দেহত যেনেকৈ জীৱই কৌমাৰ, যৌৱন, জৰা, এই তিনিটা অৱস্থা প্ৰাপ্ত হয়, দেহান্তৰ প্ৰাপ্তিও তেনে অৱস্থান্তৰ মাত্ৰ। জ্ঞানী পুৰুষে ইয়াত শোক নকৰে।।১৩

[লৰা এটা স্বভাৱতে ডেকা হ'ল, দেহৰ এই পৰিবৰ্ত্তনত তাৰ আত্মাৰ একো পৰিবৰ্ত্তন হোৱা নাই। সি বেজাৰ নকৰে যে তাৰ বাল্য-কালটো মৰিল। সেইদৰেই মানুহ যেতিয়া মৰে, তাৰ আত্মাৰ একো পৰিবৰ্ত্তন নহয়—মাত্ৰ এটা দেহ এৰি আন এটা দেহ গ্ৰহণ কৰে। এনে স্থলত জ্ঞানী মানুহে আত্মাৰ এই অৱস্থান্তৰত বিচলিত হোৱা উচিত নহয়।]

**মাত্ৰাস্পৰ্শাস্তু কৌন্তেয় শীতোষ্ণসুখদুঃখদাঃ।**
**আগমাপায়িনোঽনিত্যাস্তাংস্তিতিক্ষস্ব ভাৰত।।১৪**

১৪। অন্বয়—কৌন্তেয় [হে অৰ্জ্জুন] মাত্ৰাস্পৰ্শা—(মীয়ন্তে আভিঃ বিষয়াঃ ইতি মাত্ৰাঃ—ইন্দ্ৰিয়বৃত্তয়ঃ; তাসাং স্পৰ্শা; বিষয়ৈঃসহ সম্বন্ধাঃ) [ইন্দ্ৰিয়ৰ লগত বিষয়ৰ সংযোগ] শীতোষ্ণ সুখদুখদাঃ [শীত-উষ্ণ সুখ দুঃখপ্ৰদ] তু [কিন্তু] আগমপায়িনঃ [উৎপত্তি-বিনাশশীল] অনিত্যাঃ [অনিত্য]; ভাৰত [হে অৰ্জ্জুন] তান্ [সেইবোৰ] তিতিক্ষস্ব [সহ্য কৰা]।।১৪

১৪। ভাঙনি [আমি বুজিলোঁ যে আত্মা অবিনাশী, আত্মাৰ বাবে শোক কৰা অন্যায়। স্বজনৰ মৃত্যুত তেওঁবিলাকৰ কাৰণে শোক কৰা অন্যায়—এইটো বুজিলোঁ। কিন্তু আমাৰ নিজৰ এটা বস্তু হেৰালে, স্বভাৱতেই আমি শোক পাওঁ; তেন্তে বন্ধু বিয়োগত আমি নিজৰ নিমিত্তে শোক নেপাম কিয়? অৰ্জ্জুনৰ এনে প্ৰশ্নৰ উত্তৰত কৈছে যে এনেবোৰ শোক-কষ্ট সহ্য কৰা উচিত]।

শীত, উষ্ণ, সুখ দুখ ইত্যাদি ভাব বাহ্য বিষয় আৰু ইন্দ্ৰিয়ৰ সংযোগত হে হয় [যেনে, বাহিৰৰপৰা অহা সূৰ্য্যৰ তাপ জাৰকালি আমাৰ পিঠিত (স্পর্শেন্দ্ৰিয়ত) পৰিলেহে সুখৰ ভাব আমাৰ মনলৈ আহে] শীত-উষ্ণ-দুখ-সুখ তেনে আত্মাৰ ধৰ্ম্ম নহয়—এইবোৰ বহিৰ্জ্জগতৰ পৰা ইন্দ্ৰিয় সংযোগে অহা ভাব আৰু ইহঁত নিতান্ত ক্ষণস্থায়ী। এইবোৰ মানুহে সহ্য কৰা উচিত।।১৪ ('কথাৰে উপনিষদ'—অজাত শত্ৰু আৰু বালাকিৰ উপাখ্যান)

**যং হি ন ব্যথয়ন্ত্যেতে পুৰুষং পুৰুষৰ্ষভ।**
**সমদুঃখসুখং ধীৰং সোঽমৃতত্বায় কল্পতে।।১৫**

১৫। অন্বয়—পুৰুৰ্ষভ [হে পুৰুষ শ্ৰেষ্ঠ, অৰ্জ্জুন] সম দুঃখ সুখং [সুখ আৰু দুখত সমজ্ঞান সম্পন্ন] ধীৰং [ধীৰ] যং [যাক] এতে [ইহঁতে অৰ্থাৎ শীতোষ্ণাদি ভাব বোৰে] ন ব্যথয়ন্তি [ব্যথিত নকৰে] সঃ [সেই পুৰুষ] অমৃতত্বায় [অমৃতত্ব অৰ্থাৎ মোক্ষৰ বাবে] কল্পতে [যোগ্য হয়]।।১৫

১৫। ভাঙনি—হে অৰ্জ্জুন, যি ধীৰ পুৰুষে সুখ-দুখ-শীত-উষ্ণ এই ভাব বোৰত ব্যথিত নহৈ, সমভাৱ অৱলম্বন কৰিব পাৰে, তেওঁহে মোক্ষ লাভৰ অধিকাৰী হয়।।১৫

[ধীৰ— বিকাৰ হেতৌ সতি বিক্ৰীয়ন্তে
যেষাং ন চেতাংসি ত এব ধীৰাঃ]

**নাসতো বিদ্যতে ভাৱো নাভাৱো বিদ্যতে সতঃ।**
**উভয়োৰপি দৃষ্টোঽন্তস্ত্বনয়োস্তত্ত্বদৰ্শিভিঃ।।১৬**

১৬। অন্বয়—অসতঃ [অসৎ পদাৰ্থৰ] ভাৱঃ [উৎপত্তি] ন [নহয়] সতঃ [সৎ পদাৰ্থৰ অভাৱঃ [একেবাৰে বিলুপ্তি] ন বিদ্যতে [নহয়]। তত্ত্বদৰ্শিভিঃ তু [তত্ত্বদৰ্শী পুৰুষে] অনয়োঃ উভয়োৰপি [এই উভয়ৰ—সৎ আৰু অসৎ পদাৰ্থৰ] অন্তঃ [শেষতত্ত্ব] দৃষ্টঃ [জানে]।।১৬

১৬। ভাঙনি—অসৎ পদাৰ্থৰ উৎপত্তি নাই; সৎ পদাৰ্থৰ কেতিয়াও বিলুপ্তি হব নোৱাৰে। তত্ত্বদৰ্শী পুৰুষে সৎ আৰু অসৎ—এই উভয় পদাৰ্থৰ শেষতত্ত্ব এইদৰেই নিৰূপণ কৰিছে।।১৬

[সুখ দুখাদি আত্মাৰ ধৰ্ম্ম নহলেও সিহঁত অতি দুঃসহ; সিহঁতক সহিবলৈ যাওঁতে আত্মাও নষ্ট হৈ যাব পাৰে। বিশেষতঃ আত্মা যে একেবাৰে অবিনাশী তাৰ বা কি প্ৰমাণ? এনেবোৰ প্ৰশ্ন অৰ্জ্জুনৰ মনত উঠিব পাৰে। সেইকাৰণে ভগৱন্তে আত্মাৰ স্বৰূপৰ বিষয়ে উপদেশ দি কৈছে যে আত্মা

অবিনাশী, সৎ বস্তু আৰু সুখ দুঃখ আত্মাৰ ধৰ্ম্ম নহয়—বুদ্ধিৰহে ধৰ্ম্ম। প্ৰথমতে সৎ আৰু অসৎ পদাৰ্থ কি তাক বুজাইছে—

পদাৰ্থ মুঠেই তিনিৰকমৰ—(১) সৎ, (২) সদসৎ, (৩) অসৎ; (সাংখ্যদৰ্শন চাওক)।

(১) যি পদাৰ্থ সদায় সকলো সময়তে, কোনো পৰিণাম নোহোৱাকৈ নিজ স্বৰূপে বৰ্ত্তমান থাকে সেয়ে সৎ পদাৰ্থ। এনে বস্তু কেৱল ব্ৰহ্মহে (আত্মা হে)।

(২) যি বস্তু পৰিণামী, সকলো অৱস্থাতে একে নহয়, সেইবোৰ সদসৎ বা প্ৰতিভাসিক সৎ বা ব্যৱহাৰিক সৎ। জগতৰ সকলো বস্তু এই শ্ৰেণীৰ।

(৩) যি বস্তুৰ কোনো অস্তিত্ব বা জ্ঞেয়ত্ব নাই; যি শব্দ জ্ঞানানুপাতী বা বুদ্ধিনিৰ্ম্মাণ কল্পনামাত্ৰ—অৰ্থাৎ শব্দ আছে, বস্তু নাই—যেনে, আকাশ কুসুম, বন্ধ্যাপুত্ৰ—সেয়ে অসৎ পদাৰ্থ। ই বস্তু নহয়, ভাবো নহয়, একো নহয়। ইয়াৰ উৎপত্তি নাই।

গীতাই এতিয়া কৈছে যে অসৎ পদাৰ্থৰ উৎপত্তি নাই, ইয়াৰ অস্তিত্ব নাই। আত্মা সৎ পদাৰ্থ—যাৰ বিনাশ নাই পৰিণাম নাই, সুখ দুঃখাদি (যাৰ বিনাশ বা পৰিণাম আছে, যিবোৰ 'সদসদৎ' পদাৰ্থ) সেইবোৰ আত্মাৰপৰা পৃথক্।]

**অবিনাশি তু তদ্বিদ্ধি যেন সৰ্ব্বমিদং ততম্।**
**বিনাশমব্যয়স্যাস্য ন কশ্চিৎ কৰ্ত্তুমৰ্হতি ॥১৭**

১৭। অন্বয়—যেন [যি] ইদং সৰ্ব্বং [এই সকলো জগৎ] ততং[ব্যাপি আছে] তৎ [তাক] অবিনাশি [অবিনাশী (বুলি)] বিদ্ধি [জানিবা], অস্য অব্যয়স্য [এই অব্যয় আত্মাৰ] বিনাশং [বিনাশ] কৰ্ত্তুং [কৰিবলৈ] কশ্চিৎ [কোনো] ন অৰ্হতি [সমৰ্থ নহয়] ॥১৭

১৭। ভাঙনি—এই সমস্ত জগৎ-ব্যাপী যি আত্মা বৰ্ত্তমান আছে সেই আত্মাক অবিনাশী বুলি জানিবা। সেই আত্মা অব্যয় (ইয়াৰ কোনো উপচয় অপচয় নাই)। ইয়াক কোনেও বিনাশ কৰিব নোৱাৰে ॥১৭

[ব্যাপী বা সৰ্ব্বগত পদাৰ্থ মুঠেই এটাহে হ'ব পাৰে। দুটা অনন্ত বা ব্যাপী পদাৰ্থৰ কল্পনা কৰা অসম্ভৱ। এই কথা আমি পাতনিত কৈ আহিছো। সেই ব্যাপী পদাৰ্থই পৰব্ৰহ্ম। এই শ্লোকত আৰু তলত ২৪ আৰু ২৫ শ্লোকত গীতাই বুজাইছে যে জীবাত্মা আৰু পৰমাত্মা একে; (বেদান্ত-দৰ্শন চাওক) শঙ্কৰাচাৰ্য্য আৰু শ্ৰীশঙ্কৰদেৱৰ মতেও জীবাত্মা আৰু পৰমাত্মা একে।]

**অন্তবন্ত ইমে দেহা নিত্যস্যোক্তাঃ শৰীৰিণঃ।**
**অনাশিনোঽপ্ৰমেয়স্য তস্মাদ্ যুধ্যস্ব ভাৰত ॥১৮**

১৮। অন্বয়—নিত্যস্য [নিত্য] অনাশিনঃ [অবিনাশী] অপ্ৰমেয়স্য [অপ্ৰমেয় অৰ্থাৎ ইন্দ্ৰিয়, মন আৰু বুদ্ধিৰ দ্বাৰা প্ৰত্যক্ষ কৰিব নোৱৰা] শৰীৰিণঃ [শৰীৰধাৰী আত্মাৰ] ইমে [এই] দেহাঃ [দেহবোৰ অন্তবন্তঃ [বিনাশশীল] উক্তাঃ [বুলি কৈছে]; তস্মাৎ [সেইবাবে] ভাৰত [হে অৰ্জ্জুন] যুধ্যস্ব [যুদ্ধ কৰা] ॥১৮

১৮। ভাঙনি—তত্ত্বদৰ্শীসকলে কৈছে যে শৰীৰী আত্মা নিত্য, অবিনাশী আৰু ইন্দ্ৰিয়ৰ অগোচৰ। সেই আত্মাৰ যি দেহ, সি হে বিনাশশীল অতএব, হে অৰ্জ্জুন, তুমি উঠা যুদ্ধ কৰা। যুদ্ধত নশ্বৰ দেহ হে নষ্ট হব পাৰে; আত্মাৰ একো নহয় ॥১৮

**য এনং বেত্তি হন্তাৰং যশ্চৈনং মন্যতে হতম্।**
**উভৌ তৌ ন বিজানীতো নায়ং হন্তি ন হন্যতে ॥১৯**

১৯। অন্বয়—যঃ [যি] এনং [এই আত্মাক] হন্তাৰং [হনন কৰ্ত্তা] বেত্তি [বুলি জানে] যঃ [যি] চ [আৰু] এনং [এই আত্মাক] হতং [হত] মন্যতে [বুলি বুজে] তৌ উভৌ [সেই দুজনে] ন বিজানিতঃ [নেজানে] অয়ং [এই আত্মাই] ন হন্তি [বধ নকৰে] ন হন্যতে [আৰু নিজেও হত নহয়] ॥১৯

১৯। ভাঙনি—এই আত্মা অকৰ্ত্তা, কাকো বধ নকৰে; ই অবিনাশী, কোনেও ইয়াক বধ কৰিব নোৱাৰে। যি ভাবে যে আত্মাই বধ কৰে বা যি ভাবে যে আত্মা হত হ'ব পাৰে—সেই উভয়েই আত্মাৰ স্বৰূপ নেজানে ॥১৯

[আত্মাৰ অ-কৰ্ত্তৃত্ব বিশ্বাস নকৰি কোনো কোনো টীকাকাৰে কৈছে যে এই শ্লোকত গীতাই সাংখ্য-দৰ্শনৰ পুৰুষ-প্ৰকৃতি-বিবেকৰ কথাহে কৈছে—যেন সাংখ্যৰ এই কথাটো কথাই নহয়। তেওঁবিলাকৰ জ্ঞাতাৰ্থে আমি কঠোপনিষদৰ মন্ত্ৰটি তুলি দিলোঁ —

হন্তাচেন্মন্যতে হন্তুং হতশ্চেন্মন্যতে হতং।
উভৌ তৌ ন বিজানীতো নায়ং হন্তি ন হন্যতে॥

পাঠকসকলে মিলাই চাব যে এইটো আচলতে কঠোপনিষদৰ হে কথা]

**ন জায়তে ম্ৰিয়তে বা কদাচিৎ**
**নায়ং ভূত্বা ভবিতা বা ন ভূয়ঃ।**

**অজো নিত্যঃ শাশ্বতোহয়ং পুৰাণো**
**ন হন্যতে হন্যমানে শৰীৰে ॥২০**

২০। অন্বয়—অয়ং কদাচিৎ ন জায়তে বা ম্ৰিয়তে [এই আত্মা কেতিয়াও নোগজে বা নমৰে] (আৰু যদি কোৱাঁ আত্মাৰ হে জন্ম হয় তেতিয়া হ'লেও) অয়ং ভূত্বা [এই আত্মাই জন্মগ্ৰহণ কৰি] ভূয়ঃ [পুনঃ] ন ভবিতা বা [আকৌ যে জন্মগ্ৰহণ নকৰিব] ইতি ন [এনে কথা নহয়]। অয়ং [এই আত্মা] অজঃ [জন্মৰহিত] নিত্যঃ [নিত্য] শাশ্বতঃ [চিৰন্তন] পুৰাণঃ [পুৰণি] শৰীৰে হন্যমানে [শৰীৰ বিনষ্ট হলেও] ন হন্যতে [ইয়াৰ বিনাশ নাই] ॥২০

২০। ভাঙনি—এই আত্মাই কেতিয়াও জন্মগ্ৰহণ নকৰে বা নমৰে। কিন্তু যদি কোৱাঁ যে আত্মাইহে জন্মগ্ৰহণ কৰে, তেন্তে এবাৰ জন্মগ্ৰহণ কৰি আকৌ যে নকৰিব, এনে কথাও নহয়। বাস্তবিক এই আত্মা জন্মৰহিত, নিত্য, চিৰন্তন আৰু প্ৰাচীন। শৰীৰ বিনাশ হ'লেও ইয়াৰ বিনাশ নাই ॥২০

(পুৰাণ = প্ৰাচীন, পৰিণাম শূন্য, বা অনাদি)

[এই শ্লোকটি গীতাই কঠোপনিষদৰ পৰা আনিছে। কঠ ২।৮]

[বৌদ্ধ দৰ্শন মতে জীৱাত্মা এটা নাই; জন্ম মৃত্যু পুনৰ্জ্জন্ম বা মোক্ষ বুদ্ধিস্থ সংস্কাৰৰহে হয়। সাংখ্যমতে জন্ম, মৃত্যু, পুনৰ্জ্জন্ম বা মোক্ষ পুৰুষৰ হয় বুলিলেও যেনে, বুদ্ধিস্থ সংস্কাৰৰ হয় বুলিলেও তেনে, কাৰণ সাংখ্যৰ পুৰুষ অব্যক্ত, সৰ্ব্বগত ব্যাপী আৰু নিৰ্গুণ—যাৰ কোনোৰকমৰ গতি বা আ-গতি কল্পনাৰ অতীত। এনে পুৰুষ থকা নথকা সমান। গীতাই এতিয়া সাংখ্যৰ মতেৰেই কথাটো কৈছে। অৰ্থাৎ আত্মাৰ জন্মমৃত্যু আছে বুলিলেও হয়, নাই বুলিলেও হয়। (সাংখ্য-দৰ্শন আৰু বেদান্ত দৰ্শন চাওক)। গীতাই কৈছে যে আত্মাৰ বাস্তবিক জন্ম, মৃত্যু, পুনৰ্জ্জন্ম নাই; কাৰণ আত্মা অব্যক্ত নিত্য, সৰ্ব্বগত, শাশ্বত, অচল, স্থিৰ আৰু নিৰ্গুণ। কিন্তু আত্মাৰ জন্মমৃত্যু আছে বুলি ধৰিলেও, শৰীৰ নাশ হ'লেও ইয়াৰ নাশ নাই। সি সকলো জন্মতে একে। ই অবিকাৰী, অচল, ব্যাপী, সৎ আৰু অব্যক্ত।]

**বেদাবিনাশিনং নিত্যং য এনমজমব্যয়ম্‌।**
**কথং স পুৰুষঃ পাৰ্থ কং ঘাতয়তি হন্তি কম্‌ ॥২১**

২১। অন্বয়—পাৰ্থ [হে পাৰ্থ] যঃ এনম্‌ [যি এই আত্মাক] অজম্‌ [জন্মৰহিত] অব্যয়ম্‌ [মৃত্যুৰহিত] নিত্যম্‌ [নিত্য] অবিনাশিনং [অবিনাশী] বেদ [বুলি জানে] সঃ পুৰুষঃ [সেই পুৰুষে] কথং [কেনেকৈ] কং [কাক] ঘাতয়তি [বধ কৰাব বা] কং হন্তি [কাক বধ কৰিব] ॥ ২১

২১। ভাঙনি—"যি পুৰুষে এই আত্মাক অবিনাশী, অজ, নিত্য, অব্যয় বুলি জানে সি কাক মৰাব কাক মাৰিব?"

[ভট্টদেৱ] ॥২১

**বাসাংসি জীৰ্ণানি যথা বিহায়**
**নবানি গৃহ্ণাতি নৰোহপৰাণি।**
**তথা শৰীৰাণি বিহায় জীৰ্ণা**
**ন্যন্যানি সংযাতি নবানি দেহী ॥২২**

২২। অন্বয়—যথা [যেনেকৈ] জীৰ্ণানি [জীৰ্ণ] বাসাংসি বিহায় [বস্ত্ৰ পৰিত্যাগ কৰি] নৰঃ [মানুহে] অপৰাণি নবানি গৃহ্ণাতি [অপৰ নতুন বস্ত্ৰ গ্ৰহণ কৰে], তথা [সেইদৰেই] জীৰ্ণানি শৰীৰাণি বিহায় [জীৰ্ণ শৰীৰ পৰিত্যাগ কৰি] দেহী [দেহধাৰী আত্মাই] নবানি [নতুন শৰীৰ] সংযাতি [প্ৰাপ্ত হয়] ॥২২

২২। ভাঙনি—মানুহে যেনেকৈ জীৰ্ণবস্ত্ৰ ত্যাগ কৰি নতুন বস্ত্ৰ ধাৰণ কৰে, আত্মাই সেইদৰেই জীৰ্ণ শৰীৰ ত্যাগ কৰি নতুন শৰীৰ গ্ৰহণ কৰে ॥২২

আমাৰ জন্মান্তৰ যে সংস্কাৰৰ কাৰ্য্য—এই সাংখ্য মতো বৌদ্ধ দৰ্শনে গ্ৰহণ কৰিছে (বেদান্ত দৰ্শন চাওক) এই সংস্কাৰকে "কৰ্ম্ম সংস্কাৰ" বুলি পুৰাণে কয়—

আন দেহ ধৰে পূৰ্ব্ব দেহ কৰি ত্যাগ।

জীৱই যেনেকৈ সংস্কাৰৰ বশত (প্ৰকৃতিৰ বশত) অৱশ হৈ কৰ্ম্ম কৰে সেইদৰেই জন্ম গ্ৰহণো কৰে। কোনেও বলেৰে ধৰি জীৱক ঘূৰাই নুফুৰায়। জীৱই নিজ সংস্কাৰ মতে নিজে নানা যোনিত ঘূৰি ফুৰে, অৰ্থাৎ জীৱৰ সকলো কাৰ্য্যৰ দৰেই জন্ম গ্ৰহণো সংস্কাৰৰ হে কাৰ্য্য। গীতাই এই সাংখ্যমত গ্ৰহণ কৰি এই উপমাত কৈছে যে জীৰ্ণবস্ত্ৰ জীৱই যেনেকৈ নিজ ইচ্ছামতে ত্যাগ কৰে, যেন সেইদৰেই নিজ ইচ্ছামতে জন্ম গ্ৰহণো কৰে।

**নৈনং ছিন্দন্তি শস্ত্ৰাণি নৈনং দহতি পাবকঃ।**
**ন চৈনং ক্লেদয়ন্ত্যাপো ন শোষয়তি মাৰুতঃ ॥২৩**

২৩। অন্বয়—শস্ত্ৰাণি এনং ন ছিন্দন্তি [অস্ত্ৰই ইয়াক ছেদ কৰিব নোৱাৰে] পাবকঃ এনং ন দহতি [অগ্নিয়ে ইয়াক দাহ কৰিব নোৱাৰে] আপঃ এনং ন ক্লেদয়ন্তি [পানীয়ে ইয়াক তিয়াব নোৱাৰে] মাৰুতঃ এনং ন শোষয়তি [বতাহে ইয়াক শুকাব নোৱাৰে] ॥২৩

২৩। ভাঙনি—"এই আত্মাক অস্ত্ৰেয়ো নাকাটে, অগ্নিয়ো নদহে, জলেয়ো কোমল নকৰে, বায়ুয়ো নুশুখাৱে।"

[ভট্টদেৱ]॥২৩

**অচ্ছেদ্যোঽয়মদাহ্যোঽয়মক্লেদ্যোঽশোষ্য এব চ।**
**নিত্যঃ সৰ্ব্বগতঃ স্থানুৰচলোঽয়ং সনাতনঃ ॥২৪**

২৪। অন্বয়—অয়ম্ [এই আত্মা] অচ্ছেদ্যঃ [অচ্ছেদ্য] অয়ম্ [এই আত্মা] অদাহ্য [জুয়ে পুৰিব নোৱাৰা] অক্লেদ্যঃ [ক্লেদযুক্ত হব নোৱাৰা] অশোষ্য এব চ [(বতাহত) শুকাব নোৱাৰা] অয়ং [এই আত্মা] নিত্যঃ [নিত্য] সৰ্ব্বগতঃ [ব্যাপী] স্থানুঃ [স্থিৰ] অচলঃ [অচল] সনাতনঃ [সনাতন]॥২৪

২৪। ভাঙনি—এই আত্মাক ছেদ কৰিব নোৱাৰি, ইয়াক পুৰিব নোৱাৰি, শুকাব নোৱাৰি, তিয়াব নোৱাৰি। ই নিত্য, সৰ্ব্বগত, স্থিৰ, অচল আৰু যেনে আছে সদায় তেনে।॥২৫

**অব্যক্তোঽয়মচিন্ত্যোঽয়মবিকাৰ্য্যোঽয়মুচ্যতে।**
**তস্মাদেবং বিদিত্বৈনং নানুশোচিতুমৰ্হসি ॥২৫**

২৫। অন্বয়—অয়ম্ [এই আত্মা] অব্যক্তঃ [অব্যক্ত] অচিন্ত্য [বুদ্ধি আৰু মনৰ অগোচৰ]; অয়ম্ [এই আত্মা] অবিকাৰ্য্যঃ [অবিকাৰী] (ইতি) উচ্যতে [এইবুলি কোৱা আছে]। তস্মাৎ [সেইবাবে] এনং এবং বিদিত্বা [আত্মাক এনে বুলি জানি] ন অনুশোচিতুমৰ্হসি। ইয়াৰ বাবে শোক কৰা তোমাৰ উচিত নহয়]॥২৫

২৫। ভাঙনি—এই আত্মা (অব্যক্ত) ইন্দ্ৰিয় গোচৰ নহয়। ই মনেৰে চিন্তা কৰিব পৰা বিষয় নহয়। ই অবিকাৰী অৰ্থাৎ ইয়াৰ কেতিয়াও কোনো পৰিণাম নাই। অতএব আত্মাক এইদৰে জানি তুমি শোক কৰা উচিত নহয়॥২৫

**অথ চৈনং নিত্যজাতং নিত্যং বা মন্যসে মৃতম্।**
**তথাপি ত্বং মহাবাহো নৈনং শোচিতুমৰ্হসি ॥২৬**

২৬। অন্বয়—অথ [অথবা] যদি [যদি] এনং [এই আত্মাক] নিত্য জাতং [নিতৌ উৎপন্ন হয় বুলি] নিত্যং বা মৃতং [নিতৌ মৰে বুলি] চ মন্যসে [ভাবাঁ], তথাপি [তথাপি] মহাবাহো [হে মহাবাহু অৰ্জ্জুন] ত্বং [তুমি] এনং শোচিতুং ন অৰ্হসি [আত্মাৰ বাবে শোক কৰা উচিত নহয়]॥২৬

২৬। ভাঙনি—[ওপৰত গীতাই বুজালে যে আত্মা নিৰ্ব্বিকাৰ; জীৱাত্মা বা পৰমাত্মাৰ ভেদ নাই; সুখ দুখ আদি আত্মাৰ ধৰ্ম্ম নহয়; আত্মা অচল, সৰ্ব্বগত, অব্যক্ত, নিষ্ক্ৰিয় আৰু সেইবাবে ইয়াৰ গতি, আ-গতি বা জন্ম-মৃত্যুও আচলতে নাই। এইদৰে যদি আত্মাক উপলব্ধি কৰিব পাৰে তেন্তে মানুহক আৰু কোনো উপদেশ দিয়া আৱশ্যক নাই; মানুহে নিজেই সকলো জানিব। কিন্তু প্ৰকৃত আত্মজ্ঞান নহয় মানে মানুহে আত্মাৰ আচল স্বৰূপ কেতিয়াও বুজিব নোৱাৰে। কিতাপ পঢ়ি বুজিবলৈ চেষ্টা কৰা—বৃথা সময় নষ্ট। ইয়ালৈ সাধনা লাগে। জ্ঞানযোগ অভ্যাস কৰিব লাগে বা জ্ঞানৰ সাধক কৰ্ম্ম-যোগৰ আশ্ৰয় ল'ব লাগে। কৰ্ত্তৃত্ব বুদ্ধিহীন ঈশ্বৰাৰ্পিত কৰ্ম্মৰ দ্বাৰা (৩য় অধ্যায় চাওক) চিত্তশুদ্ধি হলে অৰ্থাৎ বুদ্ধিস্থ সংস্কাৰৰ ক্ৰমোন্নতি হলে) আত্মাৰ স্বৰূপ বুজিব পাৰি। ক্ৰমে ক্ৰমে চিত্ত শুদ্ধি হৈ আহে মানে আত্মাৰ স্বৰূপৰ সম্পৰ্কেও মানুহৰ বেলেগ বেলেগ ধাৰণা হৈ আহে। যেনে—ইন্দ্ৰই প্ৰজাপতিৰ আশ্ৰমত ব্ৰহ্মচৰ্য্য অৱলম্বন কৰি আত্মাৰ স্বৰূপ বুজিবলৈ গ'ল। প্ৰথমতে বুজিলে যে এই দেহেই আত্মা। তাৰ পাছত বুজিলে যে দেহ আত্মা নহয়, বুদ্ধিৰ অহং-জ্ঞান (ego-sense) হে আত্মা। শেহত ১০১ বছৰৰ মূৰত বুজিলে যে জীৱাত্মা আৰু পৰমাত্মাৰ ভেদ নাই। (বেদান্ত-দৰ্শন চাওক)। অৰ্জ্জুনে বুজা নাই বুলি ভগৱানে এতিয়া কৈছে—]

হে অৰ্জ্জুন! তুমি যদি এই সাংখ্য জ্ঞান বুজিছা তেন্তেনো কথাই নাই; কিন্তু নুবুজি যদি তুমি এতিয়াও অজ্ঞ মানুহৰ দৰে দেহকে আত্মা ধৰাঁ আৰু ভাবাঁ যে দেহৰ লগে লগে আত্মাৰ জন্ম বা মৃত্যু হয়, তেন্তিয়া হ'লেও তোমাৰ শোক কৰা অনুচিত। [এইদৰে আৰম্ভ কৰি তলত ভগবানে অৰ্জ্জুনক সাধাৰণ মানুহক দিয়া দৰে বুজনি দিছে]॥২৬

**জাতস্য হি ধ্ৰুবো মৃত্যুৰ্ধ্ৰুবং জন্ম মৃতস্য চ।**
**তস্মাদপৰিহাৰ্য্যেঽৰ্থে ন ত্বং শোচিতুমৰ্হসি ॥২৭**

২৭। অন্বয়—হি [যিহেতু] জাতস্য [জাত ব্যক্তিৰ] মৃত্যুঃ [মৃত্যু] ধ্ৰুবঃ [সুনিশ্চিত] চ [আৰু] মৃতস্য [মৃত ব্যক্তিৰ] জন্ম [পুনৰ্জ্জন্ম] ধ্ৰুবম্ [সুনিশ্চিত] তস্মাৎ [সেইবাবে] অপৰিহাৰ্য্যে অৰ্থে [অপৰিহাৰ্য্য বিষয়ত] ন ত্বং শোচিতুম্ অৰ্হসি [তোমাৰ শোক কৰা উচিত নহয়]॥২৭

২৭। ভাঙনি—জন্ম হলেই মৃত্যু হব; মৃত্যুৰ পাছত পুনৰ্জ্জন্ম হব—এইটো অপৰিহাৰ্য্য কথা। ইয়াত শোক কৰা উচিত নহয়॥২৭

**অব্যক্তাদীনি ভূতানি ব্যক্তমধ্যানি ভাৰত।**
**অব্যক্তনিধনান্যেৱ তত্ৰ কা পৰিদেৱনা ॥২৮**

২৮। অন্বয়—ভাৰত [অৰ্জ্জুন] ভূতানি [দেহধাৰী জীৱ]

অব্যক্তাদীনি [আদিত অৰ্থাৎ জন্মৰ আগত অব্যক্ত বা অপ্ৰকাশিত] ব্যক্ত মধ্যানি [মাজ ভাগত অৰ্থাৎ জন্মৰ পাছত আৰু মৃত্যুৰ আগত ব্যক্ত] অব্যক্ত নিধনানি এব [মৃত্যুৰ পাছত আকৌ অব্যক্ত] তত্ৰ কা পৰিবেদনা [ইয়াত সন্তাপৰ বিষয় কি আছে] ।।২৮

২৮। ভাঙনি—জীৱবোৰ জন্মৰ আগত ক'ত আছিল আৰু মৃত্যুৰ পাছত ক'লৈ যাব আমি নেজানো, নেদেখোঁ আৰু ক'ব নোৱাৰোঁ। এই দুটা অৱস্থা অব্যক্ত। [Unmanifest or unspeakable]; মাজত মাত্ৰ সিহঁত ব্যক্ত, এনে অৱস্থাত সিহঁতৰ বাবে শোক কৰাৰ মানে কি? ।।২৮

[শ্ৰীধৰ স্বামীয়ে (আৰু তেওঁৰ টীকাৰ ভাঙনি—কথা-গীতাত অব্যক্ত মানে সাংখ্যৰ 'প্ৰধান' আৰু ভূতানি মানে 'শৰীৰ' বুলি ধৰি এই শ্লোকৰ অৰ্থ কৰিছে—

"অব্যক্ত প্ৰধান হন্তে সকল শৰীৰ উৎপন্ন হুয়াছে, পুনু অব্যক্তত লয় হৈবেক।" [ভট্টদেৱ]

এই অৰ্থত দোষ আছে বুলি সন্তদাস বাবাজীয়ে দেখুৱাইছে (তেওঁৰ গীতা ১৩৯ পৃঃ)।

এই বিষয়ত আমাৰ বক্তব্য এই যে এই শ্লোকত ভগবানে অৰ্জুনক সাধাৰণ মানুহক সাধাৰণ মানুহে দিয়া দৰে হে বুজনি দিছে; সাংখ্য-দৰ্শনৰ কথা কোৱা নাই। গতিকে অব্যক্ত মানে "অজ্ঞাত" (Unmanifest) বুলি ধৰাহে ঠিক হব। সন্তদাস বাবাজীয়ে সেই দৰেই ধৰিছে]।

**আশ্চৰ্য্যবৎ পশ্যতি কশ্চিদেন—**
**মাশ্চৰ্য্যবদ্বদতি তথৈব চান্যঃ।**
**আশ্চৰ্য্যবচ্চৈনমন্যঃ শৃণোতি**
**শ্ৰুত্বাপ্যেনং বেদ ন চৈব কশ্চিৎ ।।২৯**

২৯। অন্বয়—কশ্চিৎ [কোনো জনে] এনম্ [এই আত্মাক] আশ্চৰ্য্যবৎ পশ্যতি [দেখি, অৰ্থাৎ জানি আশ্চৰ্য্য মানে] তথৈব চ [সেইদৰেই আকৌ] অন্যঃ [অন্য জনে] আশ্চৰ্য্যবৎ বদতি [আত্মাৰ বৰ্ণনা কৰিবলৈ গৈ আশ্চৰ্য্য হয়] অন্যঃ [অন্যজনে] আশ্চৰ্য্যবৎ শৃণোতি [আত্মাৰ কথা শুনি আশ্চৰ্য্য হয়] কশ্চিৎ [কোনো জনে] শ্ৰুত্বা অপি [শুনিও] এনং ন বেদ [এই আত্মাক নেজানে] ।।২৯

২৯। ভাঙনি—যি আচাৰ্য্যই আত্মাৰ বৰ্ণনা কৰে তেওঁ বিস্ময় মানে; যি সেই উপদেশ শুনি আত্মাক বুজিছে তেওঁ বিস্ময় মানে; যি আত্মাৰ কথা শুনিছে কিন্তু ভালকৈ বুজা নাই তেওঁ বিস্ময় মানে; অন্যে শুনিও নুবুজে—আত্মা এনে দুৰ্ব্বিজ্ঞেয় ।।২৯

কঠোপনিষদত আছে—

শ্ৰবণায়াপি বহুভিৰ্যো ন লভ্যঃ;
শৃণ্বন্তোঽপি বহবো যং ন বিদ্যুঃ।
আশ্চৰ্য্যো বক্তা কুশলোঽস্য লব্ধা;
আশ্চৰ্য্যো জ্ঞাতা কুশলানুশিষ্টঃ ।।

**দেহী নিত্যমবধ্যোঽয়ং দেহে সৰ্ব্বস্য ভাৰত।**
**তস্মাৎ সৰ্ব্বাণি ভূতানি ন ত্বং শোচিতুমৰ্হসি ।।৩০**

৩০। অন্বয়—ভাৰত [হে অৰ্জ্জুন] সৰ্ব্বস্য দেহে [সকলো শৰীৰত (বৰ্ত্তমান) থকা] অয়ং দেহী [এই আত্মা] নিত্যং [সদায়] অবধ্যঃ [অবধ্য], তস্মাৎ [সেইবাবে] ত্বং সৰ্ব্বাণি ভূতানি শোচিতুং ন অৰ্হসি [কোনো প্ৰাণীৰ বাবে শোক কৰা তোমাৰ উচিত নহয়] ।।৩০

৩০। ভাঙনি—শুনা অৰ্জ্জুন! সকলো দেহত আত্মাক সদায় অবধ্য বুলি জানি তুমি কোনো প্ৰাণীৰ নিমিত্তে শোক কৰা উচিত নহয় ।।৩০

**স্বধৰ্ম্মমপি চাবেক্ষ্য ন বিকম্পিতুমৰ্হসি।**
**ধৰ্ম্ম্যাদ্ধি যুদ্ধাচ্ছ্ৰেয়োঽন্যৎ ক্ষত্ৰিয়স্য ন বিদ্যতে ।।৩১**

৩১। অন্বয়—স্বধৰ্ম্মম্ অপি অবেক্ষ্য চ [নিজৰ কুলগত ধৰ্ম্মৰ প্ৰতি লক্ষ্য কৰিলেও] বিকম্পিতুং ন অৰ্হসি [তুমি বিচলিত হ'ব নেলাগে]; হি [কাৰণ] ধৰ্ম্ম্যাৎ যুদ্ধাৎ [ন্যায় যুদ্ধৰ বাহিৰে] ক্ষত্ৰিয়স্য [ক্ষত্ৰিয়ৰ] অন্যৎ শ্ৰেয়ঃ ন বিদ্যতে [আৰু একো শ্ৰেয়স্কৰ নাই] ।।৩১

৩১। ভাঙনি—নিজ ধৰ্ম্মলৈ চাই হলেও তোমাৰ বিচলিত হ'বৰ একো কাৰণ নাই। ন্যায় যুদ্ধৰ বাহিৰে ক্ষত্ৰিয়ৰ আৰু একো শ্ৰেয়স্কৰ কৰ্ম্ম নাই ।।৩১

**যদৃচ্ছয়া চোপপন্নং স্বৰ্গদ্বাৰমপাবৃতম্।**
**সুখিনঃ ক্ষত্ৰিয়াঃ পাৰ্থ লভন্তে যুদ্ধমীদৃশম্ ।।৩২**

৩২। অন্বয়—[হে পাৰ্থ] সুখিনঃ ক্ষত্ৰিয়াঃ [সুখী ক্ষত্ৰিয়ইহে] যদৃচ্ছয়া উপপন্নং [অযাচিত ভাবে বা আপোনাআপুনি আহি উপস্থিত হোৱা] চ [আৰু] অপাবৃতম্ [উন্মুক্ত বা মুকলি] স্বৰ্গ দ্বাৰং [স্বৰ্গৰ দুৱাৰ যেন] ঈদৃশং [এনে] যুদ্ধং লভন্তে [যুদ্ধ লাভ কৰে] ।।৩২

৩২। ভাঙনি—অৰ্জ্জুন! চোৱা অবাৰিত স্বৰ্গদ্বাৰ স্বৰূপ এই যুদ্ধ অযাচিত ভাবে আহি তোমাৰ ওচৰত উপস্থিত

হৈছে। তুমি যুদ্ধ কৰা। ভাগ্যবান ক্ষত্ৰিয়ইহে এনে সুযোগ পায় ।।৩২

**অথ চেৎত্বমিমং ধৰ্ম্ম্যং সংগ্ৰামং ন কৰিষ্যসি।**
**ততঃ স্বধৰ্ম্মং কীৰ্ত্তিঞ্চ হিত্বা পাপমৱাপ্স্যসি ।।৩৩**

৩৩। অন্বয়—অথ [আৰু] চেৎ [যদি] ত্বম্ [তুমি] ইমং ধৰ্ম্ম্যং সংগ্ৰামং [এই ধৰ্ম্ম যুদ্ধ] ন কৰিষ্যসি [নকৰা] ততঃ [তেনে হ'লে] স্বধৰ্ম্মং চ কীৰ্ত্তিং [সজাতীয় ক্ষত্ৰ ধৰ্ম্ম আৰু যশস্যা] হিত্বা [ত্যাগ কৰি] পাপম্ অবাপ্স্যসি [পাপ প্ৰাপ্ত হ'বা] ।।৩৩

৩৩। ভাঙনি—এতিয়া যদি এই ধৰ্ম্মযুদ্ধ তুমি নকৰা তেন্তে ক্ষত্ৰধৰ্ম্ম আৰু কীৰ্তি পৰিত্যাগ কৰা হ'ব, আৰু সেই বাবে তুমি পাপৰ ভাগী হবা ।।৩৩

**অকীৰ্ত্তিঞ্চাপি ভূতানি কথয়িষ্যন্তি তেঽব্যয়াম্।**
**সম্ভাবিতস্য চাকীৰ্ত্তিৰ্ম্মৰণাদতিৰিচ্যতে ।।৩৪**

৩৪। অন্বয়—অপি চ [আকৌ] ভূতানি [প্ৰাণীসবে অৰ্থাৎ মানুহে] তে [তোমাৰ] অব্যয়ম্ [চিৰকাল স্থায়ী] অকীৰ্ত্তিং [অপযশ] কথয়িষ্যন্তি [ৰটিব] সম্ভাবিতস্য [মৰ্য্যাদাশীল মানুহৰ] অকীৰ্ত্তিঃ [অপযশ] মৰণাৎ চ [মৰণতকৈও] অতিৰিচ্যতে [অধিক বুলি গণ্য হয়] ।।৩৪

৩৪। ভাঙনি—মানুহে চিৰকাল তোমাৰ দুৰ্নাম ৰটিব। মৰ্য্যাদাশীল মানুহৰ পক্ষে এনে দুৰ্নামতকৈ মৰণেই ভাল ।।৩৪

**ভয়াদ্ৰণাদুপৰতং মংস্যন্তে ত্বাং মহাৰথাঃ।**
**যেষাঞ্চ ত্বং বহুমতো ভূত্বা যাস্যসি লাঘৱম্ ।।৩৫**

৩৫। অন্বয়—মহাৰথাঃ [মহাৰথীসকলে] ত্বাং [তোমাক] ভয়াৎ [ভয়ত] ৰণাৎ [ৰণৰ পৰা] উপৰতঃ [নিবৃত্ত হল বুলি] মংস্যন্তে ভাবিব] ত্বং [তুমি] যেষাং [যি মহাৰথী সকলৰ] বহুমতঃ ভূত্বা [অতি মান্য হৈও] লাঘবং [লাঘব] যাস্যসি [হবা] ।।৩৫

৩৫। ভাঙনি—মহাৰথীসকলে ভাবিব যে তুমি ভয়তহে ৰণ নকৰিলা; যিসকলে তোমাক ইমান মান কৰিছিল, তেওঁবিলাকৰ আগত তুমি লঘু হ'বা ।।৩৫

**অৱাচ্যবাদাংশ্চ বহূন্ বদিষ্যন্তি তৱাহিতাঃ।**
**নিন্দন্তস্তৱ সামৰ্থ্যং ততো দুঃখতৰং নু কিম্ ।।৩৬**

৩৬। অন্বয়—তব [তোমাৰ] অহিতাঃ [অহিতকাৰী শত্ৰুৱে] তব সামৰ্থ্যং নিন্দন্তঃ [তোমাৰ সামৰ্থ্যৰ নিন্দা কৰি] বহূন্ অবাচ্যবাদান্ বদিষ্যন্তি [বহুত অকথ্য কথা কব]। ততঃ [তাতকৈ] দুঃখতৰং [অধিক দুখৰ বিষয়] কিং নু [আৰু কি হব পাৰে] ।।৩৬

৩৬। ভাঙনি—শত্ৰুৱে তোমাৰ বাহুবলৰ নিন্দা কৰি বহুত অকথ্য ৰটনা কৰিব। ইয়াতকৈ আৰু দুখৰ বিষয় কি হব পাৰে ।।৩৬

**হতো বা প্ৰাপ্স্যসি স্বৰ্গং জিত্বা বা ভোক্ষ্যসে মহীম্।**
**তস্মাদুত্তিষ্ঠ কৌন্তেয় যুদ্ধায় কৃতনিশ্চয়ঃ ।।৩৭**

৩৭। অন্বয়—কৌন্তেয় [হে অৰ্জুন] হতঃ বা প্ৰাপ্স্যসি স্বৰ্গং [এই যুজত মৰি স্বৰ্গলৈ হলেও যাবা] বা [বা] জিত্বা বা ভোক্ষ্যসে মহীম্ [জয়লাভ কৰি পৃথিবী হলেও ভোগ কৰিবা]। তস্মাৎ [সেইবাবে] যুদ্ধায় [যুদ্ধ কৰিবলৈ] কৃতনিশ্চয়ঃ [কৃত নিশ্চয় হৈ] উত্তিষ্ঠ [উঠা] ।।৩৭

৩৭। ভাঙনি—যুদ্ধত মৰিলে স্বৰ্গলৈ যাবা, জিকিলে গোটেই পৃথিবীৰ ৰজা হবা। অতএব যুদ্ধ কৰোঁ বুলি কৃত নিশ্চয় হৈ উঠা ।।৩৭

**সুখদুঃখে সমে কৃত্বা লাভালাভৌ জয়াজয়ৌ।**
**ততো যুদ্ধায় যুজ্যস্ব নৈবং পাপমৱাপ্স্যসি ।।৩৮**

৩৮। অন্বয়—সুখদুঃখে, লাভালাভৌ, জয়াজয়ৌ [সুখ-দুঃখ, লাভ-অলাভ, জয়-পৰাজয়—এই সকলোকে] সমে কৃত্বা [সমান জ্ঞান কৰি] ততঃ [তাৰ পাছত] যুদ্ধায় যুজ্যস্ব [কেৱল যুদ্ধৰ নিমিত্তে যুদ্ধ কৰা] এবং [এইদৰে হলে] পাপং ন অবাপ্স্যসি [তুমি পাপৰ ভাগী নোহোৱা] ।।৩৮

৩৮। ভাঙনি—"সুখ-দুঃখ, লাভ-অলাভ, জয়-পৰাজক সম দেখি, হৰিষ-বিষাদ নকৰি, স্বধৰ্ম্ম বুদ্ধিৰে যুদ্ধ কৰিলে কদাচিতো পাপ নলভিবা" [ভট্টদেৱ] ।।৩৮

**এষা তেঽভিহিতা সাংখ্যে বুদ্ধিৰ্যোগে ত্বিমাং শৃণু।**
**বুদ্ধ্যা যুক্তো যয়া পাৰ্থ কৰ্ম্মবন্ধং প্ৰহাস্যসি ।।৩৯**

৩৯। অন্বয়—পাৰ্থ! সাংখ্য [সাংখ্য শাস্ত্ৰ বিষয়ে] এষা [এই] বুদ্ধিঃ [জ্ঞান] তে [তোমাক] অভিহিতা [বুজোৱা হল]। যোগে তু [কিন্তু যোগ বিষয়ে] ইমাং [এই] বুদ্ধিং [জ্ঞান] শৃণু [শুনা] যয়া [যি] বুদ্ধ্যা [জ্ঞানৰ দ্বাৰা] যুক্তঃ (সন্) [যুক্ত হৈ] কৰ্ম্মবন্ধং [কৰ্ম্মবন্ধন] প্ৰহস্যাসি [ত্যাগ কৰিবা] ।।৩৯

৩৯। ভাঙনি—শুনা পাৰ্থ! সাংখ্য-জ্ঞানৰ উপদেশ তোমাক দিলোঁ। এতিয়া কৰ্ম্মযোগৰ কথা কওঁ। এনে বুদ্ধি হলে (যেহেতু) তুমি কৰ্ম্মবন্ধনৰ পৰা মুক্ত হব পাৰিবা ।।৩৯

[এতিয়া এই অধ্যায়ত ভগৱানে যি কৰ্ম্ম যোগৰ কথা

কৈছে, সি আচলতে সাধন ভক্তি-যোগ। নিষ্কাম কৰ্ম্ম যোগ বা শুদা 'যোগ' ৩য় অধ্যায়ত আৰম্ভ হৈছে। ৩।৫ শ্লোকৰ ভাঙনি চাওক]

**নেহাভিক্ৰমনাশোঽস্তি প্ৰত্যবায়ো ন বিদ্যতে।**
**স্বল্পমপ্যস্য ধৰ্ম্মস্য ত্ৰায়তে মহতো ভয়াৎ ॥৪০**

৪০। অন্বয়—ইহ [এই কৰ্ম্মযোগত] অভিক্ৰমনাশঃ [আৰম্ভৰ নাশ] ন অস্তি [নাই], প্ৰত্যবায়ঃ [প্ৰত্যবায়] ন বিদ্যতে [নাই]। অস্য ধৰ্ম্মস্য [এই ধৰ্ম্মৰ] স্বল্পম্ অপি [অতি অলপ মানেও] মহতঃ ভয়াৎ [মহা ভয়ৰ পৰা] ত্ৰায়তে [পৰিত্ৰাণ কৰে] ॥৪০

৪০। ভাঙনি—এই কৰ্ম্মযোগ আৰম্ভ কৰিলে, সি কেতিয়াও নিষ্ফল নহয় ; তাৰ কোনো বিঘিনি হ'ব নোৱাৰে ; তাত একো প্ৰত্যবায় নাই, এই ধৰ্ম্মৰ অতি অলপ আচৰণেই মানুহক মহা ভয়ৰ পৰা পৰিত্ৰাণ কৰে ॥৪০

কৰ্ম্মযোগৰ একেবাৰে নিম্ন স্তৰত অন্ততঃ এই বিশ্বাস হব লাগিব যে ঈশ্বৰ হে কৰ্মফল-দাতা। (পাতনি চাওক) যদি এই বিশ্বাস হয় (অৰ্থাৎ "কৰ্ম্ম-ফল ত্যাগ" হয়) তেন্তে অন্য একো নহলেও মানুহে পৰম শান্তি লাভ কৰিব পাৰে।

**ব্যৱসায়াত্মিকা বুদ্ধিৰেকেহ কুৰুনন্দন।**
**বহুশাখা হ্যনন্তাশ্চ বুদ্ধয়োঽব্যবসায়িনাম্ ॥৪১**

৪১। অন্বয়—হি [যি হেতু] (হে) কুৰুনন্দন্! [হে অৰ্জ্জুন] ইহ [এই কৰ্ম্মযোগত] বুদ্ধিঃ [বুদ্ধি] একা [এক, অৰ্থাৎ অন্য বাসনাহীন, কেৱল ঈশ্বৰ নিষ্ঠ] ব্যৱসায়াত্মিকা [নিশ্চয়াত্মিকা]। অব্যবসায়িনাং [বহু কামনাযুক্ত পুৰুষৰ] বুদ্ধয়ঃ [বুদ্ধি] বহুশাখাঃ অনন্তাঃ [বহু শাখা বিশিষ্ট অসংখ্য বাসনাৰ দ্বাৰা দুষ্ট] ॥৪১

৪১। ভাঙনি—"ঈশ্বৰত কৃপাত নিশ্চয় তৰিম"—এনে দৃঢ় বিশ্বাস বা উৎসাহ নহলে জ্ঞান বা ভক্তি মাৰ্গত মানুহ অগ্ৰসৰ হব নোৱাৰে। (১৮।২৬ শ্লোক চাওক)

পৰমেশ্বৰৰ কৃপাত মই নিশ্চয় তৰিম—এই বিশ্বাসেই ব্যৱসায়াত্মিকা বুদ্ধি"—[ভট্টদেৱ]

"হৰিক বিশ্বাস কৰি মনক অৰ্পয়।
ব্যৱসায়াত্মিকা বুদ্ধি ইহাকে বোলয়।"

[গোবিন্দ মিশ্ৰ]

এই কৰ্ম্মযোগত মানুহৰ কেৱল ঈশ্বৰ-নিষ্ঠাৰ বাবে বুদ্ধি ক্ৰমে ক্ৰমে স্থিৰ হৈ আছে, অৰ্থাৎ একনিষ্ঠ হৈ আছে। বাসনাৰ (desire) ক্ষয় হৈ আছে। ফলাকাঙ্ক্ষী বহু কামনাযুক্ত পুৰুষৰ নানা প্ৰকাৰ বাসনাৰ দ্বাৰা চিত্ত বিক্ষেপ হয়।

গীতাই সেইগুণে দঢ়াই দঢ়াই কৈছে যে বাসনা ক্ষয় কৰাই হে মূল কথা আৰু ঈশ্বৰ চিন্তা বাসনা-ক্ষয়ৰ প্ৰথম উপায় ॥৪১

**যামিমাং পুষ্পিতাং বাচং প্ৰবদন্ত্যবিপশ্চিতঃ।**
**বেদবাদৰতাঃ পাৰ্থ নান্যদস্তীতিবাদিনঃ ॥৪২**
**কামাত্মানঃ স্বৰ্গপৰা জন্ম কৰ্ম্ম ফলপ্ৰদাম্।**
**ক্ৰিয়াবিশেষবহুলাং ভোগৈশ্বৰ্য্যগতিং প্ৰতি ॥৪৩**
**ভোগৈশ্বৰ্য্যপ্ৰসক্তানাং তয়াঽপহৃতচেতসাম্।**
**ব্যবসায়াত্মিকা বুদ্ধিঃ সমাধৌ ন বিধীয়তে ॥৪৪**

৪২—৪৪। অন্বয়—পাৰ্থঃ [শুনা অৰ্জ্জুন] অবিপশ্চিতঃ [বিচাৰহীন অজ্ঞানীজনে] বেদবাদৰতাঃ [বেদৰ নানাৰকম কৰ্ম্মফলৰ বিষয় শুনি, তাতে আসক্ত হোৱা মানুহে] অন্যৎ নাস্তি ইতি বাদিনঃ [ইয়াৰ সমান আৰু একো নাই—এনেকৈ কোৱা মানুহে] কামাত্মানঃ [নানাৰকম বাসনা দ্বাৰা বিক্ষিপ্ত চিত্তৰ মানুহে] স্বৰ্গপৰাঃ [স্বৰ্গ ভোগ লাভ কৰিবলৈ ইচ্ছা কৰা মানুহে] জন্ম-কৰ্ম্ম-ফল প্ৰদাং [জন্ম আৰু কৰ্ম্ম ফল প্ৰদ] ক্ৰিয়া-বিশেষ বহুলাং [বহুবিধ ক্ৰিয়ালৈ প্ৰবৃত্তি উৎপাদক] যাম্ [যি] ইমাং [এই] পুষ্পিতাং বাচং [আপাত-মনোৰম প্ৰশংসা বাক্য] ভোগৈশ্বৰ্য্য গতিং প্ৰতি [ভোগ আৰু ঐশ্বৰ্য্যলাভৰ বাবে] প্ৰবদন্তি [কয়] তয়া অপহৃত চেতসাং [সেইবোৰৰ দ্বাৰা বিমুগ্ধ চিত্ত হোৱা মানুহৰ] ভোগৈশ্বৰ্য্য প্ৰসক্তানাং [ভোগ আৰু ঐশ্বৰ্য্যত আসক্ত মানুহৰ] বুদ্ধিঃ [বুদ্ধি] ব্যৱসায়াত্মিকা [নিশ্চয়াত্মিকা হৈ] সমাধৌ ন বিধীয়তে [সমাধি লাভৰ যোগ্য নহয়] ॥৪২—৪৪

৪২—৪৪॥ ভাঙনি—বিচাৰহীন অজ্ঞানীজনে, বেদৰ নানাবিধ কৰ্ম্মৰ নানাবিধ ফলৰ কথা শুনি মুগ্ধ হোৱা মানুহে, এই ফলবোৰতকৈ আৰু অধিক প্ৰাপ্তব্য একো নাই এই বুলি ভবা মানুহে, আৰু কামাসক্ত স্বৰ্গলাভেচ্ছু মানুহে, জন্ম-কৰ্ম্ম ফলদায় বহুত ক্ৰিয়া-কলাপৰ কথা কয় আৰু এইবোৰ কথা শুনিবলৈকো অতি শুৱলা। এইবোৰ শুনি যি মানুহৰ চিত্তত ভোগ আৰু ঐশ্বৰ্য্যৰ প্ৰতি আসক্তি হয় তেওঁৰ চিত্ত কেতিয়াও নিশ্চয়াত্মিকা হব নোৱাৰে ; তেওঁ সমাধি লাভৰ যোগ্য নহয় ॥৪২—৪৪

[মন কৰিবলগীয়া কথা এই যে ইয়াত গীতাই বেদোক্ত কৰ্ম্মৰ নিন্দা কৰা নাই বা সেই সেই কৰ্ম্মৰ সেই সেই ফল হ'ব

নোৱাৰে বুলিও কোৱা নাই। গীতাই প্ৰথমতে কামনা ধ্বংসৰ উপদেশ হে দিছে। বেদোক্ত যাগ-যজ্ঞাদি ক্ৰিয়াৰ লক্ষ্য হৈছে, ইহকাল আৰু পৰকালত ভোগ আৰু ঐশ্বৰ্য্য প্ৰাপ্তি। এইটোক গীতাই শ্ৰেয়ঃ বুলি নেভাবে। গীতাক লাগে ব্ৰাহ্মী-স্থিতি (২।৭২)—নিৰ্ব্বাণ মুক্তি। সকাল কৰ্ম্মৰ পৰা কামনা ধ্বংস নহয়—বৰং বৃদ্ধি হে হয়। এইবোৰ কৰ্ম্ম কৰি স্বৰ্গলৈ গ'লেও বাসনাৰ ক্ষয় নাই। তাতো সুখ-দুখৰ ভাব আছে; পুনৰ্জ্জন্ম আছে। ভোগৰ অন্তত স্বৰ্গৰপৰা আকৌ পৃথিবীলৈ ঘুৰি আহিব লাগিব'; আগৰ কথাই কথা হ'ব—(সাংখ্য-দৰ্শন চাওক)। এইটোক গীতাই "শ্ৰেয়ঃ সিদ্ধি" বুলি নেভাবে। সেইগুণে গীতাই কয় যে ভোগৰ আশাত দেৱতা আৰাধনা নকৰি, সকলো কামনাৰ পৰা মুক্ত হ'বলৈ চেষ্টা কৰি, সকলো কৰ্ম্ম ভগবানক অৰ্পণ কৰি, কেৱল ভগবানৰ প্ৰীতিৰ অৰ্থে কৰ্ম্ম কৰা উচিত। এইদৰে কৰি কৰি ক্ৰমে ক্ৰমে বাসনা ক্ষয় হৈ আহিব, চিত্ত স্থিৰ হৈ আহিব। মানুহে গুণাতীত হৈ মোক্ষ লাভ কৰিব। এয়ে গীতাৰ এই অধ্যায়ৰ বক্তব্য।]

**ত্ৰৈগুণ্যবিষয়া বেদা নিস্ত্ৰৈগুণ্যো ভবাৰ্জ্জুন।**
**নিৰ্দ্বন্দ্বো নিত্যসত্ত্বস্থো নিৰ্যোগক্ষেম আত্মবান্ ॥৪৫**

৪৫। অন্বয়—হে অৰ্জ্জুন! বেদাঃ [বেদ সকল] ত্ৰৈগুণ্য বিষয়া [ত্ৰিগুণাত্মক জগতৰ বিষয় প্ৰতিপাদক] (তুমি) নিঃ ত্ৰৈগুণ্যো ভব [ত্ৰিগুণৰ প্ৰতি অনাসক্ত হোৱা]—নিৰ্দ্বন্দ্বঃ [শীতোষ্ণ, সুখ, দুঃখ আদি দ্বন্দ্ব ৰহিত] নিত্য-সত্ত্বস্থঃ [সত্ত্বগুণত সদায় প্ৰতিষ্ঠিত] নিৰ্যোগক্ষেমঃ [যোগ ক্ষেম ৰহিত] (আৰু) আত্মবান্ [আত্মাত প্ৰতিষ্ঠিত অৰ্থাৎ ব্ৰহ্মনিষ্ঠ] ভব [হোৱা]॥ ৪৫

৪৫। ভাঙনি—এই জগৎ অব্যক্তৰ পৰা শক্তিৰ ক্ৰিয়াৰ (গুণৰ) দ্বাৰা ব্যক্ত হৈছে। ইয়াত এই শক্তিৰ বাহিৰে একো নাই। ইয়াৰ প্ৰত্যেক বস্তুৱেই গুণাত্মক। গুণ মানেই ত্ৰিগুণ; কাৰণ এটা গুণ অকলৈ থাকিব নোৱাৰে। যি বস্তুত এই ত্ৰিগুণ নাই (অৰ্থাৎ শক্তি ক্ৰিয়া নাই) সি বস্তুৱেই নহয়—সি অব্যক্ত (সাংখ্য-দৰ্শন চাওক)। এই ত্ৰিগুণাত্মক স্বৰ্গ, পৃথিৱী আদি চতুৰ্দ্দশ ভুবনহে বেদৰ বিষয়। সেইগুণে ভগবানে এতিয়া অৰ্জ্জুনক উপদেশ দিছে—"বেদৰ (কৰ্ম্ম-কাণ্ডৰ) বিষয় স্বৰ্গভোগ মাত্ৰ। স্বৰ্গও এই পৃথিৱীৰ দৰেই ত্ৰিগুণাত্মক তাতো সুখ-দুঃখ আছে। স্বৰ্গভোগৰো অন্ত আছে। ভোগৰ অন্তত আকৌ পুনৰ্জ্জন্ম—আকৌ সংসাৰৰ কষ্টভোগ। তুমি গুণাতীত পুৰুষ হোৱা; গুণৰপৰা উৎপন্ন হোৱা শীত, উষ্ণ, সুখ, দুঃখ আদি ভাববোৰৰ প্ৰতি সমভাবাপন্ন হোৱা; কোনো ত্ৰিগুণাত্মক বস্তু লাভ কৰিবলৈ যত্ন বা আকাঙ্ক্ষা নকৰিবা; কোনো প্ৰাপ্ত-বস্তু ৰক্ষা কৰিবলৈকো যত্ন নকৰিবা; (অৰ্থাৎ কোনো বস্তুত আসক্ত নহ'বা); সদায় জ্ঞানত (সত্ত্ব-গুণত) প্ৰতিষ্ঠিত হোৱা; আৰু ব্ৰহ্মনিষ্ঠ হোৱা॥"৪৫

**যাবানৰ্থ উদপানে সৰ্ব্বতঃ সংপ্লুতোদকে।**
**তাৱান্ সৰ্ব্বেষু বেদেষু ব্ৰাহ্মণস্য বিজানতঃ ॥৪৬**

৪৬। অন্বয়—সৰ্ব্বতঃ [সৰ্ব্বদিক্] সংপ্লুতোদকে, (সতি) [জলপ্লাবিত হ'লে] উদপানে [পুখুৰীত] যাবান্ [যিমান] অৰ্থঃ [প্ৰয়োজন] বিজানতঃ ব্ৰাহ্মণস্য [জ্ঞানী—ব্ৰহ্মজ্ঞ ব্ৰাহ্মণৰ] সৰ্ব্বান্ বেদেষু [বেদোক্ত কৰ্ম্মত] তাবান্ (অৰ্থঃ) [সিমান প্ৰয়োজন]॥৪৬

৪৬। ভাঙনি—জলপ্লাৱন হ'লে যেনেকৈ পানীৰ বাবে পুখুৰীৰ একো প্ৰয়োজন নাই, সেইদৰেই ব্ৰহ্মজ্ঞানী ব্ৰাহ্মণৰো বেদোক্ত কৰ্ম্ম আৰু তাৰ ফলত একো প্ৰয়োজন নাই। তেওঁ 'শব্দ-ব্ৰহ্মাতিবৰ্ত্ততে' (৬-৪৪ চাওক)॥৪৬

**কৰ্ম্মণ্যেবাধিকাৰস্তে মা ফলেষু কদাচন।**
**মা কৰ্ম্মফলহেতুৰ্ভূৰ্মা তে সঙ্গোঽস্ত্বকৰ্ম্মণি ॥৪৭**

৪৭। অন্বয়—তে [তোমাৰ] কৰ্ম্মণি এব [কেৱল কৰ্ম্মত হে] অধিকাৰঃ [অধিকাৰ আছে], ফলেষু কদাচন মা [ফলত কেতিয়াও অধিকাৰ নাই]; (ত্বং) [তুমি] কৰ্ম্মফল হেতু [ফলৰ আকাঙ্ক্ষাত কৰ্ম্মত প্ৰবৃত্ত] মা ভূঃ [ন'হবা] (আকৌ ইফালে) অকৰ্ম্মণি [কৰ্ম্মত্যাগত] তে [তোমাৰ] সঙ্গঃ মা অস্তু [যেন মতি নহওক]॥৪৭

৪৭। ভাঙনি—কৰ্ম্ম কৰিবলৈহে তোমাৰ অধিকাৰ আছে; কিন্তু কৰ্ম্মফলত তোমাৰ অধিকাৰ নাই। কৰ্ম্মফল দাতা ঈশ্বৰ (বেদান্ত দৰ্শন চাওক)। সেইগুণে ফলাকাঙ্ক্ষা কৰি কৰ্ম্মত প্ৰবৃত্ত নহ'বা। সেইবুলি আকৌ নৈষ্কৰ্ম্ম্য হবলৈকো তুমি হেপাহ নকৰিবা। [অৰ্থাৎ তুমি অনাসক্ত ভাৱে ঈশ্বৰপ্ৰীতিৰ অৰ্থে শাস্ত্ৰবিহিত কৰ্ম্ম কৰিবা] এইদৰে কৰিব পাৰিলে লাহে লাহে বাসনা ক্ষয় হয়, চিত্তশুদ্ধি হৈ আহে। সদায় সকলো কামতে ঈশ্বৰ চিন্তাৰ এনে মহিমা॥৪৭

[অত্যন্ত ভগবদ্ধৰ্ম্মনিষ্ঠাত অশক্তক প্ৰতি ভগৱন্তে কহন্ত মঞি ঈশ্বৰ আজ্ঞাই যথাশক্তি কৰ্ম্ম কৰিয় ফল পুনু ঈশ্বৰৰ অধীন। এমতে মোত ভাৰ অৰ্পণ [illegible]ৰি, ফলত আসক্তি এড়ি প্ৰবৰ্ত্তমান হৈলে, মোৰ প্ৰসাদে কৃতাৰ্থ হৈবা]—ভট্টদেৱ।

(তলত ১২।১১ শ্লোকৰ ভাঙনি চাওক। "ঈশ্বৰ কৰ্ম্মফল দাতা" এই কথাটো বিশ্বাস কৰিব পাৰিলেই সদায় আমাৰ ঈশ্বৰলৈ মনত পৰিব। লাহে লাহে সকলো বাসনা ক্ষয় হৈ আহিব আৰু শেহত আমি গুণাতীত হ'ম)

**যোগস্থঃ কুৰু কৰ্ম্মাণি সঙ্গং ত্যক্ত্বা ধনঞ্জয়।**
**সিদ্ধ্যসিদ্ধ্যোঃ সমো ভূত্বা সমত্বং যোগ উচ্যতে ॥৪৮**

৪৮। অন্বয়—হে ধনঞ্জয়! [হে অৰ্জ্জুন] যোগস্থঃ [যোগস্থ হৈ] সঙ্গং ত্যক্ত্বা [আসক্তি ত্যাগ কৰি] সিদ্ধ্যসিদ্ধ্যোঃ সমঃ ভূত্বা [সিদ্ধি আৰু অসিদ্ধি—উভয়তে সমভাবাপন্ন হৈ] কৰ্ম্মাণি কুৰু [কৰ্ম্ম কৰাঁ]—সমত্বং যোগ উচ্যতে [এনে সমবুদ্ধিত স্থিতিকে যোগ বোলে]।।৪৮

৪৮। ভাঙনি—হে অৰ্জ্জুন! তুমি যোগস্থ হৈ, (অৰ্থাৎ) সকলো কৰ্ম্মাসক্তি ত্যাগ কৰি, সিদ্ধি অসিদ্ধিত সমবুদ্ধি হৈ কৰ্ম্ম কৰাঁ। এনে সমবুদ্ধিকে "যোগ" বোলে ।।৪৮

**দূৰেণ হ্যবৰং কৰ্ম্ম বুদ্ধিযোগাদ্ ধনঞ্জয়।**
**বুদ্ধৌ শৰণমন্বিচ্ছ কৃপণাঃ ফলহেতবঃ ॥৪৯**

৪৯। অন্বয়—হে ধনঞ্জয়! [হে অৰ্জ্জুন] বুদ্ধি যোগাৎ বুদ্ধি যোগতকৈ—অৰ্থাৎ ফলাফলত সমবৃদ্ধি হৈ কেৱল ঈশ্বৰ সেৱাৰ বাবে কৰা কৰ্ম্মতকৈ] কৰ্ম্ম [জন্ম-মৰণাদি হেতুভূত সকাম কৰ্ম্ম] দূৰেণ হি [অত্যন্ত] অবৰম্ [নিকৃষ্ট]। বুদ্ধৌ [বুদ্ধিত] শৰণম্ [শৰণ] অন্বিচ্ছ [ইচ্ছা কৰাঁ] ফলহেতবঃ [কৰ্ম্মফলাসক্ত পুৰুষ] কৃপণাঃ [কৃপাৰ পাত্ৰ] ।।৪৯

৪৯। ভাঙনি—হে অৰ্জ্জুন। ফলাফলত সমবুদ্ধি হৈ কেৱল ঈশ্বৰ সেৱাৰ বাবে কৰা কৰ্ম্মতকৈ সকাম কৰ্ম্ম অত্যন্ত নিকৃষ্ট। এই ফলাকাঙ্ক্ষা ৰহিত, ঈশ্বৰ সেৱানিষ্ঠ বুদ্ধিৰ আশ্ৰয় লোৱা [অৰ্থাৎ এনে বুদ্ধি লাভ কৰিবলৈ তুমি যত্ন কৰাঁ]। ফলাকাঙ্ক্ষী পুৰুষ কৃপাৰ পাত্ৰ ।।৪৯

**বুদ্ধিযুক্তো জহাতীহ উভে সুকৃতদুষ্কৃতে।**
**তস্মাদ্ যোগায় যুজ্যস্ব যোগঃ কৰ্ম্মসু কৌশলম্ ॥৫০**

৫০। অন্বয়—বুদ্ধিযুক্তঃ [বুদ্ধি যোগ যুক্ত পুৰুষে] ইহ [এই জন্মতে] সুকৃতং দুষ্কৃতে [পাপ-পুণ্য] উভে [উভয়কে] জহাতি [পৰিত্যাগ কৰে]; তস্মাৎ [সেইবাবে] যোগায় যুজ্যস্ব [বুদ্ধিযোগ যুক্ত হোৱাঁ]; কৰ্ম্মসু [কৰ্ম্মত] কৌশলং [কৌশল—অৰ্থাৎ সকলো কৰ্ম্ম কৰিও, কৰ্ম্মত লিপ্ত নোহোৱা, আৰু এইদৰে মোক্ষ লাভ কৰা কৌশলেই] যোগঃ [যোগ] ।।৫০

[সুকৃত, দুষ্কৃত, পাপ-পুণ্য এই উভয়কে ত্যাগ কৰা মানেই মুক্তিলাভ কৰা।]

৫০। ভাঙনি—ঈশ্বৰপৰায়ণ, বুদ্ধি-যোগযুক্ত পুৰুষৰ এই জন্মতে মুক্তি হব পাৰে। এই জন্মতে তেওঁ পাপ পুণ্য উভয়কে পৰিত্যাগ কৰি মুক্তি লাভ কৰিব পাৰে। সকাম যজ্ঞাদি কৰ্ম্মৰ দ্বাৰা স্বৰ্গভোগ, আৰু (ভোগৰ অন্তত) পুনৰ্জ্জন্ম হয়; অৰ্থাৎ মুক্তি নহয়, অতএব হে অৰ্জ্জুন, তুমি কৰ্ম্মযোগ-যুক্ত হোৱাঁ—যি যোগৰ দ্বাৰা সকলো কৰ্ম্ম কৰিও তুমি কৰ্ম্মত লিপ্ত নহবা। এইদৰে মোক্ষ লাভ কৰা কৌশলেই 'যোগ' ।।৫০

[প্ৰকৃত আত্মজ্ঞান লাভ কৰিলে পাপ পুণ্য উভয়েই ধ্বংস হয়। (বেদান্ত দৰ্শন বা কথাৰে উপনিষদ্ চাওক) এইদৰে নহলে অৰ্থাৎ সংস্কাৰ নিৰোধ হৈ পাপ পুণ্য উভয়েই ধ্বংস নহলে মুক্তি হব নোৱাৰে।]

**কৰ্ম্মজং বুদ্ধিযুক্তা হি ফলং ত্যক্ত্বা মণীষিণঃ।**
**জন্মবন্ধ বিনিৰ্মুক্তাঃ পদং গচ্ছন্ত্যনাময়ম্ ॥৫১**

৫১। অন্বয়—হি [যি হেতু] মণীষিণঃ [জ্ঞানীজনে] বুদ্ধিযুক্তাঃ [বুদ্ধিযোগযুক্ত হৈ] কৰ্ম্মজং ফলং ত্যক্ত্বা [কৰ্ম্মৰ ফল ত্যাগ কৰি] জন্মবন্ধবিনিৰ্মুক্তা [জন্ম বন্ধনৰপৰা মুক্ত হৈ] অনাময়ং পদং গচ্ছন্তি [অনাময়—উপদ্ৰবহীন, শান্তিময়, বিষ্ণুপদ (মোক্ষ) লাভ কৰে] ।।৫১

৫১। ভাঙনি—জ্ঞানী মানুহে বুদ্ধি যোগযুক্ত হৈ কৰ্ম্মফল (পাপ-পুণ্য) ত্যাগ কৰি দেহ বন্ধনৰ পৰা মুক্ত হৈ মোক্ষ লাভ কৰে ।।৫১

**যদা তে মোহ কলিলং বুদ্ধিৰ্ব্যতিতৰিষ্যতি।**
**তদা গন্তাসি নিৰ্ব্বেদং শ্ৰোতব্যস্য শ্ৰুতস্য চ ॥৫২**

৫২। অন্বয়—যদা [যেতিয়া] তে [তোমাৰ] বুদ্ধিঃ [বুদ্ধি] মোহকলিলং [মোহাত্মক গহন বন] ব্যতিতৰিষ্যতি [বিশেষভাবে অতিক্ৰম কৰিব] তদা [তেতিয়া] শ্ৰোতব্যস্য [শ্ৰোতব্য বিষয়ে] শ্ৰুতস্য চ [আৰু শ্ৰুত বিষয়ৰ প্ৰতিও] নিৰ্ব্বেদং [বৈৰাগ্য] গন্তা অসি [প্ৰাপ্ত হবা] ।।৫২ ("তদা শ্ৰোতব্যং শ্ৰুতং চ তে নিষ্ফলং প্ৰতিপদ্যতে ইত্যভিপ্ৰায়ঃ" —শঙ্কৰাচাৰ্য্য)

৫২। ভাঙনি—যেতিয়া তোমাৰ বুদ্ধিয়ে মোহৰূপ গহন বন পাৰ হৈ যাব (অৰ্থাৎ তোমাৰ মোহ নাই হ'ব) তেতিয়া বেদোক্ত বিবিধ স্বৰ্গাদি প্ৰাপ্তি ফলৰ কথা শুনিও বা

শুনিবা—সেইবোৰৰ প্ৰতি তোমাৰ বিতৃষ্ণা হ'ব অৰ্থাৎ সেইবোৰে আৰু তোমাৰ মন আকৰ্ষণ কৰিব নোৱাৰিব ॥৫২

**শ্ৰুতিবিপ্ৰতিপন্না তে যদা স্থাস্যতি নিশ্চলা।**
**সমাধাবচলা বুদ্ধিস্তদা যোগমবাপ্স্যসি ॥৫৩**

৫৩। অন্বয়—তে [তোমাৰ] শ্ৰুতিবিপ্ৰতিপন্না বুদ্ধিঃ [নানা ৰকমৰ কৰ্ম্মৰ ফলৰ কথা শুনি বিক্ষিপ্ত বুদ্ধি] যদা [যেতিয়া] নিশ্চলা [নিশ্চল হৈ] সমাধৌ [পৰমেশ্বৰৰ চিন্তাত] অচলা স্থাস্যতি [অবিচলিত হ'ব] তদা [তেতিয়া] যোগম্ [যোগ] অবাপ্স্যসি [প্ৰাপ্ত হ'বা] ॥৫৩

৫৩। ভাঙনি—বেদৰ নানা ৰকমৰ কৰ্ম্মফলৰ কথা শুনি বিক্ষিপ্ত হোৱা তোমাৰ চিত্ত যেতিয়া স্থিৰ হৈ পৰমেশ্বৰৰ চিন্তাত অবিচলিত ভাবে থাকিব, তেতিয়াহে তোমাৰ যোগাৱস্থা লাভ হ'ব ॥৫৩

[গীতাই বাৰে বাৰে কৈ আছে যে ঈশ্বৰ চিন্তাহে সকলোৰে মূল। "আদাবন্তে চ মধ্যে চ হৰিঃ সৰ্ব্বত্ৰ গীযতে।"]

অৰ্জ্জুন উবাচ

**স্থিতপ্ৰজ্ঞস্য কা ভাষা সমাধিস্থস্য কেশৱ।**
**স্থিতধীঃ কিং প্ৰভাষেত কিমাসীত ব্ৰজেত কিম্ ॥৫৪**

৫৪। অন্বয়—অৰ্জ্জুনঃ উবাচ [অৰ্জ্জুনে সুধিলে] কেশৱ [হে কৃষ্ণ] সমাধিস্থস্য স্থিতপ্ৰজ্ঞস্য [সমাধিস্থ স্থিতপ্ৰজ্ঞৰ] কা ভাষা [লক্ষণ কি] স্থিতধীঃ ; [স্থিতপ্ৰজ্ঞই] কিং প্ৰভাষেত [কি ভাৱে কথা কয়] ক্ষিম্ আসীত [কেনেকৈ থাকে] কিং ব্ৰজেত [কেনেকৈ বিচৰণ কৰে] ॥৫৪

৫৪। ভাঙনি—আমি ওপৰত কৈ আহিছো যে স্থিতপ্ৰজ্ঞ অৱস্থাই ক্ৰমোন্নতিৰ শেষ স্তৰ নহয়। (পাতনি-১৬)। ইয়াৰ পাছত সমাধিস্থ হ'লেহে আচল আত্মজ্ঞান লাভ হয় (ষষ্ঠ অধ্যায় চাওক)। এতিয়া অৰ্জ্জুনে এই উভয় অৱস্থাৰ লক্ষণ কি তাকে সুধিছে। অৰ্জ্জুনে স্থিতপ্ৰজ্ঞৰ বাহ্যিক লক্ষণ কি তাকেহে সুধিলে। কিন্তু ভগবানে অৰ্জ্জুনৰ প্ৰশ্নৰ উত্তৰ দিয়া নাই। স্থিতপ্ৰজ্ঞ অৱস্থাটি এটা মানসিক অৱস্থা স্থিতপ্ৰজ্ঞৰ প্ৰধান লক্ষণ সমতা, কামনা-শূন্যতা, আত্ম-তৃপ্তি—এইবোৰ অন্তৰৰ বস্তু। এইবোৰ কথাকেহে ভগবানে অৰ্জ্জুনৰ প্ৰশ্নৰ উত্তৰত তলত কৈছে ॥ ৫৪

শ্ৰীভগবানুবাচঃ

**প্ৰজহাতি যদা কামান্ সৰ্ব্বান্ পাৰ্থ মনোগতান্।**
**আত্মন্যেবাত্মনা তুষ্টঃ স্থিতপ্ৰজ্ঞস্তদোচ্যতে ॥৫৫**

৫৫। অন্বয়—পাৰ্থ [হে পাৰ্থ] যদা [যেতিয়া] মনোগতান [মনোগত বা সংস্কাৰস্থ] সৰ্ব্বান্ কামান্ [সকলো কামনা] প্ৰজহাতি [ত্যাগ কৰে] আত্মনি এব [আত্মাতেই] আত্মনা [আত্মাৰ দ্বাৰা—আপোনা আপুনি] তুষ্টঃ [সন্তুষ্ট হয়] তদা স্থিতপ্ৰজ্ঞঃ উচ্যতে [তেতিয়া পুৰুষক স্থিতপ্ৰজ্ঞ বোলা হয়] ॥৫৫

৫৫। ভাঙনি—শুনা অৰ্জ্জুন, যেতিয়া মানুহে সংস্কাৰস্থ কামনা ত্যাগ কৰি আত্মতৃপ্ত বা আত্মাৰাম হয়, তেতিয়া তেওঁক স্থিতপ্ৰজ্ঞ বোলে ॥৫৫

[এই স্থিতপ্ৰজ্ঞ অৱস্থাকে গুণাতীতো বোলে—পাতনি চাওক]

**দুঃখেষনুদ্বিগ্নমনাঃ সুখেষু বিগতস্পৃহঃ।**
**বীতৰাগভয়ক্ৰোধঃ স্থিতধীৰ্ম্মুনিৰুচ্যতে ॥৫৬**

৫৬। অন্বয়—দুঃখেষু [দুঃখত] অনুদ্বিগ্নমনাঃ [উদ্বেগশূন্য চিত্ত] সুখেষু [সুখত] বিগতস্পৃহঃ [নিস্পৃহ] বীতৰাগভয়ক্ৰোধঃ [অনুৰাগ, ভয় আৰু ক্ৰোধবিহীন] মুনিঃ [মননশীল পুৰুষ] স্থিতধীঃ [স্থিতপ্ৰজ্ঞ] (ইতি) উচ্যতে [বোলা হয়] ॥৫৬

৫৬। ভাঙনি—দুখতো যাৰ দুখ নাই, সুখতো যাৰ স্পৃহা নাই, বিষয়ানুৰাগ ভয় বা ক্ৰোধ যাৰ নাই—এনে মুনিক স্থিত-প্ৰজ্ঞ বোলে ॥৫৬

**যঃ সৰ্ব্বত্ৰানভিস্নেহস্তত্তৎ প্ৰাপ্য শুভাশুভম্।**
**নাভিনন্দতি ন দ্বেষ্টি তস্য প্ৰজ্ঞাপ্ৰতিষ্ঠিতা ॥৫৭**

৫৭। অন্বয়—যঃ [যি] সৰ্ব্বত্ৰ [সকলো বিষয়ত] অনভিস্নেহঃ [স্নেহ শূন্য—বিষয়লৈ মোহ নাই যাৰ]; তৎ তৎ শুভাশুভং প্ৰাপ্য [সেই সেই শুভ বা অশুভ বিষয় লাভ কৰিও] (যিজনে) ন অভিনন্দতি, ন দ্বেষ্টি [আনন্দও নকৰে আৰু দ্বেষো নকৰে] তস্য প্ৰজ্ঞা প্ৰতিষ্ঠিতা [তেৱেঁই স্থিতপ্ৰজ্ঞ] ॥৫৭

৫৭। যাৰ কোনো বিষয়লৈ আসক্তি নাই, মোহ নাই, অশুভ বিষয় লাভ কৰিলেও যাৰ দুখ নাই, শুভ অশুভ সকলোতে সম ভাবাপন্ন, তেওঁ স্থিতপ্ৰজ্ঞ ॥৫৭

**যদা সংহৰতে চায়ং কূৰ্ম্মোঽঙ্গানীব সৰ্ব্বশঃ।**
**ইন্দ্ৰিয়াণীন্দ্ৰিয়াৰ্থেভ্যস্তস্য প্ৰজ্ঞা প্ৰতিষ্ঠিতা ॥৫৮**

৫৮। অন্বয়—কূৰ্ম্মঃ অঙ্গানি ইব [কাছই যেনেকৈ নিজৰ অঙ্গবোৰ খোলৰ ভিতৰলৈ টানি লয়] (সেইদৰে) যদা চ অয়ং [যেতিয়া এই পুৰুষে] ইন্দ্ৰিয়াৰ্থেভ্যঃ [ইন্দ্ৰিয়গ্ৰাহ্য বিষয়ৰ পৰা] ইন্দ্ৰিয়াণি [ইন্দ্ৰিয়বোৰক] সৰ্ব্বশঃ [সম্যক্

প্ৰকাৰে] সংহৰতে [প্ৰত্যাহাৰ কৰে] (তেতিয়া) তস্য প্ৰজ্ঞা প্ৰতিষ্ঠিতা [তেওঁৰ প্ৰজ্ঞা (জ্ঞানত) প্ৰতিষ্ঠিত হয় অৰ্থাৎ স্থিত- প্ৰজ্ঞ হয়]॥৫৮

৫৮। ভাঙনি—কাছই যেনেকৈ নিজৰ অঙ্গবোৰ ভিতৰ সুমাই, সেইদৰে মানুহে বিষয়ৰ পৰা নিজৰ ইন্দ্ৰিয় প্ৰত্যাহৃত কৰিব পাৰিলেহে "স্থিত-প্ৰজ্ঞ" হ'ব পাৰে॥৫৮

[ইন্দ্ৰিয়বোৰে নিজ নিজ ভোগ্য বিষয়ক পাবলৈ সদায় হেপাহ কৰে। এই হেপাহেই সকলো ৰকম কামনাৰ মূল। ইন্দ্ৰিয়ৰ এই বহিৰ্মুখী তীব্ৰগতি ৰোধ কৰা মানেই কামনা ধ্বংস কৰা। কামনা ধ্বংস হ'লেই বুদ্ধি প্ৰতিষ্ঠিত (সমৃদ্ধ) হয়। এই কথাকে গীতাই নানা ৰকম ভাৱে আৰু নানা ঠাইত কৈছে। ইন্দ্ৰিয় সংযম মানেই কামনা ধ্বংস কৰা।]

**বিষয়া বিনিবৰ্ত্তন্তে নিৰাহাৰস্য দেহিনঃ।**
**ৰসবৰ্জ্জং ৰসোঽপ্যস্য পৰং দৃষ্ট্বা নিবৰ্ত্ততে॥৫৯**

৫৯। অন্বয়—নিৰাহাৰস্য দেহিনঃ [অনাহাৰী (বা পীড়িত) মানুহৰ] বিষয়াঃ বিনিবৰ্ত্তন্তে [ইন্দ্ৰিয় ভোগ্য বিষয় নিবৃত্ত হয়] (কিন্তু) ৰসবৰ্জ্জম্ [ৰস অৰ্থাৎ বিষয়ৰ প্ৰতি অনুৰাগ দূৰ নহয়]। পৰং দৃষ্ট্বা [পৰমাত্মাৰ সাক্ষাৎ লাভ কৰি] অস্য [ইয়াৰ—এই পুৰুষৰ] ৰসঃ অপি [বিষয়াশক্তিও] নিবৰ্ত্ততে [নিবৃত্ত হয়]॥৫৯

৫৯। ভাঙনি—নিৰাহাৰ বা পীড়িত ব্যক্তিৰ ইন্দ্ৰিয়দৌৰ্ব্বল্যৰ বাবে শব্দাদি বিষয় ভোগ নহয়। কিন্তু বিষয়লিপ্সা বা বাসনা মনৰ পৰা দূৰ নহয়। স্থিতপ্ৰজ্ঞ যোগীয়ে আত্মাৰ সাক্ষাৎ লাভ কৰি ভোগ আৰু বাসনা—উভয়ৰ পৰা নিবৃত্ত হ'ব পাৰে॥৫৯

[ইন্দ্ৰিয় আৰু বিষয়ৰ সংযোগ একো দোষৰ কথা নহয়। সংসাৰত থাকিলেই এনে সংযোগ নহৈ নোৱাৰে—এয়ে ঈশ্বৰৰ বিধান। আমি বহি থাকিলেও, একো নকৰিলেও, জগৎখন দেখিমেই, সূৰ্য্যৰ তাপ পামেই—অৰ্থাৎ চকুৱে দেখিবই, কাণে শুনিবই, স্পৰ্শেন্দ্ৰিয়ই শীত, উষ্ণ আদি অনুভৱ কৰিবই—এইবোৰ স্বভাৱৰ কাৰ্য্য। ইয়াত আমাৰ হাত নাই; ইয়াত আমাৰ দোষ নাই। কিন্তু এই বাহ্য বিষয়ৰ সংযোগত আমাৰ মনত যি ক্ৰিয়া বা প্ৰতিক্ৰিয়া বা চাঞ্চল্য হয়, তাত হে আচল দোষ ঘটিব পাৰে আৰু ঘটে। এই চাঞ্চল্যক ভোগ লিপ্সা বা কামনা বোলে। ইন্দ্ৰিয়ৰ বিষয় পৰিত্যাগ কৰিলেও এই কামনা দূৰ নহয়—যেনে, নিৰাহাৰ ব্যক্তিৰ নহয়। এই ভোগ লালসা দূৰ কৰিবলৈ হ'লে, লাহে লাহে কামনা ক্ষীণ কৰি আনিব লাগিব আৰু শেষত আত্মজ্ঞান লাভ কৰিলেহে [পৰং দৃষ্ট্বা] এই কামনা সমূলে ধ্বংস হ'ব।]

**যততো হ্যপি কৌন্তেয় পুৰুষস্য বিপশ্চিতঃ।**
**ইন্দ্ৰিয়াণি প্ৰমাথীনি হৰন্তি প্ৰসভং মনঃ॥৬০**

৬০। অন্বয়—হে কৌন্তেয়! [হে অৰ্জ্জুন!] প্ৰমাথীনি [প্ৰচণ্ড, সৰ্ব্ব-পৰাভৱ] ইন্দ্ৰিয়াণি [ইন্দ্ৰিয়বোৰে] যততঃ [যত্নশীল] বিপশ্চিতঃ [জ্ঞানী] পুৰুষস্য অপি [পুৰুষৰো] মনঃ [মন] প্ৰসভং হি [বলপূৰ্ব্বক] হৰন্তি [হৰণ কৰে]॥৬০

৬০। ভাঙনি—হে অৰ্জ্জুন! অতি বলবান ইন্দ্ৰিয়বোৰে যত্নশীল জ্ঞানী পুৰুষৰ মনো বলেৰে হৰণ কৰে—অৰ্থাৎ বিষয়ত যুক্ত কৰে।

"জ্ঞানিনামপি চেতাংসি দেবী ভগবতী হি সা।
বলাদাকৃস্য মোহায় মহামায়া প্ৰযচ্ছতি॥"—[চণ্ডী]

আত্মসংযম সম্বন্ধে সকলো মানুহে সকলোকে উপদেশ দিয়ে; গীতায়ো দিছে। কিন্তু গীতাই কৈছে যে সাধাৰণতঃ যিবোৰ উপদেশ দিয়া হয়, সেইবোৰ একো ফলপ্ৰদ নহয়। অতি জ্ঞানী মানুহেও, অতি যত্ন কৰিও ইন্দ্ৰিয় সংযম কৰিব নোৱাৰে। সেইগুণে, গীতাই ওপৰত ক'লে যে ইন্দ্ৰিয় সংযম মানে আচলতে কামনা ত্যাগ। গীতাই কয় যে এই কামনা ত্যাগ বা ইন্দ্ৰিয় সংযম অকল মন বা বুদ্ধিৰ সহায়ত মানুহে কৰিব নোৱাৰে। ইয়ালৈ ঈশ্বৰত আত্ম-সমৰ্পণ লাগে। সদায় ঈশ্বৰ-চিন্তাৰ এনে মহিমা যে ভোগলিপ্সা আপোনা-আপুনি ক্ষয় হৈ আহে আৰু লগে লগে ইন্দ্ৰিয়বোৰো সম্পূৰ্ণভাৱে সংযত হয়। তলৰ শ্লোকত এই কথাকে বুজাইছে॥৬০

**তানি সৰ্ব্বাণি সংযম্য যুক্ত আসীত মৎপৰঃ।**
**বশে হি যস্যেন্দ্ৰিয়াণি তস্য প্ৰজ্ঞা প্ৰতিষ্ঠিতা॥৬১**

৬১। অন্বয়—তানি সৰ্ব্বাণি [সেই সকলোবোৰ ইন্দ্ৰিয়] সংযম্য [সংযত কৰি] যুক্তঃ [সমাহিত চিত্ত হৈ] মৎপৰঃ [মোক আশ্ৰয় কৰি] আসীত [অবস্থান কৰা]। হি [কাৰণ] যস্য [যাৰ] ইন্দ্ৰিয়াণি [ইন্দ্ৰিয়বোৰ] বশে [বশীভূত] তস্য [তেওঁৰ] প্ৰজ্ঞা প্ৰতিষ্ঠিতা [প্ৰজ্ঞা প্ৰতিষ্ঠিত—তেওঁ স্থিত-প্ৰজ্ঞ]॥৬১

৬১। ভাঙনি—সেই সকলো ইন্দ্ৰিয় সংযত কৰি (অৰ্থাৎ বাসনা ত্যাগ কৰি) অনন্য চিত্তে মৎপৰায়ণ হৈ মোক চিন্তা কৰা। কাৰণ যাৰ সকলো ইন্দ্ৰিয় সংযত সিহে স্থিতপ্ৰজ্ঞ॥৬১

[ঈশ্বৰ চিন্তা নকৰি, বিষয়ৰ চিন্তা কৰিলে কি হয় তলৰ দুটা শ্লোকত কৈছে। ঈশ্বৰ চিন্তা আৰু বিষয়-চিন্তা দুটা বিৰুদ্ধ

ভাব। এটা ইটোৰ পৰিপন্থী ; এটাই ইটোক ধ্বংস কৰে। বহির্ম্মুখী বিষয় চিন্তাৰ দ্বাৰা মানুহ সংসাৰত লিপ্ত হয় ; নানা ৰকম বাসনা, ইটোৰ পাছত সিটো, উদ্ভৱ হয়। অন্তর্ম্মুখী ঈশ্বৰ চিন্তাৰ দ্বাৰা বাসনাৰ ক্ষয় হয়। ইয়াকে তলত কৈছে। 'বিষয় চিন্তা' ৰাজসিক ভাৱ (পাতনি চাওক) ৰজোগুণ ক্রিয়াশীল—সেইগুণে ৰাজসিক ভাববোৰে নানাৰকম ভাব উৎপন্ন কৰি চিত্ত বিক্ষেপ কৰে। ঈশ্বৰ চিন্তা ইয়াৰ বিপৰীত ভাব অর্থাৎ সাত্ত্বিক ভাব—যি ক্রিয়াশীল নহয়। যাৰ দ্বাৰা আন কোনো ৰাজসিক ভাব উৎপন্ন হব নোৱাৰে।

**ধ্যায়তো বিষয়ান্ পুংসঃ সঙ্গস্তেষূপজায়তে।**
**সঙ্গাৎ সংজায়তে কামঃ কামাৎ**
**ক্রোধোঽভিজায়তে ॥৬২**
**ক্রোধাদ্ভবতি সম্মোহঃ সম্মোহাৎ স্মৃতিবিভ্রমঃ।**
**স্মৃতিভ্রংশাদ্ বুদ্ধিনাশো বুদ্ধিনাশাৎ প্রণশ্যতি ॥৬৩**

৬২—৬৩। অন্বয়—বিষয়ান্ ধ্যায়তঃ [বিষয় চিন্তা কৰি] পুংসঃ [পুৰুষৰ] তেষু সঙ্গঃ উপজায়তে [বিষয়লৈ আসক্তি ওপজে] ; সঙ্গাৎ কামঃ সঞ্জায়তে [এই আসক্তিৰ পৰা কামনা হয়], কামাৎ ক্রোধঃ অভিজায়তে [কামনাৰ পৰা ক্রোধ—অর্থাৎ কাম্য বস্তু নেপালে ক্রোধ] ; ক্রোধাৎ সম্মোহঃ [ক্রোধৰ পৰা সম্মোহ] সম্মোহাৎ স্মৃতি বিভ্রমঃ [সম্মোহৰ পৰা স্মৃতি-শক্তিৰ নাশ] স্মৃতি ভ্রংশাৎ বুদ্ধি নাশঃ [স্মৃতি-শক্তি নহলে বুদ্ধি নাশ হয়] বুদ্ধি নাশাৎ প্রণশ্যতি [বুদ্ধি নাশ হ'লে বিনাশ হয়] ॥৬২—৬৩

৬২—৬৩। ভাঙনি—বিষয়-চিন্তাৰ পৰা মানুহৰ প্রথমতে বিষয়লৈ আসক্তি হয় ; এই আসক্তিৰ পৰা বাসনাৰ (ভোগেচ্ছা) উদ্রেক হয় ; বাসনাৰ পৰা (বাসনা পূৰ নহলে) ক্রোধ উৎপন্ন হয় ; ক্রোধৰ পৰা মানুহ বিমূঢ় হয় অর্থাৎ বিচাৰ বুদ্ধি নাশ হয় ; এই মোহৰ পৰাই স্মৃতি শক্তি নাশ হয় ; স্মৃতি নাশ হলেই বুদ্ধি নাশ হয় ; বুদ্ধি নাশ হলে মনুষ্যত্ব নাশ হয় ॥৬২—৬৩

[ইয়াত মন কৰিবলগীয়া এই যে বিষয়-চিন্তাই এই সকলো অনর্থৰ মূল। দ্বিতীয়তঃ মন কৰিবলগীয়া কথা এই যে কাম, ক্রোধ আদি এই ভাববোৰৰ এটা নিয়ম আছে। ইহঁত আমাৰ অধীন নহয়—আমিহে ইহঁতৰ অধীন। ইহঁত নিয়মৰ অধীন। স্বভাৱৰ অধীন। কোন ভাবৰ পৰা কি ভাব উৎপন্ন হয় তাৰ বন্ধা নিয়ম আছে।]

**ৰাগদ্বেষবিমুক্তৈস্তু বিষয়ানিন্দ্রিয়ৈশ্চৰন্।**
**আত্মবশ্যৈর্বিধেয়াত্মা প্রসাদমধিগচ্ছতি ॥৬৪**

৬৪। অন্বয়—ৰাগ-দ্বেষ-বিমুক্তৈঃ তু [কিন্তু ৰাগ দ্বেষ ৰহিত] আত্মবশ্যৈঃ [আত্মাৰ বশীভূত] ইন্দ্রিয়ৈঃ [ইন্দ্রিয়ৰ দ্বাৰা] বিষয়ান চৰন্ [বিষয়বোৰৰ ওপৰত বিচৰণ কৰি, অর্থাৎ বিষয় আৰু ইন্দ্রিয়ৰ সংযোগ হৈ থাকিলেও] বিধেয়াত্মা [আত্মা-জয়ী পুৰুষে] প্রসাদম্ অধিগচ্ছতি [অন্তঃকৰণৰ শান্ত সুখময় অৱস্থা লাভ কৰে] ॥৬৪

৬৪। ভাঙনি—আমি ওপৰত কৈ আহিছো যে শুদা বিষয় আৰু সংযোগ একো দোষৰ কথা নহয়। এইটো স্বাভাৱিক সংযোগ। ইয়াৰ পৰা উৎপন্ন হোৱা মনৰ চাঞ্চল্য বা ভোগলিপ্সাহে আমাৰ শত্রু। এতিয়া গীতাই কৈছে যে ৰাগ, দ্বেষ ৰহিত হলে, আত্মজয়ী পুৰুষে, ইন্দ্রিয় আৰু বিষয়ৰ নিত্য সংযোগ থকা সত্বেও (অনাসক্ত ভাবে ইন্দ্রিয় বিষয় উপভোগ কৰিও) শান্তিপূর্ণ, সুখময় আৰু শোকশূন্য অৱস্থা লাভ কৰিব পাৰে ॥৬৪

**প্রসাদে সর্ব্বদুঃখানাং হানিৰস্যোপজায়তে।**
**প্রসন্নচেতসো হ্যাশু বুদ্ধিঃ পর্য্যবতিষ্ঠতে ॥৬৫**

৬৫। অন্বয়—প্রসাদে [ওপৰত কোৱা আত্মপ্রসাদ জন্মিলে] অস্য সর্ব্বদুঃখানাং হানিঃ উপজায়তে [পুৰুষৰ সকলো দুখ নাশ হয়]। প্রসন্নচেতসঃ [এনে প্রসন্নচিত মানুহৰ] বুদ্ধিঃ [বুদ্ধি] আশু [শীঘ্রে] পর্য্যবতিষ্ঠতে [প্রতিস্থিত হয় বা সুস্থ হয়] ॥৬৫

৬৫। ভাঙনি—এই প্রসন্নতা লাভ কৰিলে মানুহৰ সকলো দুখ নাশ হয়, বুদ্ধি সুস্থ হয়—(অর্থাৎ নানা ৰকম বাসনাৰ দ্বাৰা বিক্ষিপ্ত নহয়) শীঘ্রে স্থিৰতা লাভ কৰে। বুদ্ধি স্থিৰ বা একাগ্র ন'হলে যে কি কি দোষ হব পাৰে, সেই কথা তলত কৈছে ॥৬৫

**নাস্তি বুদ্ধিৰযুক্তস্য ন চাযুক্তস্য ভাবনা।**
**ন চাভাবয়তঃ শান্তিৰশান্তস্য কুতঃ সুখম্ ॥৬৬**

৬৬। অন্বয়—অযুক্তস্য [অজিতেন্দ্রিয় পুৰুষৰ—অর্থাৎ যোগবিহীন পুৰুষৰ] বুদ্ধিঃ নাস্তি [বুদ্ধিৰ একাগ্রতা নাই] ; অযুক্তস্য [এনে অসংযত চিত্তৰ মানুহৰ] ভাবনা ন চ [চিন্তাৰ একাগ্রতাও নাই—অর্থাৎ ধ্যান কৰিব নোৱাৰে] ; অভাবয়তঃ চ [ধ্যানহীন পুৰুষৰ] শান্তিঃ ন [শান্তি নাই] ; অশান্তস্য [শান্তিহীন পুৰুষৰ] সুখং কুতঃ [সুখ ক'ত] ॥৬৬

৬৬। ভাঙনি—[ইন্দ্ৰিয় জয় বা বাসনা ক্ষয়ৰ পৰা অন্তঃকৰণৰ যি স্বচ্ছতা বা প্ৰসন্নতা লাভ হয়, সেয়েহে আচল সুখ।] যাৰ ইন্দ্ৰিয় সংযত হোৱা নাই, তেওঁৰ বুদ্ধি নাই, অৰ্থাৎ বুদ্ধিৰ স্থিৰতা নাই আৰু ভাবনা, অৰ্থাৎ চিন্তাৰ একাগ্ৰতা নাই। (তেওঁ ঈশ্বৰ চিন্তা বা ধ্যান কৰিব নোৱাৰে।) যি একাগ্ৰ চিত্তে ধ্যান কৰিব নোৱাৰে, তেওঁৰ শান্তি নাই। শান্তিহীন পুৰুষৰ সুখ কেনেকৈ হব।।৬৬

**ইন্দ্ৰিয়াণাং হি চৰতাং যন্মনোঽনুবিধীয়তে।**
**তদস্য হৰতি প্ৰজ্ঞাং বায়ুৰ্নাবমিবাম্ভসি।।৬৭**

৬৭। অন্বয়—হি [যিহেতু] চৰতাম্ [বিষযত চৰিফুৰা অৰ্থাৎ বিষযলিপ্ত] ইন্দ্ৰিযাণাং [ইন্দ্ৰিযবোৰৰ ভিতৰত] যৎ [যিটো ইন্দ্ৰিযক] মনঃ [মনে] অনুবিধীযতে [অনুসৰণ কৰে] তৎ [সেইটি ইন্দ্ৰিয়ই] বায়ুঃ নাবম্ অম্ভসি ইব [বতাহে যেনেকৈ নৈত নাও ঘূৰাই লৈ ফুৰে, সেইদৰে] অস্য [এই পুৰুষৰ] প্ৰজ্ঞাং [বুদ্ধি] হৰতি [হৰণ কৰে]।।৬৭

৬৭। ভাঙনি—বিষয-লিপ্ত (অৰ্থাৎ অসংযত) ইন্দ্ৰিযৰ যেই সেই এটালৈ মন গলেও, সিযেই পুৰুষৰ জ্ঞান হৰণ কৰিব পাৰে। বতাহে নাও যেনেকৈ যেনি-তেনি নিযে, সেইদৰে সেই একেটা ইন্দ্ৰিয়ই মানুহক বিপথে নিব পাৰে।।৬৭

**তস্মাদ্ যস্য মহাবাহো নিগৃহীতানি সৰ্ব্বশঃ।**
**ইন্দ্ৰিয়াণীন্দ্ৰিয়াৰ্থেভ্যস্তস্য প্ৰজ্ঞা প্ৰতিষ্ঠিতা।।৬৮**

৬৮। তস্মাৎ [অতএব] মহাবাহো [হে মহাবাহু অৰ্জ্জুন] যস্য ইন্দ্ৰিয়াণি [যি পুৰুষৰ ইন্দ্ৰিযবোৰ] ইন্দ্ৰিয়াৰ্থেভ্যঃ [ইন্দ্ৰিয়ৰ বিষয়ৰ পৰা] সৰ্ব্বশঃ [সকলো প্ৰকাৰে] নিগৃহীতানি [প্ৰত্যাহৃত] তস্য প্ৰজ্ঞা প্ৰতিষ্ঠিতা [তেওঁ স্থিত-প্ৰজ্ঞ]।।৬৮

৬৮। ভাঙনি—অতএব হে অৰ্জ্জুন, যি পুৰুষৰ সকলো ইন্দ্ৰিয় স্ব স্ব বিষয়ৰ পৰা সৰ্ব্বতো ভাবে প্ৰত্যাহৃত হৈছে অৰ্থাৎ যাৰ কোনো ইন্দ্ৰিগ্ৰাহ্য বিষয়ত স্পৃহা নাই, তেওঁ স্থিত-প্ৰজ্ঞ।।৬৮

**যা নিশা সৰ্ব্বভূতানাং তস্যাং জাগৰ্ত্তি সংযমী।**
**যস্যাং জাগ্ৰতি ভূতানি সা নিশা পশ্যতো মুনেঃ।।৬৯**

৬৯। অন্বয়—সৰ্ব্বভূতানাং [সকলো মানুহৰ পক্ষে] যা নিশা [যিটো ৰাতি] তস্যাং [তাতে বা সেই সময়তে] সংযমী [আত্ম-জ্ঞানী পুৰুষে] জাগৰ্ত্তি [সাৰে থাকে], যস্যাং [যি সময়ত] ভূতানি [মানুহে] জাগ্ৰতি [সাৰ পাই থাকে] সা [সেই সময় ] পশ্যতঃ মুনেঃ নিশা [সত্য দৃষ্টি সম্পন্ন মুনিৰ ৰাতি]।।৬৯

৬৯। ভাঙনি—সুখ-দুখ, লোভ-মোহ, শান্তি-অশান্তি ইত্যাদি দ্বন্দ্বপূৰ্ণ জীৱনেই সাধাৰণ মানুহৰ সংসাৰ; এয়ে সিহঁতৰ প্ৰকৃত জীৱন। সিহঁতৰ পক্ষে এয়ে জাগ্ৰত অৱস্থা বা দিন। আত্ম-জ্ঞানী পুৰুষে কিন্তু বুজে যে এইবোৰ আত্মাৰ পক্ষে যেন দুঃস্বপ্ন, এই দুঃস্বপ্ন ভাগিলতহে তেওঁবিলাকৰ প্ৰকৃত জীৱন আৰম্ভ হ'ল। সেইগুণেই এইবোৰ তেওঁবিলাকৰ ৰাতি আছিল বুলি তেওঁবিলাকে বুজে; আকৌ জ্ঞানীৰ শান্তিপূৰ্ণ জীৱন; এয়ে তেওঁবিলাকৰ দিন; আমাৰ পক্ষে ই ৰাতিৰ সামাজিক হে।।৬৯

[এই শ্লোকটিৰ অৰ্থ আমাৰ দেশৰ মানুহে এনে সুন্দৰকৈ বুজিছিল আৰু বুজি ইমান সোৱাদ পাইছিল যে ইয়াক সপ্ত-শ্লোকী গীতাৰ ভিতৰত সুমাই লৈ তেওঁবিলাকে দিনৌ পাঠ কৰিছিল। এতিয়াও শৰাধ-বিধিত ইয়াক কোনো কোনোৱে পাঠ কৰে। কিন্তু অন্যান্য প্ৰদেশত সপ্তশ্লোকী গীতাৰ ভিতৰত এই শ্লোকৰ নাই।]

**আপূৰ্য্যমাণমচল প্ৰতিষ্ঠং**
**সমুদ্ৰমাপঃ প্ৰবিশন্তি যদ্বৎ।**
**তদ্বৎ কামা যং প্ৰবিশন্তি সৰ্ব্বে**
**স শান্তিমাপ্নোতি ন কামকামী।।৭০**

৭০। অন্বয়—আপূৰ্য্যমাণম্ [পৰিপূৰ্ণ] অচল-প্ৰতিষ্ঠং [অচল, স্থিৰ ভাৱে অৱস্থিত] সমুদ্ৰম্ [সাগৰত] আপঃ [বাহিৰৰপৰা অহা পানী] যদ্বৎ প্ৰবিশন্তি [যেনেকৈ প্ৰবেশ কৰে], তদ্বৎ [সেইদৰে] সৰ্ব্বেকামাঃ [বিষয়বোৰেও] যং [যি জনক] প্ৰবিশন্তি [প্ৰবেশ কৰে], সঃ [তেওঁহে] শান্তিম্ আপ্নোতি [শান্তিলাভ কৰে], ন কামকামী [বিষয়াসক্ত জনে নকৰে]।।৭০

৭০। ভাঙনি—সকলো নৈ আহি সাগৰত পৰে; কিন্তু সাগৰ নাবাঢ়ে; সি সদায় পৰিপূৰ্ণ, সদায় অচল—নৈৰ পানী আহি সোমোৱা বাবে সাগৰৰ হ্ৰাস-বৃদ্ধি নাই। কিন্তু পুখুৰীত বাহিৰৰ পানী আহি সোমালে সি ওফন্দি উঠে; আগৰ নিৰ্ম্মল পানীও ঘোলা হৈ যায়। সেইদৰেই সাধাৰণ মানুহৰো সামান্য বাসনাৰ পৰাই চিত্ত বিক্ষেপ হয়; বুদ্ধিহু আগৰ জ্ঞানো লুপ্ত হয়; নকৰিবলগীয়া কামো কৰে; মনৰ শান্তিও হেৰুৱায়। জ্ঞানী মানুহৰ এনে নহয়। সকলো ইন্দ্ৰিয়-বিষয় আহি তেওঁৰ মনত সোমালেও, তেওঁৰ মন অচল হৈ থাকে, যেন নৈৰ

পানী সাগৰতহে পৰিলহি, তেওঁৰ চিত্ত সদায় সকলো অৱস্থাতে শান্তিপূৰ্ণ।।৭০ (ওপৰত ২।৬৪ শ্লোক চাওক)।

**বিহায় কামান্ যঃ সৰ্ব্বান্ পুমাংশ্চৰতি নিস্পৃহঃ।**
**নিৰ্ম্মমো নিৰহঙ্কাৰঃ স শান্তিমধিগচ্ছতি ।।৭১**

৭১। অন্বয়—যঃ পুমান্ [যি পুৰুষে] সৰ্ব্বান্ কামান্ বিহায় [সকলো কামনা ত্যাগ কৰি] নিস্পৃহঃ [বাসনা শূন্য] নিৰ্ম্মমঃ নিৰহঙ্কাৰঃ ["মোৰ" (মম) বা 'মই' (অহং)—এইবোৰ ভাব ত্যাগ কৰি] চৰতি [বিচৰণ কৰে] সঃ শান্তিম্ অধিগচ্ছতি [তেওঁ শান্তি লাভ কৰে] ।।৭১

৭১। ভাঙনি—যি পুৰুষে সকলো কামনা ত্যাগ কৰে, তেওঁ একেবাৰে নিস্পৃহ হয়। সমস্ত জগতক তেওঁ একে দেখে। তেওঁৰ মনত 'মই' 'মোৰ'—এনে ভাব হ'ব নোৱাৰে। সমস্ত জগতেই তেওঁৰ। এনে শান্তিময় অৱস্থাকে তলত "ব্ৰাহ্মী-স্থিতি" বুলিছে। এই অৱস্থাৰ পৰই মোক্ষ হয়। এতিয়া এই শ্লোকত কৈছে—"যি পুৰুষে সকলো কামনা একেবাৰে ত্যাগ কৰি নিস্পৃহ হৈ কৰ্ম্ম কৰিব পাৰিছে, যাৰ মনত "মই" "মোৰ" এনে ভাব নাই, তেওঁ শান্তি লাভ কৰে।" ।।৭১

**এষা ব্ৰাহ্মী স্থিতিঃ পাৰ্থ নৈনাং প্ৰাপ্য বিমুহ্যতি।**
**স্থিত্বাস্যামন্তকালেঽপি ব্ৰহ্মনিৰ্ব্বাণমৃচ্ছতি ।।৭২**

ইতি শ্ৰীমহাভাৰতে শতসাহস্ৰ্যাং সংহিতায়াং বৈয়াসিক্যাং ভীষ্ম-পৰ্ব্বণি শ্ৰীমদ্ভগবদগীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুন সম্বাদে সাংখ্য যোগো নাম দ্বিতীয়োঽধ্যায়ঃ।

৭২। অন্বয়—হে পাৰ্থ [হে অৰ্জ্জুন] এষা ব্ৰাহ্মী স্থিতিঃ [এই জ্ঞানকে অৰ্থাৎ অহং, মম-ইত্যাদি জ্ঞান-ৰহিত অৱস্থাকে 'ব্ৰাহ্মী স্থিতি বোলে], এনাং প্ৰাপ্য ন বিমুহ্যতি [এই জ্ঞান হলে মানুহৰ মোহ নহয়]। অন্তকালে অপি [মৃত্যুৰ সময়তো] অস্যাং স্থিত্বা [এই জ্ঞানত স্থিত হৈ] ব্ৰহ্মনিৰ্ব্বাণমৃচ্ছতি [মোক্ষলাভ কৰে] ।।৭২

৭২। ভাঙনি—শুনা অৰ্জ্জুন, এই অৱস্থাকে ব্ৰাহ্মী স্থিতি বোলে (ব্ৰহ্মৰ পৰা অভিন্ন ভাবে স্থিতি)। এই অৱস্থাত পুৰুষৰ কেতিয়াও মোহ নহয়। মৃত্যুৰ সময়তো এই অৱস্থা প্ৰাপ্ত হলে মানুহে ব্ৰহ্ম নিৰ্ব্বাণ লাভ কৰে ।।৭২

(ব্ৰহ্ম নিৰ্ব্বাণ-মোক্ষ; ব্ৰহ্মানন্দ বা ব্ৰহ্মৰ লগত অভিন্ন ভাবে স্থিতি)।

এতিয়ালৈকে গীতাই ক'লে যে ঈশ্বৰহে কৰ্ম্মফল দাতা—অকল এই কথাটো বিশ্বাস কৰিলেই অতি মন্দাধিকাৰী মানুহৰ চিত্তও সদায় ঈশ্বৰাভিমুখী হ'ব। ইয়াৰ পৰাই লাহে লাহে বাসনা ক্ষয় হ'ব; কৰ্ম্মফলত আসক্তি নহ'ব; ইন্দ্ৰিয়বোৰ আপোনা-আপুনি সংযত হ'ব এইদৰে শেহত সকলো বাসনা ক্ষয় হলে মোক্ষ হ'ব। ভক্তি শাস্ত্ৰত এইয়ে "সাধন-ভক্তি-যোগ"। নিতান্ত মন্দাধিকাৰীৰ প্ৰতি প্ৰথমতে গীতাই এই উপদেশ দিলে। উচ্চ অধিকাৰীৰ নিমিত্তে আচল 'কৰ্ম্মযোগ' ৩য় অধ্যায়ত আছে। ৩য় অধ্যায়ত গীতাই ক'ব যে এই জগতৰ এটি একত্ব আছে। ইয়াত সকলো প্ৰাণী পৰস্পৰ সম্বন্ধ। ইয়াত কোনো মানুহে কেৱল নিজৰ নিমিত্তে কাম কৰা নাই। এই বিশ্বসংসাৰখন, প্ৰাণীসৱৰ পৰস্পৰৰ আদান-প্ৰদানৰ পৰাহে চলিছে যেনে, প্ৰাণী জগতৰ পৰা অঙ্গাৰ-জান পাই উদ্ভিদ জগতৰ কল্যাণ হয়; উদ্ভিজ্জগতৰ পৰা অম্লজান পাই প্ৰাণীজগতৰ কল্যাণ হয়; মানুহৰ দান যজ্ঞ, তাৰ পৰা দেৱতাৰ ভোগ হয়। দেৱতাৰ দান বৃষ্টি, অন্ন, অন্নৰ পৰা মানুহৰ ভোগ হয়। এইদৰে পৰস্পৰৰ দানে পৰস্পৰৰ বৃদ্ধি কৰিছে। এয়ে জগৎ। জগতক এইভাবে বুজি কৰ্ম্ম কৰাকে গীতাই যজ্ঞ বুলিছে। "সবাকে ব্ৰহ্মদৰ্শন জ্ঞান? যজ্ঞ বুলি কহিলা"—(ভট্টদেৱ)। এই জগৎ যেন এটি মহা-চক্ৰ বা যন্ত্ৰ। আমি সকলোৱে নিজ নিজ নিৰ্দ্দিষ্ট কাম কৰি এই যন্ত্ৰটি চলাইছো। আমাৰ সকলো কাম যন্ত্ৰৰ প্ৰবৃত্তিৰ নিমিত্তে। "জগৎ-চক্ৰৰ প্ৰবৃত্তিৰ হেতু কৰ্ম্ম"—(ভট্টদেৱ)। গীতাই "কৰ্ম্ম" শব্দৰ এটি বিশেষ সংজ্ঞা দিছে—"ভূত ভাবোদ্ভবকৰো বিসৰ্গঃ কৰ্ম্ম সংজ্ঞিতঃ"। ৮।৩ অৰ্থাৎ প্ৰাণী জগতৰ উৎপত্তি আৰু বৃদ্ধিকৰ ত্যাগেই (Sacrifice) কৰ্ম্ম। গীতাই এতিয়া কব (৩।২৮) যে প্ৰকৃতিৰ গুণে সকলো কৰ্ম্ম কৰিছে। গুণৰ বাহিৰে জগতত কোনো কৰ্ত্তা নাই। প্ৰকৃতিৰ গুণে আমাক এনেকৈ কাম কৰাইছে যে আমাৰ পৰস্পৰৰ কৰ্ম্মৰ দ্বাৰাই এই জগৎ চক্ৰ প্ৰবৰ্ত্তিছে। এই অৰ্থত আমাৰ প্ৰত্যেক কৰ্ম্মই যজ্ঞ। (গীতাত 'যজ্ঞ' মানে কেৱল অগ্নি হোমাদি যজ্ঞই নহয়)। আমি পাতনিত কৈ আহিছো যে এইবোৰ আজি কালিৰ নতুন বিজ্ঞান-সম্মত কথা। এই কথাটো যি মানুহে বুজে (অকল বুজিলেই নহয়, উপলব্ধি কৰে) তেওঁ সমস্ত জগতক ঈশ্বৰৰ একপাদ বুলি ভাবে। তেওঁৰ মনত "মই" "মোৰ" এনে ভাব থাকিব নোৱাৰে, কাৰণ গোটেই জগতেই তেওঁৰ, সকলো প্ৰাণী তেওঁৰ লগত গথা আছে সকলোৱেই মিলি এক। তেওঁৰ মনত, তেওঁ

আৰু জগতৰ সমস্ত প্ৰাণী অভিন্ন। এইদৰে বুজা মানুহৰ কৰ্ম্মও নাই, কৰ্ম্মফলো নাই—একো নাই। এই কথাটো নুবুজিলে মানুহৰ কোনো কৰ্ম্মই "নিষ্কাম" হ'ব নোৱাৰে। কোনো কৰ্ম্ম "অনাসক্ত" বা "ফলাকাঙ্ক্ষা- বৰ্জ্জিত" হ'ব নোৱাৰে। বাস্তৱিক "নিষ্কাম কৰ্ম্ম" এটা অৰ্থহীন কথা। উদ্দেশ্যহীন কৰ্ম্ম হ'ব নোৱাৰে। নিষ্ফল কৰ্ম্মও নাই। কৰ্ম্ম কৰিলেই তাৰ ফল হ'বই হ'ব। জুইত হাত দিলে পুৰিবই,—ইচ্ছা কৰি হাত দিলেও পুৰিব, ইচ্ছা নকৰি হাত দিলেও পুৰিব। "কৰ্ম্ম-ফল-ত্যাগ" এটা কথাৰ কথা। সকলো কৰ্ম্মৰ স্বাভাৱিক ফল নিৰ্দ্দিষ্ট আছে—যাক কোনেও "ত্যাগ" কৰিব নোৱাৰে। কিন্তু গীতাই কৈছে যে আমি যদি বুজো যে আমাৰ সকলো কাম "যজ্ঞ"হে, আৰু যে আমি যন্ত্ৰই কৰা দৰে জগতৰ মঙ্গলৰ অৰ্থে কৰ্ম্ম কৰিছো—বা প্ৰকৃতিয়ে কৰাইছে, তেন্তে ফলাকাঙ্ক্ষাৰ প্ৰশ্নই নুঠে, আমাৰ সকলো কৰ্ম্মই নিষ্কাম।* এয়ে গীতাৰ ৩য় অধ্যায়—কৰ্ম্মযোগ।

*"But still there is an essential difficualty unsolved. How, our nature being what it is and desire the common principle of action, is it possible to institute a really desireless action? For, what we call ordinarily disinterested action is not really desireless, it is simply replacement of certain smaller personal interest by other large desires which have only the appearance of being impersonal, e.g virtue country, mankind. How is true desireless to be brought about? By doing all works with "Sacrifice"—is the reply of the divine teacher"
—শ্ৰীঅৰবিন্দ

# তৃতীয়োঽধ্যায়ঃ

## কৰ্ম্মযোগঃ

অৰ্জ্জুন উবাচ

**জ্যায়সী চেৎ কৰ্মণস্তে মতা বুদ্ধিৰ্জনাৰ্দ্দন।**
**তৎ কিং কৰ্ম্মণি ঘোৰে মাং নিয়োজয়সি কেশব ॥১**
**ব্যামিশ্ৰেণেৱ বাক্যেন বুদ্ধিং মোহয়সীৱ মে।**
**তদেকং বদ নিশ্চিত্য যেন শ্ৰেয়োঽহমাপ্নুয়াম্ ॥২**

১—২। অন্বয়—অৰ্জ্জুনঃ উবাচ [অৰ্জ্জুনে ক'লে] হে জনাৰ্দ্দন! [হে কৃষ্ণ] চেৎ [যদি] কৰ্ম্মণঃ [কৰ্ম্মতকৈ] বুদ্ধিঃ [বুদ্ধি যোগ—জ্ঞান] জ্যায়সী [শ্ৰেষ্ঠ হয়] তে [তোমাৰ] মতা [মত] তৎ [তেন্তে] কেশব; [হে কৃষ্ণ!] মাং [মোক] ঘোৰে কৰ্ম্মণি কিং নিয়োজয়সি? [ঘোৰ যুদ্ধ কাৰ্য্যত কিয় নিযুক্ত কৰিছা?] ॥১

ব্যামিশ্ৰেণ ইৱ বাক্যেন [(তুমি) যেন সংশয়াত্মক বা গোলমলীয়া কথা কৈ] মে বুদ্ধিং মোহয়সি ইৱ [মোৰ বুদ্ধি মোহ জন্মাইছা] তৎ একং নিশ্চিত্য বদ [(অতএব) সেই এটা কথা নিশ্চয়কৈ কোৱা] যেন [যিটো কথাৰ পৰা] অহং শ্ৰেয়ঃ আপ্নুয়াম্ [মোৰ শ্ৰেয়ঃ লাভ হ'ব] ॥২

১—২। ভাৱনি—২য় অধ্যায়ৰ শেষত "দূৰেণহ্যৱৰং কৰ্ম্ম (২।৪৯)" ইত্যাদি শ্লোকত ভগবানে সমাধিনিষ্ঠ বুদ্ধি কৰ্ম্মতকৈ বহুতগুণে শ্ৰেষ্ঠ বুলি কলে আৰু শেষ পৰ্য্যন্ত সেই বুদ্ধি যোগৰ প্ৰশংসা কৰিলে। কিন্তু তাৰ আগতে যুদ্ধ কৰিবলৈহে অৰ্জ্জুনক উপদেশ দিলে। শ্ৰীকৃষ্ণৰ কথা অৰ্জ্জুনে ভালকৈ নুবুজিলে। সেইগুণে ক'লে; "হে কৃষ্ণ, তোমাৰ কথা মই বুজা নাই। তুমি যদি সমাধিস্থ বুদ্ধিকে শ্ৰেষ্ঠ বুলি ভাবিছা, তেন্তে মোক যুদ্ধ কৰিবলৈ কিয় উপদেশ দিছা? মোক নিশ্চয়কৈ এটা কথা কোৱা—কৰ্ম্ম কৰা ভাল নে, নকৰা ভাল; জ্ঞান-যোগ শ্ৰেষ্ঠ নে কৰ্ম্ম-যোগ শ্ৰেষ্ঠ ॥১—২

অৰ্জ্জুনৰ এনে প্ৰশ্নৰ উত্তৰত ভগবানে ক'লে, "শুনা অৰ্জ্জুন, মই যদি অন্যোন্যাক অপেক্ষা নকৰি, মোক্ষ সাধন কৰি, তোমাৰ আগত জ্ঞান যোগ আৰু কৰ্ম্ম-যোগৰ বৰ্ণনা কৰিলোহেঁতেন, তেন্তে তোমাৰ প্ৰশ্ন সঙ্গত হ'লহেঁতেন। কিন্তু মই তেনে কৰা নাই। মই প্ৰথমতে কৰ্লো যে ব্ৰহ্মনিষ্ঠা লাভ কৰাৰ দুটা উপায়—কৰ্ম্মযোগ আৰু জ্ঞান যোগ। তাৰ পাছত মই সেই ব্ৰহ্মনিষ্ঠ-সাধকৰ অৱস্থা মাত্ৰ বৰ্ণনা কৰিছোঁ;

কোনটো উপায় সহজ, সেইকথা কোৱা নাই।" [ভট্টদেৱ]

একে পৰ্ব্বতৰ ওপৰলৈ উঠিবলৈ বহুত ভিন্ন ভিন্ন বাট থাকে—কোনোটো দুৰ্গম আৰু কোনোটো সুগম। শ্ৰীকৃষ্ণে সেই বাটবোৰৰ বৰ্ণনা কৰা নাই; পৰ্ব্বতৰ টিঙত উঠিলে যি দৃশ্য দেখি, মাত্ৰ তাৰেহে বৰ্ণনা তেওঁ কৰিলে। বাস্তৱিক কোনটো বাট সুগম—এনে প্ৰশ্নৰ উত্তৰেই নাই, কাৰণ, স্বভাৱতে বিষয়-বৈৰাগী মানুহে সাংখ্যমাৰ্গীয় জ্ঞান-যোগ বুজিবলৈ সহজ পায়। তেওঁবিলাকে সদায় সাংখ্যৰ চতুৰ্বিংশতি-তত্ত্বৰ অভ্যাস কৰি বুজে যে এই জগতত শক্তি (প্ৰকৃতিৰ) বাহিৰে আৰু একো নাই, আৰু সেই শক্তিও ব্ৰহ্মৰ শক্তিহে। এনে জ্ঞানৰ ফল মোক্ষপ্ৰাপ্তি। এনে মানুহে জ্ঞান যোগ সহজ পায়, আৰু এক শ্ৰেণীৰ মানুহ স্বভাৱতে সকাম কৰ্ম্ম-প্ৰিয়। তেওঁবিলাকৰ নিমিত্তে কৰ্ম্ম-যোগ সহজ। লাহে লাহে ঈশ্বৰ চিন্তাৰ দ্বাৰা বাসনা ক্ষীণ কৰি শেহত গুণাতীত হৈ বুজিব যে এই জগতত ব্ৰহ্মৰ বাহিৰে একো নাই। যেতিয়া এনে ব্ৰাহ্মী-স্থিতি হ'ব, তেতিয়া মোক্ষ লাভ। আৰু এক শ্ৰেণীৰ মানুহৰ সাংসাৰিক বিষয়ত বৰ আসক্তিও নাই, বৰ বিৰক্তিও নাই, কিন্তু স্বভাৱতে ঈশ্বৰৰ নাম লৈ আনন্দ পায়। এনে মানুহৰ পক্ষে ভক্তিযোগহে উপযোগী। তেওঁবিলাকৰ ভক্তিৰ পৰা জ্ঞান হৈ শেহত মোক্ষ হয়। (১১শ স্কন্ধ ভাগৱত চাওক) সেইগুণে এতিয়া ভগবানে উত্তৰ দিছে—

শ্ৰীভগবানুবাচ

**লোকেঽস্মিন্‌দ্বিবিধা নিষ্ঠা পুৰা প্ৰোক্তা ময়ানঘ।**
**জ্ঞানযোগেন সাংখ্যানাং কৰ্ম্মযোগেন যোগিনাম্‌ ॥৩**

৩। অন্বয়—অনঘ [হে নিষ্পাপ অৰ্জ্জুন!] অস্মিন্‌ লোকে [এই সংসাৰত] দ্বিবিধা নিষ্ঠা [দুবিধ সাধনা] ময়া পুৰা প্ৰোক্তা [আছে বুলি··· মই আগেযেই তোমাক কলোঁ]; জ্ঞান যোগেন সাংখ্যানাম্‌ [সাংখ্যমাৰ্গীয়ৰ পক্ষে জ্ঞান-যোগ] কৰ্ম্মযোগেন যোগিনাং [যোগীৰ কৰ্ম্ম-যোগ] ॥৩

৩। ভাঙনি—অৰ্জ্জুন! মই ইতিপূৰ্ব্বেই তোমাক কৈছো যে এই সংসাৰত, সাংখ্যযোগীৰ পক্ষে জ্ঞানযোগ আৰু যোগা বলম্বীৰ পক্ষে কৰ্ম্মযোগ—এই দুটি সাধনা। দুয়োটাৰ পৰাই মোক্ষ লাভ হ'ব পাৰে। কোনটি মাৰ্গ সহজ তাৰ একো নিয়ম নাই। মানুহৰ প্ৰবৃত্তি মতেহে হ'ব ॥৩

**ন কৰ্ম্মণামনাৰম্ভান্নৈষ্কৰ্ম্ম্যং পুৰুষোঽশ্নুতে।**
**ন চ সংন্যসনাদেৱ সিদ্ধিং সমধিগচ্ছতি ॥৪**

৪। অন্বয়—পুৰুষঃ [মানুহে] কৰ্ম্মাণাম্‌ অনাৰম্ভাৎ [কৰ্ম্ম নকৰিলেই] নৈষ্কৰ্ম্যং ন অশ্নুতেম [নিষ্কৰ্ম্মতা, শান্তিময় অৱস্থা লাভ নকৰে] সংন্যসনাৎ এৱ ন সিদ্ধিং সমধি গচ্ছতি [শুদা কৰ্ম্মত্যাগ কৰিলেই সিদ্ধি লাভ নহয়] ॥৪

৪। ভাঙনি—কৰ্ম্ম নকৰিলেই নৈষ্কৰ্ম্ম লাভ নহয়। শুদা কৰ্ম্মত্যাগ কৰিলেই সিদ্ধি লাভ নহয় ॥৪

[বাসনা ত্যাগহে আচল সন্ন্যাস। কৰ্ম্মত্যাগ এটা অৰ্থহীন কথা কাৰণ, সংসাৰত জীয়াই থকাই এটা কৰ্ম্ম। ইয়াৰ ত্যাগ নাই। নৈষ্কৰ্ম্য লাগে; নৈষ্কৰ্ম্য নহ'লে মুক্তি নহয়। কিন্তু 'নৈষ্কৰ্ম্য' মানে 'কৰ্ম্মত্যাগ' নহয়,—বাসনা ত্যাগহে। পুৰুষ কেৱল দ্ৰষ্টা, সাক্ষী, অনুমন্তা (গীতা ১৩।২২) আৰু সকলো কৰ্ম্ম প্ৰকৃতিৰ—এই উপলব্ধিয়েই নৈষ্কৰ্ম্য। তলত এইবোৰ কথা বহলাই ক'ব। সকলো কৰ্ম্ম ত্যাগ কৰিলেও, বাসনা ত্যাগ নকৰিলে এনে উপলব্ধি নহয়।]

**ন হি কশ্চিৎ ক্ষণমপি জাতু তিষ্ঠত্যকৰ্ম্মকৃৎ।**
**কাৰ্য্যতে হ্যবশঃ কৰ্ম্ম সৰ্ব্বঃ প্ৰকৃতিৰ্জৈগুণৈঃ ॥৫**

৫। অন্বয়—জাতু [কেতিয়াও] কশ্চিৎ [কোনো মানুহে] ক্ষণমপি [ক্ষণকাল] অকৰ্ম্মকৃৎ [কাম নকৰি] ন হি তিষ্ঠতি [থাকিব নোৱাৰে] হি [যিহেতু] প্ৰকৃতিজৈঃ গুণৈঃ [প্ৰকৃতিৰ গুণদ্বাৰা] অৱশঃ [অৱশ হৈ] সৰ্ব্বঃ [সকালো মানুহে] কৰ্ম্ম্য কাৰ্য্যতে [কৰ্ম্মত প্ৰবৃত্ত হয়] ॥৫

৫। ভাঙনি—সংস্কাৰে বা স্বভাৱে মানুহক কাম কৰায় (পাতনি চাওক)। কাম নকৰো বুলি কোনো মানুহে এক মিনিটো থাকিব নোৱাৰে। শ্বাস-প্ৰশ্বাসো এবিধ কৰ্ম্ম। প্ৰকৃতিৰ ক্ৰিয়াই (অৰ্থাৎ গুণে) এনেকৈ মানুহক চলায় যে মানুহে যেন অৱশ হৈ সকলো কাম কৰে ॥৫

গীতাৰ মূল শিক্ষা এই যে প্ৰকৃতিয়ে (অৰ্থাৎ বুদ্ধিস্থ সংস্কাৰে) আমাক কাম কৰায় আৰু আমি ভাবোঁ যে আমি নিজে কৰোঁ। এইটি সাংখ্য মত। এই বিষয় লৈ—আমাৰ স্বাধীন ইচ্ছা আছেনে নাই—এই বিষয় লৈ চিৰকাল নানা ৰকম তৰ্ক, বিবাদ, বাদ, প্ৰতিবাদ চলি আহিছে। আমি ভাবো যে এইবোৰ অনাৱশ্যকীয় তৰ্ক। আচল কথা হৈছে—'আমি' টো নো কোন? আত্মানো কি।

আমি ওপৰত কৈ আহিছো যে আত্মা সম্পৰ্কে ক্ৰমোন্নতিৰ ভিন্ন ভিন্ন স্তৰত মানুহৰ ভিন্ন ভিন্ন ধাৰণা হয়। যদি ইউৰোপীয় দাৰ্শনিক পণ্ডিত সকলৰ দৰে আমি ধৰি লওঁ যে আমাৰ অন্তঃকৰণস্থ তাৰৰ সমষ্টিয়েই (অৰ্থাৎ আমাৰ সংস্কাৰটোৱেই) 'আমি', তেন্তে নিশ্চয় আমাৰ স্বাধীন কৰ্ত্তৃত্ব

আছে। সংস্কাৰক আত্মা বুলি ধৰিলে, সাংসাৰিক জীৱনত আমাৰ একো ভুল নহয়, একো ক্ষতি নহয়; বৰং নধৰিলেহে আমাৰ নানা ৰকম ভ্ৰান্তি আৰু ক্ষতি হ'ব পাৰে। কেনেকৈ হব পাৰে আমি এতিয়াই দেখুৱাম। নিম্ন স্তৰত সেইগুণে গীতাই কৈছে 'কৰ্ম্মণ্যে ব্যাধিকাৰস্তে' (২।৪৭)—অৰ্থাৎ জীৱৰ কৰ্ম্ম কৰা অধিকাৰ (কৰ্ত্তৃত্ব) আছে।

কিন্তু যি "আত্মা নো কি"—এই অনুসন্ধান কৰে, তাৰ নিমিত্তে গীতাৰ উপদেশ এই "যো বুদ্ধেঃ পৰতস্তু সঃ" (৩।৪২) অৰ্থাৎ বুদ্ধিস্থ সংস্কাৰৰ ওপৰৰজনহে আত্মা। গীতাই সংস্কাৰক আত্মা বুলি নধৰে। গীতাই ২য় অধ্যায়ত কলে যে আত্মা অপৰিণামী সৎ পদাৰ্থ, যাৰ কোনো কালে কোনো পৰিবৰ্ত্তন নহয়, কিন্তু আমাৰ সংস্কাৰ (যি সংস্কাৰে জীৱক কাম কৰায় বুলি পাতনিত আমি কৈ আহিছো) পৰিণামী প্ৰকৃতি-নিৰ্ম্মান পদাৰ্থ, যাৰ প্ৰত্যেক ক্ষণে পৰিণাম হৈ আছে (সাংখ্য-দৰ্শন চাওক)। এই সংস্কাৰেই আমাৰ সকলো বাসনা চেষ্টা আৰু চিন্তাৰ মূল (সাংখ্য-দৰ্শন ২৩ আৰু ৪২ কাৰিকা)। ১৪শ অধ্যায়ত গীতাই কব যে এই সংস্কাৰস্থ ভাববোৰেই জীৱক মুগ্ধ কৰে। সাংখ্য-দৰ্শন নুবুজিলেও, আমি অলপ দকৈ ভাবিলেই বুজোঁ যে আমাৰ সংস্কাৰৰ প্ৰত্যেক ক্ষণে পৰিবৰ্ত্তন হৈ আছে। পাঠক সকলৰ প্ৰত্যেকৰ জীৱনত এনে ঘটনা দিনৌ ঘটিছে যে এদিন আমি অতি ভালকৈ ভাবি চিন্তি চাই, এটা কাম, ভাল বুলি জানি, কৰিলোঁ কিন্তু তাৰ পাছতে বুজিলোঁ যে সেই কামটো নকৰা হলেই ভাল আছিল; আজি হোৱা হলে ঠিক সেই অৱস্থাত সেই কাম নকৰিলোহেঁতেন। কিয় এইদৰে হয়? এইদৰে হয়, কাৰণ আমাৰ সংস্কাৰৰ স্বাভাৱিক নিয়মে প্ৰত্যেক ক্ষণে ক্ৰমোন্নতি হয়। ই স্বভাৱ বা প্ৰকৃতিৰ কাৰ্য্য। এয়ে জীৱ-গত বিবৰ্ত্তন (evolution)।

গীতাই কয় যে এনে অনবচ্ছিন্ন ভাবে সততে পৰিণামী সংস্কাৰ, "আত্মা" হব নোৱাৰে। কিন্তু আমি এই সংস্কাৰৰ অধীন—ই হে আমাক কাম কৰায়। মদৰ জালত মতলীয়া মানুহৰ যি অৱস্থা, সংস্কাৰৰ বশত আমাৰো সেয়ে অৱস্থা, মতলীয়া মানুহৰ যদি স্বাধীন ইচ্ছা আছে, আমাৰো আছে। মোহগ্ৰস্ত (hypnotic) মানুহ যেনে কৰ্ত্তা আমিও তেনে কৰ্ত্তা। তেওঁৰ যদি স্বাধীন ইচ্ছা নাই, আমাৰো নাই। গীতাই সেইগুণে কয় যে আমি সংস্কাৰৰ বশৰ পৰা মুক্ত নহওঁ মানে অৰ্থাৎ "গুণাতীত" নহওঁ মানে আমাৰ স্বাধীন কৰ্ত্তৃত্ব নাই। পাতঞ্জলেও তাকে কয়।

গীতাই আৰু কয় যে প্ৰকৃত সাংখ্য জ্ঞান হোৱাৰ আগেয়ে মানুহে যদি নিজক অকৰ্ত্তা বুলি ভাবে, তেন্তে সংস্কাৰৰ উৎকৰ্ষ সাধনৰ (বিবৰ্ত্তনৰ) ব্যাঘাত হব পাৰে। নিজৰ দায়িত্ব আৰু কৰ্ত্তব্যৰ বিষয়ে ভুল হব পাৰে। সাংখ্য-দৰ্শনেও কয় যে প্ৰকৃত আত্মজ্ঞান নহয় মানে, নিজক অকৰ্ত্তা বুলি ভবা দোষৰ কথা, আৰু এই দোষ আত্ম-জ্ঞানৰ বাধা-দায়ক (সাংখ্য দৰ্শন চাওক)। এই বিষয়ে শ্ৰীঅৰবিন্দই কয়—

"But the unripe mind seizing on this truth without rising from the lower consciousness where it is not practically valid, will simply make it a convenient excuse for indulging its Asuric propensities denying the distinction between good and evil altogether..."

গীতাই সেইগুণে এবাৰ নহয়, দুবাৰ নহয়, তিনিবাৰ কৈছে যে জ্ঞানীজনে আত্মাৰ অকৰ্ত্তৃত্বৰ কথা কৈ অজ্ঞানীজনৰ বুদ্ধি-ভেদ নজন্মাব (৩।২৬, ৩।২৯ আৰু ১৮।৬৭ শ্লোক)। সাংখ্য-দৰ্শনেও এই দৰেই কয় (সাংখ্য-দৰ্শন চাওক)। তলত (৩।২৯—৩২ শ্লোকত) গীতাই জীৱ চৈতন্যৰ দুটি স্তৰৰ কথা কৈছে। নিম্ন স্তৰত জীৱই প্ৰকৃতিৰ কাৰ্য্যকে নিজৰ বুলি ভাবে—অৰ্থাৎ সংস্কাৰকে আত্মা বুলি ভাবে। এনে জীৱই কেতিয়াও বুজিব নোৱাৰে যে তেওঁ নিজে অকৰ্ত্তা, প্ৰকৃতিৰ বশত অবশ। এনে জীৱক কৰ্ম্ম যোগৰ উপদেশ দিয়া মিছা। গীতাই উপদেশ দিবলৈ নিষেধ কৰিছে।* উচ্চ স্তৰত লাহে লাহে জীৱই বুজি আহে যে সংস্কাৰটো আত্মা নহয়—অৰ্থাৎ তেওঁৰ আত্মা সম্পৰ্কে যথাৰ্থ জ্ঞান হয়; সম্পূৰ্ণ আত্মজ্ঞান নহলেও তেওঁ কৰ্ম্ম যোগৰ অধিকাৰী হয়। কৰ্ম্মও অনাসক্ত হয়। কৰ্ম্ম ফলত স্পৃহাহীন হয়। সেইগুণে দেখা যায় যে গীতাই এবাৰ কলে যে জীৱৰ স্বাধীন কৰ্ত্তৃত্ব আছে, (২।৪৭) আকৌ এতিয়া কলে যে জীৱৰ স্বাধীন কৰ্ত্তৃত্ব নাই—জীৱই প্ৰকৃতিৰ বশত অবশ হৈ প্ৰকৃতিৰ প্ৰেৰণাত কৰ্ম্ম কৰে। সাংখ্য-দৰ্শনেও ঠিক এনে দুটা বিৰুদ্ধ কথা কৈছে (সাংখ্য-দৰ্শন)। ইয়াত কিন্তু আচল বিৰোধ একো নাই। আত্মাৰ আচল স্বৰূপৰ বিষয়ে অলপ সামান্য জ্ঞান হলেই আমি বুজিম যে ক্ৰমোন্নতিৰ নিম্নস্তৰত আমি নিজক কৰ্ত্তা বুলি ভাবো আৰু উচ্চ স্তৰলৈ উঠিব

* আমি ওপৰত কৈ আহিছো যে এনে নিম্ন স্তৰৰ মন্দাধিকাৰীৰ নিমিত্তে গীতাই সাধন ভক্তি যোগ বিধান কৰিছে। (২য় অধ্যায়)

পাৰিলে আমি বুজোঁ যে প্ৰকৃতিয়ে হে সকলো কাম কৰে। এই বিষয়ে শ্ৰীঅৰবিন্দই কৈছে—

"This is the key which reconciles and explains which we might otherwise have to leave as contradictions and inconsistencies.

There are in fact different planes of our conscious existence and what is practical truth on one plane ceases to be true.... ....as soon as we rise to a higher level from which we can see things more in the whole."

**কৰ্ম্মেন্দ্ৰিয়াণি সংযম্য য আস্তে মনসা স্মৰন্।**
**ইন্দ্ৰিয়াৰ্থান্ বিমূঢ়াত্মা মিথ্যাচাৰঃ স উচ্যতে ॥৬**

৬। অন্বয়—যঃ [যি] কৰ্ম্মেন্দ্ৰিযাণি সংযম্য [কৰ্ম্মেন্দ্ৰিয়বোৰ সংযত কৰি] মনসা [মনেৰে] ইন্দ্ৰিয়াৰ্থান্ স্মৰন্ [ভোগ্য বিষযৰ কথা চিন্তা কৰি] আস্তে [থাকে] সঃ বিমূঢ়াত্মা [সেই ভ্ৰান্ত মানুহক] মিথ্যাচাৰঃ উচ্যতে [মিথ্যাচাৰী বোলা হয়] ॥৬

৬। ভাঙনি—"যি পুৰুষে বাক্য পাণিপাদক নিগ্ৰহ কৰি, ভগৱন্তৰ ধ্যান ছলে বিষয়ক স্মৰি থাকে, অশুদ্ধ চিত্ত পদে ধ্যানতো স্থিতি নাই, তাক মূঢ় কপটাচাৰ বুলি"—[ভট্টদেৱ] ॥৬

**যস্ত্বিন্দ্ৰিয়াণি মনসা নিয়ম্যাৰভতেহৰ্জ্জুন।**
**কৰ্ম্মেন্দ্ৰিয়ৈঃ কৰ্ম্মযোগমসক্তঃ স বিশিষ্যতে ॥৭**

৭। অন্বয়—তু [কিন্তু] অৰ্জ্জুন! [হে অৰ্জ্জুন] যঃ [যি মানুহে] ইন্দ্ৰিয়াণি মনসা নিয়ম্য [ইন্দ্ৰিয়বোৰ মনেৰে সংযত কৰি] অসক্তঃ [অনাসক্ত হৈ] কৰ্ম্মেন্দ্ৰিয়ৈঃ কৰ্ম্মযোগম্ [কৰ্ম্মেন্দ্ৰিয়ৰ দ্বাৰা কৰ্ম্মযোগ] আৰভতে [অনুষ্ঠান কৰে] সঃ বিশিষ্যতে [তেওঁহে শ্ৰেষ্ঠ] ॥৭

৭। ভাঙনি—হে অৰ্জ্জুন, যি ভোগ্য বিষয়ত অনাসক্ত হৈ ইন্দ্ৰিয়বোৰ মনৰ দ্বাৰা বশীভূত কৰি কৰ্ম্মেন্দ্ৰিয়েৰে কৰ্ম্ম যোগত নিযুক্ত হয়, তেওঁ শ্ৰেষ্ঠ ॥৭

**নিয়তং কুৰু কৰ্ম্ম ত্বং কৰ্ম্ম জ্যায়ো হ্যকৰ্ম্মণঃ।**
**শৰীৰযাত্ৰাপি চ তে ন প্ৰসিধ্যেদকৰ্ম্মণঃ ॥৮**

৮। অন্বয়—ত্বং [তুমি] নিয়তং [সংযত] কৰ্ম্ম কুৰু [কৰ্ম্ম কৰাঁ]; হি [কাৰণ] অকৰ্ম্মণঃ কৰ্ম্মজ্যায়ঃ [কৰ্ম্ম নকৰাতকৈ কৰ্ম্ম কৰা ভাল] অকৰ্ম্মণঃ [কৰ্ম্ম নকৰিলে] তে [তোমাৰ] শৰীৰ যাত্ৰাপি [শৰীৰ ধাৰণ ব্যাপাৰো] ন প্ৰসিধ্যেৎ [নিৰ্ব্বাহিত নহ'ব] ॥৮

["নিয়ত" কৰ্ম্ম মানে সকলোৰে "নিত্যনৈমিত্তিক" কৰ্ম্ম বুলি ধৰিছে। ভট্টদেৱে কৈছে—"এতেকে তুমি হৰিক অৰ্পি নিত্য-নৈমিত্তিক কৰ্ম্ম কৰা"। নিয়ত শব্দৰ আচল মানে 'সংযত' (regulated)]

৮। ভাঙনি—তুমি নিয়ত (সংযত) কৰ্ম্ম কৰা কাৰণ কৰ্ম্ম নকৰাতকৈ কৰ্ম্ম কৰাই শ্ৰেষ্ঠ। কৰ্ম্ম একেবাৰে ত্যাগ কৰিলে তোমাৰ শৰীৰ যাত্ৰা নিৰ্ব্বাহো নহ'ব ॥৮

**যজ্ঞাৰ্থাৎ কৰ্ম্মণোহন্যত্ৰ লোকোহয়ং কৰ্ম্মবন্ধনঃ।**
**তদৰ্থং কৰ্ম্ম কৌন্তেয় মুক্তসঙ্গঃ সমাচৰ ॥৯**

৯। অন্বয়—যজ্ঞাৰ্থাৎ [যজ্ঞৰ অৰ্থে কৰা] কৰ্ম্মণঃ [কৰ্ম্মৰ বাহিৰে অন্যত্ৰ [অন্য কৰ্ম্মত] অযং লোকঃ [এই মনুষ্য] কৰ্ম্মবন্ধনঃ [কৰ্ম্মৰ দ্বাৰা বন্ধ হয়,] কৌন্তেয়! [হে অৰ্জ্জুন!] (তুমি) মুক্তসঙ্গঃ [অনাসক্ত হৈ] তদৰ্থং [যজ্ঞৰ অৰ্থে] কৰ্ম্ম সমাচৰ [কৰ্ম্ম কৰাঁ] ॥৯

৯। ভাঙনি—যজ্ঞৰ নিমিত্তে নকৰি আন উদ্দেশ্যে কৰা কৰ্ম্মৰ দ্বাৰা পুৰুষৰ বন্ধন হয়। (অতএব) হে অৰ্জ্জুন, তুমি অনাসক্ত হৈ যজ্ঞাৰ্থে কৰ্ম্ম কৰাঁ ॥৯

[যজ্ঞো বৈ বিষ্ণুঃ"—বিষ্ণুৰ প্ৰীতিৰ অৰ্থে যি 'ত্যাগ' (দান) কৰা হয় সেয়ে যজ্ঞ। এয়ে যজ্ঞ শব্দৰ ব্যুৎপত্তিগত অৰ্থ। এই গোটেই জগৎ সেই বিষ্ণুৰ আকৌ এটি পাদ মাত্ৰ—যথা "পাদোঽস্য বিশ্বাভূতানি ত্ৰিপাদস্যামৃতং দিবি"। সেইগুণে এই জগতৰ প্ৰীতি বা মঙ্গলৰ নিমিত্তে যি ত্যাগ (দান) কৰা হয়, সেয়ে 'যজ্ঞ'। গীতাই কৈছে যে এই জগৎখনেই এটি মহা-যজ্ঞ য'ত আমি সকলো প্ৰাণীয়ে পৰস্পৰৰ মঙ্গলাৰ্থে পৰস্পৰে কাম কৰিছো; আমি সকলোৰেই "হোতা" আৰু আমি পৰস্পৰৰ বৃদ্ধিৰ নিমিত্তে এই মহা-যজ্ঞত "আহুতি দিছোহঁক—অৰ্থাৎ ত্যাগ কৰিছো। এনে উপলব্ধিয়েই গীতোক্ত "জ্ঞান-যজ্ঞ (৪ৰ্থ অধ্যায়) এইবোৰ কথা আমি ওপৰত কৈ আহিছো। এতিয়া এই শ্লোকত গীতাই কৈছে যে এই অৰ্থত সকলো মানুহৰ সকলো কৰ্ম্মই 'যজ্ঞ'। উপনিষদেও কয় যে আমি যি ভাবোঁ, যি কৰোঁ, সকলো যজ্ঞৰ অঙ্গ আৰু সকলোৰে দ্বাৰা ঈশ্বৰৰ পূজা কৰা হয় (বেদান্ত-দৰ্শন চাওক)। এই শ্লোকৰ ভাঙনিত ভট্টদেৱে কৈছে; "যজ্ঞৰ লগতে আন কৰ্ম্মকো বুজিবা"। গীতাই এই শ্লোকত কৈছে যে জানি বা নাজানি আমি সকলোৱে যজ্ঞ কৰিছো। এই যজ্ঞৰ ওপৰতে জগৎ-চক্ৰ প্ৰবৰ্ত্তিছে; যি এই

কথা বুজি কৰ্ম্ম (যজ্ঞ) কৰে, তাৰ কৰ্ম্মৰ পৰা বন্ধন নহয়। যি নাজানি কৰ্ম্ম (যজ্ঞ) কৰে তাৰ বন্ধন হয়।]

**সহযজ্ঞাঃ প্ৰজাঃ সৃষ্ট্বা পুৰোবাচ প্ৰজাপতিঃ।**
**অনেন প্ৰসবিষ্যধ্বমেষ বোঽস্ত্বিষ্টকামধুক্ ॥১০**

১০। অন্বয়—পুৰা [পূৰ্ব্বে, সৃষ্টিৰ আদিতে] প্ৰজাপতিঃ [ব্ৰহ্মাই] সহযজ্ঞাঃ [যজ্ঞৰ সৈতে বৰ্ত্তমান] প্ৰজাঃ [প্ৰজাসকল] সৃষ্ট্বা [সৃষ্টি কৰি] উবাচ [ক'লে]—অনেন [এই যজ্ঞ বা পৰস্পৰৰ ত্যাগৰ দ্বাৰা] প্ৰসবিষ্যধ্বম্ [বৃদ্ধি প্ৰাপ্ত হোৱা]। এষঃ [এই যজ্ঞই] বঃ [তোমালোকৰ] ইষ্টকামধুক্ অস্তু [মঙ্গল আৰু ভোগপ্ৰদ হওক] ॥১০

১০। ভাঙনি—ওপৰৰ শ্লোকত আচল সত্যটি ক'লে, তাকে এতিয়া ব্ৰহ্মাৰ কথাৰে সমৰ্থন কৰিছে। যথা—

"পূৰ্ব্বে ব্ৰহ্মাই যজ্ঞৰ (কৰ্ম্মৰ) লগতে জীৱ সৃষ্টি কৰি কলে—তোমালোক পৰস্পৰৰ কৰ্ম্মদ্বাৰা বৃদ্ধি-প্ৰাপ্ত হবা আৰু এইদৰেই তোমালোকৰ মঙ্গল হ'ব আৰু ভোগ সাধন হব" ॥১০

**দেৱান্ ভাবয়তানেন তে দেৱা ভাবয়ন্তু বঃ।**
**পৰস্পৰং ভাবয়ন্তঃ শ্ৰেয়ঃ পৰমবাপ্স্যথ ॥১১**

১১। অন্বয়—অনেন [এই যজ্ঞ (কৰ্ম্ম) দ্বাৰা] দেৱান্ [দেৱতা সকলক] ভাবয়ত [পৰিতুষ্ট বা বৰ্দ্ধিত কৰিবাইক]; তে দেৱাঃ [দেৱতাসকলেও] বঃ [তোমালোকক] ভাবয়ন্তু [বৰ্দ্ধিত কৰক]; (এইদৰে) পৰস্পৰং ভাবয়ন্তঃ [পৰস্পৰে পৰস্পৰৰ বৃদ্ধি কৰি] পৰং শ্ৰেয়ঃ অবাপ্স্যথ [পৰম কল্যাণ লাভ কৰিবাইক] ॥১১

১১। ভাঙনি—এই যজ্ঞৰ দ্বাৰা দেৱতাসকলক পৰিতুষ্ট কৰিবা; দেৱতাসকলেও তোমালোকক বৰ্দ্ধিত কৰক, এইদৰে পৰস্পৰে পৰস্পৰক বৃদ্ধি কৰি পৰম কল্যাণ লাভ কৰিবাহঁক ॥১১

**ইষ্টান্ ভোগান্ হি বো দেৱা দাস্যন্তে যজ্ঞ ভাবিতাঃ।**
**তৈৰ্দত্তানপ্ৰদায়েভ্যো যো ভুঙ্ক্তে স্তেন এব সঃ ॥১২**

১২। অন্বয়—দেৱাঃ [দেৱতা সকলে] যজ্ঞ ভাবিতাঃ [যজ্ঞৰ দ্বাৰা সংবৰ্দ্ধিত হৈ] ইষ্টান্ ভোগান্ [অভীষ্ট ভোগ] বঃ দাস্যন্তে হি [তোমালোকক দিব]। তৈঃ দত্তান্ [তেওঁবিলাকৰ প্ৰদত্ত] (ভোগ্য) এভ্যঃ অপ্ৰদায় [তেওঁবিলাকক নিদি] যঃ ভুঙ্ক্তে [যি ভোগ কৰে] সঃ স্তেনঃ এব [সি নিশ্চয় চোৰ] ॥১২

১২। ভাঙনি—দেৱতাসকলে এই জগৎ পৰিচালন কৰিছে। তেওঁবিলাকৰ অনুগ্ৰহত আমি সকলো শক্তি সম্পদ লাভ কৰিছো। দেৱতা আৰু মানুহৰ—পৰস্পৰৰ আদান-প্ৰদানৰ দ্বাৰা এই জগৎ প্ৰবৰ্ত্তিছে। যি দেৱতাসকলৰ সকলো দান কেৱল নিজৰ ক্ষুদ্ৰ স্বাৰ্থৰ নিমিত্তে গ্ৰহণ কৰে, সি দত্তাপহাৰী চোৰ ॥১২

**যজ্ঞশিষ্টাশিনঃ সন্তো মুচ্যন্তে সৰ্ব্বকিল্বিষৈঃ।**
**ভুঞ্জতে তে ত্বঘং পাপা যে পচন্ত্যাত্মকাৰণাৎ ॥১৩**

১৩। অন্বয়—যজ্ঞশিষ্টাশিনঃ [যজ্ঞাবশেষ অন্নভোজী] সন্তঃ [সাধু] সৰ্ব্বকিল্বিষৈঃ মুচ্যন্তে [সকলো পাপৰ পৰা মুক্ত হয়]। তু [কিন্তু] যে আত্মকাৰণাৎ পচান্ত [যি কেৱল নিজৰ নিমিত্তে অন্ন পাক কৰে] তে পাপাঃ [সেই পাপিষ্ঠবোৰে] অঘং ভুঞ্জতে [পাপ ভোজন কৰে] ॥১৩

১৩। ভাঙনি—যজ্ঞাবশিষ্ট অন্ন যি ভোজন কৰে, তাৰ সকলো পাপ ধ্বংস হয়। যি কেৱল নিজৰ নিমিত্তে পাক কৰে, সেই পাপিষ্ঠজনে পাপহে ভোজন কৰে ॥১৩

**অন্নাদ্ভবন্তি ভূতানি পৰ্জ্জন্যাদন্নসম্ভবঃ।**
**যজ্ঞাদ্ভবতি পৰ্জ্জন্যো যজ্ঞঃ কৰ্ম্মসমুদ্ভবঃ ॥১৪**

১৪। অন্বয়—ভূতানি [প্ৰাণীদেহ] অন্নাৎ ভবন্তি [অন্নৰ পৰা হয় (স্থুল-দেহ অন্ন-ময়)]; পৰ্জ্জন্যাৎ অন্নসম্ভবঃ [অন্ন মেঘৰ পৰা উৎপন্ন হয়।] পৰ্জ্জন্যঃ [মেঘ] যজ্ঞাৎ ভৱতি [যজ্ঞৰ পৰা উৎপন্ন হয়] যজ্ঞঃ [যজ্ঞ] কৰ্ম সমুদ্ভবঃ [কৰ্ম্মৰ পৰা উৎপন্ন হয়] ॥১৪

১৪। ভাঙনি—প্ৰাণী অন্নৰ পৰা, অন্ন মেঘৰ পৰা, মেঘ যজ্ঞৰ পৰা, যজ্ঞ আকৌ কৰ্ম্মৰ পৰা উৎপন্ন হয় ॥১৪

[এই শ্লোকত আৰু তলৰ দুটা শ্লোকত স্থুল দৃষ্টান্ত দি বুজাইছে, কেনেকৈ এই জগৎ-চক্ৰ প্ৰাণীবোৰৰ পৰস্পৰৰ আদান-প্ৰদানৰ পৰাই চলিছে। আৰু কৈছে যে এই জগতৰ মূলত ব্ৰহ্মৰ বাহিৰে একো নাই। ব্ৰহ্মৰ পৰা জগৎ আবিৰ্ভূত হ'ল আকৌ সেই ব্ৰহ্মলৈকে ঘূৰি গ'ল। এয়ে এটি চক্ৰ। মহাভাৰতৰ শান্তি-পৰ্ব্বতো আছে: "অনুযজ্ঞং জগৎ সৰ্ব্বং যজ্ঞশ্চানুজগৎ সদা"; এই জগৎ যজ্ঞৰ পৰা হৈছে, আকৌ যজ্ঞ জগতৰ পৰা হৈছে। সাধাৰণ ভাবেও আমি বুজিব পাৰোঁ যে এনে অন্যোন্যাশ্ৰয়ী সম্বন্ধই জগতৰ মূল তত্ত্ব—যেনে, আমাৰ কৰ্ম্মৰ পৰা অন্নৰ উৎপত্তি হয়। মেঘৰ পৰা পানী, পানীৰ পৰা মেঘ। গছৰ পৰা গুটি, গুটিৰ পৰা গছ। ভাৱৰ পৰা শক্তি, শক্তিৰ পৰা ভাব। এইদৰে ভাবি নিলে সহজে

বুজিব পাৰি যে এই জগৎ এটি যন্ত্ৰ, প্ৰাণীৰ পৰস্পৰৰ আদান প্ৰদানৰ পৰা ই প্ৰবৰ্ত্তিছে।

**কৰ্ম্ম ব্ৰহ্মোদ্ভবং বিদ্ধি ব্ৰহ্মাক্ষৰসমুদ্ভবং।**
**তস্মাৎ সৰ্ব্বগতং ব্ৰহ্ম নিত্যং যজ্ঞে প্ৰতিষ্ঠিতম্ ॥১৫**

১৫। অন্বয়—কৰ্ম্ম [কৰ্ম্মক] ব্ৰহ্মোদ্ভবং বিদ্ধি [ব্ৰহ্মৰ পৰা অৰ্থাৎ প্ৰকৃতিৰ পৰা উৎপন্ন হোৱা বুলি জানিবা] ব্ৰহ্ম অক্ষৰ সমুদ্ভবং [সেই প্ৰকৃতি অক্ষৰ ব্ৰহ্মৰ শক্তি] তস্মাৎ [সেই বাবে] সৰ্ব্বগতং ব্ৰহ্ম [সৰ্ব্বব্যাপী প্ৰকৃতি] নিত্যং [সদায়] যজ্ঞে প্ৰতিষ্ঠিতম্ [যজ্ঞত প্ৰতিষ্ঠিত আছে অৰ্থাৎ পৰস্পৰৰ মঙ্গলাৰ্থে কৃত কৰ্ম্ম (যজ্ঞ) প্ৰকৃতিয়ে কৰাইছে] ॥১৫

১৫। ভাঙনি—প্ৰকৃতিৰ পৰা সকলো কৰ্ম্মৰ উৎপত্তি। সেই প্ৰকৃতি অক্ষৰ ব্ৰহ্মৰ শক্তি। সেইবাবে পৰস্পৰৰ মঙ্গলাৰ্থে প্ৰাণীযে কৰা সকলো কৰ্ম্ম (যজ্ঞ) সদায় সৰ্ব্বব্যাপী প্ৰকৃতিয়ে কৰাইছে বুলি জানিবা ॥১৫

[এই শ্লোকত ব্ৰহ্ম মানে সগুণ ব্ৰহ্ম বা বেদ বুলি ধৰি টীকাকাৰ সকলে নানা ভাবে অৰ্থ কৰিছে। কিন্তু ইয়াত 'ব্ৰহ্ম' মানে প্ৰকৃতি বুলি ধৰিলেহে, ইয়াৰ অৰ্থ গীতাৰ মূল শিক্ষাৰ লগত খাপ্ খাই পৰে। গীতাত 'প্ৰকৃতিৰ' ঠাইত ব্ৰহ্ম আৰু ব্ৰহ্মৰ ঠাইত 'প্ৰকৃতি' বুলিলে একো ভুল নহয় (১৫ অধ্যায় চাওক)। গৌড়পাদেও কৈছে যে প্ৰকৃতি আৰু ব্ৰহ্ম একে পৰ্য্যায়ৰ শব্দ (সাংখ্য ২২ কাৰিকা, গৌড়পাদ ভাষ্য)। এই শ্লোকত গীতাই বুজাইছে যে প্ৰকৃতিৰ বশত অবশ হৈ প্ৰাণীয়ে পৰস্পৰৰ মঙ্গলৰ বাবে কৰ্ম্ম (যজ্ঞ) কৰিছে আৰু এই কৰ্ম্মৰ দ্বাৰা জগৎ-যন্ত্ৰ প্ৰবৰ্ত্তিছে।

[শ্ৰদ্ধেয় লক্ষ্মী নাৰায়ণ শাস্ত্ৰীৰ গীতা ২৬ পৃ আৰু ১৪৯ পৃ]

**এবং প্ৰবৰ্ত্তিতং চক্ৰং নানুবৰ্ত্তয়তীহ যঃ।**
**অঘায়ুৰিন্দ্ৰিয়াৰামো মোঘং পাৰ্থ স জীৱতি ॥১৬**

১৬। অন্বয়—পাৰ্থ [হে অৰ্জ্জুন] যঃ [যি] এবং [এইদৰে] প্ৰবৰ্ত্তিতং [নিয়মাধীন] চক্ৰং [জগচ্চক্ৰ] ইহ [সংসাৰত] ন অনুবৰ্ত্ততে [অনুসৰণ নকৰে, অৰ্থাৎ নুবুজে আৰু সেইমতে নচলে] সঃ অঘায়ুঃ ইন্দ্ৰিয়াৰামঃ [সেই পাপীষ্ঠ আৰু ইন্দ্ৰিয়াসক্ত মানুহে] মোঘং [বৃথা] জীৱতি [জীৱন ধাৰণ কৰে।] ॥১৬

১৬। ভাঙনি—ওপৰত কোৱা এই নিয়মাধীন জগচ্চক্ৰটি যি নুবুজে আৰু অনুসৰণ নকৰে, সি অজ্ঞানী পুৰুষ তাৰ জীৱনেই বৃথা ॥১৬

[কিন্তু যি পুৰুষে এই জগচ্চক্ৰৰ সত্যটি উপলব্ধি কৰে, তেওঁ আত্মজ্ঞানী পুৰুষ; তেওঁ আত্মতৃপ্ত, তেওঁৰ কৰিবলগীয়া আৰু একো নাই। এই কথা তলৰ শ্লোক দুটাত কৈছে।]

একেবাৰে উপলব্ধি কৰিব নোৱাৰিলেও এই জগৎ চক্ৰৰ সত্যটি যি বিশ্বাস কৰে তেওঁ কোনো কৰ্ম্মত আসক্ত হব নোৱাৰে, কোনো কৰ্ম্ম ফলত তেওঁৰ স্পৃহা নেথাকে। তেওঁ অনাসক্ত ভাৱে কৰ্ম্ম কৰি শেহত আত্মজ্ঞান লাভ কৰে। এই কথা তলৰ ১৯শ শ্লোকত কৈছে,

এনে বিশ্বাসেৰে কৰ্ম্ম কৰাই আচল গীতোক্ত 'কৰ্ম্ম-যোগ' বা শুদা 'যোগ', এনে বিশ্বাস নহলে 'কৰ্ম্মযোগ' হব নোৱাৰে।]

**যস্ত্বাত্মৰতিৰেব স্যাদাত্মতৃপ্তশ্চ মানবঃ।**
**আত্মন্যেৱ চ সন্তুষ্টস্তস্য কাৰ্য্যং ন বিদ্যতে ॥১৭**

১৭। অন্বয়—তু [কিন্তু ইপোনে, জগচ্চক্ৰ বুজা মানুহৰ কথা ক'বলৈ হ'লে] যঃ মানবঃ [যি মানুহ] আত্মৰতিঃ [আত্মাতেই অনুৰক্ত] আত্মতৃপ্তঃ [আত্মাতেই পৰিতৃপ্ত] আত্মনি এব সন্তুষ্টঃ [আত্মাতেই সন্তুষ্ট] স্যাৎ [হয়] তস্য [তেওঁৰ] কাৰ্য্যং [কৰণীয়] ন বিদ্যতে [নাই] ॥১৭

১৭। ভাঙনি—কিন্তু (জগচক্ৰ বুজা মানুহৰ কথা কবলৈ হ'লে) যাৰ আত্মাতেই ৰতি, আত্মাতেই তৃপ্তি, যি আত্মাতেই সন্তুষ্ট (অৰ্থাৎ যি আনন্দৰ নিমিত্তে বাহিৰৰ কোনো বস্তুৰ অপেক্ষা কৰিব নালাগে)—এনে আত্মজ্ঞ (জগচক্ৰ উপলব্ধি কৰা) মানুহৰ কোনো কৰ্ত্তব্য কৰ্ম্ম নাই ॥১৭

[এনে মানুহে আনন্দৰ বাবে বাহিৰৰ বিষয় বিচাৰি ফুৰিব নালাগে। তেওঁ বিলাকৰ আনন্দ ভিতৰৰ পৰা ওলায়। (বেদান্ত দৰ্শন চাওক)। ই যে কি আনন্দ আমি বুজিব নোৱাৰোঁ। তলত কব যে ই "ব্ৰহ্মসংস্পৰ্শজ" আনন্দ।]

**নৈব তস্য কৃতেনাৰ্থো নাকৃতেনেহ কশ্চন।**
**ন চাস্য সৰ্ব্বভূতেষু কশ্চিদৰ্থব্যপাশ্ৰয়ঃ ॥১৮**

১৮। অন্বয়—তস্য [এনে আত্মজ্ঞ পুৰুষৰ] ইহ [সংসাৰত] কৃতেন [কৰ্ম্ম অনুষ্ঠানৰ দ্বাৰা] অৰ্থঃ [প্ৰয়োজন] ন এব [একো নাই]; চ [আৰু] নাকৃতেন কশ্চন [কৰ্ম্ম নকৰিলেও একো নাই]; সৰ্ব্বভূতেষু [কোনো প্ৰাণীৰ লগত] অস্য [এনে পুৰুষৰ] কশ্চিৎ [কোনো] অৰ্থ ব্যপাশ্ৰয়ঃ [প্ৰয়োজন সম্বন্ধ] ন [নাই] ॥১৮

১৮। ভাঙনি—এনে আত্মজ্ঞানী পুৰুষৰ সংসাৰত কৰিবলৈ একো নাই; নকৰিলেও ক্ষতি নাই। তেওঁ কাৰো আশ্ৰয়ো ল'ব নালাগে ।।১৮

**তস্মাদসক্তঃ সততং কাৰ্য্যং কৰ্ম্ম সমাচৰ।**
**অসক্তো হ্যাচৰন্ কৰ্ম্ম পৰমাপ্নোতি পুৰুষঃ ।।১৯**

১৯। অন্বয়—তস্মাৎ [অতএব—অৰ্থাৎ তুমি যেতিয়া আত্মতৃপ্ত অৱস্থা পোৱা নাই] অসক্তঃ [অনাসক্ত হৈ] সততং [সদায়] কাৰ্য্যং কৰ্ম্ম [কৰণীয় কৰ্ম্ম] সমাচৰ [আচৰণ কৰা]; হি [কাৰণ] পুৰুষঃ [মানুহে] অসক্তঃ কৰ্ম্ম আচৰন্ [অনাসক্ত হৈ কৰ্ম্ম কৰি] পৰম্ আপ্নোতি [মোক্ষ ৰূপ পৰম শ্ৰেয়ঃ লাভ কৰে] ।।১৯

১৯। ভাঙনি—হে অৰ্জ্জুন। তুমি যেতিয়া আত্মতৃপ্ত অৱস্থা লাভ কৰা নাই, (ওপৰৰ সত্যটি বুজি অৰ্থাৎ জগতৰ একত্ব আৰু যজ্ঞৰ তাৎপৰ্য্য বুজি) অনাসক্ত হৈ কৰণীয় কৰ্ম্ম কৰাঁ। কাৰণ এইদৰে (অনাসক্ত হৈ) কৰ্ম্ম কৰিহে মানুহে মোক্ষ লাভ কৰিব পাৰে ।।১৯

ওপৰত কোৱা হৈছে যে এয়ে আচল নিষ্কাম কৰ্ম্মযোগ। 'অনাসক্ত হৈ কৰ্ম্ম কৰা'—এই কথাযাৰৰ মানেই এই যে 'জগচ্চক্ৰৰ আৰু 'যজ্ঞৰ' আচল তাৎপৰ্য্য বুজি কৰ্ম্ম কৰাঁ'—এয়ে নহলে 'অনাসক্ত কৰ্ম্ম' এটা অৰ্থহীন কথা। (২য় অধ্যায়ৰ শেহত চাওক) আত্মাৰ বিষয় যথাৰ্থ জ্ঞান নহলে 'অনাসক্ত কৰ্ম্ম' হব নোৱাৰে (৩।৫ শ্লোকৰ ভাঙনি চাওক)।

**কৰ্ম্মণৈৱ হি সংসিদ্ধিমাস্থিতা জনকাদয়ঃ।**
**লোকসংগ্ৰহমেবাপি সংপশ্যন্ কৰ্ত্তুমৰ্হসি ।।২০**

২০। অন্বয়—জনকাদয়ঃ [জনকাদি মহাপুৰুষ সকলে] কৰ্ম্মণা এব হি [কৰ্ম্মৰ পৰাহে] সং সিদ্ধিং [সম্পূৰ্ণ সিদ্ধি] আস্থিতাঃ [লাভ কৰিছিল] লোকসংগ্ৰহম্ এব অপি [মানুহক অসৎ মাৰ্গৰ পৰা, দৃষ্টান্ত দ্বাৰা ধৰ্ম্ম মাৰ্গত প্ৰবৃত্তি দিয়াৰ প্ৰতি] সংপশ্যন্ [দৃষ্টি ৰাখিও] কৰ্ম্ম কৰ্ত্তুম্ অৰ্হসি [তোমাৰ কৰ্ম্ম কৰা উচিত] ।।২০

২০। ভাঙনি—হে অৰ্জ্জুন তুমি যদি জগচ্চক্ৰ বুজিছা কিন্তু ভালকৈ উপলব্ধি কৰা নাই, তেনেহ'লেতো তুমি (ওপৰত কোৱা দৰে) অনাসক্ত ভাবে কৰ্ম্ম কৰিবই লাগিব—যেতিয়ালৈকে উপলব্ধি নহয়। কিন্তু যদি এই সত্য উপলব্ধি কৰি তুমি একেবাৰে আত্মজ্ঞানী হ'লা, তেতিয়া হ'লেও (যদিও তোমাৰ কৰিবলৈ একো নাই, তথাপি) জনকাদি ৰাজৰ্ষি সকলৰ দৰে তুমি কেৱল লোক শিক্ষাৰ বাবে কৰ্ম্ম কৰাঁ। তেওঁবিলাকে এইদৰে কৰ্ম্ম কৰিহে সিদ্ধি লাভ কৰিছিল ।।২০

[লোক সংগ্ৰহম্—লোকস্য সংগ্ৰহম্, স্বধৰ্ম্মে প্ৰবৰ্ত্তনম্]

**যদ্ যদাচৰতি শ্ৰেষ্ঠস্তত্তদেবেতৰো জনঃ।**
**স যৎ প্ৰমাণং কুৰুতে লোকস্তদনুবৰ্ত্ততে ।।২১**

২১। অন্বয়—শ্ৰেষ্ঠঃ জনঃ [শ্ৰেষ্ঠ জনে] যৎ যৎ আচৰতি [যেনে আচৰণ কৰে] তৎ তৎ এব ইতৰঃ [ইতৰ জনেও তাকেহে কৰে]; সঃ [সেই শ্ৰেষ্ঠ জনে] যৎ প্ৰমাণং কুৰুতে [যি আদৰ্শ দেখুৱায়] লোকঃ [ইতৰ জনেও] তৎ অনুবৰ্ত্ততে [তাকে অনুসৰণ কৰে] ।।২১

২১। ভাঙনি—শ্ৰেষ্ঠ মানুহে নিজৰ কামৰ দ্বাৰা যি আদৰ্শ দেখুৱায়, সাধাৰণ মানুহে তাকে অনুসৰণ কৰে ।।২১

**ন মে পাৰ্থাস্তি কৰ্ত্তব্যং ত্ৰিষু লোকেষু কিঞ্চন।**
**নানবাপ্তমবাপ্তব্যং বৰ্ত্ত এব চ কৰ্ম্মণি ।।২২**

২২। অন্বয়—পাৰ্থ [হে অৰ্জ্জুন!] ত্ৰিষু লোকেষু [ত্ৰিলোকত] মে [মোৰ] কিঞ্চন কৰ্ত্তব্যং ন অস্তি [কোনো কৰ্ত্তব্য নাই] অনবাপ্তম্ [অপ্ৰাপ্ত] অবাপ্তব্যং [প্ৰাপ্তব্য] ন [নাই] (তথাপি মই) কৰ্ম্মণি এব চ বৰ্ত্তে [কৰ্ম্মতে প্ৰবৃতত আছো] ।।২২

২২। ভাঙনি—হে অৰ্জ্জুন! তিনিও লোকত মই কৰিবলগীয়া কাম একো নাই; কাৰণ মোৰ অপ্ৰাপ্ত বা প্ৰাপণীয় একো নাই; মই আপ্ত-কাম। তথাপি মই কৰ্ম্মতেই প্ৰবৃত্ত ।।২২

**যদি হ্যহং ন বৰ্ত্তেয়ং জাতু কৰ্ম্মণ্যতন্দ্ৰিতঃ।**
**মম বৰ্ত্মানুবৰ্ত্তন্তে মনুষ্যাঃ পাৰ্থ সৰ্ব্বশঃ ।।২৩**

২৩। অন্বয়—পাৰ্থ [হে অৰ্জ্জুন!] যদি অহং [যদি মই] জাতু [কদাচিৎ] অতন্দ্ৰিতঃ [অনলস হৈ] কৰ্ম্মণি [কৰ্ম্মত] ন বৰ্ত্তেয়ম্ [নিযুক্ত নেথাকোঁ] (তেতিয়াহ'লে) মনুষ্যাঃ [সকলো মানুহে] মম বৰ্ত্ম হি [মোৰ (প্ৰদৰ্শিত) পথ হে] সৰ্ব্বশঃ [সকলো ৰকমে] অনুবৰ্ত্তন্তে [অনুসৰণ কৰিব] ।।২৩

২৩। ভাঙনি—হে অৰ্জ্জুন! মই যদি এলাহ কৰি কৰ্ম্মৰ পৰা কেতিয়াবা বিৰত হওঁ, তেনেহ'লে মানুহে সৰ্ব্বপ্ৰকাৰে মোৰ প্ৰদৰ্শিত পথৰহে অনুসৰণ কৰিব ।।২৩

**উৎসীদেয়ুৰিমে লোকা ন কুৰ্য্যাং কৰ্ম্ম চেদহম্।**
**সঙ্কৰস্য চ কৰ্ত্তা স্যামুপহন্যামিমাঃ প্ৰজাঃ ॥২৪**

২৪। অন্বয়—চেৎ [যদি] অহং কৰ্ম্ম ন কুৰ্য্যান্ [মই কৰ্ম্ম নকৰোঁ] (তহি) ইমে লোকাঃ উৎসীদেয়ুঃ [এই লোক সকল উৎসন্ন হ'ব] সঙ্কৰস্য চ [মই সঙ্কৰৰ অৰ্থাৎ বিশৃঙ্খলাৰ] কৰ্ত্তা স্যাম্ [কাৰণ হ'ম]; (বিশৃঙ্খলা হ'লে) ইমাঃ প্ৰজাঃ উপহন্যাম্ [এই সকলো প্ৰজাকে বিনাশ কৰিম—অৰ্থাৎ বিনাশৰ কাৰণ হ'ম] ॥২৪

২৪। ভাঙনি—অৰ্জ্জুন! (মোৰ নিজৰ একো প্ৰয়োজন নাই বুলি) যদি মই কৰ্ম্ম নকৰো, তেন্তে সকলো লোক উৎসন্ন হ'ব। মই সঙ্কৰৰ অৰ্থাৎ জগতৰ সকলো ৰকম বিশৃঙ্খলাৰ কাৰণ হ'ম আৰু সেইবাবেই সকলো প্ৰজাৰ বিনাশৰ কাৰণ হ'ম] ॥২৪

['সঙ্কৰ' মানে ভট্টদেৱে বৰ্ণসঙ্কৰ বুলি ধৰিছে। 'সঙ্কৰ' শব্দৰ আচল অৰ্থ বিশৃঙ্খলা (disorganisation)। এই অৰ্থ গ্ৰহণ কৰিলেহে অৰ্থটো পৰিষ্কাৰ হয়। এই জগচ্চক্ৰ শৃঙ্খলাবদ্ধ নিয়মৰ অধীন। ঈশ্বৰ ইয়াৰ আধাৰ। তেওঁ কাম নকৰিলে সকলো বিশৃঙ্খল হ'ব, জগৎ ধ্বংস হ'ব। (সাংখ্য-দৰ্শন চাওক। পুৰুষৰ অস্তিত্বৰ বিষয়ে এযে সাংখ্যৰ প্ৰধান যুক্তি)]।

**সক্তাঃ কৰ্ম্মণ্যবিদ্বাংসো যথা কুৰ্ব্বন্তি ভাৰত।**
**কুৰ্য্যাদ্বিদ্বাংস্তথাসক্তশ্চিকীৰ্ষুৰ্লোকসংগ্ৰহম্ ॥২৫**

২৫। অন্বয়—ভাৰত [হে অৰ্জ্জুন!] অবিদ্বাংসঃ [অজ্ঞানী জনে] কৰ্ম্মণি সক্তাঃ [কৰ্ম্মত আসক্ত হৈ] যথা কুৰ্ব্বন্তি [যেনেকৈ কৰে] বিদ্বান্ [জ্ঞানীজনে] লোক সংগ্ৰহং [লোক ৰক্ষা—অৰ্থাৎ ধৰ্ম্ম পথলৈ আনি মানুহক প্ৰবৰ্ত্তাবলৈ] চিকীৰ্ষুঃ [ইচ্ছা কৰি] অসক্তঃ [অনাসক্ত ভাবে] তথা কৰ্ম্ম কুৰ্য্যাৎ [সেইদৰে কৰ্ম্ম কৰা উচিত] ॥২৫

২৫। ভাঙনি—হে অৰ্জ্জুন! অজ্ঞানী মানুহে কৰ্ম্মাসক্ত হৈ যি দৰে কাম কৰে, মানুহক ধৰ্ম্ম পথলৈ আনি প্ৰবৰ্ত্তাবলৈ জ্ঞানীজনেও অনাসক্ত ভাবে ঠিক সেইদৰেই কাম কৰা উচিত ॥২৫

**ন বুদ্ধিভেদং জনয়েদজ্ঞানাং কৰ্ম্মসঙ্গিনাম্।**
***যোজয়েৎ সৰ্ব্বকৰ্ম্মাণি বিদ্বান্ যুক্তঃ সমাচৰন্ ॥২৬**

২৬। অন্বয়—অজ্ঞানাং কৰ্ম্মসঙ্গিনাং [কৰ্ম্মত আসক্ত অজ্ঞানবোৰৰ] বুদ্ধিভেদং ন জনয়েৎ [বুদ্ধি ভেদ জন্মাব নেলাগে]; বিদ্বান্ [জ্ঞানীয়ে] যুক্তঃ [ভগবানৰ চিন্তাত যোগ-যুক্ত হৈ] সৰ্ব্ব কৰ্ম্মাণি সমাচৰন [যাবদীয় কৰ্ম্মৰ সম্যক্ অনুষ্ঠান কৰি] যোজয়েৎ [প্ৰবৰ্ত্তাব] ॥২৬

২৬। ভাঙনি—"কদাচিতো অকৰ্ত্তাত্মবোধে অজ্ঞানীৰ বুদ্ধিভেদ নকৰিব। কিন্তু আপুনি আচৰি তাকো কৰাইব। বুদ্ধিভেদ কৰিলে কৰ্ম্মতো শ্ৰদ্ধা এৰিব, জ্ঞানো নলভিব, উভয়ে ভ্ৰংশ হুয়া নষ্ট হৈব"।—[ভট্টদেৱ] ॥২৬

পুৰাণেও কৈছে —

অজ্ঞস্যাৰ্দ্ধপ্ৰবুদ্ধস্য সৰ্ব্বং ব্ৰহ্মেতি যোবদেৎ।
মহানিৰয়জালেষু স তেন বিনিযোজিতঃ ॥
(ওপৰত ৩।৫ শ্লোকৰ ভাঙনি চাওক।)

**প্ৰকৃতেঃ ক্ৰিয়মাণানি গুণৈঃ কৰ্ম্মাণি সৰ্ব্বশঃ।**
**অহঙ্কাৰবিমূঢ়াত্মা কৰ্ত্তাহমিতি মন্যতে ॥২৭**

২৭। অন্বয়—প্ৰকৃতেঃ গুণৈঃ [ভগবৎ শক্তি প্ৰকৃতিৰ ক্ৰিয়াৰ দ্বাৰা] কৰ্ম্মাণি ক্ৰিয়মাণানি [সকলো কৰ্ম্মকৃত হৈছে], (কিন্তু) অহঙ্কাৰ বিমূঢ়াত্মা ['অহং' ভাবত মুগ্ধ মানুহে] 'অহং কৰ্ত্তা' ইতি মন্যতে ['মই কৰ্ত্তা'—এই বুলি ভাবে] ॥২৭

২৭। ভাঙনি—সাংখ্য আৰু গীতাৰ প্ৰধান শিক্ষা এই শ্লোকটি। ইয়াৰ আমি পাতনিত বাহুল্য ভাবে আলোচনা কৰিছো। প্ৰকৃতিৰ ক্ৰিয়াৰ (অৰ্থাৎ গুণৰ) নিয়মৰ সমষ্টিকে আমি স্বভাৱ বোলোঁ। এই স্বভাৱে বা সংস্কাৰে আমাক কাম কৰায় আৰু আমি ভাবোঁ যে আমি নিজে কৰোঁ ॥২৭

(ওপৰত ৩।৫ শ্লোকৰ ভাঙনি চাওক)

**তত্ত্ববিত্তু মহাবাহো গুণকৰ্ম্মবিভাগয়োঃ।**
**গুণা গুণেষু বৰ্ত্তন্ত ইতি মত্বা ন সজ্জতে ॥২৮**

২৮। অন্বয়—তু [কিন্তু] মহাবাহো! [হে অৰ্জ্জুন!] গুণকৰ্ম্মবিভাগয়োঃ তত্ত্ববিৎ [গুণ] আৰু কৰ্ম্মৰ প্ৰকৃত তত্ত্ব বুজা সকলে] গুণাঃ গুণেষু বৰ্ত্তন্তে [সকলো গুণ গুণতে আছে] ইতি মত্বা [এইটো জানি] ন সজ্জতে [আসক্তিবদ্ধ নহয়] ॥২৮

২৮। ভাঙনি—কিন্তু, শুনা অৰ্জ্জুন, গুণ আৰু কৰ্ম্মৰ প্ৰকৃত তত্ত্ব বুজা পণ্ডিত সকলে, অৰ্থাৎ যি বুজে যে সকলো ৰকম কৰ্ম্ম বা ভাবৰ মূলত গুণবোৰ হে আৰু গুণৰ বাহিৰে কোনো কৰ্ত্তা নাই—এনে জ্ঞানীয়ে "সকলো গুণ গুণতে আছে" এই বুলি জানি কোনো কথাতে আসক্ত নহয় ॥২৮

---

* যোজয়েৎ ইতি পাঠান্তৰ।

[কোনো কোনো টীকাকাৰে "গুণা গুণেষু বৰ্ত্তন্তে" এই কথাষাৰৰ অৰ্থ এইদৰে কৰে; "গুণাঃ ইন্দ্ৰিয়াণি গুণেষু বিষয়েষু বৰ্ত্তন্তে"; অৰ্থাৎ ইন্দ্ৰিয়বোৰৰ বিষয়ৰ লগত সম্বন্ধ আছে। এইদৰে অৰ্থ কৰা বাবে তেওঁবিলাকে এই শ্লোকৰ অতি টানিটুনিহে অৰ্থ কৰিব পাৰিছে। কিন্তু গৌড়পাদে গীতাৰ এই শ্লোকটিৰ অতি সুন্দৰ অৰ্থ কৰি সাংখ্য-দৰ্শনৰ লগত মিলাই দেখুৱাইছে। (সাংখ্যৰ ২৭ আৰু ১২ কাৰিকাৰ গৌড়পাদ-ভাষ্য আৰু সাংখ্য-দৰ্শন চাওক) গৌড়পাদে কয় যে বহিৰ্জ্জগৎ আৰু অন্তৰ্জ্জগৎ গোটাই এটা যন্ত্ৰ (পাতনি চাওক)। ইয়াৰ (এই যন্ত্ৰৰ) সকলো পৰিণামৰ বা নানাত্বৰ মূলত এই গুণবোৰ—ইইঁতৰ বাহিৰে আৰু একো নাই। জগচ্চক্ৰৰ সকলো কাৰ্য্য গুণে কৰিছে। গুণৰ বাহিৰে জগতত কোনো কৰ্ত্তা নাই। কিন্তু বহিৰ্জ্জগতৰ আৰু অন্তৰ্জ্জগতৰ নানাত্বৰ অচ্ছেদ্য সম্পৰ্ক আছে, সামঞ্জস্য আছে; যেনে, জীৱ মাতৃগৰ্ভত থাকোতেই ইন্দ্ৰিয়াদি অঙ্গৰ হ'ল। চকু মানুহক ওপৰলৈ চাবলৈ লাগিব। সেই বাবে সি মাতৃগৰ্ভত থাকোতেই উচ্চস্থান ললে। বাকী ইন্দ্ৰিবোৰেও সেইদৰেই সুকলমে কাম কৰিব পৰাকৈ যথাস্থানত ঠাই ললে। কেনেকৈ এইদৰে হ'ল? আকৌ গাইজনীয় ঘাঁহ খায়। ঘাঁহৰ পৰিণাম হৈ তাইৰ তেজ মঙহ আদি হয়। কিন্তু যেতিয়া পোৱালী জগে তেতিয়া সেই ঘাঁহৰে এক অংশ গাখীৰ হয়। আকৌ পোৱালী ডাঙৰ হলে গাখীৰ আপোনা আপুনি বন্ধ হয়। এই বিষয় গাইজনীৰ একো স্বাধীনতা নাই। গুণবোৰে বা স্বভাৱে তাইৰ শৰীৰ এনেভাবে নিৰ্ম্মাণ কৰিলে যে গাখীৰ যেতিয়া লাগে (পোৱালী জগিলে) তেতিয়া আপোনা-আপুনি ওলাব, যেতিয়া নেলাগে (পোৱালী ডাঙৰ হ'লে) তেতিয়া আপোনা-আপুনি বন্ধ হব।

স্বভাৱতে এনেবোৰ কাৰ্য্য যন্ত্ৰত হোৱাৰ দৰে কেনেকৈ হয়? গুণবোৰ চেতন নে কি, যে ভাবি চিন্তি আগ-পিচ চাই কাৰ্য্য কৰে? গৌড়পাদে কয় যে গুণবোৰতে সকলো গুণ আছে [গুণাগুণেষু বৰ্ত্তন্তে]। গুণৰ পৰিণামৰ লগে লগে বৃত্তি আৰু বিষয় দুইবো উৎপত্তি হয়। "গুণস্য যা বৃত্তিঃ সা গুণ বিষয়া" এয়ে ঈশ্বৰৰ সৃষ্টি—এয়ে স্বভাৱ (Nature)—য'ত গুণৰ ক্ৰিয়াৰ বাহিৰে আৰু একো নাই। এই স্বভাৱেই আমাক কাম কৰায়। এই জগতত (বহিৰ্জ্জগতত আৰু অন্তৰ্জ্জগতত) সকলো কৰ্ম্ম, সকলোবকমৰ ক্ৰিয়া সকলো পৰিণাম, স্বভাৱৰ কাৰ্য্য—সত্ত্ব ৰজস্তমো গুণৰ ক্ৰিয়া এনে বুলি বুজি জ্ঞানী মানুহে জানে যে তেওঁ এই সকলোবোৰৰ পৰা পৃথক—তেওঁ এইবোৰৰ দ্ৰষ্টা। এয়ে গুণ-কৰ্ম্মৰ সম্বন্ধ—এয়ে গুণ-কৰ্ম্ম বিভাগ। এই গুণ-কৰ্ম্ম বিভাগৰ তত্ত্ব যি জানে তেওঁ অনাশক্ত, বন্ধহীন পুৰুষ। তলত ১৪।১৩ আৰু ১৪।১৯ শ্লোকত আকৌ এই কথাৰে গীতাই পুনৰাবৃত্তি কৰিছে।]

**প্ৰকৃতেৰ্গুণসংমূঢ়াঃ সজ্জন্তে গুণকৰ্ম্মসু।**
**তানকৃৎস্নবিদো মন্দান্ কৃৎস্নবিন্ন বিচালয়েৎ ।।২৯**

২৯। অন্বয়—প্ৰকৃতেঃ গুণসংমূঢ়া [প্ৰকৃতিৰ গুণৰ দ্বাৰা মোহিত পুৰুষ] গুণকৰ্ম্মসু [গুণৰ কামত] সজ্জন্তে [আসক্ত হয়] কৃৎস্নবিৎ [সৰ্ব্বজ্ঞান সম্পন্ন পুৰুষে] তান্ অকৃৎস্নবিদঃ মন্দান্ [সেই সকলো জ্ঞান ৰহিত ক্ষুদ্ৰ বুদ্ধিৰ মানুহবোৰক] (গুণকৰ্ম্ম বিভাগৰ তত্ত্ব কৈ) ন বিচালয়েৎ [বিচলিত নকৰিব]।।২৯

২৯। ভাঙনি—প্ৰকৃতিৰ গুণ দ্বাৰা মুগ্ধ হৈ অজ্ঞানী মানুহে গুণৰ কামকে নিজৰ বুলি ভাবি তাতে আসক্ত হয়। সেই অজ্ঞানী মানুহবোৰক তত্ত্ববিৎ জ্ঞানীসকলে আত্মাৰ অকৰ্ত্তৃত্বৰ কথা কৈ বিচলিত নকৰিব। (ওপৰৰ ২৬ শ্লোকৰ ভাঙনি চাওক)।।২৯

[নিম্নস্তৰত মানুহে সংস্কাৰকে আত্মা বুলি ভাবে সেইগুণে নিজক কৰ্ত্তা বুলি ভাবে।]

**ময়ি সৰ্ব্বাণি কৰ্ম্মাণি সংন্যস্যাধ্যাত্মচেতসা।**
**নিৰাশীৰ্নিৰ্ম্মমো ভূত্বা যুধ্যস্ব বিগতজ্বৰঃ ।।৩০**

৩০। অন্বয়—ময়ি সৰ্ব্বাণি কৰ্ম্মাণি সংন্যস্য [মোতে সকলো কৰ্ম্ম অৰ্পণ কৰি—অৰ্থাৎ সকলো কৰ্ম্মৰ মূল মই, এই কথা বুজি। অধ্যাত্ম চেতসা [আত্মসংস্থ হৈ] নিৰাশীঃ [নিষ্কাম হৈ] নিৰ্ম্মমঃ ভূত্বা ["মম" বা অহং ভাব শূন্য হৈ] বিগতজ্বৰঃ [আন্তৰিক সন্তাপ শূন্য হৈ] যুধ্যস্ব [যুদ্ধ কৰা]।।৩০

৩০। ভাঙনি—(প্ৰকৃতিয়ে সকলো কাম কৰাইছে, এনে বুদ্ধিৰে) সকলো কৰ্ম্ম মোত অৰ্পণ কৰি, ফল-কামনা আৰু মমতা ("মোৰ" "মই"—এনে ভাব) পৰিত্যাগ কৰি, শোক ৰহিত হৈ, উঠা আৰু যুদ্ধ কৰা।।৩০

(১) ওপৰত ভগবানে কলে যে এই জগৎ এটি চক্ৰ, য'ত প্ৰাণী সবে পৰস্পৰৰ বৃদ্ধি কৰিছে; প্ৰকৃতিৰ বশত অৱশ হৈ কৰ্ম্ম কৰিছে। আৰু কলে যে এই কথা সাধাৰণ মানুহে নুবুজে; যি বুজে তাৰ কৰিব লগীয়া একো নাই।

এই শ্লোকত এতিয়া অৰ্জ্জুনক কৈছে, "হে অৰ্জ্জুন, তুমি

এতিয়া এই জগৎ চক্ৰৰ কথা বুজিছা, তুমি বুজিছা যে এই জগৎ, এই কুৰুক্ষেত্ৰৰ যুদ্ধ, সকলো মোৰ লীলা—মোৰ প্ৰকৃতিৰ কাৰ্য্য তুমি নিজে ইয়াৰ দ্ৰষ্টা মাত্ৰ। তুমি এতিয়া কৰ্তৃত্ব বুদ্ধিহীন হৈ যুদ্ধ কৰা।" ইয়াৰ পাছতো ভগবন্তই এই একে কথাৰে পুনৰাবৃত্তি কৰি কব ;

**ময়ৈবৈতে নিহতাঃ পূৰ্ব্বমেব,**
**নিমিত্ত মাত্ৰং ভৱসব্যসাচিন্ ।।১১।১৩**

(২) ইয়াত ভগবানে জীৱ চৈতন্যৰ দুটি ক্ৰমোন্নতিৰ স্তৰৰ কথা কলে। নিম্নস্তৰত জীৱই প্ৰকৃতিৰ ক্ৰিয়াকে নিজৰ ক্ৰিয়া বুলি ভাবে—এনে জীৱ প্ৰকৃতিৰ গুণত মোহিত; সত্ত্বৰজস্তমোগুণৰ ক্ৰিয়াকে নিজৰ কৰ্ম্ম বুলি ভাবে। এইটো "দোষ-যুক্ত দৃষ্টি" (অসূয়া)—যাৰ কথা তলত ৩১—৩২ শ্লোকত কোৱা হৈছে।

জীৱ চৈতন্যৰ উৰ্দ্ধ স্তৰত জীৱই বুজে যে এই জগচক্ৰ প্ৰকৃতিৰ কাৰ্য্য—ঈশ্বৰৰ লীলা। এইটি "দোষ-শূন্য" দৃষ্টি—(অনসূয়া) এনে দৃষ্টিলাভ কৰিলে জীৱৰ কৰিবলগীয়া একো নাই। এই কথাও ওপৰত ১৮শ শ্লোকত কোৱা হৈছে।

এই উভয় দৃষ্টিৰ অন্তৰত জীৱৰ এনে এটি ক্ৰমোন্নতিৰ স্তৰ আছে, য'ত জীৱই উপলব্ধি কৰি নোৱাৰিলেও, বিশ্বাস কৰিব পাৰে যে এই জগৎ এটি প্ৰকৃতি-কৃত মহাযজ্ঞ। এনে জীৱ "কৰ্ম্মযোগী", যাৰ কথা তলৰ ৩১ শ্লোকত কোৱা হৈছে।

**যে মে মতমিদং নিত্যমনুতিষ্ঠন্তি মানবাঃ।**
**শ্ৰদ্ধাবন্তোঽনসূয়ন্তো মুচ্যন্তে তেঽপি কৰ্ম্মভিঃ ।।৩১**

৩১। অন্বয়—যে মানবাঃ [যি মানুহে] শ্ৰদ্ধাবন্তঃ [শ্ৰদ্ধাবান হৈ] অনসূয়ন্তঃ ['দোষ-দৃষ্টি' বৰ্জ্জিত হৈ] মে ইদং মতং নিত্যম্ অনুতিষ্ঠন্তিঃ [মোৰ এই মত নিতৌ কাৰ্য্যতঃ অনুসকৰণ কৰে] তে অপি কৰ্ম্মভিঃ মুচ্যন্তে [সিঁহতো কৰ্ম্ম বন্ধনৰ পৰা মুক্ত হয়] ।।৩১

[অসূয়া—দোষ যুক্ত দৃষ্টি—বেয়াক ভাল দেখা, ভালক বেয়া দেখা]

৩১। ভাঙনি—যিবোৰ মানুহে দোষযুক্ত দৃষ্টি বিহীন হৈ মোৰ এই মত বিশ্বাস কৰে আৰু সেইদৰে আচৰণ কৰে সিঁহতবো কৰ্ম্ম বন্ধনৰ পৰা মুক্তি হয়—(অৰ্থাৎ যিবোৰে এই গুণ কৰ্ম্ম বিভাগ বুজিছে আৰু উপলব্ধি কৰিছে, সিঁহতৰ তো মুক্তি হলেই। কিন্তু যি ভালকৈ বুজা নাই কিন্তু বিশ্বাস কৰে আৰু সেইমতে আচৰণ কৰে সিঁহতবো মুক্তি হয়—এই কথাকে 'অপি' শব্দটোৱে বুজাইছে) ।।৩১

**যে ত্বেতদভ্যসূয়ন্তো নানুতিষ্ঠন্তি মে মতম্।**
**সৰ্ব্বজ্ঞানবিমূঢ়াংস্তান্ বিদ্ধি নষ্টানচেতসঃ ।।৩২**

৩২। অন্বয়—তু [কিন্তু] যে [যি মানুহে] অভ্যসূয়ন্তঃ [দোষ যুক্ত জীৱ চৈতন্যৰ নিম্নস্তৰৰ দৃষ্টিৰে চাই] মে এতৎ মতং ন অনুতিষ্ঠন্তি [মোৰ এই মত অনুসৰণ নকৰে] তান্ [সেইবোৰ মানুহক] অচেতসঃ [মূৰ্খ] সৰ্ব্বজ্ঞানবিমূঢ়ান্ [সৰ্ব্বজ্ঞান বিমূঢ়] নষ্টান্ [ভ্ৰষ্ট] বিদ্ধি [বুলি জানিবা] ।।৩২

৩২। ভাঙনি—জীৱ চৈতন্যৰ নিম্নস্তৰৰ মানুহে, দোষ যুক্ত দৃষ্টিৰে চাই, এই কথা [অৰ্থাৎ ওপৰৰ কথা] কোনোমতে বিশ্বাস কৰিব নোৱাৰে, আৰু সেইমতে আচৰণ কৰিব নোৱাৰে, এই শ্ৰেণীৰ মানুহৰ কোনো আশা নাই ।।৩২

[ক্ৰমোন্নতিৰ বিধান মতে ইহঁতৰ আৰু বহুত আসুৰী জন্ম বাকী আছে (১৬শ অধ্যায় ১৯—২০ শ্লোকৰ ভাঙনি চাওক)]

**সদৃশং চেষ্টতে স্বস্যাঃ প্ৰকৃতেৰ্জ্ঞানবানপি।**
**প্ৰকৃতিং যান্তি ভূতানি নিগ্ৰহঃ কিং কৰিষ্যতি ।।৩৩**

৩৩। অন্বয়—জ্ঞানবান্ অপি [জ্ঞানী মানুহেও] স্বস্যাঃ [নিজ] প্ৰকৃতেঃ [স্বভাৱৰ] সদৃশং চেষ্টতে [অনুসৰণ কৰি কৰ্ম্ম কৰে], ভূতানি [জ্ঞানী অজ্ঞানী সকলো প্ৰাণীয়ে] প্ৰকৃতিং যান্তি [নিজ নিজ প্ৰকৃতিৰ অনুসৰণ কৰে]; নিগ্ৰহঃ কিং কৰিষ্যতি [নিগ্ৰহ কৰি কি লাভ ? ।।৩৩

৩৩। ভাঙনি—জ্ঞানীজনেও নিজ প্ৰকৃতি অনুসৰি হে কৰ্ম্ম কৰিব পাৰে। সকলো প্ৰাণীয়ে নিজ নিজ প্ৰকৃতিৰ বশীভূত হৈ তদনুৰূপ কৰ্ম্মহে কৰিব পাৰে। এই প্ৰকৃতিৰ প্ৰতিৰোধ কৰিবলৈ চেষ্টা কৰি কি হব ? ।।৩৩

[এই শ্লোকত আৰু তলৰ শ্লোকত গীতাই কৈছে যে স্বভাৱ জাত কৰ্ম্ম কৰিলেহে স্বাভাৱিক নিয়মে ক্ৰমোন্নতি হব পাৰে। তাকে নকৰি স্বভাৱৰ ওপৰত জোৰ কৰিলে বিপৰীত ফলো হব পাৰে। এই একে কথাকে গীতাই আকৌ ১৮।৪০ শ্লোকত কৈছে।]

**ইন্দ্ৰিয়স্যেন্দ্ৰিয়স্যাৰ্থে ৰাগদ্বেষৌ ব্যৱস্থিতৌ।**
**তয়োৰ্ন বশমাগচ্ছেৎ তৌ হ্যস্য পৰিপন্থিনৌ ।।৩৪**

৩৪। অন্বয়—ইন্দ্ৰিয়স্য ইন্দ্ৰিয়স্যাৰ্থে [প্ৰত্যেক ইন্দ্ৰিয়ৰ স্ব স্ব বিষয়ত] ৰাগদ্বেষৌ [অনুৰাগ আৰু বিৰাগ] ব্যৱস্থিতৌ

[(ঈশ্বৰৰ দ্বাৰা) ব্যৱস্থিত আছে] ; তয়োঃ [সেই দুটাৰ অৰ্থাৎ ৰাগ আৰু দ্বেষৰ] বশং ন আগচ্ছেৎ [বশীভূত নহ'বা] হি [যি হেতু] তৌ [সেই দুটাই] অস্য [জীৱৰ] পৰিপন্থিনৌ [কল্যান সাধনৰ বিঘ্ন] ।।৩৪

৩৪। ভাঙনি—ইন্দ্ৰিয়বোৰৰ বিষয় নিৰ্দ্ধাৰিত আছে। কিছুমান বিষয়ত ইন্দ্ৰিয়ই সুখ পায় ; কিছুমানত দুখ পায়। এতিয়া গীতাই কৈছে—ইন্দ্ৰিয়ৰ এই ৰাগ আৰু বিৰাগ ঈশ্বৰৰ বিধান ; আগৰে পৰা তেওঁ ব্যৱস্থা কৰি থৈছে। এইটো বুজি যি ইন্দ্ৰিয়ৰ বিষয় উপভোগ কৰে, তেওঁৰ চিত্ত সদায় ঈশ্বৰাভিমুখী ; তেওঁ বিষয়ত মোহ নেযায়। যি নেজানে তেওঁ বিষয়ত মোহিত হয় ; তেওঁৰ পক্ষে এইবোৰ শত্ৰু। ভগবানে অৰ্জ্জুনক এতিয়া উপদেশ দিছে যে, "এই ইন্দ্ৰিয়ৰ ৰাগদ্বেষ তেওঁৰহে ব্যৱস্থা। ইয়াকে সদায় মনত ৰাখি যেন অৰ্জ্জুন সেইবোৰত মোহ নেযায়।" ।।৩৪

[গীতাৰ উপদেশ এই যে ইন্দ্ৰিয়ৰ সুখত বা দুখত মানুহ উদ্বিগ্ন হব নালাগে—২।১৪, ২।৫৬, ২।৫৮ ইত্যাদি]

**শ্ৰেয়ান্ স্বধৰ্ম্মো বিগুণঃ পৰধৰ্ম্মাৎ স্বনুষ্ঠিতাৎ।**
**স্বধৰ্ম্মে নিধনং শ্ৰেয়ঃ পৰধৰ্ম্মো ভয়াবহঃ ।।৩৫**

৩৫। অন্বয়—স্বনুষ্ঠিতাৎ [ভালকৈ অনুষ্ঠান কৰা] পৰধৰ্ম্মাৎ [পৰধৰ্ম্মতকৈ] বিগুণঃ [দোষ যুক্ত] স্বঃধৰ্ম্মঃ [নিজ প্ৰকৃতিগত ধৰ্ম্ম] শ্ৰেয়ান্ [শ্ৰেষ্ঠ]; স্বধৰ্ম্মে নিধনং শ্ৰেয়ং [স্বধৰ্ম্মত মৰণেই ভাল] পৰধৰ্ম্মঃ ভয়াবহঃ [পৰধৰ্ম্ম বিপজ্জনক] ।।৩৫

৩৫। ভাঙনি—ধৰ্ম্ম মানে আমি যাক 'ধৰ্ম্ম' (religion) বোলো সেইটো নহয়। নিজৰ প্ৰকৃতি বা স্বভাৱ অনুযায়ী যাৰ যি কৰ্ম্ম তাকে তাৰ 'ধৰ্ম্ম' বোলে, যেনে পশুৰ স্বধৰ্ম্ম ক্ষুধা তৃষ্ণাৰ দ্বাৰা পৰিচালিত হৈ চৰিফুৰা ; ক্ষত্ৰিয়ৰ স্বধৰ্ম্ম যুদ্ধ কৰা ; ব্ৰাহ্মণৰ-বেদাধ্যয়ণ আদি। এতিয়া গীতাই কৈছে যে যাৰ যেনে প্ৰকৃতি-গত ধৰ্ম্ম, সেই অনুসাৰে হে কৰ্ম্ম কৰা উচিত। ইয়াৰ বিপৰীত কোনো নীতি অনুসৰণ কৰিলে অশুভ ফল হ'ব পাৰে। (১৮।৪০ শ্লোক চাওক) ।।৩৫

[ধৰ্ম্ম মানে আমাৰ মতে religion বুলি ধৰিলেও এই শ্লোকৰ পৰিষ্কাৰ অৰ্থ হয়—"The best religion for a man, is the religion of his father."—Cracle of Delphi—অৰ্থাৎ বাপেকৰ ধৰ্ম্মহে মানুহৰ আচল ধৰ্ম্ম।]

অৰ্জ্জুন উবাচ

**অথ কেন প্ৰযুক্তোঽয়ং পাপং চৰতি পুৰুষঃ।**
**অনিচ্ছন্নপি বাৰ্ষ্ণেয় বলাদিব নিয়োজিতঃ ।।৩৬**

৩৬। অন্বয়—অৰ্জ্জুন উবাচ [অৰ্জ্জুন কলে] হে বাৰ্ষ্ণেয় [হে কৃষ্ণ] অথ [ইয়াৰ পাছত] কেন [কাৰ দ্বাৰা] প্ৰযুক্তঃ [চালিত হৈ] অয়ং পুৰুষঃ [মানুহে] অনিচ্ছন্ অপি [অনিচ্ছা সত্বেও] বলাৎ ইব নিয়োজিতঃ [বলেৰে টানি অন্যাৰ দৰে] পাপং-চৰতি [পাপ আচৰণ কৰে ?] ।।৩৬

৩৬। ভাঙনি—অৰ্জ্জুনে ক'লে— হে কৃষ্ণ, তোমাৰ কথা বুজিলোঁ। এতিয়া মোৰ জিজ্ঞাস্য এই যে কোনে মানুহক বলেৰে টানি অনাৰ দৰে আনি অনিচ্ছাসত্বেও পাপ কাম কৰায় ?" ।।৩৬

শ্ৰীভগবানুবাচ

**কাম এষ ক্ৰোধ এষ ৰজোগুণসমুদ্ভৱঃ।**
**মহাশনো মহাপাপ্মা বিদ্ধ্যেনমিহ বৈৰিণম্ ।।৩৭**

৩৭। অন্বয়—শ্ৰীভগবান্ উবাচ। এষঃ কামঃ [এইটো কাম], এষঃ ক্ৰোধঃ [এইটো ক্ৰোধ] ৰজোগুণ সমুদ্ভৱঃ [ৰজোগুণৰ পৰা উদ্ভৱ হয়] মহাশনঃ [সদায় অতৃপ্ত] মহাপাপ্মা [অতি উগ্ৰ পাপ মূৰ্ত্তি] ইহ [সংসাৰত] এনং [এই কামক] বৈৰিণং বিদ্ধি [শত্ৰু বুলি জানিবা] ।।৩৭

৩৭। ভাঙনি—অৰ্জ্জুনৰ প্ৰশ্নৰ উত্তৰ দি ভগবানে ক'লে যে, কাম আৰু ক্ৰোধে মানুহক যেন বলেৰে টানি আনি পাপ কাম কৰায়। কামৰ পৰাহে ক্ৰোধ জন্মে। সেইগুণে আচলতে কামহে (desire) আত্মাৰ শত্ৰু। এই কামৰ কেতিয়াও তৃপ্তি নহয় (অৰ্থাৎ কাম্যবস্তু লাভ কৰিলেও ই বাঢ়িহে যায়) আৰু ই আচল পাপ মূৰ্ত্তি। ই ক্ৰিয়াশীল ৰজোগুণৰ পৰা উদ্ভৱ হয় আৰু ই মানুহৰ শত্ৰু ।।৩৭

**ধূমেনাব্ৰিয়তে বহ্নিৰ্যথাদৰ্শো মলেন চ।**
**যথোল্বেনাবৃতো গৰ্ভস্তথা তেনেদমাবৃতম্ ।।৩৮**

৩৮। অন্বয়—যথা [যেনেকৈ] বহ্নিঃ [অগ্নি] ধূমেন আব্ৰিয়তে ধোঁৱাৰে ঢাক খায়] আদৰ্শঃ চ মলেন [দৰ্পণ (যেনেকৈ) মলিৰে ঢাক খায়] যথা উল্বেন [জৰায়ু দ্বাৰা] গৰ্ভঃ [গৰ্ভ ঢাক খায়] তথা [সেইদৰে] তেন [এই কামৰ দ্বাৰা] ইদম্ [এই জ্ঞান] আবৃতম্ [ঢাক খায়] ।।৩৮

৩৮। ভাঙনি—যেনেকৈ ধোঁৱাৰে জুই, ধুলিৰে দৰ্পণ আৰু অতি সূক্ষ্ম চালেৰে গৰ্ভ ঢাক খাই থাকে, সেইদৰেই কাম (বা ক্ৰোধে) মানুহৰ জ্ঞান ঢাকি ৰাখে। কামে মানুহক

অজ্ঞানাচ্ছন্ন কৰে। গীতাত জ্ঞান মানে সাত্ত্বিক ভাববোৰ (পাতনি চাওক)। এই সাত্ত্বিক ভাববোৰক ৰাজসিক ভাবে (কামে) ঢাকি ৰাখে ॥৩৮

**আবৃতং জ্ঞানমেতেন জ্ঞানিনো নিত্যবৈৰিণা।**
**কামৰূপেণ কৌন্তেয় দুষ্পূৰেণানলেন চ ॥৩৯**

৩৯। অন্বয়—হে কৌন্তেয় [হে অৰ্জ্জুন] জ্ঞানিনঃ [জ্ঞানী পুৰুষৰ] নিত্যবৈৰিণা [চিৰশত্ৰু] এতেন [এই] কামৰূপেণ [কামৰূপী] দুষ্পূৰেণ চ [যাক পূৰ বা তৃপ্তি কৰা সম্ভৱ নহয়] অনলেন অগ্নিদ্বাৰা] জ্ঞানং আবৃতম্ [জ্ঞান আবৃত হয়] ॥৩৯

৩৯। ভাঙনি—জুইত খৰি জাপি দিলে সি বেচিকৈহে জ্বলে। সেইদৰে কাম্যবস্তু পালে কামনা বাঢ়িহে যায়। কাম্য বিষয় নেপালে কামনাৰ পৰা ক্ৰোধ উদ্ভৱ হয়। অতএব এই কামেই আমাৰ চিৰ-শত্ৰু। গীতাই এতিয়া কৈছে যে এই দুষ্পূৰণীয় চিৰশত্ৰুয়ে জ্ঞানী মানুহকো অজ্ঞানাচ্ছন্ন কৰে ॥৩৯

**ইন্দ্ৰিয়াণি মনো বুদ্ধিৰস্যাধিষ্ঠানমুচ্যতে।**
**এতৈৰ্বিমোহয়ত্যেষ জ্ঞানমাবৃত্য দেহিনম্ ॥৪০**

৪০। অন্বয়—ইন্দ্ৰিয়াণি [ইন্দ্ৰিয়বোৰ] মনঃ বুদ্ধিঃ [মন আৰু বুদ্ধি] অস্য [এই কামৰ] অধিষ্ঠানম্ উচ্যতে [আশ্ৰয়-স্থল বুলি কোৱা আছে]; এষঃ [এই কামে] এতৈঃ [এই ইন্দ্ৰিয়াদিৰ দ্বাৰা] জ্ঞানম্ আবৃত্য [জ্ঞানক আবৃত কৰি] দেহিনং বিমোহয়তি [জীৱক মোহাবিভূত কৰে] ॥৪০

৪০। ভাঙনি—ইন্দ্ৰিয়, মন, বুদ্ধি—এইবোৰতে কামৰ অধিষ্ঠান হয়, এইবোৰৰ দ্বাৰা কামে জ্ঞানক ঢাকি মানুহৰ মোহ জন্মায় ॥৪০

**তস্মাৎ ত্বমিন্দ্ৰিয়াণ্যাদৌ নিয়ম্য ভৰতৰ্ষভ।**
**পাপ্মানং প্ৰজহি হ্যেনং জ্ঞানবিজ্ঞাননাশনম্ ॥৪১**

৪১। অন্বয়—ভৰতৰ্ষভ! [হে অৰ্জ্জুন] তস্মাৎ [অতএব] ত্বম্ [তুমি] আদৌ [প্ৰথমতে] ইন্দ্ৰিয়াণি নিয়ম্য [ইন্দ্ৰিবোৰ সংযত কৰি] জ্ঞান-বিজ্ঞাননাশনং [জ্ঞান আৰু বিজ্ঞান নাশকাৰী] পাপ্মানং [পাপ স্বৰূপ] এনং [এই কামক] প্ৰজহি [বিনষ্ট কৰা]॥৪১

৪১। ভাঙনি—হে অৰ্জ্জুন! তুমি প্ৰথমতে ইন্দ্ৰিয়বোৰ সংযত কৰি, জ্ঞান-বিজ্ঞান নাশকাৰী, পাপস্বৰূপ এই কামক ধ্বংস কৰা ॥৪১

পোন কথাৰে কবলৈ হলে, এই শ্লোকৰ মানে এই যে সদায় আত্মাৰ বিষয়ে চিন্তা কৰিলেই কামনা ধ্বংস হব আত্মাৰ বিষয় চিন্তা কৰাই, ঈশ্বৰৰ চিন্তা কৰা ॥৪৩

[আমি কামক ধ্বংস কৰোঁ বুলি কৰিব নোৱাৰোঁ, ইন্দ্ৰিয় সংযমো কৰিম বুলি কৰিব নোৱাৰো। আমি ওপৰত কৈ আহিছো (২।৬০) যে সৰ্ব্বদা ঈশ্বৰ চিন্তাৰ পৰাহে ইন্দ্ৰিয় সংযম, আৰু লগে লগে কামনাৰ হ্ৰাস, হ'ব পাৰে।]

**ইন্দ্ৰিয়াণি পৰাণ্যাহুৰিন্দ্ৰিয়েভ্যঃ পৰং মনঃ।**
**মনসস্তু পৰা বুদ্ধিৰ্যো বুদ্ধেঃ পৰতস্তু সঃ ॥৪২**

৪২। অন্বয়—ইন্দ্ৰিয়াণি [ইন্দ্ৰিয়বোৰ] পৰাণি [বিষয়তকৈ শ্ৰেষ্ঠ] আহুঃ [এই বুলি পণ্ডিতসকলে কয়], ইন্দ্ৰিয়েভ্যশ্চ মনঃ পৰম্ [ইন্দ্ৰিয়বোৰতকৈ মন শ্ৰেষ্ঠ], মনসঃ তু বুদ্ধি পৰা [মনতকৈ বুদ্ধি শ্ৰেষ্ঠ]; যো বুদ্ধেঃ পৰতঃ স [যি জন বুদ্ধিৰ ওপৰত, সেইজনেই চেতন-আত্মা—পুৰুষ] ॥৪২

[ইয়াত সাংখ্যৰ চতুৰ্ব্বিংশতি তত্ত্বৰ কথা কৈছে। এই চতুৰ্ব্বিংশতি তত্ত্বৰ ওপৰৰ পঞ্চবিংশতি তত্ত্বটিয়েই বুদ্ধিৰ ওপৰত স্থিত আত্মা। মহাভাৰতৰ শান্তি-পৰ্ব্বতো এই দৰেই কৈছে।

এই শ্লোকটি কঠোপনিষদৰ লগত প্ৰায় আখৰে আখৰে মিলে]

৪২। ভাঙনি—দেহত কৈ ইন্দ্ৰিয়বোৰ শ্ৰেষ্ঠ; ইন্দ্ৰিয়ৰ ওপৰত মন; তাৰ ওপৰত বুদ্ধি; বুদ্ধিৰ ওপৰত যি জন, সেইজনেই আত্মা ॥৪২

**এবং বুদ্ধেঃ পৰং বুদ্ধ্বা সংস্তভ্যাত্মানমাত্মনা।**
**জহি শত্ৰুং মহাবাহো কামৰূপং দুৰাসদম্ ॥৪৩**

ইতি শ্ৰীমহাভাৰতে শতসাহস্ৰ্যাং সংহিতায়াং বৈয়াসিক্যাং
ভীষ্মপৰ্ব্বণি শ্ৰীমদ্ভগবদ্গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং
যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুন সংবাদে কৰ্ম্মযোগো
নাম তৃতীয়োঽধ্যায়ঃ।

৪৩। অন্বয়—মহাবাহো! [হে অৰ্জ্জুন!] এবং [এইদৰে] বুদ্ধেঃ পৰং বুদ্ধ্বা [বুদ্ধিৰ ওপৰৰ জনক অৰ্থাৎ আত্মাক জানি] আত্মনা [বুদ্ধিৰ দ্বাৰা] আত্মানং [মনক] সংস্তভ্য [সমাহিত কৰি] কামৰূপং দুৰাসদং শত্ৰুং জহি [কামস্বৰূপ দুৰ্জ্জয় শত্ৰুক বিনাশ কৰা ॥৪৩

৪৩। ভাঙনি—এতিয়া গীতাই ইন্দ্ৰিয় সংযম আৰু কামনা জয়ৰ আচল উপায় কি তাক কৈছে—

"হে অৰ্জ্জুন তুমি এইদৰে বুদ্ধিৰ ওপৰত অৱস্থিত আত্মাক জানি, বুদ্ধিৰ দ্বাৰা মনক সংযত কৰি (অৰ্থাৎ আত্মাকে ধ্যেয়ৰূপে চিন্তাৰ বিষয় কৰি) কাম-ৰূপ দুৰ্জ্জয় শত্ৰুক বিনষ্ট কৰা।"

# চতুৰ্থোঽধ্যায়ঃ

## জ্ঞানযোগঃ

[ওপৰত ৩য় অধ্যায় কোৱা হ'ল যে জগতৰ এটা একত্ব আছে বুলি বুজি, গুণ-কৰ্ম্মৰ বিভাগ আৰু নিজৰ অ-কৰ্তৃত্ব বুজি কৰ্ম্ম কৰাই আচল নিষ্কাম কৰ্ম্মযোগ বা জ্ঞান-কৃত যজ্ঞ। এই অধ্যায়ত গীতাই কব যে যজ্ঞ বহুবিধ হ'ব পাৰে,—সকলো যজ্ঞই চিত্তশুদ্ধিৰ সহায়ক আৰু সকলোবেপৰা শেহত আত্ম-জ্ঞান লাভ হয়; এইদৰেই সকলো কৰ্ম্ম গৈ জ্ঞানতে শেষ হয়গৈ; আৰু এই জ্ঞান হলেই মানুহৰ প্ৰাৰব্ধ কৰ্ম্মৰ বাহিৰে সকলো কৰ্ম্ম ধ্বংস হয় (বেদান্ত-দৰ্শন চাওক)। এনে জ্ঞান হ'লে মানুহে বুজে যে সকলো প্ৰাণী ঈশ্বৰ, আৰু ঈশ্বৰতে সকলো প্ৰাণী আছে। সৰ্ব্বশেহত ক'ব যে সকলো সংশয় ছেদ কৰি, ওপৰৰ কথাবোৰত আগধৰি শ্ৰদ্ধা নকৰিলে এনে দিব্যজ্ঞান লাভ নহয়।]

শ্ৰীভগৰ্বানুবাচ

**ইমং বিবস্বতে যোগং প্ৰোক্তবানহমব্যয়ম্।**
**বিবস্বান্ মনবে প্ৰাহ মনুৰিক্ষ্বাকবেঽব্ৰবীৎ ॥১**

১। অন্বয়—শ্ৰীভগবান্ উবাচ [ভগবান কলে]—অহম্ [মই] ইমম্ [এই] অব্যয়ং যোগং [অব্যয় যোগ—যি যোগে অব্যয় ফল দান কৰে] বিবস্বতে [সূৰ্য্যক] প্ৰোক্তবান্ [উপদেশ দিছিলো] বিবস্বান্ [সূৰ্য্যই] মনবে প্ৰাহ [তেওঁৰ পুত্ৰ বৈবস্বত মনুক কলে]; মনুঃ ইক্ষ্বাকবে অব্ৰবীৎ [মনুৱে নিজৰ পুতেক, আৰু সূৰ্য্য বংশৰ আদি পুৰুষ; ইক্ষ্বাকু ৰজাক ক'লে] ॥১

১। ভাঙনি—ভগবানে কলে—এই সনাতন কৰ্ম্মযোগৰ কথা মই পূৰ্ব্বে সূৰ্য্যক কলোঁ, সূৰ্য্যই মনুক ক'লে। মনুৱে ইক্ষ্বাকুক কলে ॥১

**এবং পৰম্পৰাপ্ৰাপ্তমিমং ৰাজৰ্ষয়ো বিদুঃ।**
**স কালেনেহ মহতা যোগো নষ্টঃ পৰন্তপ ॥২**

২। অন্বয়—পৰন্তপ [হে অৰ্জ্জুন!] এবং [এইদৰে পৰম্পৰাপ্ৰাপ্তম্ [পৰম্পৰাগত] ইমং [এই যোগ] ৰাজৰ্ষয়ঃ বিদুঃ [ৰাজৰ্ষি সকলে জানিছিল]; ইহ [সংসাৰত] সঃ যোগঃ [সেই জ্ঞান] মহতা কালেন [দীৰ্ঘ কালৰ মূৰত] নষ্টঃ [নষ্ট হল!] ॥২

২। ভাঙনি—এইদৰে পৰম্পৰাগত এই নিষ্কাম কৰ্ম্মযোগৰ কথা ৰাজৰ্ষি সকলে বুজিছিল। কিন্তু দীৰ্ঘ কালক্ৰমে এই যোগ অৰ্থাৎ জগতৰ একত্ব আৰু যে আমি সকলোৱে বুজি বা নুবুজি কেৱল জগতৰ মঙ্গলাৰ্থে হে কৰিছো—এই কথাবোৰ মানুহে নুবুজা হ'ল ॥২

[অকল আমাৰ এই জ্ঞানেই লুপ্ত হোৱা নাছিল; ইয়াৰ লগতে আৰু বহুত জ্ঞান লুপ্ত হ'ল। (বেদান্তদৰ্শনৰ পাতনি চাওক)।

(১) আমাৰ প্ৰথম লুপ্ত জ্ঞান, আমাৰ আপেক্ষিকতা বাদ—যাৰ বিষয় যোগবাশিষ্ঠ ৰামায়ণে এইদৰে কৈছে—

ন তদস্তি ন যৎ সত্যং ন তদস্তি ন যন্মৃষা।
যৎ যথা যেন নিৰ্ণীতং তৎ তথা তেন লক্ষ্যতে ॥

(৪—২১—৫৭)

অৰ্থাৎ এই জগতত এনে বিষয় নাই, যিটো একেবাৰে সত্য (absolute reality) বা যিটো একেবাৰে মিথ্যা। যি যেনে দেখে তাৰ পক্ষে সেয়ে সত্য।

এইটো আজিকালিৰ আপেক্ষিতা বাদৰ (Theory of relativity) মূল সত্য যিটো পাহৰা বাবে শঙ্কৰাচাৰ্য্যৰ মায়াবাদৰ ইমানবোৰ নিৰৰ্থক প্ৰতিবাদ হৈ গ'ল। (বেদান্ত দৰ্শনৰ পাতনি চাওক)

(২) সাংখ্যৰ দিক্কালৰ তত্ত্ব আমি পাহৰিলোঁ। এতিয়া মাত্ৰ পাশ্চাত্য বিজ্ঞানৰ সহায়ত বুজিছো যে ইয়াত কিমান সত্য আছিল। (সাংখ্যদৰ্শন চাওক)

(৩) অতি দুৰ্ভাগ্যৰ বিষয় যে সাংখ্যৰ মনস্তত্ত্বটি আমি একেবাৰে পাহৰিলোঁ। এই মনোবিজ্ঞান বেদান্ত দৰ্শনত দিয়া হৈছে। কিন্তু ইয়াক আমি ইমান বুজিব নোৱাৰা হলোঁ, যে বাচস্পতি মিশ্ৰই বুজাই দিলতো আমি নুবুজিলো; মাদ্ৰাচ বিশ্ববিদ্যালয়ৰ সুবিজ্ঞ অধ্যাপক সূৰ্য্যনাৰায়ণ শাস্ত্ৰীয়ে বাচস্পতিৰ মনোবিজ্ঞানৰ প্ৰতিবাদ কৰিছিল। (মাদ্ৰাচ বিশ্ববিদ্যালয়ৰ দ্বাৰা প্ৰকাশিত ইংৰাজী সাংখ্যকাৰিকা ৩য় সংস্কৰণ ৫৩ পৃঃ চাওক)। আজি আমি জানো যে বাচস্পতিৰ মনোবিজ্ঞানেই আজিকালিৰ পাশ্চাত্য বিজ্ঞানৰ নতুন মনোবিজ্ঞান। আমি শ্ৰদ্ধেয় শাস্ত্ৰীক দোষ দিয়া নাই; কাৰণ যি সময়ত তেওঁ লিখিছিল, সেই সময়ত ইউৰোপতো এই মনোবিজ্ঞান সম্পৰ্কে বৈজ্ঞানিক আৰু দাৰ্শনিক পণ্ডিত সকলৰ তুমুল বাগযুদ্ধ চলি আছিল। (Philosophy and the Physicists—by Prof. Miss Stebbing চাওক

আৰু New path ways in science —by Eddington চাওক) এতিয়া মাত্ৰ এই বাগ্‌যুদ্ধৰ নিষ্পত্তি হৈছে কিন্তু ইয়াৰ হেন্দোলনিটি, আন দেশত নহলেও ভাৰতবৰ্ষত একেবাৰে মাৰ যোৱা নাই।

এই মনোবিজ্ঞান পাহৰা বাবেই টীকাকাৰ সকলৰ ভিতৰত নানাৰকম বাদ-বিতণ্ডাৰ সৃষ্টি হল। (১৩শ অধ্যায়ৰ ২১শ শ্লোকৰ আৰু ৫ম শ্লোকৰ ভাঙনি চাওক)।

আমাৰ সৌভাগ্য যে এই লুপ্ত জ্ঞানৰ ক্ষুদ্ৰ অংশ এটি এতিয়া পৃথিবীলৈ ইউৰোপৰ মাজেদি ঘূৰি আহিছে। এই পোহৰেৰে চালে বেদান্ত আৰু গীতাৰ বহুতখিনি কথা একেবাৰে স্পষ্ট হয়; আৰু "ন হি সাংখ্যসমং জ্ঞানম্"— মহাভাৰতৰ এই কথাষাৰৰ সাৰ্থকতা হয়। (বেদান্ত দৰ্শনৰ পাতনি চাওক)]

**স এবায়ং ময়া তেঽদ্য যোগঃ প্ৰোক্তঃ পুৰাতনঃ।**
**ভক্তোঽসি মে সখা চেতি ৰহস্যং হ্যেতদুত্তম্ ॥৩**

৩। অন্বয়—মে ভক্তঃ সখা চ অসি [তুমি মোৰ ভক্ত আৰু সখি] ইতি [এই বাবে] সং পুৰাতনঃ অয়ং যোগঃ [সেই পুৰণি নিষ্কাম কৰ্ম্ম যোগটি] ময়া তে এব প্ৰোক্তঃ [মই তোমাক হে কলোঁ। এতৎ [এই যোগ] উত্তমং ৰহস্যম্ [শ্ৰেষ্ঠ ৰহস্য] ॥৩

(ৰহস্যম্=গুহ্যং=স্থূলধিয়াং দুৰ্ব্বোধম)

৩। ভাঙনি—শুনা অৰ্জ্জুন! তুমি মোৰ ভক্ত আৰু সখি। মই তোমাক হে এই পুৰণি লুপ্ত জ্ঞানৰ কথাটি কলোঁ। ইয়েই শ্ৰেষ্ঠ জ্ঞান আৰু ইয়াক সাধাৰণ মানুহে বুজিব নোৱাৰে ॥৩

অৰ্জ্জুন উবাচ

**অপৰং ভৱতো জন্ম পৰং জন্ম বিবস্বতঃ।**
**কথমেতদ্বিজানীয়াং ত্বমাদৌ প্ৰোক্তবানিতি ॥৪**

৪। অন্বয়—অৰ্জ্জুনঃ উবাচ [অৰ্জ্জুনে সুধিলে] ভৱতঃ জন্ম অপৰং [তোমাৰ জন্ম পিচত] বিবস্বতঃ জন্ম পৰং [সূৰ্য্যৰ জন্ম বহুত আগ]; ত্বম্ আদৌ এতৎ প্ৰোক্তবান্ ইতি [তুমি আগেয়ে (সূৰ্য্যক) কৈছিলা এই কথাটো] কথং বিজনীয়াম্ [কেনেকৈ বুজোঁ?] ॥৪

৪। ভাঙনি—তোমাৰ জন্ম পিচ, সূৰ্য্যৰ জন্ম বহুতৰ আগ-তেন্তে তুমি সূৰ্য্যক কেনেকৈ ক'লা? ॥৪

[অৰ্জ্জুনে এতিয়ালৈকে জনা নাছিল যে তেওঁৰ সখিয়েকজনেই স্বয়ং ভগবান। সেইগুণে এই প্ৰশ্ন কৰিলে। এই প্ৰশ্নৰ সুযোগ লৈ শ্ৰীকৃষ্ণে এতিয়া নিজৰ পৰিচয় দি কলে যে তেৱেঁই জন্ম ৰহিত অব্যয় পৰব্ৰহ্মৰ অৱতাৰ —"কৃষ্ণস্তু ভগবান্ স্বয়ম্"।]

শ্ৰীভগবানুবাচ

**বহূনি মে ব্যতীতানি জন্মানি তব চাৰ্জ্জুন।**
**তান্যহং বেদ সৰ্ব্বাণি ন ত্বং বেত্থ পৰন্তপ ॥৫**

৫। অন্বয়—শ্ৰীভগবান্ উবাচ—অৰ্জ্জুন! [হে অৰ্জ্জুন!] মে তব চ [মোৰ আৰু তোমাৰ] বহূনি জন্মানি ব্যতীতানি [বহুবাৰ জন্ম হৈ গ'ল]; অহং তানি সৰ্ব্বাণি বেদ [মই সেই আটাইবোৰ জন্মৰ কথা জানো] (কিন্তু) পৰন্তপ [হে অৰ্জ্জুন] ত্বং ন বেত্থ [তুমি নেজানা] ॥৫

৫। ভাঙনি—"হে অৰ্জ্জুন তোমাৰ মোৰ অনেক জন্ম অতিক্ৰম হৈ গল; (অলুপ্ত বিদ্যাশক্তি পদে) তাক মই জানো (অবিদ্যাবৃত পদে) তুমি তাক নাজানা"—(ভট্টদেৱ) ॥৫

**অজোঽপি সন্নব্যয়াত্মা ভূতানামীশ্বৰোঽপি সন্।**
**প্ৰকৃতিং স্বামধিষ্ঠায় সম্ভবাম্যাত্মমায়য়া ॥৬**

৬। অন্বয়—অজঃ [জন্ম-ৰহিত] অব্যয়াত্মা [অবিনশ্বৰ; সৎ] সন্ অপি [হ'লেও] ভূতানাম্ ঈশ্বৰঃ সন্ অপি [সকলো জীৱৰ ঈশ্বৰ, নিয়ন্তা হ'লেও] (মই) স্বাং প্ৰকৃতিম্ অধিষ্ঠায় [নিজ প্ৰকৃতিত অধিষ্ঠান কৰি] আত্মমায়য়া [নিজৰ মায়াৰে] সম্ভবামি [জন্ম গ্ৰহণ কৰো] ॥৬

৬। ভাঙনি—(শুনা অৰ্জ্জুন) মই জন্ম ৰহিত, অব্যয়, সৎ আৰু সকলো প্ৰাণীৰ ঈশ্বৰ; এইদৰে হলেও, মই নিজৰ মায়াৰে (নিজৰ শক্তিৰে) নিজৰ প্ৰকৃতিতে অধিষ্ঠিত হৈ ব্যক্ত হওঁ আৰু (জগতৰ মঙ্গলৰ অৰ্থে) জন্মগ্ৰহণ কৰোঁ ॥৬

সাধাৰণ মানুহে প্ৰকৃতিৰ বশত (সংস্কাৰবদ্ধ হৈ) জন্ম গ্ৰহণ কৰে। জন্মান্তৰো সাংখ্য মতে প্ৰকৃতিৰ হে কাৰ্য—(এই বিষয়ে আমি পাতনিত কৈ আহিছো)। কিন্তু ভগবানৰ জন্ম তেনে নহয়। অৱশ্যে প্ৰকৃতিত অধিষ্ঠান নহলে তেওঁ ব্যক্ত হ'ব নোৱাৰে—কাৰণ ব্যক্ত-অব্যক্তৰ প্ৰভেদেই এই, যে অব্যক্তত প্ৰকৃতিৰ ক্ৰিয়া (গুণ) নাই; অব্যক্ত নিৰ্গুণ আৰু প্ৰকৃতিৰ ক্ৰিয়া (গুণ) নহলে পদাৰ্থ ব্যক্ত হ'ব নোৱাৰে। ব্যক্ত ত্ৰিগুণ সেইগুণেই ঈশ্বৰো যেতিয়া ব্যক্ত হয়, তেতিয়া তেওঁ আমাৰ দৰেই ত্ৰিগুণ। প্ৰভেদ এই যে তেওঁ প্ৰকৃতিৰো অৰ্থাৎ গুণবো নিয়ন্তা। তেওঁ স্বাধীন মুক্ত পুৰুষ; নিজৰ শক্তি, প্ৰকৃতি, তেওঁৰ নিজৰ বশত। আমি প্ৰকৃতিৰ অধীন; অৰ্থাৎ

সংস্কাৰহে ভাবৰ অধীন—যি ভাবে আমাক ঘূৰাই লৈ ফুৰাইছে।

**যদা যদাহি ধৰ্ম্মস্য গ্লানিৰ্ভৱতি ভাৰত।**
**অভ্যুত্থানমধৰ্ম্মস্য তদাত্মানাং সৃজাম্যহম্ ॥৭**

৭। অন্বয়—ভাৰত [হে অৰ্জ্জুন] যদা যদাহি [যেতিয়াই যেতিয়াই] ধৰ্ম্মস্য গ্লানিঃ [ধৰ্ম্মৰ হানি], অধৰ্ম্মস্য অভ্যুত্থানং [অধৰ্ম্মৰ বৃদ্ধি] ভৱতি [হয়] তদা [তেতিয়াই] অহম্ আত্মানাং সৃজামি [মই নিজকে নিজে সৃষ্টি কৰোঁ] ॥৭

৭। ভাঙনি—যেতিয়াই যেতিয়াই ধৰ্ম্মৰ হানি বা অধৰ্ম্মৰ বৃদ্ধি হয তেতিয়াই মই (পৃথিবীত) অৱতাৰ গ্ৰহণ কৰোঁ ॥৭

**পৰিত্ৰাণায় সাধুনাং বিনাশায় চ দুষ্কৃতাম্।**
**ধৰ্ম্মসংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে ॥৮**

৮। অন্বয়—সাধুনাং পৰিত্ৰাণায় [সাধু পুৰুষৰ ৰক্ষাৰ নিমিত্তে] দুষ্কৃতাং বিনাশায় [পাপীৰ বিনাশৰ বাবে] ধৰ্ম্ম-সংস্থাপনাৰ্থায় চ [আৰু ধৰ্ম্ম সংস্থাপনৰ বাবে] যুগে যুগে সম্ভবামি [মই যুগে যুগে অৱতাৰ ধৰোঁ।] ॥৮

৮। ভাঙনি—সাধুৰ ৰক্ষাৰ্থে, দুৰ্জ্জনৰ বিনাশৰ অৰ্থে আৰু ধৰ্ম্ম সংস্থাপনাৰ্থে মই যুগে যুগে পৃথিবীত জন্ম গ্ৰহণ কৰোঁ ॥৮

**জন্ম কৰ্ম্ম চ মে দিব্যমেৱং যো বেত্তি তত্ত্বতঃ।**
**ত্যক্ত্বা দেহং পুনৰ্জ্জন্ম নৈতি মামেতি সোঽৰ্জ্জুন ॥৯**

৯। অন্বয়—অৰ্জ্জুন [হে অৰ্জ্জুন!] যঃ [যি] মে [মোৰ] দিব্যং জন্ম [দিব্য জন্ম] কৰ্ম্ম চ [আৰু আলৌকিক কৰ্ম্ম] এবং [ওপৰত কোৱা দৰে] তত্ত্বতঃ বেত্তি [যথাৰ্থৰূপে বুজে] সঃ [তেওঁ] দেহং ত্যক্ত্বা [দেহ ত্যাগ কৰি] পুনঃ জন্ম ন এতি [পুনৰায় সংসাৰত জন্মগ্ৰহণ নকৰে]; মাম্ এতি [মোক প্ৰাপ্ত হয়—অৰ্থাৎ মুক্তি লাভ কৰে] ॥৯

৯। ভাঙনি—মোৰ অলৌকিক জন্ম আৰু কৰ্ম্মৰ তত্ত্বটি যি তত্ত্বতঃ বুজে তাৰ পুনৰ্জ্জন্ম নাই। সাধাৰণ ভাবে পুৰাণ আদি পঢ়ি বুজিলেই নহয় ; তেওঁৰ জন্মৰ আৰু সাধাৰণ মানুহৰ জন্মৰ কি প্ৰভেদ, সেইটো তত্ত্বতঃ বুজিব লাগিব। সেইদৰে বুজা মানেই, তেওঁৰ আচল স্বৰূপ বুজা—যিটো বুজিলে মোক্ষ হয়। (ওপৰৰ ৬ শ্লোকৰ ভাঙনি চাওক) সেইদৰেই তেওঁৰ কৰ্ম্মৰ তত্ত্বও অলৌকিক। (৫।১৫ শ্লোক চাওক) ॥৯

**বীতৰাগভয়ক্ৰোধা মন্ময়া মামুপাশ্ৰিতাঃ।**
**বহবো জ্ঞানতপসা পূতা মদ্ভাৱমাগতাঃ ॥১০**

১০। অন্বয়—বীতৰাগভয়ক্ৰোধাঃ [আসক্তি, ভয় আৰু ক্ৰোধ বৰ্জ্জিত] মন্ময়াঃ [মদৈকচিত্ত] মাম্ উপাশ্ৰিতাঃ [মোৰ আশ্ৰয় লোৱা] বহবঃ [বহুত মানুহে] জ্ঞান তপসা পূতাঃ [জ্ঞান আৰু তপস্যাৰ দ্বাৰা পবিত্ৰ হৈ] মদ্ভাবম্ আগতাঃ [মোৰ ভাব, অৰ্থাৎ মোৰ প্ৰকৃতি, লাভ কৰিছিল।] ॥১০

১০। ভাঙনি—(মোৰ প্ৰত্যেক অৱতাৰতে) বহুতে বিষয়াসক্তি, ভয় ক্ৰোধ—এইবোৰৰ পৰা মুক্ত হৈ, মদ্‌গতচিত্ত আৰু মৎ পৰায়ণ হৈ, জ্ঞান-তপস্যাৰ দ্বাৰা পবিত্ৰ চিত্ত হৈ, মোৰে সৈতে অভিন্ন ভাবাপন্ন হৈছিল ॥১০

**যে যথা মাং প্ৰপদ্যন্তে তাংস্তথৈব ভজাম্যহম্।**
**মম বৰ্ত্মানুবৰ্ত্তন্তে মনুষ্যাঃ পাৰ্থ সৰ্ব্বশঃ ॥১১**

১১। অন্বয়—যে [যি] যথা [যেনেকৈ] মাং [মোক] প্ৰপদ্যন্তে [উপাসনা কৰে] অহং [মই] তান্ [সিহঁতক] তথৈব ভজামি [তেনেকৈ অনুগ্ৰহ কৰোঁ] পাৰ্থ [হে অৰ্জ্জুন] মনুষ্যাঃ [মানুহে] সৰ্ব্বশঃ [সৰ্ব্বপ্ৰকাৰে] মম [মোৰ] বৰ্ত্ম [পথ] অনুবৰ্ত্তন্তে [অনুসৰণ কৰে] ॥১১

১১। ভাঙনি—হে অৰ্জ্জুন! মোক, যি যেনেকৈ ভাবে মই তাক সেইদৰেই অনুগ্ৰহ কৰোঁ। মোক ভাবিলেই হয়। হে অৰ্জ্জুন, মানুহে সৰ্ব্বথা মই নিৰ্দ্দিষ্ট কৰি দিয়া বাট হে অনুসৰণ কৰিব পাৰে ॥১১

[এই শ্লোকৰ ভাবাৰ্থ এনে—হে পাৰ্থ মই মানুহৰ নিমিত্তে যি যি বাট নিৰ্দ্দিষ্ট কৰি থৈছোঁ, সকলোৱে নিজ নিজ প্ৰকৃতি অনুসৰি সেই সেই বাটেদিহে মোৰ ওপৰলৈ যাব পাৰে। এই কথাটো দৃষ্টান্ত দি বুজাবলৈ হলে—আমাৰ থকা ঘৰটো কাৰিকৰে আগধৰি মাটিত খুঁটি মাৰি লৈ এটা আঁচনি কৰি সাজিছিল। আমি ক'ত খাম, ক'ত শুম, ক'ত গা ধুম, কেনি ওলাম সোমাম, সকলো ঠিক কৰি ঘৰটো সাজিলে। আমি এতিয়া মুকলি মূৰে সেই ঘৰত বিচৰণ কৰিছোঁ। আমি নেভাবো যে আমি প্ৰত্যেক খোজতে কাৰিকৰৰ ইচ্ছাহে অনুসৰণ কৰিছোঁ। যি ডোখৰ মাটিত ভৰি দি আমি ওলাবলৈ বুলি তেওঁ ঠিক কৰিছিল, তাৰ এক ইঞ্চি ইফাল সিফাল কৰিবৰ, আমাৰ সাধ্য নাই। উপাসনা সম্বন্ধেও ঈশ্বৰে আমাক যেনে সংস্কাৰ বা কৰ্ম্ম-সংস্কাৰ বা প্ৰবৃত্তি দিছে, সেইদৰেহে আমি তেওঁক ভাবিব পাৰোঁ। "মম বৰ্ত্ম" কথাষাৰৰ এনেদৰে অৰ্থ কৰিলে এই শ্লোকৰ অৰ্থ হব—

"নিজ নিজ প্ৰবৃত্তি অনুসাৰে মানুহে মোক ভিন্ন ভিন্ন ভাবে উপাসনা কৰে; যেই সেই উপাসনাতেই মই তুষ্ট হওঁ, কাৰণ মই যি বাটবোৰ নিৰ্দ্দিষ্ট কৰি দিছো, মানুহে সেই বাটেদিহে মোৰ ওচৰলৈ আহিব পাৰে"। এনে উদাৰ মত পৃথিবীৰ আৰু কোনো ধৰ্ম্ম শাস্ত্ৰত নাই।]

**কাঙ্ক্ষন্তঃ কৰ্ম্মণাং সিদ্ধিং যজন্ত ইহ দেৱতাঃ।**
**ক্ষিপ্ৰং হি মানুষে লোকে সিদ্ধিৰ্ভবতি কৰ্ম্মজা ॥১২**

১২। অন্বয়—ইহ [এই সংসাৰত] কৰ্ম্মণাং সিদ্ধিং কাঙ্ক্ষতঃ [কৰ্ম্ম ফলাকাঙ্ক্ষী মানুহে] দেৱতাঃ যজন্তে [দেৱতাৰ উপাসনা কৰে]; হি [কাৰণ] মানুষে লোকে [মনুষ্য লোকত] কৰ্ম্মজা সিদ্ধিঃ [কৰ্ম্মজনিত সিদ্ধি] ক্ষিপ্ৰং ভবতি [শীঘ্ৰে হয়] ॥১২

১২। ভাঙনি—যি স্বৰ্গাদি ফল প্ৰাপ্তি কামনা কৰে, সি দেৱতাৰ উপাসনা কৰে। এইদৰে কৰি শীঘ্ৰে ফলো পায়। কিন্তু গীতাই কয় যে পৃথিবীত ঐশ্বৰ্য্য লাভ বা পৰলোকত স্বৰ্গপ্ৰাপ্তি মানুহৰ জীৱনৰ উচ্চতম্ শ্ৰেয়ঃ সিদ্ধি নহয়। [২।৪৪ শ্লোক চাওক]। তেন্তে মানুহে ঈশ্বৰ চিন্তা নকৰি ক্ষুদ্ৰ দেৱতাৰ আৰাধনা কৰে কিয়? এই প্ৰশ্নৰ উত্তৰ তলৰ শ্লোকত দিছে ॥১২

[ইয়াৰ পাছত আকৌ সেই একে কথাকে ১৭।৪ শ্লোকত বুজাব। ভিন্ন ভিন্ন প্ৰকৃতিৰ মানুহে ভিন্ন ভিন্ন ৰকমে ভিন্ন ভিন্ন দেৱতাৰ আৰাধনা কৰে।]

**চাতুৰ্ব্বৰ্ণ্যং ময়া সৃষ্টং গুণকৰ্ম্মবিভাগশঃ।**
**তস্য কৰ্ত্তাৰমপি মাং বিদ্ধ্যকৰ্ত্তাৰমব্যয়ম্ ॥১৩**

১৩। অন্বয়—গুণকৰ্ম্মবিভাগশঃ [গুণ আৰু কৰ্ম্মৰ বিভাগ বা তাৰতম্য অনুসাৰে] চাতুৰ্ব্বৰ্ণ্যং [চাৰি জাতীয়ত্ব] ময়া সৃষ্টং [মই সৃজিলোঁ]। তস্য কৰ্ত্তাৰম্ অপি [সেইবোৰৰ স্ৰষ্টা হ'লেও] মাম্ [মোক] অকৰ্ত্তাৰম্ অব্যয়ং বিধি [অকৰ্ত্তা আৰু অব্যয় বুলি জানিবা] ॥১৩

১৩। ভাঙনি—কৰ্ম্ম আৰু গুণৰ বিভাগ অনুসাৰে চাৰি জাতি সম্বন্ধীয় ভেদ মই মই সৃজিলো। (সেইগুণে মানুহে ভিন্ন ভিন্ন প্ৰকাৰে মোৰ উপাসনা কৰে বা দেৱতাৰাধন কৰে)। কিন্তু এইবোৰৰ কৰ্ত্তা হ'লেও আচলতে মই অব্যয় আৰু অকৰ্ত্তা। [কেনেকৈ চতুৰ্দ্দশ ভুবন সৃষ্টি কৰিও ভগবান নিজে অকৰ্ত্তা হৈ থাকিব পাৰে, এই কথা তলত কৈছে। (পঞ্চম অধ্যায়ৰ ১৫শ শ্লোক চাওক)] ॥১৩

[এই শ্লোকত গীতাই কৈছে যে স্বভাব-গত কৰ্ম্ম (উপাসনা) কৰিলেহে স্বাভাৱিক নিয়মে ক্ৰমোন্নতি হব পাৰে। ১৮।৪০ শ্লোকৰ ভাঙনি চাওক। ইয়াত বিশেষ মন কৰিব লগীয়া "চাতুৰ্ব্বৰ্ণ্যং" শব্দটি। এইটো ভাব-বাচক বিশেষ্য abstract noun। যি যি গুণ আৰু কৰ্ম্মৰ বাবে জাতি বিভাগ হৈছিল, সেই গুণ আৰু কৰ্ম্মক হে ইয়াত লক্ষ্য কৰি ভগবানে বুজাইছে কিয় মানুহ ভিন্ন ভিন্ন প্ৰকাৰে নিজ নিজ প্ৰবৃত্তি অনুসাৰে তেওঁৰ উপাসনা কৰে।]

**ন মাং কৰ্ম্মাণি লিম্পন্তি ন মে কৰ্ম্মফলে স্পৃহা।**
**ইতি মাং যোঽভিজানাতি কৰ্ম্মভিৰ্ন স বধ্যতে ॥১৪**

১৪। অন্বয়—কৰ্ম্মাণি মাং ন লিম্পন্তি [কৰ্ম্মই মোক লিপ্ত কৰিব নোৱাৰে] ন মে কৰ্ম্মফলে স্পৃহা [কৰ্ম্মফলত মোৰ স্পৃহা নাই]; ইতি [এইদৰে] যঃ মাম্ অভিজানাতি [যি মোক জানে] সঃ [সি নিজেও] কৰ্ম্মভিঃ [কৰ্ম্মদ্বাৰা] ন বধ্যতে [বান্ধ নেখায়] ॥১৪

১৪। ভাঙনি—মই কৰ্ম্ম কৰিলেও, কৰ্ম্মই মোক লিপ্ত কৰিব নোৱাৰে। কৰ্ম্মফলত মোৰ স্পৃহা নাই। কেনেকৈ মোৰ এনে হয় এই তত্ত্বটি যি বুজিব পাৰে, তেওঁৰ কৰ্ম্মফলত স্পৃহা ন'হব আৰু কৰ্ম্ম তেওঁৰ বন্ধনৰ হেতু ন'হব। তলৰ শ্লোকত ক'ব, এই কথাটো অৰ্থাৎ কৰ্ম্ম কৰিও যে মানুহ ফলত অনাসক্ত হ'ব পাৰে আৰু নিজক অকৰ্ত্তা বুলি ভাবিব পাৰে—এই কথাটো সাধাৰণ মানুহে বুজিব নোৱাৰিলেও ই অতি সত্য কথা; কাৰণ মানুহে আগেয়ে এইটো বুজি মুক্ত হৈ গৈছে। অতএব, হে অৰ্জ্জুন! তুমিও তাকে কৰাঁ ॥১৪

**এবং জ্ঞাত্বা কৃতং কৰ্ম্ম পূৰ্ব্বৈৰপি মুমুক্ষুভিঃ।**
**কুৰু কৰ্ম্মৈব তস্মাৎ ত্বং পূৰ্ব্বৈঃ পূৰ্ব্বতৰং কৃতম্ ॥১৫**

১৫। অন্বয়—এবং [ওপৰত কোৱাৰ দৰে] জ্ঞাত্বা [বুজি] পূৰ্ব্বৈঃ মুমুক্ষাভিঃ [প্ৰাচীন কালৰ মুমুক্ষু সকলে] কৰ্ম্ম কৃতম্ [কাম কৰিছিল]। তস্মাৎ [সেইবাবে] ত্বং [তুমি] পূৰ্ব্বৈঃ [প্ৰাচীন যি সকলে] পূৰ্ব্বতৰং [পূৰ্ব্ব কালত] কৃতং কৰ্ম্ম এব কুৰু [কৰা কামকে কৰা] ॥১৫

১৫। ভাঙনি—হে অৰ্জ্জুন! পূৰ্ব্বত ঋষিসকলে যেনেকৈ অনাসক্ত হৈ, নিজক অকৰ্ত্তা বুলি জানি কাম কৰিব পাৰিছিল, তুমিও সেইদৰে পাৰিবা। (এইদৰে কৰিবলৈ হ'লে মানুহে আগধৰি কৰ্ম্ম নো কি, অকৰ্ম্ম নো কি এইবোৰ কথা বুজিব লাগিব; সেইগুণেই তলৰ শ্লোকবোৰৰ আৰম্ভ হৈছে। ইয়াত আগৰ কথাকে নতুন ভাবেৰে আৰু বহলাই কৈছে) ॥১৫

**কিং কৰ্ম্ম কিমকৰ্ম্মেতি কবয়োঽপ্যত্ৰ মোহিতাঃ।**
**তত্তে কৰ্ম্ম প্ৰবক্ষ্যামি যজ্জ্ঞাত্বা**
**মোক্ষ্যসেঽশুভাৎ ॥১৬**

১৬। অন্বয়—কিং কৰ্ম্ম, [কৰ্ম্ম কি], কিম্ অকৰ্ম্ম [অকৰ্ম্ম বা কি, অৰ্থাৎ কেনেকৈ কৰ্ম্ম কৰিও নকৰাকৈ (অকৰ্ত্তা হৈ থাকিব পাৰি] ইতি অত্ৰ [এই বিষয়ে] কবয়ঃ অপি [পণ্ডিত সকলৰো] মোহিতাঃ [মোহ হয়] (অতএব) তৎ [সেইকথা] তে [তোমাক] প্ৰবক্ষ্যামি [মই কওঁ], যৎ জ্ঞাত্বা [যি কথা জানিলে] অশুভাৎ মোক্ষ্যসে [অশুভৰ পৰা মুক্ত হ'বা] ॥১৬

১৬। ভাঙনি—কৰ্ম্ম কাক বোলে বা কেনেকৈ কৰ্ম্ম কৰিও মানুহ অকৰ্ত্তা হৈ থাকিব পাৰে এইবোৰ বিষয়ত পণ্ডিত সকলো বিমোৰ হয। অতএব, মই তোমাক সেইবোৰ কথা কওঁ—যিবোৰ জানিলে তুমি অশুভৰপৰা মুক্তি লাভ কৰিব পাৰিবা ॥১৬

**কৰ্ম্মণোহ্যপি বোদ্ধব্যং বোদ্ধব্যঞ্চ বিকৰ্ম্মণঃ।**
**অকৰ্ম্মণশ্চ বোদ্ধব্যং গহনা কৰ্ম্মণো গতিঃ ॥১৭**

১৭। অন্বয়—কৰ্ম্মণঃ অপি বোদ্ধব্যম [কৰ্ম্মৰ তত্ত্বও বুজিব লাগে], বিকৰ্ম্মণঃ চ বোদ্ধব্যম্ [বিকৰ্ম্মৰ তত্ত্বও বুজিব লাগে] অকৰ্ম্মণঃ চ বোদ্ধব্যম্ [আৰু নিষ্কৰ্ম্মৰ তত্ত্বও বুজিব লাগে]। গহনা কৰ্ম্মণঃ গতিঃ [কৰ্ম্মৰ গতি (তত্ত্ব) অতি দুৰ্ব্বিজ্ঞেয়] ॥১৭

১৭। ভাঙনি—ইয়াত ৩টা তত্ত্ব বুজিব লাগে বুলি কৈছে, (১) কৰ্ম্ম, (২) বিকৰ্ম্ম, (৩) অকৰ্ম্ম বা নিষ্কৰ্ম্ম।

(১) কৰ্ম্ম—কৰ্ম্মৰ প্ৰথম কথা এই যে গুণবোৰে সকলো কাম কৰে আৰু আমি ভাবোঁ যে আমি নিজে কৰোঁ।
(৩।২৭—২৮)

(২) বিকৰ্ম্ম—শাস্ত্ৰ বিৰুদ্ধ অন্যায় কাম, সংস্কাৰস্থ ৰাজসিক ভাবে (কাম-ক্ৰোধ আদি) মানুহক কৰায়। (৩।৩৭)

(৩) অকৰ্ম্ম (নিষ্কৰ্ম্ম)—আমাৰ দৃষ্টিৰে চালে 'নিষ্কৰ্ম্ম' বুলি কথা এটা নাই। সামান্য শিল এডোখৰতো সদায় প্ৰকৃতিৰ ক্ৰিয়া হৈ আছে; পৰিণাম হৈ আছে; এই ক্ৰিয়াৰ বিৰাম নাই। পদাৰ্থ ব্যক্ত হলেই, সি সক্ৰিয় (পাতনি) কিন্তু পৰমাৰ্থিক দৃষ্টিৰে চালে বুজিব পাৰি যে এই জগৎখন এটা যন্ত্ৰ বা চক্ৰ—এটি মহা যজ্ঞ—য'ত জগতৰ মঙ্গলৰ বাবে (বা সাংখ্যৰ কথাৰে—পুৰুষাৰ্থ সাধনৰ বাবে) প্ৰকৃতিয়ে অবিৰাম ক্ৰিয়া কৰি আছে। আমি ক্ৰিয়াৰ দ্ৰষ্টা মাত্ৰ। এই ক্ৰিয়া আমাৰ নহয়। এনে উপলব্ধিকে নৈষ্কৰ্ম্ম্য বোলে। এইবোৰ কথা ওপৰত কোৱা হৈছে। এতিয়া এই শ্লোক গীতাই কৈছে যে এই কথাবোৰ মনত ৰাখিব লাগে আৰু বুজিব লাগে, কাৰণ কৰ্ম্মৰ এই তত্ত্ব অতি দুৰ্ব্বিজ্ঞেয় ॥১৭

**কৰ্ম্মণ্যকৰ্ম্ম যঃ পশ্যেদকৰ্ম্মণি চ কৰ্ম্ম যঃ।**
**স বুদ্ধিমান্ মনুষ্যেষু স যুক্তঃ কৃৎস্নকৰ্ম্মকৃৎ ॥১৮**

১৮। অন্বয়—যঃ [যি] কৰ্ম্মণি অকৰ্ম পশ্যেৎ [কৰ্ম্মৰ ভিতৰতো নিষ্ক্ৰিয়তা দেখে] অকৰ্ম্মণি চ কৰ্ম্ম যঃ [আৰু যি নিষ্ক্ৰিয়তাৰ ভিতৰতো কৰ্ম্ম দেখে], সঃ মনুষ্যেষু বুদ্ধিমান্ [মানুহৰ ভিতৰত প্ৰকৃততে তেৱেঁই বুদ্ধিমান্ বা বিবেকী]; কৃৎস্ন কৰ্ম্মকৃৎ সঃ যুক্তঃ [সকলো কৰ্ম্ম কৰিও, তেওঁ যোগযুক্ত] ॥১৮

১৮। ভাঙনি—কৰ্ম্ম কৰিও যি নিজক নিষ্ক্ৰিয় [অকৰ্ত্তা] বুলি বুজে আৰু বাহ্যিক কৰ্ম্ম-ত্যাগৰ ভিতৰতো কৰ্ম্ম আছে বুলি যি বুজে, তেওঁ হে আচল বিবেকী যোগী। তেওঁ সকলো কৰ্ম্ম কৰিও যোগযুক্ত পুৰুষ ॥১৮

সঃ যুক্তঃ কৃৎস্নকৰ্ম্মকৃৎ—এই কথাষাৰৰ অৰ্থ সন্তদাস বাবাজীয়ে এইদৰে কৰিছে ঃ—

সঃ [তেওঁ] যুক্তঃ [যোগপ্ৰতিষ্ঠিত] (আৰু তেওঁ) কৃতস্ন কৰ্ম্মকৃৎ [সমস্ত কৰ্ত্তব্য কৰ্ম্ম সম্পাদন কৰিলে—অৰ্থাৎ তেওঁৰ আৰু জানিবলৈ বা কৰিবলৈ একো নাই] এইদৰে উপলব্ধি কৰিব পাৰিলেই মানুহে পুৰুষ-প্ৰকৃতিৰ বিবেক বুজে অৰ্থাৎ আত্মজ্ঞান লাভ কৰে। তেওঁৰ আৰু কৰিবলৈ একো নাই।

**যস্য সৰ্ব্বে সমাৰম্ভাঃ কাম সঙ্কল্পবৰ্জ্জিতাঃ।**
**জ্ঞানাগ্নিদগ্ধকৰ্ম্মাণং তমাহুঃ পণ্ডিতঃ বুধাঃ ॥১৯**

১৯। অন্বয়—যস্য [যাৰ] সৰ্ব্বে সমাৰম্ভাঃ [সকলো কৰ্ম্ম] কাম সঙ্কল্প বৰ্জ্জিতাঃ [কামনা আৰু সঙ্কল্প বৰ্জ্জিত] জ্ঞানাগ্নিদগ্ধ কৰ্ম্মাণং [জ্ঞানৰূপ অগ্নিৰ দ্বাৰা যাৰ সকলো কৰ্ম্ম দগ্ধ হৈছে] তং [এনে মানুহক] বুধাঃ [জ্ঞানী জনে] পণ্ডিতং আহুঃ ['পণ্ডিত' বোলে] ॥১৯

১৯। ভাঙনি—যাৰ সকলো কৰ্ম্ম, কামনা বৰ্জ্জিত, (অৰ্থাৎ নিষ্কাম) আৰু জ্ঞান লাভ কৰি যাৰ অহং বুদ্ধি নাই হৈছে জ্ঞানীজনে তেওঁক হে প্ৰকৃত পণ্ডিত বোলে ॥১৯

**ত্যক্ত্বা কৰ্ম্মফলাসঙ্গং নিত্যতৃপ্তো নিৰাশ্ৰয়ঃ।**
**কৰ্ম্মণ্যভিপ্ৰবৃত্তোঽপি নৈব কিঞ্চিৎ কৰোতি সঃ ॥২০**

২০। অন্বয়—সঃ [সেইজনে—পণ্ডিতে] কৰ্ম্মফলাসঙ্গং ত্যক্ত্বা [কৰ্ম্মফলত আসক্তি ত্যাগ কৰি] নিত্যতৃপ্তঃ [সদায়

সন্তুষ্ট] নিৰাশ্ৰয়ঃ [নিজৰ তৃপ্তিৰ নিমিত্তে কাৰো ওপৰত নিৰ্ভৰ নকৰি] কৰ্ম্মণি অভিপ্ৰবৃত্তঃ অপি [কৰ্ম্মত প্ৰবৃত্ত থাকিলেও] কিঞ্চিৎ এব ন কৰোতি [একো নকৰে] ॥২০

২০। ভাঙনি—যি কৰ্ম্মফলত আসক্তি ত্যাগ কৰি সদায় আত্ম-তৃপ্ত, যি নিজৰ সুখৰ নিমিত্তে অপৰৰ আশ্ৰয় লব নেলাগে তেওঁ কৰ্ম্মত প্ৰবৃত্ত থাকিলেও আচলতে একো নকৰে (কাৰণ তেওঁ কৰ্ত্তৃত্ব বুদ্ধিহীন অকৰ্ত্তা) ॥২০

**নিৰাশীৰ্যতচিত্তাত্মা ত্যক্তসৰ্ব্বপৰিগ্ৰহঃ।**
**শাৰীৰং কেৱলং কৰ্ম্ম কুৰ্ব্বন্নাপ্নোতি কিল্বিষম্ ॥২১**

২১। অন্বয়—নিৰাশীঃ [আশাশূন্য] যত চিত্তাত্মা [সংযত চিত্ত] ত্যক্ত-সৰ্ব্ব পৰিগ্ৰহঃ [সকলো পৰিগ্ৰহত্যাগী পুৰুষে] কেৱলং [কেৱলং] শাৰীৰং [শাৰীৰিক] কৰ্ম্ম কুৰ্ব্বন্ [কৰ্ম্ম কৰি] কিল্বিষং [পাপ] ন আপ্নোতি [প্ৰাপ্ত নহয়] ॥২১

২১। ভাঙনি—যাৰ কোনো বাসনা নাই, যাৰ মন সদায় সংযত, যি সকলো ভোগোপকৰণ ত্যাগ কৰিছে, যি (কৰ্ত্তৃত্ব বুদ্ধিহীন হৈ) কেৱল শৰীৰৰ দ্বাৰা হে কৰ্ম্ম কৰিছে তেওঁৰ কৰ্ম্মজনিত পাপ নাই ॥২১

[পৰিগ্ৰহ শব্দৰ আচল অৰ্থ পৰিজন। গীতাত এই শব্দটো আৰু দুঠাইত আছে (৬।১০, ১৮।৫৩)। দুই ঠাইতে 'পৰিগ্ৰহ' মানে শৰীৰ ধাৰণাৰ্থ সকলো উপকৰণ]।

**যদৃচ্ছালাভসন্তুষ্টো দ্বন্দ্বাতীতো বিমৎসৰঃ।**
**সমঃ সিদ্ধাবসিদ্ধৌ চ কৃত্বাপি ন নিবধ্যতে ॥২২**

২২। অন্বয়—যদৃচ্ছালাভ সন্তুষ্টঃ [যি লাভ তাতে তুষ্ট] দ্বন্দ্বাতীতঃ [হৰ্ষ শোকৰ অতীত] বিমৎসৰঃ [বৈৰ ভাব শূন্য] সিদ্ধৌ অসিদ্ধৌ চ সমঃ [সিদ্ধি অসিদ্ধিত সমভাবাপন্ন (পুৰুষে)] কৃত্বা অপি ন নিবধ্যতে [কৰ্ম্ম কৰিও বন্ধন প্ৰাপ্ত নহয়] ॥২২

২২। ভাঙনি—(এনে পুৰুষ) যি পায় তাতে তুষ্ট; সুখ, দুখ, শীত, উষ্ণ আদি তেওঁৰ পক্ষে সমান; তেওঁৰ কোনো মানুহলৈ বৈৰভাব নাই; সিদ্ধি-অসিদ্ধিত তেওঁ সমভাবাপন্ন; কৰ্ম্ম কৰিও তেওঁ নিৰ্লিপ্ত ॥২২

**গতসঙ্গস্য মুক্তস্য জ্ঞানাৱস্থিতচেতসঃ।**
**যজ্ঞায়াচৰতঃ কৰ্ম্ম সমগ্ৰং প্ৰবিলীয়তে ॥২৩**

২৩। অন্বয়—গতসঙ্গস্য [আসক্তিহীন পুৰুষৰ] মুক্তস্য [মুক্ত পুৰুষৰ] জ্ঞানাৱস্থিত চেতসঃ [জ্ঞানত প্ৰতিষ্ঠিত পুৰুষৰ] যজ্ঞায় কৰ্ম্ম আচৰতঃ [যজ্ঞৰ নিমিত্তে কৰ্ম্ম কৰা পুৰুষৰ] সমগ্ৰং প্ৰবিলীয়তে [সকলো কৰ্ম্মলয় প্ৰাপ্ত হয়] ॥২৩

২৩। ভাঙনি—বেদোক্ত যজ্ঞ কৰিও মানুহ মুক্ত নহয়। এনে যজ্ঞৰ ফলত স্বৰ্গপ্ৰাপ্তি আৰু ভোগৰ অন্তত পুনৰ্জ্জন্ম। এতিয়া এই শ্লোকত গীতাই কৈছে যে ৪ শ্ৰেণীৰ জ্ঞানী পুৰুষৰ—আসক্তিশূন্য পুৰুষৰ, মুক্ত পুৰুষৰ, আত্ম-জ্ঞানী পুৰুষৰ আৰু যি বুজে যে তেওঁ জগতৰ মঙ্গলৰ অৰ্থে (অৰ্থাৎ যজ্ঞৰ অৰ্থেহে) কৰ্ম্ম কৰিছে, এনে পুৰুষৰ, সকলো কৰ্ম্ম লয় হয়, কৰ্ম্মৰ পৰা তেওঁবিলাকৰ বন্ধন নাই, তেওঁবিলাকৰ পুনৰ্জ্জন্ম নাই (৩।৯ শ্লোক চাওক) ॥২৩

**ব্ৰহ্মাৰ্পণং ব্ৰহ্ম হবিৰ্ব্ৰহ্মাগ্নৌ ব্ৰহ্মণাহুতম্।**
**ব্ৰহ্মৈৱ তেন গন্তব্যং ব্ৰহ্মকৰ্ম্মসমাধিনা ॥২৪**

২৪। অন্বয়—অৰ্পণং ব্ৰহ্ম [আহুতি ব্ৰহ্ম]; হবিঃ ব্ৰহ্ম [ঘিউ ব্ৰহ্ম], ব্ৰহ্মাগ্নৌ ব্ৰহ্মণাহুতম্ [ব্ৰহ্মৰূপ অগ্নিত ব্ৰহ্মাই হোম দিছে]; তেন [সেই] ব্ৰহ্মকৰ্ম্ম সমাধিনা (ব্ৰহ্মৰূপ কৰ্ম্মত সমাধিস্থ পুৰুষে] ব্ৰহ্ম এব গন্তব্যম্ [ব্ৰহ্মাকে পায়] ॥২৪

২৪। ভাঙনি—যি পুৰুষে বুজে যে যজ্ঞৰ সকলো দ্ৰব্যই ব্ৰহ্ম, হোতোজনো ব্ৰহ্ম, কৰ্ম্মও ব্ৰহ্ম, অগ্নিও ব্ৰহ্ম—এনে সৰ্ব্বত্ৰ ব্ৰহ্মদৰ্শী পুৰুষৰ মোক্ষ হয়। (এয়ে প্ৰকৃত জ্ঞান-যজ্ঞ)।

কিন্তু সকলো যোগীয়ে এইদৰে নুবুজে। তেওঁবিলাকে নিজ নিজ অধিকাৰ অনুসৰি ভিন্ন ভিন্ন ৰূপে যজ্ঞ কৰে। তলৰ শ্লোকবোৰত ইয়াকে বুজাইছে। ভট্টদেৱ কৈছে, "এতেকে জ্ঞান-যজ্ঞ সকল যজ্ঞৰ উপৰি শ্ৰেষ্ঠ দেখাইবে লাগি, অধিকাৰী ভেদে জ্ঞানৰ সাধন দ্বাদশ যজ্ঞ কহিলা" ॥২৪

**দৈৱমেৱাপৰে যজ্ঞং যোগিনঃ পৰ্য্যুপাসতে।**
**ব্ৰহ্মাগ্নাৱপৰে যজ্ঞং যজ্ঞেনৈৱোপজুহ্বতি ॥২৫**

২৫। অন্বয়—অপৰে যোগিনঃ [আন যোগিসকলে] দৈৱম্ এব যজ্ঞং পৰ্য্যুপাসতে [দৈৱ যজ্ঞকেই কৰে] অপৰে [অপৰ কোনো যোগীয়ে] ব্ৰহ্মাগ্নৌ [ব্ৰহ্মস্বৰূপ অগ্নিত] যজ্ঞেন এব [কৰ্ম্ম সমৰ্পণ ৰূপ যজ্ঞৰ দ্বাৰাই] যজ্ঞং উপজুহ্বতি [যজ্ঞ কৰে] ॥২৫

২৫। ভাঙনি—কোনো যোগীয়ে দেৱতাৰ উদ্দেশে যজ্ঞ কৰি উপাসনা কৰে; কোনোৱে ব্ৰহ্মৰূপ অগ্নিত সকলো কৰ্ম্ম সমৰ্পণৰূপ যি যজ্ঞ, তাকে কৰে ॥২৫

[এইদৰে ব্ৰহ্মক কৰ্ম্মাৰ্পণ কৰাও এটি জ্ঞান-যজ্ঞ। "জ্ঞানী যোগী সৱে ব্ৰহ্ম অগ্নিত সকল কৰ্ম্মকে লয় কৰে; আৰু জ্ঞান-যজ্ঞ বুলি।"—ভট্টদেৱ]

**শ্ৰোত্ৰাদীনীন্দ্ৰিয়াণ্যন্যে সংযমাগ্নিষু জুহ্বতি।**
**শব্দাদীন্ বিষয়াননন্য ইন্দ্ৰিয়াগ্নিষু জুহ্বতি ॥২৬**

২৬। অন্বয়—অন্যে [অন্য যোগীয়ে] শ্ৰোত্ৰাদীনি ইন্দ্ৰিয়াণি [চক্ষু কৰ্ণাদি ইন্দ্ৰিয়ক] সংযমাগ্নিষু জুহ্বতি [আত্ম সংযম ৰূপ অগ্নিত আহুতি দিয়ে] অন্যে [অপৰ যোগীয়ে] শব্দাদীন্ বিষযান্ [শব্দাদি বিষয় বোৰক] ইন্দ্ৰিয়াগ্নিষু জুহ্বতি [ইন্দ্ৰিযৰূপ অগ্নিত আহুতি দিয়ে] ॥২৬

২৬। ভাঙনি—"নৈষ্ঠিক ব্ৰহ্মচাৰীসৱে সংযম অগ্নিত ইন্দ্ৰিয়ক লয় কৰে। গৃহস্থসৱে ভোগত অনাসক্ত হুয়া ইন্দ্ৰিয়অগ্নিত বিষয়ক হোম কৰে"—[ভট্টদেৱ] ॥২৬

[কোনো কোনো সাধকে (যেনে গৃহস্থই) বিষয় গ্ৰহণ কৰে। কিন্তু এই ইন্দ্ৰিয় কৰ্ম্ম (বিষয় গ্ৰহণ) দ্বাৰা তেওঁবিলাকৰ মনৰ চাঞ্চল্য নহয়—বিষয়ত আসক্ত নহয়। এনে সাধকৰ পক্ষে ইন্দ্ৰিয়বোৰ যেন যজ্ঞৰ অগ্নি, য'ত বিষয়বোৰ লয হয়। কোনো কোনো সাধকে (নৈষ্ঠিক সন্ন্যাসীয়ে) ইন্দ্ৰিয় দ্বাৰা বিষয়কে গ্ৰহণ নকৰে—আত্ম-সংযম কৰে। এওঁবিলাকৰ পক্ষে যেন আত্ম-সংযম হোমাগ্নি, য'ত ইন্দ্ৰিয়বোৰক হোম কৰা হয়] ॥২৬

**সৰ্ব্বাণীন্দ্ৰিয়কৰ্ম্মাণি প্ৰাণকৰ্ম্মাণি চাপৰে।**
**আত্মসংযমযোগাগ্নৌ জুহ্বতি জ্ঞানদীপিতে ॥২৭**

২৭। অন্বয—অপৰে [অন্য কোনো সাধকে] সৰ্ব্বাণি ইন্দ্ৰিয় কৰ্ম্মাণি [সকলো ইন্দ্ৰিয়-কৰ্ম্ম] প্ৰাণকৰ্ম্মাণি চ [আৰু প্ৰাণ-কৰ্ম্ম] জ্ঞান দীপিতে [আত্মজ্ঞান দ্বাৰা প্ৰদীপিত] আত্ম সংযম যোগাগ্নৌ [আত্ম সংযম ৰূপ অগ্নিত] জুহ্বতি হোম কৰে] ॥২৭

২৭। ভাঙনি—কোনো সাধকে আত্মজ্ঞান লাভ কৰি সকলো ইন্দ্ৰিয় কৰ্ম্ম আৰু প্ৰাণ কৰ্ম্মক স্থিৰ আৰু শান্ত ভাবে গ্ৰহণ কৰে; চিত্ত চাঞ্চল্য নহয়।

"জ্ঞাননিষ্ঠ সবে দশ ইন্দ্ৰিয় দশ প্ৰাণৰ কৰ্ম্মক আত্মাত মন নিয়মি অগ্নিত হোম কৰে।"—[ভট্টদেৱ]

দশপ্ৰাণ—প্ৰাণ, অপান, সমান, উদান, ব্যান, নাগ কূৰ্ম্ম, কৃকৰ, দেৱদত্ত আৰু ধনঞ্জয় ॥২৭

**দ্ৰব্যযজ্ঞাস্তপোযজ্ঞা যোগযজ্ঞাস্তথাপৰে।**
**স্বাধ্যায়জ্ঞানযজ্ঞাশ্চ যতয়ঃ সংশিতব্ৰতাঃ ॥২৮**

২৮। অন্বয়—(কোনো সাধক) দ্ৰব্যযজ্ঞাঃ [দ্ৰব্য-দানৰূপ যজ্ঞকাৰী] (কোনো কোনো) তপোযজ্ঞাঃ [তপস্যাৰূপ যজ্ঞকাৰী] (কোনো কোনো) যোগযজ্ঞাঃ [যোগ অৰ্থাৎ সমাধি স্বৰূপ যজ্ঞকাৰী] তথা অপৰে [আৰু অপৰ সাধক] সংশিতব্ৰতাঃ [দৃঢ়ব্ৰত] যতয়ঃ [যত্নশীল] (হৈ) স্বাধ্যায়জ্ঞান যজ্ঞাঃ চ বেদাধ্যয়ন''আৰু বেদাৰ্থ স্বৰূপ জ্ঞান-যজ্ঞ পৰায়ণ] ॥২৮

২৮। ভাঙনি—"কতোসবে সুবৰ্ণাদি দানকে যজ্ঞ বুলি আচৰে। কোনোসৱে চান্দ্ৰায়ণাদি তপকে যজ্ঞ বুলি কৰে। চিত্তবৃত্তি নিৰোধকে কতোসৱে যজ্ঞ বুলি কৰে। কতোসৱে বেদপাঠ বেদাৰ্থ জ্ঞানকে যজ্ঞ বোলে।" —[ভট্টদেৱ] ॥২৮

(সকলো ৰকমৰ কৰ্ম্মই যজ্ঞ।)

**অপানে জুহ্বতি প্ৰাণং প্ৰাণেঽপানং তথাপৰে।**
**প্ৰাণাপানগতী ৰুদ্ধ্বা প্ৰাণায়ামপৰায়ণাঃ ॥২৯**

২৯। অন্বয—তথা [আৰৌ] অপৰে [অপৰ যোগী সকলে] অপানে [অপান বায়ুত] প্ৰাণং [প্ৰাণ বায়ুক], প্ৰাণে অপানং [প্ৰাণ বায়ুত অপান বায়ুক] জুহ্বতি [হোম কৰে] প্ৰাণাপান গতী ৰুদ্ধ্বা [প্ৰাণ অপান—উভয়ৰ গতি ৰোধ কৰি] প্ৰাণায়াম পৰায়ণাঃ [প্ৰাণায়াম পৰায়ণ হৈ (নিশ্চল চিত্ত হয়)] ॥২৯

২৯। ভাঙনি—প্ৰাণায়ামত, পূৰকৰ দ্বাৰা অপমান বায়ুৰ, আৰু ৰেচকৰ দ্বাৰা প্ৰাণ বায়ুৰ, ৰোধ হয়। কুম্ভকৰ সময়ত উভয় বায়ুৰ ৰোধ হয়। এতিয়া এই শ্লোকত কৈছে যে এইদৰে প্ৰাণায়াম যজ্ঞ কৰে।

ইয়াত মন কৰিবলগীয়া কথা এই যে গীতাই হঠ-যোগ, ৰাজ-যোগ প্ৰভৃতি প্ৰাচীন সুপ্ৰণালীবদ্ধ যোগ-ক্ৰিয়াৰ উপযোগিতা স্বীকাৰ কৰে। তলত কৰ যে ইয়াৰপৰাও চিত্তশুদ্ধি হৈ লাহে লাহে আত্মজ্ঞান লাভ হয়। কিন্তু গীতাৰ আচল বক্তব্য এই যে কৰ্ম্ম, জ্ঞান, আৰু ভক্তিৰ সমন্বয়ত হে আত্মজ্ঞান অতি সহজে, স্বাভাবিক আৰু পূৰ্ণভাবে লাভ হয় ॥২৯

**অপৰে নিয়তাহাৰাঃ প্ৰাণান্ প্ৰাণেষু জুহ্বতি।**
**সৰ্ব্বেঽপ্যেতে যজ্ঞবিদো যজ্ঞক্ষপিতকল্মষাঃ ॥৩০**

**যজ্ঞশিষ্টামৃতভুজো যান্তি ব্ৰহ্ম সনাতনম্।**
**নায়ং লোকোঽস্ত্যযজ্ঞস্য কুতোঽন্যঃ কুৰুসত্তম ॥৩১**

৩০—৩১। অন্বয়—অপৰে [অন্য সাধকে] নিয়তাহাৰাঃ [পৰিমিতাহাৰী হৈ] প্ৰাণান্ [ইন্দ্ৰিযবোৰক] প্ৰাণেষু জুহ্বতি [প্ৰাণবায়ুত হোম দিয়ে]। যজ্ঞবিদঃ এতে সৰ্ব্বে অপি [এই যজ্ঞবিৎ সকলেও] যজ্ঞক্ষয়িতকল্মষাঃ [যজ্ঞৰ দ্বাৰা নিষ্পাপ হৈ] যজ্ঞাশিষ্টা মৃতভুজঃ [যজ্ঞাৱশিষ্ট অমৃত ভোজন কৰি] সনাতনম্ ব্ৰহ্ম যান্তি [সনাতন ব্ৰহ্মক লাভ কৰে] কুৰুসত্তম [হে অৰ্জ্জুন] অযজ্ঞস্য অয়ং লোকঃ নাস্তি [যজ্ঞ নকৰা মানুহৰ এই লোকো নাই]; অন্যঃ কুতঃ [পৰলোক বা ক'ত ?] ॥৩০—৩১

৩০—৩১। ভাঙনি—কোনো কোনো লোকে পৰিমিতাহাৰী হৈ ইন্দ্ৰিযবোৰক প্ৰাণবায়ুত হোম কৰে—অৰ্থাৎ সংযত কৰে। এই সকলো ৰকমৰ যজ্ঞ কৰ্ত্তাই, যজ্ঞৰ দ্বাৰা শুদ্ধ চিত্ত হৈ, আৰু অমৃত স্বৰূপ যজ্ঞাৱশিষ্ট ভোজন কৰি সনাতন ব্ৰহ্মক লাভ কৰে। (কোনোৰকমৰ) যজ্ঞ নকৰা মানুহৰ তো ইহলোক নাইযেই, পৰলোকৰ আৰু কি কথা ? ॥৩০-৩১

[যজ্ঞ শেষং তথামৃতং—যজ্ঞাৰশিষ্টক "অমৃত" বোলে।]

**এবং বহুবিধা যজ্ঞা বিততা ব্ৰহ্মণো মুখে।**
**কৰ্ম্মজান্ বিদ্ধি তান্ সৰ্ব্বানেবং জ্ঞাত্বা**
**বিমোক্ষ্যসে ॥৩২**

৩২। অন্বয়—ব্ৰহ্মণঃ মুখে [বেদৰ মুখে] এবং বহুবিধাঃ যজ্ঞাঃ বিততাঃ [এনে বহু প্ৰকাৰ যজ্ঞ বিস্তৃত হৈছে]; তান্ সৰ্ব্বান্ কৰ্ম্মজান্ বিদ্ধি [সেই সকলোবোৰ যজ্ঞ কৰ্ম্মজ বুলি জানিবা—জানিবা, যে সেই সকলোবোৰ যজ্ঞ কায়, মন, বাক্য আদিৰ কৰ্ম্মৰ দ্বাৰা সম্পাদিত হয়]; এবং জ্ঞাত্বা বিমোক্ষসে [এইদৰে জানিলেহে তোমাৰ মোক্ষ লাভ হ'ব] ॥৩২

৩২। ভাঙনি—বেদত এনে বহুত যজ্ঞৰ কথা আছে। সেই সকলোবোৰ যজ্ঞ কায়, মন, বাক্যদ্বাৰা কৃতকৰ্ম্ম। সেইবাবে এনে কৰ্ম্মজ যজ্ঞৰ পৰা পোনে-পোনেই আত্মজ্ঞান লাভ নহয়। কাৰণ আত্মা কৰ্ম্মৰ পৰা পৃথক। এইবোৰ যজ্ঞ কৰি কৰি লাহে লাহে চিত্ত শুদ্ধি হৈ, আত্মাৰ স্বৰূপ বুজিলে হে মোক্ষ লাভ হ্য।

সেইগুণে এই শ্লোকত কৈছে—"এমনে বেদমুখে বহুবিধ যজ্ঞ কহিছো। তথাপি তাক কায়-বাক্য-মনোজন্য জানিবা। আত্মা কৰ্ম্ম অগোচৰ পদে, তান স্বৰূপক নাপায়ে। আক জানি জ্ঞাননিষ্ঠা হুয়া সংসাৰত মুক্ত হৈবা।" —[ভট্টদেৱ] ॥৩২

**শ্ৰেয়ান্ দ্ৰব্যময়াদ্ যজ্ঞাজ্ জ্ঞানযজ্ঞঃপৰন্তপ।**
**সৰ্ব্বং কৰ্ম্মাখিলং পাৰ্থ জ্ঞানে পৰিসমাপ্যতে ॥৩৩**

৩৩। অন্বয়—পৰন্তপ [হে অৰ্জ্জুন] দ্ৰব্যময়াৎ যজ্ঞাৎ জ্ঞানযজ্ঞঃ শ্ৰেয়ান্ [দ্ৰব্যৰ দ্বাৰা কৃত যজ্ঞতকৈ জ্ঞান-যজ্ঞ শ্ৰেষ্ঠ] পাৰ্থ [হে অৰ্জ্জুন] সৰ্ব্বং অখিলং কৰ্ম্ম [সকলো কৰ্ম্ম নিৰবশেষে] জ্ঞানে পৰিসমাপ্যতে [জ্ঞানতে শেষ হয়] ॥৩৩

৩৩। ভাঙনি—হে অৰ্জ্জুন! দ্ৰব্যৰ দ্বাৰা কৃত যজ্ঞতকৈ জ্ঞান-যজ্ঞ শ্ৰেষ্ঠ। (কাৰণ) সকলো কৰ্ম্মই (যজ্ঞই) জ্ঞান উৎপাদন কৰি অৱশেষত জ্ঞানতেই শেষ হয় ॥৩৩

**তদ্বিদ্ধি প্ৰণিপাতেন পৰিপ্ৰশ্নেন সেবয়া।**
**উপদেক্ষ্যন্তি তে জ্ঞানং জ্ঞানিনস্তত্ত্বদৰ্শিনঃ ॥৩৪**

৩৪। অন্বয়—প্ৰণিপাতেন [প্ৰণিপাত কৰি], পৰিপ্ৰশ্নেন [প্ৰশ্ন কৰি] সেবয়া [সেৱা কৰি], তৎ বিদ্ধি [সেই জ্ঞান শিক্ষা কৰিবা]। তত্ত্বদৰ্শিনঃ জ্ঞানিনঃ তে জ্ঞানং উপদেক্ষ্যন্তি [তত্ত্বদৰ্শী জ্ঞানীসকলে তোমাক জ্ঞানৰ উপদেশ দিব] ॥৩৪

৩৪। ভাঙনি—তুমি প্ৰণিপাত কৰি, প্ৰশ্ন কৰি, সেৱা কৰি এই জ্ঞান লাভ কৰিবাঁ। তত্ত্বদৰ্শী জ্ঞানীসকলে এই জ্ঞানৰ উপদেশ দিব ॥৩৪

[এই জ্ঞান নিম্নতৰ মানসিক জ্ঞান (Phyisical experience বা Symbolic knowledge) নহয়। যি জনে ভগবজ্জ্ঞান অপৰোক্ষ ভাৱে পাইছে, তেওঁহে এনে জ্ঞানৰ উপদেশ দিব পাৰে। তলৰ ৩৮ শ্লোক চাওক।]

**যজ্‌জ্ঞাত্বা ন পুনৰ্মোহমেবং যাস্যসি পাণ্ডৱ।**
**যেন ভূতান্যশেষেণ দ্ৰক্ষ্যস্যাত্মন্যথো ময়ি ॥৩৫**

৩৫। অন্বয়—পাণ্ডৱ [হে অৰ্জ্জুন] যৎ জ্ঞাত্বা যি জ্ঞান লাভ কৰি] পুনঃ এবং মোহং ন যাস্যসি [পুনঃ এনে মোহ তোমাৰ নহব], যেন [যি জ্ঞানৰ দ্বাৰা] আত্মনি [নিজৰ আত্মাতে] ভূতানি [সমস্ত প্ৰাণীক] অথো [তাৰ পাছত] ময়ি [মোত] অশেষণ দ্ৰক্ষ্যসি [একো বাদ নিদি, আটাইবোৰ দেখিবা] ॥৩৫

৩৫। ভাঙনি—হে অৰ্জ্জুন! এই জ্ঞান লাভ কৰিলে তোমাৰ আৰু এনে মোহ নহয়। এই জ্ঞান লাভ কৰিলে তুমি প্ৰথমতে বুজিবা যে তোমাৰ নিজৰ আত্মাতেই সমস্ত প্ৰাণী

আছে; আৰু পাছত বুজিবা যে মোতে (ব্ৰহ্মাদিস্তম্ব পৰ্য্যন্ত) সমস্ত জগৎ আছে।।৩৫

[ইয়াত বুজাইছে যে প্ৰথমতে আত্মজ্ঞান হলে সাধকে বুজে যে সকলো প্ৰাণী তেওঁৰ নিজৰ আত্মাৰপৰা অভেদ ("সকল প্ৰাণীক আত্মাত অভেদে দেখিব"—ভট্টদেৱ)। তাৰ পাছত বুজিব যে নিজৰ আত্মাও আকৌ পৰমাত্মা হে ("আত্মাক মঞি পৰমাত্মাত দেখিব"—ভট্টদেৱ)। এইদৰে বুজিলে সাধকে বুজিব যে একে ঈশ্বৰেই বহু হৈ বহুৰকমে নিজে নিজক ভোগ কৰিছে। ১৩শ অধ্যায়ত এই কথা বুজাব। তাত কব যে ঈশ্বৰে এই জগৎ তেওঁৰ অপৰা প্ৰকৃতিৰে সৃষ্টি কৰি, পৰাপ্ৰকৃতিৰে বহু হৈ ভোগ কৰিছে। এই জগৎ যেন সচ্চিদানন্দৰ আত্ম-প্ৰকাশ। গুটিৰপৰা গছ গজাৰ দৰে তেওঁ নিজ শক্তিৰে নিজৰ অভিব্যক্তি কৰিছে আৰু লগে লগে বহু হৈ গৈছে। প্ৰত্যেকখিলা পাতে যেনেকৈ গোটেইজোপা গছৰ পুষ্টি সাধন কৰে, আমিও আমাৰ প্ৰত্যেক কৰ্ম্মৰ দ্বাৰা জগতৰ পুষ্টি সাধন (যজ্ঞ) কৰিছো। আমি নাজানি যজ্ঞ বা পুষ্টিসাধন কৰোঁ, জ্ঞানীয়ে জানি কৰে।]

**অপি চেদসি পাপেভ্যঃ সৰ্ব্বেভ্যঃ পাপকৃত্তম।**
**সৰ্ব্বং জ্ঞানপ্লবেনৈব বৃজিনং সন্তৰিষ্যসি ।।৩৬**

৩৬। অন্বয়—চেৎ [যদি] সৰ্ব্বেভ্যঃ পাপেভ্যঃ অপি [সকলো পাপীতকৈও] পাপকৃত্তমঃ অসি [তুমি অধিক পাপী হোৱাঁ] জ্ঞানপ্লবেনৈব [জ্ঞানৰূপ নৌকাৰে] সৰ্ব্বং বৃজিনং সন্তৰিষ্যসি [সকলো পাপ উত্তীৰ্ণ হবা]।।৩৬

৩৬। ভাঙনি—সকলো পাপীতকৈ পাপী হলেও, তুমি জ্ঞান-নাৱেৰে এই পাপ-সমুদ্ৰ পাৰ হ'ব পাৰিবা।।৩৬

**যথৈধাংসি সমিদ্ধোঽগ্নিৰ্ভস্মসাৎ কুৰুতেঽৰ্জ্জুন।**
**জ্ঞানাগ্নিঃ সৰ্ব্বকৰ্ম্মাণি ভস্মসাৎ কুৰুতে তথা ।।৩৭**

৩৭। অন্বয়—অৰ্জ্জুন [হে অৰ্জ্জুন] যথা [যেনেকৈ] সমিদ্ধঃ অগ্নিঃ [জ্বলি থকা অগ্নিয়ে] এধাংসি [কাঠবোৰ] ভস্মসাৎ কুৰুতে [ভস্মসাৎ কৰে] তথা [সেইদৰেই] জ্ঞানাগ্নিঃ [জ্ঞানাগ্নিয়ে] সৰ্ব্বকৰ্ম্মাণি ভস্মসাৎ কুৰুতে [সকলো কৰ্ম্ম ভস্মসাৎ কৰে]।।৩৭

৩৭। ভাঙনি—"যেনে কাষ্ঠ সমূহক প্ৰজ্বলিত অগ্নিয়ে ভস্ম কৰে, তেমনে জ্ঞানাগ্নিয়ে প্ৰাৰব্ধ বিনে সকল কৰ্ম্ম ভস্ম কৰে।"—[ভট্টদেৱ]

প্ৰাৰব্ধ কৰ্ম্মৰ ধ্বংস নাই (বেদান্ত-দৰ্শন চাওক)।।৩৭

**ন হি জ্ঞানেন সদৃশং পবিত্ৰমিহ বিদ্যতে।**
**তৎ স্বয়ং যোগসংসিদ্ধঃ কালেনাত্মনি বিন্দতি ।।৩৮**

৩৮। অন্বয়—ইহ [এই সংসাৰত] জ্ঞানেন সদৃশং [জ্ঞানৰ সদৃশ] পবিত্ৰং ন হি বিদ্যতে [পবিত্ৰ আৰু একো নাই]; তৎ [সেই জ্ঞান] যোগ সংসিদ্ধঃ [যোগ-সিদ্ধ পুৰুষে] কালেন [যথা সময়ত] স্বয়ং [নিজে] আত্মনি [আত্মাত] বিন্দতি [লাভ কৰে]।।৩৮

৩৮। ভাঙনি—আত্ম-জ্ঞান অপৰোক্ষ জ্ঞান। জাগতিক ভাব আমি কথাৰে প্ৰকাশি কৰি লোকক বুজাব পাৰোঁ; কিন্তু আত্ম-জ্ঞান তেনে জ্ঞান নহয়। ইয়াক মানুহে নিজে বুজিলেও, লোকক বুজাব নোৱাৰে। গীতাই ওপৰত কলে যে তত্ত্বদৰ্শী জনেহে আত্মজ্ঞানৰ উপদেশ দিব পাৰে। কিন্তু উপদেশ পালেই আত্মজ্ঞান নহয়। গুৰুৰ পৰা শুনা কথাবোৰ বিশ্বাস কৰি, সেইবোৰ সদায় চিন্তা কৰি থাকিলে লাহে লাহে বিশ্বাস দৃঢ়ীভূত হয় আৰু আত্মজ্ঞান ভিতৰৰ পৰা ওলায়। সেই গুণে এই শ্লোকত কৈছে—জ্ঞানৰ (আত্মজ্ঞানৰ) সমান পবিত্ৰ এই সংসাৰত আৰু একো নাই। এই জ্ঞান যোগ-সিদ্ধ পুৰুষে কালক্ৰমে নিজৰ আত্মাতে নিজে লাভ কৰে।।৩৮

[ইয়াৰ এটা বিশেষ কথা এই যে প্ৰথমতে গুৰু বাক্যত বিশ্বাস কৰিব লাগিব। বিশ্বাস এনে বস্তু যে আগধৰি বিশ্বাস নকৰিলে বিশ্বাস নহয়। বিশ্বাসেহে বিশ্বাস জন্মাব পাৰে। বিশ্বাস কৰি ভাবি নিলে, যুক্তি আপোনা-আপুনি ওলাব—শেহত বিশ্বাসেই জ্ঞান হব। গীতাই এই কথাটো বুজাবলৈ তলত কৈছে যে শ্ৰদ্ধাহীন পুৰুষে এনে জ্ঞান কেতিয়াও লাভ কৰিব নোৱাৰে।

"যি গুৰুৰ উপদেশ নুবুজে, বুজিও যি শ্ৰদ্ধা নকৰে, শ্ৰদ্ধা কৰিও, মোৰ হয় নহয় বুলি সংশয় কৰে, সি স্বাৰ্থত ভ্ৰংশ হয়। সবাতো কৰি সংশয়াত্মা সৰ্ব্বথা নষ্ট হয়।"—ভট্টদেৱ]।

**শ্ৰদ্ধাবান্ লভতে জ্ঞানং তৎপৰঃ সংযতেন্দ্ৰিয়ঃ।**
**জ্ঞানং লব্ধ্বা পৰাং শান্তিমচিৰেণাধিগচ্ছতি ।।৩৯**

৩৯। অন্বয়—শ্ৰদ্ধাবান্ [গুৰুৰ উপদেশ বিশ্বাস কৰা মানুহে] তৎপৰঃ [তাত সম্যক নিষ্ঠাবান্ হৈ] সংযতেন্দ্ৰিয়ঃ [ইন্দ্ৰিয় সংযত কৰি] জ্ঞানং লভতে [জ্ঞান লাভ কৰে] জ্ঞানং লব্ধ্বা [জ্ঞান লাভ কৰি] অচিৰেণ [শীঘ্ৰে] পৰাং শান্তিম্ অধিগচ্ছতি [পৰম শান্তি লাভ কৰে]।।৩৯

৩৯। ভাঙনি—শ্ৰদ্ধাবান্, সম্যক নিষ্ঠাবান্ আৰু জিতেন্দ্ৰিয় মানুহে আত্মজ্ঞান লাভ কৰে, আৰু লাভ কৰি অচিৰে পৰম শান্তি পায়।।৩৯

**অজ্ঞশ্চাশ্ৰদ্দধানশ্চ সংশয়াত্মা বিনশ্যতি।**
**নায়ং লোকোঽস্তি ন পৰো ন সুখং সংশয়াত্মনঃ ॥৪০**

৪০। অন্বয়—অজ্ঞঃ চ অশ্ৰদ্দধানঃ [অজ্ঞান আৰু শ্ৰদ্ধাহীন] চ সংশয়াত্মা [সংশয়াত্মা মানুহ] বিনশ্যতি (বিনষ্ট হয়)। সংশয়াত্মনঃ অয়ং লোকঃ ন অস্তি [সংশয়াত্মাৰ এই লোক নাই] ন পৰঃ [পৰলোকো নাই] ন সুখম্ [সুখো নাই] ॥৪০

৪০। ভাঙনি—অজ্ঞানী, শ্ৰদ্ধাহীন আৰু সংশয়াত্মা মানুহ বিনষ্ট হয়। সংশয়াত্মাৰ এই লোক আৰু পৰলোক আৰু সুখ—সকলো নষ্ট হয় ॥৪০

**যোগসংন্যস্তকৰ্ম্মাণং জ্ঞানসংছিন্নসংশয়ম্।**
**আত্মবন্তং ন কৰ্ম্মাণি নিবধ্নন্তি ধনঞ্জয় ॥৪১**

৪১। অন্বয়—যোগ সংন্যস্ত কৰ্ম্মাণং [যোগৰ দ্বাৰা যি ভগবানক সকলো কৰ্ম্ম অৰ্পণ কৰিছে] জ্ঞান সংছিন্নসংশযম্ [জ্ঞানৰ দ্বাৰা যাৰ সকলো সংশয়ছেদ হৈছে] আত্মবন্তং [সেই আত্মজ্ঞানী পুৰুষক] কৰ্ম্মাণি ন নিবধ্নন্তি [কৰ্ম্মই বন্ধন নকৰে] ॥৪১

৪১। ভাঙনি—হে অৰ্জ্জুন! যি কৰ্ম্ম-যোগৰ দ্বাৰা সকলো কৰ্ম্ম ভগবানক অৰ্পণ কৰে, আৰু এনে নিশ্চয় জ্ঞানৰ দ্বাৰা যাৰ সকলো সংশয় ছেদ হৈছে, সেই আত্মদৰ্শী পুৰুষৰ কৰ্ম্মৰ পৰা বন্ধন নহয় ॥৪১

**তস্মাদজ্ঞানসম্ভূতং হৃৎস্থং জ্ঞানাসিনাত্মনঃ।**
**ছিত্ত্বৈনং সংশয়ং যোগমাতিষ্ঠোত্তিষ্ঠ ভাৰত ॥৪২**

ইতি শ্ৰীমহাভাৰতে শতসাহস্ৰ্যাং সংহিতায়াং বৈয়াসিক্যাং
ভীষ্মপৰ্ব্বণি শ্ৰীমদ্ভগবদ্গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং
যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুন সংবাদে জ্ঞানযোগো
নাম চতুৰ্থোঽধ্যায়ঃ।

৪২। অন্বয়—তস্মাৎ [অতএব] ভাৰত [হে অৰ্জ্জুন] আত্মনঃ হৃৎস্থং [নিজৰ হৃদয়স্থ] এনং (এই) অজ্ঞান সম্ভূতং [অজ্ঞান জাত] সংশযং [সংশয়] জ্ঞানাসিনা ছিত্ত্বা [জ্ঞানৰূপ খড়্গেৰে ছেদ কৰি] যোগম্ আতিষ্ঠ [যোগ আশ্ৰয় কৰাঁ] (আৰু) উত্তিষ্ঠ [(যুদ্ধ কৰিবলৈ) উঠা] ॥৪২

৪২। ভাঙনি—অতএব, হে অৰ্জ্জুন, জ্ঞান-খড়্গেৰে নিজৰ এই অজ্ঞান-জাত সংশয় ছেদ কৰি, যোগ আশ্ৰয় কৰি, যুদ্ধ কৰিবলৈ উঠা ॥৪২

# পঞ্চমোঽধ্যায়ঃ

## সন্যাসযোগঃ

জগতৰ একত্ব, আত্মাৰ অকৰ্ত্তৃত্ব আৰু যজ্ঞৰ প্ৰকৃত অৰ্থ (যাৰ কথা ওপৰত কোৱা হৈছে) নুবুজিলে বা বিশ্বাস নকৰিলে প্ৰকৃত নিষ্কাম কৰ্ম্ম হ'ব নোৱাৰে। সেইগুণে গীতাৰ নিষ্কাম কৰ্ম্ম-যোগ আচলতে জ্ঞান, ভক্তি, আৰু কৰ্ম্মৰ সমন্বয়। ইপিনে সাংখ্যৰ সন্ন্যাসো আকৌ চতুৰ্বিংশতি তত্ত্বজ্ঞানৰ ওপৰত নিৰ্ভৰ কৰে। আত্মাৰ অকৰ্ত্তৃত্বই সাংখ্যজ্ঞান। সাংখ্যৰ জ্ঞানযোগী আৰু গীতাৰ কৰ্ম্মযোগী—উভয়েই বিশ্বাস কৰিব লাগিব যে জগতৰ সকলো কৰ্ম্ম, জগচ্চক্ৰৰ প্ৰবৰ্ত্তনৰ অৰ্থে, প্ৰকৃতিকৃত এটি যজ্ঞ আৰু পুৰুষ সেই যজ্ঞৰ দ্ৰষ্টা মাত্ৰ। এই বিশ্বাস নহলে তেওঁবিলাকৰ সাধনা হব নোৱাৰে।

৪ৰ্থ অধ্যায়ৰ ১৮ শ্লোকত ভগবানে ক'লে, যে বাহ্যিক নিষ্কৰ্ম্মতাৰ (সন্ন্যাসৰ) ভিতৰতো কৰ্ম্ম আছে বুলি জ্ঞানীয়ে জানে; আকৌ, অহং ভাব-শূন্য বা কৰ্ত্তৃত্ববুদ্ধিহীন হৈ নিষ্কাম কৰ্ম্ম কৰা (যজ্ঞ কৰা) কৰ্ম্মযোগী প্ৰকৃততে নৈষ্কৰ্ম্ম্য—এই কথাও জ্ঞানীয়ে জানে। জ্ঞানীৰ মানত তেন্তে কৰ্ম্মযোগ আৰু সন্ন্যাসৰ একো প্ৰভেদ নাই।

তৃতীয় অধ্যায়ত আৰু ক'লে যে বাসনা বা কৰ্ম্মফলাকাঙ্ক্ষা ত্যাগ হে আচল সন্ন্যাস। যজ্ঞৰ প্ৰকৃত অৰ্থ নুবুজিলে 'কৰ্ম্মফল-ত্যাগ' এটা কথাৰ কথা মাত্ৰ। এইবোৰ কথাৰপৰা অৰ্জ্জুনে বুজিব লাগিছিল যে সন্ন্যাস আৰু গীতোক্ত কৰ্ম্মযোগৰ প্ৰকৃত ভেদ একো নাই। কিন্তু অৰ্জ্জুনৰ

সংশয় নমৰিল। অৰ্জ্জুনে সাধাৰণ মানুহৰ দৰে ভাবিলে যে, কৰ্ম্ম আৰু কৰ্ম্মত্যাগ (সন্ন্যাস) দুটা বিৰুদ্ধ কথা। ইয়াৰ ভিতৰত কোনটো ভাল?

সেইগুণে ভগৱানে এতিয়া ৫ম অধ্যায়ত আকৌ আগৰ কথাবোৰকে বহলাই কৈছে। নতুন একো কোৱা নাই।

অৰ্জ্জুন উবাচ

**সংন্যাসং কৰ্ম্মণাং কৃষ্ণ পুনৰ্যোগঞ্চ শংসসি।**
**যচ্ছ্ৰেয় এতয়োৰেকং তন্মে ব্ৰূহি সুনিশ্চিতম্ ॥১**

১। অন্বয়—অৰ্জ্জুনঃ উবাচ [অৰ্জ্জুনে কলে] কৃষ্ণ [হে কৃষ্ণ] কৰ্ম্মণাং সংন্যাসং [কৰ্ম্ম ত্যাগ] পুনঃ [আকৌ] যোগং চ [কৰ্ম্মযোগ] শংসসি [প্ৰশংসা কৰিছা], এতয়োঃ [এই দুটাৰ—অৰ্থাৎ সন্ন্যাস আৰু কৰ্ম্ম—এই দুটাৰ] যৎ শ্ৰেয়ঃ [যিটো মঙ্গলকৰ] তৎ একং মে সুনিশ্চিতং ব্ৰূহি [সেই এটাকে মোক নিশ্চযকৈ কোৱাঁ] ॥১

১। ভাঙনি—হে কৃষ্ণ, তুমি সন্ন্যাস আৰু কৰ্ম্মযোগ—দুয়োটাৰ প্ৰশংসা কৰিছা। ইঁহতৰ ভিতৰত কোনটো ভাল, মোক ঠিককৈ কোৱাঁ ॥১

শ্ৰীভগবানুবাচ

**সংন্যাসঃ কৰ্ম্মযোগশ্চ নিঃশ্ৰেয়সকৰাবুভৌ।**
**তয়োস্তু কৰ্ম্মসন্যাসাৎ কৰ্ম্মযোগো বিশিষ্যতে ॥২**

২। অন্বয়—শ্ৰীভগবান্ উবাচ [ভগবানে কলে] সংন্যাসঃ [কৰ্ম্মত্যাগ] কৰ্ম্মযোগঃ চ [আৰু কৰ্ম্মযোগ] উভৌ নিঃশ্ৰেয়সকৰৌ [উভয়েই মুক্তিৰ হেতু], তু [কিন্তু] তয়োঃ [উভয়ৰ ভিতৰত] কৰ্ম্মসংন্যাসাৎ [কৰ্ম্মত্যাগতকৈ] কৰ্ম্মযোগঃ বিশিষ্যতে [কৰ্ম্মযোগ বিশেষ শ্ৰেষ্ঠ] ॥২

২। ভাঙনি—সংন্যাস আৰু কৰ্ম্মযোগ—উভয়েই মুক্তিপ্ৰদ;
কিন্তু তাৰ ভিতৰতে কৰ্ম্মযোগ সংন্যাসতকৈ শ্ৰেষ্ঠ ॥২
(কৰ্ম্মযোগ সুখ-সাধ্য, সেইবাবে শ্ৰেষ্ঠ।)

**জ্ঞেয়ঃ স নিত্যসন্ন্যাসী যো ন দ্বেষ্টি ন কাঙ্ক্ষতি।**
**নিৰ্দ্বন্দ্বো হি মহাবাহো সুখং বন্ধাৎ প্ৰমুচ্যতে ॥৩**

৩। অন্বয়—মহাবাহো [হে অৰ্জ্জুন] যঃ [যি] ন দ্বেষ্টি [দ্বেষ নকৰে] ন কাঙ্ক্ষতি [আকাঙ্ক্ষা নকৰে] সঃ [তেওঁ] নিত্য সংন্যাসী [(কৰ্ম্ম কৰিও) সদায় সন্ন্যাসী] জ্ঞেয়ঃ [জানিবা]; হি [কাৰণ] নিৰ্দ্বন্দ্বঃ [ৰাগ দ্বেষাদি দ্বন্দ্ব-ৰহিত পুৰুষ] সুখং বন্ধাৎ প্ৰমুচ্যতে [অতি সহজে বন্ধনৰ পৰা মুক্ত হয়] ॥৩

৩। ভাঙনি—হে অৰ্জ্জুন, যিজন ৰাগ-দ্বেষ ৰহিত নিৰ্দ্বন্দ্ব পুৰুষ, আৰু যাৰ কোনো বাসনা নাই তেওঁক (কৰ্ম্ম কৰিলেও) নিত্য সন্ন্যাসী বুলি জানিবা। তেওঁ অনায়াসে সংসাৰ-বন্ধনৰ পৰা মুক্ত হয় ॥৩

**সাংখ্যযোগৌ পৃথগ্বালাঃ প্ৰবদন্তি ন পণ্ডিতাঃ।**
**একমপ্যাস্থিতঃ সম্যগুভয়োৰ্বিন্দতে ফলম্ ॥৪**

৪। অন্বয়—সাংখ্যযোগৌ [সাংখ্য আৰু যোগক] বালাঃ [অজ্ঞানী মানুহে] পৃথক্ প্ৰবদন্তি [পৃথক বুলি কয়] পণ্ডিতাঃ ন [পণ্ডিত সকলে নকয]; একম্ অপি সম্যক্ আস্থিতঃ [এই উভয়ৰ যেই সেই এটাৰ পূৰ্ণভাৱে অনুষ্ঠান কৰিলে] উভয়োঃ ফলং বিন্দতে [উভয়ৰ ফলকে লাভ হয়] ॥৪

৪। ভাঙনি—অজ্ঞান মানুহে সাংখ্য আৰু কৰ্ম্ম যোগ বেলেগ বুলি কয়, কিন্তু জনা মানুহে নকয়। কৰ্ম্ম যোগ বা সাংখ্য (কৰ্ম্ম সংন্যাস), যেই সেই এটাৰ সম্যক্ ৰূপে অনুষ্ঠান কৰিলেই উভয়ৰ ফল পোৱা যায়। [উভয়ৰ ফলেই মোক্ষ,--তাকে পোৱা যায়] ॥৪

[সাংখ্য আৰু যোগৰ প্ৰণালী বেলেগ। কিন্তু মূল তত্ত্ব আৰু শেষ উদ্দেশ্য একে। সাংখ্যই জ্ঞান লৈ আৰম্ভ কৰিছে, যোগে কৰ্ম্ম লৈ আৰম্ভ কৰিছে। কিন্তু জগতৰ তত্ত্বটি—অৰ্থাৎ ই যে প্ৰকৃতিকৃত এটি মহাযজ্ঞ (আদান-প্ৰদান) আৰু যে পুৰুষ অকৰ্ত্তা, সংস্কাৰাধীন হৈ হে কৰ্ম্ম কৰে—এই তত্ত্বটি উভয়ৰে ভিত্তি। এই সামান্য জগজ্জ্ঞানৰ পৰা হে সাংখ্যই আৰু যোগে আৰম্ভ কৰি, দুয়ো দুফালে ফাটি গৈছে। এই জ্ঞান নহলে নিষ্কাম কৰ্ম্মযোগ বুলি কথা এটাই নহয—আৰু সন্ন্যাস যোগো হব নোৱাৰে। তলৰ ৬ শ্লোকত ইয়াকে কৈছে] (যোগ—কৰ্ম্মযোগ। সাংখ্য—কৰ্ম্ম সংন্যাস)

**যৎ সাংখ্যৈঃ প্ৰাপ্যতে স্থানং তদ্ যোগৈৰপি গম্যতে।**
**একং সাংখ্যঞ্চ যোগঞ্চ যঃ পশ্যতি স পশ্যতি ॥৫**

৫। অন্বয়—সাংখ্যৈঃ [জ্ঞাননিষ্ঠ সন্ন্যাসী সকলে] যৎ স্থানং প্ৰাপ্যতে [যি পদ লাভ কৰে] যোগৈঃ অপি তৎ গম্যতে [যোগৰ দ্বাৰাও সেই পদ লাভ হয়]; যঃ সাংখ্যং চ যোগং চ একং পশ্যতি [যি সাংখ্য আৰু যোগক একে যেন দেখে] সঃ পশ্যতি [তেওঁৰ দেখাহে আচল দেখা] ॥৫

৫। ভাঙনি—সাংখ্য আৰু যোগৰ—উভয়ৰ ফল মোক্ষ লাভ। সাংখ্য-জ্ঞান আৰু যোগক যি একে বুলি জানে তেওঁ হে যথাৰ্থ জ্ঞানী ॥৫

**সংন্যাসস্তু মহাবাহো দুঃখমাপ্তুমযোগতঃ।**
**যোগযুক্তো মুনির্ব্ৰহ্ম ন চিৰেণাধিগচ্ছতি ।।৬**

৬। অন্বয়—মহাবাহো [হে অৰ্জ্জুন] তু [কিন্তু, আৰু] অযোগতঃ [যোগ ব্যতীত] সংন্যাসঃ [সন্ন্যাস] আপ্তুং [লাভ কৰিবলৈ] দুঃখম্ [কষ্টকৰ] যোগ যুক্তঃ মুনিঃ [কৰ্ম্মযোগী মননশীল পুৰুষে] ন চিৰেণ [শীঘ্ৰে] ব্ৰহ্ম অধিগচ্ছতি [ব্ৰহ্মক পায়] ।।৬

৬। ভাঙনি—হে অৰ্জ্জুন, কৰ্ম্মযোগ নহলে (অৰ্থাৎ ফলাকাঙক্ষা আৰু নিজৰ কৰ্ত্তৃত্ব বুদ্ধি লুপ্ত নহলে) কৰ্ম্মসন্ন্যাস কষ্টকৰ। যি কৰ্ম্মযোগ অবলম্বন কৰে তেওঁ অচিৰে ব্ৰহ্মক লাভ কৰে ।।৬

[ওপৰত আমি এইমাত্ৰ কলোঁ যে প্ৰথমতে জগজ জ্ঞান নহলে কৰ্ম্মযোগ আৰু সন্ন্যাস, একো আৰম্ভ কৰিব নোৱাৰি। যি নিজৰ কৰ্ত্তৃত্ব জ্ঞান লুপ্ত কৰিব পৰা নাই, তেওঁৰ পক্ষে সন্ন্যাস কষ্টকৰ। কৰ্ত্তৃত্ব জ্ঞান-ৰহিত কৰ্ম্মযোগীৰ পক্ষে সন্ন্যাস সহজ। কিন্তু তেওঁ সন্ন্যাসী হব নেলাগে—তেওঁ কৰ্ম্ম কৰিও, নিৰ্লিপ্ত। এই কথাকে তলৰ শ্লোকবোৰত বুজাইছে।]

**যোগযুক্তো বিশুদ্ধাত্মা বিজিতাত্মা জিতেন্দ্ৰিয়ঃ।**
**সৰ্ব্বভূতাত্মভূতাত্মা কুৰ্ব্বন্নপি ন লিপ্যতে ।।৭**

৭। অন্বয়—যোগযুক্তঃ [যোগী] বিশুদ্ধাত্মা [বিশুদ্ধচিত্ত] বিজিতাত্মা [আত্মজয়ী] জিতেন্দ্ৰিয়ঃ [জিতেন্দ্ৰিয়] সৰ্ব্বভূতাত্মভূতাত্মা [যাৰ আত্মা সৰ্ব্বভূতৰ আত্মা অৰ্থাৎ যি সমস্ত প্ৰাণীক নিজৰ পৰা অভিন্ন বুলি বুজে] (এনে পুৰুষে) কুৰ্ব্বন্ অপি ন লিপ্যতে [কৰ্ম্ম কৰিও লিপ্ত নহয়—অৰ্থাৎ তেওঁৰ কৰ্ম্মৰ পৰা বন্ধন নহয়] ।।৭

৭। ভাঙনি—যি কৰ্ম্ম যোগী ৰাগ-দ্বেষহীন হৈ বিশুদ্ধচিত্ত হৈছে, যি আত্মজয়ী, জিতেন্দ্ৰিয় আৰু যি সমস্ত প্ৰাণীক নিজৰ আত্মাৰ পৰা অভিন্ন বুলি বুজে, তেওঁ কৰ্ম্ম কৰিও লিপ্ত নহয় ।।৭

**নৈব কিঞ্চিৎ কৰোমীতি যুক্তো মন্যেত তত্ত্ববিৎ।**
**পশ্যন্ শৃণ্বন্ স্পৃশন্ জিঘ্ৰন্নশ্নন্ গচ্ছন্ স্বপন্ শ্বসন্ ।।৮**
**প্ৰলপন্ বিসৃজন্ গৃহ্নন্নুন্মিষন্নিমিষন্নপি।**
**ইন্দ্ৰিয়াণীন্দ্ৰিয়াৰ্থেষু বৰ্ত্তন্ত ইতি ধাৰয়ন্ ।।৯**

৮—৯। অন্বয়—তত্ত্ববিৎ যুক্তঃ [তত্ত্বজ্ঞ কৰ্ম্মযোগী পুৰুষে] পশ্যন্ [দৰ্শন কৰি] শৃণ্বন্ [শ্ৰবণ কৰি] স্পৃশন্ [স্পৰ্শ কৰি] জিঘ্ৰন [ঘ্ৰাণ কৰি] অশ্নন্ [ভোজন কৰি] গচ্ছন্ [গমন কৰি] স্বপন্ [নিদ্ৰিত হৈ] শ্বসন [শ্বাস গ্ৰহণ কৰি] প্ৰলপন্ [কথা কৈ] বিসৃজন্ [ত্যাগ কৰি] গৃহ্নন্ [গ্ৰহণ কৰি] উন্মিষন্ অপি নিমিষন [চকু মেলি বা মুদি], ইন্দ্ৰিয়াণি ইন্দ্ৰিয়াৰ্থেষু বৰ্ত্তন্তে, ইতি ধাৰযন [ইন্দ্ৰিয়ই ইন্দ্ৰিয়ৰ কাৰ্য কৰিছে, এনে ধাৰণা কৰি] কিঞ্চিৎ অপি ন কৰোমি, ইতি মন্যেত [মই নিজে একো কৰা নাই, এনে বুলি জানে] ।।৮—৯

৮—৯। ভাঙনি—তত্ত্বজ্ঞ কৰ্ম্ম-যোগী পুৰুষে দৰ্শন, শ্ৰবণ, ঘ্ৰাণ, ভোজন, গমন, নিদ্ৰা, শ্বাস, প্ৰশ্বাস, কথন, ত্যাগ, গ্ৰহণ, উন্মেষ, নিমেষ—এই সকলো কৰ্ম্ম কৰিও জানে যে তেওঁ নিজে একো কৰা নাই, ইন্দ্ৰিয়বোৰ নিজ নিজ বিষযত প্ৰবৃত্ত হৈছে বুলি জানি তেওঁ বুজে, যে তেওঁ দ্ৰষ্টা হে ।।৮—৯

**ব্ৰহ্মণাধ্যায় কৰ্ম্মাণি সঙ্গং ত্যক্ত্বা কৰোতি যঃ।**
**লিপ্যতে ন স পাপেন পদ্মপত্ৰমিবাম্ভসা ।।১০**

১০। অন্বয়—যঃ [যি] কৰ্ম্মাণি ব্ৰহ্মণি আধায [সকলো কৰ্ম্ম ব্ৰহ্মত স্থাপন কৰি—অৰ্থাৎ ব্ৰহ্ম সকলো কৰ্ম্মৰ নিয়ন্তা বুলি জানি] সঙ্গং ত্যক্ত্বা কৰোতি [আসক্তি ৰহিত হৈ কৰ্ম্ম কৰে] সঃ [তেওঁ] অম্ভসা পদ্মপত্ৰম্ ইব [পানীত পদুম পাতৰ দৰে] পাপেন ন লিপ্যতে [পাপত লিপ্ত নহয] ।।১০

১০। ভাঙনি—সমস্ত কৰ্ম্মৰ নিয়ন্তা ভগবান হে—এই বুলি জানি কৰ্ম্ম কৰা আসক্তিহীন কৰ্ম্মযোগী পাপত লিপ্ত নহয়—যেনেকৈ পানীত থাকিও পদুম পাত পানীত নিতিতে ।।১০

**কায়েন মনসা বুদ্ধ্যা কেবলৈৰিন্দ্ৰিয়ৈৰপি।**
**যোগিনঃ কৰ্ম্ম কুৰ্ব্বন্তি সঙ্গং ত্যক্ত্বাত্মশুদ্ধয়ে ।।১১**

১১। অন্বয়—যোগিনঃ [যোগীসকলে] সঙ্গং [আসক্তি] ত্যক্ত্বা [ত্যাগ কৰি] আত্মশুদ্ধযে [আত্মশুদ্ধিৰ নিমিত্তে] কায়েন, মনসা বুদ্ধ্যা [শৰীৰ, মন আৰু বুদ্ধিৰ দ্বাৰা] কেবলৈঃ ইন্দ্ৰিয়ৈঃ অপি [কেবল ইন্দ্ৰিয়ৰ দ্বাৰা হলেও] কৰ্ম্ম কুৰ্ব্বন্তি [কৰ্ম্ম কৰে] ।।১১

১১। ভাঙনি—কৰ্ম্ম যোগীসকলে চিত্তশুদ্ধিৰ বাবে, শৰীৰ, মন, বুদ্ধি বা কেৱল ইন্দ্ৰিয়ৰ দ্বাৰা অনাসক্ত ভাবে কৰ্ম্ম কৰে। তেওঁবিলাকে বুজে যে শৰীৰ, মন, বুদ্ধি আৰু ইন্দ্ৰিয় তেওঁবিলাকৰ পৰা পৃথক্। শৰীৰ আদিৰ কামত তেওঁবিলাক আসক্ত নহয় ।।১১

**যুক্তঃ কৰ্ম্মফলং ত্যক্ত্বা শান্তিমাপ্নোতি নৈষ্ঠিকীম্।**
**অযুক্তঃ কামকাৰেণ ফলে সক্তো নিবধ্যতে ।।১২**

১২। অন্বয়—যুক্তঃ [যোগযুক্ত পুৰুষ] কৰ্ম্মফলং ত্যক্ত্বা

[কৰ্ম্মফলত আসক্তি ত্যাগ কৰি] নৈষ্ঠিকীং শান্তিম্ আপ্নোতি [দৃঢ়প্ৰতিষ্ঠ শান্তি লাভ কৰে] অযুক্তঃ [অযোগীজনে] ফলেসক্তঃ [ফলত আসক্ত হৈ] কামকাৰেণ [বাসনাৰ ক্ৰিয়াৰ দ্বাৰা] নিবধ্যতে [বন্ধ হয়] ।।১২

১২। ভাঙনি—ফলাসক্তি ত্যাগ কৰি কৰ্ম্ম-যোগীসকলে পৰম শান্তি লাভ কৰে। অযোগী পুৰুষ ফলাসক্তিৰ বাবে কৰ্ম্ম দ্বাৰা বন্ধ হয়। (অযোগী=যি কৰ্ম্ম-যোগী নহয়) ।।১২

**সৰ্ব্বকৰ্ম্মাণি মনসা সংন্যস্যাস্তে সুখং বশী।**
**নবদ্বাৰে পুৰে দেহী নৈব কুৰ্ব্বন্ন কাৰয়ন্ ।।১৩**

১৩। অন্বয়—বশী [সংযমী] দেহী [দেহধাৰী জীৱই] মনসা [মনেৰে] সৰ্ব্বকৰ্ম্মাণি [সকলো কৰ্ম্ম] সংন্যস্য [পৰিত্যাগ কৰি] নবদ্বাৰে পুৰে [চক্ষু, কৰ্ণ আদি ৯ খন দুৱাৰ থকা দেহত] ন এব কুৰ্ব্বন্ [নিজে একো নকৰিও] ন কাৰযন [বা একো নকৰাইও] সুখম্ আস্তে [সুখেৰে থাকে] ।।১৩

১৩। ভাঙনি—সংযমী পুৰুষে মনেৰে সকলো কৰ্ম্ম ঈশ্বৰক সমৰ্পণ কৰি (অৰ্থাৎ ঈশ্বৰে কৰাইছে বুলি জানি) নিজেও একো নকৰি বা লোকৰ দ্বাৰাও একো নকৰাই (অৰ্থাৎ মই নিজেও কৰা নাই বা লোকৰ দ্বাৰাও কৰোৱা নাই—এনে জানি নবদ্বাৰযুক্ত দেহৰ ভিতৰত সুখেৰে থাকে ।।১৩

[আমাৰ কাণ, চকু ইত্যাদি যিবোৰক আমি ইন্দ্ৰিয় বোলোঁ, সেইবোৰ আচলতে দুৱাৰহে (সাংখ্য-দৰ্শন চাওক)। এই দুৱাৰেদি বাহিৰৰ শক্তি আহি আমাৰ ভিতৰত ক্ৰিয়া কৰে আৰু তেতিয়া হে আমাৰ বিষয়-জ্ঞান হয়। পাশ্চাত্য নতুন মনোবিজ্ঞানে এইবোৰ কথা আজি কালি পৰীক্ষাৰে প্ৰমাণ কৰি আমাক দেখুৱাইছে।]

**ন কৰ্ত্তৃত্বং ন কৰ্ম্মাণি লোকস্য সৃজতি প্ৰভুঃ।**
**ন কৰ্ম্মফলসংযোগং স্বভাবস্তু প্ৰবৰ্ত্ততে ।।১৪**

১৪। অন্বয়—প্ৰভুঃ [সৰ্ব্ব নিয়ন্তা ঈশ্বৰে] লোকস্য [মানুহৰ সম্বন্ধে] কৰ্ত্তৃত্বং ন সৃজতি [কৰ্ত্তৃত্বৰ সৃষ্টি কৰা নাই] কৰ্ম্মাণি ন [কৰ্ম্মও সৃষ্টি কৰা নাই] কৰ্ম্মফল সংযোগং ন [কৰ্ম্মফল সংযোগো সৃষ্টি কৰা নাই]; স্বভাবঃ তু প্ৰবৰ্ত্ততে [স্বভাৱে হে এইবোৰ কৰে] ।।১৪

[আমি পাতনিত কৈ আহিছো যে প্ৰকৃতিৰ সকলো ক্ৰিয়া বন্ধা নিয়মৰ অধীন আৰু এই নিয়মবোৰৰ সমষ্টিকে আমি "স্বভাৱ" (Nature) বোলোঁ। সেই গুণে সচৰাচৰ কথাবাৰ্ত্তাত আমি "প্ৰকৃতিৰ" ঠাইত "স্বভাব" শব্দও ব্যৱহাৰ কৰোঁ। এই শ্লোকত আৰু তলত গীতাই সেইদৰে কৰিছে। বাস্তবিক "স্বভাৱ" "প্ৰকৃতিৰ" অন্তৰ্গত। আমি যেতিয়া জগতৰ কোনো এটা ক্ষুদ্ৰ অংশ বা কোনো এটা বস্তুৰ কথা বেলেগে ভাবোঁ, তেতিয়া কওঁ—"এই বস্তুটোৰ এইদৰে পৰিবৰ্ত্তন হোৱাই "স্বভাৱ"। কিন্তু যেতিয়া আমি সমস্ত জগতৰ পৰিবৰ্ত্তনৰ কথা একেলগে ভাবোঁ, তেতিয়া "স্বভাব" নুবুলি "প্ৰকৃতি" বোলোঁ।]

১৪। ভাঙনি—ঈশ্বৰে জীৱৰ কৰ্ত্তৃত্ব বা কৰ্ম্ম সৃষ্টি কৰা নাই বা কৰ্ম্মফল প্ৰাপ্তিও জীৱৰ আয়ত্তাধীন কৰা নাই। স্বভাবে (সংস্কাৰে) এইবোৰ কৰায় ।।১৪

[আচলতে কিন্তু ঈশ্বৰ হে সকলোৰে মূল। জীৱ স্বভাৱৰ অধীন সচা, কিন্তু সেই স্বভাবৰ নিয়ন্তা ঈশ্বৰ। এই কথাটো বুজাবলৈ ইয়াত "প্ৰভুঃ" শব্দটি ব্যৱহাৰ কৰিছে।]

**নাদত্তে কস্যচিৎ পাপং ন চৈব সুকৃতং বিভুঃ।**
**অজ্ঞানেনাবৃতং জ্ঞানং তেন মুহ্যন্তি জন্তবঃ ।।১৫**

১৫। অন্বয়—বিভুঃ [সৰ্ব্বব্যাপী ব্ৰহ্মাই] কস্যচিৎ পাপং না আদত্তে [কাৰো পাপ গ্ৰহণ নকৰে] সুকৃতং চ অপি ন [বা কাৰো পুণ্যও গ্ৰহণ নকৰে]; অজ্ঞানেন জ্ঞানং আবৃতং [অজ্ঞানৰ দ্বাৰা জ্ঞান আবৃত] তেন মুহ্যন্তি জন্তবঃ [সেইবোৰে জীবৰ মোহ হয়] ।।১৫

১৫। ভাঙনি—সৰ্ব্বব্যাপী ঈশ্বৰে কাৰো পাপ বা পুণ্য গ্ৰহণ নকৰে। (জীবৰ সংস্কাৰে বা স্বভাবে বা কৰ্ম্মসংস্কাৰে জীবক কাম কৰায়, কিন্তু অহং জ্ঞানাভিভূত জীবেই নিজক কৰ্ত্তা বুলি ভাবি কৰ্ম্মত আসক্ত হৈ ফলভোগ কৰে) জীবৰ অজ্ঞানে, জীবৰ জ্ঞান ঢাকি ৰাখে, ইয়াৰপৰাই জীবৰ মোহ হয় ।।১৫

(জ্ঞান আৰু অজ্ঞানৰ বাবে পাতনি চাওক)

[ওপৰৰ শ্লোক দুটিৰ এইদৰেই সকলোৱে অৰ্থ কৰে। এইটো সাংখ্য দৰ্শন মতে অৰ্থ, যি দৰ্শন মতে সৃষ্টিৰ পিচত ঈশ্বৰ আৰু স্বভাব (প্ৰকৃতি) পৃথক। কিন্তু আমি জানো যে গীতাৰ মতে ঈশ্বৰ স্বভাবৰো নিয়ন্তা। স্বভাবৰ কৰ্ম্মও তেওঁৰ হে কৰ্ম্ম। তেওঁ স্বভাবৰ ওপৰত দোষ দি, গা এৰা দিব নোৱাৰে। সেইগুণে ওপৰৰ অৰ্থটো অসম্পূৰ্ণ হ'ব, যদি আমি নুবুজো, কেনেকৈ ঈশ্বৰ সকলো কৰ্ম্মৰ নিয়ন্তা হৈও নিজে নিৰ্লিপ্ত থাকে।

সাধু সন্তদাস বাবাজীয়ে কয় যে এই জগৎ সদায় ঈশ্বৰ জ্ঞানত প্ৰতিষ্ঠিত আৰু ই ঈশ্বৰৰ এটা কল্পনা মাত্ৰ। পাতনিত এই বিষয় কোৱা হৈছে। এটা দৃষ্টান্তও দিয়া হৈছে, কেনেকৈ

সকলো জীৱক নিয়ন্ত্ৰিত কৰিও ঈশ্বৰ নিৰ্লিপ্ত হৈ থাকিব পাৰে।

এইমতে এই সংসাৰখন যেন এখন প্ৰকাণ্ড নাট্যশালা—য'ত প্ৰত্যেক জীৱই ভাৱৰীয়া হৈ নিজ নিজ ভাও দেখুৱাইছে। বাস্তৱিক সাংখ্যই এইদৰেই জগতক ভাবে; যথা—'নটবৎ ব্যবতিষ্ঠতে লিঙ্গম্' (৪২ কাৰিকা)—"ৰঙ্গস্য দৰ্শয়িত্বা নিবৰ্ত্ততে নৰ্ত্তকী" (৫৯ কাৰিকা)। ইয়াত, নাটকখনৰ লিখক ঈশ্বৰ। তেওঁ কল্পনা কৰি যি লিখি গল, ঠিক সেইদৰেই নাট্যশালাত সকলো ঘটনা, ইটোৰ পাছত সিটো, প্ৰকাশ হৈছে—ইয়াৰ লৰচৰ হ'ব নোৱাৰে।

একৰকমে চালে, সাংখ্যই ঠিক কথাকে কৈছে; কাৰণ, ভাৱৰীয়া সকলে ৰাতি নাট্যশালাত ভাও দেখুৱায়, কিন্তু নাটক লিখাজন ঘৰত শুই থাকিলেও কোনো ক্ষতি নহয়। ঈশ্বৰো ঠিক সেইদৰেই সংসাৰ-ভাৱনাত নিৰ্লিপ্ত হৈ থাকিব পাৰিলেহেঁতেন। কিন্তু ইয়াত কথা হল যে ভাৱৰীয়াবোৰো ঈশ্বৰ নিজে আৰু দৰ্শকবোৰো তেওঁ নিজে। তেওঁ লীলা কৰিবলৈ এই সংসাৰ ভাৱনা পাতিছে; নিজেই বহু হৈ ভাৱৰীয়া হৈছে; নিজেই বহু হৈ দ্ৰষ্টা হৈছে।

ইয়াত অহংজ্ঞান বিমূঢ় জীৱই নেজানে যে সি ঈশ্বৰ। তাৰ এনে সম্পূৰ্ণ আত্মবিস্মৃতি হৈছে। তাৰ যি নিৰ্দ্দিষ্ট ভাও আছে, তাকে সি কৰিছে আৰু ভাবিছে যে সেয়ে সকলো; সেয়ে তাৰ পক্ষে সকলো সত্য, ইয়াৰ বাহিৰে আৰু সত্য নাই। এনে ভাবি সি মুগ্ধ হয়। নাটক লিখা গ্ৰন্থকাৰৰ অস্তিত্ব আছে বুলিও সি নুবুজে। এয়ে তাৰ মোহ, মায়া বা অজ্ঞান। কিন্তু মুক্তপুৰুষে কি বুজে? তেওঁ বুজে যে সকলো ভাৱৰীয়াই ঈশ্বৰ; প্ৰত্যেকৰ নিৰ্দ্দিষ্ট ভাও আছে; তেওঁৰ নিজৰো আছে। এইদৰে বুজি তেওঁ সকলো প্ৰাণীতে ব্ৰহ্মদৰ্শন কৰে। আমি নিজে থিয়েটৰত ভাও ললে যিদৰে ভাবোঁ মুক্তপুৰুষেও জগতক সেইদৰে ভাবে। আমি যেনেকৈ জানো যে দৰ্শকৰ প্ৰীতিৰ নিমিত্তে হে আমি ভাও লৈ নাচিছো মুক্তপুৰুষেও সেইদৰেই বুজে যে শ্ৰীবিষ্ণুৰ প্ৰীতিৰ নিমিত্তে (বা জগতৰ মঙ্গলৰ নিমিত্তে) তেওঁ যজ্ঞ (কৰ্ম্ম) কৰিছে বা প্ৰকৃতিয়ে কৰাইছে। এয়ে যদি সংসাৰ তেন্তে জীৱৰ পাপ পুণ্য ঈশ্বৰে গ্ৰহণ কৰে নে নকৰে, এনে প্ৰশ্নই নুঠে।

ওপৰৰ এই দৃষ্টান্তত পাঠকসকলে (বিশেষতঃ আধুনিক পাঠক সকলে) আমাক নিশ্চয় প্ৰশ্ন কৰিব যে আমাৰ জীৱনৰ প্ৰত্যেক ঘটনাই যদি নাটকাকাৰে লিখা আছে, তেন্তে আমি ঈশ্বৰক উপাসনা-কৰিব লগিছে কিয়? তেওঁ জানো এবাৰ যি লিখি গল, তাৰ লৰচৰ কৰিব পাৰে? যদি পাৰে কেনেকৈ পাৰে?

এইটি সেই পুৰণি প্ৰশ্ন। দৈব আৰু পুৰুষকাৰ বিবাদত (Predestination and free-will) এই প্ৰশ্ন অতীজৰ পৰা চলি আহিছে। তত্ত্বদৰ্শী ঋষিসকলে এই প্ৰশ্নৰ উত্তৰত কয় যে ঈশ্বৰ কালাতীত, তেওঁৰ তাত ভবিষ্যৎকাল এটা নাই, আৰু সেইবাবেই predestination বুলি এটা কথাও থাকিব নোৱাৰে।

নিত্য সৰ্ব্বজ্ঞ ঈশ্বৰৰ জ্ঞানত সকলো কথা, সকলো ঘটনা "নিত্যবৰ্ত্তমান" ৰূপে প্ৰতিষ্ঠিত; কালজ্ঞান আমাৰ মনৰপৰা উদ্ভৱ হয়। (পাতনিত সন্তদাস বাবাজীৰ উক্তি চাওক)। আমি অবশ্য এই কথাবোৰ বুজিব নোৱাৰো, কাৰণ, দিক্ আৰু কালত জোৰা নলগালে জাগতিক কোনো কথা আমি বুজিব নোৱাৰোঁ, ভাবিব নোৱাৰোঁ, ধাৰণা কৰিব নোৱাৰোঁ। (সাংখ্য দৰ্শনৰ পাতনি চাওক)। এয়ে আমাৰ অহং জ্ঞানাশ্ৰিত ভ্ৰান্তি। আচলতে কাল বুলি এটা তত্ত্ব নাই।]

পাতঞ্জলত কৈছে যে "স খলু অয়ংকালঃ বস্তুশূন্যঃ বুদ্ধিনিৰ্ম্মাণঃ, শব্দজ্ঞানানুপাতী, লৌকিকানাং ব্যুত্থিতদৰ্শানানাং বস্তুস্বৰূপ ইব অব ভাসতে (পাতঞ্জল ৩।৫২ ব্যাসভাষ্য) আমি কিন্তু এইবোৰ কথা নুবুজোঁ; আমি ভাবোঁ যে যি বস্তুৰ কাল-ব্যাপ্তি (duration) নাই, তাৰ অস্তিত্বও নাই। সেইগুণে আমি ধাৰণা কৰিব নোৱাৰোঁ কেনেকৈ কাল-জ্ঞান নোহোৱাকৈ ঈশ্বৰে কল্পনা এটা কৰিব পাৰে; কেনেকৈ তেওঁ কালাতীত হ'ব পাৰে।

কিন্তু ঋষিসকলৰ এইবোৰ কথা যে প্ৰলাপ-বাক্য নহয়, সেইটো আমি আজি-কালি বিজ্ঞানৰ সহায়ত বুজিছোঁ। পাশ্চাত্য বিজ্ঞানে অঙ্কেৰে (Lorentz Transformation) প্ৰমাণ কৰিছে যে পদাৰ্থ যদি সৰ্ব্ব-ব্যাপী হয়, তেন্তে সি কালাতীত হ'ব; বিজ্ঞানে আৰু দেখুৱাইছে যে কালৰ ভূত-ভবিষ্যৎ বিভাগ বাস্তৱিক কাল্পনিক। (সাংখ্য দৰ্শনৰ পাতনি চাওক) কালৰ এই তত্ত্ব তত্ত্বতঃ বুজিলে, ওপৰৰ প্ৰশ্নৰ উত্তৰ পাঠক সকলে নিজেই দিব পাৰিব। (১৮।১৪ শ্লোক চাওক) কাল আৰু দিক্ (দিক্কাল) অতি দুৰ্ব্বোধ তত্ত্ব। এই বিষয়ে অষ্টম অধ্যায়ৰ শেষত Einsteinৰ মতটোৰ অলপ আভাস দিবলৈ আমি চেষ্টা কৰিছো।

**জ্ঞানেন তু তদজ্ঞানং যেষাং নাশিতমাত্মনঃ।**
**তেষামাদিত্যবজ্জ্ঞানং প্ৰকাশয়তি তৎ পৰম্ ॥১৬**

১৬। অন্বয়—জ্ঞানেন তু [পৰন্তু, আত্মজ্ঞানৰ দ্বাৰা] যেষাং [যি মানুহৰ] তৎ অজ্ঞানং [সেই প্ৰাকৃত অজ্ঞান] নাশিতং [বিনষ্ট হয়] তেষাং [সেই মানুহৰ] তৎ জ্ঞানং [সেই জ্ঞানে] আদিত্যবৎ [সূৰ্য্যৰ দৰে] পৰং [পৰ ব্ৰহ্মক] প্ৰকাশয়তি [প্ৰকাশ কৰে] ॥১৬

১৬। ভাঙনি—আত্ম-জ্ঞানৰ দ্বাৰা যাৰ এই অজ্ঞান নাশ হৈছে, তেওঁৰ সেই জ্ঞানে সূৰ্য্যবৎ পৰমাত্মাক প্ৰকাশ কৰে ॥১৬

**তদ্বুদ্ধয়স্তদাত্মানস্তন্নিষ্ঠাস্তৎপৰায়ণাঃ।**
**গচ্ছন্ত্যপুনৰাবৃত্তিং জ্ঞাননিৰ্ধূতকল্মষাঃ ॥১৭**

১৭। অন্বয়—তৎ বুদ্ধয়ঃ [সেই পৰমাত্মাত যাৰ বুদ্ধি নিবিষ্ট] তদাত্মানঃ [সেই পৰমাত্মাতে যাৰ আত্মভাব] তন্নিষ্ঠতাঃ [সেই পৰমাত্মাতে যি স্থিতি লাভ কৰিছে] তৎ পৰায়ণাঃ [পৰমাত্মাই যাৰ আশ্ৰয়] জ্ঞান নিৰ্ধুত কল্মষাঃ [আত্মজ্ঞানৰ দ্বাৰা যাৰ পাপ নিঃশেষ হৈছে]—(সেই পুৰুষে) অপুনৰাবৃত্তিং গচ্ছন্তি সংসাৰলৈ [পুনৰাগমন নোহোৱাকৈ বিষ্ণুৰ পৰম পদ লাভ কৰে—মোক্ষ লাভ কৰে] ॥১৭

১৭। ভাঙনি—ব্ৰহ্ম যাৰ বুদ্ধিৰ বিষয় (সদায় ধ্যাতব্য বিষয়) যি পৰমাত্মাকে জীবাত্মা বুলি জানে (অতএব) যি পৰমাত্মাত স্থিতি লাভ কৰিছে, পৰমাত্মাই যাৰ আশ্ৰয়—সেই পুৰুষে এনে আত্ম-জ্ঞানৰ দ্বাৰা সকলো পাপ (পুণ্য) পৰিত্যাগ কৰি সেই পৰমপদ লাভ কৰে, য'ৰপৰা আৰু সংসাৰলৈ ঘূৰি আহিব নালাগে ॥১৭

**বিদ্যাবিনয়সম্পন্নে ব্ৰাহ্মণে গবি হস্তিনি।**
**শুনি চৈব শ্বপাকে চ পণ্ডিতাঃ সমদৰ্শিনঃ ॥১৮**

১৮। অন্বয়—পণ্ডিতাঃ (আত্মজ্ঞানী পুৰুষ) বিদ্যা বিনয় সম্পন্নে [বিদ্যা-বিনয়যুক্ত] ব্ৰাহ্মণে [ব্ৰাহ্মণত] গবি [গৰুত] হস্তিনি [হাতীত] শুনি চ [কুকুৰত] শ্বপাকে চ [আৰু চণ্ডালত] সমদৰ্শিনঃ এব [অৱশ্য সমদৰ্শী হব] ॥১৮

১৮। ভাঙনি—আত্মজ্ঞানী পুৰুষে বিদ্যাবিনয়যুক্ত ব্ৰাহ্মণ, গৰু, কুকুৰ, হাতী, চণ্ডাল—সকলোকে সমান দেখে ॥১৮

[কাৰণ, তেওঁবিলাকে জানে যে সকলোৱে স্বাতন্ত্ৰ্যহীন হৈ ঈশ্বৰৰ (বা স্বভাৱৰ) প্ৰেৰণাত কাম কৰিছে। সকলোৰে একে অৱস্থা। এনে বুদ্ধি হলে কাৰো ওপৰত দোষ দিবলৈ নাই, কাকো শ্লাঘা কৰিবলৈ নাই।]

**ইহৈব তৈৰ্জিতঃ সৰ্গো যেষাং সাম্যে স্থিতং মনঃ।**
**নিৰ্দ্দোষং হি সমং ব্ৰহ্ম তস্মাদ্ব্ৰহ্মণি তে স্থিতাঃ ॥১৯**

১৯। অন্বয়—যেষাং [যাৰ] মনঃ [মন] সাম্যেস্থিতং [পূৰ্ণ সমতাত আছে—অৰ্থাৎ জীৱক ব্ৰহ্ম বুলি ভাবে], তৈঃ [তেওঁবিলাকে] ইহ এব [এই লোকতে] সৰ্গঃ [সংসাৰ] জিতঃ [জয় কৰে—অৰ্থাৎ সংসাৰৰ পৰা মুক্ত হয়]ঃ হি [কাৰণ] সমং ব্ৰহ্ম [সমব্ৰহ্ম] নিৰ্দ্দোষং [দোষ-হীন] তস্মাৎ [সেইবাবে] তে [তেওঁবিলাক] ব্ৰহ্মণি স্থিতাঃ [ব্ৰহ্মত স্থিত হয়] ॥১৯

১৯। ভাঙনি—যি সকলোকে সমান দেখে, তেওঁ এই জন্মতে সংসাৰ জয় কৰে। কাৰণ, ব্ৰহ্ম সকলোতে সমভাৱে অৱস্থিত আছে, ব্ৰহ্মক একো দোষে স্পৰ্শ কৰিব নোৱাৰে। আত্মজ্ঞ পুৰুষেও ব্ৰহ্মতে স্থিতি লাভ কৰা বাবে তেওঁকো কোনো দোষে স্পৰ্শ কৰিব নোৱাৰে। (১৩।২৯ শ্লোক চাওক) তেওঁ জীৱন্মুক্ত ॥১৯

**ন প্ৰহৃষ্যেৎ প্ৰিয়ং প্ৰাপ্য নোদ্বিজেৎ প্ৰাপ্যচাপ্ৰিয়ম্।**
**স্থিৰবুদ্ধিৰসংমূঢ়ো ব্ৰহ্মবিদ্ ব্ৰহ্মণি স্থিতঃ ॥২০**

২০। অন্বয়—ব্ৰহ্মণি স্থিতঃ [ব্ৰহ্মত প্ৰতিষ্ঠিত] স্থিৰ বুদ্ধিঃ [অবিচল বুদ্ধি-যুক্ত] অসংমূঢ়ঃ [মোহ বৰ্জ্জিত, বা ভ্ৰান্তি-হীন] ব্ৰহ্মবিৎ [ব্ৰহ্মজ্ঞ পুৰুষে] প্ৰিয়ং প্ৰাপ্য [প্ৰিয় বস্তু পাই] ন প্ৰহৃষ্যেৎ [পুলকিত নহয়, আনন্দত উল্লসিত নহয়।] অপ্ৰিয়ং চ প্ৰাপ্য [অপ্ৰিয় বস্তু পালেও] ন উদ্বিজেৎ [উদ্বিগ্ন নহয়] ॥২০

২০। ভাঙনি—"যি ব্ৰহ্মক পায়াছে সি প্ৰিয় পায়ো হৰ্ষ নকৰে, অপ্ৰিয় পায়ো দুখ নকৰে"—[ভট্টদেব] ॥২০

**বাহ্যস্পৰ্শেষ্বসক্তাত্মা বিন্দত্যাত্মনি যৎ সুখম্।**
**স ব্ৰহ্মযোগযুক্তাত্মা সুখমক্ষয়মশ্নুতে ॥২১**

২১। অন্বয়—বাহ্যস্পৰ্শেষু [শব্দাদি বাহ্য বিষয়ৰ স্পৰ্শত] অসক্তাত্মা [আসক্তিহীন পুৰুষে] আত্মনি [নিজ আত্মাতে] যৎসুখং (তৎ) বিন্দতি [যি সুখ আছে সেই সুখ লাভ কৰে]। সঃ [সেই পুৰুষে] ব্ৰহ্মযোগযুক্তাত্মা [ব্ৰহ্মৰ লগত যোগযুক্ত হৈ] অক্ষয়ং সুখং অশ্নুতে [অক্ষয় সুখ লাভ কৰে] ॥২১

২১। ভাঙনি—এনে পুৰুষে "বাহ্য বিষয়ত আসক্তি এৰি, মনত সাত্বিক সুখ পায়া থাকে। এমনে ব্ৰহ্মতে সমাধি কৰি অক্ষয় সুখ লভে।"—[ভট্টদেব] ॥২১

[পাঠক সকলে মনত ৰাখিব যে ভট্টদেবৰ "সাত্বিক সুখ" আৰু "অক্ষয় সুখ" একে নহয়। (১৮।৩৬—৩৭ শ্লোকৰ ভাঙনি চাওক)]

**যে হি সংস্পৰ্শজা ভোগা দুঃখযোনয় এব তে।**
**আদ্যন্তবন্তঃ কৌন্তেয় ন তেষু ৰমতে বুধঃ ॥২২**

২২। অন্বয়—যে ভোগাঃ [যি সুখ ভোগবোৰ] সংস্পৰ্শজাঃ [ইন্দ্ৰিয় আৰু বিষয়ৰ সংস্পৰ্শত উৎপন্ন হয়] তে [সেইবোৰ] দুঃখ যোনয়ঃ এব [কেৱল দুখৰহে কাৰণ]; আদ্যন্ত বন্তঃ [সিঁহতৰ আদি আৰু অন্ত আছে]; কৌন্তেয় [হে অৰ্জ্জুন] বুধঃ [জ্ঞানী পুৰুষে] তেষু ন ৰমতে [সেইবোৰত প্ৰীতিলাভ নকৰে] ॥২২

২২। ভাঙনি—বিষয় আৰু ইন্দ্ৰিয় সংযোগত যি সুখ হয়, তাৰপৰা (পৰিণামত) দুখ হে ওপজে। সেই সুখৰ আদি আৰু অন্ত আছে—অৰ্থাৎ সিহঁত অল্প-ক্ষণ-স্থায়ী। অতএব, হে অৰ্জ্জুন, জ্ঞানী পুৰুষে এনে সুখ প্ৰীতি-লাভ নকৰে ॥২২

**শক্নোতীহৈব যঃ সোঢ়ুংপ্ৰাক্‌শৰীৰবিমোক্ষণাৎ।**
**কামক্ৰোধোদ্ভবং বেগং স যুক্তঃ স সুখী নৰঃ ॥২৩**

২৩। অন্বয়—যঃ [যি] শৰীৰ বিমোক্ষণাৎ প্ৰাক্ [দেহ ত্যাগৰ আগেয়ে] কামক্ৰোধোদ্ভবং বেগং [কাম ক্ৰোধৰ পৰা উদ্ভৱ হোৱা বেগ বা মনোবিকাৰ] ইহ এব [এই জন্মতে] সোঢ়ুং শক্নোতি [সহ্য কৰিব পাৰে] সং যুক্তঃ [তেওঁ যোগী] সং সুখী নৰঃ [তেওঁ সুখী মানুহ] ॥২৩

২৩। ভাঙনি—মৃত্যুৰ আগেয়ে যি এই জন্মতে কাম ক্ৰোধৰ পৰা উৎপন্ন হোৱা মনোবিকাৰ সহ্য কৰিব পাৰে, তেওঁহে যোগী, তেওঁহে (প্ৰকৃত) সুখী ॥২৩

**যোঽন্তঃ সুখোঽন্তৰাৰামস্তথান্তৰ্জ্যোতিৰেব যঃ ॥**
**স যোগী ব্ৰহ্মনিৰ্ব্বাণং ব্ৰহ্মভূতোঽধিগচ্ছতি ॥২৪**

২৪। অন্বয়—যঃ [যি] অন্তঃসুখঃ [আভ্যন্তৰীণ সুখ লাভ কৰিছে] অন্তৰাৰামঃ [আভ্যন্তৰীণ শান্তি বা স্বস্তি লাভ কৰিছে] তথা [আৰু] যঃ [যি] অন্তৰ্জ্জ্যোতিঃ [আভ্যন্তৰীণ জ্ঞানৰ পোহৰ পাইছে] সঃ এব যোগী [সেই যোগী পুৰুষে হে] ব্ৰহ্মভূতঃ [ব্ৰহ্মৰ লগত অভেদ হৈ] ব্ৰহ্মনিৰ্ব্বাণম্ অধিগচ্ছতি [ব্ৰহ্মনিৰ্ব্বাণ লাভ কৰে] ॥২৪

২৪। ভাঙনি—আত্মজ্ঞান বাহিৰৰ পৰা নাহে বা গুৰুৰ উপদেশ শুনিলেই নহয়। যি যোগীৰ ভিতৰৰপৰা এই আভ্যন্তৰীণ শান্তি আৰু জ্ঞান ওলাই আহে তেওঁৰ ব্ৰহ্মনিৰ্ব্বাণ প্ৰাপ্তি হয়। এনে যোগী আত্মাতেই তৃপ্ত ॥২৪

**লভন্তে ব্ৰহ্মনিৰ্ব্বাণমৃষয়ঃ ক্ষীণকল্মষাঃ।**
**ছিন্নদ্বৈধা যতাত্মানঃ সৰ্ব্বভূতহিতে ৰতাঃ ॥২৫**

২৫। অন্বয়—ক্ষীণকল্মষাঃ [যাৰ সকলো পাপ ক্ষয় হৈছে] ছিন্নদ্বৈধাঃ [যাৰ সকলো সংশয় ছেদ হৈছে] যতাত্মানঃ [আৰু চিত্তবৃত্তি সংযত হৈছে] সৰ্ব্বভূতহিতে ৰতাঃ [যি সকলো প্ৰাণীৰ হিতসাধনত ব্ৰতী] এনে ঋষয়ঃ [ঋষিসকলে] ব্ৰহ্মনিৰ্ব্বাণং লভন্তে [ব্ৰহ্ম নিৰ্ব্বাণ লাভ কৰে] ॥২৫

২৫। ভাঙনি—"জ্ঞানীসবো ক্ষীণ-কল্মষ হুয়া, সংশয় ছেদি, চিত্তক নিয়মি, সকল প্ৰাণীৰ হিত আচৰি, ব্ৰহ্ম-লয় লভে।"—[ভট্টদেব] ॥২৫

**কামক্ৰোধবিযুক্তানাং যতীনাং যতচেতসাম্।**
**অভিতো ব্ৰহ্মনিৰ্ব্বাণাং বৰ্ত্ততে বিদিতাত্মনাম্ ॥২৬**

২৬। অন্বয়—কামক্ৰোধ বিযুক্তানাং [কামক্ৰোধৰ পৰা মুক্ত] যত চেতসাং [সংযত চিত্ত] বিদিতাত্মানাং [আত্মজ্ঞানী] যতীনাং [ব্ৰতী সাধক সকলৰ] অভিতঃ [উভয়ত অৰ্থাৎ জীৱিত কালত আৰু মৃত্যুৰ পাছত] ব্ৰহ্ম নিৰ্ব্বাণং ব্ৰৰ্ত্ততে [নিৰ্ব্বাণ পদ বৰ্ত্তমান আছে] ॥২৬

২৬। ভাঙনি—কাম-ক্ৰোধ ৰহিত, সংযত চিত্ত আৰু আত্মজ্ঞসাধকৰ ব্ৰহ্ম নিৰ্ব্বাণ উভয়ত আছে—অৰ্থাৎ এনে সাধক জীৱিত কালতো মুক্ত আৰু মৃত্যুৰ পাছতো মুক্ত ॥২৬

[আত্মজ্ঞান হলেই মৃত্যু নহয়। আত্মজ্ঞ পুৰুষে প্ৰাৰব্ধ কৰ্ম্ম ধ্বংস নহয় মানে দেহ ধাৰণ কৰি থাকে।]

**স্পৰ্শান্ কৃত্বা বহিৰ্ব্বাহ্যাংশ্চক্ষুশ্চৈবান্তৰে ভ্ৰুবোঃ।**
**প্ৰাণাপানৌ সমৌ কৃত্বা নাসাভ্যন্তৰচাৰিণৌ ॥২৭**
**যতেন্দ্ৰিয়মনোবুদ্ধিৰ্মুনিৰ্মোক্ষপৰায়ণঃ।**
**বিগতেচ্ছাভয়ক্ৰোধো যঃ সদা মুক্ত এব সঃ ॥২৮**

২৭—২৮। অন্বয়—বাহ্যান স্পৰ্শান্ [বাহ্য বিষয় সংযোগ] বহিঃ কৃত্বা [মনৰ পৰা দূৰ কৰি] চক্ষু চ ভ্ৰুবোঃ অন্তৰে এব [চকুক ভ্ৰূ দুটাৰ ভিতৰত নিবদ্ধ কৰি] নাসাভ্যন্তৰ চাৰিণৌ প্ৰাণাপানৌ সমৌ কৃত্বা [নাকৰ ভিতৰত বিচৰণ কৰা, প্ৰাণ আৰু অপাণ বায়ুক সমান কৰি] যতেন্দ্ৰিয় মনোবুদ্ধিঃ [ইন্দ্ৰিয় মন আৰু বুদ্ধিক সংযত কৰি] বিগতেচ্ছা ভয় ক্ৰোধঃ [ইচ্ছা, ভয় আৰু ক্ৰোধৰ পৰা মুক্ত হৈ] যঃ মোক্ষ পৰায়ণঃ [যি জনে মোক্ষ পৰায়ণ হৈছে] সঃ মুনিঃ সদা মুক্তঃ এব [সেইজন মুনি সদায় মুক্ত] ॥ ২৭—২৮

২৭—২৮। ভাঙনি—বাহ্য বিষয়-চিন্তা মনৰ পৰা দূৰ কৰি, চকুৰ মাজত দৃষ্টি আবদ্ধ ৰাখি, প্ৰাণ অপান বায়ুক সমান কৰি, ইন্দ্ৰিয়, মন আৰু বুদ্ধিক সংযত কৰি, ইচ্ছা, ভয়, ক্ৰোধ, সকলো বৰ্জ্জন কৰি, আত্মাত মন সংযোগ কৰি, যি পুৰুষ (সদায়) থাকে, তেওঁ সৰ্ব্ব কালতে (এই জন্মতে) মুক্ত।

ওপৰত যি যোগৰ কথা ক'লে সি আচলতে কৰ্ম্মযোগ নহয়। এইটি ৰাজ-যোগৰ চিত্তবৃত্তি নিৰোধ, প্ৰাণায়াম আৰু প্ৰত্যাহাৰ। যেই সেই উপায়েৰে চিত্ত ঈশ্বৰাভিমুখী হলেই, তেওঁক জানিলেই, শান্তি লাভ হয়। এই শান্তিময় অৱস্থা সকলো যোগীৰেই একে গীতাই ইয়াত ইঙ্গিত কৰিছে যে কেৱল কৰ্ম্মযোগেই মুক্তি লাভৰ একমাত্ৰ উপায় নহয়॥২৭-২৮

পাঠক সকলে আৰু মন কৰিব যে এই যোগ সাধন কৰিবলৈ হলেও, সকলো বাহ্য বিষয়-চিন্তা মনৰ পৰা দূৰ কৰিব পাৰিব লাগিব। কেনেকৈ কৰিব পাৰি আমি অৱশ্য ধাৰণা কৰিব নোৱাৰো। কাৰণ, আমাৰ মনৰ ভাব-শূন্য অৱস্থা এটা আমি কল্পনা কৰিব নোৱাৰোঁ। এটা নহয় এটা ভাব সদায় আছে।

কিন্তু এই ভাববোৰ মনৰ পৰা আঁতৰাব নোৱাৰিলে সমাধি নহয়। আত্ম-জ্ঞান লাভ নহয়। ৬।২৫ শ্লোকত এই বিষয় আকৌ আলোচনা কৰা হ'ব।

**ভোক্তাৰং যজ্ঞতপসাং সৰ্ব্বলোকমহেশ্বৰম্।**
**সুহৃদং সৰ্ব্বভূতানাং জ্ঞাত্বা মাং শান্তিমৃচ্ছতি ॥২৯**

ইতি শ্ৰীমহাভাৰতে শতসাহস্ৰ্যাং সংহিতায়াং বৈয়াসিক্যাং ভীষ্মপৰ্ব্বণি শ্ৰীমদ্ভগবদগীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুনসংবাদে সন্ন্যাসযোগো নাম পঞ্চমোঽধ্যায়ঃ।

২৯। অন্বয়—মাং [মোক] যজ্ঞ তপস্যাং [যজ্ঞ আৰু তপস্যাৰ] ভোক্তাৰং [ভোক্তা] সৰ্ব্বলোক মহেশ্বৰম্ [সকলো প্ৰাণীৰ নিয়ন্তা] সৰ্ব্বভূতানাং সুহৃদং [সকলো প্ৰাণীৰ সুহৃদ] জ্ঞাত্বা [জানি] শান্তিং ঋচ্ছতি [শান্তি লাভ কৰে]॥ ২৯

২৯। ভাঙনি—সেই পুৰুষৰ এনে জ্ঞান স্বতঃ উদয় হয় যে ভগবানেই সকলো যজ্ঞ আৰু তপস্যাৰ ভোক্তা, সকলোৰে নিয়ন্তা আৰু সকলোৰে সুহৃদ। এই জ্ঞান লাভ কৰি সেই পুৰুষে শান্তি লাভ কৰে॥২৯

# ষষ্ঠোঽধ্যায়ঃ

## ধ্যানযোগঃ

৫ম অধ্যায়ৰ শেহত যি যোগ আৰু নিৰ্ব্বাণৰ কথা ক'লে, তাকে বহলাই এই অধ্যায়ত আকৌ কব। আৰু যিটি কথা গীতাই ঘূৰাই ঘূৰাই কৈ আহিছে, এতিয়া পোণ প্ৰথমতে সেই কথাতে জোৰ দি আৰম্ভ কৰিছে—যথা, "ভিতৰৰ সন্ন্যাস হে আচল সন্ন্যাস, বাহিৰৰ ত্যাগ একো নহয়—এই অৰ্থত, সন্ন্যাস আৰু কৰ্ম্মযোগৰ একো প্ৰভেদ নাই"।

ওপৰত আমি কৈ আহিছো যে নিজৰ অকৰ্ত্তৃত্ব আৰু জগতৰ একত্ব, সামান্য ভাবে বুজি, তাকে বিশ্বাস কৰি, কৰ্ম্ম কৰাই "কৰ্ম্মযোগ"। এইদৰে বিশ্বাস কৰি, শাস্ত্ৰবিহিত কৰ্ম্ম কৰি কৰি মানুহৰ চিত্ত লাহে লাহে শুদ্ধ হৈ আহিব আৰু তেতিয়া তেওঁ "যোগাৰূঢ়" হব। এই অধ্যায়ত এতিয়া গীতাই ক'ব যে "যোগাৰূঢ়" ক্ৰমোন্নতিৰ শেষ স্তৰ নহয়। চিত্তশুদ্ধি হলেও ধ্যান বা সমাধি নহলে মুক্তি নহয়। ("চিত্ত শুদ্ধি হ'লেও, ধ্যান বিনে সন্ন্যাস মাত্ৰত মুক্তি নহ'ব।"—ভট্টদেৱ) মানুহে যিটি সত্য (জগতৰ একত্ব আৰু আত্মাৰ অকৰ্ত্তৃত্ব) বিশ্বাস কৰি নিষ্কাম কৰ্ম্মযোগত অগ্ৰসৰ হৈছিল, সেই সত্যটি উপলব্ধি কৰিব লাগিব। ধ্যান নহলে সেই উপলব্ধি নহয়। সেই ধ্যান কেনেকৈ কৰিব লাগে, তাৰে উপদেশ দি গীতাই এতিয়া এই অধ্যায় শেষ কৰিছে আৰু তাৰ মাজতে এইটোও কৈছে যে এই উপলব্ধি ইন্দ্ৰিয়াতীত জ্ঞান—ভিতৰৰ পৰা ওলোৱা জ্ঞান। গীতাই এই অধ্যায়ত আৰু কৈছে যে উচ্ছৃঙ্খল ভোগৰ দ্বাৰা শৰীৰ অৱসন্ন কৰা যেনে, কঠোৰ নিগ্ৰহৰ দ্বাৰা আত্মাক অৱসন্ন কৰাও তেনে। আত্ম-সংযম লাগে, ইন্দ্ৰিয় নিগ্ৰহো লাগে। কিন্তু সৰ্ব্বদা ঈশ্বৰ চিন্তাহে আত্ম সংযমৰ স্বাভাৱিক সহজ নিয়ম; কঠোৰ নিগ্ৰহ নিয়ম নহয়।

শ্ৰীভগবানুৱাচ

**অনাশ্ৰিতঃ কৰ্ম্মফলং কাৰ্য্যং কৰ্ম্ম কৰোতি যঃ।**
**স সন্ন্যাসী চ যোগী চ ন নিৰগ্নিৰ্নচাক্ৰিয়ঃ ॥১**

১। অন্বয়—শ্ৰীভগবান্ উবাচ। যঃ [যি] কৰ্ম্মফলম্ [কৰ্ম্মফলক] অনাশ্ৰিতঃ [আশ্ৰয় নকৰি] কাৰ্য্যং [কৰ্ত্তব্য] কৰ্ম্ম কৰোতি [কৰ্ম্ম কৰে] সঃ [তেওঁ] সন্ন্যাসী চ যোগী চ [সন্ন্যাসীও আৰু যোগীও]; ন নিৰগ্নিঃ ন চ অক্ৰিয়ঃ [যি যজ্ঞৰ অগ্নি নজ্বলায়, বা শাস্ত্ৰ বিহিত আন কৰ্ম্ম ত্যাগ কৰে সি (সন্ন্যাসী নহয়)] ॥১

১। ভাঙনি—যি পুৰুষে কৰ্ম্মফল আশ্ৰয় নকৰি কৰ্ত্তব্যবুদ্ধিত কৰ্ম্ম কৰে, তেওঁক যোগীও বুলিব পাৰি, সন্ন্যাসীও বুলিব পাৰি। কেৱল বেদোক্ত হোম বা আন কৰ্ম্মত্যাগ কৰিলেই মানুহ সন্ন্যাসী নহয় ॥১

**যং সংন্যাসমিতি প্ৰাহুৰ্যোগং তং বিদ্ধি পাণ্ডৱ।**
**ন হ্যসংন্যস্তসঙ্কল্পো যোগী ভৱতি কশ্চন ॥২**

২। অন্বয়—পাণ্ডৱ [হে অৰ্জ্জুন] যং [যাক] সংন্যাসং [সন্ন্যাস] ইতি প্ৰাহুঃ [এই বুলি কয়] তং যোগং বিদ্ধি [তাকে যোগ বুলি জানিবা]; হি [কাৰণ] অসংন্যস্ত সঙ্কল্পঃ [কৰ্ম্মফল কামনা পৰিত্যাগ নকৰা মানুহ] কশ্চন [কোনো এজনো] যোগী ন ভৱতি [যোগী হ'ব নোৱাৰে] ॥২

২। ভাঙনি—হে অৰ্জ্জুন, তুমি জানিবা, যাক সন্ন্যাস বোলে, সিয়েই যোগ। কাৰণ, মনৰপৰা কৰ্ম্মফল কামনা দূৰ কৰিব নোৱাৰা মানুহ কেতিয়াও যোগী হ'ব নোৱাৰে ॥২

**আৰুৰুক্ষোৰ্মুনেৰ্যোগং কৰ্ম্ম কাৰণমুচ্যতে।**
**যোগাৰূঢ়স্য তস্যৈৱ শমঃ কাৰণমুচ্যতে ॥৩**

৩। অন্বয়—যোগম্ আৰুৰুক্ষোঃ [যোগ পৰ্ব্বতত উঠিবলৈ ইচ্ছা কৰা] মুনেঃ [মুনিৰ] কৰ্ম্ম কাৰণম্ [কৰ্ম্ম হে কাৰণ, অৰ্থাৎ কৰ্ম্ম কৰি হে তালৈ উঠিব পাৰে] উচ্যতে [এই বুলি কোৱা আছে]; যোগাৰূঢ়স্য তস্য [(কিন্তু) যোগ-পৰ্ব্বতৰ ওপৰত উঠিলে তেওঁৰ] শমঃ এৱ কাৰণম্ [শান্তি হে কাৰণ] উচ্যতে [কোৱা আছে] ॥৩

৩। ভাঙনি—যোগাৰূঢ়াৱস্থা লাভ কৰিবলৈ হ'লে নিষ্কাম কৰ্ম্ম কৰা আৱশ্যক। অতএৱ, এই অৱস্থা লাভৰ কাৰণ,—কৰ্ম্ম। কিন্তু যি এনে কৰ্ম্ম কৰি যোগাৰূঢ়াৱস্থা প্ৰাপ্ত হৈছে, তেওঁ সেই অৱস্থাত অৱস্থিতি কৰিবলৈ হ'লে, শম, অৰ্থাৎ চিত্ত-বিক্ষেপশূন্য সমাধি, অৱলম্বন কৰা আৱশ্যক। অতএৱ যোগ-প্ৰতিষ্ঠ বা যোগাৰূঢ় অৱস্থাত অৱস্থিতিৰ কাৰণ,—শম ॥৩

ওপৰত কোৱা হৈছে যে গীতোক্ত কৰ্ম্মযোগৰ ৩টি স্তৰ। প্ৰথম স্তৰ, একো কৰিব নোৱাৰিলেও, ঈশ্বৰ হে কৰ্ম্মফল দাতা বুলি সদায় মনত ৰাখি সকলো বেদ-বিহিত কৰ্ম্ম কৰা। এইটো আচলতে সাধন ভক্তি যোগ। (২য় অধ্যায়) এইদৰে সকলো শাস্ত্ৰবিহিত কৰ্ম্ম কৰি কৰি লাহে লাহে চিত্তশুদ্ধি হৈ আহে। এই প্ৰথম অৱস্থাত সাধকক "আৰুৰুক্ষ" বোলে। এই অৱস্থাত নিষ্কাম শাস্ত্ৰ-বিহিত কৰ্ম্মৰ আৱশ্যক। এইদৰে কৰ্ম্ম কৰি কৰি যেতিয়া সাধকে বুজি আহে যে ঈশ্বৰে সকলো কৰ্ম্ম কৰায়, আত্মা কেৱল মাত্ৰ দ্ৰষ্টা তেতিয়া তেওঁ স্থিত-প্ৰজ্ঞ বা গুণাতীত হয়। এয়ে গীতোক্ত কৰ্ম্মযোগৰ ২য় স্তৰ, যি স্তৰত সাধকে বুজে যে তেওঁ সকলো কৰ্ম্ম কৰিও বাস্তৱিক একো কৰা নাই (৫ম অধ্যায়) এনে জ্ঞানত প্ৰতিষ্ঠিত হলেই সাধক "যোগাৰূঢ়" হয়। আচল যোগী হয়। এতিয়া আৰু তেওঁৰ একো কৰ্ম্মৰ আৱশ্যক নাই। (৩য় অধ্যায ১৭।১৮ শ্লোক)।

কিন্তু এনে যোগাৱস্থাই ক্ৰমোন্নতিৰ শেষ স্তৰ নহয়। এতিয়া যোগীয়ে ধ্যানযোগ অৱলম্বন কৰি সমাধিস্থ হ'ব লাগে। কেনেকৈ এইদৰে হ'ব পাৰে, সেই বিষয়ে এই ৬ষ্ঠ অধ্যায়ত কৈছে। চিত্তৰ বিক্ষেপ-শূন্য (বা ভাব শূন্য) অৱস্থা নহলে সমাধি হ'ব নোৱাৰে। সেইগুণে এই শ্লোকত কৈছে যে এই অৱস্থাত স্থিতিৰ কাৰণ—"শম" এয়ে গীতোক্ত কৰ্ম্ম-যোগৰ ৩য় বা শেষ স্তৰ।

৭ম অধ্যায়ৰ প্ৰথমতে কব যে এই অৱস্থাত যোগীয়ে ঈশ্বৰৰ সাক্ষাৎ লাভ কৰে।

**যদাহি নেন্দ্ৰিয়াৰ্থেষু ন কৰ্ম্মস্বনুষজ্জতে।**
**সৰ্ব্বসঙ্কল্পসংন্যাসী যোগাৰূঢ়স্তদোচ্যতে ॥৪**

৪। অন্বয়—যদা [যেতিয়া] সৰ্ব্ব সঙ্কল্প সংন্যাসী [সকলো বিষয়ভোগৰ কামনা পৰিত্যাগ কৰি] ইন্দ্ৰিয়াৰ্থেষু [ইন্দ্ৰিয় ভোগ্য বিষয়ত] ন অনুষজ্জতে [আসক্ত নহয়] ন কৰ্ম্মসু [আৰু কৰ্ম্মতো আসক্ত নহয়] তদা হি যোগাৰূঢ়ঃ উচ্যতে [তেতিয়া হে মানুহক "যোগাৰূঢ়" বোলা হয়] ॥৪

৪। ভাঙনি—যেতিয়া সকলো বিষয়ৰ কামনা-পৰিত্যাগ কৰি, বিষয় আৰু কৰ্ম্মত আসক্তি নোহোৱা হয়, তেতিয়া হে তেওঁ "যোগাৰূঢ়" হয় ॥৪

**উদ্ধৰেদাত্মনাত্মানং নাত্মানমৱসাদয়েৎ।**
**আত্মৈৱ হ্যাত্মনো বন্ধুৰাত্মৈৱ ৰিপুৰাত্মনঃ ॥৫**

৫। অন্বয়—আত্মনা [নিজৰ চেষ্টাৰ দ্বাৰা] আত্মানম্

[নিজক] উদ্ধৰেৎ [উদ্ধাৰ কৰিবা]; হি [কাৰণ] আত্মা এব আত্মনঃ বন্ধুঃ [আত্ম নিজেই নিজৰ বন্ধু]; আত্মা এব আত্মনঃ ৰিপুঃ [আত্মা নিজেই নিজৰ শত্ৰু] ।।৫

৫। ভাঙনি—নিজৰ চেষ্টাৰে নিজৰ উদ্ধাৰ কৰিবা। নিজ আত্মাক অবসন্ন নকৰিবা। কাৰণ আত্মাই আত্মাৰ বন্ধু, আত্মাই আত্মাৰ শত্ৰু। উচ্ছৃঙ্খল ভোগৰ দ্বাৰা বা অতি কঠোৰ নিগ্ৰহৰ দ্বাৰা নিজক একেবাৰে অৱসন্ন কৰিলে, নিজে নিজৰ শত্ৰুতা কৰা হয়। অন্তৰস্থ আত্মশক্তি দ্বাৰা অৰ্থাৎ ঈশ্বৰ চিন্তা দ্বাৰা, কামনা ক্ষয় কৰি বা ইন্দ্ৰিয় সংযম কৰি (দুযোটা একে কথা) যোগৰ পথতো অগ্ৰসৰ হলে, নিজে নিজৰ বন্ধু হয় ।।৫

**বন্ধুৰাত্মানস্তস্য যেনাত্মৈবাত্মনা জিতঃ।**
**অনাত্মনস্তু শত্ৰুত্বে বৰ্ত্তেতাত্মৈব শত্ৰুবৎ ।।৬**

৬। অন্বয়—যেন [যি মানুহে] আত্মনা এব [আত্মাৰ দ্বাৰা—অৰ্থাৎ নিজৰ চেষ্টাৰ দ্বাৰা] আত্মাজিতঃ [আত্মাক জয় কৰিছে—অৰ্থাৎ বহিৰ্ম্মুখী ইন্দ্ৰিয় বৃত্তি ৰুদ্ধ কৰিব পাৰিছে] তস্য [তেওঁৰ] আত্মা এব আত্মনঃ বন্ধুঃ [আত্মাই আত্মাৰ বন্ধু]; অনাত্মনঃ তু [কিন্তু অজিতেন্দ্ৰিয় পুৰুষৰ] শত্ৰুত্বে [শত্ৰুতা বিষয়ে—অৰ্থাৎ শত্ৰু কোন সেই বিষয় ক'বলৈ হলে] আত্মা এব [আত্মাই] শত্ৰুবৎ বৰ্ত্তেত [শত্ৰুৰ দৰে আচৰণ কৰে] ।।৬

৬। ভাঙনি—নিজৰ চেষ্টাৰ দ্বাৰা—অৰ্থাৎ নিষ্কাম কৰ্ম্ম দ্বাৰা, যি ইন্দ্ৰিয়বৃত্তি জয় কৰিব পাৰিছে, তেওঁৰ পক্ষে তেওঁৰ আত্মাই তেওঁৰ [আত্মাৰ] বন্ধু। শত্ৰু কোন, কবলৈ হ'লে, অজিতেন্দ্ৰিয় পুৰুষৰ আত্মাই যেন শত্ৰু। "যি অজিতেন্দ্ৰিয় হুয়া হৰি বিমুখ হৈল সি আপোনাৰ শত্ৰু আপুনি হৈল"—ভট্টদেৱ। গীতাই কৈছে যে কঠোৰ ইন্দ্ৰিয়-নিগ্ৰহ শান্তি-লাভৰ উপায় নহয়। আচল উপায় হৈছে, সৰ্ব্বদা ঈশ্বৰ-চিন্তা। এয়ে হ'লে আত্মসংযম বা বাসনা-ক্ষয আপোনা-আপুনি হৈ আহিব ।।৬

**জিতাত্মনঃ প্ৰশান্তস্য পৰমাত্মা সমাহিতঃ।**
**শীতোষ্ণসুখদুঃখেষু তথা মানাপমানয়োঃ ।।৭**

৭। অন্বয়—জিতাত্মনঃ। [জিতেন্দ্ৰিয় পুৰুষৰ] শীতোষ্ণ সুখ দুঃখেষু তথা মানাপমানয়োঃ [শীত, উষ্ণ, সুখ, দুখ, মান, অপমান—এই সকলো বিষয়ত] প্ৰশান্তস্য [যাৰ চিত্ত বিচলিত নহয়—এনে মানুহৰ] পৰমাত্মা সমাহিতঃ (ভবতি) [পৰমাত্মাৰ সম্যক্ ধাৰণা হয়] ।।৭

৭। ভাঙনি—যি জিতাত্মা—অৰ্থাৎ যি ইন্দ্ৰিয় একেবাৰে জয় কৰিছে; শীত, উষ্ণ, সুখ, দুখ, মান, অপমান—এই সকলো বোৰ যাৰ সমান বা যাক এইবোৰে বিচলিত কৰিব নোৱাৰে, এনে প্ৰশান্তচিত্ত পুৰুষে হে পৰমাত্মা কি, তাৰ সম্যক্ ধাৰণা কৰিব পাৰে ।।৭

**জ্ঞানবিজ্ঞানতৃপ্তাত্মা কূটস্থো বিজিতেন্দ্ৰিয়ঃ।**
**যুক্ত ইত্যুচ্যতে যোগী সমলোষ্টাশ্মকাঞ্চনঃ ।।৮**

৮। অন্বয়—জ্ঞান-বিজ্ঞান তৃপ্তাত্মা [জ্ঞান বিজ্ঞানৰ দ্বাৰা পৰিতৃপ্ত] কূটস্থঃ [নিৰ্ব্বিকাৰ] বিজিতেন্দ্ৰিয়ঃ [জিতেন্দ্ৰিয়] সম লোষ্টাশ্মকাঞ্চনঃ [মৃত্তিকা, শিল আৰু সোণক সমান দেখা] যোগী [যোগী পুৰুষ] যুক্তঃ ইতি উচ্যতে [যোগসিদ্ধ বুলি (মানুহে) কয়] ।।৮

৮। ভাঙনি—আমি ওপৰত কৈ আহিছো যে বিজ্ঞান মানে (Physical Experience) আৰু ভিতৰৰ পৰা ওলোৱা আত্মানুভবজ বিজ্ঞান—এই দুটি পাই যি তৃপ্ত হৈছে, যি নিৰ্ব্বিকাৰ, আৰু জিতেন্দ্ৰিয়, যি মাটি, শিল আৰু সোণ, সকলোকে সমান দেখে—এনে যোগীক "যুক্ত" (যোগ-সিদ্ধ) বোলে ।।৮

**সুহৃন্মিত্ৰাৰ্য্যুদাসীনমধ্যস্থদ্বেষ্যবন্ধুষু।**
**সাধুষ্বপি চ পাপেষু সমবুদ্ধিৰ্ব্বিশিষ্যতে ।।৯**

৯। অন্বয়—সুহৃৎ-মিত্ৰ-অৰি উদাসীন-মধ্যস্থ দ্বেষ্য-বন্ধুষু, সাধুষু, পাপেষু অপি সমবুদ্ধিঃ বিশিষ্যতে ।।৯

৯। ভাঙনি—সুহৃদ, মিত্ৰ, শত্ৰু, নিৰপেক্ষ, মধ্যস্থ, দ্বেষযোগ্য, বন্ধু, সাধু, পাপী,—সকলোতে যাৰ সমবুদ্ধি, তেওঁ বিশেষ (প্ৰশংসনীয়) ।।৯

**যোগী যুঞ্জীত সততমাত্মানং ৰহসি স্থিতঃ।**
**একাকী যতচিত্তাত্মা নিৰাশীৰপৰিগ্ৰহঃ ।।১০**

১০। অন্বয়—যোগী ৰহসি স্থিতঃ [যোগীয়ে নিৰ্জ্জন স্থানত থাকি] একাকী [অকলশৰে] যতচিত্তাত্মা [সংযত চিত্ত হৈ] নিৰাশীঃ [কামনা শূন্য হৈ] অপৰিগ্ৰহঃ [পৰিগ্ৰহ শূন্য হৈ] সততং [সদায়] আত্মানং [নিজ আত্মাক] যুঞ্জীত [(পৰমাত্মাৰ লগত) যুক্ত কৰিব] ।।১০

১০। ভাঙনি—যোগী পুৰুষে সদায় নিৰ্জ্জন স্থানত, অকলশৰে, দেহ, চিত্ত, মন সংযম কৰি, সকলো আশা আৰু পৰিগ্ৰহ ত্যাগ কৰি, নিজ আত্মাক পৰমাত্মাত যুক্ত কৰিব—অৰ্থাৎ পৰমাত্মাৰ লগত অভিন্ন বুলি চিন্তা কৰিব ।।১০

[বেদান্ত দৰ্শন চাওক। আত্মা আৰু পৰমাত্মা, অভেদ বুলি চিন্তা কৰাই ধ্যান।]

[পৰিগ্ৰহ=পৰিজন, ভোগোপকৰণ ৪।২১ শ্লোক চাওক]

**শুচৌ দেশে প্ৰতিষ্ঠাপ্য স্থিৰমাসনমাত্মনঃ।**
**নাত্যুচ্ছ্ৰিতং নাতিনীচং চেলাজিনকুশোত্তৰম্ ।।১১**
**তত্ৰৈকাগ্ৰং মনঃ কৃত্বাঃ যতচিত্তেন্দ্ৰিয়ক্ৰিয়ঃ।**
**উপবিশ্যাসনে যুঞ্জ্যাদ্ যোগমাত্মবিশুদ্ধয়ে ।।১২**

১১—১২। অন্বয়—শুচৌদেশে [পবিত্ৰ ঠাইত] স্থিৰং [নিশ্চল] ন-অতি-উচ্ছ্ৰিতং, ন অতি নীচং [অতি ওখ বা অতি চাপৰ নোহোৱা] চল-অজিন কুশ উত্তৰম্ [ক্ৰমান্বয়ে কুশ, মৃগচৰ্ম্ম আৰু কাপোৰ পাৰি থোৱা] আত্মনঃ আসনং [নিজৰ আসন] প্ৰতিষ্ঠাপ্য [ঠিক কৰি লৈ] তত্ৰ আসনে উপবিশ্য [সেই আসনত বহি] মনঃ একাগ্ৰং কৃত্বা [মন একাগ্ৰ কৰি] যত চিত্তেন্দ্ৰিয়ক্ৰিয়ঃ [চিত্ত আৰু ইন্দ্ৰিয়ৰ ক্ৰিয়া, (অৰ্থাৎ মনৰ বহিৰ্ম্মুখী সকলো বৃত্তি) ৰোধ কৰি] আত্ম বিশুদ্ধয়ে [আত্মশুদ্ধিৰ বাবে] যোগং যুঞ্জ্যাৎ [যোগ অভ্যাস কৰিব] ।।১১—১২

১১—১২। ভাঙনি—পবিত্ৰ ঠাইত, প্ৰথমে কুশ, তাৰ ওপৰত পশুৰ চাল, তাৰ ওপৰত কাপোৰ পাৰি বৰ ওখ নহয় বৰ চাপৰো নহয়, এনে এখন আসন নিজৰ নিমিত্তে পাতি, আৰু সেই আসনত বহি, একাগ্ৰ মনেৰে সকলো বহিৰ্ম্মুখী বৃত্তি নিৰোধ কৰি, আত্মশুদ্ধিৰ বাবে যোগ অভ্যাস কৰিব ।।১১—১২

**সমং কায়শিৰোগ্ৰীবং ধাৰয়ন্নচলং স্থিৰঃ।**
**সংপ্ৰেক্ষ্য নাসিকাগ্ৰং স্বং দিশশ্চানবলোকয়ন্ ।।১৩**
**প্ৰশান্তাত্মা বিগতভীৰ্ব্ৰহ্মচাৰিব্ৰতে স্থিতঃ।**
**মনঃ সংযম্য মচ্চিত্তো যুক্ত আসীত মৎপৰঃ ।।১৪**

১৩—১৪। অন্বয়—কায় শিৰোগ্ৰীবং [শৰীৰ মূৰ আৰু ডিঙি] সমং অচলং ধাৰয়ন্ [সৰল আৰু নিশ্চল ভাবে ৰাখি] স্থিৰঃ [স্থিৰ হৈ] স্বং নাসিকাগ্ৰং সংপ্ৰেক্ষ্য [দৃষ্টি নিজৰ নাকৰ অগ্ৰভাগত আবদ্ধ ৰাখি] দিশঃ চ অনবলোক্য [ইফালে সিফালে নাচাই] প্ৰশান্তাত্মা [প্ৰশান্তচিত্ত হৈ] বিগতভীঃ [নিৰ্ভয় হৈ] ব্ৰহ্মচাৰিব্ৰতেস্থিতঃ [ব্ৰহ্মচৰ্য্য ব্ৰত অবলম্বন কৰি] মনঃসংযম্য [মন সংযম কৰি] মচ্চিত্তঃ [মদগত চিত্ত হৈ] মৎ পৰঃ [মৎপৰায়ণ হৈ] যুক্তঃ আসীত [যোগ যুক্ত হব] ।।১৩—১৪

১৩—১৪। ভাঙনি—প্ৰশান্তচিত্ত হৈ, নিৰ্ভয় হৈ, ব্ৰহ্মচৰ্য্য ব্ৰত অৱলম্বন কৰি, শৰীৰ, মস্তক, গ্ৰীবা সৰল ভাবে ৰাখি, স্থিৰ হৈ আসনত বহি, দৃষ্টি নাসিকাগ্ৰত আবদ্ধ ৰাখি ইফালে সিফালে নাচাই, মন সংযত কৰি, মদ্গত চিত্ত আৰু মৎ-পৰায়ণ হৈ যোগযুক্ত হব ।।১৩—১৪

**যুঞ্জন্নেবং সদাত্মানং যোগী নিয়তমানসঃ।**
**শান্তিং নিৰ্ব্বাণপৰমাং মৎসংস্থামধিগচ্ছতি ।।১৫**

১৫। অন্বয়—যোগী [যোগীয়ে] এবং [এইদৰে] নিয়তমানসঃ [সংযত চিত্ত হৈ] সদা আত্মানংযুঞ্জন্ [সদায় আত্মাক যোগাভ্যাসত নিযুক্ত কৰি] মৎ সংস্থাং [মোত প্ৰতিষ্ঠিত] নিৰ্ব্বাণ পৰমাং শান্তিং [নিৰ্ব্বাণাখ্য পৰম শান্তি অধিগচ্ছতি [লাভ কৰে] ।।১৫

১৫। ভাঙনি—এইদৰে সংযত চিত্তে সদায় যোগাভ্যাস কৰি কৰ্ম্ম যোগীয়ে মোত প্ৰতিষ্ঠিত হৈ শ্ৰেষ্ঠ নিৰ্ব্বাণ-শান্তি লাভ কৰে ।।১৫

**নাত্যশ্নতস্তু যোগোঽস্তি ন চৈকান্তমনশ্নতঃ।**
**ন চাতিস্বপ্নশীলস্য জাগ্ৰতো নৈব চাৰ্জ্জুন ।।১৬**

১৬। অন্বয়—অৰ্জ্জুন [হে অৰ্জ্জুন] তু [কিন্তু] অত্যশ্নতঃ [অধিক ভোজন কৰা মানুহৰ] যোগঃ ন অস্তি [যোগ নহয়], ন চ একান্তম অনশ্নতঃ [একান্ত অনাহাৰী জনৰো যোগ নহয়], অতি স্বপ্নশীলস্য চ ন [অত্যন্ত নিদ্ৰালুজনৰো যোগ নহয়] জাগ্ৰতঃ এব চ ন [জাগৰণশীল পুৰুষৰো যোগ নহয়] ।।১৬

১৬। ভাঙনি—অপৰিমিত আহাৰ বা অপৰিমিত নিদ্ৰা যোগৰ ব্যাঘাত। সেইদৰে আকৌ, অনাহাৰ বা অনিদ্ৰাও ব্যাঘাত। (যোগী সকলো বিষয়ে মিতাচাৰী আৰু সংযত হব লাগে) ।।১৬

**যুক্তাহাৰবিহাৰস্য যুক্তচেষ্টস্য কৰ্ম্মসু।**
**যুক্তস্বপ্নাববোধস্য যোগো ভৱতি দুঃখহা ।।১৭**

১৭। অন্বয়—যুক্তাহাৰ বিহাৰস্য [নিয়মিত আহাৰ বিহাৰকাৰী] কৰ্ম্মসু [কৰ্ম্মত] যুক্ত চেষ্টস্য [নিয়মিত চেষ্টাশীল] যুক্ত স্বপ্নাববোধস্য [নিয়মিত নিদ্ৰা-জাগৰণশীল পুৰুষৰ] যোগঃ দুঃখহা ভৱতি [যোগ দুঃখনাশক হয়] ।।১৭

১৭। ভাঙনি—যাৰ আহাৰ-বিহাৰ পৰিমিত; যাৰ কৰ্ম্মাচৰণ বিধি-বিহিত; নিদ্ৰা-অনিদ্ৰা যাৰ পৰিমিত—এনে মানুহৰ পক্ষে হে যোগ সহজ হয় ।।১৭

**যদা বিনিয়তং চিত্তমাত্মন্যেৱাৱতিষ্ঠতে।**
**নিস্পৃহঃ সৰ্ব্বকামেভ্যো যুক্ত ইত্যুচ্যতে তদা ॥১৮**

১৮। অন্বয়—যদা [যেতিয়া] বিনিয়তং [সম্পূৰ্ণং বশীকৃত] চিত্তম [চিত্ত] আত্মনি এব [আত্মাতেই] অবতিষ্ঠতে [স্থিৰভাবে থাকে] তদা [তেতিয়া] সৰ্ব্ব-কামেভ্যঃ নিস্পৃহঃ [সকলো কামনাৰ পৰা মুক্ত] (সেই পুৰুষৰ) যুক্তঃ ইতি উচ্যতে [যোগ-সিদ্ধ বুলি কোৱা হয়] ॥১৮

১৮। ভাঙনি—যেতিয়া চিত্ত সম্পূৰ্ণৰূপে আয়ত্তাধীন হৈ নিজ স্বৰূপে অৱস্থিত থাকে, যেতিয়া কাম্য বস্তুৰ প্ৰতি একেবাৰে স্পৃহাহীন হয়, তেতিয়া সেই পুৰুষক যোগী (যোগসিদ্ধ) বোলে ॥১৮

**যথা দীপো নিবাতস্থো নেঙ্গতে সোপমা স্মৃতা।**
**যোগিনো যতচিত্তস্য যুঞ্জতো যোগমাত্মনঃ ॥১৯**

১৯। অন্বয়—যথা [যেনে] নিবাতস্থ দীপঃ ন ইঙ্গতে [বতাহ বলি নথকা ঠাইত প্ৰদীপৰ শিখা নলৰে] আত্মনঃ [আত্ম বিষয়ক] যোগং যুঞ্জতঃ [যোগ-সাধনাত অভ্যাসকাৰী] যত চিত্তস্য [সংযত চিত্ত] যোগিনঃ [যোগীৰ] সা উপমা স্মৃতা [সেযে উপমা বুলি জানিবা] ॥১৯

১৯। ভাঙনি—বতাহ নবলিলে প্ৰদীপৰ শিখা যেনেকৈ নলৰে, আত্মযোগাভ্যাস-কাৰী সংযত চিত্ত যোগীৰ চিত্তও সেইদৰে সদায় নিশ্চল থাকে ॥১৯

**যত্ৰোপৰমতে চিত্তং নিৰুদ্ধং যোগসেবয়া।**
**যত্ৰ চৈবাত্মনাত্মানং পশ্যন্নাত্মনি তুষ্যতি ॥২০**
**সুখমাত্যন্তিকং যত্তদ্ বুদ্ধিগ্ৰাহ্যমতীন্দ্ৰিয়ম্।**
**বেত্তি যত্ৰ ন চৈবায়ং স্থিতশ্চলতি তত্ত্বতঃ ॥২১**
**যং লব্ধ্বা চাপৰং লাভং মন্যতে নাধিকং ততঃ।**
**যস্মিন্ স্থিতো ন দুঃখেন গুৰুণাপি বিচাল্যতে ॥২২**
**তং বিদ্যাদ্দুঃখসংযোগবিয়োগং যোগসংজ্ঞিতম্।**
**স নিশ্চয়েন যোক্তব্যো যোগোঽনিৰ্ব্বিণ্ণচেতসা ॥২৩**

২০। অন্বয়—যত্ৰ [যি অৱস্থাত] যোগ সেবয়া [যোগাভ্যাস দ্বাৰা] নিৰুদ্ধং চিত্তং [নিৰুদ্ধ চিত্ত] উপৰমতে [বাহ্য ক্ৰিয়াৰ পৰা বিৰত হয়] যত্ৰ চ এব [আৰু যি অৱস্থাত] আত্মনা [আত্মাদ্বাৰা] আত্মানং [আত্মাক] আত্মনি [আত্মাতে] পশ্যন্ [দেখি] তুষ্যতি [তৃপ্তি লাভ কৰে—("তাকে যোগ বুলি জানিবা"—২৩ শ্লোকৰ লগত সম্বন্ধ)] ॥২০

২১। অন্বয়—অয়ং [এই যোগীয়ে] বুদ্ধিগ্ৰাহ্যং [বুদ্ধি গ্ৰাহ্য] অতীন্দ্ৰিয়ম [অতীন্দ্ৰিয়] আত্যন্তিকং [আত্যন্তিক] যৎ সুখং [যি সুখ] তৎ বেত্তি [সেই সুখ অনুভৱ কৰে]; যত্ৰ চ স্থিতঃ [যি অৱস্থাত অৱস্থিত হৈ] তত্ত্বতঃ ন চলতি [আত্মস্বৰূপৰ পৰা বিচলিত নহয় (সেই অৱস্থাই যোগ—২৩ শ্লোক)] ॥২১

২২। অন্বয়—যং লব্ধ্বা [যি আধ্যাত্ম অৱস্থা লাভ কৰি] (যোগীয়ে) অপৰং লাভং ততঃ অধিকং ন মন্যেতে [অপৰ কোনো লাভক তাতকৈ অধিক বুলি নেভাবে] যস্মিন্ স্থিতঃ [যি অৱস্থা প্ৰাপ্ত হৈ] গুৰুণা দুঃখেন অপি ন বিচাল্যতে [অতি ভীষণ দুঃখতো বিচলিত নহয় (সেই অৱস্থাই যোগ—২৩ শ্লোক)] ॥২২

২৩। অন্বয়—তং [সেই] দুঃখ-সংযোগ-বিয়োগং [মনৰ লগত দুঃখৰ সম্বন্ধ বিচ্ছেদ হোৱা অৱস্থাক] যোগ-সংজ্ঞিতং [যোগ বুলি বিদ্যাৎ [জানিবা], অনিৰ্ব্বিণ্ণ চেতসা [অবসাদ শূন্য চিত্তেৰে] নিশ্চয়েন [দৃঢ় সঙ্কল্প কৰি] সঃ যোগঃ যোক্তব্যঃ [এই যোগ অভ্যাস কৰা উচিত] ॥২৩

২০—২৩। ভাঙনি—যি অৱস্থাত যোগীয়ে যোগাভ্যাস কৰি, চিত্ত নিৰোধ কৰি, নিজে নিজৰ স্বৰূপ দেখি আনন্দ উপভোগ কৰে, যি অৱস্থাত ইন্দ্ৰিয়াতীত কেৱল বুদ্ধি গ্ৰাহ্য আত্যন্তিক সুখ অনুভৱ কৰে আৰু তত্ত্বজ্ঞানৰ বিলুপ্তি নহয়; যি অৱস্থা লাভ কৰিলে, অপৰ কোনো লাভক অধিক বুলি নেভাবে; যি অৱস্থা লাভ কৰিলে অতি ভীষণ দুখতো বিচলিত নহয়,—সেই দুঃখনাশক অৱস্থাক যোগ বুলি জানিবা। নিশ্চয়াত্মিকা বুদ্ধিৰে অবসাদশূন্য চিত্তেৰে এই যোগ অভ্যাস কৰা উচিত ॥২০—২৩

**সঙ্কল্পপ্ৰভবান্ কামাংস্ত্যক্ত্বা সৰ্ব্বানশেষতঃ।**
**মনসৈবেন্দ্ৰিয়গ্ৰামং বিনিয়ম্য সমন্ততঃ ॥২৪**
**শনৈঃ শনৈৰুপৰমেদ্ বুদ্ধ্যা ধৃতিগৃহীতয়া।**
**আত্মসংস্থং মনঃ কৃত্বা ন কিঞ্চিদপি চিন্তয়েৎ ॥২৫**

২৪—২৫। অন্বয়—সঙ্কল্প প্ৰভবান্ [সঙ্কল্প অৰ্থাৎ ভোগ্য বিষয়ৰ কল্পনাৰ পৰা উদ্ভৱ হোৱা] সৰ্ব্বান্ [সকলো] কামান্ [কামনা] অশেষতঃ ত্যক্ত্বা [নিঃশেষে ত্যাগ কৰি] মনসা এব [মনেৰেই] ন্দ্ৰিয় গ্ৰামং [ইন্দ্ৰিয়বোৰ] সমন্ততঃ [চতুৰ্দ্দিশে] বিনিয়ম্য [নিবৃত্ত কৰি] ধৃতি গৃহীতয়া [ধাৰণাৰ দ্বাৰা স্থিৰীকৃত] বুদ্ধ্যা [বুদ্ধিৰে] শনৈঃ শনৈঃ [ধীৰে ধীৰে] উপৰমেৎ [উপৰত হব]; মনঃ আত্ম সংস্থং কৃত্বা [মন আত্মাত সমাহিত কৰি] কিঞ্চিৎ অপি ন চিন্তয়েৎ [একোকে চিন্তা নকৰিব] ॥২৪—২৫

"ন কিঞ্চিদপি চিন্তয়েৎ"—৫।২৮ শ্লোক চাওক। আত্ম-জ্ঞান লাভ কৰিবলৈ হলেই বুজিব লাগিব যে ভাববোৰ আত্মা নহয়। ভাববোৰক আত্মাৰ পৰা পৃথক কৰাই সমাধি। আমি অবশ্য ধাৰণা কৰিব নোৱাৰো; কিন্তু যোগী পুৰুষে বুজিব পাৰে যে ভাববোৰ বাহিৰৰ পৰা অহা বস্তু (অৰ্থাৎ আত্মাৰ বাহিৰৰ পৰা অহা বস্তু)। আৰু ইচ্ছা কৰিলেই যোগীয়ে সেইবোৰ মনৰ পৰা আঁতৰাব পাৰে বা মনলৈ আহিবলৈ নিদি পাৰে। শ্ৰীঅৰবিন্দে তেওঁৰ নিজৰ অভিজ্ঞতাৰ পৰা এইদৰে কৈছে—

"Sit down," I was told, "Look and you will see your thoughts come into you from outside. I sat and saw to my astonishment that it was so. I saw and felt concretely the thoughts approaching as if to enter through or above the head and was able to push it back concretely before it came inside.

In three days—really in one—my mind became full of an eternal silence—it is still there."

পাঠক সকলে মনত ৰাখিব যে এই ভাবশূন্য মন এটা নিৰানন্দ অৱস্থা নহয়। ই আচলতে আত্মতৃপ্ত আত্মাৰ অৱস্থা (৩।১৭ শ্লোক চাওক)।

২৪—২৫। ভাঙনি—ভোগ্য বিষয়-চিন্তাৰ পৰা উদ্ভৱ হোৱা সকলো কামনা পৰিত্যাগ কৰি, মনৰ দ্বাৰা ইন্দ্ৰিয়বোৰ বশীভূত কৰি, ধাৰণাৰ দ্বাৰা বুদ্ধিক স্থিৰ কৰি, ধীৰে ধীৰে নিশ্চেষ্ট ভাৱত স্থিতি হ'ব। মনক আত্মাত নিবদ্ধ ৰাখি, কোনো বিষয়ৰ চিন্তা নকৰিব ।।২৪—২৫

**যতো যতো নিশ্চৰতি মনশ্চঞ্চলমস্থিৰম্।**
**ততস্ততো নিয়ম্যৈতদাত্মন্যেৱ বশং নয়েৎ ।।২৬**

২৬। অন্বয়—চঞ্চলম্ অস্থিৰং মনঃ [চঞ্চল আৰু অস্থিৰ মন] যতঃযতঃ নিশ্চৰতি [যি যি বিষয়লৈ যায়] ততঃ ততঃ [সেই সেই বিষয়ৰ পৰা] এতৎ নিয়ম্য [ইয়াক প্ৰত্যাহাৰ কৰি] আত্মনি এৱ [আত্মাতেই] বশং নয়েৎ [বশীভূত কৰিব] ।।২৬

২৬। ভাঙনি—চঞ্চল অস্থিৰ মন যি যি বিষয়লৈ যায় সেই সেই বিষয়ৰ পৰা তাক প্ৰত্যাহাৰ কৰি আত্মাত স্থিৰ ভাবে নিযুক্ত কৰিব ।।২৬

**প্ৰশান্তমনসং হ্যেনং যোগিনং সুখমুত্তমম্।**
**উপৈতি শান্তৰজসং ব্ৰহ্মভূতমকল্মষম্ ।।২৭**

২৭। অন্বয়—প্ৰশান্ত মনসম্ [প্ৰশান্ত চিত্ত] শান্ত ৰজসম্ [ৰজোগুণোদ্ভৱ বিক্ষেপ-শূন্য] অকল্মষম্ [পাপ-মুক্ত] ব্ৰহ্মভূতং [ব্ৰহ্ম ভাবাপন্ন] এনং যোগিনং [এই যোগীক] উত্তমং সুখং উত্তম সুখে] উপৈতি [আশ্ৰয় কৰে] ।।২৭

২৭। ভাঙনি—(ৰজোগুণ ক্ৰিয়াশীল। সকলো চিত্তবিক্ষেপৰ মূল—সেইগুণে কৈছে) ৰজোগুণ-জনিত-বিক্ষেপ-শূন্য, শান্ত-চিত্ত, নিষ্পাপ, ব্ৰহ্ম-ভাবাপন্ন যোগী পুৰুষৰ ওচৰলৈ পৰম সুখ (আপোনা-আপুনি) আহে ।।২৭

**যুঞ্জন্নেবং সদাত্মানং যোগী বিগতকল্মষঃ।**
**সুখেন ব্ৰহ্মসংস্পৰ্শমত্যন্তং সুখমশ্নুতে ।।২৮**

২৮। অন্বয়—এবং [এইদৰে] বিগত কল্মষঃ [নিষ্পাপ] যোগী [যোগীয়ে] আত্মানং সদা যুঞ্জন্ [নিজক সদায় যোগযুক্ত ৰাখি] সুখেন [অনায়াসে] ব্ৰহ্ম সংস্পৰ্শং [ব্ৰহ্মৰ সংস্পৰ্শ ৰূপ] অত্যন্তং সুখং অশ্নুতে [অতিশয় সুখ লাভ কৰে] ।।২৮

২৮। ভাঙনি—এনে যোগীয়ে কেনে সুখ লাভ কৰে? এই সুখ বাহ্যিক বিষয়-সুখ নহয়। এনে যোগীৰ চিত্তত পাৰ্থিব সুখ প্ৰতিফলিত হব নোৱাৰে; কাৰণ তেওঁৰ জাগতিক সংস্কাৰেই নিৰোধ হল। (পাতঞ্জল ৪।২৯—৩০) তেওঁৰ সুখৰ স্বৰূপ কেনে, আমি উপলব্ধি কৰিব নোৱাৰোঁ। গীতাই এতিয়া কৈছে যে এই সুখ ব্ৰহ্মসংস্পৰ্শজ বা আত্যন্তিক সুখ আৰু ইয়াৰ লগত বাহ্যবিষয়ৰ একো সম্বন্ধ নাই; ই ভিতৰৰ পৰা ওলোৱা সুখ ।।২৮

(৫।২১ বা ১৮।৩৬ শ্লোক চাওক)

**সৰ্ব্বভূতস্থমাত্মানং সৰ্ব্বভূতানি চাত্মনি।**
**ঈক্ষতে যোগযুক্তাত্মা সৰ্ব্বত্ৰ সমদৰ্শনঃ ।।২৯**

২৯। অন্বয়—যোগযুক্তাত্মা [যোগযুক্ত পুৰুষে] আত্মানং [নিজৰ আত্মাক] সৰ্ব্বভূতস্থং [সৰ্ব্বভূতত অৱস্থিত] সৰ্ব্বভূতানি চ আত্মনি [আৰু সৰ্ব্বভূতক নিজ আত্মাত] ঈক্ষতে [দেখে] সৰ্ব্বত্ৰ সমদৰ্শনঃ [(তেওঁ) সকলোকে সমান দেখে] ।।২৯

২৯। ভাঙনি—সৰ্ব্বত্ৰ সমদৰ্শী যোগীয়ে নিজৰ আত্মাক সৰ্ব্বভূতত আৰু সৰ্ব্বভূতক নিজ আত্মাত দেখে, তেওঁ সৰ্ব্বত্ৰ সমদৰ্শী ।।২৯

[তলৰ শ্লোক বিলাকত কৈছে যে এনে যোগসিদ্ধ পুৰুষে (যাৰ এতিয়াও পূৰ্ণজ্ঞান হোৱা নাই) সংসাৰত থাকি যদি সংসাৰৰ কৰ্ম্ম কৰে, তেনেহলেও তেওঁৰ লব্ধজ্ঞান নষ্ট হব নোৱাৰে। পৰজন্মতো এই জ্ঞান অটুট থাকে।]

**যো মাং পশ্যতি সৰ্ব্বত্ৰ সৰ্ব্বঞ্চ ময়ি পশ্যতি।**
**তস্যাহং ন প্ৰণশ্যামি স চ মে ন প্ৰণশ্যতি ॥৩০**

৩০। অন্বয়—যঃ মাং সৰ্ব্বত্ৰ পশ্যতি [যি মোক সকলো পদাৰ্থতে দেখে] সৰ্ব্বং চ ময়ি পশ্যতি [আৰু মোতে সকলো পদাৰ্থ দেখে] অহং তস্য ন প্ৰণশ্যামি [মই তেওঁৰ অদৃশ্য নহওঁ] সঃ চ মে ন প্ৰণশ্যতি [আৰু তেৰোঁ মোৰ অদৃশ্য নহয়] ॥৩০

(প্ৰণশ্যামি অদৃশ্যো ন ভবামি—শ্ৰীধৰ স্বামী)

৩০। ভাঙনি—যি সকলোতে মোক দেখে আৰু মোতে সকলো দেখে, মই তেওঁৰ অদৃশ্য নহওঁ, তেৰোঁ কেতিয়াও মোৰ দৃষ্টিৰ বহিৰ্ভূত নহয় ॥৩০

[এনে সৰ্ব্বত্ৰ সমদৰ্শী যোগীৰ পৰা মই অদৃশ্য নহওঁ বা নুলুকাওঁ—অৰ্থাৎ তেওঁ সদায় মোক দেখে। আৰু তেওঁ নিজেও মোৰ পৰা নুলুকায়—অৰ্থাৎ মই তেওঁক সদায় কৃপাদৃষ্টি কৰোঁ।]

**সৰ্ব্বভূতস্থিতঃ যো মাং ভজত্যেকত্বমাস্থিতঃ।**
**সৰ্ব্বথা বৰ্ত্তমানোহপি স যোগী ময়ি বৰ্ত্ততে ॥৩১**

৩১। অন্বয়—যঃ [যি যোগীয়ে] একত্বম্ আস্থিতঃ [জগতৰ একত্ব জ্ঞানত স্থিত হৈ] সৰ্ব্বভূতাস্থিতঃ মাং ভজতি [সৰ্ব্বভূতত অবস্থিত মোক ভজনা কৰে] সঃ যোগী [যেই যোগী] সৰ্ব্বথা বৰ্ত্তমানঃ অপি [যি ভাবেই থাওক বা যিহকে কৰক] ময়ি বৰ্ত্ততে [মোতে বৰ্ত্তমান থাকে] ॥৩১

৩১। ভাঙনি—যি মোৰ একত্বৰ ধাৰণাত স্থিত হৈ, (অৰ্থাৎ এই জগতত যে মোৰ বাহিৰে একো নাই এই কথা বুজি) আৰু মই যে সকলো প্ৰাণীত অৱস্থিত, এই কথা বুজি, মোক ভজে, সেই যোগী যি অৱস্থাতেই থাওক, তেওঁ মোতে সদায় বৰ্ত্তমান ॥৩১

[এই শ্লোকত গীতাই দুটা কথা বুজাইছে; ঈশ্বৰৰ একত্বৰ জ্ঞান এবাৰ হলে সেই জ্ঞান আৰু নষ্ট নহয়। সকলো জন্মতে আৰু সকলো অৱস্থাতে সেই জ্ঞান থাকে।

কিন্তু অকল এই জ্ঞান হলেই মুক্তি নহয়। ইয়াৰ দ্বাৰা ঈশ্বৰৰ মহিমাৰ ধাৰণা হয়; হলেই মানুহৰ মনৰ পৰা ভক্তিৰ উদয় হয়। ইয়াৰ পাছতো সাধনা লাগে। সমাধিৰ দ্বাৰা এই জ্ঞান দৃঢ়ীভূত হলে হে মুক্তি হব। সেইগুণে এই শ্লোকত কৈছে, যে একত্বৰ জ্ঞান হৈ ঈশ্বৰক ভজিলেহে যোগীয়ে ঈশ্বৰক লাভ কৰিব পাৰে]

**আত্মৌপম্যেন সৰ্ব্বত্ৰ সমং পশ্যতি যোহৰ্জ্জুন।**
**সুখং বা যদি বা দুঃখং স যোগী পৰমো মতঃ ॥৩২**

৩২। অন্বয়—হে অৰ্জ্জুন] যঃ [যি] সুখম্ বা [সুখক] যদি বা দুখম্ [বা দুঃখক] আত্মৌপম্যেন [নিজৰ উপমাৰে] সৰ্ব্বত্ৰ [সকলোকে] সমং [সমান] পশ্যতি [দেখে] সঃ যোগীঃ পৰমঃ (ইতি মে) মতঃ [সেইজনেই শ্ৰেষ্ঠ যোগী—এয়ে মোৰ মত] ॥৩২

৩২। ভাঙনি—"সুখ মোৰ প্ৰিয়", "দুখ অপ্ৰিয়"—এই বুজি নিজৰ উপমাৰে যি সকলোৰে সুখ কামনা কৰে, কাৰো দুখ কামনা নকৰে, সকলোকে সমান দেখে, তেওঁ উৎকৃষ্ট যোগী ॥৩২

অৰ্জ্জুনঃ উবাচ

**যোহয়ং যোগস্ত্বয়া প্ৰোক্তঃ সাম্যেন মধুসূদন।**
**এতস্যাহং ন পশ্যামি চঞ্চলত্বাৎ স্থিতিং স্থিৰাম্ ॥৩৩**

৩৩। অন্বয়—অৰ্জ্জুনঃ উবাচ [অৰ্জ্জুনে কলে]। মধুসূদন [হে কৃষ্ণ] সাম্যেন অয়ং যঃ যোগঃ; [সমত্বৰূপ এই যে যোগ] ত্বয়া প্ৰোক্তঃ [তুমি কৈছা] চঞ্চলত্বাৎ [মনৰ চাঞ্চল্য হেতু] এতস্য [এই যোগৰ] স্থিৰাং স্থিতিং [স্থিৰ প্ৰতিষ্ঠা] অহং ন পশ্যামি [মই দেখা নাই] ॥৩৩

৩৩। ভাঙনি—অৰ্জ্জুনে কলে, হে কৃষ্ণ, তুমি যি যোগৰ কথা ক'লা, তাত চাঞ্চল্যহীন মনেৰে প্ৰশান্ত হৈ অৱস্থান কৰিব পাৰিব লাগিব। এনে যোগ মই সম্ভৱপৰ বুলি নেভাবোঁ, কাৰণ মানুহৰ মন সদায় চঞ্চল ॥৩৩

**চঞ্চলং হি মনঃ কৃষ্ণ প্ৰমাথি বলবদ্দৃঢ়ম্।**
**তস্যাহং নিগ্ৰহং মন্যে বায়োৰিব সুদুষ্কৰম্ ॥৩৪**

৩৪। অন্বয়—হি [কাৰণ] কৃষ্ণ [হে কৃষ্ণ] মনঃ চঞ্চলং [মন স্বভাৱতেই চঞ্চল] প্ৰমাথি [দেহ আৰু ইন্দ্ৰিয়ৰ বিক্ষোভকাৰী] বলবৎ [দুৰ্জ্জয়] দৃঢ়ং [দৃঢ়]; অহং তস্য নিগ্ৰহং [মই তাক নিগ্ৰহ কৰা] বায়োঃ ইব [বায়ুক নিগ্ৰহ কৰাৰ দৰে] সুদুষ্কৰং মন্যে [সৰ্ব্বথা দুঃসাধ্য বুলি ভাবোঁ] ॥৩৪

(দৃঢ়—অনমনীয়, সহজে পোনাব নোৱাৰা)

৩৪। ভাঙনি—হে কৃষ্ণ, চঞ্চল মন সমস্ত দেহ আৰু ইন্দ্ৰিয়ৰ ক্ষোভকাৰক, অতি বলবান আৰু দৃঢ়। বায়ুক বশীভূত কৰা যেনে মনক দমন কৰাও তেনে ॥৩৪

শ্ৰীভগবানুবাচ

**অসংশয়ং মহাবাহোমনো দুৰ্নিগ্ৰহং চলম্।**
**অভ্যাসেন তু কৌন্তেয় বৈৰাগ্যেণ চ গৃহ্যতে ।৩৫**

৩৫। অন্বয়—শ্ৰীভগবান্ উবাচ। মহাবাহো [হে অৰ্জ্জুন] মনঃ দুৰ্নিগ্ৰহম্ চলম্ [চঞ্চল মন সহজে বশ নহয়] অসংশয়ম্ [ইয়াত কোনো সন্দেহ নাই]; তু [কিন্তু] কৌন্তেয় [হে অৰ্জ্জুন] অভ্যাসেন চ বৈৰাগ্যেণ [অভ্যাস আৰু বৈৰাগ্য দ্বাৰা] গৃহ্যতে [বশীভূত হয়] ।।৩৫

৩৫। ভাঙনি—শ্ৰীভগবানে ক'লে, হে অৰ্জ্জুন, মনক শাসন কৰা অতি টান; ইয়াত সন্দেহ নাই। কিন্তু অভ্যাস আৰু বৈৰাগ্যৰ দ্বাৰা মনক শাসন কৰিব পাৰি ।। ৩৫

**অসংযতাত্মনা যোগো দুষ্প্ৰাপ্য ইতি মে মতিঃ।**
**বশ্যাত্মনা তু যততা শক্যোঽবাপ্তুমুপায়তঃ ।।৩৬**

৩৬। অন্বয়—অসংযতাত্মনা [অসংযত মানুহৰ পক্ষে] যোগঃ দুষ্প্ৰাপ্যঃ [যোগ সিদ্ধি দুষ্প্ৰাপ্য]; ইতি মে মতিঃ [এয়ে মোৰ মত] তু [কিন্তু] উপায়তঃ যততা বশ্যাত্মনা [বিহিত উপায়েৰে সাধনা কৰা সংযত চিত্ত মানুহৰ] অবাপ্তুম্ শক্যঃ [লাভ কৰা সহজ] ।।৩৬

৩৬। ভাঙনি—অসংযত মানুহৰ পক্ষে যোগ দুৰ্লভ—এয়ে মোৰ মত। কিন্তু যি যত্ন কৰি মন স্থিৰ কৰিছে, তেওঁ উপযুক্ত উপায় অৱলম্বন কৰি যোবাৱস্থা লাভ কৰিব পাৰে ।।৩৬

অৰ্জ্জুন উবাচ

**অযতিঃ শ্ৰদ্ধয়োপেতো যোগাচ্চলিতমানসঃ।**
**অপ্ৰাপ্য যোগসংসিদ্ধিং কাং গতিং কৃষ্ণ**
**গচ্ছতি ।।৩৭**

৩৭। অন্বয়—অৰ্জ্জুনঃ উবাচ। কৃষ্ণ [হে কৃষ্ণ] শ্ৰদ্ধয়া উপেতঃ [শ্ৰদ্ধাপূৰ্ব্বক যোগ সাধনত প্ৰবৃত্ত] অযতিঃ [যত্নহীন পুৰুষে] যোগাৎ চলিত মানসঃ [যোগৰ পৰা ভ্ৰষ্ট চিত্ত হৈ] অপ্ৰাপ্য যোগ সংসিদ্ধিং [যোগ সিদ্ধি লাভ কৰিব নোৱাৰি] কাং গতিং গচ্ছতি [কি গতি লাভ কৰে?] ।।৩৭

৩৭। ভাঙনি—হে কৃষ্ণ, শ্ৰদ্ধা কৰি প্ৰথমে যোগত প্ৰবৃত্ত হৈ শেহলৈকে যদি তাদৃশ যত্ন কৰিব নোৱাৰা বাবে মানুহ যোগৰ পৰা স্খলিত হয়, তেন্তে তাৰ কি গতি হ'ব?।।৩৭

**কচ্চিন্নোভয়বিভ্ৰষ্টশ্ছিন্নাভ্ৰমিব নশ্যতি।**
**অপ্ৰতিষ্ঠো মহাবাহো বিমূঢ়ো ব্ৰহ্মণঃ পথি ।।৩৮**

৩৮। অন্বয়—মহাবাহো [হে মহাবাহু] ব্ৰহ্মণঃ পথি [ব্ৰহ্ম প্ৰাপ্তিৰ পথত] বিমূঢ়ঃ [মুগ্ধ] অপ্ৰতিষ্ঠতঃ [নিৰাশ্ৰয়] উভয় বিভ্ৰষ্ট [উভয়ৰ পৰা ভ্ৰষ্ট]—(এনে মানুহ) ছিন্নাভ্ৰম্ ইব [ছিন্ন ভিন্ন মেঘৰ দৰে] কচ্চিৎ ন নশ্যতি [বিনষ্ট নহয়নে কি?]।।৩৮

৩৮। ভাঙনি—যত্নৰ অভাৱত বা সময়ৰ অভাৱত যোগ সিদ্ধিও নহ'ল, আৰু বেদোক্ত যজ্ঞাদিও কৰা নহ'ল—এনে উভয় পথৰ পৰা ভ্ৰষ্ট হলে যোগীৰ কি গতি হব? এনে যোগী ছিন্ন ভিন্ন মেঘৰ দৰে নষ্ট হব নে কি?।।৩৮

**এতন্মে সংশয়ং কৃষ্ণ ছেত্তুমৰ্হস্যশেষতঃ।**
**ত্বদন্যঃ সংশয়স্যাস্য ছেত্তা ন হ্যুপপদ্যতে ।।৩৯**

৩৯। অন্বয়—কৃষ্ণ [হে কৃষ্ণ] মে এতৎ সংশয়ং [মোৰ এই সংশয়] অশেষতঃ [নিঃশেষ ৰূপে] ছেত্তুম্ অৰ্হসি [দূৰ কৰিব তুমি পাৰাঁ]; হি [কাৰণ] ত্বদন্যঃ [তোমাৰ বাহিৰে] অস্য সংশয়স্য ছেত্তা [এই সংশয়ৰ ছেত্তা খণ্ডন কৰ্ত্তা] ন উপপদ্যতে [আৰু কোনো নাই]।।৩৯

৩৯। ভাঙনি—হে কৃষ্ণ, তুমিহে মোৰ এই সংশয় দূৰ কৰিব পাৰাঁ। তোমাৰ বাহিৰে আৰু যে কোনোবাই পাৰে, এনে বোধ নহয় ।।৩৯

শ্ৰীভগবানুবাচ

**পাৰ্থ নৈবেহ নামুত্ৰ বিনাশস্তস্য বিদ্যতে।**
**নহি কল্যাণকৃৎ কশ্চিদ্দুৰ্গতিং তাত গচ্ছতি ।।৪০**

৪০। অন্বয়—শ্ৰীভগবান্ উবাচ। পাৰ্থ। তস্য [সেই জনৰ] ইহ এব বিনাশঃ ন বিদ্যতে [এই লোকতো বিনাশ নাই] অমুত্ৰ ন [পৰলোকতো নাই)]; তাত (হে প্ৰিয় শিষ্য অৰ্জ্জুন] কল্যাণকৃৎ [কল্যাণকৰ কাৰ্য্য কৰা মানুহে] কশ্চিৎ দুৰ্গতিং ন গচ্ছতি [কোনেও দুৰ্গতিত নপৰে] ।।৪০

৪০। ভাঙনি—হে মোৰ প্ৰিয় শিষ্য অৰ্জ্জুন। এনে মানুহৰ ইহলোকত বা পৰলোকত বিনাশ নাই। কল্যাণকৰ কৰ্ম্ম অনুষ্ঠান কৰা মানুহৰ কেতিয়াও দুৰ্গতি হব নোৱাৰে ।।৪০

যি জনে ক্ৰমোন্নতিৰ বিধান মতে, (ঈশ্বৰৰ ইচ্ছা মতে) এনে অৱস্থা পাইছেহি যে ঈশ্বৰলৈ প্ৰকৃত ভক্তি হৈছে, সি আৰু সেই অৱস্থাৰ পৰা তললৈ নামি আহিব নালাগে। ঈশ্বৰে যাক এবাৰ আহ্বান কৰিলে, তাৰ মুক্তি হৈয়েই আছে বুলি ধৰিব পাৰি।

**প্ৰাপ্য পুণ্যকৃতাং লোকানুষিত্বা শাশ্বতীঃ সমাঃ।**
**শুচীনাং শ্ৰীমতা গেহে**
**যোগভ্ৰষ্টোঽভিজায়তে ।।৪১**

৪১। অন্বয়—যোগভ্ৰষ্টঃ [যোগভ্ৰষ্ট পুৰুষে] পুণ্

কৃতাং লোকান প্ৰাপ্য [পুণ্য কৰ্ম্মকাৰীৰ লোক লাভ কৰি] শাশ্বতীঃ সমাঃ উষিত্বা [বহু বৎসৰ তাত বাস কৰি] শুচীনাং শ্ৰীমতাং গেহে অভিজায়তে [শুচি আৰু লক্ষ্মীমন্ত মানুহৰ ঘৰত জন্মলাভ কৰে] ।।৪১

৪১। ভাঙনি—যোগভ্ৰষ্ট পুৰুষে, পুণ্যাত্মা সকলৰ যি লোকলৈ গতি হয়, সেই লোকত বহুত বছৰ বাস কৰি পাছত পৃথিৱীত শুচি আৰু লক্ষ্মীমন্ত মানুহৰ ঘৰত জন্ম লাভ কৰে ।৪১

**অথবা যোগিনামেৰ কুলে ভৱতি ধীমতাম্।**
**এতদ্ধি দুৰ্ল্লভতৰং লোকে জন্ম যদীদৃশম্ ।।৪২**

৪২। অন্বয়—অথবা [বা, নহলে] ধীমতাং যোগিনাম্ এব কুলে ভৱতি [বুদ্ধিমান যোগীৰ কুলত জন্মগ্ৰহণ কৰে] ঈদৃশং যৎ জন্ম [এনে যি জন্ম] লোকে [সংসাৰত] এতৎ হি দুৰ্ল্লভতৰং [সি দুৰ্ল্লভ] ।।৪২

৪২। ভাঙনি—নহলে, যোগভ্ৰষ্ট পুৰুষে বুদ্ধিমান যোগীৰ কুলত জন্মগ্ৰহণ কৰে। এনে জন্ম সুদুৰ্ল্লভ। (কাৰণ যোগীৰ কুলত যোগ অভ্যাসৰ নিমিত্তে পাৰিপাৰ্শ্বিক অৱস্থাই সহায় কৰে) ।।৪২

**তত্ৰ তং বুদ্ধিসংযোগং লভতে পৌৰ্ব্বদেহিকম্।**
**যততে চ ততো ভূয়ঃ সংসিদ্ধৌ কুৰুনন্দন ।।৪৩**

৪৩। অন্বয়—কুৰুনন্দন [হে অৰ্জ্জুন] তত্ৰ [সেই যোগীৰ কুলত] পৌৰ্ব্ব দেহিকম্ [পূৰ্ব্ব জন্মাৰ্জ্জিত] তং বুদ্ধিসংযোগং লভতে [সেই যোগযুক্ত বুদ্ধিলাভ কৰে],.; ততঃ চ [তাৰ পাছত] ভূয়ঃ [পুনঃ] সংসিদ্ধৌ যততে [সিদ্ধিৰ বাবে যত্ন কৰে] ।।৪৩

৪৩। ভাঙনি—তেতিয়া (সেই কুলত জন্ম হৈ) তেওঁ পূৰ্ব্বজন্মৰ বুদ্ধি লাভ কৰি পুনৰ্ব্বাৰ সিদ্ধিলাভৰ কাৰণে যত্ন কৰে।।৪৩

**পূৰ্ব্বাভ্যাসেন তেনৈব হ্ৰিয়তে হ্যৱশোঽপি সঃ।**
**জিজ্ঞাসুৰপি যোগস্য শব্দব্ৰহ্মাতিবৰ্ত্ততে ।।৪৪**

৪৪। অন্বয়—তেনপূৰ্ব্বাভ্যাসেন [সেই পূৰ্ব্বজন্মৰ অভ্যাসৰ দ্বাৰা] সঃ [তেওঁ] অৱশঃ অপি [অৱশ হৈ] হ্ৰিয়তে [নীত (অৰ্থাৎ যোগৰ প্ৰতি) আকৃষ্ট হয়] যোগস্য জিজ্ঞাসুঃ অপি [যোগ কি, জানিবৰ ইচ্ছা কৰা মানুহেও] শব্দ ব্ৰহ্ম [সকাম কৰ্ম্ম প্ৰতিপাদক বেদক] অতিৰ্বৰ্ত্ততে [অতিক্ৰম কৰে] ।।৪৪

৪৪। ভাঙনি—পূৰ্ব্বজন্মৰ অভ্যাসৰ বশত তেওঁ আকৌ (এই জন্মত) বাধ্য হৈ যোগ অৱলম্বন কৰে। যোগ কি, জানিব খোজা মানুহৰো (যোগীৰ কথা ক'বলৈ আৱশ্যক নাই) এনে বুদ্ধি হয় যে তেওঁ সকাম কৰ্ম্ম প্ৰতিপাদক বেদকো অতিক্ৰম কৰে ।।৪৪

**প্ৰযত্নাদ্ যতমানস্তু যোগী সংশুদ্ধ কিল্বিষঃ।**
**অনেকজন্মসংসিদ্ধস্ততো যাতি পৰাং গতিম্ ।।৪৫**

৪৫। অন্বয় তু (কিন্তু) প্ৰযত্নাৎ যতমানঃ [পূৰ্ব্ব যত্নতকৈ অধিক যত্ন কৰি] সংশুদ্ধ কিল্বিষঃ [নিষ্পাপ হৈ] অনেক জন্ম সংসিদ্ধঃ [অনেক জন্মৰ মূৰত সিদ্ধি লাভ কৰি] যোগী [যোগীয়ে] ততঃ পৰাং গতিং যাতি [পাছত পৰম গতি লাভ কৰে] ।।৪৫

৪৫। ভাঙনি—আগতকৈ অধিক যত্ন কৰি, নিষ্পাপ হৈ বহুত জন্মৰ সাধনাৰ ফলত মোক্ষ লাভ কৰে ।।৪৫

**তপস্বিভ্যোঽধিকো যোগী জ্ঞানিভ্যোঽপি মতোঽধিকঃ।**
**কৰ্ম্মিভ্যশ্চাধিকো যোগী তস্মাদ্‌যোগী ভৱাৰ্জ্জুন ।।৪৬**

৪৬। অন্বয়—যোগী [কৰ্ম্ম যোগী] তপস্বিভ্যঃ অধিকঃ [তপস্বীতকৈ শ্ৰেষ্ঠ] জ্ঞানিভ্যঃ অধিকঃ [জ্ঞানীতকৈ শ্ৰেষ্ঠ] কৰ্ম্মিভ্যঃ চ অধিকঃ [কৰ্ম্মীতকৈ শ্ৰেষ্ঠ] মতঃ [এয়ে মোৰ মত]। অৰ্জ্জুন [হে অৰ্জ্জুন] তস্মাৎ যোগী ভৱ [সেইগুণে তুমি যোগী হোৱা] ।।৪৬

৪৬। ভাঙনি—তপস্যা, অধ্যাত্মজ্ঞান, বা কৰ্ম্ম একো কৰ্ম্মযোগৰ সমান নহয়। সেইগুণে কৈছে; হে অৰ্জ্জুন, তুমি কৰ্ম্মযোগী হোৱা, কাৰণ তপস্বী জ্ঞানসাধক পুৰুষ বা কৰ্ম্মী, কোনো কৰ্ম্মযোগীৰ সমান হ'ব নোৱাৰে ।।৪৬

[এই শ্লোকত গীতাই নিষ্কাম কৰ্ম্মযোগৰ প্ৰশংসা কৰিছে। তপস্বী (অৰ্থাৎ ক্লেশকৰ কৰ্ম্ম কৰি ৰাজযোগ আদি অভ্যাস কৰা যোগী) কৰ্ম্মযোগীৰ সমান নহয়। জ্ঞানী (অৰ্থাৎ কৰ্ম্ম সন্ন্যাসী সাংখ্য জ্ঞানী) কৰ্ম্ম-যোগীৰ সমান নহয়। সাধাৰণ কৰ্ম্মীও (অৰ্থাৎ বেদ বিহিত যজ্ঞাদি অনুষ্ঠানকাৰী সাধকো) কৰ্ম্মযোগীৰ সমান নহয়। কৰ্ম্মযোগ সুখ-সাধ্য, সহজ আৰু স্বাভাৱিক ক্ৰমোন্নতি।]

**যোগিনামপি সৰ্ব্বেষাং মদগতেনান্তৰাত্মনা।**
**শ্ৰদ্ধাবান্ ভজতে যো মাং স মে যুক্ততমো মতঃ ।।৪৭**

ইতি শ্ৰীমহাভাৰতে শতসাহস্ৰ্যাং সংহিতায়াং বৈয়াসিক্যাং ভীষ্মপৰ্ব্বণি শ্ৰীমদ্ভগবদগীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুন সংবাদে সন্ন্যাসযোগো নাম ষষ্ঠোঽধ্যায়ঃ।

৪৭। অন্বয়—সৰ্ব্বেষাং যোগিনাম্ অপি [সকলো যোগীৰ ভিতৰত আকৌ] যঃ [যি] মদগতেন অন্তৰাত্মনা [মদগত চিত্তে] শ্ৰদ্ধাবান[শ্ৰদ্ধাবান্ হৈ] মাং ভজতে [মোক ভজে]

সঃ যুক্ততমঃ [তেওঁ শ্ৰেষ্ঠ]; মে মতঃ [এয়ে মোৰ মত]॥৪৭

৪৭। ভাঙনি—যোগীৰ ভিতৰতো আকৌ ভক্তযোগী শ্ৰেষ্ঠ। (গীতাই সৰ্ব্বত্ৰ কৈ আছে যে ভক্তি নহলে একো নহয়)॥৪৭

[গীতাৰ আচল কথাখিনি কোৱা হল। অৱশিষ্ট অংশত গীতাই এইবোৰ কথাকে বাহুল্য ভাবে ব্যাখ্যা কৰিব।

প্ৰথমতে ভগবানে আত্মানাত্ম জ্ঞান (সাংখ্য জ্ঞান) সংক্ষেপে ব্যাখ্যা কৰিলে। তাৰ পাছত ভক্তিমাৰ্গান্তৰ্গত নিতান্ত মন্দাধিকাৰীৰ আচৰণীয় ফলাকাঙ্ক্ষাবৰ্জ্জিত কৰ্ম্মৰ (সাধন ভক্তি যোগৰ) উপদেশ দি ২য় অধ্যায় শেষ কৰিলে। ইয়াত এইমাত্ৰ কলে যে ঈশ্বৰ কৰ্ম্মফল-দাতা বুলি বিশ্বাস কৰিলেই এই ভক্তিযোগ সাধন হৈ মানুহ গুণাতীত হব পাৰে। এয়ে কৰ্ম্মযোগৰ ১ম স্তৰ।

তাৰ পাছত ৩য় অধ্যায়ত গীতাৰ আচল কৰ্ম্মযোগ আৰম্ভ হ'ল। এয়ে গীতোক্ত কৰ্ম্মযোগ বা শুদা "যোগ"ৰ ২য় স্তৰ। ইয়াত গীতাই প্ৰথমতে ক'লে যে যি বুদ্ধিস্থ সংস্কাৰে জীৱক কাম কৰায়, সেই সংস্কাৰ আত্মা নহয়। যি এইটো কথা নুবুজে, সি আচল কৰ্ম্মযোগৰ অধিকাৰী নহয়। যি বুজে বা বিশ্বাস কৰে যে এই জগতত সত্ত্ব-ৰজ-স্তমো-গুণৰ বাহিৰে আৰু একো নাই, এই জগৎ এটি চক্ৰ বা যন্ত্ৰ, যত সকলো প্ৰাণীয়ে পৰস্পৰৰ মঙ্গলৰ বাবে কৰ্ম্ম কৰিছে বা প্ৰকৃতিয়ে বা সংস্কাৰে কৰাইছে, সেইজন হে এই কৰ্ম্মযোগৰ অধিকাৰী। এই অৰ্থত কৰ্ম্মযোগ আৰু সংন্যাসৰ একো প্ৰভেদ নাই। ৪ৰ্থ আৰু ৫ম অধ্যায়ত এই একে কথাকে বহলাই ক'লে। এই কৰ্ম্মযোগ কেনেকৈ আৰম্ভ কৰিব লাগে আৰু কেনেকৈ ই ধ্যান বা সমাধিত শেষ হয় সেই কথা ৬ষ্ঠ অধ্যায়ত ক'লে। এই আটাইবোৰ কথা কৈ গীতাই শেহত (ষষ্ঠ অধ্যায়ৰ শেহত) আচল কথাটি কলে—ভক্তি হে সকলোৰে মূল। ই নহলে একো নহয়।

তাৰ পাছত এতিয়া ৭—১২ অধ্যায়ত গীতাই কব যে সমাধিস্থ যোগীয়ে ঈশ্বৰৰ সাক্ষাৎ লাভ কৰে। এনে যোগীয়ে ঈশ্বৰৰ স্বৰূপ যেনে দেখে, তাকে অৰ্জ্জুনৰ আগত ভগৱন্তে এতিয়া জগতৰ কল্যাণৰ অৰ্থে ক'ব। গীতাৰ এই অংশতে (৭—১২ অধ্যায়তে) ভক্তসকলে ইয়াৰ আচল সোৱাদ পায়। ইয়াত প্ৰথমতে সাংখ্যৰ সৃষ্টি তত্ত্বৰ পৰা আৰম্ভ কৰি শেহত দেখুৱাব যে এই সমস্ত জগৎ ঈশ্বৰৰ বিভূতি (আত্ম প্ৰকাশ) আৰু ইয়াত তেওঁৰ বাহিৰে একো পদাৰ্থ নাই। তেওঁৰ শক্তিৰে সকলো শক্তিমান, সকলো কাৰ্য্যকৰী শক্তি তেওঁৰ পৰা আহিছে। (৭/৩০ শ্লোকৰ ভাঙনি চাওক।)

পাছত ১৩ শ অধ্যায়ত কৈছে যে তেওঁ প্ৰকৃতিৰ মহেশ্বৰ আৰু অনুমন্তা—যাৰ অনুমতি নহলে প্ৰকৃতিৰ বা স্বভাৱৰ কোনো ক্ৰিয়া হব নোৱাৰে]

গীতাৰ শেষ ৬ অধ্যায় (অৰ্থাৎ ১৩—১৮ অধ্যায়) আচল অদ্বৈত বাদ। ইয়াত গীতাই প্ৰথমতে সাংখ্য দৃষ্টিৰে আলোচনা কৰি পাছত বেদান্ত দৃষ্টিৰে দেখুৱাইছে যে প্ৰকৃতি আচলতে একো স্বতন্ত্ৰবাস্তৱ পদাৰ্থ নহয়। ই ঈশ্বৰৰ শক্তি। পুৰুষ প্ৰকৃতি অভেদ—সকলো জীৱই ঈশ্বৰ। একে ঈশ্বৰেই বহু জীৱ হৈ অসংখ্য ৰকমেৰে নিজে নিজক ভোগ কৰিছে। জীৱ, জগৎ, প্ৰকৃতি সকলো তেওঁ।

## সপ্তমোঽধ্যায়ঃ

### জ্ঞান-বিজ্ঞান যোগঃ

**শ্ৰীভগবানুবাচ**

**ময্যাসক্তমনাঃ পাৰ্থ যোগং যুঞ্জন্মদাশ্ৰয়ঃ।**
**অসংশয়ং সমগ্ৰং মাং যথা জ্ঞাস্যসি তচ্ছৃণু॥১**

১। অন্বয়—শ্ৰীভগবান্ উবাচ। পাৰ্থ [হে অৰ্জ্জুন] ময়ি আসক্ত মনাঃ [মোত আসক্ত চিত্ত হৈ] মদাশ্ৰয়ঃ [মোক আশ্ৰয় কৰি] যোগং যুঞ্জন্ [যোগ আচৰণ কৰি] সমগ্ৰং মাং [সম্পূৰ্ণ মোক—অৰ্থাৎ মোৰ পূৰ্ণ স্বৰূপ] যথা অসংশয়ং জ্ঞাস্যসি [যেনেকৈ নিশ্চয় ৰূপে জানিব পাৰিবা] তৎ শৃণু [সেইটো শুনা]॥১

১। ভাঙনি—শ্ৰীভগবানে কলে—হে অৰ্জ্জুন, মোত আসক্ত-চিত্ত হৈ আৰু মোৰ শৰণাগত হৈ কৰ্ম্ম যোগ আচৰণ কৰি মোৰ পূৰ্ণ স্বৰূপ যেনে নিঃসন্দেহে জানিবা, কওঁ শুনা॥১

**জ্ঞানং তেঽহং সবিজ্ঞানমিদং বক্ষ্যাম্যশেষতঃ।**
**যজ্জ্ঞাত্বা নেহ ভূয়োঽন্যজ্ জ্ঞাতব্যমবশিষ্যতে ॥২**

২। অন্বয়—অহং [মই] তে [তোমাক] সবিজ্ঞানং ইদং জ্ঞানং [এই জ্ঞান আৰু বিজ্ঞান] অশেষতঃ বক্ষ্যামি [একো বাকী নাৰাখি ক'ম], যৎ জ্ঞাত্বা [যিটো জানিলে] ইহ [এই সংসাৰত ভূয়ঃ অন্যৎ [আৰু একো] জ্ঞাতব্যং [জানিব লগীয়া কথা] ন অবশিষ্যতে [বাকী নাথাকে] ॥২

২। ভাঙনি—হে অৰ্জ্জুন, জ্ঞান আৰু বিজ্ঞান বিষয়ে সকলো কথা মই তোমাক বিশেষ ভাবে বুজাই দিম, (একো বাকী নেৰাখোঁ)। এইখিনি বুজিলে এই সংসাৰত আৰু তোমাৰ একো জানিবলৈ বাকী নাথাকিব ॥২

(জ্ঞান, বিজ্ঞান, পাতনিত চাওক)

**মনুষ্যাণাং সহস্ৰেষু কশ্চিদ্ যততি সিদ্ধয়ে।**
**যততামপি সিদ্ধানং কশ্চিন্মাং বেত্তি তত্ত্বতঃ ॥৩**

৩। অন্বয়—মনুষ্যাণাং সহস্ৰেষু [সহস্ৰ সহস্ৰ মানুহৰ ভিতৰত] কশ্চিৎ সিদ্ধয়ে যততি [কশ্চিৎ দুজন এজনেহে সিদ্ধিৰ নিমিত্তে যত্ন কৰে] যততামপি সিদ্ধানাং [আকৌ এইদৰে যত্ন কৰি সিদ্ধি লাভ কৰাবোৰৰ ভিতৰত] কশ্চিৎ [কশ্চিৎ দুই এজনেহে] মাং তত্ত্বতঃ বেত্তি [মোৰ যথাৰ্থ স্বৰূপ জানে] ॥৩

৩। ভাঙনি—সহস্ৰ সহস্ৰ মানুহৰ ভিতৰত কেতিয়াবা দুজন-এজনেহে সিদ্ধিৰ নিমিত্তে যত্ন কৰে, আকৌ যত্ন কৰা বোৰৰ ভিতৰতো কশ্চিৎ দুজন এজনেহে মোক যথাৰ্থ ৰূপে বুজে ॥৩

[সংসাৰত যি আছে সকলো যে ভগবানৰ শক্তি—এই কথাটি বুজাবলৈ এতিয়া গীতাই প্ৰথমতে সাংখ্যৰ সৃষ্টিতত্ত্বৰ পৰা আৰম্ভ কৰিব। আমি ওপৰত কৈ আহিছো যে সাংখ্যৰ পুৰুষ চতুৰ্ব্বিংশতি তত্ত্বৰ পৰা পৃথক্। সাংখ্যাই চতুৰ্ব্বিংশতি তত্ত্বৰ আলোচনা কৰি দেখুৱালে, কেনেকৈ এই জগৎ অব্যক্তৰ পৰা প্ৰকৃতিৰ (শক্তিৰ) ক্ৰিয়াৰ দ্বাৰা ব্যক্ত হয়। এই বিষয়ে সাংখ্যৰ সিদ্ধান্ত অৱশ্য অভ্ৰান্ত, গীতাই সেইবোৰ সিদ্ধান্ত গ্ৰহণ কৰিছে। কিন্তু, এই জগৎ আৰু আত্মাক, কিহে লগ লগাই ৰাখিছে? সাংখ্যাই এই প্ৰশ্নৰ উত্তৰ দিয়া নাই, কাৰণ সাংখ্যদৰ্শন প্ৰধানতঃ পদাৰ্থ-বিজ্ঞান (Physical science)। পদাৰ্থ-বিজ্ঞান হিচাপে ই অভ্ৰান্ত; কিন্তু দৰ্শন হিচাপে ই অসম্পূৰ্ণ। গীতাই এতিয়া সাংখ্যৰ অপূৰ্ণখিনি পূৰ কৰি কব যে প্ৰকৃতি পৰব্ৰহ্মৰ শক্তি।

প্ৰকৃতি দুটি—পৰাপ্ৰকৃতি (conscious force or life-energy) আৰু অপৰা প্ৰকৃতি (cosmic energy)। এই অপৰা প্ৰকৃতি ভগবানৰ কাৰ্য্য সাধিকা শক্তি। এয়ে সাংখ্যৰ প্ৰকৃতি। আমি পাতনিত কৈ আহিছো যে ই আমাৰ মনৰ অনুমান মাত্ৰ। আধুনিক বিজ্ঞান মতে দিক্কালৰ ওপৰত ইয়াৰ বাস্তব অস্তিত্ব (objectivity) নাই। কিন্তু জগতৰ ভিতৰত ইয়াৰ ক্ৰিয়া আমি সদায় দেখি আছো আৰু বুজিছো যে ইয়াৰ পৰা সকলো পদাৰ্থ উৎপন্ন হৈছে। ইয়াৰ বাহিৰে জগতত আমি আৰু একো নাপাওঁ (এয়ে আধুনিক Quantum Theory)। পৰাপ্ৰকৃতি জীৱভূতা। এই পৰাপ্ৰকৃতি বহু হৈ বহুজীৱ হৈছে। গীতাই সেইগুণে ইয়াক "জীৱভূতা" পৰাপ্ৰকৃতি বুলিছে। ১৫শ অধ্যায়ত আমি বুজিম যে এই পৰাপ্ৰকৃতিৰ স্বৰূপেই স্বয়ং ভগবান, যিজন বহু হৈ বহুজীৱ হৈছে আৰু যিজন পুৰুষোত্তম ৰূপে প্ৰত্যেক জীৱৰ হৃদয়ত আছে। এতিয়া তলৰ শ্লোকত গীতাই কব, কেনেকৈ অপৰা প্ৰকৃতিৰ পৰাই পঞ্চমহাভূতাদিৰ উৎপত্তি হৈছে।]

**ভূমিৰাপোঽনলো বায়ুঃ খং মনো বুদ্ধিৰেৱ চ।**
**অহঙ্কাৰ ইতীয়ং মে ভিন্না প্ৰকৃতিৰষ্টধা ॥৪**

৪। অন্বয়—ভূমিঃ, আপঃ অনলঃ বায়ুঃ, খং মনঃ, বুদ্ধিঃ, অহঙ্কাৰঃ এব চ [ক্ষিতি অপ্, তেজ, বায়ু আকাশ (পঞ্চ মহাভূত) আৰু মন, বুদ্ধি অহঙ্কাৰ (অন্তঃকৰণ)] ইতি ইয়ং [এই ৮টি তত্ত্ব] মে অষ্টধা প্ৰকৃতিঃ [মোৰ অষ্টধা বিভক্ত প্ৰকৃতি] ॥৪

৪। ভাঙনি—ক্ষিতি অপ্ তেজ বায়ু আকাশ (পঞ্চ মহাভূত) বুদ্ধি, মন, অহঙ্কাৰ (অন্তঃকৰণ)—এই আঠবিধ মোৰ প্ৰকৃতি।

ইয়াত সাংখ্যৰ পঞ্চতন্মাত্ৰ আৰু দহ ইন্দ্ৰিয় ধৰা নাই। ধৰিলে আমি সাংখ্যৰ চতুৰ্ব্বিংশতি তত্ত্ব পাওঁ। তন্মাত্ৰবোৰ ধৰা নাই, কাৰণ সেইবোৰ আচলতে পঞ্চ-মহাভূতৰ অতি সূক্ষ্ম অৱস্থা—অতি সূক্ষ্ম "অবিশেষ" শক্তি। (তলত ৮—৯ শ্লোকত গীতাই পঞ্চতন্মাত্ৰৰ কথাও কব) ইন্দ্ৰিয়বোৰক পৃথক্ তত্ত্ব বুলি ধৰা নাই, কাৰণ ইন্দ্ৰিয়বোৰ শৰীৰৰ দুৱাৰ হে মাত্ৰ (৫।১৩ শ্লোক চাওক)। এইবোৰ দুৱাৰে বাহিৰৰ শক্তি আহি মনত ক্ৰিয়া কৰে। আচল বিষয়-জ্ঞান মনৰ হে। সেইদৰে, এই শ্লোকত গীতাই ইন্দ্ৰিয়বোৰক মনৰ লগত হে ধৰিছে ॥৪

**অপৰেয়মিতস্ত্বন্যাং প্ৰকৃতিং বিদ্ধি মে পৰাম্।**
**জীৱভূতাং মহাবাহো যয়েদং ধাৰ্য্যতে জগৎ ॥৫**

৫। অন্বয়—মহাবাহো [হে অৰ্জ্জুন] ইয়ং অপৰা [ওপৰত কোৱা প্ৰকৃতি অপৰা (নিকৃষ্ট) প্ৰকৃতি] ইতঃ অন্যাম্ [ইয়াৰ পৰা ভিন্ন] মে পৰাং প্ৰকৃতিং বিদ্ধি [মোৰ পৰা-প্ৰকৃতিক জানিবা]; জীৱভূতাং [(সেই পৰা-প্ৰকৃতিয়েই) জীৱ হৈছে]; যয়া ইদং জগৎ ধাৰ্য্যতে [যি (পৰা-প্ৰকৃতিয়ে) এই জগৎ ধৰি আছে] ॥৫

৫। ভাঙনি—হে অৰ্জ্জুন, এইবোৰ মোৰ অপৰা-প্ৰকৃতি। ইয়াৰ বাহিৰে মোৰ আন এটি পৰা-প্ৰকৃতি আছে, যি জীৱ হৈ এই জগৎ ধৰি আছে ॥৫

**এতদ্‌যোনীনি ভূতানি সৰ্ব্বাণীত্যুপধাৰয়।**
**অহং কৃৎস্নস্য জগতঃ প্ৰভৱঃ প্ৰলয়স্তথা ॥৬**

৬। অন্বয়—সৰ্ব্বাণি ভূতানি এতৎ যোনীনি [সমস্ত ভূতবৰ্গ এই দুটি প্ৰকৃতিৰ পৰা উৎপন্ন হৈছে] ইতি উপধাৰয [এইটো জানিবা], অহং কৃৎস্নস্য জগতঃ [মই সমস্ত জগতৰ] প্ৰভৱঃ তথা প্ৰলয়ঃ [উৎপত্তিৰ কাৰণ আৰু প্ৰলয়ৰো কাৰণ] ॥৬

৬। ভাঙনি—সমস্ত জগৎ আৰু জীৱ মোৰ অপৰা আৰু পৰা-প্ৰকৃতিৰপৰা উদ্ভৱ হৈছে। (সেইবাবে) মযে গোটেই জগতৰ সৃষ্টি আৰু প্ৰলয়ৰ কাৰণ ॥৬

**মত্তঃ পৰতৰং নান্যৎ কিঞ্চিদস্তি ধনঞ্জয়।**
**ময়ি সৰ্ব্বমিদং প্ৰোতং সূত্ৰে মণিগণা ইৱ ॥৭**

৭। অন্বয়—ধনঞ্জয় [হে অৰ্জ্জুন] মত্তঃ পৰতৰম্ [মোতকৈ শ্ৰেষ্ঠ] অন্যৎ কিঞ্চিৎ নাস্তি [আৰু একো নাই], সূত্ৰে মণিগণা ইৱ [সূতাৰে মণি গঁথা দৰে] ইদং সৰ্ব্বং ময়ি প্ৰোতং [এই সকলো মোতে গোঁথা আছে] ॥৭

৭। ভাঙনি—হে অৰ্জ্জুন, মোতকৈ শ্ৰেষ্ঠ আৰু একো নাই। সূতাৰে মণি গঁথাৰ দৰে, এই জগৎ মই গাঁথি ৰাখিছো ॥৭

[ঈশ্বৰৰ পৰা-প্ৰকৃতিয়ে এই জগতৰ সকলো বস্তুকে, সকলো প্ৰাণীকে, একেলগে লগলগাই পৰস্পৰৰ লগত সম্বন্ধ ৰাখি, ধৰি ৰাখি এই বিশ্ব ব্ৰহ্মাণ্ডখন সজাই ৰাখিছে; একমাত্ৰ পৰা-প্ৰকৃতিৰ দ্বাৰা অনুপ্ৰাণিত হৈ জগৎ প্ৰকাশ হৈছে। এই বাবেই উপনিষদে কয় যে এই জগৎ প্ৰাণ-শক্তিৰ স্পন্দন মাত্ৰ। (পাতনি চাওক) এই একে কাৰণেই এই জগতৰ এটি একত্ব (one-ness) আছে যাৰ কথা তৃতীয় অধ্যায়ত কোৱা হৈছে।]

**ৰসোঽহমপ্সু কৌন্তেয় প্ৰভাস্মি শশিসূৰ্য্যয়োঃ।**
**প্ৰণবঃ সৰ্ব্ববেদেষু শব্দঃ খে পৌৰুষং নৃষু ॥৮**
**পুণ্যো গন্ধঃ পৃথিব্যাঞ্চ তেজশ্চাস্মি বিভাৱসৌ।**
**জীৱনং সৰ্ব্বভূতেষু তপশ্চাস্মি তপস্বিষু ॥৯**

৮—৯। অন্বয়—কৌন্তেয় [হে অৰ্জ্জুন] অহং অপ্সু ৰসঃ [মই পানীত ৰস (সোৱাদ)] খে শব্দঃ [আকাশত শব্দ] পৃথিব্যাং চ পুণ্যঃ গন্ধঃ [পৃথিবীত পবিত্ৰ গন্ধ] শশিসূৰ্য্যয়োঃ প্ৰভা অস্মি [চন্দ্ৰ-সূৰ্য্যত মই জ্যোতি] বিভাৱসৌ তেজঃ অস্মি [অগ্নিত মই তেজ (তাপ)] নৃষু পৌৰুষং [মনুষ্যত পৌৰুষ] তপস্বিষু চ তপঃ অস্মি [তপস্বীত মই তপ] জীৱনং সৰ্ব্বভূতেষু [সৰ্ব্বভূতত মই প্ৰাণ] সৰ্ব্ববেদেষু প্ৰণবঃ [সৰ্ব্ববেদত মই প্ৰণব] ॥৮—৯

৮—৯। ভাঙনি—হে অৰ্জ্জুন, পানীত যি ৰস (ৰস তন্মাত্ৰ) চন্দ্ৰ-সূৰ্য্যত যি দীপ্তি (ৰূপ তন্মাত্ৰ), সৰ্ব্ববেদ বাক্যত যি শ্ৰেষ্ঠ প্ৰণব, আকাশত যি শব্দ (শব্দ তন্মাত্ৰ) আৰু মানুহত যি উদ্যম, পৃথিবীত যি পবিত্ৰ গন্ধ (গন্ধ তন্মাত্ৰ), অগ্নিত যি তাপ (স্পৰ্শ তন্মাত্ৰ), সৰ্ব্বভূতত যি প্ৰাণ, তপস্বীত যি তপ—সেই সকলোবোৰ মই ॥৮—৯

[পঞ্চ তন্মাত্ৰবোৰৰ পৰাই পঞ্চমহাভূতৰ উৎপত্তি (সাংখ্য-দৰ্শন চাওক)। এই শ্লোকত কৈছে যে এইবোৰ ঈশ্বৰৰ হে শক্তি। ঈশ্বৰৰ শক্তিৰ বাহিৰে জগতত একো নাই। যি শক্তিৰে আমি কাম কৰোঁ, সেই শক্তিও তেওঁৰ পৰা আহিছে।]

**বীজং মাং সৰ্ব্বভূতানাং বিদ্ধি পাৰ্থ সনাতনম্।**
**বুদ্ধিৰ্বুদ্ধিমতামস্মি তেজস্তেজস্বিনামহম্ ॥১০**

১০। অন্বয়—পাৰ্থ [হে অৰ্জ্জুন] মাং [মোক] সৰ্ব্বভূতানাম্ [সৰ্ব্বভূতৰ] সনাতনং বীজং বিদ্ধি [নিত্য আৰু আদি বীজ বুলি জানিবা] অহং বুদ্ধিমতাং বুদ্ধিঃ [মই বুদ্ধিমানৰ বুদ্ধি] তেজস্বিনাং তেজঃ [তেজস্বীৰ তেজ] ॥১০

১০। ভাঙনি—মই সকলো বস্তুৰ আৰু প্ৰাণীৰ আদি বীজ। মই বুদ্ধিমানৰ বুদ্ধি আৰু তেজস্বীৰ তেজ ॥১০

**বলং বলৱতামস্মি কামৰাগবিবৰ্জ্জিতম্।**
**ধৰ্ম্মাবিৰুদ্ধো ভূতেষু কামোঽস্মি ভৰতৰ্ষভ ॥১১**

১১। অন্বয়—ভৰতৰ্ষভ [হে অৰ্জ্জুন] বলৱতাং [বলৱন্তৰ] কামৰাগ বিবৰ্জ্জিতং [বাহ্য বিষয়-সুখৰ কামনাহীন

আৰু আসক্তিশূন্য] বলম্ [বল] অস্মি [মই হওঁ]। ভূতেষু [জীৱৰ হৃদয়ত] ধৰ্ম্মা বিৰুদ্ধঃ [ধৰ্ম্মৰ অবিৰোধী] কামঃ [কামনা] অস্মি [মই হওঁ] ॥১১

১১। ভাঙনি—যি শুদ্ধ-চিত্তৰ বলেৰে আসক্তিশূন্য হৈ আৰু বিষয় সুখত স্পৃহাহীন হৈ বলবান মানুহে কৰ্ম্ম কৰিব পাৰে—সেই বল মই। ধৰ্ম্মৰ অবিৰোধী কামনাবোৰো মই হে॥১১

**যে চৈব সাত্ত্বিকা ভাবা ৰাজসাস্তামসাশ্চ যে।**
**মত্ত এবেতি তান্ বিদ্ধি ন ত্বহং তেষু তে ময়ি ॥১২**

১২। অন্বয়—যে চ এব [যিবোৰ] সাত্ত্বিকাঃ [সাত্ত্বিক] ভাবাঃ [পদাৰ্থ] যে চ [আৰু যিবোৰ] ৰাজসাঃ তামসাঃ [ৰাজসিক আৰু তামসিক], তান্ [সেইবোৰক] মত্তঃ এব—ইতি বিদ্ধি [মোৰ পৰা উৎপন্ন হোৱা বুলি জানিবা]। অহং তেষু ন [মই সেইবোৰত নাই—অৰ্থাৎ আবদ্ধ থকা নাই]; তু [কিন্তু] তে ময়ি [সিহঁত মোত (স্থিত)]॥ ১২

১২। ভাঙনি—সংসাৰত যিমানবোৰ ত্ৰিগুণাত্মক ভাব বা পদাৰ্থ আছে, সেইবোৰ মোৰ পৰা উৎপন্ন হৈছে—জানিবা। মই সেইবোৰত আবদ্ধ নহওঁ। কিন্তু সেইবোৰ মোত হে স্থিতি হৈ আছে॥ ১২

[সকলো ভাবৰ প্ৰেৰক ঈশ্বৰ (১০।৪—৫ চাওক)। কিন্তু আমি ভাবোঁ যে আমাৰ ভাবৰ আমি নিজে সৃষ্টিকৰ্ত্তা। এয়ে আমাৰ আচল মোহ (পাতনি চাওক)। এইদৰে আমি মোহিত হওঁ। তলৰ শ্লোকত তাকে কৈছে।]

**ত্ৰিভিৰ্গুণময়ৈৰ্ভাবৈৰেভিঃ সৰ্ব্বমিদং জগৎ।**
**মোহিতং নাভিজানাতি মামেভ্যঃ পৰমব্যয়ম্॥ ১৩**

১৩। অন্বয়—এভিঃ ত্ৰিভিঃ [এই তিনি প্ৰকাৰ] গুণময়ৈঃ ভাবৈঃ [গুণময় ভাবেৰে] ইদং সৰ্ব্বং জগৎ মোহিতং [এই সমস্ত জগৎ মোহগ্ৰস্ত]; এভ্যঃ পৰং [এই সকলো ভাবৰ ওপৰৰ] অব্যয়ং মাং [অব্যয় মোক] ন অভিজানাতি [নেজানে]॥ ১৩

১৩। ভাঙনি—এই ত্ৰিবিধ গুণময় ভাবৰ দ্বাৰা সমস্ত জগৎ মোহগ্ৰস্ত। এইবোৰ ভাবৰ ওপৰত যে মই অব্যয় পৰমাত্মা, আছো—সেই সত্যটি মানুহে বুজিব নোৱাৰে॥ ১৩

[এই গুণময় ভাবৰ সমষ্টিয়েই বুদ্ধিস্থ সংস্কাৰ—যাৰ কথা ওপৰত কৈ আহিছো। এই সংস্কাৰেই আমাক কাম কৰায় আৰু মোহগ্ৰস্ত কৰে।]

**দৈবী হ্যেষা গুণময়ী মম মায়া দুৰত্যয়া।**
**মামেব যে প্ৰপদ্যন্তে মায়ামেতাং তৰন্তি তে ॥১৪**

১৪। অন্বয়—এষা [এই] মম [মোৰ] গুণময়ী [ত্ৰিগুণাত্মিকা] দৈবী মায়া [দিব্য—অৰ্থাৎ অলৌকিক বা বুজিব নোৱাৰা মায়া] হি দুৰত্যয়া [নিশ্চয় দুৰতিক্ৰম্য]। যে [যি] মাম্ এব প্ৰপদ্যন্তে মোৰ ভজনা কৰে] তে এতাং মায়াং তৰন্তি [সিহঁতে এই মায়া অতিক্ৰম কৰে]॥১৪

১৪। ভাঙনি—মোৰ এই অলৌকিক ত্ৰিগুণাত্মিকা মায়া নিশ্চয় অতি দুৰতিক্ৰম্যা। কিন্তু যি মোক ভজে সি এই মায়া অতিক্ৰম কৰিব পাৰে॥ ১৪

**ন মাং দুষ্কৃতিনো মূঢ়াঃ প্ৰপদ্যন্তে নৰাধমাঃ।**
**মায়য়াপহৃতজ্ঞানা আসুৰং ভাবমাশ্ৰিতাঃ ॥১৫**

১৫। অন্বয়-দুষ্কৃতিনঃ [পাপকৰ্ম্মা] মূঢ়াঃ [মূঢ়, মোহগ্ৰস্ত] নৰাধমাঃ [নৰাধমবোৰে] মাং ন প্ৰপদ্যন্তে [মোক নভজে] (কাৰণ সিহঁত) মায়য়া অপহৃত জ্ঞানাঃ [মায়াত হৃতজ্ঞান] আসুৰং ভাবম্ আশ্ৰিতাঃ [(আৰু) আসুৰী ভাবাশ্ৰিত]॥১৫

১৫। ভাঙনি—পাপী, মোহগ্ৰস্ত নৰাধমবোৰে মোক নভজে—কাৰণ সিহঁত মায়াত হৃতজ্ঞান আৰু আসুৰী ভাবাশ্ৰিত॥ ১৫

[ওপৰত "মায়া" "মায়া" বুলি কেইবাবাৰো কোৱা হল। এই "মায়াটো" কি? আমি সাংখ্য-দৰ্শনত কৈ আহিছো যে এই "মায়া" মানে illusion নহয়; delusion হে। ই এবিধ অধ্যাস, ভ্ৰান্তি বা অ-যথাৰ্থ জ্ঞান। আধুনিক পাশ্চাত্য বিজ্ঞানে প্ৰমাণ কৰিছে যে এই জগতত বস্তুৰ আচল স্বৰূপ আমি নেদেখো। বিজ্ঞানে কয় যে জগতখন আমি যেনে দেখিছো, ঠিক তেনে নহয়। এই অৰ্থত আমাৰ জগজ্‌জ্ঞান অ-যথাৰ্থ জ্ঞান। আমাৰ সকলো জ্ঞান আপেক্ষিক জ্ঞান। গীতাই ওপৰত কৈছে, আৰু ১৪।১৯ শ্লোকত আকৌ কব, যে এই জগতত সত্ত্বৰজস্তমো গুণৰ ক্ৰিয়াৰ বাহিৰে আৰু একো পদাৰ্থ নাই। (এয়ে আধুনিক বিজ্ঞানৰ Quantum Theory)। কেনেকৈ শক্তিৰ এই ক্ৰিয়াকে আমি জগৎ যেন দেখো, সেই বিষয় আধুনিক পাশ্চাত্য নতুন মনোবিজ্ঞানে পৰীক্ষাৰে প্ৰমাণ কৰি দেখুৱাইছে যে আমাৰ ইন্দ্ৰিয় আৰু মন এনে ভাবে নিৰ্ম্মিত যে শক্তিৰ স্পন্দনৰ কাল-ব্যাপ্তি (period or wave-length) অনুসাৰে আমাৰ ভিন্ন ভিন্ন ৰূপ, ৰস, শব্দাদিৰ জ্ঞান হয়। (সাংখ্য দৰ্শনেও তাকে কয়)। প্ৰকৃতিৰ এই অত্যাশ্চৰ্য্য ইন্দ্ৰিয়-নিৰ্ম্মাণ কৌশলকে আচল "মায়া" বুলিব পাৰি, যাৰ দ্বাৰা আমাৰ জগজ্‌জ্ঞান হয়।

(কেনেকৈ এইদৰে হয়, আমি তলত, এই অধ্যায়ৰ শেহত দৃষ্টান্ত দি দেখুৱাইছো—৭।৩০ শ্লোকৰ ভাঙনি চাওক)।

কিন্তু গীতাই এই শ্লোকত এই মায়া শক্তিৰ কথা কোৱা নাই। এই আচৰিত নিৰ্ম্মাণ শক্তিৰ বাহিৰেও প্ৰকৃতিৰ আৰু এটি মোহিনী শক্তি আছে যথা —

মহেশ্বৰস্য যা মায়া তস্যা নিৰ্ম্মান শক্তিবৎ।
বিদ্যতে মোহশক্তিশ্চ যযা সংমোহ্যতে জগৎ॥
[পঞ্চদশী]

এই মোহিনী শক্তিৰ প্ৰভাৱত আমাৰ সকলো ৰকমৰ মোহ উপস্থিত হয়। যেনে, আমাক সংস্কাৰে কাম কৰায় আৰু আমি অহংজ্ঞান বিমূঢ় হৈ ভাবো যে আমি নিজে কৰোঁ। প্ৰকৃততে আমি ঈশ্বৰৰ পৰা অভেদ, কিন্তু আমি ভাবোঁ যে আমাৰ সুকীয়া অস্তিত্ব আছে। জগতৰ সকলো পদাৰ্থ আমাৰ পৰা অভেদ, কিন্তু আমি সৰ্ব্বত্ৰ ভেদ হে দেখো। আমাৰ ভাববোৰ প্ৰকৃতিৰ নিয়মৰ অধীন, কিন্তু আমি ভাবো সিহঁত আমাৰ অধীন। এই ভেদ-জ্ঞান আৰু কালজ্ঞান অহং জ্ঞানৰ পৰা উৎপন্ন হয়। (সাংখ্য দৰ্শনৰ পাতনি চাওক)আচলতে এই তিনিটা সংশ্লিষ্টজ্ঞান; আৰু ইহঁতৰ পৰাই আমাৰ স্বাধীন কৰ্ত্তৃত্বজ্ঞান, ভেদজ্ঞান আৰু সকলো আনুষঙ্গিক ভ্ৰান্তিৰ উৎপত্তি হৈছে। এই ভ্ৰান্তিয়েই "মায়া"। গীতাই এই অধ্যায়ত এই "মায়া"ৰ কথা কৈছে।

আমি মনত ৰাখিব লাগিব যে, এই ভ্ৰান্তি অনাৱশ্যকীয় ভ্ৰান্তি নহয়। ই নহলে সংসাৰ নহয়; জীৱৰ ক্ৰমোন্নতি নহয়। ভেদজ্ঞান নহলে আমাৰ ভোগ নহয়। ভোগ্য-বস্তু আমাৰ পৰা পৃথক—এই জ্ঞান নহলে ভোগ হব কেনেকৈ? ভোগ নহলে অপবৰ্গ নহয়; ক্ৰমোন্নতি নহয়।

মাটিতে য'ত মানুহ পৰে, ঠিক সেই মাটিৰে গইনা লৈ হে আকৌ উঠিব পাৰে; নহলে চিৰকাল পৰি থাকিব লাগিব। সেইদৰেই যি অহংজ্ঞানে আমাক মোহগ্ৰস্ত কৰিছে সেই অহংজ্ঞান আশ্ৰয় কৰিহে আমি ক্ৰমোন্নতিৰ পথত অগ্ৰসৰ হব পাৰোঁ। আমি ওপৰত কৈ আহিছোঁ যে, আমাৰ সকলো নীতিজ্ঞানৰ মূলত অহংজ্ঞান। ই নহলে পশুৰ পৰা মানৱ, মানৱৰ পৰা অতি মানৱ—এইদৰে বিবৰ্দ্ধন ক্ৰমে জীৱৰ উন্নতি হব নোৱাৰে। সেইগুণে ঋষি অৰবিন্দই কয় —

"If it be said, as it has been said, that Nature deludes man to fulfil her behests and that the idea of a free individual will is the most powerful of these delusions, then it must also be said that the delusion is for his good and without it he could not rise to his full possibilities."

ঠিক একে কথাকে শ্ৰীৰামকৃষ্ণ পৰমহংসদেৱেও কৈছে —

"যারা তাঁকে লাভ করে নাই তাদের ভিতর তিনি এই স্বাধীন ইচ্ছাবোধ না দিলে পাপের বৃদ্ধি হতো। নিজের দোষে পাপ করেছি এ বোধ যদি তিনি না দিতেন তা হলে পাপের আরও বৃদ্ধি হতো। পাপকে ভয় হতো না। যারা তাঁকে লাভ করেছে তারা জানে যে দেখতেই স্বাধীন ইচ্ছা। স্বাধীন ইচ্ছা কোথায়? গাছের পাতাটি পর্য্যন্ত ঈশ্বর ইচ্ছা ভিন্ন নড়ে না—বস্তুতঃ তিনিই যন্ত্রী, আমি যন্ত্র।"]

**চতুৰ্ব্বিধা ভজন্তে মাং জনাঃ সুকৃতিনোঽৰ্জুন।**
**আৰ্ত্তো জিজ্ঞাসুৰৰ্থাৰ্থী জ্ঞানী চ ভৰতৰ্ষভ॥ ১৬**

১৬। অন্বয়—ভৰতৰ্ষভ [হে অৰ্জ্জুন] চতুৰ্ব্বিধাঃ সুকৃতিনঃ জনাঃ [চাৰিবিধ পুণ্য কৰ্ম্মা মানুহে] মাং ভজন্তে [মোক ভজে] (যথা) আৰ্ত্তঃ [ভয়ত বা দুখত কাতৰ] জিজ্ঞাসুঃ [জ্ঞান লাভেচ্ছু] অৰ্থাৰ্থী [অৰ্থাকাঙ্ক্ষী] চ জ্ঞানী [আৰু জ্ঞানী]॥১৬

১৬। ভাঙনি—চাৰিবিধ পুণ্যকৰ্ম্মা মানুহে মোক ভজে। আৰ্ত্ত, অৰ্থাৰ্থী, জ্ঞানলাভেচ্ছু আৰু জ্ঞানী॥ ১৬

**তেষাং জ্ঞানী নিত্যযুক্ত একভক্তিৰ্বিশিষ্যতে।**
**প্ৰিয়ো হি জ্ঞানিনোঽত্যৰ্থমহং স চ মম প্ৰিয়ঃ॥ ১৭**

১৭। অন্বয়—তেষাং [এই চাৰিবিধৰ ভিতৰত] নিত্য যুক্তঃ [সৰ্ব্বদা ধ্যান পৰায়ণ] একভক্তিঃ [একমাত্ৰ মোত ভক্তিযুক্ত] জ্ঞানী [জ্ঞানী] বিশিষ্যতে [শ্ৰেষ্ঠ]; অহং হি জ্ঞানিনঃ অত্যৰ্থং প্ৰিয়ঃ [মই জ্ঞানী পুৰুষৰ অতি প্ৰিয়] সঃ চ মম প্ৰিয়ঃ [আৰু জ্ঞানী পুৰুষো মোৰ প্ৰিয়]॥ ১৭

১৭। ভাঙনি—এই চাৰি শ্ৰেণীৰ ভক্তৰ ভিতৰত সৰ্ব্বদা ভক্তিপৰায়ণ আৰু একনিষ্ঠ জ্ঞানীয়েই শ্ৰেষ্ঠ। মই জ্ঞানীৰ অত্যন্ত প্ৰিয় (আপোন মানুহ) আৰু মোৰো জ্ঞানী প্ৰিয়॥ ১৭

[৯।২৯ শ্লোক চাওক] ঈশ্বৰ সকলোৰে প্ৰতি সমান। তেওঁৰ সকলো আপোন (প্ৰিয়); কিন্তু জ্ঞানীয়ে ঈশ্বৰক আপোন বুলি জানে। আমি নাজানো। এই শ্লোকত 'প্ৰিয়' মানে "আপোন"। "To know God is to love Him" ভক্ত জ্ঞানীয়ে ঈশ্বৰক মৰম কৰে, পাপীয়ে ভয় কৰে।]

**উদাৰাঃ সৰ্ব্ব এবৈতে জ্ঞানীত্বাত্মৈব মে মতম্।**
**আস্থিতঃ স হি যুক্তাত্মা মামেবানুত্তমাং গতিম্ ॥ ১৮**

১৮। অন্বয়—এতে সৰ্ব্বে এব উদাৰাঃ [এই চাৰিবিধ উপাসক, সকলোৰেই অতি উচ্চ—মহাত্মা]; তু [কিন্তু] জ্ঞানী [জ্ঞানী পুৰুষ] আত্মাএব [মোৰ আত্ম স্বৰূপ] (ইতি) মে মতম্ [এয়ে মোৰ মত]; হি [কাৰণ] যুক্তাত্মা সঃ [মদ্গত-চিত্ত তেওঁ] অনুত্তমাং গতিং [সৰ্ব্বোৎকৃষ্ট গতি স্বৰূপ] মাং এব [মোকেই আস্থিতঃ [আশ্ৰয় কৰিছে]। ১৮

১৮। ভাঙনি—এওঁলোক সকলোৰেই মহাত্মা। কিন্তু জ্ঞানী মোৰ আত্মস্বৰূপ, কাৰণ মদগত চিত্ত জ্ঞানীয়ে সৰ্ব্বোৎকৃষ্ট গতিস্বৰূপ মোকে আশ্ৰয় কৰি থাকে। ১৮

**বহূনাং জন্মনামন্তে জ্ঞানবান্ মাং প্ৰপদ্যতে।**
**বাসুদেবঃ সৰ্ব্বমিতি স মহাত্মা সুদুৰ্ল্লভঃ ॥ ১৯**

১৯। অন্বয়—বহূনাং জন্মনাং অন্তে [বহুত জন্মৰ সাধনৰ অন্তত] সৰ্ব্বং বাসুদেবঃ—ইতি জ্ঞানবান্ [সমস্ত জগতেই বাসুদেব—এই সত্যটি জানি] মাং প্ৰপদ্যতে [মোক লাভ কৰে], সঃ মহাত্মা সুদুৰ্ল্লভঃ [এনে মহাত্মা অতিশয় দুৰ্ল্লভ]।১৯

১৯। ভাঙনি—বহুত জন্মৰ সাধনৰ ফলত, "এই গোটেই জগতেই বাসুদেব"—এই কথাটো জানি, জ্ঞানী ভক্তই মোক লাভ কৰে। এনে মহাত্মা দুৰ্ল্লভ ॥ ১৯

**কামৈস্তৈস্তৈৰ্হৃতজ্ঞানাঃ প্ৰপদ্যন্তেঽন্যদেবতাঃ।**
**তং তং নিয়মমাস্থায় প্ৰকৃত্যা নিয়তাঃ স্বয়া ॥২০**

২০। অন্বয়—তৈঃ তৈঃ কামৈঃ [সেই সেই কামনাবোৰৰ দ্বাৰা] হৃতজ্ঞানাঃ [হৃতজ্ঞান হৈ] তং তং নিযমম্ আস্থায় [সেই সেই ধৰ্ম্মানুষ্ঠান প্ৰণালী অৱলম্বন কৰি] স্বয়া প্ৰকৃত্যা নিয়তাঃ [নিজ নিজ প্ৰকৃতিৰ দ্বাৰা নিয়ন্ত্ৰিত হৈ] অন্য দেৱতাঃ প্ৰপদ্যন্তে [অন্য দেৱতা ভজনা কৰে]॥ ২০

২০। ভাঙনি—(অজ্ঞানী পুৰুষে ভগবানৰ উপাসনা নকৰি) নিজৰ স্বভাৱৰ অনুৰূপ বাসনা দ্বাৰা হৃতজ্ঞান হৈ নানাৰকম ধৰ্ম্মানুষ্ঠান প্ৰণালী অৱলম্বন কৰি, অন্য দেৱতাৰ উপাসনা কৰে॥ ২০

**যো যো যাং যাং তনুং ভক্তঃ শ্ৰদ্ধয়াৰ্চ্চিতুমিচ্ছতি।**
**তস্য তস্যাচলাং শ্ৰদ্ধাং তামেব বিদধাম্যহম্ ॥ ২১**

২১। অন্বয়—যঃ যঃ ভক্তঃ [যি যি ভক্তই] যাং যাং তনু [যি যি দেৱমূৰ্ত্তি] শ্ৰদ্ধয়া আৰ্চ্চিতুম্ ইচ্ছতি [শ্ৰদ্ধাপূৰ্ব্বক অৰ্চ্চনা কৰিব খোজে] তস্য তস্য [সেই সেই ভক্তৰ] তাং অচলাং শ্ৰদ্ধাং [(সেই সেই দেৱতাৰ প্ৰতি) সেই অচলা শ্ৰদ্ধা] অহম্ এব বিদধামি ময়ে বিধান কৰো]॥ ২১

২১। ভাঙনি—যি যি ভক্তই যি যি দেৱমূৰ্ত্তি শ্ৰদ্ধা কৰি অৰ্চ্চনা কৰিবলৈ ইচ্ছা কৰে, সেই সেই ভক্তৰ সেই সেই মূৰ্ত্তিত অচলা শ্ৰদ্ধাৰ বিধান ময়ে কৰোঁ॥ ২১

[ইয়াত "শ্ৰদ্ধা" শব্দটি মনত ৰাখিবলগীয়া। বাস্তৱিক আন্তৰিক ধৰ্ম্মবিশ্বাসেৰে, শ্ৰদ্ধাসহকাৰে যি দেৱতাৰে উপাসনা কৰা হয়, সকলো সেই বিশ্বপুৰুষৰ উপাসনা হে। এনে শ্ৰদ্ধা দ্বাৰা মানৱাত্মা পৰমাত্মাৰ ওচৰ চাপি আহে। তলৰ শ্লোকত এই কথাটো আৰু পৰিষ্কাৰ কৰিছো]

**স তয়া শ্ৰদ্ধয়া যুক্তস্তস্যাৰাধনমীহতে।**
**লভতে চ ততঃ কামান্ ময়ৈব বিহিতান্ হি তান্ ॥ ২২**

২২। অন্বয়—সঃ [সেই ভক্তই] তয়া শ্ৰদ্ধয়া যুক্তঃ [সেই শ্ৰদ্ধা লৈ] তস্যাঃ [সেই দেৱতাৰ] আৰাধনম্ ঈহতে [আৰাধনাত যত্ন কৰে]; ততঃ চ কামান্ লভতে [আৰু সেই দেৱতাৰ পৰা কাম্য ফলো লাভ কৰে]; তান্ ময়া এব হি বিহিতান্ [সেই ফল মোৰ হে বিধান—অৰ্থাৎ সেই ফলো আচলতে মোৰ প্ৰদত্ত ফল হে]॥ ২২

২২। ভাঙনি—"সকলো দেৱতায়ে মোৰ মূৰ্ত্তি, মোৰ অধীন, ই অতি প্ৰসিদ্ধ। যদ্যপি সকলো দেৱতা মোৰে মূৰ্ত্তি তাৰাৰ আৰাধনো পৰমাৰ্থত মোৰে আৰাধন, তাৰ ফলৰো মঞিসে দাতা।"—[ভট্টদেৱ]॥ ২২

ব্ৰহ্মাৰ পৰা আৰম্ভ কৰি দেৱতা, মানুহ সকলো জীৱৰ একে ভ্ৰান্তি। সকলোকে ঈশ্বৰে নিয়ন্ত্ৰিত কৰে; কিন্তু প্ৰত্যেকে ভাবে যে তেওঁ নিজে হে কৰ্ত্তা। এয়ে অহং-জ্ঞান—বা মায়া। দেৱতাই ঈশ্বৰৰ দ্বাৰা নিয়ন্ত্ৰিত হৈ হে মানুহক আৰাধনাৰ ফল দিব পাৰে।

**অন্তৱত্তু ফলং তেষাং তদ্ভৱত্যল্পমেধসাম্।**
**দেবান্ দেবযজো যান্তি মদ্ভক্তা যান্তি মামপি ॥ ২৩**

২৩। অন্বয়—তু [কিন্তু] অল্পমেধসাং তেষাং [সেই অল্প বুদ্ধি মানুহৰ] তৎ ফলং [সেই ফল] অন্তৱৎ ভৱতি [বিনাশী বা অল্পক্ষণ স্থায়ী]; দেবযজঃ [দেৱতাৰ উপাসকে] দেবান্ যান্তি [দেৱতাক পায়] মদ্ভক্তাঃ মাম্ অপি যান্তি [মোৰ ভক্তই মোক পায়]॥ ২৩

২৩। ভাঙনি—কিন্তু সেই অল্পবুদ্ধি পুৰুষৰ সেই (দেৱদত্ত) ফল বিনাশশীল। দেৱোপাসকে দেৱতাক পায়। মোৰ ভক্তই মোক পায়॥ ২৩

**অব্যক্তং ব্যক্তিমাপন্নং মন্যন্তে মামবুদ্ধয়ঃ।**
**পৰং ভাবমজানন্তো মমাব্যয়মনুত্তমম্।। ২৪**

২৪। অন্বয়—অবুদ্ধয়ঃ [বুদ্ধিহীনজনে] মম অব্যয়ং অনুত্তমং পৰং ভাবম্ অজানন্তো [মোৰ অব্যয়, অনুত্তম (সৰ্ব্বশ্ৰেষ্ঠ) বিশ্বাতীত সত্তাৰ বিষয়ে নেজানি] অব্যক্তং মাম্ [অব্যক্ত মোক] ব্যক্তিম আপন্নম্ মন্যতে [ব্যক্ত অৱস্থা প্ৰাপ্ত বুলি ভাবে]।। ২৪

('অব্যক্ত' আৰু 'ব্যক্ত'ৰ বাবে পাতনি চাওক)

২৪। ভাঙনি—অল্পবুদ্ধি মানুহে মোৰ এই অব্যয, সৰ্ব্বোত্তম বিশ্বাতীত ভাব বুজিব নোৱাৰি, অব্যক্ত মোক সাধাৰণ ব্যক্ত মনুষ্য বুলি ভাবে।। ২৪

**নাহং প্ৰকাশঃ সৰ্ব্বস্য যোগমায়াসমাবৃতঃ।**
**মূঢ়োঽয়ং নাভিজানাতি লোকো মামজমব্যয়ম্।। ২৫**

২৫। অন্বয়—অহংযোগমায়া সমাবৃতঃ [মই যোগমায়াৰ দ্বাৰা আবৃত হৈ] সৰ্ব্বস্য [সকলোৰে আগত ন প্ৰকাশঃ [প্ৰকাশ নহওঁ] মূঢ়ঃ অয়ং লোকঃ [এই মূঢ় জগতে] অজম্ অব্যয়ম্ মাং ন অভিজানাতি [জন্মৰহিত অব্যয অব্যক্ত মোক নেজানে]।। ২৫

২৫। ভাঙনি—মই যোগমায়া দ্বাৰা আবৃত, (সেই বাবে) সকলোৰে আগত মই প্ৰকাশ নহওঁ—অৰ্থাৎ মানুহৰ জ্ঞান যোগমায়াৰ দ্বাৰা আবৃত আৰু সেইবাবে এই মূঢ় জগতে মোক অক্ষৰ, জন্মৰহিত আৰু অনাদি বুলি নেজানে।। ২৫

[এই যোগমায়াই "ঈশ্বৰৰ ইচ্ছা", বেদান্তই ইযাকে "মায়া" বোলে, সাংখ্যই "প্ৰকৃতি" বোলে। ভাগৱতে "যোগমায়া" বোলে। "ভগবতো যঃ সংকল্পঃ স যোগঃ তদ্বৰ্শবৰ্ত্তিনী যা মায়া সা যোগমায়া"—শঙ্কৰাচাৰ্য্য। প্ৰকৃতিক বেদান্তই কিয় মায়া বোলে তাৰ কাৰণ আমি জানো (সাংখ্য-দৰ্শন চাওক)—এই 'মায়া' যে ঈশ্বৰৰ হে শক্তি, ই যে ঈশ্বৰৰ পৰা অভেদ, পুৰুষ প্ৰকৃতিৰ যে ভেদ নাই (১৪—১৫ অধ্যায় চাওক)—এই কথাটো বুজাবলৈ পুৰাণে প্ৰায় সদায় 'প্ৰকৃতিৰ' ঠাইত 'যোগমায়া' শব্দটি হে ব্যৱহাৰ কৰে। শ্ৰীৰামকৃষ্ণ পৰমহংসদেৱে কৈছে—

"পুরুষ প্রকৃতি অভেদ। তাঁদের ভেদ নাই। 'যোগমায়া' পুরুষ প্রকৃতির 'যোগ'। যা কিছু দেখেছ সবই পুরুষ-প্রকৃতির 'যোগ'।]

**বেদাহং সমতীতানি বৰ্ত্তমানানি চাৰ্জ্জুন।**
**ভবিষ্যাণি চ ভূতানি মাস্তু বেদ ন কশ্চন।। ২৬**

২৬। অন্বয়—অৰ্জ্জুন [হে অৰ্জ্জুন] অহং [মই] সমতীতানি বৰ্ত্তমানানি চ ভবিষ্যাণি চ ভূতানি [অতীত, বৰ্ত্তমান, ভবিষ্যৎ আৰু স্থাৱৰ জঙ্গম সকলো প্ৰাণীক] বেদ [জানো], মাং তু কশ্চন ন বেদ [মোক কিন্তু কোনেও নাজানে]।। ২৬

২৬। ভাঙনি—শুনা, অৰ্জ্জুন অতীত, বৰ্ত্তমান আৰু ভবিষ্যৎ, সকলো সময়ত প্ৰকাশিত স্থাৱৰ জঙ্গমাত্মক সকলো প্ৰাণীক মই জানো, মোক কিন্তু কোনেও নেজানে।। ২৬

**ইচ্ছাদ্বেষসমুত্থেন দ্বন্দ্বমোহেন ভাৰত।**
**সৰ্ব্বভূতানি সম্মোহং সৰ্গে যান্তি পৰন্তপ।। ২৭**

২৭। অন্বয়—পৰন্তপ ভাৰত [হে শত্ৰু দমনকাৰী অৰ্জ্জুন] ইচ্ছাদ্বেষ সমুত্থেন মোহেন [ইচ্ছা দ্বেষ আদি ভাবৰ পৰা উৎপন্ন হোৱা সুখ-দুখ আদি দ্বন্দ্ব নিমিত্তক মোহৰ দ্বাৰা] সৰ্গে [সৃষ্টিৰ কালত। সৰ্ব্বভূতানি [সকলো জীৱ] সম্মোহং যান্তি [মোহপ্ৰাপ্ত হয]।। ২৭

২৭। ভাঙনি—শুনা অৰ্জ্জুন, সৃষ্টিৰ কালতে ইচ্ছাদ্বেষ আদি ভাৱৰ পৰা উৎপন্ন হোৱা সুখ-দুখ আদিৰে সকলো জীৱ মোহাচ্ছন্ন হয।। ২৭

[মানুহৰ এই মোহ কেতিয়া হয়? এই মোহ মানেই সংসাৰ। সংসাৰ অনাদি, সেইবাবে পুৰুষ-প্ৰকৃতিৰ সংযোগত হোৱা এই মোহো অনাদি। সৃষ্টিৰ লগতে ইযাৰ উৎপত্তি। ইচ্ছা-দ্বেষ আদি ভাবৰ সমষ্টিযেই বুদ্ধিস্থ সংস্কাৰ, যাৰ কথা আমি পাতনিত কৈ আহিছো। এই সংস্কাৰ লৈ হে লিঙ্গ শৰীৰ। (সাংখ্য-দৰ্শন, ৪০ কাৰিকা চাওক] সৃষ্টিৰ আদিতে তেন্তে এই ভাববোৰৰ সৃষ্টি। এই কথাকে ওপৰৰ শ্লোকত গীতাই কৈছে। এই ভাবৰ সৃষ্টি আগ নে বহিৰ্জ্জগতৰ সৃষ্টি আগ? এই প্ৰশ্নৰ উত্তৰত সাংখ্যই কৈছে যে দুয়োটা সৃষ্টি অনাদি, সহভাবী আৰু অন্যোন্যাশ্ৰয়ী; যেনে, গছ আৰু গুটি। ভাবৰ সংস্কাৰ লৈ জীৱ সৃষ্ট হয়। এই সংস্কাৰৰ ক্ৰমোন্নতি বা বিবৰ্ত্তন হয়। লাহে লাহে যেতিয়া বহুত জন্মৰ অন্তত ঈশ্বৰলৈ অচলা ভক্তিৰ উদয় হয়, তেতিয়া জীৱ সংস্কাৰস্থ ভাৱৰ পৰা মুক্ত হয়, অৰ্থাৎ গুণাতীত হয়।]

**যেষাং ত্বন্তগতং পাপং জনানাং পুণ্যকৰ্ম্মণাম্।**
**তে দ্বন্দ্বমোহনিৰ্ম্মুক্তা ভজন্তে মাং দৃঢ়ব্ৰতাঃ।। ২৮**

২৮। অন্বয়—তু [কিন্তু] যেষাং পুণ্যকৰ্ম্মণাম্ জনানাং [যিবোৰ পুণ্যকৰ্ম্মা মানুহৰ] পাপম্ অন্তগতম্ [পাপ বিনষ্ট হ'ল] তে দ্বন্দ্ব মোহ নিৰ্ম্মুক্তাঃ দৃঢ় ব্ৰতাঃ মাং ভজন্তে [সিহঁতে দ্বন্দ্ব মোহমুক্ত হৈ আৰু দৃঢ়ব্ৰত হৈ মোক ভজে]।। ২৮

২৮। ভাঙনি—কিন্তু যিবোৰ পুণ্যকৰ্ম্মা পুৰুষৰ পাপ বিনষ্ট হৈছে, তেওঁবিলাকে দ্বন্দ্বজনিত মোহৰ পৰা মুক্ত হৈ দৃঢ় ভাবে মোক ভজে॥ ২৮

(তেওঁবিলাকৰ জাগতিক সংস্কাৰ ধ্বংস হয়—অৰ্থাৎ গুণাতীত হয়)।

**জৰামৰণমোক্ষায় মামাশ্ৰিত্য যতন্তি যে।**
**তে ব্ৰহ্ম তদ্বিদুঃ কৃৎস্নমধ্যাত্মং কৰ্ম্ম চাখিলম্॥ ২৯**

২৯। অন্বয়—যে [যি] জৰামৰণমোক্ষায় [জৰা আৰু মৰণৰ পৰা মুক্ত হবৰ নিমিত্তে] মাম্ আশ্ৰিত্য [মোত আশ্ৰয় লৈ যতন্তি [যত্ন কৰে] তে [তেওঁবিলাকে] তৎ ব্ৰহ্ম [সেই ব্ৰহ্মক] কৃৎস্নং অধ্যাত্মং [সমগ্ৰ অধ্যাত্ম তত্ত্ব] অখিলং কৰ্ম্ম চ [আৰু সমস্ত কৰ্ম্মৰ তত্ত্ব] বিদুঃ [জানে]॥ ২৯

২৯। ভাঙনি—যি মোক আশ্ৰয় কৰি, জৰা-মৰণৰ পৰা মুক্ত হবলৈ যত্ন কৰে, তেওঁ সেই সৰ্ব্বাতীত ব্ৰহ্মক সমগ্ৰ অধ্যাত্ম তত্ত্ব আৰু সকলো কৰ্ম্মৰ ৰহস্যোৰে সৈতে বুজে॥ ২৯

[অধ্যাত্ম মানে আচলতে জীৱতত্ত্ব—অৰ্থাৎ "জীৱৰ বিষয়-জ্ঞান কেনেকৈ হয়"—এই তত্ত্ব। কৰ্ম্মৰ ৰহস্য কি, ২য় অধ্যায়ৰ শেহত আৰু ৩য় আৰু ৪ৰ্থ অধ্যায়ত কোৱা হৈছে। জীৱতত্ত্ব বুজিবলৈ হ'লে 'অধিভূত' আৰু 'অধিদৈব' শক্তি কি, তাকো বুজিব লাগিব—তলৰ শ্লোকত আৰু ৮ম অধ্যায়ৰ আৰম্ভতে এই বিষয়ে কোৱা হব।"]

**সাধিভূতাধিদৈৱং মাং সাধিযজ্ঞঞ্চ যে বিদুঃ।**
**প্ৰয়াণকালেঽপি চ মাং তে বিদুৰ্যুক্তচেতসঃ॥ ৩০**

ইতি শ্ৰীমহাভাৰতে শতসাহস্ৰ্যাং সংহিতায়াং বৈয়াসিক্যাং ভীষ্মপৰ্ব্বণি শ্ৰীমদ্ভগবদ্গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুন সংবাদে জ্ঞানবিজ্ঞানযোগো নাম সপ্তমোঽধ্যায়ঃ।

৩০। অন্বয়— যে চ [আৰু যি মানুহে] সাধিভূতাধিদৈৱং [অধিভূত আৰু অধিদৈব বিভাগে সৈতে] সাধিযজ্ঞঞ্চ [আৰু অধিযজ্ঞ বিভাগে সৈতে] মাং বিদুঃ [মোক জানে] তে যুক্ত চেতসঃ [সেই সমাহিত-চিত্ত সাধকে] প্ৰয়াণকালে অপি [মৃত্যু কালতো] মাং বিদুঃ [মোক জানে]॥ ৩০

৩০। ভাঙনি—অধিভূত, অধিদৈব আৰু অধিযজ্ঞ বিভাগে সৈতে যি মোক জানে, সেই সমাহিত-চিত্ত পুৰুষে মৃত্যু কালতো মোক জানে—অৰ্থাৎ মৃত্যু কালতো সেই জ্ঞান অক্ষুণ্ণ থাকে। (আৰু সেইবাবে, অন্তকালত তেওঁ মোক পায়)॥ ৩০

[অধিদৈব, অধিভূত, অধ্যাত্ম আৰু অধিযজ্ঞ, এই শব্দবোৰত উপনিষদৰ এটি গভীৰ তথ্য নিহিত আছে। উপনিষদে কয় যে ব্ৰহ্মৰ যি শক্তি ওপৰত সূৰ্য্যাদি দেৱতাৰূপে প্ৰকাশ হৈছে, সেই শক্তিৰেই আকৌ বহিৰ্জ্জগতৰ সকলো পদাৰ্থ সৃষ্ট হৈছে। আকৌ সেই শক্তিৰেই ইন্দ্ৰিয়বোৰো হৈছে। এই একে শক্তিৰে তিনিটা বিভাগ বুজিব পাৰিলেই আমি বুজিম যে এই জগতত ব্ৰহ্মৰ শক্তিৰ বাহিৰে আৰু একো নাই। পাশ্চাত্য বিজ্ঞানৰ মনস্তত্ত্বটি বুজিলে ওপৰৰ কথাটি বুজা অতি সহজ হয়।

পাশ্চাত্য বিজ্ঞানে পৰীক্ষাৰে প্ৰমাণ কৰিছে যে বস্তুত শক্তিৰ ক্ৰিয়াৰ বাহিৰে আৰু একো নাই।

আমাৰ "কথাৰে উপনিষৎ" নামৰ কিতাপত দেখুৱাইছো যে এইবোৰ বিষয়ত আধুনিক বিজ্ঞান, বেদান্ত আৰু সাংখ্য-দৰ্শনৰ একো বিৰোধ নাই—সকলোৱে একে কথাকে কৈছে। সত্ত্বৰজস্তমো গুণৰ বাহিৰে জগতত আৰু একো নাই। আধিদৈবিক শক্তিক বিজ্ঞানে free energy বা radiation বোলে—যেনে সূৰ্য্য, অগ্নি, বিদ্যুৎ—এইবোৰ পদাৰ্থ শক্তিৰ আধাৰ। অধিভূত শক্তিক বিজ্ঞানে আবদ্ধ শক্তি (bottled up energy বা matter বা substance) বোলে।

এতিয়া ধৰক, আমি এটা ৰঙা গোলাপ ফুল দেখিছো। কেনেকৈ ফুলটিৰ জ্ঞান আমাৰ মনলৈ আহিছে? বিজ্ঞানে কয়, প্ৰথমতে সূৰ্য্যৰ পোহৰ আহি ফুলটিত পৰিছেহি। এই পোহৰ অবিশেষ শক্তি—অৰ্থাৎ কোনো বিশেষ ৰূপ-ৰসাদিহীন শুদা শক্তিৰ স্পন্দন মাত্ৰ।

এই পোহৰ দিয়েই সূৰ্য্যৰ কাম শেষ হ'ল। এইটি সূৰ্য্যৰ "অধিদৈব" শক্তি। (৮।৪ শ্লোক চাওক)।

তাৰ পাছত যেতিয়া এই পোহৰ ফুলটিত পৰিল, ফুলটিয়ে সেই অবিশেষ শক্তিটিৰ "বিশেষবোৰ" (Fourier's components বোৰ) বিশ্লেষণ কৰিলে। এই বগা সূৰ্য্যৰ পোহৰত সকলো ৰং আছিল অৰ্থাৎ সকলো বস্তুৰ উপাদান শক্তি আছিল। প্ৰত্যেক উপাদান শক্তিৰ কাল ব্যাপ্তি (period বা wave-length) পৃথক। এই বিশেষ উপাদানবোৰৰ কিছুমান ফুলটিয়ে নিজে আত্মসাৎ (absorb) কৰিলে আৰু বাকী ৰঙা বস্তুৰ উপাদানবোৰ সি ত্যাগ বা বিকিৰণ (refract) কৰিলে। ফুলটিয়ে তিনি

ৰকমৰ ক্ৰিয়া কৰিলে-–বিশ্লেষণ, আত্মসাৎ, আৰু ত্যাগ। ফুলটি "অধিভূত" শক্তি।

ইয়াৰ পাছত, ফুলটিয়ে ত্যাগ কৰা ৰঙা ৰঙৰ উপাদানবোৰ আহি আমাৰ চকুত পৰিলহি। চকুত পৰিলেও আমাৰ একো বৰ্ণজ্ঞান নহ'লহেঁতেন (যেনে X-Ray চকুত পৰিলে নহয়), যদি আমাৰ চকুত সেই ৰঙা উপাদান গ্ৰহণ কৰিব পৰা যন্ত্ৰ নেথাকিলহেঁতেন। ঈশ্বৰে আমাৰ চকু এনেকৈ নিৰ্ম্মাণ কৰিছে, যে সূৰ্য্যৰ পোহৰত যি যি উপাদান আছে, প্ৰত্যেকৰ বাবে আমাৰ চকুত একো একোডাল শিৰ (optic nerve) আছে। ইয়াৰ যেই সেই এডাল বা দুডাল শিৰ নহলেই সেই সেই ৰং সম্পৰ্কে আমি 'বৰণ-কণা' (colour-blind)। এই শিৰবোৰৰ এটি নিৰ্দ্দিষ্ট শিৰে, গোলাপ ফুলে ত্যাগ কৰা সেই ৰঙা উপাদান শক্তিটি (স্পন্দনটি) নি আমাৰ মস্তিষ্কৰ নিৰ্দ্দিষ্ট স্থানত দিয়েগৈ। তেতিয়াহে আমাৰ ফুলটিৰ বৰ্ণজ্ঞান হয়। চকুৰ তেন্তে এটাহে কাম হল—শক্তিৰ স্পন্দনটি আমাৰ মস্তিষ্কলৈ অনা। (সেই গুণেই গীতাই আৰু সাংখ্যই কয় যে ইন্দ্ৰিয়বোৰ শক্তি প্ৰবেশৰ দুৱাৰহে)। এই স্পন্দনটোক আমি ৰঙা দেখো। কিয় সেইদৰে দেখো? এইটো আমাৰ মনৰ শক্তি—ই সংস্কাৰঘটিত 'স্বভাব'। মনৰ এই শক্তিটিক গীতাই "অধ্যাত্ম" বা "স্বভাব" বুলিছে।

এই দৃষ্টান্ত আমি এতিয়া কব পাৰোঁ যে, সূৰ্য্য "অধিদৈব" ; গোলাপ ফুলটি, "অধিভূত" ; ইন্দ্ৰিয় আৰু মন "অধ্যাত্ম বা স্বভাব" আৰু যি চিৎ শক্তিয়ে ৰঙা ৰং উপলব্ধি বা ভোগ কৰে, সেইটি "অধিযজ্ঞ"।

ইয়াত বিশেষ মন কৰিব লগীয়া কথা এই যে সূৰ্য্যৰ পৰা অহা শক্তিয়েই (স্পন্দনেই) আমাৰ মস্তিষ্কলৈ আহিল। কোনো নতুন শক্তি ক'ৰবাৰ পৰা অহা নাই। ইন্দ্ৰিয়বোৰে বা গোলাপ ফুলটিয়ে কোনো নতুন শক্তি উৎপাদন কৰা নাই। বাস্তবিক সিহঁত যেন নিৰ্জীব যন্ত্ৰ, যাৰ ভিতৰেদি সূৰ্য্যৰ শক্তিটি আহি আমাৰ মনত ৰঙা ৰঙৰ ভাব হ'লহি। শক্তিটি আহি ভাব হৈ অন্ত হ'লহি। সূৰ্য্যৰ এই শক্তিৰ বাহিৰে আৰু যে কোনো শক্তি ক'ৰো পৰা অহা নাছিল—এই কথা বিজ্ঞানে আজিকালি পৰীক্ষাৰে প্ৰমাণ কৰি আমাক দেখুৱাইছে। গীতাইও তাকে কৈছে।

গীতাই এতিয়া ৮ম অধ্যায়ত ক'ব যে, অধিদৈব, অধিভূত অধ্যাত্ম—সকলো শক্তি ঈশ্বৰৰ পৰা অহা শক্তি। এই শক্তিৰ বাহিৰে জগতত আৰু কোনো শক্তি নাই। গীতাই এই শ্লোকত আৰু কৈছে যে, এই তথ্যটি যি বুজে অৰ্থাৎ সকলো ব্ৰহ্মৰ শক্তি বুলি উপলব্ধি কৰে, তেওঁৰ মৃত্যু-কালত ব্ৰহ্মপ্ৰাপ্তি হয়।]

[বিশেষ মন কৰিব লগীয়া কথা এই যে ওপৰত আমি কেৱল চকুৰ দ্বাৰা কেনেকৈ ৰূপ-জ্ঞান হয় তাৰ হে দৃষ্টান্ত দিলো। কিন্তু অন্যান্য ইন্দ্ৰিয়ৰ দ্বাৰাও ঠিক এই একে নিয়মেই বিষয় জ্ঞান হয়। বাহিৰৰ শক্তি আহি সেই সেই ইন্দ্ৰিয়ত আঘাত কৰিলেই সেই ইন্দ্ৰিয়ৰ শিৰে সেই আঘাতটি মস্তিষ্কত নি নিৰ্দ্দিষ্ট স্থানত দিলেই আমাৰ মনত ৰূপ, ৰস, গন্ধ, স্পৰ্শ, বা শব্দৰ জ্ঞান হয়। এই মনস্তত্ত্বটি বুজিলেই আমি বুজিম যে বহিৰ্জ্জগতত শক্তিৰ বাহিৰে একো নাই। ৰূপ, ৰস, গন্ধ, স্পৰ্শ শব্দ—এই সকলোবোৰ আমাৰ মনৰ ভাব স্বৰূপ—বাহিৰৰ শক্তি আহি আমাৰ মনত উৎপন্ন কৰে।]

# অষ্টমোঽধ্যায়ঃ

## অক্ষৰব্ৰহ্ম যোগঃ

অৰ্জ্জুন উবাচ

**কিং তদ্ ব্ৰহ্ম কি কিমধ্যাত্মং কিং কৰ্ম্ম পুৰুষোত্তম।**
**অধিভূতং চ কিং প্ৰোক্তমধিদৈবং কিমুচ্যতে॥ ১**

১। অন্বয়—অৰ্জ্জুনঃ উবাচ। পুৰুষোত্তম [হে কৃষ্ণ] তৎ ব্ৰহ্ম কিং [সেই ব্ৰহ্ম কি?] অধ্যাত্মং কিং [অধ্যাত্ম বা কি] কৰ্ম্ম কিং [কৰ্ম্ম কি] অধিভূতং কিং প্ৰোক্তং [অধিভূত কাক বোলে] অধি দৈবং চ কিং উচ্যতে [অধিদৈব বা কাক বোলে?]॥১

১। ভাঙনি—হে কৃষ্ণ, ব্ৰহ্ম কি, অধ্যাত্ম কি, কৰ্ম্ম কি, অধিভূত কি, অধিদৈব কি? ॥১

**অধিযজ্ঞঃ কথং কোঽত্র দেহেঽস্মিন্ মধুসূদন।**
**প্রয়াণকালে চ কথং জ্ঞেয়োঽসি নিয়তাত্মভিঃ ॥ ২**

২। অন্বয়—অত্র দেহে [এই দেহত] অধিযজ্ঞঃ কঃ [কোন অধিযজ্ঞ] অস্মিন্ কথং [এই দেহত তেওঁ (অধিযজ্ঞ) কেনেকৈ অৱস্থান কৰে]। মধুসূদন [হে কৃষ্ণ] প্রয়াণ কালে [মৃত্যু কালত] নিয়তাত্মভিঃ [সমাহিত চিত্ত পুৰুষে] কথং জ্ঞেয়ঃ অসি [তোমাক কেনেকৈ জানে?]॥ ২

২। ভাঙনি—এই দেহত অধিযজ্ঞ কোন? তেওঁ এই দেহত কেনেকৈ অৱস্থান কৰে? হে কৃষ্ণ, মৃত্যুকালত সমাহিত চিত্ত পুৰুষে তোমাক কেনেকৈ জানে॥ ২

শ্রীভগবানুবাচ

**অক্ষৰং পৰমং ব্রহ্ম স্বভাবোঽধ্যাত্মমুচ্যতে।**
**ভূতভাবোদ্ভবকৰো বিসর্গঃ কর্ম্মসংজ্ঞিতঃ ॥ ৩**

৩। অন্বয়—শ্রীভগবান্ উবাচ। পৰমং [সর্ব্বশ্রেষ্ঠ] অক্ষৰম [অক্ষৰ, অবিনাশী, কূটস্থ বস্তুৱেই] ব্রহ্ম [ব্রহ্ম], স্বভাবঃ [স্ব স্ব ইত্যাকাৰ স্বভাব] অধ্যাত্মং [অধ্যাত্ম] উচ্যতে [বুলি কোৱা হয়] ভূতভাবোদ্ভবকৰঃ [প্রাণী জগতৰ উৎপত্তি আৰু বৃদ্ধিকৰ] বিসর্গঃ [ত্যাগ] কর্ম্মসংজ্ঞিতঃ [কর্ম্ম নামে অভিহিত]॥ ৩

৩। ভাঙনি—সর্ব্বশ্রেষ্ঠ কূটস্থ অক্ষৰ জনেই ব্রহ্ম। জীৱৰ স্ব-স্ব-ভাবেই 'অধ্যাত্ম' আৰু প্রাণীবোৰৰ উৎপত্তি আৰু বৃদ্ধিকৰ ত্যাগেই কর্ম্ম (যি কর্ম্মক ওপৰত ৩য় অধ্যায়ত যজ্ঞ বোলা হৈছে)॥ ৩

**অধিভূতং ক্ষৰো ভাবঃ পুৰুষশ্চাধিদৈবতম্।**
**অধিযজ্ঞোঽহমেবাত্র দেহে দেহভৃতাংবৰ ॥ ৪**

৪। অন্বয়—দেহভৃতাং বৰ [হে দেহধাৰী জীবৰ ভিতৰত শ্রেষ্ঠ জীৱ—অর্জ্জুন!] ক্ষৰঃ ভাবঃ অধিভূতম্ [পৰিবর্ত্তনশীল (অতএব বিনাশশীল) প্রাকৃত পদার্থবোৰেই অধিভূত]; পুৰুষ চ অধিদৈবতম [পুৰুষ (হিৰণ্যগর্ভ) অধিদৈব]; অহম্ এব অত্র দেহে অধিযজ্ঞঃ [মই নিজে এই দেহত অধিযজ্ঞৰূপে বর্ত্তমান আছো)]॥ ৪

৪। ভাঙনি—হে অর্জ্জুন, পৰিবর্ত্তনশীল বিনাশশীল ব্যক্ত পদার্থবোৰেই 'অধিভূত' আৰু আদি পুৰুষ হিৰণ্যগর্ভই অধিদৈব'; মই নিজে অধিযজ্ঞৰূপে এই দেহধাৰী প্রাণীৰ দেহত বিদ্যমান আছো॥ ৪

[আমি ওপৰত (পাঠক সকলে সহজে বুজিবৰ নিমিত্তে) গোলাপ ফুলৰ দৃষ্টান্ত দি কলোঁ যে সূর্য্যাভিমানী দেৱতাজনেই 'অধিদৈব'—কাৰণ আমাৰ বিজ্ঞান তাৰ ওপৰলৈ যাব পৰা নাই। সূর্য্যৰ পৰাই সকলো শক্তি আহিছে বুলি আমি অনুমান কৰোঁ। কিন্তু গীতাই এতিয়া কৈছে যে সূর্য্যৰ নিজৰ একো শক্তি নাই (বেদান্ত দর্শন চাওক)। সকলো শক্তিৰ মূল হৈছে, সেই আদি পুৰুষ 'হিৰণ্যগর্ভ' যাক ওপৰৰ শ্লোকত 'পুৰুষ বুলিছে। অতএব তেওঁহে আচল অধিদৈব।]

**অন্তকালে চ মামেব স্মৰন্মুক্ত্বা কলেবৰম্।**
**যঃ প্রয়াতি স মদ্ভাবং যাতি নাস্ত্যত্র সংশয়ঃ ॥৫**

৫। অন্বয়—অন্তকালে চ [মৃত্যু কালতো] মাম্ এব স্মৰণ [মোক স্মৰণ কৰি] কলেবৰং ত্যক্তা [দেহ পৰিত্যাগ কৰি] যঃ প্রয়াতি [যি প্রয়াণ কৰে] সঃ মদ্ভাবং যাতি [তেওঁ মোৰ স্বৰূপকে পায়], অত্র সংশয়ঃ নাস্তি [ইয়াত কোনো সন্দেহ নাই]॥৫

৫। ভাঙনি—"অন্তকালত আন চিন্তা এৰি, মোক মাত্র স্মৰি, দেহক পৰিত্যাগ কৰি যি যায়, সি মোৰ স্বৰূপকে পায়ে, আত সংশয় নাই।"—ভট্টদেৱ॥ ৫

**যং যং বাপি স্মৰন্ ভাবং ত্যজত্যন্তে কলেবৰম্।**
**তং তমেবৈতি কৌন্তেয় সদা তদ্ভাবভাবিতঃ ॥ ৬**

৬। অন্বয়—কৌন্তেয়! অন্তে [মৃত্যুকালত] যং যং বা অপি ভাবং স্মৰণ [যি যি ভাব স্মৰণ কৰি] কলেবৰং ত্যজতি [শৰীৰ ত্যাগ কৰে] সদা তদ্ভাব ভাবিতঃ [সর্ব্বদা সেই সেই ভাব চিন্তা কৰা বাবে] তং তং এব এতি [সেই সেই ভাবকেই পায়]॥ ৬

৬। ভাঙনি হে অর্জ্জুন, মানুহে যি যি ভাব স্মৰণ কৰি দেহত্যাগ কৰে, জীৱিত কালত সদায় সেই সেই ভাব চিন্তা কৰা বাবে, মৃত্যুৰ পিচতো তাকেই পায়॥ ৬

[ইয়াত আৰু তলৰ শ্লোকত কৈছে যে মানুহে জীৱিত কালত যিবোৰ ভাব সদায় ভাবি থাকে, মৃত্যুৰ সময়তো তাকেই হে স্মৰণ কৰিব পাৰে, আৰৌ মৃত্যুৰ সময়ত যি ভাব মনলৈ আহে মৃত্যুৰ পাছত তাকেহে পায়। অতএব মানুহে সদায় ঈশ্বৰক ভাবি থাকিলেহে, মৃত্যু কালত তেওঁক স্মৰণ কৰিব পাৰিব, মৃত্যুৰ পাছত তেওঁক তেহে পাব। (এই বিষয় বেদান্ত দর্শনত চাওক]॥ ৬

**তস্মাৎ সর্ব্বেষু কালেষু মামনুস্মৰ যুধ্য চ।**
**মর্য্যর্পিতমনোবুদ্ধির্মামেবৈষ্যস্যসংশয়ম্ ॥ ৭**

৭। অন্বয়—তস্মাৎ [সেইবাবে] সর্ব্বেষু কালেষু [সদায়] মাম্ অনুস্মৰ [মোক চিন্তা কৰাঁ] যুধ্য চ [আৰু যুদ্ধও কৰাঁ];

ময়ি অর্পিত মনোবুদ্ধিঃ [মোত মন আৰু বুদ্ধি অৰ্পণ কৰি] অসংশয়ম্ [নিশ্চয়] মাম্ এব এষ্যসি [মোক পাবাঁ] ॥ ৭

৭। ভাঙনি—সেইবাবে (অর্থাৎ ওপৰত কোৱা কাৰণে) সদায় মোক স্মৰণ কৰাঁ আৰু যুদ্ধও কৰাঁ। (সকলো কামতে সদায় মোক স্মৰণ কৰিলেহে) মন আৰু বুদ্ধি মোত অৰ্পিত হব, আৰু তেতিয়া হে (অন্ত কালত) মোক পাবাঁ; ইয়াত কোনো সন্দেহ নাই ॥ ৭

**অভ্যাসযোগযুক্তেন চেতসা নান্যগামিনা।**
**পৰমং পুৰুষং দিব্যং যাতি পাৰ্থানুচিন্তয়ন্ ॥ ৮**

৮। অন্বয়—পাৰ্থ! অভ্যাস যোগযুক্তেন [অভ্যাস ৰূপ যোগ যুক্ত] নান্য গামিনা [অনন্যগামী বা একনিষ্ঠ] চেতসা [চিত্তেৰে] অনুচিন্তয়ন্ [সৰ্ব্বদা চিন্তা কৰি] দিব্যং পৰমং যাতি [দিব্য পৰম পুৰুষক (সাধকে) লাভ কৰে] ॥ ৮

৮। ভাঙনি—অভ্যাস যোগযুক্ত একাগ্ৰ-চিত্ত সাধকে সদায় মোক চিন্তা কৰি দিব্য পৰমাত্মাক লাভ কৰে ॥ ৮

**কাবং পুৰাণমনুশাসিতাৰ-**
**মণোৰণীয়াং সমনুস্মৰেদ যঃ।**
**সৰ্ব্বস্য ধাতাৰমচিন্ত্যৰূপ-**
**মাদিত্যবৰ্ণং তমসঃ পৰস্তাৎ ॥ ৯**

৯। অন্বয়—যঃ [যি] কবিং [সৰ্ব্বজ্ঞ বা দ্ৰষ্টা] পুৰাণং [অনাদি] অনুশাসিতাৰম্ [সৰ্ব্বনিয়ন্তা] অণোঃ অণীয়াংসং [সূক্ষ্মাতিসূক্ষ্ম] সৰ্ব্বস্য ধাতাৰম্ [সকলোৰে বিধাতা—পালন কৰ্ত্তা] অচিন্ত্য ৰূপং [অচিন্ত্য ৰূপ] আদিত্য বৰ্ণং [আদিত্যবৎ স্ব-প্ৰকাশক আৰু পৰ-প্ৰকাশক] তমসঃ পৰস্তাৎ [প্ৰকৃতিৰ ওপৰত স্থিত] —অনুস্মৰেৎ [স্মৰণ কৰে] (তলৰ শ্লোকৰ লগত অন্বয়—সঃ তং পুৰুষম্ উপৈতি) ॥ ৯

৯। ভাঙনি—সৰ্ব্বজ্ঞ, অনাদি, সৰ্ব্বনিয়ন্তা, সূক্ষ্মাতিসূক্ষ্ম (অথচ) সৰ্ব্বলোকৰ পালনকৰ্ত্তা, অচিন্ত্য ৰূপ, আদিত্যবৎ স্ব-প্ৰকাশক আৰু সৰ্ব্ব-প্ৰকাশক, প্ৰকৃতিৰ ওপৰত স্থিত—এনে পুৰুষক যি সদায় স্মৰণ কৰে (তেওঁ সেই পুৰুষক পায়—তলৰ শ্লোকৰ লগত সম্বন্ধ) ॥৯

**প্ৰয়াণকালে মনসাচলেন**
**ভক্ত্যা যুক্তো যোগবলেন চৈব।**
**ভ্ৰুবোৰ্মধ্যে প্ৰাণমাবেশ্য সম্যক্**
**স তং পৰং পুৰুষমুপৈতি দিব্যম্ ॥ ১০**

১০। অন্বয়—সঃ [সেই সাধকে] প্ৰয়াণ কালে [মৃত্যু কালত] অচলেন মনসা [একাগ্ৰ চিত্তে] ভক্ত্যা [ভক্তিৰে] যোগবলেন চ এব যুক্তঃ [আৰু যোগবলেৰে যুক্ত হৈ] ভ্ৰুবোঃ মধ্যে [ভ্ৰূ দুটাৰ মাজত] প্ৰাণং [প্ৰাণ বায়ুক] সম্যক্ আবেশ্য [সম্যক ৰূপে নিবদ্ধ কৰি] তং পৰং দিব্যং পুৰুষম্ উপৈতি [সেই পৰম জ্যোতিস্বৰূপ পুৰুষক পায়] ॥ ১০

১০। ভাঙনি—সেই সাধকে (অৰ্থাৎ ওপৰৰ শ্লোকত উল্লেখ কৰা জনে) মৃত্যুকালত স্থিৰ চিত্তেৰে, ভক্তি আৰু যোগবল-যুক্ত হৈ, ভ্ৰুৰ মাজত প্ৰাণবায়ুক নিবদ্ধ ৰাখি, সেই জ্যোতিস্বৰূপ পৰমাত্মাক লাভ কৰে ॥ ১০

**যদক্ষৰং বেদবিদো বদন্তি**
**বিশন্তি যদ্ যতয়ো বীতৰাগাঃ।**
**যদিচ্ছন্তো ব্ৰহ্মচৰ্য্যং চৰন্তি**
**তত্তে পদং সংগ্ৰহেণ প্ৰবক্ষ্যে ॥ ১১**

১১। অন্বয়—বেদবিদঃ যৎ অক্ষৰং বদন্তি [বেদবিৎ সকলে যাক অক্ষৰ ব্ৰহ্ম বুলি কয়] বীতৰাগাঃ যতয়ঃ যৎ বিশন্তি [ৰাগ দ্বেষ শূন্য তপস্বী সকলে যাত প্ৰবেশ কৰে] যৎ ইচ্ছন্তঃ ব্ৰহ্মচৰ্য্যং চৰন্তি [যাক পাবলৈ ইচ্ছা কৰি মানুহে ব্ৰহ্মচৰ্য্য অৱলম্বন কৰে]—তৎ পদং তে সংগ্ৰহেণ প্ৰবক্ষ্যে [সেই শ্ৰীবিষ্ণু-পদৰ কথা মই তোমাক সংক্ষেপে কৈছো] ॥ ১১

১১। ভাঙনি—বেদবিৎ সকলে যাক অক্ষৰ-ব্ৰহ্ম বোলে, ৰাগ-দ্বেষ শূন্য যাতিসকলে যাত লীন হয়, যাক পাবলৈ মানুহে ব্ৰহ্মচৰ্য্য অৱলম্বন কৰে—সেই শ্ৰীবিষ্ণুৰ পৰম পদৰ কথা মই তোমাক সংক্ষেপে কৈছো ॥ ১১

**সৰ্ব্বদ্বাৰাণি সংযম্য মনো হৃদি নিৰুধ্য চ।**
**মূৰ্দ্ধ্ন্যাধায়াত্মনঃ প্ৰাণমাস্থিতো যোগধাৰণাম্ ॥ ১২**
**ওমিত্যেকাক্ষৰং ব্ৰহ্ম ব্যাহৰন্ মামনুস্মৰন্।**
**যঃ প্ৰযাতি ত্যজন্ দেহং স যাতি পৰমাং গতিম্ ॥ ১৩**

১২—১৩। অন্বয়—সৰ্ব্বদ্বাৰাণি সংযম্য [সকলো দুৱাৰ বন্ধ কৰি অৰ্থাৎ মনৰ বাহিৰে সকলো ইন্দ্ৰিয় সংযম কৰি] মনঃ চ হৃদি নিৰুধ্য [মনকো হৃদয়ত নিৰোধ কৰি অৰ্থাৎ আন কোনা কথা নেভাবি। মূৰ্দ্ধি প্ৰাণম্ আধায় [মস্তকলৈ প্ৰাণ বায়ুক আনি [আত্মনঃ যোগধাৰণাম্ আস্থিতঃ [আত্ম-যোগত স্থৈৰ্য্য অৱলম্বন কৰি] ওম্ ইতি একাক্ষৰং ব্ৰহ্ম ব্যাহৰন্ [ওঁ এই একাক্ষৰ বেদবাক্য উচ্চাৰণ কৰি কৰি] মাম্ অনুস্মৰন্ [মোক স্মৰণ কৰি] দেহং ত্যজন্ [দেহ পৰিত্যাগ কৰি] যঃ প্ৰয়াতি [যি প্ৰস্থান কৰে] সঃ পৰমাং গতিং যাতি [তেওঁ শ্ৰীবিষ্ণুৰ পৰম পদ লাভ কৰে।] ॥ ১২—১৩

১২—১৩। ভাঙনি—ইন্দ্ৰিয়বোৰ সংযত কৰি, (অৰ্থাৎ বাহ্য বিষয় গ্ৰহণ নকৰি) মনক হৃদয়ত নিৰোধ কৰি; (অৰ্থাৎ একো বিষয় চিন্তা নকৰি) প্ৰাণবায়ুক মস্তকত ধাৰণ কৰি, (অৰ্থাৎ নিশ্চল হৈ) আত্মযোগত স্থিতি হৈ, (অৰ্থাৎ সমাধি অৱলম্বন কৰি)—ওঁ এই একাক্ষৰ বেদবাক্য উচ্চাৰণ কৰি কৰি আৰু মোক স্মৰণ কৰি, যে দেহত্যাগ কৰে তেওঁ শ্ৰীবিষ্ণুৰ পৰম পদ লাভ কৰে॥ ১২—১৩

**অনন্যচেতাঃ সততং যো মাং স্মৰতি নিত্যশঃ।**
**তস্যাহং সুলভঃ পাৰ্থ নিত্যযুক্তস্য যোগিনঃ॥ ১৪**

১৪। অন্বয়—পাৰ্থ! যঃ [যি] সততং [সদায়] অনন্যচেতাঃ [অনন্যচিত্ত হৈ] মাং নিত্যশঃ স্মৰতি [মোক নিতৌ স্মৰণ কৰে] তস্য নিত্যযুক্তস্য যোগিনঃ [সেই নিত্যযুক্ত যোগীৰ পক্ষে] অহং সুলভঃ [মই সুলভ]॥ ১৪

১৪। ভাঙনি—হে অৰ্জ্জুন, যি সদায় অনন্য-চিত্ত হৈ মোক স্মৰণ কৰে, সেই নিত্যযুক্ত পুৰুষৰ পক্ষে মোক লাভ কৰা অতি সহজ॥ ১৪

[পাঠক সকলে মনত ৰাখিব যে গীতাই সদায় একে উপদেশ দিছে; "সকলো কামতে, সকলো অৱস্থাতে, সকলো সময়তে মানুহে ঈশ্বৰক স্মৰণ কৰিব লাগে।"]

**মামুপেত্য পুনৰ্জ্জন্ম দুঃখালয়মশাশ্বতম্।**
**নাপ্নুবন্তি মহাত্মানঃ সংসিদ্ধিং পৰমাং গতাঃ॥ ১৫**

১৫। অন্বয়—মহাত্মানঃ [মহাত্মা সকলে] মাম্ উপেত্য [মোক লাভ কৰি] দুঃখালযম্ [দুখৰ আলয] অশাশ্বতম্ [অনিত্য] পুনৰ্জ্জন্ম ন আপ্নুবন্তি [পুনৰ্জ্জন্ম প্ৰাপ্ত নহয]। (তে) পৰমাং সংসিদ্ধিং গতাঃ[(তেওঁবিলাকৰ) পৰম সিদ্ধি লাভ হ'ল]॥ ১৫

১৫। ভাঙনি—মহাত্মা সকলে মোক লাভ কৰি মোক্ষ লাভ কৰে। তেওঁবিলাকে আৰু এই দুঃখময় অনিত্য সংসাৰলৈ ঘূৰি আহিব নেলাগে॥ ১৫

**আব্ৰহ্মভুবনাল্লোকাঃ পুনৰাবৰ্ত্তিনোঽৰ্জ্জুন।**
**মামুপেত্য তু কৌন্তেয় পুনৰ্জ্জন্ম ন বিদ্যতে॥ ১৬**

১৬। অন্বয়—অৰ্জ্জুন! আব্ৰহ্মভুবনাৎ [ব্ৰহ্মলোকৰ পৰা আৰম্ভ কৰি] লোকাঃ [সকলো লোক] পুনৰাবৰ্ত্তিনঃ [পুনঃ পুনঃ আৱৰ্ত্তনশীল]; তু [কিন্তু] কৌন্তেয় [হে অৰ্জ্জুন] মাম্ উপেত্য [মোক প্ৰাপ্ত হলে] পুনৰ্জ্জন্ম ন বিদ্যতে [পুনৰ্জ্জন্ম নহয়]॥ ১৬

১৬। ভাঙনি—হে অৰ্জ্জুন ব্ৰহ্মলোকৰ পৰা আৰম্ভ কৰি এই চতুৰ্দ্দশ ভুবনৰ সকলো প্ৰাণীৰ সংসাৰত পুনঃ পুনঃ জন্ম হৈ থাকে। কিন্তু যি মোক লাভ কৰে তেওঁৰ আৰু পুনৰ্জ্জন্ম নাই॥ ১৬

**সহস্ৰযুগপৰ্য্যন্তমহৰ্যদ্ ব্ৰহ্মণো বিদুঃ।**
**ৰাত্ৰিং যুগসহস্ৰান্তাং তেঽহোৰাত্ৰবিদো জনাঃ॥ ১৭**

১৭। অন্বয়—সহস্ৰযুগপৰ্য্যন্তং [সহস্ৰ যুগব্যাপী] ব্ৰহ্মণঃ যৎ অহঃ [ব্ৰহ্মাৰ যিটো দিন] যুগ সহস্ৰান্তাং ৰাত্ৰিং [আৰু সহস্ৰ যুগ ব্যাপী ব্ৰহ্মাৰ যিটো ৰাত্ৰি], বিদুঃ [এই দুটাক যি জানে] তে জনাঃ [সেইবোৰ মানুহ] অহোৰাত্ৰ বিদঃ [অহোৰাত্ৰবিৎ]॥১৭

১৭। ভাঙনি—সত্য, ত্ৰেতা, দ্বাপৰ, কলি—এই চাৰি যুগে এক মহাযুগ। সহস্ৰ মহাযুগে ব্ৰহ্মাৰ এদিন। আমাৰ সহস্ৰ মহাযুগে তেওঁৰ এৰাতি। এতিয়া ওপৰৰ শ্লোকত কৈছে যে এই তথ্যটি যি বুজে তেওঁ "অহোৰাত্ৰবিৎ"॥ ১৭

[এই তথ্যটি বুজা সাধাৰণ মানুহৰ পক্ষে অসম্ভৱ। জনা-শুনা পণ্ডিত সকলেও বুজিবলৈ টান পায়। আজিকালি গণিত শাস্ত্ৰ সহাযত Lorentz transformation বুজিলে আমি অলপ ধাৰণা কৰিব পাৰো। এই গণনাৰ পৰাই Einstein এ তেওঁৰ আপেক্ষিকতাবাদত (Theory of relativity) উপস্থিত হ'ব পাৰিলে। এইমতে কাল-জ্ঞান (অখণ্ড কালজ্ঞান) আপেক্ষিক জ্ঞান—অৰ্থাৎ সকলো প্ৰাণীযে, সকলো ঠাইতে একে বুলি অনুভৱ নকৰে। খণ্ডকাল (astronomical time) কিন্তু আমি নিজে গঢ়ি লৈছো। আমাৰ পৃথিবীত সি সকলোৰে পক্ষে সমান। এইবোৰ কথা আমি সাংখ্য দৰ্শনৰ পাতনিত কৈ আহিছো। এই অধ্যায়ৰ শেহত আমি দেখুৱাবলৈ চেষ্টা কৰিম, কেনেকৈ বিজ্ঞানৰ উন্নতিৰ লগে লগে ইউৰোপীয় মানুহৰ কালৰ ধাৰণাও বেলেগ হল।

গীতাই এতিয়া কৈছে যে এক সহস্ৰ মহাযুগক ব্ৰহ্মাই যিমান দীঘল বুলি অনুভৱ কৰে, আমি আমাৰ ১২ ঘণ্টাক সিমান দীঘল বুলি অনুভৱ কৰো। আমাৰ মানত ১ বছৰ যিমান দীঘল, দেৱতাৰ মানত সি মুঠেই ২৪ ঘণ্টাৰ সমান। কালৰ তত্ত্ব যে ব্ৰহ্মদৰ্শী সকলে ভালকৈ বুজিছিল তাৰ প্ৰমাণৰ স্বৰূপে পুৰাণত (বিশেষতঃ যোগবাশিষ্ঠ ৰামায়ণত) বহুত আখ্যায়িকা আছে, যিবোৰক বুজিব নোজাৰি আজি ইমান দিনে আমি ইতিকিং কৰিছিলোঁ। ভাগৱতৰ ওৰ অন্তত আছে যে ব্ৰহ্মাৰ এদিন, ঈশ্বৰৰ এক নিমিষ। ইয়াৰ দ্বাৰা

বুজাইছে যে ঈশ্বৰ কালাতীত; তেওঁৰ তাত ভূত-ভবিষ্যৎ ভেদ নাই। (৫।১৫ শ্লোক) এইবোৰ তথ্য যি বুজে, তেওঁক উপনিষদে "বেদবিৎ" বোলে, যথা—

কালঃ পচতি ভূতানি সৰ্ব্বাণ্যেব মহাত্মনি।
যস্মিংস্তু পচ্যতে কালঃ যস্তং বেদ স বেদবিৎ॥
(মৈত্ৰায়ণী—৬।১৫)

গীতাই এতিয়া "বেদবিৎ" নুবুলি "অহোৰাত্ৰবিৎ" বুলিছে।]

**অব্যক্তাদ্ব্যক্তয়ঃ সৰ্ব্বাঃ প্ৰভবন্ত্যহৰাগমে।**
**ৰাত্ৰ্যাগমে প্ৰলীয়ন্তে তত্ৰৈবাব্যক্তসংজ্ঞকে॥ ১৮**

১৮। অন্বয়—অহৰাগমে [ব্ৰহ্মাৰ দিন আহিলে] অব্যক্তাৎ সৰ্ব্বাঃ ব্যক্তয়ঃ প্ৰভবন্তি [সকলো ব্যক্ত-পদাৰ্থ অব্যক্তৰ পৰা উৎপন্ন হয়], ৰাত্ৰ্যাগমে [ব্ৰহ্মাৰ ৰাতি হলে] তত্ৰ এব অব্যক্ত সংজ্ঞকে প্ৰলীযন্তে [আকৌ সেই অব্যক্ততে লয়প্ৰাপ্ত হয]॥১৮

১৮। ভাঙনি—ব্ৰহ্মাৰ দিন আহিলে, সকলো ব্যক্ত-পদাৰ্থ অব্যক্তৰ পৰা উৎপন্ন হয আৰু ৰাতি হলে আকৌ সেই অব্যক্ততে লীন হয॥১৮

**ভূতগ্ৰামঃ স এবায়ং ভূত্বা ভূত্বা প্ৰলীয়তে।**
**ৰাত্ৰ্যাগমেঽবশঃ পাৰ্থ প্ৰভবত্যহৰাগমে॥ ১৯**

অন্বয—পাৰ্থ! সঃ এব [সেই] অয়ং [এই] ভূতগ্ৰামঃ [প্ৰাণী সমূহ] অবশঃ [অৱশ হৈ, বাধ্য হৈ] ভূত্বা ভূত্বা [পুনঃ পুনঃ উৎপন্ন হৈ] ৰাত্ৰ্যাগমে [ব্ৰহ্মাৰ ৰাতি হলে] প্ৰলীয়তে লয় প্ৰাপ্ত হয়]; অহৰাগমে প্ৰভবতি [(আকৌ) ব্ৰহ্মাৰ দিন হলে উৎপন্ন হয]॥১৯

১৯। ভাঙনি—হে অৰ্জ্জুন, এই সকলো প্ৰাণী অৱশভাবে (বাধ্য হৈ) উৎপন্ন হৈ ব্ৰহ্মাৰ ৰাতি হ'লে, লযপ্ৰাপ্ত হয আৰু দিন হলে আকৌ উৎপন্ন হয॥ ১৯

[ওপৰত দুটা শ্লোকত ক'লে যে, এই জগৎ ব্ৰহ্মাৰ দিন হলে অব্যক্তৰ পৰা ব্যক্ত হয আৰু ৰাতি হ'লে আকৌ সেই অব্যক্ততে লীন হয়। এইদৰে সৃষ্টিৰ পাছত প্ৰলয়, আৰু প্ৰলয়ৰ পাছত সৃষ্টি সদায় হৈ থাকে। তুলত ৯ম অধ্যায়ৰ ৭—৮ শ্লোকত আকৌ প্ৰায় এইদৰেই ক'ব। বাস্তৱিক কোনো নতুন জীৱৰ সৃষ্টি নহয়। কল্পৰ আদিত যি আছিল, সিয়েই ঘুৰি ঘুৰি হৈ থাকে।

আমি ওপৰত অব্যক্ত শব্দৰ অৰ্থ কৈ আহিছো (পাতনি চাওক)। তাত কোৱা হৈছে যে, সাংখ্যৰ অব্যক্ত সৰ্ব্ব-গত পদাৰ্থ। এনে পদাৰ্থ একৰ বাহিৰে দুটা হব নোৱাৰে। কাৰণ, অব্যক্ত যদি দুটা হয়, তেন্তে দুয়োটা নিশ্চয় পৃথক্ হব; কোনো এটাই ইটোক সম্পূৰ্ণ ভাবে ব্যাপি থাকিব নোৱাৰিব—অৰ্থাৎ এটাও সৰ্ব্বগত নহব। গৌডপাদে কৈছে যে সাংখ্যৰ অব্যক্তই বেদান্তৰ ব্ৰহ্ম। গীতাই তলত ২০ শ্লোকত সেই অব্যক্তৰ কথা কৈছে। সেইগুণে বুজিব লাগিব যে ১৮—১৯ শ্লোকত "অব্যক্ত" মানে ব্ৰহ্ম নহয। ইয়াত অব্যক্ত মানে জগতৰ সেই অপ্ৰকাশিত (unmanifest) বীজাৱস্থা (প্ৰলয়ৰ অৱস্থা), যাৰ কথা বেদান্ত দৰ্শনত কোৱা হৈছে। এইটো এটা প্ৰাকৃতিক অৱস্থা। ই অঙ্কেৰে প্ৰমাণ কৰিব পৰা এটি প্ৰাকৃতিক অৱস্থা, যাক আধুনিক বিজ্ঞানে Thermo-dynamic Equilibrium বোলে। সৃষ্টিৰ পাছত প্ৰলয আৰু প্ৰলযৰ পাছত আকৌ সৃষ্টি—এইটো যে বৈজ্ঞানিক সত্য ইযাব কোনো ভুল নাই। (সাংখ্য-দৰ্শনৰ পাতনি চাওক)

**পৰস্তস্মাত্তু ভাবোঽন্যোঽব্যক্তোঽব্যক্তাৎ সনাতনঃ।**
**যঃ স সৰ্ব্বেষু ভূতেষু নশ্যৎসু ন বিনশ্যতি॥ ২০**

২০। অন্বয়—তু [কিন্তু] তস্মাৎ অব্যক্তাৎ পৰঃ [সেই অব্যক্ত (unmanifest) অৱস্থাৰ ওপৰত] অন্যঃ সনাতনঃ অব্যক্তঃ যঃ ভাবঃ [আৰু যি সনাতন অব্যক্ত সত্তা (আছে)] সঃ [সেই সত্তা] সৰ্ব্বেষুভূতেষু নশ্যৎসু [সকলো পদাৰ্থ নাশ হলেও] ন বিনশ্যতি [নাশ নহয়]॥ ২০

২০। ভাঙনি—কিন্তু সেই প্ৰলয়ৰ অব্যক্ত অৱস্থাৰ ওপৰত এটি অব্যক্ত সত্তা আছে। ই সনাতন আৰু সমগ্ৰ ভূতবৰ্গ নাশ হলেও ইয়াৰ বিনাশ নাই॥ ২০

[এই অব্যক্তই সাংখ্যৰ কাৰণহীন অব্যক্ত, বেদান্তৰ ব্ৰহ্ম। প্ৰলয়ত সমস্ত জগৎ বীজভাবে ব্ৰহ্মত লীন হৈ থাকে। কিন্তু সেই বীজ অৱস্থা ব্ৰহ্মৰ আদ্য সত্তা নহয়। তাৰ ওপৰতো তেওঁৰ এক অব্যক্ত পাদ আছে—সেই পাদ বিশ্বাতীত, তাৰ পৰিবৰ্ত্তন নাই, সি শাশ্বত, অক্ষৰ, স্ব-প্ৰতিষ্ঠ। এয়ে নিৰ্গুণ পৰ-ব্ৰহ্ম। এই নিৰ্গুণ অব্যক্তৰ পৰাই সাংখ্যৰ প্ৰকৃতি পৃথক হৈ আহি ব্যক্ত হয়। (সাংখ্য-দৰ্শন চাওক)। ব্যক্ত প্ৰকৃতিক সাংখ্যই "প্ৰধান" বোলে। অব্যক্ত প্ৰকৃতি আৰু ব্ৰহ্ম অভেদ (১৪—১৫শ অধ্যায় চাওক। বিশেষতঃ গৌড়পাদ ভাষ্য, ২২ কাৰিকা চাওক।)]

**অব্যক্তোঽক্ষৰ ইত্যুক্তস্তমাহুঃ পৰমাং গতিম্।**
**যং প্ৰাপ্য ন নিবৰ্ত্তন্তে তদ্ধাম পৰমং মম॥ ২১**

২১। অন্বয়—অব্যক্তঃ অক্ষৰঃ ইতি উক্ত [(যাক)

অব্যক্ত, অক্ষৰ—এই বুলি কৈছে] তং পৰমাং গতিং আহুঃ [তাকে শ্ৰেষ্ঠ গতি বোলে]। যং প্ৰাপ্য [যি গতি লাভ কৰিলে] ন নিবৰ্ত্তন্তে [জীৱ আৰু সংসাৰলৈ ঘূৰি নাহে] তৎ মম পৰমং ধাম [সেয়ে মোৰ পৰম পদ]।। ২১

২১। ভাঙনি—এই যে অব্যক্ত, এয়ে অক্ষৰ, ইয়াক বেদে জীৱৰ পৰম গতি (গন্তব্য স্থান) বুলি বৰ্ণনা কৰিছে। জীৱই যেতিয়া এই অব্যক্ত অক্ষৰক লাভ কৰে, তেতিয়া আৰু তাৰ পৰা এই সংসাৰলৈ ঘূৰি নাহে। এয়ে মোৰ পৰম পদ—"তদ্বিষ্ণোঃ পৰমং পদম্" ।। ২১

**পুৰুষঃ স পৰঃ পাৰ্থ ভক্ত্যা লভ্যস্ত্বনন্যয়া।**
**যস্যান্তঃস্থানি ভূতানি যেন সৰ্ব্বমিদং ততম্ ।। ২২**

২২। অন্বয়—পাৰ্থ! ভূতানি [ভূত সকল] যস্য অন্তঃস্থানি [যাৰ ভিতৰত স্থিত] যেন সৰ্ব্বম্ ইদম্ ততম [যাৰ দ্বাৰা এই সকলো বিশ্ব ব্যাপ্ত—অৰ্থাৎ যে সৰ্ব্বগত অব্যক্ত] সঃ [সেই] পৰঃ পুৰুষঃ [পৰম পুৰুষ] তু অনন্যযা ভক্ত্যা লভ্যঃ [কেবল মাত্ৰ অনন্য ভক্তিৰ দ্বাৰা লভ্য]।। ২২

২২। ভাঙনি—হে অৰ্জ্জুন, সমস্ত ভূতগ্ৰাম যাৰ অন্তৰ্গত, যি সকলোকে ব্যাপি আছে সেই পৰম পুৰুষক কেবল মাত্ৰ ভক্তিৰ দ্বাৰাহে পাব পাৰি (অৰ্থাৎ আন একোৰে নোৱাৰি)।। ২২

[পাঠকসকলে মন কৰিব যে গীতাৰ শিক্ষা এই যে ভক্তি নহলে একো নহয়। এই ভক্তি যেতিয়া পৰাভক্তিত পৰিণত হব (পাতনি চাওক) তেতিয়াহে মুক্তি হব পাৰে। এই পৰাভক্তিয়েই জ্ঞান-পদ-বাচ্য।]

**যত্ৰ কালে ত্বনাবৃত্তিমাবৃত্তিঞ্চৈব যোগিনঃ।**
**প্ৰয়াতা যান্তি তং কালং বক্ষ্যামি ভৰতৰ্ষভ ।। ২৩**

২৩। অন্বয়—ভৰতৰ্ষভ [হে অৰ্জ্জুন] যত্ৰ কালে তু [যি যি কালত] প্ৰয়াতাঃ [মৃত্যু হলে] যোগিনঃ [যোগী সকলে] অনাবৃত্তিং [অপুনৰাবৃত্তি] আবৃত্তিম্ এব চ [এবং পুনৰাবৃত্তি] যান্তি [প্ৰাপ্ত হয়] তং কালং বক্ষ্যামি [সেই সেই কালৰ কথা মই কওঁ]।। ২৩

২৩। ভাঙনি—হে অৰ্জ্জুন, যি যি কালত প্ৰয়াণ কৰিলে যোগীৰ সংসাৰলৈ পুনৰাগমন নহয়, আৰু যি যি কালত প্ৰয়াণ কৰিলে পুনৰাগমন হয়, তাক কওঁ শুনা।। ২৩

[ইয়াত কাল মানে সেই সেই কালাভিমানী দেৱতাৰ মাৰ্গ (বেদান্ত দৰ্শন চাওক)। দেৱযান মাৰ্গ আৰু পিতৃযান মাৰ্গৰ কথা কৈছে। দেৱযান পথে ব্ৰহ্মলোকলৈ যায় আৰু পিতৃযান পথে চন্দ্ৰলোকলৈ যায়। এই শ্লোকৰ অৰ্থ হব—

হে অৰ্জ্জুন, যি যি কালাভিমানী দেৱতাৰ দ্বাৰা পৰিচালিত হৈ মৃতকে ব্ৰহ্মলোক বা পিতৃলোকলৈ যাব পাৰে, তাক কওঁ শুনা। ব্ৰহ্মলোকৰ পৰা সংসাৰলৈ ঘূৰি নাহে। চন্দ্ৰলোকৰ পৰা (পুণ্য ক্ষয় হলে) আকৌ সংসাৰলৈ আহিব লাগে।]

**অগ্নিৰ্জ্যোতিৰহঃ শুক্লঃ ষণ্মাসা উত্তৰায়ণম্।**
**তত্ৰ প্ৰয়াতা গচ্ছন্তি ব্ৰহ্ম ব্ৰহ্মবিদো জনাঃ ।। ২৪**

২৪। অন্বয়—অগ্নিঃ [অগ্নি] জ্যোতিঃ [জ্যোতি] অহঃ [দিনে] শুক্লঃ [শুক্ল পক্ষ] উত্তৰাযণঃ ষণ্মাসাঃ [উত্তৰায়ণৰ ছয় মাহ]—(এইবোৰ অভিমানী দেৱতাই যি বাটে মৃতকক লৈ যায)—তত্ৰ [সেই বাটে] প্ৰয়াতাঃ ব্ৰহ্মবিদঃ জনাঃ [যোৱা ব্ৰহ্মবিদ্ পুৰুষে] ব্ৰহ্ম গচ্ছন্তি [ব্ৰহ্মক লাভ কৰে]।। ২৪

২৪। ভাঙনি—"অগ্নি, জ্যোতি, দিন, শুক্ল পক্ষ, ষণ্মাস উত্তৰায়ণ,—এতেক দেৱতা যুক্ত পন্থে যায় জ্ঞানী সৱে ব্ৰহ্মক পাৱে।।"—ভট্টদেৱ।। ২৪

**ধূমো ৰাত্ৰিস্তথা কৃষ্ণঃ ষণ্মাসা দক্ষিণায়নম্।**
**তত্ৰ চান্দ্ৰমসং জ্যোতিৰ্যোগী প্ৰাপ্য নিবৰ্ত্ততে ।। ২৫**

২৫। অন্বয়—ধূমঃ [ধূম] ৰাত্ৰিঃ [ৰাতি] কৃষ্ণ [কৃষ্ণপক্ষ] তথা দক্ষিণাযনম্ ষণ্মাসাঃ [আৰু দক্ষিণাযন ৬ মাহ]—(এই অভিমানী দেৱতা য'ত আছে)—তত্ৰ [সেই বাটে (গমন কৰি)] যোগী [যোগী পুৰুষে] চান্দ্ৰমসং জ্যোতিঃ প্ৰাপ্য নিবৰ্ত্ততে [চন্দ্ৰ সম্বন্ধীয় জ্যোতিৰ্ময় লোক লাভ কৰি, (সংসাৰলৈ) পুনঃ ঘূৰি আহে]।। ২৫

২৫। ভাঙনি—"ধূম, ৰাত্ৰি, কৃষ্ণপক্ষ, ষণ্মাস, দক্ষিণায়ন—এই দেৱতাযুক্ত মাৰ্গে যায়া, কৰ্ম্মী সব স্বৰ্গ পায়া, পুণ্যফল ভোগ কৰি, পুনু আৱৰ্ত্তি আসে।"—ভট্টদেৱ।। ২৫

**শুক্লকৃষ্ণে গতি হ্যেতে জগতঃ শাশ্বতে মতে।**
**একয়া যাত্যনাবৃত্তিমন্যয়াবৰ্ত্ততে পুনঃ ।। ২৬**

২৬। অন্বয়—জগতঃ [জগতৰ] শুক্ল কৃষ্ণে [শুক্ল আৰু কৃষ্ণ—(অৰ্থাৎ দেৱযান আৰু পিতৃযান)] এতে হি গতি [এই দুটাই পথ] শাশ্বতে মতে [নিত্য, বা চিৰকলীয়া বুলি বিখ্যাত] একয়া অনাবৃত্তিং যাতি [এটা পথে অনাবৃত্তি প্ৰাপ্ত হয়] অন্যয়া পুনঃ আবৰ্ত্ততে [ইটো পথে গলে পুনৰাবৃত্তি হয়]।। ২৬

২৬। ভাঙনি—"এই শুক্ল-কৃষ্ণ দুই পন্থ অনাদি সিদ্ধ।

**জ্ঞানাধিকাৰী শুক্ল পন্থে মুক্তি পাৰে। কৰ্ম্মাধিকাৰী কৃষ্ণ পন্থে পুনু আবৰ্ত্তন হয়।"—ভট্টদেৱ ॥ ২৬**

**নৈতে সৃতী পাৰ্থ জানন্ যোগী মুহ্যতি কশ্চন।**
**তস্মাৎ সৰ্ব্বেষু কালেষু যোগযুক্তো ভৱাৰ্জ্জুন ॥ ২৭**

২৭। অন্বয়—পাৰ্থ! এতে সৃতী জানন্ [এই দুটা পথ জানি] কশ্চন যোগী ন মুহ্যতি [কোনো যোগীৰ ভ্ৰান্তি নহয়]। তস্মাৎ [অতএব] অৰ্জ্জুন [হে অৰ্জ্জুন] সৰ্ব্বেষু কালেষু যোগ যুক্তঃ ভব [সদায় তুমি যোগযুক্ত হোৱাঁ]॥ ২৭

২৭। ভাঙনি—হে অৰ্জ্জুন, এই দুই মাৰ্গৰ (দেৱযান আৰু পিতৃযান পথৰ) বিষয়ে জানিলে কৰ্ম্ম যোগী পুৰুষৰ (নিজ কৰ্ত্তব্য সম্বন্ধে) কোনো ভ্ৰান্তি নহয়, অতএব অৰ্জ্জুন, তুমি সদায় যোগ-যুক্ত হ'বাঁ॥ ২৭

[স্বৰ্গলাভ প্ৰাপক সকাম কৰ্ম্মলৈ যোগীৰ আস্থা নহয়, কাৰণ তাৰ ফলত আকৌ সংসাৰলৈ ঘূৰি আহিব লাগিব। ইয়াকে বুজি যোগীয়ে নিষ্কাম কৰ্ম্মযোগ অবলম্বন কৰে। অতএব, হে অৰ্জ্জুন তুমি সদায় কৰ্ম্ম যোগ-যুক্ত হ'বাঁ।]

**বেদেষু যজ্ঞেসু তপঃসু চৈব**
**দানেষু যৎ পুণ্যফলং প্ৰদিষ্টম্।**
**অত্যেতি তৎ সৰ্ব্বমিদং বিদিত্বা**
**যোগী পৰং স্থানমুপৈতি চাদ্যম্ ॥ ২৮**

ইতি শ্ৰীমহাভাৰতে শতসাহস্ৰ্যাং সংহিতায়াং বৈয়াসিক্যাং ভীষ্মপৰ্ব্বণি শ্ৰীমদ্ভগবদ্গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুন সংবাদে অক্ষৰব্ৰহ্মযোগো নাম অষ্টমোঽধ্যায়ঃ।

২৮। অন্বয়—বেদেষু [বেদত] যজ্ঞেষু [যজ্ঞত] তপঃ সু [তপস্যাত] দানেষু চ এব [আৰু দানত] যৎ পুণ্যফলং প্ৰদিষ্টম [যি পুণ্য ফল নিৰ্দিষ্ট আছে] ইদং বিদিত্বা [এই তত্ত্ব জানি] যোগী তৎ সৰ্ব্বং অত্যেতি [যোগীয়ে সেই সকলো অতিক্ৰম কৰে] চ [আৰু] আদ্যং পৰং স্থানং উপৈতি [আদ্য, উচ্চতম স্থান লাভ কৰে]॥ ২৮

২৮। ভাঙনি—এই তত্ত্ব (অৰ্থাৎ ওপৰত কোৱা আবৃত্তি আৰু পুনৰাবৃত্তি তত্ত্বটো) জানি, বেদ, যজ্ঞ, তপস্যা, দান—এইবোৰত যি পুণ্য ফল উপদিষ্ট আছে, সেই সকলোবোৰ যোগীয়ে অতিক্ৰম কৰে আৰু আদ্য (অৰ্থাৎ সকলো বিশ্বৰ মূল কাৰণ) পৰম স্থান (শ্ৰীবিষ্ণুৰ পৰম পদ) লাভ কৰে॥ ২৮

## ইউৰোপীয় দিক্কাল তত্ত্ব

বাস্তৱিক দিক্ বা আকাশ (Space) আৰু কাল (Time) যে কি পদাৰ্থ, এই বিষয়ে ইউৰোপীয় সভ্যতাৰ আদি যুগৰে পৰাই দাৰ্শনিক পণ্ডিত সকলে আলোচনা কৰি আছে, কিন্তু আজিলৈকে কোনেও সঠিককৈ একো কব পৰা নাই। এইটো হলে সকলোৱে সমানে বুজিছিল যে, দিক্ আৰু কালৰ কিবা এটা অচ্ছেদ্য সম্বন্ধ আছে।

অতীজতে ইউৰোপে ভাবিছিল যে আকাশ বা দিক্ আৰু কাল, ঈশ্বৰৰ দুটি বেলেগ আধাৰ বা চিত্ৰ-পট। এখনত (আকাশত) তেওঁ সকলো বস্তু সজাই ৰাখে আৰু ইখনত (কালত) তেওঁ জগতৰ সকলো ঘটনা সজাই ৰাখে। এই দুখন পট নহলে আমাৰ কোনো বিষয়জ্ঞান হব নোৱাৰে। জগতৰ সকলো বস্তুৰ ওপৰত কালৰ চিত্ৰপটখনি লাহে লাহে বাগৰি গলেহে জগতৰ পৰিণাম হয় আৰু মানুহৰ বিষয়জ্ঞান হয়। আকাশত নহলে কোনো বস্তু নাই। (No things without space) এটা বস্তুৰ যেনেকৈ দিগ্ব্যাপ্তি অৰ্থাৎ দীঘ, পুতল আদি আছে সেইদৰে তাৰ কাল-ব্যাপ্তি (Duration) এটাও আছে। নহলে সি একো বস্তুৰেই নহয়। বস্তু উৎপন্ন হোৱা মাত্ৰ যদি ধ্বংস হয়, তেন্তে তাৰ অস্তিত্ব বুলিবলৈ কি থাকিল? তেওঁবিলাকে এই দৰেই বুজিছিল যে, সকলো বস্তু চতুৰ্ব্যাপ্তি পদাৰ্থ (Four dimensional)। তেওঁ বিলাকে আৰু ভাবিছিল যে কাল আৰু আকাশ উভয়েই অনন্ত, অসীম আৰু অনাদি। ইঁহঁতৰ দুয়োটাৰ আদি অন্ত নাই, কিন্তু দুয়োটা পৃথক্ পদাৰ্থ। তেওঁ বিলাকে আৰু ভাবিছিল যে, এই সমস্ত জগৎখন যেন এটা বিন্দু আৰু কাল যেন এখন নৈ, সেই বিন্দুৰ ওপৰেদি অতীতৰ পৰা ভবিষ্যতলৈ অনবচ্ছিন্ন ভাৱে বৈ গৈছে। সেই গুণে তেওঁ বিলাকে ভাবিছিল—

(১) জগতৰ সকলো অংশতে একে কাল। কালৰ দৈৰ্ঘ্য সকলোৱে সমানে অনুভৱ কৰে, মোৰ মানত এঘন্টা সময় যিমান দীঘল জগতৰ সকলো ঠাইত আৰু সকলো প্ৰাণীৰ মানতো সি সিমান দীঘল। মোৰ পক্ষে যি মুহূৰ্ত্তটি বৰ্ত্তমান কাল, সি সকলোৰে পক্ষে বৰ্ত্তমান কাল। এবাৰ গলে সেই মুহূৰ্ত্তটি আৰু ঘূৰি নাহে।

(২) ভূত-ভবিষ্যত কালো সকলোৰে একে। যিটো ঘটনা হৈ গ'ল (অতীত) সেইটো সকলোৰে পক্ষে হৈ গ'ল। সি আৰু ঘূৰি নাহে। যিটো ঘটনা আগলৈ (ভবিষ্যতে) আহিব সি সকলোৰে পক্ষে একে সময়তে আহিব।

(৩) দু'টা সমসাময়িক ঘটনা সকলোৰে পক্ষে সমসাময়িক, সিহঁত সদায় সমসাময়িক।

পৃথিবীত এইবোৰ অতি সত্য কথা আৰু আমি সকলোৱে পৃথিবীত এইদৰে দেখিছোঁ। ইয়াৰ যে, ইফাল-সিফাল হব পাৰে এই কথা মানুহে ধাৰণা কৰিব নোৱাৰে, কিন্তু বিজ্ঞানে দেখুৱালে যে পৃথিবীখনেই গোটেই জগত নহয়। গোটেই জগতৰ পৃথিবীখন এটি অতি ক্ষুদ্ৰাতিক্ষুদ্ৰ অংশ মাত্ৰ। জগতৰ অতি ক্ষুদ্ৰাতিক্ষুদ্ৰ অংশত অৰ্থাৎ এটা বিন্দুত থুপ খাই থকা মানুহৰ পক্ষে কালৰ বিষয়ে ওপৰত দিয়া তিনিটি কথা অতি সত্য। তাৰ ভুল নাই, কিন্তু এই অসীম অনন্ত জগতৰ আন অংশত সেইবোৰ কথা সত্য হ'ব নোৱাৰে। যেনে—"সম-সাময়িক ঘটনা সদায় সম-সাময়িক"। এই কথাটো আমাৰ পক্ষে সত্য হলেও সকলো জগতত সত্য নহয়। ধৰক, এতিয়া যেন পৃথিবীত এটা পপীয়া তৰা খহি পৰিছে আৰু লগে লগে এটা বৰটোপৰ ধ্বনি হৈছে। এই দুটা আমাৰ পক্ষে সমসাময়িক ঘটনা, কিন্তু চন্দ্ৰলোকত যদি মানুহ আছে, তেওঁবিলাকৰ পক্ষে এই দুটা ঘটনা সমসাময়িক নহয়। তেওঁবিলাকে পপীয়া তৰা খহা ঘটনাটো আমাৰ লগতে হলেও দেখিব বা অলপ পিচত দেখিব, কিন্তু টোপৰ ধ্বনি আমাৰ বহুত পিচতহে শুনিব।

—অৰ্থাৎ আমাৰ পক্ষে যি দুটা ঘটনা সমসাময়িক তেওঁলোকৰ পক্ষে নহয়।

আকৌ ধৰক, এটা তৰা আকাশত ধ্বংস হ'ল আৰু ধৰক, সেই তৰাৰ পৰা পোহৰ আমাৰ ইয়ালৈ আহিবলৈ ২০০ বছৰ লাগে। তৰাটো ধ্বংস হোৱাৰ ঘটনাটো জগতৰ সেই ঠাইৰ মানুহে তেতিয়াই দেখিব, কিন্তু আমি হলে ২০০ বছৰৰ পিচতহে দেখিম। এই ২০০ বছৰ সেই ধ্বংস হৈ যোৱা তৰাটো আমি পূৰ্ব্ববৎ উজ্জ্বল দেখি থাকিম। ২০০ বছৰৰ পাছত দেখিম যে তৰাটো লাহে লাহে ৰঙা হৈ আহি শেহত নাইকিয়া হ'ল। আমাতকৈ জগতৰ দূৰ অংশত থকা নক্ষত্ৰৰ মানুহে দুশ বছৰৰ পাছতো সেই তৰাটো পূৰ্ব্ববৎ দেখি থাকিব। তেন্তে জগতৰ সকলো অংশতে একে কাল হ'ল কেনেকৈ? সকলোৰে একে বৰ্ত্তমান কাল হ'ল কেনেকৈ?

(২) "ভূত-ভবিষ্যতো সকলোৰে পক্ষে একে"—কালৰ বিষয়ে কোৱা এই কথাও জগতৰ ক্ষুদ্ৰ অংশত গোটখাই থাক মানুহৰ পক্ষহে সত্য; কিন্তু গোটেই জগতৰ কথা একেলগে ভাবিলে ই সত্য নহয়। আজি পৃথিবীত যি ঘটনা হৈছে, সেইবোৰ আমাৰ বৰ্ত্তমান কালত ঘটিছে; কিন্তু নক্ষত্ৰলোকৰ মানুহৰ পক্ষে এইবোৰ ভবিষ্যতৰ ঘটনা। কাৰণ ইয়াৰ পৰা নক্ষত্ৰলোকলৈ খবৰ যাবলৈ সময় লাগিব।

এইদৰে বিজ্ঞানে দেখুৱালে যে, কাল-জ্ঞান, বৰ্ত্তমান-মুহূৰ্ত্ত-জ্ঞান, ভূত-ভবিষ্যৎ-জ্ঞান, এই বিশ্ব-ব্ৰহ্মাণ্ডৰ ঠায়ে ঠায়ে বেলেগ বেলেগ হয়। তেন্তে কোন ঠাইৰ জ্ঞান, কাৰ জ্ঞান, সত্য জ্ঞান? জগতৰ কোনো গ্ৰহ-নক্ষত্ৰ স্থিৰ নহয়। সকলোবোৰ নিজ নিজ কক্ষত দ্ৰুতবেগে ঘূৰি আছে। সকলোৱে কিন্তু ভাবে যে তেওঁৰ নিজৰ গ্ৰহটি স্থিৰ, ইবোৰ গ্ৰহহে ঘূৰিছে। কোনেও মহাকাশত (Space ত) স্থিৰে থকা নাই। থকা হলেও আমি গণনা কৰি উলিয়াব পাৰিলোহেঁতেন কোনে কি দেখিছে বা কাৰ কাল-জ্ঞান সত্য জ্ঞান? বিজ্ঞানে আৰু দেখুৱালে যে অকল কাল-জ্ঞানেই নহয়, প্ৰাণীৰ জগজ-জ্ঞানো, মহাকাশৰ ভিন্ন ভিন্ন ঠাইত বেলেগ বেলেগ হয়। জগতৰ স্বৰূপ সকলোৱে একে নেদেখে, তেন্তে কাৰ দেখা সত্য দেখা? Einstein এ এই প্ৰশ্নৰ উত্তৰত কলে যে এই জগতত সকলো পদাৰ্থ-বিদ্যা-সম্বন্ধীয়-পৰিমাণ, যেনে কাল, দিক, গতি, জোখ, ওজন ইত্যাদি সকলো আপেক্ষিক—অৰ্থাৎ জগতৰ মহাকাশৰ সকলো অংশতে সকলো প্ৰাণীৰ পক্ষে একে নহয়। জগতৰ একে ঠাইতে থুপখাই থকা প্ৰাণীৰ পক্ষে একে হলেও আন অংশত নহয়। সেই গুণেই পদাৰ্থ বিদ্যাৰ সহায়েৰে কৰা সকলো পৰ্য্যবেক্ষণ জগতৰ সকলো ঠাইতে একে নহয়। জগতৰ প্ৰত্যেক ঠাইৰ পৰা প্ৰাণীয়ে জগতক ভিন্ন ভিন্ন ৰূপে দেখে। এই জগতত যি যেনে দেখে তাৰ পক্ষে সেয়ে সত্য। আচল সত্য বোলা কথা এটা (absolute reality) এই জগতত নাই। তেওঁ দেখুৱালে যে, দিক্ আৰু কাল দুটা বেলেগ পদাৰ্থ বুলি ধৰি গণনা কৰিলে অঙ্ক কৰি জগতৰ সকলো ঠাইত সমানে খটা নৈসৰ্গিক নিয়মবোৰ বুজা নাজায়; কিন্তু দিক্ আৰু কাল গোটাই "দিক্কাল" এটা বস্তু বুলি ধৰি গণনা কৰিলে জগতৰ সকলো অংশতে সমানে খটা আৰু সমানে সত্য নৈসৰ্গিক নিয়মবোৰ অঙ্ক কৰি উলিয়াব পাৰি। জগতক এটা চতুৰ্ব্ব্যাপ্তি দিক্কাল মণ্ডল (Four dimensional space time continuum) বুলি ধৰিলেহে এই নৈসৰ্গিক নিয়মবোৰ জানিব পাৰি। এইদৰে ধৰি তেওঁ কাল সম্পৰ্কে অঙ্কেৰে প্ৰমাণ কৰি দুটা কথা দেখুৱালে—

কালৰ ভাব আমাৰ মনলৈ দুই ৰকমে আহে; যেনে—

(১) অখণ্ড কাল জ্ঞান (becoming or time-lived) —এই কাল আমাৰ নিজৰ আত্মবোধ মাত্ৰ (অহংজ্ঞান)।

বহির্জ্জগতৰ সকলো পদাৰ্থ ধ্বংস হৈ গলেও এইকাল-জ্ঞান আমাৰ থাকি যাব। ইয়াৰ ভূত-ভবিষ্যত ভেদ নাই। আমি ইন্দ্রিয় যোগে এই কাল-জ্ঞান পোৱা নাই। ই আমাৰ নিজা সম্পতি; কিন্তু এই কাল-জ্ঞান আপেক্ষিক জ্ঞান—অৰ্থাৎ সকলো প্রাণীৰে একে নহয়। মহাকাশত নিজ নিজ গতি অনুসাৰে ভিন্ন ভিন্ন প্ৰাণীৰ ভিন্ন ভিন্ন কাল-জ্ঞান হয়। আমি এক ঘণ্টাক যিমান দীঘল বুলি অনুভৱ কৰো, হয়তো সেই সময়টোকে মহাকাশৰ আন ঠাইত অন্যপ্ৰাণীয়ে এক মিনিট যেন হে অনুভৱ কৰিব, বা আৰু এঠাইত তাকে এক যুগ যেন বুলি অনুভৱ কৰিব। (এইবোৰ কথা আমাৰ শাস্ত্ৰৰ লগত আখৰে আখৰে মিলে—যেনে আমাৰ এবছৰে দেৱতাৰ এদিন। গীতাৰ ৮।১৭ শ্লোক)

(২) এই অখণ্ড কাল-জ্ঞানৰ বাহিৰেও আমাৰ আৰু এক ৰকমে কাল-জ্ঞান হয়। Astronomical time যি জ্ঞান বহির্জ্জগতৰ পৰা আহে। এই কাল জ্ঞানতে আমি ভূত ভবিষ্যত ভেদ কৰোঁ, ঘণ্টা মিনিটেৰে ভাগ কৰো। ই আচলতে আমি নিজে গঢ়িলোৱা এটা একক মাত্র। (Unit of measurement) আৰু সেইবাবেই ই আপেক্ষিক জ্ঞান নহয়। বহির্জ্জগতৰ এটা ঘটনা অৱলম্বন কৰিহে এই খণ্ড কাল-জ্ঞান লাভ কৰিব পাৰো। বহির্জ্জগতত কোনো ঘটনা নহলেই এই কাল (Astronomical time) নাই। এয়ে আমাৰ ব্যৱহাৰিক কাল। আচলতে ই কাল্পনিক পদাৰ্থ। (আমাৰ দৰ্শনেও কয় যে এই কাল এটা অবান্তৰ কল্পনা। বহির্জ্জগতৰ পৰিণামৰ পাৰম্পৰ্য্যৰ জ্ঞান মাত্ৰ, আচল কাল নহয়।)

দিক্ সম্বন্ধেও (Einstein এ কয় যে কাণ্টৰ দিনত মানুহে যে কৈছিল যে দিক্ অনন্ত, অসীম, সেইটো ঠিক নহয়। এই জগত সসীম আৰু অণ্ডাকাৰ। ইয়াৰ ব্যাস 2000 million Light years অৰ্থাৎ দুহেজাৰ নিযুত বছৰত পোহৰে যিমান যাব পাৰিব সিমান দীঘল। (পোহৰৰ গতি চেকেণ্ডত ১৯২৫০০ মাইল। আমাৰ শাস্ত্ৰতো কয় যে আকাশ সৃষ্ট পদাৰ্থ আৰু সেই বাবেই সসীম। তেওঁ আৰু কৈছে আৰু অঙ্ক কৰি দেখুৱাইছে যে এই জগতখন অণ্ডাকাৰ হৈছে কাৰণ ইয়াত “সূৰ্য্য, চন্দ্ৰ, তৰা আদি দ্ৰব্য আছে। এই দ্ৰব্যবোৰ নহলেই আকাশ আকাশ হৈ নাথাকে। ই যেন লৰা-ছোৱালীয়ে ধেমালি কৰা এটা ৰবৰৰ বেলুন—ফুঁ মাৰিলেই ওফন্দি বেলুন হয়, বতাহ ওলাই গলেই কোঁচ খাই একো নোহোৱা হয়। সেই দৰেই Einstein-এ অঙ্ক কৰি দেখুৱাইছে যে বস্তু নহলেই আকাশ নাই। আগৰ কাণ্টৰ দিনত কৈছিল যে, Nothing without space অৰ্থাৎ আকাশ নহলে বস্তু নাই। এতিয়া Einstein এ কয় যে, বস্তু নহলেই আকাশ নাই (No space without things)।

(আমাৰ শাস্ত্ৰই Einsteinক সমৰ্থন কৰে—যথা 'আকাশং বাহ্য শূণ্যাত্বাদনাকাশঞ্চ চিত্ততঃ।' পঞ্চশীত দিক আৰু কালৰ বিষয়ে আলোচনা আছে। তাতে দেখিব যে Einstein ৰ মত আমাৰ শাস্ত্ৰ সম্মত।

আজি কালি বৈজ্ঞানিক সকলে আৰু ভাবে যে আকাশখন এবাৰ ওফন্দি ডাঙৰ হৈ যায় আৰু এবাৰ কোঁচ খাই সৰু হৈ যায়, ঠিক যেনেকৈ সৰু লৰা-ছোৱালীইতে ৰবৰৰ বেলুন এবাৰ সৰু আৰু এবাৰ ডাঙৰ কৰিব পাৰে। জগতখনো সেইদৰেই এবাৰ ওফন্দে আৰু এবাৰ কোঁচ খায়। এইদৰেই অনন্তকাল হৈ আছে আৰু হৈ থাকিব। এইবোৰ কথা বুজা টান। (Jeans এ তেওঁৰ New Background of Science অত এই বিষয় অলপ আভাস দিছে আৰু —Eddington-এ এই বিষয়ে এখন কিতাপ লিখিছে Expanding Universe)।

এইবোৰ কথা গণিত শাস্ত্ৰৰে প্ৰমাণ নকৰিলে মানুহে বিশ্বাস কৰিবও নোৱাৰে আৰু গণিত শাস্ত্ৰ ইয়াত আমি আলোচনা কৰিবও নোৱাৰো। কিন্তু যদি এইদৰেই হয় অৰ্থাৎ যদি আকাশ কোঁচ খাই আহিছে তেন্তে আকাশৰ প্ৰত্যেক পৰমাণু কোঁচ খাইছে। মানুহৰ শৰীৰো কোঁচ খাইছে, প্ৰত্যেক বস্তু কোঁচ খাই আহিছে। তেতিয়া হলে, পুৰাণৰ কথাটো—অৰ্থাৎ সত্যকালৰ মানুহ ২১ হাত দীঘল আছিল, ক্ৰমে কোঁচ খাই কলিত ৩॥ হাত হল, এই কথাটো সচাঁইনেকি !!!

এতিয়ালৈকে পাশ্চাত্য বিজ্ঞানে যিমান দূৰ ঢুকি পাইছে তাৰ দ্বাৰা দিক্ আৰু কালৰ আচল স্বৰূপ কি, সেইটো নিৰ্ণয় হোৱা নাই। Einstein ৰ four dimentional space time continuum এটা ছবি মাত্ৰ। কাল আৰু দিক্ গোটাই অৰ্থাৎ দিক্ আৰু কাল দুটা বেলেগ পদাৰ্থ বুলি নধৰি "দিক্-কাল” এটা বুলি ধৰি জগতৰ সত্যবোৰ বুজিবলৈ এই ছবিটোৱে সহায় কৰে। ভাৰতীয় দৰ্শনৰ দিক্কাল তত্ত্বটি যেন Einstein এ অঙ্কেৰে প্ৰমাণ কৰিলে। ইয়াৰ পৰা দিক্কালৰ আচল স্বৰূপৰ বিষয়ে আমাৰ একো জ্ঞান নহয়। সাংখ্যৰ "দিক্কালাবাকাশাদিভ্যঃ" এই সূত্ৰটি বুজিবলৈ Einstein ৰ

ছবিটিয়ে আমাক সহায় কৰে। সাংখ্যইও Einstein ৰ দৰে "দিক্‌কাল" এটা বুলি ধৰিছে।

কিন্তু দিক্ আৰু কাল আচলতে কি? কিয় ইঁহতৰ এনে আচৰিত যোগ? ইঁহতৰ মূল কি? কিয় ইঁহতক গোটাই ললেহে বিষয-জ্ঞান হয়?

এইবোৰ কথা কেৱল মাত্ৰ বেদান্ত বা সাংখ্য দৰ্শনেহে কব পাৰে। সাংখ্যই কৈছে যে কাল-জ্ঞান আৰু দিক্‌জ্ঞান একে, অহং জ্ঞানৰ পৰা উদ্ভৱ হৈছে। দুয়োটা অচ্ছেদ্য জ্ঞান একেলগে উদ্ভৱ হয়। এই জ্ঞানটি নহলে সংসাৰ নহয়। ইয়াৰ পৰা আৰু বুজিব পাৰি (আৰু বেদান্তই বুজাইছে) যে সৎ পদাৰ্থ, পৰম ব্ৰহ্মৰ তাৎ দিক্ আৰু কাল নাই। তেওঁ দিক্কালাতীত।

তাহানি ইউৰোপীয় দাৰ্শনিক কাণ্টেও (Kant) ভাবিছিল যে দিক আৰু কাল মানসিক পদাৰ্থ (mental or subjective)

# নবমোঽধ্যায়ঃ

## ৰাজ-বিদ্যা-ৰাজ-গুহ্যযোগঃ

[৭ম আৰু ৮ম অধ্যাযত যিবোৰ তত্ত্ব ক'লে, তাকে আৰু বহলাই কৈ বুজাব যে সকলো কৰ্ম্ম ভক্তিপূৰ্ব্বক ঈশ্বৰক অৰ্পণ কৰি তেওঁৰ উপাসনা কৰাই মানুহৰ কৰ্ত্তব্য। তেওঁৰ উপাসনা কৰিলেই মানুহৰ সকলো পাপ নাশ হয। তেওঁৰ ভক্তৰ বিনাশ নাই। এইবোৰ কথা একৰকমে ওপৰত কোবা হৈছে। কিন্তু বৰ্ত্তমান ৯ম অধ্যায়ত আকৌ তাকে কৈ অৰ্জ্জুনক যেন ভগৱানে ১১ শ অধ্যায়ত তেওঁৰ বিৰাট ৰূপটি দৰ্শন কৰিবলৈ প্ৰস্তুত কৰাইছে। সেই গুণে ৯ম আৰু ১০ম অধ্যাযত ক'ব যে এই জগৎ গোটেইখনেই তেওঁ, জগতৰ বাহিৰতো, তেওঁ জগদতীত অব্যক্ত নিৰ্গুণ ব্ৰহ্ম। সকলো প্ৰাণী তেওঁ—তেওঁৰ বিভূতি।]

শ্ৰীভগবানুবাচ

**ইদন্তু তে গুহ্যতমং প্ৰবক্ষ্যাম্যনসূয়বে।**
**জ্ঞানং বিজ্ঞানসহিতং যজ্জ্ঞাত্বা মোক্ষ্যসেঽশুভাৎ ।।১**

১। অন্বয়—শ্ৰীভগবান্ উবাচ। ইদং তু [এই] গুহ্যতমং [দুৰ্বোধ] বিজ্ঞান সহিতম্ [বিশেষ জ্ঞানে সৈতে] জ্ঞানম্ [জ্ঞান] অনসূয়বে তে [দোষ-দৃষ্টিশূন্য তোমাক] প্ৰবক্ষ্যামি [কম] যৎ জ্ঞাত্বা [যি জ্ঞান লাভ কৰি] অশুভাৎ মোক্ষ্যসে [অশুভৰ পৰা মুক্ত হ'বাঁ] ।। ১

১। ভাঙনি—(হে অৰ্জ্জুন) তুমি দোষ-দৃষ্টি শূন্য (তুমি মোৰ কথা বুজিছা—সেইগুণে) মই এতিয়া তোমাক অতি গুহ্য (সাধাৰণ মানুহে বুজিব নোৱাৰা) জ্ঞান বিজ্ঞানে সৈতে কওঁ; যি জ্ঞান লাভ কৰি তুমি সকলো অশুভৰ পৰা মুক্ত হ'বাঁ ।। ১

[আমি ওপৰত কৈ আহিছো যে বিজ্ঞান মানে science নহয। বিজ্ঞান মানে (গীতাত) পৰমাৰ্থিক জ্ঞান, যি জ্ঞান ভিতৰৰ পৰা হে ওলাব পাৰে।]

**ৰাজবিদ্যা ৰাজগুহ্যং পবিত্ৰমিদমুত্তমম্।**
**প্ৰত্যক্ষাবগমং ধৰ্ম্ম্যং সুসুখং কৰ্ত্তুমব্যয়ম্ ।। ২**

২। অন্বয়—ইদং [(মই কব খোজা) এই জ্ঞান] ৰাজবিদ্যা [শ্ৰেষ্ঠ বিদ্যা] ৰাজগুহ্যং [অতি গুহ্য] উত্তমং পবিত্ৰং [অত্যন্ত পবিত্ৰ] প্ৰত্যক্ষাবগমং [প্ৰত্যক্ষ অনুভৱৰ বিষয়] ধৰ্ম্ম্যং [ধৰ্ম্মলৈ প্ৰবৃত্তিবৰ্দ্ধক] কৰ্ত্তুং সুসুখম্ [সুখ-সাধ্য] অব্যযম [অক্ষয় ফল-প্ৰদ] ।। ২

২। ভাঙনি—এই জ্ঞান শ্ৰেষ্ঠ বিদ্যা, অতি গুহ্য, অতি পৱিত্ৰ, ইয়াৰ সত্যতা প্ৰত্যক্ষ অনুভৱৰ বিষয়, ইয়াক জানিলে মানুহৰ ধৰ্ম্মলৈ প্ৰবৃত্তি হয়, ই অতি সুখ-সাধ্য; আৰু ইয়াৰ ফল অক্ষয় ।। ২

(গুহ্য মানে সাধাৰণ মানুহে বুজিব নোৱাৰা দুৰ্ব্বোধ ১৮।৬৪ শ্লোক চাওক)

**অশ্ৰদ্দধানাঃ পুৰুষা ধৰ্ম্মস্যাস্য পৰন্তপ।**
**অপ্ৰাপ্য মাং নিবৰ্ত্তন্তে মৃত্যুসংসাৰবৰ্ত্মনি ।।৩**

৩। অন্বয়—পৰন্তপ [হে অৰ্জ্জুন] অস্য [এই] ধৰ্ম্মস্য [ধৰ্ম্মৰ প্ৰতি] অশ্ৰদ্দধানাঃ [অশ্ৰদ্ধাকাৰী বা বিশ্বাসহীন] পুৰুষাঃ [পুৰুষে] মাং [মোক] অপ্ৰাপ্য [নাপাই] মৃত্যু-সংসাৰ-বৰ্ত্মনি [মৰণশীল সংসাৰ মাৰ্গত] নিবৰ্ত্তন্তে [ভ্ৰমণ কৰে বা অহা-যোৱা কৰে] ।। ৩

৩। ভাঙনি—হে অৰ্জ্জুন, মই কব খোজা এই ধৰ্ম্মত যাৰ

শ্ৰদ্ধা নহয়, সি মোক লাভ কৰিব নোৱাৰি মৰণ-ধৰ্ম্মশীল সংসাৰ মাৰ্গত ঘূৰি থাকে।। ৩

[যি সত্যৰ কথা এতিয়া ভগৱানে ক'ব তাক যুক্তি-তৰ্ক বা গণিত শাস্ত্ৰেৰে প্ৰমাণ কৰিব নোৱাৰি। তেওঁ যে অব্যক্ত মূৰ্ত্তিৰে এই জগৎ ব্যাপী আছে আৰু জগতৰ ওপৰতো তেওঁ আছে—এই সত্য যি বিশ্বাস কৰিব নোৱাৰে, জানিব লাগে যে সি ক্ৰমোন্নতিৰ অতি নিম্নস্তৰ হে পাইছেহি ; কাজেই, তাৰ আৰু বহুত বাৰ আসুৰী যোনিত পৰিভ্ৰমণ কৰিবলৈ বাকী আছে। আচল মনুষ্য-জন্ম আৰম্ভ হয় তেতিয়া, যেতিয়া মানুহে এই সত্যটি বিশ্বাস কৰিব পাৰে। এই একে কথাকে ১৬ অধ্যায়ত আকৌ কৈছে]

**ময়া ততমিদং সৰ্ব্বং জগদব্যক্তমূৰ্ত্তিনা।**
**মৎস্থানি সৰ্ব্বভূতানি ন চাহং তেষ্বৱস্থিতঃ।। ৪**

৪। অন্বয়—অব্যক্ত মূৰ্ত্তিনা ময়া [অব্যক্ত স্বৰূপ মই] ইদং সৰ্ব্বং জগৎ [এই গোটেই জগৎ] ততং [ব্যাপি আছো], সৰ্ব্ব ভূতানি মৎ স্থানি [সকলো পদাৰ্থ মোত অৱস্থিত] অহং তু [মই কিন্তু] তেষু ন অৱস্থিতঃ [সেই ভূতগ্ৰামত অৱস্থিত নহওঁ]।। ৪

৪। ভাঙনি—ওপৰৰ সেই পৰম পবিত্ৰ ৰহস্যটি কি, তাক এতিয়া কৈছে—

অব্যক্তৰূপী মই সকলো জগৎ ব্যাপী আছোঁ, সকলো মোৰ অন্তৰ্গত, কিন্তু মই সেই ভূতগ্ৰামৰ ভিতৰত আৱদ্ধ নহওঁ—অৰ্থাৎ জগৎ অতিক্ৰম কৰিও মই বৰ্ত্তমান।। ৪

(আমি পাতনিত কৈ আহিছো যে সকলো ব্যক্ত পদাৰ্থ অব্যক্তৰ অন্তৰ্গত।)

**ন চ মৎস্থানি ভূতানি পশ্য মে যোগমৈশ্বৰম্।**
**ভূতভৃন্ন চ ভূতস্থো মমাত্মা ভূতভাবনঃ।। ৫**

৫। অন্বয়—মে [মোৰ] ঐশ্বৰং যোগং পশ্য [ঐশ্বৰিক শক্তি চোৱাঁ]; ভূতানি ন চ মৎস্থানি [প্ৰাণীবোৰ মোত অৱস্থিত নহয়] মম আত্মা [মোৰ আত্মা অৰ্থাৎ মূল স্বৰূপ মই] ভূতভৃৎ [ভূতধাৰক] ভূত ভাবনঃ চ [ভূতগ্ৰামৰ উদ্ভৱৰ কাৰণ] ন ভূতস্থঃ [কিন্তু সিহঁতৰ ভিতৰত আৱদ্ধ নহওঁ]।।৫

৫। ভাঙনি—মোৰ ঐশী স্বৰূপ চোৱাঁ অৰ্থাৎ মোৰ স্বৰূপ সৰ্ব্বতোভাৱে অচিন্ত্য। (ভূতগ্ৰাম মোত অৱস্থিত বুলি কলোঁ, কিন্তু) মোৰ স্বীয় মূল স্বৰূপত ভূতগ্ৰাম নাই; অৰ্থাৎ মই সিহঁতক কৰিও বৰ্ত্তমান আছোঁ। কিন্তু এনে হলেও, মই সিহঁতক অতিক্ৰম উৎপন্ন কৰিছো, ধৰি ৰাখিছো, অথচ মই সিহঁতৰ ভিতৰতে আৱদ্ধ নহওঁ।। ৫

**যথাকাশস্থিতো নিত্যং বায়ুঃ সৰ্ব্বত্ৰগো মহান্।**
**তথা সৰ্ব্বাণি ভূতানি মৎস্থানীত্যুপধাৰয়।। ৬**

৬। অন্বয়—যথা [যেনেকৈ] সৰ্ব্বত্ৰগঃ [সৰ্ব্বত্ৰ গমনশীল] মহান বায়ুঃ [মহা বেগবান্ বায়ু] নিত্যম্ আকাশস্থিতঃ [সদায় আকাশত অৱস্থিত] তথা সৰ্ব্বাণি ভূতানি মৎস্থানি [সেইদৰেই সকলো বস্তু মোত অৱস্থিত]—ইতি উপধাৰয [এই ভাবে ধাৰণা কৰা]।। ৬

৬। ভাঙনি—সৰ্ব্বত্ৰ গমনশীল বায়ু সদায় যেনেকৈ আকাশত প্ৰতিষ্ঠিত (কিন্তু বায়ুত লিপ্ত নহয়) তদ্ৰূপ সকলো বস্তু মোত অৱস্থিত (কিন্তু মই আকাশৰ দৰেই নিৰ্লিপ্ত)। এই দৃষ্টান্তৰ পৰা মোৰ স্বৰূপ অৱধাৰণ কৰা।। ৬

(আধুনিক পাঠকসকলে নিউটনৰ দিনৰ বৈজ্ঞানিকসকলৰ কল্পিত ঈথৰৰ (Ether) দৃষ্টান্তটি দিলে আৰু সহজে বুজিব।)

**সৰ্ব্বভূতানি কৌন্তেয় প্ৰকৃতিং যান্তি মামিকাম্।**
**কল্পক্ষয়ে পুনস্তানি কল্পাদৌ বিসৃজাম্যহম্।। ৭**

৭। অন্বয়—কৌন্তেয়। কল্পক্ষযে [কল্পান্তত] সৰ্ব্বভূতানি [সকলো জগৎ] মামিকাং প্ৰকৃতিং যান্তি [মোৰ প্ৰকৃতিত লয হয], কল্পাদৌ [কল্পৰ আদিত—অৰ্থাৎ সৃষ্টি কালত] অহং তানি পুনঃ বিসৃজামি [মই সেইবোৰ আকৌ সৃজন কৰোঁ]।। ৭

৭। ভাঙনি—হে অৰ্জ্জুন, কল্পৰ অন্তত সমুদায় দৃশ্য-জগৎ মোৰ প্ৰকৃতিত লয হয। কল্পৰ আদিত আকৌ সেইবোৰ মই সৃজন কৰোঁ।। ৭

( ৮ম অধ্যায়ৰ ১৮শ শ্লোক চাওক)

**প্ৰকৃতিং স্বামৱষ্টভ্য বিসৃজামি পুনঃ পুনঃ।**
**ভূতগ্ৰামমিমং কৃৎস্নমৱশং প্ৰকৃতেৰ্বশাৎ।। ৮**

৮। অন্বয়—প্ৰকৃতেঃ বশাৎ [প্ৰকৃতিৰ বশত] অৱশং [অৱশ হৈ থকা] ইমং কৃৎস্নং ভূতগ্ৰামং [এই সকলো ভূত গ্ৰামক] স্বাং প্ৰকৃতিম্ অৱষ্টভ্য [মোৰ নিজ প্ৰকৃতিত অধিষ্ঠিত হৈ] পুনঃ পুনঃ বিসৃজামি [পুনঃ পুনঃ সৃষ্টি কৰোঁ]।। ৮

৮। ভাঙনি—মই মোৰ নিজ শক্তি প্ৰকৃতিত অধিষ্ঠিত হৈ, সেই প্ৰকৃতিৰ বশত অৱশ হৈ থকা এই সকলোবোৰ ভূতবৰ্গক, পুনঃ পুনঃ সৃষ্টি কৰোঁ।। ৮

[সৃষ্টিৰ আগত জীৱবোৰ প্ৰকৃতিৰ মোহ বন্ধনত

অজ্ঞানাচ্ছন্ন হৈ, "প্ৰকৃতিলীন" হৈ, মহত্তত্ত্বত থাকে। সাংখ্য-দৰ্শনৰ আৰু পাতনি ৪০ কাৰিকাৰ গৌড়পাদ ভাষ্য চাওক।]

**ন চ মাং তানি কৰ্ম্মাণি নিবধ্নন্তি ধনঞ্জয়।**
**উদাসীনবদাসীনমসক্তং তেষু কৰ্ম্মসু ॥ ৯**

৯। অন্বয়—ধনঞ্জয়। তেষু কৰ্ম্মসু [এই সৃষ্টি কাৰ্য্যত] অসক্তং [অনাসক্ত] উদাসীন বৎ আসীনং [উদাসীনৰ দৰে থকা] মাং [মোক] তানি কৰ্ম্মাণি চ ন নিবধ্নন্তি [সেইবোৰ কৰ্ম্মই বন্ধন কৰিব নোৱাৰে] ॥ ৯

৯। ভাঙনি—হে অৰ্জ্জুন, মই এই সকলোবোৰ সৃষ্টি কৰিও, সৃষ্টি-কাৰ্য্যত মই অনাসক্ত, উদাসীন। এই কৰ্ম্মই মোক আৱদ্ধ কৰিব নোৱাৰে। ৯

[কৰ্ম্ম কৰিলেই তাৰ ফল অবশ্যম্ভাবী, আৰু তাত মানুহ আসক্ত হ'বই। গীতাই এতিয়া কৈছে যে ভগৱানে আমাৰ দৰে কৰ্ম্ম নকৰে। তেওঁ প্ৰকৃতিত অধিষ্ঠিত হৈ প্ৰকৃতিৰ দ্বাৰা কৰ্ম্ম কৰাইছে। তেওঁ কোনো অদম্য বাসনাৰ দ্বাৰা প্ৰকৃতিত আসক্ত নহয়। তেওঁৰ সত্তা প্ৰকৃতিৰ ওপৰতো বৰ্ত্তমান আছে। তেওঁ অনন্ত কাল ধৰি যেনে আছে, তেনেই থাকে, প্ৰকৃতিৰ আৱৰ্ত্তনত তেওঁৰ অক্ষৰ সত্তাৰ একো পৰিবৰ্ত্তন নহয়। সেই গুণে গীতাই তলৰ শ্লোকটি দি কথাটো আৰু পৰিষ্কাৰ কৰিছে]

**ময়াধ্যক্ষেণ প্ৰকৃতিঃ সূয়তে সচৰাচৰম্।**
**হেতুনানেন কৌন্তেয় জগদ্বিপৰিৱৰ্ত্ততে ॥ ১০**

১০। অন্বয়—অধ্যক্ষেন ময়া [অধ্যক্ষ স্বৰূপ মোৰ দ্বাৰা] প্ৰকৃতিঃ [প্ৰকৃতিয়ে] সচৰাচৰং সূয়তে [স্থাৱৰ জঙ্গমাত্মক জগৎ প্ৰসৱ কৰে] কৌন্তেয় [হে অৰ্জ্জুন] অনেন হেতুনা [এই বাবে] জগৎ বিপৰিৱৰ্ত্ততে [জগৎ পুনঃ পুনঃ আবৰ্ত্তিত হয় (কিন্তু মোৰ একো পৰিবৰ্ত্তন নহয়)] ॥ ১০

১০। ভাঙনি—হে অৰ্জ্জুন, প্ৰকৃতিত মই অধিষ্ঠান কৰা বাবে, প্ৰকৃতিয়ে চৰাচৰ জগৎ সৃষ্টি কৰে। এইবাবে জগতৰ পুনঃ পুনঃ আবৰ্ত্তন হয়। (কিন্তু জগতৰ পৰিবৰ্ত্তনত মোৰ একো পৰিবৰ্ত্তন নহয়) ॥ ১০

[পাঠকসকলে মনত ৰাখিব যে সাংখ্যই ঠিক এইবাবেই অক্ষৰ ব্ৰহ্মক এফলীয়া কৰি ৰাখি, গোটেই সৃষ্টি-কাৰ্য্য প্ৰকৃতিৰ বুলি ধৰি লৈ পৰিণাম কেনেকৈ হৈছে, সেই বিষয় আধুনিক পদাৰ্থ বিদ্যাৰ (Physics) পদ্ধতিৰ আৰম্ভ কৰি, তেওঁৰ সৃষ্টি-তত্ত্বটি বুজালে। সাংখ্যই দেখা—সত্য(Phenomenum) আলোচনা কৰি বিজ্ঞানৰ দৰেই দেখুৱাইছে কেনেকৈ জগতৰ পৰিণামবোৰ স্বাভাৱিক নিয়মে হৈ আহিছে। আধুনিক বিজ্ঞানৰ আৰু সাংখ্যৰ সিদ্ধান্তবোৰ আৰু যুক্তিবোৰো যে প্ৰায় একে, এই কথা আমি বহুতবাৰ কৈ আহিছো। এতিয়া গীতাই কৈছে যে এইবোৰ দেখা—সত্য (ব্যৱহাৰিক সত্তা) কিন্তু এই সকলোবোৰৰ মূলত ঈশ্বৰৰ অধ্যক্ষতা (organisation) এয়ে মূল সত্য (noumenum or absolute reality)]

**অবজানন্তি মাং মূঢ়া মানুষীং তনুমাশ্ৰিতম্।**
**পৰং ভাবমজানন্তো মম ভূতমহেশ্বৰম্ ॥ ১১**

১১। অন্বয়—মূঢ়াঃ [মূঢ় জনে] মম [মোৰ] ভূত মহেশ্বৰম্ [সৰ্ব্বভূতৰ ঈশ্বৰ স্বৰূপ] পৰং ভাবম্ [সৰ্ব্বাতীত সত্তা] অজানন্তঃ [নাজানি] মানুষীং তনুম্ আশ্ৰিতং মাং [মনুষ্য দেহধাৰী মোক] অবজানন্তি [অৱজ্ঞা কৰে] ॥ ১১

১১। ভাঙনি—মই যে সৰ্ব্বভূতৰ ঈশ্বৰ স্বৰূপে সকলোতে বৰ্ত্তমান আছো—এই সত্যটি মূঢ়জনে নাজানি মনুষ্য দেহধাৰী মোৰ প্ৰতি মনুষ্যবুদ্ধি স্থাপন কৰি, মোক অবজ্ঞা কৰে ॥ ১১

**মোঘাশা মোঘকৰ্ম্মাণো মোঘজ্ঞানা বিচেতসঃ।**
**ৰাক্ষসীমাসুৰীঞ্চৈৱ প্ৰকৃতিং মোহিনীং শ্ৰিতাঃ ॥ ১২**

১২। অন্বয়—মোঘাশাঃ [নিষ্ফল কাম] মোঘ কৰ্ম্মাণঃ [নিষ্ফল কৰ্ম্মা] মোঘ জ্ঞানাঃ [নিষ্ফল জ্ঞান] বিচেতসঃ [বিচাৰহীন—আত্ম চেতনাশূন্য] মোহিনীং [মোহদায়িনী] ৰাক্ষসীং [ৰাক্ষসী] আসুৰীং [আসুৰী] প্ৰকৃতিম্ এব শ্ৰিতাঃ [প্ৰকৃতিক আশ্ৰয় কৰা] ॥ ১২

১২। ভাঙনি—(মোক অৱজ্ঞা কৰা মানুহবোৰৰ) আশা, কৰ্ম্ম, জ্ঞান আৰু বিচাৰ—সকলো নিষ্ফল। কাৰণ সিঁহত মোহিনী, ৰাক্ষসী আৰু আসুৰী স্বভাৱাপন্ন মানুহ ॥ ১২

["মোত অন্য দেৱতান্তৰক শীঘ্ৰ ফল-প্ৰদ মানি, বিফল আশা কৰি, ব্যৰ্থ কৰ্ম্ম সব আচৰি, ফল-শূন্য কুতৰ্কাশ্ৰিত জ্ঞানক অভ্যাসি, বিক্ষিপ্ত চিত্ত হুয়া কাম ক্ৰোধাদিযুক্ত বুদ্ধিভ্ৰংশকৰ অসুৰ ৰাক্ষসৰ হেন স্বভাৱক আশ্ৰয় কৰি মোক আদৰ নকৰে।"—ভট্টদেৱ]

**মহাত্মানস্তু মাং পাৰ্থ দৈৱীং প্ৰকৃতিমাশ্ৰিতাঃ।**
**ভজন্ত্যনন্যমনসো জ্ঞাত্বা ভূতাদিমব্যয়ম্ ॥ ১৩**

১৩। অন্বয়—পাৰ্থ! দৈৱীং প্ৰকৃতিম্ আশ্ৰিতাঃ [দৈৱী প্ৰকৃতি আশ্ৰয় কৰি] মহাত্মানঃ তু [মহাত্মাসকলে কিন্তু]

অনন্য মনসঃ [নিবিষ্ট চিত্তে] মাং [মোক] ভূতাদিম্ [সৰ্ব্বভূতৰ আদি কাৰণ] অব্যয়ম্ [অব্যয] জ্ঞাত্বা [বুলি জানি] ভজন্তি [ভজে]॥ ১৩

১৩। ভাঙনি—কিন্তু, হে অৰ্জ্জুন, মহাত্মাসকলে দৈবী-প্ৰকৃতিক আশ্ৰয় কৰি মদ্গত চিত্ত হৈ, মোক সৰ্ব্বভূতৰ মূল কাৰণ আৰু অব্যয়াত্মা বুলি জানি, সদায় মোক ভজে।।১৩

(দৈবী আসুৰী স্বভাৱ—১৬শ অধ্যায়ত চাওক)

**সততং কীৰ্ত্তয়ন্তো মাং যতন্তশ্চ দৃঢ়ব্ৰতাঃ।**
**নমস্যন্তশ্চ মাং ভক্ত্যা নিত্যযুক্তা উপাসতে॥ ১৪**

১৪। অন্বয—(মহাত্মাসকলে) দৃঢ়ব্ৰতাঃ [দৃঢ়ব্ৰত হৈ] যতন্তঃ চ [আৰু যত্নশীল হৈ] সততং মাং কীৰ্ত্তয়ন্তঃ [সদায মোৰ নাম কীৰ্ত্তন কৰি] নিত্য যুক্তাঃ [সদায মোত যুক্ত হৈ—সদায় যোগযুক্ত হৈ উপাসতে [উপাসনা কৰে]॥ ১৪

১৪। ভাঙনি—(মহাত্মাসকলে) অনন্যচিত্তে আৰু যত্নশীল হৈ, মোৰ নাম-কীৰ্ত্তন কৰি, মোক নমস্কাৰ কৰি, সৰ্ব্বদা যোগযুক্ত হৈ মোৰ উপাসনা কৰে॥ ১৪

**জ্ঞানযজ্ঞেন চাপ্যন্যে যজন্তো মামুপাসতে।**
**একত্বেন পৃথক্ত্বেন বহুধা বিশ্বতোমুখম্॥ ১৫**

১৫। অন্বয—অন্যে অপি চ [অনা কোনোজনে] জ্ঞান যজ্ঞেন [জ্ঞান-যজ্ঞৰে] যজন্তঃ [পূজা কৰি] মাম্ উপাসতে [মোক উপাসনা কৰে];—একত্বেন [অভেদ বুদ্ধিৰে (উপাসনা কৰে)] পৃথক্ত্বেন [বা ভেদ-বুদ্ধিৰে (উপাসনা কৰে)] বহুধা বিশ্বতোমুখং [বা জগতত আৰু জীৱত মোৰ যে বহুৰূপ—সেই সৰ্ব্বৰূপী ভাবে বহু প্ৰকাৰে (উপাসনা কৰে)]॥ ১৫

১৫। ভাঙনি—কোনোৱে জ্ঞান যজ্ঞেৰে যজি মোৰ উপাসনা কৰে, কোনোৱে ভেদ বুদ্ধিৰে, কোনোৱে অভেদ বুদ্ধিৰে, কোনোৱে "মযে সকলো বুলি জানি" নানা প্ৰকাৰে মোৰ উপাসনা কৰে॥ ১৫

**অহং ক্ৰতুৰহং যজ্ঞঃ স্বধাহমহমৌষধম্।**
**মন্ত্ৰোঽহমহমেবাজ্যমহমগ্নিৰহং হুতম্॥ ১৬**

১৬। অন্বয—অহং ক্ৰতুঃ [মই বেদবিহীত অগ্নিষ্টোমাদি যজ্ঞ] অহং যজ্ঞঃ [মই স্মৃতি-বিহিত পঞ্চ মহাযজ্ঞাদি যজ্ঞ] অহং স্বধা [মই পিতৃ-পুৰুষৰ তৃপ্তিৰ কাৰণ 'স্বধা' মন্ত্ৰ উচ্চাৰণ কৰি কৰা শ্ৰাদ্ধাদি] অহম্ ঔষধং [মই ঔষধ] অহং মন্ত্ৰঃ [মই মন্ত্ৰ] অহম্ এব আজ্যং [মই যজ্ঞীয় ঘৃত] অহম্ অগ্নিঃ [মই অগ্নি] অহং হুতম্ [মই হোম]॥ ১৬

১৬। ভাঙনি—মই ক্ৰতু, মই যজ্ঞ, মই স্বধা, মই ঔষধ, মই মন্ত্ৰ, মই আজ্য, মই অগ্নি, মই হোম—(এই জগতত মোৰ বাহিৰে একো নাই, মানুহে যি শক্তিৰে কাম কৰে বা বাক্য উচ্চাৰণ কৰে সিও মোৰ হে শক্তি)॥ ১৬

**পিতাহমস্য জগতো মাতা ধাতা পিতামহঃ।**
**বেদ্যং পবিত্ৰমোঙ্কাৰ ঋক্সাম যজুৰেব চ॥ ১৭**

১৭। অন্বয—অহং [মই] অস্য জগতঃ [এই জগতৰ] পিতা, মাতা, ধাতা, পিতামহঃ [পিতা, মাতা, পালনকৰ্ত্তা আৰু আদি সৃষ্টিকৰ্ত্তা] বেদ্যং [সৰ্ব্ব বেদৰ জ্ঞেয বস্তু] পবিত্ৰং [পবিত্ৰ] ওঁ কাৰঃ [প্ৰণৱ] ঋক্, সাম, যজুঃ এব চ [আৰু ঋগ্বেদ, সামবেদ, যজুৰ্ব্বেদ]॥ ১৭

১৭। ভাঙনি—মই এই জগতৰ পিতা, মাতা, পালনকৰ্ত্তা, আদি সৃষ্টি কৰ্ত্তা, আচল জ্ঞেয পদাৰ্থ, পবিত্ৰ (শুদ্ধিকৰ্ত্তা) ওঙ্কাৰ আৰু ঋক্, সাম, যজুৰ্ব্বেদ॥ ১৭

**গতিৰ্ভৰ্ত্তা প্ৰভুঃ সাক্ষী নিবাসঃ শৰণং সুহৃৎ।**
**প্ৰভবঃ প্ৰলয়ঃ স্থানং নিধানং বীজমব্যয়ম্॥ ১৮**

১৮। অন্বয—[মই] গতিঃ [গন্তব্য স্থল] ভৰ্ত্তা [স্বামী] প্ৰভুঃ [ঈশ্বৰ] সাক্ষী [দ্ৰষ্টা] নিবাসঃ [বাসস্থান] শৰণং [আশ্ৰয] সুহৃৎ [হিতকাৰী বন্ধু] প্ৰভবঃ [সৃষ্টি] প্ৰলয়ঃ [প্ৰলয] স্থানং [স্থিতি] নিধানং [লয়স্থান] অব্যয়ং বীজম্ [অবিনাশী বীজ]॥ ১৮

১৮। ভাঙনি—মযে এই জগতৰ গতি, ভৰ্ত্তা, প্ৰভু, সাক্ষী, নিবাস-স্থান (ৰক্ষক) আশ্ৰয়, সুহৃৎ, সৃষ্টিকৰ্ত্তা, প্ৰলযকৰ্ত্তা, পালনকৰ্ত্তা, প্ৰলয়-স্থান, আৰু অবিনাশী বীজ॥ ১৮

**তপাম্যহমহং বৰ্ষং নিগৃহ্ণাম্যুৎসৃজামি চ।**
**অমৃতঞ্চৈব মৃত্যুশ্চ সদসচ্চাহমৰ্জ্জুন॥ ১৯**

১৯। অন্বয—অৰ্জ্জুন অহং [মই] তপামি [তাপ দান কৰোঁ] অহং বৰ্ষং নিগৃহ্ণামি উৎসৃজামি চ [মই (পৃথিবীৰ পৰা) পানী আকৰ্ষণ কৰোঁ, আকৌ পুনঃ বৰ্ষণ কৰোঁ] অহং অমৃতং চ [আৰু মই জীৱৰ জীৱ] মৃত্যুঃ চ [আৰু মই মৃত্যুও] সৎ অসৎ চ [সৎ আৰু অসৎ (সকলো মই)]॥ ১৯

১৯। ভাঙনি—হে অৰ্জ্জুন, (সূৰ্য্য হৈ) মই তাপ দিওঁ; পৃথিবীৰ পৰা পানী আকৰ্ষণ কৰি নি পুনঃ বৰ্ষণ কৰোঁ; মই অমৃত (জীৱৰ জীৱন); মৃত্যুও মই, আৰু মই সৎ; আৰু অসতো মই॥ ১৯

[সৎ আৰু অসৎ পদাৰ্থৰ সংজ্ঞা আমি ওপৰত দি

আহছো সৎ পদাৰ্থ—আবনাশী অপৰিণামী। সৎ পদাৰ্থ—ব্ৰহ্ম। অসৎ পদাৰ্থৰ অস্তিত্ব নাই। এতিয়া গীতাই কৈছে যে, সেই অসৎ পদাৰ্থৰ ভাবো ঈশ্বৰৰ অনন্ত-শক্তিৰ হে বিকাশ। ১৩।১৩ শ্লোকৰ ভাঙনি চাওক।]

**ত্ৰৈবিদ্যা মাং সোমপাঃ পূতপাপা**
**যজ্ঞৈৰিষ্ট্বা স্বৰ্গতিং প্ৰাৰ্থয়ন্তে।**
**তে পুণ্যমাসাদ্য সুৰেন্দ্ৰলোক**
**মশ্নন্তি দিব্যান্ দিবি দেৱভোগান্ ॥ ২০**

২০। অন্বয়—ত্ৰৈবিদ্যাঃ [ত্ৰিবেদীয় কৰ্ম্মমাৰ্গাবলম্বী পুৰুষে] যজ্ঞৈঃ মাং ইষ্ট্বা [যজ্ঞ দ্বাৰা মোক পূজা কৰি] সোমপাঃ [সোমৰস পান কৰি] পূত পাপাঃ [নিষ্পাপ হৈ] স্বৰ্গতিং প্ৰাৰ্থযন্তে [স্বৰ্গ গমন কামনা কৰে], তে পুণ্যং সুৰেন্দ্ৰলোকম্ আসাদ্য [তেওঁবিলাকে পুণ্যময় ইন্দ্ৰলোকলৈ গৈ] দিবি [স্বৰ্গত] দিব্যান্ [উত্তম] দেৱ ভোগান্ [দেৱতাৰ ভোগ্য বিষয] অশ্নন্তি [ভোগ কৰে]॥ ২০

২০। ভাঙনি—ত্ৰিবেদোক্ত যজ্ঞ কৰি, মোৰ পূজা কৰি, সোমৰস পান কৰি, নিষ্পাপ হৈ, মানুহে স্বৰ্গলাভ কামনা কৰে। এনে মানুহে স্বৰ্গলৈ গৈ তাত উত্তম দেৱ-ভোগ্য ভোগ লভে॥ ২০

**তে তং ভুক্ত্বা স্বৰ্গলোকং বিশালং**
**ক্ষীণে পুণ্যে মৰ্ত্তলোকং বিশন্তি।**
**এবং ত্ৰয়ীধৰ্ম্মমনুপ্ৰপন্না**
**গতাগতং কামকামা লভন্তে॥ ২১**

২১। অন্বয়—তে [তেওঁবিলাকে] তং বিশালং স্বৰ্গলোকং ভুক্ত্বা [সেই সুবিস্তৃত স্বৰ্গলোক ভোগ কৰি] পুণ্যে ক্ষীণে [পুণ্যক্ষয় হলে] মৰ্ত্ত্য লোকং বিশন্তি [মৰ্ত্ত্য লোকলৈ আহে]; এবং [এইদৰে] ত্ৰয়ী ধৰ্ম্মং [বেদত্ৰয় বিহিত ধৰ্ম্ম] অনু প্ৰপন্নাঃ [অনুসৰণ কৰি] কাম কামাঃ [ভোগ-কামী পুৰুষে] গতাগতং লভন্তে [পুনঃ পুনঃ সংসাৰলৈ অহা-যোৱা কৰে]॥ ২১

২১। ভাঙনি—তেওঁবিলাকে সুবিস্তৃত স্বৰ্গলোকত ভোগ কৰি পুণ্য ক্ষয় হ'লে আকৌ পৃথিবীত জন্ম গ্ৰহণ কৰে। এইদৰে বেদবিহিত কৰ্ম্ম কৰি ভোগ-কামী পুৰুষে পুনঃ পুনঃ সংসাৰত জন্মগ্ৰহণ কৰে॥ ২১

[আমি ওপৰত কৈ আহিছো যে এইটোক গীতাই শ্ৰেয়ঃ-সাধন বুলি নাভাবে। সংসাৰত পুনৰ্জ্জন্ম হলেই, আগৰ কথাই কথা হ'ল, দুখৰ একান্ত নিবৃত্তি নহল। তলৰ শ্লোকত গীতাই কব, শ্ৰেয়ঃসাধন কেনেকৈ হয়]

**অনন্যাশ্চিন্তয়ন্তো মাং যে জনাঃ পৰ্য্যুপাসতে।**
**তেষাং নিত্যাভিযুক্তানাং যোগক্ষেমং বহাম্যহম্॥ ২২**

২২। অন্বয়—অনন্যাঃ মাং চিন্তয়ন্তঃ [মোৰ পৰা অভিন্ন বুদ্ধিৰে মোক চিন্তা কৰি] যে জনাঃ [যি সাধকে] পৰ্য্যুপাসতে [উপাসনা কৰে] নিত্যাভিযুক্তানাং তেষাং [মোত নিত্যযুক্ত সেই সকলৰ] যোগ ক্ষেমং [যোগ অৰ্থাৎ এই জীৱনৰ প্ৰয়োজনীয় সকলো বস্তু আৰু ক্ষেম অৰ্থাৎ পৰম মঙ্গলৰূপ মোক্ষ পদ] বহামি [ভাৰ লওঁ]॥ ২২

২২। ভাঙনি—অভিন্ন বুদ্ধিৰে (অনন্যমনা হৈ) যি মোক ভজে, সেই নিত্য কৰ্ম্ম যোগত-ধিস্থিত সাধকে এই জীৱনত প্ৰয়োজনীয় সকলো বস্তু পোৱাৰ, আৰু (তাৰ পাছত) পৰম মঙ্গলৰূপ মোক্ষপদ পোৱাৰ, সকলো ভাৰ মই নিজে লওঁ ২২

**যেঽপ্যন্যদেৱতা ভক্তা যজন্তে শ্ৰদ্ধয়ান্বিতাঃ।**
**তেঽপিমামেৱ কৌন্তেয় যজন্ত্যবিধিপূৰ্ব্বকম্॥ ২৩**

২৩। অন্বয়—কৌন্তেয়! শ্ৰদ্ধয়ান্বিতাঃ [শ্ৰদ্ধাযুক্ত হৈ] যে ভক্তাঃ [যি সকল ভক্তই] অন্য দেৱতাঃ অপি যজন্তে [অন্য দেৱতাকো যজে] অবিধি পূৰ্ব্বকং অপি [অবিধি পূৰ্ব্বক হলেও] তে মাম এব যজন্তি [তেওঁবিলাকে আচলতে মোক হে যজে]॥ ২৩

২৩। ভাঙনি—হে অৰ্জ্জুন, যি সকল ভক্তই শ্ৰদ্ধাপূৰ্ব্বক অন্য দেৱতাক যজে, তেওঁবিলাকে আচলতে মোক হে যজে—কিন্তু অবিধি পূৰ্ব্বক যজে—(অৰ্থাৎ সকলো দেৱতাই যে মই, এই তত্ত্ব নাজানি যজে)॥ ২৩

**অহং হি সৰ্ব্বযজ্ঞানাং ভোক্তা চ প্ৰভুৰেৱ চ।**
**ন তু মামভিজানন্তি তত্ত্বেনাতশ্চ্যৱন্তি তে॥ ২৪**

এই তত্ত্ব নাজানি উপাসনা কৰা সকলৰ মোক্ষপ্ৰাপ্তি নহয—এই কথা তলৰ শ্লোকত কৈছে।

২৪। অন্বয়—হি [কাৰণ] অহম্ এব [ময়ে] সৰ্ব্বযজ্ঞানাং ভোক্তা চ প্ৰভুঃ চ [সকলো যজ্ঞৰ ভোক্তা আৰু ঈশ্বৰ]। মাং তত্ত্বেন ন অভিজানন্তি [মোক যথাৰ্থৰূপে নাজানে]; অতঃ [এই বাবেই] চ্যৱন্তি [পতিত হয়—অৰ্থাৎ পুনঃ পুনঃ সংসাৰলৈ যাতায়াত কৰে]॥ ২৪

২৪। ভাঙনি—মইহে যে সকলো যজ্ঞৰ ভোক্তা আৰু ঈশ্বৰ, (দেৱতাৰ উদ্দেশ্যে যজ্ঞ কৰিলেও যে ময়েহে সেই

সেই দেৱতাৰূপে গ্ৰহণ কৰোঁ)—এই তত্ত্বটি নাজানি যজ্ঞ কৰিলে মানুহৰ সংসাৰলৈ পুনঃ পুনঃ যাতায়াত হয়। ২৪

**যান্তি দেবব্ৰতা দেবান্ পিতৃন্ যান্তি পিতৃব্ৰতা।**
**ভূতানি যান্তিভূতেজ্যা যান্তি মদ্‌যাজিনোঽপি মাম্ ॥ ২৫**

২৫। অন্বয়—দেবব্ৰতাঃ [দেৱ-পূজক সকলে] দেবান্ যান্তি [দেৱতাক পায়] পিতৃব্ৰতাঃ পিতৃন্ যান্তি [পিতৃ-পূজকে পিতৃলোক পায়] ভূতেজ্যাঃ ভূতানি যান্তি [ভূত পূজকে ভূতলোক পায়] মদ্‌যাজিনঃ অপি [কিন্তু মোৰ পূজকে] মাং যান্তি [মোক লাভ কৰে] ॥ ২৫

২৫। ভাঙনি—দেব-পূজকে দেৱলোক, পিতৃ-পূজকে পিতৃ-লোক, আৰু ভূত-পূজকে ভূতলোক পায়। কিন্তু মোৰ পূজকে মোক পায় ॥ ২৫

**পত্ৰং পুষ্পং ফলং তোয়ং যো মে ভক্ত্যা প্ৰযচ্ছতি।**
**তদহং ভক্ত্যুপহৃতমশ্নামি প্ৰযতাত্মনঃ ॥ ২৬**

২৬। অন্বয়—যঃ [যি] মে [মোক] ভক্ত্যা [ভক্তিৰে] পত্ৰং পুষ্পং ফলং তোয়ং [পত্ৰ, পুষ্প, ফল, পানী] প্ৰযচ্ছতি [দিয়ে] অহং [মই] প্ৰযতাত্মনঃ [যত্নশীলজনৰ] ভক্ত্যুপহৃতং [ভক্তিৰে প্ৰদত্ত] তৎ [সেই উপহাৰ] অশ্নামি গ্ৰহণ কৰোঁ ॥২৬

২৬। ভাঙনি—ভক্তিৰে যি মোক, পত্ৰ, পুষ্প, ফুল, পানী, যিহকে দিয়ে তাকে মই গ্ৰহণ কৰোঁ ॥ ২৬

**যৎ কৰোষি যদশ্নাসি যজ্জুহোষি দদাসি যৎ।**
**যত্তপস্যসি কৌন্তেয় তৎ কুৰুস্ব মদৰ্পণম্ ॥ ২৭**

২৭। অন্বয়—কৌন্তেয়! যৎ কৰোষি [যি কৰা] যদশ্নাসি [যি উপভোগ কৰা] যৎ জুহোষি [যি হোম কৰা] যৎ দদাসি [যি দান কৰা] যৎ তপস্যসি [যি তপস্যা কৰা]—তৎ [সেই সকলো মদৰ্পণং কুৰুস্ব [মোক অৰ্পণ কৰিবা অৰ্থাৎ মই কৰাইছো বুলি জানিবা] ॥ ২৭

২৭। ভাঙনি—হে অৰ্জ্জুন, যি কৰা, যি ভোজন কৰা, যি হোম কৰা, যি দান কৰা, যি তপ আচৰা—সকলো মোত অৰ্পণ কৰা—অৰ্থাৎ মই কৰাইছো বুলি বিশ্বাস কৰা ॥ ২৭

[আমি আগেয়ে কৈ আহিছো যে এই বিশ্বাসেই গীতোক্ত আচল কৰ্ম্মযোগ। আমি আৰু কৈ আহিছো যে এই বিশ্বাস যেতিয়া দৃঢ় হব, যেতিয়া মানুহে উপলব্ধি কৰিব যে ঈশ্বৰ হে সকলো কৰ্ম্মৰ নিয়ন্তা, তেতিয়া মানুহৰ কৰ্ম্মও নাই, কৰ্ম্মফলো নাই; তেতিয়া তেওঁ কৰ্ম্ম কৰিও "সন্ন্যাস যোগ-যুক্তাত্মা" সন্ন্যাসী (৫।৩—৭ শ্লোক চাওক)। এই কথাকে এতিয়া আকৌ তলৰ শ্লোকত কৈছে।]

**শুভাশুভফলৈৰেবং মোক্ষ্যসে কৰ্ম্মবন্ধনৈঃ।**
**সংন্যাসযোগযুক্তাত্মা বিমুক্তো মামুপৈষ্যসি ॥ ২৮**

২৮। অন্বয়—এবং [এইদৰে কৰিলে—অৰ্থাৎ সকলো কৰ্ম্মৰ মই নিয়ন্তা বুলি জানিলে] কৰ্ম্মবন্ধনৈঃ [কৰ্ম্ম বন্ধনৰ পৰা] শুভাশুভ ফলৈঃ [শুভ বা অশুভ কৰ্ম্মফল, অৰ্থাৎ পাপ-পুণ্য উভয়ৰ পৰা] মোক্ষ্যসে [মুক্তি লাভ কৰিবা]। বিমুক্তঃ [মুক্তি লাভ কৰি] সন্ন্যাস যোগ যুক্তাত্মা [সন্ন্যাস যোগযুক্ত হৈ। মাম্ উপৈষ্যসি [মোক পাবাঁ] ॥ ২৮

২৮। ভাঙনি—এইদৰে মোক কৰ্ম্মৰ নিয়ন্তা বুলি জানি সকলো কৰ্ম্মবন্ধনৰ পৰা মুক্ত হৈ, পাপ-পুণ্য উভয়ক পৰিত্যাগ কৰি, সন্ন্যাস যোগযুক্ত হৈ মোক লাভ কৰিবা ॥ ২৮

**সমোঽহংসৰ্ব্বভূতেষু ন মে দ্বেষ্যোঽস্তি ন প্ৰিয়ঃ।**
**যে ভজন্তি তু মাং ভক্ত্যা ময়ি তে তেষু চাপ্যহম্ ॥ ২৯**

২৯। অন্বয়—অহং সৰ্ব্বভূতেষু সমঃ [মই সৰ্ব্বভূতত সম ভাবাপন্ন] মে দ্বেষ্যঃ ন অস্তি [মোৰ কোনো দ্বেষ্য নাই] ন প্ৰিয়ঃ [আৰু প্ৰিযও নাই]; তু [কিন্তু] যে মাং ভক্ত্যা ভজন্তি [যি মোক ভক্তিৰে ভজে] তে ময়ি [সিঁহত মোত অৱস্থান কৰে] অহম অপি চ তেষু [আৰু ময়ো সিঁহতত (অৱস্থান কৰোঁ)] ॥ ২৯

২৯। ভাঙনি—মই সকলো প্ৰাণীৰ পক্ষে সমান; মোৰ কোনো শত্ৰু নহয় আৰু কোনো মিত্ৰও নহয়। কিন্তু যি মোক ভক্তিভাৱে ভজে (তেওঁ অনুভৱ কৰে যে) তেওঁ মোত অৱস্থান কৰিছে আৰু ময়ো তেওঁত অৱস্থান কৰিছো ॥ ২৯

[ঈশ্বৰ সকলোৰে। সকলো প্ৰাণীয়েই ঈশ্বৰ। এই কথা মানুহে নুবুজে। কিন্তু ক্ৰমোন্নতি পথত অগ্ৰসৰ হয় মানে মানুহে বুজি আহে যে ঈশ্বৰ করুণাময়। মানুহে তেওঁৰ যিমান ওচৰ চাপি আহে সিমান তেওঁৰ করুণা উপলব্ধি কৰি আহে—আৰু শেহত বুজে যে তেওঁ নিজে ঈশ্বৰৰ পৰা অভিন্ন। ঈশ্বৰৰ নিজৰ কোনো আপোন-পৰ নাই, কাৰণ গোটেই জগতেই তেওঁ, সকলো জীৱই তেওঁ। এই তত্ত্বটি বুজি আহে মানে মানুহে ঈশ্বৰৰ দয়া উপলব্ধি কৰি আহে; ঈশ্বৰক আপোন বুলি বুজি আহে।]

**অপি চেৎ সুদুৰাচাৰো ভজতে মামনন্যভাক্।**
**সাধুৰেব মন্তব্যঃ সম্যগ্ব্যবসিতো হি সঃ ॥ ৩০**

৩০। অন্বয়—চেৎ [যদি] সুদুৰাচাৰঃ অপি [অতি দুৰাচাৰ জনেও] অনন্যভাক্ [অনন্যমনা হৈ] মাং ভজতে [মোক ভজে] সঃ [তেওঁ] সাধুঃ এব মন্তব্যঃ [সাধু বুলিয়েই গণ্য হয়], হি [কাৰণ] সঃ [তেওঁ] সম্যক্ ব্যবসিতঃ ["পৰমেশ্বৰৰ কৃপাত মোৰ মুক্তি হব", এনে নিশ্চয়াত্মিকা বুদ্ধিযুক্ত] ॥ ৩০

৩০। ভাঙনি—অত্যন্ত দুৰাচাৰজনেও যদি একনিষ্ঠ হৈ মোক ভজে, তেওঁ সাধু বুলি গণ্য হয়। কাৰণ "ঈশ্বৰৰ আৰাধনাত মোৰ মুক্তি হব", এনে দৃঢ় বিশ্বাস তেওঁৰ আছে॥

**ক্ষিপ্ৰং ভৱতি ধৰ্ম্মাত্মা শশ্বচ্ছান্তিং নিগচ্ছতি।**
**কৌন্তেয় প্ৰতিজানীহি ন মে ভক্তঃ প্ৰণশ্যতি ॥ ৩১**

৩১। অন্বয়—ক্ষিপ্ৰং ধৰ্ম্মাত্মা ভৱতি [(তেওঁ) শীঘ্ৰে ধৰ্ম্মাত্মা হয়] শশ্বৎ শান্তিং নিগচ্ছতি [চিৰশান্তি লাভ কৰে]। কৌন্তেয় [হে অৰ্জ্জুন] প্ৰতিজানীহি [নিশ্চয় জানিবা] ন মে ভক্তঃ প্ৰণশ্যতি [মোৰ ভক্তৰ বিনাশ নাই] ॥ ৩১

[জগতত কোনো জীৱৰ বিনাশ নাই (২।১৭ শ্লোক)। "ভক্তৰ বিনাশ নাই"—ইয়াৰ মানে এই, যে তেওঁৰ মুক্তি নিশ্চিত। ৬।৩০ আৰু ৬।৬০ শ্লোক চাওক।]

৩১। ভাঙনি—এনে মানুহ শীঘ্ৰে ধৰ্ম্মাত্মা হয়, চিৰশান্তি লাভ কৰে। অৰ্জ্জুন, তুমি নিশ্চয় জানিবা যে মোৰ ভক্তৰ বিনাশ নাই ॥ ৩১

**মাং হি পাৰ্থ ব্যপাশ্ৰিত্য যেঽপি স্যুঃ পাপযোনয়ঃ ॥**
**স্ত্ৰিয়ো বৈশ্যাস্তথাশূদ্ৰাস্তেঽপি যান্তি পৰাং গতিম্ ॥ ৩২**

৩২। অন্বয়—পাৰ্থ! যে অপি পাপ যোনয়ঃ স্যুঃ [যি পাপ যোনিত জন্মগ্ৰহণ কৰিছে সিঁহতেও] স্ত্ৰিয়ঃ বৈশ্যাঃ তথা শূদ্ৰাঃ [স্ত্ৰী, বৈশ্য আৰু শূদ্ৰ]—তে অপি [সিঁহতেও] মাং ব্যপাশ্ৰিত্য [মোক আশ্ৰয় কৰি] হি [নিশ্চয়] পৰাং গতিং যান্তি [শ্ৰেষ্ঠ গতি লাভ কৰে] ॥ ৩২

৩২। ভাঙনি—হে অৰ্জ্জুন, পাপযোনিত জন্মগ্ৰহণ কৰা বোৰেও, আৰু স্ত্ৰী, বৈশ্য, শূদ্ৰ—সকলোৰে মোক আশ্ৰয় কৰি নিশ্চয় শ্ৰেষ্ঠ গতি লাভ কৰে ॥ ৩২

**কিং পুনৰ্ব্ৰাহ্মণাঃ পুণ্যা ভক্তা ৰাজৰ্ষয়স্তথা।**
**অনিত্যমসুখং লোকমিমং প্ৰাপ্য ভজস্ব মাম্ ॥ ৩৩**

৩৩। অন্বয়—পুণ্যাঃ ব্ৰাহ্মণাঃ [পুণ্যাত্মা ব্ৰাহ্মণে] তথা ভক্তাঃ ৰাজৰ্ষয়ঃ [আৰু ভক্ত ৰাজৰ্ষিসকলে] কিং পুনঃ [যে শ্ৰেষ্ঠ গতি লাভ নকৰিব তাৰ আৰু কি কথা আছে?]। অনিত্যম্ অসুখম্ ইমং লোকং প্ৰাপ্য [অনিত্য দুঃখময় এই সংসাৰ প্ৰাপ্ত হৈ] মাং ভজস্ব [মোক ভজা] ॥ ৩৩

৩৩। ভাঙনি—পুণ্যাত্মা ব্ৰাহ্মণ আৰু ভক্ত ৰাজৰ্ষিসকলৰ যে পৰম গতি হ'বই হব—তাক নকলেও হয়। (অতএব) এই অনিত্য আৰু দুঃখময় সংসাৰলৈ যেতিয়া আহিছা, মোৰ ভজনা কৰা ॥ ৩৩

**মন্মনা ভৱ মদ্ভক্তো মদ্যাজী মাং নমস্কুৰু।**
**মামেবৈষ্যসি যুক্ত্বৈবমাত্মানং মৎপৰায়ণঃ ॥ ৩৪**

ইতি শ্ৰীমহাভাৰতে শতসাহস্ৰ্যাং সংহিতায়াং বৈয়াসিক্যাং ভীষ্মপৰ্ব্বণি শ্ৰীমদ্ভগবদ্গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুন সংবাদে ৰাজবিদ্যা ৰাজগুহ্যযোগো নাম নৱমোঽধ্যায়ঃ।

৩৪। অন্বয়—মন্মনাঃ [মদগতচিত্ত] মদ্ যাজী [মোৰ উপাসনা পৰায়ণ] মদভক্তঃ [মোৰ ভক্ত] ভৱ [হোৱাঁ] মাং নমস্কুৰু [মোক নমস্কাৰ কৰা—অৰ্থাৎ মোত আত্ম সমৰ্পণ কৰা], এবং [এইদৰে] আত্মানং যুক্ত্বা [মনক মোত যুক্ত কৰি—অৰ্থাৎ একনিষ্ঠ হৈ] মৎ পৰায়ণঃ [মোৰ শৰণাগত হৈ] মাম এব এষ্যসি [মোকে পাবাঁ] ॥ ৩৪

৩৪। ভাঙনি—মদগাত চিত্ত হোৱাঁ, মোৰ ভক্ত হোৱাঁ, অনবৰত মোৰ উপাসনা কৰা, মোত আত্ম সমৰ্পণ কৰা। এইদৰে মোৰ শৰণাগত হৈ, মোতে মন নিযুক্ত কৰিলে অৰ্থাৎ একনিষ্ঠ হলে, মোক লাভ কৰিবা ॥ ৩৪

[এই অধ্যায়ৰ শিক্ষা হ'ল—ঈশ্বৰত একান্ত ভক্তি। ভট্টদেৱে কৈছে, "হে সামাজিক সব দেখ ভগৱন্তে প্ৰথমে দুষ্কৰ জ্ঞান কৰ্ম্ম কহি নৱম অধ্যায়ত ভক্তি বিনে আন নকহিলা। এতেকে পৰম সুগম ভক্তি কৰি ডাকি হৰি বোল হৰি"।

এতিয়া দশম অধ্যায়ৰ আৰম্ভতে ভগৱানে কব যে এই ভক্তি [যাৰ দ্বাৰা তেওঁক লাভ কৰা যায়], তেওঁৰ গুণ আৰু বিভূতিবোৰ সদায় চিন্তা কৰিলে মানুহৰ মনত আপোনা-আপুনি উদয় হয়।

বিভূতিক পূজা কাৰবেক প্ৰথমত।
তাতে বুদ্ধি বাঢ়ি ভক্তি হৈব ঈশ্বৰত॥ (গোবিন্দ মিশ্ৰ)]

# দশমোঽধ্যায়ঃ

## বিভূতিযোগঃ

শ্ৰীভগবানুবাচ

**ভূয় এব মহাবাহো শৃণু মে পৰমং বচঃ।**
**যত্তেঽহং প্ৰীয়মাণায় বক্ষ্যামি হিতকাম্যয়া ॥ ১**

১। অন্বয়—শ্ৰীভগবান্ উবাচ। মহাবাহো! ভূয়ঃ এব [আকৌ] মে পৰমং বচঃ শৃণু [মোৰ উৎকৃষ্ট বচন শুনা]—যৎ [যি বচন] প্ৰীয়মাণায় [প্ৰীতিমান—প্ৰীতি-যুক্ত] তে [তোমাক] অহং [মই] হিতকাম্যযা [কল্যাণ কামনা কৰি] বক্ষ্যামি [কৈছো] ॥ ১

১। ভাঙনি—হে অৰ্জ্জুন, তুমি আকৌ মোৰ উত্তম বচন শুনা। মোৰ বাক্যত তোমাৰ প্ৰীতি আছে, (অতএব) তোমাৰ কল্যাণৰ অৰ্থে মই এতিয়া কওঁ ॥ ২

**ন মে বিদুঃ সুৰগণাঃ প্ৰভবং ন মহৰ্ষয়ঃ।**
**অহমাদিৰ্হি দেবানাং মহৰ্ষীণাঞ্চ সৰ্ব্বশঃ ॥ ২**

২। অন্বয়—সুৰগণাঃ [দেৱতা সকলে] মে [মোৰ] প্ৰভবং [উৎপত্তিৰ তত্ত্ব] ন বিদুঃ [নাজানে] মহৰ্ষয়ঃ চ ন [মহৰ্ষি সকলেও নাজানে] হি [কাৰণ] অহং দেবানাং মহৰ্ষীণাং চ [মই দেৱতা আৰু মহৰ্ষি সকলৰ] সৰ্ব্বশঃ [সৰ্ব্বপ্ৰকাৰে] আদিঃ [আদি কাৰণ বা উৎপত্তিৰ স্থল] ॥ ২

২। ভাঙনি—ব্ৰহ্মাদি দেৱগণে অথবা মহৰ্ষিগণে মোৰ উৎপত্তিৰ বিষয়ে একো নাজানে, কাৰণ মই দেৱতা, মহৰ্ষি, সকলোৰে আদি কাৰণ ॥ ২

**যো মামজমনাদিঞ্চ বেত্তি লোকমহেশ্বৰম্।**
**অসংমূঢ়ঃ স মৰ্ত্ত্যেষু সৰ্ব্বপাপৈঃ প্ৰমুচ্যতে ॥ ৩**

৩। অন্বয়—যঃ [যি] মাম্ [মোক] অজম্ [জন্ম-ৰহিত] অনাদিং [অনাদি] লোকমহেশ্বৰং চ [আৰু সকলো লোকৰ পৰিচালক ঈশ্বৰ বুলি] বেত্তি [জানে] সঃ [তেওঁ] মৰ্ত্ত্যেষু [মানুহৰ মাজত] অসংমূঢ়ঃ [মোহমুক্ত হৈ] সৰ্ব্ব পাপৈঃ প্ৰমুচ্যতে [সকলো পাপৰ পৰা মুক্ত হয়] ॥ ৩

৩। ভাঙনি—যি মোক জন্মৰহিত, অনাদি আৰু সকলো লোকৰ ঈশ্বৰ বুলি জানে, তেওঁ মনুষ্যৰ মাজত মোহমুক্ত হৈ সকলো পাপৰ পৰা মুক্ত হয় ॥ ৩

**বুদ্ধিৰ্জ্ঞানমসংমোহঃ ক্ষমা সত্যং দমঃ শমঃ।**
**সুখং দুঃখং ভবোঽভাবো ভয়ঞ্চাভয়মেব চ ॥ ৪**

**অহিংসা সমতা তুষ্টিস্তপোদানং যশোঽযশঃ।**
**ভবন্তি ভাবা ভূতানাং মত্ত এব পৃথগ্বিধাঃ ॥ ৫**

৪—৫। অন্বয়—বুদ্ধিঃ জ্ঞানং, অসংমোহঃ [মোহ শূন্যতা] ক্ষমা, সত্যং, দমঃ, শমঃ, সুখং, দুঃখং, ভবঃ [জন্ম], অভাবঃ [মৃত্যু] ভযং চ, অভযং চ এব, অহিংসা, সমতা, তুষ্টিঃ, তপঃ, দানং, যশঃ, অযশঃ,—ভূতানাং পৃথক্ বিধাঃ ভাবাঃ মত্তঃ এব ভবন্তি [জীৱৰ এই পৃথক্ পৃথক্ ভাববোৰ মোৰ পৰাই হয়] ॥ ৪—৫

৪—৫। ভাঙনি—বুদ্ধি, জ্ঞান, অসংমোহ, ক্ষমা, সত্য, দম, শম, সুখ, দুখ, জন্ম, মৃত্যু, ভয, অভয, অহিংসা সমতা, তুষ্টি, তপ, দান, যশ, অযশ—জীৱৰ এই পৃথক্ ভাববোৰ মোৰ পৰাই উৎপন্ন হয় ॥ ৪—৫

[ঈশ্বৰে যেনেকৈ (তেওঁৰ শক্তি প্ৰকৃতিৰে) মানুহৰ কৰ্ম্মৰ নিযন্তা সেইদৰেই ভাবৰো নিয়ন্তা। কথা একে, কাৰণ, "কৰ্ম্ম" ভাবৰ অন্তৰ্গত—ভাবৰ পৰাহে কৰ্ম্ম। এই ভাববোৰ প্ৰকৃতিৰ ক্ৰিয়া দ্বাৰা উৎপন্ন। অকল যে দিব্য সাত্ত্বিক ভাববোৰেই ঈশ্বৰ দত্ত এনে নহয়। সুখ, দুখ, ভয, অভয়—সকলো দ্বন্দ্বৰ প্ৰেৰক ঈশ্বৰ। প্ৰকৃতিৰ সকলো লীলাৰ, সকলো ভাৱৰ আচল নিযন্তা তেওঁ।]

**মহৰ্ষয়ঃ সপ্ত পূৰ্ব্বে চত্বাৰো মনবস্তথা।**
**মদ্ভাবা মানসা জাতা যেষাং লোক ইমাঃ প্ৰজাঃ ॥ ৬**

৬। অন্বয়—মদ্ভাবাঃ [মোৰ প্ৰভাব সম্পন্ন] সপ্ত মহৰ্ষয়ঃ [মৰীচ্যাদি সপ্ত মহৰ্ষি] পূৰ্ব্বে [তৎ পূৰ্ব্বে জাত] চত্বাৰঃ [চাৰিজন—অৰ্থাৎ সনক, সনন্দন, সনাতন, সনৎকুমাৰ—এই চাৰিসিদ্ধ] তথা [আৰু] মনবঃ [চতুৰ্দ্দশ মনু] মানসাঃ জাতাঃ [(মোৰ) মনৰ পৰা উৎপন্ন] লোকে [জগতত] যেষাং ইমাঃ প্ৰজাঃ [যি সকলৰ সৃষ্টি এই প্ৰজাসমূহ] ॥৬

৬। ভাঙনি—মোৰ প্ৰভাৱ সম্পন্ন মৰীচ্যাদি সপ্ত মহৰ্ষি আৰু তাৰো আগৰ সনকাদি চাৰিসিদ্ধ, আৰু চতুৰ্দ্দশ মনু—এই সকলোবোৰে মোৰ মনৰ পৰা উৎপন্ন হ'ল। এই জগতৰ সমস্ত প্ৰজা, তেওঁলোকৰ সৃষ্টি ॥ ৬

**এতাং বিভূতিং যোগঞ্চ মম যো বেত্তি তত্ত্বতঃ।**
**সোঽবিকম্পেন যোগেন যুজ্যতে নাত্র সংশয়ঃ ॥ ৭**

৭। অন্বয়—যঃ [যি] মম [মোৰ] এতাং [এই] বিভূতিং [বিভূতি] যোগং চ [আৰু যোগ—অৰ্থাৎ বিভূতি-নিৰ্ম্মাণ-সামৰ্থ্য] তত্ত্বতঃ [যথাৰ্থ ৰূপে] বেত্তি [জানে] সঃ [তেওঁ] অবিকম্পেন [অবিচলিত] যোগেন [সমাধি দ্বাৰা] যুজ্যতে [(মোত) যুক্ত হয়], অত্র ন সংশয়ঃ [ইয়াত কোনো সন্দেহ নাই] ॥ ৭

৭। ভাঙনি—যি মোৰ এইবোৰ বিভূতি আৰু যোগ (বিভূতি নিৰ্ম্মাণ শক্তি) তত্ত্বতঃ বুজে, তেওঁ অবিচলিত সমাধি দ্বাৰা মোত যুক্ত হয। ইযাত কোনো সন্দেহ নাই ॥ ৭

**অহং সৰ্ব্বস্য প্ৰভবো মত্তঃ সৰ্ব্বং প্ৰবৰ্ত্ততে।**
**ইতি মত্বা ভজন্তে মাং বুধা ভাবসমন্বিতাঃ ॥ ৮**

৮। অন্বয়—অহং সৰ্ব্বস্য প্ৰভবঃ [মই সকলো বস্তুৰ উৎপত্তিৰ কাৰণ] মত্তঃ সৰ্ব্বং প্ৰবৰ্ত্ততে [মোৰ পৰা সকলো প্ৰবৰ্ত্তিত হয—অৰ্থাৎ সকলো ক্ৰিয়াৰ আৰু গতিৰ বিকাশ হয] ইতি মত্বা [এইদৰে উপলব্ধি কৰি] বুধাঃ [জ্ঞানীজনে] ভাব সমন্বিতাঃ [গভীৰ ভাবেৰে—একান্ত ভক্তিভাবে] মাং ভজন্তে [মোক ভজে] ॥ ৮

৮। ভাঙনি—মই সকলো বস্তুৰ উৎপত্তিৰ কাৰণ, মোৰ পৰাই সকলো জগৎ প্ৰবৰ্ত্তিত হৈছে—অৰ্থাৎ জগতত যিবোৰ ক্ৰিযা বা গতি হৈছে, যি ঘটনা ঘটিছে সকলোবোৰ মোৰ শক্তিৰে হৈছে—মই কৰাইছো, এইদৰে বুজি জ্ঞানীজনে ভক্তিভাৱে মোক ভজে ॥ ৮

**মচ্চিত্তা মদ্গতপ্ৰাণা বোধয়ন্তঃ পৰস্পৰম্।**
**কথয়ন্তশ্চ মাং নিত্যং তুষ্যন্তি চ ৰমন্তি চ ॥ ৯**

৯। অন্বয়—মচ্চিত্তাঃ [মদগত চিত্ত] মদগত প্ৰাণাঃ [মদগত প্ৰাণ] পৰস্পৰং বোধয়ন্তঃ [পৰস্পৰে—ইজনে সিজনক বুজাই] মাং কথয়ন্তঃ চ [আৰু পৰস্পৰৰ লগত মোৰ কথা পাতি] নিত্যং তুষ্যন্তি চ ৰমন্তি চ [দিনৌ তৃপ্তি আৰু আনন্দ লাভ কৰে] ॥ ৯

৯। ভাঙনি—(এনে ভক্ত সকলে) মোতে চিত্ত আৰু প্ৰাণ, নিবিষ্ট কৰি, মোৰ স্বৰূপ আৰু গুণ বৰ্ণনা কৰি পৰস্পৰৰ লগত মোৰ কথা পাতি, দিনৌ সন্তোষ আৰু আনন্দ লাভ কৰে ॥ ৯

**তেষাং সততযুক্তানাং ভজতাং প্ৰীতিপূৰ্ব্বকম্।**
**দদামি বুদ্ধিযোগং তং যেন মামুপযান্তি তে ॥ ১০**

১০। অন্বয়—সততযুক্তানাং [মোত সৰ্ব্বদা যুক্ত] প্ৰীতি-পূৰ্ব্বকং ভজতাং [প্ৰীতিপূৰ্ব্বক ভজনশীল] তেষাং [সেই ভক্ত সকলক] তং বুদ্ধি যোগং দদামি [তাদৃশ বুদ্ধি যোগ দিওঁ] যেন [যাৰ দ্বাৰা] তে [তেওঁবিলাকে] মাং [মোক] উপযান্তি [প্ৰাপ্ত হয়] ॥ ১০

১০। ভাঙনি—এইদৰে সৰ্ব্বদা মোত যুক্ত হৈ, প্ৰীতিপূৰ্ব্বক মোৰ ভজনা কৰা ভক্ত সকলক মই এনে জ্ঞান দিওঁ, যাৰ দ্বাৰা তেওঁবিলাকে মোক লাভ কৰিব পাৰে ॥ ১০

**তেষামেবানুকম্পাৰ্থমহমজ্ঞানজং তমঃ।**
**নাশয়াম্যাত্মভাবস্থো জ্ঞানদীপেন ভাস্বতা ॥ ১১**

১১। অন্বয়—তেষাম্ এব অনুকম্পাৰ্থং [তেওঁবিলাকলৈ অনুগ্ৰহ কৰিযেই] অহং [মই] আত্মভাবস্থঃ [তেওঁবিলাকৰ বুদ্ধি-বৃত্তিত স্থিত হৈ] ভাস্বতা [প্ৰকাশমান] জ্ঞান দীপেন, [জ্ঞানৰূপ প্ৰদীপেৰে] অজ্ঞানজং [অজ্ঞান জাত] তমঃ [অন্ধকাৰ] নাশয়ামি [নাশ কৰোঁ] ॥ ১১

১১। ভাঙনি—সেই সকল ভক্তৰ প্ৰতি কৃপা কৰি মই তেওঁবিলাকৰ বুদ্ধিবৃত্তিত স্থিত হৈ উজ্জ্বল জ্ঞানপ্ৰদীপৰ পোহৰেৰে তেওঁবিলাকৰ মনৰ অন্ধকাৰ (অজ্ঞান) নাশ কৰোঁ ॥ ১১

(আত্মভাবস্থঃ=বুদ্ধিবৃত্তৌ স্থিতঃ—শ্ৰীধৰস্বামী)

অৰ্জ্জুনঃ উবাচ

**পৰং ব্ৰহ্ম পৰং ধাম পবিত্ৰং পৰমং ভবান্।**
**পুৰুষং শাশ্বতং দিব্যমাদিদেবমজং বিভুম্ ॥ ১২**

১২। অন্বয়—অৰ্জ্জুনঃ উবাচ। ভবান্ [আপুনি] পৰং ব্ৰহ্ম [পৰব্ৰহ্ম] পৰং ধামং [পৰম আশ্ৰয়] পৰমং পবিত্ৰং [পৰম পবিত্ৰ] শাশ্বতং দিব্যং পুৰুষং [সনাতন দিব্য পুৰুষ] আদি দেবং [দেৱতাৰ আদি] অজং [জন্ম ৰহিত] বিভুং [সৰ্ব্বব্যাপী ঈশ্বৰ] (তলৰ শ্লোকৰ লগত অন্বয়) ॥ ১২

**আহুস্ত্বামৃষয়ঃ সৰ্ব্বে দেবৰ্ষিৰ্নাৰদস্তথা।**
**অসিতো দেবলো ব্যাসঃ স্বয়ঞ্চৈব ব্ৰবীষি মে ॥ ১৩**

১৩। অন্বয়—সৰ্ব্বে ঋষয়, দেবৰ্ষি নাৰদঃ, তথা অসিতঃ দেবলঃ ব্যাসঃ চ [দেৱৰ্ষি নাৰদ, অসিত, দেবল, ব্যাস প্ৰভৃতি সকলো ঋষিয়ে] ত্বাং আহুঃ [তোমাক এই বুলিয়েই কয়—(ওপৰৰ শ্লোকত কোৱাৰ দৰেই কয়)]; স্বয়ং চ এব মে ব্ৰবীষি [আৰু তুমি নিজেও মোক তাকে কৈছা] ॥ ১৩

১২—১৩। ভাঙনি—(হে কৃষ্ণ) তুমি পৰব্ৰহ্ম, তুমি (জীৱৰ) পৰম আশ্ৰয়, তুমি সৰ্ব্বশ্ৰেষ্ঠ, পবিত্ৰ, নিত্য, দিব্য পুৰুষ, আদি দেৱ, অজ আৰু সৰ্ব্ব-গত। দেৱৰ্ষি নাৰদ,

অসিত দেৱল, ব্যাস আৰু সকলো ঋষিয়ে তোমাক এইদৰে বৰ্ণনা কৰে; আৰু তুমি নিজেও মোক সেইদৰে কৈছা॥ ১২-১৩

**সৰ্ব্বমেতদৃতং মন্যে যন্মাং বদসি কেশব।**
**ন হি তে ভগবন্ ব্যক্তিং বিদুৰ্দ্দেবা ন দানবাঃ॥ ১৪**

১৪। অন্বয়—কেশব! মাং যৎ বদসি [মোক যি কৈছা] এতৎ সৰ্ব্বং ঋতং মন্যে [এই সকলোবোৰ সত্য বুলি ভাবিছো] ভগবন্ [হে ভগৱান] তে ব্যক্তিং [তোমাৰ আত্মপ্ৰকাশ] দেবাঃ দানবাঃ ন বিদুঃ [দেৱ-দানৱ কোনেও নাজানে]॥ ১৪

১৪। ভাঙনি——হে কৃষ্ণ, তুমি যি ক'লা মই সেই সকলোকে সত্য বুলি ভাবোঁ। হে ভগৱান, তুমি কেনেকৈ আত্ম-প্ৰকাশ কৰিছা, সেই কথা দেৱতা, দানৱ, কোনেও নাজানে॥ ১৪

**স্বয়মেবাত্মনাত্মানং বেত্থ ত্বং পুৰুষোত্তম।**
**ভূতভাবন ভূতেশ দেবদেব জগৎপতে॥ ১৫**

১৫। অন্বয়—পুৰুষোত্তম, ভূতভাবন, ভূতেশ, দেব দেব, জগৎপতে [হে পুৰুষোত্তম, সমস্ত ভূতৰ উপত্তিহেতু, সমস্তভূতৰ ঈশ্বৰ, দেৱ দেৱ জগৎপতি] ত্বং স্বয়ং এব, আত্মনা আত্মনং বেত্থ [তুমি স্বয়ং হে নিজৰ দ্বাৰা নিজক জানা]॥ ১৫

১৫। ভাঙানি—হে কৃষ্ণ, তুমি নিজেহে নিজক জানা। আনে তোমাৰ তত্ত্ব জানিব নোৱাৰে॥ ১৫

**বক্তুমৰ্হস্যশেষেণ দিব্যাহ্যাত্মবিভূতয়ঃ।**
**যাভিৰ্ব্বিভূতিভিৰ্লোকানিমাংস্ত্বং ব্যাপ্য তিষ্ঠসি॥ ১৬**

১৬। অন্বয়—ত্বং [তুমি] যাভিঃ বিভূতিভিঃ [যিবোৰ বিভূতিৰে] ইমান্ লোকান্ ব্যাপ্য তিষ্ঠসি [চতুৰ্দ্দশ ভুবন ব্যাপি আছা] দিব্যান্ আত্মবিভূতয়ঃ [তোমাৰ সেই দিব্য আত্মপ্ৰকাশক বিভূতিবোৰ] অশেষেণ হি [একো বাকী নাৰাখি] বক্তুম্ অৰ্হসি [মোক কব লাগে]॥ ১৬

১৬। ভাঙনি—তুমি যিবোৰ বিভূতিৰে এই চতুৰ্দ্দশ ভুবন ব্যাপী আছা, তোমাৰ আত্মপ্ৰকাশক সেই দিব্য বিভূতিবোৰ সম্পূৰ্ণৰূপে বৰ্ণনা কৰা॥ ১৬

**কথং বিদ্যামহং যোগিংস্ত্বাং সদা পৰিচিন্তয়ন্।**
**কেষু কেষু চ ভাবেষু চিন্ত্যোঽসি ভগবন্ময়া॥ ১৭**

১৭। অন্বয়—যোগিন্! অহং কথং [মই কেনেকৈ] ত্বাং [তোমাক] সদা পৰিচিন্তয়ন্ [সদায় চিন্তা কৰি] বিদ্যাং [তোমাক জানিব পাৰিম?]। ভগবন্ [হে ভগৱান] কেষু কেষু ভাবেষু চ [কি কি ভাবত অৰ্থাৎ অস্তিত্বশীল পদাৰ্থত] ময়া চিন্ত্যঃ অসি [মই তোমাক চিন্তা কৰা উচিত]॥ ১৭

১৭। ভাঙনি—হে যোগিন্, কেনেকৈ সদায় চিন্তা কৰিলে মই তোমাক জানিব পাৰিম? কি কি অস্তিত্বশীল পদাৰ্থত মই তোমাক চিন্তা কৰিম?॥ ১৭

[সংসাৰৰ সকলো বস্তুৱেই ভগৱন্তৰ বিভূতি। এতিয়া অৰ্জ্জুনৰ প্ৰথম প্ৰশ্ন হ'ল এই, যে কি বস্তুক অৱলম্বন কৰি তেওঁৰ চিন্তা কৰা উচিত। এই প্ৰশ্নৰ উত্তৰ শ্ৰীকৃষ্ণই নিদিলে; এইমাত্ৰ ক'লে যে জগতৰ প্ৰত্যেক পদাৰ্থই তেওঁৰ বিভূতি]॥ ১৭

**বিস্তৰেণাত্মনো যোগং বিভূতিঞ্চ জনাৰ্দ্দন।**
**ভূয়ঃ কথয় তৃপ্তিৰ্হি শৃণ্বতো নাস্তি মেঽমৃতম্॥ ১৮**

১৮। অন্বয়—জনাৰ্দ্দন! আত্মনঃ যোগং বিভূতিং চ [তোমাৰ নিজৰ যোগ আৰু বিভূতি] বিস্তৰেণ ভূয়ঃ কথয় [বিস্তৃত ভাৱে আকৌ কোৱাঁ], হি [কাৰণ] অমৃতং শৃণ্বতঃ [তোমাৰ অমৃতময় বাক্য শুনি] মে তৃপ্তিঃ নাস্তি [মোৰ তৃপ্তি হোৱা নাই]॥ ১৮

১৮। ভাঙনি—হে কৃষ্ণ, তোমাৰ নিজৰ যৌগিক শক্তি আৰু বিভূতিবোৰৰ কথা মোক আকৌ বিস্তৃত ভাবে কোৱা। তোমাৰ অমৃতময় বাক্য শুনি মোৰ হেপাহ গুচা নাই॥ ১৮

শ্ৰীভগবানুবাচ

**হন্ত তে কথয়িষ্যামি দিব্যা হ্যাত্মবিভূতয়ঃ।**
**প্ৰাধান্যতঃ কুৰুশ্ৰেষ্ঠ নাস্ত্যন্তো বিস্তৰস্য মে॥ ১৯**

১৯। অন্বয়—শ্ৰীভগবান্ উবাচ। হন্ত [হৰ্ষপ্ৰকাশক অব্যয়— "বাৰু"] কুৰুশ্ৰেষ্ঠ [হে অৰ্জ্জুন] দিব্যাঃ আত্মঃবিভূতয়ঃ তে প্ৰাধান্যতঃ কথয়িষ্যামি [মোৰ বিভূতিৰ ভিতৰৰ দিব্য প্ৰধান প্ৰধান বোৰ তোমাক ক'ম]; হি [কাৰণ] মে বিস্তৰস্য অন্তঃ ন অস্তি [(মোৰ বিভূতি) বিস্তাৰৰ (আত্মপ্ৰকাশৰ) অন্ত নাই]॥ ১৯

১৯। ভাঙনি—বাৰু অৰ্জ্জুন, মোৰ বিভূতিবোৰৰ যিবোৰ প্ৰধান, সেইবোৰ মই তোমাক কওঁ। বিস্তৃত ভাবে সমস্ত বিভূতি বৰ্ণনা কৰা সম্ভৱ নহয়; কাৰণ মোৰ বিভূতিৰ অন্ত নাই॥ ১৯

[বিভূতি মানেই পৰমেশ্বৰৰ আত্মপ্ৰকাশ। তেওঁ অনন্ত, তেওঁৰ বিস্তাৰ বা প্ৰকাশো অনন্ত। এই বিস্তাৰৰো প্ৰকাশ

কৰিয়েই তেওঁৰ শক্তিৰ শেষ হোৱা নাই। এনে অনন্ত কোটি বিশ্বব্ৰহ্মাণ্ডত তেওঁ নিজে নিজক প্ৰকাশ কৰিছে।

"অনন্ত কোটি ব্ৰহ্মাণ্ডৰ হৰি অধিকাৰী।"—নামঘোষা]

**অহমাত্মা গুড়াকেশ সৰ্ব্বভূতাশয়স্থিতঃ।**
**অহমাদিশ্চ মধ্যঞ্চ ভূতানামন্ত এব চ ॥ ২০**

২০। অন্বয়—গুড়াকেশ [হে অৰ্জ্জুন] অহম্ এব [মযে] সৰ্ব্ব ভূতাশয়স্থিতঃ আত্মা [সকলো প্ৰাণীৰ হৃদিস্থিত আত্মা]। অহং ভূতানাং আদিঃ চ, মধ্যং চ, অন্তঃ চ [মই সৰ্ব্বভূতৰ আদি, মধ্য, আৰু অন্ত] ॥ ২০

২০। ভাঙনি—হে অৰ্জ্জুন, মই সকলোৰে হৃদিস্থিত আত্মা। মই সকলোৰে আদি (উৎপত্তি স্থান), মধ্য আৰু অন্ত (প্ৰলয় স্থান), অৰ্থাৎ সৃষ্টি, স্থিতি আৰু প্ৰলয়ৰ ময়ে কাৰণ ॥ ২০

**আদিত্যানামহং বিষ্ণুৰ্জ্যোতিষাং ৰবিৰংশুমান্।**
**মৰীচিৰ্মৰুতামস্মি নক্ষত্ৰাণামহং শশী ॥ ২১**

২১। অন্বয়—অহম্ আদিত্যানাং বিষ্ণুঃ [মই দ্বাদশ আদিত্যৰ ভিতৰত বিষ্ণু], জ্যোতিষাম্ অংশুমান্ ৰবিঃ [জ্যোতিৰ্ম্ময় পদাৰ্থৰ ভিতৰত মই ৰশ্মিযুক্ত সূৰ্য্য] মৰুতাং মৰীচিঃ [মৰুদ্গণৰ মাজত মই মৰীচি] নক্ষত্ৰাণাম্ অহং শশী অস্মি [নক্ষত্ৰ মাজত মই চন্দ্ৰ] ॥ ২১

২১। ভাঙনি—দ্বাদশ আদিত্যৰ ভিতৰত মই বিষ্ণু, জ্যোতিৰ্ম্ময় পদাৰ্থৰ ভিতৰত মই সূৰ্য্য, মৰুদ্গণৰ মাজত মই মৰীচি, নক্ষত্ৰৰ মাজত মই চন্দ্ৰমা ॥ ২১

**বেদানাং সামবেদোঽস্মি দেবানামস্মি বাসবঃ।**
**ইন্দ্ৰিয়াণাং মনশ্চাস্মি ভূতানামস্মি চেতনা ॥ ২২**

২২। অন্বয়—বেদানাং সামবেদঃ অস্মি [বেদৰ ভিতৰত মই সামবেদ], দেবানাং বাসবঃ অস্মি [দেৱতাৰ ভিতৰত মই ইন্দ্ৰ]; ইন্দ্ৰিয়াণাং মনঃ অস্মি [ইন্দ্ৰিয়ৰ ভিতৰত মই মন], ভূতানাং চেতনা অস্মি [সৰ্ব্বভূতৰ মই চেতনা—বোধশক্তি] ॥ ২২

২২। ভাঙনি—বেদৰ ভিতৰত মই সাম বেদ; দেৱৰ ভিতৰত ইন্দ্ৰ; ইন্দ্ৰিয়ৰ ভিতৰত মন; সৰ্ব্বভূতৰ আশ্ৰয়ীভূত বোধশক্তিও মই ॥ ২২

["কাৰ্য্য কাৰণ সংঘাতেঽভিব্যক্তা বুদ্ধেৰ্বৃত্তি শ্চেতনা"—শঙ্কৰাচাৰ্য্য (১৩।৬—৭ শ্লোক চাওক]

**ৰুদ্ৰাণাং শঙ্কৰশ্চাস্মি বিত্তেশো যক্ষৰক্ষসাম্।**
**বসূনাং পাৱকশ্চাস্মি মেৰুঃ শিখৰিণামহম্ ॥ ২৩**

২৩। অন্বয়—ৰুদ্ৰাণাং শঙ্কৰঃ অস্মি [একাদশ ৰুদ্ৰৰ ভিতৰত মই শঙ্কৰ (শিৱ)] যক্ষৰক্ষসাং চ বিত্তেশঃ [যক্ষ-ৰাক্ষসৰ ভিতৰত মই ধনাধিপতি কুবেৰ] অহং বসুনাং পাবকঃ [অষ্টবসুৰ ভিতৰত মই পাবক (অগ্নি)] শিখৰিণাং চ মেৰুঃ [পৰ্ব্বতবোৰৰ মাজত মই সুমেৰু] ॥ ২৩

২৩। ভাঙনি—একাদশ ৰুদ্ৰৰ মাজত মই শিৱ, যক্ষ ৰাক্ষসৰ মাজত কুবেৰ, অষ্টবসুৰ মাজত অগ্নি আৰু পৰ্ব্বতৰ মাজত সুমেৰু ॥ ২৩

[প্ৰত্যেক শ্ৰেণীৰ জীৱৰ মাজত, প্ৰত্যেক শ্ৰেণীৰ জড় পদাৰ্থৰ মাজত যিটি শ্ৰেষ্ঠ, সেয়ে ভগৱানৰ বিশেষ প্ৰকাশ বা বিভূতি যেনে, একাদশ ৰুদ্ৰৰ প্ৰত্যেকজনেই পৰমেশ্বৰৰ আত্মপ্ৰকাশ, কিন্তু শিৱ তেওঁৰ বিশেষ প্ৰকাশ। এনে অৰ্থত এই অধ্যায়ৰ ওপৰৰ আৰু তলৰ সকলোবোৰ শ্লোক বুজিব লাগিব। সমজাতীয় পদাৰ্থৰ যিটি প্ৰধান বা শ্ৰেষ্ঠ তাকে এতিয়া অৰ্জ্জুনক বুজাইছে। সেয়ে ঈশ্বৰ [illegible]ভূতি বা বিশেষ আত্মপ্ৰকাশ।]

**পুৰোধসাঞ্চ মুখ্যং মাং বিদ্ধি পাৰ্থ বৃহস্পতিম্।**
**সেনানীনামহং স্কন্দঃ সৰসামস্মি সাগৰঃ ॥ ২৪**

২৪। অন্বয়—পাৰ্থ! মাং [মোক] পুৰোধসাং [পুৰোহিত সকলৰ] মুখ্যং [প্ৰধান] বৃহস্পতিং বিদ্ধি [বৃহস্পতি বুলি জানিবা] অহং সেনানীনাং স্কন্দঃ [মই সেনাপতিৰ ভিতৰত দেৱ-সেনাপতি কাৰ্ত্তিক] সৰসাং সাগৰঃ অস্মি [সৰোবৰৰ মাজত মই সাগৰ] ॥ ২৪

২৪। ভাঙনি—পুৰোহিতৰ মাজত মই দেৱগুৰু বৃহস্পতি, সেনাপতিৰ ভিতৰত দেৱ-সেনাপতি কাৰ্ত্তিক, সৰোবৰৰ ভিতৰত সাগৰ ॥ ২৪

**মহৰ্ষীণাং ভৃগুৰহং গিৰামস্ম্যেকমক্ষৰম্।**
**যজ্ঞানাং জপযজ্ঞোঽস্মি স্থাবৰাণাং হিমালয়ঃ ॥ ২৫**

২৫। অন্বয়—মহৰ্ষীণাম্ অহং ভৃগুঃ অস্মি [মহৰ্ষিৰ মাজত মই ভৃগু]; গিৰাম্ একম্ অক্ষৰম্ [বাক্যৰ মাজত একাক্ষৰ পৱিত্ৰ ওঙ্কাৰ]; যজ্ঞানাং জপযজ্ঞঃ অস্মি [যজ্ঞৰ মাজত মই যপ-যজ্ঞ] স্থাবৰাণাং হিমালয়ঃ [স্থাৱৰৰ ভিতৰত মই হিমালয়] ॥ ২৫

২৫। ভাঙনি—মই মহৰ্ষিৰ মাজত ভৃগু, শব্দৰ ভিতৰত প্ৰণৱ, যজ্ঞৰ ভিতৰত জপ-যজ্ঞ, আৰু স্থাৱৰৰ ভিতৰত হিমালয় ॥ ২৫

**অশ্বত্থঃ সৰ্ব্ববৃক্ষাণাং দেৱৰ্ষীণাঞ্চ নাৰদঃ।**
**গন্ধৰ্ব্বাণাং চিত্ৰৰথঃ সিদ্ধানাং কপিলো মুনিঃ ॥ ২৬**

২৬। অন্বয়—সৰ্ব্ববৃক্ষাণাং অশ্বত্থঃ [সকলো বৃক্ষৰ ভিতৰত মই আঁহত গছ] দেৱৰ্ষীণাং চ নাৰদঃ [দেৱৰ্ষিৰ ভিতৰত নাৰদ] গন্ধৰ্ব্বানাং চিত্ৰৰথঃ [গন্ধৰ্ব্বৰ ভিতৰত চিত্ৰৰথ] সিদ্ধানাং কপিল মুনিঃ [সিদ্ধ (জ্ঞানৈশ্বৰ্য্যসম্পন্ন) সকলৰ মাজত কপিল মুনি] ॥ ২৬

২৬। ভাঙনি—গছৰ ভিতৰত মই আঁহত গছ, দেৱৰ্ষিৰ ভিতৰত নাৰদ, গন্ধৰ্ব্বৰ ভিতৰত চিত্ৰৰথ, জ্ঞান আৰু অষ্টৈশ্বৰ্য্য-সম্পন্ন সকলৰ মাজত মই কপিল মুনি ॥ ২৬

**উচ্চৈঃশ্ৰৱসমশ্বানাং বিদ্ধি মামমৃতোদ্ভৱম্।**
**ঐৰাৱতং গজেন্দ্ৰাণাং নৰাণাঞ্চ নৰাধিপম্ ॥ ২৭**

২৭। অন্বয়—অশ্বানাং [অশ্ববোৰৰ ভিতৰত] মাং [মোক] অমৃতোদ্ভবং [অমৃতৰ পৰা উৎপন্ন হোৱা—অৰ্থাৎ ক্ষীৰোদ সাগৰ মথনত উৎপন্ন হোৱা] উচ্চৈঃশ্ৰবসম্ বিদ্ধি [উচ্চৈঃশ্ৰবা অশ্ব বুলি জানিবা] গজেন্দ্ৰানাং ঐৰাবতং [গজেন্দ্ৰ মাজত ঐৰাৱত ( বুলি জানিবা)] নৰাণাং চ নৰাধিপম্ [মানুহৰ মাজত ৰজাক (মই বুলি জানিবা)] ॥ ২৭

২৭। ভাঙনি—ঘোঁৰাৰ ভিতৰত ক্ষীৰোদ সাগৰ মথনত পোৱা উচ্চৈঃশ্ৰবা, হাতীৰ ভিতৰত ঐৰাৱত, মানুহৰ ভিতৰত ৰজা—এইবোৰক মই বুলি জানিবা ॥ ২৭

**আয়ুধানামহং বজ্ৰং ধেনুনামস্মি কামধুক্।**
**প্ৰজনশ্চাস্মি কন্দৰ্পঃ সৰ্পাণামস্মি বাসুকিঃ ॥ ২৮**

২৮। অন্বয়—আয়ুধানাম্ অহং বজ্ৰং [অস্ত্ৰৰ ভিতৰত মই বজ্ৰ] ধেনুনাং কামধুক্ অস্মি [গাই গৰুৰ ভিতৰত মই কামধেনু]; প্ৰজনঃ কন্দৰ্পঃ অস্মি [সন্তান উৎপাদকৰ ভিতৰত মই কামদেৱ], সৰ্পাণাম চ বাসুকিঃ অস্মি [সৰ্পৰ মাজত মই বাসুকি] ॥ ২৮

২৮। ভাঙনি—অস্ত্ৰৰ ভিতৰত মই বজ্ৰ, ধেনুৰ মাজত কামধেনু; সন্তান উৎপাদকৰ ভিতৰত কামদেৱ কন্দৰ্প; সৰ্পৰ ভিতৰত বাসুকি ॥২৮

**অনন্তশ্চাস্মি নাগানাং বৰুণো যাদসামহম্।**
**পিতৃণামৰ্য্যমা চাস্মি যমঃ সংযমতামহম্ ॥ ২৯**

২৯ অন্বয়—নাগানাম্ অনন্তঃ অস্মি [নাগৰ ভিতৰত মই অনন্ত]; যাদসাং চ অহং বৰুণঃ [জলচৰৰ ভিতৰত মই বৰুণ]; পিতৃণাং চ অৰ্য্যমা অস্মি [পিতৃ সকলৰ ভিতৰত মই অৰ্য্যমা] সংযমতাং অহং যমঃ [বিধি-নিয়ম ৰক্ষাকাৰী সকলৰ ভিতৰত মই ধৰ্ম্মৰাজ যম] ॥ ২৯

২৯। ভাঙনি—নাগৰ মাজত মই অনন্ত, জলচৰ প্ৰাণীৰ মাজত বৰুণ, পিতৃগণৰ মাজত অৰ্য্যমা, আৰু বিধি-নিয়ম ৰক্ষাকাৰীসকলৰ মাজত (ধৰ্ম্মৰাজ) যম ॥ ২৯

[সৰ্প আৰু নাগৰ প্ৰভেদ :—

তাক সৰ্প বোলে এক শিৰে পেটে চলে।
যাহাৰ বিস্তৰ শিৰ তাক নাগ বোলে ॥

—গোবিন্দ মিশ্ৰ]

**প্ৰহ্লাদশ্চাস্মি দৈত্যানাং কালঃ কলয়তামহম্।**
**মৃগাণাঞ্চ মৃগেন্দ্ৰোঽহং বৈনতেয়শ্চ পক্ষিণাম্ ॥ ৩০**

৩০। অন্বয়—দৈত্যানাং প্ৰহ্লাদঃ অস্মি [দৈত্যৰ মাজত মই প্ৰহ্লাদ], কলয়তাং চ অহং কালঃ [গণনাকাৰী সকলৰ মাজত মই কাল] মৃগাণাং চ অহং মৃগেন্দ্ৰঃ [পশুৰ মাজত মই সিংহ], পক্ষিণাং চ বৈনতেয়ঃ [পক্ষীৰ মাজত গৰুড়] ॥ ৩০

৩০। ভাঙনি—মই দৈত্যৰ মাজত প্ৰহ্লাদ, গণনাকাৰীৰ মাজত কাল, পশুৰ মাজত সিংহ আৰু পক্ষীৰ মাজত গৰুড় ॥ ৩০

**পবনঃ পবতামস্মি ৰামঃ শস্ত্ৰভৃতামহম্।**
**ঝষাণাং মকৰশ্চাস্মি স্ৰোতসামস্মি জাহ্নবী ॥ ৩১**

৩১ অন্বয়—পবতাং পবনঃ অস্মি [দ্ৰুতগামীৰ মাজত মই বায়ু] অহং শস্ত্ৰভৃতাং ৰামঃ [অস্ত্ৰধাৰীৰ ভিতৰত মই ৰাম]; ঝষাণাং মকৰঃ অস্মি [মাছৰ ভিতৰত মই মকৰ]; স্ৰোতসাং চ জাহ্নবী অস্মি [নদীৰ মাজত মই গঙ্গা] ॥ ৩১

৩১। ভাঙনি—বেগগামীৰ ভিতৰতমই বায়ু, শস্ত্ৰধাৰীৰ ভিতৰত ৰাম, মাছৰ ভিতৰত মকৰ (মগৰ), নদীৰ তিতৰত গঙ্গা ॥ ৩১

**সৰ্গাণামাদিৰন্তশ্চ মধ্যং চৈবাহমৰ্জ্জুন।**
**অধ্যাত্মবিদ্যা বিদ্যানাং বাদঃ প্ৰবদতামহম্ ॥ ৩২**

৩২। অন্বয়—অৰ্জ্জুন! অহং সৰ্গাণাম্ আদিঃ অন্তঃ চ মধ্যং চ [হে অৰ্জ্জুন, মই সৃষ্টিৰ আদি মধ্য আৰু অন্ত—সৃষ্টি-স্থিতি লয়ৰ কাৰণ]; বিদ্যানাং অধ্যাত্ম বিদ্যা [বিদ্যাৰ ভিতৰত মই অধ্যাত্মবিদ্যা] প্ৰবদতাং অহং বাদঃ [বিচাৰকাৰীৰ মই 'বাদ'] ॥ ৩২

৩২। ভাঙনি—হে অৰ্জ্জুন, মই সৃষ্টিৰ আদি, অন্ত আৰু মধ্য; মই বিদ্যাৰ ভিতৰত শ্ৰেষ্ঠ বিদ্যা—অধ্যাত্ম বিদ্যা

(জীৱতত্ত্ব বিষয়ে জ্ঞান) ; ন্যায় দৰ্শনৰ 'বাদ' নামে যি বিচাৰ নিৰ্ণায়ক, সেইটো মই ॥৩২

[তৰ্কশাস্ত্ৰত তিনি ৰকমৰ বিচাৰ আছে—'বাদ', 'জল্প', (জিগীষা), আৰু 'বিতণ্ডা'। কেৱলমাত্ৰ জয়লাভৰ কাৰণে পৰৰ মত দোষণীয় বুলি প্ৰমাণ কৰিবলৈ কৰা তৰ্কৰ নাম "বিতণ্ডা"। যেনে তেনে ৰকমেৰে নিজৰ মত স্থাপন কৰিবলৈ কৰা তৰ্কৰ নাম "জল্প"। আচল সত্য নিৰ্ণয় কৰিবলৈ কৰা প্ৰশ্নোত্তৰৰ নাম "বাদ"। এযে আচল শ্ৰেষ্ঠ বিচাৰ।]

**অক্ষৰাণামকাৰোঽস্মি দ্বন্দ্বঃ সামাসিকস্য চ।**
**অহমেবাক্ষয়ঃ কালো ধাতাহং বিশ্বতোমুখঃ ॥ ৩৩**

৩৩। অন্বয়—অক্ষৰাণাম্ অকাৰঃ অস্মি [অক্ষৰৰ ভিতৰত মই আদি অক্ষৰ অ-কাৰ] সামাসিকস্য দ্বন্দ্বঃ [সমাসৰ ভিতৰত মই দ্বন্দ্ব সমাস (য'ত প্ৰত্যেক পদ স্ব-প্ৰধান)], অহং এব অক্ষয়ঃ কালঃ [মযে অক্ষয় কাল], অহং বিশ্বতোমুখঃ ধাতা [সৰ্ব্বতঃ সমান দ্ৰষ্টা বিধাতা] ॥ ৩৩

৩৩। ভাঙনি—অক্ষৰৰ ভিতৰত মই অ-কাৰ, সমাসৰ দ্বন্দ্ব সমাস, মই অক্ষয় কাল, মই সৰ্ব্বতোমুখী সমান দ্ৰষ্টা বিধাতা (কৰ্ম্মফলদাতা) ॥ ৩৩

**মৃত্যুঃ সৰ্ব্বহৰশ্চাহমুদ্ভৱশ্চ ভবিষ্যতাম্।**
**কীৰ্ত্তিঃ শ্ৰীৰ্ব্বাক্ চ নাৰীণাং স্মৃতিৰ্মেধা ধৃতঃ ক্ষমা ॥ ৩৪**

৩৪। অন্বয়—অহং চ সৰ্ব্বহৰঃ মৃত্যুঃ [মই সৰ্ব্বসংহাৰকাৰী মৃত্যু] ভবিষ্যতাম্ উদ্ভৱঃ [ভবিষ্যতত যিবোৰ উৎপন্ন হব, সেইবোৰৰ উৎপত্তিৰ কাৰণ] ; নাৰীণাং কীৰ্ত্তিঃ, শ্ৰীঃ, বাক্, স্মৃতিঃ, মেধা, ধৃতিঃ, চ ক্ষমা [নাৰীৰ মাজত মই দেৱপত্নীগণ কীৰ্ত্তি, শ্ৰী, বাক্, স্মৃতি, মেধা, ধৃতি আৰু ক্ষমা] ॥ ৩৪

৩৪। ভাঙনি—মই সকলোৰে সংহাৰকৰ্ত্তা, মৃত্যু ; ভবিষ্যতৰ সকলো বস্তুৰ উৎপত্তিস্থল মই ; স্ত্ৰীসকলৰ ভিতৰত নাৰীশ্ৰেষ্ঠ দেৱপত্নীসকল, কীৰ্ত্তি, শ্ৰী, বাক্, স্মৃতি, মেধা, ধৃতি, ক্ষমা—এই সকলো মই অৰ্থাৎ মোৰ বিভূতি ॥ ৩৪

**বৃহৎ সাম তথা সাম্নাং গায়ত্ৰীচ্ছন্দসামহম্।**
**মাসানাং মাৰ্গশীৰ্ষোঽহমৃতূনাং কুসুমাকৰঃ ॥ ৩৫**

৩৫। অন্বয়—অহং সাম্নাং বৃহৎ সাম [বেদৰ মন্ত্ৰবোৰৰ ভিতৰত মই বৃহৎ সাম] ; তথা ছন্দসাম্ অহম্ গায়ত্ৰী [ছন্দৰ ভিতৰত মই গায়ত্ৰী ছন্দ] মাসানাং অহং মাৰ্গশীৰ্ষঃ [মাহৰ ভিতৰত মই মাৰ্গশীৰ্ষ—অৰ্থাৎ বছৰৰ আদি মাহ,—আঘোণ মাহ], ঋতূনাং কুসুমাকৰঃ [ঋতুৰ ভিতৰত বসন্ত ঋতু] ॥ ৩৫

৩৫। ভাঙনি—বেদমন্ত্ৰৰ ভিতৰত মই বৃহৎ সাম ; ছন্দৰ ভিতৰত গায়ত্ৰী ; মাহৰ ভিতৰত আঘোণ মাহ ; ঋতুৰ ভিতৰত বসন্ত ঋতু] ॥ ৩৫

[আগৰ দিনত আঘোণৰ পৰা নতুন বছৰৰ আৰম্ভ হৈছিল।]

**দ্যূতং ছলয়তামস্মি তেজস্তেজস্বিনামহম্।**
**জয়োঽস্মি ব্যৱসায়োঽস্মি সত্ত্বং সত্ত্বৱতামহম্ ॥ ৩৬**

৩৬। অন্বয়—অহং ছলয়তাং দ্যূতং [মই ছলনাকাৰীৰ ভিতৰত দ্যূত ক্ৰীড়া—অৰ্থাৎ বাজি ৰাখি পাশা খেলা] তেজস্বিনাং তেজঃ অস্মি [মই তেজস্বীৰ তেজ] ; জয়ঃ অস্মি, ব্যৱসায়ঃ অস্মি, [মই জয়, মই অধ্যৱসায়, মই দৃঢ়সঙ্কল্প] ; অহং সত্ত্বৱতাম্ সত্ত্বম্ [মই সৎলোকৰ সত্ত্বগুণ] ॥ ৩৬

৩৬। ভাঙনি—ছলনাকাৰীৰ (বাজি মাৰি খেলা) পাশাখেল, তেজস্বীৰ তেজ, জয়ী পুৰুষৰ জয়, উদ্যমশীলৰ উদ্যম বা অধ্যৱসায়, সৎ পুৰুষৰ গুণ—সকলো মই ॥ ৩৬

**বৃষ্ণীণাং বাসুদেৱোঽস্মি পাণ্ডৱানাং ধনঞ্জয়ঃ।**
**মুনীনামপ্যহং ব্যাসঃ কবীনামুশনাঃ কবিঃ ॥ ৩৭**

৩৭। অন্বয়—অহং বৃষ্ণীনাং বাসুদেৱঃ অস্মি [মই যাদৱ বংশত বাসুদেৱ], পাণ্ডৱানাং ধনঞ্জয়ঃ [পাণ্ডৱ কুলত অৰ্জ্জুন] মুনীনাম অপি ব্যাসঃ [মুনিৰ ভিতৰত ব্যাস) কবীনাম্ উশনাঃ কবিঃ [কবিৰ ভিতৰত শুক্ৰাচাৰ্য্য] ॥ ৩৭

৩৭। ভাঙনি—মই যাদৱ বংশৰ বাসুদেৱ, পাণ্ডৱসকলৰ অৰ্জ্জুন, মুনিৰ ভিতৰত ব্যাস, আৰু কবিৰ ভিতৰত শুক্ৰাচাৰ্য্য ॥ ৩৭

**দণ্ডো দময়তামস্মি নীতিৰস্মি জিগীষতাম্।**
**মৌনং চৈবাস্মি গুহ্যানাং জ্ঞানং জ্ঞানৱতামহম্ ॥ ৩৮**

৩৮। অন্বয়—দময়তাং দণ্ডঃ [শাসনকৰ্ত্তাৰ মই দণ্ড অৰ্থাৎ প্ৰভুত্ব-শক্তি] ; জিগীষতাং নীতিঃ অস্মি (জয়েচ্ছুৰ নীতি মই] গুহ্যানাং মৌনং এব [গোপনীয় বিষয়ত মই মৌন (নীৰৱতা)] ; জ্ঞানৱতাং জ্ঞানম্ অস্মি [মই, জ্ঞানীজনৰ জ্ঞান] ॥ ৩৮

৩৮। ভাঙনি—দমনকাৰীৰ (প্ৰভুত্ব শক্তি) দণ্ড, জয়েচ্ছুৰ সাম, দান আদি নীতি (বুদ্ধি কৌশল), গুহ্য বিষয়ত নীৰৱতা জ্ঞানীৰ জ্ঞান—সকলো মই ॥ ৩৮

**যচ্চাপি সৰ্ব্বভূতানাং বীজং তদহমৰ্জ্জুন**
**ন তদস্তি বিনা যৎ স্যান্ময়া ভূতং চৰাচৰম ॥ ৩৯**

৩৯। অন্বয়—অৰ্জ্জুন! যৎ চ [যি কোনো] সৰ্ব্বভূতানাং বীজং [সকলোৰে বীজ] তৎ অপি অহং [সেই বীজেই মই]; ময়া বিনা যৎ স্যাৎ [মোৰ ব্যতীতে যি হব পাৰে] তৎ চৰাচৰং ভূতং [তেনে স্থাৱৰবা জঙ্গম পদাৰ্থ] নাস্তি [নাই] ॥ ৩৯

৩৯। ভাঙনি—হে অৰ্জ্জুন, সকলোৰে উৎপত্তিৰ বীজ মই; স্থাৱৰ, জঙ্গম আদি যত পদাৰ্থ আছে, সেই সকলোবোৰ মই; মোৰ বাহিৰে এই জগতত একো নাই ॥ ৩৯

**নান্তোঽস্তি মম দিব্যানাং বিভূতীনাং পৰন্তপ।**
**এষ তূদ্দেশতঃ প্ৰোক্তো বিভূতেৰ্বিস্তৰো ময়া ॥ ৪০**

৪০। অন্বয়—পৰন্তপ [হে অৰ্জ্জুন] মম দিব্যানাং বিভূতীনাং অন্তঃ নাস্তি [মোৰ দিব্য বিভূতিবোৰৰ সীমা-সংখ্যা নাই]। এষঃ তু বিভূতেঃ বিস্তৰঃ [কিন্তু এইবোৰ বিভূতি বিস্তৰ] ময়া উদ্দেশতঃ প্ৰোক্তঃ [মই সংক্ষেপে (আংশিক ভাবে) কৰোঁ] ॥ ৪০

৪০। ভাঙনি—হে অৰ্জ্জুন! মোৰ দিব্য বিভূতিবোৰৰ সীমা-সংখ্যা নাই। মই এতিয়া যিবোৰ বিভূতিৰ বিস্তৃত বৰ্ণনা কৰিলোঁ, সেই বৰ্ণনা কেৱল প্ৰধান প্ৰধান দুটামান বিভূতিৰ প্ৰতি লক্ষ্য কৰি সংক্ষেপতঃ কৰা হৈছে ॥ ৪০

**যদ্যদ্বিভূতিমৎ সত্ত্বং শ্ৰীমদূৰ্জ্জিতমেব বা।**
**তত্তদেবাৱগচ্ছ ত্বং মম তেজোঽংশসম্ভৱম্ ॥ ৪১**

৪১। অন্বয়—বিভূতিমৎ [বিভূতিযুক্ত, ঐশ্বৰ্য্যযুক্ত] শ্ৰীমৎ [শ্ৰীমন্ত] উৰ্জ্জিতম্ এব বা [অথবা তেজ আৰু প্ৰভাৱসম্পন্ন] যৎ যৎ সত্ত্বং [যি সি বস্তু আছে] তৎ তৎ এব [সেই সকলোবোৰ] মম তেজোঽংশ সম্ভৱম্ [মোৰ শক্তিৰ অংশৰপৰা উদ্ভৱ হৈছে], ত্বং অৱগচ্ছ [তুমি জানিবা] ॥ ৪১

৪১। ভাঙনি—"যাক যাক ঐশ্বৰ্য্যৱন্ত, শ্ৰীমন্ত, ধনৱন্ত, প্ৰভাৱন্ত, গুণৱন্ত প্ৰাণী দেখা, তাক মোৰ বিভূতি বুলি জানিবা।"—(ভট্টদেৱ) ॥ ৪১

**অথবা বহুনৈতেন কিং জ্ঞাতেন তবাৰ্জ্জুন।**
**বিষ্টভ্যাহমিদং কৃৎস্নমেকাংশেন স্থিতো জগৎ ॥ ৪২**

ইতি শ্ৰীমহাভাৰতে শতসাহস্ৰ্যাং সংহিতায়াং বৈযাসিক্যাং
ভীষ্মপৰ্ব্বণি শ্ৰীমদ্ভগবদ্গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং
যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুন সংবাদে বিভূতিযোগো
নাম দশমোঽধ্যায়ঃ।

৪২। অন্বয়—অথবা, অৰ্জ্জুন, তব এতেন বহুনা জ্ঞাতেন কিং [তোমাৰ ইমান অধিক জনাৰ নো কি প্ৰয়োজন?]। ইদং কৃৎস্নং জগৎ [এই গোটেই জগতখন] অহং [মই] একাংশেন [এক অংশেৰে] বিষ্টভ্য [ধাৰণ কৰি] স্থিতঃ [স্থিত আছো] ॥ ৪২

৪২। ভাঙনি—অথবা, হে অৰ্জ্জুন, ইমান অধিক জনাৰ তোমাৰ কি প্ৰয়োজন? (তুমি এই মাত্ৰ জানিলেই হয় যে) এক অংশেৰে মাত্ৰ এই গোটেই জগৎ ধাৰণ কৰি মই অৱস্থিত (জগতৰ ওপৰতো মই) ॥ ৪২

# একাদশোঽধ্যায়ঃ

## বিশ্বৰূপ-দৰ্শনম।

অৰ্জ্জুন উবাচ

**মদনুগ্ৰহায় পৰমং গুহ্যমধ্যাত্মসংজ্ঞিতম্।**
**যৎ ত্বয়োক্তং বচস্তেন মোহোঽয়ং বিগতো মম ॥ ১**

১। অন্বয়—অৰ্জ্জুনঃ উবাচ। মদনুগ্ৰহায় [মোৰ প্ৰতি কৃপা কৰি] পৰমং গুহ্যং অধ্যাত্ম সংজ্ঞিতং [পৰম গুহ্য অধ্যাত্ম তত্ত্ব বিষয়ক] যৎ বচঃ ত্বয়া উক্তং [যি কথা তুমি ক'লা] তেন [তদ্দাৰা] মম অয়ং মোহঃ বিগতঃ [মোৰ এই মোহ দূৰ হল] ॥ ১

১। ভাঙনি—তুমি কৃপা কৰি যে অধ্যাত্ম তত্ত্ব বিষয়ক পৰম গুহ্য কথাবোৰ ক'লা, তদ্দাৰা মোৰ এই মোহ দূৰ হ'ল ॥ ১

[জগতৰ বস্তুবোৰ, প্ৰাণীবোৰ, যে ঈশ্বৰৰ পৰা পৃথক, প্ৰত্যেকে নিজে নিজৰ নিমিত্তেই কাম কৰিছে, নিজৰ শক্তিৰেই চলিছে,—এয়ে আছিল অৰ্জ্জুনৰ মোহ, ভ্ৰান্তি বা অজ্ঞান—যি মোহৰ বশবৰ্ত্তী হৈ, নিজক হন্তা বুলি ভাবি, অৰ্জ্জুনে যুদ্ধ কৰিবলৈ অমান্তি হৈছিল। এতিয়া সেই মোহ দূৰ হল। কিয হ'ল তাৰ কাৰণ অৰ্জ্জুনে নিজে তলৰ শ্লোকত কৈছে]।।

**ভবাপ্যয়ৌ হিং ভূতানাং শ্ৰুতৌ বিস্তৰশো ময়া।**
**ত্বত্তঃ কমলপত্ৰাক্ষ মাহাত্ম্যমপি চাব্যয়ম্ ।। ২**

২। অন্বয়—হি [যি হেতু] কমলপত্ৰাক্ষ [হে কমল লোচন কৃষ্ণ] ভূতানাং ভবাপ্যয়ৌ ত্বত্তঃ ময়া বিস্তৰশঃ শ্ৰুতৌ [জীৱৰ উৎপত্তি আৰু লয়ৰ বৃত্তান্ত তোমাৰ পৰা মই বাহুল্যৰূপে শুনিলোঁ], অপি চ অব্যয়ং মাহাত্ম্যম্ [আৰু তোমাৰ অব্যয মাহাত্ম্যও শুনিলোঁ।]।। ২

২। ভাঙনি—(মোৰমোহ দূৰ হল) কাৰণ তোমাৰ মুখে এই জীৱৰ উৎপত্তি আৰু বিনাশৰ তথ্য আৰু তোমাৰ অক্ষয় মহিমাৰ বিষয় বাহুল্যৰূপে শুনিলোঁ—(মই বুজিছো যে তুমিহে জগতৰ সকলো ঘটনা ঘটাইছা, তোমাৰ শক্তি নহলে জগতৰ কোনো ক্ৰিয়া হব নোৱাৰে)।। ২

**এবমেতদ্যথাত্থ ত্বমাত্মানং পৰমেশ্বৰ।**
**দ্ৰষ্টুমিচ্ছামি তে ৰূপমৈশ্বৰং পুৰুষোত্তম ।। ৩**

৩। অন্বয়—পৰমেশ্বৰ! যথা ত্বং আত্মানং আত্থ [হে পৰমেশ্বৰ তুমি নিজে নিজক যেনে বুলি ক'লা], এতৎ এবং [সেইটো সেযে]। পুৰুষোত্তম! তে ঐশ্বৰং ৰূপং দ্ৰষ্টুম্ ইচ্ছামি [হে পুৰুষোত্তম, তোমাৰ ঈশ্বৰ-ৰূপ দেখিবলৈ ইচ্ছা কৰোঁ]।। ৩

৩। ভাঙনি—হে পৰমেশ্বৰ, তুমি নিজে নিজৰ বিষয়ে যি ক'লা, সেই সকলোবোৰেই ঠিক, হে পুৰুষোত্তম, তোমাৰ ঈশ্বৰ-ৰূপ দেখিবলৈ ইচ্ছা কৰোঁ]।। ৩

**মন্যসে যদি তচ্ছক্যং ময়া দ্ৰষ্টুমিতি প্ৰভো।**
**যোগেশ্বৰ ততো মে ত্বং দৰ্শয়াত্মানমব্যয়ম্ ।। ৪**

৪। অন্বয়—প্ৰভো! যোগেশ্বৰ! যদি তৎ [যদি সেই ৰূপ] ময়া দ্ৰষ্টুম্ শক্যম্ [মই দেখিব পাৰোঁ] ইতি মন্যসে [এনে বুলি ভাবা] ততঃ [তেনেহলে] ত্বং মে অব্যয়ং আত্মানং দৰ্শয় [তুমি মোক তোমাৰ অবিনাশী আত্মৰূপ দৰ্শন কৰোৱা]।। ৪

৪। ভাঙনি—হে প্ৰভু, হে যোগেশ্বৰ, যদি তোমাৰ সেই ৰূপ মই দেখিব পাৰোঁ বুলি ভাবা, তেন্তে সেই অবিনাশী নিজ স্বৰূপটি মোক দৰ্শন কৰোৱা।। ৪

শ্ৰীভগবানুবাচ

**পশ্য মে পাৰ্থ ৰূপাণি শতশোঽথ সহস্ৰশঃ।**
**নানাবিধানি দিব্যানি নানাবৰ্ণাকৃতীনি চ ।। ৫**

৫। অন্বয়—শ্ৰীভগবান্ উবাচ। পাৰ্থ! মে [মোৰ] নানাবিধানি [নানা প্ৰকাৰ] নানা বৰ্ণাকৃতীনি [নানা বৰ্ণ আৰু আকৃতিবিশিষ্ট] শতশঃ [শত শত] সহস্ৰশঃ [সহস্ৰ সহস্ৰ] দিব্যানি ৰূপাণি পশ্য [দিব্য ৰূপবোৰ চোৱাঁ] ।।৫

৫। ভাঙনি—হে অৰ্জ্জুন, মোৰ অলৌকিক নানা বিধৰ, নানা বৰ্ণৰ আৰু নানা আকৃতিৰ শত সহস্ৰ ৰূপবোৰ চোৱাঁ ।। ৫

**পশ্যাদিত্যান্ বসূন্ ৰুদ্ৰানশ্বিনৌ মৰুতস্তথা**
**বহূন্যদৃষ্টপূৰ্ব্বাণি পশ্যাশ্চৰ্য্যাণি ভাৰত ।। ৬**

৬। অন্বয়—ভাৰত! আদিত্যান, [দ্বাদশ আদিত্য] বসূন্ [অষ্টবসু] ৰুদ্ৰান [একাদশ ৰুদ্ৰ] অশ্বিনৌ [অশ্বিনী কুমাৰ দুজন] তথা মৰুতঃ [আৰু ৪৯ মৰুদগণ] পশ্য [চোৱাঁ] বহূনি অদৃষ্ট পূৰ্ব্বাণি আশ্চৰ্য্যানি পশ্য [বহুত অদৃষ্টপূৰ্ব্ব আশ্চৰ্য্য ৰূপবোৰ চোৱাঁ।। ৬

৬। ভাঙনি—হে অৰ্জ্জুন, দ্বাদশ আদিত্য, অষ্টবসু, একাদশ ৰুদ্ৰ, অশ্বিনী কুমাৰ দুজন, আৰু উনপঞ্চাশ মৰুৎ সৌৱা, চোৱাঁ। আগেয়ে কোনেও নেদেখা, আশ্চৰ্যজনক—এনে বহুত পদাৰ্থ চোৱাঁ।। ৬

**ইহৈকস্থং জগৎ কৃৎস্নং পশ্যাদ্য সচৰাচৰম্।**
**মম দেহে গুড়াকেশ যচ্চান্যদ্ দ্ৰষ্টুমিচ্ছসি ।। ৭**

৭। অন্বয়—গুডাকেশ [হে অৰ্জ্জুন] অদ্য [আজি] ইহ মম দেহে [এই মোৰ শৰীৰত] কৃৎস্নং [সমগ্ৰ] সচৰাচৰম্ [স্থাৱৰ জঙ্গম সকলো জগৎ] একস্থং পশ্য [একত্ৰ অৱস্থিত হৈ থকা চোৱাঁ] অন্যৎ চ যৎ দ্ৰষ্টুম্ ইচ্ছসি [আৰু আন যি দেখিবলৈ ইচ্ছা কৰা (তাকো চোৱাঁ)।। ৭

৭। ভাঙনি—হে অৰ্জ্জুন, মোৰ এই শৰীৰত চৰাচৰ সমস্ত জগৎ একেলগে চোৱাঁ। আৰু আন যিহকে মন যায়, সকলো আজি চোৱাঁ ।।৭

**ন তু মাং শক্যসে দ্ৰষ্টুমনেনৈব স্বচক্ষুষা।**
**দিব্যং দদামি তে চক্ষুঃ পশ্য মে যোগমৈশ্বৰম্ ।। ৮**

৮। অন্বয়—অনেন স্বচক্ষুষা এব [তোমাৰ এই নিজৰ মানুহৰ চকুৰে] মাং দ্ৰষ্টুং ন তু শক্যসে [মোক দেখিব

নোৱাৰা] তে দিব্যং চক্ষুঃ দদামি [তোমাক মই দিব্য চক্ষু দিছো], মে ঐশ্বৰং যোগং পশ্য [মোৰ ঐশ্বৰিক যোগ দৰ্শন কৰাঁ] ॥ ৮

৮। ভাঙনি—তুমি কিন্তু তোমাৰ নিজা মানুহৰ চকুৰে মোক নেদেখা। তোমাক মই দিব্য চক্ষু দিওঁ, তুমি মোৰ ঐশ্বৰ্য্যপূৰ্ণ ৰূপ দৰ্শন কৰাঁ ॥৮

সঞ্জয় উবাচ

**এৱমুক্ত্বা ততো ৰাজন্ মহাযোগেশ্বৰো হৰিঃ।**
**দৰ্শয়ামাস পাৰ্থায় পৰমং ৰূপমৈশ্বৰম্ ॥৯**

৯। অন্বয়—সঞ্জয়ঃ উবাচ' ৰাজন্ [হে ধৃতৰাষ্ট্ৰ] মহা যোগেশ্বৰঃ হৰিঃ এবম্ উক্তা [মহা যোগেশ্বৰ শ্ৰীকৃষ্ণই এইদৰে কৈ] ত্ততঃ [তাৰ পাছত] পাৰ্থায [অৰ্জ্জুনক] পৰমম্ ঐশ্বৰং ৰূপং দৰ্শয়ামাস [পৰম ঐশ্বৰ ৰূপ দেখুৱালে] ॥ ৯

৯। ভাঙনি—সঞ্জযে ধৃতৰাষ্ট্ৰক কলে—শুনা ৰজা, মহা যোগেশ্বৰ শ্ৰীকৃষ্ণ এইদৰে কৈ অৰ্জ্জুনক নিজৰ পৰম ঐশ্বৰ্য্য সম্পন্ন ৰূপ দেখুৱালে ॥ ৯

**অনেকবক্ত্ৰ নয়নমনেকাদ্ভুতদৰ্শনম্।**
**অনেকদিব্যাভৰণং দিব্যানেকোদ্যতায়ুধম্ ॥ ১০**
**দিব্যমাল্যাম্বৰধৰং দিব্যগন্ধানুলেপনম্।**
**সৰ্ব্বাশ্চৰ্য্যময়ং দেবমনন্তং বিশ্বতোমুখম্ ॥ ১১**

১০-১১। অন্বয়—অনেক বক্ত্ৰনয়নম্ [অসংখ্য মুখ আৰু চক্ষু যুক্ত] অনেকাদ্ভুত দৰ্শনম্ [অনেক অদ্ভুত দৃশ্যৰে পৰিপূৰ্ণ] অনেক দিব্যাভৰণং [অনেক দিব্যালঙ্কাৰ বিশিষ্ট] দিব্য-অনেক-উদ্যত-আয়ুধং [অনেক দিব্য উদ্যত অস্ত্ৰ যুক্ত] দিব্য মাল্যাম্বৰধৰম্ [দিব্য মালা আৰু বস্ত্ৰধাৰী] দিব্য গন্ধানুলেপনং [দিব্য গন্ধ আৰু অনুলেপন যুক্ত] সৰ্ব্বাশ্চৰ্যময়ং [অতি আশ্চৰ্যময়] অনন্তং [অনন্ত] বিশ্বতো মুখং [সৰ্ব্বত্ৰ মুখবিশিষ্ট] দেবং [জ্যোতিৰ্ম্ময়] ॥ ১০—১১

১০—১১। ভাঙনি—(সেই ৰূপ) অনেক মুখ আৰু নেত্ৰযুক্ত, অনেক অদ্ভুত-দৰ্শন পদাৰ্থেৰে পৰিপূৰ্ণ, অনেক দিব্য অলঙ্কাৰ, অনেক দিব্য উদ্যত অস্ত্ৰ, দিব্যমালা আৰু বস্ত্ৰ, আৰু দিব্য গন্ধযুক্ত অনু-লেপনবিশিষ্ট ; এই ৰূপ আশ্চৰ্য্যময়, অত্যন্ত জ্যোতিৰ্ম্ময়, অনন্ত আৰু সৰ্ব্বতোমুখী ॥১০—১১

**দিবি সূৰ্য্যসহস্ৰস্য ভবেদ্যুগপদুত্থিতা।**
**যদি ভাঃ সদৃশী সা স্যাদ্ভাসস্তস্য মহাত্মনঃ ॥১২**

১২। অন্বয়—দিবি [আকাশত] যদি সূৰ্য্য সহস্ৰস্য [যদি এহেজাৰ সূৰ্য্যৰ প্ৰভা] যুগপৎ উত্থিতা ভবেৎ [একেলগে ওলায়] ; সা [সেই প্ৰভা] তস্য মহাত্মনঃ [সেই মহাত্মাৰ] ভাসঃ [প্ৰভাৰ] সদৃশী স্যাৎ [সদৃশ হব] ॥১২

১২। ভাঙনি—আকাশত যদি সহস্ৰ সূৰ্য্য একেলগে ওলায, তেন্তে সেই প্ৰভা এই সৰ্ব্বব্যাপী পৰমেশ্বৰৰ প্ৰভাৰ সমান হব ॥১২

**তত্ৰৈকস্থং জগৎ কৃৎস্নং প্ৰবিভক্তমনেকধা।**
**অপশ্যদ্দেবদেবস্য শৰীৰে পাণ্ডৱস্তদা ॥১৩**

১৩। অন্বয়—তদা [তেতিয়া] পাণ্ডবঃ [অৰ্জ্জুনে] তত্ৰ দেব-দেবস্য শৰীৰে [সেই দেবতাৰ দেৱতা শ্ৰীকৃষ্ণৰ শৰীৰত] অনেকধা প্ৰবিভক্তং [বহুভাগে বিভক্ত] কৃৎস্নং জগৎ [সমগ্ৰ জগৎ] একস্থম্ অপশ্যৎ [একীভূত হৈ থকা দেখিলে] ॥১৩

১৩। ভাঙনি—তেতিয়া অৰ্জ্জুনে দেৱতাৰো দেৱতা শ্ৰীকৃষ্ণৰ শৰীৰত (বিশ্বৰূপত), বিভিন্ন বিভিন্নৰূপে দৃশ্যমান এই সমগ্ৰ বিশ্বব্ৰহ্মাণ্ডখন এনে ভাবে দেখিলে, যেন ই একেটি শৰীৰৰ হে অবযব ॥১৩

**ততঃ স বিস্ময়াবিষ্টো হৃষ্টৰোমা ধনঞ্জয়ঃ।**
**প্ৰণম্য শিৰসা দেবং কৃতাঞ্জলিৰভাষত ॥১৪**

১৪। অন্বয়—ততঃ [তদনন্তৰ] সঃ ধনঞ্জয়ঃ [অৰ্জ্জুনে] বিস্ময়াবিষ্টঃ [বিস্ময় মানি] হৃষ্টৰোমাঃ [ৰোমাঞ্চিত হৈ] দেবং শিৰসা প্ৰণম্য [শ্ৰীকৃষ্ণক শিৰ দোঁৱাই প্ৰণাম কৰি] কৃতাঞ্জলিঃ [কৰযোৰে] অভাষত [কলে (স্তুতি কৰিলে)] ॥১৪

১৪। ভাঙনি—ইযাৰ পাছত অৰ্জ্জুনে বিস্ময় মানি ৰোমাঞ্চিত হৈ, মূৰ দোঁৱাই শ্ৰীকৃষ্ণক প্ৰণাম কৰি কৰযোৰে স্তুতি কৰিবলৈ ধৰিলে ॥১৪

অৰ্জ্জুনঃ উবাচ

**পশ্যামি দেবাংস্তব দেব দেহে**
**সৰ্ব্বাংস্তথাভূতবিশেষসঙ্ঘান্।**
**ব্ৰহ্মাণমীশং কমলাসনস্থ-**
**মৃষীংশ্চ সৰ্ব্বানুৰগাংশ্চ দিব্যান্ ॥১৫**

১৫। অন্বয়—অৰ্জ্জুনঃ উবাচ। তব দেবদেহে [তোমাৰ দিব্য শৰীৰত—অৰ্থাৎ বিশ্বৰূপত] সৰ্ব্বান্ দেবান্ [সকলো দেৱতাক] তথা [আৰু] ভূত বিশেষ সঙ্ঘান্ [বিভিন্ন জাতীয় প্ৰাণীবোৰক] কমলাসনস্থং ব্ৰহ্মাণং [কমলাসন ব্ৰহ্মাক] ঈশং [মহেশ্বৰ শিৱক] দিব্যান্ ঋষীন্ [দেৱৰ্ষি সকলক] সৰ্ব্বান্

(দিব্যান্) উৰগান্ [চ আৰু সকলো (দিব্য) সৰ্পজাতিক] পশ্যামি [দেখিছো] ॥১৫

১৫। ভাঙনি—তোমাৰ বিশ্বৰূপত মই সমস্ত দেৱতা, সমস্ত প্ৰাণী, কমলাসন ব্ৰহ্মা, মহেশ্বৰ, সকলো দেৱৰ্ষি, আৰু সকলো দিব্য সৰ্পজাতি—এই আটাইবোৰ দেখিছো ॥১৫

**অনেকবাহূদৰবক্ত্ৰনেত্ৰং**
**পশ্যামি ত্বাং সৰ্ব্বতোঽনন্তৰূপম্।**
**নান্তং ন মধ্যং ন পুনস্তবাদিং**
**পশ্যামি বিশ্বেশ্বৰ বিশ্বৰূপ ॥১৬**

১৬। অন্বয়—বিশ্বেশ্বৰ, বিশ্বৰূপ [হে বিশ্বৰূপ, হে বিশ্বেশ্বৰ] অনেক-বাহু-উদৰ-বক্ত্ৰ -নেত্ৰং [অসংখ্য বাহু, উদৰ, মুখ আৰু চক্ষু বিশিষ্ট] অনন্তৰূপং [অনন্তৰূপধাৰী] ত্বাং [তোমাক] সৰ্ব্বতঃ পশ্যামি [সকলো ফালে দেখিছো]—পুনঃ [আকৌ—কিন্তু] তব ন অন্তং, ন মধ্যং ন আদিং পশ্যামি [কিন্তু তোমাৰ অন্ত, মধ্য বা আদি দেখা নাই] ॥১৬

১৬। ভাঙনি—হে বিশ্বৰূপী বিশ্বেশ্বৰ, তোমাক অনেক বাহু-উদৰ-মুখ-চক্ষু-যুক্ত অনন্তৰূপী দেখিছো। কিন্তু তোমাৰ আদি, মধ্য বা অন্ত ক'ত, মই দেখা নাই ॥১৬

**কিৰীটিনং গদিনং চক্ৰিণঞ্চ**
**তেজোৰাশিং সৰ্ব্বতো দীপ্তিমন্তম্**
**পশ্যামি ত্বাং দুর্নিৰীক্ষ্যং সমন্তা-**
**দ্দীপ্তানলাৰ্কদ্যুতিমপ্ৰমেয়ম্ ॥১৭**

১৭। অন্বয়—কিৰিটিনং [কিৰীটিধাৰী] গদিনং চক্ৰিণং চ [গদা আৰু চক্ৰধাৰী] সৰ্ব্বতঃ দীপ্তিমন্তং [সৰ্ব্বত্ৰ দীপ্তিমান] তেজোৰাশিং [তেজোৰাশি স্বৰূপ] দুর্নিৰীক্ষ্যং [অতি কষ্টেৰে দৰ্শনীয়] দীপ্ত-অনল-অৰ্ক-দ্যুতিম্ [প্ৰজ্জ্বলিত অগ্নি আৰু সূৰ্য্যৰ প্ৰভাবসম্পন্ন] অপ্ৰমেযং [অপ্ৰমেয] ত্বাং [তোমাক] সমন্তাৎ [দশোদিশে] পশ্যামি [দেখিছো] ॥১৭

[অপ্ৰমেয়ম্—"এবং ভূত ইতি নিশ্চেতুমশক্যং" বা "অশক্য-পৰিচ্ছেদম্" অৰ্থাৎ অপৰিমিত বা অতুলনীয় incomparable]

১৭। ভাঙনি—কিৰীটি-গদা-চক্ৰ বিশিষ্ট তেজোপুঞ্জ স্বৰূপ, সৰ্ব্বদা প্ৰকাশমান, অতি কষ্টে দৰ্শনীয় (dazzling) অগ্নি আৰু সূৰ্য্যৰ সদৃশ প্ৰভাৱবান, আৰু অতুলনীয় জ্যোতি স্বৰূপ তোমাক মই দেখিছো ॥১৭

**ত্বমক্ষৰং পৰমং বেদিতব্যং**
**ত্বমস্য বিশ্বস্য পৰং নিধানম্।**
**ত্বমব্যয়ঃ শাশ্বতধৰ্ম্মগোপ্তা**
**সনাতনস্ত্বং পুৰুষো মতো মে ॥১৮**

১৮। অন্বয—ত্বম্ অক্ষৰং পৰমং বেদিতব্যং [তুমি সেই পৰম অক্ষৰ (ব্ৰহ্ম) যাক আমি জানিব লাগে] ত্বম্ অস্য বিশ্বস্য পৰং নিধানং [তুমি এই ব্ৰহ্মাণ্ডৰ পৰম আশ্ৰয়] ত্বং শাশ্বত ধৰ্ম্মগোপ্তা অব্যয়ঃ [তুমি সনাতন ধৰ্ম্মৰ প্ৰতিপালক অব্যয় পুৰুষ] সনাতনঃ পুৰুষঃ ত্বং—ইতি মে মতঃ [তুমি সনাতন পুৰুষ—ইয়াকে মোৰ মনে ধৰিছে] ॥১৮

১৮। ভাঙনি—তুমি পৰম অক্ষৰ ব্ৰহ্ম, সকলোৱে জ্ঞাতব্য, তুমি ব্ৰহ্মাণ্ডৰ আশ্ৰয়, তুমি নিত্য, সনাতন ধৰ্ম্মৰ পালক, তুমি আদি সনাতন পুৰুষ—মই ইয়াকে বুজিছো ॥১৮

**অনাদিমধ্যান্তমনন্তবীৰ্য্য-**
**মনন্তবাহুং শশিসূৰ্য্যনেত্ৰম্।**
**পশ্যামি ত্বাং দীপ্তহুতাশবক্ত্ৰং**
**স্বতেজসা বিশ্বমিদং তপন্তম্ ॥১৯**

১৯। অন্বয—অনাদিমধ্যান্তম্ [আদি-মধ্য-অন্তহীন] অনন্তবীৰ্য্যম্ [অনন্ত শক্তিশালী] অনন্ত বাহুং [অসংখ্য বাহুযুক্ত] শশি সূৰ্য্য নেত্ৰম্ [চন্দ্ৰ সূৰ্য্যৰূপ চক্ষু বিশিষ্ট] দীপ্ত হুতাশবক্ত্ৰং [প্ৰজ্জ্বলিত অগ্নি সদৃশ মুখযুক্ত] স্ব তেজসা ইদং বিশ্বং তপন্তম্ [নিজৰ শক্তিৰে এই বিশ্বব্ৰহ্মাণ্ডক তাপ দাতা] ত্বাং [তোমাক] পশ্যামি [দেখিছো] ॥১৯

১৯। ভাঙনি—আদি, মধ্য আৰু অন্তহীন, অনন্ত শক্তিশালী, অসংখ্য বাহুযুক্ত, চন্দ্ৰ-সূৰ্য্যৰূপ চক্ষুবিশিষ্ট, প্ৰজ্বলিত অগ্নিসদৃশ মুখযুক্ত, আৰু নিজৰ তেজৰ দ্বাৰা গোটেই ব্ৰহ্মাণ্ডক তাপিত কৰা তোমাক মই দেখিছো ॥১৯

**দ্যাবাপৃথিব্যোৰিদমন্তৰং হি**
**ব্যাপ্তং ত্বয়ৈকেন দিশশ্চ সৰ্ব্বাঃ।**
**দৃষ্ট্বাদ্ভুতং ৰূপমুগ্ৰং তবেদং**
**লোকত্ৰয়ং প্ৰব্যথিতং মহাত্মন্ ॥২০**

২০। অন্বয়—দ্যাবাপৃথিব্যোঃ ইদং অন্তৰম্ [স্বৰ্গ আৰু পৃথিবীৰ মধ্যবৰ্ত্তী এই সমগ্ৰ আকাশ] একেন ত্বয়া হি ব্যাপ্তং [একমাত্ৰ তোমাৰ দ্বাৰা ব্যাপ্ত]; সৰ্ব্বাঃ দিশঃ চ [সকলো দিকবোৰো (ব্যাপ্ত)]; মহাত্মন্ [হে কৃষ্ণ] তব অদ্ভুতং ইদং উগ্ৰং ৰূপং দৃষ্ট্বা [তোমাৰ এই উগ্ৰ, অদ্ভুত ৰূপ দেখি]

লোকত্রয়ম্ প্রব্যথিতম্ [ত্রিলোক অতি ভীত] ।।২০

২০। ভাঙনি—হে কৃষ্ণ, স্বৰ্গ আৰু পৃথিবীৰ মাজৰ সমগ্ৰ স্থান আৰু দিক্ কেৱল তোমাৰ দ্বাৰাই ব্যাপ্ত তোমাৰ এই অদ্ভুত উগ্ৰ ৰূপ দেখি ত্ৰিলোক-বাসী প্ৰাণী সকলো অতি ভীত ।।২০

[অৰ্জ্জুনে সমস্ত জগৎ একত্ৰে দেখিছে আৰু ভাবিছে যে তেওঁৰ দেখাকে সকলোৱে দেখিছে, সকলো তেওঁৰ দৰেই ভীত।]

**অমী হি ত্বাং সুৰসঙ্ঘা বিশন্তি**
**কেচিদ্ভীতাঃ প্ৰাঞ্জলয়ো গৃণন্তি ।।**
**স্বস্তীত্যুক্ত্বা মহৰ্ষিসিদ্ধসঙ্ঘাঃ**
**স্তুবন্তি ত্বাং স্তুতিভিঃ পুষ্কলাভিঃ ।।২১**

২১। অন্বয়—অমী সুৰসঙ্ঘাঃ [সৌ দেৱতা সকলে] ত্বাং হি বিশন্তি [তোমাতেই প্ৰবেশ কৰিছে, কে চিৎ ভীতাঃ প্ৰাঞ্জলযঃ গৃণন্তি [কোনোজনে ভয় খাই কৃতাঞ্জলিপুটে স্তব কৰিছে], মহৰ্ষি সিদ্ধ সঙ্ঘাঃ [মহৰ্ষি আৰু সিদ্ধসকলে] স্বস্তি ইতি উক্ত্বা ["স্বস্তি" "স্বস্তি" বুলি--(শান্তি হওক, কল্যাণ হওক, ইত্যাদি 'স্বস্তিবাচন কৰি)] পুষ্কলাভিঃ স্তুতিভিঃ ত্বাং স্তুবন্তি [বহুবিধ উৎকৃষ্ট স্তুতি বাক্যেৰে তোমাৰ স্তব কৰিছে] ।।২১

২১। ভাঙনি—সৌৱা, দেৱতা সকলে (আশ্ৰয় লাভৰ নিমিত্তে) তোমাত প্ৰবেশ কৰিছে; কোনো জনে ভযত কৃতাঞ্জলি হৈ তোমাক স্তব কৰিছে; মহৰ্ষি আৰু সিদ্ধসকলে 'স্বস্তি,' 'স্বস্তি' বুলি উৎকৃষ্ট স্তব পাঠ কৰি তোমাৰ স্তুতি কৰিছে ।।২১

**ৰুদ্ৰাদিত্যাবসবো যে চ সাধ্যা**
**বিশ্বেঽশ্বিনৌ মৰুতশ্চোষ্মপাশ্চ ।**
**গন্ধৰ্ব্বযক্ষাসুৰসিদ্ধসঙ্ঘা**
**বীক্ষন্তে ত্বাং বিস্মিতাশ্চৈব সৰ্ব্বে ।।২২**

২২। অন্বয—ৰুদ্ৰাদিত্যাঃ [ৰুদ্ৰ আৰু আদিত্য গণে] বসবঃ [বসুগণে] যে চ সাধ্যাঃ [অপৰ গণ-দেবতা সকলে] বিশ্বে [বিশ্বদেৱ সকলে] অশ্বিনৌ [অশ্বিনী কুমাৰ দুজনে] মৰুতঃ চ [আৰু মৰুদ্গণে] উষ্মপাঃ চ [আৰু উষ্মপায়ী পিতৃ সকলে] গন্ধৰ্ব্ব-যক্ষ-অসুৰ সিদ্ধসঙ্ঘাঃ [গন্ধৰ্ব্ব, যক্ষ, অসুৰ সিদ্ধ সকলে] বিস্মিতাঃ ত্বাং বীক্ষন্তে [সকলোৱে বিস্ময় মানি তোমাক চাইছে] ।।২২

২২। ভাঙনি—ৰুদ্ৰ, আদিত্য, বসু, অপৰ সাধ্য-দেৱতা-সকল, বিশ্বদেৱ, অশ্বিনী কুমাৰ, মৰুৎ, উষ্মপা (পিতৃগণ) গন্ধৰ্ব্ব, যক্ষ, অসুৰ, সিদ্ধগণ—সকলোৱে বিস্মিত হৈ তোমালৈ চাইছে ।।২২ (সাধ্যাঃ=দ্বাদশ গণ দেৱতাবিশেষ)

**ৰূপং মহত্তে বহুবক্ত্ৰনেত্ৰং**
**মহাবাহো বহুবাহূৰুপাদম্ ।**
**বহূদৰং বহুদ্ৰংষ্ট্ৰাকৰালং**
**দৃষ্টা লোকাঃ প্ৰব্যথিতাস্তথাহম্ ।।২৩**

২৩। অন্বয়—মহাবাহো ! তে [তোমাৰ] বহুবক্ত্ৰ নেত্ৰং [বহু মুখ আৰু নেত্ৰ যুক্ত] বহু বাহূৰুপাদং [বহু বাহু, উৰু আৰু পাদ যুক্ত] বহূদৰং [বহু উদৰ যুক্ত] বহু দ্ৰংষ্টা কৰালং [বহু দন্তদ্বাৰা ভীষণ] মহৎ ৰূপং [বিৰাট ৰূপ] দৃষ্টা [দেখি] লোকাঃ [সকলো লোকবাসী] প্ৰব্যথিতাঃ [ভযত ব্যথিত হৈছে], অহং তথা [আৰু মযো সেইদৰেই (ভযত ব্যথিত হৈছো)] ।।২৩

২৩। ভাঙনি—হে মহাবাহো, তোমাৰ অনেক মুখ, অনেক চকু, অনেক বাহু অনেক উৰু, অনেক পাদ, অনেক উদৰ আৰু ভযঙ্কৰ বহু দন্ত-যুক্ত বিৰাট ৰূপ দেখি সকলো লোকত সকলো প্ৰাণী ভযত ব্যথিত হৈছে, আৰু মযো তদ্ৰূপ হৈছো ।।২৩

**নভঃস্পৃশং দীপ্তমনেকবৰ্ণং**
**ব্যাত্তাননং দীপ্তবিশালনেত্ৰম্ ।**
**দৃষ্টা হি ত্বাং প্ৰব্যথিতান্তৰাত্মা**
**ধৃতিং ন বিন্দামি শমঞ্চ বিষ্ণো ।।২৪**

২৪। অন্বয়—বিষ্ণো [হে কৃষ্ণ] নভঃ স্পৃশং [আকাশস্পৰ্শী] দীপ্তম্ [দীপ্তিময়] অনেকবৰ্ণং [অনেক বৰ্ণ বিশিষ্ট] ব্যাত্তাননং [বিস্ফাৰিত মুখযুক্ত] দীপ্ত বিশাল নেত্ৰং [দীপ্ত বিশাল নেত্ৰযুক্ত] ত্বাং দৃষ্টা [তোমাক দেখি] প্ৰব্যথিতান্তৰাত্মা [মোৰ অন্তৰাত্মা অত্যন্ত ব্যথিত হৈছে]; ধৃতিং শমং চ ন হি বিন্দামি [আৰু মই ধৈৰ্য্য আৰু শান্তি পোৱা নাই] ।।২৪

২৪। ভাঙনি—হে বিষ্ণু, আকাশ-স্পৰ্শী, দীপ্তিময়, নানা বৰ্ণবিশিষ্ট, বিস্ফাৰিতানন, জ্বলন্তবিশালনেত্ৰ, তোমাক দৰ্শন কৰি মোৰ অন্তৰাত্মা ব্যথিত হৈছে, আৰু মই ধৈৰ্য্য আৰু শান্তি লাভ কৰিব পৰা নাই ।।২৪

**দংষ্ট্ৰাকৰালানি চ তে মুখানি**
**দৃষ্টৈব কালানলসন্নিভানি ।**
**দিশো ন জানে ন লভে চ শৰ্ম্ম**
**প্ৰসীদ দেবেশ জগন্নিবাস ।।২৫**

২৫। দংষ্ট্ৰাকৰালানি [দন্ত দ্বাৰা ভীষণ] কালানল সন্নিভানি চ [আৰু প্ৰলয় কালৰ অগ্নি সদৃশ] তে মুখানি দৃষ্ট্বা এব [তোমাৰ মুখবোৰ দেখিয়েই] দিশঃ ন জানে [মই দিগ্‌ভ্ৰান্ত হৈছো] শৰ্ম্ম চ ন লভে [সুখো পোৱা নাই], দেবেশ জগন্নিবাস [জগতৰ আশ্ৰয়] প্ৰসীদ [প্ৰসন্ন হোৱাঁ] ।।২৫

২৫। ভাঙনি—তোমাৰ অতি ভয়ানক দন্তসমূহ আৰু প্ৰলয়াগ্নি-সদৃশ মুখবোৰ দেখি, (ভয়ত) মোৰ দিগ্‌বিদিগ্ জ্ঞান লোপ হল, মই সুখ-শান্তি পোৱা নাই, হে দেৱৰ ঈশ্বৰ। হে জগতৰ আশ্ৰয়। তুমি প্ৰসন্ন হোৱাঁ।।২৫

**অমী চ ত্বাং ধৃতৰাষ্ট্ৰস্য পুত্ৰাঃ**
**সৰ্ব্বে সহৈবাবনিপালসঙ্ঘৈঃ**
**ভীষ্মো দ্ৰোণঃ সূতপুত্ৰস্তথাসৌ**
**সহাস্মদীয়ৈৰপি যোধমুখ্যৈঃ ।।২৬**
**বক্ত্ৰাণি তে ত্বৰমাণা বিশন্তি**
**দংষ্ট্ৰাকৰালানি ভয়ানকানি।**
**কেচিদ্বিলগ্না দশনান্তৰেষু**
**সংদৃশ্যন্তে চূৰ্ণিতৈৰুত্তমাঙ্গৈঃ ।।২৭**

২৬-২৭। অন্বয়—অবনিপাল সঙ্ঘৈঃ সহ [সমস্ত ৰাজন্যবৰ্গ সহিতে] অমী চ ধৃতৰাষ্ট্ৰস্য সৰ্ব্বে এব পুত্ৰাঃ [সৌ ধৃতৰাষ্ট্ৰৰ সকলো পুত্ৰ] তথা ভীষ্মঃ, দ্ৰোণঃ অসৌ সূতপুত্ৰঃ চ [ভীষ্ম, দ্ৰোণ আৰু সৌ কৰ্ণ], অস্মদীয়ৈঃ [আমাৰ পক্ষৰ] যোধমুখ্যৈঃ অপি সহ] [মুখ্য যোদ্ধাগণ সহিতে] ত্বৰমাণাঃ [অতি বেগেৰে] তে দ্ৰংষ্ট্ৰা কৰালাণি [তোমাৰ কৰাল দ্ৰংষ্ট্ৰাযুক্ত] ভয়ানকানি বক্ত্ৰানি [ভয়ঙ্কৰ মুখবোৰত] বিশন্তি [প্ৰবেশ কৰিছে]; কেচিৎ [কোনো কোনো] চূৰ্ণিতৈঃ উত্তমাঙ্গৈঃ [চূৰ্ণিত মস্তকে] দশনান্তৰেষু [দন্ত-সন্ধিত] বিলগ্নাঃ সংদৃশ্যন্তে [সংলগ্ন যেন দৃষ্ট হৈছে] ।।২৬-২৭

২৬—২৭। ভাঙনি—"এই ধৃতৰাষ্ট্ৰৰ পুত্ৰ দুৰ্য্যোধনাদি বীৰ সৱ, জয়দ্ৰথাদি ৰাজাগণ সমে ভীষ্ম, দ্ৰোণ, কৰ্ণ, আমাসৱৰো শিখণ্ডী, ধৃষ্টদ্যুম্ন আদি বীৰসবো, মহা বেগে যাযা তোমাৰ মহাদন্তে ঘোৰ ভয়ঙ্কৰ মুখত প্ৰবেশ হয়। কতো সব চূৰ্ণীকৃত-শিৰ হুৱা দন্ত-সন্ধিত লগ্ন হুয়াছে"—ভট্টদেৱ।। ২৬-২৭

**যথা নদীনাং বহবোঽম্বুবেগাঃ**
**সমুদ্ৰমেবাভিমুখা দ্ৰবন্তি।**
**তথা তবামী নৰলোকবীৰা**
**বিশন্তি বক্ত্ৰাণ্যভিবিজ্বলন্তি ।।২৮**

২৮। অন্বয়—যথা [যেনেকৈ] নদীনাং বহবঃ অম্বুবেগাঃ [নদীৰ বহু জলপ্ৰবাহ] সমুদ্ৰম্ এব অভিমুখাঃ দ্ৰবন্তি [সমুদ্ৰাভিমুখী হৈ দ্ৰুত বেগে বৈ যায়], তথা [সেইদৰেই] অমী নৰলোক বীৰাঃ [সৌ পৃথিবীৰ বীৰসকলে] তব [তোমাৰ] বিজ্বলন্তি বক্ত্ৰাণি অভি [প্ৰদীপ্ত মুখবোৰৰ অভিমুখে] বিশন্তি [প্ৰবেশ কৰিছে] ।।২৮

২৮। ভাঙনি—যেনেকৈ নৈৰ সোঁত সকলো ফালৰপৰা আহি সমুদ্ৰত প্ৰবেশ কৰে, তেনেকৈ এই বীৰসৱ আহি তোমাৰ প্ৰদীপ্ত মুখসবত প্ৰবেশ কৰিছেহি ।।২৮

[এই শ্লোক আৰু তলৰ শ্লোকটিত গীতাই কৈছে যে সকলো প্ৰাণী প্ৰকৃতিৰ বশত অৱশ হৈ যেনেকৈ সৃষ্ট হল (ওপৰৰ ৯।৮ চাওক), সেইদৰেই আকৌ সৃষ্টিৰ পাছতো প্ৰকৃতিৰ বশতে অৱশ হৈ ধ্বংসাভিমুখে যায়। এই শ্লোকত নদীৰ দৃষ্টান্ত দি বুজালে, কেনেকৈ অচেতন জড়জগৎ আপোনা আপুনি ধ্বংস হয়। তলৰ শ্লোকত ইচ্ছা কৰি ধ্বংস হোৱা দৃষ্টান্ত দেখুৱাব। ভট্টদেৱে কৈছে—"অনিচ্ছা প্ৰবেশৰ দৃষ্টান্ত কহন্ত" যথা —

**যথা প্ৰদীপ্তং জ্বলনং পতঙ্গা**
**বিশন্তি নাশায় সমৃদ্ধবেগাঃ।**
**তথৈব নাশায় বিশন্তি লোকা-**
**স্তবাপি বক্ত্ৰাণি সমৃদ্ধবেগাঃ ।।২৯**

২৯। অন্বয়—যথা [যেনেকৈ] পতঙ্গাঃ [পতঙ্গবোৰ] সমৃদ্ধ বেগাঃ [ক্ৰমে বৃদ্ধিশীল বেগেৰে] নাশায় [মৃত্যুৰ নিমিত্তে] প্ৰদীপ্তং জ্বলনং বিশন্তি [প্ৰজ্জ্বলিত অগ্নিত প্ৰবেশ কৰে], তথা লোকাঃ অপি [সেইদৰে, চতুৰ্দ্দশ লোক আৰু তাৰ অধিবাসীবোৰে] নাশায় এব [মৃত্যুৰ নিমিত্তেই] তব বক্ত্ৰাণি বিশন্তি [তোমাৰ মুখবোৰত প্ৰবেশ কৰে] ।।২৯

২৯। ভাঙনি—ফৰিঙ বোৰে মৰণৰ নিমিত্তেই যেনেকৈ অতি বেগৰে আহি জ্বলা জুইকুৰাত সোমায়হি, তদ্ৰূপ প্ৰাণী বোৰেও তোমাৰ মুখবোৰত সোমাইছেহি ।।২৯

**লেলিহ্যসে গ্ৰসমানঃ সমন্তা**
**ল্লোকান্ সমগ্ৰান্ বদনৈৰ্জ্বলদ্ভিঃ।**
**তেজোভিৰাপূৰ্য্য জগৎ সমগ্ৰং**
**ভাসস্তবোগ্ৰাঃ প্ৰতপন্তি বিষ্ণো ।।৩০**

৩০। অন্বয়—জলদ্ভিঃ বদনৈঃ [জ্বলন্ত মুখ বোৰেৰে] সমগ্ৰান লোকান্ গ্ৰসমানঃ [সমগ্ৰ লোক গ্ৰাস কৰি] সমন্তাৎ লেলিহ্যসে [চতুৰ্দ্দিশে লেহন কৰিছা] বিষ্ণো [হে বিষ্ণু] তব উগ্ৰাঃ ভাসাঃ [তোমাৰ তীব্ৰ প্ৰভাই] তেজোভিঃ সমগ্ৰং জগৎ

আপূৰ্য্য [তেজো ৰাশিৰে সমস্ত জগৎ পূৰ্ণ কৰি] প্ৰতপন্তি [উত্তপ্ত কৰিছে] ।।৩০

৩০। ভাঙনি—জ্বলন্ত মুখেৰে সমগ্ৰ লোক গ্ৰাস কৰি কৰি তুমি চতুৰ্দ্দিশে জিভাৰে লেহন কৰিছা। হে বিষ্ণু, তোমাৰ উগ্ৰ প্ৰভাই সমস্ত জগৎ জ্যোতিৰে পৰিপূৰ্ণ কৰিছে আৰু উত্তপ্ত কৰিছে ।।৩০

**আখ্যাহি মে কো ভবানুগ্ৰৰূপো**
**নমোঽস্তু তে দেববৰ প্ৰসীদ ।**
**বিজ্ঞাতুমিচ্ছামি ভবন্তমাদ্যং**
**ন হি প্ৰজানামি তব প্ৰবৃত্তিম্ ।।৩১**

৩১। অন্বয়—উগ্ৰৰূপঃ ভবান্ কঃ [ভীষণ মূৰ্ত্তিধাৰী তুমি কোন?], মে আখ্যাহি [মোক কোৱাঁ], তে নমঃ' অস্তু [তোমাক নমস্কাৰ কৰোঁ], দেববৰ প্ৰসীদ [হে দেববৰ৷ প্ৰসন্ন হোৱাঁ], আদ্যং ভবন্তং বিজ্ঞাতুম্ ইচ্ছামি [আদিপুৰুষ তুমি কোন জানিবৰ ইচ্ছা কৰোঁ], হি [কাৰণ] তব প্ৰবৃত্তিং ন প্ৰজানামি [তোমাৰ কি প্ৰবৃত্তি (কৰ্ম্ম সংকল্প), মই নাজানো] ।।৩১

৩১। ভাঙনি—উগ্ৰৰূপী তুমি কোন? মোক কোৱাঁ। তোমাক নমস্কাৰ কৰোঁ, প্ৰসন্ন হোৱাঁ। আদি পুৰুষ তুমি কোন মই জানিব খোজোঁ। তুমি কি কৰ্ম্মত প্ৰবৃত্ত হৈছা মই মুজা নাই ।।৩১

শ্ৰীভগবানুবাচ

**কালোঽস্মি লোকক্ষয়কৃৎ প্ৰবৃদ্ধো**
**লোকান্ সমাহৰ্তুমিহ প্ৰবৃত্তঃ ।**
**ঋতেঽপি ত্বাং ন ভবিষ্যন্তি সৰ্ব্বে**
**যেঽবস্থিতাঃ প্ৰত্যনীকেষু যোদ্ধাঃ ।।৩২**

৩২। অন্বয়—শ্ৰীভগবান্ উবাচ। কালঃ অস্মি [মই কাল] লোকক্ষয় কৃৎ [জগতৰ সংহাৰ কৰ্ত্তা] প্ৰবৃদ্ধঃ [বিৰাট মূৰ্ত্তিধাৰী] লোকান্ সমাহৰ্ত্তুং [সকলো লোক সংহাৰ কৰিবলৈ] ইহ প্ৰবৃত্তঃ [এতিয়া প্ৰবৃত্ত হৈছো]। ত্বাং ঋতে অপি [তুমি নহলেও অৰ্থাৎ তুমি যুদ্ধ নকৰিলেও] প্ৰত্যনীকেষু [বিৰোধি সৈন্যৰ মাজত] যে যোদ্ধাঃ অবস্থিতাঃ [যিবোৰ যোদ্ধা আছে] সৰ্ব্বে [সেই সকলোবোৰ] ন ভবিষ্যন্তি [জীবিত নেথাকিব] ।।৩২

৩২। ভাঙনি—মই কাল। জগতৰ সংহাৰকৰ্ত্তা বিৰাট মূৰ্ত্তিধাৰী, মই জগতক সংহাৰ কৰিবলৈ এতিয়া প্ৰবৃত্ত হৈছো। তুমি যুদ্ধ নকৰিলেও তোমাৰ প্ৰতিপক্ষত যিবোৰ যোদ্ধা আছে সিহঁতৰ কোনো জীৱিত নেথাকিব ।।৩২

**তস্মাৎ ত্বমুত্তিষ্ঠ যশো লভস্ব**
**জিত্বা শত্ৰূন্ ভুঙক্ষ্ব ৰাজ্যং সমৃদ্ধম্ ।**
**ময়ৈবৈতে নিহতাঃ পূৰ্ব্বমেব**
**নিমিত্তমাত্ৰং তব সব্যসাচিন্ ।।৩৩**

৩৩। অন্বয়—তস্মাৎ ত্বং উত্তিষ্ঠ [অতএব তুমি উঠা] যশঃ লভস্ব [যশ লাভ কৰাঁ] শত্ৰূন্ জিত্বা [শত্ৰু জয় কৰি] সমৃদ্ধং ৰাজ্যং ভুঙ্‌ক্ষ্ব [সমৃদ্ধিশালী ৰাজ্য ভোগ কৰাঁ] ময়া পূৰ্ব্বম্ এব এতে নিহতাঃ [মই পূৰ্ব্বেই ইহঁতক বধ কৰি থৈছো], সব্যসাচীন [হে অৰ্জ্জুন] নিমিত্ত মাত্ৰং ভব [তুমি কেৱল নিমিত্ত মাত্ৰ হোৱা] ।।৩৩

৩৩। ভাঙনি—অতএব তুমি (যুদ্ধ কৰিবলৈ) উঠা। শত্ৰু জয় কৰি যশস্যা লাভ কৰাঁ আৰু সমৃদ্ধিশালী ৰাজ্য ভোগ কৰাঁ। মই ইহঁতক আগতে মাৰিযেই থেছো। তুমি নিমিত্ত মাত্ৰ হোৱাঁ ।।৩৩

[ঈশ্বৰে তেওঁৰ কাম গা দেখা দি নকৰে, আমাৰ হতুৱাই কৰায় আৰু আমি ভাবোঁ যে আমি যেন নিজ ইচ্ছা কৰি ভাবি চিন্তি হে কৰিছো। এয়ে তেওঁৰ মায়া।]

**দ্ৰোণঞ্চ ভীষ্মঞ্চ জয়দ্ৰথঞ্চ**
**কৰ্ণং তথান্যানপি যোধবীৰান্ ।**
**ময়া হতাংস্ত্বং জহি মা ব্যথিষ্ঠা**
**যুধ্যস্ব জেতাসি ৰণে সপত্নান্ ।।৩৪**

৩৪। অন্বয়—ময়া হতান্ [মই বধ কৰি থোৱা] দ্ৰোণং চ ভীষ্মং চ, জগদ্ৰথং চ, কৰ্ণং চ, তথা অন্যান্ যোধ বীৰান্ অপি [দ্ৰোণ, ভীষ্ম, জয়দ্ৰথ, কৰ্ণ আৰু অন্যান্য বীৰসকলক] ত্বং জহি [তুমি বধ কৰাঁ], মা ব্যথিষ্ঠাঃ [ব্যথিত নহবা]; যুধ্যস্ব [যুদ্ধ কৰাঁ], ৰণে সপত্নান্ জেতাসি [শত্ৰুক ৰণত জয় কৰিব পাৰিবা] ।।৩৪

৩৪। ভাঙনি—দ্ৰোণ, ভীষ্ম, জয়দ্ৰথ, কৰ্ণ আৰু অন্যান্য যোদ্ধাবোৰক মই বধ কৰিযেই থৈছো। তুমি সিহঁতক বধ কৰাঁ, তুমি ব্যথিত নহবা। যুদ্ধ কৰাঁ। ৰণত পৰাজয় কৰিব পাৰিবা ।।৩৪

সঞ্জয় উবাচ

**এতচ্ছ্ৰুত্বা বচনং কেশৱস্য**
**কৃতাঞ্জলিৰ্ব্বেপমানঃ কিৰীটী ।**
**নমস্কৃত্বা ভুয় এৱাহকৃষ্ণং**
**সগদগদং ভীতভীতঃ প্ৰণম্য ।।৩৫**

৩৫। অন্বয়—সঞ্জয়ঃ উবাচ। কেশবস্য এতৎ বচনং শ্ৰুত্বা

[শ্ৰীকৃষ্ণৰ এই বাক্য শুনি] বেপমানঃ [কম্পিত কলেৱৰ] কিৰীটী [অৰ্জ্জুনে] কৃতাঞ্জলিঃ [কৃতাঞ্জলি হৈ] কৃষ্ণং নমস্কৃত্য [শ্ৰীকৃষ্ণক নমস্কাৰ কৰি] ভীতভীতঃ [অতিশয় ভীত হৈ] প্ৰণম্য [প্ৰণাম কৰি] ভূয়ঃ এব [পুনৰ্ব্বাৰ] সগদ্গদম্ [সগদ্গদ ভাবে] আহ [ক'লে] ॥৩৫

৩৫। ভাঙনি—"এমন কেশৱৰ বচন শুনি, অৰ্জ্জুন কম্পমান হুয়া, অঞ্জলি কৰি, অৱনত হুয়া, নমস্কাৰ কৰি, মহাভয় হুয়া, গদগদ বচনে বুলিবে লাগিলা।"—ভট্টদেৱ ॥৩৫

অৰ্জ্জুন উবাচ

**স্থানে হৃষীকেশ তব প্ৰকীৰ্ত্ত্যা**
**জগৎ প্ৰহৃষ্যত্যনুৰজ্যতে চ।**
**ৰক্ষাংসি ভীতানি দিশো দ্ৰবন্তি**
**সৰ্ব্বে নমস্যন্তি চ সিদ্ধসঙ্ঘাঃ ॥৩৬**

৩৬। অন্বয়—অৰ্জ্জুনঃ উবাচ। হৃষীকেশ! তব প্ৰকীৰ্ত্ত্যা [তোমাৰ মাহাত্ম্য কীৰ্ত্তন কৰি] জগৎ প্ৰহৃষ্যতি [জগৎ হৃষ্ট হয়] অনুৰজ্যতে চ [আৰু অনুৰাগযুক্ত হয়], ৰক্ষাংসি ভীতানি দিশঃ দ্ৰবন্তি [ৰাক্ষসবোৰে ভয় খাই চৌদিশে পলাই যায়], সৰ্ব্বে সিদ্ধসঙ্ঘাঃ চ নমস্যন্তি [আৰু সকলো সিদ্ধগণে নমস্কাৰ কৰে]—(এই সকলোবোৰ) স্থানে [যুক্তিযুক্ত] ॥৩৬

৩৬। ভাঙনি—"হে হৃষীকেশ! তুমি অদ্ভুত প্ৰভাবযুক্ত ভক্তবৎসল, এতেকে তোমাৰ মাহাত্ম্য সংকীৰ্ত্তনে মই মাত্ৰ হৰ্য পাওঁ এনে নহয়, কিন্তু সকল জগতে পায়, অনুৰাগো লভে। ৰাক্ষস সৱ মহা ভয় হুযা দশোদিশে পলায়। সকল সিদ্ধ-সমূহ নমস্কাৰ কৰে। ই যুক্ত হয।"—ভট্টদেৱ ॥৩৬

**কস্মাচ্চ তে ন নমেৰন্মহাত্মন্**
**গৰীয়সে ব্ৰহ্মণোঽপ্যাদিকৰ্ত্ত্ৰে।**
**অনন্ত দেৱেশ জগন্নিবাস**
**ত্বমক্ষৰং সদসৎ তৎ পৰং যৎ ॥৩৭**

৩৭। অন্বয়—মহাত্মন! অনন্ত! দেৱেশ! জগন্নিবাস! ব্ৰহ্মণঃ অপি গৰীয়সে, আদিকৰ্ত্ত্ৰে, [ব্ৰহ্মাতকৈও শ্ৰেষ্ঠতৰ আদিকৰ্ত্তা] তে [তোমাক] (জগৎবাসী প্ৰাণীয়ে) কস্মাৎ চ ন নমেৰন্ [কিয় নমস্কাৰ নকৰিব?]। ত্বং সৎ, অসৎ, [তুমি সৎ, তুমি অসৎ]; যৎ পৰম্ অক্ষৰম্ তৎ অপি [পৰম অক্ষৰ পুৰুষো তুমিয়েই] ॥৩৭

৩৭। ভাঙনি—হে মহাত্মন, হে অনন্ত, হে দেৱেশ, হে জগন্নিবাস! ব্ৰহ্মাৰো ওপৰত আদিকৰ্ত্তা তুমি! তোমাক জগদ্বাসী প্ৰাণীয়ে কিয় নমস্কাৰ নকৰিব? তুমি সৎ, তুমি অসৎ, আৰু সকলোৰে ওপৰত যি অক্ষৰ পুৰুষ, সিও তুমি ॥৩৭

[(১৩।১৩ শ্লোক চাওক) 'তুমি সৎ, তুমি অসৎ'—এই কথাৰ মানে এই যে ঈশ্বৰ ভাষাৰ অতীত।]

**ত্বমাদিদেৱঃ পুৰুষঃ পুৰাণ**
**স্ত্বমস্য বিশ্বস্য পৰং নিধানম্।**
**বেত্তাসি বেদ্যঞ্চ পৰঞ্চ ধাম**
**ত্বয়া ততং বিশ্বমনন্তৰূপ ॥৩৮**

৩৮। অন্বয়—ত্বম আদি দেৱঃ [তুমি দেৱগণৰ আদি] পুৰাণঃ পুৰুষঃ [কালাতীত পুৰুষ] ত্বম্ অস্য বিশ্বস্য পৰমং নিধানং [তুমি এই বিশ্বৰ পৰম আশ্ৰয় স্থল] বেত্তা অসি [তুমি জ্ঞাতা] বেদ্যং চ [আৰু তুমি জ্ঞেয়] পৰং চ ধাম [তুমি পৰম পদ—(স্থিতি স্থান)] অনন্তৰূপ [হে অনন্তৰূপ] ত্বয়া বিশ্বম ততম্ [তুমি জগৎ ব্যাপি আছা] ॥৩৮

৩৮। ভাঙনি—তুমি দেৱগণৰ আদি, তুমি কালাতীত পুৰুষ, তুমি এই বিশ্বৰ আশ্ৰয় স্থল, তুমি জ্ঞাতা, তুমি জ্ঞেয় তুমি পৰম স্থিতি স্থান (শ্ৰীবিষ্ণুৰ পৰম পদ), তুমি এই জগৎ ব্যাপি আছা ॥৩৮

**বায়ুৰ্যমোঽগ্নিৰ্বৰুণঃ শশাঙ্কঃ**
**প্ৰজাপতিস্ত্বং প্ৰপিতামহশ্চ।**
**নমো নমস্তেঽস্তু সহস্ৰকৃত্বঃ**
**পুনশ্চ ভূয়োঽপি নমো নমস্তে ॥৩৯**

৩৯। অন্বয়—ত্বং [তুমি] বায়ুঃ, যমঃ, অগ্নিঃ, বৰুণঃ শশাঙ্কঃ [বায়ু, যম, অগ্নি, বৰুণ, চন্দ্ৰ] প্ৰজাপতিঃ [ব্ৰহ্মা] প্ৰপিতামহঃ চ [আৰু ব্ৰহ্মাৰো জনক] তে [তোমাক] সহস্ৰকৃত্বঃ [সহস্ৰবাৰ] নমঃ অস্তু [নমস্কাৰ] পুনঃ চ নমঃ ভূয়ঃ অপি তে নমঃ নমঃ ॥৩৯

৩৯। ভাঙনি—বায়ু, যম, অগ্নি, বৰুণ, চন্দ্ৰ, প্ৰজাপতি আদি সকলো দেৱতা তুমি—আৰু তুমি সেই সকলো দেৱতাৰ ওপৰ আৰু ব্ৰহ্মাৰো পিতৃ। তোমাক সহস্ৰবাৰ নমস্কাৰ কৰোঁ ॥৩৯

**নমঃ পুৰস্তাদথ পৃষ্ঠতস্তে**
**নমোঽস্তু তে সৰ্ব্বত এব সৰ্ব্ব।**
**অনন্তবীৰ্য্যামিতবিক্ৰমস্ত্বং**
**সৰ্ব্বং সমাপ্নোষি ততোঽসি সৰ্ব্বঃ ॥৪০**

৪০। অন্বয়—সৰ্ব্ব [হে সৰ্ব্বস্বৰূপ] তে পুৰস্তাৎ নমঃ

[তোমাৰ সম্মুখত নমস্কাৰ], অথ পৃষ্ঠতঃ নমঃ [তাৰ পাছত পশ্চাৎদিশত নমঃ] তে সৰ্ব্বতঃ এব নমঃ অস্তু [তোমাক সৰ দিশে নমস্কাৰ] অনন্তবীৰ্য্য [হে অনন্তবীৰ্য্য] ত্বং [তুমি] অমিতবিক্ৰমঃ [অপৰিমিত বিক্ৰমশালী]; সৰ্ব্বং সমাপ্নোষি [সমস্ত বিশ্ব ব্যাপি আছা], ততঃ [অতএব] সৰ্ব্বঃ অসি [তুমিযেই সৰ্ব্ব] ।।৪০

৪০। ভাঙনি—হে সৰ্ব্ব স্বৰূপ। আগে, পাছে, সকলো দিশে, তোমাক নমস্কাৰ কৰোঁ। তুমি অনন্ত বীৰ্য্য, অপৰিমিত বিক্ৰমশালী, জগদ্ব্যাপী, অতএব তুমিযেই সকলো। তোমাৰ বাহিৰে জগতত একো নাই।। ৪০

**সখেতি মত্বা প্ৰসভং যদুক্তং**
**হে কৃষ্ণ হে যাদব হে সখেতি।**
**অজানতা মহিমানং তবেদং**
**ময়া প্ৰমাদাৎ প্ৰণয়েন বাপি ।।৪১**
**যচ্চাবহাসাৰ্থমসৎকৃতোঽসি**
**বিহাৰশয্যাসনভোজনেষু।**
**একোঽথবাপ্যচ্যুত তৎসমক্ষং**
**তৎক্ষাময়ে ত্বামহমপ্ৰমেয়ম্ ।।৪২**

৪১—৪২। অন্বয়—সখা ইতি মত্বা [সখি বুলি ভাবি (তোমাক মানৱ জ্ঞান কৰি)] প্ৰমাদাৎ [অসতৰ্ক ভাবে (বা মোহৰ বশত)] প্ৰণয়েন বা অপি [অথবা মৰমত], তব ইদং মহিমানম্ অজানতা [তোমাৰ এই মহিমা নাজানি], ময়া [মোৰ দ্বাৰা] হে কৃষ্ণ, হে যাদব, হে সখা—[হে কৃষ্ণ, হে যাদব, হে সখি] ইতি [এনেবোৰ] প্ৰসভং যৎ উক্তং [হঠাৎ (অসম্ভ্ৰমসূচক) যিবোৰ বাক্য কোৱা হল] অচ্যুত [হে কৃষ্ণ]। বিহাৰ শয্যাসন ভোজনেষু [আমোদক্ৰীড়া, শয়ন, উপবেশন আৰু ভোজন কালত] একঃ [অকলৈ] অথবা তৎ সমক্ষম্ অপিম [অথবা তোমাৰ আগত] অবহাসাৰ্থং [পৰিহাসচ্ছলে] যৎ অসৎ কৃতঃ অসি [যেনে অসন্মানিত হৈছা] অহং [মই] অপ্ৰমেয়ং [অচিন্ত্য প্ৰভাৱশালী] ত্বাং [তোমাৰ ওচৰত] তৎ [সেই সকলো অপৰাধৰ বাবে] ক্ষাময়ে [ক্ষমা প্ৰাৰ্থনা কৰিছোঁ] ।।৪১—৪২

৪১—৪২। ভাঙনি—তোমাৰ এই মহিমা নাজানি, অজ্ঞানত বা মৰমত (তোমাক মানুহ বুলি ভাবি), হে কৃষ্ণ, হে যাদৱ, হে সখি—ইত্যাদি যিবোৰ বাক্য হঠাৎ নাভাবি কোৱা হ'ল; হে অচ্যুত, অকলৈ বা সখিসৱৰ লগত, আমোদ, শয়ন উপবেশন আৰু ভোজনৰ সময়ত, পৰিহাস কৰি বা অৱজ্ঞা কৰি, তোমাৰ যিখিনি অমৰ্য্যদা কৰা হল—হে অচিন্ত্য প্ৰভাৱশালী কৃষ্ণ, সেই সকলো অপৰাধৰ নিমিত্তে মই ক্ষমা মাগিছো ।।৪১—৪২

**পিতাসি লোকস্য চৰাচৰস্য**
**ত্বমস্য পূজ্যশ্চ গুৰুৰ্গৰীয়ান্।**
**ন ত্বৎসমোঽস্ত্যভ্যধিকঃ কুতোঽন্যো**
**লোকত্ৰয়েঽপ্যপ্ৰতিমপ্ৰভাব ।।৪৩**

৪৩। অন্বয়—অপ্ৰতিম প্ৰভাব [হে অনুপম ক্ষমতাশালী কৃষ্ণ] ত্বম্ অস্য চৰাচৰস্য লোকস্য [তুমি এই চৰাচৰ লোকৰ—ত্ৰিজগতৰ] পিতা, পূজ্যঃ গুৰুঃ, গৰীযান্ চ অসি [নিত্য, পূজ্য আৰু গুৰুতকৈও গৰীযান্], লোকত্ৰয়ে [ত্ৰিজগতত] ত্বৎ সমঃ অপি নাস্তি [তোমাৰ সমান কোনো নাই], অভ্যধিকঃ অন্যঃ কুতঃ? [তোমাতকৈ শ্ৰেষ্ঠতৰ ক'ত আছে?] ।।৪৩

৪৩। ভাঙনি—হে অনুপম ক্ষমতাশালী কৃষ্ণ, তুমি এই চৰাচৰ জগতৰ পিতৃ, পূজ্য, গুৰু। ত্ৰিজগতত তোমাৰ সমান কোনো নাই। তোমাতকৈ শ্ৰেষ্ঠতৰ আৰু ক'ত আছে ।।৪৩

**তস্মাৎ প্ৰণম্য প্ৰণিধায় কায়ং**
**প্ৰসাদয়ে ত্বামহমীশমীড্যম্।**
**পিতেৱ পুত্ৰস্য সখেৱ সখ্যুঃ**
**প্ৰিয়ঃ প্ৰিয়ায়াৰ্হসি দেব সোঢুম্ ।।৪৪**

৪৪। অন্বয়—তস্মাৎ [অতএব] অহং [মই] কায়ং [শৰীৰক] প্ৰাণিধায় [দণ্ডৱতে পেলাই] প্ৰণম্য [প্ৰণাম কৰি] ঈড্যম্ [বন্দনীয়] ঈশং [ঈশ্বৰ] ত্বাং প্ৰসাদয়ে [তোমাৰ কৃপা ভিক্ষা কৰোঁ] দেব [হে দেৱ] পুত্ৰস্য পিতা ইব [পুত্ৰৰ প্ৰতি পিতৃৰ দৰে] সখ্যুঃ সখা ইব [সখিৰ প্ৰতি সখিৰ দৰে] প্ৰিয়াযাঃ প্ৰিযঃ ইব [প্ৰিযৰ প্ৰতি প্ৰিয়ৰ দৰে] সোঢুম্ অৰ্হসি [তুমি সহিব লাগে] ।।৪৪

৪৪। ভাঙনি—অতএব মই দণ্ডৱতে পৰি, প্ৰণাম কৰি, বন্দনীয় ঈশ্বৰ তোমাৰ কৃপা প্ৰাৰ্থনা কৰোঁ। হে দেৱ, পুত্ৰৰ অপৰাধ পিতৃয়ে, সখিৰ অপৰাধ সখিয়ে, প্ৰিয়ৰ অপৰাধ প্ৰিয়ই যেনেকৈ সহ্য কৰে, মোৰ অপৰাধো তুমি সেইদৰেই সহিব লাগে ।।৪৪

**অদৃষ্টপূৰ্ব্বং হৃষিতোঽস্মি দৃষ্ট্বা**
**ভয়েন চ প্ৰব্যথিতং মনো মে।**

**তদেব মে দৰ্শয় দেব ৰূপং**
**প্ৰসীদ দেবেশ জগন্নিবাস ।।৪৫**

৪৫। অন্বয়—অদৃষ্টপূৰ্ব্বং [আগেযে কেতিয়াও নেদেখা] দৃষ্টা [(তোমাৰ ৰূপ) দেখি] হৃষিতঃ অস্মি [হৰ্ষ লাভ কৰিছো] চ [আৰু (কিন্তু)] ভয়েন চ মে মনঃ প্ৰব্যথিতম্ [কিন্তু আকৌ ভযতো মোৰ মন ব্যথিত হৈছে], দেব। তৎৰূপং এব মে দৰ্শয় [সেই আগৰ ৰূপকে মোক দৰ্শন কৰোৱাঁ]। দেবেশ, জগন্নিবাস, প্ৰসীদ [প্ৰসন্ন হোৱা] ।।৪৫

৪৫। ভাঙনি—আগেযে কেতিয়াও নেদেখা এই ৰূপ দেখি মই হৰ্ষলাভ কৰিছো। কিন্তু আকৌ ভয়তো কাতৰ হৈছো। হে দেৱ, তোমাৰ আগৰ ৰূপটিকে মোক দৰ্শন কৰোৱাঁ। মোৰ প্ৰতি কৃপা কৰাঁ ।।৪৫

**কিৰীটিনং গদিনং চক্ৰহস্ত**
**মিচ্ছামি ত্বাং দ্ৰষ্টুমহং তথৈব।**
**তেনৈব ৰূপেণ চতুৰ্ভুজেন**
**সহস্ৰবাহো ভব বিশ্বমূৰ্ত্তে ।।৪৬**

৪৬। অন্বয়—অহং ত্বাং তথা এব [মই তোমাক সেইদৰেই অৰ্থাৎ আগৰদৰেই] কিৰীটিনং গদিনং চক্ৰহস্তং দ্ৰষ্টুম্ ইচ্ছামি [কিৰীটি, গদা, আৰু চক্ৰধাৰী ৰূপে দেখিবৰ ইচ্ছা কৰোঁ]। সহস্ৰবাহো! বিশ্বমূৰ্ত্তে! তেন চতুৰ্ভুজেন ৰূপেণ এব ভব [হে সহস্ৰবাহু, বিশ্বমূৰ্ত্তি, তুমি সেই চতুৰ্ভুজ মূৰ্ত্তিত আবিৰ্ভূত হোৱা] ।।৪৬

ভাঙনি—মই তোমাক আগৰদৰে কিৰীটি, গদা, চক্ৰধাৰী ৰূপে দৰ্শন পাবলৈ ইচ্ছা কৰোঁ। হে সহস্ৰবাহু, বিশ্বমূৰ্ত্তি! তুমি আগৰ চতুৰ্ভুজ মূৰ্ত্তিত আবিৰ্ভূত হোৱাঁ ।।৪৬

[ভাগৱতত আছে যে কৃষ্ণ অৱতাৰত ভগৱানে চতুৰ্ভুজ মূৰ্ত্তিও মাজে সময়ে ধাৰণ কৰিছিল]

শ্ৰীভগবানুবাচ

**ময়া প্ৰসন্নেন তবাৰ্জ্জুনেদং**
**ৰূপং পৰং দৰ্শিতমাত্মযোগাৎ।**
**তেজোময়ং বিশ্বমনন্তমাদ্যং**
**যন্মে ত্বদন্যেন ন দৃষ্টপূৰ্ব্বম্ ।।৪৭**

৪৭। অন্বয়—শ্ৰীভগবান্ উবাচ। অৰ্জ্জুন! প্ৰসন্নেন ময়া [মই প্ৰসন্ন হৈ] আত্ম যোগাৎ [আত্ম-যোগ দ্বাৰা—নিজ স্বৰূপত অৱস্থিত হৈ] মে ইদং [মোৰ এই] তেজোময়ম্, অনন্তম্ আদ্যং পৰং বিশ্বং ৰূপং [তেজোময়, অনন্ত, আদ্য, উত্তম বিশ্বৰূপ] এব দৰ্শিতম্ [তোমাক দেখুৱালোঁ], যৎ [যি ৰূপ] ত্বদন্যেন ন দৃষ্টপূৰ্ব্বম্ [তোমাৰ বাহিৰে আৰু আগেয়ে কেতিয়াও দেখা নাই ।।৪৭

৪৭। ভাঙনি—জানা অৰ্জ্জুন, মই প্ৰসন্ন হৈ নিজ স্বৰূপত অৱস্থিত হৈ, তোমাক এই সৰ্ব্বশ্ৰেষ্ঠ তেজোময়, অনন্ত আদ্য বিশ্বৰূপ দৰ্শন কৰালো। আগেয়ে এই ৰূপ কোনেও দেখা নাছিল ।।৪৭

**ন বেদযজ্ঞাধ্যয়নৈৰ্ন দানৈ**
**ৰ্ন চ ক্ৰিয়াভিৰ্ন তপোভিৰুগ্ৰৈঃ।**
**এবংৰূপঃ শক্যোঽহং নৃলোকে**
**দ্ৰষ্টুং ত্বদন্যেন কুৰুপ্ৰবীৰ ।।৪৮**

৪৮। অন্বয়—কুৰুপ্ৰবীৰ [হে কুৰুশ্ৰেষ্ঠ অৰ্জ্জুন] ত্বদন্যেন [তোমাৰ বাহিৰে আনৰ দ্বাৰা] বেদযজ্ঞাধ্যয়নৈঃ ন, দানৈঃ ন, ক্ৰিয়াভিঃ ন, উগ্ৰৈঃ তপোভিঃ চ ন [বেদ-যজ্ঞ, অধ্যয়ন, দান, ক্ৰিয়া, উগ্ৰ-তপস্যা একোৰে নহওঁ] এবং ৰূপঃ অহং [এনে ৰূপবিশিষ্ট মই] নৃলোকে [মনুষ্য লোকত] দ্ৰষ্টুং শক্যঃ [দৰ্শন যোগ্য] ।।৪৮

৪৮। ভাঙনি—হে কুৰুশ্ৰেষ্ঠ অৰ্জ্জুন, এই পৃথিৱীত তোমাৰ বাহিৰে আন কোনেও—বেদ, যজ্ঞ, অধ্যয়ন, দান, ক্ৰিয়া বা উগ্ৰ তপস্যা—একোৰে এনে ৰূপ-বিশিষ্ট মোক দৰ্শন কৰিব পৰা নাই ।।৪৮

**মা তে ব্যথা মা চ বিমূঢ়ভাবো**
**দৃষ্টা ৰূপং ঘোৰমীদৃঙ্মমেদম্।**
**ব্যপেতভীঃ প্ৰীতমনাঃ পুনস্ত্বং**
**তদেব মে ৰূপমিদং প্ৰপশ্য ।।৪৯**

৪৯। অন্বয়—মম ঈদৃক্ ঘোৰং ৰূপং ইদং দৃষ্টা [মোৰ এনে ঘোৰ এই ৰূপ দৰ্শন কৰি] তে ব্যথা মা [তুমি ব্যথিত নহবা] বিমূঢ়ভাবঃ চ ন [বিবুদ্ধি নহবা] ব্যপেতভীঃ প্ৰীতমনাঃ [বিগত ভয় আৰু প্ৰসন্নচিত্ত হৈ] ত্বং পুনঃ মে ইদং তৎ এব ৰূপং প্ৰপশ্য [তুমি পুনঃ মোৰ আগৰ সেই ৰূপ দৰ্শন কৰাঁ] ।।৪৯

৪৯। ভাঙনি—মোৰ এই ভয়ানক ৰূপ দেখি তুমি ব্যথিত নহবা, বিবুদ্ধি নহবা। বিগত-ভয় আৰু প্ৰসন্নচিত্ত হৈ মোৰ পূৰ্ব্বৰূপ দৰ্শন কৰাঁ ।।৪৯

সঞ্জয় উবাচ

**ইত্যৰ্জ্জুনং বাসুদেবস্তথোক্ত্বা**
**স্বকং ৰূপং দৰ্শয়ামাস ভূয়ঃ।**
**আশ্বাসয়ামাস চ ভীতমেনং**
**ভূত্বা পুনঃ সৌম্যবপুৰ্মহাত্মা ।।৫০**

৫০। অন্বয়—সঞ্জয়ঃ উবাচ। বাসুদেবঃ [শ্ৰীকৃষ্ণ] অৰ্জ্জুনং ইতি উক্তা [অৰ্জ্জুনক এইদৰে কৈ] ভূয়ঃ [পুনঃ] স্বকং ৰূপং [নিজৰ ৰূপ] তথা [পূৰ্ব্ববৎ] দৰ্শয়ামাস [দেখুৱালে]। সৌম্যবপুঃ চ ভূত্বা [আৰু সৌম্যমূৰ্ত্তি ধাৰণ কৰি] মহাত্মা [মহাত্মা ভগৱানে] পুনঃ ভীতম্ এনং [ভীত অৰ্জ্জুনক পুনৰ্ব্বাৰ] আশ্বাসযামাস [আশ্বাস প্ৰদান কৰিলে] ॥৫০

৫০। ভাঙনি—সঞ্জয়ে ক'লে,—বাসুদেৱে অৰ্জ্জুনক এই দৰে কৈ, নিজৰ পূৰ্ব্বৰূপ দৰ্শন কৰালে আৰু সৌম্যমূৰ্ত্তি ধাৰণ কৰি ভযবিহ্বল অৰ্জ্জুনক আকৌ আশ্বাস প্ৰদান কৰিলে ॥৫০

অৰ্জ্জুনঃ উবাচ

**দৃষ্টেদং মানুষং ৰূপং তব সৌম্যং জনাৰ্দ্দন।**
**ইদানীমস্মি সংবৃত্তঃ সচেতাঃ প্ৰকৃতিং গতঃ ॥৫১**

৫১। অন্বয়—অৰ্জ্জুন উবাচ। জনাৰ্দ্দন [হে কৃষ্ণ] এব ইদং সৌম্যং মানুষং ৰূপং দৃষ্টা [তোমাৰ এই শান্ত মানৱ ৰূপ দেখি] ইদানীং [এতিয়া] সচেতাঃ সংবৃত্তঃ [সুস্থমনা হৈ] প্ৰকৃতিং গতঃ অস্মি [প্ৰকৃতিস্থ হলোঁ] ॥৫১

৫১। ভাঙনি—হে কৃষ্ণ, তোমাৰ এই শান্ত মনুষ্য মূৰ্ত্তি দেখি মই এতিযা প্ৰসন্নচিত্ত আৰু প্ৰকৃতিস্থ হলোঁ ॥৫১

শ্ৰীভগবানুবাচ

**সুদুৰ্দ্দৰ্শমিদং ৰূপং দৃষ্টবানসি যন্মম।**
**দেবা অপ্যস্য ৰূপস্য নিত্যং দৰ্শনকাঙ্ক্ষিণঃ ॥৫২**

৫২। অন্বয়—শ্ৰীভগবান্ উবাচ। মম ইদং সুদুৰ্দ্দৰ্শং ৰূপং [মোৰ এই অতি কষ্ট কৰিহে দেখিব পৰা ৰূপটি] যৎ ত্বং দৃষ্টবান্ অসি [যি ৰূপ তুমি এতিয়া দেখিলা] দেবাঃ অপি অস্য ৰূপস্য নিত্যং দৰ্শন কাঙ্ক্ষিণঃ [দেৱতসকলেও নিত্য এই ৰূপ দেখিবলৈ আকাঙ্ক্ষা কৰে] ॥৫২

৫২। ভাঙনি—তুমি মোৰ যি ৰূপ দেখিলা সেই ৰূপ দৰ্শন কৰা অতি কঠিন। দেৱগণেও এই ৰূপ দেখিবলৈ সদায় আকাঙ্ক্ষা কৰে ॥৫২

**নাহং বেদৈৰ্নতপসা ন দানেন ন চেজ্যয়া।**
**শক্য এবংবিধো দ্ৰষ্টুং দৃষ্টৱানসি মাং যথা ॥৫৩**

৫৩। অন্বয়—মাং যথা দৃষ্টবান্ অসি [তুমি মোক যেনে দেখিলা] এবং বিধঃ অহম্ [এনে ৰূপধাৰী মই] ন বেদৈঃ, ন তপসা, ন দানেন, ন চ ইজ্যয়া, দ্ৰষ্টুং শক্যঃ—[বেদ, তপস্যা, দান, বা যজ্ঞ একোৰে দৰ্শনযোগ্য নহওঁ] ॥৫৩

৫৩। ভাঙনি—তুমি মোক যেনে দেখিলাঁ, তেনে ৰূপ বেদাধ্যযন, তপস্যা, দান বা যজ্ঞ দ্বাৰা মানুহে দেখিব নোৱাৰে ॥৫৩

[বিনা ভক্তিৰে ঈশ্বৰ-দৰ্শন নহয। তলৰ দুটা শ্লোকত ইয়াকে বুজাইছে। আমি ওপৰত কৈ আহিছো যে মহত্ত্বৰ উপলব্ধিয়েই ভক্তি। এই অৰ্থত জ্ঞান আৰু ভক্তি মূলতঃ একে বস্তু (পাতনি চাওক)।]

**ভক্ত্যা ত্বনন্যয়া শক্যো হ্যহমেৱংবিধোঽৰ্জ্জুন।**
**জ্ঞাতুং দ্ৰষ্টুঞ্চ তত্ত্বেন প্ৰৱেষ্টুঞ্চ পৰন্তপ ॥৫৪**

৫৪। অন্বয়—পৰন্তপ অৰ্জ্জুন [হে শত্ৰুদমন অৰ্জ্জুন] অনন্যয়া ভক্ত্যা তু [অনন্যা ভক্তিৰ দ্বাৰা] এবং বিধঃ অহং [এবং বিধ ৰূপে মই] তত্ত্বেন জ্ঞাতুং [তত্ত্বেৰে সৈতে (অৰ্থাৎ নিজ স্বৰূপে) জানিবৰ] দ্ৰষ্টুং [দেখিবৰ] প্ৰবেষ্টুং চ [আৰু প্ৰবেশ কৰিবৰ] শক্যঃ হি [যোগ্য হওঁ] ॥৫৪

৫৪। ভাঙনি—হে শত্ৰুদমনকাৰী অৰ্জ্জুন কেৱল অনন্যা ভক্তিৰ দ্বাৰাহে এনে বিশ্বৰূপধাৰী মোৰ তত্ত্ব, মানুহে জানিব পাৰে, মোক দেখিব পাৰে আৰু মোত প্ৰবেশ কৰিব পাৰে। আৰ কোনো উপায়েৰে নোৱাৰে। (আমি ওপৰত কৈ আহিছো যে এই পৰাভক্তি আৰু জ্ঞানৰ একো প্ৰভেদ নাই। ইয়াৰ পৰাই মোক্ষ) ॥৫৪

**মৎকৰ্ম্মকৃন্মৎপৰমো মদ্ভক্তঃ সঙ্গবৰ্জ্জিতঃ।**
**নিৰ্ব্বৈৰঃ সৰ্ব্বভূতেষু যঃ স মামেতি পাণ্ডব ॥৫৫**

ইতি শ্ৰীমহাভাৰতে শতসাহস্ৰ্যাং সংহিতায়াং বৈয়াসিক্যাং
ভীষ্মপৰ্ব্বণি শ্ৰীমদ্ভগবদ্গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং
যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুন সংবাদে বিশ্বৰূপদৰ্শনং
নাম একাদশোঽধ্যায়ঃ।

৫৫। অন্বয়—পাণ্ডব [হে অৰ্জ্জুন] যঃ [যি] মৎকৰ্ম্ম কৃৎ [মোৰ কৰ্ম্ম কৰে] মৎ পৰমঃ [ময়ে পৰম পুৰুষ বুলি বুজে] মদ্ভক্তঃ [মোৰ ভক্ত] সঙ্গবৰ্জ্জিতঃ [আসক্তিহীন] সৰ্ব্বভূতেষু নিৰ্ব্বৈৰঃ [সকলোৰে প্ৰতি বৈৰভাব শূন্য] সঃ মাম্ এতি [তেওঁ মোক প্ৰাপ্ত হয়] ॥৫৫

৫৫। ভাঙনি—হে অৰ্জ্জুন, যি জানে, যে সকলো কৰ্ম্ম মোৰ অৰ্থাৎ মই হে সকলো কৰ্ম্ম কৰাওঁ, যি জানে যে মই হে শ্ৰেষ্ঠ প্ৰাপ্তব্য বস্তু, যি মোৰ ভক্ত, যাৰ কোনো প্ৰাণীৰ প্ৰতি বৈৰ ভাব নাই, যাৰ মোৰ বাহিৰে একোতে আসক্তি নাই—সেই পুৰুষে মোক লাভ কৰে ॥৫৫

**গীতাৰ একাদশ অধ্যায়ত বৰ্ণিত বিশ্বৰূপ দৰ্শন সম্বন্ধে**

কোনো কোনো আধুনিক লিখকে সন্দেহ কৰে যে গীতাৰ গোটেই ১১শ অধ্যায়টি সম্ভবতঃ প্ৰক্ষিপ্ত। কাৰণ, ঈশ্বৰ নিৰাকাৰ। তেওঁৰ আকৌ ৰূপ কি? অৰ্জ্জুনক কি দেখুৱালে? সঁচাকৈয়ে ঈশ্বৰ নিৰাকাৰ নে কি?

আমি পাতনিত কৈ আহিছো যে সাংখ্য-দৰ্শন মতে ব্যক্ত সকলো পদাৰ্থ সসীম আৰু সেই বাবেই সাবয়বী, কিন্তু অব্যক্ত ব্ৰহ্ম অহেতুমৎ, আৰু সেই বাবেই অসীম, অনন্ত আৰু নিৰবয়ব বা নিৰাকাৰ। সাংখ্যই এই সিদ্ধান্তত যুক্তিৰে (অৰ্থাৎ পাৰ্থিৱ যুক্তিৰে) উপস্থিত হৈছে। ইয়াত সন্দেহৰ একো স্থল নাই। বেদান্ত, গীতা, পুৰাণ—সকলোৱে কয় যে ব্ৰহ্মা নিৰ্গুণ, অৰ্থাৎ অব্যক্ত, অতএব নিৰাকাৰ। দৰ্শন শাস্ত্ৰই ইয়াত কৈ বেছি ক'ব নোৱাৰে। অ-দাৰ্শনিক যুক্তিৰে বেদান্তই আৰু কয় যে ব্ৰহ্মৰ সগুণ ৰূপ এটাও আছে। অৰ্জ্জুনক এতিয়া এই সগুণ ব্ৰহ্মাৰ ৰূপটিকে দেখুৱালেনে কি? কিন্তু এই সগুণ ৰূপটি শ্ৰীকৃষ্ণ নিজেই—যাক অৰ্জ্জুনে দেখিযেই আছিল। তেন্তে এতিয়া নতুন কি দেখুৱালে?

এইবোৰ প্ৰশ্নৰ উত্তৰ বেদান্তই আৰু পুৰাণে দিছে কিন্তু বেদান্তৰ ভিতৰলৈ নগৈ সাধাৰণ যুক্তিৰে ভাবি চালেই অতি সহজে বুজিম যে যি অৰ্থত মানুহে ঈশ্বৰক নিৰাকাৰ বুলি ভাবে, সেই অৰ্থত তেওঁ নিৰাকাৰ নহয়।

আগৰ দিনত ইউৰোপীয় দৰ্শনে কৈছিল যে জগতৰ সকলো পদাৰ্থৰ কিছুমান মূল সম্পত্তি বা ধৰ্ম্ম আছে, যাৰ পৰা সিহঁতক পৃথক কৰিব নোৱাৰি। এই ধৰ্ম্মবোৰক (মূল স্ব-ধৰ্ম) primary qualities বুলিছিল। অস্তিত্ব (existence) ৰূপ (form or colour), ৰস (taste), গন্ধ (odour), স্পৰ্শ (hardness), শব্দ (sound)—এইবোৰেই বস্তুৰ primary qualities—ইয়াৰ ভিতৰত, অস্তিত্ব (existence) সকলো বস্তুৰে সাধাৰণ ধৰ্ম্ম আৰু বাকীবোৰ ধৰ্ম্ম বস্তুৱে প্ৰতি বেলেগ। তেতিয়া ভাবিছিল যে এই primary quality বোৰ বাস্তৱ পদাৰ্থ আৰু সিহঁত বস্তুত লাগি থাকে। সিহঁতক বস্তুৰ পৰা পৃথক কৰিব নোৱাৰি। সিহঁত নহলে বস্তুটোৰ অস্তিত্বও নাই।

লাহে লাহে বিজ্ঞানৰ উন্নতিৰ লগে লগে এই দাৰ্শনিক মতটি অপ্ৰমাণিত হৈ আহিল। পোন প্ৰথমতে বিজ্ঞানে পৰীক্ষাৰে দেখুৱালে যে ৰূপ (colour) বোলা বস্তু এটা বস্তুত লাগি থকা নাই। বস্তুৰ পৰা উফৰি অহা পোহৰৰ স্পন্দনৰ কাল ব্যাপ্তি (period or wave-length) অনুসাৰে আমাৰ মনত ভিন্ন ভিন্ন বৰ্ণ-জ্ঞান হয়। তৰা এটা পৃথিবীৰ ওচৰলৈ চাপি আহে মানে আমি তাক উজ্জ্বল দেখো। দূৰলৈ যায় মানে ৰঙা দেখো। (ইংৰাজীত ইয়াকে Doppler's effect বোলে।) বিজ্ঞানে এইদৰে বস্তুত পৰীক্ষা কৰি দেখুৱালে যে বহিৰ্জ্জগতত বস্তুত কেৱল শক্তিৰ স্পন্দন হে আছে। বৰ্ণ-জ্ঞান আমাৰ মনতহে উৎপন্ন হয়! বৰ্ণ বস্তুৰ primary quality নহয়। বস্তুত বৰ্ণ বুলি পদাৰ্থ এটা লাগি থকা নাই।

সেইদৰে শব্দ সম্পৰ্কেও বিজ্ঞানে পৰীক্ষাৰে প্ৰমাণ কৰিলে যে বহিৰ্জ্জগতত বেহেলাৰ তাঁৰডালত কঁপনিটিহে আছে, সুৰ-জ্ঞান আমাৰ মনত।

আকৃতি (form) বা 'আকাৰ' সম্বন্ধেও বিজ্ঞানে প্ৰথমতে stereoscope নামেৰে সামান্য এটি যন্ত্ৰ সাজি দেখুৱালে কেনেকৈ চেপেটা ছবি দুটা জোৰা লগাই চালেই আমি গোটা (solid) বস্তু এটা দেখো। এইবোৰ পৰীক্ষাৰ পৰা বিজ্ঞানে লাহে লাহে ৰেডিঅ', চিনেমা, television আদি নিৰ্ম্মাণ কৰি, এতিয়া এনে অৱস্থালৈ গৈছে যে আমাৰ কোনো সন্দেহ কৰিবৰ কাৰণেই নাই যে বহিৰ্জ্জগতত বস্তুত ৰূপ (আকাৰ বা বৰ্ণ) ৰস, গন্ধ, স্পৰ্শ, শব্দ একো নাই। এইবোৰ বস্তুত লাগি থকা নাই। এইবোৰ বস্তুৰ primary qualities নহয়। বস্তুৰপৰা শক্তি আহি ভিন্ন ভিন্ন ৰূপ ৰসাদিৰ জ্ঞান আমাৰ মনত উৎপন্ন কৰে। বস্তুত শুদা শক্তিৰ ক্ৰিয়া (সাংখ্যমতে গুণ— সত্ত্ব, ৰজ তম গুণ) আছে আৰু একো নাই। এয়ে আধুনিক বিজ্ঞানৰ পৰীক্ষাসিদ্ধ সিদ্ধান্ত। সাংখ্য-দৰ্শনেও ঠিক এইদৰেই কয়।

এই বৈজ্ঞানিক দৃষ্টিৰে চালে জগতৰ সকলো পদাৰ্থ নিৰাকাৰ। ঈশ্বৰো যদি তাত নিজ মূৰ্ত্তিৰে বহি থাকিলহেঁতেন তেতিয়া হলেও এই বৈজ্ঞানিক দৃষ্টিৰে আমি তেওঁক নিৰাকাৰ বুলিলোহেঁতেন।

কিন্তু এই বৈজ্ঞানিক দৃষ্টি আমাৰ আচল মানৱিক দৃষ্টি নহয়। আমাৰ ইন্দ্ৰিয় আৰু মনৰ সহায়েৰেহে আমাৰ বিষয়জ্ঞান হব পাৰে। এইদৰে চালেই আমি প্ৰত্যেক দৃশ্য বস্তুত ৰূপ (আকৃতি) ৰস ইত্যাদি দেখিবই লাগিব; নহলে আমাৰ বিষয়জ্ঞান নহয়েই। আমাৰ মানত ৰূপ-ৰসাদি-হীন পদাৰ্থৰ অস্তিত্বই নাই। এইদৰে ইন্দ্ৰিয় যোগে পোৱা জ্ঞানকে আমি প্ৰত্যক্ষ জ্ঞান বোলো আৰু আমি ভাবোঁ যে এই ৰকমৰ প্ৰত্যক্ষ জ্ঞানেইহে আচল সত্য জ্ঞান; কিন্তু বিজ্ঞানে এতিয়া দেখুৱাইছে যে এই প্ৰত্যক্ষ জ্ঞান সত্য জ্ঞান নহয়। যেনে, আমি দেখো যে সূৰ্য্য পৃথিবীৰ চাৰিওফালে ঘূৰিছে; কিন্তু

সূৰ্য্যত যদি প্ৰাণী আছে, তেন্তে সিহঁতে দেখিব যে পৃথিৱীহে সূৰ্য্যৰ চাৰিওফালে ঘূৰিছে।

বিজ্ঞানে প্ৰমাণ কৰিছে যে জগতৰ ভিন্ন ভিন্ন ঠাইৰপৰা প্ৰাণীয়ে জগতক ভিন্ন ভিন্ন ৰূপে দেখে। যি যেনে দেখে তাৰ পক্ষে সেযে সত্য। আচল সত্যজ্ঞান জগতত নাই। ইন্দ্ৰিয় আৰু মনৰ সহায়েৰে পোৱা জ্ঞান সত্য জ্ঞান নহয়—ই আপেক্ষিক জ্ঞান মাত্ৰ।

ইয়াৰ বাহিৰেও আমাৰ বিষয়-জ্ঞান লাভৰ আৰু এটি উপায় আছে। ইন্দ্ৰিয় আৰু মন বাদ দি শুদ্ধ বুদ্ধিৰে বিষয়জ্ঞান লাভ হব পাৰে। কিন্তু শুদা চিন্তা বা অনুমানৰ দ্বাৰা কোনো বস্তুৰ বিষয়ে জ্ঞান লাভ কৰিবলৈ হলেই, সেই বস্তুটিৰ ৰূপ ৰস আদি থাকিলেও, আমি সেইবোৰ বাদ দিহে চিন্তা কৰিব লাগিব ; যেনে আমি অঙ্ক কৰোতে কৰোঁ।

ধৰক, প্ৰশ্ন হল—এটা ১০০ মোন ওজনৰ বগা হাতী ১০০ ফুট ওখ এটা পৰ্ব্বতৰ থিয় টিঙৰ পৰা পিচলি মাটিত পৰোতে কিমান সময় লাগিব আৰু মাটিত কিমান জোৰেৰে আঘাত কৰিব ? এই অঙ্কটো কৰোতে, আমি হাতীটোৰ বৰণ, ঠেং আদি সকলো বাদ দি, পৰ্ব্বতটোৰ সমুদায় দৃশ্য অনাৱশ্যক বুলি বাদ দি, কেৱল ১০০ ফুট আৰু ১০০ মোন (বা ১০০ আৰু ১০০ এই দুটা সংখ্যা) মাত্ৰ লৈ অঙ্কটোৰ উত্তৰটো উলিয়াওঁ।

ঠিক সেইদৰেই, ধী শক্তিৰ দ্বাৰা কোনো বস্তুৰ বিষয়ে জ্ঞান লাভ কৰিবলৈ হলেই, আলোচ্য বস্তুটিৰ ৰূপ, ৰস থাকিলেও তাক বাদ দিলেহে আলোচনা হব পাৰে। এই উপায়েৰে লব্ধ জ্ঞান দেখাতে অসম্পূৰ্ণ জ্ঞান—কাৰণ ইয়াত প্ৰথমতে কিছুমান কথা (অৰ্থাৎ ৰূপ, ৰস আদি) বাদ দিয়া হল। বুদ্ধিৰ অশক্তিৰ বাবে ইয়াত মিথ্যা জ্ঞানৰো সম্ভৱ থাকিল।

ঈশ্বৰৰ বিষয়ে আমি কেৱল এই উপায়েৰেহে জ্ঞান লাভ কৰিব পাৰোঁ। বেদান্তই সেইদৰেই কৰিছে। ৰূপ, ৰস আদিক, বিজ্ঞানৰ দৰেই, বেদান্তই পৰিণামী অসৎ পদাৰ্থ বুলি বাদ দি অতি সূক্ষ্ম বিচাৰ কৰি পালে যে ব্ৰহ্ম সৎ, চিৎ আৰু আনন্দ, সচ্চিদানন্দ। এইটি এটি সংক্ষিপ্ত "সাৰ বিবৰণ" মাত্ৰ (mere abstruction)। এইদৰে আলোচনা কৰোতে বেদান্তই 'ব্ৰহ্মৰ ৰূপ নাই' বুলিও কব নোৱাৰে বা 'ব্ৰহ্মৰ ৰূপ আছে' বুলিও কব নোৱাৰে। বেদান্তই এই মাত্ৰ কৈছে যে জগতৰ সকলো ৰূপেই ব্ৰহ্মৰ ৰূপ, কিন্তু কোনো বিশেষ ৰূপত তেওঁ আৱদ্ধ নহয়। বেদান্তই আৰু কৈছে যে সাধকে ব্ৰহ্মৰ স্বৰূপ প্ৰত্যক্ষ দেখে [ব্ৰ : সূ : ৩।২।২৩]।

কেনেকৈ দেখে ? কি সাধনা হলে দেখে ?

আমি ওপৰত কৈছো যে আমাৰ বিষয় জ্ঞান কেৱল মাত্ৰ দুই ৰকমেহে হব পাৰে। (১) ইন্দ্ৰিয় আৰু মনৰ দ্বাৰা (২) শুদা বুদ্ধিৰ দ্বাৰা। এই উভয় ৰকম জ্ঞানতে মিথ্যা জ্ঞানৰ স্থান আছে। ১ম বিধ জ্ঞান দেখাতে মিথ্যা (অৰ্থাৎ আপেক্ষিক) জ্ঞান। ২য় বিধ জ্ঞানো দেখাতে অসম্পূৰ্ণ জ্ঞান—যেনে ওপৰত কোৱা হল। এই উভয় বিধ জ্ঞান আমি ইন্দ্ৰিয়, মন আৰু বুদ্ধিৰ সহায়ত পাওঁ। সেই গুণে শঙ্কৰাচাৰ্য্যই কয় যে অন্তঃকৰণ নহলে আমাৰ কোনো জ্ঞান হব নোৱাৰে [ব্ৰঃ সূঃ ২।৩।৩২]। আমাৰ বিষয়জ্ঞান বা উপলব্ধি চৈতন্যৰ বা চিৎ শক্তিৰ (অৰ্থাৎ আমাৰ আত্মাৰ) কাৰ্য্য নহয়। ই আমাৰ অন্তঃকৰণৰ হে কাৰ্য্য। বিজ্ঞানেও তাকে কয—বিজ্ঞানে কয় যে জগৎখন আমাৰ মনে যেনে দেখুৱায় আমি তেনেহে দেখো।

এই বিষয়ে অতি বাহুল্য আলোচনা বেদান্ত দৰ্শন কৰা হৈছে। আমাৰ জগত জ্ঞান, ৰূপ-ৰসাদিৰ জ্ঞান যে মানসিক ব্যাপাৰ তাৰ কোনো ভুল নাই। আমাৰ মন আৰু ইন্দ্ৰিয় আৰু বুদ্ধি যেন এযোৰ বিতচকু, যাৰ সহায়েৰে আমি জগতক দেখো। বিতচকুৰ দেখা আচল সত্য দেখা নহয়। ভগা চচ্‌মাৰে চাই সকলো বস্তু ভঙা বা বেকাঁ দেখো, দূৰৈৰ বস্তু ওচৰত দেখো। বস্তুৰ প্ৰতিবিম্ব মাত্ৰ দেখো। এই বিত্‌চকুযোৰ নহলেই আমি কণা। বিতচকুৰ জ্ঞান অসত্য জ্ঞান। একে বিষয়েৰে ভিন্ন ভিন্ন মানুহৰ ভিন্ন ভিন্ন অৱস্থাত ভিন্ন ভিন্ন জ্ঞান হয়—যেনে ৰঙা চচ্‌মাৰে ৰঙা, নীলা চচ্‌মাৰে নীলা ইত্যাদি। সেই গুণে ইউৰোপীয় বিজ্ঞানে ভাবে যে পূৰ্ণ সত্য জ্ঞান (absolute reality) আমাৰ ভাগ্যত নাই।* সেই গুণে বিজ্ঞানে কয যে আমাৰ সকলো বিষয়জ্ঞান আপেক্ষিক। ইন্দ্ৰিয় শক্তি আৰু বুদ্ধিস্থ সংস্কাৰৰ দ্বাৰা সীমাবদ্ধ। (relative selective & structural)

কিন্তু যোগ শাস্ত্ৰই অতি নিঃসন্দেহে আমাক কৈছে যে আমাৰ বিষয়জ্ঞানৰ এটি তৃতীয় আৰু উৎকৃষ্ট উপায় আছে। আমি অন্তঃকৰণ স্বৰূপ এই বিত্‌চকুযোৰ সোলোকাই থৈ শুদা চৈতন্য বা চিৎশক্তিৰ দ্বাৰা (অৰ্থাৎ আত্মাৰ দ্বাৰা) বিষয়জ্ঞান লাভ কৰিব পাৰো। কেনেকৈ এই বিত্‌চকু সোলোকাব পাৰো, অৰ্থাৎ চিত্ত নিৰোধ কৰিব পাৰো বা আত্ম-জ্ঞান লাভ কৰিব পাৰোঁ, তাৰ উপায় পাতঞ্জল দৰ্শনে

দিছে। সেইদৰে কৰিলেই আমি শুদা চেতন্যৰ বা চিৎ শক্তিৰ দ্বাৰা, (ইন্দ্ৰিয় আৰু অন্তঃকৰণৰ সহায় নোহোৱাকৈ) বিষয়জ্ঞান লাভ কৰিব পাৰোঁ। এয়ে আচল অপৰোক্ষ জ্ঞান। ই সদায় সত্য জ্ঞান (ইংৰাজীত আমি ইয়াক intuition বুলিব পাৰো)। কাৰণ, চিৎ শক্তি সদায় সত্য সদায় সৰ্ব্বগত বা ব্যাপী, ইয়াত মিথ্যাৰ লেশ মাত্ৰ নাই। ই সত্যৰ বাহিৰে একো দেখিব নোৱাৰে। ই সমুদায় সত্য একেলগে দেখে। কাৰণ ই সৰ্ব্বব্যাপী। এইদৰে লাভ কৰা জ্ঞানক যোগ শাস্ত্ৰত "ঋতম্ভৰা প্ৰজ্ঞা" বোলে। (ঋতম্ভৰা তত্ৰ প্ৰজ্ঞা"—পাতঞ্জল ১।৪৮ আৰু তাৰ ব্যাস ভাষ্য চাওক)। এয়ে সূক্ষ্মতম সত্য বিষয়—জ্ঞান। এয়ে চৰম সত্য দৃষ্টি (absolute reality) যি absolute reality সংসাৰত নাই বুলি বিজ্ঞানে ভাবে। গীতাই কৈছে, এয়ে দিব্য দৃষ্টি। অৰ্জ্জুনক ভগবানে এই দিব্য দৃষ্টিকে দিলে—

"দিব্যং দদামি তে চক্ষুঃ পশ্য মে যোগমৈশ্বৰম্"।১১।৮

এতিয়া অৰ্জ্জুনে ব্ৰহ্মৰ ৰূপ দেখিলে।

ঈশ্বৰ যে নিৰাকাৰ,—এনে কথা আমাৰ কোনো ধৰ্ম্ম শাস্ত্ৰত নাই।

এইবোৰ পাশ্চাত্য জগতৰ শিক্ষা, যি পাশ্চাত্য জগতে ধাৰণা কৰিব নোৱাৰে যে শুদ্ধ চিৎ শক্তিৰ পৰা মানুহৰ বিষয়জ্ঞান লাভ হব পাৰে। পাশ্চাত্য জগতে ভাবে যে ইন্দ্ৰিয় আৰু মন বুদ্ধি নহলেই আমাৰ কোনো জ্ঞান হব নোৱাৰে; কিন্তু পাতঞ্জলে যুক্তি প্ৰমাণ দিছে যে ইন্দ্ৰিয় আৰু মন নহলেহে অৰ্থাৎ চিত্ত সমাধিস্থ হলেহে, আমাৰ পূৰ্ণ সত্য জ্ঞান (absolutely real) জ্ঞান লাভ হয়। তেতিয়াহে আমি ঈশ্বৰক সাক্ষাৎ দেখিম।

ঠিক এই কথাটোকে শ্ৰীশ্ৰীৰামকৃষ্ণ পৰম হংসদেৱে কৈছে। যথা—

"ব্রহ্ম অবাঙ্মন গোচর। এর মানে, বিষয়াসক্ত মনের অগোচর। এ মনের গোচর নয় বটে; কিন্তু শুদ্ধ মনের শুদ্ধ বুদ্ধির গোচর।...........কামিনী কাঞ্চনে আসক্তি গেলেই শুদ্ধমনর আর শুদ্ধ বুদ্ধি হয়। তাকে দর্শন হয়। শুদ্ধমন, শুদ্ধ বুদ্ধি, শুদ্ধ আত্ম এক। কেন না তিনি বই আর কেউ শুদ্ধ নাই।............

ঋষি মুনিরা কি তাঁকে দেখেন নাই? তারা শুদ্ধ বুদ্ধি শুদ্ধ আত্মা দ্বারা শুদ্ধ আত্মাকে সাক্ষাৎকার করেছিলেন। *চৈতন্যের দ্বারা চৈতন্যের সাক্ষাৎকার করেছিলেন।*"

ঠিক একে কথাকে শ্ৰীঅৰবিন্দইও ভিন্ন ভাবে বুজাইছে। [Synthesis of yoga, Part III, chap-V. P. 658—659]

## দ্বাদশোঽধ্যায়ঃ

### ভক্তিযোগঃ

৮ম অধ্যায়ৰ ২১-২২ শ্লোকত অৰ্জ্জুনক কোৱা হল যে বিশ্বাতীত, নিৰুপাধিক অব্যক্ত নিৰ্গুণ পৰ ব্ৰহ্মক ভক্তিৰে লাভ কৰিব পাৰি আৰু সেয়ে শ্ৰীবিষ্ণুৰ পৰমপদ, য'ৰ পৰা সংসাৰলৈ পুনৰাগমন নহয়। এতিয়া আকৌ ১১শ অধ্যায়ৰ শেহত কোৱা হ'ল যে বিশ্বৰূপী, বিশ্বময় (অথচ বিশ্বাতীত) সগুণ মহা-পুৰুষক জ্ঞানকৰ্ম্ম আৰু পৰা ভক্তিৰ দ্বাৰা লাভ কৰিব পাৰি। এতিয়া অৰ্জ্জুনৰ সংশয় হ'ল যে সগুণ আৰু নিৰ্গুণ উপাসকৰ ভিতৰত কোন শ্ৰেষ্ঠ। এই প্ৰশ্নৰ উত্তৰ ভগৱানে অতি স্পষ্ট ভাৱে দিছে।

অৰ্জ্জুন উবাচ

**এবং সততযুক্তা যে ভক্তাস্ত্বাং পৰ্য্যুপাসতে।**
**যে চাপ্যক্ষৰমব্যক্তং তেষাং কে যোগবিত্তমাঃ ॥১**

১। অন্বয়—অৰ্জ্জুনঃ উবাচ। এবং [এইদৰে—অৰ্থাৎ ১১শ অধ্যায়ৰ শেহত কোৱা দৰে] সতত-যুক্তাঃ [নিত্যযুক্ত

---

*আমাৰো কয় যে এই উভয় জ্ঞান নিশ্চয় পূৰ্ণ সত্য জ্ঞান নহয় যথা—

আপ্তোপদেশঃ প্ৰত্যক্ষং অনুমানঞ্চ যুক্তিকম্।
চতুৰ্বিধং প্ৰমাণং স্যাৎ শেষত্ৰয়মনিশ্চিতম্॥

হৈ] যে ভক্তাঃ [যি সকল ভক্তই] ত্বাং পৰ্য্যুপাসতে [তোমাক—অৰ্থাৎ সগুণ ব্ৰহ্মক উপাসনা কৰে], যে চ অপি অব্যক্তম্ অক্ষৰম্ [আৰু যি সকলে অব্যক্ত অক্ষৰ ব্ৰহ্মক (নির্গুণ ব্ৰহ্মক) উপাসনা কৰে], তেষাং [এই দুই শ্ৰেণীৰ সাধকৰ ভিতৰত], কে যোগবিত্তমাঃ [কোন শ্ৰেষ্ঠ যোগবিৎ] ॥ ১

১। ভাঙনি—এইদৰে সততে ভক্তিযুক্ত হৈ যি সাধকে তোমাৰ উপাসনা কৰে, আৰু যিসকলে অব্যক্ত অক্ষৰ নির্গুণ ব্ৰহ্মৰ উপাসনা কৰে, তেওঁবিলাকৰ ভিতৰত শ্ৰেষ্ঠ যোগবিৎ কোন? ১১ শ অধ্যায়ৰ শেহত কোৱা হল যে অনন্যা ভক্তি বা কৰ্ম্মযোগৰ দ্বাৰা হে ঈশ্বৰক জানিব পাৰি। এতিয়া অৰ্জ্জুনৰ প্ৰশ্ন হল যে "সতত যুক্তা" অৰ্থাৎ সকলো সময়তে ঈশ্বৰক ভাবি থকা কৰ্ম্মযোগী বা ভক্তসকলে তেওঁক ভালকৈ বুজে, নে নির্গুণ ব্ৰহ্মৰ উপাসক সকলে বুজে। কোনজন সাধক "যোগবিৎতম" অৰ্থাৎ কৰ্ম্মযোগৰ তত্ত্ব ভালকৈ বুজে? ॥ ১

[অৰ্জ্জুনে যেন এই প্ৰশ্নত ধৰি ললে যে তেওঁৰ ৰথৰ সাৰথিজন, যি জনেই বিশ্বৰূপধাৰী আৰু বিশ্বাতীত ভগৱান, যাৰ স্বৰূপ তেওঁ এই মাত্ৰ প্ৰত্যক্ষ দেখিলে সেইজন যেন অব্যক্ত অক্ষৰ নির্গুণ ব্ৰহ্মৰ পৰা পৃথক। যেন, অব্যক্ত অক্ষৰ ব্ৰহ্ম উচ্চতৰ তত্ত্ব, আৰু সগুণ বিশ্বৰূপধাৰী, তেওঁৰ ৰথৰ সাৰথিজন নিম্নতৰ তত্ত্ব। অৰ্জ্জুনৰ এই ভুল সংশোধন কৰি এতিয়া ভগৱানে কব যে তেওঁ নির্গুণো, গুণাতীতো, গুণাশ্ৰয়ো আৰু গুণময়ো। সকলো সাধকে তেওঁকেহে পায়। গুণ আৰু গুণী পৃথক হব নোৱাৰে। নিৰাশ্ৰয় গুণ থাকিব নোৱাৰে। সগুণ আৰু নির্গুণ, যদিও একে ব্ৰহ্মৰে দুটি স্বৰূপ, তথাপি নির্গুণৰ উপাসনা কষ্টকৰ।]

শ্ৰীভগবানুবাচ

**ময্যাবেশ্য মনো যে মাং নিত্যযুক্তা উপাসতে।**
**শ্ৰদ্ধয়া পৰয়োপেতাস্তে মে যুক্ততমা মতাঃ ॥ ২**

২। অন্বয়—শ্ৰীভগবান্ উবাচ। ময়ি [মোত—ঈশ্বৰৰূপী মোত] মনঃ আবেশ্য [মন নিবিষ্ট কৰি] নিত্যযুক্তাঃ [নিত্য যুক্ত হৈ] পৰয়া শ্ৰদ্ধয়া উপেতাঃ [পৰম শ্ৰদ্ধা যুক্ত হৈ], যে, মাম্ উপাসতে [যি মোৰ উপাসনা কৰে] তে যুক্ততমাঃ [তেওঁবিলাক শ্ৰেষ্ঠ যোগবিৎ] মে মতাঃ [(এয়ে) মোৰ মত] ॥ ২

২। ভাঙনি—মোৰ (সগুণ) ঈশ্বৰৰূপত মন নিবিষ্ট কৰি সৰ্ব্বদা মোত যুক্ত হৈ, উত্তম শ্ৰদ্ধা সহকাৰে যি মোৰ উপাসনা কৰে, তেওঁ সৰ্ব্বশ্ৰেষ্ঠ যোগবিৎ—এয়ে মোৰ মত ॥ ২

**যে ত্বক্ষৰমনির্দ্দেশ্যমব্যক্তং পৰ্য্যুপাসতে।**
**সৰ্ব্বত্ৰগমচিন্ত্যঞ্চ কূটস্থমচলং ধ্ৰুবম্ ॥ ৩**
**সংনিয়ম্যেন্দ্ৰিয়গ্ৰামং সৰ্ব্বত্ৰ সমবুদ্ধয়ঃ।**
**তে প্ৰাপ্নুবন্তি মামেব সৰ্ব্বভূতহিতে ৰতাঃ ॥ ৪**

৩—৪। অন্বয়—যে তু [কিন্তু যি] সৰ্ব্বত্ৰগম্ [সৰ্ব্বত্ৰ বিদ্যমান, সৰ্ব্ব-গত] অচিন্ত্যং [অচিন্ত্য] কূটস্থং [আত্ম-প্ৰতিষ্ঠ, নিৰ্ব্বিকাৰ, মায়াৰ অধিষ্ঠাতা] অচলং [স্থিৰ] ধ্ৰুবং চ [নিত্য] অনির্দ্দেশ্যং [অনির্দ্দেশ্য] অব্যক্তং [অব্যক্ত] অক্ষৰং [নির্গুণ অক্ষৰব্ৰহ্মক] পৰ্য্যুপাসতে [উপাসনা কৰে], তে [তেওঁবিলাকেও] ইন্দ্ৰিয়গ্ৰামং সংনিয়ম্য [ইন্দ্ৰিয়বোৰ সংযত কৰি] সৰ্ব্বত্ৰ সমবুদ্ধয়ঃ [সৰ্ব্বত্ৰ সমবুদ্ধি সম্পন্ন হৈ] সৰ্ব্বভূতহিতে ৰতাঃ [সৰ্ব্বভূতৰ হিত সাধন কৰিবলৈ যত্ন কৰি] মাম্ এব পাপ্নুবন্তি [মোকেহে প্ৰাপ্ত হয়] ॥ ৩—৪

৩—৪। ভাঙনি—যি সকল সাধকে সৰ্ব্বত্ৰ সমবুদ্ধি হৈ, সৰ্ব্বভূতৰ হিত সাধনত ৰত হৈ, ইন্দ্ৰিয়বোৰ সংযত কৰি, অনির্দ্দেশ্য, অব্যক্ত, সৰ্ব্ব-গত, অচিন্ত্য, অচল, নিত্য, নিৰ্ব্বিকাৰ (কূটস্থ) অক্ষৰ ব্ৰহ্মৰ উপাসনা কৰে, তেওঁবিলাকেও মোকেহে (অৰ্থাৎ ঈশ্বৰৰূপী মোকে হে) পায়। (তেন্তে, নির্গুণ আৰু সগুণ উপাসকৰ যদি একে গতি, সগুণ উপাসকক শ্ৰেষ্ঠতৰ যোগবিৎ বুলি ওপৰত কিয় ক'লে? এই প্ৰশ্নৰ উত্তৰ তলৰ শ্লোকত দিছে)। ॥ ৩—৪

**ক্লেশোঽধিকতৰস্তেষামব্যক্তাসক্তচেতসাম্।**
**অব্যক্তা হি গতিৰ্দুঃখং দেহবদ্ভিৰবাপ্যতে ॥ ৫**

৫। অন্বয়—তেষাম্ অব্যক্তাসক্ত চেতসাং [অব্যক্ত ব্ৰহ্মত আসক্ত চিত্ত সেই সাধকসকলৰ] অধিকতৰঃ ক্লেশঃ [অধিকতৰ কষ্ট হয়]; হি [কাৰণ] অব্যক্তা গতিঃ [অব্যক্ত ব্ৰহ্ম বিষয়ক নিষ্ঠা] দেহবদ্ভিঃ দুঃখম্ অবাপ্যতে [দেহধাৰী মানুহৰ পক্ষে কষ্টসাধ্য] ॥ ৫

৫। ভাঙনি—অব্যক্তত আসক্তচিত্ত সাধকৰ সিদ্ধি লাভ অধিকতৰ ক্লেশদায়ক। কাৰণ, অব্যক্তত চিত্ত স্থিৰ কৰা ক্লেশকৰ ॥ ৫

**যে তু সৰ্ব্বাণি কৰ্ম্মাণি ময়ি সংন্যস্য মৎপৰাঃ।**
**অনন্যেনৈব যোগেন মাং ধ্যায়ন্ত উপাসতে ॥ ৬**

**তেষামহং সমুদ্ধৰ্ত্তা মৃত্যুসংসাৰসাগৰাৎ।**
**ভৱামি ন চিৰাৎ পাৰ্থ ময্যাবেশিতচেতসাম্॥ ৭**

৬—৭। অন্বয়—যেতু [কিন্তু যি] সৰ্ব্বাণি কৰ্ম্মাণি ময়ি সংনস্য [সমস্ত কৰ্ম্ম মোক সমৰ্পণ কৰি—অৰ্থাৎ সকলো কৰ্ম্মৰ নিয়ন্তা মই, এই বুলি জানি] মৎপৰাঃ [একমাত্ৰ মযে আশ্ৰয়, এই বুলি জানি] অনন্যেন যোগেন এব [অন্য সকলো চিন্তা পৰিত্যাগ কৰি একমাত্ৰ মোতে চিত্ত স্থিৰ কৰি] মাং ধ্যায়ন্তঃ উপাসতে [মোৰ ধ্যান কৰি উপাসনা কৰে], পাৰ্থ [হে অৰ্জ্জুন] ময়ি আবেশিত চেতসাং তেষাং [মোত নিবিষ্ট চিত্ত সেই সাধকসকলৰ] মৃত্যু সংসাৰ সাগৰাৎ [মৃত্যুৰূপ সংসাৰ সাগৰৰ পৰা] ন চিৰাৎ [অবিলম্বে] অহং সমুদ্ধৰ্ত্তা ভৱামি [মই উদ্ধাৰকৰ্ত্তা হওঁ]॥ ৬—৭

৬—৭। ভাঙনি—কিন্তু যি, মোক সকলো কৰ্ম্মৰ নিযন্তা বুলি জানি, সকলো চিন্তা পৰিত্যাগ কৰি, একাগ্ৰ মনে মোৰ ধ্যান কৰি, মোৰ উপাসনা কৰে, হে অৰ্জ্জুন, সেই নিবিষ্টচিত্ত ভক্তক মই মৃত্যু সংসাৰ-সাগৰৰ পৰা অচিৰে উদ্ধাৰ কৰোঁ॥ ৬—৭

**ময্যেব মন আধৎস্ব ময়ি বুদ্ধিং নিবেশয়।**
**নিবসিষ্যসি ময্যেব অত ঊৰ্দ্ধং ন সংশয়ঃ॥৮**

৮। অন্বয়—ময়ি এব মনঃ আধৎস্ব [মোতে তোমাৰ সমগ্ৰ মন স্থিৰ কৰাঁ] ময়ি বুদ্ধিং নিবেশয [মোতে তোমাৰ বুদ্ধি নিবিষ্ট কৰাঁ], অতঃ ঊৰ্দ্ধং [ইয়াৰ পাছত অৰ্থাৎ দেহান্তত] ময়ি এব নিৱসিষ্যসি [মোত বাস কৰিবা], ন সংশযঃ। [(এই বিষয়) কোনো সন্দেহ নাই]॥ ৮

৮। ভাঙনি—মোত মন, বুদ্ধি স্থিৰ কৰি সমাধিস্থ হোৱা। এইদৰে, দেহান্তত মোতে বাস কৰিবা। ইয়াত একো সন্দেহ নাই॥ ৮

**অৰ্থ চিত্তং সমাধাতুং ন শক্নোষি ময়ি স্থিৰম্।**
**অভ্যাসযোগেন ততো মামিচ্ছাপ্তুং ধনঞ্জয়॥ ৯**

৯। অন্বয়—ধনঞ্জয় [হে অৰ্জ্জুন] অথ [আৰু যদি] ময়ি চিত্তং স্থিৰং সমাধাতুং ন শক্নোষি [মোত স্থিৰ ভাবে চিত্তসংযুক্ত কৰিব নোৱাৰাঁ, [অৰ্থাৎ যদি মোৰ ধাৰণা কৰিব নোৱাৰা] ততঃ [তেনেহ'লে] অভ্যাস যোগেন [অভ্যাস যোগৰ দ্বাৰা] মাম্ আপ্তুম্ ইচ্ছ [মোক পাবলৈ ইচ্ছা কৰা]॥ ৯

৯। ভাঙনি—হে অৰ্জ্জুন, যদি চিত্ত স্থিৰ কৰি সম্পূৰ্ণ ভাৱে মোৰ ধাৰণা কৰিব নোৱাৰাঁ, তেন্তে অভ্যাস যোগৰ দ্বাৰা মোক পাবলৈ ইচ্ছা কৰিবা॥ ৯

**অভ্যাসেঽপ্যসমৰ্থোঽসি মৎকৰ্ম্মপৰমো ভৱ।**
**মদৰ্থমপি কৰ্ম্মাণি কুৰ্ব্বন্ সিদ্ধিমৱাপ্স্যসি॥ ১০**

১০। অন্বয়—অভ্যাসে অপি অসমৰ্থঃ অসি [যদি অভ্যাসো কৰিব নোৱাৰাঁ—অৰ্থাৎ চিত্ত বিক্ষেপৰ বাবে সততে মোৰ চিন্তা কৰি যোগযুক্ত হব নোৱাৰাঁ] (তেন্তে) মৎকৰ্ম্ম পৰমো ভব [মোৰ (প্ৰীতিৰ নিমিত্তে) কৰ্ম্ম কৰাকে তোমাৰ পৰম লক্ষ্য কৰিবা]; মদৰ্থম্ কৰ্ম্মাণি কুৰ্ব্বন্ অপি [মোৰ প্ৰীতিৰ নিমিত্তে কৰ্ম্ম কৰিও] সিদ্ধিম্ অৱাপ্স্যসি [সিদ্ধি লাভ কৰিবা]॥ ১০

১০। ভাঙনি—যদি অভ্যাস যোগৰো অসমৰ্থ হোৱাঁ, তেন্তে কেৱল মোৰ প্ৰীতিৰ নিমিত্তে কৰ্ম্ম কৰিবা। এইদৰে কৰিলেও সিদ্ধিলাভ হব॥ ১০

[শ্ৰীধৰ স্বামীৰ মতে এই কৰ্ম্মবোৰ "একাদশী, উপবাস, ব্ৰত, পূজা, পৰিচৰ্য্যা, নাম, কীৰ্ত্তন"।]

**অথৈতদপ্যশক্তোঽসি কৰ্ত্তুং মদ্‌যোগমাশ্ৰিতঃ।**
**সৰ্ব্বকৰ্ম্মফলত্যাগং ততঃ কুৰু যতাত্মবান্॥ ১১**

১১। অন্বয়—অথ [আৰু যদি] এতৎ অপি কৰ্ত্তুম্ অসক্তঃ অসি [এইদৰেও কৰিব নোৱাৰাঁ]; (তেন্তে) মদ্‌যোগম্ আশ্ৰিতঃ, যতাত্মবান্ [মোত যুক্ত আৰু সংযত চিত্ত হৈ] সৰ্ব্বকৰ্ম্ম ফল ত্যাগং কুৰু [সকলো কৰ্ম্মৰ ফল ত্যাগ কৰিবা]॥ ১১

১১। ভাঙনি—আৰু যদি তাকো নোৱাৰা, তেন্তে মোক আশ্ৰয় কৰি একান্ত মনে সকলো কৰ্ম্মৰ ফল ত্যাগ কৰিবা—অৰ্থাৎ কৰ্ম্মফলদাতা ঈশ্বৰ হে, এই কথা মনত ৰাখিবা॥ ১১

[একেবাৰে নিতান্ত মন্দাধিকাৰীৰ প্ৰতি এই উপদেশ। শ্ৰীধৰ স্বামীয়ে এই শ্লোকৰ টীকা এইদৰে আৰম্ভ কৰিছে—"অত্যন্তং ভগবদ্ধৰ্ম্মপৰিনিষ্ঠায়ামশক্তস্য পক্ষান্তৰমাহ অথৈতি"। এই বিষয় আমি পাতনিত আৰু ২য় অধ্যায়ৰ শেহত আৰু ২য় অধ্যায়ৰ ৪০ শ্লোকৰ ভাঙনিত কৈ আহিছো। আমাৰ নিমিত্তে গীতাৰ এয়ে উপদেশ; কিন্তু এইটি সিমান সহজ উপদেশ নহয়। আমি মুখেৰে সদায় কওঁ—"ঈশ্বৰে কৰালে হব", "ঈশ্বৰৰ ইচ্ছা হ'লে সকলো হব"—ইত্যাদি; কিন্তু আমি সচাঁকৈয়ে এইবোৰ কথা বিশ্বাস কৰোঁ নে? যদি কৰো তেন্তে অবৈধ উপায়েৰে ধন আৰ্জিবলৈ বা ক্ষমতা লাভ কৰিবলৈ ইমান চেষ্টা কৰোঁ কিয়? "ঈশ্বৰ কৰ্ম্মফল-দাতা"—এই বিশ্বাস সচাঁকৈয়ে যাৰ

আছে, সি কেতিয়াও অবৈধ কৰ্ম্ম কৰিব নোৱাৰে। ঈশ্বৰৰ মহিমাৰ সামান্য জ্ঞান নহলে এনে বিশ্বাস হব নোৱাৰে। তলৰ শ্লোকত তাকে কৈছে।]

**শ্ৰেয়ো হি জ্ঞানমভ্যাসাজ্ জ্ঞানাদ্ধ্যানং বিশিষ্যতে।**
**ধ্যানাৎ কৰ্ম্মফলত্যাগস্ত্যাগাচ্ছান্তিৰনন্তৰম্ ॥ ১২**

১২। অন্বয়—হি [কাৰণ] অভ্যাসাৎ [অভ্যাসতকৈ] জ্ঞানং শ্ৰেয়ঃ [জ্ঞান শ্ৰেষ্ঠ] জ্ঞানাৎ ধ্যানং বিশিষ্যতে [জ্ঞানতকৈ ধ্যান শ্ৰেষ্ঠ] ধ্যানাৎ [ধ্যানৰ পৰা] কৰ্ম্মফল ত্যাগঃ [কৰ্ম্মফল ত্যাগ (স্বতঃ উৎপন্ন হয)], ত্যাগাৎ অনন্তৰং [ত্যাগৰ পাছত] শান্তিঃ [শান্তি (স্বতঃ উপজাত হয়)] ॥ ১২

১২। ভাঙনি—গীতাই ওপৰৰ ৮—১১ শ্লোকত ক্ৰমান্বয়ে মানুহৰ শক্তি অনুযাযী সাধনাৰ ক্ৰম নিৰ্দ্দেশ কৰি কলে যে সমাধিস্থ হৈ ঈশ্বৰ চিন্তা কৰাই প্ৰথম কথা। একো কৰিব নোৱাৰিলে নিচেই শেহ স্তৰৰ পৰা অৰ্থাৎ "কৰ্ম্মফল ত্যাগ"ৰ পৰা আৰম্ভ কৰিব লাগে। এতিয়া এই শ্লোকত প্ৰথমতে কৈছে যে একেবাৰে ঈশ্বৰ-জ্ঞান-হীন হৈ কোনো অভ্যাস বা ধ্যান সম্ভৱ নহয়। জ্ঞান-যুক্ত ভক্তি সদায় আৱশ্যক। ই নহলে 'কৰ্ম্মযোগ' নহয় বা প্ৰকৃত 'কৰ্ম্মফল ত্যাগো' (অৰ্থাৎ ঈশ্বৰ যে কৰ্ম্মফলদাতা—এই বিশ্বাসো) নহয়, ধ্যান নহলে ঈশ্বৰৰ মহিমাৰ ধাৰণাও নহয।

এই ধ্যানৰ পৰা সাধকে যেতিযা বুজিব যে জগতত ঈশ্বৰৰ ইচ্ছাৰ বাহিৰে আৰু একো নাই, যেতিয়া বুজিব যে ঈশ্বৰ হে সকলো কৰ্ম্মৰ নিয়ন্তা, তেতিয়া "কৰ্ম্মফল ত্যাগ" আপোনা আপুনি হব। তেতিয়া মানুহৰ কৰ্ম্মও নাই, কৰ্ম্মফলো নাই। এযে শান্তিময অৱস্থা। এই শ্লোকৰ অৰ্থ সন্তদাস বাবাজীয়ে এইদৰে কৰিছে—"অভ্যাসতকৈ জ্ঞান শ্ৰেষ্ঠ, জ্ঞানতকৈ ধ্যান শ্ৰেষ্ঠ। ধ্যানৰ পৰা স্বতঃ কৰ্ম্মফল ত্যাগ হয়। ত্যাগ হলে শান্তি আপোনা আপুনি আহে।" ॥ ১২

ওপৰত কোৱা শান্তিময় অৱস্থা প্ৰাপ্ত সাধকৰ লক্ষণ বৰ্ণনা কৰি গীতাই তলৰ শ্লোকবোৰ দিছে। আমি ২য় অধ্যায়ৰ শেহত কৈ আহিছো যে এনে সাধকে এই জগতৰ একত্ব উপলব্ধি কৰে। তেওঁৰ "মই" "মোৰ" এনে ভাব নাথাকে, কাৰণ গোটেই জগতেই তেওঁৰ। তাকে এতিয়া গীতাই বহুলাই কৈছে।

**অদ্বেষ্টা সৰ্ব্বভূতানাং মৈত্ৰঃ করুণ এব চ।**
**নিৰ্ম্মমো নিৰহঙ্কাৰঃ সমদুঃখসুখঃ ক্ষমী ॥ ১৩**

**সন্তুষ্টঃ সততং যোগী যতাত্মা দৃঢ়নিশ্চয়ঃ।**
**মৰ্য্যৰ্পিতমনোবুদ্ধিৰ্যো মে ভক্তঃ স মে প্ৰিয়ঃ ॥ ১৪**

১৩—১৪। অন্বয়—যিঃ [যি] সৰ্ব্বভূতানাম অদ্বেষ্টা [সৰ্ব্ব প্ৰাণীৰ প্ৰতি দ্বেষৰহিত] মৈত্ৰঃ করুণঃ চ এব [আৰু সকলোৰে প্ৰতি বন্ধুত্ব আৰু করুণা সম্পন্ন] নিৰ্ম্মমঃ নিৰহঙ্কাৰঃ ["মম" আৰু অহং—এনে ভাবশূন্য] সম দুখঃসুখঃ [সুখ-দুখত সমভাবাপন্ন] ক্ষমী [ক্ষমাশীল] সততং সন্তুষ্টঃ [সদায় সন্তুষ্ট] যতাত্মা [আত্ম সংযম সম্পন্ন] যোগী [যোগযুক্ত] দৃঢ় নিশ্চযঃ [সংশয ৰহিত] ময়ি অৰ্পিতমনোবুদ্ধিঃ [ভক্তিৰ দ্বাৰা মন আৰু বুদ্ধি মোত যুক্ত] মে ভক্তঃ [মোৰ ভক্ত] সঃ মে প্ৰিযঃ [সি মোৰ প্ৰিয়] ॥ ১৩—১৪

১৩—১৪। ভাঙনি—যি কাকো দ্বেষ নকৰে, যাৰ সকলো প্ৰাণীৰ প্ৰতি মৈত্ৰী আৰু করুণাৰ ভাব, যাৰ মনত 'মই' 'মোৰ' এনে ভেদ ভাব নাই, সুখ আৰু দুখত যাৰ চিত্ত বিচলিত নহয়, যি সদায় ক্ষমাশীল, যি সকলো অৱস্থাত সদায় সন্তুষ্ট, যি সদায় মোত যুক্ত, যি সদায় সংশয বহিত, যাৰ মন আৰু বুদ্ধি সদায মোত অৰ্পিত—এনে ভক্তই মোৰ প্ৰিয় ॥ ১৩—১৪

**যস্মান্নোদ্বিজতে লোকো লোকান্নোদ্বিজতে চ যঃ।**
**হৰ্ষামৰ্ষভয়োদ্বেগৈৰ্ম্মুক্তো যঃ স চ মে প্ৰিয়ঃ ॥ ১৫**

১৫। অন্বয়—যস্মাৎ [যাৰ পৰা] লোকঃ ন উদ্বিজতে [জগৎ সন্তপ্ত বা ব্যথিত নহয়] যঃ চ লোকাৎ ন উদ্বিজতে [আৰু যি নিজেও জগতৰ পৰা সন্তপ্ত বা ব্যথিত নহয়] যঃ চ হৰ্ষামৰ্ষভয়োদ্‌বেগৈঃ মুক্তঃ [যি হৰ্ষ, অমৰ্ষ, ভয় আৰু উদ্বেগৰ পৰা মুক্ত], সঃ মে প্ৰিয়ঃ [তেওঁ মোৰ প্ৰিয] ॥ ১৫

১৫। ভাঙনি—যাৰ পৰা জগতৰ কোনো প্ৰাণীৰ একো উদ্বেগ নহয়, জগতৰ কোনো প্ৰাণীৰ কোনো কাৰ্য্যত যাৰ নিজৰো একো উদ্বেগ নহয়, যাৰ কোনো বস্তুৰ প্ৰাপ্তিত একো হৰ্ষ নহয় আৰু অপ্ৰাপ্তিতো একো দুখ নাই, যাৰ মনত একো ভয় বা উদ্বেগ নাই, তেওঁ মোৰ প্ৰিয় ॥ ১৫

**অনপেক্ষঃ শুচিৰ্দ্দক্ষ উদাসীনো গতব্যথঃ।**
**সৰ্ব্বাৰম্ভপৰিত্যাগী যো মদ্ভক্তঃ স মে প্ৰিয়ঃ ॥ ১৬**

১৬। অন্বয়—যঃ [যি] অনপেক্ষঃ [কোনো বিষয়ৰ অপেক্ষা নকৰে—অৰ্থাৎ বিষয়ত স্পৃহা শূন্য] শুচিঃ [শুচি] দক্ষঃ [পটু] উদাসীনঃ [উদাসীন] গতব্যথঃ [সৰ্ব্বদা

প্ৰসন্ন—ব্যথাহীন] সৰ্ব্বাৰম্ভ পৰিত্যাগী [সকলো সকাম-কৰ্ম্ম পৰিত্যাগী] মদ্ভক্তঃ [মোৰ ভক্ত] সঃ মে প্ৰিয়ঃ ।। ১৬

১৬। ভাঙনি—যি নিস্পৃহ, শুচি, পটু, উদাসীন, সৰ্ব্বদা প্ৰসন্ন, সকাম কৰ্ম্ম পৰিত্যাগী আৰু মোৰ ভক্ত, তেওঁ মোৰ প্ৰিয় ।। ১৬

**যো ন হৃষ্যতি ন দ্বেষ্টি ন শোচতি ন কাঙ্ক্ষতি।**
**শুভাশুভপৰিত্যাগী ভক্তিমান্ যঃ স মে প্ৰিয়ঃ ।। ১৭**

১৭। অন্বয়—যঃ ন হৃষ্যতি [যি সুখতো হৃষ্ট নহয়] (বা) ন দ্বেষ্টি [বা দুখতো সঙ্কুচিৎ নহয়], ন কাঙ্ক্ষতি, ন শোচতি [(যি) সুখৰ কামনাও নকৰে বা দুখতো ব্যথিত নহয়] শুভাশুভ পৰিত্যাগী [শুভ-অশুভ—সকলোতে সমান], যঃ ভক্তিমান্ স মে প্ৰিয়ঃ ।। ১৭

১৭। ভাঙনি—হৰ্ষ, দ্বেষ, আকাঙ্ক্ষা, শোক—এইবোৰ যাৰ নাই, শুভ বা অশুভ উভয়কে যি ত্যাগ কৰিলে (অৰ্থাৎ উভয়েই যাৰ সমান) আৰু যি ভক্তিমান, তেওঁ মোৰ প্ৰিয় ।। ১৭

**সমঃ শত্ৰৌ চ মিত্ৰে চ তথা মানাপমানয়োঃ।**
**শীতোষ্ণসুখদুঃখেষু সমঃ সঙ্গবিবৰ্জ্জিতঃ ।। ১৮**
**তুল্যনিন্দাস্তুতিৰ্মৌনী সন্তুষ্টো যেন কেনচিৎ।**
**অনিকেতঃ স্থিৰমতিৰ্ভক্তিমান্ মে প্ৰিয়ো নৰঃ ।। ১৯**

১৮—১৯। অন্বয়—শত্ৰৌ চ মিত্ৰে চ [শত্ৰু-মিত্ৰ—উভয়ৰ নিমিত্তে] তথা মানাপমানয়োঃ [আৰু মান, অপমান—উভয়তে] সমঃ [সম-ভাবাপন্ন] সঙ্গ বিবৰ্জ্জিতঃ [আসক্তিহীন] তুল্য নিন্দাস্তুতিঃ [নিন্দা বা প্ৰসংশাত সমভাবাপন্ন] মৌনী [বাক্ সংযমী] যেন কেনচিৎ সন্তুষ্টঃ [যথা লাভতে সন্তুষ্ট] অনিকেতঃ [গৃহাদি হীন অৰ্থাৎ গৃহাদিত আসক্তি বৰ্জ্জিত] স্থিৰমতিঃ [স্থিৰ চিত্ত] ভক্তিমান্ নৰঃ মে প্ৰিয়ঃ ।। ১৮—১৯

১৮—১৯। ভাঙনি—শত্ৰু, মিত্ৰ, মান, অপমান, শীত, উষ্ণ, সুখ, দুখ, নিন্দা, স্তুতি—সকলো যাৰ পক্ষে সমান, যাৰ বাক্য সংযত আৰু যি যি পায় তাতে সন্তুষ্ট, যাৰ গৃহাদিত আসক্তি নাই যাৰ মতি স্থিৰ, যি ভক্তিমান সেইজন মানুহ মোৰ প্ৰিয় ।। ১৮—১৯

**যে তু ধৰ্ম্ম্যামৃতমিদং যথোক্তং পৰ্য্যুপাসতে।**
**শ্ৰদ্দধানা মৎপৰমা ভক্তাস্তেঽতীৱ মে প্ৰিয়াঃ ।। ২০**

ইতি শ্ৰীমহাভাৰতে শতসাহস্ৰ্যাং সংহিতায়াং বৈয়াসিক্যাং ভীষ্মপৰ্ব্বণি শ্ৰীমদ্ভগবদ্গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুন সংবাদে ভক্তিযোগো নাম দ্বাদশোঽধ্যায়ঃ।

২০। অন্বয়—যে তু [কিন্তু যি সকল ভক্তই] শ্ৰদ্দধানাঃ [শ্ৰদ্ধাবান্ হৈ] মৎ পৰমাঃ [মোক আশ্ৰয় কৰি] ধৰ্ম্ম্যামৃতং [ধৰ্ম্মপ্ৰদ অমৃত স্বৰূপ] ইদং [এই ভক্তিযোগ] যথোক্তং [ওপৰত যেনেকৈ কোৱা হল, সেইদৰে—অৰ্থাৎ "ময্যাবেশ্য মনো যে মাং (২য় শ্লোক), যেতু সৰ্ব্বাণি কৰ্ম্মাণি··(৬ শ্লোক), এইদৰে] পৰ্য্যুপাসতে [অনুষ্ঠান কৰে], তে ভক্তাঃ মে অতীৱ প্ৰিয়াঃ [সেই সকল ভক্ত মোৰ অতি প্ৰিয়] ।। ২০

২০। ভাঙনি—কিন্তু যি ভক্তসকলে শ্ৰদ্ধাবান হৈ, মোত আশ্ৰয় লৈ, এই ধৰ্ম্মপ্ৰদ অমৃত-স্বৰূপ ভক্তিযোগ, ওপৰত (২ আৰু ৬ শ্লোকত) কোৱাৰ দৰে অনুষ্ঠান কৰে, তেওঁবিলাক মোৰ অতি প্ৰিয় ।। ২০

[দ্বাদশ অধ্যায় শেষ হ'ল। এতিয়ালৈকে আমি বুজিলোঁ যে এই জগৎ প্ৰকৃতকৃত এটি মহাযজ্ঞ। প্ৰাণীৰ পৰস্পৰৰ আদান প্ৰদানৰপৰা এই জগৎ-যন্ত্ৰ প্ৰবৰ্ত্তিছে। গুণৰ ক্ৰিয়াৰ বাহিৰে ইয়াত আৰু কোনো কৰ্ত্তা নাই। এয়ে সাংখ্য মত। গীতাই এই অসম্পূৰ্ণ সাংখ্যমত সম্পূৰ্ণ কৰি ক'লে যে প্ৰকৃতি আচলতে ঈশ্বৰৰ হে শক্তি। তেওঁৰ শক্তিৰ বাহিৰে জগতত আৰু একো বাস্তৱ পদাৰ্থ নাই। এইবোৰ কথা আমি বুজিলোঁ।

এইখিনি কথা বুজাও একো টান নহয়; কাৰণ আজি-কালি বিজ্ঞানেও আমাক পৰীক্ষাৰে প্ৰমাণ কৰি দেখুৱাইছে যে এই জগতত শক্তিৰ ক্ৰিয়াৰ বাহিৰে আৰু একো বাস্তৱ পদাৰ্থ নাই।

কিন্তু আমাৰ আচল প্ৰশ্ন এই যে এই শক্তিটো নো প্ৰকৃততে কি পদাৰ্থ। আমি 'শক্তি' 'শক্তি' বুলি মুখেৰে সদায় কওঁ। শক্তিক আমি যন্ত্ৰেৰে জুখিবও পাৰোঁ যেনে, Degree, Volt, Ampere Ohm, Erg ইত্যাদি। আমি ভাবোঁ যে ই এনে এটা পদাৰ্থ, যাক সকলো মানুহে জানে বা জনা উচিত; কিন্তু আমি বাস্তৱিক শক্তিনো কি জানো নে? বিজ্ঞানে কয় যে ই বাস্তৱ পদাৰ্থ নহয়; ই আমাৰ মনৰ পৰা উদ্ভৱ হোৱা গণিত শাস্ত্ৰৰ সৃষ্টি (পাতনি চাওক বা বেদান্ত দৰ্শনৰ পাতনি চাওক)।

গীতাই এতিয়া ১৩—১৮ অধ্যায়ত শক্তিৰ আচল স্বৰূপ কি, সেই বিষয় আলোচনা কৰিব। প্ৰথমতে ক'ব যে ঈশ্বৰ আৰু তেওঁৰ শক্তি প্ৰকৃতি, অভেদ। পুৰুষ-প্ৰকৃতিৰ ভেদ

নাই। শক্তিমানৰপৰা শক্তিক পৃথক কৰিব নোৱাৰি। শক্তি নহলে শক্তিমান নহয়। শক্তিমান নহলে শক্তি নহয়। নিৰাশ্ৰয় শক্তি থাকিব নোৱাৰে।

গীতাই কব যে শক্তিমান ঈশ্বৰ আৰু তেওঁৰ শক্তি, প্ৰকৃতি, পৃথক বস্তু নহয়। জীৱজগৎ প্ৰকৃতি—সকলো তেওঁ।]

# ত্ৰয়োদশোঽধ্যায়ঃ

## প্ৰকৃতি-পুৰুষ বিৱেকযোগঃ

এই অধ্যায়ক প্ৰকৃতি-পুৰুষ বিৱেক-যোগো বোলে আৰু ক্ষেত্ৰ ক্ষেত্ৰজ্ঞ বিভাগযোগো বোলে। পুৰুষ-প্ৰকৃতি বিৱেক আচলতে সাংখ্য দৰ্শনৰ কথা।

আমি ওপৰত (৩।৩০ শ্লোকৰ ভাঙনিত) কৈ আহিছো যে গীতাই জীৱ-চৈতন্যৰ দুটি বিভিন্ন স্তৰৰ কথা কৈছে। নিম্নস্তৰত পুৰুষ প্ৰকৃতিৰ গুণত মোহিত হৈ প্ৰকৃতিৰ কৰ্ম্মকে নিজৰ কৰ্ম্ম বুলি ভাবে। এই স্তৰত জীৱই নিজৰ অহং জ্ঞানকে (ego-sense) আত্মা বুলি ভাবে।

২য় স্তৰত পুৰুষে বুজে যে এই সকলোবোৰ প্ৰকৃততে প্ৰকৃতিৰ হে কাৰ্য্য আৰু তেওঁ নিজে প্ৰকৃততে দ্ৰষ্টা মাত্ৰ। এয়ে সাংখ্য মত। গীতাই এতিয়া কব যে এই দুই স্তৰৰ বাহিৰেও ক্ৰমোন্নতিৰ আৰু এটি ৩য় স্তৰ, উচ্চতম স্তৰ আছে, য'ত মুক্ত-পুৰুষে বুজে যে তেওঁ নিজেই পুৰুষোত্তমৰ পৰা অভিন্ন। আগৰ আত্মা সম্পৰ্কে যি জ্ঞান আছিল, সেই জ্ঞান নষ্ট হব। আত্মা-পৰমাত্মাৰ যে ভেদ নাই, সেইটো বুজিব (৪ৰ্থ অধ্যায়ৰ ৩৫ শ্লোকত চাওক) তেওঁ বুজিব যে খেতিয়াক যেনেকৈ ইচ্ছামতে খেতি কৰি, নিজে ভোগ কৰে, হাতেৰে খেতি কৰি মুখেৰে ভোগ কৰে—ঈশ্বৰেও সেইদৰেই তেওঁৰ অপৰা প্ৰকৃতিৰ সৃষ্টি কৰি, পৰা-প্ৰকৃতিৰে নিজে ভোগ কৰে। সমষ্টি ভাবেও ভোগ কৰে আৰু বহু জীৱ হৈ, ব্যষ্টি ভাবেও ভোগ কৰে। এই কথা বুজাবলৈ গীতাই এই অধ্যায়ত ঈশ্বৰৰ কাৰ্য্যকৰী আৰু জ্ঞানাত্মিকা, দুটি শক্তিক—অৰ্থাৎ পৰা আৰু অপৰা প্ৰকৃতিক—ক্ষেত্ৰজ্ঞ আৰু ক্ষেত্ৰ বুলি বৰ্ণনা কৰিছে ["যি দুই প্ৰকৃতিয়ে ঈশ্বৰো জীৱৰ ভোগাৰ্থে সৃষ্টিৰ আদিত প্ৰবৰ্ত্তন্ত, সেই দুই প্ৰকৃতিক ক্ষেত্ৰ ক্ষেত্ৰজ্ঞ শব্দে কহে"—ভট্টদেৱ]

পৰা-প্ৰকৃতি—দ্ৰষ্টা; অপৰা-প্ৰকৃতি —দৃশ্য;
পৰা-প্ৰকৃতি—ভোক্তা; অপৰা-প্ৰকৃতি—ভোগ্য।

ভোক্তাজনক সাংখ্যই পুৰুষ বুলিছে। গীতাই—৭।৪-৫ শ্লোকত প্ৰকৃতি বুলি, ১৫শ অধ্যায়ত পুৰুষ বুলিছে। গীতাই ভুলত এইদৰে কৰা নাই। গীতাই ইচ্ছা কৰি এইদৰে কৰিছে। গীতাই বুজাইছে যে ক্ষৰ স্বভাৱ জগৎ (ক্ষেত্ৰ) আৰু অক্ষৰ স্বভাৱ জীৱ (ক্ষেত্ৰজ্ঞ)—উভয়েই পৰমাত্মাৰপৰা অভিন্ন। পুৰুষ-প্ৰকৃতিৰ ভেদ নাই।

সন্তদাস বাবাজীয়ে সংক্ষেপে এইদৰে কৈছেঃ—"এই জন্য শ্ৰীমদ্ভগবদ্গীতায় ৭ম অধ্যায়ের চতুৰ্থ ও পঞ্চম শ্লোকে জীব [পুরুষ] ও গুণাত্মক জগৎ এই উভয়কেই একবার প্রকৃতি নামে আখ্যাত করিয়া পুনরায় পঞ্চদশ অধ্যায়ে ষোড়শ শ্লোকে উভয়কেই পুরুষ নামে আখ্যাত করা হইয়াছে। সাংখ্য শাস্ত্রেও প্রথমতঃ পুরুষ এবং প্রকৃতিকে বিভিন্নরূপে নানা প্রকারে ব্যাখ্যা করিয়া পরে, শেষ মীমাংসায়, বদ্ধ প্রকৃতির থাকা এবং প্রকৃতিই আপনি আপনাকে মুক্ত করা স্বীকার করিয়া জীব ও প্রকৃতির অভিন্নতাই প্রকারান্তরে দর্শন করিয়াছেন। ...যখন ব্রহ্মরূপতা লাভ হয় তখন দ্রষ্টা ও দৃশ্যারে পার্থক্য ঘুচিয়া যায়। সুতরাং পুরুষ ও প্রকৃতি বলিয়া ভেদযুক্ত কিছু আর থাকে না" [ব্ৰহ্মবাদী ঋষি ও ব্ৰহ্মবিদ্যা]। এইবোৰ কথা ১৪-১৫ অধ্যায়ত বহলাই কোৱা হব।

অৰ্জ্জুনঃ উবাচ

**প্ৰকৃতিং পুৰুষঞ্চৈৱ ক্ষেত্ৰং ক্ষেত্ৰজ্ঞমেৱ চ।**
**এতদ্বেদিতুমিচ্ছামি জ্ঞানং জ্ঞেয়ং চ কেশৱ ॥ ১***

১। অন্বয়—অৰ্জ্জুনঃ উবাচ ।কেশৱ। প্ৰকৃতিং পুৰুষং চ এব জ্ঞানং জ্ঞেয়ং চ এব, ক্ষেত্ৰং ক্ষেত্ৰজ্ঞং চ এব—এতদ্ বেদিতুম্ ইচ্ছামি ॥ ১

১। ভাঙনি—অৰ্জ্জুনে কলে, হে কৃষ্ণ, প্ৰকৃতি-পুৰুষ,

ক্ষেত্র-ক্ষেত্রজ্ঞ, জ্ঞান-জ্ঞেয়—এইবোৰ কি, মই জানিব খোজোঁ।। ১

শ্রীভগবানুবাচ

**ইদং শৰীৰং কৌন্তেয় ক্ষেত্রমিত্যভিধীয়তে।**
**এতদ্‌যো বেত্তি তং প্রাহুঃ ক্ষেত্রজ্ঞ ইতি তদ্বিদঃ ।। ২**

২। অন্বয়—শ্রীভগবান্ উবাচ। কৌন্তেয় [হে অৰ্জ্জুন] ইদং শৰীৰং [এই শৰীৰক] ক্ষেত্রম্ ইতি অভিধীয়তে [ক্ষেত্র বুলি কয়] যঃ এতৎ বেত্তি [যি এই শৰীৰক জানে—অৰ্থাৎ উপভোগ কৰে] তং [তেওঁক] ক্ষেত্রজ্ঞঃ ইতি ["ক্ষেত্রজ্ঞ" বুলি] তদ্বিদঃ প্রাহুঃ [ক্ষেত্র-ক্ষেত্রজ্ঞ তত্ত্ববিৎ পণ্ডিত সকলে কয়] ।। ২

২। ভাঙনি—হে অৰ্জ্জুন, এই শৰীৰক 'ক্ষেত্র' বোলে আৰু এই শৰীৰ যাৰ ভোগৰ নিমিত্তে, সেই জনক (পুৰুষক) তত্ত্ববিৎ পণ্ডিতসকলে "ক্ষেত্রজ্ঞ" বোলে ।। ২

[ইয়াত শৰীৰ মানে স্থূল আৰু সূক্ষ্ম শৰীৰ উভয়ক ধৰিছে। অপৰা-প্রকৃতিৰ নিৰ্ম্মাণ সাংখ্যৰ প্রত্যয় সৰ্গকো ক্ষেত্র বুলিছে। গোটেই জগতক এটি ক্ষেত্র বুলি সমষ্টিভাবে ধৰিলে, সেই ক্ষেত্রৰ ক্ষেত্রজ্ঞ ঈশ্বৰ। ব্যষ্টিভাবে, প্রত্যেক জীৱৰ শৰীৰক একোটা ক্ষেত্র বুলি ধৰিলে সেই প্রত্যেক ক্ষেত্রৰ ক্ষেত্রজ্ঞ, পুৰুষ—(অৰ্থাৎ আমাৰ আত্মা)।

কিন্তু গীতাৰ মতে, অদ্বৈত বেদান্ত মতে, আৰু সাংখ্য দৰ্শনৰ মতেও, আমাৰ আত্মাৰ আৰু পৰমাত্মাৰ (ব্রহ্মৰ) একো ভেদ নাই। সেইগুণে তলৰ শ্লোকত ভগৱানে কৈছে যে ব্যষ্টি ভাৱে প্রত্যেক জীৱৰ শৰীৰক একো একোটি বেলেগ বেলেগ ক্ষেত্র বুলি ধৰিলেও সেইবোৰ ক্ষেত্রৰ ক্ষেত্রজ্ঞও তেওঁ নিজে।

প্রথম বাৰ, অৰ্থাৎ গোটেই জগতক এটি ক্ষেত্র বুলি সমষ্টি ভাবে ধৰিলে সেই ক্ষেত্রৰ ক্ষেত্রজ্ঞ ঈশ্বৰ, "সমষ্টি দ্রষ্টা"।

দ্বিতীয় বাৰ, অৰ্থাৎ প্রত্যেক জীৱৰ শৰীৰক এটা এটা ক্ষেত্র বুলি ধৰিলে, সেই ক্ষেত্রৰ ক্ষেত্রজ্ঞও তেওঁ; কিন্তু এইবাৰ তেওঁ 'ব্যষ্টি দ্রষ্টা' পুৰুষ বা জীৱাত্মা। এয়ে আত্মা পৰমাত্মাৰ প্রভেদ। সমস্ত প্রকৃতিৰ দ্রষ্টা ঈশ্বৰে সমস্ত জগৎ একেলগে দেখে। প্রত্যেক জীৱই কি ভাবিছে, কি কৰিছে সকলো দেখে—তেওঁ সৰ্ব্বজ্ঞ, সৰ্ব্ববিৎ। সমস্ত প্রকৃতি ক্ষেত্রৰ ক্ষেত্রজ্ঞ।

ব্যষ্টি দ্রষ্টা পুৰুষে নিজ নিজ ক্ষেত্রকহে জানে। তেওঁ নিজ ক্ষেত্রৰ ক্ষেত্রজ্ঞ। বাস্তৱিক আমি আমাৰ বুদ্ধিস্থ সংস্কাৰত যি নাই তাক জানিব নোৱাৰোঁ। বুদ্ধিস্থ সংস্কাৰটি নহ'লে আমাৰ কোনো উপলব্ধিয়েই হ'ব নোৱাৰে।]

আমি আমাৰ নিজ সংস্কাৰৰ (বুদ্ধিৰ) দ্রষ্টা, জ্ঞাতা বা ভোক্তা। তাৰ বাহিৰে, বহিৰ্জ্জগতত কি আছে, আমি নাজানো। বাস্তৱিক বহিৰ্জ্জগতৰ আচল স্বৰূপ কি আমি কব নোৱাৰোঁ। সাংখ্য দৰ্শনত পুৰুষৰ সংজ্ঞা দিছে—বুদ্ধিৰ দ্রষ্টা, সাক্ষী। (১৯ কাৰিকা) বহিৰ্জ্জগতৰ যি ছবি আহি আমাৰ বুদ্ধিস্থ সংস্কাৰত পৰিছে, তাকেহে মাত্র দেখোঁ—অৰ্থাৎ আমি আমাৰ মনৰ ভাববোৰৰহে জ্ঞাতা, দ্রষ্টা বা ভোক্তা। আধুনিক বিজ্ঞানৰ কথাৰে কবলৈ গলে—"এই জগত খন আমাৰ মনে যেনে দেখুৱায় আমি তেনেহে দেখোঁ"। বাহিৰত আচলতে কি আছে আমি নাজানো। যি শক্তিৰে ঈশ্বৰে এইদৰে নিজে নিজৰ দৃষ্টি শক্তি সীমাবদ্ধ কৰি বহু জীৱ হৈ এই সংসাৰত লীলা কৰিছে তাকে আমি "মায়া" বোলো। আমাৰ সংস্কাৰস্থ ভাব আৰু আমাৰ ইন্দ্রিয়াদিৰ দ্বাৰা আমাৰ দৃক্‌শক্তি এইদৰে সীমাবদ্ধ। নহলে আমি ঈশ্বৰ।

**ক্ষেত্রজ্ঞঞ্চাপি মাং বিদ্ধি সৰ্ব্বক্ষেত্রেষু ভাৰত।**
**ক্ষেত্রক্ষেত্রজ্ঞয়োৰ্জ্ঞানং যত্তজ্জ্ঞানং মতং মম ।।৩**

৩। অন্বয়—ভাৰত [হে অৰ্জ্জুন] সৰ্ব্বক্ষেত্রেষু অপি [সকলো ক্ষেত্রতে] মাং [মোক—পুৰুষাত্মক] ক্ষেত্রজ্ঞং বিদ্ধি [ক্ষেত্রজ্ঞ বুলি জানিবা] ক্ষেত্র ক্ষেত্রজ্ঞয়োঃ যৎ জ্ঞানং [ক্ষেত্র-ক্ষেত্রজ্ঞ বিষয়ক যি জ্ঞান] তৎ জ্ঞানং [সেয়ে প্রকৃত জ্ঞান], মম মতং [এয়ে মোৰ মত] ।। ৩

৩। ভাঙনি—হে অৰ্জ্জুন, সকলো ক্ষেত্রৰ মই ক্ষেত্রজ্ঞ। ক্ষেত্র-ক্ষেত্রজ্ঞৰ জ্ঞানেই হে আচল জ্ঞান—এয়ে মোৰ মত ।।৩

**তৎ ক্ষেত্রং যচ্চ যাদৃক্ চ যদ্বিকাৰি যতশ্চ যৎ।**
**স চ যো যৎপ্রভাবশ্চ তৎসমাসেন মে শৃণু ।।৪**

৪। অন্বয়—তৎ ক্ষেত্রং [সেই ক্ষেত্র] যৎ চ [যি] যাদৃক্ চ [যাদৃশ] যদ্ বিকাৰি [যেনে বিকাৰযুক্ত] যতঃ চ যৎ [য'ৰপৰা যেনেকৈ হ'ল] চ [আৰু] সঃ [সেই ক্ষেত্রজ্ঞ] যৎ প্রভাবঃ [যেনে প্রভাৱসম্পন্ন] যঃ [যি স্বভাৱ বা স্বৰূপ] তৎ মে সমাসেন শৃণু [সেই কথা মই সংক্ষেপে কওঁ, শুনা] ।। ৪

৪। ভাঙনি—সেই ক্ষেত্র কেনে, কি ধৰ্ম্মযুক্ত, যদ্ৰূপ,

* এই শ্লোকটিৰ শাঙ্কৰ ভাষ্য নাই। শ্রীধৰ স্বামীয়েও তেওঁৰ টীকাত ইয়াক ধৰা নাই। সম্ভৱতঃ এই শ্লোকটি প্রক্ষিপ্ত।

বিকাৰবিশিষ্ট, ক'ৰ পৰা কেনেকৈ হল, আৰু সেই ক্ষেত্ৰজ্ঞৰ বা কি প্ৰভাৱ, বা তেওঁৰ স্বৰূপ কি, এই সকলোবোৰ মই সংক্ষেপে কওঁ, শুনা ।।৪

**ঋষিভিৰ্বহুধা গীতং ছন্দোভিৰ্বিবিধৈঃ পৃথক্ ।**
**ব্ৰহ্মসূত্ৰপদৈশ্চৈব হেতুমদ্ভিৰ্বিনিশ্চিতৈঃ ।।৫**

৫। অন্বয়—ঋষিভিঃ [ঋষি সকলে] বিবিধৈঃ ছন্দোভিঃ [বিবিধ ছন্দেৰে] পৃথক্ বহুধা [বেদ উপনিষদ্ আদিত পৃথক্ পৃথক্ ভাবে, বহুপ্ৰকাৰে] গীতম্ [ব্যাখ্যা কৰিছে]; বিনিশ্চিতৈঃ [সংশয় শূন্য] হেতুমদ্ভিঃ [যুক্তিপূৰ্ণ] ব্ৰহ্মসূত্ৰ পদৈঃ এব চ [ব্ৰহ্মসূত্ৰতো ব্যাখ্যা কৰা হৈছে)] ।।৫

৫। ভাঙনি—(এই ক্ষেত্ৰ-ক্ষেত্ৰজ্ঞ বিবেক) ঋষিসকলে নানা প্ৰকাৰে, বিবিধ ছন্দেৰে, পৃথক্ পৃথক্ ভাবে ব্যাখ্যা কৰিছে। সংশয় শূন্য, যুক্তিপূৰ্ণ সূত্ৰবোৰেৰে ব্ৰহ্মসূত্ৰতো এই তত্ত্ব নিৰূপণ কৰিছে ।।৫

[বিশেষ দ্ৰষ্টব্য—এই শ্লোকত গীতাই স্পষ্ট কৈছে যে জগতৰ এই সত্যটি—এই জগৎ যে ঈশ্বৰে তেওঁৰ অপৰা শক্তিৰে সৃষ্টি কৰি নিজে জীৱৰূপে জীৱভূতা পৰা শক্তিৰে ভোগ কৰিছে, ইয়াত যে তেওঁৰ বাহিৰে আৰু একো নাই—এই মূল "বিশ্ব তত্ত্বটি" ভিন্ন ভিন্ন দৰ্শনে, সকলো উপনিষদে, সকলো শাস্ত্ৰই ভিন্ন ভিন্ন যুক্তিৰে বুজাইছে। সকলোৰে সিদ্ধান্ত একে , কিন্তু আলোচনাৰ পদ্ধতি বেলেগ। সুবিখ্যাত মহিম্নস্তোত্ৰতো তাকে কৈছে—যথা—

ত্ৰয়ী সাংখ্যং যোগঃ পশুপতিমতং বৈষ্ণৱমিতি।
প্ৰভিন্নে প্ৰস্থানে পৰমিদমদঃ পথ্যমিতি চ ।।
ৰুচীনাং বৈচিত্ৰ্যাদৃজু কুটিল না না পথযুষাম্।
নৃণামেকো গম্যস্ত্বমসি পয়সামৰ্ণৱ ইব ।।

একে সত্যকে একে ৰকমে ক'লে সকলোৱে সমানে নুবুজে। সত্যৰ স্বৰূপ একে হলেও, সত্যত উপস্থিত হোৱা পথ ভিন্ন হব পাৰে; যেনে, একেটা অঙ্ককে বহুত উপায়েৰে উলিয়াব পাৰি। সেই গুণেই শাস্ত্ৰৰ উপদেশৰ প্ৰস্থান ভেদ হয়। তলত গীতাই আৰু কৈছে যে ব্ৰহ্মৰ বিষয়ে কবলৈ গলেই ভাষাৰ বিৰোধ হবই লাগিব। (১৩।১৩ শ্লোক)। এনে স্থলত আমাৰ উচিত, সকলো শাস্ত্ৰ মিলাই, কোনে কি ভাৱত কি কথা কৈছে, বুজি, আচল সত্যৰ ধাৰণা কৰিবলৈ চেষ্টা কৰা; কিন্তু আমাৰ দুৰ্ভাগ্য যে আমাৰ টীকাকাৰসকলে ইয়াৰ বিপৰীতটো কৰিলে। তেওঁবিলাকে ইজনে সিজনৰ, আৰু সকলোৱে সাংখ্য-দৰ্শনৰ এনে দুৰ্ঘোৰ প্ৰতিবাদ আৰম্ভ কৰিলে যে তেওঁবিলাকৰ পৰা আমাৰ একো সহায় নহয়, বৰং ব্যাঘাত হে হয়। ঋষি অৰবিন্দই কবলৈ বাধ্য হল—

"What battles are even now delivered by Indian Pandits and metaphysicians over the meaning of the ancient texts and to what different conclusions they lead! The understanding may well get confused and indiffierent and refuse to hear any more text, new or old, and go into itself to discover the truth in the light of a deeper and inner and direct experience" (১৩।২১ শ্লোক চাওক)]

**মহাভূতান্যহঙ্কাৰো বুদ্ধিৰব্যক্তমেব চ ।**
**ইন্দ্ৰিয়াণি দশৈকঞ্চ পঞ্চ চেন্দ্ৰিয়গোচৰাঃ ।।৬**
**ইচ্ছা দ্বেষঃ সুখং দুঃখং সংঘাতশ্চেতনা ধৃতিঃ ।**
**এতৎ ক্ষেত্ৰং সমাসেন সবিকাৰমুদাহৃতম্ ।।৭**

৬—৭। অন্বয়—মহাভূতানি [পঞ্চ মহাভূত] অহঙ্কাৰঃ বুদ্ধিঃ [মহত্তত্ত্ব] অব্যক্তং এব চ [আৰু অব্যক্ত প্ৰকৃতি] দশ ইন্দ্ৰিযাণি একং চ [দশ ইন্দ্ৰিয় আৰু মন] পঞ্চ ইন্দ্ৰিয় গোচৰাঃ [আৰু পঞ্চ জ্ঞানেন্দ্ৰিযৰ পঞ্চ বিষয—শব্দ, স্পৰ্শ, ৰূপ, ৰস, গন্ধ] ইচ্ছা, দ্বেষঃ, সুখং, দুখং [ইচ্ছা, দ্বেষ, সুখ, দুখ] সংঘাতঃ [দেহ আৰু ইন্দ্ৰিয়ৰ মিলিত অৱস্থা—(co-relation)] চেতনা [জ্ঞানাত্মিকা মনোবৃত্তি (sensation in consciousness or feeling)] ধৃতিঃ [ধৈৰ্য্য]—এতৎ সবিকাৰং ক্ষেত্ৰং সমাসেন উদাহৃতম্ [এইবোৰকে সংক্ষেপে ক্ষেত্ৰ আৰু ক্ষেত্ৰৰ বিকাৰ বুলি কোৱা হয়] ।। ৬—৭

৬—৭। অন্বয়—(১) পঞ্চমহাভূত, অহঙ্কাৰ, বুদ্ধি, অব্যক্ত প্ৰকৃতি, দশ ইন্দ্ৰিয়, মন, পঞ্চজ্ঞানেন্দ্ৰিয়ৰ পঞ্চ বিষয় (এয়ে সাংখ্যোক্ত চতুৰ্বিংশতি তত্ত্ব) আৰু (২) ইচ্ছা, দ্বেষ, সুখ, দুখ, সংঘাত চেতনা (এয়ে সাংখ্যোক্ত প্ৰত্যয় সৰ্গ—বা ভাৱাখ্য সৰ্গ বা সংস্কাৰ)—এই বোৰেই ক্ষেত্ৰ আৰু ক্ষেত্ৰৰ বিকাৰ; সংক্ষেপে কোৱা হল ।। ৬—৭

["চেতনা জ্ঞানাত্মকা মনোবৃত্তিঃ"—শঙ্কৰাচাৰ্য্য]।

এই চতুৰ্বিংশতি তত্ত্বাত্মক জগৎ দুই ভাগে বিভক্ত—(১) বহিৰ্জ্জগত—যাক সাংখ্যই তন্মাত্ৰ সৰ্গ বা লিঙ্গাখ্য সৰ্গ বুলিছে, (২) অন্তৰ্জ্জগত যাক সাংখ্যই প্ৰত্যয় সৰ্গ বা ... সৰ্গ বুলিছে। (সাংখ্য ৫২ কাৰিকা)। এই দুইটা গোটাই এটা যন্ত্ৰ য'ত প্ৰকৃতিৰ (শক্তিৰ) ক্ৰিয়াৰ বাহিৰে আৰু একো

পদাৰ্থ নাই। গীতাই এতিয়া এই অধ্যায়ত তাকে কৈছে। গীতাই কৈছে যে সকলো বাহ্য বস্তু আৰু সকলো বুদ্ধিস্থ ভাব অপৰাপ্ৰকৃতিৰ নিৰ্ম্মাণ। এযে ক্ষেত্ৰ, কিন্তু এই ক্ষেত্ৰক যি ভোগ কৰে, বুজে বা জানে তেওঁ জীৱভূতা পৰাপ্ৰকৃতি। তেওঁ দ্ৰষ্টা, ভোক্তা বা জ্ঞাতা।*

**অমানিত্বমদম্ভিত্বমহিংসা ক্ষান্তিৰাৰ্জবম্।**
**আচাৰ্য্যোপাসনং শৌচং স্থৈৰ্য্যমাত্মবিনিগ্ৰহঃ।।৮**
**ইন্দ্ৰিয়াৰ্থেষু বৈৰাগ্যমনহঙ্কাৰ এব চ।**
**জন্মমৃত্যুজৰাব্যাধিদুঃখদোষানুদৰ্শনম্।।৯**
**অসক্তিৰনভিষ্বঙ্গঃ পুত্ৰদাৰগৃহাদিষু।**
**নিত্যঞ্চ সমচিত্তত্বমিষ্টানিষ্টোপপত্তিষু।।১০**
**ময়ি চানন্যযোগেন ভক্তিৰব্যভিচাৰিণী।**
**বিবিক্তদেশসেবিত্বমৰতিৰ্জ্জনসংসদি।।১১**
**অধ্যাত্মজ্ঞাননিত্যত্বং তত্ত্বজ্ঞানাৰ্থদৰ্শনম্।**
**এতজ্ জ্ঞানমিতি প্ৰোক্তমজ্ঞানং যদতোঽন্যথা।। ১২**

৮—১২। অন্বয়—অমানিত্বম্ অদম্ভিত্বম্ [গৰ্ব্ব আৰু দম্ভৰ অভাৱ], অহিংসা [অহিংসা], ক্ষান্তিঃ [ক্ষমা], আৰ্জ্জৱম [সৰলতা], শৌচ [সদাচাৰ—শৰীৰ আৰু মনৰ পবিত্ৰতা], স্থৈৰ্য্যং [স্থিৰতা বা ধীৰ স্বভাৱ], আত্ম বিনিগ্ৰহঃ [আত্ম-সংযম], আচাৰ্য্যোপাসনং [গুৰু সেবাৰ প্ৰবৃত্তি], ইন্দ্ৰিয়াৰ্থেষু বৈৰাগ্যম্ [বিষয়ত বৈৰাগ্য], অনহঙ্কাৰঃ এব চ [অহং ভাৱ—"মই" "মোৰ"—এনে ভাৱৰপৰা মুক্ত অৰ্থাৎ নিঃস্বাৰ্থপৰতা], জন্ম মৃত্যু জৰা ব্যাধি দুঃখ দোষানুদৰ্শনম [জন্ম, মৃত্যু, জৰা, ব্যাধি, দুখ—এইবোৰ দোষৰ পুনঃ পুনঃ আলোচনা কৰা মানসিক প্ৰবৃত্তি।], পুত্ৰ দাৰ গৃহাদিষু আসক্তিঃ অনভিষ্বঙ্গ [পুত্ৰ, স্ত্ৰী, গৃহাদিত অনাসক্তি আৰু সিঁহতৰ সুখ-দুখত অভিভূত নোহোৱা—এনে প্ৰবৃত্তি], ইষ্টানি-ষ্টোপপত্তিষু নিত্যং সম চিত্তত্বম্ [প্ৰিয়, অপ্ৰিয় সকলো ঘটনাত সদায় সমভাৱ], ময়ি চ অনন্য যোগেন অব্যভিচাৰিণী ভক্তিঃ [সদায় একনিষ্ঠ হৈ, মোৰ প্ৰতি ঐকান্তিক অচলা ভক্তি], বিবিক্ত দেশ সেবিত্বং [নিৰ্জ্জন স্থানত বাস কৰা প্ৰবৃত্তি], জনসংসদি অৰতিঃ [মানুহৰ গোলমালৰ পৰা দূৰত থকা প্ৰবৃত্তি], অধ্যাত্মজ্ঞাননিত্যত্বং [আত্মজ্ঞানৰ সদায় চিন্তা কৰা প্ৰবৃত্তি] তত্ত্ব জ্ঞানাৰ্থ দৰ্শনম্ [তত্ত্ব জ্ঞানৰ প্ৰয়োজনৰ বিষয়ে চিন্তা কৰা প্ৰবৃত্তি]—এতৎ জ্ঞানং ইতি প্ৰোক্তং [এই সকলোবোৰকে জ্ঞান বুলি কোৱা আছে]; যৎ অতঃ অন্যথা অজ্ঞানম্ [যিবোৰ ইয়াৰ বাহিৰ, সেইবোৰেই অজ্ঞান]।। ৮—১২

৮—১২। ভাঙনি—এই শ্লোকবোৰৰ কথা আমি পাতনিত কৈ আহিছো। "জ্ঞান" শব্দটোৱে ইয়াত সংস্কাৰযুক্ত ভাব বুজাইছে। অমানিত্ব, আদি ভাব বা প্ৰবৃত্তিবোৰ জ্ঞানৰ (ভগৱানৰ বিষয়ে জ্ঞানৰ) লক্ষণ। আৰু এইবোৰৰ অভাৱ দেখিলেই জানিব লাগিব যে সেইজন মানুহৰ আচল জ্ঞান হোৱা নাই; তেওঁ ক্ৰমোন্নতিৰ অতি নিম্নস্তৰত আছে।। ৮—১২

**জ্ঞেয়ং যত্তৎ প্ৰবক্ষ্যামি যজ্‌জ্ঞাত্বাঽমৃতমশ্নুতে।**
**অনাদিমৎ পৰং ব্ৰহ্ম ন সৎ তন্নাসদুচ্যতে।। ১৩**

১৩। অন্বয—যৎ জ্ঞেয় [যিটি জ্ঞেয় বা জ্ঞাতব্য বস্তু] যৎ জ্ঞাতা অমৃতম্ অশ্নুতে [যাক জানিলে অমৃতত্ব লাভ হয় অৰ্থাৎ মোক্ষ লাভ হয়] তৎ প্ৰবক্ষ্যামি [সেই বস্তুটিৰ কথা মই কওঁ]। তৎ [সেই বস্তুটি] অনাদিমৎ [আদি-অন্ত হীন শাশ্বত] পৰং ব্ৰহ্ম [পৰব্ৰহ্ম (যি জনক) ন সৎ, ন অসৎ উচ্যতে [সৎ নহয়, বা অসৎ নহয় বুলি কয়]।।১৩

১৩। ভাঙনি—(জ্ঞান কাক বোলে মই কলোঁ), এতিয়া জ্ঞেয় কোন, মই কওঁ। সেই বস্তুটি জ্ঞেয়, যাক জানিলে মোক্ষ লাভ হয়। সেই জ্ঞেয় বস্তুটি আদ্যন্ত হীন শাশ্বত পৰ-ব্ৰহ্ম। তেওঁক 'সৎ' (আছে) বুলিবও নোৱাৰি, অসৎ (নাই) বুলিবও নোৱাৰি।। ১৩

[সৎ আৰু অসৎ বস্তুৰ সংজ্ঞা ওপৰত ২।১৬ শ্লোকত দিয়া হৈছে। তাত কোৱা হৈছে যে ব্ৰহ্মৰ বাহিৰে 'সৎ' পদাৰ্থ নাই, আৰু "অসৎ" বুলি একো পদাৰ্থ নাই। তেন্তে এতিয়া গীতাই এইটো কি কলে? ব্ৰহ্ম নাই (non existent) নে কি?

ভাষা তত্ত্ববিৎ পণ্ডিতসকলে জানে যে আমাৰ ভাব প্ৰকাশ কৰিবলৈ হলে, কোনো পূৰক-বাক্য (epistemic term) নোহোৱাকৈ অকল এটি বাক্যেৰে প্ৰকাশ কৰিব নোৱাৰোঁ। যেনে "ক, খ ৰ বাওঁফালে বহিছে" এই কথাষাৰ ভালকৈ বুজিবলৈ হলে, আমাক আৰু কব লাগিব, খ-ই কোনপিনে মুখ কৰি বহিছে—নহলে তেওঁৰ বাওঁ হাতৰ দিক্ জ্ঞান আমাৰ নহব, তেওঁ মুখ লুটিয়ালেই বাওঁফালে সোঁ-ফাল হব; কিন্তু সচৰাচৰ কথাবাৰ্ত্তাত এই পূৰক বাক্যবোৰ আমাৰ জনা থাকে আৰু সেইগুণে তাৰ ব্যৱহাৰ নহয়।

ইংৰাজীত to be—verb অসম্পূৰ্ণ ক্ৰিয়া

*দ্ৰষ্টা, জ্ঞাতা, ভোক্তা—তিনিওটা একে অৰ্থৰ শব্দ। চকুৰে জোন কৰিলে দ্ৰষ্টা, মুখেৰে ভোক্তা, মনেৰে জ্ঞাতা।

(incomplete verb) এটা পূৰক পদ (complement) নহলে তাৰ অৰ্থ নহয়। শুদা "he is" বুলিলে এজন ইংৰাজে আমাৰ মুখলৈ চাই, পূৰক বাক্যটি বিচাৰি ৰৈ থাকিব। আমি হলে "সি আছে" বা 'সি নাই' বুলিলে বক্তাৰ মুখলৈ চাব নালাগে, কাৰণ অৱস্থা অনুসৰি সি ঘৰত আছে নাইবা গাৱঁত আছে বা ক'ত আছে,—সেইটো বুজি পূৰক বাক্যটো নিজে লগাই লৈ কথাষাৰ বুজোঁ। বাস্তৱিক, পূৰক বাক্য নহলে, "আছে", "নাই" অস্তিত্ব, নাস্তিত্ব, শূন্য, সত্য, মিথ্যা—এনেবোৰ শব্দ সম্পূৰ্ণ অৰ্থহীন; কিন্তু এই শব্দবোৰ সদায় ব্যৱহাৰ কৰি আমি এনে অভ্যস্ত হৈছো যে তাৰ পূৰক অৱস্থাবোৰ (epistemic conditions) নহলেও যেন তাৰ অৰ্থ আছে, এনে ধাৰণা আমাৰ সংস্কাৰবদ্ধ হল। (এই বদ্ধমূল ধাৰণাৰ বাবেই শঙ্কৰাচাৰ্য্যৰ 'মিথ্যা' শব্দটোৰ বাবে ভাৰতবৰ্ষত ইমান গণ্ডগোল হৈ গ'ল)।

গীতাই এই শ্লোকত ভাষাৰ এই তত্ত্বটি—(ভাষাৰ এই অশক্তি লক্ষ্য কৰি কৈছে যে "ব্ৰহ্ম আছে" (existent) বা ব্ৰহ্ম 'নাই' (non-existent)—উভয় বাক্য পূৰক বাক্যৰ অভাৱত সমানে অৰ্থহীন। দিক্কালৰ অতীত ব্ৰহ্ম সম্পৰ্কে কোনো পূৰক বাক্য মানুহে ভাবিব নোৱাৰে। তেওঁ যেনেকৈ মনৰ অগোচৰ সেইদৰেই বাক্যৰো অগোচৰ।

শ্ৰুতিয়ে সেইগুণে 'নেতি' 'নেতি' শব্দহে ব্যৱহাৰ কৰে। শ্ৰুতিয়ে আৰু কয়, "যতো বাচো নিবৰ্ত্তন্তে"। বোধকৰো সেই একে কাৰণেই বুদ্ধদেৱে ব্ৰহ্মক 'শূন্য' হে বোলে।

আজি-কালি আপেক্ষিতাবাদে (Theory of relativity) দেখুৱাইছে যে এই জগতত যি বস্তুৰ আন এটি বস্তুৰ লগত সম্বন্ধ (relation) নাই তাৰ অস্তিত্বও নাই। অৰ্থাৎ এটা বস্তুৰ অকলৈ এটা সুকীয়া অস্তিত্ব থাকিব নোৱাৰে। জগতৰ সকলো বস্তু পৰস্পৰ সম্বন্ধ। তৃতীয় অধ্যায়ত এই কথা আমি কৈ আহিছো। সেই গুণেও কোনো বস্তুৰ বিষয়ে যেই সেই কোনো কথা কবলৈ হ'লেই অন্ততঃ দুটা বস্তুৰ কথা কব লাগিব বা শ্ৰোতাজনে বুজিব লাগিব; সম্বন্ধ-সম্বন্ধী, বিষয়-বিষয়ী (Relation Relatum)—দুটা নহলে একো ভাব প্ৰকাশ নহয়; একো বস্তুৰ অস্তিত্বও নাই (অৰ্থাৎ আমাৰ পক্ষে নাই)।

ব্ৰহ্ম জগতৰ কাৰণ হলেও, আমি বদ্ধজীৱই, তেওঁৰ লগত দৃশ্য জগতৰ একো সম্বন্ধ নেদেখো, কাৰণ তেওঁ অবিষয়ী। সেইবাবে আমি আমাৰ ভাষাৰে তেওঁৰ বিষয়ে একো কথাকে কব নোৱাৰো, বা ভাবিব নোৱাৰো। আমাৰ পক্ষে যেন তেওঁৰ অস্তিত্বই নাই। জাগতিক সংস্কাৰ ধ্বংস হলে (বা মুক্ত পুৰুষ হ'লে) তেওঁৰ বিষয় জানিব বা ভাবিব পাৰি; কিন্তু সেইবোৰ ভাব মানুহে বুজিব পৰা ভাষাৰে প্ৰকাশ নহয়। এইবাবেই ব্ৰহ্মৰ স্বৰূপৰ বিষয় কবলৈ গৈ আচাৰ্য্যসকলৰ ভয়ঙ্কৰ ভাষাৰ বিৰোধ হৈছে। এই শ্লোকত গীতাই বুজাইছে যে ব্ৰহ্ম বিষয়ে কোনো বাক্য আমি প্ৰযোগ কৰিব নোৱাৰোঁ। তলৰ ৪টি শ্লোকত গীতাই আৰু কব যে ব্ৰহ্ম বিষয়ে লোকে (অৰ্থাৎ ব্ৰহ্মদৰ্শী সকলে) প্ৰয়োগ কৰা বাক্যও আমি বুজিব নোৱাৰোঁ।

আমি পাতনিত কৈ আহিছো যে আমাৰ সংস্কাৰস্থ ভাবত টানি টুনি জোৰা লগাব নোৱাৰিলে আমি কোনো কথা বুজিব নোৱাৰোঁ। যেনে—এজনে কলে "মই এটা ঘণ্টাৰ শব্দ শুনিছো"। কথাষাৰ শুনি আমি সকলোৱে বুজিলোঁ, তেওঁৰ মনত কি কি ক্ৰিয়া হৈছে, কিন্তু যি কেতিয়াও ঘণ্টা দেখা নাই বা ঘণ্টাৰ শব্দ শুনা নাই অৰ্থাৎ যাৰ সংস্কাৰত এই শব্দটিৰ বিষয়ে কোনো ভাব নাই, সি একো বুজিব নোৱাৰে। আমাৰ সংস্কাৰস্থ সকলো ভাব, জাতি,বিষয় সম্বন্ধ, ক্ৰিয়া বা গুণ সম্বন্ধীয় ভাব, বহিৰ্জ্জগতৰ ভাব। ব্ৰহ্ম এই সকলোবোৰৰ অতীত। তেওঁ অবিষয়ী, বিষয়-সম্বন্ধহীন। তেওঁ নিষ্ক্ৰিয়, তেওঁ নিৰ্গুণ, আমি তেওঁৰ কোনো ধাৰণা কৰিব নোৱাৰো। সেইগুণেই কেনোপনিষদে কৈছে যে যি ব্ৰহ্মক জানো বুলি ভাবে তেওঁ নিশ্চয় জনা নাই, আৰু যি নাজানো বুলি ভাবে, তেওঁ হয়তো অলপ জানিছে। এই অধ্যায়ত গীতাই ব্ৰহ্ম সম্পৰ্কে মানুহৰ ভাষাৰ অশক্তিৰ কথা বিশেষ ভাৱে বুজাইছে। আগেয়েও উনুকিয়াই আহিছে (১১।৩৭ শ্লোক)।]

**সৰ্ব্বতঃ পাণিপাদন্তৎ সৰ্ব্বতোঽক্ষিশিৰোমুখম্।**
**সৰ্ব্বতঃ শ্ৰুতিমল্লোকে সৰ্ব্বমাবৃত্য তিষ্ঠতি ॥১৪**
**সৰ্ব্বেন্দ্ৰিয়গুণাভাসং সৰ্ব্বেন্দ্ৰিয়বিবৰ্জ্জিতম্।**
**অসক্তং সৰ্ব্বভৃচ্চৈব নিৰ্গুণং গুণভোক্তৃ চ ॥১৫**

১৪—১৫। অন্বয়—সৰ্ব্বতঃ পাণিপাদং [সৰ্ব্বত্ৰ হস্ত পদবিশিষ্ট] সৰ্ব্বতঃ অক্ষি শিৰোমুখম্ [সৰ্ব্বত্ৰ চক্ষু, মস্তক আৰু মুখবিশিষ্ট] সৰ্ব্বতঃ শ্ৰুতিমৎ [সৰ্ব্বত্ৰ শ্ৰবণেন্দ্ৰিয় যুক্ত] তৎ [তেওঁ] লোকে [জগতত] সৰ্ব্বম্ আবৃত্য তিষ্ঠতি [সকলোকে ব্যাপি আছে] সৰ্ব্বেন্দ্ৰিয় গুণাভাসং [(তেওঁ) সকলো ইন্দ্ৰিয়-শক্তিৰ প্ৰকাশক] সৰ্ব্বেন্দ্ৰিয় বিবৰ্জ্জিতম [(অথচ) তেওঁ সকলো ইন্দ্ৰিয়হীন] অসক্তং চ সৰ্ব্বভৃৎ এব

[সঙ্গশূন্য (un-attached) অথচ সকলোৰে আধাৰ] নির্গুণং চ গুণ ভোক্তৃ [নির্গুণ অথচ সকলো গুণৰ ভোক্তা] ।। ১৪—১৫

১৪—১৫। ভাঙনি—সেই জ্ঞেয় পুৰুষ সৰ্ব্বত্র হস্ত, পদ চক্ষু, শিৰ, আৰু শ্রোত্র-যুক্ত; তেওঁ ইন্দ্রিয়ৰহিত অথচ সকলো ইন্দ্রিয়ৰ প্রকাশক। তেওঁ সকলো জগৎ ব্যাপি আছে। তেওঁ ক'তো লাগি থকা নাই, অথচ সকলোৰে তেওঁ আধাৰ। তেওঁ নির্গুণ অথচ সকলো গুণৰ ভোক্তা।। ১৪—১৫

**বহিৰন্তশ্চ ভূতানামচৰং চৰমেব চ।**
**সূক্ষ্মত্বাত্তদবিজ্ঞেয়ং দূৰস্থং চান্তিকে চ তৎ ।।১৬**
**অবিভক্তঞ্চ ভূতেষু বিভক্তমিব চ স্থিতম্।**
**ভূতভর্তৃ চ তজ্জ্ঞেয়ং গ্রসিষ্ণু প্রভবিষ্ণু চ ।।১৭**

১৬—১৭। অন্বয়—তৎ [তেওঁ] ভূতানাং বহিঃ অন্তঃ চ [সৰ্ব্বভূতৰ বাহিৰ (কিন্তু) ভিতৰো]; অচৰং চৰম্ এব চ [স্থাবৰো, জঙ্গমো]; তৎ [তেওঁ] সূক্ষ্মত্বাৎ অবিজ্ঞেয়ং [অতি সূক্ষ্মবাবে জ্ঞানৰ বিষয় নহয়], দূৰস্থং চ অন্তিকে চ [(তেওঁ) অতি দূৰতো আছে, (অথচ) ওচৰতো আছে], তৎ [তেওঁ] ভূতেষু [সৰ্ব্ব ভূতত] অবিভক্তং চ বিভক্তম্ ইব চ স্থিতম্ [অভিন্ন ভাবেও আছে (অথচ) যেন ভিন্ন ভাবেও আছে], ভূতভর্তৃ চ [(তেওঁ) সৰ্ব্বভূতৰ পালন কৰ্ত্তা] গ্রসিষ্ণু [সংহাৰ কৰ্ত্তা] প্রভবিষ্ণু চ [সৃষ্টিকৰ্ত্তা]; জ্ঞেয়ম্ [তেওঁ জ্ঞেয়]।। ১৬—১৭

১৬—১৭। ভাঙনি—তেওঁ সকলোৰে বাহিৰ, অথচ সকলোৰে অন্তৰত আছে; তেওঁ চৰ, অচৰ, সকলো; তেওঁ অতি সূক্ষ্ম বাবে জ্ঞানৰ অগোচৰ; তেওঁ দূৰতো আছে অথচ অতি ওচৰতো আছে; তেওঁ সকলো প্রাণীত অভিন্ন ভাবেও আছে (অর্থাৎ প্রত্যেক প্রাণীয়েই তেওঁ) অথচ সকলো প্রাণীতকৈ তেওঁ ভিন্ন (অর্থাৎ ভিন্ন বুলি প্রত্যয় হয়); তেওঁ সকলোৰে সৃষ্টিকৰ্ত্তা, পালনকৰ্ত্তা আৰু সংহাৰ কৰ্ত্তা। তেওঁক এইদৰে জানিব লাগে।। ১৬—১৭

**[জগদ্বিখ্যাত দার্শনিক পণ্ডিত কাণ্টে (Kant) কয় যে প্রত্যেক বস্তু সম্বন্ধে দুটা সত্য আছে—দেখা সত্য (Phenomenon) আৰু নেদেখা সত্য (Noumenon)। (শঙ্কৰাচাৰ্য্যৰ ভাষাৰে, ব্যৱহাৰিক সত্য আৰু 'পৰমাৰ্থিক সত্য')। কোনো এটা বস্তুৰ সম্পূর্ণ জ্ঞান হবলৈ হ'লে দুটা সত্যৰ বিষয় জানিব লাগিব।**

জীৱৰ বিষয়ে পৰমাৰ্থিক নেদেখা সত্য (Noumenon) এই যে সকলো জীৱই ঈশ্বৰ। "ঘটে ঘটে ৰাম বিৰাজক হোই"; কিন্তু দেখা সত্য (Phenomenon) এই যে প্রত্যেক জীৱই ভিন্ন, কাৰো লগত কাৰো মিল নাই। সাংখ্যমতে পুৰুষ বহু—অর্থাৎ ব্যক্ত বা অনেক; আকৌ, সেই পুৰুষেই অব্যক্ত আৰু নির্গুণ, অতএব এক। একে সত্যৰে এই দুলুটি জগৎ সম্পৰ্কেও সেইদৰেই, দেখা সত্য (Phenomenon) এই যে এই চিত্র-বিচিত্র জগৎখন আমি যেনে দেখিছো ঠিক তেনে। নেদেখা সত্য (Noumenon) এই যে এই জগতত সত্ত্ব ৰজস্তমো গুণৰ ক্রিয়াৰ বাহিৰে আৰু একো নাই আৰু তাকে আমি জগৎ যেন দেখিছো, ব্রহ্ম সম্পৰ্কেও সেইদৰেই কব পাৰি যে দেখা মতে (Phenomenon) তেওঁ সকলোৰে বাহিৰ; আকৌ পৰমাৰ্থতঃ তেওঁ হে সকলোৰে অন্তৰত; তেওঁ সূক্ষ্ম অথচ তেওঁ চৰ, অচৰ, সকলো ইত্যাদি।

ওপৰৰ শ্লোকত গীতাই কৈছে যে ব্রহ্ম সম্পৰ্কেও সত্যৰ এই দুটা লুটি নেজানিলে তেওঁক জনা নহয়। ওপৰত গীতাই আৰু কৈ আহিছে যে এনে বিৰুদ্ধ ভাবৰ দুটা কথা কেনেকৈ সচাঁ হব পাৰে তাৰ ধাৰণা মানুহে পার্থিব যুক্তিৰে কৰিব নোৱাৰে।]

**জ্যোতিষামপি তজ্জ্যোতিস্তমসঃ পৰমুচ্যতে।**
**জ্ঞানং জ্ঞেয়ং জ্ঞানগম্যং হৃদিসৰ্ব্বস্য বিষ্ঠিতম্ ।। ১৮**

১৮। অন্বয়—তৎ [তেওঁ] জ্যোতিষাম্ অপি জ্যোতিঃ [সকলো জ্যোতিৰ জ্যোতি] তমসঃ পৰম্ উচ্যতে [অজ্ঞান অন্ধকাৰৰ উর্দ্ধত আছে বুলি কোৱা আছে]; জ্ঞানং জ্ঞেয়ং জ্ঞানগম্যং [(তেওঁ) জ্ঞান জ্ঞেয় আৰু জ্ঞানগম্য]; সৰ্ব্বস্য হৃদি বিষ্ঠিতম্ [সকলোৰে হৃদয়ত অধিষ্ঠিত] ।। ১৮

১৮। ভাঙনি—তেওঁ জ্যোতিৰ জ্যোতি অর্থাৎ সূর্য্যাদি জ্যোতির্ম্ময় পদার্থৰো প্রকাশক; জ্ঞানৰ আবৰক, অজ্ঞানৰ ওপৰত তেওঁ বৰ্ত্তমান; তেওঁ জ্ঞান, তেওঁ জ্ঞেয় আৰু তেওঁ জ্ঞানৰ দ্বাৰা প্রাপ্য; তেওঁ সকলো প্রাণীৰ হৃদয়ত আছে।।১৮

**ইতি ক্ষেত্রং তথা জ্ঞানং জ্ঞেয়ঞ্চোক্তং সমাসতঃ।**
**মদ্ভক্ত এতদ্বিজ্ঞায় মদ্ভাবায়োপপদ্যতে ।।১৯**

১৯। অন্বয়—ইতি ক্ষেত্রং তথা জ্ঞানং জ্ঞেয়ং চ সমাসতঃ উক্তং [এইদৰে মই সংক্ষেপে ক্ষেত্র জ্ঞান আৰু জ্ঞেয়ৰ কথা কলোঁ]; এতৎ বিজ্ঞায় [এইটো জানি] মদ্ভক্তঃ [মোৰ ভক্তই] মদ্ভাবায় উপপদ্যতে [মোৰ ভাবপ্রাপ্ত হবৰ যোগ্য হয়] ।।১৯

১৯। ভাঙনি—ক্ষেত্ৰ, জ্ঞান, জ্ঞেয়—এইবোৰ বিষয় মই সংক্ষেপে কলোঁ। ইয়াক জানি মোৰ ভক্তে মোক পাবৰ যোগ্য হয়।।১৯

**প্ৰকৃতিং পুৰুষঞ্চৈব বিদ্ধ্যনাদী উভাবপি।**
**বিকাৰাংশ্চ গুণাংশ্চৈব বিদ্ধি প্ৰকৃতিসম্ভবান্।।২০**

২০। অন্বয়—প্ৰকৃতিং পুৰুষং চ এব, উভৌ অপি অনাদী বিদ্ধি [প্ৰকৃতি আৰু পুৰুষ—উভয়কে অনাদি বুলি জানিবা], বিকাৰাংশ্চ গুণাংশ্চৈব [বিকাৰ আৰু গুণবোৰক] প্ৰকৃতি সম্ভবান্ বিদ্ধি [প্ৰকৃতিৰ পৰা উদ্ভৱ হৈছে বুলি জানিবা]।।২০

২০। ভাঙনি—প্ৰকৃতি আৰু পুৰুষ উভয়েই অনাদি, বিকাৰ আৰু গুণবোৰ প্ৰকৃতিৰ পৰা উদ্ভৱ হৈছে।।২০

এই শ্লোক আৰু তলৰ দুটা শ্লোকত গীতাই সাংখ্যৰ সৃষ্টি তত্ত্বৰ কথা সংক্ষেপে কৈছে। প্ৰকৃতি ঈশ্বৰৰ শক্তি মাত্ৰ। ঈশ্বৰৰ দৰেই প্ৰকৃতিও অনাদি। সাংখ্য দৰ্শনত বিকাৰ শব্দৰ সংজ্ঞা দিছে (সাংখ্য ৩ কৰিকা। বিকাৰ ১৬ টা—পঞ্চ মহাভূত, মন আৰু ১০ ইন্দ্ৰিয়। এইবোৰ (অৰ্থাৎ গোটেই বহিৰ্জ্জগত আৰু অন্তৰ্জ্জগত) প্ৰকৃতিৰ সৃষ্টি। গুণ মানে শক্তিৰ বা ভাবৰ ক্ৰিয়া (পাতনি চাওক), —যি ক্ৰিয়াৰ দ্বাৰা বহিৰ্জ্জগতত সকলো ৰকমৰ পৰিণাম, আৰু অন্তৰ্জ্জগতত সকলো ৰকমৰ সুখ, দুখ, ৰূপ, ৰস, গন্ধ স্পৰ্শাদিৰ ভাব হয়। এই সকলোবোৰ প্ৰকৃতিৰ সৃষ্টি। ইয়াকে গীতাই ক্ষেত্ৰ বুলিছে।]

**কাৰ্য্যকাৰণকৰ্ত্তৃত্বে হেতুঃ প্ৰকৃতিৰুচ্যতে।**
**পুৰুষঃ সুখদুঃখানাং ভোক্তৃত্বে হেতুৰুচ্যতে।।২১***

২১। অন্বয়—কাৰ্য্যকাৰণকৰ্ত্তৃত্বে [কাৰ্য্য, কাৰণ আৰু কৰ্ত্তৃত্ব—এই তিনি বিষয়ে] প্ৰকৃতিঃ হেতু উচ্যতে [প্ৰকৃতিক হেতু বুলি (সাংখ্যই) কয়]; সুখ দুঃখানাং ভোক্তৃত্বে [সুখ-দুঃখ আদিৰ ভোগৰ বিষয়ে] পুৰুষঃ হেতুঃ উচ্যতে [পুৰুষক হেতু বুলি কয়]।।২১

২১। ভাঙনি—আমি পাতনিত কৈ আহিছো যে এই জগৎ কাৰণৰ পৰা কাৰ্য্যৰ এটা ক্ৰম-পৰিণাম। সু-শৃঙ্খলাবদ্ধ নিয়ম (যাক "স্বভাব" বোলে) অনুসাৰে এই পৰিণাম হৈ আহিছে। ইয়াৰ কৰ্ত্ৰী প্ৰকৃতি। আকৌ, পুৰুষৰ কৰ্ত্তৃত্ববুদ্ধি অহং জ্ঞানৰ পৰা ওপজে। এই অহং জ্ঞানৰ কৰ্ত্ৰীও প্ৰকৃতি সেইগুণে, এই শ্লোকত কৈছে যে কাৰ্য্য-কাৰণ আৰু কৰ্ত্তৃত্ব বুদ্ধি—এই তিনিৰ হেতু প্ৰকৃতি আৰু সুখ-দুখ ভোগৰ হেতু পুৰুষ—অৰ্থাৎ পুৰুষ কেৱল ভোক্তা বা দ্ৰষ্টা; এইটো সম্পূৰ্ণ সাংখ্য মত আৰু ইয়াৰ অৰ্থও অতি পৰিষ্কাৰ; কিন্তু এই অৰ্থ গ্ৰহণীয় নহয় বুলি ভাবি বেদান্তী টীকাকাৰসকলে এই শ্লোকৰ অৰ্থ কৰে—

"কাৰ্য্যৰূপ শৰীৰ আৰু কৰণৰ (ইন্দ্ৰিয়ৰ) দ্বাৰা যিবোৰ ক্ৰিয়া হয়, সেইবোৰৰ হেতু প্ৰকৃতি; সুখ-দুখ ভোগৰ হেতু পুৰুষ"। এয়ে যদি অৰ্থ হয় তেন্তে ২০ শ্লোকৰ ২য় শাৰী, "বিকাৰাংশ্চ গুণাংশ্চৈব বিদ্ধি প্ৰকৃতিসম্ভবান্"—এই শাৰীৰ মিছাতে গীতাই পুনৰাবৃত্তি কৰিছে। এইবোৰ কথাৰ বাদ-প্ৰতিবাদ কৰা অনাৱশ্যক। লোকমান্য বাল গঙ্গাধৰ তিলকে ইয়াৰ আচল কাৰণটোকে অতি নিৰ্ভীক ভাৱে কৈছে, যথা—

"কোন কোন বেদান্তী গ্ৰন্থকাৰ মনে কৰেন যে সাংখ্যবাদী বেদান্তের শত্ৰু; এতএব অনেক বেদান্তী সাংখ্য উপপত্তিকে সৰ্ব্বথা ত্যাজ্য মনে কৰেণ; কিন্তু গীতা এৰূপ কৰেণ নাই; ক্ষেত্ৰ-ক্ষেত্ৰজ্ঞ বিচাৰে একই বিষয় একবাৰ বেদান্ত দৃষ্টিতে এবং দ্বিতীয়বাৰ সাংখ্য দৃষ্টিতে প্ৰতিপাদন কৰিয়াছেন।"

[জ্যোতিৰিন্দ্ৰ ঠাকুৰৰ অনুবাদ]

শ্ৰদ্ধেয় তিলকদেৱে আৰু কব পাৰিলেহেঁতেন যে সাংখ্যদৰ্শন অৱজ্ঞা কৰা বাবেই, ভাৰতীয় দৰ্শনৰ ইতিহাসৰ শেষ চোৰাত এনে এটি অন্ধযুগ আহি পৰিল, যি যুগত বাক-বিতণ্ডাৰ বাহিৰে আৰু একো পাবলৈ নাই। সাংখ্য-দৰ্শনৰ ভিতৰত হে অভ্ৰান্ত ভাৰতীয় মনস্তত্ব আৰু অভ্ৰান্ত ভাৰতীয় পদাৰ্থ বিজ্ঞান পোৱা যায়। পদাৰ্থ বিজ্ঞান আৰু মনস্তত্ব নুবুজি, দৰ্শন আলোচনা কৰিবলৈ গলেই, বাক-বিতণ্ডা, সংশয়, বিবাদ, সকলো আহি পৰিব। আমাৰ ভাগ্যত শেহত এয়ে হৈছিল।

আমাৰ অতি সৌভাগ্য যে এই কথাটো এতিয়া মানুহে বুজিছে। শ্ৰীঅৰবিন্দৰ কথা আমি ওপৰত ১৩।৫ শ্লোকত কৈছো।

ভূতপূৰ্ব্ব ৰাষ্ট্ৰপতি ৰাজা গোপালচাৰিয়াৰ গীতাত আছে—

"The cream of Hindu society is found in increasing numbers in the universities and yet the wells of ancient culture and sources of Hindu religion are in the exclusive

* "কাৰ্য্যকৰণকৰ্ত্তৃত্বে"—এনে পাঠান্তৰ আছে। আমি শ্ৰীধৰ স্বামীৰ পাঠ গ্ৰহণ কৰিছো।

possession of other people without modern knowledge, who are therefore not good caretakers. The divorce between modern knowledge, and religion is fatal to re-adjustment and progress "

ৰাষ্ট্ৰপতিয়ে ক'ব লাগিছিল যে তেওঁ যে আধুনিক পাশ্চাত্য নতুন বিজ্ঞানৰ কথা কৈছে, সেই বিজ্ঞানে এনে কোনো আৱশ্যকীয় (অৰ্থাৎ বেদান্ত গীতা আদি ধৰ্মশাস্ত্ৰ বুজিবৰ নিমিত্তে আবশ্যকীয়) তথ্য আবিষ্কাৰ কৰিব পৰা নাই—যিটি সাংখ্য দৰ্শনত নাই ।।২১

(৪।২ শ্লোকৰ ভাঙনি চাওক)

**পুৰুষঃ প্ৰকৃতিস্থো হি ভুঙক্তে প্ৰকৃতিজান্ গুণান্।**
**কাৰণং গুণসঙ্গোঽস্য সদসদ্‌যোনিজন্মসু ।।২২**

২২। অন্বয়—পুৰুষঃ প্ৰকৃতিস্থঃ হি [পুৰুষে প্ৰকৃতিক আশ্ৰয় কৰি] প্ৰকৃতিজান্ গুণান্ ভুঙ্‌ক্তে [প্ৰকৃতিজাত গুণ ভোগ কৰে] অস্য [এই পুৰুষৰ] সদসদ্‌যোনি-জন্মসু [সৎ আৰু অসৎ যোনিত জন্ম গ্ৰহণৰ] গুণসঙ্গঃ কাৰণম্ [গুণৰ প্ৰতি আসক্তিয়েই কাৰণ] ।।২২

২২। ভাঙনি—পুৰুষে প্ৰকৃতিক আশ্ৰয় কৰি প্ৰকৃতি-জাত সুখ, দুখ, ৰূপ, ৰসাদি ভোগ কৰে। প্ৰকৃতিৰ গুণৰ প্ৰতি এই আসক্তিয়েই জীৱৰ সৎ অসৎ যোনিত জন্ম গ্ৰহণ কৰাৰ কাৰণ ।।২২

[ব্যষ্টি দ্ৰষ্টা পুৰুষক যেন প্ৰকৃতিয়ে বলেৰে টানি নি সৎ অসৎ যোনিত জন্মগ্ৰহণ কৰায় (সাংখ্য-দৰ্শন ৪২ কাৰিকা)। তলৰ শ্লোকত সমষ্টি দ্ৰষ্টাজনৰ কথা কৈছে।]

**উপদ্ৰষ্টানুমন্তা চ ভৰ্ত্তা ভোক্তা মহেশ্বৰঃ।**
**পৰমাত্মেতি চাপ্যুক্তো দেহেঽস্মিন্ পুৰুষঃ পৰঃ ।।২৩**

২৩। অন্বয়—অস্মিন্ দেহে [এই দেহত] পৰঃ পুৰুষ [পৰম পুৰুষ] উপদ্ৰষ্টা [সাক্ষী—যি প্ৰকৃতিৰ সকলো ক্ৰিয়া দৰ্শন কৰে] অনুমন্তা চ [প্ৰকৃতিৰ সকলো ক্ৰিয়া অনুমোদন কৰে] ভৰ্ত্তা [সকলো ধৰি ৰাখে] ভোক্তা [সকলো উপভোগ কৰে] মহেশ্বৰঃ [(তেওঁ) প্ৰকৃতিৰ মহান্ ঈশ্বৰ—প্ৰভু], পৰমাত্মা চ ইতি অপি উক্ত [তেওঁক পৰমাত্মা বুলিও কয়] ।।২৩

**২৩। ভাঙনি—এই দেহত পৰম পুৰুষ পৰমেশ্বৰ বৰ্ত্তমান আছে, তেওঁ প্ৰকৃতিৰ সকলো ক্ৰিয়াৰ সাক্ষী, অনুমোদন কাৰী, সেই ক্ৰিয়াৰ ভৰণ-কৰ্ত্তা আৰু ভোক্তা। তেওঁক (শ্ৰুতিত) পৰমাত্মাও বোলে ।।২৩**

[ইয়াত প্ৰথম মন কৰিবলগীয়া কথা এই যে ব্যষ্টিদ্ৰষ্টা জীৱ, প্ৰকৃতিৰ বশত অৱশ; কিন্তু সমষ্টিদ্ৰষ্টা পৰমাত্মা প্ৰকৃতিৰ মহেশ্বৰ, যি জনে অনুমোদন নকৰিলে প্ৰকৃতিৰ কোনো ক্ৰিয়া নহয়। এয়ে জীৱ আৰু ঈশ্বৰৰ প্ৰভেদ (পঞ্চদশী ১।১৬—১৭ চাওক)। জীৱ অল্পদৰ্শী, ঈশ্বৰ সৰ্ব্বদৰ্শী। জীৱ ব্যষ্টি-দ্ৰষ্টা, ঈশ্বৰ সমষ্টিদ্ৰষ্টা। ব্যষ্টি দৰ্শন সমষ্টি-দৰ্শনৰ অন্তৰ্গত, সমষ্টি দৰ্শনৰ অংশ। এইগুণেই জীৱ যেন ঈশ্বৰৰ অংশ। (১৫।৭ শ্লোক চাওক)।

আচলতে, জীৱ আৰু ঈশ্বৰ একে। একে ঈশ্বৰেই কেনেকৈ ব্যষ্টি দ্ৰষ্টা আৰু একেলগে সমষ্টি দ্ৰষ্টা, দুয়োটা হব পাৰে, সেই বিষয় ধাৰণা কৰিবলৈ সন্তদাস বাবাজীয়ে সমাজিক দেখা মানুহবোৰৰ এটা উপমা দিছিল, যি উপমা আমি পাতনিত তেওঁৰ নিজৰ কথাৰে তুলি দিছো। ইয়াৰ বাহিৰেও, আমি আধুনিক বিজ্ঞানৰ এটা দৃষ্টান্তৰ কথা ভাবিলে, কথাটো আৰু সহজে ধাৰণা কৰিব পাৰোঁ—

আধুনিক আপেক্ষিকতাবাদৰ (Theory of relativity) পৰা আমি নিশ্চয়কৈ জানো যে এই জগতত দিকজ্ঞান, অখণ্ড কাল জ্ঞান, বৰ্ণ জ্ঞান—সকলো আপেক্ষিক। প্ৰত্যেক নক্ষত্ৰ বাসীয়ে জগতক ভিন্ন ভিন্ন ৰূপে দেখে; প্ৰত্যেকৰ ভিন্ন ভিন্ন অখণ্ড-কাল-জ্ঞান, কাৰো এযুগে কাৰো এঘণ্টা; (৮ম অধ্যায়ৰ ১৭ শ্লোক চাওক), আমি যিটো বস্তু ৰঙা দেখো, আন এটা নক্ষত্ৰ বাসীয়ে সেই বস্তুটোক হয়তো হালধীয়া দেখিব। আমাৰ মানত যিটো বৰ্গক্ষেত্ৰ, আন নক্ষত্ৰ বাসীৰ সিটো হয় আয়ত ক্ষেত্ৰ। এইবোৰ কথা আমি সাংখ্যদৰ্শনৰ পাতনিত কৈছো।

এতিয়া ধৰক, এজন বৈজ্ঞানিক তেওঁৰ যন্ত্ৰ আৰু গণনাৰ বহীটো হাতত লৈ জগতক চাইছে। তেওঁ প্ৰত্যেক নক্ষত্ৰবাসীয়ে জগতক কেনে ভাবে উপভোগ কৰিছে, তৎক্ষণাৎ জানিব—তেওঁ সমষ্টিদ্ৰষ্টা। যন্ত্ৰটি আৰু গণনাৰ বহীটি নহলে তেওঁ, আমাৰ দৰেই, ব্যষ্টিদ্ৰষ্টা।]

**য এবং বেত্তি পুৰুষং প্ৰকৃতিঞ্চ গুণৈঃ সহ।**
**সৰ্ব্বথা বৰ্ত্তমানোঽপি ন স ভূয়োঽভিজায়তে ।।২৪**

২৪। অন্বয়—যঃ এবং [যি এইদৰে] পুৰুষং [পুৰুষক] প্ৰকৃতিং গুণৈঃ সহ চ [আৰু গুণে সৈতে প্ৰকৃতিক] বেত্তি [জানে], সঃ [তেওঁ] সৰ্ব্বথা বৰ্ত্তমানঃ অপি [যি ভাবেই থাকওক আৰু যিহকে কৰক] ভূয়ঃ ন অভিজায়তে [পুনঃ জন্মলাভ নকৰে] ।।২৪

২৪। ভাঙনি—যি পুৰুষক আৰু গুণে সৈতে প্ৰকৃতিক এইদৰে বুজে, তেওঁ যি কোনো অৱস্থাতেই থাওক বা যিহকে কৰক, সংসাৰলৈ আৰু ঘূৰি আহিব নেলাগে ॥২৪

**ধ্যানেনাত্মনি পশ্যন্তি কেচিদাত্মানমাত্মনা।**
**অন্যে সাংখ্যেন যোগেন কৰ্ম্মযোগেন চাপৰে ॥২৫**

২৫। অন্বয়—কেচিৎ [কোনো কোনো জনে] ধ্যানেন [ধ্যানৰ দ্বাৰা] আত্মনা আত্মনি [নিজে নিজতে] আত্মানং পশ্যন্তি [আত্মাক দৰ্শন কৰে], অন্যে সাংখ্যেন যোগেন [অন্যে সাংখ্য যোগৰ দ্বাৰা (আত্মাক দৰ্শন কৰে)] ॥২৫

২৫। ভাঙনি—তিনি উপায়েৰে মানুহে আত্মজ্ঞান লাভ কৰিব পাৰে —(১) ধ্যান বা ঈশ্বৰ প্ৰণিধান (ষষ্ঠ অধ্যায়)। (২) সাংখ্যোক্ত চতুৰ্ব্বিংশতি তত্ত্বাভ্যাস (কৰ্ম্ম সংন্যাস) (৩) কৰ্ত্তৃত্ব বুদ্ধিহীন নিষ্কাম কৰ্ম্মযোগ বা ঈশ্বৰত আত্মসমৰ্পণ (৩য় অধ্যায়)। এইবোৰ উপায় অতি উচ্চতম অধিকাৰীৰ হে আচৰণীয়, কাৰণ ইয়াত চতুৰ্ব্বিংশতি তত্ত্বৰ জ্ঞান, নিজৰ অকৰ্ত্তৃত্ব জ্ঞান আৰু জগতৰ একত্বৰ জ্ঞান আৱশ্যক। এয়ে নহলে নিষ্কাম কৰ্ম্মও নহয় আৰু তত্ত্বাভ্যাসো নহয় (এইবোৰ কথা আমি ওপৰত কৈ আহিছো)। সেইগুণে গীতাই তলৰ শ্লোকত সাধাৰণ মানুহৰ নিমিত্তে আৰু এটি উপায় দিছে ॥২৫

**অন্যে ত্বেবমজানন্তঃ শ্ৰুত্বান্যেভ্য উপাসতে।**
**তেঽপি চাতিতৰন্ত্যেব মৃত্যুং শ্ৰুতিপৰায়ণাঃ ॥২৬**

২৬। অন্বয়—অন্যে তু [কিন্তু অন্য কোনোজনে] এবম্ অজানন্তঃ [এইবোৰ যোগৰ পন্থা নেজানি—অৰ্থাৎ ইয়াৰ নিমিত্তে যি জ্ঞান আৱশ্যক, সেই জ্ঞান লাভ নকৰি] অন্যেভ্যঃ শ্ৰুত্বা [আনৰ পৰা শুনি] উপাসতে [উপাসনা কৰে], তে অপি [তেওঁবিলাকেও] শ্ৰুতি পৰায়ণাঃ [শ্ৰুত বাক্যত শ্ৰদ্ধা যুক্ত হৈ] মৃত্যুম্ অতিতৰন্তি এব [মৃত্যুক অতিক্ৰম কৰে, অৰ্থাৎ মোক্ষ লাভ কৰে] ॥২৬

২৬। ভাঙনি—"কুনো সৰে সাংখ্য যোগাদি পথে এমন আত্মাক জানিবে নুৱাৰে; কিন্তু মহন্তৰ মুখে শুনি পৰম শ্ৰদ্ধায়ে কথা মাত্ৰ চিন্তে। সেই সৰো অনায়েসে সংসাৰ তৰে" ॥২৬ —ভট্টদেৱ

[এই শ্লোকটি আমি পাতনিত উল্লেখ কৰি আহিছো। ঈশ্বৰ যে সকলো কৰ্ম্মৰ আৰু ভাৱৰ নিয়ন্তা, এই জগৎ যে প্ৰকৃতি-কৃত এটি মহাযজ্ঞ—তৃতীয় অধ্যায়ত—এইবোৰ কথা মানুহে বুজিব নোৱাৰে। গীতাই এতিয়া কৈছে যে বুজিব নোৱাৰিলেও যদি লোকৰ মুখে শুনি বিশ্বাস কৰে আৰু সদায় তাকে চিন্তে আৰু সেইমতে আচৰণ কৰে, তেন্তে হলেও আত্মজ্ঞান লাহে লাহে লাভ কৰিব। ইয়াত কিন্তু প্ৰথম কথা, সেই বিশ্বাসটি, আমি পাতনিত কৈ আহিছো যে এই বিশ্বাসো ঈশ্বৰে নিদিলে, মানুহৰ হব নোৱাৰে। সেইগুণে, গীতাই আমাৰ নিচিনা শ্ৰদ্ধাহীন অতি মন্দাধিকাৰীৰ প্ৰতি আৰু এটি উপদেশ দিছে।—কৰ্ম্মফল ত্যাগ বা সাধন-ভক্তি যোগ—যাৰ কথা আমি পাতনিত আৰু ২য় অধ্যায়ৰ শেহত কৈ আহিছো। প্ৰত্যেক কৰ্ম্ম কৰি যদি আমি ভাবো যে "ঈশ্বৰহে কৰ্ম্মফলদাতা"—এই বিশ্বাসো যাৰ নাই, সি আসুৰী প্ৰকৃতিৰ মানুহ, যাৰ বিষয় ১৬ অধ্যায়ত কোৱা হৈছে।]

**যাবৎ সঞ্জায়তে কিঞ্চিৎ সত্ত্বং স্থাবৰজঙ্গমম্।**
**ক্ষেত্ৰক্ষেত্ৰজ্ঞসংযোগাৎ তদ্বিদ্ধি ভৰতৰ্ষভ ॥২৭**

২৭। অন্বয়—ভৰতবৰ্ষভ [হে অৰ্জ্জুন] যাবৎ কিঞ্চিৎ স্থাবৰ জঙ্গমম্ [স্থাৱৰ জঙ্গম যি কোনো] সত্ত্বং [পদাৰ্থ] সঞ্জায়তে [উৎপন্ন হয়] তৎ ক্ষেত্ৰ ক্ষেত্ৰজ্ঞ সংযোগাৎ [সেইবোৰ সকলো ক্ষেত্ৰ আৰু ক্ষেত্ৰজ্ঞৰ সংযোগত (উৎপন্ন হয়)]; বিদ্ধি [জানিবা] ॥২৭

২৭। ভাঙনি—অৰ্জ্জুন, সংসাৰত যি কোনো স্থাৱৰজঙ্গমাত্মক পদাৰ্থ আছে, সকলো ক্ষেত্ৰ আৰু ক্ষেত্ৰজ্ঞৰ সংযোগত উৎপন্ন হৈছে বুলি জানিবা ॥২৭

[গীতাই আকৌ এই একে কথাকে ১৪।৩—৪ শ্লোকত পুৰাণৰ ভাষাৰে কৈছে]

**সমং সৰ্ব্বেষু ভূতেষু তিষ্ঠন্তং পৰমেশ্বৰম্।**
**বিনশ্যৎস্ববিনশ্যন্তং যঃ পশ্যতি স পশ্যতি ॥ ২৮**

২৮। অন্বয়—সৰ্ব্বেষু ভূতেষু সমং তিষ্ঠন্তং [সকলো পদাৰ্থত সমভাৱে স্থিত], বিনশ্যৎসু অবিনশ্যন্তং [বিনাশশীল পদাৰ্থত অবিনাশী ৰূপে স্থিত] পৰমেশ্বৰং [পৰমেশ্বৰক] যঃ পশ্যতি [যি দেখে] সঃ পশ্যতি [তেওঁৰ দেখাহে আচল দেখা] ॥ ২৮

২৮। ভাঙনি—স্থাৱৰ-জঙ্গমাত্মক সকলো পদাৰ্থত প্ৰতিষ্ঠিত, সকলো বিনাশশীল পদাৰ্থত অবিনাশী ৰূপে প্ৰতিষ্ঠিত, সকলো পদাৰ্থত সমভাৱে প্ৰতিষ্ঠিত পৰমেশ্বৰক যি দেখে, তেওঁৰ দেখা হে আচল দেখা ॥ ২৮

**সমং পশ্যন্ হি সৰ্ব্বত্ৰ সমৱস্থিতমীশ্বৰম্।**
**ন হিনস্ত্যাত্মনাত্মানং ততো যাতি পৰাং গতিম্ ॥২৯**

২৯। অন্বয়—হি [যি হেতু] সৰ্ব্বত্ৰ সমং সমৱস্থিতম্

ঈশ্বৰং পশ্যন্ [(তেওঁ) সৰ্ব্বত্ৰ সমভাৱে অৱস্থিত ঈশ্বৰক দেখি] আত্মনা আত্মানং ন হিনস্তি [নিজে নিজক হিংসা নকৰে]; ততঃ এব [অতএব] পৰাং গতিং যাতি [তেওঁ পৰম গতি লাভ কৰে।।২৯

২৯। ভাঙনি—কাৰণ, তেওঁ সৰ্ব্বত্ৰ সমভাৱে স্থিত সৰ্ব্বব্যাপী ঈশ্বৰক সৰ্ব্বপদাৰ্থত দৰ্শন কৰি, ঈশ্বৰত আত্মবুদ্ধি কৰি, ভেদভাৱ-শূন্য হয়। ভেদভাৱ-শূন্য হলে, সংসাৰত আকৃষ্ট হৈ নিজে নিজৰ অনিষ্ট সাধন নকৰে। অতএব তেওঁৰ মোক্ষ হয়।। ২৯ (৫।১৯ শ্লোক চাওক)

**প্ৰকৃত্যৈব চ কৰ্ম্মাণি ক্ৰিয়মাণানি সৰ্ব্বশঃ**
**যঃ পশ্যতি তথাত্মানমকৰ্ত্তাৰং স পশ্যতি ।। ৩০**

৩০। অন্বয়—প্ৰকৃত্যা এব কৰ্ম্মাণি সৰ্ব্বশঃ ক্ৰিয়মাণানি [প্ৰকৃতিয়েই সকলো কৰ্ম্ম সৰ্ব্বপ্ৰকাৰে কৰে], তথা [এবং] যঃ আত্মানম্ অকৰ্ত্তাৰং পশ্যতি [যি নিজক অকৰ্ত্তা বুলি জানে] সঃ পশ্যতি [তেওঁ হে যথাৰ্থ দৰ্শী] ।। ৩০

৩০। ভাঙনি—সকলো জাগতিক কৰ্ম্ম সৰ্ব্বপ্ৰকাৰে প্ৰকৃতিৰ দ্বাৰা নিষ্পন্ন হয়। আত্মাই একো নকৰে। যি এইটো বুজে, সি হে প্ৰকৃত তত্ত্বদৰ্শী ।। ৩০

[এই কথাটো ওপৰতে কৈ আহিছে (৩।২৮ শ্লোক)। আকৌ তলতো এবাৰ কব (১৪।১৯ শ্লোক)। এই সত্য উপলব্ধি কৰাই আত্মজ্ঞান।]

**যদা ভূতপৃথগ্ ভাৱমেকস্থমনুপশ্যতি।**
**তত এব চ বিস্তাৰং ব্ৰহ্ম সম্পদ্যতে তদা ।। ৩১**

৩১। অন্বয়—যদা (যেতিয়া) ভূত পৃথগ্ ভাৱম্ [ভূতবৰ্গৰ পৃথক্ পৃথক্ অস্তিত্ব অৰ্থাৎ নানাত্ব] একস্থং [এক পৰমাত্মাতে অৱস্থিত] অনুপশ্যতি [(বুলি) জানে], ততঃ এব চ বিস্তাৰং [আৰু তাৰে পৰা বিস্তৃত হৈছে (বুলি জানে)] তদা [তেতিয়া] ব্ৰহ্ম সম্পদ্যতে [(সাধকে) ব্ৰহ্ম স্বৰূপ লাভ কৰে] ।। ৩১

৩১। ভাঙনি—যেতিয়া সাধকে বুজে যে এই ভিন্ন ভিন্ন ভূতগ্ৰাম এক পৰমাত্মাতে অৱস্থিত আৰু তাৰেপৰাই ভিন্ন ভিন্ন ৰূপে বিস্তৃত হৈছে, তেতিয়া তেওঁৰ ব্ৰহ্মপ্ৰাপ্তি হয়।। ৩১

**অনাদিত্বান্নিৰ্গুণত্বাৎ পৰমাত্মায়মব্যয়ঃ।**
**শৰীৰস্থোঽপি কৌন্তেয় ন কৰোতি ন লিপ্যতে ।। ৩২**

৩২। অন্বয়—কৌন্তেয় [হে অৰ্জ্জুন] অনাদিত্বাৎ [অনাদি বাবে] নিৰ্গুণত্বাৎ [নিৰ্গুণ বাবে] অয়ম্ [এই জীৱ] অব্যয়ঃ পৰমাত্মা [অব্যয় পৰমাত্মা]। শৰীৰস্থঃ অপি [শৰীৰত অৱস্থিতি কৰিলেও] ন কৰোতি, ন লিপ্যতে [একো নকৰে আৰু একোতে লিপ্ত নহয়] ।। ৩২

৩২। ভাঙনি—শুনা অৰ্জ্জুন, জীৱাত্মা অনাদি আৰু নিৰ্গুণ, সেইবাবে ই অব্যয় পৰমাত্মাৰ পৰা অভিন্ন। শৰীৰত থাকিলেও ই কোনো কৰ্ম্ম নকৰে আৰু ক'তো লিপ্ত নহয় ।। ৩২

**যথা সৰ্ব্বগতং সৌক্ষ্ম্যাদাকাশং নোপলিপ্যতে।**
**সৰ্ব্বত্ৰাৱস্থিতো দেহে তথাত্মা নোপলিপ্যতে ।। ৩৩**

৩৩। অন্বয়—যথা [যেনেকৈ] সৰ্ব্বগতম্ আকাশম্ [সৰ্ব্বব্যাপী আকাশ] সৌক্ষ্ম্যাৎ [অতি সূক্ষ্ম বাবে] ন উপলিপ্যতে [একোতে লিপ্ত নহয়] তথা [সেইদৰেই] আত্মা সৰ্ব্বত্ৰ দেহে অৱস্থিতঃ (অপি) [সৰ্ব্বত্ৰ দেহত অৱস্থিত থাকিলেও] ন উপলিপ্যতে [লিপ্ত নহয় ।। ৩৩

৩৩। ভাঙনি—আকাশ সৰ্ব্বত্ৰ অনুপ্ৰৱিষ্ট থাকিলেও, অতি সূক্ষ্ম বাবে যেনেকৈ কোনো বস্তুত লিপ্ত নহয়, সেইদৰে আত্মাও দেহত সৰ্ব্বত্ৰ অৱস্থিত হলেও, লিপ্ত নহয় ।। ৩৩
[৯।৬ শ্লোক চাওক]

**যথা প্ৰকাশয়ত্যেকঃ কৃৎস্নং লোকমিমং ৰবিঃ।**
**ক্ষেত্ৰং ক্ষেত্ৰী তথা কৃৎস্নং প্ৰকাশয়তি ভাৰত ।।৩৪**

৩৪। অন্বয়—ভাৰত [হে অৰ্জ্জুন] যথা একঃ ৰবিঃ ইমং কৃৎস্নং লোকং প্ৰকাশয়তি [যেনেকৈ একে সূৰ্য্যই গোটেই জগৎ প্ৰকাশ কৰে] তথা ক্ষেত্ৰী কৃৎস্নং ক্ষেত্ৰং প্ৰকাশয়তি [সেইদৰে ক্ষেত্ৰজ্ঞ পুৰুষেও গোটেই ক্ষেত্ৰ প্ৰকাশ কৰে] ।। ৩৪

৩৪। ভাঙনি—জানা অৰ্জ্জুন, একে সূৰ্য্যই যেনেকৈ গোটেই জগত প্ৰকাশ কৰে, ক্ষেত্ৰজ্ঞ পুৰুষেও সেইদৰেই গোটেই ক্ষেত্ৰ প্ৰকাশ কৰে ।। ৩৪

**ক্ষেত্ৰক্ষেত্ৰজ্ঞয়োৰেৱমন্তৰং জ্ঞানচক্ষুষা।**
**ভূতপ্ৰকৃতিমোক্ষং চ যে বিদুৰ্যান্তি তে পৰম্ ।। ৩৫**

ইতি শ্ৰীমহাভাৰতে শতসাহস্ৰ্যাং সংহিতায়াং বৈয়াসিক্যাং ভীষ্মপৰ্ব্বণি শ্ৰীমদ্ভগবদগীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুনসংবাদে প্ৰকৃতিপুৰুষ বিবেক যোগো নাম ত্ৰয়োদশোঽধ্যায়ঃ।

৩৫। অন্বয়—যে [যি] এৱং [এইদৰে,] ক্ষেত্ৰ ক্ষেত্ৰজ্ঞয়োঃ অন্তৰং [ক্ষেত্ৰ আৰু ক্ষেত্ৰজ্ঞৰ প্ৰভেদ] ভূত

প্ৰকৃতি মোক্ষং চ [আৰু প্ৰাণীৰ প্ৰকৃতিৰ বন্ধনৰ পৰা মোক্ষপ্ৰাপ্তি] জ্ঞান চক্ষুষা বিদুঃ [জ্ঞান চক্ষুৰে জানে] তে [তেওঁবিলাকে] পৰং যান্তি [পৰম পদ লাভ কৰে] ।। ৩৫

৩৫। ভাঙনি—এইদৰে, ক্ষেত্ৰ-ক্ষেত্ৰজ্ঞৰ প্ৰভেদ যি জ্ঞান চকুৰে দেখে আৰু বুজে যে কেনেকৈ মানুহ অপৰা প্ৰকৃতিৰ বন্ধনৰ পৰা মুক্ত হব পাৰে, তেওঁ পৰম পদ লাভ কৰে ।। ৩৫

# চতুৰ্দ্দশোঽধ্যায়ঃ

## গুণত্ৰয়বিভাগযোগঃ

ত্ৰয়োদশ অধ্যাযত জীৱাত্মা আৰু পৰমাত্মাৰ প্ৰভেদ দেখুৱাই কলে যে জীৱাত্মা প্ৰকৃতিস্থ হৈ, প্ৰকৃতিক ভোগ কৰিবলৈ গৈ, বন্ধ হয ; অল্প-দৃষ্টি-যুক্ত হয। পৰমাত্মাই ভোগ কৰিও বন্ধ নহয় ; তেওঁ সৰ্ব্বদৃষ্টি সম্পন্ন সমষ্টি দ্ৰষ্টা। তেন্তে এতিয়া প্ৰশ্ন হ'ল যে জীৱাত্মা বন্ধ হয় কিয় ? বা "বন্ধ হলোঁ" বুলি জীৱাত্মাই অনুভব কৰে কিয ?

ইয়াৰ উত্তৰত এতিয়া কব যে এইটো আচলতে জীৱাত্মাৰ আত্ম-বিস্মৃতি। জীৱই নিজে নিজক প্ৰকৃতিৰ গুণবোৰৰ লগত একে বুলি ভাবে (অৰ্থাৎ নিজৰ সংস্কাৰটোক আত্মা বুলি ভাবে) আৰু দেহৰ জন্ম, মৃত্যু, সুখ, দুখকে নিজৰ জন্ম, মৃত্যু, সুখ-দুখ বুলি ভাবে। এইদৰে জীৱ সত্ত্বৰজস্তমো গুণৰ পৰা উৎপন্ন হোৱা ভাববোৰৰ দ্বাৰা মুগ্ধ হয়।

এই অধ্যায়ত আৰু ১৫শ অধ্যায়ত গীতাই কব যে প্ৰকৃতিৰ সকলো ক্ৰিযাৰ মূলত ঈশ্বৰ , প্ৰকৃতি ঈশ্বৰৰ শক্তি ; শক্তি আৰু শক্তিমানৰ প্ৰভেদ নাই ; প্ৰকৃতি আৰু পুৰুষৰো প্ৰভেদ নাই। নিৰাশ্ৰয় শক্তি থাকিব নোৱাৰে। গীতাই আৰু ক'ব যে প্ৰকৃতি-পুৰুষৰ অভেদ জ্ঞানেই শ্ৰেষ্ঠ জ্ঞান। এই বিষয়ে শ্ৰীৰামকৃষ্ণ পৰমহংসই কৈছে—"বেদে তাঁকে নির্গুণও বলেছে, সগুণও বলেছে। তিনিই জীব জগৎ হয়েছেন, চতুর্বিংশতি তত্ত্ব হয়েছেন। যখন নিষ্ক্রিয়, তাঁকে ব্রহ্ম বলি। যখন সৃষ্টি করেছেন, পালন করেছেন, সংহার করেছেন, তাঁকে তখন শক্তি বলি"।

"কালীই ব্রহ্ম, ব্রহ্মাই কালী—একই বস্তু। যিনি পুরুষ, তিনিই প্রকৃতি। আমরা তাঁকেই মা জগদম্বা বলি। ব্রহ্ম আর শক্তি অভেদ। জল স্থির থাকিলেও জল, হেল্লে দুল্লেও জল। হেলা-দোলা থেমে গেলেও সেই জল।"

শ্ৰীৰামকৃষ্ণ পৰমহংসৰ দৃষ্টান্তটি বেদান্তৰ দৃষ্টান্ত। ইয়াক সমুদ্ৰ-যাত্ৰী সকলে অতি সহজে বুজিব। তেওঁবিলাকে জানে যে জাহাজৰ ওপৰৰ পৰা সাগৰৰ পানী দেখা নেযায়—কিবা যেন এটা পৃথক্ বস্তু সাগৰৰ ওপৰে বাগৰি গৈছে। বাস্তৱিক, গণিত শাস্ত্ৰতো (Hydro-dynamic Theory of the Ocean) ঢৌবোৰক পানীৰ পৰা পৃথক্ অস্তিত্বশীল পদাৰ্থ বুলি ধৰি সিহঁতৰ (waves আৰু wavegroups ৰ) গতি গণনা কৰা হয়। সেইদৰেই সমুদ্ৰ যাত্ৰীৰ মানতো এই ঢৌবোৰ যেন পানী নহয়—সিহঁতৰ যেন পৃথক অস্তিত্ব আছে। তেওঁবিলাকৰ চকুত সাগৰখন এইদৰেই প্ৰতীয়মান হয়।

সাগৰৰ পানী আৰু সাগৰৰ ঢৌৰ সম্পৰ্কে জাহাজ-যাত্ৰীৰ যি ভ্ৰম, জগৎ আৰু ব্ৰহ্মৰ সম্পৰ্কেও আমাৰ ঠিক একে ৰকমৰ ভ্ৰম। আমিও ঢৌবোৰক, অৰ্থাৎ দৃশ্য বস্তুবোৰক, ব্ৰহ্মৰ পৰা পৃথক বুলি ভাবি সেইবোৰক পৰ্য্যবেক্ষণ কৰি আমাৰ নৈসৰ্গিক নিয়মবোৰ Physical Laws বা Laws of Nature) আবিষ্কাৰ কৰিছো আৰু শক্তি (energy) বুলি এটা পৃথক পদাৰ্থ আছে বুলি বুজিছো। আমি ভাবিছো যে আমি যি আবিষ্কাৰ কৰিছো, সেয়ে সকলো, তাৰ ওপৰত আৰু সত্য নাই। গীতাই এতিয়া ১৪—১৫ অধ্যায়ত আমাৰ ভ্ৰম দেখুৱাই দিছে। গীতাই ক'ব যে প্ৰকৃতিৰ সকলো কাৰ্য্য ঈশ্বৰৰ হে কাৰ্য্য। ঈশ্বৰ আৰু তেওঁৰ শক্তি প্ৰকৃতি, পৃথক্ বস্তু নহয়। প্ৰথমতে ১৪ শ অধ্যায়ত ক'ব যে জগতত প্ৰকৃতিৰ গুণৰ বাহিৰে আৰু কোনো কৰ্ত্তা নাই। জগতৰ সকলো কাৰ্য্য গুণৰ কাৰ্য্য (১৯ শ শ্লোক)। ওপৰতো ঠিক এই কথাকেই কৈ আহিছে, (৩য় অধ্যায় ২৮ শ্লোক)। আকৌ

তাৰ পাছত ১৫ শ অধ্যায়ত কব যে ঈশ্বৰৰ বাহিৰে আৰু কোনো কৰ্ত্তা নাই। সকলো কৰ্ম্মৰ কৰ্ত্তা ঈশ্বৰ (১৫।১২—১৫)। লোকমান্য তিলকৰ কথাৰে ক'বলৈ হলে প্ৰথমটি সাংখ্য-দৃষ্টি, দ্বিতীয়টি বেদান্ত-দৃষ্টি।

বৈজ্ঞানিক ভাষাত, প্ৰথমটি দেখা সত্য (Phenomenon) দ্বিতীয়টি নেদেখা সত্য (noumenon)। ইযাত পাঠকসকলে সদায় মনত ৰাখিব যে আগধৰি প্ৰথমটি দৃষ্টিৰে জগতৰ স্বৰূপটি নুবুজিলে,দ্বিতীয়টি দৃষ্টিৰে বুজা অসম্ভৱ। আমাক যদি কোনোবাই কয় যে এই জগতত ব্ৰহ্মৰ বাহিৰে একো নাই, তেন্তে আমি প্ৰথমতে বিবুদ্ধি হম, কিন্তু তাকে নকৰি, যদি আমাক গুৰিৰেপৰা আৰম্ভ কৰি আণৱিকবাদত (Quantum Theory) উপস্থিত কৰায়, তেন্তে কথাটো ধাৰণা কৰা সহজ হৈ পৰে।

প্ৰথমতে আমি যদি বুজো যে জগতত শক্তিৰ বাহিৰে একো নাই (এয়ে আণৱিকবাদৰ প্ৰত্যক্ষ পৰীক্ষাসিদ্ধ সত্য) আৰু যদি তাৰ পাছত বুজো যে সেই শক্তিও ঈশ্বৰৰ হে শক্তি, তেন্তে গীতাৰ কথাটো পৰিষ্কাৰ বুজো।

শ্ৰীভগবানুবাচ

**পৰং ভূয়ঃ প্ৰবক্ষ্যামি জ্ঞানানাং জ্ঞানমুত্তমম্।**
**যজ্জ্ঞাত্বা মুনয়ঃ সৰ্ব্বে পৰাং সিদ্ধিমিতোগতাঃ।।১**
**ইদং জ্ঞানমুপাশ্ৰিত্য মম সাধৰ্ম্ম্যমাগতাঃ।**
**সৰ্গেঽপি নোপজায়ন্তে প্ৰলয়ে ন ব্যথন্তি চ।।২**

১—২। অন্বয়—শ্ৰীভগবান্ উবাচ। জ্ঞানানাং পৰম্ উত্তমং জ্ঞানং [সকলো জ্ঞানৰ ভিতৰৰ শ্ৰেষ্ঠ উত্তম জ্ঞান] ভূয়ঃ প্ৰবক্ষ্যামি [মই আকৌ (তোমাক) কওঁ] যৎ জ্ঞাত্বা [যি জ্ঞান লাভ কৰি] সৰ্ব্বে মুনয়ঃ [মুনি সৱে] ইতঃ [এই সংসাৰৰ পৰা] পৰাং সিদ্ধিং গতাঃ [পৰম সিদ্ধি লাভ কৰিছিল]। ইদং জ্ঞানম্ উপাশ্ৰিত্য [এই জ্ঞান আশ্ৰয় কৰি] মম সাধৰ্ম্ম্যম্ আগতাঃ [মোৰ সাদৃশ্য লাভ কৰা সকলে] সৰ্গে অপি ন উপজায়ন্তে [সৃষ্টি কালতো পুনৰ্জ্জন্ম লাভ নকৰে] প্ৰলয়ে চ ন ব্যথন্তি [প্ৰলয় কালতো ব্যথিত নহয়]।।১—২

১—২। ভাঙনি—সকলো জ্ঞানতকৈ শ্ৰেষ্ঠ জ্ঞান (প্ৰকৃতিৰ স্বৰূপ কি—এই জ্ঞান) মই আকৌ তোমাক কওঁ, যি জ্ঞান লাভ কৰি মুনিসৱে এই সংসাৰ বন্ধনৰ পৰা মুক্ত হৈ পৰম সিদ্ধি লাভ কৰে। এই জ্ঞান আশ্ৰয় কৰি জীৱ মোৰ সম-ধৰ্ম্মী হয়। এনে জীৱৰ সৃষ্টি কালতো জন্ম নহয়, প্ৰলয়তো ব্যথা নহয়।।১—২

**মম যোনিৰ্ম্মহদ্ব্ৰহ্ম তস্মিন্ গৰ্ভং দধাম্যহম্।**
**সম্ভৱঃ সৰ্ব্বভূতানাং ততো ভৱতি ভাৰত।।৩**
**সৰ্ব্বযোনিষু কৌন্তেয় মূৰ্ত্তয়ঃ সম্ভৱন্তি যাঃ।**
**তাসাং ব্ৰহ্ম মহদ্‌যোনিৰহং বীজপ্ৰদঃ পিতা।।৪**

৩—৪। অন্বয়—ভাৰত [হে অৰ্জ্জুন] মহৎ ব্ৰহ্ম [প্ৰকৃতি] মম [মোৰ] যোনিঃ [গৰ্ভধান স্থান], তস্মিন্ [সেই যোনিত] অহং গৰ্ভং দধামি [মই গৰ্ভসঞ্চাৰ কৰোঁ]; ততঃ [তাৰপৰাই] সৰ্ব্বভূতানাং সম্ভৱঃ ভৱতি [সকলো প্ৰাণীৰ উৎপত্তি হয়।]

কৌন্তেয় [হে অৰ্জ্জুন] সৰ্ব্ব যোনিষু যাঃ মূৰ্ত্তয়ঃ সম্ভৱন্তি [সকলো যোনিত যিবোৰ মূৰ্ত্তি উৎপন্ন হয়] তাসাং [সেই সকলোবোৰৰ] মহৎ ব্ৰহ্ম যোনিঃ [প্ৰকৃতি গৰ্ভধান স্থান] অহং বীজপ্ৰদঃ পিতা [মই বীজপ্ৰদ পিতা]।। ৩—৪

৩—৪। অৰ্জ্জুন, শুনা, মোৰ শক্তি প্ৰকৃতি, মোৰ গৰ্ভাধান স্থান, য'ত মই গৰ্ভসঞ্চাৰ কৰোঁ। সকলো পদাৰ্থৰ এইদৰেই (মোৰ শক্তিৰ পৰা) উৎপত্তি হয়। সংসাৰত যিমানবোৰ পদাথ আছে, প্ৰকৃতি সকলোৰে মাতৃস্বৰূপা আৰু মই পিতৃ স্বৰূপ।। ৩—৪

[আগৰ দিনৰ প্ৰায় মানুহে এইদৰে ৰূপক অলঙ্কাৰ দি হে ভাব প্ৰকাশ কৰিছিল। এয়ে পুৰাণৰ ভাষা। সৃষ্টি-কৰ্ত্তা ঈশ্বৰক পুৰুষ আৰু তেওঁৰ শক্তি প্ৰকৃতিক তেওঁৰ ভাৰ্য্যা বুলি বৰ্ণনা কৰিছিল। এইদৰে সেই কালৰ মানুহে বুজিবলৈকো সহজ পাইছিল আৰু ভুলো নকৰিছিল। কাৰণ তেওঁবিলাকে জানিছিল আৰু বুজিছিল যে প্ৰকৃতি শক্তিহে—তাৰ বাহিৰে, কোনো বাস্তৱ পদাৰ্থ বা স্ত্ৰী নহয়। আজি কালি আমাৰ কিন্তু ভুল হবও পাৰে (আৰু হৈছেও) কাৰণ আমি নুবুজোঁ যে পুৰুষ আৰু প্ৰকৃতি অভেদ। এইদৰে নুবুজি, মানুহে ভাবিবও পাৰে (আৰু বহুতে ভাবেও) যে সঁচাকৈয়ে প্ৰকৃতি এজনী ঈশ্বৰৰ প্ৰতিদ্বন্দ্বী স্ত্ৰী। গীতাই এনে অৰ্থত ওপৰৰ শ্লোক দুটি দিয়া নাই। গীতাই এইমাত্ৰ কৈছে যে ঈশ্বৰ আৰু তেওঁৰ শক্তি (প্ৰকৃতি) দুয়ো নহলে জগৎ প্ৰকাশ হব নোৱাৰে। প্ৰকৃতি যে শক্তি হে, তাৰ বাহিৰে একো নহয়—এই সামান্য কথাটো নুবুজা বাবেই যতমানে গণ্ডগোল।]

**সত্ত্বং ৰজস্তম ইতি গুণাঃ প্ৰকৃতিসম্ভবাঃ।**
**নিবধ্নন্তি মহাবাহো দেহে দেহিনমব্যয়ম্ ॥৫**

৫। অন্বয়—মহাবাহো [হে অৰ্জ্জুন] প্ৰকৃতি সম্ভবাঃ [প্ৰকৃতিৰ পৰা উৎপন্ন হোৱা] সত্ত্বং ৰজঃ তমঃ ইতি গুণাঃ [সত্ত্ব ৰজঃ আৰু তমঃ—এই তিনি গুণে] অব্যয়ং দেহিনং [দেহধাৰী অব্যয়ী আত্মাক] দেহে নিবধ্নন্তি [দেহত আৱদ্ধ কৰে] ॥ ৫

৫। ভাঙনি—অৰ্জ্জুন, প্ৰকৃতিজাত সত্ত্বৰজস্তমো গুণে অব্যয় আত্মাক দেহত আবদ্ধ কৰে। (সেই বাবে জীৱৰ নানা ৰকম সুখ-দুখৰ ভাব হয়) ॥ ৫

[এতিয়া ইয়াৰ পাছত গীতাই (গুণবোৰৰ কথা কব। শক্তিৰ তিনি ৰকম ক্ৰিয়াই (modes of Nature) সত্ত্ব, ৰজঃ আৰু তমঃ গুণ। এই ক্ৰিয়াৰ দ্বাৰাই বহিৰ্জ্জগতত যেনেকৈ সকলো বস্তুৰ উৎপত্তি হয়, অন্তৰ্জ্জগততো সকলো ভাৱৰ উৎপত্তি হয়। এইবোৰ কথা আমি পাতনিত কৈ আহিছো। তাকে এতিয়া গীতাই সংক্ষেপে ক'ব।।

**তত্ৰ সত্ত্বং নিৰ্ম্মলত্বাৎ প্ৰকাশকমনাময়ম্।**
**সুখসঙ্গেন বধ্নাতি জ্ঞানসঙ্গেন চানঘ ॥ ৬**

৬। অন্বয়—অনঘ [হে নিষ্পাপ অৰ্জ্জুন] তত্ৰ [এই তিনি গুণৰ ভিতৰত] নিৰ্ম্মলত্বাৎ [নিৰ্ম্মল বাবে] প্ৰকাশকম্ [প্ৰকাশক] অনাময়ং [দুঃখ ৰহিত] সত্ত্বং [সত্ত্বগুণে] সুখসঙ্গেন, জ্ঞানসঙ্গেন চ [সুখ আৰু জ্ঞানৰ লগত যুক্ত কৰি] বধ্নাতি [(দেহীক)দেহৰ লগত আৱদ্ধ কৰে] ॥ ৬

৬। ভাঙনি—সত্ত্ব-গুণ-প্ৰকাশক আৰু সেইবাবে সুখদায়ক আৰু জ্ঞানাত্মক (পাতনি চাওক)। সেইগুণে সত্ত্ব-গুণৰ বন্ধন সুখদায়ক আৰু জ্ঞানাত্মক ॥ ৬

[মন কৰিব লগীয়া কথা এই যে সত্ত্বগুণে যেনেকৈ বন্ধন কৰে, ই দুটা গুণেও সেইদৰেই কৰে। সত্ত্বগুণে সাত্ত্বিক বাসনা আৰু তমো বা ৰজোগুণে তামসিক বা ৰাজসিক বাসনাৰ দ্বাৰা বন্ধন কৰে।]

**ৰজো ৰাগাত্মকং বিদ্ধি তৃষ্ণাসঙ্গসমুদ্ভবম্।**
**তন্নিবধ্নাতি কৌন্তেয় কৰ্ম্মসঙ্গেন দেহিনম্ ॥ ৭**

৭। অন্বয়—কৌন্তেয় [হে অৰ্জ্জুন] ৰজঃ ৰাগাত্মকং [ৰজোগুণ ৰাগাত্মক—অৰ্থাৎ ই বিষয়ৰ প্ৰতি আসক্তি জন্মায়] তৃষ্ণাসঙ্গ সমুদ্ভবম্ বিদ্ধি [তৃষ্ণা (বিষয়লিপ্সা) আৰু আসঙ্গ (প্ৰাপ্ত বিষয়ৰ প্ৰতি অনুৰাগ)—এই দুটাৰ পৰা উৎপন্ন হৈছে বুলি জানিবা]; তৎ [সেই ৰজো গুণে] দেহিনং [দেহী-আত্মাৰ] কৰ্ম্ম সঙ্গেন [কৰ্ম্মত আসক্ত কৰি] নিবধ্নাতি [বন্ধন কৰে] ॥৭

৭। ভাঙনি—জানা অৰ্জ্জুন, ৰজোগুণ ৰাগাত্মক—অৰ্থাৎ ই মানুহক বিষয়ত আসক্ত কৰে। এই ৰজোগুণ বিষয় লিপ্সা আৰু বিষয়ানুৰাগৰ কাৰণ। ই জীৱক কৰ্ম্মত আসক্ত কৰি বন্ধন কৰে ॥ ৭

[ৰজোগুণ ক্ৰিয়াশীল আৰু সেইবাবে সকলো বাসনাৰ উদ্ৰেক কৰে। (পাতনি)]।

**তমস্ত্বজ্ঞানজং বিদ্ধি মোহনং সৰ্ব্বদেহিনাম্।**
**প্ৰমাদালস্যনিদ্ৰাভিস্তন্নিবধ্নাতি ভাৰত ॥ ৮**

৮। অন্বয়—ভাৰত [হে অৰ্জ্জুন] তমঃ তু [তমোগুণ] অজ্ঞানজং [অজ্ঞানৰ পৰা উৎপন্ন] সৰ্ব্ব দেহিনাং মোহনং [সকলো জীৱৰ মোহ উৎপাদক] বিদ্ধি [জানিবা], তৎ [এই তমোগুণে] প্ৰমাদ আলস্য নিদ্ৰাভিঃ নিবধ্নাতি [প্ৰমাদ, আলস্য আৰু নিদ্ৰাৰ দ্বাৰা জীৱক আৱদ্ধ কৰে] ॥ ৮

৮। ভাঙনি—জানা অৰ্জ্জুন, তমোগুণ অজ্ঞানৰপৰা হয়। ই জীৱৰ মোহ উৎপাদন কৰে আৰু প্ৰমাদ (কৰ্ত্তব্যৰ বিস্মৃতি) আলস্য আৰু নিদ্ৰাৰ দ্বাৰা জীৱক আৱদ্ধ কৰে ॥ ৮

[তমোগুণ অৱবোধক, সেইগুণে মোহাত্মক (পাতনি চাওক)]।

**সত্ত্বং সুখে সঞ্জয়তি ৰজঃ কৰ্ম্মাণি ভাৰত।**
**জ্ঞানমাবৃত্য তু তমঃ প্ৰমাদে সঞ্জয়ত্যুত ॥ ৯**

৯। অন্বয়—ভাৰত [হে অৰ্জ্জুন] সত্ত্বং সুখে সঞ্জয়তি [সত্ত্বগুণে জীৱক সুখত আসক্ত কৰি পৰাজয় কৰে—অৰ্থাৎ মুগ্ধ কৰে] ৰজঃ কৰ্ম্মাণি [ৰজোগুণে জীৱক কৰ্ম্মত আসক্ত কৰি মুগ্ধ কৰে]; তমঃ তু জ্ঞানম্ আবৃত্য প্ৰমাদে সঞ্জয়তি উত [তমোগুণে জ্ঞান আবৃত কৰি জীৱক ভ্ৰান্তি আৰু নিষ্ক্ৰিয়তাত নিমগ্ন কৰি পৰাজয় কৰে] ॥ ৯

৯। ভাঙনি—হে অৰ্জ্জুন, সত্ত্বগুণে জীৱক সুখত আসক্ত কৰি মুগ্ধ কৰে, ৰজোগুণে কৰ্ম্মত মুগ্ধ কৰে আৰু তমোগুণে জ্ঞান অৱৰোধ কৰি জীৱক ভ্ৰান্তি আৰু নিষ্ক্ৰিয়তাত পেলাই বিমূঢ় কৰে ॥ ৯

**ৰজস্তমশ্চাভিভূয় সত্ত্বং ভৱতি ভাৰত।**
**ৰজঃ সত্ত্বং তমশ্চৈব তমঃ সত্ত্বং ৰজস্তথা ॥ ১০**

১০। অন্বয়—ভাৰত [হে অৰ্জ্জুন] সত্ত্বং ৰজঃ চ তমঃ অভিভূয় ভৱতি [সত্ত্বগুণে ৰজঃ আৰু তমোগুণক অভিভূত কৰি (কেতিয়াবা) প্ৰবল হয়]; ৰজঃ সত্ত্বং চ তমঃ চ

[(কেতিয়াবা আকৌ) সত্ত্ব আৰু তমোগুণক অভিভূত কৰি ৰজোগুণ প্ৰবল হয়]; তথা তমঃ সত্ত্বং ৰজঃ এব [সেইদৰে আকৌ) সত্ত্ব আৰু ৰজোগুণক অভিভূত কৰি তমোগুণ প্ৰবল হয়]॥ ১০

১০। ভাঙনি—গুণবোৰ কোনো বাস্তৱ পদাৰ্থ নহয়। আমি ওপৰত কৈ আহিছো যে ইইঁত একে শক্তিৰে তিনি বিধ ক্ৰিয়া মাত্ৰ, যথা, প্ৰকাশ, ক্ৰিয়া আৰু প্ৰতিক্ৰিয়া। এই তিনি ৰকমৰ যেই সেই এবিধ ক্ৰিয়া বাহ্য-বস্তুত বা অন্তঃকৰণত সদায় হৈ আছে। সাংখ্য-দৰ্শনত আছে—"পৰিণামস্বভাবা হি গুণা নাপৰিণম্য ক্ষণমবতিষ্ঠন্তে"। আমি পাতনিত দৃষ্টান্ত দি কৈ আহিছো যে একেলগে তিনি ৰকমৰ ক্ৰিয়া নহয়, কিন্তু এবিধ নহয় এবিধ ক্ৰিয়া সদায় আছে। গীতাই এতিয়া এই শ্লোকত কৈছে যে সত্ত্বগুণে কাৰ্য্য কৰা সময়ত ৰজঃ আৰু তমোগুণ ক্ষান্ত থাকে। ৰজোগুণে ক্ৰিয়া কৰা ক্ষণত ই দুটা গুণ ক্ষান্ত থাকে, তমোগুণে কাৰ্য্য কৰিলে সত্ত্ব আৰু ৰজঃ ক্ষান্ত থাকে। সাংখ্যই স্পষ্টকৈ কৈছে যে গুণ মানেই ত্ৰিগুণ। এটা গুণ অকলৈ নেথাকে। শক্তিৰ অভিব্যক্তি হবলৈ হলেই যথাক্ৰমে তিনি ৰকমৰ ক্ৰিয়া হব লাগিব। এইবোৰ কথা বুজিবলৈ অতি সহজ হয়, যদি আমি আগধৰি গতি-বিদ্যাৰ (dynamics) নিউটনৰ নিয়ম (Newton's three Laws of motion) বুজোঁ॥ ১০

**সৰ্ব্বদ্বাৰেষু দেহেঽস্মিন্ প্ৰকাশ উপজায়তে।**
**জ্ঞানং যদা তদা বিদ্যাদ্বিবৃদ্ধং সত্ত্বমিত্যুত॥ ১১**

১১। অন্বয়—যদা [যেতিয়া] অস্মিন্ দেহে সৰ্ব্বদ্বাৰেষু [এই দেহৰ সকলো দুৱাৰত—অৰ্থাৎ সকলো ইন্দ্ৰিয়ত] জ্ঞানং [জ্ঞান স্বৰূপ] প্ৰকাশঃ উপজায়তে [প্ৰকাশ ওলায়] তদা উত [তেতিয়াই] সত্ত্বং বিবৃদ্ধং ইতি বিদ্যাৎ [সত্ত্ব গুণৰ বিবৃদ্ধি হৈছে বুলি জানিবা]॥ ১১

১১। ভাঙনি—মানুহৰ যথাৰ্থ বিষয়-জ্ঞান কেতিয়া হয়? যেতিয়া বুদ্ধি সত্ত্বস্থ হয় অৰ্থাৎ বুদ্ধি প্ৰকাশ হয়। ("প্ৰকাশ" সত্ত্ব গুণৰ কাৰ্য্য)। ক্ৰিয়াশীল ৰজোগুণে নানা ৰকমৰ বাসনা দ্বাৰা চিত্ত-বিক্ষেপ জন্মালে বা অৱৰোধক তমোগুণে বুদ্ধিমোহ জন্মালে, মানুহৰ বুদ্ধিৰ বিপৰ্য্যয় হয়, এনে অৱস্থাত যথাৰ্থ বিষয়-জ্ঞান হব নোৱাৰে। সেইগুণে গীতাই এই শ্লোকত কৈছে—"যেতিয়া সকলো ইন্দ্ৰিয়ই নিজ নিজ বিষয়ৰ যথাৰ্থ জ্ঞান লাভ কৰিছে বুলি বুজা, তেতিয়াই বুজিবা যে বুদ্ধি সত্ত্বস্থ আছে, ৰজোগুণে বা তমোগুণে ক্ৰিয়া কৰা নাই, সত্ত্বগুণৰ বিবৃদ্ধি হৈছে"॥ ১১

**লোভঃ প্ৰবৃত্তিৰাৰম্ভঃ কৰ্ম্মণামশমঃ স্পৃহা।**
**ৰজস্যেতানি জায়ন্তে বিবৃদ্ধে ভৰতৰ্ষভ॥ ১২**

১২। অন্বয়—ভৰতৰ্ষভ [হে অৰ্জ্জুন] লোভঃ [লোভ] প্ৰবৃত্তিঃ [কৰ্ম্ম কৰিবৰ উদ্যম] কৰ্ম্মণাং আৰম্ভঃ [কৰ্ম্মৰ আৰম্ভ] অশমঃ [অশান্তি বা অস্থিৰতা] স্পৃহা [অপ্ৰাপ্ত বস্তু প্ৰাপ্তিৰ ইচ্ছা, বাসনা] এতানি [এইবোৰ] ৰজসি বিবৃদ্ধে জায়ন্তে [ৰজোগুণ বৃদ্ধি হলে উৎপন্ন হয়]॥ ১২

১২। ভাঙনি—জানা অৰ্জ্জুন, লোভ, প্ৰবৃত্তি, কৰ্ম্মাৰম্ভ অশান্তি, বাসনা—এইবোৰ ৰজোগুণৰ বৃদ্ধি হলে উৎপন্ন হয়॥ ১২

**অপ্ৰকাশোঽপ্ৰবৃত্তিশ্চ প্ৰমাদো মোহ এব চ।**
**তমস্যেতানি জায়ন্তে বিবৃদ্ধে কুৰুনন্দন॥ ১৩**

১৩। অন্বয়—কুৰুনন্দন [হে অৰ্জ্জুন] অপ্ৰকাশঃ [অজ্ঞান, অন্ধকাৰ] অপ্ৰবৃত্তিঃ চ [কাম কৰিবলৈ অনিচ্ছা] প্ৰমাদঃ [কৰ্ত্তব্যৰ বিস্মৃতি, অসাবধানতা] মোহঃ এব চ [আৰু মোহ বা ভ্ৰান্তি]—এতানি [এইবোৰ] তমসি বিবৃদ্ধে জায়ন্তে [তমোগুণৰ বৃদ্ধি হলে উৎপন্ন হয়]॥ ১৩

১৩। ভাঙনি—হে অৰ্জ্জুন, অজ্ঞান, এলাহ, বিস্মৃতি মোহ—এইবোৰ তমোগুণৰ বৃদ্ধি হলে হয়॥ ১৩

[এইবোৰ শ্লোকত গীতাই বুজাইছে যে অন্তঃকৰণৰ সকলো ভাব গুণৰ (অৰ্থাৎ প্ৰকৃতিৰ ক্ৰিয়াৰ) অধীন—নিয়মৰ অধীন। জীৱৰ অধীন নহয়। বহিৰ্জ্জগৎ যেনে স্বভাৱৰ কাৰ্য্য, অন্তৰ্জ্জগতো তেনে স্বভাৱৰ কাৰ্য্য।]

(তলৰ ১৯ শ্লোক চাওক)।

**যদা সত্ত্বে প্ৰবৃদ্ধে তু প্ৰলয়ং যাতি দেহভৃৎ।**
**তদোত্তমবিদাং লোকানমলান্ প্ৰতিপদ্যতে॥ ১৪**
**ৰজসি প্ৰলয়ং গত্বা কৰ্ম্মসঙ্গিষু জায়তে।**
**তথা প্ৰলীনস্তমসি মূঢ়যোনিষু জায়তে॥ ১৫**

১৪—১৫। অন্বয়—যদা তু [যেতিয়া] সত্ত্বে প্ৰবৃদ্ধে [সত্ত্ব গুণ বৃদ্ধি হলে] দেহভৃৎ [জীৱ] প্ৰলয়ং যাতি [মৃত্যু প্ৰাপ্ত হয়] তদা [তেতিয়া] উত্তমবিদাং [শ্ৰেষ্ঠ তত্ত্ব জ্ঞানীৰ] অমলান্ লোকান্ [নিৰ্ম্মল দিব্য লোক] প্ৰতিপদ্যতে [প্ৰাপ্ত হয়]। ৰজসি প্ৰলয়ং গত্বা [ৰজোগুণত মৃত্যু প্ৰাপ্ত হ'লে] কৰ্ম্ম সঙ্গিষু জায়তে [কৰ্ম্মাসক্ত মনুষ্যলোকত জন্ম গ্ৰহণ কৰে] তথা [আৰু] তমসি প্ৰলীনঃ [তমো গুণত মৃত্যু হলে] মূঢ় যোনিষু জায়তে [মূঢ় যোনিত জন্মে]॥ ১৪—১৫

১৪—১৫। ভাঙনি—সত্ত্বৰ বৃদ্ধিত মৃত্যু হলে ব্ৰহ্মবিদ্

সকলৰ দিব্য লোক, অৰ্থাৎ ব্ৰহ্মলোকলৈ গতি হয়। ৰজোগুণৰ বৃদ্ধিত মৃত্যু হলে, জীৱৰ মনুষ্য লোকত পুনৰ্জ্জন্ম হয়। তমোগুণৰ বৃদ্ধিত মৃত্যু হলে পশু যোনিত জন্ম হয়। (ওপৰৰ ৮।৫—৬ শ্লোক চাওক)।। ১৪—১৫

**কৰ্ম্মণঃ সুকৃতস্যাহুঃ সাত্ত্বিকং নিৰ্ম্মলং ফলম্।**
**ৰজসস্তু ফলং দুঃখমজ্ঞানং তমসঃ ফলম্ ।। ১৬**

১৬। অন্বয়—সুকৃতস্য কৰ্ম্মণঃ [পুণ্য কৰ্ম্মৰ, সাত্ত্বিক কৰ্ম্মৰ] নিৰ্ম্মলং সাত্ত্বিকং ফলং [নিৰ্ম্মল সাত্ত্বিক ফল—অৰ্থাৎ জ্ঞান আৰু সুখ] আহুঃ [(এই বুলি পণ্ডিতসকলে) কয়]। ৰজসঃ তু ফলং দুঃখং [ৰাজসিক কৰ্ম্মৰ ফল, দুখ] তমসঃ ফলং অজ্ঞানং [তামসিক কৰ্ম্মৰ ফল অজ্ঞান]।। ১৬

১৬। ভাঙনি—জ্ঞানীলোকে কয়, সাত্ত্বিক কৰ্ম্মৰ ফল জ্ঞান আৰু সুখ; ৰাজসিক কৰ্ম্মৰ ফল, দুখ আৰু তামসিক কৰ্ম্মৰ ফল অজ্ঞান।। ১৬

**সত্ত্বাৎ সঞ্জায়তে জ্ঞানং ৰজসো লোভ এব চ।**
**প্ৰমাদমোহৌ তমসো ভৱতোঽজ্ঞানমেব চ ।। ১৭**

১৭। অন্বয়—সত্ত্বাৎ সঞ্জায়তে জ্ঞানং [সত্ত্ব গুণৰ পৰা জ্ঞান উৎপন্ন হয়] ৰজসঃ লোভঃ এব চ [আৰু ৰজোগুণৰ পৰা লোভ] তমসঃ প্ৰমাদ মোহৌ ভৱতঃ [তমোগুণৰ পৰা প্ৰমাদ আৰু মোহ হয়] অজ্ঞানং এব চ [আৰু অজ্ঞানো]।। ১৭

১৭। ভাঙনি—সত্ত্ব গুণৰ পৰা জ্ঞান, ৰজোগুণৰ পৰা লোভ আৰু তমোগুণৰ পৰা প্ৰমাদ, মোহ আৰু অজ্ঞান উৎপন্ন হয়।। ১৭

**উৰ্দ্ধং গচ্ছন্তি সত্ত্বস্থা মধ্যে তিষ্ঠন্তি ৰাজসাঃ।**
**জঘন্যগুণবৃত্তিস্থা অধো গচ্ছন্তি তামসাঃ ।। ১৮**

১৮। অন্বয়—সত্ত্বস্থাঃ উৰ্দ্ধং গচ্ছন্তি [সত্ত্ব গুণত স্থিত মানুহ (মৃত্যুৰ পাছত) উৰ্দ্ধ লোকলৈ যায়] ৰাজসা মধ্যে তিষ্ঠন্তি [ৰজোগুণ প্ৰধান মধ্যস্থিত লোকত অৰ্থাৎ মনুষ্য লোকত থাকে] জঘন্য গুণ বৃত্তিস্থাঃ তামসাঃ অধঃ গচ্ছন্তি [তমোৰূপ জঘন্যগুণৰ বৃত্তিসম্পন্ন তামসিক জীৱৰ অধোগতি হয়]। (১৮ এই শ্লোকটি সাংখ্যৰ ৪৪ কাৰিকাৰ অনুৰূপ।)।।১৮

(ইয়াত "উৰ্দ্ধ" "মধ্য" আৰু 'অধঃ' স্থানবাচক শব্দ নহয়।)

১৮। ভাঙনি—সাত্ত্বিক সৱ উৰ্দ্ধলোকক যায়, ৰাজসিক সৱ মধ্যত থাকে, তামসিক সৱ নৰকক চলে।"—ভট্টদেৱ।।১৮

**নান্যং গুণেভ্যঃ কৰ্ত্তাৰং যদা দ্ৰষ্টানুপশ্যতি।**
**গুণেভ্যশ্চ পৰং বেত্তি মদ্ভাৱং সোঽধিগচ্ছতি ।। ১৯**

১৯। অন্বয়—যদা [যেতিয়া] দ্ৰষ্টা [দ্ৰষ্টা পুৰুষে] গুণেভ্যঃ অন্যং কৰ্ত্তাৰং ন অনুপশ্যতি [গুণৰ বাহিৰে আন কোনো কৰ্ত্তা (আছে বুলি) নেভাবে] গুণেভ্যঃ চ পৰং বেত্তি [আৰু গুণৰ ওপৰৰ আত্মাক জানে] তদা [তেতিয়া] সঃ [সেই পুৰুষে] মদ্ভাৱং অধিগচ্ছতি [মোৰ ভাবপ্ৰাপ্ত হয়]।। ১৯

১৯। ভাঙনি—যেতিয়া দ্ৰষ্টা পুৰুষে জানে যে গুণবোৰৰ বাহিৰে কোনো কৰ্ত্তা নাই—অৰ্থাৎ যেতিয়া পুৰুষে বুজে যে গুণবোৰেই হে সকলো কৰ্ম্মৰ কৰ্ত্তা আৰু তেওঁ নিজে কেৱল দ্ৰষ্টাহে,—আৰু তেওঁ যেতিয়া গুণৰ ওপৰত থকা আত্মাৰ তত্ত্ব জানে, তেতিয়া তেওঁ ব্ৰহ্মভাবাপন্ন হয়।। ১৯

**গুণানেতানতীত্য ত্ৰীন্ দেহী দেহসমুদ্ভৱান্।**
**জন্মমৃত্যু জৰাদুঃখৈৰ্বিমুক্তোঽমৃতমশ্নুতে।। ২০**

২০। অন্বয়—দেহী [জীৱই] দেহ সমুদ্ভৱান্ [দেহৰ পৰা উদ্ভৱ হোৱা] এতান্ ত্ৰীন্ গুণাণ্ অতীত্য [এই তিনি গুণ অতিক্ৰম কৰি], জন্ম-মৃত্যু জৰাদুঃখৈৰ্বিমুক্তঃ (জন্ম, মৃত্যু, জৰা স্বৰূপ দুখৰ পৰা মুক্ত হৈ] অমৃতম্ অশ্নুতে [অমৃতত্ব ভোগ কৰে]।। ২০

২০। ভাঙনি—দেহৰ লগতে উৎপন্ন হোৱা এই তিনি গুণক অতিক্ৰম কৰি, জন্ম-মৃত্যু-জৰা স্বৰূপ দুখৰ পৰা মুক্ত হৈ, জীৱই অমৃতত্ব লাভ কৰে।। ২০

অৰ্জ্জুন উবাচ

**কৈৰ্লিঙ্গৈস্ত্ৰীন্ গুণানেতানতীতো ভৱতি প্ৰভো।**
**কিমাচাৰঃ কথং চৈতাংস্ত্ৰীন্ গুণানতিবৰ্ত্ততে ।। ২১**

২১। অন্বয়—অৰ্জ্জুনঃ উবাচ। প্ৰভো! কৈঃ লিঙ্গৈঃ [কি চিনৰ দ্বাৰা] এতান্ ত্ৰীন্ গুণান্ অতীতঃ ভৱতি [এই তিনিগুণৰ অতীত হয়]। কিম্ আচাৰঃ [(গুণাতীত পুৰুষৰ) কেনে আচৰণ?], কথং চ এতান্ ত্ৰীন্ গুণান্ অতি বৰ্ত্ততে [কেনেকৈ এই তিনি গুণ অতিক্ৰম কৰিব পাৰি?]।। ২১

২১। ভাঙনি—অৰ্জ্জুনে সুধিলে; হে প্ৰভো, কি কি লক্ষণ প্ৰকাশ হলে জীৱ গুণাতীত পুৰুষ হয়? গুণাতীতৰ আচৰণ কেনে? কেনেকৈ এই গুণাতীত অৱস্থা লাভ কৰিব পাৰি?।। ২১

[অৰ্জ্জুনৰ প্ৰথম দুটা প্ৰশ্নৰ উত্তৰ ২২—২৫ শ্লোকত দিছে। শেষৰ প্ৰশ্নৰ উত্তৰ ২৬ শ্লোকত দিছে।]

শ্ৰীভগবানুবাচ

**প্ৰকাশঞ্চ প্ৰবৃত্তিঞ্চ মোহমেব চ পাণ্ডৱ।**
**ন দ্বেষ্টি সংপ্ৰবৃত্তানি ন নিবৃত্তানি কাঙ্ক্ষতি॥ ২২**
**উদাসীনবদাসীনো গুণৈৰ্যো ন বিচাল্যতে।**
**গুণা বৰ্ত্তন্ত ইত্যেবং যোঽৱতিষ্ঠতি নেঙ্গতে॥ ২৩**
**সমদুঃখসুখঃ স্বস্থঃ সমলোষ্টাশ্মকাঞ্চনঃ।**
**তুল্যপ্ৰিয়াপ্ৰিয়ো ধীৰস্তুল্যনিন্দাত্মসংস্তুতিঃ॥ ২৪**
**মানাপমানয়োস্তুল্যস্তুল্যো মিত্ৰাৰিপক্ষয়োঃ।**
**সৰ্ব্বাৰম্ভপৰিত্যাগী গুণাতীতঃ স উচ্যতে॥ ২৫**

২২—২৫। অন্বয়—শ্ৰীগভবান্ উবাচ। পাণ্ডৱ [হে অৰ্জ্জুন] প্ৰকাশং চ [(সত্ত্ব গুণৰ কাৰ্য্য) জ্ঞানৰ প্ৰকাশ] প্ৰবৃত্তিং [(ৰজোগুণৰ কাৰ্য্য) কৰ্ম্ম প্ৰবৃত্তি] মোহম্ এব চ আৰু (তমোগুণৰ কাৰ্য্য) মোহ] সংপ্ৰবৃত্তানি [(এই জ্ঞান, প্ৰবৃত্তি, মোহ) উদয় হ'লে] যঃ [যি জনে] ন দ্বেষ্টি [দ্বেষ নকৰে] নিবৃত্তানি [(বা) নিবৃত্ত হলেও] ন কাঙ্ক্ষতি [আকাঙ্ক্ষা নকৰে]।

(২৩) উদাসীনবৎ [উদাসীনৰ দৰে] আসীনঃ [অৱস্থিত] গুণৈঃ ন বিচাল্যতে [গুণৰ দ্বাৰা বিচলিত নহয়] গুণাঃ বৰ্ত্তন্তে [গুণে গুণৰ কাম কৰিছে] ইতি এবং [এয়ে সত্য—এই বুলি জানি] যঃ অৱতিষ্ঠতি [যি স্থিৰভাবে থাকে] ন ইঙ্গতে [(আৰু) বিচলিত নহয়]।

(২৪) সমদুঃখসুখঃ [যি সুখ আৰু দুখত সমভাবাপন্ন] স্বস্থঃ [আত্ম-প্ৰতিষ্ঠিত] সমলোষ্টশ্মকাঞ্চন [মৃৎপিণ্ড, প্ৰস্তৰ আৰু সুৱৰ্ণত সমভাবাপন্ন] তুল্য প্ৰিয়া প্ৰিয়ঃ [প্ৰিয়-অপ্ৰিয়ত যাৰ তুল্য ভাব] ধীৰঃ [ধীৰ] তুল্য নিন্দাত্মসংস্তুতিঃ [নিজৰ নিন্দা বা স্তুতিত সমভাবাপন্ন]।

(২৫) মানাপমানয়োঃ তুল্যঃ [মান-অপমানত তুল্য জ্ঞানসম্পন্ন] মিত্ৰাৰিপক্ষয়োঃ তুল্যঃ [শত্ৰু-মিত্ৰ দুই পক্ষত তুল্যবুদ্ধি সম্পন্ন] সৰ্ব্বাৰম্ভ পৰিত্যাগী [সকলো (সকাম) কৰ্ম্ম পৰিত্যাগী], সঃ গুণাতীতঃ উচ্যতে [তেওঁক গুণাতীত বোলে]॥ ২২—২৫

২২—২৫। ভাঙনি—[ওপৰত অৰ্জ্জুনৰ প্ৰথম দুই প্ৰশ্নৰ উত্তৰ দিলে—গুণাতীত পুৰুষৰ লক্ষণ আৰু তেওঁৰ আচৰণ। ২য় অধ্যায়ত ঠিক এইবোৰেই স্থিত-প্ৰজ্ঞৰ লক্ষণ বুলি কোৱা হৈছে] ভগৱানে ক'লে,—

"হে অৰ্জ্জুন; জ্ঞানৰ প্ৰকাশ, বা কৰ্ম্মত প্ৰবৃত্তি বা মোহ—তিনিগুণৰ এই তিনি ব্যাপাৰত যাৰ কোনো দ্বেষ নাই আৰু সেইবোৰ নিবৃত্ত হলেও যাৰ কোনো এটাৰ বাবে আকাঙ্ক্ষা নাই, (২২) যি উদাসীনৰ দৰে থাকি গুণৰ দ্বাৰা বিচলিত নহয়, গুণে গুণৰ কাম কৰিছে বুলি জানি যি নিজে স্থিৰ হৈ থাকে, বিচলিত নহয়, (২৩) যি সুখ আৰু দুখত সমভাবাপন্ন, যি সদায় আত্মপ্ৰতিষ্ঠ, মাটি, সোণ, শিল যাৰ পক্ষে একে, প্ৰিয়-অপ্ৰিয় সকলোতে সমবুদ্ধি, যি সদায় ধীৰ, নিন্দা বা স্তুতি যাৰ পক্ষে একে, (২৪) যাৰ পক্ষে মান অপমান সমান, যাৰ মানত মিত্ৰ, শত্ৰু সকলো সমান, যি কোনো ফল লাভৰ নিমিত্তে কৰ্ম্ম নকৰে, তেওঁক "গুণাতীত পুৰুষ" বোলে॥ ২২—২৫

[১২ শ অধ্যায়ত এইবোৰকে ভক্তৰ লক্ষণ বুলিও কোৱা হৈছে। এই একে গুণাতীত অৱস্থা ভক্ত, জ্ঞানী আৰু কৰ্ম্মযোগী—সকলোৰে প্ৰাপ্য।]

**মাঞ্চ যোঽব্যভিচাৰেণ ভক্তিযোগেন সেৱতে**
**স গুণান্ সমতীত্যৈতান্ ব্ৰহ্মভূয়ায় কল্পতে॥ ২৬**

২৬। অন্বয়— যঃ চ মাম্ অব্যভিচাৰেণ ভক্তি যোগেন সেৱতে [যি ঐকান্তিক ভক্তি যোগেৰে মোৰ সেৱা কৰে] সঃ এতান্ গুণান্ সমতীত্য [তেওঁ এই গুণবোৰ অতিক্ৰম্ কৰি] ব্ৰহ্মভূযায কল্পতে [ব্ৰহ্ম-স্বৰূপতা লাভৰ যোগ্য হয়]॥ ২৬

২৬। ভাঙনি—যি ঐকান্তিক ভক্তিৰে মোৰ সেৱা কৰে তেওঁ এই গুণবোৰ অতিক্ৰম কৰি ব্ৰহ্মস্বৰূপতা লাভৰ যোগ্য হয়॥ ২৬ [এয়ে অৰ্জ্জুনৰ তৃতীয় প্ৰশ্নৰ উত্তৰ।]

**ব্ৰহ্মণো হি প্ৰতিষ্ঠাহমমৃতস্যাব্যয়স্য চ।**
**শাশ্বতস্য চ ধৰ্ম্মস্য সুখস্যৈকান্তিকস্য চ॥ ২৭**

ইতি শ্ৰীমহাভাৰতে শতসাহস্ৰ্যাং সংহিতায়াং বৈয়াসিক্যাং ভীষ্মপৰ্ব্বণি শ্ৰীমদ্ভগবদ্গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুনসংবাদে গুণত্ৰয় বিভাগ যোগো নাম চতুৰ্দ্দশোঽধ্যায়ঃ।

২৭। অন্বয়—হি [কাৰণ] অহং [মই] ব্ৰহ্মণঃ [ব্ৰহ্মৰ সগুণ ব্ৰহ্ম হিৰণ্যগৰ্ভৰ] প্ৰতিষ্ঠা [আশ্ৰয় স্থান] অব্যয়স্য অমৃতস্য চ [অব্যয় অবিনাশী পুৰুষৰো (মই আশ্ৰয় স্থান)] শাশ্বতস্য ধৰ্ম্মস্য চ [সনাতন ধৰ্ম্মৰো (মই আশ্ৰয় স্থান)] ঐকান্তিকস্য সুখস্য চ [ঐকান্তিক সুখ; অৰ্থাৎ মোক্ষৰো (মই আশ্ৰয়স্থান)]॥ ২৭

২৭। ভাঙনি—কাৰণ, মোতে হিৰণ্যগৰ্ভও প্ৰতিষ্ঠিত আছে; অব্যয় অমৃত যে পঞ্চবিংশতি তত্ত্বাত্মক পুৰুষ, সেই

পুৰুষো মোতে প্ৰতিষ্ঠিত, সনাতন ধৰ্ম্মৰো ময়ে আশ্ৰয়স্থান; ঐকান্তিক আনন্দ বা মোক্ষৰো ময়ে আশ্ৰয়স্থান। (আদি পুৰুষ হিৰণ্যগৰ্ভৰপৰা আৰম্ভ কৰি এই জগতত য'ত যি আছে, সকলো মোতে প্ৰতিষ্ঠিত)॥ ২৭

# পঞ্চদশোঽধ্যায়ঃ

## পুৰুষোত্তমযোগঃ

[এতিয়ালৈকে গীতাই জগতক সাংখ্য দৃষ্টিৰে চাই কলে যে ই এটা প্ৰকাণ্ড যন্ত্ৰ, য'ত সকলো কাৰ্য্য স্বভাৱতে আপোনা-আপুনি হৈ আছে। সকলোবোৰ কাৰ্য্য প্ৰকৃতিৰ "গুণে" কৰিছে। প্ৰকৃতিৰ (স্বভাৱ বা Nature) বশত অৱশ হৈ প্ৰাণীয়ে পৰস্পৰৰ দানৰ দ্বাৰা পৰস্পৰৰ বৃদ্ধি কৰিছে। ইয়াত প্ৰকৃতিৰ কাৰ্য্যৰ বাহিৰে আৰু একো নাই। ইযাৰ সকলো ঘটনা প্ৰকৃতিয়ে ঘটাইছে।

এতিয়া ১৫শ অধ্যায়ত গীতাই কব যে যিবোৰ কথা ওপৰত প্ৰকৃতিৰ কাৰ্য্য বুলি কোৱা হল সেই সকলোবোৰ আচলতে ঈশ্বৰৰহে কাৰ্য্য। তেওঁৰ বাহিৰে এই জগতত আৰু একো নাই। তেওঁ সকলো প্ৰাণীৰ হৃদিসন্নিবিষ্ট হৈ সকলো কৰ্ম্ম কৰাইছে; তেওঁ সকলোৰকমৰ ভাবৰ প্ৰেৰক; জগতৰ সকলো ঘটনা তেওঁ ঘটাইছে।

তেন্তে, ওপৰৰ ১—১৪ অধ্যায়ত, সকলো শ্লোকত যদি 'গুণ' বা 'প্ৰকৃতি' শব্দৰ সলনি আমি 'ঈশ্বৰ' শব্দটি ব্যৱহাৰ কৰোঁ, তেন্তে আমাৰ ভুলতো নহয়েই বৰং তেতিয়াহে আমি আচল সত্যটি বুজিম।* তেতিয়া বুজিম যে জগতক জগতৰ ভিতৰৰ পৰা চালে আমি ঈশ্বৰক নেদেখো—তেওঁৰ শক্তিৰ ক্ৰিয়া মাত্ৰ দেখো, যি ক্ৰিয়াক আমি 'গুণ', স্বভাৱ বা নৈসৰ্গিক নিয়ম বুলি ধৰি লৈ আমাৰ সকলো গণনা কৰোঁ। কিন্তু জগতক জগতৰ ওপৰৰ পৰা চালে আমি প্ৰকৃতিক নেদেখো। তেতিয়া আমি বুজিম যে তলৰ পৰা চাই যাক আমি প্ৰকৃতি (Nature বা energy) বুলিছিলো, ওপৰৰ পৰা চালে সেয়ে ঈশ্বৰ। এইবাবেই শ্ৰীৰামকৃষ্ণ পৰমহংসই কয় যে পুৰুষ-প্ৰকৃতি একেটা বস্তু—কেৱল আমাৰ দৃষ্টিৰ ভ্ৰম। এইদৰে বুজিব পাৰিলে আমাৰ পক্ষে আৰু "প্ৰকৃতি" নাই; "প্ৰকৃতি" শব্দটি আমাৰ অভিধানত নেথাকে।**এয়ে বেদান্ত। ঠিক এইবাবেই ব্ৰহ্মসূত্ৰত সাংখ্যৰ প্ৰকৃতিৰ নাম, "অনুমান"।

বেদান্তৰ দৃষ্টান্ত দি এই কথাটো বুজাবলৈ গীতাই এতিয়া হই জগতক এজোপা প্ৰকাণ্ড আঁহত গছ বুলি কল্পনা কৰিছে। এই দৃষ্টান্তটিও গীতাই কঠোপনিষদৰ পৰা লৈছে। যথা—

ঊৰ্দ্ধমূলোঽবাক্‌শাখ এষোঽশ্বত্থঃ সনাতনঃ।
তদেব শুক্ৰং তদ্‌ব্ৰহ্ম তদেবামৃতমুচ্যতে॥

সৰু গুটি এটাৰ পৰা যেনেকৈ প্ৰকাণ্ড আঁহত গছ এজোপা হৈ বাঢ়ি বাঢ়ি গ'ল, সেইদৰেই ব্ৰহ্মৰ পৰা জগৎ আৰু জীৱ প্ৰকাশ হল আৰু লগে লগে বহু হৈ পৰিল। একৰ পৰা বহু হ'ল; আকৌ সেই বহুবোৰেই এক।

গীতাই বিশেষকৈ এই অধ্যায়ত কৈছে যে বৈৰাগ্য নহলে এনে দিব্য জ্ঞান মানুহৰ হব নোৱাৰে।

"বৈৰাগ্য বিনে জ্ঞান ভক্তি দুয়ো নহে। এতেকে পঞ্চদশ অধ্যায়ত বৈৰাগ্যপূৰ্ব্বক জ্ঞান কহিবা।"—ভট্টদেৱ।

শ্ৰীভগবানুবাচ

**ঊৰ্দ্ধমূলমধঃশাখমশ্বত্থং প্ৰাহুৰব্যয়ম্।**
**ছন্দাংসি যস্য পৰ্ণানি যস্তং বেদ স বেদবিৎ॥ ১**

১। অন্বয়—শ্ৰীভগবান উবাচ! ঊৰ্দ্ধমূলম্ [ঊৰ্দ্ধলৈ মূল] অধঃ শাখম্ [তললৈ শাখা] (এনে সংসাৰৰূপ) অশ্বত্থম্

*ওপৰত ৩।১৫ শ্লোকৰ ভাষ্যনিত আমি কৈ আহিছো যে 'ব্ৰহ্ম' আৰু প্ৰকৃতি' বাস্তৱিক একাৰ্থক শব্দহে।

** আধুনিক পাশ্চাত্য বিজ্ঞানেও কয় যে বাস্তৱিক দিক্কালৰ ওপৰত শক্তি (energy) বুলি এটা পদাৰ্থ নাই। জগতক জগতৰ ভিতৰৰ পৰা পৰ্য্যবেক্ষণ কৰিলেহে শক্তিৰ অস্তিত্ব আছে যেন বোধ হয়। (বেদান্ত দৰ্শনৰ পাতনি চাওক)।

[আঁহত গছজোপাক] অব্যয়ং প্ৰাহুঃ [অব্যয় বুলি (শ্ৰুতিয়ে) কৈছে] ছন্দাংসি [বেদবোৰ] যস্য [যি জোপা গছৰ] পৰ্ণানি [পাত] ; তং যঃ বেদ সং বেদবিৎ সেই গছজোপাক যি জানে তেওঁ বেদজ্ঞ] ॥ ১

১। ভাঙনি—শ্ৰুতিয়ে কৈছে যে এই সংসাৰখন যেন এজোপা আঁহত গছ, যাৰ মূল ওপৰলৈ আৰু শাখাবোৰ তললৈ। ই অনাদি, ই চিৰকাল থাকিব। বেদবোৰ ইয়াৰ পাত। এইবোৰ কথা যি প্ৰকৃতৰূপে বুজে তেওঁ বেদজ্ঞ ॥ ১

[পৰ-ব্ৰহ্মৰ পৰা জগতৰ উৎপত্তি—সেইগুণে ই ঊৰ্দ্ধমূল বৃক্ষ। সংসাৰ অনাদি, ই সদায় ব্ৰহ্মত প্ৰতিষ্ঠিত, সেইগুণে ই অব্যয়। গছৰ পাতৰ তলত মানুহে আশ্ৰয় লয়; ছাঁ পায়, বেদ সকলোৰে আশ্ৰয়, সকলোৰে সুখপ্ৰদ, সেইবাবে বেদবোৰ সংসাৰ-বৃক্ষৰ পাত।]

**অধশ্চোৰ্দ্ধং প্ৰসৃতাস্তস্য শাখা।**
**গুণপ্ৰবৃদ্ধা বিষয়প্ৰবালাঃ ॥**
**অধশ্চ মূল্যান্যনুসন্ততানি।**
**কৰ্ম্মানুবন্ধীনি মনুষ্য লোকে ॥ ২**

২। অন্বয়—তস্য [এই সংসাৰ-বৃক্ষৰ] গুণপ্ৰবৃদ্ধাঃ [গুণৰদ্বাৰা বৃদ্ধি প্ৰাপ্ত] বিষয় প্ৰবালাঃ [বিষয়ৰূপ পল্লৱ যুক্ত] শাখাঃ [শাখাবোৰ] অধঃ ঊৰ্দ্ধং চ প্ৰসৃতাঃ [তললৈ আৰু ওপৰলৈ বিস্তৃত]; কৰ্ম্মানুবন্ধীণি মূলানি [ধৰ্ম্মাধৰ্ম্ম-কৰ্ম্মৰ প্ৰৱৰ্ত্তক মূল—অৰ্থাৎ বাসনাবোৰ] অধঃ চ মনুষ্যলোকে অনুসন্ততানি [তললৈ মনুষ্যলোকলৈ বিস্তৃত আছে] ॥ ২

২। ভাঙনি—এই সংসাৰ-বৃক্ষৰ ডালবোৰ গুণৰদ্বাৰা বৃদ্ধপ্ৰাপ্ত হৈ আৰু বিষয়ৰূপ পল্লৱদ্বাৰা সুশোভিত হৈ, ঊৰ্দ্ধত (ব্ৰহ্মলোক পৰ্য্যন্ত) আৰু নিম্নত (মনুষ্যলোক পৰ্য্যন্ত) বিস্তৃত ; ধৰ্ম্মাধৰ্ম্ম কৰ্ম্মৰ প্ৰৱৰ্ত্তক মূলবোৰ অৰ্থাৎ বাসনাবোৰ মনুষ্যলোকত অনুপ্ৰবিষ্ট হৈ বিস্তৃত ॥ ২

**ন ৰূপমস্যেহ তথোপলভ্যতে**
**নান্তো ন চাদিন চ সংপ্ৰতিষ্ঠা।**
**অশ্বত্থমেনং সুবিৰূঢ়মূল**
**মসঙ্গশস্ত্ৰেণ দৃঢ়েন ছিত্ত্বা ॥ ৩**
**ততঃ পদং তৎ পৰিমাৰ্গিতব্যং**
**যস্মিন্ গতা ন নিবৰ্ত্তন্তি ভূয়ঃ।**
**তমেব চাদ্য পুৰুষং প্ৰপদ্যে**
**যতঃ প্ৰবৃত্তিঃ প্ৰসৃতা পুৰাণী ॥৪**

৩—৪। অন্বয়—ইহ [ইহ লোকত] অস্য [এই সংসাৰ-বৃক্ষৰ] ৰূপং ন উপলভ্যতে [আচল স্বৰূপ মানুহে উপলব্ধি কৰিব নোৱাৰে] তথা, ন অন্তঃ ন চ আদিঃ ন চ সং প্ৰতিষ্ঠা [আৰু ইয়াৰ আদি, অন্ত, বা প্ৰতিষ্ঠা স্থানবো উপলব্ধি কৰিব নোৱাৰে] এনং [এই] সুবিৰূঢ়মূলম্ অশ্বত্থং [সুদৃঢ়মূল সংসাৰ স্বৰূপ আঁহত গছজোপাক] দৃঢ়েন অসঙ্গ শস্ত্ৰেণ ছিত্ত্বা [দৃঢ় বৈৰাগ্যৰূপ অস্ত্ৰেৰে ছেদ কৰি] ততঃ [তাৰ পাছত] তৎ পদং পৰিমাৰ্গিতবাং [সেই পৰম পদৰ অনুসন্ধান কৰিব লাগে] যস্মিন্ গতাঃ ভূয়ঃ ন নিবৰ্ত্তন্তি [য'লৈ এবাৰ গলে আৰু ঘূৰি আহিব নালাগে]। যতঃ [য'ৰ পৰা] পুৰাণী প্ৰবৃত্তিঃ প্ৰসৃতাঃ [চিৰন্তনী সংসাৰ প্ৰবৃত্তি ওলাইছে] তম্ এব চ আদ্যং পুৰুষং প্ৰপদ্যে [মই কেৱল সেই আদি পুৰুষৰ শৰণ লওঁ—(এনে ভক্তিৰে অনুসন্ধান কৰিব লাগে) ॥ ৩—৪

৩—৪। ভাঙনি—এই সংসাৰ বৃক্ষৰ স্বৰূপ, তাৰ আদি, অন্ত বা প্ৰতিষ্ঠাস্থান—এইবোৰ মানুহে উপলব্ধি কৰিব নোৱাৰে। সুদৃঢ়মূল এই বৃক্ষক বৈৰাগ্য ৰূপ অস্ত্ৰেৰে ছেদ কৰি, তাৰ পাছত হে সেই পৰম পদ বিচাৰিব লাগিব, য'লৈ এবাৰ গলে আৰু ঘূৰি আহিব নেলাগে। "যৰ পৰা এই সংসাৰ প্ৰবৃত্তি উৎপন্ন হৈছে, সেই আদি পুৰুষৰ মই শৰণাপন্ন"—এনে ঐকান্তিক ভক্তিৰে সেই পৰম পদৰ অন্বেষণ কৰিব লাগে ॥ ৩—৪

**নিৰ্ম্মানমোহা জিতসঙ্গদোষা**
**অধ্যাত্মনিত্যা বিনিবৃত্তঃ কামা ঃ ॥**
**দ্বন্দ্বৈৰ্বিমুক্তাঃ সুখদুঃখসংজ্ঞৈ-**
**ৰ্গচ্ছন্ত্যমূঢ়াঃ পদমব্যয়ং তৎ ॥ ৫**

৫। অন্বয়—নিৰ্ম্মান মোহাঃ [মান-অপমান আৰু মোহ বৰ্জ্জিত] জিতসঙ্গদোষাঃ [আসক্তিৰূপ দোষ ৰহিত] অধ্যাত্ম নিত্যাঃ [অধ্যাত্ম জ্ঞানত নিত্য প্ৰতিষ্ঠিত] বিনিবৃত্ত কামাঃ [নিষ্কাম] সুখ দুঃখ সংজ্ঞৈঃ দ্বন্দ্বৈঃ বিমুক্তাঃ [সুখ-দুখ আদি দ্বন্দ্বত সমভাবাপন্ন] অমূঢ়াঃ [অবিদ্যা ৰহিত জ্ঞানী মানুহে] তৎ অব্যয়ং পদং গচ্ছন্তি [সেই অব্যয় পদ লাভ কৰে] ॥ ৫

ভাঙনি—মান-অপমান আৰু মোহ বৰ্জ্জিত, আসক্তি শূন্য, অধ্যাত্ম জ্ঞানত প্ৰতিষ্ঠিত, নিষ্কাম সুখ-দুঃখাদি দ্বন্দ্বৰহিত, জ্ঞানী মানুহে সেই পৰমপদ লাভ কৰে ॥৫

**ন তদ্ভাসয়তে সূৰ্য্যো ন শশাঙ্কো ন পাৱকঃ।**
**যদ্গত্বা ন নিবৰ্ত্তন্তে তদ্ধাম পৰমং মম ॥ ৬**

৬। অন্বয়—যৎ গত্বা নিবৰ্ত্তন্তে [য'লৈ গলে আৰু ঘূৰি নাহে] তৎ মম পৰমং ধাম [সেয়ে মোৰ পৰম ধাম]; ন

সূৰ্য্যঃ, ন শশাঙ্কঃ, ন পাবকঃ, তৎ ভাসয়তে [সূৰ্য্য, চন্দ্ৰ বা অগ্নি—কোনোৱে সেই ধাম প্ৰকাশ কৰিব নোৱাৰে—(সি স্বপ্ৰকাশ)] ॥ ৬

৬। ভাঙনি—যি পৰমপদ প্ৰাপ্ত হ'লে সংসাৰলৈ পুনৰাবৃত্তি নহয়, সেয়ে মোৰ পৰমধাম (স্থিতি স্থান)। সূৰ্য্য, চন্দ্ৰ, অগ্নি—কোনোৱে তাক প্ৰকাশ কৰিব নোৱাৰে (ই স্ব-প্ৰকাশ) ॥ ৬

**মমৈবাংশো জীৱলোকে জীৱভূতঃ সনাতনঃ।**
**মনঃ ষষ্ঠানীন্দ্ৰিয়ানি প্ৰকৃতিস্থানি কৰ্ষতি ॥ ৭**

৭। অন্বয়—মম এব সনাতনঃ অংশঃ [মোৰেই সনাতন অংশ] জীৱ লোকে জীৱ ভূত [সংসাৰত জীৱ হৈ আবিৰ্ভূত হৈ] প্ৰকৃতি স্থানি [প্ৰকৃতিস্থ, প্ৰকৃতিৰ অঙ্গীভূত] মনঃ ষষ্ঠানি ইন্দ্ৰিযাণি [মনে সৈতে ৬ ইন্দ্ৰিয়ক] কৰ্ষতি [আকৰ্ষণ কৰে] ॥ ৭

৭। ভাঙনি—মোৰেই সনাতন অবিনাশী অংশ সংসাৰত জীৱৰূপে আবিৰ্ভূত হৈ প্ৰকৃতিৰ অঙ্গীভূত মন আৰু পঞ্চ জ্ঞানেন্দ্ৰিয়ক আকৰ্ষণ কৰে ॥ ৭

[এই "অংশ" শব্দৰ ওপৰত শ্ৰীঅৰবিন্দৰ মন্তব্য এই —
"This is an epithet of a statement of immense bearing and consequence. For it means, if words have any meaning, that each Soul is the very Divine however partial its actual manifestation of Him in nature."

ঈশ্বৰে নিজ শক্তিৰে অৰ্থাৎ নিজ ইচ্ছাৰে, নিজৰ শক্তিক সীমাবদ্ধ কৰি, বহু জীৱ হৈ লীলা কৰে—এয়ে "অংশ" শব্দৰ তাৎপৰ্য্য]

এই শ্লোক আৰু ইয়াৰ তলৰ দুটা শ্লোক আমি "জন্মান্ত ৰহস্য" নামেৰে কিতাপখনত উল্লেখ কৰিছো। জীৱৰ জন্ম-মৃত্যু নাই (ওপৰৰ ২।২০ শ্লোক আৰু ২।২২ শ্লোক চাওক)। জন্ম বা জন্মান্তৰ লিঙ্গ দেহৰ কাৰ্য্য। পুৰুষ অব্যক্ত, অচল নিষ্ক্ৰিয়। এইবোৰ কথা ২য় অধ্যায়ত কোৱা হৈছে। জন্ম বা জন্মান্তৰৰ বাবে পুৰুষে যেন লিঙ্গ শৰীৰটি (অৰ্থাৎ ইন্দ্ৰিয়ৰ আৰু মনৰ আদি কাৰণটিক) বতাহে ফুলৰ গোন্ধ টানি অনাৰ দৰে টানি আনি সংসাৰৰ লগত সম্বন্ধ স্থাপন কৰি বিষয় ভোগ কৰে। পুৰুষ সদায় অচল, সৰ্ব্বব্যাপী। লিঙ্গ শৰীৰ আকৰ্ষণ কৰি আনি সংসাৰৰ লগত সম্বন্ধ স্থাপন কৰে বা সম্বন্ধ পৰিত্যাগ কৰে।]

**শৰীৰং যদবাপ্নোতি যচ্চাপ্যুৎ ক্ৰামতীশ্বৰঃ।**
**গৃহীত্বৈতানি সংযাতি বায়ুৰ্গন্ধানিবাশয়াৎ ॥ ৮**

৮। অন্বয়—ঈশ্বৰঃ [ঈশ্বৰে] যৎ [যেতিয়া] শৰীৰম্ অবাপ্নোতি [শৰীৰ ধাৰণ কৰে] যৎ চ অপি [আৰু যেতিয়া] উৎক্ৰামতি [শৰীৰ পৰিত্যাগ কৰি গমন কৰে] (তেতিয়া) এতানি [এই ইন্দ্ৰিয়বোৰক] গৃহীত্বা [লগত লৈ] সংযাতি [যায]—বায়ুঃ আশযাৎ গন্ধান্ ইব [বতাহে পুষ্পাদি আধাৰৰ পৰা গন্ধ আহৰণ কৰি লৈ যোৱাৰ দৰে] ॥ ৮

৮। ভাঙনি—ঈশ্বৰৰূপী জীৱই যেতিযা কোনো শৰীৰ গ্ৰহণ কৰে বা যেতিযা কোনো শৰীৰ ত্যাগ কৰে, তেতিয়া এই ইন্দ্ৰিযবোৰ (মন আৰু পঞ্চজ্ঞানেন্দ্ৰিয়ক) লগত লৈ যায—যেনে, বতাহে ফুলৰপৰা গোন্ধ লৈ যায় ॥ ৮

**শ্ৰোত্ৰং চক্ষুঃ স্পৰ্শনং চ ৰসনং ঘ্ৰাণমেব চ।**
**অধিষ্ঠায় মনশ্চায়াং বিষয়ানুপসেবতে ॥ ৯**

৯। অন্বয়—অযং [এই জীৱৰূপী ঈশ্বৰে] শ্ৰোত্ৰং, চক্ষুঃ, স্পৰ্শনং চ ৰসনং চ ঘ্ৰাণম্ মনঃ চ অধিষ্ঠায [কাণ, চকু, ত্বক্, জিভা, নাক আৰু মন—এই ইন্দ্ৰিযবোৰ আশ্ৰয কৰি] বিষযান্ উপসেবতে [বিষয় উপভোগ কৰে] ॥ ৯

৯। ভাঙনি—এই ঈশ্বৰৰূপী জীৱই (বা জীৱৰূপী ঈশ্বৰে) পঞ্চ জ্ঞানেন্দ্ৰিয আৰু মনক আশ্ৰয কৰি বিষয উপভোগ কৰে ॥ ৯

**উৎক্ৰামন্তং স্থিতং বাপি ভুঞ্জানং বা গুণান্বিতম্।**
**বিমূঢ়া নানুপশ্যন্তি পশ্যন্তি জ্ঞানচক্ষুষঃ ॥ ১০**

১০। অন্বয়—উৎক্ৰামন্তং স্থিতম্ অপি বা [দেহৰ পৰা গমনকাৰী বা দেহত অৱস্থিত] গুণান্বিতং বা ভুঞ্জানং [বা গুণক আশ্ৰয় কৰি বিষয় ভোগ কৰা] (জীৱক) বিমূঢ়াঃ ন অনুপশ্যন্তি [মূঢ় লোকে নেদেখে] পশ্যন্তি জ্ঞানচক্ষুষঃ [জ্ঞান-চক্ষু থকা মানুহে দেখে] ॥ ১০

১০। ভাঙনি—দেহৰ পৰা উৎক্ৰামন হোৱা, বা দেহত থকা বা গুণক আশ্ৰয় কৰি বিষয় ভোগ কৰা—এই তিনি অৱস্থাত, জীৱক মূঢ় ব্যক্তিয়ে নেদেখে; যাৰ জ্ঞান-চক্ষু আছে তেওঁ হে দেখে ॥ ১০

**যতন্তো যোগিনশ্চৈনং পশ্যন্ত্যাত্মন্যবস্থিতম্।**
**যতন্তোঽপ্যকৃতাত্মানো নৈনং পশ্যন্ত্যচেতসঃ ॥ ১১**

১১। অন্বয়—যতন্তঃ যোগিনঃ চ [যত্নশীল যোগীসৱে] এনং [এই আত্মাক] আত্মনি অবস্থিতং পশ্যন্তি [নিজৰ দেহত অৱস্থিত দেখে]; অকৃতাত্মানঃ [অশুদ্ধ চিত্ত—মন্দমতি]

অচৈতসঃ [অবিবেকী পুৰুষে] যতন্তঃ অপি [যত্ন কৰিলেও] এনং ন পশ্যন্তি [এই আত্মাক নেদেখে]॥ ১১

১১। ভাঙনি—যোগীসকলে যত্ন কৰি আপোন হৃদয়ত এই আত্মাক দৰ্শন কৰে। মন্দমতিজনে যত্ন কৰিলেও নেদেখে॥ ১১

**যদাদিত্যগতং তেজো জগদ্ভাসয়তেঽখিলম্।**
**যচ্চন্দ্ৰমসি যচ্চাগ্নৌ তত্তেজো বিদ্ধি মামকম্॥ ১২**

১২। অন্বয়—আদিত্যগতং যৎ তেজঃ [সূৰ্য্যৰ যি তেজে] চন্দ্ৰমসি যৎ [চন্দ্ৰ যি তেজে] যৎ চ অগ্নৌ [অগ্নিৰ যি তেজে] অখিলং জগৎ ভাসয়তে [সমস্ত জগৎ প্ৰকাশ কৰে] তৎ তেজঃ মামকং বিদ্ধি [সেই তেজ মোৰ বুলি জানিবা]॥ ১২

১২। ভাঙনি—সূৰ্য্য, চন্দ্ৰ বা অগ্নিৰ যি তেজে জগৎ প্ৰকাশ কৰে, সেই তেজ মোৰ বুলি জানিবা॥ ১২

[ঈশ্বৰ সকলো শক্তিৰ আধাৰ। তেওঁৰ শক্তিৰে হে সকলো শক্তিমান]

**গামাবিশ্য চ ভূতানি ধাৰয়াম্যহমোজসা।**
**পুষ্ণামি চৌষধীঃ সৰ্ব্বাঃ সোমো ভূত্বা ৰসাত্মকঃ॥ ১৩**

১৩। অন্বয়—অহং চ ওজসা গাম্ আবিশ্য [ময়ে নিজ শক্তিৰে পৃথিবীত প্ৰবেশ কৰি] ভূতানি ধাৰযামি [সকলোকে ধৰি আছো] ৰসাত্মকঃ সোমঃ ভূত্বা [ৰসাত্মক চন্দ্ৰ হৈ] সৰ্ব্বাঃ ওষধীঃ পুষ্ণামি [সকলো শস্যৰ পুষ্টি সাধন কৰিছো]॥ ১৩

১৩। ভাঙনি—মই নিজ শক্তিৰে পৃথিবীৰ ভিতৰত সোমাই সকলোকে ধৰি আছো। মই ৰসাত্মক চন্দ্ৰ হৈ সমুদায় লতা, বৃক্ষ, ব্ৰীহি, যৱ, আদি শস্যৰ পুষ্টি সাধন কৰিছো॥ ১৩

**অহং বৈশ্বানৰো ভূত্বা প্ৰাণিনাং দেহমাশ্ৰিতঃ।**
**প্ৰাণাপানসমাযুক্তঃ পচাম্যন্নং চতুৰ্ব্বিধম্॥ ১৪**

১৪। অন্বয়—অহং বৈশ্বানৰ ভূত্বা [মই জঠৰাগ্নি হৈ] প্ৰাণিনাং দেহম আশ্ৰিতঃ [প্ৰাণীৰ দেহ আশ্ৰয় কৰি] প্ৰাণ-অপান সমাযুক্তঃ [প্ৰাণ আৰু অপান বায়ুত যুক্ত হৈ] চতুৰ্ব্বিধম্ অন্নম পচামি [চৰ্ব্ব্য, চোষ্য, লেহ্য আৰু পেয়—এই চাৰিবিধ অন্ন পৰিপাক কৰোঁ]॥ ১৪

১৪। ভাঙনি—মই জঠৰাগ্নি হৈ, প্ৰাণীৰ দেহ আশ্ৰয় কৰি, প্ৰাণ আৰু অপান বায়ুত মিলি, চৰ্ব্ব্য, চোষ্য, লেহ্য, পেয়—এই চাৰিবিধ অন্ন পৰিপাক কৰোঁ। ১৪

[১২—১৪ শ্লোকত কলে জগতৰ যত কাৰ্য্য—যিবোৰক আমি স্বভাৱৰ কাৰ্য্য বুলি কওঁ—সেই সকলোবোৰ ঈশ্বৰহে কৰে। ইয়াৰ পাছত, তলৰ শ্লোকত ক'ব যে জীৱৰ অন্তঃকৰণৰ সকলো ভাব—যিবোৰক আমি ওপৰত প্ৰকৃতিৰ কাৰ্য্য বুলি বুজিলোঁ (১৩ অধ্যায় ৫-৬ শ্লোক) সেইবোৰো ঈশ্বৰৰ হে কাৰ্য্য। অৰ্থাৎ, জীৱৰ সকলো ভোগ, সকলো কৰ্ম্ম ঈশ্বৰহে কৰায়। আগেয়ে ক'লে যে জীৱৰ ভোগ বা কৰ্ম্ম প্ৰকৃতিৰ দ্বাৰা সম্পন্ন হয়। এতিয়া কলে ঈশ্বৰৰ দ্বাৰা হয়। এই দুটা কথাত একো বিৰোধ নাই। কিয় নাই, আমি ওপৰত কৈ আহিছো। প্ৰকৃতি ঈশ্বৰৰ শক্তি—পুৰুষ প্ৰকৃতি অভেদ—এইটো বুজাবলৈ গীতাই দুবাৰ দুই ৰকমে কৈছে।]

**সৰ্ব্বস্য চাহং হৃদি সন্নিবিষ্টো**
**মত্তঃ স্মৃতিৰ্জ্ঞানমপোহনং চ।**
**বেদৈশ্চ সৰ্ব্বৈৰহমেব বেদ্যো,**
**বেদান্তকৃৎ বেদবিদেব চাহম্॥ ১৫**

১৫। অন্বয়—অহং চ সৰ্ব্বস্য হৃদি সন্নিবিষ্টঃ [মই সকলো জীৱৰ হৃদযত অধিস্থিত]; মত্তঃ স্মৃতিঃ, জ্ঞানম্, [মোৰ পৰাই স্মৃতি আৰু বোধ হয়। (আকৌ মোৰ পৰাই, সেই স্মৃতি আৰু বোধৰ) অপোহনং চ [বিলুপ্তিও হয], সৰ্ব্বৈঃ বেদৈঃ চ অহম্ এব বেদ্যঃ [সকলো বেদৰ জ্ঞাতব্য মই], অহম্ এব বেদান্তকৃৎ বেদবিৎ চ [ময়ে বেদান্তৰ কৰ্ত্তা আৰু বেদবিৎ]॥ ১৫

১৫। ভাঙনি—মই সকলো প্ৰাণীৰ হৃদযত প্ৰবিষ্ট হৈ আছো, (জীৱৰ) স্মৃতি আৰু বোধ শক্তি মই আৰু সেই স্মৃতি আৰু বোধৰ বিলুপ্তিও ময়ে কৰাঁও, মই সকলো বেদৰ জ্ঞেয় বিষয; মই বেদান্তৰ প্ৰণয়ণ কৰ্ত্তা আৰু মই হে বেদৰ যথাৰ্থ তাৎপৰ্য্য জানো॥ ১৫

**দ্বাবিমৌ পুৰুষৌ লোকে ক্ষৰশ্চক্ষৰ এব চ।**
**ক্ষৰঃ সৰ্ব্বাণি ভূতানি কূটস্থোঽক্ষৰ উচ্যতে॥ ১৬**

১৬। অন্বয়—লোকে [সংসাৰত] ক্ষৰঃ চ অক্ষৰঃ চ—ইমৌ দ্বৌ এব পুৰুষৌ [ক্ষৰ আৰু অক্ষৰ—এই দুই পুৰুষ (বৰ্ত্তমান আছে)], সৰ্ব্বাণি ভূতানি ক্ষৰঃ [সমস্ত ভূতগ্ৰামেই ক্ষৰ পুৰুষ], কূটস্থঃ অক্ষৰঃ উচ্যতে [কূটস্থ অৰ্থাৎ অচল নিৰ্ব্বিকাৰ নিৰ্গুণ জনক অক্ষৰ পুৰুষ বোলে]॥ ১৬

১৬। ভাঙনি—এই জগতত ক্ষৰ (বিনাশশীল) আৰু অক্ষৰ (অবিনাশী, নিত্য আৰু নিৰ্ব্বিকাৰ)—এই দুজন পুৰুষ আছে। সমস্ত ভূতবৰ্গ ক্ষৰ পুৰুষ আৰু কূটস্থজন (অচল, নিৰ্ব্বিকাৰজন) অক্ষৰ পুৰুষ॥ ১৬

[আত্মা অকৰ্ত্তা, দ্ৰষ্টা, নিৰ্ব্বিকাৰ, অচল, সৰ্ব্বগত ব্যাপী,

অব্যয়—এইবোৰ কথা ২য় অধ্যায়ত কোৱা হৈছে। সেই আত্মাকে এই শ্লোকত অক্ষৰ পুৰুষ বুলিছে। সমস্ত বহিৰ্জগতৰ সমস্ত পদাৰ্থ আৰু অন্তৰ্জ্জগতৰ সমস্ত ভাব—যি বোৰক ১৩শ অধ্যায়ত ক্ষেত্ৰ বোলা হৈছিল—সেই সকলোবোৰ অনিত্য, বিনাশশীল পদাৰ্থক ক্ষৰ পুৰুষ বোলা হৈছে। প্ৰশ্ন হব পাৰে যে, এই জগতক "ক্ষৰ-প্ৰকৃতি" নবুলি কিয় "ক্ষৰ-পুৰুষ" বুলিলে? এনে প্ৰশ্নৰ উত্তৰ আমি ১৩ শ অধ্যায়ৰ আদিতে দি আহিছো। সন্তদাস বাবাজীয়ে কৈছে যে ক্ষৰ স্বভাব জগৎ আৰু অক্ষৰ স্বভাৱ জীৱ—উভয়েই পৰমাত্মাৰ পৰা অভিন্ন। সেই গুণে উভয়ক পুৰুষ বুলিছে। (তেওঁৰ গীতা, ৩৬৩ পৃঃ) ইয়াত গীতাই আচলতে বুজাইছে যে পুৰুষ-প্ৰকৃতিৰ ভেদ নাই, প্ৰকৃতি যে কেৱলমাত্ৰ শক্তি হে—শক্তিমানৰ পৰা পৃথকে ইয়াৰ বাস্তৱ অস্তিত্ব নাই।

ইয়াত পাঠকসকলে আৰু এটা কথা মনত ৰাখিব যে গীতাৰ মতে তেন্তে আমাৰ শৰীৰত মাত্ৰ দুটি পদাৰ্থহে আছে, (১) কূটস্থ অক্ষৰ পুৰুষ—আমাৰ আত্মা—যি আত্মা পৰ-ব্ৰহ্মাই সৈতে একে, (২) ক্ষৰ-পুৰুষ—অৰ্থাৎ সমস্ত প্ৰকৃতি। তেন্তে, অহং-জ্ঞান, (ego-sense) যিটি সকলোৱে অনুভৱ কৰে, আৰু যাক নিম্নস্তৰত মানুহে নিজৰ আত্মা বুলি ভাবে—সেই অহং জ্ঞানটি কি পদাৰ্থ? ইয়াৰ স্থান ক'ত? গীতাই ওপৰতো কৈছে (১৩।২১ শ্লোক) আৰু এই শ্লোকতো বুজাইছে যে অহং জ্ঞানৰ কৰ্ত্ৰী প্ৰকৃতি—এই অহং জ্ঞান এটা বাস্তৱ পদাৰ্থ নহয়। ই এটা ভ্ৰান্তি মাত্ৰ। ই প্ৰকৃতিৰ অন্তৰ্গত।

**উত্তমঃ পুৰুষস্ত্বন্যঃ পৰমাত্মেত্যুদাহৃতঃ।**
**যো লোকত্ৰয়মাবিশ্য বিভৰ্ত্ত্যব্যয় ঈশ্বৰঃ॥ ১৭**

১৭। অন্বয়—অন্যঃ তু [অন্য এজন] উত্তমঃ পুৰুষঃ [উত্তম পুৰুষ (আছে)] পৰমাত্মা ইতি উদাহৃতঃ [যাক পৰমাত্মা বোলা হয়] যঃ [(আৰু) যি জন] অব্যয়ঃ ঈশ্বৰঃ [অব্যয় ঈশ্বৰে] লোকত্ৰয়ম্ আবিশ্য [ত্ৰিলোকত প্ৰবিষ্ট হৈ] বিভৰ্ত্তি [ধৰি ৰাখিছে]॥ ১৭

১৭। ভাঙনি—ক্ষৰ আৰু অক্ষৰ পুৰুষৰ বাহিৰেও আৰু এজন উত্তম পুৰুষ আছে, যি জনক পৰমাত্মা বোলা হয় আৰু যি জন অব্যয় ঈশ্বৰে ত্ৰিলোকত প্ৰবিষ্ট হৈ সকলোকে ধৰি ৰাখিছে॥ ১৭

[তলৰ শ্লোকত ভগৱানে কব যে তেওঁ নিজেই এই উত্তম পুৰুষ, পুৰুষোত্তম। এই পুৰুষোত্তমৰ অনুমোদন নহলে প্ৰকৃতিৰ কোনো ক্ৰিয়া হব নোৱাৰে (১৩শ অধ্যায় ২২ শ্লোক)। এওঁ প্ৰকৃতিৰ অধিষ্ঠাতা, ভৰ্ত্তা, অনুমন্তা, মহেশ্বৰ। এওঁ সৰ্ব্বাৰ্থদৰ্শী, সকলো প্ৰাণীৰ হৃদয়ত আছে। শ্ৰীঅৰবিন্দই কয়—

"It (the Gita) speaks of three Purushas or rather a triple status of the Purusha. The Upanishads, in dealing with the truths of Sankhya, seem sometimes to speak only of two Purushas.*

To these two, the Gita developing the thought of other passages of the Upanishads, adds yet another—the supreme, the Purushottama, the highest Purusha whose greatness all this creation is

Thus there are three Purushas—the Kashra, the Akshara and the Uttam, Kshara—the mobile, the mutable—is Nature, Swabhab; it is the various becoming of the soul; the Purusha here is the multiplicity of the Divene Being. It is the Purusha multiple, not apart from, but in Prakrti **

Akshara, the immobile, is the silent and inactive Self; it is the unity of the divine Being—witness of Nature but not involved in its movement It is the inactive Purusha, free from Prakriti and her works.

The Uttama is the Lord, who possesses both the immutable unity and the mobile multiplicity "

গীতাৰ মতে জীৱাত্মা আৰু পৰমাত্মা একে আৰু সেই পৰমাত্মাকে সাংখ্যই পুৰুষ বুলিছে। সেই পুৰুষকে এই শ্লোকত 'কূটস্থ', 'অক্ষৰ পুৰুষ', বুলিছে।

গীতাই কৈ আহিছে যে পুৰুষ নিষ্ক্ৰিয়, অকৰ্তা, বুদ্ধিৰ দ্ৰষ্টা মাত্ৰ (সাংখ্য ১৭, ১৯ কাৰিকা, গীতা ২।২০-২৫)। ১৩ শ অধ্যায়ত এই পুৰুষকে গীতাই ক্ষেত্ৰজ্ঞও বুলিছে।

আমি এই ক্ষেত্ৰজ্ঞ বা অক্ষৰ পুৰুষ বা পুৰুষকে আমাৰ আত্মা বোলো—যি আত্মাৰ আৰু পৰমাত্মা ব্ৰহ্মৰ প্ৰভেদ

(1) * বেদান্ত দৰ্শন দ্ৰষ্টব্য।

(2) ** এই Purusha multiple—এই আমাৰ অহং জ্ঞান (ego-sense)—অ-যথাৰ্থ অহং জ্ঞান। —প্ৰকৃতি নিৰ্ম্মাণ।

নাই। ত্ৰয়োদশ অধ্যায়ত কোৱা সমস্ত ক্ষেত্ৰক অৰ্থাৎ বুদ্ধি আদি সমস্ত তত্ত্বক 'ক্ষৰ পুৰুষ' বুলিছে। বুদ্ধি আৰু বুদ্ধিস্থ সমস্ত ভাব অচেতন পদাৰ্থ, কিন্তু চেতন অক্ষৰ পুৰুষৰ সংযোগত ই চেতন যেন হয় আৰু তাতে আমাৰ অহং জ্ঞান (ego sense) হয়। সাংখ্য ২০ কাৰিকা) আমি ওপৰত কৈ আহিছো যে এই অহং জ্ঞান এটা ভ্ৰান্তি মাত্ৰ। এই অহং জ্ঞানেই আমাক মোহগ্ৰস্থ কৰে (৭ম অধ্যায় চাওক) এই অহং জ্ঞানকে নিম্ন স্তৰত জীৱই আত্মা বুলি ভাবে (জীৱাত্মা, ১৩শ অধ্যায়)। সেই গুণেই শঙ্কৰাচাৰ্য্যই কয় যে "জীৱাত্মা" এটি 'চিদাভাস' বা কাল্পনিক পদাৰ্থহে। অজ্ঞানীজনে ইয়াকে আত্মা বুলি ভাবে।—"অহমৰ্থভূত আত্মা জ্ঞাতা ভৱতি।"

গীতাই ওপৰত বহুত বাৰ কৈ আহিছে যে এই অহং জ্ঞানাশ্ৰিত বুদ্ধিয়েই আমাক সকলো কাম কৰায় আৰু আমি নিজে কৰো বুলি ভাবো। এইবোৰ কথা আমি বুজো। সাংখ্য, গীতা, উপনিষৎ—সকলোৱে এইখিনি কথা স্বীকাৰ কৰিছে। মাত্ৰ ভাষাৰ প্ৰভেদ আছে। বেদান্তই কয় যে একে জোপা গছতে যেন দুটা চৰাই আছে—এটাই গছৰ গুটি খায় আৰু ইটিযে মাত্ৰ চাই থাকে (বেদান্ত দৰ্শন চাওক)। অৰ্থাৎ পুৰুষ (অক্ষৰ পুৰুষ) কেৱল দ্ৰষ্টা আৰু অহং জ্ঞানাশ্ৰিত বুদ্ধি (ক্ষৰ পুৰুষ) হে আচল ভোক্তা।

এতিয়া তেন্তে গীতাই "উত্তম পুৰুষ" কাক বুলিছে। সাংখ্য দৰ্শনত উত্তম পুৰুষৰ কথা কোৱা নাই। বেদান্ততো উত্তম পুৰুষৰ কথা নাই। তেন্তে গীতাই এই উত্তম পুৰুষ জনক ক'ৰপৰা পালে? অহং জ্ঞানাশ্ৰিত জীৱাত্মা (ego sense) আৰু পৰমাত্মাৰ বাহিৰেও আমাৰ আৰু তৃতীয় এটা আত্মা আছেন কি?

এই তত্ত্বটি বুজিবলৈ হলে, আমি মনত ৰাখিব লাগিব যে গীতাই ১৩ শ অধ্যায়ত কলে—ব্ৰহ্মাই তেওঁৰ অপৰা প্ৰকৃতিৰে এই জগৎ সৃষ্টি কৰি পৰা প্ৰকৃতিৰে নিজে বহু জীৱ হৈ নিজে নিজক ভোগ কৰিছে। এইটি উপনিষদৰ কথা। উপনিষদেও কয় যে ব্ৰহ্মাই বহু হওঁ বুলি সংকল্প কৰি এই জগৎ আৰু জগতৰ জীৱ হৈছে (ছাঃ—শ্বেতকেতুৰ উপখ্যান)। কেনেকৈ তেওঁ বহু হ'ল আমি ধাৰণা কৰিব নোৱাৰো। একেজন মানুহেই যে কেইবাজনো হব পাৰে, এনে দৃষ্টান্ত আমি দেখা নাই। কিন্তু উপনিষদে কয় যে দেৱতা আৰু সিদ্ধ পুৰুষ এজনে এইদৰে বহুজন হব পাৰে। যথা—দেৱাদিবৎ অপি লোকে (ব্ৰ, সু, ২।১।২৫) আৰু ঠিক সেইদৰেই ব্ৰহ্মাও বহু হৈ জগৎ ৰচনা কৰিলে।

সিদ্ধ যোগী এজনে কেনেকৈ একে চিত্তৰে পৰা বহু চিত্ত নিৰ্ম্মাণ কৰিব পাৰে সেই কথা পাতঞ্জলে জানে আৰু এইদৰে কৈছে—

প্ৰবৃত্তি ভেদে প্ৰয়োজকং চিত্তমেকমনোকেষাম্ ।।৪।৫

অৰ্থাৎ যোগীযে যেতিয়া কোনো প্ৰয়োজন সিদ্ধিৰ নিমিত্তে অনেক ভিন্ন প্ৰবৃত্তিৰ চিত্ত একে সময়তে নিৰ্ম্মাণ কৰে, তেতিয়া তেওঁ সেই সকলো চিত্তক তেওঁৰ উদ্দেশ্য অনুসৰি চলাবলৈ এজন অতিৰিক্ত প্ৰয়োজক চিত্তও লগতে নিৰ্ম্মাণ কৰে। সেই প্ৰয়োজক চিত্ত সকলো নিৰ্ম্মাণ চিত্তত সদায় উপস্থিত থাকি, সিহঁতক যোগীৰ ইচ্ছামতে চলায়। নহলে যদি নিৰ্ম্মাণ চিত্তবোৰে নিজে স্বাধীন ইচ্ছাৰে চলে তেন্তে যোগীৰ উদ্দেশ্য সিদ্ধি নহয়। অৰ্থাৎ অতিৰিক্ত এটি প্ৰয়োজক চিত্ত নহলে নহয়। গীতাই এতিয়া ঠিক সেই ভাৱেই কৈছে যে পৰ ব্ৰহ্মায়ো ঠিক সেই দৰেই বহু জীৱ হৈ সেইবোৰক চলাবলৈ নিজে এটি প্ৰয়োজক চিত্তও লগতে হল। সগুণ ঈশ্বৰ হল। এই প্ৰয়োজক চিত্তই সকলো জীৱক নিয়ন্ত্ৰিত কৰিছে। সেইজনকে এই শ্লোকত উত্তম পুৰুষ (পুৰুযোত্তম) বুলিছে আৰু তলত ঈশ্বৰ বুলিছে। যথা—

ঈশ্বৰঃ সৰ্ব্বভূতানাং হৃদ্দেশেঽৰ্জুন তিষ্ঠতি।
ভ্ৰাময়ন্ সৰ্ব্বভূতানি যন্ত্ৰাৰূঢ়ানি মায়য়া ।।১৮।৬১

এইজন আমাৰ আত্মাও নহয় আৰু জীৱাত্মাও (ego sense) নহয়; কিন্তু তেওঁ জীৱাত্মা পৰমাত্মাৰ ওপৰত আৰু তেওঁহে আমাক নিয়ন্ত্ৰিত কৰে। ওপৰত কৈ আহিছে যে তেওঁ প্ৰকৃতিৰ অনুমন্তা—ভোক্তা, মহেশ্বৰ, সৰ্ব্বকৰ্ত্তা (১৩।২৩ শ্লোক) তেওঁৰ অনুমতি নহলে প্ৰকৃতিৰ কোনো ক্ৰিয়া নহয়।

এনে যুক্তিৰেই সাংখ্য দৰ্শনত বাচস্পতি মিশ্ৰই দেখুৱাইছে যে প্ৰকৃতিৰ এনে এজন সৰ্ব্বাৰ্থদৰ্শী অধিষ্ঠাতা নিশ্চয় আছে। যাক আমি সগুণ ঈশ্বৰ বোলো (সাংখ্য দৰ্শন চাওক)। গৌড়পাদেও তাকে কৈছে (৬ কাৰিকা) এই সগুণ ঈশ্বৰেই পুৰুষোত্তম। এই পুৰুষোত্তম তত্ত্বটি বুজিব পাৰিলেই আমি আৰু বুজিম কিয় আমাৰ স্বাধীন কৰ্ত্তৃত্ব নাই। কিয় আৰু কেনেকৈ পুৰুষোত্তম ঈশ্বৰে আমাক পুতলা নচুৱাৰ দৰে নচুৱাই ঘূৰাই ফুৰাইছে।

"নাক বিন্ধি বলধক যোৱে বান্ধি।
সেহিমতে ব্ৰহ্মাদি দেৱক নামে চান্দি ।।
কৰি আছা আজ্ঞা প্ৰভু যাক যেন মতে।
কৰিবাক লাগি আছে কৰ্ম্ম সেহিমতে ।।"

**যস্মাৎ ক্ষৰমতীতোঽহমক্ষৰাদপি চোত্তমঃ।**
**অতোঽস্মি লোকে বেদে চ প্ৰথিতঃ পুৰুষোত্তমঃ॥১৮**

১৮। অন্বয়—যস্মাৎ [যি হেতু] অহং [মই] ক্ষৰম্ অতীতঃ [ক্ষৰৰ অতীত] অক্ষৰাৎ অপি চ উত্তমঃ [অক্ষৰতকৈও উত্তম] অতঃ [অতএব] লোকে বেদে চ পুৰুষোত্তমঃ প্ৰথিতঃ অস্মি [সংসাৰত আৰু বেদত মই পুৰুষোত্তম নামে প্ৰসিদ্ধ]॥ ১৮

১৮। ভাঙনি—মই ক্ষৰ-জগতৰ আৰু অক্ষৰ-জীৱৰ অতীত। (জীৱ আৰু জগতৰ মই ঈশ্বৰ)। সেইবাবে সংসাৰত আৰু বেদত মই পুৰুষোত্তম নামে প্ৰসিদ্ধ॥ ১৮

[এই "পুৰুষোত্তম" তত্ত্বটি গীতাৰ নিজা সম্পত্তি। ইয়াৰ দ্বাৰা গীতাই অকল সাংখ্য আৰু বেদান্তৰ সামঞ্জস্যকে কৰা নাই। এই তত্ত্ব বুজিলে আমি সাংখ্য আৰু বেদান্ত সহজে বুজোঁ, ভক্তিযোগ সুসাধ্য হয়, ঈশ্বৰৰ অসীম মহিমাৰ অলপ আভাস পাওঁ।]

**যো মামেবমসংমূঢ়ো জানাতি পুৰুষোত্তমম্।**
**স সৰ্ব্ববিদ্ভজতি মাং সৰ্ব্বভাবেন ভাৰত॥ ১৯**

১৯। অন্বয়—ভাৰত [হে অৰ্জ্জুন] অসংমূঢ়ঃ যঃ [যি মোহহীন মানুহে] মাং পুৰুষোত্তমম্ এবং জানাতি [মোক পুৰুষোত্তম বুলি এইদৰে জানে] সঃ সৰ্ব্ববিদ্ সৰ্ব্বভাবেন মাং ভজতি [তেওঁ সৰ্ব্ববিদ হৈ মোক সৰ্ব্বান্তঃকৰণেৰে ভজে]॥

১৯। ভাঙনি—শুনা অৰ্জ্জুন, যি মোহশূন্য মানুহে মোক এইদৰে পুৰুষোত্তম বুলি জানে, তেওঁ সকলো জানিলে, (আৰু সেইবাবেই) তেওঁ মোক সৰ্ব্বান্তঃকৰণেৰে ভজে॥

[এয়ে ওপৰত কোৱা 'পৰা-ভক্তি'। ঈশ্বৰৰ মহিমা সম্যক্ ধাৰণা কৰিব নোৱাৰিলে আচল ভক্তি হব নোৱাৰে। তেওঁক প্ৰকৃতিৰ সকলো কৰ্ম্মৰ নিয়ন্তা বুলি জনাই পুৰুষোত্তমক জনা। এইদৰে তেওঁক জানিলে সকলো জনা হল। ভক্তি মাৰ্গত অগ্ৰসৰ হবলৈ হ'লেই প্ৰকৃতিৰ নিয়ন্তা, সকলো কৰ্ম্মৰ নিয়ন্তা, পুৰুষোত্তমক জানিব লাগিব।]

**ইতি গুহ্যতমং শাস্ত্ৰমিদমুক্তং ময়ানঘ।**
**এতদ্বুদ্ধা বুদ্ধিমান্ স্যাৎ কৃতকৃত্যশ্চ ভাৰত॥ ২০**

ইতি শ্ৰীমহাভাৰতে শতসাহস্ৰ্যাং সংহিতায়াং বৈয়াসিক্যাং
ভীষ্মপৰ্ব্বণি শ্ৰীমদ্ভগবদ্গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং
যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুনসংবাদে পুৰুষোত্তম
যোগো নাম পঞ্চদশোঽধ্যায়ঃ।

২০। অন্বয়—অনঘ, ভাৰত [হে নিষ্পাপ অৰ্জ্জুন] ইতি গুহ্য তমং ইদং শাস্ত্ৰং ময়া উত্তম্ [এইদৰে (সংক্ষেপে) এই গুহ্য শাস্ত্ৰ মই তোমাক কলোঁ], এতৎ বুদ্ধা [ইয়াক জানি] (মানুহ) বুদ্ধিমান্ কৃত্যকৃত্যঃ চ স্যাৎ [বুদ্ধিমান আৰু কৃতকৃত্য হয়]॥ ২০

২০। ভাঙনি—হে নিষ্পাপ অৰ্জ্জুন, মই সংক্ষেপে তোমাক এই গুহ্য শাস্ত্ৰ কলোঁ, ইয়াক জানিলে মানুহ বুদ্ধিমান আৰু কৃতকৃত্য হয় (তেওঁৰ আৰু কৰিবলগীয়া বা জানিবলগীয়া একো বাকী নেথাকে)॥ ২০

# ষোড়শোঽধ্যায়ঃ

## দৈবাসুৰসম্পদ্বিভাগযোগঃ

ওপৰত কোৱা হল যে সংস্কাৰে মানুহক কাম কৰায়। অজ্ঞানী মানুহে এই সংস্কাৰকে নিজৰ আত্মা বুলি ভাবে। ভাল সংস্কাৰৰ (বা ভাল স্বভাৱৰ বা ভাল প্ৰকৃতিৰ) মানুহে ভাল কাম কৰে। বেয়া সংস্কাৰ বা বেয়া প্ৰকৃতিৰ মানুহে বেয়া কাম কৰে। ইফালে আকৌ ভাল কাম কৰিলে, সংস্কাৰৰো উৎকৰ্ষ সাধন হয়। কৰ্ম্ম আৰু সংস্কাৰে এইদৰে পৰম্পৰৰ ওপৰত কাৰ্য্য কৰে। (এয়ে কৰ্ম্ম ফল) জন্ম-জন্মান্তৰৰ পৰা এইদৰেই সংস্কাৰ সঞ্চিত আৰু বৰ্দ্ধিত হৈ আহিছে। মানুহৰ জন্মান্তৰৰ কাৰণো এই সংস্কাৰ (সাংখ্য দৰ্শন চাওক)। এই সংসাৰখন সংস্কাৰৰ বিবৰ্ত্তন বা

ক্ৰমোন্নতি। মানুহৰ আচৰণ কৰ্ম্ম, স্বভাৱ, বা প্ৰকৃতি দেখিলেই তেওঁ ক্ৰমোন্নতিৰ কোন স্তৰত আছে, আমি বুজিব পাৰোঁ।

গীতাই ক্ৰমোন্নতিৰ এই স্তৰবোৰৰ মুঠেই দুটা ভাগ কৰিছে—দৈবী আৰু আসুৰী। যাৰ দৈবী প্ৰকৃতি বা দেৱভাবাপন্ন সংস্কাৰ, তেওঁ তত্ত্বজ্ঞানৰ অধিকাৰী; তেওঁৰ আৰু ভয় নাই, তেওঁৰ ক্ৰমোন্নতি নিশ্চিত। যি কোনো অৱস্থাতেই থাওক তেওঁ আৰু নীচ যোনিলৈ আমি যাব নালাগে (৫ম শ্লোক চাওক)। ইয়াৰ নিম্ন স্তৰটোক গীতাই আসুৰী সম্পদ বুলিছে। আসুৰী প্ৰকৃতিৰ জীৱ ভোগাসক্ত। ইহঁত শুভাশুভ নানা যোনিত ঘুৰি ঘুৰি থাকিব লাগিব, যেতিয়ালৈকে ক্ৰমোন্নতিৰ বিধান মতে দৈবী সম্পদ লাভ নহয় (১৯শ শ্লোক চাওক), লাভ হলেহে আচল মনুষ্যত্ব আৰম্ভ হয়। "দৈবী প্ৰকৃতিৰ লোক তত্ত্বজ্ঞানৰ অধিকাৰী হয়। আসুৰী সম্পত্তি যুক্ত পুৰুষ সংসাৰী হয়"। —ভট্টদেৱ

শ্ৰীভগবানুবাচ

**অভয়ং সত্ত্বসংশুদ্ধিৰ্জ্ঞানযোগব্যৱস্থিতিঃ।**
**দানং দমশ্চ যজ্ঞশ্চ স্বাধ্যায়স্তপ আৰ্জ্জবম্॥ ১**
**অহিংসা সত্যমক্ৰোধস্ত্যাগঃ শান্তিৰপৈশুনম্।**
**দয়া ভূতেষলোলুপ্তং মাৰ্দ্দবং হ্ৰীৰচাপলম্॥ ২**
**তেজঃ ক্ষমা ধৃতিঃ শৌচমদ্ৰোহো নাতিমানিতা।**
**ভৱন্তি সম্পদং দৈবীমভিজাতস্য ভাৰত॥ ৩**

১—৩। অন্বয়—শ্ৰীভগবান্ উবাচ। ভাৰত [হে অৰ্জ্জুন] অভয়ং [ভয় শূন্যতা] সত্ত্ব সংশুদ্ধিঃ [চিত্ত শুদ্ধি] জ্ঞান যোগ ব্যৱস্থিতিঃ [জ্ঞাননিষ্ঠা] দানং [অন্নাদি দানৰ প্ৰবৃত্তি] চ যজ্ঞঃ [যজ্ঞ] চ দমঃ [আত্ম সংযম] স্বাধ্যায়ঃ [শাস্ত্ৰ অধ্যয়ন] তপঃ [তপস্যা] আৰ্জ্জবম্ [সৰলতা] অহিংসা [অহিংসা] সত্যম্ [সত্য] অক্ৰোধঃ [অক্ৰোধ] ত্যাগঃ [স্বাৰ্থত্যাগ অৰ্থাৎ উদাৰ ভাব] শান্তিঃ [শান্তি, স্থিৰতা] অপৈশুনম্ [পৰদোষ অকথন] ভূতেষু দয়া [সৰ্ব্বজীৱৰ প্ৰতি দয়া] আলোলুপ্তম্ [লোভ শূন্যতা] মাৰ্দ্দবম্ [কোমল ভাব] হ্ৰীঃ [অসৎ কাৰ্য্যত লজ্জা] অচাপলম [অচাঞ্চল্য] তেজঃ [শক্তি] ক্ষমা [ক্ষমা] ধৃতিঃ [ধৈৰ্য্য] শৌচম্ [বাহ্য আৰু আভ্যন্তৰ "শুচি"] অদ্ৰোহঃ [ঈৰ্ষা হীনতা] নাতি মানিতা [অনভিমান বা গৰ্ব্বহীনতা] (এই ২৬টি ভাব বা প্ৰবৃত্তি (দৈবীং অভিজাতস্য [দেৱ প্ৰকৃতি জাত পুৰুষৰ] সম্পদং ভৱন্তি [সম্পদ হয়]॥ ১—৩

১—৩। ভাঙনি—হে অৰ্জ্জুন! অভয়, চিত্তশুদ্ধি, জ্ঞান-নিষ্ঠা, দান, যজ্ঞ, আত্মসংযম, শাস্ত্ৰ অধ্যয়ন, তপস্যা, সৰলতা, অহিংসা, সত্য, অক্ৰোধ, উদাৰ ভাব, শান্তি, পৰদোষ-অকথন, দয়া, অলোভ, কোমল ভাব (মৃদুতা), লজ্জা, অচাঞ্চল্য, শক্তি, ক্ষমা, ধৈৰ্য্য, শুচিভাব, অদ্ৰোহ, অনভিমান—এই ষড়বিংশ ভাব বা প্ৰবৃত্তি, দৈবী প্ৰকৃতিত জন্ম হোৱা পুৰুষৰ সম্পত্তি। ১—৩

**দম্ভো দৰ্পোঽভিমানশ্চ ক্ৰোধঃ পাৰুষ্যমেৱ চ।**
**অজ্ঞানং চাভিজাতস্য পাৰ্থ সম্পদমাসুৰীম্॥ ৪**

৪। অন্বয়—পাৰ্থ [হে অৰ্জ্জুন] দম্ভঃ, দৰ্পঃ, অভিমানঃ চ ক্ৰোধঃ, পাৰুষ্যম চ অজ্ঞানং চ এৱ, আসুৰীম অভিজাতস্য সম্পদম্। ৪

৪। ভাঙনি—হে অৰ্জ্জুন, দম্ভ, দৰ্প, অভিমান, ক্ৰোধ, নিষ্ঠুৰতা আৰু অজ্ঞান—এই ছটা ভাব বা প্ৰবৃত্তি, আসুৰী প্ৰকৃতিত জন্ম হোৱা পুৰুষৰ সম্পত্তি॥ ৪

**দৈবী সম্পদ্বিমোক্ষায় নিবন্ধায়াসুৰী মতা।**
**মা শুচঃ সম্পদং দৈবীমভিজাতোঽসি পাণ্ডৱ॥ ৫**

৫। অন্বয়—পাণ্ডৱ [হে অৰ্জ্জুন] দৈবী সম্পদ্ বিমোক্ষায় [দৈবী সম্পদ মুক্তিৰ নিমিত্তে] আসুৰী নিবন্ধায় মতা [আসুৰী সম্পদ বন্ধনৰ নিমিত্তে অভিপ্ৰেত] (ত্বং) দৈবীং সম্পদম্ অভিজাতঃ অসি [(হে অৰ্জ্জুন, তুমি) দৈবী সম্পদৰ অভিমুখী হৈ জন্মগ্ৰহণ কৰিছা], মা শুচঃ [(অতএব) শোক নকৰিবা]॥৫

৫। ভাঙনি—দৈৱী সম্পদ মুক্তিৰ আৰু আসুৰী সম্পদ বন্ধনৰ হেতু। হে অৰ্জ্জুন তুমি দৈবী-সম্পদ লৈ জন্মগ্ৰহণ কৰিছা, এতএব তুমি শোক নকৰিবা—(অৰ্থাৎ তোমাৰ আৰু ভয় নাই, তোমাৰ মুক্তি নিশ্চিত)॥ ৫

[তত্ত্ব জ্ঞানাভিলাষী মানুহ দৈৱী প্ৰকৃতিৰ (৯।১২—১৩)। অৰ্জ্জুন জ্ঞানাৰ্থী—অৰ্জ্জুনৰ মুক্তি নিশ্চিত। আসুৰী প্ৰকৃতিৰ মানুহে ঈশ্বৰক বিশ্বাস নকৰে; ঈশ্বৰলৈ ভক্তি নাই। (৮ শ্লোক)]।

**দ্বৌ ভূতসৰ্গৌ লোকেঽস্মিন দৈৱ আসুৰ এৱ চ।**
**দৈৱো বিস্তৰশঃ প্ৰোক্ত আসুৰং পাৰ্থ মে শৃণু॥ ৬**

৬। অন্বয়—পাৰ্থ [হে অৰ্জ্জুন] অস্মিন্ লোকে [এই সংসাৰত] দ্বৌ ভূতসৰ্গৌ [দুবিধ প্ৰাণী সৃষ্ট হৈছে]—দৈৱঃ আসুৰঃ এৱ চ [দৈৱ আৰু আসুৰ]। দৈৱঃ বিস্তৰশঃ প্ৰোক্তঃ [দৈৱী প্ৰকৃতিৰ জীৱৰ বিষয়ে বহলাই কোৱা হল]; আসুৰং

মে শৃণু [এতিয়া আসুৰী প্ৰকৃতিৰ জীৱৰ বিষয়ে মই কওঁ, শুনা]॥ ৬

৬। ভাঙনি—এই সংসাৰত দৈৱ আৰু আসুৰ ভেদে দুই শ্ৰেণীৰ জীৱ সৃষ্ট হৈছে। দৈৱ প্ৰকৃতিৰ জীৱৰ বিষয় বাহুল্য ভাবে কোৱা হ'ল। এতিযা আসুৰী জীৱৰ কথা মই কওঁ, অৰ্জ্জুন শুনা॥ ৬

**প্ৰবৃত্তিঞ্চ নিবৃত্তিঞ্চ জনা ন বিদুৰাসুৰাঃ।**
**ন শৌচং নাপি চাচাৰো ন সত্যং তেষু বিদ্যতে॥ ৭**

৭। অন্বয—আসুৰাঃ জনাঃ [আসুৰী স্বভাৱৰ জীৱই] প্ৰবৃত্তিং চ নিবৃত্তিং চ ন বিদুঃ [প্ৰবৃত্তি নিবৃত্তি একো বুজ নাপায—অৰ্থাৎ কেনেকৈ ধৰ্ম্ম-কৰ্ম্মত প্ৰবৃত্ত হব লাগে, কেনেকৈ অধৰ্ম্মৰ পৰা নিবৃত্ত হব লাগে, একো নেজানে] তেষু [সিহঁতত] শৌচং ন বিদ্যতে [শুদ্ধ ব্যৱহাৰ বা পৱিত্ৰতা নাই] আচাৰঃ অপি ন বিদ্যতে [আচাৰ নাই] সত্যং ন চ [আৰু সত্যও নাই]॥ ৭

৭। ভাঙনি—আসুৰী স্বভাৱৰ মানুহৰ প্ৰবৃত্তি-নিবৃত্তি ভেদ জ্ঞান নাই, পৱিত্ৰ বা শুচি ব্যৱহাৰ, আচাৰ বা সত্য একো নাই॥ ৭

**অসত্যমপ্ৰতিষ্ঠং তে জগদাহুৰনীশ্বৰম্।**
**অপৰস্পৰসম্ভূতং কিমন্যৎ কামহৈতুকম্॥৮**

৮। অন্বয—তে [সিহঁতে] জগৎ অনীশ্বৰং আহুঃ [জগতত ঈশ্বৰ নাই বুলি কয] অসত্যম্ অপ্ৰতিষ্ঠং [(জগৎ) অসত্য আৰু সত্যত প্ৰতিষ্ঠিত নহয (বুলি কয়)], অপৰস্পৰ সম্ভূতং [স্ত্ৰী পুৰুষৰ পৰস্পৰৰ সংযোগত উৎপন্ন (বুলি কয়)], কিম অন্যৎ [অধিক কি ?] কাম হৈতুকম [কামমূলক (বুলি কয়)]॥ ৮

৮। ভাঙনি—আসুৰী প্ৰকৃতিৰ মানুহে কয় জগতত ঈশ্বৰ নাই, জগৎ অসত্য ই সত্যত প্ৰতিষ্ঠিত নহয, ই স্ত্ৰী-পুৰুষৰ সংযোগৰ পৰা উৎপন্ন। অধিক কি কম! সিহঁতে আৰু কয় যে বিষয়ভোগৰ বাহিৰে এই জগতৰ একো হেতু নাই॥ ৮

[এক শ্ৰেণীৰ মায়াবাদী পণ্ডিতে তৰ্ক কৰে, বিবাদ কৰে, যে এই জগৎ "মিথ্যা", "অসৎ", "মায়া", "শূন্য", "ভ্ৰম" ইত্যাদি। কিন্তু এই আপেক্ষিক শব্দবোৰৰ প্ৰকৃত অৰ্থ তেওঁবিলাকে নিজেও নুবুজে আৰু আমাকো বুজাব নোৱাৰে (১৩।১৩ শ্লোক চাওক)। গীতাই এই শ্লোকত তেওঁবিলাকৰ সকলো তৰ্কৰ নিৰাকৰণ কৰি কৈছে যে এই জগৎ "অসৎ" নহয়; ই সত্য, সত্যত প্ৰতিষ্ঠিত।]

**এতাং দৃষ্টিমবষ্টভ্য নষ্টাত্মানোঽল্পবুদ্ধয়ঃ।**
**প্ৰভবন্ত্যুগ্ৰকৰ্ম্মাণঃ ক্ষয়ায় জগতোঽহিতাঃ॥ ৯**

৯। অন্বয়—এতাং দৃষ্টিং অবষ্টভ্য [(জগতৰ বিষয়ে) এনে দৃষ্টিৰ আশ্ৰয় কৰি] নষ্টাত্মানঃ [নষ্ট স্বভাৱ] অল্পবুদ্ধয়ঃ [অল্প বুদ্ধি নিৰ্ব্বোধ] উগ্ৰকৰ্ম্মাণঃ [উগ্ৰ কৰ্ম্মা] অহিতাঃ [অহিতকাৰী মানুহবোৰ] জগতঃ ক্ষয়ায় প্ৰভৱন্তি [জগতৰ ক্ষয়ৰ বাবে উদ্ভৱ হয়॥ ৯

৯। ভাঙনি—জগৎ সম্পৰ্কে এনে জ্ঞান আশ্ৰয় কৰি, এই নষ্টস্বভাৱ, নিৰ্ব্বোধ, উগ্ৰকৰ্ম্মা, অহিতকাৰী মানুহবোৰে সংসাৰ ধ্বংস কৰিবলৈ জন্ম গ্ৰহণ কৰে॥ ৯

**কামমাশ্ৰিত্য দুষ্পূৰং দম্ভমানমদান্বিতাঃ।**
**মোহাদ্ গৃহীত্বাঽসদ্গ্ৰাহান্ প্ৰবৰ্ত্তন্তেঽশুচিব্ৰতাঃ॥ ১০**

১০। অন্বয়—দুষ্পূৰং [অপূৰণীয] কামম্ [কামনা] আশ্ৰিত্য [আশ্ৰয় কৰি] দম্ভ মান মদান্বিতাঃ [দম্ভ, আত্মাভিমান আৰু মদত মত্ত হৈ] (আসুৰী প্ৰকৃতিৰ মানুহে) অশুচি ব্ৰতাঃ [অশুচি ব্ৰত অৱলম্বন কৰি] মোহাৎ [মোহৰ বশত] অসদ্ গ্ৰাহান্ গৃহীত্বা [অসদ্ উপায গ্ৰহণ কৰি] প্ৰবৰ্ত্তন্তে [কৰ্ম্মত প্ৰবৃত্ত হয়]॥ ১০

১০। ভাঙনি—(সিহঁতে) দুষ্পূৰণীয কামনা আশ্ৰয় কৰি দম্ভ, আত্মাভিমান আৰু মদত মত্ত হৈ, অশুচি ব্ৰত অৱলম্বন কৰি, অসদ্ উপায গ্ৰহণ কৰি, কৰ্ম্মত প্ৰবৃত্ত হয়॥ ১০

[মদ-অশাস্ত্ৰীয় ভোগ]

**চিন্তামপৰিমেয়াঞ্চ প্ৰলয়ান্তামুপাশ্ৰিতাঃ।**
**কামোপভোগপৰমা এতাবদিতি নিশ্চিতাঃ॥ ১১**
**আশাপাশশতৈৰ্বদ্ধাঃ কামক্ৰোধপৰায়ণাঃ।**
**ঈহন্তে কামভোগাৰ্থমন্যায়েনাৰ্থসঞ্চয়ান্॥ ১২**

১১—১২। অন্বয়—প্ৰলয়ান্তাম্ [মৃত্যুকাল পৰ্য্যন্ত স্থায়ী] অপৰি মেয়াং চ [আৰু অপৰিমেয়] চিন্তাম্ উপাশ্ৰিতাঃ [চিন্তাক আশ্ৰয় কৰি] একমাত্ৰ লক্ষ্য—ইয়াকে নিশ্চয় কৰি] আশাপাশশতৈৰ্বদ্ধাঃ [শত শত বাসনাৰ দ্বাৰা বদ্ধ হৈ] কাম ক্ৰোধ পৰায়ণাঃ [কাম ক্ৰোধাভিভূত (এই মানুহবোৰে)] কাম ভোগাৰ্থং অন্যায়েন অৰ্থসঞ্চয়ান ঈহন্তে [কাম্য বস্তু লাভ কৰিবলৈ, অন্যায়ৰূপে অৰ্থ সঞ্চয়ৰ চেষ্টা কৰে]॥ ১১—১২

১১—১২। ভাঙনি—এই মানুহবোৰে মৃত্যুকাল পৰ্য্যন্ত অপৰিমিত চিন্তাগ্ৰস্ত হৈ, কামভোগেই এই জীৱনৰ একমাত্ৰ লক্ষ্য—এইদৰে নিশ্চিত হৈ, শত শত আশাৰ দ্বাৰা অভিভূত

হৈ, কাম্যবস্তু লাভ কৰিবৰ অৰ্থে অন্যায়ৰূপে অৰ্থ সঞ্চয় কৰিবলৈ যত্ন কৰে।। ১১—১২

**ইদমদ্য ময়া লব্ধমিদং প্ৰাপ্স্যে মনোৰথম্।**
**ইদমস্তীদমপি মে ভবিষ্যতি পুনৰ্ধনম্।। ১৩**

১৩। অন্বয়—অদ্য ময়া ইদং লব্ধং [আজি মই এইটো পালো] ইদং মনোৰথং প্ৰাপ্স্যে [কাইলৈ আকৌ] এই মনোবাঞ্ছিত বিষয় লাভ কৰিম], ইদং অস্তি, পুনঃ মে ইদং ধনম্ অপি ভবিষ্যতি [মোৰ (আজি) এই ধন আছে, (কাইলৈ) পুনঃ আৰু ধন পাম]।। ১৩

১৩। ভাঙনি—(এই মানুহবোৰৰ চিন্তাৰ প্ৰবাহ এনে) "আজি মই এইটো পালোঁ, কাইলৈ আকৌ আৰু বাঞ্ছিত বস্তু পাম, আজি মোৰ ইমান ধন আছে, কাইলৈ আৰু ধন হব"।। ১৩

**অসৌ ময়া হতঃ শক্ৰুৰ্হনিষ্যে চাপৰানপি।**
**ঈশ্বৰোঽহমহং ভোগী সিদ্ধোঽহং বলবান্ সুখী।। ১৪**

১৪। অন্বয়—মযা অসৌ শক্ৰঃ হতঃ, অপৰান্ অপি চ হনিষ্যে [মই সৌটো শক্ৰ মাৰিলোঁ—ইবোৰ শক্ৰকো মাৰিম], অহম্ ঈশ্বৰঃ অহং ভোগী, অহং সিদ্ধঃ, বলবান্, সুখী।। ১৪

১৪। ভাঙনি—মই সৌটো শক্ৰ মাৰিলোঁ, ইবোৰকো মাৰিম; মই ঈশ্বৰ (সকলোৰে শাসনকৰ্ত্তা) মই ভোগী মই সিদ্ধ পুৰুষ; মই সুখী, মই বলবান।। ১৪

**আঢ্যোঽভিজনবানস্মি কোঽন্যোঽস্তি সদৃশো ময়া।**
**যক্ষ্যে দাস্যামি মোদিষ্য ইত্যজ্ঞানবিমোহিতাঃ।। ১৫**

১৫। অন্বয়—(অহং) আঢ্যঃ অভিজনবান্ অস্মি [মই ধনী, সৎ কুলজাত] ময়া সদৃশঃ অন্যঃ কঃ অস্তি [মোৰ সমান আৰু কোন আছে] যক্ষ্যে দাস্যামি মোদিষ্যে—ইতি অজ্ঞান বিমোহিতাঃ [মই যজ্ঞ কৰিম, দান কৰিম, আমোদ কৰিম সিহঁতে অজ্ঞানত বিমূঢ় হৈ (এইবোৰ চিন্তা কৰে)]।। ১৫

১৫। ভাঙনি—"ই ধনী, মই সৎকুল-জাত, মোৰ সমান আৰু কোন আছে! মই যজ্ঞ কৰিম, দান কৰিম, আমোদ কৰিম"—অজ্ঞানত বিমূঢ় হৈ (এইবোৰ মানুহে) এইদৰে চিন্তা কৰে।। ১৫

**অনেকচিত্তবিভ্ৰান্তা মোহজালসমাবৃতাঃ।**
**প্ৰসক্তাঃ কামভোগেষু পতন্তি নৰকেঽশুচৌ।। ১৬**

১৬। অন্বয়—অনেক চিত্ত বিভ্ৰান্তাঃ মোহজাল সমাবৃতাঃ [(এনে) বহু চিন্তাত মোহগ্ৰস্ত আৰু বিক্ষিপ্ত চিত্ত] কাম ভোগেষু প্ৰসক্তাঃ [বাসনা তৃপ্তিত আসক্ত] (এনে মানুহবোৰ) অশুচৌ নৰকে পতন্তি (অপবিত্ৰ নৰকত পৰে)।। ১৬

১৬। ভাঙনি—বিক্ষিপ্ত চিত্ত, মোহগ্ৰস্ত, ভোগাসক্ত, এই মানুহবোৰ নৰকত পৰে।। ১৬

**আত্মসম্ভাবিতাঃ স্তব্ধা ধনমানমদান্বিতাঃ।**
**যজন্তে নামযজ্ঞৈস্তে দম্ভেনাবিধিপূৰ্ব্বকম্।। ১৭**

১৭। অন্বয়—আত্মসম্ভাবিতাঃ [আত্মশ্লাঘাকাৰী] স্তব্ধাঃ [অনম্ৰ] ধন মান মদান্বিতাঃ [ধনৰ গৰ্ব্বত গৰ্ব্বিত] তে [সেই মানুহবোৰে] দম্ভেন নাম যজ্ঞৈঃ অবিধিপূৰ্ব্বকং যজন্তে [দম্ভ কৰি অবিধিপূৰ্ব্বক নামমাত্ৰ যজ্ঞ কৰে]।। ১৭

১৭। ভাঙনি—আত্মশ্লাঘাকাৰী, অবিনীত, ধনৰ গৰ্ব্বত গৰ্ব্বিত আৰু মদমত্ত এই মানুহবোৰে নিজৰ গৌৰৱ দেখুৱাবলৈ অবিধিপূৰ্ব্বক নামমাত্ৰ যজ্ঞ কৰে।। ১৭

**অহঙ্কাৰং বলং দৰ্পং কামং ক্ৰোধঞ্চ সংশ্ৰিতাঃ।**
**মামাত্মপৰদেহেষু প্ৰদ্বিষন্তোঽভ্যসূয়কাঃ।। ১৮**

১৮। অন্বয়—অহঙ্কাৰং বলং দৰ্পং কামং ক্ৰোধং চ সংশ্ৰিতাঃ [অহঙ্কাৰ, বল, দৰ্প, কাম, ক্ৰোধ—এইবোৰৰ বশবৰ্ত্তী হৈ] সেই মানুহবোৰে), আত্ম পৰদেহেষু (অবস্থিতং) মাং [নিজৰ আৰু পৰৰ দেহত অৱস্থিত মোক—ঈশ্বৰক] প্ৰদ্বিষন্তঃ অভ্যসূয়কাঃ [দ্বেষ কৰে আৰু অৱজ্ঞা কৰে]।। ১৮

১৮। ভাঙনি—এনে মানুবোৰে অহঙ্কাৰ, বল, দৰ্প কাম, ক্ৰোধ—এইবোৰৰ বশবৰ্ত্তী, হৈ, সিহঁতৰ নিজ আৰু সকলো মানুহৰ, দেহত অৱস্থিত ঈশ্বৰৰূপী মোক দ্বেষ কৰে আৰু অৱজ্ঞা কৰে।। ১৮

**তানহং দ্বিষতঃ ক্ৰূৰান্ সংসাৰেষু নৰাধমান্।**
**ক্ষিপাম্যজস্ৰমশুভানাসুৰীষ্বেৱ যোনিষু।। ১৯**

১৯। অন্বয়—অহং [মই] দ্বিষতঃ [হিংসুক] ক্ৰূৰান্ [নিষ্ঠুৰ] অশুভান্ [অশুভ] সংসাৰেষু নৰাধমান [সংসাৰৰ ভিতৰত অধম] তান্ [সেইবোৰক] অজস্ৰং [পুনঃ পুনঃ] আসুৰীষু যোনিষু, ক্ষিপামি [আসুৰী যোনিত নিক্ষেপ কৰোঁ]।। ১৯

১৯। ভাঙনি—হিংসুক, নিষ্ঠুৰ, অমঙ্গলীয়া, সংসাৰৰ ভিতৰত নৰাধম, এই মানুহবোৰক মই পুনঃ পুনঃ আসুৰী যোনিত নিক্ষেপ কৰোঁ।। ১৯

**আসুৰীং যোনিমাপন্না মূঢ়া জন্মনি জন্মনি।**
**মামপ্ৰাপ্যৈৱ কৌন্তেয় ততো যান্ত্যধমাং গতিম্।। ২০**

২০। অন্বয়—কৌন্তেয় [হে অৰ্জ্জুন] আসুৰীং যোনিম্

আপন্নাঃ [আসুৰী যোনি প্ৰাপ্ত হৈ] মাম্ অপ্ৰাপ্য এব [মোক নেপাই] মূঢ়াঃ [এই মূঢ় মানুহবোৰে] জন্মনি জন্মনি [জন্মে জন্মে] ততঃ অধমাং গতিং যান্তি [তাতকৈ আৰু অধম গতি প্ৰাপ্ত হয়]॥ ২০

২০। ভাঙনি—হে অৰ্জ্জুন, এই মূঢ় মানুহবোৰে জন্মে জন্মে আসুৰী যোনি প্ৰাপ্ত হয় আৰু মোক লাভ কৰিব নোৱাৰি সিহঁতৰ ক্ৰমে অধোগতি হে হয়॥ ২০

**ত্ৰিবিধং নৰকস্যেদ্যং দ্বাৰং নাশনমাত্মনঃ।**
**কামঃ ক্ৰোধস্তথা লোভস্তস্মাদেতত্ৰয়ং ত্যজেৎ॥ ২১**

২১। অন্বয়—কামঃ ক্ৰোধঃ তথা লোভঃ—ইদং ত্ৰিবিধং নৰকস্য দ্বাৰম্ [কাম ক্ৰোধ আৰু লোভ—এই তিনিখন নৰকৰ দুৱাৰ]। আত্মনঃ নাশনম্ [আত্মাৰ নাশক]; তস্মাৎ এতৎ ত্ৰয়ং ত্যজেৎ [সেইগুণে এই তিনিটাক ত্যাগ কৰা উচিত]॥ ২১

২১। ভাঙনি—কাম, ক্ৰোধ, লোভ—এই তিনিখন নৰকৰ দুৱাৰ। ইহঁতে, আত্মাৰ বিনাশ সাধন কৰে। অতএব ইহঁতক পৰিত্যাগ কৰা উচিত॥ ২১

**এতৈৰ্ব্বিমুক্তঃ কৌন্তেয় তমোদ্বাৰৈস্ত্ৰিভিৰ্নৰঃ॥**
**আচৰত্যাত্মনঃ শ্ৰেয়স্ততো যাতি পৰাং গতিম্॥ ২২**

২২। অন্বয়—কৌন্তেয়' এতৈঃ ত্ৰিভিঃ তমোদ্বাৰৈঃ বিমুক্তঃ [অন্ধকাৰৰ এই তিনিখন দুৱাৰৰ পৰা মুক্ত হৈ] নৰ আত্মনঃ শ্ৰেয়ঃ আচৰতি [মানুহে নিজৰ মঙ্গল সাধনৰ বাবে যত্ন কৰে] ততঃ [তাৰ পাছত] পৰাং গতিম্ যাতি [শ্ৰেষ্ঠ গতি লাভ কৰে]॥ ২২

২২। ভাঙনি—শুনা অৰ্জ্জুন, নৰকৰ দুৱাৰ, এই তিনিখনৰ পৰা মুক্ত হৈ মানুহে নিজৰ শ্ৰেয় সাধনৰ যত্ন কৰে আৰু পাছত উত্তম গতি লাভ কৰে। ২২

**যঃ শাস্ত্ৰবিধিমুৎসৃজ্য বৰ্ত্ততে কামকাৰতঃ।**
**ন স সিদ্ধিমবাপ্নোতি ন সুখং ন পৰাং গতিম্॥ ২৩**

২৩। অন্বয়—যঃ শাস্ত্ৰবিধিম্ উৎসৃজ্য [যি শাস্ত্ৰবিধি পৰিত্যাগ কৰি] কামকাৰতঃ বৰ্ত্ততে [বাসনাৰ প্ৰেৰণাত স্বেচ্ছাচাৰী হৈ কাৰ্য্যত প্ৰবৃত্ত হয়], সঃ সিদ্ধিম্ ন অবাপ্নোতি [তেওঁ সিদ্ধি লাভ নকৰে]॥ ২৩

২৩। ভাঙনি—যি শাস্ত্ৰীয় বিধি পৰিত্যাগ কৰি নিজ ইচ্ছামতে কাৰ্য্য কৰে, তেওঁ সিদ্ধি লাভ কৰিব নোৱাৰে; সুখ বা সদ্গতিও লাভ কৰিব নোৱাৰে॥ ২৩

**তস্মাচ্ছাস্ত্ৰং প্ৰমাণংতে কাৰ্য্যাকাৰ্য্যব্যৱস্থিতৌ।**
**জ্ঞাত্বা শাস্ত্ৰবিধানোক্তং কৰ্ম্ম কৰ্ত্তুমিহাৰ্হসি॥ ২৪**

ইতি শ্ৰীমহাভাৰতে শতসাহস্ৰ্যাং সংহিতায়াং বৈয়াসিক্যাং ভীষ্মপৰ্ব্বণি শ্ৰীমদ্ভগবদ্গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুনসংবাদে দৈবাসুৰসম্পদ্বি-ভাগ যোগো নাম ষোড়শোঽধ্যায়ঃ।

২৪। অন্বয়—তস্মাৎ [অতএব] কাৰ্য্যাকাৰ্য্য ব্যৱস্থিতৌ [কৰ্ত্তব্য অকৰ্ত্তব্য-নিৰূপণ কৰিবলৈ হ'লে] শাস্ত্ৰং তে প্ৰমাণং [শাস্ত্ৰই তোমাৰ প্ৰমাণ অৰ্থাৎ শাস্ত্ৰমতে যি কৰ্ত্তব্য সি হে কৰ্ত্তব্য, যি অকৰ্ত্তব্য সি হে অকৰ্ত্তব্য], শাস্ত্ৰবিধানোক্তং জ্ঞাত্বা [শাস্ত্ৰীয় বিধান জানি] ইহ [এই সংসাৰত] কৰ্ম্ম কৰ্ত্তুম্অৰ্হসি [তুমি কৰ্ম্ম কৰিব লাগে]॥ ২৪

২৪। ভাঙনি—অতএব কৰ্ত্তব্যা-কৰ্ত্তব্য নিৰূপণ কৰিবলৈ হ'লে শাস্ত্ৰই হে তোমাৰ প্ৰমাণ, শাস্ত্ৰীয় বিধান জানিহে সংসাৰত তুমি কৰ্ম্ম কৰিব লাগে॥ ২৪

[কৰ্ত্তব্য-অকৰ্ত্তব্য, পাপ-পুণ্য—এইবোৰ কথা মানুহে যুক্তিৰে বা মনেৰে ভাবি ঠিক কৰিব নোৱাৰে। এইবোৰ আপেক্ষিক কথা। একে কামেই এখন দেশত এসময়ত আৰু কিবা এটা কাৰণত পাপ বুলি গণ্য হব পাৰে; কিন্তু ঠিক সেই কামেই আন এখন দেশত আন সময়ত, বা আন কাৰণত, পুণ্য বুলি গণ্য হয়। সেইগুণে, পাপ-পুণ্য, কৰ্ত্তব্য-অকৰ্ত্তব্যৰ বিচাৰ শাস্ত্ৰ বচনেৰে হে কৰিব লাগে। এয়ে আমাৰ সনাতন ধৰ্ম্মৰ বিধান আৰু ইয়াকে আমাৰ সকলো ধৰ্ম্মশাস্ত্ৰই চিঞৰি চিঞৰি কৈ আছে, গীতাই এতিয়া ওপৰৰ দুটা শ্লোকত সেই কথাকে কৈছে।]

# সপ্তদশোঽধ্যায়ঃ

## শ্ৰদ্ধাত্ৰয়বিভাগযোগঃ

[ওপৰত কোৱা হল যে শাস্ত্ৰ বিধান জানি কাৰ্য্য কৰা উচিত; কিন্তু আচলতে আমি দেখো যে সকলো মানুহে শাস্ত্ৰৰ বিধান মানি নচলে। অবিধিপূৰ্ব্বক উপাসনাও মানুহে শ্ৰদ্ধাযুক্ত হৈ কৰে, যেনে ৯ম অধ্যায়ৰ ২৩শ শ্লোকত কৈছে। ইয়াৰ কাৰণ কি?

গীতাই কৈছে যে মানুহে যিটোক সত্য বুলি বিশ্বাস কৰে, সেই সত্য অনুসাৰে হে নিজৰ জীবন পৰিচালনা কৰে। সেই বিশ্বাস বা শ্ৰদ্ধাই হে তেওঁৰ প্ৰকৃতিৰ গঠন কৰে। এই শ্ৰদ্ধা এটি সংস্কাৰস্থ ভাব আৰু সকলো ভাবৰ দৰেই ইয়াকো তিনি শ্ৰেণীত ভাগ কৰিব পাৰি—সাত্ত্বিক, ৰাজসিক আৰু তামসিক। এইদৰেই মানুহৰ সকলো কথাতে প্ৰকৃতি-গত পাৰ্থক্য হয়। শাস্ত্ৰৰ বিধি অনুসৰণ কৰা বিষযেও পাৰ্থক্য হয়। শাস্ত্ৰই প্ৰধানতঃ পূজা, আহাৰ, যজ্ঞ, তপস্যা, দান ঈশ্বৰৰ নাম—এইবোৰ বিষয়ৰ উপদেশ দিছে। এইবোৰ বিষযত ভিন্ন ভিন্ন শ্ৰদ্ধা আৰু অভিৰুচি হয় আৰু সেইমতেই মানুহে আচৰণ কৰে। এয়ে এই অধ্যাযৰ আলোচ্য বিষয।]

অৰ্জ্জুন উবাচ

**যে শাস্ত্ৰবিধিমুৎসৃজ্য যজন্তে শ্ৰদ্ধয়ান্বিতাঃ।**
**তেষাং নিষ্ঠা তু কা কৃষ্ণ সত্ত্বমাহো ৰজস্তমঃ॥ ১**

১। অন্বয়—অৰ্জ্জুন উবাচ। কৃষ্ণ! যে শাস্ত্ৰবিধিম্ উৎসৃজ্য, শ্ৰদ্ধযা অন্বিতাঃ যজন্তে [যি শাস্ত্ৰবিধি ত্যাগ কৰি, শ্ৰদ্ধাযুক্ত হৈ পূজা-সেৱা কৰে] তেষাং নিষ্ঠা তু কা? [তেওঁবিলাকৰ নিষ্ঠা কি নিষ্ঠা?] সত্ত্বং ৰজঃ আহো তমঃ [সাত্ত্বিক, ৰাজসিক, অথবা তামসিক?]॥ ১

১। ভাঙনি—অৰ্জ্জুনে সুধিলে, হে কৃষ্ণ, শাস্ত্ৰবিধি ত্যাগ কৰি, কিন্তু শ্ৰদ্ধাযুক্ত হৈ যিসকলে পূজা সেৱাদি কৰে, তেওঁবিলাকৰ নিষ্ঠা কেনে প্ৰকাৰৰ নিষ্ঠা, সাত্ত্বিক নে ৰাজসিক, নাইবা তামসিক?॥ ১

(আহো—প্ৰশ্ন বা সংশয়বাচক অব্যয়, অথবা)

শ্ৰীভগবানুবাচ

**ত্ৰিবিধা ভৱতি শ্ৰদ্ধা দেহিনাং সা স্বভাবজা।**
**সাত্ত্বিকী ৰাজসী চৈব তামসী চেতি তাং শৃণু॥ ২**

২। অন্বয়—শ্ৰীভগবান্ উবাচ। দেহিনাং সা স্বভাৱজা শ্ৰদ্ধা ত্ৰিবিধা এব ভবতি [প্ৰকৃতিজাত সকলো বস্তুৰ দৰেই) মানুহৰ সেই স্বভাৱজা শ্ৰদ্ধাও ত্ৰিবিধ]; সাত্ত্বিকী, ৰাজসী চ তামসী চ [সাত্ত্বিক, ৰাজসিক আৰু তামসিক] ইতি তাং শৃণু [এই তিনি বিধৰ কথাক্কও, শুনা]॥ ২

২। ভাঙনি—প্ৰকৃতিজাত সকলো বস্তুৰ দৰেই, মানুহৰ স্বভাৱজা শ্ৰদ্ধাও তিনি ৰকমৰ—সাত্ত্বিক, ৰাজসিক, আৰু তামসিক। মই সেইবোৰ বৰ্ণনা কৰোঁ, অৰ্জ্জুন, তুমি শুনা॥ ২

**সত্ত্বানুৰূপা সৰ্ব্বস্য শ্ৰদ্ধা ভৱতি ভাৰত।**
**শ্ৰদ্ধাময়োঽয়ং পুৰুষো যো যচ্ছ্ৰদ্ধঃ স এব সঃ॥ ৩**

৩। অন্বয়—ভাৰত [হে অৰ্জ্জুন] সৰ্ব্বস্য শ্ৰদ্ধা সত্ত্বানুৰূপা ভবতি [সকলো মানুহৰ শ্ৰদ্ধা নিজ নিজ স্বভাৱৰ অনুযায়ী হয], অয়ং পুৰুষঃ শ্ৰদ্ধাময়ঃ [পুৰুষ শ্ৰদ্ধাময়]; যঃ যচ্ছ্ৰদ্ধঃ সঃ এব সঃ [যাৰ যেনে শ্ৰদ্ধা সি সেয়ে হয়, অৰ্থাৎ মানুহৰ চৰিত্ৰ, আচৰণ প্ৰকৃতি—সকলো শ্ৰদ্ধায গঠন কৰে]॥ ৩

৩। ভাঙনি—অৰ্জ্জুন শুনা, সকলো মানুহৰ শ্ৰদ্ধা নিজ নিজ স্বভাৱৰ অনুযাযী হয। মানুহ শ্ৰদ্ধাময়। যাৰ যেনে শ্ৰদ্ধা, তাৰ প্ৰকৃতিও তেনে॥ ৩

**যজন্তে সাত্ত্বিকা দেবান্ যক্ষৰক্ষাংসি ৰাজসাঃ।**
**প্ৰেতান্ ভূতগণাংশ্চান্যে যজন্তে তামসা জনাঃ॥ ৪**

৪। অন্বয়—সাত্ত্বিকাঃ দেবান্ যজন্তে [সাত্ত্বিক প্ৰকৃতিৰ মানুহে দেৱতাক যজে], অন্যে তামসাঃ জনাঃ প্ৰেতান্ ভূতগণান্ চ যজন্তে [অপৰ তামসিক প্ৰকৃতিৰ মানুহে ভূত-প্ৰেতক যজে]॥ ৪

৪। ভাঙনি—সাত্ত্বিক প্ৰকৃতিৰ মানুহে দেৱতাক যজে, ৰাজসিকে যক্ষ-ৰাক্ষসক যজে আৰু তামসিকে ভূত-প্ৰেতক যজে॥ ৪

**অশাস্ত্ৰবিহিতং ঘোৰং তপ্যন্তে যে তপো জনাঃ।**
**দম্ভাহঙ্কাৰসংযুক্তাঃ কামৰাগবলান্বিতাঃ॥ ৫**
**কৰ্শয়ন্তঃ শৰীৰস্থং ভূতগ্ৰামমচেতসঃ।**
**মাঞ্চৈবান্তঃশৰীৰস্থং তান্ বিদ্ধ্যাসুৰনিশ্চয়ান্॥ ৬**

৫—৬। অন্বয়—দম্ভাহঙ্কাৰ সংযুক্তাঃ [দম্ভ আৰু অহং-ভাৱ যুক্ত] কাম ৰাগ বলান্বিতাঃ [বাসনা আৰু আসক্তিৰ দ্বাৰা পৰিচালিত] যে অচেতসঃ জনাঃ [যিবোৰ

বিচাৰহীন মানুহে] শৰীৰস্থং ভূতগ্ৰামং [দেহৰ উপাদান স্বৰূপ অৱস্থিত পঞ্চ মহাভূতক] অন্তঃ শৰীৰস্থং মাং চ এব [আৰু শৰীৰৰ অভ্যন্তৰত থকা মোক] কৰ্শয়ন্তঃ [ক্লেশ দি] অশাস্ত্ৰ বিহিতং ঘোৰং তপঃ তপ্যন্তে [অশাস্ত্ৰ বিহিত ঘোৰ তপস্যা কৰে] তান্ আসুৰ নিশ্চয়ান্ বিদ্ধি [জানিবা, সিহঁত নিশ্চয় আসুৰী প্ৰকৃতিৰ মানুহ] ॥ ৫—৬

৫—৬। ভাঙনি—অৰ্জ্জুন, নিশ্চয় জানিবা যে যিবোৰ বিচাৰহীন মানুহে দম্ভ, অহংভাব, বাসনা আৰু আসক্তিৰ দ্বাৰা পৰিচালিত হৈ, নিজৰ শৰীৰক আৰু অন্তঃশৰীৰস্থ মোক যন্ত্ৰণা দি, শাস্ত্ৰবিৰুদ্ধ কঠোৰ তপস্যা কৰে, সিহঁত আসুৰী প্ৰকৃতি মানুহ ॥ ৫—৬

**আহাৰস্ত্বপি সৰ্বস্য ত্ৰিবিধো ভৱতি প্ৰিয়ঃ।**
**যজ্ঞস্তপস্তথা দানং তেষাং ভেদমিমং শৃণু ॥ ৭**

৭। অন্বয়—সৰ্বস্য তু অপি ত্ৰিবিধঃ আহাৰঃ প্ৰিয়ঃ ভৱতি [সকলো মানুহৰ আকৌ (সেইদৰেই) তিনি বিধ আহাৰ প্ৰিয় হয়]; যজ্ঞঃ তপঃ দানং অপি তথা [যজ্ঞ দান আৰু তপস্যাও সেই দৰেই তিনি প্ৰকাৰৰ হয়]. তেষাং ভেদং ইমং শৃণু [সেই ভেদ কেনেকৈ হয, মই কওঁ শুনা]॥ ৭

৭। ভাঙনি—সকলো মানুহৰ প্ৰকৃতি-ভেদে তিনি প্ৰকাৰ আহাৰ প্ৰিয় হয়। যজ্ঞ, তপস্যা আৰু দান—এইবোৰ বিষয়তো তিনি ৰকমৰ প্ৰভেদ হয। এই প্ৰভেদবোৰ মই বৰ্ণনা কৰোঁ, শুনা ॥ ৭

**আয়ুঃ সত্ত্ববলাৰোগ্যসুখপ্ৰীতিবিবৰ্দ্ধনাঃ।**
**ৰস্যাঃ স্নিগ্ধাঃ স্থিৰা হৃদ্যা আহাৰাঃ সাত্ত্বিকপ্ৰিয়াঃ ॥ ৮**

৮। অন্বয়—আয়ুঃ সত্ত্ব-বল-আৰোগ্য সুখ প্ৰীতি বিবৰ্দ্ধনাঃ [আয়ুঃ, আভ্যন্তৰীণ শক্তি বা উৎসাহ, শাৰীৰিক বল, নীৰোগতা, সুখ আৰু প্ৰীতি-বৰ্দ্ধনকাৰী] ৰস্যাঃ [ৰসাল] স্নিগ্ধাঃ [স্নিগ্ধ—ঘৃতাদি যুক্ত কোমল] স্থিৰাঃ [সাৰবান্, পুষ্টিকৰ] হৃদাঃ [তৃপ্তিকৰ] আহাৰাঃ [খাদ্যবস্তুবোৰ] সাত্ত্বিক প্ৰিয়াঃ [সাত্ত্বিক প্ৰকৃতিৰ মানুহৰ প্ৰিয়] ॥ ৮

৮। ভাঙনি—আয়ুস, উৎসাহ, শক্তি, আৰোগ্য, সুখ আৰু প্ৰীতিবৰ্দ্ধনকাৰী, ৰসাল, স্নিগ্ধ, পুষ্টিকৰ আৰু তৃপ্তিকৰ খাদ্য সাত্ত্বিক মানুহৰ প্ৰিয় ॥ ৮

**কট্বম্ললবণাত্যুষ্ণতীক্ষ্ণৰুক্ষবিদাহিনঃ।**
**আহাৰা ৰাজসস্যেষ্টা দুঃখশোকাময়প্ৰদাঃ ॥ ৯**

৯। অন্বয়—অতি কটু-অম্ল-লৱণ-উষ্ণ-তীক্ষ্ণ-ৰুক্ষ-বিদাহীনঃ [অতি তিক্ত, অতি অম্ল, অতি লৱণাক্ত, অতি গৰম, অতি জলা (যেনে, মৰিচ), অতি ৰুক্ষ (যেনে জাঁইপত্ৰী) অতি বিদাহী (যেনে সৰিয়হ)] দুঃখ শোকাময প্ৰদাঃ [দুখ, শোক আৰু ৰোগ উৎপাদক] আহাৰাঃ [খাদ্য বস্তুবোৰ] ৰাজস্য ইষ্টাঃ [ৰাজসিক মানুহৰ প্ৰিয়] ॥ ৯

৯। ভাঙনি—ইয়াত 'অতি' শব্দটো কটু, অম্লাদি সকলো পদৰ বিশেষণ যথা—

"অতি কটু নিম্বাদি, অতি অম্ল, অতি লৱণ, অতি উষ্ণ, অতি তীক্ষ্ণ মৰিচাদি, অতি ৰুক্ষ ককোলাদি, অতি বিদাহী সৰ্ষপাদি,—এমন আহাৰসৱ দুখ, শোক, ব্যাধিকৰ—ৰাজস জনৰ প্ৰিয।"—ভট্টদেৱ ॥ ৯

**যাতযামং গতৰসং পূতি পৰ্য্যুষিতঞ্চ যৎ।**
**উচ্ছিষ্টমপি চামেধ্যং ভোজনং তামসপ্ৰিয়ম্ ॥ ১০**

১০। অন্বয়—যাতযামং [এক প্ৰহৰৰ আগেযে পাক কৰা, অতএব অতি চেঁচা] গতৰসং [নীৰস, সোৱাদ নোহোৱা] পূতি [পচা, দুৰ্গন্ধি] পৰ্য্যুষিতং [বাহী] উচ্ছিষ্টমপি চ [অন্যৰ ভোজনাৱশিষ্ট] অমেধ্যং [অপৱিত্ৰ বা অভক্ষ্য] যৎ ভোজনং (তৎ) তামস প্ৰিয়ম্ [এনে খাদ্য তামসিক প্ৰকৃতিৰ মানুহৰ প্ৰিয়] ॥ ১০

১০। ভাঙনি—চেঁচা, নীৰস, দুৰ্গন্ধি, বাহী, উচ্ছিষ্ট আৰু অপৱিত্ৰ অভক্ষণীয আহাৰ তামসিক প্ৰকৃতিৰ মানুহৰ প্ৰিয় ॥ ১০

**অফলাকাঙ্ক্ষিভিৰ্যজ্ঞো বিধিদিষ্টো-য ইজ্যতে।**
**যষ্টব্যমেৱেতি মনঃ সমাধায় স সাত্ত্বিকঃ ॥ ১১**

১১। অন্বয়—অফলাকাঙ্ক্ষিভিঃ [ফলাকাঙ্ক্ষা বৰ্জ্জিত মানুহৰ দ্বাৰা] বিধিদিষ্টঃ [শাস্ত্ৰবিহিত] যষ্টব্যম্ এব ইতি মনঃ সমাধায় [যজ্ঞ অৱশ্য কৰ্ত্তব্য, এনে মন কৰি] যঃ যজ্ঞঃ ইজ্যতে [যি যজ্ঞ কৰা হয়] সঃ সাত্ত্বিকঃ [সেয়ে সাত্ত্বিক যজ্ঞ] ॥ ১১

১১। ভাঙনি—ফলাকাঙ্ক্ষা বৰ্জ্জিত মানুহে, "যজ্ঞ কৰা উচিত"—এনে ভাবি, শাস্ত্ৰবিহিত যি "যজ্ঞ কৰে, তাক সাত্ত্বিক যজ্ঞ বোলে ॥ ১১

**অভিসন্ধায় তু ফলং দম্ভাৰ্থমপি চৈব যৎ।**
**ইজ্যতে ভৰতশ্ৰেষ্ঠ তং যজ্ঞং বিদ্ধি ৰাজসম্ ॥ ১২**

১২। অন্বয়—ভৰতশ্ৰেষ্ঠ [হে অৰ্জ্জুন] ফলম্ অভিসন্ধায় [ফলৰ উদ্দেশ্যে] অপি চ দম্ভাৰ্থম্ এব [বা দম্ভৰ নিমিত্তে—নিজৰ মহত্ত্ব প্ৰচাৰ কৰিবলৈ] যৎ ইজ্যতে [যি যজ্ঞ

কৰা হয়] তৎ যজ্ঞং ৰাজসম্ বিদ্ধি [সেই যজ্ঞ ৰাজসিক যজ্ঞ বুলি জানিবা]॥ ১২

১২। ভাঙনি—জানা অৰ্জ্জুন, ফল লাভৰ উদ্দেশ্যে বা নিজৰ মহত্ব প্ৰচাৰৰ উদ্দেশ্যে যি যজ্ঞ কৰা হয়, সি ৰাজসিক যজ্ঞ॥ ১২

**বিধিহীনমসৃষ্টান্নং মন্ত্ৰহীনমদক্ষিণম্।**
**শ্ৰদ্ধাবিৰহিতং যজ্ঞং তামসং পৰিচক্ষতে॥ ১৩**

১৩। অন্বয়—বিধিহীনম্ অসৃষ্টানং [বিধিহীন, অন্নদান বিহীন] মন্ত্ৰহীনম্ [মন্ত্ৰহীন] অদক্ষিণম্ [দক্ষিণা বিহীন] শ্ৰদ্ধাবিৰহিতং [শ্ৰদ্ধা হীন] যজ্ঞং তামসং পৰিচক্ষতে [যজ্ঞক তামস যজ্ঞ বোলে]॥ ১৩

১৩। ভাঙনি—বিধিহীন, অন্নদান বিহীন, মন্ত্ৰহীন, অদক্ষিণ আৰু শ্ৰদ্ধাহীন যজ্ঞক তামসিক-যজ্ঞ বোলে॥ ১৩

**দেবদ্বিজগুৰুপ্ৰাজ্ঞপূজনং শৌচমাৰ্জ্জৱম্।**
**ব্ৰহ্মচৰ্য্যমহিংসা চ শাৰীৰং তপ উচ্যতে॥ ১৪**

১৪। অন্বয়—দেৱ-দ্বিজ-গুৰু-প্ৰাজ্ঞ পূজনং [দেৱতা, ব্ৰাহ্মণ, গুৰু আৰু জ্ঞানী মানুহৰ পূজা], শৌচম্ [শুচি] আৰ্জ্জৱম্ [সৰলতা] ব্ৰহ্মচৰ্য্যং [ব্ৰহ্মচৰ্য্য] অহিংসা চ [আৰু অহিংসা]—(এইবোৰক) শাৰীৰং তপঃ উচ্যতে [শৰীৰৰ তপস্যা বোলে]॥ ১৪

১৪। ভাঙনি—দেৱতা, ব্ৰাহ্মণ, গুৰু আৰু জ্ঞানীৰ পূজা, শুচি, আচাৰ, সৰলতা, ব্ৰহ্মচৰ্য্য আৰু অহিংসা—এইবোৰক শাৰীৰিক-তপস্যা বোলে॥ ১৪

**অনুদ্বেগকৰং বাক্যং সত্যং প্ৰিয়হিতঞ্চ যৎ।**
**স্বাধ্যায়াভ্যসনং চৈব বাঙ্ময় তপ উচ্যতে॥ ১৫**

১৫। অন্বয়—অনুদ্বেগ কৰং [অন্যৰ কষ্টদায়ক নোহোৱা] সত্যং [সত্য] প্ৰিয়হিতং চ [প্ৰিয় আৰু হিতজনক] যদ্ বাক্যং [যি বাক্য] স্বাধ্যায়াভ্যসনং চ এব [আৰু শাস্ত্ৰ অধ্যয়ন]—(এইবোৰক) বাঙ্ময় তপঃ উচ্যতে [বাঙ্ময় তপস্যা বোলে]॥ ১৫

১৫। ভাঙনি—অন্যৰ কষ্টদায়ক নোহোৱা, সত্য প্ৰিয় আৰু হিতজনক বাক্য আৰু বেদাভ্যাস—এইবোৰক বাঙ্ময় তপস্যা বোলে॥১৫

**মনঃ প্ৰসাদঃ সৌম্যত্বং মৌনমাত্মবিনিগ্ৰহঃ।**
**ভাৱসংশুদ্ধিৰিত্যেতত্তপো মানসমুচ্যতে॥১৬**

১৬। অন্বয়—মনঃ প্ৰসাদঃ [মনৰ প্ৰসন্নতা] সৌম্যত্বং [ধীৰ, মৃদু ভাব] মৌনম্ [মৌন—নীৰৱতা] আত্ম বিনিগ্ৰহঃ [আত্ম-সংযম] ভাব সংশুদ্ধিঃ [ভাব শুদ্ধি] ইতি এতৎ [এইবোৰক] মানসং তপঃ উচ্যতে [মানস তপস্যা বোলে]॥১৬

১৬। ভাঙনি—মনৰ প্ৰসন্নতা, ধীৰ, মৃদু ভাব বা অক্ৰুৰতা, মৌন, আত্ম-সংযম, ভাবশুদ্ধি—এইবোৰক মানসিক-তপস্যা বোলে॥১৬

**শ্ৰদ্ধয়া পৰয়া তপ্তং তপস্তত্ত্ৰিবিধং নৰৈঃ।**
**অফলাকাঙ্ক্ষিভিৰ্যুক্তৈঃ সাত্ত্বিকং পৰিচক্ষতে॥১৭**

১৭। অন্বয়—অফলাকাঙ্ক্ষিভিঃ [ফল কামনা বৰ্জ্জিত] যুক্তৈঃ [একাগ্ৰ চিত্ত] নৰৈঃ [মানুহৰ দ্বাৰা] পৰয়া শ্ৰদ্ধয়া তপ্তং [পৰম শ্ৰদ্ধাৰে অনুষ্ঠিত] ত্ৰিবিধং তৎ তপঃ [সেই তিনিবিধ (কায়িক, বাচিক আৰু মানসিক) তপস্যাক] সাত্ত্বিকং পৰিচক্ষতে [সাত্ত্বিক-তপস্যা বোলে]॥১৭

১৭। ভাঙনি—ফলাকাঙ্ক্ষা, বৰ্জ্জিত একাগ্ৰচিত্তে মানুহে পৰম শ্ৰদ্ধাৰে এই এই তিনিবিধ তপস্যা কৰিলে, তাক সাত্ত্বিক-তপস্যা বোলে॥১৭

[তপস্যা তিনিবিধ—কায়িক, বাচিক আৰু মানসিক। ইয়াৰ প্ৰত্যেক বিধৰ, আকৌ, সাত্ত্বিকাদি ভেদে তিনি ৰকমৰ ভেদ আছে, তাকে এতিয়া ১৭—১৯ শ্লোকত কৈছে।]

**সৎকাৰমানপূজাৰ্থং তপো দম্ভেন চৈব যৎ।**
**ক্ৰিয়তে তদিহ প্ৰোক্তং ৰাজসং চলমধ্ৰুবম্॥১৮**

১৮। অন্বয়—সৎকাৰমানপূজাৰ্থং [মান, সৎকাৰ আৰু পূজাৰ নিমিত্তে] দম্ভেন চ এব [আৰু দম্ভেৰে সৈতে] যৎ তপঃ ক্ৰিয়তে [যি তপস্যা কৰা হয়] ইহ [এই সংসাৰত] চলম্ [অনিত্য] অধ্ৰুবম্ [অল্প ফলপ্ৰদ] তৎ তপঃ ৰাজসং প্ৰোক্তং [সেই তপস্যাক ৰাজস-তপস্যা বোলে]॥১৮

১৮। ভাঙনি—যি তপস্যা মানুহে মান-মৰ্য্যাদা বা পূজা পাবৰ ইচ্ছাৰে দম্ভযুক্ত হৈ কৰে, সেই তপস্যা ইহলোকত অনিত্য আৰু অল্প ফলপ্ৰদ। এনে তপস্যাক ৰাজসিক তপস্যা বোলে॥১৮

**মূঢ়গ্ৰাহেণাত্মনো যৎ পীড়য়া ক্ৰিয়তে তপঃ।**
**পৰস্যোৎসাদনাৰ্থং বা তত্তামসমুদাহৃতম্॥১৯**

১৯। অন্বয়—মূঢ় গ্ৰাহেণ [ভ্ৰান্ত বুদ্ধিৰ বশত] আত্মনঃ পীড়য়া [নিজক কষ্ট দি] বা পৰস্য উৎসাদনাৰ্থং [বা পৰৰ অনিষ্ট সাধনৰ বাবে] যৎ তপঃ ক্ৰিয়তে [যি তপস্যা কৰা হয়] তৎ তামসং উদাহৃতম্ [তাক তামসিক তপস্যা বোলে]॥১৯

১৯। ভাঙনি—ভ্ৰান্ত-বুদ্ধিৰ বশত বা লোকৰ অনিষ্ট

সাধনৰ নিমিত্তে, নিজৰ শৰীৰক কষ্ট দি যি তপস্যা কৰা হয়, তাক তামসিক তপস্যা বোলে ॥১৯

**দাতব্যমিতি যদ্দানং দীয়তেঽনুপকাৰিণে।**
**দেশে কালে চ পাত্রে চ তদ্দানং সাত্ত্বিকং স্মৃতম্ ॥২০**

২০। অন্বয়—দাতব্যম্ ইতি [দিয়া উচিত—কেৱল এনে বুদ্ধিৰে] অনুপকাৰিণে [প্রত্যুপকাৰ যি নকৰিব, এনে মানুহক] দেশে কালে চ পাত্রে চ [উপযুক্ত দেশত, উপযুক্ত কালত আৰু উপযুক্ত পাত্রক] যৎ দানং দীযতে [যি দান দিয়া হয়] তৎ দানং সাত্ত্বিকং স্মৃতম্ [সেই দান সাত্ত্বিক দান বুলি কোৱা হয়] ॥২০

২০। ভাঙনি—যি কোনো প্রত্যুপকাৰ নকৰিব এনে উত্তম পাত্রক, উত্তম দেশত আৰু উত্তম কালত, কেৱল কর্ত্তব্য বুদ্ধিৰে যি দান দিযা হয়, তাক সাত্ত্বিক দান বোলে ॥২০

**যত্তু প্রত্যুপকাৰার্থং ফলমুদ্দিশ্য বা পুনঃ।**
**দীয়তে চ পৰিক্লিষ্টং তদ্দানং ৰাজসং স্মৃতম্ ॥২১**

২১। অন্বয়—পুনঃ যৎ তু [আকৌ, যি দান] প্রত্যুপকাৰার্থং [প্রত্যুপকাৰৰ আশাৰে] বা ফলম্ উদ্দিশ্য [বা ফলৰ আশাৰে] পৰিক্লিষ্টং [নিজক কষ্ট দি অর্থাৎ অসন্তোষ মনেৰে] দীযতে [দিয়া হয] তদ্দানং ৰাজসং স্মৃতম্ [সেই দানক ৰাজসিক দান বোলে] ॥২১

২১। ভাঙনি—প্রত্যুপকাৰৰ আশাত বা কোনো ফলব আশা কৰি, অসন্তোষ মনেৰে যি দান কৰা হয়, তাক ৰাজসিক, দান বোলে ॥২১

**অদেশকালে যদ্দানমপাত্রেভ্যশ্চ দীয়তে।**
**অসৎকৃতমবজ্ঞাতং তত্তামসমুদাহৃতম্ ॥২২**

২২। অন্বয়—অদেশ কালে [অনুপযুক্ত দেশত আৰু অনুপযুক্ত কালত] অপাত্রেভ্যঃ চ [আৰু অপাত্রত] অসৎকৃতং [বিনা সৎকাৰে] অবজ্ঞাতং [অবজ্ঞা পূর্ব্বক] যৎ দানং দীয়তে [যি দান দিয়া হয়] তৎ তামসম্ উদাহৃতম [সেই দানক তামস দান বোলে] ॥২২

২২। ভাঙনি—(দেশ, কাল, পাত্র বিচাৰ নকৰি) অনুপযুক্ত দেশত, অনুপযুক্ত কালত আৰু অপাত্রক, বিনা সৎকাৰে অৱজ্ঞাপূর্ব্বক, যি দান দিয়া হয়, তাক তামসিক দান বোলে ॥২২

**ওঁ তৎসদিতি নির্দ্দেশো ব্রহ্মণস্ত্রিবিধঃ স্মৃতঃ।**
**ব্রাহ্মণাস্তেন বেদাশ্চ যজ্ঞাশ্চ বিহিতাঃ পুৰা ॥২৩**

২৩। অন্বয়—ওঁ তৎ সৎ ইতি ত্রিবিধঃ ব্রহ্মণঃ নির্দ্দেশঃ [ওঁ তৎ সৎ—এই তিনি প্রকাৰ ব্রহ্মৰ নির্দ্দেশ] স্মৃতঃ [এইটো ব্রহ্মবাদি সকলে কয়]; তেনে [এই তিনি নির্দ্দেশৰ দ্বাৰা] পুৰা [পূর্ব্ব কালত] ব্রাহ্মণাঃ বেদাঃ চ যজ্ঞাঃ চ বিহিতাঃ [ব্রাহ্মণ, বেদ আৰু যজ্ঞ সৃষ্ট হ'ল] ॥২৩

২৩। ভাঙনি—ওঁ তৎ সৎ—এই তিনিটি নামৰ দ্বাৰা ব্রহ্মবাদিসকলে ব্রহ্মক নির্দ্দেশ কৰিছে। পূর্ব্বে বিধাতাই এই তিনি নামৰ দ্বাৰা ব্রাহ্মণ, বেদ আৰু যজ্ঞ সৃষ্টি কৰিলে ॥২৩

[এই শ্লোকৰ আৰু অর্থ হয—ওঁ, তৎ, সৎ এই তিনিটি নামৰ দ্বাৰা ব্রহ্মবাদীসকলে ব্রহ্মক নির্দ্দেশ কৰিছে। পূর্ব্বৰে পৰা (শ্রুতিয়ে) এই বিধান দিছে যে এই তিনি নামৰ দ্বাৰা সকলো বেদ-পাঠ, ব্রাহ্মণ গ্রন্থৰ অনুষ্ঠান আৰু যজ্ঞ আৰম্ভ কৰিব। অর্থাৎ "ওঁ তৎ সৎ" এই কথাষাৰ উচ্চাৰণ কৰিহে এই সকলো কর্ম্ম আৰম্ভ কৰিব লাগে।

**তস্মাদোমিত্যুদাহৃত্য যজ্ঞদানতপঃক্রিয়াঃ।**
**প্রবর্ত্তন্তে বিধানোক্তাঃ সততং ব্রহ্মবাদিনাম্ ॥২৪**

২৪। অন্বয়—তস্মাৎ [অতএব] ওঁ ইতি উদাহৃত্য [ওঁ—এই শব্দ উচ্চাৰণ কৰি] ব্রহ্মবাদিনাং [ব্রহ্মবাদীসকলৰ] বিধানোক্তাঃ [শাস্ত্রোক্ত] যজ্ঞ দান তপঃ ক্রিযাঃ [যজ্ঞঃ, দান, তপস্যা কর্ম্মবোৰ] সততং [সদায] প্রবর্ত্তন্তে [অনুষ্ঠিত হয] ॥২৪

২৪। ভাঙনি—সেইগুণে (ওঁ) এই শব্দ উচ্চাৰণ কৰি ব্রহ্মবাদীসকলে শাস্ত্রোক্ত যজ্ঞ, দান আৰু তপস্যাকর্ম্মবোৰৰ অনুষ্ঠান কৰে ॥২৪

["ওঁ" এই শব্দ উচ্চাৰণ কৰি কৰা কর্ম্ম দ্বিগুণ হলেও ফল-প্রদ হয়]

**তদিত্যনভিসন্ধায় ফলং যজ্ঞতপঃক্রিয়াঃ।**
**দানক্রিয়াশ্চ বিবিধাঃ ক্রিয়ন্তে মোক্ষকাঙ্ক্ষিভিঃ ॥২৫**

২৫। অন্বয়—তৎ ইতি ['তৎ' এই শব্দ (উচ্চাৰণ কৰি)] মোক্ষকাঙ্ক্ষিভিঃ [মোক্ষাভিলাষী পুৰুষে] ফলম্ অনভিসন্ধায় [ফল কামনা নকৰি] বিবিধাঃ [নানা প্রকাৰ] যজ্ঞ তপঃ ক্রিয়াঃ [যজ্ঞ আৰু তপস্যা কর্ম্ম] দান ক্রিয়াঃ চ [আৰু দান কর্ম্ম] ক্রিয়ন্তে [কৰে] ॥২৫

২৫। ভাঙনি—'তৎ' এই শব্দ উচ্চাৰণ কৰি, মোক্ষাভিলাষী পুৰুষে ফল কামনা নকৰি নানা প্রকাৰ যজ্ঞ, তপস্যা দান কর্ম্মৰ অনুষ্ঠান কৰে ॥২৫

**সদ্ভাবে সাধুভাবে চ সদিত্যেতৎ প্ৰযুজ্যতে।**
**প্ৰশস্তে কৰ্ম্মণি তথা সচ্ছব্দঃ পাৰ্থ যুজ্যতে ॥২৬**

২৬। অন্বয়—পাৰ্থ [হে অৰ্জ্জুন] সদ্ভাবে [সৎ—"আছে", এই অৰ্থত] সাধুভাবে চ [আৰু "সাধু"—এই অৰ্থতে] সৎ ইতি এতৎ প্ৰযুজ্যতে ["সৎ"—এই শব্দ প্ৰয়োগ হয়] তথা প্ৰশস্তে কৰ্ম্মণি [আৰু মাঙ্গলিক কৰ্ম্মত] সৎ শব্দঃ যুজ্যতে [সৎ—এই শব্দ প্ৰয়োগ হয়] ॥২৬

২৬। ভাঙনি—(সৎ শব্দৰ অৰ্থ ওপৰত দিয়া হৈছে— যি বস্তু সদায় অবিকৃত ভাবে আছে—অৰ্থাৎ ব্ৰহ্ম) হে অৰ্জ্জুন, "সমুদয় পদাৰ্থই ব্ৰহ্ম", এই অৰ্থত আৰু সাধু অৰ্থ বুজাবৰ নিমিত্তেও সৎ শব্দ ব্যৱহাৰ হয় (যেনে সৎ সঙ্গ, সজ্জন ইত্যাদি) আৰু মাঙ্গলিক কৰ্ম্মতো সৎ শব্দ ব্যৱহাৰ কৰা হয় ॥২৬

**যজ্ঞে তপসি দানে চ স্থিতিঃ সদিতি চোচ্যতে।**
**কৰ্ম্ম চৈব তদৰ্থীয়ং সদিত্যেবাভিধীয়তে ॥২৭**

২৭। অন্বয়—যজ্ঞে, তপসি, দানে চ [যজ্ঞ, তপস্যা আৰু দান কৰ্ম্মত] স্থিতিঃ [নিষ্ঠা] সৎ ইতি চ উচ্যতে [তাকো (সেই নিষ্ঠাকো) সৎ বোলা হয়], তদৰ্থীয়ং কৰ্ম্ম এব চ [যজ্ঞ, তপস্যা আৰু দানৰ বাবে কৰা আন কৰ্ম্মও] সৎ ইতি এব অভিধীযতে [সৎ—এই বুলি কোৱা হয়] ॥২৭

২৭। ভাঙনি—যজ্ঞ, তপস্যা আৰু দানত যি নিষ্ঠা, তাকো 'সৎ' বোলে আৰু যজ্ঞাদিৰ নিমিত্তে কৰা আন কৰ্ম্মকো 'সৎ' বোলা হয় ॥২৭

**অশ্ৰদ্ধয়া হুতং দত্তং তপস্তপ্তং কৃতং চ যৎ।**
**অসদিত্যুচ্যতে পাৰ্থ ন চ তৎ প্ৰেত্য নো ইহ ॥২৮**

ইতি শ্ৰীমহাভাৰতে শতসাহস্ৰ্যাং সংহিতায়াং বৈয়াসিক্যাং ভীষ্মপৰ্ব্বণি শ্ৰীমদ্ভগৱদ্গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুনসংবাদে শ্ৰদ্ধাত্ৰয়বিভাগ যোগো নাম সপ্তদশোঽধ্যায়ঃ।

২৮। অন্বয়—অশ্ৰদ্ধয়া [অশ্ৰদ্ধাপূৰ্ব্বক] হুতং [হোম, যজ্ঞ] দত্তং [দান] তপ্তং তপঃ [অনুষ্ঠিত তপস্যা]—যৎ চ কৃতং [যি কৰা হয়]—(সকলো) অসৎ ইতি উচ্যতে ["অসৎ" অৰ্থাৎ বেয়া বুলি কোৱা হয়]। পাৰ্থ [হে অৰ্জ্জুন] তৎ [সেই কৰ্ম্ম] ইহ নো, প্ৰেত্য চ ন (এই সংসাৰতো নাই আৰু পৰলোকতো নাই—ই অসৎ আৰু একো ফলপ্ৰদ নহয়] ॥২৮

[নো—(অব্যয়)—নাই বা নহয়]

২৮। ভাঙনি—যজ্ঞ, দান, তপস্যা বা অন্য যি কৰ্ম্ম কৰা হয়, অশ্ৰদ্ধাপূৰ্ব্বক কৰিলে তাক 'অসৎ' (বেয়া) বোলে। এনে কৰ্ম্মই ইহকাল বা পৰকালত একো ফল নিদিয়ে ॥২৮

# অষ্টাদশোঽধ্যায়ঃ

## মোক্ষযোগঃ

অৰ্জ্জুন উবাচ

**সংন্যাসস্য মহাবাহো তত্ত্বমিচ্ছামি বেদিতুম্।**
**ত্যাগস্য চ হৃষীকেশ পৃথক্ কেশিনিসূদন ॥১**

১। অন্বয়—অৰ্জ্জুনঃ উবাচ [অৰ্জ্জুনে সুধিলে] মহোবাহো হৃষীকেশ, কেশিনিসূদন [হে মহাবাহু, হৃষীকেশ, কেশিনি নামক দৈত্যে সংহাৰ কৰা শ্ৰীকৃষ্ণ] সংন্যাসস্য, ত্যাগস্য চ তত্ত্বং পৃথক বেদিতুং ইচ্ছামি [সংন্যাস আৰু ত্যাগৰ তত্ত্ব মই পৃথকে বুজিবৰ ইচ্ছা কৰোঁ] ॥১

১। ভাঙনি—হে কৃষ্ণ, 'সন্যাস' আৰু 'ত্যাগ'—এই দুটাৰ পাৰ্থক্য কি, সেইটো মই জানিব খোজোঁ ॥ ১

[অৰ্জ্জুনৰ এয়ে শেষ প্ৰশ্ন। আগেয়েও এই একে প্ৰশ্নকে অৰ্জ্জুনে কেইবাবাৰো কৰিছিল। এতিয়া এই প্ৰশ্নৰ শেষ মীমাংসা কৰি ভগৱানে আগৰ কথাকে কব—যথা, বাসনা ত্যাগ হে আচল 'ত্যাগ'। সংসাৰত থাকি কৰ্ম্ম কৰিও এনে 'ত্যাগ' হব পাৰে ; ইহে আচল সন্ন্যাস।]

শ্ৰীভগবানুবাচ

**কাম্যানাং কৰ্ম্মণাং ন্যাসং সন্ন্যাসং কবয়ো বিদুঃ।**
**সৰ্ব্বকৰ্ম্মফলত্যাগং প্ৰাহুস্ত্যাগং বিচক্ষণাঃ ॥২**

২। অন্বয়—শ্ৰীভগবান্ উবাচ, কবয়ঃ [পণ্ডিতসকলে] কাম্যানাং কৰ্ম্মণাং ন্যাসং [কাম্য কৰ্ম্মৰ ত্যাগকে] সন্ন্যাসং বিদুঃ [সন্ন্যাস বুলি জানে]। বিচক্ষণাঃ [জ্ঞানী পুৰুষে] সৰ্ব্বকৰ্ম্মফলত্যাগং [সকলো কৰ্ম্মফলত আসক্তি সম্পূৰ্ণভাৱে ত্যাগ কৰাকে] ত্যাগং প্ৰাহুঃ। [ত্যাগ বোলে] ॥২

২। ভাঙনি—কাম্য-কৰ্ম্ম পৰিত্যাগ কৰাকে পণ্ডিতসকলে 'সন্ন্যাস' বুলি জানে। জ্ঞানী পুৰুষে কেৱল সকলো কৰ্ম্মফলত সম্পূৰ্ণভাৱে আসক্তি ত্যাগ কৰাকে 'ত্যাগ' বোলে ॥২

**ত্যাজ্যং দোষবদিত্যেকে কৰ্ম্ম প্ৰাহুৰ্ম্মনীষিণঃ।**
**যজ্ঞদানতপঃ কৰ্ম্ম ন ত্যাজ্যমিতি চাপৰে ॥৩**

৩। অন্বয়—একে মনীষিণঃ [কোনো কোনো পণ্ডিতে] কৰ্ম্ম দোষবৎ ইতি ত্যাজ্যং [সকলো কৰ্ম্মই দোষবৎ বাবে ত্যাজ্য—এই বুলি)] প্ৰাহুঃ [কয়] যজ্ঞ দান তপঃ কৰ্ম্ম ন ত্যাজ্যম্—ইতি চ অপৰে [কিন্তু যজ্ঞ, দান, তপ—এইবোৰ কৰ্ম্ম (কোনো কালে) ত্যাজ্য নহয় বুলি অপৰ পণ্ডিতসকলে কয়] ॥৩

৩। ভাঙনি—"সাংখ্যবাদী সৱে হিংসা আদি দোষমুক্ত মানি বন্ধ ভয়ে সকল কৰ্ম্মৰ পৰিত্যাগ কহে। মীমাংসক সৱে কহে, যজ্ঞ, দান, তপকৰ্ম্মক কদাচিতো পৰিত্যাগ নকৰিব।"

ভট্টদেৱ ॥৩

**নিশ্চয়ং শৃণু মে তত্ৰ ত্যাগে ভৰতসত্তম।**
**ত্যাগো হি পুৰুষব্যাঘ্ৰ ত্ৰিবিধঃ সংপ্ৰকীৰ্ত্তিতঃ ॥৪**

৪। অন্বয়—ভৰতসত্তম [হে অৰ্জ্জুন] তত্ৰ ত্যাগে [সেই ত্যাগ সম্পৰ্কে] মে নিশ্চয়ং শৃণু [মোৰ শেষ সিদ্ধান্ত শুনা] পুৰুষ ব্যাঘ্ৰ [হে পুৰুষ শ্ৰেষ্ঠ অৰ্জ্জুন] ত্যাগঃ ত্ৰিবিধঃ সংকীৰ্ত্তিতঃ [ত্যাগ তিনি ৰকমৰ বুলি কোৱা আছে] ॥৪

৪। ভাঙনি—হে অৰ্জ্জুন ত্যাগ সম্পৰ্কে মোৰ শেষ সিদ্ধান্ত শুনা। জ্ঞানীলোকে কয় যে (সত্বাদি গুণ ভেদে, সকলো ভাবৰ দৰেই) ত্যাগো তিনি ৰকমৰ ॥৪

**যজ্ঞদানতপঃকৰ্ম্ম ন ত্যাজ্যং কাৰ্য্যমেৱ তৎ।**
**যজ্ঞো দানং তপশ্চৈব পাৱনানি মনীষিণাম্ ॥৫**

৫। অন্বয়—যজ্ঞদান তপঃ কৰ্ম্ম [যজ্ঞ, দান, তপ—এইবোৰ কৰ্ম্ম] ন ত্যাজ্যং [ত্যাজ্য নহয়], তৎ কাৰ্য্যম্ এৱ [এইবোৰ কাম নিশ্চয় কৰ্ত্তব্য]; যজ্ঞঃ দানং তপঃ চ এৱ [যজ্ঞ, দান, তপস্যা] মনীষিণাং [বিবেকী পুৰুষৰ] পাৱনানি [চিত্ত শুদ্ধি কৰ] ॥৫

৫। ভাঙনি—যজ্ঞ, দান, তপ—এইবোৰ কাম ত্যাগ কৰা উচিত নহয়। এইবোৰ অৱশ্য কৰ্ত্তব্য। ইয়াৰপৰা বিবেকী পুৰুষৰ চিত্তশুদ্ধি হয় অৰ্থাৎ সংস্কাৰৰ উৎকৰ্ষ সাধন হয় ॥৫

**এতান্যপি তু কৰ্ম্মাণি সঙ্গং ত্যক্ত্বা ফলানি চ।**
**কৰ্ত্তব্যানীতি মে পাৰ্থ নিশ্চিতং মতমুত্তমম্ ॥৬**

৬। অন্বয়—অপি তু এতানি কৰ্ম্মাণি [এই কৰ্ম্মবোৰকো] সঙ্গং ফলানি চ ত্যক্ত্বা [আসক্তি আৰু ফল-কামনা পৰিত্যাগ কৰি] কৰ্ত্তব্যানি [কৰা উচিত]। ইতি মে নিশ্চিতম্ উত্তমং মতম্ [এয়ে মোৰ সুনিশ্চিত মত] ॥৬

৬। ভাঙনি—শুনা অৰ্জ্জুন, আসক্তি আৰু ফল কামনা পৰিত্যাগ কৰি, এইবোৰ কৰ্ম্ম মানুহে কৰা উচিত। এয়ে মোৰ সুনিশ্চিত মত ॥৬

**নিয়তস্য তু সংন্যাসঃ কৰ্ম্মণো নোপপদ্যতে।**
**মোহাৎতস্য পৰিত্যাগস্তামসঃ পৰিকীৰ্ত্তিতঃ ॥৭**

৭। অন্বয়—নিয়তস্য তু কৰ্ম্মণঃ সংন্যাসঃ ন উপপদ্যতে [যি কাৰ্য্য কৰণীয় বুলি শাস্ত্ৰই বিধান কৰিছে (নিয়ত কৰ্ম্ম) তাক ত্যাগ কৰা উচিত নহয়] মোহাৎ তস্য পৰিত্যাগঃ তামসঃ পৰিকীৰ্ত্তিতঃ [মোহৰ বশত এনে কৰ্ম্ম ত্যাগ কৰিলে, তাক "তামস" ত্যাগ বোলে] ॥৭

৭। ভাঙনি—যি কৰ্ম্ম কৰণীয় বুলি শাস্ত্ৰই বিধান কৰিছে, তাক ত্যাগ কৰা উচিত নহয়। মোহৰ বশত এনে কৰ্ম্মৰ ত্যাগেই, "তামসিক সন্ন্যাস।" ॥৭

**দুঃখমিত্যেৱ যৎ কৰ্ম্ম কায়ক্লেশভয়াৎ ত্যজেৎ।**
**স কৃত্বা ৰাজসং ত্যাগং নৈৱ ত্যাগফলং লভেৎ ॥৮**

৮। অন্বয়—দুঃখম্ ইতি এৱ যৎ [(কৰ্ম্ম) দুঃখকৰ—এনে বুধিৰে] কায় ক্লেশ ভয়াৎ [শাৰীৰিক ক্লেশৰ ভয়ত] (যঃ) কৰ্ম্ম ত্যজেৎ [যি কৰ্ম্ম ত্যাগ কৰে] সঃ ৰাজসং ত্যাগং কৃত্বা [তেওঁ ৰাজস ত্যাগ কৰি] ত্যাগ ফলং ন এৱ লভেৎ [ত্যাগৰ ফল পাব নোৱাৰে] ॥৮

৮। ভাঙনি—"কৰ্ম্ম কৰিলে গাত দুখ পাম"—এনে বুদ্ধিৰে যি কৰ্ম্ম ত্যাগ কৰে, তেওঁৰ ত্যাগ, ৰাজসিক ত্যাগ—তেওঁ যথাৰ্থ ত্যাগৰ ফল লাভ নকৰে ॥৮

[যথাৰ্থ ত্যাগৰ ফল—শান্তি (১২।১২ শ্লোক চাওক) ৰাজসিক ত্যাগত শান্তি নাই। বাসনা ত্যাগৰপৰাহে মানুহে শান্তি লাভ কৰিব পাৰে]

**কাৰ্য্যমিত্যেব যৎ কৰ্ম্ম নিয়তং ক্ৰিয়তেঽৰ্জ্জুন।**
**সঙ্গং ত্যক্ত্বা ফলং চৈব স ত্যাগঃ সাত্ত্বিকো মতঃ ॥৯**

৯। অন্বয়—অৰ্জ্জুন, সঙ্গং ফলং চ এব ত্যক্ত্বা [আসক্তি আৰু ফলাকাঙ্ক্ষা ত্যাগ কৰি] কাৰ্য্যম্ ইতি এব [অৱশ্য-কৰ্ত্তব্য-বুদ্ধিৰে] যৎ নিয়তং কৰ্ম্ম ক্ৰিযতে [যি নিয়ত কৰ্ম্ম কৰা হয়], সঃ ত্যাগঃ সাত্ত্বিকঃ মতঃ [সেই ত্যাগক সাত্ত্বিক ত্যাগ বোলে] ॥৯

৯। ভাঙনি—শুনা অৰ্জ্জুন, আসক্তি আৰু ফলাকাঙ্ক্ষা ত্যাগ কৰি কেৱল কৰ্ত্তব্য বুদ্ধিৰে শাস্ত্ৰবিহিত কৰ্ম্ম কৰাকে "সাত্ত্বিক ত্যাগ" বোলে ॥৯

**ন দ্বেষ্ট্যকুশলং কৰ্ম্ম কুশলে নানুষজ্জতে।**
**ত্যাগী সত্ত্বসমাবিষ্টো মেধাবী ছিন্নসংশয়ঃ ॥১০**

১০। অন্বয়—সত্ত্ব সমাবিষ্টঃ [সত্ত্বগুণত প্ৰতিষ্ঠিত] ছিন্ন সংশয়ঃ মেধাবী [তীক্ষ্ণ-বুদ্ধি-ত্যাগী পুৰুষে] অকুশলং কৰ্ম্ম ন দ্বেষ্টি [দুঃখজনক কৰ্ম্মক দ্বেষ নকৰে] কুশলে ন অনুষজ্জতে [বা সুখকৰ কৰ্ম্মতো আসক্ত নহয়] ॥১০

১০। ভাঙনি—সত্ত্ব গুণত প্ৰতিষ্ঠিত (অতএব সমভাবাপন্ন) সংশয়ৰহিত, মেধাবী, ত্যাগী পুৰুষৰ দুঃখকৰ কৰ্ম্মতো বিৰক্তি নাই, সুখকৰ কৰ্ম্মতো আসক্তি নাই ॥১০

**ন হি দেহভৃতা শক্যং ত্যক্তুং কৰ্ম্মাণ্যশেষতঃ।**
**যস্তু কৰ্ম্মফলত্যাগী স ত্যাগীত্যভিধীয়তে ॥১১**

১১। অন্বয়—দেহভৃতা [দেহধাৰী পুৰুষে] কৰ্ম্মাণি অশেষতঃ ত্যক্তুং ন হি শক্যং [একেবাৰে কৰ্ম্ম ত্যাগ কৰিব নোৱাৰে], যঃ তু কৰ্ম্মফলত্যাগী, সঃ ত্যাগী ইতি অভিধীয়তে [যি কিন্তু কৰ্ম্মফল ত্যাগী, তেওঁক হে ত্যাগী বোলা হয়] ॥১১

১১। ভাঙনি—দেহ ধাৰণ কৰি জীয়াই থাকিবলৈ হ'লেই মানুহে কৰ্ম্ম নকৰি নোৱাৰে। অতএব, যি জনে সকলো কৰ্ম্ম-ফল ত্যাগ কৰিছে তেওঁক হে ত্যাগী বোলে ॥১১

**অনিষ্টমিষ্টং মিশ্ৰঞ্চ ত্ৰিবিধ কৰ্ম্মণঃ ফলম্।**
**ভৱত্যত্যাগিনাং প্ৰেত্য ন তু সন্ন্যাসিনাং ক্বচিৎ ॥১২**

১২। অন্বয়—অনিষ্টং [দুঃখময়, অকল্যাণকৰ] ইষ্টং [সুখময়, কল্যাণকৰ] মিশ্ৰং চ [সুখ-দুখ-মিশ্ৰিত—ইষ্টানিষ্ট] ত্ৰিবিধং কৰ্ম্মণঃ ফলম্ [এই তিনি প্ৰকাৰৰ কৰ্ম্মফল] অত্যাগিনাং [অত্যাগী পুৰুষৰ] প্ৰেত্য ভৱতি [(ইহকাল আৰু) পৰকালত হয়]; তু সংন্যাসিনাং ন ক্বচিৎ [কিন্তু সংন্যাসিৰ এইবোৰ ফল কেতিয়াও নহয়] ॥১২

১২। ভাঙনি—কৰ্ম্মৰ ফল তিনি ৰকমৰ হব পাৰে; অনিষ্ট, ইষ্ট বা মিশ্ৰ। অত্যাগী পুৰুষে ইহকালত আৰু পৰকালত এইবোৰ ভোগ কৰে, কিন্তু কৰ্ম্মফল-ত্যাগী সন্ন্যাসীয়ে কোনো কালতে, কোনো ৰকমৰ, ফল ভোগ কৰিব নালাগে ॥১২

(তলত ১৮:১৪ শ্লোকৰ ভাঙনি চাওক)

**পঞ্চৈতানি মহাবাহো কাৰণানি নিবোধ মে।**
**সাংখ্যে কৃতান্তে প্ৰোক্তানি সিদ্ধয়ে সৰ্ব্বকৰ্ম্মণাম্ ॥১৩**

১৩। অন্বয়—মহাবাহো [হে মহাবাহু অৰ্জ্জুন] সৰ্ব্ব কৰ্ম্মানাং সিদ্ধয়ে [সকলো কামৰ সিদ্ধিৰ নিমিত্তে] সাংখ্যে [সাংখ্য দৰ্শনত কৃতান্তে [শেষ তত্ত্ব নিৰ্ণায়ক বেদান্ত শাস্ত্ৰত] প্ৰোক্তানি [কোৱা] ইমানি পঞ্চ কাৰণানি, মে নিবোধ [এই পাঁচবিধ কাৰণ, মই কওঁ শুনা] ॥১৩

১৩। ভাঙনি—হে অৰ্জ্জুন, সকলো কামৰ সিদ্ধিৰ নিমিত্তে সাংখ্য দৰ্শনত আৰু বেদান্তত পাঁচবিধ কাৰণ দিয়া আছে। সেইবোৰ মই কওঁ, শুনা ॥১৩

**অধিষ্ঠানং তথা কৰ্ত্তা কৰণঞ্চ পৃথগ্বিধম্।**
**বিবিধাশ্চ পৃথক চেষ্টা দৈবঞ্চৈবাত্ৰ পঞ্চমম্ ॥১৪**

১৪। অন্বয়—অধিষ্ঠানং [শৰীৰ] তথা কৰ্ত্তা, [আৰু কৰ্ত্তা—অৰ্থাৎ নিজৰ অহং ভাৱ—যি অহঙ্কাৰে "মই কৰিছোঁ" বুলি ভাবে,] পৃথক বিধং কৰণং চ। [পৃথক্ পৃথক্ ইন্দ্ৰিয়বোৰ] বিবিধাঃ পৃথক চেষ্টাঃ চ [নানা প্ৰকাৰ পৃথক চেষ্টা] অত্ৰ চ পঞ্চমং দৈৱম এব [ইয়াৰ ভিতৰত আৰু পঞ্চম কাৰণ—দৈৱ অৰ্থাৎ ইন্দ্ৰিয়াধিষ্ঠাত্ৰী দেৱতাসকলৰ শক্তি] ॥১৪

১৪। ভাঙনি—(সেই পাঁচবিধ কাৰণ এই)

(১) অধিষ্ঠান শৰীৰ,

(২) কৰ্ত্তা—অৰ্থাৎ নিজৰ অহং ভাৱ, যি অহংকাৰে ভাবে যে "মই হে কৰ্ত্তা।"

(৩) ইন্দ্ৰিয়বোৰ—যিবোৰ নহলে কোনো কৰ্ম্ম নহয়।

(৪) নানা ৰকমৰ পৃথক্ পৃথক্ চেষ্টা; যেনে পঞ্চ প্ৰাণৰ ব্যাপাৰ।

(৫) দৈৱ—অৰ্থাৎ ইন্দ্ৰিয়াধিষ্ঠাত্ৰী দেৱতাসকলৰ শক্তি, যি নহলেও ইন্দ্ৰিয়ৰ কাম নহয়। (বেদান্ত দৰ্শন চাওক) ॥১৪

[ওপৰৰ শ্লোক দুটাৰ মানুহে নানা ৰকমে অৰ্থ কৰিছে। কোনোৱে কয় যে, ইয়াত 'সাংখ্য' মানে সাংখ্য দৰ্শন নহয়েই।

কোনোৱে কয়, যে 'দৈৱ' মানে 'অদৃষ্ট', ভাগ্য, 'কপাল'

'luck', 'fate' ইত্যাদি—যেন 'দৈৱ'টো এটা অন্ধ শক্তি, যাৰ স্বৰূপৰ বিষয়ে কোনেও একো সুনিশ্চিত ভাবে নাজানে। গীতাই "ঈশ্বৰৰ ইচ্ছা" বা "নিয়ন্ত্ৰিতৰ বাহিৰে পৃথক এটা 'দৈৱ' স্বীকাৰ নকৰে। (ওপৰত ৫।১৫ শ্লোকৰ ভাঙনি চাওক) ঈশ্বৰ আৰু তেওঁৰ শক্তিৰ (প্ৰকৃতিৰ) বাহিৰে আৰু কোনো শক্তি ক'তো নাই। গীতাই কিন্তু এই শ্লোকত এইবোৰ কথা কোৱা নাই।

এই শ্লোকত এই মাত্ৰ বুজাইছে যে, মানুহে মিছাতেহে নিজ কৰ্ত্তৃত্বাভিমান কৰে , কাৰণ, মানুহে দেখাতে শুদা নিজৰ শক্তিৰে কৰো বুলি একো কৰিব নোৱাৰে। কাম কৰিবলৈ হ'লেই পাঁচবিধ কাৰণ থাকিব লাগিব। এই আটাইবোৰ কাৰণ জীৱৰ আয়ত্তাধীন নহয়। সেইগুণে ভট্টদেৱে এই শ্লোক দুটাৰ অৰ্থ এইদৰে কৰে —

"হে মহাবাহো অৰ্জ্জুন, সকল কৰ্ম্মৰ সিদ্ধিৰ অৰ্থে সাংখ্যত, বেদান্তত এই পঞ্চ কাৰণ কহিছে। আত্মাৰ অহঙ্কাৰ নিবৃত্তিৰ অৰ্থে তাক তুমি জানা। তাকে কহন্ত—শৰীৰ, অহঙ্কাৰ, ইন্দ্ৰিয়, দশপ্ৰাণ ইন্দ্ৰিয়ৰ অধিষ্ঠাত্ৰী দেৱসব—এই পঞ্চসকল কৰ্ম্মৰ কাৰণ বুজিবা।"

এই শ্লোকত আৰু সৰ্ব্বত্ৰ গীতাই কৈছে যে দৈৱ (luck predestination) বুলি এটা কথা নাই। ঈশ্বৰে তেওঁৰ ইচ্ছা মতে আমাক কাম কৰাইছে (১৮।৬১ শ্লোক)। তেওঁ কালাতীত। তেওঁৰ তাত ভৱিষ্যৎ কাল এটা নাই গুণে predestination (দৈৱ) এটাও নাই। আমাৰ ফালৰ পৰা চালে আমি এই মাত্ৰ কব পাৰোঁ যে তেওঁ লীলা কৰিবলৈ আমাক প্ৰত্যেক মুহূৰ্ত্তত এনেকৈ চলাই নিছে যে পাছ মুহূৰ্ত্তত আমাক কি কৰাব, তেওঁ নিজেই যেন ভবা নাই—তেওঁ যেন ঠিক কৰাই নাই। কালৰ তত্বটি বুজিলে এইদৰে নাভাবি আমাৰ আৰু উপায় নাই। গীতাৰ এয়ে উপদেশ। এইদৰে জানি যি কাম কৰে, তাৰ পক্ষে কৰ্ম্মও নাই কৰ্ম্মফলো নাই। গীতাই বাৰে বাৰে এই কথাকে কৈছে। ইয়াকে নুবুজি আমি নিজক কৰ্ত্তা বুলি ভাবি কৰ্ম্মত আসক্ত হৈ সংসাৰৰ অশান্তি ভোগ কৰোঁ। গীতাই আমাক কৰ্ম্ম কৰিবলৈ নিষেধ কৰা নাই। আমাক সংসাৰী হবলৈ, বা শাস্ত্ৰ বিহিত উপায়েৰে ধন আৰু ক্ষমতা লাভ কৰিবলৈকো নিষেধ কৰা নাই। গীতাই সদায় কৈ আহিছে যে ওপৰৰ সত্যটি—অৰ্থাৎ ঈশ্বৰহে যে আমাৰ সকলো কৰ্ম্মৰ নিয়ন্তা—এই সত্যটি মনত ৰাখি আৰু বিশ্বাস কৰি আমি যিহকে কৰোঁ, তাতে আমি শান্তি পাম আৰু যে এই সত্যটি মনত ৰাখিলে, নিজেই আমাৰ সকলো ভাৰ লব (৯।১২ শ্লোক)। এইদৰে ঈশ্বৰক যি বুজে সি অন্যায় কাম কৰিবও নোৱাৰে।]

**শৰীৰবাঙ্মনোভিৰ্যৎ কৰ্ম্ম প্ৰাৰভতে নৰঃ।**
**ন্যায্যং বা বিপৰীতং বা পঞ্চৈতে তস্য হেতবঃ ॥১৫**

১৫। অন্বয়—নৰঃ [মানুহে] শৰীৰবাঙ্মনোভিঃ [শৰীৰ, বাক্য আৰু মনৰ দ্বাৰা] নাযাং বা বিপৰীতং বা [ন্যায়সঙ্গত বা অন্যায] যৎ কৰ্ম্ম প্ৰাৰভতে [যি কৰ্ম্মকে কৰে], এতে পঞ্চ তস্য হেতবঃ [এই পাঁচোতাই তাৰ কাৰণ] ॥১৫

১৫। ভাঙনি—মানুহে শৰীৰ, বাক্য বা মনৰ দ্বাৰা, ন্যায়-অন্যায যি কোনো কাম কৰে, সেই সকলোৰে এই পাঁচোটাই কাৰণ। (ইহঁত নহলে মানুহে একো কৰিব নোৱাৰে) ॥১৫

**তত্ৰৈবং সতি কৰ্ত্তাৰমাত্মানং কেবলং তু যঃ।**
**পশ্যত্যকৃতবুদ্ধিত্বান্ন স পশ্যতি দুৰ্ম্মতিঃ ॥১৬**

১৬। অন্বয়—তত্ৰ এবং সতি [সেই সত্য এয়ে হোৱা বাবে অৰ্থাৎ এই পাঁচোটা কাৰণ নহলে মানুহে কাম কৰিব নোৱাৰা বাবে যঃ [যি জনে] অকৃত বুদ্ধিত্বাৎ [মনৰ সম্যক্ বিকাশ নোহোৱা বাবে] কেবলম্ আত্মানং কৰ্ত্তাৰং পশ্যতি [কেবল আত্মাকে কৰ্ত্তা বুলি দেখে (বুজে)] সঃ দুৰ্ম্মতিঃ ন পশ্যতি [সেই দুৰ্ম্মতিজনে একো নেদেখে নুবুজে)] ॥১৬

১৬। ভাঙনি—কৰ্ম্ম বিষয়ে এয়ে যেতিয়া সত্য (অৰ্থাৎ পাঁচবিধ কাৰণ নহলে যেতিয়া নহয়), তেন্তে যি মানুহে এই সত্যটো মনেৰে ধাৰণা কৰিব নোৱাৰি, কেৱল আত্মাকে হে কৰ্ত্তা যেন দেখে, সেই দুৰ্ম্মতিজনৰ দেখা, সত্য দেখা নহয় (অৰ্থাৎ সেই দুৰ্ম্মতিজন অতি অজ্ঞ) ॥১৬

**যস্য নাহংকৃতো ভাবো বুদ্ধিৰ্যস্য ন লিপ্যতে।**
**হত্বাপি স ইমাল্লোঁকান্ ন হন্তি ন নিবধ্যতে ॥১৭**

১৭। অন্বয়—যস্য অহংকৃতঃ ভাবঃ ন ['মই হে কৰ্ত্তা"—এই ভাব যাৰ নাই] যস্য বুদ্ধিঃ ন লিপ্যতে [যাৰ বুদ্ধিত আসক্তি নাই] সঃ ইমান্ লোকান্ হত্বা অপি [তেওঁ এই সকলো লোক হত্যা কৰিলেও] ন হন্তি [হত্যা নকৰে]; ন নিবধ্যতে [তাৰ ফলৰ দ্বাৰা বদ্ধ নহয়] ॥১৭

৭। ভাঙনি—"মই কৰ্ত্তা", এই ভাব যাৰ নাই, যাৰ বুদ্ধিত কৰ্ম্মাসক্তি নাই, তেওঁ এই সমস্ত জগতক হত্যা কৰিলেও, বাস্তৱিক কাকো হত্যা নকৰে আৰু এই হত্যা-কৰ্ম্মৰ ফলত তেওঁ আৱদ্ধ নহয় ॥১৭

[এইবোৰ কথা ওপৰত কোৱা হৈছে। ২।১৯ আৰু ৫।৭—১০ শ্লোক চাওক]

**জ্ঞানং জ্ঞেয়ং পৰিজ্ঞাতা ত্রিবিধা কর্ম্মচোদনা।**
**কৰণং কর্ম্ম কর্ত্তেতি ত্রিবিধঃ কর্ম্মসংগ্রহঃ ॥১৮**

১৮। অন্বয়—জ্ঞানং জ্ঞেয়ং পৰিজ্ঞাতা [জ্ঞান, জ্ঞেয় আৰু জ্ঞাতা] ত্রিবিধা [এই তিনি বিধ] কর্ম্মচোদনা [কর্ম্মত প্রবৃত্তিৰ হেতু] কৰণং, কর্ম্ম, কর্ত্তা—ইতি ত্রিবিধঃ [কৰণ কর্ম্ম, কর্ত্তা—এই তিনি বিধ] কর্ম্ম সংগ্রহঃ [কর্ম্মৰ আশ্রয়] ॥১৮

১৮। ভাঙনি—জ্ঞান, জ্ঞেয় আৰু জ্ঞাতা—এই তিনটি কর্ম্ম-প্রবৃত্তিৰ হেতু। কৰণ, কর্ম্ম আৰু কর্ত্তা—এই তিনিটি কর্ম্মৰ আশ্রয়, (অর্থাৎ যি কর্ম্মক ধৰি ৰাখিছে বা যি নহলে কর্ম্ম নহয়) ॥১৮

[যি মানসিক বিচাৰৰ দ্বাৰা কর্ম্ম কৰিবৰ ইচ্ছা হয় সেয়ে "কর্ম্ম-চোদনা"। এই মানসিক ব্যাপাৰত জ্ঞান, জ্ঞেয় আৰু জ্ঞাতা—এই তিনিটিৰ প্রয়োজন। কর্ম্ম সাধনৰ নিমিত্তে আৱশ্যকীয় সকলো বোৰ বাহ্য ব্যাপাৰেই "কর্ম্ম সংগ্রহ"। ইয়াত কৰণ কর্ম্ম আৰু কর্ত্তাৰ প্রয়োজন।]

**জ্ঞানং কর্ম্ম চ কর্ত্তা চ ত্রিধৈব গুণভেদতঃ।**
**প্রোচ্যতে গুণসংখ্যানে যথাবচ্ছৃণু তান্যপি ॥১৯**

১৯। অন্বয়—গুণসংখ্যানে [গুণবোৰৰ ভেদ-নির্ণয়কাৰী সাংখ্য দর্শনে] জ্ঞানং কর্ম্ম চ কর্ত্তা চ, গুণ ভেদতঃ ত্রিধা এব প্রোচ্যতে [জ্ঞান, কর্ম্ম আৰু কর্ত্তা—এই তিনিৰ, সত্ত্বাদি গুণৰ প্রাধান্য অনুসাৰে তিনি ৰকমৰ ভেদ হয় বুলি কৈছে]। তানি অপি যথাবৎ শৃণু [সেই ভেদবোৰ মই যথাযথ ৰূপে কওঁ, তুমি শুনা] ॥১৯

১৯। ভাঙনি—গুণৰ ভেদ নির্ণয়কাৰী সাংখ্যদর্শনে, গুণৰ তাৰতম্য অনুসাৰে, কর্ত্তা, কর্ম্ম আৰু জ্ঞানৰ তিনি ৰকমৰ ভেদ নির্দেশ কৰিছে। হে অর্জ্জুন, এই তিনি ৰকমৰ ভেদৰ তথ্য মই যথার্থৰূপে বর্ণনা কৰোঁ, তুমি শুনা ॥১৯

[ইয়াত জ্ঞান মানে পৰোক্ষ-জ্ঞান (পাতনি চাওক) অর্থাৎ সংস্কাৰস্থ ভাববোৰ; এই সংস্কাৰস্থ ভাবৰ ক্রমোন্নতি হৈ শেহত জীৱ গুণাতীত হয়। এইবোৰ কথা ওপৰত, বিশেষতঃ ১৪—১৬শ অধ্যায়ত কোৱা হৈছে। গীতাই এতিয়া সাত্ত্বিক ভাবৰ পৰা আৰম্ভ কৰি বর্ণনা কৰিছে; কিন্তু ওলোটাই বর্ণনা কৰিলে—অর্থাৎ তামসিক ভাববোৰৰ পৰা ভাবি নিলে, ক্রমোন্নতিৰ ক্রমটি সুস্পষ্ট হয়। এই পৰোক্ষ জ্ঞানত সদায় ত্রিগুণৰ ক্রিয়া হৈ আছে (৩।৫ শ্লোকৰ ভাঙনি চাওক)। সেইগুণে আমাৰ দৃষ্টিত, আমাৰ জ্ঞানবো পার্থক্য হয়; লগে লগে জ্ঞাত বিষয়বো পার্থক্য হয়; কেনেকৈ এইদৰে হয়, তাকে তলৰ শ্লোকবোৰত বুজাইছে। এইবোৰ শ্লোকৰ দ্বাৰা আৰু বুজাইছে যে নির্গুণ আত্মাৰ লগত ক্রিয়া, কর্ম্ম বা কর্ত্তাৰ একো সম্বন্ধ নাই। আত্মা নিষ্ক্রিয় বা নির্গুণ; কিন্তু ক্রিয়া, কর্ম্ম, আৰু যাক কর্ত্তা বুলি আমি ভাবো, সেই তিনিটি গুণৰ পৰা উদ্ভৱ হোৱা, অতএব সদায় পৰিণামী বস্তু। আত্মাৰ ভেদ নাই, সাত্ত্বিক আত্মা, ৰাজসিক আত্মা, তামসিক আত্মা—এনে বিভাগ নাই। কিন্তু কেৱল কর্ম্মৰ আৰু জ্ঞাতাৰ, ভেদ আছে যেনে, ৰাজসিক কর্ত্তা আৰু তামসিক কর্ত্তা ইত্যাদি। তলত ইয়াকে গীতাই বুজাব।

ধৰক এজন মানুহে কাম এটা মোহান্ধ হৈ কৰিছিল—কিছুদিনৰ পাছত জ্ঞানৰ বৃদ্ধিৰ লগে লগে বুজিল যে সেইটো বেয়া কাম আছিল। এতিয়া আৰু তেওঁ তেনে কাম নকৰে। প্রথমতে কর্ত্তাজন তামসিক কর্ত্তা আছিল। জ্ঞানৰ বৃদ্ধিৰ লগে লগে তেওঁ ৰাজসিক কর্ত্তা হ'ল। তেওঁ যেতিয়া আকৌ গৈ গৈ বুজিব যে সকলো কাম ঈশ্বৰে হে কৰায়, তেতিয়া তেওঁ সাত্ত্বিক কর্ত্তা হব। কিন্তু এই জ্ঞানৰ বৃদ্ধিৰ লগে লগে তেওঁৰ আত্মাৰ একো পৰিবর্ত্তন হোৱা নাই।—তেওঁ সদায় সেই একে মানুহ—একে আত্মা।]

**সর্ব্বভূতেষু যেনৈকং ভাবমব্যয়মীক্ষতে।**
**অবিভক্তং বিভক্তেষু তজ্জ্ঞানং বিদ্ধি সাত্ত্বিকম্ ॥২০**

২০। অন্বয়—যেন [যি জ্ঞানৰ দ্বাৰা] বিভক্তেষু [বিভিন্নৰূপে অৱস্থিত] সর্ব্বভূতেষু [সকলো পদার্থত] অবিভক্তং [অবিভক্ত] একম অব্যয়ং ভাবং [একেটি অব্যয় ভাব] ঈক্ষতে [মানুহে দেখে], তৎ জ্ঞানং সাত্ত্বিকং বিদ্ধি [সেই জ্ঞানক সাত্ত্বিক জ্ঞান বুলি জানিবা] ॥২০

২০। ভাঙনি—যি জ্ঞানৰ দ্বাৰা এই জগতত ভিন্ন ভিন্ন ভাৱে অৱস্থিত পদার্থবোৰৰ ভিতৰত এটি চিৰস্থায়ী একত্বৰ ভাব দৃষ্ট হয়, সেয়ে সাত্ত্বিক জ্ঞান ॥২০

[জ্ঞানৰ ক্রমোন্নতিৰ এই অৱস্থাত সাধকে বুজে যে এই জগতৰ এটি একত্ব আছে—যাৰ কথা ৩য় অধ্যায়ত কোৱা হৈছে]

**পৃথক্ত্বেন তু যজ্জ্ঞানং নানাভাবান্ পৃথগ্বিধান্।**
**বেত্তি সর্ব্বেষু ভূতেষু তজ্জ্ঞানং বিদ্ধি ৰাজসম্ ॥২১**

২১। অন্বয়—যৎ [যি] জ্ঞানং তু [জ্ঞানে] সর্ব্বেষু ভূতেষু [সমস্ত পদার্থত] পৃথক্ বিধান্ নানা ভাবান্ পৃথক্ত্বেন বেত্তি

[পৃথক্‌ৰূপে অৱস্থিত নানাবিধ ভাবক পৃথক্‌ৰূপে বুজে], তৎ জ্ঞানং ৰাজসং বিদ্ধি [সেই জ্ঞানক ৰাজসিক জ্ঞান বুলি জানিবা]।।২১

২১। ভাঙনি—যি জ্ঞানৰ দ্বাৰা সৰ্ব্বত্ৰ সকলো পদাৰ্থত ভেদ মাত্ৰ দেখা যায়, (কেৱল ক্ৰিয়া বৈচিত্ৰ মাত্ৰ দেখা যায়), সেই জ্ঞানক ৰাজসিক জ্ঞান বুলি জানিবা।।২১

**যত্তু কৃৎস্নবদেকস্মিন্ কাৰ্য্যে সক্তমহৈতুকম্।**
**অতত্ত্বাৰ্থবদল্পঞ্চ তৎ তামসমুদাহৃতম্ ।।২২**

২২। অন্বয়—যৎ তু [যি জ্ঞানে] একস্মিন্ কাৰ্য্যে [কোনো এটা কাৰ্যাতে] কৃৎস্নবৎ সক্তম্ [তাকে সকলো বুলি ভাবি, তাতে আসক্ত হয়] অহৈতুকম্ [অযৌক্তিক] অতত্ত্বাৰ্থবৎ [অ-যথাৰ্থ] চ অল্পং [আৰু সামান্য, তৎ তামসম্ উদাহৃতম [সেই জ্ঞানক তামসিক জ্ঞান বোলে]।।২২

২২। ভাঙনি—যি অযৌক্তিক, অ-যথাৰ্থ আৰু সামান্য জ্ঞানে কোনো এটা কাৰ্য্যতে আবদ্ধ হৈ তাকে সকলো বুলি ভাবি, তাতে আসক্ত হৈ থাকে, সেই জ্ঞানক তামসিক জ্ঞান বোলে।। ২২

দৃষ্টান্ত দি এই কথাবোৰ বুজিবলৈ হলে ধৰক যেন এখন motor গাড়ীৰ ভগা অংশবোৰ দ'ম হৈ পৰি আছে। সৰু লৰা এটাই সেইবোৰ দেখিলে তাৰে যেই সেই চকবি এটা লৈ ধেমালি কৰে কিন্তু নুবুজে যে সেইটো কি পদাৰ্থ। কিন্তু, তাতে সি মগ্ন। motor গাড়ী সম্পৰ্কে লৰাটিৰ জ্ঞান তামসিক জ্ঞান। ভোগাসক্ত মানুহৰ জগজ্জ্ঞান এনে তামসিক জ্ঞান। ডাঙৰ মানুহ এজনে সেই ভঙা অংশবোৰৰ দ'মটো দেখিলে বুজিব যে এখন কিবা গাড়ী ভাগি পৰি আছে। তেওঁ পৃথক্ পৃথক্ অংশবোৰ কেনেকৈ জোৰা লগাব পাৰি, বা সেইখন কি গাড়ী আছিল—এইবোৰ কথা নুবুজে। কিন্তু বুজিবলৈ চেষ্টা কৰে। গাড়ীখনৰ বিষয়ে তেওঁৰ জ্ঞান, ৰাজসিক জ্ঞান। এজন ইঞ্জিনিয়াৰে সেই অংশবোৰ দেখিযেই গোটেই গাড়ীখন দেখিব। সকলো অংশবোৰ মনতে জোৰা লগাই লব প্যাৰিব। তেওঁৰ গাড়ীৰ বিষয়ে জ্ঞান, সাত্ত্বিক জ্ঞান। আত্মজ্ঞানীৰ জগজ্জ্ঞানো এনে সাত্ত্বিক। তেওঁ গোটেই জগতৰ একত্ব উপলব্ধি কৰে। ইয়াত মন কৰিব লাগে যে একেটা লৰায়ে ডাঙৰ হৈ ইঞ্জিনিয়াৰ হৈ জীৱনৰ তিনি অৱস্থাত এই তিনি ৰকমৰ জ্ঞান লাভ কৰিব পাৰে। কিন্তু জ্ঞানৰ বৃদ্ধিৰ লগে লগে তাৰ আত্মাৰ একো হ্ৰাস বৃদ্ধি হোৱা নাই। সি সকলো সময়তেই সেই একে আত্মা।

**নিয়তং সঙ্গৰহিতমৰাগদ্বেষতঃ কৃতম্।**
**অফলপ্ৰেপ্সুনা কৰ্ম্ম যত্তৎ সাত্ত্বিকমুচ্যতে ।।২৩**

২৩। অন্বয়—অফলপ্ৰেপ্সুনা [ফলাকাঙ্ক্ষা ৰহিত পুৰুষৰ দ্বাৰা] নিয়তং [শাস্ত্ৰ বিহিত (Regulated)] যৎ কৰ্ম্ম [যি কাম] সঙ্গ ৰহিতং [অনাসক্ত হৈ] অৰাগ দ্বেষতঃ কৃতং [ৰাগ-দ্বেষ নোহোৱাকৈ কৰা হয়] তৎ সাত্ত্বিকম্ উচ্যতে [সেই কামক সাত্ত্বিক বোলে।]।২৩

২৩। ভাঙনি—ফলাকাঙ্ক্ষা বৰ্জিত হৈ, অনাসক্ত ভাবে ৰাগ-দ্বেষ নোহোৱাকৈ, মানুহে যি শাস্ত্ৰবিহিত কাম কৰে, তাক সাত্ত্বিক কৰ্ম্ম বোলে।।২৩

**যত্তুকামেপ্সুনা কৰ্ম্ম সাহঙ্কাৰেণ বা পুনঃ।**
**ক্ৰিয়তে বহুলায়াসং তদ্ৰাজসমুদাহৃতম্ ।।২৪**

২৪। অন্বয়—পুনঃ তু [আকৌ] কামেপ্সুনা [সকাম] সাহঙ্কাৰেণ বা [বা কৰ্ত্তৃত্ব বুদ্ধিৰে (অৰ্থাৎ মই কৰ্ত্তা—এই বুদ্ধিৰে)] বহুলাযাসং [ফল লাভৰ বাবে অতিমাত্ৰা পৰিশ্ৰম কৰি] যৎ কৰ্ম্ম ক্ৰিযতে, তৎ ৰাজসম্ উদাহৃতম্ [যি কাম কৰা হয়, তাক ৰাজস কৰ্ম্ম বোলে] ।।২৪

২৪। ভাঙনি—আকৌ, সকাম পুৰুষে, বা "মই কৰ্ত্তা" এনে অহং-ভাব সম্পন্ন পুৰুষে, ফল লাভৰ আশাত বহুত পৰিশ্ৰম কৰি যি কৰ্ম্ম কৰে, তাক ৰাজসিক কৰ্ম্ম বোলে।।২৪

**অনুবন্ধং ক্ষয়ং হিংসামনপেক্ষ্য চ পৌৰুষম্।**
**মোহাদাৰভ্যতে কৰ্ম্ম যত্তত্তামসমুচ্যতে ।।২৫**

২৫। অন্বয়—অনুবন্ধং [ভাৱিফল] ক্ষয়ং [শক্তি আৰু অৰ্থক্ষয়] হিংসা [হিংসা] চ পৌৰুষং [নিজ শক্তি বা সামৰ্থ্য] অনপেক্ষ্য [বিচাৰ নকৰি] যৎ কৰ্ম্ম মোহাৎ আৰভ্যতে [মোহৰ বশত যি কৰ্ম্ম আৰম্ভ কৰা হয়] তৎ তামসম্ উচ্যতে [সেই কৰ্ম্মক তামসিক কৰ্ম্ম বোলে]।।২৫

২৫। ভাঙনি—কৰ্ম্মৰ শুভাশুভ পৰিণাম বিবেচনা নকৰি শক্তি, অৰ্থক্ষয়, প্ৰাণীহিংসা আৰু নিজ-সামৰ্থ্য—এইবোৰৰ একো বিচাৰ নকৰি, কেৱল মোহৰ বশত যি কৰ্ম্ম আৰম্ভ কৰা হয়, তাক তামস কৰ্ম্ম বোলে।।২৫

**মুক্তসঙ্গোঽনহংবাদী ধৃত্যুৎসাহসমন্বিতঃ।**
**সিদ্ধ্যসিদ্ধ্যোৰ্নিৰ্ব্বিকাৰঃ কৰ্ত্তা সাত্ত্বিক উচ্যতে ।।২৬**

২৬। অন্বয়—মুক্তসঙ্গঃ [আসক্তি ৰহিত] অনহংবাদী ["মই কৰ্ত্তা" এনে অভিমান শূন্য] ধৃতি উৎসাহ সমন্বিতঃ [ধৃতি আৰু উৎসাহযুক্ত] সিদ্ধ্যসিদ্ধ্যোঃ নিৰ্ব্বিকাৰ [সিদ্ধি

আৰু অসিদ্ধিত সমভাবাপন্ন] কৰ্ত্তা সাত্ত্বিকঃ উচ্যতে [কৰ্ত্তাক সাত্ত্বিক কৰ্ত্তা বোলে]।।২৬

২৬। ভাঙনি—যি কৰ্ম্ম আৰু কৰ্ম্মফলত আসক্তি শূন্য, যাৰ "মই কৰ্ত্তা" এনে অভিমান নাই, যি ধৃতি আৰু উৎসাহ পূৰ্ণ, যি সিদ্ধি-অসিদ্ধিত সমভাবাপন্ন, তেওক সাত্ত্বিক কৰ্ত্তা বোলে।।২৬

[ইয়াত "উৎসাহ" শব্দটো মন কৰিব লগীয়া। এই উৎসাহেই আচলতে "ব্যবসায়াত্মিকা বুদ্ধি"—অৰ্থাৎ "পৰমেশ্বৰৰ কৃপাত মই নিশ্চয় তৰিম" এনে দৃঢ়বিশ্বাস নহলে 'কৰ্ম্ম-যোগ' নহয়। (২।৪১ শ্লোক চাওক)।]

**ৰাগী কৰ্ম্মফলপ্ৰেপ্সুৰ্লুব্ধো হিংসাত্মকোঽশুচিঃ।**
**হৰ্ষশোকান্বিতঃ কৰ্ত্তা ৰাজসঃ পৰিকীৰ্ত্তিতঃ।।২৭**

২৭। অন্বয়—ৰাগী [ভোগ্য বিষয়ত অনুৰক্ত] কৰ্ম্মফলপ্ৰেপ্সুঃ [কৰ্ম্মফলাকাঙ্ক্ষা] লুব্ধঃ [আক্ৰোহী বা লোভী] হিংসাত্মকঃ [হিংসুক] অশুচিঃ [অপবিত্ৰ] হৰ্ষ শোকান্বিতঃ [হৰ্ষ শোকযুক্ত] কৰ্ত্তা ৰাজসঃ পৰিকীৰ্ত্তিতঃ [(এনে) কৰ্ত্তাক ৰাজস কৰ্ত্তা বোলে]।।২৭

২৭। ভাঙনি—ভোগ্য বিষয়ত অনুৰক্ত, কৰ্ম্মফলাকাঙ্ক্ষী, আক্ৰোহী, হিংসুক, অশুচি, হৰ্ষ-শোক-যুক্ত কৰ্ত্তাক ৰাজস কৰ্ত্তা বোলে।।২৭

**অযুক্তঃ প্ৰাকৃতঃ স্তব্ধঃ শঠো নিষ্কৃতিকোঽলসঃ।**
**বিষাদী দীৰ্ঘসূত্ৰী চ কৰ্ত্তা তামস উচ্যতে।।২৮**

২৮। অন্বয়—অযুক্তঃ [উন্মনা বা আওকণীয়া—(inattentive)] প্ৰকৃতঃ [অসংস্কৃত বুদ্ধি—বিবেকহীন] স্তব্ধঃ [অতিশয় জড়বুদ্ধি] শঠঃ [বঞ্চনাকাৰী] নৈষ্কৃতিকঃ [পৰস্বাপহাৰী, বা শ্ৰেষ্ঠজনৰ অপমান-কাৰী] অলসঃ [উদ্যমহীন] বিষাদী [বিষাদযুক্ত] দীৰ্ঘসূত্ৰী চ [বিলম্বে কাৰ্য্যকাৰক বা হামামি (procrastinating)] কৰ্ত্তা তামসঃ উচ্যতে [(এনে) কৰ্ত্তাক তামস কৰ্ত্তা বোলে]।।২৮

২৮। ভাঙনি—উন্মনা, বিবেকহীন, জড়-বুদ্ধি, শঠ, পৰস্বাপহৰী (বা শ্ৰেষ্ঠজনৰ অপমানকাৰী) উদ্যমহীন, সৰ্ব্বদা বিষণ্ণ আৰু দীৰ্ঘসূত্ৰী কৰ্ত্তাক তামস কৰ্ত্তা বোলে।।২৮

ইয়াতো তলৰ পৰা ভাবক। জ্ঞানৰ উন্নতিৰ লগে লগে, একে মানুহেই তামস কৰ্ত্তাৰ পৰা ক্ৰমে ৰাজসিক কৰ্ত্তা আৰু সাত্ত্বিক কৰ্ত্তা হ'ব পাৰে। কিন্তু আত্মা সদায় একে। একে মানুহ।

**বুদ্ধেৰ্ভেদং ধৃতেশ্চৈব গুণতস্ত্ৰিবিধং শৃণু।**
**প্ৰোচ্যমানমশেষেণ পৃথক্ত্বেন ধনঞ্জয়।।২৯**

২৯। অন্বয়—ধনঞ্জয় [হে অৰ্জ্জুন] গুণতঃ এব বুদ্ধেঃ ধৃতেঃ চ ত্ৰিবিধং ভেদং [গুণৰপৰাই বুদ্ধি আৰু ধৃতিৰ তিনি বিধ প্ৰভেদ হয়] [সেই প্ৰভেদবোৰ] পৃথক্ত্বেন, অশেষেণ প্ৰোচ্যমানং [সেইবোৰ পৃথক্ পৃথক্ ভাৱে আৰু একো বাকী নাৰাখি কোৱা হ'ব] শৃণু [তুমি শুনা]।।২৯

২৯। ভাঙনি—হে অৰ্জ্জুন, গুণৰ ভেদ অনুসাৰে বুদ্ধি আৰু ধৃতিৰ তিনি ৰকমৰ ভেদ হয়। সেইবোৰ মই পৃথকে আৰু একো বাকী নাৰাখি কওঁ, তুমি শুনা।।২৯

**প্ৰবৃত্তিঞ্চ নিবৃত্তিঞ্চ কাৰ্য্যাকাৰ্য্যে ভয়াভয়ে।**
**বন্ধং মোক্ষঞ্চ যা বেত্তি বুদ্ধিঃ সা পাৰ্থ সাত্ত্বিকী।।৩০**

৩০। অন্বয়—প্ৰবৃত্তিঞ্চ নিবৃত্তিঞ্চ [কৰ্ম্মৰ নীতি আৰু কৰ্ম্মত্যাগৰ নীতি] কাৰ্য্যা কাৰ্য্যে [কাৰ্য্য আৰু অকাৰ্য্য] ভযাভযে [ভয় আৰু অভয] বন্ধং মোক্ষং চ [বন্ধন আৰু মোক্ষ]—(এইবোৰ বিষয় যাক) বুদ্ধিঃ বেত্তি [যি বুদ্ধিয়ে জানে], সা সাত্ত্বিকী [সেই বুদ্ধি সাত্ত্বিকী বুদ্ধি]।।৩০

৩০। ভাঙনি—যি বুদ্ধিৰ দ্বাৰা প্ৰবৃতি, নিবৃত্তি, কাৰ্য্য, অকাৰ্য্য ভয় অভয়, বন্ধন, মোক্ষ—এইবোৰ বিষয়ৰ যথাৰ্থ জ্ঞান হয়, সেয়ে সাত্ত্বিকী বুদ্ধি।।৩০

**যয়া ধৰ্ম্মমধৰ্ম্মঞ্চ কাৰ্য্যঞ্চাকাৰ্য্যমেব চ।**
**অযথাবৎ প্ৰজানাতি বুদ্ধিঃ সা পাৰ্থ ৰাজসী।।৩১**

৩১। অন্বয়- পাৰ্থ! যয়া [যি বুদ্ধিৰ দ্বাৰা] ধৰ্ম্মম্, অধৰ্ম্মম, কাৰ্য্যম্ অকাৰ্যম্ এব চ [ধৰ্ম্ম, অধৰ্ম্ম, কাৰ্য্য, অকাৰ্য্য—এইবোৰ বিষয়] অযথাবৎ প্ৰজানাতি [অ-যথাৰ্থ ৰূপে বুজে] সা বুদ্ধিঃ ৰাজসী [সেই বুদ্ধি ৰাজসী বুদ্ধি]।।৩১

৩১। ভাঙনি—যি বুদ্ধিৰ দ্বাৰা ধৰ্ম্মাধৰ্ম্ম আৰু কাৰ্য্যা-কাৰ্য্যৰ যথাৰ্থ জ্ঞান নহয় সেয়ে ৰাজসিক বুদ্ধি।।৩১

**অধৰ্ম্মং ধৰ্ম্মমতি যা মন্যতে তমসাবৃতা।**
**সৰ্ব্বাৰ্থান্ বিপৰীতাংশ্চ বুদ্ধিঃ সা পাৰ্থ তামসী।।৩২**

৩২। অন্বয়—পাৰ্থ! যা তমসা আবৃতা [যি বুদ্ধি তমো গুণৰ দ্বাৰা আবৃত হৈ] অধৰ্ম্মং ইতি মন্যতে [অধৰ্ম্মক ধৰ্ম্ম বুলি ভাবে] সৰ্ব্বাৰ্থান্ চ বিপৰীতান্ [সকলো বিষয় বিপৰীত ৰকমে বুজে] সা বুদ্ধিঃ তামসী [সেই বুদ্ধি তামসী বুদ্ধি]।।৩২

৩২। ভাঙনি—শুনা অৰ্জ্জুন, তমোগুণৰ দ্বাৰা আবৃত যি বুদ্ধিয়ে অধৰ্ম্মক ধৰ্ম্ম বুলি বুজে আৰু সকলো কথা বিপৰীত ভাবে বুজে, সেই বুদ্ধি তামসিক বুদ্ধি।।৩২

[বুদ্ধিৰ অশক্তিক গীতাই মোটামুটিকৈ তিনি ভাগে ভাগ কৰিছে—সাত্ত্বিক, ৰাজসিক আৰু তামসিক। আচলতে বুদ্ধিৰ অশক্তিৰ শেষ নাই। বুদ্ধিৰ ৰূপ (যাক আমি সংস্কাৰ বোলোঁ) অসংখ্য, বুদ্ধিৰ অশক্তিও অসংখ্য।

বুদ্ধিৰ কাৰ্য্য, বিষয় নিৰ্ণয় কৰা—অধ্যৱসায় (সাংখ্য দৰ্শন ৭৭ পৃঃ)। যি শক্তিৰ দ্বাৰা নিৰ্ণীত বিষয়ত মন স্থিৰ থাকে সিও প্ৰকৃততে বুদ্ধিৰ হে শক্তি, কিন্তু তাৰ আমি বেলেগ নাম দিছোঁ। তাক আমি "ধৃতি" ধৈৰ্য্য বা steadiness of attention বোলো। এই ধৃতশক্তিও বুদ্ধিস্থ আন আন ভাববোৰৰ ওপৰত নিৰ্ভৰ কৰে। সংস্কাৰত ভোগেচ্ছা আৰু তাৰ আনুষঙ্গিক ভাববোৰৰ (যেনে ভোগৰপৰা বঞ্চিত হ'বৰ ভয়, দ্বেষ ইত্যাদিৰ) অনুপাতে ধৃতিৰো প্ৰভেদ হয়। ধৃতিক এতিয়া (সকলো ভাব আৰু বুদ্ধিৰ দৰেই) গীতাই সাত্ত্বিক, ৰাজসিক আৰু তামসিক—এই তিনি ক্ৰমে ভাগ কৰিছে। ভাগ কৰি দেখুৱাইছে কেনেকৈ সংস্কাৰস্থ ভাব অনুসাৰে প্ৰত্যেক মানুহে ভিন্ন ভিন্ন ভাবে ভাবে আৰু সেইমতে ভিন্ন ভিন্ন কাম কৰে।

ইয়াতো পাঠকসকলে আকৌ তলৰ পৰা ভাবি নিলে বুজিব যে তামসিক বুদ্ধিৰ ক্ৰমোন্নতি হৈ মানুহে ৰাজসিক বুদ্ধি লাভ কৰে। তাৰ আকৌ উন্নতি হৈ সি সাত্ত্বিক বুদ্ধি হয়। কিন্তু যাৰ বুদ্ধি সি সদায় সেই একেটা মানুহে। তাৰ আত্মাৰ একো পৰিবৰ্ত্তন হোৱা নাই।]

**ধৃত্যা যয়া ধাৰয়তে মনঃপ্ৰাণেন্দ্ৰিয়ক্ৰিয়াঃ।**
**যোগেনাব্যভিচাৰিণ্যা ধৃতিঃ সা পাৰ্থ সাত্ত্বিকী ॥৩৩**
**যয়া তু ধৰ্ম্মকামাৰ্থান্ ধৃত্যা ধাৰয়তেঽৰ্জ্জুন।**
**প্ৰসঙ্গেন ফলাকাঙ্ক্ষী ধৃতিঃ সা পাৰ্থ ৰাজসী ॥৩৪**
**যয়া স্বপ্নং ভয়ং শোকং বিষাদং মদমেব চ।**
**ন বিমুঞ্চতি দুৰ্ম্মেধা ধৃতিঃ সা পাৰ্থ তামসী ॥৩৫**

৩৩—৩৫। অন্বয়—পাৰ্থ! যয়া অব্যভিচাৰিণ্যা ধৃত্যা [অবিচলিত ধৃতিৰদ্বাৰা] যোগেন [যোগৰ সহায়েৰে] মনঃ প্ৰাণেন্দ্ৰিয় ক্ৰিয়াঃ ধাৰয়তে [(মানুহে) মন, প্ৰাণ আৰু ইন্দ্ৰিয়ৰ ক্ৰিয়াক নিয়ন্ত্ৰিত কৰে] সা ধৃতিঃ সাত্ত্বিকী [সেই ধৃতি সাত্ত্বিক ধৃতি] ॥৩৩

পাৰ্থ! যয়া ধৃত্যা [যি ধৃতিৰ দ্বাৰা] ধৰ্ম্ম কামাৰ্থান ধাৰয়তে [ধৰ্ম্ম, কাম আৰু অৰ্থৰ ধাৰণা কৰা হয়] তু [কিন্তু] প্ৰসঙ্গেন [আসক্তি বশতঃ] ফলাকাঙ্ক্ষী [ফলাকাঙ্ক্ষী হয়] অৰ্জ্জুন [হে অৰ্জ্জুন] সা ধৃতিঃ ৰাজসী [সেই ধৃতি ৰাজসিক] ॥৩৪

দুৰ্ম্মেধাঃ [দুৰ্ব্বুদ্ধিজনে] যয়া [যি ধৃতিৰ দ্বাৰা] স্বপ্নং ভয়ং শোকং, বিষাদং, মদম্ এব চ [স্বপ্ন, ভয়, শোক, অৱসন্নতা আৰু গৰ্ব্ব] ন মুঞ্চতি [ত্যাগ নকৰে] সা তামসী ধৃতিঃ [সেয়ে তামসিক ধৃতি] ॥৩৫

৩৩—৩৫। ভাঙনি—হে অৰ্জ্জুন, যোগাভ্যাসৰ দ্বাৰা সংযত হৈ বিষয়ান্তৰৰ ধাৰণা পৰিত্যাগ কৰি যি ধৃতিৰ দ্বাৰা মন, প্ৰাণ আৰু ইন্দ্ৰিয়ৰ ক্ৰিয়া নিৰোধ কৰিব পাৰি, সেয়ে সাত্ত্বিক ধৃতি ॥৩৩

যি ধৃতিৰ দ্বাৰা ধৰ্ম্ম, কাম আৰু অৰ্থৰ যথাযথ ধাৰণা কৰা যায়, কিন্তু সেইবোৰৰ প্ৰতি আসক্তি থকা বাবে কৰ্ম্মফল ত্যাগ কৰা নহয়, সেই ধৃতিক ৰাজসিক ধৃতি বোলে ॥৩৪

শুনা অৰ্জ্জুন, দুৰ্ব্বুদ্ধি পুৰুষে যি ধৃতিৰ বশত নিদ্ৰা, ভয়, শোক, বিশাদ আৰু গৰ্ব্ব—এইবোৰ পৰিত্যাগ কৰিব নোৱাৰে, সেয়ে তামসিক ধৃতি ॥৩৫

[এতিয়া গীতাই কব যে মানুহৰ সংস্কাৰত যি গুণৰ প্ৰাধান্য হয়, তেওঁৰ সুখো তদনুযায়ী হয়। সেইবাবে সুখকো তিনি ভাগে ভাগ কৰিব পাৰি]

**সুখং ত্বিদানীং ত্ৰিবিধং শৃণু মে ভৰতৰ্ষভ।**
**অভ্যাসাদ্ ৰমতে যত্ৰ দুঃখান্তং চ নিগচ্ছতি ॥৩৬**
**যত্তদগ্ৰে বিষমিব পৰিণামেঽমৃতোপমম্।**
**তৎ সুখং সাত্ত্বিকং প্ৰোক্তমাত্মবুদ্ধিপ্ৰসাদজম্ ॥৩৭**

৩৬—৩৭। অন্বয়—ভৰতৰ্ষভ [হে অৰ্জ্জুন] ইদানীং তু [এতিয়া ত্ৰিবিধং সুখং মে শৃণু [ত্ৰিবিধ সুখৰ কথা মই কওঁ শুনা]। যত্ৰ [যি সুখত] অভ্যাসাৎ ৰমতে [(মানুহে) অভ্যাসৰ বশত প্ৰীতি লাভ কৰে] দুঃখান্তং চ নিগচ্ছতি [আৰু দুখৰো অন্ত হয়], যত্তৎ [যি সুখ] অগ্ৰে বিষম্ ইব [প্ৰথমতে বিষৰ নিচিনা] পৰিণামে অমৃতোপমম্ [কিন্তু শেহত অমৃতোপম্] আত্মবুদ্ধি প্ৰসাদজম্ [(যি সুখ) আত্মাবিষয়িনী বুদ্ধিৰ পৰিতৃপ্তিৰ পৰা হে উদ্ভৱ হয়] তৎ সুখং সাত্ত্বিকং প্ৰোক্তম্ [তাকে সাত্ত্বিক সুখ বোলে] ॥৩৬—৩৭

৩৬—৩৭। ভাঙনি—হে অৰ্জ্জুন, মই এতিয়া তিনি বিধ সুখৰ কথা কওঁ শুনা। যি সুখত ক্ৰমে ক্ৰমে অভ্যাস বশতঃ মানুহে প্ৰীতি লাভ কৰে আৰু দুঃখৰ অন্ত হয়; যি সুখ প্ৰথমতে বিষৱৎ দুঃখদায়ক (যেন বোধ হয়) কিন্তু পৰিণামত অমৃত তুল্য সুখকৰ; যি সুখ আত্মবিষয়ক চিন্তা কৰা বুদ্ধিৰ প্ৰসন্নতাৰ পৰা হে উদ্ভৱ হয়;—এনে সুখকে সাত্ত্বিক সুখ বোলে ॥৩৬—৩৭

[আত্মাৰ বিষয়-চিন্তা বা ঈশ্বৰ-চিন্তা (দুয়োটা একে কথা) প্ৰথমতে সুখদায়ক নহয়। ক্ৰমে ক্ৰমে অভ্যাসৰ দ্বাৰা ভক্তি দৃঢ়া হলে মনৰ প্ৰসন্নতা বৃদ্ধি হৈ আহে। এনে মানুহে শেহত মনৰ যি প্ৰসন্নতা লাভ কৰে সেয়ে সাত্ত্বিক সুখ। এই সুখ আৰু ওপৰত ব্ৰহ্মসংস্পৰ্শজ যি আনন্দৰ কথা কলে—এই দুটা একে নহয় (৩।১৭ শ্লোক আৰু ৬।২৮ শ্লোক)। সাত্ত্বিক সুখ বাহিৰৰ পৰা অহা সুখ—যি সুখৰ সাত্ত্বিক, ৰাজসিক, তামসিক, বিভাগ হব পাৰে। ইবিধ সুখ ভিতৰৰ পৰা ওলোৱা সুখ, যাৰ বাহ্য বিষয়ৰ লগত কোনো সম্বন্ধ নাই আৰু সেইবাবে (প্ৰকৃতিৰ গুণৰ অনুসাৰে) সত্ত্ব ৰজস্তমঃ বিভাগো হব নোৱাৰে, ই শুদা অস্তিত্বৰ সুখ (pleasure of existence) , এয়ে ব্ৰহ্মজ্ঞানী পুৰুষৰ সুখ (৫।২১ চাওক)। সাত্ত্বিক সুখ যোগাৰূঢ় মানুহৰ সুখ।]

**বিষয়েন্দ্ৰিয়সংযোগাদ্ যত্তদগ্ৰেঽমৃতোপমম্।**
**পৰিণামে বিষমিব তৎ সুখং ৰাজসং স্মৃতম্ ।।৩৮**

৩৮। অন্বয়—বিষয়েন্দ্ৰিয় সংযোগাৎ [বিষয়ৰ লগত ইন্দ্ৰিয়ৰ সংযোগত] যৎ তৎ [যি সুখ (উৎপন্ন হয়)] অগ্ৰে অমৃতোপমম্ [প্ৰথমতে অমৃতোপম] পৰিণামে বিষম্ ইব [শেহত বিষৰ সদৃশ (দুঃখদায়ী হয়),] তৎ সুখং ৰাজসং স্মৃতম্ [সেই সুখক ৰাজসিক সুখ বোলে] ।।৩৮

৩৮। ভাঙনি—ভোগ্য-বিষয় আৰু ইন্দ্ৰিয়ৰ সংযোগত যি সুখ লাভ হয়, সি প্ৰথমতে অমৃত তুল্য সুখদায়ক, কিন্তু পৰিণামত বিষ সদৃশ বোধ হয়। এনে সুখক ৰাজসিক সুখ বোলে।।৩৮

[সংসাৰী মানুহৰ সুখ এই ৰকমৰ, এয়ে বিষয়-সুখ। এনে সুখত আচল সুখ নাই (৫।২২ শ্লোক চাওক)।

**যদগ্ৰে চানুবন্ধে চ সুখং মোহনমাত্মনঃ।**
**নিদ্ৰালস্যপ্ৰমাদোত্থং তত্তামসমুদাহৃতম্ ।।৩৯**

৩৯। অন্বয়—যৎ চ সুখং [যি সুখ] অগ্ৰে অনুবন্ধে চ [প্ৰথমে আৰু শেহত] আত্মনঃ মোহনং [বুদ্ধিৰ মোহজনক] নিদ্ৰালস্য প্ৰমাদোত্থং [নিদ্ৰা, আলস্য বা অজ্ঞানৰপৰা উদ্ভব হয়] তৎ তামসম্ উদাহৃতম্ [সেই সুখক তামসিক সুখ বোলে] ।।৩৯

৩৯। ভাঙনি—যি সুখ নিদ্ৰা, আলস্য বা অজ্ঞানৰ পৰা উদ্ভব হয়, যি সুখে আৰম্ভৰপৰা শেহলৈকে বুদ্ধিক মোহাচ্ছন্ন কৰি ৰাখে, সেই সুখক তামসিক সুখ বোলে।।৩৯

সুখৰ এই তিনি বিভাগো সেইদৰেই তলৰ পৰা ভাবি নিলে পাঠসকলে বুজিব যে একে সাধকেই সাধনাৰ তিনি অৱস্থাত এই তিনি ৰকম সুখ লাভ কৰিব পাৰে ; কিন্তু তেওঁৰ আত্মা সদায় একে।

এই খিনিলৈকে গীতাই এই কথাটো বুজাবলৈ চেষ্টা কৰিছে যে বুদ্ধিস্থ বা সংস্কাৰস্থ সুখ-দুখ আদি সকলো ভাব [যি বোৰ ভাবক জ্ঞান বা অজ্ঞান (physical knowledge) বুলিছে] সদায় পৰিবৰ্ত্তনশীল ; কিন্তু আত্মা অপৰিণামী—সদায় স্থিৰ্কে, সদায় অকৰ্ত্তা। ধৰক, এজন মানুহ মদপী আছিল। তেতিয়া তেওঁৰ সুখ তামসিক ; যেতিয়া তেওঁ মদ এৰি কামত মন দিলে তেতিয়া তেওঁৰ সুখ ৰাজসিক, তেওঁ ক্ৰমে কৰ্ম্মযোগী হল। তেওঁ তেতিয়া সাত্ত্বিক সুখ পালে। কিন্তু তেওঁ সকলো অৱস্থাতে সেই একে মানুহ।

**ন তদস্তি পৃথিব্যাং বা দিবি দেবেষু বা পুনঃ।**
**সত্ত্বং প্ৰকৃতিজৈৰ্মুক্তং যদেভিঃ স্যাত্ত্ৰিভিৰ্গুণৈঃ ।।৪০**

৪০। অন্বয়—পৃথিব্যাং [পৃথিৱীত] দিবি বা [বা স্বৰ্গত] দেবেষু বা পুনঃ [কিংবা দেৱতাৰ মাজতো] তৎ সত্ত্বং ন অস্তি [এনে বস্তু বা প্ৰাণী নাই] যৎ [যি] প্ৰকৃতিজৈঃ এভিঃ ত্ৰিভিঃ গুণৈঃ মুক্তং স্যাৎ [প্ৰকৃতিজাত এই তিনি গুণৰপৰা মুক্ত] ।।৪০

৪০। ভাঙনি—এই পৃথিৱীত বা স্বৰ্গত বা দেৱতাৰ ভিতৰতো এনে কোনো প্ৰাণী নাই যি প্ৰকৃতিজাত এই তিনি গুণৰ পৰা মুক্ত ।।৪০

[গীতাই এতিয়ালৈকে দেখুৱালে যে মানুহে সংস্কাৰস্থ ভাবৰ পৰাহে কৰ্ম্ম কৰিব পাৰে। যাৰ যেনে সংস্কাৰ সি তেনে কাম হে কৰে ; এয়ে তাৰ স্বভাৱগত কৰ্ম্ম। নিজ স্বভাৱ (নিজ প্ৰকৃতি বা নিজ সংস্কাৰ) অনুযায়ী কৰ্ম্ম কৰিলেহে স্বাভাবিক নিয়ম মতে মানুহৰ ক্ৰমোন্নতি পাৰে। স্বভাৱৰ বিপৰীত কাম মানুহে কৰিবও নোৱাৰে (৩।৩৩ শ্লোক,) আৰু জোৰ কৰি কৰিবলৈ গলেও মানুহৰ অনিষ্ট হব পাৰে (ক্ৰমোন্নতিৰ বিলম্ব হব পাৰে। (৩।৩৫ শ্লোক) ত্ৰিগুণাত্মক সংস্কাৰ আৰু কৰ্ম্মৰ এই সম্বন্ধ অন্যোন্যাশ্ৰয়ী। ভাল সাত্ত্বিক সংস্কাৰৰ মানুহে সাত্ত্বিক কৰ্ম্ম হে কৰিব পাৰে। আকৌ সাত্ত্বিক কৰ্ম্ম কৰা মানুহৰ সংস্কাৰ বা স্বভাৱ সাত্ত্বিক হয়। মানুহৰ কৰ্ম্ম দেখিলেই আমি বুজোঁ, তাৰ স্বভাৱ সাত্ত্বিক নে তামসিক। সেইদৰেই যদি আমি তাৰ স্বভাৱটো সাত্ত্বিক বুলি জানো, তেন্তে সি কেনে কাম কৰিব তাকো আমি অনুমান কৰিব পাৰোঁ।

মনস্তত্ত্ব সম্বন্ধীয় এই তথ্যটি ১৪শ আৰু ১৬শ অধ্যায়ত একৰকমে কোৱা হল। মানুহৰ অন্তৰ্জীৱন আৰু বহিৰ্জীৱনৰ কি সম্বন্ধ আৰু যে স্বভাৱজ কৰ্ম্মৰ (বা সংস্কাৰ অনুযায়ী কৰ্ম্মৰ পৰা হে অধ্যাত্ম উন্নতি হব পাৰে—এই কথাটো দৃষ্টান্ত দি বুজাবলৈ গীতাই এতিয়া তলৰ শ্লোকবোৰত, সেই সময়ত ভাৰতবৰ্ষত বৰ্ত্তমান থকা, চাৰিবৰ্ণৰ উল্লেখ কৰিছে। ওপৰতো আৰু এবাৰ কৰি আহিছে (৪।১৩ শ্লোক) ইয়াত গীতাই এনে কথা কোৱা নাই যে এই বৰ্ণ বিভাগ চিৰকাল একেদৰে থাকিব লাগে। গীতাই এনে কথাও কোৱা নাই যে এই বৰ্ণ বিভাগ উঠি যাব লাগে, কিন্তু গীতাই কৈছে বুলি ভাবি টীকাকাৰসকলে তলৰ শ্লোক তিনিটাৰ নানা ৰকম বাদ-প্ৰতিবাদ কৰে।

আমি মনত ৰাখিব লাগিব যে গীতা যোগশাস্ত্ৰ, ব্ৰহ্মবিদ্যা, ই সমাজ-বিজ্ঞান বা অৰ্থশাস্ত্ৰ নহয়। এইটো মনত নাৰাখিলে আমাৰ গীতা বুজা নহব। অনৰ্থক তৰ্কৰ ভিতৰত সোমাই আমি গীতাৰ আচল শিক্ষালৈ আওকাণ কৰিম। সেইগুণে শ্ৰীঅৰবিন্দই আমাক এইদৰে সতৰ্ক কৰি দিছে —

These verses and the earlier pronouncements of the Gita on the same subject have been seized upon in current controversies on the caste question and interpreted by some as a sanction of the present system, used by others as a denial of the hereditary basis of caste. In point of fact, the verses in the Gita have no bearing on the existing caste system, because that is a very different thing from the ancient social ideal of *Chaturvarana*, the four clearcut orders of the Aryan community.]

**ব্ৰাহ্মণক্ষত্ৰিয়বিশাং শূদ্ৰাণাঞ্চ পৰন্তপ।**
**কৰ্ম্মাণি প্ৰবিভক্তানি স্বভাৱপ্ৰভবৈৰ্গুণৈঃ ॥৪১**

৪১। অন্বয়—পৰন্তপ [হে অৰ্জ্জুন] ব্ৰাহ্মণ ক্ষত্ৰিয়বিশাং [ব্ৰাহ্মণ, ক্ষত্ৰিয়, আৰু বৈশ্যৰ] শূদ্ৰানাং চ [আৰু শূদ্ৰ] কৰ্ম্মাণি [কৰ্ম্ম-বোৰ] স্বভাৱ প্ৰভবৈঃ [নিজ নিজ স্বভাৱজাত] গুণৈঃ [গুণ অনুসাৰে] প্ৰবিভক্তানি [বিভক্ত হৈছে] ॥৪১

৪১। ভাঙনি—অৰ্জ্জুন, তোমাৰ, ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰৰ কৰ্ম্মবোৰো, তেওঁবিলাকৰ নিজ নিজ স্বভাৱজাত গুণানুসাৰে হে বিভক্ত হৈছে।।৪১

[দুটা মানুহৰ কেতিয়াও সম্পূৰ্ণ একে সংস্কাৰ হব নোৱাৰে স্বভাৱজাত কৰ্ম্মও একে হব নোৱাৰে।]

**শমো দমস্তপঃ শৌচং ক্ষান্তিৰাৰ্জ্জৱমেৱ চ।**
**জ্ঞানং বিজ্ঞানমাস্তিক্যং ব্ৰাহ্মং কৰ্ম্ম * স্বভাৱজম্ ॥৪২**

৪২। অন্বয়—শমঃ, দমঃ, তপঃ শৌচং, ক্ষান্তিঃ (ক্ষমা) আৰ্জ্জৱং [সৰলতা], জ্ঞানং বিজ্ঞানং, আস্তিক্যম্ এব চ [শম, দম, তপস্যা, শৌচ, ক্ষমা, সৰলতা; জ্ঞান বিজ্ঞান, আস্তিকা অৰ্থাৎ, ঈশ্বৰ, আত্মা আৰু পৰলোকৰ অস্তিত্ব সম্বন্ধে নিশ্চিত বিশ্বাস]—স্বভাৱজং ব্ৰাহ্মং কৰ্ম্ম [(এইবোৰ) ব্ৰাহ্মণোচিত কৰ্ম্ম, ব্ৰাহ্মণৰ প্ৰকৃতি-গত ধৰ্ম্ম] ।।৪২

৪২। ভাঙনি—শম, দম, তপস্যা, শৌচ, ক্ষমা, সৰলতা, জ্ঞান (শাস্ত্ৰীয় জ্ঞান) বিজ্ঞান (আত্মা বিষয়ে জ্ঞান) আৰু আস্তিক্য (অৰ্থাৎ ঈশ্বৰ, আত্মা আৰু পুনৰ্জ্জন্মৰ অস্তিত্ব বিষয়ে দৃঢ়বিশ্বাস)—এইবোৰ ব্ৰাহ্মণোচিত স্বভাৱৰ ধৰ্ম্ম] ।।৪২

**শৌৰ্য্যং তেজোধৃতিৰ্দাক্ষ্যং যুদ্ধে চাপ্যপলায়নম্।**
**দানমীশ্বৰভাৱশ্চ ক্ষাত্ৰং কৰ্ম্ম স্বভাৱজম্ ॥৪৩**

৪৩। অন্বয়—শৌৰ্য্যং [পৰাক্ৰম], তেজঃ, ধৃতিঃ, দাক্ষ্যং [কাৰ্য্য দক্ষতা] যুদ্ধে চ অপি অপলায়নং [যুদ্ধত অপৰাঙ্মুখ] দানম্ [দান-শীলতা] ঈশ্বৰভাৱঃ চ [আৰু প্ৰভুত্ব]—(এইবোৰ) ক্ষাত্ৰং স্বভাৱজং কৰ্ম্ম [ক্ষত্ৰিয়োচিত স্বভাৱৰ ধৰ্ম্ম] ।।৪৩

৪৩। ভাঙনি—শৌৰ্য্য, বল, তেজ, ধৃতি, কাৰ্য্যদক্ষতা, যুদ্ধত অপৰাঙ্মুখতা, দানশীলতা, প্ৰভুত্ব-ভাৱ—এইবোৰ প্ৰবৃত্তি ক্ষত্ৰিয়োচিত স্বভাৱৰ ধৰ্ম্ম ।।৪৩

[পাঠকসকলে মনুসংহিতাৰ লগত মিলাই পঢ়িলে বুজিব যে মনুসংহিতা সমাজ-বিজ্ঞান আৰু সেইবাবে যজন, যাজন, পালন ইত্যাদি বাহ্য কৰ্ম্মৰ তাত উল্লেখ আছে; কিন্তু গীতা শাস্ত্ৰ, দৰ্শন শাস্ত্ৰ; গীতাই বাহ্য কৰ্ম্মৰ উল্লেখ নকৰি, যিবোৰ সংস্কাৰবস্তু আভ্যন্তৰীণ গুণৰ বাবে সেই কৰ্ম্মবোৰ ব্ৰাহ্মণাদিৰ উপযুক্ত হৈছিল, তাকে মাত্ৰ কৈছে। গীতাৰ বক্তব্য বা প্ৰমাণৰ বিষয় এই যে সকলোৱে নিজ নিজ সংস্কাৰ মতে হে কাম কৰিব পাৰে আৰু সেইদৰে কৰিলেহে স্বাভাৱিক নিয়মে ক্ৰমোন্নতি হব পাৰে।]

*ব্ৰহ্মকৰ্ম্ম—ইতি পাঠান্তৰম্।

**কৃষিগৌৰক্ষ্য বাণিজ্যং বৈশ্য * কৰ্ম্মং স্বভাবজম্।**
**পৰিচৰ্য্যাত্মকং কৰ্ম্ম শূদ্ৰস্যাপি স্বভাৱজম্ ॥৪৪**

৪৪। অন্বয়—কৃষিগৌৰক্ষবাণিজ্যং [কৃষি-কৰ্ম্ম, গবাদি পশুপালন আৰু বাণিজ্য] স্বভাৱজং বৈশ্যন কৰ্ম্ম [বৈশ্য স্বভাৱৰ স্বাভাৱিক কৰ্ম্ম]; পৰিচৰ্য্যাত্মকং কৰ্ম্ম শূদ্ৰস্য অপি স্বভাৱজং [পৰিচ্যাৰ্যা-কৰ্ম্মও (সেইদৰেই) শূদ্ৰৰ স্বভাৱজাত কৰ্ম্ম] ॥৪৪

৪৪। ভাঙনি—কৃষি, পশুপালন, বাণিজ্য—এই কৰ্ম্মবোৰ বৈশ্যজাতিৰ স্বভাৱজাত কৰ্ম্ম। সেইদৰেই, পৰিচৰ্য্যাত্মক কৰ্ম্মবোৰ শূদ্ৰ-জাতিৰ স্বভাৱজ কৰ্ম্ম ॥৪৪

**স্বে-স্বে কৰ্ম্মণ্যভিৰতঃ সংসিদ্ধিং লভতে নৰঃ।**
**স্বকৰ্ম্মনিৰতঃ সিদ্ধিং যথা বিন্দতি তচ্ছৃণু ॥৪৫**

৪৫। অন্বয়—স্বে স্বে কৰ্ম্মণি অভিৰতঃ নৰঃ [নিজ নিজ স্বাভাৱিক কৰ্ম্মত নিৰত হৈ থকা মানুহে], সংসিদ্ধিং লভতে [(অধ্যাত্ম) সিদ্ধি লাভ কৰে]। স্ব কৰ্ম্ম নিৰতঃ [স্বভাৱজাত কৰ্ম্ম কৰা মানুহে] যথা সিদ্ধিং বিন্দতি, তৎ শৃণু [যেনেকৈ সিদ্ধি-লাভ কৰে, তাকে শুনা] ॥৪৫

৪৫। ভাঙনি—মানুহে নিজ নিজ স্বভাৱ-জাত কৰ্ম্ম আচৰণ কৰি হে সম্যক্ সিদ্ধি (অধ্যাত্ম সিদ্ধি) লাভ কৰিব পাৰে। স্বভাৱ-জাত কৰ্ম্ম কৰি কেনেকৈ সিদ্ধিলাভ কৰে, কওঁ শুনা ॥৪৫

[সংস্কাৰে যেনেকৈ কাম কৰায়, সেইদৰে কামৰ দ্বাৰা সংস্কাৰৰো পৰিবৰ্ত্তন হয়। এয়ে জীৱগত বিবৰ্ত্তন। সংস্কাৰ আৰু কৰ্ম্মই পৰস্পৰৰ ওপৰত কাৰ্য্য কৰে। স্বাভাৱিক কৰ্ম্ম কৰিলে হে মানুহৰ সংস্কাৰৰ স্বাভাৱিক নিয়মে ক্ৰমোন্নতি হব পাৰে। ওপৰত এই আধ্যাত্মিক উন্নতিকে 'সংসিদ্ধিং' শব্দটোৰে বুজাইছে।]

**যতঃ প্ৰবৃত্তিৰ্ভূতানাং যেন সৰ্ব্বমিদং ততম্।**
**স্বকৰ্ম্মণা তমভ্যৰ্চ্চ্য সিদ্ধিং বিন্দতি মানবঃ ॥৪৬**

৪৬। অন্বয়—যতঃ [যাৰ পৰা] ভূতানাং প্ৰবৃত্তিঃ [প্ৰাণীৰ কৰ্ম্ম চেষ্টা], যেন ইদং সৰ্ব্বং ততং [যাৰ দ্বাৰা এই সমস্ত জগৎ ব্যাপ্ত] মানবঃ স্ব কৰ্ম্মণা তম্ অভ্যৰ্চ্চ্য সিদ্ধিং বিন্দতি [মানুহে নিজৰ স্বভাৱজাত কৰ্ম্মৰে তেওঁৰ অৰ্চ্চনা কৰি হে সিদ্ধিলাভ কৰে (অৰ্থাৎ কৰিব পাৰে)] ॥৪৬

৪৬। ভাঙনি—অকল স্বভাৱিক কৰ্ম্ম কৰিলেই নৈসৰ্গিক নিয়মে ক্ৰমোন্নতি নহয়; অৱনতিও হব পাৰে। অৰ্জ্জুনে ভুল বুজে বুলি ভগৱানে আকৌ কৈছে "যাৰ পৰা মানুহৰ সকলো কৰ্ম্ম-চেষ্টাৰ উৎপন্ন হয়, (যাৰ শক্তিৰে হে মানুহে কাম কৰিব পাৰে), যি জনে এই সমস্ত সংসাৰ ব্যাপি আছে, সেইজনক মানুহে নিজ নিজ স্বভাৱজাত কৰ্ম্মৰে অৰ্চ্চনা কৰিলে হে সিদ্ধি লাভ কৰিব পাৰে" ॥৪৬

[ঈশ্বৰ-চিন্তাৰ দ্বাৰা বিষয়-চিন্তা ধ্বংস হয়, ইও এটা নৈসৰ্গিক নিয়ম। অকল ঈশ্বৰ চিন্তাৰ দ্বাৰাই সংস্কাৰৰ উৎকৰ্ষ সাধন হয়]।

**শ্ৰেয়ান্ স্বধৰ্ম্মো বিগুণঃ পৰধৰ্ম্মাৎ স্বনুষ্ঠিতাৎ।**
**স্বভাবনিয়তং কৰ্ম্ম কুৰ্ব্বন্নাপ্নোতি কিল্বিষম্ ॥৪৭**

৪৭। অন্বয়—স্বধৰ্ম্মঃ বিগুণঃ [স্বধৰ্ম্ম (অৰ্থাৎ স্বভাৱজাত কৰ্ম্ম) দোষযুক্ত হলেও] স্বনুষ্ঠিতাৎ পৰধৰ্ম্মাৎ শ্ৰেয়ান্ [উত্তমৰূপে অনুষ্ঠিত পৰধৰ্ম্মতকৈ শ্ৰেষ্ঠ], স্বভাৱ নিয়তং কৰ্ম্ম কুৰ্ব্বন্ [নিজ স্বভাৱৰ অনুযায়ী কৰ্ম্ম কৰি (মানুহে)] কিল্বিষং ন আপ্নোতি [পাপ নলভে] ॥৪৭

৪৭। ভাঙনি—নিজ স্বভাৱজাত কৰ্ম্ম বিগুণ হলেও, সি সম্যক্ অনুষ্ঠিত পৰধৰ্ম্মতকৈ শ্ৰেষ্ঠ। নিজ স্বভাৱৰ অনুযায়ী কৰ্ম্ম কৰিলে মানুহৰ পাপ নহয় (৩।৩৫ শ্লোক চাওক) ॥৪৭

**সহজং কৰ্ম্ম কৌন্তেয় সদোষমপি ন ত্যজেৎ।**
**সৰ্ব্বাৰম্ভা হি দোষেণ ধূমেনাগ্নিৰিবাবৃতাঃ ॥৪৮**

৪৮। অন্বয়—কৌন্তেয় [হে অৰ্জ্জুন] সদোষম্ অপি সহজং কৰ্ম্ম ন ত্যজেৎ [স্বভাৱ-জাত কৰ্ম্ম দোষযুক্ত হলেও ত্যাগ কৰা উচিত নহয়]; হি [কাৰণ] ধূমেন অগ্নিঃ ইব [ধোঁৱাৰে জুইৰ দৰে] সমাৰম্ভাঃ দোষেণ আবৃতাঃ [সকলো কৰ্ম্ম দোষেৰে আবৃত] ॥৪৮

৪৮। ভাঙনি—অৰ্জ্জুন শুনা, নিজৰ স্বভাৱ-জাত কৰ্ম্ম দোষযুক্ত হলেও, তাক ত্যাগ কৰা উচিত নহয়; কাৰণ জুইত ধোঁৱা থকাৰ দৰে, সকলো কৰ্ম্মতে দোষ সদায় থাকিবই ॥৪৮

[সাংসাৰিক সকলো কৰ্ম্মৰপৰাই আসক্তি হয়। এই অৰ্থত সকলো কৰ্ম্মই দোষ-যুক্ত। কিন্তু কৰ্ম্ম যেতিয়া কৰিবই লাগিব, স্বভাৱ-জাত কৰ্ম্ম ঈশ্বৰক চিন্তা কৰি কৰিলে আধ্যাত্মিক উন্নতি স্বাভাৱিক নিয়মে অবিলম্বে হয়। স্বভাৱৰ ওপৰত অত্যাচাৰ কৰিলে বিপৰীত ফল হব পাৰে।]

**অসক্তবুদ্ধিঃ সৰ্ব্বত্ৰ জিতাত্মা বিগতস্পৃহঃ।**
**নৈষ্কৰ্ম্ম্যসিদ্ধিং পৰমাং সন্ন্যাসেনাধিগচ্ছতি ॥৪৯**

৪৯। অন্বয়—সৰ্ব্বত্ৰ অসক্তবুদ্ধিঃ [সকলো বিষয়ত

*বৈশ্যকৰ্ম্ম ইতি পাঠান্তৰম্।

আসক্তি-শূন্য] জিতাত্মা [আত্মজয়ী] বিগতস্পৃহঃ [বাসনা-শূন্য মানুহে] সন্ন্যাসেন [সন্ন্যাসৰ দ্বাৰা] পৰমাং নৈষ্কৰ্ম্যসিদ্ধিম্ অধিগচ্ছতি [পৰম নৈষ্কৰ্ম্য সিদ্ধিলাভ কৰে] ॥৪৯

৪৯। ভাঙনি—সকলো বিষয়ত আসক্তি-শূন্য, আত্মজয়ী, আৰু নিস্পৃহ পুৰুষে সন্ন্যাস-যোগৰ দ্বাৰা নৈষ্কৰ্ম্য সিদ্ধিলাভ কৰে ॥৪৯

[গীতাৰ সন্ন্যাস যোগ ৫ম অধ্যায়ত কোৱা হল। কৰ্ম্মত্যাগ, সন্ন্যাস নহয়। (৯।২৭ শ্লোকৰ ভাঙনি, চাওক)। নৈষ্কৰ্ম্য সিদ্ধিৰ মানে আত্মাৰ অকৰ্ত্তৃত্ব আৰু জগতৰ একত্বৰ উপলব্ধি বুলি আমি ওপৰত বহুবাৰ কৈ আহিছো। গীতাৰ এই শ্লোকটি ৯ম অধ্যায়ৰ ২৭—২৮ শ্লোকৰ অনুৰূপ।]

**সিদ্ধিং প্ৰাপ্তো যথা ব্ৰহ্ম তথাপ্নোতি নিবোধ মে।**
**সমাসেনৈব কৌন্তেয় নিষ্ঠা জ্ঞানস্য যা পৰা ॥৫০**

৫০। অন্বয়—কৌন্তেয় [হে অৰ্জ্জুন] সিদ্ধিং প্ৰাপ্তঃ [সিদ্ধি লাভ কৰা মানুহে] যথা ব্ৰহ্ম আপ্নোতি [যেনেকৈ ব্ৰহ্মক লাভ কৰে], যা জ্ঞানস্য পৰা নিষ্ঠা [যিটি জ্ঞানৰ চৰম অৱস্থা] তথা [সেইখিনি কথা] সমাসেন এব মে নিবোধ [মই সংক্ষেপে কওঁ, শুনা] ॥৫০

৫০। ভাঙনি—অৰ্জ্জুন, এইদৰে স্বভাৱজাত কৰ্ম্ম কৰি, সিদ্ধিলাভ কৰি, মানুহে যেনেকৈ ব্ৰহ্মক লাভ কৰে, আৰু সৰ্ব্বপ্ৰকাৰৰ জ্ঞান য'ত শেষ হয়গৈ—সেইবোৰ কথা মই সংক্ষেপে কওঁ শুনা ॥৫০

**বুদ্ধ্যা বিশুদ্ধয়া যুক্তো ধৃত্যাত্মানং নিয়ম্য চ।**
**শব্দাদীন্ বিষয়াংস্ত্যক্ত্বা ৰাগদ্বেষৌ ব্যুদস্য চ ॥৫১**
**বিবিক্তসেৱী লঘ্বাশী যতবাক্কায়মানসঃ।**
**ধ্যানযোগপৰো নিত্যং বৈৰাগ্যং সমুপাশ্ৰিতঃ ॥৫২**
**অহঙ্কাৰং বলং দৰ্পং কামং ক্ৰোধং পৰিগ্ৰহম্।**
**বিমুচ্য নিৰ্ম্মমঃ শান্তো ব্ৰহ্মভূয়ায় কল্পতে ॥৫৩**

৫১—৫৩। অন্বয়—বিশুদ্ধয়া বুদ্ধ্যা যুক্তঃ [বিশুদ্ধ বুদ্ধিযুক্ত হৈ] ধৃত্যা আত্মানং নিয়ম্য [ধাৰণাৰ দ্বাৰা নিজ চিত্তক সংযত কৰি] শব্দাদীন্ বিষয়ান্ ত্যক্ত্বা [শব্দাদি বিষয় পৰিহাৰ কৰি] ৰাগ দ্বেষৌ চ ব্যুদস্য [ৰাগ, দ্বেষ পৰিহাৰ কৰি] বিবিক্ত সেৱী [নিৰ্জ্জন স্থানবাসী হৈ] লঘ্বাশী [অল্পাহাৰী হৈ] যতবাক্ কায় মানসঃ [বাক্য, শৰীৰ আৰু মন সংযত কৰি] নিত্যং [সৰ্ব্বদা] ধ্যান যোগ পৰঃ [ধ্যান-যোগ পৰায়ণ হৈ] বৈৰাগ্যং সমুপাশ্ৰিতঃ [বৈৰাগ্য আশ্ৰয় কৰি] অহঙ্কাৰং, বলং, দৰ্পং কামং, ক্ৰোধং, পৰিগ্ৰহং বিমুচ্য [অহঙ্কাৰ, বল, দৰ্প, কাম, ক্ৰোধ আৰু সকলো ভোগোপকৰণ ত্যাগ কৰি] নিৰ্ম্মমঃ ["মই" মোৰ—এনে ভেদভাৱ শূন্য হৈ] শান্তঃ [শান্তচিত্ত হৈ, মানুহ)। ব্ৰহ্ম ভূয়ায় কল্পতে [ব্ৰহ্ম হ'বৰ যোগ্য হয়।] ॥৫১-৫৩

৫১—৫৩। ভাঙনি—বিশুদ্ধ বুদ্ধি-যুক্ত হৈ; দৃঢ়-ধাৰণাৰে নিজৰ চিত্ত সংযত কৰি; শব্দাদি সমস্ত বিষয় পৰিহাৰ কৰি; ৰাগ-দ্বেষ-বিবৰ্জ্জিত হৈ, নিৰ্জ্জন স্থানবাসী হৈ; বাক্য, শৰীৰ, আৰু মন সংযত কৰি; সৰ্ব্বদা ধ্যানযোগ অৱলম্বন কৰি; বৈৰাগ্য আশ্ৰয় কৰি; অহঙ্কাৰ, বল, দৰ্প, কাম, ক্ৰোধ আৰু সকলো ভোগোপকৰণ পৰিত্যাগ কৰি, "মই" "মোৰ"—এনে ভেদ-ভাব শূণ্য হৈ; শান্ত-চিত্ত হৈ—মানুহ ব্ৰহ্মজ্ঞ হয় ॥৫১—৫৩

**ব্ৰহ্মভূতঃ প্ৰসন্নাত্মা ন শোচতি ন কাঙ্ক্ষতি।**
**সমঃ সৰ্ব্বেষু ভূতেষু মদ্ভক্তিং লভতে পৰাম্ ॥৫৪**

৫৪। অন্বয়—প্ৰসন্নাত্মা ব্ৰহ্মভূতঃ [প্ৰসন্নাত্মা ব্ৰহ্মভাবাপন্ন পুৰুষে] ন শোচতি, ন কাঙ্ক্ষতি [শোকো নকৰে, আকাঙ্ক্ষাও নকৰে]; সমঃ সৰ্ব্বেষু ভূতেষু [তেওঁ সকলো প্ৰাণীতে সমদৰ্শী হৈ] পৰাং মদ্ভক্তিং লভতে [মোলৈ পৰাভক্তি লাভ কৰে] ॥৫৪

৫৪। ভাঙনি—ব্ৰহ্মভাৱাপন্ন প্ৰসন্ন-চিত্ত পুৰুষে শোক নকৰে, আকাঙ্ক্ষাও নকৰে। তেওঁ সকলোকে সমান দেখে আৰু মোৰ প্ৰতি তেওঁৰ পৰাভক্তিৰ উদয় হয় ॥৫৪

**ভক্ত্যা মামভিজানাতি যাবান্ যশ্চাস্মি তত্ত্বতঃ।**
**ততো মাং তত্ত্বতো জ্ঞাত্বা বিশতে তদনন্তৰম ॥৫৫**

৫৫। অন্বয়—ভক্ত্যা [ভক্তি দ্বাৰা] যাবান্ যঃ চ অস্মি [মই যেনে আৰু যিমান—অৰ্থাৎ মই যে গোটেই জগৎ আৰু জগতৰ ওপৰতো মই] তত্ত্বতঃ মাং অভিজানাতি [স্বৰূপতঃ মোক জানিব পাৰে]; ততঃ [তাৰ দ্বাৰা—অৰ্থাৎ এই ভক্তিৰ দ্বাৰা] মাং তত্ত্বতঃ জ্ঞাত্বা [মোক স্বৰূপতঃ জানি] তদনন্তৰং [তাৰ পাছত] বিশতে [মোত] প্ৰৱেশ কৰে] ॥৫৫

৫৫। ভাঙনি—মই কোন আৰু মোৰ যথাৰ্থ স্বৰূপ কি, এই বিষয়ে মানুহে ভক্তিৰ দ্বাৰা হে সম্পূৰ্ণৰূপে জানিব পাৰে। এইদৰে ভক্তিৰ দ্বাৰা মোক স্বৰূপতঃ জানি তাৰ পাছত হে মানুহে মোক লাভ কৰিব পাৰে ॥৫৫

**সৰ্ব্বকৰ্ম্মাণ্যপি সদা কুৰ্ব্বাণো মদ্ব্যপাশ্ৰয়ঃ।**
**মৎপ্ৰসাদাদবাপ্নোতি শাশ্বতং পদমব্যয়ম্ ॥৫৬**

৫৬। অন্বয়—মৎ ব্যপাশ্ৰয়ঃ [মোক আশ্ৰয় কৰি] সৰ্ব্বকৰ্ম্মাণি সদা কুৰ্ব্বাণঃ অপি [সকলো কাম সদায় কৰি

থাকিলেও] মৎ প্ৰসাদাৎ [মোৰ কৃপাত] শাশ্বতম্ অব্যয়ং পদম্ অবাপ্নোতি [শাশ্বত, অক্ষয়, মোক্ষপদ লাভ কৰে] ॥৫৩

৫৬। ভাঙনি—মোক আশ্ৰয় কৰি মানুহে সদায় সকলো কাম কৰি থাকিও মোৰ প্ৰসাদত সনাতন অক্ষয় মোক্ষপদ লাভ কৰিব পাৰে ॥৫৬

[সন্ন্যাস অৱলম্বন নকৰিও, সংসাৰত থাকিও কেৱল ভক্তিৰ দ্বাৰা মানুহে মোক্ষলাভ কৰিব পাৰে—এয়ে গীতাৰ মূল শিক্ষা আৰু ইয়াকে নানা ভাবে সদায় গীতাই কৈ আহিছে।]

**চেতসা সৰ্ব্বকৰ্ম্মাণি ময়ি সংন্যস্য মৎপৰঃ।**
**বুদ্ধিযোগমুপাশ্ৰিত্য মচ্চিত্তঃ সততং ভব ॥৫৭**

৫৭। অন্বয়—চেতসা সৰ্ব্বকৰ্ম্মাণি ময়ি সংন্যস্য [মনেৰে সকলো কৰ্ম্ম মোত অৰ্পণ কৰি—অৰ্থাৎ সকলো কৰ্ম্ম মই কৰাইছো বুলি জানি] বুদ্ধি যোগম্ উপাশ্ৰিত্য [মোত বুদ্ধি স্থাপন কৰি] মৎপৰঃ [মৎপৰায়ণ হৈ] সততং মচ্চিত্তঃ ভব [সততে মদগত চিত্ত হোৱাঁ] ॥৫৭

৫৭। ভাঙনি—একনিষ্ঠ বুদ্ধিৰ দ্বাৰা সকলো কৰ্ম্ম মোত অৰ্পণ কৰি, মোক আশ্ৰয় কৰি, মোত বুদ্ধি স্থাপন কৰি, মৎপৰায়ণ হৈ, সততে মদ্‌গত চিত্ত হোৱাঁ ॥৫৭

**মচ্চিত্তঃ সৰ্ব্বদুৰ্গাণি মৎপ্ৰসাদাৎ তৰিষ্যসি।**
**অথ চেৎ ত্বমহঙ্কাৰান্ন শ্ৰোষ্যসি বিনঙ্ক্ষ্যসি ॥৫৮**

৫৮। অন্বয়—মচ্চিত্তঃ [মোত চিত্ত সমাধান কৰিলে] মৎ প্ৰসাদাৎ সৰ্ব্ব দুৰ্গাণি তৰিষ্যসি [মোৰ প্ৰসাদত সমস্ত বিপদসঙ্কুল পথ অতিক্ৰম কৰিবা]। অথচেৎ ত্বম্ অহঙ্কাৰাৎ ন শ্ৰোষ্যসি [আৰু যদি তুমি অহং ভাৱৰ বশত মোৰ কথা নুশুনা] বিনঙ্ক্ষ্যসি [তেতিয়া হলে, অধোগতি প্ৰাপ্ত হবা] ॥৫৮

৫৮। ভাঙনি—এইদৰে সমাহিত চিত্তে মোক ভজিলে, মোৰ কৃপাত তুমি সকলো সঙ্কট পাৰ হবাঁ আৰু যদি "অহং কৰ্ত্তা" এই ভাৱৰ বশবৰ্ত্তী হৈ মোৰ কথা নুশুনা তেন্তে তোমাৰ অধোগতি হব ॥৫৮

[গীতাই বাৰে বাৰে কৈছে যে ঈশ্বৰ সকলো কৰ্ম্মৰ নিয়ন্তা। প্ৰকৃতিয়ে বা স্বভাৱে বা সংস্কাৰে কাম কৰায়, জীৱই নিজে কৰোঁ বুলি একো কৰিব নোৱাৰে। এতিয়া আকৌ এই শ্লোকত সেই কথাকে অৰ্জ্জুনক সোঁৱৰাই দি সতৰ্ক কৰি কৈছে যে অৰ্জ্জুনৰ স্বাধীন ইচ্ছা নাই; অৰ্জ্জুনে যুদ্ধ নকৰোঁ বুলিলেও নকৰি নোৱাৰিব; এই কথা বিশ্বাস নকৰিলে অৰ্জ্জুনৰ অধোগতি হব।]

**যদহঙ্কাৰমাশ্ৰিত্য ন যোৎস্য ইতি মন্যসে।**
**মিথ্যৈষ * ব্যৱসায়স্তে প্ৰকৃতিস্ত্বাং নিয়োক্ষ্যতি ॥৫৯**

৫৯। অন্বয়—অহঙ্কাৰম্ আশ্ৰিত্য [অহং-ভাৱৰ বশত] ন যোৎস্যে ইতি যৎ মন্যসে ["মই যুদ্ধ নকৰোঁ—এই বুলি যে মনত ভাবিছা], তে এষঃ ব্যবসায়ঃ মিথ্যা [তোমাৰ এই সঙ্কল্প মিছা], (কাৰণ) প্ৰকৃতিঃ ত্বাং নিয়োক্ষ্যতি [তোমাক প্ৰকৃতিয়ে যুদ্ধত নিযুক্ত কৰিব]।

৫৯। ভাঙনি—(অৰ্জ্জুন) অহং-ভাৱৰ বশত তুমি যে "যুদ্ধ নকৰোঁ" বুলি ভাবিছা, তোমাৰ এই সঙ্কল্প মিছা হব। কাৰণ, তোমাৰ স্বভাৱে তোমাক যুদ্ধ কৰাব। (তুমি প্ৰকৃতিৰ বশত অৱশ হৈ যুদ্ধ কৰিবা। শেহত, তুমি কি কৰিবা সেইটো মই জানো—তুমি নাজানা) ॥৫৯

**স্বভাৱজেন কৌন্তেয় নিবদ্ধঃ স্বেন কৰ্ম্মণা।**
**কৰ্ত্তুং নেচ্ছসি যন্মোহাৎ কৰিষ্যস্যৱশোঽপি তৎ ॥৬০**

৬০। অন্বয়—কৌন্তেয় [হে অৰ্জ্জুন] মোহাৎ যৎ কৰ্ত্তুং ন ইচ্ছসি [প্ৰকৃতিৰ মোহৰ বশত পৰি যি কাম তুমি এতিয়া কৰিবলৈ অনিচ্ছুক] স্বভাৱজেন স্বেন কৰ্ম্মণা নিবদ্ধঃ [স্বভাৱজাত নিজ কৰ্ম্ম-সংস্কাৰৰ দ্বাৰা আৱদ্ধ হৈ] অৱশঃ অপি তৎ কৰিষ্যসি [সেই কামকে তুমি অৱশ হৈ কৰিবা] ॥৬০

৬০। ভাঙনি—শুনা অৰ্জ্জুন, তুমি এতিয়া মোহৰ বশত "যুদ্ধ নকৰোঁ" বুলি মনতে ঠিক কৰিছা; কিন্তু তোমাৰ প্ৰকৃতিগত কৰ্ম্ম-সংস্কাৰৰ বশত অৱশ হৈ তুমি যুদ্ধ কৰিব লাগিব ॥৬০

**ঈশ্বৰঃ সৰ্ব্বভূতানাং হৃদ্দেশেঽৰ্জ্জুন তিষ্ঠতি।**
**ভ্ৰাময়ন্ সৰ্ব্বভূতানি যন্ত্ৰাৰূঢ়ানি মায়য়া ॥৬১**

৬১। অন্বয়—অৰ্জ্জুন! ঈশ্বৰঃ সৰ্ব্বভূতানাং হৃদ্দেশে তিষ্ঠতি [ঈশ্বৰ প্ৰত্যেক প্ৰাণীৰ হৃদয়ত আছে]—মায়য়া সৰ্ব্বভূতানি যন্ত্ৰাৰূঢ়ানি (ইব) ভ্ৰাময়ন্ [মায়াৰ দ্বাৰা সকলোকে যন্ত্ৰাৰূঢ় পুতলাৰ দৰে পৰিচালিত কৰি, অৰ্থাৎ কৰ্ম্মত প্ৰবৃত্ত কৰায়] ॥৬১

৬১। ভাঙনি—এই শ্লোকটিয়েই গীতাৰ চৰম শিক্ষা। ওপৰৰ দুটা শ্লোকত সাংখ্যমতে কলে যে স্বভাৱে বা

[*"মিথ্যৈৰ" "মিথ্যৈষ"—দুটা পাঠ আছে]

প্ৰকৃতিয়ে আমাক কাম কৰায়; আমি স্বভাৱৰ বশত অৱশ হৈ কৰো। এতিয়া ভগৱন্তে কৈছে—যে প্ৰকৃতি তেওঁৰ হে শক্তি। আচলতে তেওঁ হে আমাক নিয়ন্ত্ৰিত কৰে। তেওঁ যন্ত্ৰী, আমি যন্ত্ৰ। এই শ্লোকৰ অৰ্থ ভট্টদেৱে এইদৰে কৰে—

"এমনে সাংখ্যমতে প্ৰকৃতিৰ পৰতন্ত্ৰ, কৰ্ম্মৰ পৰতন্ত্ৰ কহি, ইদানীক স্বমতে কহন্ত। সকল ভূতৰ হৃদয় মধ্যত অন্তৰ্য্যামী ঈশ্বৰ প্ৰাণীসৱক নিজ শক্তিৰে সেই সেই কৰ্ম্মত প্ৰবৰ্ত্তাইতে আছন্ত। যেন দাৰুময়ী-পুতলীক লোকত সূত্ৰধাৰে ফুৰাই, তেমনে ঈশ্বৰে দেহাভিমানী জীৱসৱক কৰ্ম্মত প্ৰবৰ্ত্তান্ত, যাতে সকল জীৱ ঈশ্বৰৰ পৰতন্ত্ৰ।" ॥৬১

**তমেব শৰণং গচ্ছ সৰ্ব্বভাবেন ভাৰত।**
**তৎপ্ৰসাদাৎ পৰাং শান্তিং স্থানং প্ৰাপ্স্যসি শাশ্বতম্ ॥৬২**

৬২। অন্বয়—ভাৰত [হে অৰ্জ্জুন] সৰ্ব্ব ভাবেন [সৰ্ব্বান্তঃকৰণে] তম এব শৰণং গচ্ছ [তেওঁৰে (অৰ্থাৎ ওপৰৰ শ্লোকত কোৱা হৃদিস্থিত ঈশ্বৰৰ) শৰণ গ্ৰহণ কৰা; তৎ প্ৰসাদাৎ [তেওঁৰ কৃপাত] পৰাং শান্তিং শাশ্বতং স্থানং প্ৰাপ্স্যসি [পৰম শান্তি আৰু শাশ্বত ধাম পাবা] ॥৬২

৬২। ভাঙনি—হে অৰ্জ্জুন সৰ্ব্বান্তঃকৰণে তুমি ঈশ্বৰৰ শৰণাপন্ন হোৱা। তেওঁ প্ৰসন্ন হলে তুমি পৰম শান্তি আৰু নিত্য শাশ্বত ধাম (শ্ৰীবিষ্ণুৰ পৰম পদ) লাভ কৰিবা ॥৬২

**ইতি তে জ্ঞানমাখ্যাতং গুহ্যাদ্ গুহ্যতৰং ময়া।**
**বিমৃশ্যৈতদশেষেণ যথেচ্ছসি তথা কুৰু ॥৬৩**

৬৩। অন্বয়—ইতি গুহ্যাৎ গুহ্যতৰং জ্ঞানং, ময়া তে আখ্যাতং [এই অতি দুৰ্ব্বিজ্ঞেয়, মানুহে বুজাব নোৱাৰা, জ্ঞান মই তোমাক কলোঁ]; অশেষেণ এতৎ বিমৃশ্য [ইয়াৰ (এই জ্ঞানৰ) সম্পূৰ্ণৰূপে পৰ্য্যালোচনা কৰি] যথা ইচ্ছসি তথা কুৰু [তোমাৰ যি ইচ্ছা তাকে কৰা] ॥৬৩

৬৩। ভাঙনি—মই এতিয়া তোমাক এই অতি দুৰ্ব্বিজ্ঞেয় সাধাৰণ মানুহে বুজিব নোৱাৰা যোগ-তত্ত্বৰ বিষয় উপদেশ দিলোঁ। এই কথাবোৰ সম্পূৰ্ণৰূপে পৰ্য্যালোচনা কৰি, যেনে ভাল দেখা তাকে কৰা, (তোমাৰ যি ইচ্ছা তাকে কৰা) ॥৬৩

[ইয়াত ভগৱানে অৰ্জ্জুনক কৈছে "হে অৰ্জ্জুন, তুমি দোধোৰ-মোৰত পৰি, কিং কৰ্ত্তব্য বিমূঢ় হৈ, মোৰ উপদেশ বিচাৰিছিলা [২।৭] মই এতিয়া তোমাক কৰ্ম্ম সম্বন্ধে সকলো তত্ত্ব কলোঁ; মই আৰু কলোঁ যে যুদ্ধ কৰিবলৈ ইচ্ছা নকৰিলেও স্বভাৱে তোমাক কৰাব সেইটো মই ঠিক জানো, কাৰণ মই স্বভাৱৰ, আৰু সেই বাবেই, মানুহৰ সকলো কৰ্ম্মৰ নিয়ন্তা। তুমি এতিয়া বুজিলা যে তোমাৰ ইচ্ছা মোৰ ইচ্ছাৰ অন্তৰ্গত। তোমাৰ স্বাধীন সুকীয়া ইচ্ছা এটা নাই। তুমি এতিয়া আত্মতত্ত্ব বুজি গুণাতীত হলা। তোমাৰ "ইচ্ছা" এতিয়া গুণৰ দ্বাৰা পৰিচালিত নহয়। তোমাৰ এতিয়া বুজিবলৈ একো বাকী নাই। এতিয়া তোমাৰ ইচ্ছা আৰু মোৰ ইচ্ছা একে হ'ল। তুমি যি ইচ্ছা কৰা যি ভাল দেখা তাকে কৰা সেয়ে ঠিক তোমাৰ কৰ্ত্তব্য। কাৰণ তোমাৰ মনত এতিয়া আৰু অযথা ইচ্ছা এটা উদয় হব নোৱাৰে।"

কিন্তু গীতাৰ এই ভাবটো বুজিব নোৱাৰি—আমাৰ যে স্বাধীন ইচ্ছা নাই—এইটো বিশ্বাস কৰিব নোৱাৰি, কোনো কোনো টীকাকাৰে তৰ্ক কৰে যে ইয়াত "যথেচ্ছসি তথা কুৰু" (যি ইচ্ছা তাকে কৰা)—এই কথাষাৰে বুজাইছে যে অৰ্জ্জুনৰ (আৰু সেইবাবে, সকলো মানুহৰ) স্বাধীন ইচ্ছা আছে, নহলে ভগৱানে কিয় সেইদৰে ক'ব?

এই যুক্তি আমি বুজিব নোৱাৰো। মানুহে আগধৰি ইচ্ছা কৰে, তাৰ পাছত কাম কৰে। ইচ্ছা স্বাধীন হলেও, এইদৰে কৰিব; ইচ্ছা পৰাধীন বা স্বভাবাধীন হলেও এইদৰে কৰিব। এইটো কথা মনোবিজ্ঞানৰ কথা; গীতাই ইয়াক অস্বীকাৰ কৰিব নোৱাৰে আৰু কৰাও নাই। মানুহৰ স্বাধীন ইচ্ছা নাই বাবেই যে "ইচ্ছা" শব্দটো অভিধানৰ পৰা উঠি যাব লাগে, এনে কথা আমি স্বীকাৰ নকৰো। বা "ইচ্ছা" বুলিলেই যে "স্বাধীন ইচ্ছা" হব লাগে, এই কথাও আমি স্বীকাৰ নকৰো।]

**সৰ্ব্বগুহ্যতমং ভূয়ঃ শৃণু মে পৰমং বচঃ।**
**ইষ্টোঽসি মে দৃঢ়মিতি ততো বক্ষ্যামি তে হিতম্ ॥৬৪**

৬৪। অন্বয়—ভূয়ঃ [পুনৰায়] সৰ্ব্বগুহ্যতমং [অতি দুৰ্ব্বিজ্ঞেয়] মে পৰমং বচঃ শৃণু [মোৰ পৰম বাক্য শুনা]; মে দৃঢ়ম্ ইষ্টঃ অসি [তুমি মোৰ অত্যন্ত প্ৰিয়] ইতি ততঃ তে হিতম্ বক্ষ্যামি [সেই গুণে তোমাৰ মঙ্গলাৰ্থে মই কওঁ] ॥৬৪

৬৪। ভাঙনি—অৰ্জ্জুন, আকৌ, অতি দুৰ্ব্বিজ্ঞেয় এই শ্ৰেষ্ঠ বাক্য শুনা। তুমি মোৰ অতি প্ৰিয়, সেইবাবে মই তোমাৰ মঙ্গলাৰ্থে কওঁ শুনা ॥৬৪

["গুহ্য" মানে "গোপনীয়" বুলি আমি সদায় বুজোঁ। কিন্তু গুহ্য শব্দৰ আচল ব্যুৎপত্তিগত অৰ্থ (গুহ—ঢে—ক্যপ্) দুৰ্ব্বোধ্য—সকলোৱে বুজিব নোৱাৰা। গীতাই এই অৰ্থত হে গুহ্য শব্দ ব্যৱহাৰ কৰি আহিছে। সাংখ্য দৰ্শনেও গুহ্য শব্দ এই অৰ্থত হে ব্যৱহাৰ কৰিছে।]

**মন্মনা ভৱ মদ্ভক্তো মদ্যাজী মাং নমস্কুৰু।**
**মামেবৈষ্যসি সত্যং তে প্ৰতিজানে**
**প্ৰিয়োঽসি মে ॥৬৫**

৬৫। অন্বয়—মন্মনাঃ মদ্ভক্তঃ মদ্‌যাজ ভৱ [মোত মন দিয়া, মোৰ ভক্ত হোৱাঁ, মোৰ উদ্দেশে যজ্ঞ কৰাঁ]; মাং নমস্কুৰু [মোক নমস্কাৰ কৰাঁ], মাম্ এব এষ্যসি। (এইদৰে হ'লে মোক পাবা]; তে সত্যং প্ৰতিজানে [তোমাক মই সঁচাকৈয়ে প্ৰতিজ্ঞা কৰি কৈছো] (কাৰণ) মে প্ৰিয়ঃ অসি [তুমি মোৰ প্ৰিয় সখি] ॥৬৫

৬৫। ভাঙনি—তুমি তোমাৰ মন মোত অৰ্পণ কৰা, মোৰ ভক্ত হোৱাঁ, মোৰ নিমিত্তে যজ্ঞ (কৰ্ম্ম) কৰা, এইদৰে কৰিলে নিশ্চয় মোক পাবা। তুমি মোৰ প্ৰিয় সখি, সেইগুণে এই সত্য কথাটি মই তোমাক কলোঁ ॥৬৫

**সৰ্ব্বধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।**
**অহং ত্বাং সৰ্ব্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ ॥৬৬**

৬৬। অন্বয়—সৰ্ব্বধৰ্ম্মান্ [সকলো ধৰ্ম্মাধৰ্ম্মৰ বিচাৰ] পৰিত্যজ্য [পৰিত্যাগ কৰি] একং [কেৱলমাত্ৰ] মাং শৰণং ব্ৰজ [মোৰ শৰণ লোৱাঁ], অহং ত্বাং সৰ্ব্ব পাপেভ্যঃ মোক্ষয়িষ্যামি [মই তোমাক সকলো পাপৰপৰা নিস্তাৰ কৰিম]; মা শুচঃ [তুমি শোক নকৰিবা] ॥৬৬

৬৬। ভাঙনি—তুমি সকলো ধৰ্ম্মাধৰ্ম্মৰ বিচাৰ পৰিত্যাগ কৰি (অৰ্থাৎ সেই বিচাৰৰ ভাৰ মোৰ ওপৰত দি) মোৰ শৰণ লোৱাঁ। মই তোমাক সকলো পাপৰপৰা নিস্তাৰ কৰিম। তুমি শোক নকৰিবা।

(সকলো কথাতে মোত সম্পূৰ্ণ আত্মসমৰ্পণ কৰিব পাৰিলে তোমাৰ আৰু একো চিন্তা নাই, পাপ-পুণ্য বিচাৰ কৰিবৰ তোমাৰ একো আৱশ্যক নাই) ॥৬৬

[প্ৰথম অধ্যায়ৰ আৰম্ভতে অৰ্জ্জুনে আশংকা কৰিছিল যে আততায়ী যদি স্বজন হয়, তেন্তে সিহঁতক বধ কৰিলে পাপ হব পাৰে;

"পাপমেবাশ্ৰয়েদস্মান্ হত্বৈতানাততায়িনঃ।" (১।৩৬)

এয়ে অৰ্জ্জুনৰ আচল প্ৰশ্ন আছিল। এতিয়া ওপৰৰ এই শ্লোকত ভগৱানে অৰ্জ্জুনৰ সেই সন্দেহ নিবাকৰণ কৰি কৈছে "হে অৰ্জ্জুন, যি মোত আত্মসমৰ্পণ কৰে, তেওঁৰ পাপ পুণ্য বিচাৰ কৰা একো আৱশ্যক নাই।"

মোত আত্ম সমৰ্পণ কৰিলে, মোৰ ভক্তক মই সকলো পাপৰ পৰা ৰক্ষা কৰোঁ। মোৰ ভক্তই পাপ কাম কৰিব নোৱাৰে। তুমি নিশ্চিন্ত হোৱাঁ (মা শুচঃ)। এয়ে গীতাৰ শেষ উপদেশ। এয়ে মনুষ্য জীৱনৰ পৰম সত্য। এই সত্য দাৰ্শনিক ভিত্তিত প্ৰতিষ্ঠিত। সংস্কাৰস্থ ৰাজসিক ভাব আৰু ঈশ্বৰ-চিন্তা যে বিৰুদ্ধ ভাব, এটাই যে ইটোক ধ্বংস কৰে,—এই নৈসৰ্গিক নিয়মৰ ওপৰত এই সত্য প্ৰতিষ্ঠিত। যদি আমি তেওঁৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰিব পাৰো, সকলো নীতি-নিৰ্ব্বন্ধ, ধৰ্ম্ম-কৰ্ম্ম পৰিত্যাগ কৰিও, উদ্ধাৰ হব পাৰোঁ, তেওঁ সকলো পাপৰপৰা আমাক ৰক্ষা কৰিব। এনে দৃঢ় ভক্তি হ'লে মানুহে পাপ কাম কৰিবও নোৱাৰে।

গীতাত 'ধৰ্ম্ম' মানে religion নহয় বুলি আমি ওপৰত কৈ আহিছো (৩।৩৫ শ্লোক)। ইয়াত "সৰ্ব্বধৰ্ম্মান্ পৰিত্যজ্য"—"সকলো ধৰ্ম্ম (religion) পৰিত্যাগ কৰি" এই অৰ্থ হব নোৱাৰে (সন্তদাস বাবাজীৰ গীতা ৪১২ পৃঃ চাওক)]

**ইদন্তেনাতপস্কায় নাভক্তায় কদাচন।**
**ন চাশুশ্ৰুষবে বাচ্যং ন চ মাং যোঽভ্যসূয়তি ॥৬৭**

৬৭। অন্বয়—ইদং [এই মৎ প্ৰদত্ত জ্ঞান] তে অতপস্কায় ন বাচ্যম্ [তুমি তপস্যাহীন মানুহক কোৱা উচিত নহয়] অভক্তায় কদাচন ন [ভক্তিহীন জনকো কেতিয়াও কোৱা উচিত নহয়] অশুশ্ৰুবে ন [শুনিব নোখোজা মানুহক (কোৱা উচিত) নহয়] যঃ মাম্ অভ্যসূয়তি চ ন [যি মোক দোষ-যুক্ত দৃষ্টিৰে চায়, তাকো কোৱা উচিত নহয়] ॥৬৭

৬৭। ভাঙনি—মই কোৱা এই জ্ঞানৰ কথা তুমি তপস্যাহীন জনক, ভক্তিহীন জনক বা যি শুনিবলৈ ইচ্ছা নকৰে—এনে মানুহক কোৱা উচিত নহয়। আৰু দোষ-যুক্ত দৃষ্টিৰে (অৰ্থাৎ মনুষ্য বুদ্ধিৰে) চাই যি মোক অৱজ্ঞা কৰে তাকো কোৱা উচিত নহয় ॥৬৭

[অসূয়া মানে দোষ-যুক্ত দৃষ্টি অৰ্থাৎ বেয়াক ভাল দেখা বা ভালক বেয়া দেখা]

**য ইদং পৰমং গুহ্যং মদ্ভক্তেষ্বভিধাস্যতি।**
**ভক্তিং ময়ি পৰাং কৃত্বা মামেবৈষ্যত্যসংশয়ঃ ॥৬৮**

৬৮। অন্বয়—যঃ ময়ি পৰাং ভক্তিং কৃত্বা [যি মোত একান্ত ভক্তি ৰাখি] ইদং পৰমং গুহ্যং মদ্ভক্তেষু অভিধাস্যতি [এই পৰম দুৰ্ব্বোধ তত্ত্ববোৰ মোৰ ভক্তসকলক ব্যাখ্যা কৰে] মাম্ এব এষ্যতি [তেওঁ মোক লাভ কৰে] অসংশয়ঃ [সংশয়-শূন্য হৈ] ॥৬৮

৬৮। ভাঙনি—যি মোত একান্ত ভক্তি ৰাখি, এই পৰম

দুৰ্ব্বোধ তথ্যবোৰ মোৰ ভক্তসকলক বুজায়, তেওঁ সৰ্ব্ব সংশয়-শূণ্য হৈ মোক লাভ কৰে।।৬৮

**ন চ তস্মান্মনুষ্যেষু কশ্চিন্মে প্ৰিয়কৃত্তমঃ।**
**ভৱিতা ন চ মে তস্মাদন্যঃ প্ৰিয়তৰো ভুৱি ।।৬৯**

৬৯। অন্বয়—চ [আৰু] তস্মাৎ [সেই ব্যাখ্যাকৰ্ত্তাতকৈ] মনুষ্যেষু কশ্চিৎ মে প্ৰিয়কৃতমঃ ন [মানুহৰ ভিতৰত মোৰ অধিক প্ৰিয় কাৰ্য্যকাৰী কোনো নাই] তস্মাৎ [তেওঁতকৈ] অন্যঃ প্ৰিয়তৰঃ [অধিক প্ৰিয়] মে [মোৰ] ভুৱি [পৃথিবীত] ন ভৱিতা [নহ'ব]।।৬৯

৬৯। ভাঙনি—মানুহৰ ভিতৰত, সেই ব্যাখ্যাকাৰী জনতকৈ আৰু অধিক প্ৰিযকাৰ্যাকাৰী মোৰ কোনো নাই। পৃথিবীত তেওঁতকৈ অধিক প্ৰিয় মোৰ আৰু নহব ।।৬৯

**অধ্যেষ্যতে চ য ইমং ধৰ্ম্ম্যং সংবাদমাবয়োঃ।**
**জ্ঞানযজ্ঞেন তেনাহমিষ্টঃ স্যামিতি মে মতিঃ ।।৭০**

৭০। অন্বয়—যঃ চ আবয়োঃ ইমং ধৰ্ম্ম্যং সম্বাদম্ অধ্যেষ্যতে [যি আমাৰ উভয়ৰ এই ধৰ্ম্ম-বিষযক কথা বাৰ্ত্তাৰ অধাযন কৰে] তেন অহং জ্ঞান যজ্ঞেন ইষ্টঃ স্যাম্ [তেওঁ মোক জ্ঞান-যজ্ঞৰ দ্বাৰা পূজা কৰিলে]—ইতি মে মতিঃ [এয়ে মোৰ মত] ।।৭০

৭০। ভাঙনি—আৰু যি আমাৰ দুজনৰ ধৰ্ম্ম সম্বন্ধীয় এই সংবাদ অধ্যয়ন কৰে, তেওঁ জ্ঞানযজ্ঞেৰে মোক পূজা কৰিলে যি ফল হয়, সেই ফল লাভ কৰে—এয়ে মোৰ মত ।।৭০

**শ্ৰদ্ধাবাননসূয়শ্চ শৃণুয়াদপি যো নৰঃ।**
**সোঽপিমুক্তঃ শুভাল্লোঁকান্ প্ৰাপ্নুয়াৎ পুণ্যকৰ্ম্মণাম্ ।।৭১**

৭১। অন্বয়—শ্ৰদ্ধাবান্ অনসূয়ঃ চ যঃ নৰঃ [শ্ৰদ্ধাবান্ দোষদৃষ্টি শূন্য যি মানুহে] শৃণুয়াৎ অপি [কেৱল মাত্ৰ ইয়াক শুনে] সঃ অপি মুক্তঃ [তেওঁ মুক্ত হৈ] পুন্যকৰ্ম্মনাং শুভান্ লোকান প্ৰাপ্নুয়াৎ [পুন্য কৰ্ম্মকাৰীৰ শুভলোক প্ৰাপ্ত হয়] ।।৭১

৭১। ভাঙনি—শ্ৰদ্ধাবান আৰু দোষদৃষ্টি ৰহিত হৈ যি এই সংবাদ শ্ৰৱণ কৰে, তেওঁ পাপ-মুক্ত হৈ, পুন্যকাৰীৰ শুভ লোকলৈ গতি কৰে ।।৭১

**কচ্চিদেতচ্ছ্ৰুতং পাৰ্থ ত্বয়ৈকাগ্ৰেণ চেতসা।**
**কচ্চিদজ্ঞানসংমোহঃ প্ৰনষ্টস্তে ধনঞ্জয় ।। ৭২**

৭২। অন্বয়—পাৰ্থ, ত্বয়া একাগ্ৰেণ চেতসা এতৎ শ্ৰুতং কচ্চি? [অৰ্জ্জুন, তুমি একাগ্ৰ মনেৰে এইবোৰ কথা শুনিলেন?] ধনঞ্জয়! অজ্ঞান সংমোহঃ তে প্ৰনষ্টঃ কচ্চিৎ [তোমাৰ অজ্ঞান জাত মোহ নষ্ট হ'ল নে?]। ৭২

৭২। ভাঙনি—অৰ্জ্জুন, তুমি একান্তমনে এইবোৰ কথা শুনিলা নে? অৰ্জ্জুন, তোমাৰ অজ্ঞান-জ্ঞাত মোহ দূৰ হল নে? ৭২।।

অৰ্জ্জুন উবাচ

**নষ্টো মোহঃ স্মৃতিৰ্লব্ধা ত্বৎ প্ৰসাদান্ময়াচ্যুত।**
**স্থিতোঽস্মি গতসন্দেহঃ কৰিষ্যে বচনং তব ।। ৭৩**

৭৩। অন্বয়—অচ্যুত [হে কৃষ্ণ] ত্বৎ প্ৰসাদাৎ মোহঃ নষ্টঃ [তোমাৰ প্ৰসাদত মোৰ মোহ নষ্ট হ'ল], ময়া স্মৃতিঃ লব্ধা [মই আত্মতত্ত্ব বিষয়ক স্মৃতি পুনৰায ঘূৰাই পালোঁ]; গত সন্দেহঃ [মোৰ সকলো সন্দেহ দূৰ হ'ল]; স্থিতঃ অস্মি [মই সুস্থিৰ হ'লো] তব বচনং কৰিষ্যে [তোমাৰ কথামত কাৰ্য্য কৰিম]। ৭৩

৭৩। ভাঙনি—হে অচ্যুত, তোমাৰ প্ৰসাদত মোৰ মোহ নষ্ট হ'ল, আত্ম-তত্ত্ব বিষযৰ স্মৃতি মই পুনৰ লাভ কৰিলোঁ; এতিয়া মোৰ সকলো সন্দেহ দূৰ হ'ল; মই আত্ম-সুস্থ হলোঁ; মই এতিযা তোমাৰ কথামতে কাৰ্যা কৰিম! ৭৩

সঞ্জয় উবাচ

**ইত্যহং বাসুদেবস্য পাৰ্থস্য চ মহাত্মনঃ।**
**সংবাদমিমমশ্ৰৌষমদ্ভুতং লোমহৰ্ষণম্ * ।। ৭৪**

৭৪। অন্বয়—মহাত্মনঃ বাসুদেবস্য পাৰ্থস্য চ [মহাত্মা বাসুদেব আৰু অৰ্জ্জুনৰ] লোমহৰ্ষণম্ [গা-ৰোমাঞ্চিত হোৱা] ইমং অদ্ভুতং সম্বাদম্ [এই অদ্ভুত সংবাদ] ইতি অহম্ অশ্ৰৌষম্ [ই এইদৰেই শুনিলোঁ]। ৭৪

[অন্ধ ৰজা ধৃতৰাষ্ট্ৰক ঘৰত বহি যুদ্ধৰ সংবাদ দিবৰ নিমিত্তে ব্যাসদেৱে সঞ্জয়ক দিব্য চক্ষু দিছিল, যা দ্বাৰা সঞ্জয়ে হস্তিনাপুৰৰ পৰাই, যুদ্ধৰ সকলো কথা দেখিছিল আৰু শুনিছিল।]

**ব্যাসপ্ৰসাদাৎ শ্ৰবানিমং গুহ্যমহং পৰম্।**
**যোগং যোগেশ্বৰাৎ কৃষ্ণাৎ সাক্ষাৎ কথয়তঃ স্বয়ম্ ।। ৭৫**

৭৫। অন্বয়—ব্যাস প্ৰসাদাৎ [ব্যাসদেৱৰ কৃপাত] অহম্ ইমং গুহ্যং যোগং [মই দুৰ্ব্বোধ যোগ] সাক্ষাৎ কথয়তঃ স্বয়ং যোগেশ্বৰাৎ কৃষ্ণাৎ শ্ৰুতবান্ [সাক্ষাৎ বক্তা স্বয়ং যোগেশ্বৰ শ্ৰীকৃষ্ণৰ মুখৰপৰা শুনিলোঁ] ।। ৭৫

৭৫। ভাঙনি—ব্যাসদেৱৰ কৃপাত মই এই দুৰ্ব্বোধ

যোগৰ কথা সাক্ষাৎ স্বয়ং যোগেশ্বৰ শ্ৰীকৃষ্ণৰ নিজ মুখৰ পৰা শুনিলোঁ।

**ৰাজ'ন্ সংস্মৃত্য সংস্মৃত্য সংবাদমিমমদ্ভুতম্।**
**কেশবাৰ্জ্জুনয়োঃ পুণ্যং হৃষ্যামি চ মুহুর্মুহুঃ ॥ ৭৬**

৭৬। অন্বয়—ৰাজন্ [হে ৰাজা ধৃতৰাষ্ট্ৰ] কেশবাৰ্জ্জুনযোঃ [শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুনৰ] ইমং পুণ্যং অদ্ভুতং সংবাদং [এই পৱিত্ৰ অদ্ভুত কথোপকথন] সংস্মৃত্য সংস্মৃত্য [পুনঃ পুনঃ স্মৰণ কৰি] মহুৰ্ম্মুহুঃ চ হৃষ্যামি [বাৰংবাৰ পুলকিতচিত্ত হৈছোঁ] ॥৭৬

৭৬। ভাঙনি—শুনা ৰাজা ধৃতৰাষ্ট্ৰ, শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুনৰ এই অদ্ভুত পৱিত্ৰ-সংবাদ স্মৰণ কৰো মানে মই বাৰংবাৰ অতি পুলকিত হওঁ ॥ ৭৬

**তচ্চ সংস্মৃত্য সংস্মৃত্য ৰূপমত্যদ্ভুতং হৰেঃ।**
**বিস্ময়ো মে মহান্ ৰাজ'ন্ হৃষ্যামি চ পুনঃ পুনঃ ॥৭৭**

৭৭। অন্বয়—ৰাজন্! হৰেঃ [শ্ৰীকৃষ্ণৰ] তৎ [সেই] অত্যদ্ভুত [অতি অদ্ভুত] ৰূপং চ [ৰূপটি—অৰ্থাৎ বিশ্বৰূপটি] সংস্মৃত্য সংস্মৃত্য [স্মৰণ কৰি কৰি] মে মহান্ বিস্ময়ঃ [মোৰ অতি বিস্ময় হৈছে] পুনঃ পুনঃ হৃষ্যামি চ [বাৰে বাৰে মই পুলকিতচিত্ত হৈছো] ॥৭৭

৭৭। ভাঙনি—হে ৰাজা ধৃতৰাষ্ট্ৰ, শ্ৰীকৃষ্ণৰ সেই অদ্ভুত বিশ্বৰূপটি মনত পৰিলে মই অতি বিস্ময়াপন্ন হওঁ আৰু বাৰম্বাৰ পুলকিত হওঁ। ৭৭ ॥

**যত্ৰ যোগেশ্বৰঃ কৃষ্ণো যত্ৰ পাৰ্থো ধৰ্নুদ্ধৰঃ**
**তত্ৰ শ্ৰীৰ্বিজয়ো ভূতিৰ্ধ্ৰুবা নীতিৰ্ম্মতিৰ্ম্মম ॥ ৭৮**

ইতি শ্ৰীমহাভাৰতেশতসহস্ৰাং সংহিতায়াং বৈয়াসিক্যাং
ভীষ্মপৰ্ব্বণি শ্ৰীমদ্ভগবদ্গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং
যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুনসংবাদে মোক্ষযোগো
নাম অষ্টাদশোঽধ্যায়ঃ।

৭৮। অন্বয়—যত্ৰ যোগেশ্বৰঃ কৃষ্ণঃ [য'ত যোগেশ্বৰ কৃষ্ণ আছে] যত্ৰ পাৰ্থ ধনুৰ্দ্ধৰঃ [য'ত অৰ্জ্জুন গাণ্ডীৱ ধনু ধৰি আছে] তত্ৰ [সেই পক্ষত] শ্ৰীঃ [সম্পৎ] বিজয়ঃ [বিজয়] ভূতিঃ [উন্নতি, সম্পদবৃদ্ধি] ধ্ৰুবা নীতিঃ [নিশ্চিত সত্য ৰাজনীতি]; মম মতিঃ [এয়ে মোৰ নিশ্চিত মত]। ৭৮

৭৮। ভাঙনি—মোৰ এয়ে নিশ্চিত মত যে, যি পক্ষত স্বযং যোগেশ্বৰ শ্ৰীকৃষ্ণ আৰু গাণ্ডীৱধাৰী অৰ্জ্জুন বিদ্যমান, সেই পক্ষতে সম্পদ্, বিজয়, উন্নতি আৰু সত্য ৰাজনীতি—এই সকলো আছে। ৭৮

**ওঁ ব্ৰহ্মাৰ্পণমস্তু**

# শ্ৰীমদ্ভগবদ্গীতা
## শ্লোকানামকাৰাদি-বৰ্ণক্ৰমঃ

**গীতাৰ বৰ্ণানুক্ৰমিক শ্লোকসূচী সমাপ্ত।**

# সত্যং পৰং ধীমহি

## পাতনি

(১)

বেদান্ত দৰ্শন বুলিলে আজি-কালি আমি ব্ৰহ্মসূত্ৰকে বুজোঁ। আচলতে বেদান্ত শাস্ত্ৰৰ তিনিটা বিভাগ বা প্ৰস্থানঃ (১) শ্ৰুতি প্ৰস্থান (উপনিষৎ), (২) স্মৃতি প্ৰস্থান (গীতা) আৰু (৩) ন্যায় প্ৰস্থান (ব্ৰহ্মসূত্ৰ)।

বেদান্ত মানে বেদৰ অন্ত বা শেষ ভাগ অৰ্থাৎ বেদৰ জ্ঞান কাণ্ড; সেইগুণে বেদান্ত শব্দৰ আচল অৰ্থ উপনিষদহে। এই উপনিষদবোৰ বহুত। এতিয়ালৈকে প্ৰায় ২২০ খন উপনিষদৰ নাম পোৱা গৈছে। ইয়াৰ কিছুমান অতি আধুনিক গ্ৰন্থ, যেনে আল্লোপনিষদ্ বা আল্লা বিষয়ে উপনিষৎ।

প্ৰচলিত উপনিষদৰ ভিতৰত ১১খন অতি প্ৰাচীন আৰু প্ৰামাণ্য গ্ৰন্থঃ যথা, ঈশ, কেন, কঠ, প্ৰশ্ন, মুণ্ডক, মাণ্ডুক্য, তৈত্তিৰীয়, ঐতৰেয়, ছান্দোগ্য, বৃহদাৰণ্যক আৰু কৌষিতকী। ইয়াৰ বাহিৰেও শ্বেতাশ্বতৰোপনিষদ্ এখন প্ৰামাণ্য উপনিষৎ, কিন্তু ই অপেক্ষাকৃত আধুনিক গ্ৰন্থ।

এই উপনিষদবোৰৰ কোনো এখনো সম্পূৰ্ণ দৰ্শন নহয়। আগৰ দিনৰ শিক্ষা প্ৰণালী এতিয়াৰ নিচিনা নাছিল। তেতিয়াৰ দিনত অধ্যাপকে কোনো এটা বিষয় নিজে বাছি লৈ, শৃঙ্খলা লগাই বক্তৃতা দি নগৈছিল; প্ৰত্যেক শিষ্যক নিজ নিজ যোগ্যতা অনুসৰি, মুখে মুখে আৰু পৃথকে, শিক্ষা দিছিল; আৰু শিষ্যই যি প্ৰশ্ন কৰে কেৱল মাত্ৰ তাৰেহে উত্তৰ দিছিল। এনে শিক্ষাই মুখে মুখে চলি আহি ইমানবোৰ উপনিষদ্ হ'ল। সেইগুণে উপনিষদবোৰৰ উপদেশো বিক্ষিপ্ত অৰ্থাৎ আটাইবোৰ কথা একে ঠাইতে নাই। আমাৰ (নজনা মানুহৰ) এনে সন্দেহো হয় যেন এখন উপনিষদৰ উপদেশ আন এখনৰ উপদেশৰ লগত নিমিলে। মহৰ্ষি বাদৰায়ণে বা বেদব্যাসে* এই উপনিষদবোৰৰ উপদেশবোৰ গোটাই ফুলৰ মালা গথাৰ দৰে গাথি ব্ৰহ্মসূত্ৰ ৰচনা কৰে।

এই ব্ৰহ্মসূত্ৰই ভাৰতবৰ্ষৰ শ্ৰেষ্ঠ গৌৰৱ আৰু ইয়াকে আজিকালি আমি বেদান্ত দৰ্শন বোলো।

ইয়াৰ সূত্ৰবোৰ অতি সংক্ষেপ। সকলো উপনিষদৰ ব্যুৎপত্তি নেথাকিলে, ইয়াৰ অৰ্থ কৰা টান। শঙ্কৰাচাৰ্য্য, ৰামানুজাচাৰ্য্য আদি আচাৰ্য্য সকলে এই সূত্ৰবোৰৰ বেলেগ বেলেগ ব্যাখ্যা দিছে। কাৰো ব্যাখ্যা কাৰো লগত একেবাৰে সম্পূৰ্ণ ভাবে নিমিলে। এই দৰেই বেদান্ত দৰ্শনত এতিয়া অদ্বৈতবাদ, বিশিষ্টাদ্বৈতবাদ, ভেদাভেদবাদ, দ্বৈতবাদ ইত্যাদি বহুত বাদ হৈছে। আচাৰ্য্য সকলে ইজনে সিজনৰ ঘোৰতৰ প্ৰতিবাদো কৰিছে। সকলোৱে কিন্তু উপনিষদৰ ওপৰতে নিৰ্ভৰ কৰে, মাত্ৰ নিজ নিজ সাম্প্ৰদায়িক মতে তাৰ অৰ্থ কৰে।

এতিয়া তেন্তে আমাৰ উপায় কি? আমি কাক এৰি কাক ধৰোঁ? আচাৰ্য্যসকল সকলো মহাপুৰুষ। তেওঁবিলাকে যে আচল সত্য উপলব্ধি কৰা নাছিল, এনে কথা কেতিয়াও সত্য হব নোৱাৰে। তেন্তে তেওঁবিলাকৰ কিছুমান বিৰোধ, ভাষাৰ বিৰোধ মাত্ৰঃ যেনে—

(২)

ধৰক, আমি যোৰহাটত চেউনি আলিত ঠিয় হৈ এজন বাটৰুৱাক প্ৰশ্ন কৰিলো, "এই আলি ক'লৈ গৈছে?" উত্তৰ হ'ল— "নগাৱঁলৈ"। অলপ পিচতে আকৌ এজনক ঠিক একে প্ৰশ্নকে কৰিলোঁ। এইবাৰ উত্তৰ হ'ল—"গুৱাহাটী"। এতিয়া, এই দুইটা উত্তৰ সঁচা নহয় নে?

আকৌ ধৰক, আমি প্ৰশ্ন কৰিলো—"১০ টকীয়া নোটখন কাগজ নে টকা"। এই প্ৰশ্নৰ উত্তৰত শতকৰা ৫০ জনে ক'ব "টকা", বাকী ৫০ জনে ক'ব, "কাগজ"। কিন্তু নোটখন আচলতে কি পদাৰ্থ, আমি সকলোৱে জানো; তথাপি "কাগজ" বোলা দলে ইদলৰ লগত অজস্ৰ বাদ-প্ৰতিবাদ কৰি থাকিব আৰু এনে বিবাদৰ নিষ্পত্তি কৰাও অতি সহজ নহব।

নোটখন আচলতে "টকা" নে 'কাগজ' এই বিষয় মীমাংসা

---

* বাদৰায়ণ আৰু বেদব্যাস একেজন মানুহ নহয় বুলি কোনো কোনো লিখকে কয়।

তৰ্ক নকৰি, ৰিজাৰ্ভ বেঙ্কৰ কাৰ্য্য প্ৰণালীটি বুজিলেই কথাটো অতি সহজে নিষ্পত্তি হয়।

সেইদৰেই, কোন আচাৰ্য্যৰ মত গ্ৰহণীয—এই বিষয তৰ্ক নকৰি, আমি প্ৰথমতে যদি সৃষ্টি বিষযে আমাৰ নিজৰ ধাৰণাবোৰ পৰিস্কাৰ কৰি লওঁ, তেন্তে বহুত সুবিধা হয। এই কাৰণেই স্বামী হৰিহৰানন্দ আৰণ্যই কৈছে—

"দর্শন শাস্ত্র যাহারা ধারণা করিতে চান, তাঁহাদের পদে পদে স্মরণ রাখা কর্তব্য যে এই অনন্ত বিস্তৃত জগৎ মূলতঃ বিস্তারহীন অন্তঃকরণ দ্রব্য। তত্ত্ব দৃষ্টিতে দেশ-কাল-হীন পদার্থ বাহ্য ও আভ্যন্তর জগতের মূল। দেশ-কাল তদুদ্ভুত ধাঁধা বিশেষ। পূর্ব্বেই বলা হইয়াছে যে শব্দ স্পর্শাদি মনোভাব স্বরূপ।" (সরল সাংখ্য যোগ, ২২-২৩ পৃ)

আৰণ্য স্বামীৰ কথাবোৰ সাংখ্য দৰ্শনৰ কথা। তাত এইবোৰৰ বাহুল্য আলোচনা কৰিছো। কিন্তু এইবোৰেই আজি কালিৰ নতুন পাশ্চাত্য বিজ্ঞান। বিজ্ঞানৰ সহাযেৰে এইবোৰ কথা বুজা আজি-কালি সহজ হৈছে। এইখিনি কথা বুজিলেই আমি বুজিম যে এই জগৎ সম্পৰ্কে বিৰুদ্ধ উক্তি সম্ভব। তেতিয়া আমি বুজিম যে অকল আচাৰ্য্য সকলেই নহয, সকলো ভাৰতীয় দৰ্শনেই জীৱ আৰু জগতক ভিন্ন ভিন্ন ঠাইৰ পৰা, ভিন্ন ভিন্ন দৃষ্টিৰে চাইছে আৰু সেই বাবেই তেওঁবিলাকৰ ভিতৰত কিছুমান কথাত দেখাত বিষম বিৰোধ হৈছে।

(৩)

আচাৰ্য্যসকলৰ বিৰোধৰ আৰু কাৰণ আছে। তেওঁবিলাকৰ আলোচ্য বিষয়টি আচলতে ভাষাৰ অতীত। পৰমাৰ্থিক সত্য মানুহে বুজিব পাৰে, উপলব্ধি কৰিব পাৰে, কিন্তু ভাষাৰে প্ৰকাশ কৰি লোকক বুজাব নোৱাৰে। ই অপৰোক্ষ জ্ঞান, যেনে—আমাৰ নিজৰ অস্তিত্বৰ জ্ঞান বা অখণ্ড কাল-জ্ঞান। অখণ্ড কাল নো কি পদাৰ্থ, আমি সকলোৱে বুজো, কিন্তু নজনা ল'বা এটাক বুজাবলৈ হলেই আমি কব লাগিব—"কাল যেন এখন নৈ, অতীতৰ পৰা ভৱিষ্যতলৈ অনবচ্ছিন্ন ভাবে বৈ গৈছে। এবাৰ গ'লে আৰু ঘূৰি নাহে"; অথবা আমি কব লাগিব—"কাল এটা অদৃশ্য শক্তি, যি সকলো বস্তু ধ্বংস কৰে"। এইদৰে নকৈ আমি আৰু আন ৰকমে ক'ব নোৱাৰো, অথচ আমি জানো যে কাল আচলতে নৈ নহয়, শক্তি নহয়, একো নহয়। পৰমাৰ্থিক সত্য সম্বন্ধেও এয়ে কথা। এইবোৰ ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি; ই বেলেগ ৰকমৰ জ্ঞান। দৃষ্টান্ত স্বৰূপে ধৰক, শঙ্কৰাচাৰ্য্যই ক'লে—"জীৱো ব্ৰহ্মৈব নাপৰঃ"। এই বিষয় লৈ আচাৰ্য্যসকলৰ ভয়ঙ্কৰ বিৰোধ। কিন্তু জীৱ যে মূলতঃ ব্ৰহ্মাই, এই কথা কোনেও অস্বীকাৰ নকৰে। বাস্তবিক জীৱ আৰু ব্ৰহ্মৰ একতা প্ৰতিপাদন কৰাই সকলো দৰ্শনৰ উদ্দেশ্য। কিন্তু জীৱ আৰু ব্ৰহ্মৰ ভেদ আছে, এই ভেদ আমাৰ প্ৰত্যক্ষ জ্ঞান; ইয়াক অস্বীকাৰ কৰাৰও উপায় নাই। আৰু কোনো আচাৰ্য্যই অস্বীকাৰ কৰা নাই। তেন্তে এই ভেদ কেনেকৈ হ'ল? ক'ৰ পৰা আমাৰ মনলৈ ভেদ-জ্ঞান বা অহং-জ্ঞান আহিল? এয়ে জগতৰ "অতি—প্ৰশ্ন।"

ইয়াকে জনাকে আত্মজ্ঞান বোলে। আচাৰ্য্য সকলে প্ৰত্যেকে আত্মজ্ঞান লাভ কৰিছিল, কিন্তু সেই দিক্কাল অতীত তথ্যটি প্ৰকাশ কৰিব পৰা ভাষা মানুহৰ নাই। আমাক সেই সত্যৰ অলপ আভাস দিবলৈ হলেই, আমি বুজিব পৰা উপমা দিহে বুজা লাগিব। সেইগুণে আচাৰ্য্য সকলে, এই ভেদ বুজাবলৈ, কোনোৱে ক'লে—জীৱ ব্ৰহ্মৰ অংশ, কোনোৱে ক'লে—জীৱ ব্ৰহ্মৰ প্ৰতিবিম্ব, আৰু কোনোৱে ক'লে—জীৱ আৰু ব্ৰহ্ম একে কিন্তু জীৱৰ জ্ঞান অজ্ঞানৰ দ্বাৰা আবৃত, ব্ৰহ্মৰ তেনে নহয। আমাৰ পক্ষে এই আটাইবোৰ কথাৰ একে মূল্য। কাৰণ, নিৰবয়ব ব্ৰহ্মৰ অংশ নাই, ব্ৰহ্মৰ প্ৰতিবিম্ব কল্পনাৰ অতীত; জ্ঞান আৰু অজ্ঞান, ঘটী আৰু পানী নহয যে এটাই ইটোক আবৰি ৰাখিব পাৰে। কিন্তু অজ্ঞাত, অজ্ঞেয়, দুৰ্ব্বোধ্য তথ্যৰ আভাস দিবলৈ হ'লেই, এনে দৃষ্টান্ত নিদি উপায় নাই। আমি মনত ৰাখিব লাগিব যে এইবোৰ দৃষ্টান্ত হে। এইবোৰ যেন একোটা ছবি বা চিত্ৰ, যিবোৰে আচল সত্যটি অনুধাবন কৰিবলৈ আমাক সহায় কৰে। মূল সত্যটি বেলেগ। সেইগুণে এই ছবিবোৰৰ কোনটি বেচি উপযোগী, এই বিষয় লৈ বাদ-প্ৰতিবাদ কৰি থাকিলে, মূল সত্যৰ বিষয়ে বিশেষ একো জ্ঞান নহয়, আমাৰো একো লাভ নহয়।

তেন্তে এতিয়া প্ৰশ্ন হ'ল যে বুজিবৰ নিমিত্তে যেতিয়া সকলোবোৰ দৃষ্টান্তৰ সমান মূল্য, আচাৰ্য্য সকলে, সকলোৱে, একে দৃষ্টান্তকে গ্ৰহণ নকৰিলে কিয়? কিয় বা তেওঁবিলাকে ভাষাৰ প্ৰভেদ হ'বলৈ দিলে? কিয় ইজনে সিজনৰ প্ৰতিবাদ কৰি মিছাতে আমাৰ বুদ্ধি মোহ জন্মালে? এনে প্ৰশ্নৰ উত্তৰ ভাৰতবৰ্ষৰ বুৰঞ্জীত বিচাৰিব লাগিব।

(৪)

আচাৰ্য্য সকল তত্ত্বদৰ্শী সিদ্ধ পুৰুষ। তেওঁলোকে নিজৰ নিমিত্তে বা যশস্যা লাভৰ নিমিত্তে যেনে ভাষা ৰচনা কৰা

নাই। লোক-শিক্ষাৰ বাবে বেদান্ত বাক্য প্ৰচাৰ কৰিছে। কিন্তু দেশ, কাল, পাত্ৰ অনুসৰি হে শিক্ষা হব পাৰে।

ভাৰতবৰ্ষৰ বুৰঞ্জী চালে দেখা যায যে বৈদিক যুগৰ জ্ঞান ভক্তি আৰু কৰ্ম্মৰ বিৰোধ চলি আহিছে। প্ৰথমতে, বৈদিক বা তান্ত্ৰিক কৰ্ম্মৰ উপদেশবোৰ সময়ত বিকৃত হলে সমাজত অনাচাৰ প্ৰবৰ্ত্তে আৰু তেতিয়া মানুহক জ্ঞানৰ উপদেশ দিবলগীয়া হয, কালক্ৰমত আকৌ সেই জ্ঞানৰ উপদেশো সাধাৰণ মানুহৰ মুখত পৰি বিকৃত হয, আকৌ সমাজত বিশৃঙ্খলা হয়, তেতিয়া আকৌ ভক্তি মাৰ্গৰ উপদেশৰ আৱশ্যক হয। এইদৰে চিৰকাল চলি আহিছে। সমাজত এনে বিশৃঙ্খলা হলেই মহাপুৰুষৰ আবিৰ্ভাব হয। এইদৰে সকলো দেশত হৈছে আৰু ঠিক ৫০০ বছৰৰ আগতে আমাৰ নিজ দেশত এইদৰেই হৈছিল। মহাপুৰুষে দেশ কাল পাত্ৰ চাই বেদান্তৰ সমযোপযোগী ব্যাখ্যা কৰে। এইদৰেই বেদান্তৰ ইমানবোৰ ভাষ্য হৈছে। মোটামুটিকৈ ক'বলৈ হলে এই ভাষ্যবোৰ দুই শ্ৰেণী'ত ভাগ কৰিব পাৰি, জ্ঞান-প্ৰধান, ভক্তি-প্ৰধান। ভক্তি-প্ৰধান ভাষ্য মতে জীব ব্ৰহ্মৰ অংশ বা প্ৰতিবিম্ব, জ্ঞান-প্ৰধান ভাষ্য মতে জীব আৰু ব্ৰহ্ম একে।

(৫)

আচাৰ্য্য সকলৰ প্ৰধান বিৰোধৰ বিষয এই—

(১) ব্ৰহ্ম সবিশেষ নে নিৰ্ব্বিশেষ।

(২) জীব ব্ৰহ্মৰ অংশ নে পূৰ্ণব্ৰহ্ম।

(৩) জগৎ সত্য নে মিথ্যা।

(৪) মুক্তিৰ স্বৰূপ কি?

এই সকলোবোৰ বিষয়ত শঙ্কৰাচাৰ্য্য এফালে আৰু আন আচাৰ্য্যসকল এফালে। আন আচাৰ্য্য সকলৰ পৰম্পৰৰ ভিতৰত সিমান অমিল নাই। আমি ইয়াত দেখুৱাম যে এই সকলো বিষয়তে মহাপুৰুষ শঙ্কৰদেৱৰ দাৰ্শনিক মত শঙ্কৰাচাৰ্য্যৰ লগত একেবাৰে মিলে, যেন দুই শঙ্কৰৰ একেখন শাঙ্কৰিক দৰ্শন!

কিন্তু আন আচাৰ্য্য সকলৰ লগত শঙ্কৰাচাৰ্য্যৰ বিষম বিৰোধ। সেই বাবেই বেদান্তৰ ভাষ্যবোৰত ইমান বাদ-প্ৰতিবাদ, তৰ্ক-বিতৰ্ক আছে যে সেই তৰ্কাৰণ্যত এবাৰ সোমালে আৰু আমাৰ পক্ষে ওলোৱা টান হব। আমাৰ সৌভাগ্য যে আজি কালি আমি সেই তৰ্কাৰণ্যত সোমাব নেলাগে। কাৰণ, আজি কালি জগতৰ চিন্তা প্ৰণালী বেলেগ হ'ল।

৪০০ বছৰৰ আগেয়ে যেতিয়া "পৃথিৱী ঘূৰিছে" বুলিলে মানুহৰ উগ্ৰ দণ্ড হৈছিল, যেতিয়া "পৃথিৱী ঘূৰণীয়া" বুলিলে সেই সময়ৰ ডাঙৰ ডাঙৰ পণ্ডিতো বিচুৰ্ত্তি হৈছিল, তেতিয়া মানুহক যি দৰে বুজাব লাগিছিল, আজি কালি আমাক সেইদৰে বুজাব নেলাগে, আজি কালি আমি বহুত কথা সংক্ষেপে কলেও বুজোঁ। বিশেষতঃ আজি ৩০ বছৰৰ ভিতৰত বিজ্ঞান ইমান ওপৰলৈ গ'ল যে আজি কালি বৈজ্ঞানিক সকলে সাহ কৰি কথ পৰা হৈছে —

"We are now on the border-land of the spiritual and the material worlds as approached from the side of the latter."

(Eddington)

এনে বৈজ্ঞানিক যুগত আমি বেদান্তৰ বহুতখিনি সিদ্ধান্ত বিনা যুক্তিৰে, বিনা তৰ্কেৰে আৰু অতি সহজে বুজিব পাৰোঁ।

আমি এনে কথা কোৱা নাই যে বিজ্ঞান জানিলেই আমাৰ বেদান্ত জনা হব। আমি এনে কথাও কোৱা নাই যে বিজ্ঞানৰ সিদ্ধান্ত, আৰু বেদান্তৰ সিদ্ধান্ত, সৰ্ব্বাংশে একে। বিজ্ঞান যিমানেই ওপৰলৈ যাওক, সি সদায় দিক্কালৰ ভিতৰত হে ঘূৰি থাকিব, বেদান্তৰ আলোচ্য বিষয়ৰ সন্ধান বিজ্ঞানে কেতিয়াও পাব নোৱাৰে। আমি এই মাত্ৰ কৈছো যে বেদান্তৰ কিছুমান সিদ্ধান্ত,—যিবোৰ প্ৰথমতে আমাৰ মনেৰে অসম্ভৱ যেন লাগে, সেইবোৰৰ ধাৰণা কৰিবলৈ নতুন বিজ্ঞানে আমাক যথেষ্ট সহায কৰে।

(৬)

দৃষ্টান্ত স্বৰূপে ধৰক,—বেদান্তৰ মূল সিদ্ধান্ত এই যে এই জগতত ব্ৰহ্মৰ শক্তিৰ বাহিৰে, বস্তু বুলিবলৈ একো নাই; জগতৰ একো উপাদান (ingredients) নাই। শঙ্কৰাচাৰ্য্যই এই কথাটো বুজাবলৈ বহুত চেষ্টা কৰি শেহত কলে—"এই বিষয় লৌকিক দৃষ্টান্ত বা যুক্তি বা প্ৰমাণ, একো দিব নোৱাৰি; মানুহে ইয়াৰ ধাৰণাও কৰিব নোৱাৰে, কিন্তু শ্ৰুতিয়ে যেতিয়া কৈছে, আমি স্বীকাৰ কৰিবই লাগিব যে জগতৰ একো উপাদান নাই।"

আজি কালি কিন্তু আমি শ্ৰুতি-বাক্যলৈ যাবই নেলাগে। এই জগতত যে শক্তিৰ বাহিৰে একো নাই, ইয়াত বস্তু বুলিবলৈ একো নাই—এইবোৰ কথা আজি কালি আমাৰ প্ৰত্যক্ষ জ্ঞান। জগতৰ প্ৰত্যেক পৰমাণু ফালি বিজ্ঞানে আমাক চকুত আঙুলি দি দেখুৱাই দিছে যে ইয়াত একো বাস্তৱ পদাৰ্থ নাই; যিবা বিদুলি শক্তি (Electron) আছে বুলি ভাবো,

সিও আমাৰ মনৰ পৰা উদ্ভৱ হোৱা গণিত শাস্ত্ৰৰ সৃষ্টি—এটা মানসিক কল্পনা *মাত্ৰ।

(৭)

এতিয়া আকৌ, জগতত যে শক্তিৰ ক্ৰিয়াৰ বাহিৰে একো নাই–বেদান্তৰ এই সত্যটি উপলব্ধি কৰা বাবেই, আৰু বহুত খিনি কথা বুজিবলৈ আমাৰ পক্ষে সহজ হৈ পৰিল। এইবাৰ দৃষ্টান্ত স্বৰূপে শঙ্কৰাচাৰ্য্যৰ মায়াবাদকে লওক,—যি মায়াবাদ সম্পৰ্কে ইমান বাদ-প্ৰতিবাদ হৈছে যে সেইখিনি বাদ দিলে বেদান্ত গ্ৰন্থ অতি সংক্ষেপ হৈ পৰে।

শঙ্কৰাচাৰ্য্যই ক'লে যে জগৎ "মিথ্যা" বা "মায়া"। কথাষাৰ শুনি নিশ্চয় সকলো চক্‌খাই উঠিল, ভাবিলে যে জগতৰ "সত্যতা" বোলা কিবা এটা বস্তু নাইকিয়া হ'ল। [জগতৰ "সত্যতা" কি ?]। কিন্তু আমাৰ পক্ষে আজি-কালি চক্ খাবৰ একো কথা নাই। আমি বিজ্ঞানৰ সহায়েৰে বুজো যে এই জগতত বিদুলী| শক্তিৰ ক্ৰিয়াৰ বাহিৰে একো নাই—ইযাৰ একো উপাদান নাই। ইয়াত বস্তু বুলিবলৈ একো নাই—তেন্তে আমাৰ পক্ষে ইয়াত কেবল মাত্ৰ এটাহে প্ৰশ্ন উঠে, যথা—

"এই জগতত যদি বিজুলী শক্তিৰ বাহিৰে একো নাই, তেন্তে চাৰিও ফালে এইবোৰ কি দেখিছো ? এই নানা তৰহৰ চিত্ৰ-বিচিত্ৰ বস্তুবোৰ কেনেকৈ দেখিছো" ?

এইটি আচলতে মনস্তত্ত্ব সম্বন্ধীয় প্ৰশ্ন হে, ইযাৰ উত্তৰো মুঠেই দুটাহে ** হব পাৰে, যেনে—

(১) মানুহে উপাদন নহলে, শুদা শক্তিৰে একো গঢ়িব নোৱাৰে ; পানীৰে মিঠৈ সাজিব নোৱাৰে , কিন্তু সৰ্ব্বশক্তিমান ব্ৰহ্মই পাৰে ! তেওঁ শুদা শক্তিৰেই এই বহিৰ্জ্জগতৰ বস্তুবোৰ (যেনে দেখিছো ঠিক তেনে স্বৰূপে) গঢ়িলে। এয়ে তেওঁৰ মহিমা। বা—

(২) তেওঁ বহিৰ্জ্জগতত একো গঢ়া নাই। কিন্তু তেওঁ আমাৰ বুদ্ধি আৰু মন এনে ভাবে নিৰ্ম্মাণ কৰিলে যে

বুদ্ধি আৰু মন এনে ভাবে নিৰ্ম্মাণ কৰিলে যে বহিৰ্জ্জগতৰ শক্তিৰ ক্ৰিয়াকে (বা বৌদ্ধমতে—বাহিৰৰ শূন্যকে) আমাৰ মনে বস্তু বুলি উপলব্ধি কৰে। এয়ে তেওঁৰ মায়া, এয়ে মানুহৰ অবিদ্যা।

এই দুটা উত্তৰৰ,১মটি আন সকলো আচাৰ্য্যৰ উত্তৰ আৰু বৌদ্ধ দৰ্শনৰ সাৰ্ব্বাস্তিত্ববাদৰ উত্তৰ। এই মতে জগৎ সত্য (real objective)।

২য় উত্তৰটি শঙ্কৰাচাৰ্য্যৰ উত্তৰ ; বৌদ্ধ দৰ্শনৰ বিজ্ঞানবাদৰ উত্তৰ আৰু বিশেষতঃ এয়ে আধুনিক পাশ্চাত্ত্য বিজ্ঞানৰ উত্তৰ। এই মতে জগৎ মনোদৃশ্য বা মায়া (mental or subjective)।

* উচ্চতম গণিত শাস্ত্ৰৰ ভিতৰলৈ নগলে আমি বুজিব নোৱাৰো, কেনেকৈ যে শক্তি এটা "মানসিক কল্পনা" হব পাৰে। জিন্সৰ (Jeans) কথা আমি তলত কৈছো। এডিংটনে কথাটো আৰু অলপ পৰিষ্কাৰ কৰি এইদৰে কৈছে —

It is pertinent to remember that the concept of Substance has disappeared from fundamental Physics , What we ultimately come down to is "Form " Waves ! Waves !! Waves !!! Or for a change, if we turn to relativity theory—Curvature ! Energy which since it is conserved, might be looked upon as the modern successor of substance, is in relativity theory of a curvature of space, and in quantum theory a periodicity of waves I do not suggest that either the curvature or the waves are to be taken in a literal objective sense , but the two great theories, in their efforts to reduce what is known about energy to a comprehensible picture, both find what they require in a conception of ' Form "

—The philospohy of physical Science,p 110

কিন্তু ইয়াত আমি জটিল গণিত শাস্ত্ৰৰ ভিতৰলৈ যাব নেলাগে। শক্তিৰ আচল পৰমাৰ্থিক স্বৰূপ কি, সেইটো বেদান্তই হে কব পাৰে, বিজ্ঞানে নোৱাৰে। আমি বৰ্ত্তমান এই মাত্ৰ মনত ৰাখিলেই হয় যে দৃশ্য জগতত (অৰ্থাৎ দিক্কালৰ ভিতৰত) সাংখ্য দৰ্শনে শক্তিৰ বাস্তব অস্তিত্ব (objectivity) অস্বীকাৰ কৰা নাই, বেদান্তই আৰু বৌদ্ধ দৰ্শনেহে অস্বীকাৰ কৰিছে। বিজ্ঞানেও সকলো আলোচনাতে, শক্তিৰ বাস্তব অস্তিত্ব মানি হে অগ্ৰসৰ হৈছে , নহলে কোনো আলোচনাই হব নোৱাৰে। তলত আমিও মানি লৈছো যে এই জগতত শক্তিৰ ক্ৰিয়াৰ বাহিৰে আৰু একো নাই। কাৰণ সেইদৰে নকৰিলে কোনো দাৰ্শনিক আলোচনা হব নোৱাৰে। যেনে, খণ্ডকাল (astronomical time) এটা অবাস্তৱ পদাৰ্থ, অস্তিত্বহীন। (সাংখ্যদৰ্শনৰ ৩৩ কাৰিকাৰ ব্যাখ্যা চাওক)। কিন্তু এই খণ্ডকালৰ বাস্তব অস্তিত্ব স্বীকাৰ নকৰিলে আমি কোনো কথাকে কব নোৱাৰো। লোককো বুজাব নোৱাৰো। সেইদৰেই, আকৌ শক্তিৰ বাস্তব অস্তিত্ব নাই বুলিলে আমি কোনো চিন্তাই কৰিব নোৱাৰো।

** ১। ১ম উত্তৰ মতে—আগত এটা বস্তু বস্তুৰূপে নেথাকিলেও আমাৰ বস্তুজ্ঞান হব নোৱাৰে। সেইবাবে, ৰূপ-ৰস আদি (যনে দেখিছো ঠিক সেইদৰেই) বহিৰ্জ্জগতত নিশ্চয় আছে—এইটি ইউৰোপীয় পুৰণি মনোবিজ্ঞান।

২। ২য় উত্তৰ মতে—আগত বস্তু বস্তুৰূপে নেথাকিলেও আমাৰ বস্তু জ্ঞান হব পাৰে। আচলতে বহিৰ্জ্জগতত ৰূপ-ৰসাদি, ঠিক সেই ৰূপেই নাই ; বিজুলি বিন্দু (electron) ৰূপে হে আছে ; সেইবাবে যি বোৰ ৰূপ ৰস আদি আমি বহিৰ্জ্জগতত দেখো সেইবোৰ আমাৰ মনৰ নিৰ্ম্মাণ মাত্ৰ—অৰ্থাৎ মনোভাব স্বৰূপ। এইটো আজি কালিৰ পাশ্চাত্ত্য

কিন্তু আমি দেখুৱাম যে বহিৰ্জ্জগৎ আৰু আমাৰ অন্তঃকৰণৰ এনে বিচিত্ৰ অ-বিনা-ভাব সম্পৰ্ক যে ওপৰৰ দুযোটা উত্তৰ দুফালৰ পৰা সঁচা। আন ৰকমে কবলৈ হলে, এই উপাদান-হীন জগতৰ আচল স্বৰূপেই এনে আচৰিত যে ইয়াক সত্য বুলিলেও আমি বিশ্বাস কৰোঁ, আৰু মিথ্যা বা মায়া বুলিলেও আপত্তি নকৰোঁ—ই যেন ১০ টকীয়া লোট, যাক "কাগজ" বুলিলেও বুলিব পাৰি, "টকা" বুলিলেও বুলিব পাৰি। এনে স্থলত মায়াবাদ সম্পৰ্কে তৰ্ক কৰা আমাৰ কি আৱশ্যক ?

(৮)

এনোবোৰ কাৰণত আমি ইয়াত আচাৰ্য্যসকলৰ বাদ-প্ৰতিবাদ, যুক্তি-তৰ্কৰ ভিতৰত বৰকৈ সোমোৱা নাই। আমি সংস্কৃত সূত্ৰবোৰৰ কেৱল মাত্ৰ সহজ অসমীয়া অনুবাদ দি গৈছো। প্ৰায় সকলোবোৰ সূত্ৰৰ শঙ্কৰাচাৰ্য্যৰ মতে অৰ্থ কৰিছো। য'ত শঙ্কৰাচাৰ্য্যৰ লগত আন আচাৰ্য্য সকলৰ বিৰোধ আছে, ত'ত আমি উভয় ৰকমেই অৰ্থ কৰিছো আৰু বিৰোধৰ আচল বিষয়টি নিৰ্ণয় কৰি দেখুৱাইছো।

এইদৰে কৰি, গ্ৰন্থ সংক্ষেপ কৰা হৈছে হয়। কিন্তু আমি সুখী হোৱা নাই। কাৰণ, যিবোৰ কথা আমি আধুনিক পাঠকৰ নিমিত্তে অনাৱশ্যক বুলি ভাবি বাদ দিলোঁ, (যেনে শঙ্কৰাচাৰ্য্যৰ অধ্যাসবাদ) সেইবোৰতো বেদান্তৰ ভালেমান খিনি সোৱাদ ৰৈ গল। মানুহৰ ভাব যে কিমান ওপৰলৈ যাব পাৰে, সংস্কৃত ভাষাৰ আৰু ভাবৰ ভঁৰালত যে কিমান অপূৰ্ব্ব সৌন্দৰ্য্য আছে, প্ৰাচীন কালৰ যুক্তিত যে কিমান সূক্ষ্মতা আছিল,—এইবোৰ কথা সেই বাদ দিয়া অংশ নপঢ়িলে মানুহে বুজিব নোৱাৰে। এইবোৰ বাদ দিয়া বাবে, এই পুস্তিকা পণ্ডিত মণ্ডলীৰ কাৰণে নীৰস হৈছে, কিন্তু আমি তেওঁবিলাকলৈ লিখা নাই। আমি লিখিছো—সেই সকল ইংৰাজী পঢ়া ডেকাৰ নিমিত্ত, যি সকলে গণিত শাস্ত্ৰৰ প্ৰমাণ নোখোজে। এনে শ্ৰেণীৰ কেৱল মাত্ৰ এজন পাঠকো যদি এই কিতাপ পঢ়ি বেদান্ত বাক্যলৈ শ্ৰদ্ধাবান হয়, তেনে হলেও আমাৰ সকলো পৰিশ্ৰম সাৰ্থক হ'ল বুলি ভাবিম।

(৯)

আৰু এটা কথা আমি দেখুৱাম যে সকলো ভাৰতীয় দৰ্শনৰ মূল হৈছে, উপনিষৎ। উপনিষদৰ পৰাই সকলো ভাৰতীয় দৰ্শন ওলাইছে। অতীজত যেতিয়া ব্ৰহ্মদৰ্শী ঋষি-সকলৰ নিৰ্ম্মল চিত্তত সকলো জ্ঞান পূৰ্ণ মাত্ৰাত বিদ্যমান আছিল, তেতিয়া তাত সংশয়ৰ স্থান নাছিল গতিকে যুক্তি, বাদ, প্ৰতিবাদ, তৰ্ক ইত্যাদি হব নোৱাৰিছিল। এনে অৱস্থাত বিৰুদ্ধ দাৰ্শনিক মতৰ স্থান নাই। তেতিয়াৰ দিনত কেৱল পূৰ্ণ জ্ঞান স্বৰূপ 'ব্ৰহ্ম-বিদ্যা'হে একমাত্ৰ ভাৰতীয় দিব্য-দৰ্শন (কাৰণ তাক শুদা 'দৰ্শন' নাম দিব নোৱাৰি) আছিল। এয়ে উপনিষদুক্ত শ্ৰেষ্ঠ "ব্ৰহ্মবিদ্যা" বা "পৰা বিদ্যা"।

কাল ক্ৰমত ঋষিৰ চিত্তত বিস্মৃতিৰ উদয় হ'ল—অৰ্থাৎ, কোনো এটা বা দুটা বিশেষ জ্ঞান লুপ্ত হল। লগে লগে সংশয় উদয় হল। সংশয় হ'লতে তৰ্ক, যুক্তি, বাদ-প্ৰতিবাদ আপোনা আপুনি আহি পৰিল। ইয়াৰ ফলত ব্ৰহ্মবিদ্যা স্বৰূপ সুবৰ্ণ হাৰৰ জোৰা সুলকিল, টুকুৰা-টুকুৰ হ'ল। এই টুকুৰাবোৰেই বৰ্ত্তমান ভাৰতীয় দাৰ্শনিক মতবোৰ—যিবোৰৰ কথা ২য় অধ্যায়ৰ ২য় পাদত বহলাই আলোচনা কৰা হৈছে।

এতিয়া আমি, প্ৰাচীন টীকাকাৰ সকলৰ প্ৰচলিত নিয়মেৰে সমালোচনা কৰি, বাগ-বিতণ্ডা কৰি, এই টুকুৰা বোৰক আৰু খণ্ড-বিখণ্ড কৰিব পাৰো—যেনে, একে বেদান্ত দৰ্শনেই খণ্ড খণ্ড হৈ দ্বৈতবাদ অদ্বৈতবাদ আদি বহুত বাদ হ'ল, একে বৌদ্ধ দৰ্শনতে ৩টা বাদ হ'ল, কিন্তু পাঠক সকলে নিশ্চয় জানিব যে এইদৰে কৰি আমি আচল সত্যৰ পৰা ক্ৰমে আঁতৰিহে যাওঁক। এইদৰে হলে ব্ৰহ্ম বিদ্যাৰ সুবৰ্ণ হাৰ জোৰা নালাগে, বৰং সি খণ্ড-খণ্ড, ছিন্ন-ভিন্ন হৈ নষ্ট হব পাৰে। তাকে নকৰি, আমি যদি সেই লুপ্ত জ্ঞানৰ হেৰোৱা আঙঠি (missing link) বোৰ কিবা স্বৰূপে ঘূৰাই পাওঁ তেন্তে সকলোবোৰ টুকুৰা (অৰ্থাৎ ভাৰতীয় দৰ্শনবোৰ) যোৰা লগাই ব্ৰহ্ম বিদ্যা-সুবৰ্ণহাৰৰ পুনৰুদ্ধাৰ কৰিব পাৰোঁ।

শ্ৰীঅৰবিন্দই কয় যে আমাৰ ভাগ্যক্ৰমে সেই লুপ্ত জ্ঞানৰ এটি অতিক্ষুদ্ৰ অংশ এই পৃথিৱীলৈ ঘূৰি আহিছে; সেই ক্ষুদ্ৰ অংশই আধুনিক পাশ্চাত্য বিজ্ঞান। তেওঁৰ কথাটি অতি সত্য। কাৰণ এই নতুন বিজ্ঞানৰ পোহৰেৰে চালেই আমি সাংখ্য আৰু বেদান্ত তৎক্ষণাৎ যোৰা লগাব পাৰো। আমাৰ সাংখ্য দৰ্শনত আৰু বিজ্ঞানৰ সিপাৰে নামৰ কিতাপ খনত এই দৰে যোৰা লগাই দেখুৱাইছো। আকৌ সেই পোহৰেৰে চালেই আমি স্পষ্ট বুজো যে সাংখ্য, বেদান্ত আৰু বৌদ্ধ দৰ্শনৰ যিমান প্ৰভেদ আছে বুলি মানুহে ভাবে, আচলতে তাৰ এককণাওঁ প্ৰভেদো নাই। কিন্তু আমি এতিয়াও এই তিনিখন দৰ্শন সম্পূৰ্ণ ভাবে জোৰা লগাব নোৱাৰোঁ, কাৰণ আমাৰ পুৰণি জ্ঞান আজিলৈকে পৃথিৱীলৈ সৰ্ব্বাংশে ঘূৰি অহা নাই। তথাপি

---

বিজ্ঞানৰ পৰীক্ষাসিদ্ধ নতুন মনোবিজ্ঞান। (বিশেষতঃ সাংখ্য দৰ্শনৰ ৩৪ কাৰিকাৰ ব্যাখ্যা চাওক) এইমতে বহিৰ্জগতত ৰূপ, ৰস, গন্ধ স্পৰ্শাদি বস্তুত এটা লগাদি লাগি থকা নাই। এই বোৰ আমাৰ মনৰ জ্ঞান স্বৰূপ।

নিশ্চয়কৈ বুজিছো যে দৰ্শনাধ্যয়নৰ প্ৰাচীন পদ্ধতিটি আমাৰ পক্ষে শ্ৰেয়স্কৰ নহয়। আমি সকলো ভাৰতীয় দৰ্শন জোৰা লগাবহে লাগে। সকলো আচাৰ্য্যৰ মত মিলাবহে লাগে। সমালোচনাত ব্যস্ত হব নেলাগে।

শ্ৰীঅৰবিন্দৰ উপদেশ শিৰোধাৰ্য্য কৰি, আমি এই পুস্তিকাত ভাৰতীয় দৰ্শনবোৰ মিলাবলৈ হে চেষ্টা কৰিছো। প্ৰত্যেক আৱশ্যকীয় কথাতে আমি সাংখ্য আৰু বেদান্ত ৰিজাই গৈছো। সাংখ্যৰ সকলো আৱশ্যকীয় কথা ইয়াত দিব পৰা নাই। কিন্তু য'ত আৱশ্যক সেই ঠাইত আমি আমাৰ সাংখ্য দৰ্শনৰ কাৰিকাবোৰ উনুকিয়াই গৈছো—যিবোৰৰ ব্যাখ্যা পঢ়িলে আমাৰ কথাখিনি সুস্পষ্ট হ'ব। সেই একে কাৰণেই আমি ২য় অধ্যায়ৰ ২য় পাদৰ সূত্ৰবোৰৰ ব্যাখ্যা অলপ বহলাই কৰিছো। সাংখ্য, বেদান্ত, বৌদ্ধ-দৰ্শন আৰু পাশ্চাত্য বিজ্ঞানৰ ক'ত ক'ত মিল আছে দেখুৱাইছো।

*যোৰহাট*
২১ *বহাগ, ১৮৭৩ শক* শ্ৰীৰাধানাথ ফুকণ

# দ্বিতীয় সংস্কৰণৰ পাতনি

আমি ১ম সংস্কৰণৰ পাতনিত এইদৰে লিখিছিলো,—"আমি ইয়াত দেখুৱাম যে এই সকলো বিষয়তে মহাপুৰুষ শঙ্কৰদেৱৰ দাৰ্শনিক মত শঙ্কৰাচাৰ্য্যৰ লগত একেবাৰে মিলে; যেন দুই শঙ্কৰৰ একেখন শাঙ্কৰিক দৰ্শন!" আৰু এই কথাটো আমি শঙ্কৰদেৱৰ নিজ উক্তি বেদান্ত দৰ্শনৰ ভাঙনিত সুমাই দি যথাসাধ্য প্ৰমাণ কৰিছিলোঁ। তাৰ পিচত ২য় অধ্যায়ৰ ৩য় পাদত আমি আৰু দেখুৱালো শঙ্কৰাচাৰ্য্যই তেওঁৰ অধ্যাসবাদ যি সূক্ষ্ম যুক্তিৰে বুজাইছে সেইবোৰ যুক্তি সাধাৰণ মানুহৰ পক্ষে বুজিবলৈ টান। কিন্তু শঙ্কৰদেৱৰ যুক্তিখিনি অতি সহজ আৰু আধুনিক, বিজ্ঞানৰ সহায়ত বুজিবলৈ একো টান নহয়। আৰু সেইবাবে আমি কৈছিলো যে শঙ্কৰদেৱৰ যুক্তিখিনি তেওঁ যদি দুৰ্ভগীয়া অসমীয়া ভাষাত নিলিখি সংস্কৃতত লিখিলেহেঁতেন তেন্তে সমস্ত ভাৰতত দাৰ্শনিক মহাপুৰুষ হিচাবে তেওঁৰ স্থান শঙ্কৰাচাৰ্য্যৰ ওপৰত হলহেঁতেন।

কিন্তু আমাৰ কিতাপৰ সমালোচনা কৰি এজন সুবিজ্ঞ সমালোচকে আমাৰ কথাবোৰ সন্দেহ কৰিছে। তেওঁ অৱশ্য নিজকে যুক্তি দিয়া নছিল, মাত্ৰ কৈছিল যে ভক্তিমাৰ্গৰ প্ৰবৰ্ত্তক মহাপুৰুষ শঙ্কৰদেৱ যে অদ্বৈতবাদী আছিল এই কথা বিশ্বাস কৰিবলৈ টান। এই সংস্কৰণত আমি কিন্তু এনেবোৰ সন্দেহৰ প্ৰত্যুত্তৰ দিবলৈ একো চেষ্টা কৰা নাই। কাৰণ শঙ্কৰদেৱৰ কিতাপবোৰ সকলোৱে পঢ়িছে, আৱশ্যকীয় অংশ আমাৰ কিতাপত তুলি দিয়া হৈছে। শঙ্কৰদেৱ যে বুদ্ধদেৱৰ পাছতে জগতৰ শ্ৰেষ্ঠতম দাৰ্শনিক এই স্পষ্ট কথাটো কিয় যে মহাপুৰুষীয়া সকলে স্বীকাৰ কৰিবলৈ ভাল নেপায় তাৰ কাৰণ আমি বুজিব পৰা নাই। কিন্তু আমি দেখিছো যে শঙ্কৰদেৱক দাৰ্শনিক মহাপুৰুষ বুলিও মহাপুৰুষীয়া সকলে স্বীকাৰ.....। * এই বিষয়ে আমাৰ গ্ৰন্থৰ পৰৱৰ্তী সমালোচক পণ্ডিত জীৱেশ্বৰ শৰ্ম্মা এম-এ বেদান্ত তীৰ্থই যি কাৰণ দিছে সেইটো পাঠক সকলৰ জ্ঞাতাৰ্থে তলত তুলি দিলো।

"কিন্তু প্ৰকৃততে ভক্তিবাদ স্থাপন কৰিবলৈ যে অদ্বৈত আৰু মায়াবাদ সম্পূৰ্ণৰূপে ত্যাগ কৰিবই লাগিব এনে কোনো কথা নাই। মায়াবাদ আৰু অদ্বৈতবাদ স্বীকাৰ কৰিও বহু সংখ্যক সাধু-সন্তই ভক্তিৰ সমৰ্থন কৰি গৈছে। অদ্বৈতবাদী মধুসূদন সৰস্বতী ভক্তি মাৰ্গৰো সমৰ্থক। ভক্তিৰ আশ্ৰিত জ্ঞানৰ দ্বাৰা মোক্ষ সহজে লাভ হয় বুলি এই পন্থা

* Sankardeva: Vaisnava Saint of Assam by Dr. Birinchi Kumar Boruah. PP 87

অৱলম্বনকাৰী সকলে কয়। তেওঁলোকৰ মতে ভক্তিহীন জ্ঞান-কৰ্ম্ম ব্যৰ্থ আৰু সেই কাৰণে তেওঁবিলাকে মায়াবাদ আৰু অদ্বৈতবাদৰ লগতে ভক্তিবাদতো বিশ্বাস কৰে। * পৰম বৈষ্ণৱ মহাপুৰুষ শঙ্কৰদেৱৰ দাৰ্শনিক মত প্ৰধান ভাবে ভক্তি মাৰ্গৰ পৰিপোষক হলেও বহুঠাইত শঙ্কৰাচাৰ্য্যৰ অদ্বৈতবাদৰ লগত মিল আছে। এই কথা ফুকনদেৱেও তেখেতৰ বেদান্ত দৰ্শনৰ পাতনিত উল্লেখ কৰিছে। "বিজ্ঞান আৰু গণিত শাস্ত্ৰৰ যুক্তিৰ সহায়ত মায়াবাদ আৰু অদ্বৈত বেদান্ত বুজিবলৈ কিমান সহজ হৈছে তাক ফুকনদেৱে বেদান্ত দৰ্শনৰ দ্বিতীয় অধ্যায়ৰ সূত্ৰ ব্যাখ্যা প্ৰসঙ্গত বিশদ ভাৱে আলোচনা কৰি দেখুৱাইছে।

আমাৰ মহাপুৰুষ শঙ্কৰদেৱো যে, মাযাবাদ আৰু অদ্বৈতবাদৰ সমৰ্থক আছিল তাক বেদান্তৰ ২।৩।৫৩ সূত্ৰৰ ব্যাখ্যাত শঙ্কৰদেৱৰ উক্তি উদ্ধৃত কৰি দেখুৱাইছে। তেখেতৰ আলোচনাৰ পৰা এইটো স্পষ্ট হৈছে যে মহাপুৰুষ শঙ্কৰদেৱ ভক্তিমাৰ্গৰ সমৰ্থক হলেও তেওঁ অদ্বৈতবাদ আৰু মায়াবাদ স্বীকাৰ কৰিছিল।

ভক্তিমাৰ্গ অৱশ্যে জ্ঞান মাৰ্গতকৈ সহজ পন্থা। গীতাত স্বয়ং ভগবানেও কৈছে যে, অব্যক্ত ব্ৰহ্মৰ প্ৰতি চিত্তক আসক্ত কৰা অধিক কষ্ট সাধ্য—

"ক্লেশো'হ'ধিকতৰস্তেষামব্যক্তাসক্ত চেতসাম্"-গী, ১২।৫

এইদৰে কৈ শেষত অৰ্জুনক উপদেশ দি কৈছে যে ভক্তাস্তে'হ'তীব মে প্ৰিয়াঃ (১।১২।২০) অৰ্থাৎ ভক্তসকল মোৰ অতি প্ৰিয়।এইদৰে চালে ভক্তিৰ দ্বাৰা হে জ্ঞানে অব্যক্ত ব্ৰহ্মত লীন হবলৈ সহায় কৰে বুলি বুজা যায়। শ্ৰীধৰ স্বামীয়েও গীতাৰ তাৎপৰ্য্য এনে ধৰণেই ব্যাখ্যা কৰিছে। গতিকে দেখা গ'ল যে, এই পন্থা অনুসাৰে ব্ৰহ্মাত্মৈক্যবোধ মোক্ষ লাভৰ শ্ৰেষ্ঠ সাধন ভক্তি। আন প্ৰকাৰে কবলৈ হলে অদ্বৈতপৰ্য্যবসায়ী ভক্তি মাৰ্গই মোক্ষলাভৰ উৎকৃষ্ট উপায় বুলি কোৱাটোৱেই এই শ্ৰেণীৰ বৈষ্ণৱ সম্প্ৰদায়ৰ মত। মহাপুৰুষ শঙ্কৰদেৱো এই মতৰে পৃষ্ঠপোষক। গতিকে ফুকনদেৱে বেদান্ত দৰ্শনৰ পাতনিত দুয়ো শঙ্কৰৰ একেখন দৰ্শন বুলি কৈ অদ্বৈত বেদান্ত সিদ্ধান্তৰ লগত শঙ্কৰদেৱৰ উক্তিৰ সমন্বয় দেখুৱাই দিয়াত শঙ্কৰদেৱ যে অদ্বৈত পৰ্য্যবসায়ী ভক্তি মাৰ্গৰ সমৰ্থক এইটো স্পষ্ট হৈছে।"

আমি গীতাৰ ২য় সংস্কৰণৰ পাতনিত আৰু ১১ অধ্যায়ৰ ৫৪ শ্লোকৰ ব্যাখ্যাত দেখুৱাইছো যে জ্ঞান আৰু ভক্তিৰ আচলতে একো প্ৰভেদ নাই। পৰা ভক্তিয়েই আত্মজ্ঞান।

**শ্ৰীৰাধানাথ ফুকন**

* বাসুদেৱ ঈশ্বৰক কৰোতে ভকতি।
আপুনি ওপজে আহি জ্ঞান বিৰকতি।।

নির্গুণায় নমস্তুভ্যং সদ্রূপায় নমো নমঃ

# বেদান্ত-দর্শন

## (শ্রীব্রহ্মসূত্রম্)

## প্রথম অধ্যায়

### প্রথম পাদ

**অথ অতঃ ব্রহ্ম জিজ্ঞাসা ১।১।১**

ইয়াৰ পাছত(অথ) আৰু এইবাবেই (অতঃ) ব্ৰহ্মক জানিবৰ ইচ্ছা (ব্ৰহ্মজিজ্ঞাসা) হয়।

১। অথ—ইয়াৰ পাছত। কিহৰ পাছত? আচাৰ্য্য সকলে কয়, বেদ অধ্যয়নৰ পাছত। কিন্তু শঙ্কৰাচাৰ্য্যই কয় যে ব্ৰহ্মসূত্ৰ পঢ়িবলৈ যে আগধৰি বেদৰ কৰ্ম্মকাণ্ড বা পূৰ্ব্বমীমাংসা জানিব লাগিবই লাগিব, এনে কোনো ধৰা-বন্ধা নিয়ম নাই। কিন্তু ব্ৰহ্মসূত্ৰ যেয়ে সেয়ে নুবুজে, ইয়াৰ ধাৰণা কৰিবলৈ মানুহক অন্য ৰকমৰ যোগ্যতা লাগে। সেই যোগ্যতা কেনেকৈ হ'ব পাৰে? শঙ্কৰাচাৰ্য্যৰ মতে মানুহৰ এই কেইটি সাধন হব লাগিব—

১। নিত্য আৰু অনিত্য বস্তুৰ বিবেক (পাৰ্থক্য জ্ঞান)

২। ভোগ্য বস্তুৰ প্ৰতি বৈৰাগ্য।

৩। শম—অৰ্থাৎ পাৰ্থিব বিষয়ৰ চিন্তা ত্যাগ কৰা।

৪। দম—ইন্দ্ৰিয় সংযম।

৫। উপৰতি—আত্মা কি, জানিবৰ নিমিত্তে আগ্ৰহ।

৬। তিতিক্ষা—গ্ৰীষ্মাদি সুখ সহিব পৰা গুণ।

৭। শ্ৰদ্ধা—গুৰুবাক্য বা শাস্ত্ৰত অচল বিশ্বাস।

৮। সমাধান—আত্মা সম্বন্ধে ভাবনা।

৯। মুমুক্ষুত্ব—মুক্তিৰ নিমিত্তে স্পৃহা।

এইবোৰ যোগ শাস্ত্ৰৰ কথা। এইবোৰ সাধনা যাৰ আছে তেওঁহে "ব্ৰহ্ম-জিজ্ঞাসাৰ" অধিকাৰী। ইয়াৰ ভিতৰত মুখ্য সাধনা হৈছে "নিত্যানিত্য বিবেক।"

২। নিত্যানিত্য বিবেক—আমি প্ৰত্যক্ষ দেখিছো যে এই সংসাৰত একো বস্তু চিৰস্থায়ী নহয়। সকলো ধ্বংসশীল আৰু পৰিণামী। পৰিণামৰ এক মুহূৰ্ত্তৰো বিৰাম নাই। প্ৰাণীতত্ববিৎ সকলে জানে যে আজি মোৰ শৰীৰত যি বোৰ পৰমাণু আছে, তাৰ এটাও ১২ বছৰৰ মূৰত নেথাকিব। তেন্তে ১২ বছৰৰ আগেয়ে যিটো "মই" আছিলোঁ, আজিও সেইটোৱেই "মই" নহওঁ নে? যদি হওঁ, কিয় হওঁ? এইদৰে ভাবি নিলেই আমি বুজিব পাৰো যে জগতৰ এই অনবচ্ছিন্ন পৰিণামৰ মাজতে এনেকুৱা এটি বস্তু লুকাই আছে, যাৰ একো পৰিণাম বা পৰিবৰ্ত্তন নাই। সেইটিয়েই নিত্য বস্তু। সিয়েই দেহৰ অতিৰিক্ত, আমাৰ আত্মা। শুদা চিৎ শক্তি।

এই নিত্য বস্তুটিৰ অলপ আভাস পালেই, পৰিণামী আৰু অনিত্য জগতলৈ অনুৰাগ নেথাকে। ওপৰত 'অতঃ' শব্দটিয়ে এই কথাকে ইঙ্গিত কৰিছে।

ব্ৰহ্মসূত্ৰৰ আৰম্ভতে, পোন প্ৰথম সূত্ৰটিতে বেদান্তাচাৰ্য্য সকলৰ বিষম বিৰোধৰো আৰম্ভ হ'ল।

ওপৰত শঙ্কৰাচাৰ্য্যই কলে যে প্ৰথমতে যোগ সাধনত অলপ অগ্ৰসৰ হলে হে মানুহ ব্ৰহ্মজিজ্ঞাসাৰ অধিকাৰী হব পাৰে।

আচাৰ্য্য ৰামানুজে বৌধায়ন প্ৰমাণেৰে, আৰু আন আন আচাৰ্য্য সকলে অকাট্য যুক্তিৰে শঙ্কৰাচাৰ্য্যৰ কথাৰ দুৰ্যোৰ প্ৰতিবাদ কৰিছে। তেওঁবিলাকে কয় যে, যোগসাধন কৰি, ব্ৰহ্মক জানিলে ব্ৰহ্মসূত্ৰ পঢ়াৰেই একো আৱশ্যক নাই। এনেস্থলত শঙ্কৰাচাৰ্য্যই এইটো এটা অতি অদ্ভুত ব্যাখ্যা দিছে।

আমি কিন্তু সাহ কৰি কওঁ যে শঙ্কৰাচাৰ্য্যই ঠিক কথা কৈছে। কাৰণ ব্ৰহ্মসূত্ৰৰ তেওঁ যি ব্যাখ্যা দিলে সেইমতে হলে, অল্প-জ্ঞানী মানুহে ইয়াক পঢ়িলে তেওঁৰ অনিষ্ট হে হব। আৰু বহুতৰ হৈছেও।

তলত ২য় আধ্যাৰ ৩য় পাদত আমি দেখুৱাম যে শঙ্কৰাচাৰ্য্যই কোৱামতে যদি "জীবো ব্ৰহ্মৈৱ নাপৰঃ" হয় অৰ্থাৎ যদি চৈতন্য সৰ্ব্বব্যাপী হয় অৰ্থাৎ সকলো জীৱৰ এটা

সাধাৰণ (Common) আত্মাহে হয়, তেন্তে এই জগৎ নিশ্চয় মনোদৃশ্য বা মায়াহে হব* ইয়াৰ অন্যথা হ্ব নোৱাৰে।

দ্বিতীয়ত—সেই একে পাদতে আমি তলত দেখুৱাম যে জীৱ চৈতন্য যদি ব্যাপী হয় তেন্তে জীৱৰ স্বাধীন কৰ্ত্তৃত্ব থাকিব নোৱাৰে। জীৱক সংস্কাৰে কাম কৰায় ; জীৱই অজ্ঞানত নিজে কৰোঁ বুলি ভাবে।

তেন্তে এই শাঙ্কৰিক ব্যাখ্যা মতে (১) এই জগৎ মনোদৃশ্য (যেনে সমাজিকৰ জগৎ) আৰু (২) জীৱৰ স্বাধীন কৰ্ত্তৃত্ব নাই বাবে পাপ পুণ্যৰ বাবেও জীৱ দায়ী নহয়। (আচলতে পাপ পুণ্য কি এই বিষয়ে আমাৰ জন্মান্তৰ ৰহস্য চাওক। জীৱৰ আচলতে পাপ পুণ্য নাই—সংস্কাৰটোহে আছে)।

নিম্ন স্তৰত মানুহে এই শাঙ্কৰিক দৰ্শন অনুসৰি চলিবলৈ হলে সংসাৰত অনাচাৰ হে প্ৰবৰ্ত্তিব যথা—

অজ্ঞস্যাৰ্দ্ধ প্ৰবুদ্ধস্য সৰ্বং ব্ৰহ্মেতি যো বদেৎ।
মহা নিৰয় জালেষু স তেন বিনিযোজিতঃ।।

এই বাবেই গীতাই আৰু সাংখ্য দৰ্শনে এইবোৰ কথা অৰ্থাৎ আত্মাৰ অকৰ্ত্তৃত্বৰ কথা সাধাৰণ মানুহক কবলৈ নিষেধ কৰিছে।

শঙ্কৰাচাৰ্য্যয়ো সেই গুণেই গুৰিতে কলে যে তেওঁৰ দৰ্শন অল্প-জ্ঞানী মানুহৰ উপযোগী নহয়। সামান্য যোগ অভ্যাসৰ পৰা যেতিয়া সাধকে সামান্য ভাবে বুজিব যে সংস্কাৰটো আত্মা নহয়, তেতিয়াহে তেওঁ ব্ৰহ্মজিজ্ঞাসাৰ অধিকাৰী হব।

সংস্কাৰটো যে আত্মা নহয়, এই কথাটো বুজিবলৈ যোগ সাধনাত বেচি অগ্ৰসৰ হবও নেলাগে। সংস্কাৰটো ভাবৰ সমষ্টি। আমি আমাৰ "জন্মান্তৰ ৰহস্যাত" যোগী শ্ৰীঅৰবিন্দৰ নিজৰ কথাৰে দেখুৱাইছো কেনেকৈ যোগ সাধনাৰ আৰম্ভত অলপ চেষ্টাৰেই মানুহে বুজিব পাৰে যে ভাববোৰ চিৎশক্তিৰ পৰা (অৰ্থাৎ আত্মাৰ পৰা) বেলেগ। এইটো উপলব্ধি কৰিব পাৰিলেই ২য় কথাটো—অৰ্থাৎ জীৱৰ যে স্বাধীন কৰ্ত্তৃত্ব নাই—এই কথাটো বুজা অতি সহজ হৈ পৰে।

কেনেকৈ সহজ হয়, সেই কথা দুটামান দৃষ্টান্তৰ পৰা আমি সহজে বুজিব পাৰো ঃ যেনে—

(১) আমি সদায় দেখি আছো যে কেঁচা টোপনিৰ পৰা এটা সৰু ল'ৰাক গধূলি ভাত খাবলৈ জগাই আনিলে সি চকু মুদি টোপনিৰ জালতে ভাত খাব, মুখ ধুব, গা-ধোৱা ঘৰলৈ গৈ ভৰি ধুই নিজৰ ঠাইত আকৌ শুই থাকিবহি। চকু মুদ খায়েই আছে। পাছদিনা পুৱা সি মাকক সুধিব "আই, কালি মই ভাত খালো নে?"

কিয় এইদৰে হয়? এইদৰে হয়, কাৰণ ল'ৰাটোক তাৰ পূৰ্ব্ব সংস্কাৰে, বা অৱ-চেতন মনে, (Subconscious mind) সকলো কাম কৰালে ; সি অভ্যাসতে কৰি গ'ল। কিন্তু তাৰ চেতন মনটোৱে (Conscious mind) টোপনিৰ সুখ অনুভৱ কৰিয়েই থাকিল। কি কৰিলে একো নুবুজিলে।

(২) গাইজনীয়ে ঘাঁহ খাইছে। অভ্যাসতে খাই গৈছে। কিন্তু তাইৰ চেতন মন নতুন পোৱালিটিত নিবদ্ধ। পোৱালিৰ ফালে মানুহ গলেই তাই খেদি আহে।

(৩) মানুহজনীয়ে চিৰা খুন্দিছে। এহাতে খোলাত ধান ভাজিছে, ইহাতে লৰাই দিছে, তাৰ মাজতে মানুহৰ লগত কথাও পাতিছে, হয় তো ল'ৰাকো পিয়াহ দিছে—ইত্যাদি সকলো কাম কৰিছে। কিন্তু তাইৰ চেতন মনটো (Conscious mind) ঢেঁকী থোৰাৰ গুলটোৰ ওপৰত নিবদ্ধ। অলপ ইফাল সিফাল হলেই হাত খুন্দি গুৰি হব।

তাই নেজানে আৰু নুবুজে যে অভ্যাসে বা সংস্কাৰে বা অৰ্ব-চেতন মনে তাইক সকলো কাম কৰাইছে কিন্তু তাইৰ চেতন মন সদায় গুলটোৰ ওপৰত নিবদ্ধ।

কিন্তু যোগাৰূঢ় পুৰুষে বুজে। তেওঁ জানে, সংস্কাৰৰ ভাববোৰ আত্মা নহয়। তেওঁ (গীতাৰ ভাষাৰে) "নিত্যযুক্ত" অৰ্থাৎ তেওঁৰ চেতন মন [Conscious mind] সদায় ঈশ্বৰ চিন্তাত মগ্ন। সেই বাবে তেওঁ তৎক্ষণাৎ বুজে যে, সংস্কাৰে তেওঁক কাম কৰাইছে আৰু এই সকলো কাম কৰিও তেওঁ নিজে একো কৰা নাই যথা—

নৈব কিঞ্চিৎ কৰোমীতি যুক্তো মন্যেত তত্ত্ববিৎ।
পশ্যন্ শৃণ্বন্ জিঘ্ৰন্নশ্নন্ গচ্ছন্ স্বপন্ শ্বসন্।।
প্ৰলপন্ বিসৃজন্ গৃহ্ণন্নুন্মিষন্নিমিষন্নপি।
ইন্দ্ৰিয়াণীন্দ্ৰিয়াৰ্থেষু বৰ্ত্তন্ত ইতি ধাৰয়ন্।।[গীতা ৫।৮-৯

এইবোৰ কথাৰে আমি আকৌ যথাস্থানত পুনৰাবৃত্তি কৰিব লাগিব। আৰু ঠিক এইবোৰ কাৰণেই শঙ্কৰাচাৰ্য্যই কৈছে যে তেওঁৰ দৰ্শন বুজিবলৈ যোগ সাধনত অলপ অগ্ৰসৰ হব লাগিব। যোগী হব নেলাগে। মাত্ৰ বুজিব লাগিব যে আত্মাৰ বাহিৰেও সংস্কাৰ বুলি এটা বস্তু আছে।

*আমি জানো যে আধুনিক বিজ্ঞান মতে আচলতে জগৎ মনোদৃশ্য হে। জগৎ কিয় মনোদৃশ্য হল, বিজ্ঞানে নেজানে ; যদিও বিজ্ঞানে পৰীক্ষা কৰি কথাটো প্ৰমাণ কৰিছে। এতিয়া শঙ্কৰাচাৰ্য্যই দেখুৱালে যে সকলো জীৱৰ একে আত্মা (ব্ৰহ্ম) হোৱা বাবেই জগৎ মনোদৃশ্য নহৈ নোৱাৰে। সেইগুণেহে আমি আন এঠাইত কৈ আহিছো যে বিজ্ঞান য'ত অন্ত হৈছে, তাৰ পৰাই বেদান্ত আৰম্ভ।

আচল যোগসিদ্ধ পুৰুষে সমাধিত কি বুজে আৰু কি দেখে, সেই বিষয়ে ৪।৪।১ সূত্ৰৰ ব্যাখ্যা চাওক।

অন্যান্য বেদান্তাচাৰ্য্য সকলে ধৰি লৈছে (লোক শিক্ষাৰ বাবে) যে চৈতন্য যুক্ত লিঙ্গ-দেহেই (অৰ্থাৎ ভাবৰ সমষ্টি, সংস্কাৰেই) আত্মা, যথা—

চৈতন্যং যদধিষ্ঠানং লিঙ্গ-দেহশ্চ যঃ পুনঃ।
চিচ্ছায়া লিঙ্গদেহস্থা তৎ সংঘো জীৱ উচ্যতে।।

[২।৩।৩৩ সূত্ৰৰ পাদটীকা চাওক]

এই দৰে ধৰিলে, অৰ্থাৎ বেলেগ সংস্কাৰ এটা নাই বুলি ধৰিলে এই জগৎ নিশ্চয় যেনে দেখিছো তেনে হব লাগিব। আৰু জীৱৰ স্বাধীন কৰ্তৃত্ব নিশ্চয় থাকিব লাগিব। এই কথা আমি তলত যুক্তিৰে প্ৰতিপাদন কৰিছো। (২।২।৩১) এইদৰে হলে জগত realism হব লাগিব। সেই একে ঠাইতে আমি কৈছো যে জগতক যেনে দেখিছো ঠিক তেনে বুলি মানি নললে আমাৰ পুৰুষাৰ্থ সাধন নহয়, ভোগ নহয়, আৰু আমি কোনো আবিষ্কাৰো কৰিব নোৱাৰো ভক্তি মাৰ্গত অগ্ৰসৰ হব নোৱাৰো।

সেইগুণে সাধাৰণ মানুহৰ শিক্ষাৰ বাবে আচাৰ্য্য সকলে মানি লৈছে যে জীৱাত্মা অণু, সৰ্ব্বব্যাপী ব্ৰহ্ম নহয়, আৰু জীৱৰ স্বাধীন কৰ্তৃত্ব আছে।*

এয়ে উভয় পক্ষৰ বিৰোধৰ মূল। পাঠক সকলে মন কৰি যাব যে মূল কথাটোৰ বিৰোধৰ পৰাই তেওঁবিলাকৰ পৰৱৰ্ত্তী সকলো বিৰোধৰ উৎপত্তি হৈছে।

## জন্মাদি অস্য যতঃ। ১।১।২

যাৰ পৰা [যতঃ] এই জগতৰ [অস্য] সৃষ্টি, স্থিতি আৰু প্ৰলয় [জন্মাদি] হয়।

"যাৰ কটাক্ষত হোৱে সৃষ্টি স্থিতি লয়।"

এই সূত্ৰত কৈছে যে এই জগত য'ৰ পৰা ওলাইছে, যাৰ ভিতৰত আছে আৰু য'ত বিলীন হয়, সেয়ে ব্ৰহ্ম। মনত ৰাখিব লাগিব যে ব্ৰহ্মৰ অস্তিত্ব প্ৰতিপাদন কৰিবলৈ বেদান্তই কোনো যুক্তি দিয়া নাই। এনে যুক্তি বা অনুমান ব্ৰহ্ম সম্পৰ্কে নেখাটে। ব্ৰহ্ম সম্পৰ্কে শ্ৰুতি-বাক্য মাত্ৰ প্ৰমাণ। ব্ৰহ্ম যুক্তি তৰ্কৰ বিষয় হব নোৱাৰে।

"যিটো ব্ৰহ্ম নোহে তৰ্কৰ গোচৰ।"

তথাপি শ্ৰুতি-সম্মত যুক্তি আমি প্ৰয়োগ কৰিব পাৰোঁ, যদি সেইবোৰ যুক্তিয়ে শ্ৰুতিৰ তাৎপৰ্য্য বুজিবলৈ আমাক সহায় কৰে।

এইখিনিতে পাঠকসকলে আমাক সুধিব পাৰে যে যদি তৰ্ক, যুক্তি, অনুমান, ন্যায়, প্ৰমাণ—একোৰে স্থান ইয়াত নাই, তেন্তে এইখন কি দৰ্শন? এনে প্ৰশ্ন কৰিলে আমাৰ উপায় নাই, আমি স্বীকাৰ কৰিবলৈ বাধ্য যে আজি কালি আমি দৰ্শন বা বিজ্ঞান বুলিলে যি বুজো সেই অৰ্থত, বেদান্ত দৰ্শনো নহয়, বিজ্ঞানো নহয়—একো নহয়। বৈজ্ঞানিক বা দাৰ্শনিক জ্ঞান সীমা-বদ্ধ জ্ঞান—ই আমাৰ ইন্দ্ৰিয়শক্তি আৰু মনৰ সংস্কাৰৰ দ্বাৰা সীমাবদ্ধ। বিজ্ঞানাতীত জ্ঞান বা দিক্কালৰ অতীত তত্ত্বৰ জ্ঞান বেলেগ ৰকমৰ জ্ঞান যেনে, আমাৰ নিজৰ অস্তিত্বৰ জ্ঞান, বা অনন্ত কালৰ জ্ঞান। ইয়াত যুক্তি তৰ্কৰ স্থান নাই।**

পাঠকসকলে মন কৰিব যে সাংখ্য-দৰ্শনত "ভেদানাং পৰিমাণাৎ" ইত্যাদি পাঁচোটা, আমি সহজে বুজিব পৰা যুক্তিৰে অনুমান কৰি পালোঁ যে এই জগতৰ মূল কাৰণ "অব্যক্ত" † [সাংখ্য-দৰ্শনৰ ১৫ কাৰিকা]। সাংখ্যই এইদৰে কৰিব পাৰে। কাৰণ সাংখ্য-দৰ্শন যুক্তিপূৰ্ণ দৰ্শন। আধুনিক বিজ্ঞানৰ দৰেই, সাংখ্যই দিক্কালৰ ভিতৰৰ পদাৰ্থ লৈহে বিচাৰ কৰিছে। তাত যুক্তি আৰু অনুমানৰ ঠাই আছে। বেদান্তই কিন্তু সেইদৰে আৰম্ভ কৰা নাই। ব্ৰহ্মৰ পৰা যে জগতৰ উৎপত্তি, এই বিষয়ে বেদান্তই একো যুক্তি দিয়া নাই, দিব নোৱাৰে, আৰু দিয়া আৱশ্যকো নাই। বেদান্তই ব্ৰহ্মকপ্ৰত্যক্ষ দেখি যেন এই সূত্ৰত আঙুলিয়াই কৈছে—

"সৌৱা ব্ৰহ্ম চোৱাঁ। এওঁৱেই এই জগতৰ সৃষ্টি স্থিতি আৰু প্ৰলয়ৰ কাৰণ।"

---

*যদিও "absolute realism" বুলি কথা এটা জগতত নাই, আমি জানো যে আপেক্ষিকতাবাদে (Theory of relativity) অঙ্ক শাস্ত্ৰৰ অকাট্যপ্ৰমাণেৰে আৰু Experimental Psychology এ প্ৰত্যক্ষ পৰীক্ষাৰে, দেখুৱাইছে যে এই জগৎখন আমি যেনে দেখিছো তেনে নহয়। ইয়াত absolute realism বুলি কথা নাই। বৈজ্ঞানিক সকলে কয় যে জগতক যেনে দেখিছো তেনে বুলি ধৰিবলৈ হলে নতুন বিজ্ঞানে আবিষ্কাৰ কৰা মনোবিজ্ঞান সম্পৰ্কে সকলো সত্য আগ্ৰাহ্য কৰিব লাগিব যথা—

"To welter in a barren realism of the world, is a negation of all that physical science has accomplished in unravelling the complexity of sensory experience"

[Eddington]

এই দৰেই বিজ্ঞানে শঙ্কৰাচাৰ্য্যৰ মত সমৰ্থন কৰিছে।

**"There are definite limits to scientfic knowledge and there is an extra-scientific realm with which we have an aquaintance of a different kind and– if it is to be called knowledge– a different kind of knowledge." —Kant

† সাংখ্যৰ অব্যক্তই বেদান্তৰ ব্ৰহ্ম।

ইয়াৰ পাছত এতিয়া ব্ৰহ্মৰ স্বৰূপ যেনে দেখিছো তেনে বৰ্ণনা কৰি যাম। আগত এটা বস্তু লৈ, চাই চাই বৰ্ণনা কৰোঁতে যুক্তি তৰ্ক, অনুমান বা সংশয়ৰ স্থান নাই। এয়ে বেদান্ত, য'ত তৰ্ক যুক্তি নাই।

## শাস্ত্ৰ যোনিত্বাৎ। ১।১।৩

১। ব্ৰহ্ম যে জগতৰ কাৰণ তাৰ কেৱল শাস্ত্ৰইহে প্ৰমাণ। [যোনি—প্ৰমাণ] অৰ্থাৎ তাত আৰু একো যুক্তি তৰ্ক নেখাটে। এই সূত্ৰৰ আন ৰকমেও অৰ্থ হ'ব পাৰে, যেনে—

২। সেই ব্ৰহ্ম সকলো শাস্ত্ৰৰ কাৰণ বা মূল [যোনি—কাৰণ]। অতএব ব্ৰহ্ম নিশ্চয় সৰ্ব্ববিৎ। কাৰণ তেওঁ সকলো বেদৰ মূল। যাবদীয় জ্ঞান বেদৰ পৰা হয়; সেই সৰ্ব্বজ্ঞানময় বেদ যাৰ পৰা উদ্ভৱ হৈছে, তেওঁ নিশ্চয় সৰ্ব্ববিৎ। শ্ৰুতিত কৈছে, "শ্বাস প্ৰশ্বাস যেনেকৈ অনায়াসে ওলায়, সেইদৰে বেদবোৰো ব্ৰহ্মৰপৰা অনায়াসে ওলাইছে।" [বৃহঃ ২।৪।১০]। আমাৰো কৈছে—

"বাজ ভৈলা চাৰি বেদ নিশ্বাস কাঢ়ন্তে"

## তৎ তু সমন্বয়াৎ। ১।১।৪

ব্ৰহ্ম যে জগতৰ কাৰণ সেই কথা [তৎ তু] সকলো উপনিষদৰ সমন্বয় [সম্যক্ অন্বয়] দেখি বুজিব পাৰি।

সকলো উপনিষদে এক-বাক্যে কৈছে যে ব্ৰহ্ম জগতৰ কাৰণ।

## ঈক্ষতেঃ ন অশব্দম্। ১।১।৫

[ঈক্ষণ—আলোচনা বা ভাবনা, শব্দ = বেদ]

এই সূত্ৰৰ অৰ্থ মধ্বাচাৰ্য্য আৰু বল্লভাচাৰ্য্যই এইদৰে কৰিছে—

ব্ৰহ্মাই যে ঈক্ষণ কৰি [ঈক্ষতেঃ] এই সৃষ্টি কৰিলে সেই কথা বেদে নোকোৱা নহয় [ন অশব্দম্]—অৰ্থাৎ বেদে কৈছে, যেনে—

"স ঐক্ষত লোকানুসৃজা ইত্যাদি"

এই অৰ্থ আন কোনো আচাৰ্য্যই গ্ৰহণ কৰা নাই। তেওঁবিলাকৰ মতে এই সূত্ৰত বেদান্তই সাংখ্য-দৰ্শনৰ ওপৰত হে কটাক্ষ কৰিছে। সাংখ্যই কৈছে যে জগতৰ কাৰণ, অচেতন প্ৰকৃতি — যাৰ কথা শ্ৰুতিয়ে কোৱা নাই [অশব্দম্]। তেওঁবিলাকৰ মতে এই সূত্ৰৰ অৰ্থ হ'ব এই—

'ঈক্ষতি ধাতুৰ প্ৰয়োগ আছে গুণে [ঈক্ষতেঃ] বুজিব লাগে যে বেদত নাইকিয়া প্ৰকৃতি [অশব্দম্] এই জগতৰ কাৰণ নহয় [ন]। সাংখ্যৰ প্ৰকৃতিৰ কথা যে শ্ৰুতিত নাই, এইটো প্ৰমাণ কৰিবলৈ, বেদান্তই শ্ৰুতি তন্ন-তন্ন কৰি চাই অতি সূক্ষ্ম বিচাৰ কৰিছে [১।৩।১-২] ইয়াৰ পৰা স্পষ্ট বুজিব পাৰি যে এই সূত্ৰৰ শেহৰ ব্যাখ্যাটোহে সমীচীন ব্যাখ্যা।

এই সূত্ৰ অবলম্বন কৰি শঙ্কৰাচাৰ্য্যই সাংখ্য-দৰ্শনৰ অতি তীব্ৰ প্ৰতিবাদ কৰিছে— যি প্ৰতিবাদৰ ছাঁ আজিলৈকে থাকিলহেতেন, যদি ইতিমধ্যে পাশ্চাত্ত্য নতুন বিজ্ঞানৰ পোহৰ আহি সাংখ্য দৰ্শনৰ ওপৰত নপৰিলহেতেন।

ইমান প্ৰতিবাদ কৰিও শেহত শঙ্কৰাচাৰ্য্যই সাংখ্যৰ বহুখিনি কথা মানি ললে। আমি এতিয়াই দেখুৱাম যে তেওঁৰ 'মায়াবাদ' সাংখ্যৰ সৎকাৰ্য্যবাদৰ ওপৰত প্ৰতিষ্ঠিত। বাস্তবিক সাংখ্য-দৰ্শন ভালকৈ নেজানিলে শঙ্কৰাচাৰ্য্যৰ 'মায়াবাদ' বুজা টান। সেইগুণে পাঠক সকলে এতিয়াৰে পৰা জানি থোৱা উচিত যে সাংখ্য-দৰ্শনৰ বিৰুদ্ধে বেদান্তৰ অভিযোগ কি? অভিযোগ মুঠেই এটাহে—সৃষ্টিৰ পৰিণামৰ কাৰণ প্ৰকৃতি অচেতন প্ৰকৃতি—যি প্ৰকৃতিক বেদান্তই এটা বাস্তব পদাৰ্থ বুলি স্বীকাৰ নকৰে। এইটো যে দুই দৰ্শনৰ দৃষ্টিৰ প্ৰভেদ তাৰ কোনো ভুল নাই [২।১।৩ চাওক]।

এইটো আমাৰ প্ৰত্যক্ষ জ্ঞান যে, সৃষ্টিৰ কাৰ্য্য একেদিনাই শেষ হোৱা নাছিল, আজিও সৃষ্টিৰ কাৰ্য্য চলি আছে — মানুহ মৰিছে, ল'ৰা-ছোৱালী উপজিছে, নল মৰিছে, গজালি উঠিছে; সূৰ্য্য চন্দ্ৰ ঘূৰি আছে; সকলো নৈসৰ্গিক নিয়ম বা ঘটনা সৃষ্টিৰ দিনা ৰাতিপুৱা যেনে আছিল, আজিও সেইদৰেই আছে, আগলৈকো থাকিব। আমি জানো, এই আটাইবোৰ 'স্বভাৱৰ' কাৰ্য্য — যন্ত্ৰত হোৱাদৰে আপোনা-আপুনি হৈ আছে। 'স্বভাৱ' মানেই প্ৰকৃতি (সাংখ্য-দৰ্শন ৬১ কাৰিকা চাওক)। এই কথা উপনিষদেও কয় [শ্বেত ৬।১]। এইবোৰ কথা নহয় বুলি বেদান্তই কোৱা নাই। কিন্তু এতিয়া, সাংখ্যই এই নৈসৰ্গিক ক্ৰিয়াবোৰ আৰু এই স্বাভাৱিক ঘটনাবোৰ জগতৰ ভিতৰৰ পৰা বৰ্ত্তমান যুগৰ বৈজ্ঞানিকে যন্ত্ৰৰে চোৱাৰ দৰে চাইছে। তেওঁ পাৰ্থিব যুক্তি আৰু পাৰ্থিব জ্ঞানৰ

সজুলি লৈ অনুসন্ধান আৰম্ভ কৰি ইয়াকে পালে যে এই ক্রিয়াবোৰ মূলত কেৱল একেটি শক্তিৰ তিনি ৰকম ক্রিয়া (সত্ত্ব-ৰজ-তমো গুণ) আৰু সেই শক্তিৰ আশ্রয়, এটি অব্যক্ত তত্ত্ব। আমি আমাৰ ফালৰ পৰা ইয়াকেহে দেখিম, এয়ে আমাৰ চৰম সত্য। এয়ে আধুনিক বিজ্ঞানো। গৌড়পাদেও ঠিক ইয়াকেহে কৈছে। তেওঁ কয় যে এই জগতৰ আমি বুজিব পৰা (Phenomenal) কাৰণ প্রকৃতিহে। তাৰ ওপৰলৈ মানবিক দৃষ্টি নেযায। আমি কিন্তু বুজো যে আচল কাৰণটি দিক্কালৰ অতীত; সেইটো এটা অব্যক্ত তত্ত্ব। পাৰ্থিব যুক্তিৰে সেই অব্যক্ত তত্ত্ব উদ্ঘাটন কৰিব নোৱাৰি। সেইগুণে সাংখ্যই অব্যক্ত "পুমান্" (ব্রহ্ম) আৰু ব্যক্ত প্রকৃতিৰ কি সম্বন্ধ তাক স্পষ্ট ভাৱে কোৱা নাই। যদিও কলে যে দৃশ্য জগতৰ ওপৰত প্রকৃতি আৰু পুমান্ উভয়েই একে অব্যক্ত।

কিন্তু বেদান্তই ইফালৰ পৰা অৰ্থাৎ অব্যক্তৰ ফালৰ পৰা আৰম্ভ কৰিছে। তাত পাৰ্থিব একো যুক্তি বা ভাবৰ স্থান নাই। যদি বেদান্তই পাৰ্থিব সঁজুলি লৈ অগ্রসৰ হলেহেতেন, যদি প্রকৃতিৰ সুকীয়া অস্তিত্ব মানি লৈ যুক্তি কৰিলেহেতেন, তেন্তে বেদান্ত গুচি সি সাংখ্য হলহেতেন। সেই অজ্ঞাত দেশৰ পৰা অনুসন্ধান আৰম্ভ কৰোতে বেদান্তই প্রকৃতিক নেদেখে। সেইগুণেই,আৰম্ভতে প্রকৃতিক প্রত্যাখ্যান কৰিবলৈ বেদান্ত নিজৰ যুক্তিৰেই নিজে বাধ্য। শেহত কিন্তু দিব্য দৃষ্টিৰে বেদান্তই পালে যে 'প্রকৃতি' ব্রহ্মৰ শক্তি মাত্র। ব্রহ্মৰ পৰা পৃথকে প্রকৃতিৰ অস্তিত্ব নাই। দিক্কালৰ ওপৰত প্রকৃতি বুলি এটা তত্ত্ব নাই। এতিয়াহে সাংখ্য আৰু বেদান্ত, দুয়ো দুফালৰ পৰা, ভিন্ন ৰকমৰ সঁজুলি লৈ পৰ্ব্বত খানি খানি আহি, একে ঠাইতে লগ লাগিলহি। এতিয়া গীতাই কব পৰা হ'ল—

> ময়াধ্যক্ষেণ প্রকৃতিঃ সূয়তে সচৰাচৰম্।
> মম যোনিৰ্মহদ্ ব্রহ্ম তস্মিন গৰ্ভং দধাম্যহম্।।

গীতাৰ দৰেই শ্রীশঙ্কৰদেৱেও কৈছে যে সাংখ্যৰ প্রকৃতি নিৰ্গুণ ব্রহ্মৰ শক্তি মাত্র। তেওঁ কৈছে—

> শুনিয়ো প্রকৃতি একো গুণে নোহ হীন।
> তোমাৰে আমাৰে কিঞ্চিতকো নাহি ভিন।।
> মোতে যাতে লীন যাহা এহি মাত্র হীন।।

এইদৰে তেওঁ সাংখ্য আৰু বেদান্তৰ সামঞ্জস্য কৰি কৈছে যে এই প্রকৃতিয়েই চৈধ্য ভুবন সৃষ্টি কৰিলে। ব্রহ্মই সৃষ্টি কৰিলে নে ব্রহ্মৰ শক্তিয়ে কৰিলে—এনে তৰ্ক নিৰৰ্থক আৰু অৰ্থহীন।

### গৌণঃ চেৎ? ন-আত্ম-শব্দাৎ ১।১।৬

ওপৰত কলে যে—ঈক্ষণ কৰি সৃষ্টি কৰিলে আৰু সেইগুণে সৃষ্টিকৰ্ত্তা জন চেতন; অচেতন প্রকৃতি সৃষ্টিৰ কাৰণ হব নোৱাৰে। কিন্তু ইয়াত এতিয়া এনে আপত্তি হব পাৰে যে উপনিষদে হয়তো "ঈক্ষণ" শব্দটো গৌণ অৰ্থত হে কৰিছে যেনে, তত্তেজ ঐক্ষত বহুস্যাম ইত্যাদি আৰু তেতিয়া, হলে অচেতন প্রকৃতিয়ে ঈক্ষণ কৰি সৃষ্টি কৰিলে—এনে বুলি কলেও এক ৰকম অৰ্থ কৰিব পাৰি। আমি কথা কওঁতে কওঁ "স্বভাৱে কৰালে", "স্বভাৱৰ নিয়ম ভঙ্গ কৰিলে স্বভাৱে ক্ষমা নকৰে"—ইত্যাদি, যেন,—স্বভাৱ এটা চেতন পদাৰ্থ। সেইদৰে যদি উপনিষদেও "ঈক্ষতি" শব্দটো গৌণ অৰ্থত ব্যৱহাৰ কৰিছে, তেন্তে প্রকৃতিক সৃষ্টিকৰ্ত্তা বুলিবও পাৰে। এনে আপত্তিৰ উত্তৰত এই সূত্রবোৰ দিছে।

প্রশ্ন — যদি আমি কওঁ যে উপনিষদে "ঈক্ষতি" শব্দ গৌণ অৰ্থত ব্যৱহাৰ কৰিছে [গৌণঃ চেৎ] তেন্তে?

উত্তৰ — নহয়, তাৰ লগতে 'আত্মা' শব্দটোও আছে যথা "তৎসত্যং স আত্মা তত্ত্বমসি, শ্বেতকেতো" [ছান্দোগ্য] এই জগতৰ কাৰণটি সৎ, সেয়েই আত্মা, সেয়েই তুমি, হে শ্বেতকেতু।

ইয়াত উপনিষদে স্পষ্ট কলে যে জগতৰ কাৰণটি চেতন।

### তন্নিষ্ঠস্য মোক্ষোপদেশাৎ ১।১।৭

আকৌ শ্রুতিয়ে যাক জগতৰ কাৰণ বুলিছে সেই সদ্বস্তুটিত যাৰ একান্ত নিষ্ঠা হয়, তাৰ মোক্ষ হয় বুলি উপদেশ দিছে। নিষ্ঠাবান জনৰ মোক্ষ হব—এই বুলি কোৱা বাবে (তন্নিষ্ঠস্য মোক্ষোপদেশাৎ) বুজিব লাগে যে জগতৰ কাৰণ, সদ্বস্তুটি চেতন ব্রহ্ম; অচেতন প্রকৃতি হব নোৱাৰে; কাৰণ, সাংখ্য-দৰ্শনে নিজে স্বীকাৰ কৰিছে যে প্রকৃতিক আত্মা বুলি জানিলে মোক্ষ নহয়; প্রকৃতি-লয় হে হয়।

### হেয়ত্ব অবচনাৎ চ। ১।১।৮

কোনোৱে ক'ব পাৰে যে ব্রহ্ম জগতৰ আচল কাৰণ হলেও, শ্রুতিয়ে প্রকৃতিক হে কাৰণ বুলিছে। ব্রহ্মৰ ধাৰণা মানুহে সহজে কৰিব নোৱাৰে; কিন্তু প্রকৃতিৰ ধাৰণা কৰিব পাৰে, সেইগুণে শ্রুতিয়ে প্রথমে প্রকৃতিক 'দেখা-কাৰণ' বুলিছে আৰু পাছে মানুহে প্রকৃতিক এৰি, প্রকৃতিৰ ওপৰত ব্রহ্মৰ ধাৰণা কৰিব পাৰিব বুলি আশা কৰিছে। যেনেকৈ শিক্ষা দিওঁতে

এনে পদ্ধতি সদায় অৱলম্বন কৰা হয়। এয়ে অঙ্ক শাস্ত্ৰৰ পদ্ধতি।

এনে আপত্তিৰ উত্তৰত এই সূত্ৰত কৈছে যে যদি সেইদৰে হ'লহেঁতেন তেন্তে শ্ৰুতিয়ে পাছত নিশ্চয় কলেহেঁতেন যে সেই 'দেখা-কাৰণ' প্ৰকৃতি চৰম সত্য নহয়। তাক এৰি, তাৰ ওপৰত আৰু এটি উৎকৃষ্ট সদ্বস্তু আছে যাৰ জ্ঞানত মোক্ষ হয় আৰু কলেহেঁতেন যে দেখা কাৰণ প্ৰকৃতি, "হেয়" তুচ্ছ বা সামান্য; এনে কথা শ্ৰুতিয়ে কোঁৱা নাই বাবে [হেয়ত্ব অবচনাৎ] বুজিব লাগে যে শ্ৰুতিয়ে প্ৰকৃতিক 'দেখা-কাৰণ' বুলিও ধৰা নাই। অৰ্থাৎ শ্ৰুতিয়ে প্ৰকৃতিৰ সুকীয়া অস্তিত্বকে স্বীকাৰ কৰা নাই।

### স্ব অপ্যযাৎ। ১।১।৯

[অপ্যয়=লয়, স্ব=নিজত, স্বস্মিন্]

শ্ৰুতিয়ে যতে জগৎ-কাৰণৰ কথা কৈছে ত'তে কৈছে যে সেই জগৎ-কাৰণটি সৎ বস্তু আৰু কৈছে যে জীৱ যেতিয়া স্বপ্নহীন গভীৰ টোপনিত (সুষুপ্তিত) পৰে, তেতিয়া সেই জগৎ-কাৰণ সদ্বস্তুত লয় হৈ থাকে। কিন্তু যদি এতিয়া সেই জগৎ-কাৰণ অচেতন প্ৰকৃতি বুলি ধৰা হয়, তেন্তে বুজিব লাগিব যে সুষুপ্তিত জীৱ প্ৰকৃতিত লয় হয়—অৰ্থাৎ চেতন জীৱ অচেতন হৈ যায়। ই অসম্ভৱ কথা। ইয়াৰ পৰা বুজিব লাগে যে এই জগতৰ কাৰণ ব্ৰহ্ম; প্ৰকৃতি নহয়।

### গতি সামান্যাৎ। ১।১।১০

কেৱল ছান্দোগ্যই নহয়, সকলো শ্ৰুতিয়ে কৈছে যে জগতৰ কাৰণ ব্ৰহ্ম।

### শ্ৰুতত্বাৎ চ। ১।১।১১

এনে শ্ৰুতিও আছে যি অতি স্পষ্টভাবে কৈছে যে জগতৰ কাৰণটি সৎ, সৰ্ব্বজ্ঞ, সৰ্বশক্তিমান [শ্বেত ৬।৯] অতএৱ জগতৰ "প্ৰকৃতি" কাৰণ হ'ব নোৱাৰে।

এতিয়ালৈকে আমি পালো যে জগৎ-কাৰণ ব্ৰহ্ম সৰ্ব্বজ্ঞ, সৰ্ব্বশক্তিমান, আৰু সৎ। কিন্তু সেই ব্ৰহ্মৰ স্বৰূপৰ বিষয়ে আমি বুজিব পৰা আৰু একো কৰলৈ নাইনে? আমাৰ এই প্ৰশ্নৰ উত্তৰত কৈছে যে তেওঁ "আনন্দময়" তেওঁক তৈত্তিৰীয় উপনিষদে 'আনন্দময়' বুলিছে। তৈত্তিৰীয় উপনিষদৰ ২য় বল্লীত প্ৰথমতে *পঞ্চকোষৰ বিচাৰ কৰি শেহত এইদৰে কলে:

তস্মাদ্ বা এতস্মাদ্ বিজ্ঞানময়াৎ
অন্যোঽন্তৰ আত্মানন্দময়ঃ। ......তস্য প্ৰিয়মেৱ শিৰঃ
মোদো দক্ষিণপক্ষঃ প্ৰমোদ উত্তৰপক্ষঃ,
আনন্দ আত্মা, ব্ৰহ্ম পুচ্ছং প্ৰতিষ্ঠা।

[প্ৰতিষ্ঠা—আশ্ৰয়স্থান। ইষ্ট বস্তু দেখিলে যি আনন্দ হয়, তাৰ নাম "প্ৰিয়", সেই বস্তু লাভ কৰিলে যি আনন্দ, তাৰ নাম "মোদ"। সেই বস্তু ভোগ কৰিলে যি আনন্দ, তাৰ নাম "প্ৰমোদ"। একে আনন্দৰে এই ৩টা বিভাগ। পক্ষ—পাখি]

এতিয়া ওপৰৰ তৈত্তিৰীয় বাক্যৰ অৰ্থ হল এই —

এই বিজ্ঞানময় কোষৰ অভ্যান্তৰত আনন্দময় কোষ আছে। সেই আনন্দময় পুৰুষৰ শিৰ, প্ৰিয়; দক্ষিণ পাখি 'মোদ'; বাম পাখি 'প্ৰমোদ'; আত্মা আনন্দ, ব্ৰহ্ম, আশ্ৰয়স্থান পুচ্ছ। কোষবোৰক পক্ষীৰূপে কল্পনা কৰি এইদৰে কৈছে। এই বৰ্ণনাৰ পৰা স্পষ্ট বুজা নেযায়, 'আনন্দময়' কাক বুলিছে। জীৱাত্মা ও 'আনন্দময়' হব পাৰে বা ব্ৰহ্মও 'আনন্দময' হব পাৰে। এই সন্দেহ নিৰাকৰণ কৰিবলৈ ব্ৰহ্মসূত্ৰই এতিয়া গোটেই তৈঃ উপনিষদৰ বাক্যবোৰৰ বিচাৰ কৰিছে [১২—১৯ সূত্ৰ]; বিচাৰ কৰি কৈছে যে এই শ্ৰুতিয়ে 'আনন্দময়' বুলি ব্ৰহ্মৰ কথাহে কৈছে, জীৱাত্মাৰ কথা কোৱা নাই। যথা—

---

*পাঁচবিধ কোষ বা (বা তিনিটা শৰীৰে) আমাৰ আত্মাক আবৰি ৰাখিছে যথা—

১। অন্নময় কোষ—অৰ্থাৎ স্থুল শৰীৰ।

২। প্ৰাণময় কোষ—পঞ্চ কৰ্মেন্দ্ৰিয় আৰু পঞ্চপ্ৰাণ।

৩। মনোময় কোষ—পঞ্চ জ্ঞানেন্দ্ৰিয়, মন আৰু বুদ্ধি।

৪। জ্ঞানময় কোষ—পঞ্চ জ্ঞানেন্দ্ৰিয় আৰু মন।

বিজ্ঞানময়, মনোময় আৰু প্ৰাণময়—এই তিনটা কোষক একত্ৰে সূক্ষ্ম শৰীৰ বোলে। সূক্ষ্ম শৰীৰৰ অবয়ৱ তেন্তে ১৭টা। যথা—পঞ্চ কৰ্ম্মেন্দ্ৰিয, পঞ্চ জ্ঞানেন্দ্ৰিয়, পঞ্চ প্ৰাণ, মন আৰু বুদ্ধি।

৫। আনন্দময় কোষ—কেৱল প্ৰিয়, হৰ্ষ, মোদ ইত্যাদি ভাৱময় আত্মা—ইয়াৰ নাম হৈছে "কাৰণ-শৰীৰ"। সাংখ্যই ইয়াক লিঙ্গশৰীৰ বা সংস্কাৰ বোলে।

পাঠকসকলে এই বিভাগ সাংখ্য-দৰ্শনৰ লগত ৰিজালে দেখিব যে সাংখ্যই বেলেগ এটা "কাৰণ-শৰীৰ" ধৰা নাই, আৰু 'পঞ্চপ্ৰাণ' নধৰি তেওঁ পঞ্চ তন্মাত্ৰ ধৰিছে। বুদ্ধিক আত্মাৰ পৰা পৃথক বুলি বুজিবৰ অৰ্থে বা আমাৰ ভাববোৰ অচেতন পদাৰ্থ, অনাত্মা,—এই কথা সহজে বুজিবৰ অৰ্থে পঞ্চকোষ বা ত্ৰিশৰীৰৰ কল্পনা কৰা হয়; আত্মজ্ঞান লাভ কৰা উজু হয়। যথা—

অন্বয়ব্যতিৰেকাভ্যাং পঞ্চকোষ বিবেকতঃ;
স্বাত্মানং তত উদ্ধৃত্য পৰং ব্ৰহ্ম প্ৰপদ্যতে।। পঞ্চদশী ১।৩৭

**আনন্দময়ঃ অভ্যাস্যাৎ। ২।১।১২**

ব্ৰহ্ম প্ৰকৃততে আনন্দময় [আনন্দময়ঃ]; তেওঁ কাৰো অবয়ৱ বা পুচ্ছ নহয়। তেওঁ নিৰৱয়ৱ। তেওঁ স্বপ্ৰধান, পুচ্ছস্বৰূপ। তৈঃ উপনিষদত পুনঃ পুনঃ এইদৰে উক্তি কৰাৰ পৰা [অভ্যাসাৎ] বুজিব পাৰি যে ব্ৰহ্মক হে আনন্দময় বুলিছে, জীৱাত্মাক বোলা নাই।

**বিকাৰ শব্দাৎ ন ইতি চেৎ ?—ন প্ৰাচুৰ্যাৎ। ২।১।১৩**

আনন্দময়=আনন্দ+ময়ট্। সাধাৰণতঃ 'ময়ট' প্ৰত্যয় বিকাৰ অৰ্থত হে প্ৰয়োগ হয়। যি বস্তু আনন্দৰ বিকাৰ বা আনন্দৰ পৰা উৎপন্ন হৈছে, তাক হে মানুহে আনন্দময় বোলে। ব্ৰহ্ম তেন্তে আনন্দৰ পৰা উৎপন্ন হ'লনে কি? সেইগুণে, আমি যদি কওঁ [ইতি চেৎ] যে বিকাৰ অৰ্থ থকা বাবে [বিকাৰ শব্দাৎ], ব্ৰহ্ম আনন্দময় নহয় [ন, তেন্তে?] এই প্ৰশ্নৰ উত্তৰত কৈছে যে 'ময়ট' প্ৰত্যয়ৰ অৰ্থ প্ৰাচুৰ্য্য। আনন্দময় মানে, আনন্দই স্বৰূপ যাৰ অৰ্থাৎ যাত আনন্দ বাহিৰে আৰু একো নাই, যেনে,

"দেশে কালে মোৰ পৰিচ্ছিন্ন নাই,
চিদানন্দ ৰূপ আমি।"

ময়ট্ প্ৰত্যয়ৰ প্ৰাচুৰ্য্য অৰ্থৰ পৰা [প্ৰাচুৰ্য্যাৎ] বুজিব লাগে যে জীৱাত্মাক বুজোৱা নাই [ন], ব্ৰহ্মহে "আনন্দময়"।

**তৎ হেতু ব্যপদেশাৎ। ১।১।১৪**

জীৱৰ আনন্দৰ [তৎ] কাৰণ [হেতু] ব্ৰহ্মহে—এই বুলি সেই শ্ৰুতিয়েই ব্যপদেশ বা উল্লেখ কৰিছে, ইয়াৰ পৰাও [ব্যপদেশাৎ] বুজিব পাৰি যে 'আনন্দময়' বুলি শ্ৰুতিয়ে ব্ৰহ্মৰ কথাহে কৈছে।

তৈঃ উপনিষদেই কৈছে—"এষ হি এষ আনন্দয়তি"—এৱেঁই জীৱক আনন্দ দান কৰে। ইয়াৰ পৰাও বুজিব পাৰি যে জীৱ "আনন্দময়" নহয়, ব্ৰহ্ম হে "আনন্দময়"।

**মান্ত্ৰবৰ্ণিকম্ এৱ চ গীয়তে। ১।১।১৫**

গুৰিৰে পৰা তৈঃ উপনিষদে ব্ৰহ্মৰ কথা কৈ আহিছে। ২য় বল্লীৰ আৰম্ভতে "সত্যং জ্ঞানং অনন্তং ব্ৰহ্ম" এই ঋক্ মন্ত্ৰটি লৈ আলোচনা কৰি আহি 'আনন্দময়' প্ৰকৰণত উপস্থিত হলহি। সদায় একে ব্ৰহ্মৰে কথা কৈ আহিছে। ইয়াৰ পৰাও বুজিব পাৰি যে "আনন্দময়" ব্ৰহ্মক হে বুলিছে। এই কথাকে ওপৰৰ সূত্ৰত কৈছে, যথা—আৰু [চ] মন্ত্ৰত যাৰ বৰ্ণনা আছে [মান্ত্ৰবৰ্ণিকম্ এৱ] তাৰ হে কথা কৈছে [গীয়তে]।

**ন ইতৰঃ, অনুপপত্তেঃ। ১।১।১৬**

[ইতৰঃ অন্য; ব্ৰহ্মেতৰঃ—জীৱঃ]

আনন্দময়ক লক্ষ্য কৰি তৈঃ উপনিষদে যিবোৰ কথা কৈছে সেইবোৰ জীৱ বিষয়ে প্ৰয়োগ হব নোৱাৰে; যেনে "স তপস্তপ্ত্বা ইদং সৰ্ব্বং অসৃজত" জীৱই সৃষ্টি কৰিব নোৱাৰে; সৃষ্টিৰ আগত জীৱই নাছিল; সেইবাবে, জীৱ [ইতৰঃ] নহয় [ন] কাৰণ সেইদৰে হলে কথাটো সঙ্গত নহব। [অনুপপত্তেঃ]

**ভেদব্যপদেশ্যাৎ চ। ১।১।১৭**

তৈঃ উপনিষদে আৰু কৈছেঃ "ৰসো বৈ সঃ, ৰসংহ্যেবায় লব্ধানন্দীভৱতি"ঃ—

এও ৰসময়, জীৱাত্মাই সেই ৰস লাভ কৰি আনন্দিত হয়। এই বাক্যত উপনিষদে জীৱাত্মা আৰু ব্ৰহ্মক দুটা কৰি দেখুৱাইছে। এই ভেদ-উপদেশৰ পৰাও বুজিব পাৰি [ভেদব্যপদেশ্যাৎ] যে ব্ৰহ্মকহে আনন্দময় বুলিছে।

**কামাৎ চ ন অনুমান অপেক্ষা। ১।১।১৮**

এই উপনিষদে আৰু কৈছেঃ—

"সোঽকাময়ত বহুস্যাম্ ইত্যাদি"

অৰ্থাৎ আনন্দময়ে ইচ্ছদ কৰি সৃষ্টি বিস্তাৰ কৰিলে। তেওঁ নিজ ইচ্ছাৰে কোনো প্ৰকৃতি-ৰূপ উপাদানৰ অপেক্ষা নকৰি সৃষ্টি কৰিলে কিন্তু জীৱক যদি আনন্দময় পদে বুজালে হেতেন তেন্তে এই বাক্যৰ অৰ্থ এনে হলহেতেনঃ

**জীৱই ইচ্ছা কৰি [কামাৎ] আৰু অনুমান-গ্ৰাহ্য* প্ৰকৃতিৰ অপেক্ষা নকৰি [ন অনুমান অপেক্ষা] সৃষ্টি কৰিলে। জীৱই সৃষ্টি কৰিব পাৰিলেও, উপাদান স্বৰূপে প্ৰকৃতিক গ্ৰহণ নকৰি সৃষ্টি কৰিব নোৱাৰে। ইয়াৰ পৰাও বুজা যায় যে ব্ৰহ্মাই আনন্দময় পদ-বাচ্য নহয়।**

*পাঠকসকলে মনত ৰাখিব যে এই সূত্ৰত আৰু ইয়াৰ পাছটো সদায় বেদান্তই সাংখ্যৰ প্ৰকৃতিক "অনুমান" বুলিছে। এইটো যেন ঠিক আধুনিক বিজ্ঞানৰ কথা। বিজ্ঞানে জানে যে দিকালৰ ওপৰত প্ৰকৃতিৰ অস্তিত্ব নাই। জগতৰ ভিতৰৰ পৰা চালেহে, সত্ত্ব ৰজস্তমো গুণৰ ক্ৰিয়া বা বিদ্যুৎ চুম্বক টোবোৰ আছে বুলি আমাৰ অনুমান হয়। সিইত গণিত শাস্ত্ৰৰ সৃষ্টি, আমাৰ মনৰ পৰা উদ্ভৱ হোৱা; এয়ে আধুনিক বিজ্ঞানৰ সিদ্ধান্ত

The electric and the magnetic forces are mental constructs of our own resulting from our misguided efforts to understand the motions of the particles. Jeans—Physics & PhilosophyP. 200.

গাতনিত এডিংটনৰ কথা চাওক। আমাৰ 'বিজ্ঞানৰ সিপাৰে', ১ম অধ্যায় চাওক।

শঙ্কৰাচাৰ্য্যই এই সূত্ৰৰ অৰ্থ এইদৰে কৰিছে—

" 'কাম' শব্দ প্ৰয়োগ কৰা বাবেও বুজিব পাৰি যে ব্ৰহ্মই কল্পনা কৰি সৃষ্টি কৰিলে আৰু 'অনুমানে' অৰ্থাৎ প্ৰকৃতিয়ে সৃষ্টি কৰা নাই।"

[এই কথাটো কিন্তু ওপৰত বহুতবাৰ কোৱা হৈছে। তাৰে পুনৰুক্তি অনাৱশ্যক আৰু বৰ্ত্তমান ক্ষেত্ৰত অপ্ৰাসঙ্গিক। সেইগুণে আমি ওপৰত নিম্বাৰ্ক ভাষ্য গ্ৰহণ কৰিলোঁ।]

## অস্মিন অস্য চ তৎ-যোগং শাস্তি। ১।১।১৯

এই আনন্দময়তে [অস্মিন্] এই জীৱৰ [অস্য] মিলন [তৎ-যোগং] বুলি শ্ৰুতিয়ে কৈছে [শাস্তি] অতএব জীৱ আৰু আনন্দময় একে নহয়।

১২-১৯ সূত্ৰবোৰৰ ব্যাখ্যা ওপৰত দিয়া মতেই সকলো আচাৰ্য্যই কৰিছে। শঙ্কৰাচাৰ্য্যয়ো প্ৰথমতে সেইদৰেই কৰিলে। শেহত কিন্তু তেওঁ, কিবা কাৰণত, কিছুমান যুক্তি দি নিজৰ মতৰে নিজে সমালোচনা কৰিছে। তেওঁৰ মতে ব্ৰহ্ম নিৰ্বিশেষ আৰু জীৱ ব্ৰহ্মৰ বাহিৰে একো নহয়। জীৱ আৰু ব্ৰহ্ম অভিন্ন। তেওঁ কয় যে জীৱ আৰু ব্ৰহ্মৰ ভেদ কাল্পনিক। কিন্তু এই আনন্দময় অধিকৰণত শ্ৰুতিয়ে ব্ৰহ্ম আৰু জীৱৰ প্ৰকৃত ভেদ দেখুৱাইছে। জীৱাত্মাক এটা সুকীয়া পদাৰ্থ বুলি ধৰিছে।

এই কাৰণতে সম্ভবতঃ এই ব্যাখ্যা তেওঁৰ মনঃপূত নহল। বোধকৰোঁ বৌধায়ন বৃত্তি বা সেই সময়ৰ প্ৰচলিত কোনো প্ৰাচীন ভাষ্যকাৰৰ ভাষ্য উদ্ধৃত কৰি, তাৰে তেওঁ সমালোচনা কৰিছে। তেতিয়া হলেও সেই প্ৰাচীন মতে হে সূত্ৰৰ অৰ্থ কৰা সঙ্গত হব আৰু শঙ্কৰাচাৰ্য্যই প্ৰথমতে সেই দৰে কৰিলেও*। তলত ১।২।৬ সূত্ৰ চাওক।

২। এই আনন্দময় অধিকৰণত বিশেষ মন কৰিবলগীয়া কথা এই যে ব্ৰহ্মৰ আনন্দ আৰু জীৱৰ আনন্দ একে নহয়। আমি ওপৰত কলোঁ, আৰু সাংখ্য দৰ্শনে ঘূৰাই ঘূৰাই কৈছে যে আমাৰ আনন্দ এবিধ ভাৱ আৰু সকলো ভাৱ দৰেই সি এটি অচেতন দৃশ্য পদাৰ্থ বা অনাত্মা। তেন্তে এতিয়া কথা হ'ল যে আনন্দ যদি অচেতন, অনাত্মা পদাৰ্থ, চেতন ব্ৰহ্ম আনন্দময় হ'ল কেনেকৈ?

ইয়াৰ উত্তৰত কব পাৰি যে জীৱৰ আনন্দ "খণ্ড-আনন্দ"—ই বাহিৰৰ বিষয়ৰ (শক্তিৰ) আপেক্ষা কৰে। বাহিৰৰ পৰা শক্তি আহি জীৱৰ ইন্দ্ৰিয়ত নেলাগিলে জীৱৰ একো অনুভূতি নহয়। জীৱৰ আনন্দ—'এই আছে, এই নাই।' ব্ৰহ্মৰ কিন্তু তেনে নহয়। তেওঁৰ মন, প্ৰাণ, ইন্দ্ৰিয়, একো নাই। তেওঁতে সকলো ভাৱ, সকলো শক্তি, সকলো বস্তু একস্থ হৈ আছে [গীতা ১৩।৩০]।

তেওঁৰ তাত "বাহিৰ এখন" নাই।

"নাহি যিটো ব্ৰহ্মৰ বাহিৰ অভ্যন্তৰ।"

তেওঁৰ আনন্দই বাহিৰৰ বিষয় বা শক্তিৰ অপেক্ষা নকৰে। তেওঁ কালৰ অতীত; গতিকে তেওঁৰ আনন্দও সৎ বা নিত্য, যাক মাধৱদেৱে "অখণ্ড-আনন্দ" বা "কেৱল আনন্দ" বুলিছে। তেওঁৰ জ্ঞানেই আনন্দ বা আনন্দই জ্ঞান। এই কথা পঞ্চদশীয়ে সুন্দৰকৈ বুজাইছে [পঞ্চদশী ২।২৩] শ্ৰীশঙ্কৰদেৱে ব্ৰহ্মৰ আনন্দক জ্ঞানময় আনন্দ বুলিছে, যথা—

"অনাদি অনন্ত যিটো ব্ৰহ্ম নিৰঞ্জন।
জ্ঞান-ময় আনন্দ ৰসত মগন।।"

আমাৰ জ্ঞানো যদি ইন্দ্ৰিয়ৰ দ্বাৰা সীমাবদ্ধ নহলহেঁতেন, যদি সকলো ভাৱ আমাৰ মনত নিত্য বিৰাজমান থাকিলেহেঁতেন, অৰ্থাৎ আমি যদি কালাধীন নহলোহেঁতেন, তেন্তে জ্ঞান আৰু আনন্দ যে একে বস্তু সেইটো আমি বুজিলোহেঁতেন। তেতিয়া আৰু আনন্দৰ বাবে আমি বাহ্য বিষয় বিচাৰি ঘূৰি ফুৰিব নেলাগিলহেঁতেন। তেতিয়া আমি গীতাত কোৱা দৰে, আত্মতৃপ্ত, আত্ম-ৰতি, আত্মন্যেব হি সন্তুষ্টঃ ইত্যাদি হলোঁহেতেন।

"সৎ কাৰ্য্যবাদ" সকলো ভাৰতীয় দৰ্শনৰ মূল। ই আচলতে সাংখ্য দৰ্শনৰ সম্পত্তি। কিন্তু সকলো দৰ্শনে ইয়াক গ্ৰহণ কৰিছে। তলত বেদান্তই এই সৎ-কাৰ্য্যবাদৰ বিস্তৃত আলোচনা কৰিছে [১।৪।২৫ চাওক] ইয়াৰ পৰা আমি যুক্তিৰে অনুমান কৰি বুজো যে কাৰণ-হীন বস্তু হলেই অব্যক্ত,

*কালীবৰ বেদান্ত বাগীশে কৈছে—

"এখানে এইৰূপ একটি কিম্বদন্তী আছে—আচাৰ্যশঙ্কৰ স্বামী ব্ৰহ্মসূত্ৰেৰ ভাষ্য ৰচনা কালে কাশীধামে ছিলেন। আনন্দময় অধিকৰণেৰ ভাষ্য ৰচনাৰ পৰ, একদা তিনি মনিকৰ্ণিকাৰ ঘাটে বসিয়া আছেন। এমন সময় ব্যাসদেৱ ব্ৰাহ্মণমূৰ্তিতে সেখানে আসিয়া আচাৰ্য্যেৰ সঙ্গে আনন্দময় অধিকৰণেৰ ব্যাখ্যাৰ সম্বন্ধে আলোচনা কৰিতে লাগিলেন। ব্যাসদেব তাঁহাৰ ব্যাখ্যা খণ্ডনে না হইলেও, সন্তুষ্ট না হইয়া বলিলেন, "তোমাৰ ব্যাখ্যা যুক্তিযুক্ত হইয়াছে সত্য, কিন্তু আমাৰ অভিপ্ৰায় ঐৰকম নহে, অতএব তোমাৰ ব্যাখ্যাৰ সঙ্গে আমাৰ অভিমত অৰ্থও যোজনা কৰিয়া দিবে।" এইজন্য ভাষ্যকাৰ প্ৰথমে ব্যাস-সম্মত ব্যাখ্যা দিয়া, পৰে "ইদমত্ৰাভিধাতব্যম্" হইতে নিজেৰ মত প্ৰকাশ কৰিয়া তাঁহাৰ বেদান্ত দৰ্শন।

অনন্ত, সৰ্ব্বব্যাপী, নিত্য আৰু নিৰ্গুণ হবই লাগিব।* ইয়াৰ অন্যথা হব নোৱাৰে। ব্ৰহ্ম জগতৰ কাৰণ, কিন্তু তেওঁ নিজে কাৰণ-হীন, অতএব সৎ-কাৰ্য্যবাদ মতে, নিৰ্গুণ, নিত্য, সৰ্ব্বব্যাপী। সকলো উপনিষদে ইয়াকে কৈছে।

এনে অব্যক্ত নিৰ্গুণ ব্ৰহ্মৰ উপাসনা হব নোৱাৰে। যেতিয়া ব্ৰহ্মৰ বাহিৰে আৰু একো নাই, তেতিয়া আৰু কোনে কাৰ উপাসনা কৰে?

কিন্তু নিৰ্গুণ ব্ৰহ্ম, গুণৰো নিয়ন্তা। তেওঁ জগৎ প্ৰকাশ কৰি, জীৱৰ নিস্তাৰৰ কাৰণে অব্যক্ত অৱস্থাৰ পৰা নিজেও ব্যক্ত হয় —[শঙ্কৰাচাৰ্য্যই স্বীকাৰ কৰা নাই। ৩।২।১০ চাওক]

"গুণৰ নিযন্তা কৃষ্ণ অবায় ঈশ্বৰ।
ভৈলা ব্যক্ত নিস্তাৰ কাৰণে জগতৰ।।"

শ্ৰুতিযে ব্ৰহ্মৰ দুটা ৰূপ উল্লেখ কৰিছে সগুণ আৰু নিৰ্গুণ, বা মূৰ্ত্ত আৰু অমূৰ্ত্ত, বা পৰ আৰু অপৰ।

আশ্ৰয়শ্চেতসো ব্ৰহ্ম দ্বিধাতচ্চ স্বভাবতঃ।
ভূপ। মূৰ্ত্তামূৰ্ত্তঞ্চ পৰঞ্চাপৰমেবচ।।

[বিষ্ণুপুৰাণ]

এই সগুণ ব্ৰহ্মৰ উপাসনা সম্ভব। বেদত উপাসনাৰ ভিন্ন ভিন্ন পদ্ধতি নিৰ্দ্দেশ কৰিছে [৩য় অধ্যায় চাওক] জগতৰ সকলো বস্তু ঈশ্বৰৰ অভিব্যক্তি মাত্ৰ। সকলো তেওঁৰ আশ্ৰিত, তেওঁৰ শক্তি। কিন্তু শক্তি বা বিভূতিৰ তাৰতম্য আছে। য'ত ঈশ্বৰৰ শক্তিৰ আধিক্য ত'তে ঈশ্বৰবুদ্ধি স্থাপন কৰি, সেয়ে ঈশ্বৰৰ আধাৰ বুলি ভাবি ঈশ্বৰ উপাসনা কৰা বিধান বেদে দিছে; যেনে, সূৰ্য্য-মণ্ডলত হিৰণ্ময় পুৰুষৰ ধ্যান।* এইদৰে কৰা বাবে বেদত আৰু উপনিষদত এনে শব্দ কিছুমান বৈ গ'ল, যাৰ প্ৰকৃত অৰ্থ সম্বন্ধে এতিয়া সন্দেহ হব পাৰে, যেনে, প্ৰাণ, আকাশ ইত্যাদি। সেইগুণে সূত্ৰবোৰত আৰু ২য় ৩য় পাদত এই শ্ৰেণীৰ শব্দবোৰৰ প্ৰকৃত অৰ্থ কি তাৰ বিচাৰ কৰিছে।

**অন্তঃ তৎ ধৰ্ম্ম উপদেশাৎ। ১।১।২০**

ছান্দোগ্য উপনিষদত সূৰ্য্যক অবলম্বন কৰি উপাসনা কৰাৰ ব্যৱস্থা আছে। তাত কৈছে, "সূৰ্য্য মণ্ডলত এজন পুৰুষ দেখিছো যাৰ শ্মশ্ৰু হিৰণ্ময়, কেশ হিৰণ্ময় আৰু তেওঁৰ নখাগ্ৰ পৰ্য্যন্ত সকলো হিৰণ্ময়।"

সেইদৰে আকৌ চক্ষুৰ অভ্যন্তৰত এজন পুৰুষৰ বৰ্ণনা কৰি আত্মাৰ উপাসনাৰ বিধি দিছে।

এতিয়া প্ৰশ্ন হ'ল—এই পুৰুষ দুজন কোন?

এই প্ৰশ্নৰ উত্তৰত ওপৰৰ সূত্ৰটি দিছে—

সূৰ্য্য মণ্ডল আৰু চক্ষুৰ অভ্যন্তৰৰ উপাস্য পুৰুষ দুজন ব্ৰহ্ম [অন্তঃ] কাৰণ তেওঁৰ হে লক্ষণ বা গুণ তৎ ধৰ্ম্ম এই শ্ৰুতিয়ে উপদেশ কৰিছে [উপদেশাৎ]।

**ভেদব্যপদেশাৎ চ অন্যঃ। ১।১।২১**

এই বিষয়ে, বৃহদাৰণ্যক উপনিষদে কৈছে: "যিজন সূৰ্য্য মণ্ডলৰ ভিতৰত আছে, যি জন সূৰ্য্যৰ নিয়ন্তা, সূৰ্য্য যাৰ শৰীৰ, অথচ, যি জীৱই "মই সূৰ্য্য" বুলি ভাবে সেই জীৱই যাক নেজানে, সেই জনেই তোমাৰ আত্মা, তেওঁ অন্তৰ্যামী; তেওঁ অবিনাশী।" এই শ্ৰুতিয়ে নিশ্চয়কৈ বুজাইছে যে সূৰ্য্যক আধাৰ কল্পনা কৰি যাৰ উপাসনা কৰা হয়, তেওঁ সূৰ্য্যৰ পৰা বেলেগ। এই ভেদ-উপদেশৰ পৰা বুজিব পাৰি যে উপাস্য পুৰুষজন সূৰ্য্য নহয়, তেওঁ ব্ৰহ্ম। এই কথাকে ওপৰৰ সূত্ৰৰ কৈছে—

আৰু [চ] ভেদ উল্লেখ আছে বাবে [ভেদব্যপদেশাৎ] বুজা যায় যে উপাস্য পুৰুষজন সূৰ্য্য নহয় [অন্যঃ]।

**আকাশঃ তৎ-লিঙ্গাৎ ১।১।২২**

ছাঃ উপনিষদত আছে: "আকাশেই এই জগতৰ আশ্ৰয়; আকাশৰ পৰাই সকলো উৎপন্ন হৈছে; আকাশতে সকলো লয় হয়, আকাশ এই সকলো পদাৰ্থতকৈ শ্ৰেষ্ঠ; আকাশেই পৰম আশ্ৰয়স্থান, আকাশেই মূল আধাৰ।"

এই আকাশ শব্দই কাক বুজাইছে? ইয়াৰ উত্তৰৰ ওপৰৰ সূত্ৰটি দিছে

আকাশ শব্দই [আকাশঃ] ব্ৰহ্মক বুজাইছে, কাৰণ সেই ব্ৰহ্মৰ [তৎ] চিহ্ন—অৰ্থাৎ ব্ৰহ্মবোধক কথা [লিঙ্গ] তাত আছে।

**অতঃ এব প্ৰাণঃ। ১।১।২৩**

সেই একে কাৰণেই [অতঃ এব] প্ৰাণ শব্দই [প্ৰাণঃ] ব্ৰহ্মক বুজাইছে।

---

*এই যুক্তি সাংখ্য দৰ্শনৰ ১০ম কাৰিকাৰ ব্যাখ্যাত দিয়া হৈছে। আগধৰি এই যুক্তিখিনি বুজি ললে বহুত সুবিধা হয়।

*বৈদিক যুগত মানুহে এইদৰে পাৰিছিল। কিন্তু কলিযুগৰ মানুহে এইদৰে উপাসনা কৰা সম্ভৱ নহব পাৰে, বা চিত্ত-চাঞ্চল্যৰ বাবে "ভক্তিৰ ব্যভিচাৰ হব পাৰে গুণে তন্ত্ৰ-শাস্ত্ৰ প্ৰচাৰ হল। তাত নিজ নিজ "ইষ্ট দেৱতাক" ব্ৰহ্মৰূপে কল্পনা কৰি উপাসনা কৰা বিধান দিলে। (আমাৰ বিজ্ঞানৰ লিপাৰে চাওক)।

ছান্দোগ্য উপনিষদৰ এঠাইত উপাস্যপ্ৰাণৰসম্বন্ধে কৈছে, "সেই জন প্ৰাণ, এই প্ৰাণৰ পৰা সকলো উৎপন্ন হয় আৰু তাতে আকৌ লয় হয়।"

**জ্যোতিঃ চৰণ—অভিধানাৎ। ১।১।২৪**

ছান্দোগ্য উপনিষদত "গায়ত্ৰী বা ইদং সৰ্ব্বং ভূতং ইত্যাদি" মন্ত্ৰৰে আৰম্ভ কৰি কলে "যি জ্যোতি স্বৰ্গৰ ওপৰত আছে যাতকৈ উত্তম জ্যোতি আৰু নাই, সেই জ্যোতিয়েই পুৰুষৰ বৰ্ত্তমান আছে।" এই জ্যোতি ব্ৰহ্ম, কাৰণ শ্ৰুতিত ব্ৰহ্মবোধক কথা আছে—

জ্যোতি শব্দটি [জ্যোতিঃ] ব্ৰহ্মবোধক, কাৰণ এই বিশ্ব ব্ৰহ্মাণ্ডক সেই জ্যোতিৰ এক পাদ বা অংশ [চৰণ] বুলিছে [অভিধানাৎ]।

**ছন্দঃ অভিধানাৎ ন, ইতি চেৎ? ন, তথা চেতঃ অৰ্পণ নিগদাৎ—তথা হি দৰ্শনম্। ১।১।২৫**

প্ৰঃ— বাৰু আমি যদি কওঁ যে ইয়াৰ ঠিক আগতে গায়ত্ৰীছন্দৰ কথা আছে, সেইবাবে [ছন্দঃ অভিধানাৎ], জ্যোতি শব্দ ব্ৰহ্মবোধক নহয়; তেন্তে;

উঃ— নহয় [ন]; সেই কথা কব নোৱাৰো। কাৰণ ইয়াত গায়ত্ৰীছন্দ অবলম্বন কৰি [তথা] চিত্তসমাধান [চেতঃ-অৰ্পণ] কৰা ব্যৱস্থা দিছে [নিগদাৎ] আৰু এইদৰে ব্যৱস্থা দিয়া অন্যান্য শ্ৰুতিতো দেখা যায় [তথা হি দৰ্শনম্]।

**ভূত-আদি-পাদ-ব্যপদেশ-উপপত্তেঃ চ এবম্। ১।১।২৬**

আৰু [চ] পূৰ্ব্বমন্ত্ৰত ব্ৰহ্মক গায়ত্ৰীৰূপে বৰ্ণনা কৰিছে বুলি [এবম্] বুজিব লাগিব; কাৰণ সেই দৰে ধৰিলেহে ভূত আদিক অৰ্থাৎ সমস্ত জগতক, গায়ত্ৰীত পাদ বুলি বৰ্ণনা কৰা সঙ্গত হব [ভূত-আদি-পাদ-ব্যপদেশ উপপত্তেঃ]।

**উপদেশ ভেদাৎ ন, ইতি চেৎ? ন উভয়স্মিন্ অবিৰোধাৎ। ১।১।২৭**

প্ৰঃ— এই শ্ৰুতিত পূৰ্ব্ব বাক্যত আছে "দ্যুলোকত" (৭মী বিভক্তি)। কিন্তু পৰবৰ্ত্তী মন্ত্ৰত আছে "দ্যুলোকৰ পৰা" (৫মী বিভক্তি)। ১ম মন্ত্ৰত, দ্যুলোক হ'ল, 'আধাৰ', ২য় মন্ত্ৰত হ'ল, 'সীমা'— অৰ্থাৎ পূৰ্ব্ব মন্ত্ৰত যি জ্যোতিৰ কথা কলে, সেই জ্যোতি দ্যুলোকত আছে; পৰবৰ্ত্তী জ্যোতি দ্যুলোক উৰ্দ্ধত আছে। এনে বিভক্তি ভেদ আছে গুণে [উপদেশ ভেদাৎ] আমি যদি কওঁ যে উভয় মন্ত্ৰৰ প্ৰতিপাদ্য জ্যোতি একে নহয় [ন ইতি চেৎ] তেন্তে?

উঃ— নহয় [ন], সেইদৰে কব নোৱাৰোঁ। উভয় বাক্যত [উভস্মিন্] একে বস্তুৰ কথাকে কৈছে; ইয়াত কোনো বিৰোধ নাই [অবিৰোধাৎ] বিভক্তি-বোৰৰ এটা ধৰা-বন্ধা নিয়ম নাই। গছৰ ওপৰেদি উড়ি গলেও মানুহে কয় "সৌটো গছৰ ওপৰত চৰাই"। গছৰ ভিতৰত বহি থাকিলেও সেইদৰেই কয়। বিশেষতঃ ব্ৰহ্ম সৰ্ব্বব্যাপী; তেওঁ দ্যুলোকতো আছে, তাৰ উৰ্দ্ধতো আছে। ইয়াত একো বিভক্তিভেদৰ প্ৰশ্ন নুঠে।

**প্ৰাণঃ তথা অনুগমাৎ। ১।১।২৮**

কৌষিতকী উপনিষদত আছে—এদিন দিবোদাসৰ পুতেক প্ৰতৰ্দ্দনে ইন্দ্ৰৰ তালৈ গৈ ইন্দ্ৰক সন্তুষ্ট কৰিলে, ইন্দ্ৰই তেওঁক কি বৰ লাগে বুলি সুধিলত তেওঁ কলে, "মানুহৰ পৰম কল্যাণ কি, তাকে মোক কওক।"

ইন্দ্ৰই কলে, "মই প্ৰাণ, মই প্ৰজ্ঞাত্মা, মোক আয়ুঃ আৰু অমৃত জ্ঞান কৰি মোৰ উপাসনা কৰাঁ।"

আকৌ কলে, "প্ৰাণেই প্ৰজ্ঞাত্মা, প্ৰাণেই এই শৰীৰ ধাৰণ কৰি আছে।"

আকৌ কলে, "বাক্যক জানিব নেলাগে, বক্তাক জানিবা।" শেহত কলে, "এই যে প্ৰাণ, এয়ে প্ৰজ্ঞাতমা, এয়ে আনন্দ, ই অজৰ, ই অমৰ।"

ইয়াত এতিয়া দেখা যায় যে, আনন্দ, অজৰ, অমৰ—এই শব্দবোৰে ব্ৰহ্মক বুজায়। কিন্তু ইন্দ্ৰই যেতিয়া কৈছে, "ময়ে প্ৰাণ, মোৰ উপাসনা কৰাঁ" তেতিয়া আমি বুজিব লাগিব যে 'প্ৰাণ' শব্দই দেৱতা বিশেষক (ইন্দ্ৰক) বুজাইছে। আকৌ, ইন্দ্ৰই যেতিয়া কৈছে যে এই প্ৰাণেই শৰীৰক ধৰি আছে, তেতিয়া আমি ধৰি লব লাগিব যে এইখিনিত প্ৰাণ মানে প্ৰাণ-শক্তি বা পঞ্চপ্ৰাণ।

আকৌ "বক্তাক জানিবা" এই কথাৰ পৰা বুজিব পাৰি যে প্ৰাণ মানে জীবাত্মা হে। তেন্তে, এতিয়া ইন্দ্ৰৰ কথা মতে আমি কাৰ উপাসনা কৰিম? এই প্ৰশ্নৰ উপৰত ওপৰৰ সূত্ৰটি দিছে:

পৰাণ শব্দই [প্ৰাণঃ] ব্ৰহ্মক বুজাইছে কাৰণে এই অৰ্থহে [তথা] প্ৰতীয়মান হয় [অনুগমাৎ]।

প্ৰথমতে প্ৰতৰ্দ্দনে জীৱৰ পৰম কল্যাণ কেনেকৈ হয়—এই প্ৰশ্নহে কৰে; জীৱৰ পৰম পুৰুষাৰ্থ ব্ৰহ্মৰ বাহিৰে কি হব পাৰে?

আকৌ প্রজ্ঞাত্মা, অজৰ, অমৰ ইত্যাদি শব্দই ব্রহ্মক হে বুজায়।

**ন বক্তুঃ আত্মোপদেশাৎ, ইতি চেৎ ?—অধ্যাত্ম সম্বন্ধভূমা হি অস্মিন্। ১।১।২৯**

প্রঃ— কিন্তু আমি যদি কওঁ যে ইন্দ্রৰ [বক্তুঃ] নিজৰ আত্মাকে প্রাণ বুলি উপদেশ দিয়া বাবে [আত্মোপদেশাৎ] প্রাণ শব্দই ব্রহ্মক বুজোৱা নাই, তেন্তে ?

উঃ— নহয়, কাৰণ [হি] য'ত এই শব্দটি আছে সেই আখ্যায়িকাত [অস্মিন্] ব্রহ্মৰ প্রচুৰ পৰিমাণে সম্বন্ধ আছে [অধ্যাত্ম সম্বন্ধ ভূমা]—অর্থাৎ ব্রহ্মৰ কথা বাৰে বাৰে কৈছে।

**শাস্ত্র দৃষ্ট্যা তু উপদেশঃ বামদেববৎ। ১।১।৩০**

বামদেৱ ঋষি ব্রহ্মজ্ঞ ; তেওঁ কৈছিল, "মই মনু, মই সূর্য্য" ইত্যাদি। সেই দৰেই ইন্দ্রই এতিয়া নিজক ব্রহ্মৰ পৰা অভিন্ন বুলি জানি উপদেশ দিছে। এইটো উপনিষদৰ শিক্ষা অনুসাৰেই হৈছে।

**জীব-মুখ্য-প্রাণ-লিঙ্গাৎ ন, ইতি চেৎ ?—ন উপাসা ত্রৈবিধ্যাৎ আশ্রিতত্বাৎ ইহ তদ্ যোগাৎ। ১।১।৩১**

প্রঃ— জীববোধক আৰু মুখ্য প্রাণবোধক শব্দ থকা বাবে আমি যদি কওঁ যে প্রাণ শব্দই ব্রহ্মক বুজোৱা নাই—তেন্তে ?

উঃ— নহয়, সেইদৰে কলে ইয়াত তিনিজন উপাস্য হব—ব্রহ্ম, জীব আৰু প্রাণ [উপাস্য ত্রৈবিধ্যাৎ] আৰু তাৰ বাহিৰেও, ইয়াত [ইহ] আন শ্রুতিত যেনেকৈ প্রাণ শব্দই ব্রহ্মক বুজায়, সেই দৰেই [আশ্রিতত্বাৎ], সেই ব্রহ্মবোধক শব্দ যোগ থকা বাবে [তদ্ যোগাৎ] প্রাণ শব্দই ব্রহ্মক হে বুজাইছে।

# বেদান্ত-দৰ্শন

## ২য় পাদ

ওপৰৰ প্রথম পাদৰ সূত্রবোৰত উপাসনাৰ প্রণালী সাধাৰণভাবে বৰ্ণনা কৰি দেখুৱালে যে প্রাণ, আকাশ, গায়ত্রী—এইবোৰক অবলম্বন কৰি ব্রহ্মৰ উপাসনা কৰা বিধান আছে। এতিয়া ২য় আৰু ৩য় পাদত দেখুৱাব যে উপাসনাৰ নানা ৰকম ভেদ আছে আৰু শ্রুতিয়ে এই সম্পর্কে নানা ৰকম শব্দ ব্যৱহাৰ কৰিছে। উপনিষদৰ ভাল ব্যুৎপত্তি নহলে আৰু আটাইবোৰ উপাসনাৰ কথা ভালকৈ নেজানিলে, এই দুই পাদৰ কথাবোৰ স্পষ্টকৈ বুজা টান। সকলো শ্রুতিত বাক্যবোৰ উদ্ধৃত কৰি এই সূত্রবোৰ ব্যাখ্যা কৰাও বৰ সহজ কাম নহয়। আমি মনত ৰাখিব লাগিব যে শ্রুতিত যিমানবোৰ উপাসনাৰ বৰ্ণনা আছে, সকলোৰে লক্ষ্য ব্রহ্ম। ব্রহ্মৰে নানা বিধ বিভূতি অবলম্বন কৰি যিবোৰ ব্রহ্মবোধক শব্দ শ্রুতিয়ে ব্যৱহাৰ কৰিছে, সেইবোৰৰ বিচাৰ এই দুই পাদত কৰিছে। আধুনিক পাঠকৰ নিমিত্তে এই খিনি কথাৰ বৰ আৱশ্যক নাই। নানা ৰকম উপাসনাৰ বিধান কৰি শ্রুতিয়ে দেখুৱাইছে যে সৰ্ব্বত্র, সকলো বস্তুতে বুদ্ধি স্থাপন কৰি সততে ব্রহ্মৰ চিন্তা কৰাৰ বাহিৰে আত্মজ্ঞান-লাভৰ আন উপায় নাই। ৩য় অধ্যায়ত এই কথা আৰু বিশেষকৈ যে আমি যি চিন্তা কৰোঁ, যি দেখোঁ, যি বাক্য উচ্চাৰণ কৰোঁ—সকলো যজ্ঞৰ অঙ্গ আৰু সকলোৰে দ্বাৰা ঈশ্বৰৰ পূজা হব পাৰে। কিতাপ পঢ়ি যদি আত্মজ্ঞান হলহেতেন, তেন্তে কথাই নাছিল। কিতাপৰ অভাব নাই, বুদ্ধিও যথেষ্ট, কিন্তু আত্মজ্ঞান কেই জনৰ হৈছে ? বেদান্ত দৰ্শন ভক্তি মাৰ্গৰ হে গ্রন্থ। বেদান্তৰ শিক্ষা এই যে ভক্তি, ধ্যান আৰু উপাসনা নহলে আত্মজ্ঞান নহয়।

**সৰ্ব্বত্ৰ-প্ৰসিদ্ধ-উপদেশাৎ। ১।২।১**

ছাঃ উপনিষদত হৃদ্‌পদ্মত, মনোময় প্ৰাণ-শৰীৰ আৰু জ্যোতিঃ স্বৰূপ এজন পুৰুষৰ ধ্যান কৰি উপাসনা কৰাৰ বিধান আছে। এই উপাসনা কাৰ উপাসনা? প্ৰাণ-শৰীৰ, মনোময় ইত্যাদি বাক্যই জীৱক হে বুজায়, কাৰণ ব্ৰহ্ম নিৰ্গুণ, অ-প্ৰাণ, অ-মন ইত্যাদি। এনে সন্দেহ নিৰাকৰণাৰ্থে ওপৰৰ সূত্ৰত কৈছে—

সকলো শ্ৰুতিয়ে ব্ৰহ্মৰ উপাসনাৰ কথা হে কৈছে, সেইবাবে [সৰ্ব্বত্ৰ প্ৰসিদ্ধ উপদেশাৎ] বুজিব লাগে যে ইয়াতো মনোময় আদি ধৰ্ম্মৰ দ্বাৰা ব্ৰহ্মক হে নিৰ্দ্দেশ কৰিছে।

**বিবক্ষিত গুণ উপপত্তেঃ চ। ১।২।২**

এতিয়াও কিন্তু আমাৰ সন্দেহ নমৰিল। ব্ৰহ্মক কিয় মনোময় প্ৰাণ-শৰীৰ বুলিব?

সেইগুণে সূত্ৰকাৰে আকৌ কৈছে যে এই গুণবোৰ উপাসনাৰ বাবে স্বীকাৰ্য্য [বিবক্ষিত]। ব্ৰহ্ম নিৰ্গুণ, উপাধি যুগুত নকৰিলে তেওঁৰ উপাসনা নহয়। উপাসনাৰ নিমিত্তে এইবোৰ গুণ কল্পনা কৰা হয়। বিশেষতঃ ব্ৰহ্ম সৰ্ব্বাত্মক, সৰ্ব্বময়—সেইগুণে জীৱৰ ধৰ্ম্ম জীৱৰ—এইটো সঁচা কথা, কিন্তু সৰ্ব্বময় ব্ৰহ্মত সকলো গুণ উপপন্ন।

**অনুপপত্তেঃ তু ন শাৰীৰঃ। ১।২।৩**

আকৌ চোৱাঁ [তু] এই শ্ৰুতিত এই মনোময় আদি গুণযুক্ত পুৰুষকে সত্য-সঙ্কল্প, আকাশাত্মা, সৰ্ব্বকৰ্ম্মা ইত্যাদি বুলিছে। এইবোৰ ধৰ্ম্ম, শৰীৰত আবদ্ধ জীৱৰ বিষয়ে প্ৰয়োগ নহয়। অতএব [অনুপপত্তেঃ] উপাস্য পুৰুষজন জীৱ নহয়, পৰমেশ্বৰ [ন শাৰীৰঃ]।

**কৰ্ম্ম-কৰ্ত্তৃ-ব্যপদেশাৎ চ ১।২।৪**

আৰু কাৰণ চোৱাঁ [চ]। এই শ্ৰুতিত কৈছে যে জীৱই মৃত্যুৰ পাচত সেই পুৰুষক পায়। তেন্তে, "পায়"—এই ক্ৰিয়াৰ কৰ্ত্তা, জীৱ, আৰু কৰ্ম্ম, উপাস্য মনোময় পুৰুষ। এই কৰ্ত্তা-কৰ্ম্ম উপদেশৰ পৰা [কৰ্ম্ম-কৰ্ত্তৃ ব্যপদেশাৎ] বুজা যায় যে উপাস্য পুৰুষজন বেলেগ।

**শব্দ বিশেষাৎ ১।২।৫**

আন শ্ৰুতিতো এই মনোময় পুৰুষৰ উপাসনাৰ বিধি আছে। কিন্তু সেইবোৰ শ্ৰুতিত উপাস্য আৰু জীৱৰ ভেদ পৃথক কৰি স্পষ্ট দেখুৱাইছে। ইয়াৰ পৰাও [শব্দ বিশেষাৎ] বুজিব পাৰি যে আলোচ্য শ্ৰুতিৰ উপাস্য জন জীৱ নহয়।

**স্মৃতেঃ চ ২।২।৬**

স্মৃতি শাস্ত্ৰতো জীৱৰ আৰু ঈশ্বৰৰ ভেদ দেখুৱাইছে। যেনে গীতা ১৮।৬১। [শঙ্কৰাচাৰ্য্যৰ মতে জীৱ আৰু ব্ৰহ্মৰ ভেদ নাই; তেওঁ কৈছে যে শ্ৰুতিয়ে জীৱ আৰু ব্ৰহ্মৰ কাল্পনিক ভেদ এটা দেখুৱাইছে হয়, কাৰণ এইদৰে ভেদৰ ভিতৰেদি হে আমাক বুজাব পাৰে, নহলে ব্ৰহ্মৰ বিষয়ে কোনো কথাকে কোৱা হব নোৱাৰে। আচলতে এই ভেদ কাল্পনিক।] ওপৰৰ সূত্ৰবোৰত ব্ৰহ্মসূত্ৰই জীৱ আৰু ব্ৰহ্মৰ ভেদ এটা দেখুৱাইছে—যেন জীৱ ব্ৰহ্ম নহয়। কিন্তু সকলো উপনিষদে, গীতাই, তন্ত্ৰ শাস্ত্ৰই আৰু সাংখ্যদৰ্শনে স্পষ্ট কৈছে যে জীৱ ব্ৰহ্মই। "তৎ ত্বম, অসি," "সোঽহং"।

আচলতে আমাৰ আত্মা নিষ্ক্ৰিয়, অকৰ্তা, সৰ্ব্বব্যাপী, নিৰ্গুণ আৰু অব্যক্ত, চিৎ শক্তি (Consıcousness) মাত্ৰ। (সাংখ্য ১৯ কাৰিকা বা গীতা ২। ২৪-২৫) এই আত্মা ব্ৰহ্মৰ পৰা অভেদ। এই আত্মাকে সাংখ্যই "পুৰুষ" বুলিছে, গীতাই "অক্ষৰ পুৰুষ" বা ক্ষেত্ৰজ্ঞ বুলিছে। ই ব্ৰহ্ম।

কিন্তু এইটো মানুহে বুজিব নোৱাৰে। অজ্ঞানী মানুহে নিজৰ দেহটোকে আত্মা বুলি ভাবে। অলপ ওপৰলৈ উঠিব পাৰিলে মানুহে বুজে যে দেহটো আত্মা নহয়, আমাৰ বুদ্ধিস্থ সংস্কাৰটোহে [অৰ্থাৎ ভাবৰ সমষ্টি, লিঙ্গ শৰীৰটোহে] আমাৰ আত্মা। ইউৰোপীয় দৰ্শনেও ভাবে যে আমাৰ সংস্কাৰস্থ ভাৱবোৰহে আমি—Cogito Ergo Sum—I think, therefore I am. এই সংস্কাৰটোকে সাংখ্যই লিঙ্গদেহ বা বুদ্ধি বা বুদ্ধিৰ ৰূপ বোলে। গীতাই ইয়াক ক্ষৰ পুৰুষ বোলে। ই ক্ষৰ বা বিনাশশীল পদাৰ্থ, ইয়াতে আমাৰ আত্ম-ভাৱ (ego sense) হয়। ইয়েই আমাৰ সকলো ভাবনা, চেষ্টা আৰু কৰ্মৰ মূল। ইয়েই আমাক কাম কৰায় আৰু আমি ভাবো যে আমি নিজে কৰোঁ।

নিম্ন স্তৰত মানুহে ভাবে যে এয়েই আমাৰ "জীৱাত্মা"। কিন্তু এই সংস্কাৰটো অচেতন, ভাৱময় পদাৰ্থ, অনাত্মা। চৈতন্যৰ ছাঁ পৰি ই চেতন যেন হৈছে। (সাংখ্য ২০ কাৰিকা) এই সংস্কাৰক আত্মা বুলি ভবাই অজ্ঞান, অবিদ্যা বা মায়া। মানুহে এই কথাটো বুজিব নোৱাৰে। এইটো কথা উপলব্ধি কৰাকে আত্মজ্ঞান বোলে। আত্মজ্ঞান লাভ হলেহে মানুহে

বুজিব যে আত্মা আৰু পৰমাত্মা অভেদ। তেতিয়া "জীবো ব্ৰহ্মৈব নাপৰঃ"—বুলি বুজিব।

এতিয়া, ব্ৰহ্মসূত্ৰই অজ্ঞানী মানুহক আত্মতত্ত্ব বুজাবলৈ হলে, জীৱাত্মা আৰু পৰমাত্মাৰ ভেদ এটা স্বীকাৰ কৰিহে অগ্ৰসৰ হব লাগিব। মানুহে নিম্ন স্তৰক যাক জীৱাত্মা বুলি ভাবে সেই জীৱাত্মাক ধৰি লৈ হে অগ্ৰসৰ হব লাগিব, নহলে কোনো দাৰ্শনিক আলোচনাই হব নোৱাৰে। সেই গুণে প্ৰথমতে ব্ৰহ্মসূত্ৰই জীৱাত্মা পৰমাত্মাৰ কাল্পনিক ভেদ এটা মানি লৈছে আৰু পাছত দেখুৱাব যে জীৱ আৰু ব্ৰহ্ম একে চিৎ শক্তি আৰু সেই গুণে অভেদ।

এইবোৰ কথা বুজিবলৈ অতি সহজ হয়, যদি আমি আগধৰি সাংখ্যদৰ্শন খন ভালকৈ বুজি লওঁ। আচলতে সাংখ্যদৰ্শনৰ মূল উদ্দেশ্যই আত্মতত্ত্বটি পাৰ্থিৱ যুক্তিৰে অজ্ঞানী মানুহক বুজোৱা। সেইগুণে সাংখ্যই গুৰিতে আত্মা-অকৰ্ত্তা, নিষ্ক্ৰিয়, শুদা চিৎ শক্তি মাত্ৰ বুলি ধৰি লৈ দেখুৱাইছে কেনেকৈ গোটেই সৃষ্টি প্ৰকৃতিৰ ক্ৰিয়াত নৈসৰ্গিক নিয়মেৰে হৈছে। লিঙ্গদেহ বা সংস্কাৰটোনো কি, তাকো অতি সহজ আৰু সাধাৰণ যুক্তিৰে বুজাইছে। আৰু বুজাইছে যে এই লিঙ্গদেহটোক আত্মাৰ পৰা পৃথক বুলি জনাই আত্মজ্ঞান। লিঙ্গদেহ নাশ হলেই জীৱত্ব নাশ হয়, নিৰ্বাণ মুক্তি হয়, জীৱ ব্ৰহ্ম হয়। (সাংখ্য ৬২-৬৪ কাৰিকা)

এই লিঙ্গদেহ বা সংস্কাৰটি কি, জন্মান্তৰ ৰহস্য চাওক।

**অৰ্ভক—ওকস্ত্বাৎ তৎব্যপদেশাৎ চ ন ইতিচেৎ ?**
**ন, নিচায্যত্বাৎ এবম্, ব্যোমবৎ চ ১।২।৭**

[অৰ্ভক = ক্ষুদ্ৰ ; ওকঃ = বাস-স্থান]

এই ছান্দোগ্য উপনিষদেই আৰু কৈছে যে সেই উপাস্য পুৰুষজন হৃদয়ৰ অভ্যন্তৰত আছে, তেওঁ ধান বা যৱ-ধান এটাতকৈয়ো ক্ষুদ্ৰ, তেওঁ সৰ্ব্বব্যাপী, মহান বিৰাট পুৰুষ। কেনেকৈ এইদৰে হব পাৰে ?

প্ৰঃ। ক্ষুদ্ৰ বাসস্থান নিৰ্দ্দেশ কৰা বাবে মনোময় পুৰুষ জন ব্ৰহ্ম নহয় বুলি যদি আমি কওঁ, তেন্তে ?

উঃ। নহয়, সেইদৰে কব নোৱাৰোঁ; কাৰণ পৰমেশ্বৰক হৃদয়ত উপলব্ধি কৰিবৰ অৰ্থে হে [নিচায্যত্বাৎ] এইদৰে কোৱা হৈছে। আৰু তেওঁ আচলতে আকাশৰ দৰে সৰ্ব্বব্যাপী পৰমেশ্বৰ মহান্ বিৰাট—তেওঁ সকলো ঠাইত আছে আৰু সেই বাবে হৃদয়তো আছে। তেওঁ নোহোৱা ঠাই নাই। তেওঁ সৰ্ব্বগত আৰু অনন্ত। সকলো বস্তু তেওঁৰ অন্তৰ্গত হবই লাগিব, নহলে তেওঁ পৰিচ্ছিন্ন হব ; পৰিচ্ছিন্ন হলে অনন্ত নহয়।

তেওঁ অনন্ত, অপৰিচ্ছিন্ন, অৰ্থাৎ ভেদ-হীন।

"তুমি সি অনন্ত আত নাহিকয় ভেদ
"দেশে কালে তোমাৰ নাহিকে পৰিচ্ছেদ।।"

এনে ব্ৰহ্মৰ আকাশেই উপমা [ব্যোমবৎ চ]

**সম্ভোগ প্ৰাপ্তিঃ ইতি চেৎ ? ন বৈশেষ্যাৎ ১।২।৮**

প্ৰঃ। বাৰু, যদি আকাশেই উপমা, তেন্তে ব্ৰহ্মই জীৱৰ সুখ-দুখ অনুভৱ কৰেনে কি ? যদি কওঁ, কৰে, তেন্তে ?

উঃ। নহয়, সেইদৰে কব নোৱাৰোঁ, কাৰণ জীৱ আৰু ব্ৰহ্মৰ পাৰ্থক্য শ্ৰুতিয়ে উল্লেখ কৰিছে [বৈশেষ্যাৎ] সুখ-দুখ ভোগৰ হেতু হৈছে, পাপ পুণ্য কৰ্ম্ম। জীৱ কৰ্ম্মৰ অধীন। সুখ দুখ ভোগ কৰে। ব্ৰহ্ম কৰ্ম্মৰ অধীন নহয়। [তলত ১।২।১১ সূত্ৰত এই কথা বুজাইছে]

**অত্তা চৰাচৰ গ্ৰহণাৎ ১।২।৯**

কঠোপনিষদত আছে ঃ "ব্ৰাহ্মণ, ক্ষত্ৰিয় যাৰ অন্ন বা ভক্ষ্য, মৃত্যু যাৰ উপকৰণ অৰ্থাৎ আঞ্জা, তেওঁ ক'ত কি ভাবে আছে কোনে জানে ?" কঠোপনিষদত মুঠতে তিনিটি পদাৰ্থৰ আলোচনা কৰা হৈছে—অগ্নি, জীৱ আৰু ব্ৰহ্ম। তাৰ এজনক "অত্তা" (ভোজন-কৰ্ত্তা) বুলিছে। সেই অত্তা জন ব্ৰহ্ম নে অগ্নি ? এই প্ৰশ্নৰ উত্তৰত ওপৰৰ সূত্ৰটি দিছে।

উক্ত অত্তা জন ব্ৰহ্ম [অত্ত], কাৰণ তাত কৈছে যে চৰাচৰ স্থাৱৰ জঙ্গম সকলো তেওঁৰ অন্ন। ব্ৰাহ্মণ ক্ষত্ৰিয়ক অন্ন বোলা মানে এনে নহয় যে তেওঁ সিহঁতক ধৰি ধৰি খায়। ব্ৰাহ্মণ, ক্ষত্ৰিয় শ্ৰেষ্ঠ জীৱ। শ্ৰুতিয়ে এনে ভাবে কৈছে ঃ "ব্ৰহ্মই সমুদায় প্ৰাণীক আত্মসাৎ কৰে অৰ্থাৎ নিজৰ গাত সংহৃত কৰে; অন্যান্য ইতৰ জীৱৰ কথা ক'বই নেলাগে; ব্ৰাহ্মণ, ক্ষত্ৰিয়কো তেওঁ এইদৰে আত্মসাৎ কৰে।" শ্ৰুতিয়ে বুজাইছে যে ব্ৰহ্ম প্ৰলয়ৰ কাৰণ। মহৰা প্ৰলয়ত সকলো ব্ৰহ্মত লয় হয়।

**প্ৰকৰণাৎ চ ১।২।১০**

আৰো, অত্তা জন যে ব্ৰহ্ম, অগ্নি বা জীৱ নহয়—এই কথা কঠোপনিষদৰ সেই প্ৰকৰণটো চাই বুজিব পাৰি। সেই প্ৰকৰণত ব্ৰহ্মৰ কথা হে আছে।

**গুহাং প্ৰবিষ্টৌ, আত্মানৌ হি তৌ তদ্দৰ্শনাৎ ১।২।১১**

কঠোপনিষদৰ এঠাইত আছে ঃ "পৰমাত্মাৰ উপলব্ধিৰ স্থান

হৃদয়; তাতে এটি গুহা, ছিদ্ৰ বা বিন্ধা আছে, তাতে দুজন কৰ্ম্মফল ভোক্তা আছে; সেই দুজন, পোহৰ আৰু আন্ধাৰৰ দৰে পৰস্পৰ বিভিন্ন ভাৱাপন্ন"।

এই গুহাতথকা দুজন [গুহাং প্ৰবিষ্টৌ তৌ] জীৱাত্মা আৰু পৰমাত্মা (আত্মানৌ) কাৰণ (হি) শ্ৰুতিয়ে সেইদৰেই দেখুৱাইছে (তদ্দৰ্শনাৎ)।

পৰমাত্মা আৰু জীৱাত্মা (অৰ্থাৎ ego sense) পৰম্পৰ বিভিন্ন স্বভাৱৰ এজন, সংসাৰী সুখী বা দুখী, ভোক্তা, ইজন তাৰ বিপৰীত। কিন্তু উভয়ৰ স্বৰূপ দেখাত একে—একে চিৎ শক্তি—অতএব সজাতীয়। এজন চিৎশক্তি (ব্ৰহ্ম), ইজন অচেতন, কিন্তু চিৎশক্তিৰ সংযোগত চেতন যেন হৈছে। সেই গুণে দুয়ো পোহৰ আৰু আন্ধাৰৰ দৰে বিভিন্ন ভাবাপন্ন। অন্য শ্ৰুতিয়ে কৈছেঃ "দুটি চৰাই একেজোপা গছতে একে লগে থাকে, এটিয়ে গছৰ গুটি খায়, ইটিয়ে চাই থাকে"। এজন অক্ষৰপুৰুষ (ব্ৰহ্ম) আত্মা। ইজন ক্ষৰপুৰুষ বা সংস্কাৰ। আত্মা নিষ্ক্ৰিয়। সংস্কাৰে সকলো কাম কৰে।

## বিশেষণাৎ ১।২।১২

কঠোপনিষদৰ এই প্ৰকৰণৰ পৰমাত্মা আৰু জীৱাত্মাবোধক বিশেষণ শব্দবোৰৰ পৰা জানিব পাৰি যে এই গুহা-প্ৰবিষ্ট আত্মা দুটি জীৱাত্মা (ego sense) আৰু পৰমাত্মা।

## অন্তৰঃ উপপত্তেঃ ১।২।১৩

ছান্দোগ্যত আছেঃ

জাবাল ঋষিৰ শিষ্য উপকোসল। ঋষি গ'ল তীৰ্থ লৈ। অগ্নিপৰিচৰ্য্যাৰ ভাৰ উপকোসলৰ। উপকোসলে একনিষ্ঠ হৈ অগ্নিপৰিচৰ্য্যা কৰিলে। অগ্নিদেৱ সাক্ষাৎ হ'ল। উপকোসলক ব্ৰহ্মজ্ঞান দিলেঃ "সুখ ব্ৰহ্ম, প্ৰাণ ব্ৰহ্ম, আকাশ ব্ৰহ্ম; তোমাৰ গুৰু আহি বুজাই দিব"।

গুৰু আহি বুজালেঃ—"চকুৰ ভিতৰত যি পুৰুষ দেখিছো, তেওঁ আত্মা, তেওঁ অমৃত, তেওঁ অভয়। চকুত "ঘিউ বা পানী পৰিলে, সি চকুৰ ওপৰেদি বাগৰি পৰে"। এতিয়া এই চকুৰ ভিতৰৰ পুৰুষজন কোন? তেওঁ প্ৰতিবিম্ব, নে জীব, নে চকুৰ অধিষ্ঠাতৃ দেবতা (সূৰ্য্য)?

এই প্ৰশ্নৰ উত্তৰত ওপৰৰ সূত্ৰত কৈছে যে তেওঁ ব্ৰহ্ম (অন্তঃ) কাৰণ অমৃত, অভয় ইত্যাদি যিবোৰ পদ ব্যৱহাৰ কৰিছে, সেইবোৰ ব্ৰহ্মপক্ষেহে উপপন্ন (উপপত্তেঃ)। আৰৌ, "ঘিউ বা পানী বাগৰি পৰে"—এই কথাৰ তাৎপৰ্য্য এই যে সেই পুৰুষক কোনো মালিন্যই স্পৰ্শ নকৰে। অতএব তেওঁ ব্ৰহ্ম।

## স্থানাদি ব্যপদেশাৎ চ। ১।২।১৪

আৰৌ (চ) বাসস্থান আদিৰ নিৰ্দ্দেশ আছে গুণেও [স্থানাদি ব্যপদেশাৎ] বুজা যায় যে সেই পুৰুষ ব্ৰহ্ম। ব্ৰহ্ম সৰ্ব্বব্যাপী। তেওঁৰ কি বাসস্থান হব পাৰে? কিন্তু উপাসনাৰ বাবে বহুত শ্ৰুতিয়ে চকুক বাসস্থান বুলি কল্পনা কৰে। এইদৰে আলোচনা শ্ৰুতিযেও কৰিছে।

## সুখ-বিশিষ্ট-অভিধানাৎ এব চ। ১।২।১৫

আৰৌ চোৱাঁ (এব চ), প্ৰথমতে অগ্নিদেৱে উপকোসলক কলে, সুখ ব্ৰহ্ম, প্ৰাণ ব্ৰহ্ম, ইত্যাদি; তাৰ পাছত উপকোসলে গুৰুকে সুধিলে, ব্ৰহ্ম কি? তেতিয়া গুৰুৱে চক্ষুস্থ পুৰুষৰ কথা কলে। প্ৰকৰণৰ আৰম্ভ যি সুখ-বিশিষ্ট পুৰুষৰ কথাৰে প্ৰশ্ন আৰম্ভ হল, তাৰহে উত্তৰ দিছে গুণে [সুখ-বিশিষ্ট-অভিধানাৎ] চক্ষুস্থ পুৰুষজন ব্ৰহ্ম।

## শ্ৰুত-উপনিষৎ-ক-গতি অভিধানাৎ। ১।২।১৬

এই আলোচ্য শ্ৰুতিত কৈছে যে এই চক্ষুস্থ পুৰুষক উপাসনা কৰিলে দেৱযান পথে গতি হয়।

অন্যান্য শ্ৰুতিত আছে যে ব্ৰহ্মজ্ঞ মানুহৰ পাছত সেই দেৱযান পথে গতি হয়।

তেন্তে বুজিব লাগিব যে চক্ষুস্থ পুৰুষৰ উপাসনা আৰু ব্ৰহ্মৰ উপাসনা, একে। চক্ষুস্থ পুৰুষেই ব্ৰহ্ম।

এই কথাকে ওপৰৰ সূত্ৰত কৈছে, যথা—

আৰু (চ) উপনিষৎ জ্ঞান থকা মানুহৰ (শ্ৰুত-উপনিষৎ) দেবযান* পথে গতি (ক-গতি) হয়—এই কথা কোৱা আছে গুণে (অভিধানাৎ) বুজিব পাৰি যে চক্ষুস্থ পুৰুষ জন ব্ৰহ্ম।

## অনবস্থিতেঃ অসম্ভৱাৎ চ, ন ইতৰঃ। ১।২।১৭

এই শ্ৰুত্যুক্ত চক্ষুস্থ পুৰুষ ব্ৰহ্মই; ব্ৰহ্মৰ বাহিৰে আন একো (ইতৰঃ) হব নোৱাৰে। এই শ্ৰুতিত কৈছে যে "চকুৰ ভিতৰত যাক দেখা যায়"—এই কথাই তিনটা বস্তু বুজাব পাৰে -

(১) চকুৰ আগত থকা বস্তুৰ বা মানুহৰ প্ৰতিবিম্ব।

---

* মৃত্যুৰ পাছত সৎকৰ্ম্মৰ ফল ভোগ কৰিবলৈ মানুহ স্বৰ্গলৈ যায় আৰু ভোগৰ অন্তত পুনৰ্জন্ম নাই। জ্ঞানী একেবাৰে ব্ৰহ্মলোকলৈ যায়। যি পথে জ্ঞানী ব্ৰহ্মলোকলৈ যায় সেইপথৰ নাম দেবযান পথ। যি পথে কৰ্ম্মী স্বৰ্গলৈ যায়, সেই পথৰ নাম পিতৃযান পথ। এইবোৰ কথা বহলাই পাছত কোৱা হব (৩য় আৰু ৪ৰ্থ অধ্যায়)।

(২) চকুৰ সাহায্যকাৰী সূৰ্য্যৰ পোহৰ—যি নহলে চকুৱে নেদেখে।

(৩) চকুৰ অধিষ্ঠাতৃ দেবতা সূৰ্য্য,যাৰ শক্তি নহলেও মানুহে নেদেখে।

কিন্তু শ্ৰুতিয়ে আকৌ কৈছে যে সেই চক্ষুস্থ পুৰুষজন সদায় চকুত আছে আৰু তেওঁ অমৰ।

এতিয়া দেখা যায় যে পোহৰ বা অধিষ্ঠাতৃ দেবতাৰ (সূৰ্য্যৰ) শক্তি চকুত সদায় নেথাকে। চকুৱে কাম কৰা সময়তহে সূৰ্য্যৰ শক্তি বা সূৰ্য্যৰ পোহৰ চকুত লাগে। প্ৰতিবিম্বও সদায় নপৰে। চকুৰ আগত বস্তু থাকে মানেহে প্ৰতিবিম্ব থাকে।

আকৌ সূৰ্য্য, প্ৰতিবিম্ব বা পোহৰ—একো অমৰ নহয়। দেৱতাক আমি অমৰ বোলোঁ, সঁচা। কিন্তু তেওঁবিলাকৰ আমাৰ দৰেই, জন্ম মৃত্যু আছে বুলি সকলো শ্ৰুতি আৰু স্মৃতিয়ে কৈছে। তেওঁবিলাক অমৰ এই অৰ্থত, যে আমাৰ তুলনাত তেওঁবিলাকৰ আয়ুঃ বৰ বেচি।

তেন্তে, চক্ষুস্থ পুৰুষ ব্ৰহ্মৰ বাহিৰে আন [ইতৰঃ] কোনো (প্ৰতিবিম্ব, পোহৰ বা সূৰ্য্য) হ্ব নোৱাৰে (ন) কাৰণ এই প্ৰতিবিম্বাদি সদায় চকুত নেথাকে (অনবস্থিতেঃ) আৰু (চ) এই 'অমৰ' আদি ধৰ্ম্ম প্ৰতিবিম্বাদিত থকা অসম্ভব (অসম্ভবাৎ)।

**অন্তৰ্যামী অধিদৈৱাদিষু, তৎধৰ্ম্মব্যপদেশাৎ। ১।২।১৮**

বৃহদাৰণ্যকত আছেঃ "যি ইহলোক পৰলোক আৰু সকলো প্ৰাণীৰ অন্তৰত থাকি সিহঁতক নিযন্ত্ৰিত কৰে, যি পৃথিবীত থাকিও পৃথিবীৰ পৰা বেলেগ, পৃথিবীয়ে যাক নেজানে, পৃথিবী যাৰ শৰীৰ, যি পৃথিবীক নিয়ন্ত্ৰিত কৰে,—সেই জনেই তোমাৰ আত্মা, তেওঁ অন্তৰ্যামী, তেওঁ অমৃত ইত্যাদি। এই অন্তৰ্যামীজন কোন?

তেওঁ ব্ৰহ্ম; পৃথিবী আদি সকলো বস্তুৰ অধিষ্ঠাতৃ দেবতাৰ (অধিদৈবাদিষু) ব্ৰহ্ম, অন্তৰ্যামী। কাৰণ ইয়াত প্ৰাণীৰ অন্তৰত থাকি, সিহঁতক নিজৰ বশত ৰাখি, সিহঁতক নিজৰ ইচ্ছাৰে নিয়মিত কৰা ব্ৰহ্মৰ হে ধৰ্ম্ম।

"মইসে কেৱল জানা স্বৰূপতে
সমস্তৰে অন্তৰ্যামী,"
"অন্তৰ্যামী ৰূপে জীৱ আদি কৰি
নিয়মন্ত সমস্তক।"

ব্ৰহ্মইনো তেন্তে কেনেকৈ জীৱক 'যমন' কৰে? তেওঁৰতো শৰীৰ নাই, ইন্দ্ৰিয় নাই। ব্ৰহ্মই অন্তৰ্যামীৰূপে ভিতৰৰ পৰা 'যমন' কৰে।

ব্ৰহ্মই জীৱক সিহঁতৰ নিজৰ অন্তঃকৰণেৰেই সিহঁতক নিয়ন্ত্ৰিত কৰে। নিজৰ ভাৱত জীৱই নিজে কাম কৰে—আগাধৰি জীৱই ভাবে, পাছে কাম কৰে, ভাবি কৰে, কৰি নেভাবে। সেই ভাৱ পৰা প্ৰথমতে ইচ্ছা হয়; ইচ্ছাৰ পৰা কৰ্ম্ম। কিন্তু ভাৱবোৰ ঈশ্বৰৰ অধীন, জীৱৰ অধীন নহয়। এনেকৈ ভাৱৰ দ্বাৰা ঈশ্বৰে জীৱক নিয়ন্ত্ৰিত কৰে।

**ন চ স্মাৰ্ত্তম্ অ-তৎধৰ্ম্ম অভিলাপাৎ। ১।২।১৯**

যদি সেইদৰেই হয়, তেন্তে ভাৱবোৰ অচেতন; ভাব প্ৰকৃতিৰ পৰা হয়, সেইবোৰ প্ৰকৃতিৰ ধৰ্ম্ম; স্মৃতিত সেই দৰেই কৈছে [সাংখ্য, গীতা ১৩।৬]

তেন্তে ঈশ্বৰক অন্তৰ্যামী নবুলি প্ৰকৃতিক অন্তৰ্যামী বুলিলে কি হানি হয়? সাংখ্যই তো তাকে কয়। এই প্ৰশ্নৰ উত্তৰত ওপৰৰ সূত্ৰটি দিছেঃ

আৰু [চ] সাংখ্য স্মৃতিসম্মত প্ৰকৃতি [স্মাৰ্ত্তং] অন্তৰ্যামী নহয়, কাৰণ ইয়াত যিবোৰ ধৰ্ম্ম উল্লেখ কৰিছে, সেইবোৰ প্ৰকৃতিৰ ধৰ্ম্মৰ বিপৰীত [অ-তৎধৰ্ম্ম অভিলাপাৎ] উল্লিখিত ধৰ্ম্মৰ ভিতৰত, অ-দ্ৰষ্টা, অ-শ্ৰোতা আদি বাক্যবোৰ প্ৰকৃতিত প্ৰয়োগ হলেও, দ্ৰষ্টা শ্ৰোতা আদি ধৰ্ম্ম (যিবোৰ সেই শ্ৰুতিত আছে) প্ৰকৃতিৰ হ'বই নোৱাৰে, কাৰণ সাংখ্যৰ প্ৰকৃতি অচেতন।

**শাৰীৰঃ চ ন, উভয়ে অপি হি ভেদেন এনম্ অধীয়তে ১।২।২০**

জীৱও [শাৰীৰঃ চ] অন্তৰ্যামী নহয় [ন] কাৰণ [হি] কাণ্ব আৰু মাধ্যন্দিন, উভয় শাখাত [উভয় অপি] জীৱন আৰু অন্তৰ্যামীকে ভেদ কৰি [ভেদেন] বৰ্ণনা কৰিছে। [অধীয়তে]।

**অদৃশ্যত্বাদি গুণকঃ ধৰ্ম্মোক্তেঃ। ১।২।২১**

মুণ্ডকোপনিষদত আছেঃ

শৌনকে আঙ্গিৰসক সুধিলে, "ভগবন্, এনে কি বস্তু আছে যাক জানিলে সকলো জনা যায়?" আঙ্গিৰসে কলেঃ "বিদ্যা দুবিধ,পৰা আৰু অপৰা। ঋগ্বেদাদি সকলো কৰ্ম্ম বিষয়ক শাস্ত্ৰ 'অপৰা বিদ্যা' (নিকৃষ্ট বিদ্যা)। পৰা বিদ্যা সেয়ে, যাৰ দ্বাৰা সেই "অক্ষৰ" বোলা বস্তুটি জানিব পাৰি, যি অক্ষৰৰ ক্ষৰণ নাই, অৰ্থাৎ হ্ৰাস বৃদ্ধি নাই, যি অক্ষৰ অদৃশ্য, অগ্ৰাহ্য,যাৰ চকু নাই, কাণ নাই, যি নিত্য, সৰ্ব্বব্যাপী, অথচ অতি সূক্ষ্ম, অব্যয়...

ভূতযোনি ইত্যাদি। এই অদৃশ্যাদি **গুণবিশিষ্ট** ভূতযোনি কোন? ইয়াৰ উত্তৰত ওপৰৰ সুত্ৰত কৈছেঃ

সেই অদৃশ্যাদি গুণবিশিষ্ট ভূতযোনি [অদৃশ্যত্বাদি গুণকঃ] ব্ৰহ্ম; কাৰণ ব্ৰহ্ম ধৰ্ম্ম ইয়াত উক্ত হৈছে [ধৰ্ম্মোক্তেঃ]

কিন্তু আলোচ্য শ্ৰুতিত উক্ত হোৱা সকলোবোৰ গুণ সাংখ্যৰ প্ৰকৃতিৰ গুণ [সাংখ্যাৰ ১০ কাৰিকা চাওক] তেন্তে, ভূত-যোনি' প্ৰকৃতি কিয় নহব? আমাৰ এই প্ৰশ্নৰ উত্তৰত তলৰ সুত্ৰটি দিছেঃ-

**ৱিশেষণ ভেদ-ব্যপদেশাৎ চ ন ইতৰৌ। ১।২।২২**

আলোচ্য শ্ৰুতিত ভূতযোনিৰ সম্বন্ধে কৈছেঃ "এওঁ দিব্য অমূৰ্ত্ত পুৰুষ, বাহিৰ ভিতৰ সকলোতে বিদ্যমান, জন্মৰহিত, শুদ্ধ ইত্যাদি। এইবোৰ দেখাতে জীৱৰ ধৰ্ম্ম নহয়। সাংখ্যৰ প্ৰকৃতিৰ ধৰ্ম্ম একৰকমে হব পাৰে বুলি ধৰিলেও, ভূতযোনিক, "অক্ষৰাৎ পৰতঃ" বুলি সাংখ্যৰ প্ৰকৃতিৰ পৰা বেলেগ কৰি শ্ৰুতিয়ে দেখুৱাইছে। অক্ষৰ মানে সকলো পদাৰ্থৰ আদি সূক্ষ্মাবস্থা, নাম ৰূপৰ বীজ, পৰমেশ্বৰৰ অচিন্ত্য ৰচনাশক্তি বাঁ মায়া বা তেওঁৰ আশ্ৰিতা প্ৰকৃতি [সাংখ্যৰ স্বতন্ত্ৰা প্ৰকৃতি নহয়]। কিন্তু ভূতযোনি এই অক্ষৰৰ অতীত অমূৰ্ত্ত পুৰুষ; এই ভেদ শ্ৰতিয়ে দেখুৱাইছে। সেইগুণেঃ

সাংখ্যৰ প্ৰকৃতি বা জীব [ইতৰৌ] ভূতযোনি নহয় [ন] কাৰণ শ্ৰুতিয়ে ওপৰৰ বিশেষণ পদবোৰ আৰু ভেদ উল্লেখ কৰিছে [বিশেষণ ভেদ ব্যপদেশাৎ]

**ৰূপ উপন্যাসাৎ চ । ১।২।২৩**

ভূতযোনিৰ শ্ৰুতিয়ে যি ৰূপ বৰ্ণনা কৰিছে তাৰ পৰাও বুজিব পাৰি যে ব্ৰহ্মহে ভূতযোনি।

**বৈশ্বানৰঃ সাধাৰণ শব্দ বিশেষাৎ। ১।২।২৪**

ছান্দোগ্যত এটা উপাখ্যান আছেঃ

এদিন উদ্দালক আৰু পাঁচজন বেদজ্ঞ ব্ৰাহ্মণে আহি কৈকয়ৰাজ অশ্বপতিক সুধিলে, "মহাৰাজন, বৈশ্বানৰ-আত্মা কোন"? ৰজাই প্ৰশ্ন কৰিলে "তোমালোকে নো কোনে কাক বৈশ্বানৰ আত্মা বুলি উপাসনা কৰাঁ?"

এজনে কলে, দ্যুলোক; এজনে কলে সূৰ্য্য; এজনে কলে, আকাশ ইত্যাদি।

ৰজাই কলে, "এইবোৰ বৈশ্বানৰ আত্মাৰ পদ হে, পূৰ্ণ বৈশ্বানৰ আত্মা নহয়; তোমালোকে অংশকে পূৰ্ণ বুলি ভাবি উপাসনা কৰা হৈছে; আহিলা ভালেই হ'ল; মই কওঁ, শুনা; পূৰ্ণ বৈশ্বানৰ-আত্মা সেইজন যাৰ মস্তক, দ্যুলোক; চক্ষু, সূৰ্য্য; প্ৰাণ বায়ু; ইত্যাদি"। ৰজাই আৰু ক'লে যে বৈশ্বানৰ-আত্মাৰ উপাসনা কৰি অমৃতত্ব লাভ হয়। এই আখ্যায়িকাত দুটা শব্দ আছেঃ বৈশ্বানৰ আৰু আত্মা। বৈশ্বানৰ শব্দই জঠৰাগ্নি, অগ্নিদেৱতা আৰু পাৰ্থিব অগ্নি, এই তিনিওটা বুজাব পাৰে—অৰ্থাৎ এই তিনিৰ সাধাৰণ নাম বৈশ্বানৰ। সেইদৰে "আত্মা" শব্দটো জীৱাত্মা আৰু পৰমাত্মাৰ সাধাৰণ নাম। তেন্তে এতিয়া ৰজাৰ মতে বৈশ্বানৰ-আত্মা কোন?

ইয়াৰ উত্তৰত কৈছে–যদিও বৈশ্বানৰ আৰু আত্মা শব্দ দুটা সাধাৰণ, তথাপি যাত বিশেষত্ব আছে আৰু সেইগুণে [সাধাৰণ-শব্দ-বিশেষাৎ] ইযাত পৰমেশ্বৰকহে বুজাইছে [বৈশ্বানৰ :]।

বিশেষত্ববোৰ এইঃ আলোচ্য শ্ৰুতিত সকলো জগতক বৈশ্বানৰ আত্মাৰ অবযব বুলিছে, তেওঁক জানিলে অমৃতত্ব পায়, বিশেষতঃ আলোচ্য প্ৰকৰণত গুৰিৰে পৰা আত্মাৰ কথাহে কৈছে।

**স্মৰ্য্যমাণম্ অনুমানং স্যাৎ ইতি। ১।২।২৫**

বিষ্ণুপুৰাণ এখন প্ৰসিদ্ধ স্মৃতি। তাত পৰমেশ্বৰক এইদৰে স্তুতি কৰিছে।

যস্য অগ্নিৰাস্যং দ্যৌ মূৰ্দ্ধা
খং নাভিশ্চৰণৌ ক্ষিতিঃ
সূৰ্য্যশ্চক্ষুৰ্দ্দিশঃ শ্ৰোত্ৰে
তস্মৈ লোকাত্মনে নমঃ।।"

স্মৃতিৰ এই বৰ্ণনাৰ লগত ( স্মৰ্য্যমাণম্ ) অশ্বপতিৰ বৰ্ণনা মিলে। এইবাবেও অনুমান কৰিব পাৰি (অনুমানম্ স্যাৎ) যে পৰমেশ্বৰেই বৈশ্বানৰ-আত্মা।

**শব্দাদিভ্যঃ অন্ত প্ৰতিষ্ঠানাৎচ, ন ইতি চেৎ—?**
**ন, তথা দৃষ্টি উপাদেশাৎ অসম্ভবাৎ পুৰুষম্**
**অপি চ এনম্ অধীয়তে। ১।২।২৬**

প্ৰ· ওপৰত ২৪ সূত্ৰত কৈছে যে তিনিটি বিশেষ কাৰণৰ বাবে, বৈশানৰ আত্মা জঠৰাগ্নি নহয়। কিন্তু জঠৰাগ্নি সম্পৰ্কেওতো তেনে কাৰণ আছে—যেনে, বৈশ্বানৰ শব্দৰ ঘাই অৰ্থ, জঠৰাগ্নি আৰু ইয়াত হোমৰ আহুতি দিয়া বিধান আছে (শব্দাদিভ্যঃ) আৰু (চ) বৈশ্বানৰ শৰীৰৰ অভ্যন্তৰত থাকে বুলি কোৱা আছে (অন্তঃ প্ৰতিষ্ঠানাৎ) এইবোৰ বিশেষ কাৰণত আমি যদি কওঁ যে বৈশ্বানৰ আত্মা পৰমেশ্বৰ নহয়—তেন্তে?

উঃ। নহয়, সেই দৰে ক'ব নোৱাৰা [ন] কাৰণ শ্ৰুতিত জঠৰাগ্নি ৰূপে পৰমেশ্বৰৰ ধ্যান কৰি (তথা) উপাসনা কৰা উপদেশ দিছে (দৃষ্টি উপদেশাৎ) আৰু দ্যুলোক আদি জঠৰাগ্নিৰ অবয়ব—এনে কথা অসম্ভৱ (অসম্ভৱাৎ) আৰু (চ) যজুৰ্ব্বেদত এই বৈশ্বানৰক (এনম্) পুৰুষ বুলিও (পুৰুষমপি) নিৰ্দ্দেশ কৰিছে (অধীয়তে)

**অত এব ন দেৱতা, ভূতং। ১।২।২৭**

অতএব, অগ্নিদেৱতা (দেৱতা) বা ভৌতিক সাধাৰণ জুই (ভূতং চ) বৈশ্বানৰ আত্মা হব নোৱাৰে।

**সাক্ষাৎ অপি অবিৰোধং জৈমিনিঃ। ১।২।২৮**

আচাৰ্য্য জৈমিনিয়ে কয় যে ৰূপ কল্পনা নকৰাকৈ, সাক্ষাৎ ভাৱে (সাক্ষাৎ অপি) পৰমেশ্বৰৰ উপাসনা কৰা ইয়াত বিধি আছে আৰু ইয়াত কোনো বিৰোধ নাই (অবিৰোধ) কাৰণ বৈশ্বানৰ মানে সমগ্ৰ বিশ্বৰ নায়ক,—অৰ্থাৎ সৰ্ব্বময় ব্ৰহ্ম।

**অভিব্যক্তেঃ ইতি আশ্মৰথ্যঃ ১।২।২৯**

এই শ্ৰুতিত কোৱা হৈছে যে বৈশ্বানৰ আত্মা প্ৰাদেশ পৰিমাণ, [এজুলৈ মান বা ৯ আঙুলি পৰিমাণ] হৃদয়ত আছে। তেওঁ উপাসকৰ প্ৰতি কৃপা কৰি হৃদয়ত অভিব্যক্ত হয়। এই কথা আচাৰ্য্য আশ্মৰথ্যই কৈছে।

**অনুস্মৃতেঃ বাদৰিঃ ১।২।৩০**

প্ৰাদেশ প্ৰমাণ হৃদয়ত ধ্যান কৰা হয় বাবে [অনুস্মৃতেঃ] তেওঁক প্ৰাদেশ প্ৰমাণ বোলা হয়—এই কথা আচাৰ্য্য বাদৰিয়ে কৈছে।

**সম্পত্তেঃ ইতি জৈমিনিঃ, তথাহি দৰ্শয়তি। ১।২।৩১**

[সম্পত্তি—প্ৰাপ্তি]

ধ্যেয় বস্তুৰ স্বৰূপতা প্ৰাপ্তিক "সম্পত্তি বা সমাপত্তি" বোলে; যেনে শালগ্ৰামত বিষ্ণু-বুদ্ধি স্থাপন কৰি, ধ্যান কৰি কৰি, অন্তত সাধকৰ যেতিয়া শালগ্ৰামত শিলা-বুদ্ধি লোপ পাই, বিষ্ণু-জ্ঞান দৃঢ় হয়, তেতিয়া তেওঁৰ বুদ্ধিক "বিষ্ণু সম্পত্তি" বোলে।

এনে "পৰমেশ্বৰ সম্পত্তি" লাভ কৰিবলৈ [সম্পত্তেঃ] পৰমেশ্বৰক প্ৰাদেশ পৰিমাণ হৃদয়ত ধ্যান কৰা হয়—এই কথা আচাৰ্য্য জৈমিনিয়ে কৈছে [জৈমিনিঃ] আৰু সেইদৰেই [তথা হি] অন্য শ্ৰুতিয়েও নিৰ্দ্দেশ কৰিছে [দৰ্শয়তি]।

আমনন্তি চ এনম্ অস্মিন্। ১।২।৩২

আৰু এইদৰে প্ৰাদেশ পৰিমাণ ঠাইত (অস্মিন্) পৰমেশ্বৰক ধ্যান কৰা বিধান সকলো শ্ৰুতিয়ে দিছে (আমনন্তি)।

## *বেদান্ত-দৰ্শন*

৩য় পাদ

**দ্যু-ভূ-আদি আয়তনম্ স্ব-শব্দাৎ। ১।৩।১**

মুণ্ডক উপনিষদত আছে ঃ

> যস্মিন্ দ্যৌঃ পৃথিবী চান্তৰিক্ষং।
> ওতং মনঃ সহ প্ৰাণৈশ্চ সৰ্ব্বৈঃ॥
> তমেবৈকং জানথ আত্মানং।
> অন্যা বাচো বিমুঞ্চথ, অমৃতস্য এষ সেতুঃ॥

"স্বৰ্গ, পৃথিবী, অন্তৰিক্ষ, মন আৰু ইন্দ্ৰিয়বোৰ য'ত ওতঃ প্ৰোতঃ (পৰস্পৰ সম্বন্ধ) হৈ আছে, সেই অদ্বয় আত্মাক জানিবা; আন সকলো কথা এৰিবা; এই সংসাৰ সাগৰ পাৰ হবলৈ তেওঁ সেতু"। এই মন্ত্ৰটিৰ আলোচনা কৰি কৈছে ঃ

'আত্মা' শব্দটি থকা বাবে [স্ব-শব্দাৎ; স্ব=আত্মা] বুজি যে স্বৰ্গ পৃথিবী আদি সকলোৰে (দ্যু-ভূ-আদি) ব্ৰহ্ম আধাৰ বা আয়তন (আয়তনম্)।

গোটেই জগত ব্ৰহ্মত প্ৰতিষ্ঠিত, সঁচা। কিন্তু এই সূত্ৰত অকল তাকে কোৱা নাই। তেওঁ জগতক হাতেৰে ধৰি আছে বুলিও কোৱা নাই। ইয়াত কৈছে যে ব্ৰহ্মই এই জগতক (বহিৰ্জ্জগৎ আৰু অন্তৰ্জ্জগৎ—দুইটাকে) একে ডাল জৰীৰে মেৰাই থৈছে।

"ময়ি সৰ্ব্বমিদং প্ৰোতং, সূত্ৰে মণিগণা ইব।"

গীতাৰ এই কথাটো আমি সহজে উপলব্ধি কৰিব নোৱাৰোঁ। আমি ভাবোঁ যে জগতৰ সকলো বস্তুৰ পৃথক্ অস্তিত্ব আছে— ইটোৰ লগত

সিটোৰ কি সম্বন্ধ হব পাৰে? প্ৰত্যেক বস্তুৱেই একোটা বেলেগ পদাৰ্থ। আমাৰ এই ধাৰণা, অতি ভুল ধাৰণা। *

ইউৰোপীয় দৰ্শন আৰু বিজ্ঞানৰ ভিতৰললৈ নগৈও আমি সাধাৰণ যুক্তিৰেই আমাৰ গীতাৰ পাতনিত দেখুৱাইছো যে এই জগৎখন যেন এখন মেলি থোৱা কাপোৰ যাৰ এমূৰত আঙ্গোৰ মাৰিলেই তাৰ প্ৰতিঘাত গোটেই কাপোৰ খনৰ প্ৰত্যেক বিন্দুত অনুভূত হয়। নহলে wireless telegraphy, radio, television ইত্যাদি সকলো অসম্ভব হ'লহেতেন। বহিৰ্জ্জগতৰ এই একত্ব আজি কালি আমাৰ প্ৰত্যক্ষ জ্ঞান। কিন্তু অন্তৰ্জ্জগতৰ একত্ব আমি সহজে নেদেখো—যদিও সি আছে। বৰ্ত্তমান যুগৰ যোগী শ্ৰীঅৰবিন্দই কৈছে—

For this is the truth in nature that this Ego which thinks itself a separate being, claims to live for itself, is not and cannot be separate, nor can it live to itself even if it would but rather all are linked together by a Secret One-ness

Each existence is continually giving out perforce from its stock Out of its mental receipts from nature, or its vital & physical assers a stream goes out to all that is around it. And always again it receives something from its environment in return. For it is by this giving and receiving that it can effect its own growth while at the same time it helps the sum of things. [Synthesis of Yoga P.68]

শ্ৰীঅৰবিন্দৰ এই কথাবোৰে বুজিবলৈ হলে আমি মনত ৰাখিব লাগিব যে এই জগতত শক্তি আৰু ভাবৰ বাহিৰে বস্তু বুলিব একো নাই। ভাৱ আৰু শক্তি অন্যোন্যাশ্ৰয়ী। শক্তিৰ পৰা ভাব হয়, সেই ভাবেই আকৌ শক্তি হয়।

আমাৰ যত ভাৱ সকলো বহিৰ্জ্জগতৰ পৰা শক্তিৰূপে আহিছিল। বহিৰ্জ্জগতত আমি যদি অকলৈ থাকিলোঁহেতেন, আৰু একো বস্তু বা শক্তি নেথাকিলহেতেন, তেন্তে আমাৰ মনত একো ভাবো উদয় হব নোৱাৰিলেহেতেন।

আকৌ, আমি যেতিয়া ভিতৰৰ ভাব বহিৰ্জ্জগতক দিওঁ, সি তেতিয়া শক্তি হৈ যায়। ভাব প্ৰকাশ কৰিলেই, হয় বাক্য [শব্দ], নহয় তাপ, নহয় ৰূপ—এনে এবিধ শক্তি হৈ বহিৰ্জ্জগতলৈ যায়। আমাৰ খং উঠিছেনে নাই, আমাৰ মাত শুনিলেই বা মুখৰ চেহেৰা দেখিলেই মানুহে বুজে। বহিৰ্জ্জগৎ আৰু অন্তৰ্জ্জগতৰ এই আদান-প্ৰদান সদায় হৈ আছে। আমি নিজক এফালে, আৰু বাকী বহিৰ্জ্জগতক এফালে, ৰাখি চিন্তা কৰিলেই বুজিম কেনেকৈ এইদৰে হয়। আমি যি কৰো, যি ভাবো, সকলো শক্তি হৈ বহিৰ্জ্জগতৰ মহা শক্তিৰ লগত মিলি যায়, আকৌ সেই মহা শক্তিৰ পৰাই আমাৰ ভাব বা বোধ হয়। এইদৰে বহিৰ্জ্জগৎ আৰু অন্তৰ্জ্জগৎ আৰু সকলো প্ৰাণী পৰস্পৰ সম্বদ্ধ, যেন একেডাল সূতাৰে গথা। জগতৰ এই একত্ব লক্ষ্য কৰি, এই সূত্ৰত কৈছে যে ব্ৰহ্ম এই জগতৰ আধাৰ বা আয়তন। আচাৰ্য্য ৰামানুজে কৈছে যে জগৎ আৰু জীৱ হ'ল—শৰীৰ; আৰু ব্ৰহ্ম সেই শৰীৰৰ আত্মা। ইয়াতকৈ ভাল দৃষ্টান্ত দি আৰু ওপৰৰ কথাটো প্ৰকাশ কৰিব নোৱাৰি। এইবোৰ কথা আমাৰ গীতাৰ পাতনিত বাহুল্য ৰূপে আলোচনা কৰা হৈছে।

## মুক্ত-উপসৃপ্য-ব্যপদেশাৎ। ১।৩।২

"এই আধাৰ মুক্ত পুৰুষৰ প্ৰাপ্য" (মুক্ত উপসৃপ্য)— শ্ৰুতিৰ এই নিৰ্দ্দেশৰ পৰা (ব্যপদেশাৎ) বুজি যে ব্ৰহ্মই সেই আধাৰ।

## ন অনুমানম্, অ-তৎ-শব্দাৎ। ১।৩।৩

সাংখ্যৰ প্ৰকৃতি (অনুমানম্) সেই আধাৰ নহয় (ন) কাৰণ আলোচ্য শ্ৰুতিত প্ৰকৃতি-বাচক শব্দ নাই (অ-তৎশব্দাৎ)

---

* আমাৰ এই ভুল বৰ্ত্তমান নতুন বিজ্ঞানৰ ঢৌ-গণিতে [wave mechanics] স্পষ্টকৈ দেখুৱাই দিছে। এইমতে জগতৰ সকলো বস্তু পৰস্পৰ সম্বদ্ধ। কাৰো সুকীয়া অস্তিত্ব নাই। ইউৰোপীয় বৈজ্ঞানিক সকলেতো কৈছেই, দাৰ্শনিক অধ্যাপক Richie এও কৈছে :—

He (Eddington) points out, as Whitehead has done too, that there is no such thing as an independently existing individual True, everything is what it is and not something else ; but it is what it is in an environment without which it will not be anything in particular nor even exist at all........ yet, if it is true that the character of everything depends on its relations to other things and modern theories of space and tie hardly permit of any other assumption—if that is true then their must be some universal relation capable of mathematical expression between the parts whatever they are, out of which things are constructed and the whole lot of things taken together."

**প্ৰাণভৃৎ চ। ১।৩।৪**

**জীৱও (প্ৰাণভৃৎ) সেই আধাৰ নয়।**

**ভেদব্যপদেশাৎ। ১।৩।৫**

জীৱ আৰু আধাৰৰ ভেদ শ্ৰুতিয়ে দেখুৱাইছে। অতএৱ জীৱ জগতৰ আধাৰ নহয়। শ্ৰুতিত কৈছে যে তেওঁ সমস্ত প্ৰাণীক ধৰি আছে—সমস্ত জগতৰ তেওঁ প্ৰাণ।

"সমস্ত ভূতৰে তুমি প্ৰাণ বল
জগতকে আছা ধৰি।

**প্ৰকৰণাৎ। ১।৩।৬**

**শ্ৰুতিৰ এই প্ৰকৰণটি ব্ৰহ্ম বিষয়ক। অতএৱ ব্ৰহ্মক হে আধাৰ বুলিছে।**

**স্থিতি অদনাভ্যাম্ চ। ১।৩।৭**

আকৌ এই প্ৰকৰণতে, এটা মন্ত্ৰত কৈছে: "একেজুপি গছতে (অৰ্থাৎ দেহত) দুই চৰাই, এটিয়ে গুটি খায়, ইটিয়ে চাই থাকে।"

এই যে উদাসীনভাবে চাই থকা (স্থিতি) আৰু গুটি খোৱা (অদন) কথা কৈছে, ইয়াৰ দ্বাৰা জীৱাত্মা সংস্কাৰ বা ego আৰু পৰমাত্মাক বুজাইছে। পৰমাত্মা হে জগতৰ আধাৰ বুলি কৈছে।

**ভূমা সম্প্ৰসাদাৎ অধি উপদেশাৎ। ১।৩।৮**

এই সূত্ৰটোত ছান্দোগ্য উপনিষদৰ নাৰদ-সনৎকুমাৰ সম্বাদৰ কথা কৈছে। যি কথা আমি আমাৰ 'কথাৰে উপনিষদত', কৈ আহিছো। নাৰদে সকলো বেদ, সকলো শাস্ত্ৰ অধ্যয়ন কৰিলে, কিন্তু আত্ম-জ্ঞান লাভ কৰিব নোৱাৰিলে। তেওঁ সনৎকুমাৰৰ ওচৰত আহি আত্ম-জ্ঞানৰ উপদেশ বিচাৰিলে। সনৎকুমাৰে তেওঁক কলে, নাম, বাক, মন, সঙ্কল্প, আশা, স্মৃতি সকলোতকৈ প্ৰাণ শ্ৰেষ্ঠ। প্ৰাণতকৈ ভূমা শ্ৰেষ্ঠ। তাৰ পাছত আকৌ কলে, য'ত আন একো দেখিবলৈ নাই, শুনিবলৈ নাই, য'ত কোনো ৰকমৰ ভেদ নাই, সেয়ে ভূমা—মহৎ, বৃহৎ অবিছিন্ন—সেয়ে সুখ, সেয়ে জ্ঞান। তাক জানিবা।" এই ভূমা কি? এই প্ৰশ্নৰ উত্তৰত ওপৰৰ সূত্ৰটি দিছে:

ভূমা মানে পৰমাত্মা [ভূমা] কাৰণ সনৎকুমাৰে প্ৰাণতকৈ [সম্প্ৰসাদাৎ]* ভূমা শ্ৰেষ্ঠ, বুলি উপদেশ দিছে [অধি উপদেশাৎ]।

**ধৰ্ম্ম উপপত্তেঃ চ। ১।৩।৯**

এই ভূমাৰ ধৰ্ম্মবোৰ, (যিবোৰ ওপৰত কোৱা হল) ব্ৰহ্মতহে সঙ্গত হয়। সেইবাবে ভূমাই ব্ৰহ্ম। কথাৰে উপনিষদত আমি দেখুৱাইছো যে উপনিষদৰ এই ভূমাই বিজ্ঞানৰ Reality above "Space-Time."

**অক্ষৰম্ অম্বৰান্ত ধৃতেঃ। ১।৩।১০**

বৃহদাৰণ্যক উপনিষদত গাৰ্গীয়ে যাজ্ঞবল্ক্যক প্ৰশ্ন কৰিলে—

প্ৰ। ভূত ভৱিষ্যত বৰ্ত্তমান (কাল) আৰু সকলো বস্তু ক'ত ওতঃ প্ৰোতঃ। আছে।

উ। আকাশত।

প্ৰ। আকাশ ক'ত ওত: প্ৰোত?

উ। অয়ে গাৰ্গি, ব্ৰহ্মজ্ঞ সকলে কয়, সেয়ে অক্ষৰ। ই স্থূল নহয়, হ্ৰস্ব নহয়, দীৰ্ঘ নহয় ইত্যাদি।

এতিয়া ওপৰৰ সূত্ৰত কৈছে যে সেই অক্ষৰেই ব্ৰহ্মৰ কাণ; পৃথিব্যাদি অম্বৰান্ত সকলোকে তেওঁ ধৰি আছে। (আমাৰ কথাৰে উপনিষৎ চাওক।)

**সা চ প্ৰশাসনাৎ। ১।৩।১১**

সেই ধৃতিও (সা চ) পৰমেশ্বৰৰ কাৰ্য্য—কাৰণ শ্ৰুতিত প্ৰশাসন শব্দটো আছে যথা "এতস্য অক্ষৰস্য প্ৰশাসনে গাৰ্গি, সূৰ্য্যাচন্দ্ৰামসৌ বিধৃতৌ তিষ্ঠতঃ"। (কথাৰে উপনিষৎ চাওক।)

**অন্যভাৱ-ব্যাবৃত্তেঃ চ ১।৩।১২**

অক্ষৰ শব্দই জগতৰ বীজাবস্থা বা সাংখ্যৰ প্ৰকৃতিকে বুজাব পাৰে; কিন্তু ইয়াত তেনে সন্দেহৰ স্থল নাই; কাৰণ, ব্ৰহ্ম ব্যতীত আনৰ, অৰ্থাৎ প্ৰকৃতি বা জীৱৰ, [অন্য] ভাৱ [ভাৱ] নিষিদ্ধ কৰা হৈছে [ব্যাবৃত্তেঃ]। অৰ্থাৎ এই শ্ৰুতিতে বিজ্ঞাতা, দ্ৰষ্টা, অচিন্ত্য, ইত্যাদি, এনেবোৰ ধৰ্ম্মৰ উক্তি আছে যে সেইবোৰ প্ৰকৃতি বা জীৱ সম্পৰ্কে একেবাৰে অসঙ্গত হব।

**ঈক্ষতি-কৰ্ম্ম-ব্যপদেশাৎ সঃ। ১।৩।১৩**

প্ৰশ্নোপনিষদত গুৰু পিপ্পলাদে শিষ্য সত্যকামক ওঁ-কাৰ উপাসনাৰ উপদেশ দি কৈছিল যে উপাসকে সেই ধ্যেয়

* সম্প্ৰসাদ শব্দৰ আচল অৰ্থ সুষুপ্তি স্থান। সুষুপ্তিত প্ৰাণ জাগ্ৰত থাকে, সেইবাবে প্ৰাণ সম্প্ৰসাদ-স্থানীয়। পৰমাত্মা সম্প্ৰসাদৰ অতীত।

পুৰুষক ঈক্ষণ কৰে—অৰ্থাৎ দেখে। আৰু কলে, "সেই পুৰুষ অনন্ত, অমৃত ইত্যাদি"।

সেই পুৰুষজন কোন?

ইয়াৰ উত্তৰত কৈছেঃ

সেই ধ্যেয় পুৰুষ [সঃ] ব্ৰহ্ম। কাৰণ ঈক্ষতি ক্ৰিয়াৰ কৰ্ম্ম যি পুৰুষ, সেইজন অজৰ অমৰ ইত্যাদি বুলি শ্ৰুতিয়ে কৈছে [ইক্ষতি-কৰ্ম্ম-ব্যপদেশাৎ]। সেই জন ব্ৰহ্ম, সেইজনক উপাসকে দেখে।

**দহৰঃ উত্তৰেভ্যঃ। ১।৩।১৪**

ছাঃ উপনিষদত কৈছেঃ "এই ব্ৰহ্মপুৰত [দেহত] এটা অতিক্ষুদ্ৰ [দহৰ] পদ্মাকাৰ ঘৰ আছে আৰু সেই ঘৰৰ ভিতৰত এখন ক্ষুদ্ৰ আকাশ আছে [দহৰাকাশ]। দ্যুলোক, পৃথিবী, সূৰ্য্য, চন্দ্ৰ, নক্ষত্ৰ আদি যিবোৰ বাহিৰৰ আকাশত আছে, সেই সকলোবোৰ, আৰু ইয়াত নথকা বোৰো [অৰ্থাৎ অতীন্দ্ৰিয় বিষয়ো] সেই দহৰাকাশত আছে। দহৰাকাশক জানা।" এই দহৰাকাশখন কি? ই হৃদয়ৰ ভিতৰৰ এটা ফাঁক বা বিন্ধা নে কি?

উঃ এই দহৰাকাশ [দহৰঃ] ব্ৰহ্ম—কাৰণ শ্ৰুতিয়ে পাছত দিয়া বৰ্ণনাৰ পৰা [উত্তৰেভ্যঃ] সেইটো বুজিব পাৰি।

**গতিশব্দাভ্যাং তথা হি দৃষ্টং লিঙ্গং চ। ১।৩।১৫**

শ্ৰুতিয়ে আৰু কৈছে যে "এই জীববোৰ নিতৌ সুষুপ্তি কালত এই দহৰাকাশ স্বৰূপ ব্ৰহ্মালোকলৈ গতি কৰে অথচ সিহঁতে ব্ৰহ্মালোকলৈ যায় বুলি নেজানে।"

এই "গতি" আৰু "ব্ৰহ্মালোক"—এই শব্দ দুটাৰ পৰা [গতি শব্দাভ্যং] জানিব পাৰি যে ব্ৰহ্মই দহৰাকাশ। এই কথা অন্য শ্ৰুতিয়েও কৈছে আৰু ইঙ্গিত দিছে [তথা হি দৃষ্টং লিঙ্গঞ্চ]। ব্ৰহ্মৰ ঠাইত 'ব্ৰহ্মালোক' বা "ব্ৰহ্মালোকৰ" ঠাইত 'ব্ৰহ্ম' শব্দ প্ৰায় শ্ৰুতিত ব্যৱহাৰ কৰা দৃষ্টান্ত আছে। সেইবাবে ওপৰত "ব্ৰহ্মালোকলৈ গতি কৰে"—এই কথাৰ অৰ্থ হ'ব "ব্ৰহ্মস্বৰূপতা পায়"। অৰ্থাৎ সুষুপ্তিত আত্মাৰ সংস্কাৰজ ভাববোৰ নিবৃত্ত হয়, ভাবে ক্ৰিয়া নকৰে। সেই গুণে আত্মাৰ নিজ স্বৰূপ প্ৰকাশ হয়। ওপৰত কোৱা হৈছে যে আত্মা শুদ্ধ চিৎশক্তি মাত্ৰ (pure consciousness)। ই নিশ্চয় নিষ্ক্ৰিয়, অকৰ্ত্তা (সাংখ্য ১৯ কাৰিকা)।

**ধৃতেঃ চ মহিম্নঃ অস্য অস্মিন্ উপলব্ধেঃ। ১।৩।১৬**

আৰু (চ) "দহৰাকাশে সকলো লোক ধাৰণ কৰিছে" শ্ৰুতিৰ এই উক্তিৰ পৰা (ধৃতেঃ) জানিব পাৰি যে এই দহৰাকাশেই ব্ৰহ্ম এই জগৎ-ধাৰণ-মহিমাৰ (অস্য মহিম্নঃ) আৰোপ এই ব্ৰহ্মতে (অস্মিন্) সকলো শ্ৰুতিয়ে কৰিছে। ইয়াৰ পৰাও বুজিব পাৰি (উপলব্ধেঃ) যে ব্ৰহ্মই দহৰাকাশ।

**প্ৰসিদ্ধেঃ চ। ১।৩।১৭**

**আৰু (চ) আকাশ শব্দই ব্ৰহ্মক বুজায়—এই কথাও প্ৰসিদ্ধ।**

**ইতৰ পৰামৰ্শাৎ সঃ ইতি চেৎ?**

**ন, অসম্ভৱাৎ ১।৩।১৮**

প্ৰঃ। এই শ্ৰুতিৰ শেষ অংশত ইতৰ (অৰ্থাৎ ব্ৰহ্মেতৰ, জীৱৰ) উল্লেখ আছে—সেই গুণে যদি 'দহৰাকাশে' জীৱক (সঃ) বুজাইছে বুলি কওঁ? তেন্তে।

উঃ। নহয় (ন) কাৰণ এইটো অসম্ভৱ (অসম্ভৱাৎ)।

**উত্তৰাৎ চেৎ?—আবিৰ্ভূত-স্বৰূপঃ তু। ১। ৩। ১৯**

দেৱতাৰ ৰজা ইন্দ্ৰ আৰু অসুৰৰ ৰজা বিৰোচন, দুয়ো আত্মা-জ্ঞান লাভ কৰিবলৈ প্ৰজাপতিৰ ওচৰলৈ গ'ল। প্ৰজাপতিৰ শিষ্য হ'ল। বহুত দিনৰ মূৰত এদিন প্ৰজাপতিয়ে কলে, "এই যে চকুৰ ভিতৰত পুৰুষ দেখিছা, এৱেঁই আত্মা। বিৰোচনে বুজিলে যে দেহেই আত্মা। তেওঁ সন্তুষ্ট হৈ, বুজিলোঁ বুলি ভাবি গুচি আহিল। অসুৰবোৰো সেইগুণে আজিও দেহটোকে আত্মা বুলি ভাবে। ইন্দ্ৰৰ দেৱ-বুদ্ধি। ইন্দ্ৰ সন্তুষ্ট নহয়—ইন্দ্ৰই ভাবিলে, দেহ যদি আত্মা, তেন্তে আত্মা অজৰ, অমৰ হ'ল কেনেকৈ? প্ৰজাপতিয়ে ইন্দ্ৰকে আকৌ কিছুদিন ব্ৰহ্মচৰ্য্য পালন কৰি তেওঁৰ আশ্ৰমত থাকিবলৈ কলে। কিছুদিন পাছত কলে, "যিজনে স্বপ্নত বিচৰণ কৰে তেৱেঁই আত্মা"। এইবাৰো ইন্দ্ৰৰ সংশয় নমৰিল। তেওঁ আকৌ কিছুদিন ব্ৰহ্মচৰ্য্য পালন কৰি প্ৰজাপতিৰ আশ্ৰমত থাকি গ'ল।

আকৌ এদিন প্ৰজাপতিয়ে ক'লে, "যেতিয়া এই আত্মা সুষুপ্তিত [গভীৰ স্বপ্নহীন নিদ্ৰাত] থাকে তেতিয়া সে স্বপ্ন নেদেখে— ইত্যাদি।

ইন্দ্ৰই নুবুজিলে। এইদৰে জাগ্ৰৎ, স্বপ্ন, সুষুপ্তি অৱস্থাত জীৱক বৰ্ণনা কৰি, শেষত, ১০১ বছৰৰ মূৰত, এদিন কলে, "সুষুপ্তি অৱস্থাৰ জীৱক সম্প্ৰসাদ কৈলে ;সি এই শৰীৰৰ পৰা উঠি পৰম জ্যোতিঃ সম্পন্ন হৈ নিজৰ স্বৰূপ লাভ কৰে—সেয়ে উত্তম পুৰুষ। সেয়ে আত্মা—সেয়ে ব্ৰহ্ম—(তৎ ত্বম্ অসি)।"

ওপৰৰ সূত্ৰত ছান্দোগ্যৰ এই আখ্যায়িকাটোৰ কথা কৈছে।

এই আখ্যায়িকাটি আমাৰ "কথাৰে উপনিষৎ" নামে কিতাপত দিয়া আছে। ইয়াত বুজাইয়ে যে আমি সকলোৱে সদায় "আমি" 'আমি' বুলি কওঁ। কিন্তু আচল আমিটোনো কোন, অৰ্থাৎ আত্মাটোনো কি, আমি নুবুজো। নিম্ন স্তৰত মানুহে নিজৰ দেহটোকে আতমা বুলি ভাৱে। তাৰ ওপৰলৈ যাব পাৰিলে মানুহে বুজে দেহটো আত্মা নহয়, বুদ্ধিস্থ সংস্কাৰটোহে আত্মা। কিন্তু বুদ্ধিস্থ সংস্কাৰটো আত্মা নহয়। বুদ্ধিৰ ওপৰৰটোহে আত্মা। [যো বুদ্ধেঃ পৰতস্তু সঃ]। এই কথাটো কিন্তু আত্মজ্ঞান নহলে মানুহে বুজিব নোৱাৰে। এই আখ্যায়িকাত এতিয়া উপনিষদে দেখুৱাইছে কেনেকৈ ক্ৰমোন্নতিৰ ভিন্ন ভিন্ন স্তৰত আত্মা সম্পৰ্কে মানুহৰ ভিন্ন ভিন্ন ধাৰণা হয়।

এই আখ্যায়িকা ছাঃ উপনিষদৰ দহৰাকাশ প্ৰকৰণৰ শেষ অংশত আছে। সেই গুণে কৈছেঃ

প্ৰঃ উত্তৰাৎ চেৎ ?—এই প্ৰস্তাবৰ শেষ অংশত জীৱৰ বৰ্ণনা আছে গুণে আমি যদি কওঁ যে জীব হে দহৰাকাশ; তেন্তে ?

উঃ আবিৰ্ভূত স্বৰূপঃ তু—কিন্তু কেনেকৈ সেইদৰে কবা ? প্ৰজাপতিয়ে জীৱৰ যি বৰ্ণনা কৰিলে, সি জীৱৰ জীবত্ব দেখুৱাবলৈ নহয়; জীৱৰ যথাৰ্থ স্বৰূপৰ আবিৰ্ভাব বা প্ৰকাশ হে [আবিৰ্ভূত—স্বৰূপঃ] বৰ্ণনা কৰিলে। সুষুপ্তি জীৱই নিজ স্বৰূপ পায়।

**অন্যাৰ্থঃ চ পৰামৰ্শঃ। ১।৩।২০**

এই যে দহৰাকাশ প্ৰকৰণত জীৱৰ বৰ্ণনা [পৰামৰ্শঃ] কৰিছে, তাৰ আন অৰ্থ [অন্যাৰ্থঃ] আছে। ইয়াত বুজাইছে যে জীৱ আচলতে ব্ৰহ্ম। [জীৱো ব্ৰহ্মৈৱ নাপৰঃ]

**অনুকৃতেঃ ইতি চেৎ ? তদ্ উক্তম্ চ। ১।৩।২১**

মুণ্ডক উপনিষদত কৈছেঃ

"ন তত্ৰ সূৰ্য্যোভাতি ন চন্দ্ৰ তাৰকাং।
নেমা বিদ্যুতোভান্তি কুতোঽয়মগ্নিঃ।।
তমেৱ ভান্তমনুভাতি সৰ্ব্বং।
তস্য ভাসা সৰ্ব্বমিদং বিভাতি।।"

প্ৰঃ ইয়াত প্ৰকাশক বুলি যে বস্তুটিৰ কথা কলে, সেইটি কি ? সূৰ্য্যৰ নিচিনা বা তাতোকৈ ডাঙৰ কিবা এটি জ্যোতি নে কি ?

উঃ "তমেৱ ভান্তমনুভাতি সৰ্ব্বং"—তেওঁ প্ৰকাশ পাইছে বাবে সকলো প্ৰকাশ হয়; তেওঁক অনুকৰণ কৰে। এই অনুকৰণ কথাই [অনুকৃতেঃ] ব্ৰহ্মক বুজায়। ব্ৰহ্মহে স্ব-প্ৰকাশ।

প্ৰঃ সূৰ্য্য স্ব-প্ৰকাশ নহয় নে কি ?

উঃ নহয়, "তস্য ভাসা সৰ্ব্বমিদং বিভাতি"—তেওঁ প্ৰকাশ, হলে সকলো প্ৰকাশ পায়—সকলো জ্যোতি তেওঁৰ অধীন।

**অপি চ স্মৰ্য্যতে। ১।৩।২৩**

স্মৃতিয়েও তাকে কৈছে। যথা—

যদাদিত্য গতঃ তেজঃ জগদ্ভাসয়তেঽখিলম্।
যচ্চন্দ্ৰমসি যচ্চাগ্নৌ তত্তেজো বিদ্ধি মামিকাম্। (গীতা)

**শব্দাৎ এব প্ৰমিতঃ। ১।৩।২৪**

কঠ উপনিষত কৈছে "এই দেহৰ অভ্যন্তৰত এজন অঙ্গুষ্ঠ প্ৰমাণ পুৰুষ আছে, তেওঁ ধূমহীন জ্যোতি; তেওঁ ভূত ভবিষ্যতৰ নিয়ন্তা, তেওঁ সৰ্ব্ব কালত বৰ্ত্তমান; হে নচিকেতা, তুমি জানিব খোজাজন তেৱেঁই।" [কঠ ২।৪।১৩] এতিয়া ওপৰৰ সূত্ৰত কৈছে যে এই শ্ৰুতিৰ পৰা [শব্দাৎ] বুজা যায় যে সেই অঙ্গুষ্ঠ পুৰুষ [প্ৰমিঃ] ব্ৰহ্ম।

**হৃদি অপেক্ষয়া তু মনুষ্য অধিকাৰাৎ ।১।৩।২৫**

সকলো প্ৰাণীৰ হৃদয়ত পৰমেশ্বৰ আছে। হৃদয়ৰ পৰিমাণ অনুসাৰে [হৃদি অপেক্ষয়া] তেওঁক অঙ্গুষ্ঠ প্ৰমাণ বোলা হৈছে।

কিন্তু সকলো প্ৰাণীৰ হৃদয় সমান নহয়। হাতীৰ হৃদয় বা গুৰি পৰুয়া এটাৰ হৃদয়, সমান নহয়। কিন্তু [তু] ইয়াত শ্ৰুতিয়ে মানুহৰ হৃদয় হে লক্ষ্য কৰিছে, কাৰণ শাস্ত্ৰত মানুহৰ হে অধিকাৰ আছে, আন প্ৰাণীৰ নাই [মনুষ্য অধিকাৰাৎ] অৱশ্যে, জীৱাত্মাকো অঙ্গুষ্ঠ প্ৰমাণ বুলিব পাৰি; কিন্তু ইয়াত নচিকেতাই যাৰ কথা সুধিছে, সেই ব্ৰহ্মৰ হে কথা কৈছে, তেওঁহে ভূত-ভবিষ্যতৰ নিয়ন্তা।

**তদুপৰি অপি বাদৰায়ণঃ—সম্ভৱাৎ। ১।৩।২৬**

আচাৰ্য্য বাদৰায়ণে কয় যে মানুহতকৈ শ্ৰেষ্ঠ [তদুপৰি] দেৱতা আদি যিবোৰ প্ৰাণী আছে, সেইবোৰৰো [অপি] ব্ৰহ্মজ্ঞানত অধিকাৰ আছে; কাৰণ যিবোৰ অৱস্থা হলে সম্ভৱ [সম্ভৱাৎ]। দেৱতাৰ পদ, ঐশ্বৰ্য্য বিভূতি, সকলো অনিত্য। তেওঁবিলাক সকলো বিষয়তে আমাৰ নিচিনা—কেৱল শক্তিৰ তাৰতম্য। বেদ, ইতিহাস পুৰাণ আদি সকলো শাস্ত্ৰই কয় যে দেৱতাৰ শৰীৰ ইন্দ্ৰিয়, জন্ম, মৃত্যু সকলো আমাৰ দৰেই আছে। অতএব

দেৱতাবো আমাৰ দৰেই ব্ৰহ্মপ্ৰাপ্তিৰ সামৰ্থ্য আছে। উপনয়ন হলেহে মানুহ বেদ-পাঠৰ অধিকাৰী হয়। দেৱতাৰ উপনয়ন নাই, তেন্তে কেনেকৈ তেওঁবিলাক বেদ-পাঠৰ অধিকাৰী হব পাৰে? ইয়াৰ উত্তৰত শঙ্কৰাচাৰ্য্যই কয় যে দেৱতাই বেদ পঢ়িব নেলাগে; তেওঁবিলাকে বেদ এনেযে জানে; কিন্তু বেদ জানিলেই ব্ৰহ্মজ্ঞান নহয়, ব্ৰহ্মজ্ঞান বেলেগ বস্তু; ইয়ালৈ সাধনা লাগে, সেইগুণে শ্ৰুতিত পোৱা যায় যে ইন্দ্ৰই ১০১ বছৰ তপস্যা কৰিহে ব্ৰহ্মজ্ঞান লাভ কৰিলে। ১।৩।১৯

**বিৰোধঃ কৰ্ম্মণি, ইতি চেৎ—? ন, অনেক প্ৰতিপত্তেঃ দৰ্শনাৎ ১।৩।২৭**

ওপৰত ক'লে যে দেৱতবাৰ আমাৰ দৰেই শৰীৰ আছে। কিন্তু, তেতিয়া হলে বহুত কথাত বেমেজালি হব, দেৱতা সকল আমাৰ উপাস্য; আমি তেওঁবিলাকৰ হোম কৰোঁ, এতিয়া ধৰক, এহেজাৰ ঠাইত, এজোৰ মানুহে, একে সময়তে, একেজন দেৱতাৰে হোম কৰিছে। কেনেকৈ সেই একেজন দেৱতাই এহেজাৰ ঠাইত উপস্থিত হব? সেইগুণে দেৱতাৰ শৰীৰ আছে বুলিলে, যজ্ঞাদি কৰ্ম্মত [কৰ্ম্মাণি] অসম্ভাবনা বিৰোধঃ] হব পাৰে।

ইযাৰ উত্তৰত কৈছেঃ—ন, অনেক প্ৰতিপত্তেঃ ইত্যাদি—বিৰোধ নহয়, কাৰণ শ্ৰুতি স্মৃতি পুৰাণ আদি সকলো শাস্ত্ৰই কৈছে [দৰ্শনাৎ] যে একেজন দেৱতাই একে সময়তে বহুত শৰীৰ ধাৰণ কৰিব পাৰে। [অনেক প্ৰতিপত্তেঃ] এনে শক্তি যোগীসকলৰো আছে। পাতঞ্জল দৰ্শনত [৪।৪-৫] কৈছে যে যোগীয়ে নিজ অস্মিতা মাত্ৰ উপাদান গ্ৰহণ কৰি বহুত শৰীৰ একেলগে নিৰ্ম্মাণ কৰিব পাৰে। সেই সকলোবোৰ শৰীৰক তেওঁ ইচ্ছামতে ভিন্ন ভিন্ন শক্তি আৰু প্ৰবৃত্তি দিব পাৰে। তেওঁ সেই সকলোবোৰ চিত্তৰ নিয়ন্তা—সকলোবোৰ চিত্ত, তেওঁৰ চিত্তৰ অন্তৰ্গত।

বেদান্তৰ আৰু আমাৰ সকলো শাস্ত্ৰৰ মূল শিক্ষা এয়ে যে ঈশ্বৰেও ঠিক এনে ক্ষমতাৰেই এই জগৎ সৃষ্টি কৰিলে [২।১।২৫ চাওক]—জগতৰ সকলো প্ৰাণীৰ চিত্ত তেওঁৰ চিত্তৰ অন্তৰ্গত; তেওঁ সকলো প্ৰাণীৰ চিত্তৰ নিয়ন্তা; সকলোকে তেওঁ ভিন্ন ভিন্ন শক্তি, ভিন্ন ভিন্ন প্ৰবৃত্তি দিছে; তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে কাম কৰা কাৰো সাধ্য নাই।

**শব্দ ইতি চেৎ—ন অতঃ প্ৰভবাৎ প্ৰত্যক্ষ অনুমানাভ্যাম্।—১।৩।২৮**

বেদত কৈছে যে শব্দৰ বিনাশ নাই। শব্দও নিত্য, বেদো নিত্য। কিন্তু দেৱতাৰ শৰীৰ আছে, সেইবাৰে জন্ম মৃত্যু আছে, এনে কথা ক'লে আমি বুজিব লাগিব যে দেৱতাৰ লগে লগে দেৱতা বোধক শব্দবোৰো ধ্বংস হব।

এনে সংশয়ৰ [শব্দে ইতিচেৎ] উত্তৰত কৈছে যে শব্দৰ বিনাশ নাই, কাৰণ এই শব্দৰ পৰাই [অতঃ] দেৱতা আদি সমস্ত জগতৰ উৎপত্তি হৈছে [প্ৰভবাৎ] বুলি সকলো শ্ৰুতি আৰু স্মৃতিয়ে কয় [প্ৰত্যক্ষ অনুমানভ্যাং] [শ্ৰুতিৰ প্ৰমাণ স্বতঃ-সিদ্ধ—সেইবাৰে তাকে "প্ৰত্যক্ষ" বোলে। স্মৃতিৰ প্ৰমাণকে "অনুমান" বোলে।] দেৱতা মৰিলেই যে দেৱতা-বোধক শব্দবোৰো মৰিব, এনে কথা নাই। শ্ৰুতি আৰু স্মৃতিয়ে কয় যে প্ৰথমতে শব্দৰ পৰা সৃষ্টি, আকৌ শেহত সেই সৃষ্টি শব্দত পৰিণত হয়। ইযাকে তলৰ সূত্ৰত কৈছে।

**অতএব চ নিত্যত্বম্। ১।৩।২৯**

মানুহে যেতিয়া এটা নতুন বস্তু গঢ়ে প্ৰথমে তাৰ এটা আকৃতি মনে মনে কল্পনা কৰি লয় (design, concept) আৰু তাৰ এটা নাম মনতে ঠিক কৰে। সৃষ্টিকৰ্ত্তাই সেইদৰেই আগেয়ে বস্তুৰ এটা আকৃতি আৰু নাম (নামৰূপ) ঠিক কৰিহে বস্তুটো সৃষ্টি কৰিছিল। সকলো শাস্ত্ৰই কৈছে যে প্ৰজাপতিয়ে বৈদিক শব্দ স্মৰণ কৰিহে দেৱতা সকলক সৃষ্টি কৰিছিল। সকলো শাস্ত্ৰই কৈছে প্ৰজাপতিয়ে বৈদিক শব্দ স্মৰণ কৰিহে দেৱতা সকলকে সৃষ্টি কৰিলে (বেদেন নামৰূপে ব্যাকৰোৎ)। এই বৈদিক শব্দ আৰু সিঁহতৰ অৰ্থৰ সম্বন্ধটো নিত্য। দেৱতা থাকক বা নেথাকক শব্দ থাকিবই।

আৰু এইবাবেই [অতএব চ—অৰ্থাৎ প্ৰজাপতিৰ সৃষ্টি শব্দ-পূৰ্ব্বিকা বাবেই—শব্দৰ নিত্যত্ব [নিত্যতম্] প্ৰমাণ হয়। * শব্দৰ বিনাশ নাই।

---

* উপনিষদৰ এই কথাটো যি সকল পাঠকে সম্ভৱপৰ নহয় বুলি ভাবে, তেওঁবিলাকক আমি তাপ-গতি বিদ্যাৰ (Thermo-dynamics) কথা সোঁৱাৰাই দিওঁ। সেইমতে জগতৰ আদি আৰু শেষ অৱস্থা শব্দাত্মিকা বিজুলী বিন্দু (Sound waves) যিবোৰ অমৰ আৰু যিবোৰ পৰিণামৰ শেষ অৱস্থা। এডিংটনে [Eddington] কৈছে যে এই জগতৰ শেষ অৱস্থা হব, এই প্ৰকাণ্ড [broad-casting Station] "ব্ৰড-কাষ্টিং ষ্টেচন" New Pathways in Science, Chap II—[The end of the universe]

**সমান—নাম-ৰূপত্বাত চ আবৃত্তৌ অপি অবিৰোধঃ ; দৰ্শনা স্মৃতো চ। ১।৩।৩০**

আমাৰ শাস্ত্ৰমতে (আৰু পাশ্চাত্য বিজ্ঞানৰ তাপ-গতি-বিদ্যা thermodynamics মতেও) সৃষ্টি অনাদি প্ৰলযৰ পাছত সৃষ্টি, সৃষ্টিৰ পাছত প্ৰলয় — এইদৰে অনাদি কালৰ পৰা হৈ আহিছে। কিন্তু প্ৰলয়ত কোনো বস্তুৰ আত্যন্তিক বিনাশ নহয়। যদি হ'লহেতেন তেন্তে পুনঃ সৃষ্টি হব নোৱাৰিলেহেতেন, কাৰণ, একো নোহোৱা অৱস্থাৰ (nothing-ness) পৰা একো উৎপন্ন হব নোৱাৰে। প্ৰলয়ত সকলো বস্তু বীজ স্বৰূপে অব্যক্ত ৰূপে থাকে; পুনঃ সৃষ্টি কালত প্ৰকাশ হয়। (সূৰ্য্যচন্দ্ৰমসৌ ধাতা যথা পূৰ্ব্বমকল্পয়ৎ) অতএব সৃষ্টি অনাদি। শব্দাত্মিকা শক্তি নিত্য। এই কথাকে ওপৰৰ সূত্ৰত কৈছে ঃ প্ৰলযৰ পাছত আকৌ যেতিযা সৃষ্টি হয় তেতিয়া [আবৃত্তৌ] পূৰ্ব্ব কল্পৰ নামৰূপ থাকি যায় বাবে [সমান নাম ৰূপত্বাৎ] ইয়াত, শব্দৰ নিত্যত্ব বিষযে একো বিৰোধ নহয [দৰ্শনাৎ স্মৃতেঃ চ] জনা যায। আমি আৰু কওঁ যে এই কথা বিজ্ঞানেও সমৰ্থন কৰে।

**মধু-আদিষু-অসম্ভবাৎ অনধিকাৰং জৈমিনিঃ ১।৩।৩১**

এতিয়া আকৌ দেৱতাৰ ব্ৰহ্মবিদ্যাত অধিকাৰ আছে নে নাই, সেই বিষয়ৰ পুনঃ আলোচনা কৰিম।

মধু-বিদ্যাত সূৰ্য্যক মধুৰূপে কল্পনা কৰি উপাসনা কৰা বিধান আছে। দেৱতাৰ যদি এনে উপাসনাত অধিকাৰ আছে, তেন্তে সূৰ্য্যৰো আছে। তেন্তে সূৰ্য্যই মধু-বিদ্যা অভ্যাস কৰিলে নিজে নিজৰ উপাসনা কৰাহে হব। মধুবিদ্যাও বিদ্যা, ব্ৰহ্মবিদ্যাও বিদ্যা *।

দেৱতাৰ যদি বিদ্যাত অধিকাৰ আছে, তেন্তে মধু-বিদ্যাতো আছে। তেন্তে তেওঁবিলাকে নিজৰ উপাসনা কৰিব নে কি? এনেবোৰ যুক্তিৰে আচাৰ্য্য জৈমিনিযে কয় যে দেৱতাৰ ব্ৰহ্ম-বিদ্যাত অধিকাৰ নাই ঃ

আচাৰ্য্য জৈমিনিয়ে কয় [জৈমিনিঃ] যে দেৱতাৰ ব্ৰহ্ম-বিদ্যাত অধিকাৰ নাই [অনধিকাৰং] কাৰণ মধু আদি বিদ্যা দেৱতাৰ পক্ষে অসম্ভৱ [মধু আদিষু অসম্ভবাৎ]

**জ্যোতিষি ভাবাৎ চ। ১।৩।৩২**

জৈমিনিয়ে আৰু কয় [চ] যে সূৰ্য্য, চন্দ্ৰ, শুক্ৰ আদি—যিবোৰক সাধাৰণতঃ দেৱতা বোলা হয়—সেইবোৰ জড় পদাৰ্থ—জ্যোতিঃ পদাৰ্থ। সেইবাবে [জ্যোতিষি ভাবাৎ] দেৱতাৰ বিদ্যাত অধিকাৰ নাই।

**ভাবং তু বাদৰায়ণঃ অস্তি হি। ১।৩।৩৩**

কিন্তু [তু] আচাৰ্য্য বাদৰাযণে কয় যে দেৱতাৰ বিদ্যাত অধিকাৰ আছে [ভাবং] কাৰণ যিবোৰ অৱস্থাত অধিকাৰ জন্মে, সেইবোৰ দৈৱতাত আছে [অস্তি হি]। শঙ্কৰাচাৰ্য্যই কৈছে ঃ—

"দেৱতাবোৰৰ শৰীৰ আছে। সূৰ্য্য জ্যোতিঃপিণ্ড, সঁচা; কিন্তু অধিষ্ঠাতৃজন চৈতন্যযুক্ত দেৱতা; তেওঁ ইচ্ছানুৰূপ শৰীৰ ধাৰণ কৰে। মহাভাৰতত পোৱা যায় যে বেদ-ব্যাসে দেৱতাৰ লগত [illegible] পাতিছিল; যোগীয়ে দেৱতা প্ৰত্যক্ষ কৰে; এইবোৰ নিশ্চয় সত্য কথা। আমি দেৱতা নেদেখোঁ বুলিয়েই যে দেৱতা নাই, এনে হব নোৱাৰে। তেনে সিদ্ধান্ত কৰিলে জগতৰ বৈচিত্ৰ্য অস্বীকাৰ কৰা হয়; শ্ৰুতিক অশ্ৰদ্ধা কৰা হয়।"

**শুক্-অস্য তৎ অনাদৰ শ্ৰবণাৎ তৎ আদ্ৰবণাৎ সূচ্যতেহি। ১।৩।৩৪**

শূদ্ৰৰ ব্ৰহ্ম বিদ্যাত অধিকাৰ আছে নে নাই? এই প্ৰশ্নৰ উত্তৰত ওপৰৰ সূত্ৰটো দিছে। ইয়াত ছান্দোগ্য উপনিষদৰ আখ্যায়িক এটা লক্ষ্য কৰিছে ঃ

জানশ্ৰুতি নামে এজন ৰজাই হংসৰূপী ঋষি সকলৰ অনাদৰ বাক্য (অবজ্ঞা) শুনি, শোকাৰ্ত্ত হৈ, উপহাৰ লৈ ৰৈক্কৰ ওচৰত প্ৰাৰ্থনা কৰিলে ঃ 'ভগবন, আপুনি যি বিদ্যাৰ উপাসনা কৰিছে, সেই বিদ্যাৰ উপদেশ মোক দিয়ক"। ৰৈক্কই জানশ্ৰুতিৰ উপহাৰ প্ৰত্যাখ্যান কৰি কলে ঃ "শূদ্ৰ, এই সকলো বস্তু তোমাৰেই থাওক।" জানশ্ৰুতি শুচি আহিল। পাছত, জীযেকক আৰু অন্যান্য উপহাৰ লৈ, ঋষিক ৰৰকৈ ধৰাত (আৰু ঋষিয়েও ৰজাৰ অতি আগ্ৰহ দেখি) তেওঁক ব্ৰহ্ম বিদ্যা দান কৰিলে।

জানশ্ৰুতি যদি শূদ্ৰ, তেন্তে শূদ্ৰৰ নিশ্চয় ব্ৰহ্ম বিদ্যাত অধিকাৰ আছে। এই সংশয় নিবাৰণাৰ্থে ওপৰৰ সূত্ৰটি দিছে ঃ

এই শূদ্ৰ শব্দই সূচনা কৰে [সূচ্যতে হি] যে হংসৰূপী ঋষিৰ অনাদৰ বাক্য শ্ৰৱণ কৰি [তৎ-অনাদৰ শ্ৰৱণাৎ] সেই

* সূৰ্য্য, প্ৰাণ, আকাশ ইত্যাদিক প্ৰতীক অৱলম্বন কৰি উপাসনা কৰাৰ বিধানবোৰক 'বিদ্যা' বোলে ঃ যেনে প্ৰাণ বিদ্যা, মধুবিদ্যা, বৈশ্বানৰ বিদ্যা ইত্যাদি। ৩য় অধ্যায় চাওক।

জানশ্ৰুতিৰ [অস্য] অতিশয় শোক [শুক্] হৈছিল, আৰু সেইবাবে তেওঁ বৈক্কৰ ওচৰলৈ লৰ মাৰিছিল [তৎআদ্ৰবণাৎ]। এই বাবে তেওঁ জাতিত শূদ্ৰ নহয়। শূদ্ৰ মানে ইয়াত শোকাত্ত। (এই উপাখ্যানৰ বাবে আমাৰ "কথাৰে উপনিষৎ" ১০ পৃষ্ঠা চাওক।)

**ক্ষত্ৰিয়ত্ব গতেঃ চ উত্তৰত্ৰ চৈত্ৰৰথেন লিঙ্গাৎ। ১।৩।৩৫**

আৰু পৰবৰ্ত্তী বাক্যত [উত্তৰত্ৰ] চিত্ৰৰথ বংশৰ এজন ক্ষত্ৰিয়ৰ লগত [চৈত্ৰৰথেন] একেলগে উল্লেখ হোৱা বাবে [লিঙ্গাৎ] জানশ্ৰুতিৰ ক্ষত্ৰিয়ত্ব হে বুজা যায় [ক্ষতিয়ত্ব গতেঃ]

**সংস্কাৰ পৰামৰ্শাৎ তৎ-অভাব অভিলাপাৎ চ। ১।৩।৩৬**

ব্ৰহ্ম বিদ্যাত অধিকাৰ হ'বলৈ, উপনয়ন আদি সংস্কাৰ হব লাগে বুলি শাস্ত্ৰই কৈছে [সংস্কাৰ পৰামৰ্শাৎ], আৰু শূদ্ৰৰ পক্ষে সেইবোৰ বিধান নাই [তৎ-অভাব অভিলাপাৎ] এইবাবে বুজা যায় যে শূদ্ৰৰ ব্ৰহ্ম বিদ্যাত অধিকাৰ নাই।

**তদভাবে নিৰ্দ্ধাৰণে চ প্ৰবৃত্তেঃ। ১।৩।৩৭**

ছান্দোগ্য উপনিষদত আছে ঃ জবালাৰ পুত্ৰ সত্যকাম গৌতম ঋষিৰ আশ্ৰমলৈ অধ্যয়নৰ বাবে গ'ল। ঋষিয়ে সুধিলে, "তোমাৰ কি গোত্ৰ?" সত্যকামে মাকক সুধি আহি ক'লেহি "ভগবন, মোৰ কি গোত্ৰ মই নেজানো; মোৰ আইৰ নাম জবালা; আয়েও নেজানে মোৰ গোত্ৰ কি; মই কব নোৱাৰোঁ। ঋষিয়ে অলপ ভাবি ক'লে এনে সত্য যি কব পাৰে সি নিশ্চয় ব্ৰাহ্মণৰ সন্তান, অতএব মই ইয়াক লগুণ দিম; হে সৌম্য, সমিধ আনাইক, মই এতিয়াই ইয়াক লগুণ দিম।"

এই আখ্যায়িকা লক্ষ্য কৰি ওপৰৰ সূত্ৰত কৈছে ঃ

আৰু [চ] শূদ্ৰত্বৰ অভাব নিৰ্দ্ধাৰণ কৰিহে অৰ্থাৎ শূদ্ৰ নহয় বুলি জানিহে [তদভাবে নিৰ্দ্ধাৰণে] উপনয়নৰ প্ৰবৃত্তি গৌতমৰ হৈছিল—ইয়াৰ পৰা [প্ৰবৃত্তেঃ] বুজিব লাগে যে শূদ্ৰৰ ব্ৰহ্মবিদ্যাত অধিকাৰ নাই। [কথাৰে উপনিষৎ]

**শ্ৰৱণ-অধ্যয়ন-অৰ্থ প্ৰতিষেধাৎ স্মৃতেঃ চ অস্য। ১।৩।৩৮**

আৰু [চ] শূদ্ৰৰ [অস্য] ব্ৰহ্মবিদ্যাৰ শ্ৰৱণ, অধ্যয়ন আৰু অৰ্থবোধ নিষিদ্ধ [শ্ৰৱণ অধ্যয়ন-অৰ্থ প্ৰতিষেধাৎ] বুলি স্মৃতিৰ পৰা জানিব পাৰি।

**কম্পনাৎ। ১।৩।৩৯**

কঠোপনিষদে কৈছে—"যদিদং কিঞ্চ জগৎ সৰ্ব্বং প্ৰাণ এজতি নিঃসৃতম্"। এই জগতত যি যি পদাৰ্থ আছে, সকলোবোৰ প্ৰাণ-শক্তিৰ প্ৰভাৱত কঁপি আছে। এই "প্ৰাণ" কি? ইয়াৰ উত্তৰত কৈছে যে "এজতি" শব্দই গতি, চেষ্টা বা স্পন্দন বুজায়—এইবোৰক ক্ৰিয়া বোলে।

প্ৰাণৰ প্ৰভাৱত সমুদায় জগৎ ক্ৰিয়াশীল হৈছে বুলি শ্ৰুতিয়ে কৈছে। অতএব ইযাত প্ৰাণ মানে ব্ৰহ্ম।

**জ্যোতিঃ দৰ্শনাৎ। ১।৩।৪০**

ছান্দোগ্যৰ (৮।২২।৩) জ্যোতিঃ শব্দটিয়ে পৰমাত্মাক বুজাইছে কাৰণ, দেখা যায় [দৰ্শনাৎ], এই প্ৰকৰণত পৰমাত্মাৰ কথাহে কৈছে।

**আকাশঃ অৰ্থান্তৰত্বাদি ব্যপদেশাৎ। ১।৩।৪১**

ছান্দোগ্যৰ (৮।১৪।১) "আকাশ" শব্দই পৰমাত্মাক বুজাইছে। কাৰণ, আত্মা, অমৃত আদি শব্দবোৰ ব্যৱহাৰ কৰিছে [অৰ্থান্তৰত্বাদি ব্যপদেশাৎ]।

**সুষুপ্তি-উৎক্ৰান্ত্যোঃ ভেদেন। ১।৩।৪২**

বৃহদাৰণ্যক উপনিষদত যাজ্ঞবল্ক্যই জনক ৰজাক আত্ম-বিষয়ক বহুত উপদেশ দিয়া কথা আছে। জীৱৰ সুষুপ্তি আৰু উপক্ৰান্তি (দেহত্যাগ) অৱস্থা বৰ্ণনা কৰি জীৱাত্মা আৰু পৰমাত্মাৰ ভেদ দেখুৱাইছিল। এই আখ্যায়িকাত যি পুৰুষৰ কথা কৈছে সেইজন ব্ৰহ্ম। এই কথাকে ওপৰৰ সূত্ৰত কৈছে।

**পতি আদি শব্দেভ্যঃ ১।৩।৪৩**

উক্ত পুৰুষ যে ব্ৰহ্ম এই কথা "সৰ্ব্বস্য বশী, সৰ্ব্বস্য ঈশানঃ, সৰ্ব্বস্য অধিপতিঃ" ইত্যাদি যিবোৰ বিশেষণ তাত প্ৰয়োগ কৰিছে, সেইবোৰৰ পৰাও [পতিআদি শব্দেভ্যঃ] বুজিব পাৰি।

# বেদান্ত-দর্শন

## ৪র্থ পাদ

২য় আৰু ৩য় পাদত উপনিষদৰ উপাসনা বিষয়ক শব্দবোৰ বিচাৰ কৰি পালে যে সেইবোৰ ব্ৰহ্ম-বোধক শব্দ। এতিয়া উপনিষদৰ যিবোৰ বাক্যই দেখাত যেন সাংখ্য মত সমৰ্থন কৰে, সেই বাক্যবোৰৰ প্ৰকৃত অৰ্থ কি, তাৰ বিচাৰ কৰিব।

সাংখ্য দৰ্শন অকল সৃষ্টি-তত্ত্ব (Cosmology) নহয়। পদাৰ্থ বিদ্যা, মনোবিজ্ঞান, দেহ-তত্ত্ব আদি সকলো বিষয় ইয়াত আছে। বিশেষতঃ সাংখ্যই জীব-তত্ত্ব (Epistemology) অৰ্থাৎ জীৱৰ বিষয়-জ্ঞান কিয় হয় আৰু কেনেকৈ হয়,—তাকে হে বিশেষ ভাবে আলোচনা কৰিছে। এইদৰে, যুক্তিৰে জীৱতত্ত্ব (Epistemology) আলোচনা কৰিবলৈ হলেই, বোঁধ শক্তি (দৃক শক্তি) আৰু দৃশ্য বিষয়—এই দুইটা বেলেগ কৰি ল'বই লাগিব, নহলে কোনো বৈজ্ঞানিক আলোচনা নহয়। দৃক্ শক্তি চেতন, সমূদয় দৃশ্য বা অনুমেয় পদাৰ্থ তাৰ বিপৰীত অৰ্থাৎ অচেতন। এই অচেতন পদাৰ্থবোৰ বিশ্লেষণ কৰি সাংখ্যই পালে যে ইহঁতৰ মুলত কিবা এটা শক্তি আছে, যাৰ ৩ ৰকমৰ ক্ৰিয়া মাত্ৰ (সত্ত্বাদিগুণ) অনুমান কৰিব পাৰোঁ। এই শক্তিনো আচলতে কি আমি কব নোৱাৰো। দিক্কালৰ ওপৰত সি অব্যক্ত। কিন্তু দিক্কালৰ ভিতৰত তাৰ ক্ৰিয়া আমাৰ দৃশ্য বা অনুমেয়, অতএব অচেতন। এয়ে সাংখ্য দৰ্শন আৰু এয়ে আধুনিক বিজ্ঞান।

এতিয়া, বেদান্তৰ কিন্তু সৃষ্টি তত্ত্ব বিষয় নহয়। জীৱতত্ত্বও বেদান্তৰ বিষয় নহয়। বেদান্তৰ একমাত্ৰ বিষয় "ব্ৰহ্মৰ স্বৰূপ। শ্ৰুতি বাক্যৰ পৰা বেদান্তই জানে সৰ্ব্বং খল্বিদং ব্ৰহ্ম"—ব্ৰহ্মৰ বাহিৰে এই জগতত একো নাই, তেওঁক জানিলেই সকলো জনা হয়; এয়ে বেদান্তৰ ১ম প্ৰতিজ্ঞা বা সিদ্ধান্ত। সকলো যদি ব্ৰহ্মই, তেন্তে সকলো চেতন; ইয়াত অচেতন পদাৰ্থ এটা থাকিব নোৱাৰে ঃ

"চিদস্তীহ চিন্মাত্ৰমিদং চিন্ময়মেবচ।"

এয়ে বেদান্তৰ ২য় প্ৰতিজ্ঞা [২।১।৫ সূত্ৰ চাওক] *

এতিয়া তেন্তে উপনিষদে যদি আৰু কয় যে ব্ৰহ্মৰ বাহিৰেও, সাংখ্যৰ অচেতন প্ৰকৃতি বুলি আৰু এটা সুকীয়া তত্ত্ব আছে, "তেন্তে সৰ্ব্বংখল্বিদং ব্ৰহ্ম" এই প্ৰতিজ্ঞাৰ হানি হব; উপনিষদেও মুঠা বিৰুদ্ধ কথা কোৱা হব; উপনিষদৰ প্ৰামাণ্যও নষ্ট হব। সেইগুণে, বেদান্তই এতিয়া সকলো শ্ৰুতি তন্ন-তন্নকৈ চাইছে—তাত অচেতন বুলি কিবা এটা পদাৰ্থ আছে নে নাই। বেদান্তই পালে যে কোনো শ্ৰুতিয়ে সাংখ্যৰ অচেতন প্ৰকৃতিৰ কথা কোৱা নাই। কঠঃ আৰু শ্বেতঃ উপনিষদত দুটা মন্ত্ৰ আছে হয়, যি বাক্যই দেখাত যেন সাংখ্যৰ প্ৰকৃতিৰ কথা কৈছে। কিন্তু ভালকৈ চালে বুজা যায় যে তাৰ আচল অৰ্থ বেলেগ। এতিয়া এই ৪ৰ্থ পাদত সেই মন্ত্ৰ দুটাৰ আৰু আন এটি বাক্যৰ বিচাৰ কৰিম।

বেদান্তই এনে কথা কোৱা নাই যে সাংখ্য দৰ্শনৰ সিদ্ধান্তবোৰ ভুল বা মানুহৰ বিষয়-জ্ঞান সাংখ্যই কোৱা দৰে নহয়, আন কিবা ৰকমেহে হয়। বেদান্তই এনে কথাও কোৱা নাই যে উপনিষদত নথকা সকলো শাস্ত্ৰই [যেনে, ন্যায় বা গণিত শাস্ত্ৰ] ভ্ৰান্ত। বেদান্তই এনে কথাও কোৱা নাই যে শক্তিৰ ক্ৰিয়া [সত্ত্ব ৰজস্তমোগুণ] আমি নেদেখোঁ বা নাই। বেদান্তই মাত্ৰ কৈছে যে এই ক্ৰিয়া আচলতে ব্ৰহ্মৰ নিজৰ অচিন্ত্য নিৰ্ম্মাণ শক্তি—ব্ৰহ্মৰ পৰা অভেদ। "অচিন্ত্য ৰচনাশক্তি বীজং মায়েতি নিশ্চিনু।" [পঞ্চদশী, চিত্ৰদীপ ১৫২] ব্ৰহ্ম সূত্ৰত সাংখ্য দৰ্শনৰ আলোচনা কৰা মানে এযেহে।* এতিয়া বেদান্তই ওপৰত কোৱা মন্ত্ৰ দুটাৰ বিচাৰ কৰিব।

---

* বেদান্তই লৌকিক চেতন-অচেতন বিভাগ অস্বীকাৰ কৰা নাই। বেদান্তই মাত্ৰ কয় যে "চিৎশক্তি জড-শক্তিৰ একমাত্ৰ উপাদান" [জীৱন্মুক্তিবিবেক,—বিদ্যাৰণ্য মুনি]। পাঠক সকলে মনত ৰাখিব যে আজি-কালি বিজ্ঞানেও জড়শক্তিৰ বাস্তৱ অস্তিত্ব স্বীকাৰ নকৰে।

* ইয়াত পাঠক সকলে এটা কথা মনত ৰাখিব যে যদিও প্ৰকৃতিৰ বাস্তৱ অস্তিত্ব নাই, যদিও বেদান্তমতে আৰু বিজ্ঞানৰ মতেও প্ৰকৃতিক আমাৰ মনৰ অনুমান (Concept) বুলি আমি পাতনিত কৈ আহিছোঁ, তথাপি আৰু কৈ আহিছোঁ যে শক্তিৰ বাস্তৱ অস্তিত্ব মানি নললে কোনো দাৰ্শনিক বা বৈজ্ঞানিক আলোচনা হব নোৱাৰে। সাংখ্যদৰ্শন পাৰ্থিৱ দৰ্শন বা বিজ্ঞান। সাংখ্যই প্ৰকৃতিৰ বাস্তৱ অস্তিত্ব নেমানিলে এখোজো আগ বাঢ়িব নোৱাৰে। ওপৰত কোৱা হ'ল (১।১।২ সূত্ৰ) যে বেদান্তই দাৰ্শনিক পদ্ধতিৰে আলোচনা কৰা নাই। প্ৰকৃতিৰ অস্তিত্ব স্বীকাৰ কৰা বেদান্তৰ আৱশ্যক নাই।

**আনুমানিকম্ অপি একেষাম্ ইতি চেৎ? ন,—শৰীৰ-ৰূপক বিন্যস্ত-গৃহীতেঃ দৰ্শয়তি। ১।৪।১**

কঠ উপনিষদত আছে ঃ

ইন্দ্রিয়েভ্যঃ পৰাহ্যৰ্থাঃ অৰ্থেভ্যশ্চ পৰং মনঃ।
মনসস্তু পৰা বুদ্ধিঃ বুদ্ধেৰাত্মা মহান্ পৰঃ।।

অৰ্থাৎ মহততকৈ অব্যক্ত শ্ৰেষ্ঠ আৰু অব্যক্ততকৈ পুৰুষ শ্ৰেষ্ঠ। আকৌ সাংখ্য দৰ্শনতো আছে যে মহৎতত্ত্বৰ ওপৰত অব্যক্তা প্ৰকৃতি আৰু প্ৰকৃতিতকৈ পুৰুষ শ্ৰেষ্ঠ—কিন্তু স্বতন্ত্ৰ বা বেলেগ তত্ত্ব।

মন, বুদ্ধি, ইন্দ্রিয় আদি সকলো সাংখ্য দৰ্শনৰ কথা তেন্তে এতিয়া শ্ৰুতিৰ মহৎ আৰু সাংখ্যৰ মহত্তত্ত্ব, শ্ৰুতিৰ 'অব্যক্ত' আৰু সাংখ্যৰ প্ৰকৃতি, একে নহয়নে? এই শ্ৰুতি [একেষাম্] অনুমান-গ্ৰাহ্য-প্ৰকৃতিক [আনুমানিক] অৰ্থাৎ সাংখ্যৰ অচেতন প্ৰকৃতিক ধৰা নাইনে? এনে প্ৰশ্নৰ উত্তৰত ওপৰৰ সূত্ৰই কৈছে যে শ্ৰুতিয়ে সাংখ্যৰ প্ৰকৃতিৰ কথা কোৱা নাই। কাৰণ ইয়াৰ আগতে শ্ৰুতিয়ে ক'লে—

"আত্মানং ৰথিনং বিদ্ধি,
শৰীৰং ৰথমেব তু।
বুদ্ধিন্তু সাৰথিং বিদ্ধি,
মনঃ প্ৰগ্ৰহমেবচ।।"

এতিয়া এই গোটেই খিনি কথা একেলগে মিলালে স্পষ্ট বুজিব পাৰি-যে শ্ৰুতিয়ে আগৰে পৰা গুৰিলৈকে কেৱল এটি ৰূপক (allegory) বৰ্ণনা কৰিছে। বুদ্ধি, মন আদিক শৰীৰ-ৰূপ ৰথৰ সাৰথি, লেগাম, ঘোঁৰা ইত্যাদি ৰূপে বৰ্ণনা কৰি, শেহত সেই ৰথ কেনেকৈ চলাব লাগে তাৰ উপায় দেখুৱাই দি কলে, "মহতঃ পৰমব্যক্তম্" ইত্যাদি। ইয়াৰ পৰা বুজা যায় যে সেই "অব্যক্ত", ৰূপক-কল্পিত শৰীৰৰ বাহিৰে একো নহয় [শৰীৰ-ৰূপক বিন্যস্ত গৃহীতেঃ]। শ্ৰুতিয়ে স্পষ্ট ভাবে এই কথা দেখুৱাইছে [দৰ্শয়তি চ]; কাৰণ শ্ৰুতিয়ে ইয়াৰ পাছৰ মন্ত্ৰটিতে কলে ঃ "প্ৰাজ্ঞ মানুহে, বাক্যক মনত, মনক জ্ঞানত, জ্ঞান মহতত আৰু মহততক শান্ত আত্মাত সংযত কৰিব।"

সাংখ্যৰ প্ৰকৃতিৰ কথা কোৱা হলে, উক্ত বাক্য অৰ্থহীন হব। কাৰণ সাংখ্যৰ মহত্তত্ত্ব প্ৰকৃতিতেই শেষ; শান্ত-আত্মাৰ কথাই তাত নাই।

**সূক্ষ্মং তু তদৰ্হত্বাৎ। ১।৪।২**

আপত্তি হব পাৰেযে শৰীৰটো এট স্থূল পদাৰ্থ। আৰু অব্যক্ত মানে, যি অতি সূক্ষ্ম। তেন্তে শৰীৰক কিয় অব্যক্ত বুলিব? ইয়াৰ উত্তৰত কৈছে যে শৰীৰক অব্যক্ত বুলিব পাৰি। শ্ৰুতিয়ে সদায় কৈছে যে নাম ৰূপাদি, জগৎ সৃষ্টিৰ আগত, কেৱল বীজ বা শক্তি ৰূপে অব্যক্তত বৰ্ত্তমান থাকে। সকলো বস্তুৰ আদি কাৰণ "অব্যক্ত"। শৰীৰৰো কাৰণ, "অব্যক্ত"। শ্ৰুতিয়ে কাৰ্য্য আৰু কাৰণৰ ভেদ সদায় নকৰে; উপাদান বোধক শব্দ, অনেক সময়ত, সেই সেই উপাদানগঠিত বস্তুৰ পৰিবৰ্ত্তে প্ৰয়োগ কৰা হয়। এনে বহুত দৃষ্টান্ত আছে। সেই গুণে সূক্ষ্ম অব্যক্তক শৰীৰ বুলি বৰ্ণনা কৰা একো দোষৰ কথা নহয় [সূক্ষ্মং তু তদৰ্হত্বাৎ]

**তৎ-অধানত্বাৎ—অৰ্থবৎ। ১।৪।৩**

যদি জগতৰ আদি অবস্থাই সূক্ষ্ম অব্যক্ত হ'ল, যদি এই বীজাৱস্থাৰ পৰাই সকলো উৎপন্ন হ'ল, তেন্তে সাংখ্যৰ প্ৰকৃতি আৰু বেদান্তৰ অব্যক্তৰ কি প্ৰভেদ হ'ল? সাংখ্যই তো ঠিক ইয়াকেহে কৈছে।

এই প্ৰশ্নৰ উত্তৰত ওপৰৰ সূত্ৰটি দিছে। ইযাৰ অৰ্থ সকলো আচাৰ্য্যই একে ৰকমে দিছে। নিম্বাৰ্ক ভাষ্যত অতি চুম্বকে কৈছেঃ

ঔপনিষদং প্ৰধান পৰমকাৰণাধীনত্বাৎ অৰ্থবৎ।
আনৰ্থক্যং পৰাভিমতস্য—তস্যেতি ভেদঃ।

উপনিষদুক্ত প্ৰধানে [বা প্ৰকৃতিয়ে] পৰম কাৰণ ব্ৰহ্মৰ অধীন বাবে, সৃষ্টি ৰচনাৰূপ প্ৰয়োজন সিদ্ধি কৰিব পাৰে— অৰ্থাৎ অৰ্থবৎ হয়। সাংখ্যৰ প্ৰধান ব্ৰহ্মৰ পৰা ভিন্ন, অতএব অৰ্থবৎ হব নোৱাৰে; উভয় দৰ্শনৰ এয়ে প্ৰভেদ। পাঠকসকলে এতিয়া দেখিলে, উভয় দৰ্শনৰ প্ৰভেদ ক'ত। সাংখ্যই প্ৰকৃতিক এটা সুকীয়া তত্ত্ব বা বাস্তৱ অস্তিত্বশীল পদাৰ্থ বুলি ধৰিছে। কিন্তু বেদান্তই প্ৰকৃতিক ব্ৰহ্মৰ নিজৰ শক্তি বুলি ভাবে, এটা সুকীয়া তত্ত্ব বুলি নধৰে।

**জ্ঞেয়ত্ব অবচনাৎ চ। ১।৪।৪**

কঠ উপনিষদৰ 'অব্যক্ত' শব্দই যে সাংখ্যৰ প্ৰকৃতিক বুজোৱা নাই, তাৰ আৰু এটা কাৰণ এই—

বস্তু সদায় পৰিণামী বা বিকাৰী—এনে বস্তুক জানিলে একো পুৰুষাৰ্থ সাধন নহয়—এইবোৰ "জ্ঞেয়" বা জানিবলগীয়া বস্তু নহয়।

কিন্তু মূল, অবিকাৰী বস্তুটি হে অন্বেষণীয়। ইয়াক জানিলে পুৰুষাৰ্থ সাধন বা অপবৰ্গ হয়। ই হে "জ্ঞেয়"। সাংখ্য মতে

পুৰুষ আৰু প্ৰকৃতি, দুয়ো জ্ঞেয় ; কাৰণ পুৰুষ আৰু প্ৰকৃতিৰ পাৰ্থক্য জানিলেহে অপবৰ্গ হয়।

উপনিষদ মতেও, যদি অব্যক্ত মানে প্ৰকৃতিক বুজালেহেতেন তেন্তে ক'লেহেতেন যে এই প্ৰকৃতি মূলতত্ত্ব, অতএব "জ্ঞেয়"। কিন্তু এতিয়া কঠ উপনিষদত এনে কথা কোৱা নাই। এইবাবে [জ্ঞেয়ত্ব অবচনাৎ] বুজিব পাৰি যে অব্যক্ত মানে সাংখ্যৰ প্ৰকৃতি নহয়।

**বদতি ইতি চেৎ প্ৰাজ্ঞঃ হি প্ৰকৰণাৎ। ১।৪।৫**

ওপৰত কলে যে অব্যক্তক "জ্ঞেয়" বুলি শ্ৰুতিয়ে কোৱা নাই, আৰু সেইগুণে অব্যক্ত মানে সাংখ্যৰ "প্ৰকৃতি" নহয়। এই যুক্তিৰ বিৰুদ্ধে ক'ব পাৰি যে কঠোপনিষদে অব্যক্তক জ্ঞেয় বুলিছে যেন দেখা যায়, কাৰণ তাত কৈছে,

"অনাদ্যনন্তং মহতঃ পৰং ধ্ৰুবং
নিচায্য তং মৃত্যুমুখাৎ প্ৰমুচ্যতে।"

এনে আপত্তিৰ উত্তৰত ওপৰৰ সূত্ৰত কৈছে যে "অনাদ্য-নন্তং" ইত্যাদি মন্ত্ৰৰ অৰ্থ বেলেগ। ইয়াত সাংখ্যৰ "প্ৰকৃতিক" বুজোৱা নাই। গোটেই প্ৰকৰণটো চালে বুজা যায় যে প্ৰাজ্ঞ পৰমাত্মাক হে মুল তত্ত্ব (আৰু সেইবাবে জ্ঞেয়) বুলিছে।।

**ত্ৰয়ানাম্ এব চ এবম্ উপন্যাসঃ প্ৰশ্নঃ চ ১।৪।৬**

কঠোপনিষদত মাত্ৰ তিনিটি পদাৰ্থৰ উল্লেখ আছে। যথা অগ্নি, জীৱ আৰু পৰামাত্মা (ত্ৰয়ানাম্) এইদৰেই প্ৰশ্ন আৰু তাৰ প্ৰত্যুত্তৰ দিয়া হৈছে। (এবম্ চ উপন্যাসঃ প্ৰশ্নঃ চ)। কঠোপনিষদত অকলে এই তিনিটি বিষয়ৰ হে প্ৰশ্নোত্তৰ আছে বাবে আৰু সাংখ্যৰ প্ৰকৃতিৰ বিষযে কোনো প্ৰশ্ন বা উত্তৰ নাই গুণে আমি বুজিব লাগিব যে ইয়াত অব্যক্ত শব্দই সাংখ্যৰ প্ৰকৃতিক বুজোৱা নাই।

**মহৎ-বৎ চ ১।৪।৭**

একে শব্দকে সাংখ্য আৰু বেদান্তই বেলেগ অৰ্থত ব্যৱহাৰ কৰিছে ঃ যেনে সাংখ্যৰ 'মহৎ' শব্দই বুদ্ধিতত্ত্ব বুজায় কিন্তু বেদান্তৰ 'মহৎ' শব্দ মানে বুদ্ধিৰ অতীত আত্মা'। (বুদ্ধেৰাত্মা মহান্ পৰঃ)

এতিয়া ওপৰৰ সূত্ৰত কৈছে যে এই "মহৎ" শব্দৰ দৰেই (মহৎ-বৎ) "অব্যক্ত শব্দটোও বেলেগ অৰ্থত ব্যৱহাৰ হৈছে। সাংখ্যৰ অব্যক্তই প্ৰকৃতিক বুজাইছে আৰু কঠোপনিষদৰ আলোচ্য অংশত অব্যক্ত শব্দই শৰীৰক বুজাইছে।

**চমসবৎ অবিশেষাৎ। ১।৪।৮**

কঠোপনিষদৰ মন্ত্ৰৰ আলোচনা শেষ হ'ল। এই মন্ত্ৰত সাংখ্যৰ প্ৰকৃতিৰ কথা কোৱা নাই।

এতিয়া শ্বেত উপনিষদৰ মন্ত্ৰটিৰ আলোচনা কৰা হওক। এই মন্ত্ৰটি—

অজামেকাং লোহিত শুক্ল কৃষ্ণাং।
বহ্বীঃ প্ৰজাঃ সৃজমানাং সৰূপাঃ।।
অজোহ্যেকো জুষমাণোহনুশেতে।
জহাত্যেনাং ভুক্তভোগামজোহন্যঃ।।

ইয়াৰ অৰ্থ—এটি লোহিত-শুক্ল কৃষ্ণ বৰ্ণ আৰু জন্ম-ৰহিত (অজ) পদাৰ্থই নিজৰ নিচিনা বহুত সন্তান প্ৰসব কৰে।

অজ-এজনে তেওঁক ভোগ কৰি একত্ৰে শয়ন কৰে। অপৰ এটাই, ভোগ কৰি ত্যাগ কৰে। দেখাত এই মন্ত্ৰই প্ৰকৃতিক বুজায়। প্ৰকৃতি জন্ম-ৰহিত অহেতুমৎ পদাৰ্থ (অজা)। লোহিতাদি বৰ্ণ যথাক্ৰমে সত্ত্বৰজস্তমো গুণ। যি অজে ভোগ কৰে, সি সংসাৰী জীৱ। কিন্তু এতিয়া সূত্ৰকাৰে কৈছে যে এই অজা মন্ত্ৰটি—

"চমস বৎ অবিশেষ শব্দ"—অৰ্থাৎ ইয়াৰ নানা ভাৱে অৰ্থ কৰিব পাৰি।

বৃহদাৰণ্যকত চামুচৰ সংজ্ঞা দিছেঃ "অৰ্ব্বাগ্বিলঃ চমসঃ উৰ্দ্ধবুধ্নঃ"—অৰ্থৎ "চামুচ, তললৈ আৰু ওপৰলৈ দীঘল"। এইদৰে ক'লে হেতা এখন বা কলহ এটাকো চামুচ বুলিব পাৰি। ই অবিশেষ শব্দ (অবিশেষ=যি বিশেষ কোনো এটা বস্তু নুবুজায় বা যাৰ বহুত অৰ্থ হব পাৰে)। তেন্তে এই অবিশেষ মন্ত্ৰটিৰ অৰ্থ কি ?

অজা মানে, মাইকী ছাগলী আৰু অজ মানে, ছাগলী পোৱালি বুলি ধৰিলেও এই মন্ত্ৰৰ অৰ্থ একৰকমে হয় আৰু শঙ্কৰাচাৰ্য্যই সেইদৰে কৰি দেখুৱাইছেও।

এতিয়া বেদান্তই কৈছে যে এই শ্ৰেণীৰ মন্ত্ৰৰ প্ৰকৃত অৰ্থ বুলিবলৈ হলে গোটেই শ্ৰুতিখনৰ তাৎপৰ্য্য কি তাৰ আলোচনা কৰিব লাগিব।

সেইদৰে কৰিলে দেখা যায় যে এই অজা-মন্ত্ৰই সাংখ্যৰ প্ৰকৃতিৰ কথা কোৱা নাই। তেন্তে কিহৰ কথা কলে ? এই প্ৰশ্নৰ উত্তৰ তলৰ সূত্ৰত দিছে।

**জ্যোতিঃ উপক্ৰমা তু—তথা হি অধীয়তে একে।১।৪।৯**

কিন্তু [তু] জ্যোতিঃ প্ৰভৃতিক [জ্যোতিৰুপক্ৰমা] অজা শব্দই বুজাইছে। আৰু এইদৰে [তথা হি] কোনো শ্ৰুতিয়ে [একে]

কৈছে। পৰমেশ্বৰৰ পৰা উৎপন্ন হোৱা তেজ (জ্যোতি) অপ্ আৰু অন্ন—এই তিনিটা ভূত-সূক্ষ্মক "অজা" বুলিছে। ইহঁতৰ বৰ্ণ যথাক্ৰমে লোহিত, শুক্ল আৰু কৃষ্ণ বুলি ছান্দোগ্যই কৈছে।

ইয়াৰ পৰা স্পষ্ট বুজিব পাৰি যে অজা-মন্ত্ৰই সাংখ্যৰ প্ৰকৃতিক লক্ষ্য কৰা নাই।

**কল্পনা উপদেশাৎ চ, মধু আদি বৎ অবিৰোধঃ ।১।৪।১০**

কিন্তু ভূত সূক্ষ্ম সৃষ্ট পদাৰ্থ—জন্মৰহিত বা অজ নহয়। সিহঁতক কিয় অজ বুলিব ? এনে প্ৰশ্নৰ উত্তৰত কৈছে, ইয়াত কোনো বিৰোধ নহয়। [অবিৰোধঃ] কাৰণ ভূত সূক্ষ্মক 'অজ' বুলি কেৱল কল্পনা হে কৰা হ'ল [কল্পনা উপদেশাৎ] যেনেকৈ সূৰ্য্যক উপাসনাৰ বাবে মধু আদি ৰূপে [মধু আদি বৎ] কল্পনা কৰা হয়।

ভূত সূক্ষ্ম সদায় বীজৰূপে অব্যক্তত আছেই। সিহঁতৰ কাৰ্য্যাবস্থাত সিহঁত যেন বেলেগ বেলেগ সৃষ্ট পদাৰ্থ। কিন্তু সিহঁতৰ কাৰণ-অৱস্থাত, সিহঁত অবিনাশী সূক্ষ্ম শক্তি বিশেষ ব্ৰহ্মত সদায় প্ৰতিষ্ঠিত। এই কাৰণ-অবস্থা লক্ষ্য কৰি শ্ৰুতিয়ে সিহঁতক 'অজ' বুলিছে। এই যে 'অজা' ব্ৰহ্মৰ শক্তি সেই কথা সেই উপনিষদেই কৈছেঃ

"দেবাত্ম শক্তিং" ইত্যাদি

**ন সংখ্যা উপসংগ্ৰহাৎ অপি—নানাভাবাৎ—অতিৰেকাৎ চ ।১।৪।১১**

বৃহঃ উপনিষদত আছেঃ

যস্মিন্ পঞ্চ পঞ্চজনঃ আকাশশ্চ প্ৰতিষ্ঠিতঃ।
তমেব মন্যে আত্মানং বিদ্বান ব্ৰহ্ম মৃতোঽমৃতম্ ॥

অৰ্থাৎ—"য'ত পাঁচোটা 'পঞ্চজন' আৰু আকাশ প্ৰতিষ্ঠিত, তাকে আত্মা বুলি জানিলে অমৃতত্ব লাভ হয়। দেখাত যেন এই মন্ত্ৰই সাংখ্যৰ পঞ্চবিংশতি তত্ত্বৰ কথা কৈছে [প্ৰকৃতি, মহৎ অহঙ্কাৰ, পঞ্চ তন্মাত্ৰ, পঞ্চ মহাভূত, একাদশ ইন্দ্ৰিয় আৰু পুৰুষ]।

পঞ্চ-পঞ্চজন' মানে ২৫ তত্ত্ব নহৈ আৰু কি হব পাবে ? যদি সেয়ে হয়, তেন্তে সাংখ্য দৰ্শন নিশ্চয় শ্ৰুতি-মূলক। এনে আপত্তিৰ উত্তৰত ওপৰৰ সূত্ৰটি দিছেঃ

পঞ্চ পঞ্চ মানে ৫×৫=২৫—এই বুলি ধৰিলেও [সংখ্যা উপগ্ৰহাৎ অপি] সাংখ্য দৰ্শন যে শ্ৰুতিমূলক, এনে হব নোৱাৰে [ন] কাৰণ (১) সাংখ্যৰ তত্ত্ববোধ পৃথক পৃথক তত্ত্ব [নানা ভাবাৎ আৰু (২) ওপৰৰ আলোচ্য মন্ত্ৰটিত ২৫ৰ অধিক সংখ্যাৰ উল্লেখ আছে [অতিৰেকাৎ] ১। সাংখ্যৰ তত্ত্ববোৰ নানা ভাৱৰ [নানা ভাবাৎ]—অৰ্থাৎ সিহঁত সমান ধৰ্ম্মৰ বস্তু নহয়। সিহঁতক এনেকৈ ভগাব নোৱাৰি যে সমানে ৫ ভাগ হব আৰু প্ৰত্যেক ভাগত ৫টা সহধৰ্মী বস্তু থাকিব।

তেনে হোৱা হলেহে পঞ্চ "পঞ্চক" হ'লহেতেন। পঞ্চ তন্মাত্ৰ, পঞ্চ প্ৰাণ, পঞ্চ মহাভূত, পঞ্চ কৰ্ম্মেন্দ্ৰিয়, পঞ্চ জ্ঞানেন্দ্ৰিয়—যদি এনে ৫টা ভাগ হ'লহেতেন তেন্তে অৱশ্যে পঞ্চপঞ্চক অৰ্থাৎ ২৫টি তত্ত্ব হ'লহেতেন—কিন্তু সাংখ্যৰ তত্ত্ববোৰ সেইদৰে ভগাব নোৱাৰি।

পঞ্চ পঞ্চজন মানে ২৫ জন নহয়। সপ্ত-সপ্তৰ্ষি বুলিলে ৪৯ জন ঋষি নুবুজায়, সপ্তৰ্ষি মণ্ডলত থকা ৭ জন ঋষিক হে বুজায়। "সপ্ত-সপ্তক" বুলিলেহে ৪৯ জন বুজাব; আৰু সমধৰ্মী ৭ ভাগ বুজাৱ।

আলোচ্য মন্ত্ৰত "পঞ্চ-পঞ্চজন" মানে ২৫ জন নহয়। সমধৰ্মী ৫ জন হে।

তেন্তে সেই ৫ জন কোন ? এই প্ৰশ্নৰ উত্তৰ তলৰ সূত্ৰত দিছে।

২। তৰ্কস্থলত পঞ্চ-পঞ্চ মানে ২৫ জন বুলি ধৰিলেও, আলোচ্য উপনিষদত ২৭ টা তত্ত্ব হয় (আকাশ আৰু আত্মাক ধৰি) কিন্তু আকাশ আৰু আত্মা (পুৰুষ), সাংখ্য মতে ২৫ তত্ত্বৰ ভিতৰত। অতএব [সংখ্যা অতিৰেকাৎ] এই মন্ত্ৰত সাংখ্যৰ তত্ত্বৰ কথা কোৱা নাই।

**প্ৰাণাদয়ঃ বাক্য শেষাৎ ১।৪।১২**

এই মন্ত্ৰৰ পাছৰ মন্ত্ৰটোৱে (বাক্য শেষাৎ) পঞ্চ-পঞ্চজন মানে প্ৰাণ প্ৰভৃতিক বুজাইছে।

প্ৰাণ, চক্ষু, শ্ৰোত্ৰ, অন্ন আৰু মন—এই পাঁচজনেই পঞ্চ-পঞ্চ জন—অৰ্থাৎ সহধৰ্মী ৫ জন।

**জ্যোতিষা একেষাম্ অসতি অন্নে ১।৪।১৩**

শুক্ল যজুৰ্বেদৰ কণ্ব শাখাত (একেষাম্) পঞ্চ-পঞ্চজনৰ ভিতৰত অন্নকণ নধৰি (অসতি অন্নে) 'জ্যোতিঃ' ধৰি (জ্যোতিষা) পাঁচ সংখ্যা পূৰ্ণ কৰিছে।

**কাৰণত্বেন চ আকাশাদিষু যথা ব্যপদিষ্ট উক্তেঃ ১।৪।১৪**

ওপৰত ক'লে যে সাংখ্যৰ প্ৰকৃতি শ্ৰুতি-মূলক তত্ত্ব নহয়—ই অনুমান-গ্ৰাহ্য পদাৰ্থ মাত্ৰ। তেন্তে, যদি সাংখ্যক বাদ দিবই

লাগে, সৃষ্টি-তত্ত্ব বুজিম কেনেকৈ ? সৃষ্টি-তত্ত্ব কেৱল সাংখ্যত হে পোৱা যায়। উপনিষদৰ সৃষ্টি-তত্ত্বৰ বিষয়ে, এখন উপনিষদৰ লগত ইখনৰ মিল নাই। এখনে কয় "আত্মাৰ পৰা আকাশ হ'ল।" (তৈঃ ২।১) কোনোৱে কয় "ঈশ্বৰে প্ৰথমতে "তেজ" সৃষ্টি কৰিলে" (ছাঃ)। আকৌ কোনোৱে কয় প্ৰথমতে প্ৰাণৰ হে সৃষ্টি। কোনোৱে কয় একে সময়তে সকলো সৃষ্টি হল। কোনোৱে কয় সৃষ্টি সৎ; কেনোৱে কয অসৎ। অতএব বেদান্তৰ সহায়ত আচল সৃষ্টি-তত্ত্ব নিৰ্ণয নহয। এতিয়া এনেবোৰ আপত্তি খণ্ডন কৰিবলৈ আৰম্ভ কৰি ওপৰৰ সূত্ৰটি দিছে।

আকাশ আদি সৃষ্টি পদাৰ্থ বিষয়ে (আকাশাদিষু) বিভিন্ন মত থাকিলেও, সিঁহতৰ আদি কাৰণ সম্বন্ধে (কাৰণত্বেন) শ্ৰুতিৰ কোনো বিৰোধ নাই (যথা ব্যপদিষ্ট উক্তেঃ) অৰ্থাৎ এখনত যি কৈছে ইখনেও তাকে কৈছে। সকলো শ্ৰুতিয়ে মূল কাৰণ ব্ৰহ্ম বুলি কৈছে।

বাস্তবিক বেদান্তৰ মুখ্য উদ্দেশ্য, ব্ৰহ্মৰ স্বৰূপ নিৰ্ণয । কিন্তু সৃষ্টিৰ ভিতৰেদি হে ব্ৰহ্মক জানিব পাৰি, সৃষ্টি-তত্ত্ব বুজিলে ব্ৰহ্মতত্ত্ব বুজা সহজ হয়। এইবাৰে হে বেদান্তত সৃষ্টি বিষয়ে আলোচনা কৰিবলগীয়া হয়, নহলে সৃষ্টিতত্ত্ব জানিলে কোনো পুৰুষাৰ্থ সাধন নহয়, ইয়াৰ পৰা মোক্ষ নহয়, বিশেষতঃ ব্ৰহ্মক জানিলে সৃষ্টিতত্ত্ব বেলেগে জানিব নেলাগে।

ইয়াৰ পাছত [২।৩।১] বেদান্তই ক'ব যে সৃষ্টিতত্ত্বৰ বিষয়েও শ্ৰুতিত একো বিৰোধ নাই।

### সমাকৰ্ষাৎ ১।৪।১৫

কোনো কোনো শ্ৰুতিত "জগৎ অসৎ বা স্বভাব জগতৰ কাৰণ"—এই বুলি কলেও, সৎ স্বৰূপ ব্ৰহ্মক লগতে টানি অনা বাবে [সমাকৰ্ষাৎ] বুজা যায় যে জগতৰ মূল কাৰণ সম্বন্ধে শ্ৰুতিৰ একো বিৰোধ নাই।

তৈঃ উপনিষদত কৈছে যে এই জগৎ অসৎ আছিল। ইয়াৰ পৰা প্ৰথমতে অবশ্য ভাবিব পাৰি যে "একো নাই" (Nothingness) অৱস্থাৰ পৰা জগতৰ উৎপত্তি হ'ল, কিন্তু ইয়াৰ পাছৰ মন্ত্ৰটিতে সেই শ্ৰুতিয়েই, এই অসৎ বাদৰ অসম্ভাবনা দেখুৱাবলৈ হে যেন ক'লে যে ব্ৰহ্ম সৎ স্বৰূপ আৰু সেই ব্ৰহ্মৰ পৰা সৃষ্টি হ'ল। জগৎ সদায় ব্ৰহ্মত প্ৰতিষ্ঠিত। কিন্তু আমি এতিয়া ইয়াক যেনে দেখিছো, সৃষ্টিৰ আগত ই তেনে নাছিল। এই কথাকে তৈঃ উপনিষদে বুজাইছে। সেইদৰেই শ্বেতাঃ উপনিষদে কলে (৬/১) যে জ্ঞানী মানুহৰ মতে 'স্বভাব' যে জগতৰ কাৰণ, কিন্তু ঠিক সেই মন্ত্ৰতে ক'লে যে এই সকলোবোৰ ব্ৰহ্মৰ হে মহিমা।

### জগৎ বাচিত্বাৎ ১।৪।১৬

ওপৰত যি পালো তাৰ পৰা বুজিলো যে সাংখ্যৰ 'প্ৰকৃতি' জগতৰ কাৰণ নহয়। এতিয়া কৰ যে সাংখ্যৰ পুৰুষো জীবাত্মাও জগতৰ কাৰণ নহয়।

কৌষিতকী উপনিষদত আছে যে বালাকিয়ে শিক্ষা সমাপন কৰি গুৰু গৃহৰ পৰা আহি ভাবিলে যে তেওঁৰ আৰু জানিবলৈ একো বাকী নাই। তেওঁ অতি গৰ্বত অজাতশত্ৰুৰ তালৈ গ'ল। গৈ কলে, "মহাৰাজ, ব্ৰহ্ম কি মই উপদেশ দিওঁ, শুনক—এই যে সূৰ্য্য দেখিছে, ইয়াৰ অধিষ্ঠাতৃ পুৰুষ জনেই ব্ৰহ্ম ইত্যাদি। ৰজাই হাঁহি হাঁহি কলে, "এই পুৰুষ জন তো ব্ৰহ্ম নহয়; মই কওঁ শুনা; যি সকলোবোৰ পুৰুষৰ কৰ্ত্তা, এইবোৰ যাৰ কৰ্ম্ম, তেওঁক জানিবা।" তেন্তে এই কৰ্ত্তাজন কোন ? এই প্ৰশ্নৰ উত্তৰত কৈছে·

সমস্ত জগতৰ কৰ্ত্তা বুলিছে যেতিয়া [জগৎ বাচিত্বাৎ] তেওঁ ব্ৰহ্মৰ বাহিৰে কোনো হব নোৱাৰে।

[এই উপাখ্যানটি আমাৰ 'কথাৰে উপনিষত।।'

### জীৱ-মুখ্য-প্ৰাণ লিঙ্গাৎ ন,—ইতি চেৎ ? তৎ ব্যাখ্যাতম্ ১।৪।১৭।

উক্ত বালাকি উপাখ্যানত, জীৱ-মুখ্যপ্ৰাণ-বাচক শব্দ আছে, ব্ৰহ্ম ন'হবও পাৰে, এনে সন্দেহৰ উত্তৰত কৈছে [তৎ ব্যাখ্যাতম্] যে এই প্ৰশ্নৰ উত্তৰ দিয়া হ'ল। (১।১।৩১) পাছৰ সূত্ৰতো ইয়াৰ উত্তৰ দিছে।

### অন্যাৰ্থং তু জৈমিনিঃ—প্ৰশ্ন ব্যাখ্যানাভ্যাম্ অপি চ এবম্ একে ।১।৪।১৮

এই সূত্ৰতো সেই বালাকি উপাখ্যানকে লক্ষ্য কৰিছে। ৰজাই উদ্ধত বালাকিক ব্ৰহ্মতত্ত্ব বুজাবলৈ হাতত ধৰি ভিতৰলৈ লৈ গল। গভীৰ নিদ্ৰাত পৰি থকা মানুহ এটাৰ ওচৰত ঠিয় হৈ মানুহটোক মাতিলে; ৰজাই দেখুৱালে যে মানুহটো অচেতন; তাক জগালে; তাৰ পাছত কলে, "জীৱ প্ৰাণ নহয়, প্ৰাণৰ পৰা বেলেগ।" বালাকিক প্ৰশ্ন কৰিলে "গভীৰ টোপনিত ইয়াৰ প্ৰাণ ক'ত আছিল ? আকৌ কৰ পৰা আহিল ?" তেওঁ নিজেই উত্তৰ দিলে "সুষুপ্তিত মানুহ প্ৰাণৰ লগত একে হয়।" আকৌ

কলে, "এই সময়ত জীৱ পৰামাত্মাৰ লগত একে হয়। পৰামাত্মাৰ পৰা ইন্দ্ৰিয়াদিৰ আবিৰ্ভাৱ হয়।"
এই কথাকে এতিয়া ওপৰৰ সূত্ৰত কৈছে ঃ—

আচাৰ্য্য জৈমিনিয়ে [জৈমিনিঃ] কয় যে এই শ্ৰুতিত জীৱৰ উল্লেখ অন্য কাৰণত হে কৰিছে (অন্যাৰ্থং) অৰ্থাৎ পৰমাত্মাক বুজিবৰ কাৰণে হে কৰিছে। এই কথা অজাতশত্ৰুৰ প্ৰশ্ন আৰু উত্তৰৰ পৰা বুজা যায় (প্ৰশ্ন ব্যাখ্যানাভ্যাম্] আৰু [অপি চ] এইদৰে [এৱম্] এখন শ্ৰুতিয়ে [একে] কৈছেও। বাজসনেয়ী শাখাত এইদৰে কৈছে।

**বাক্য অন্বয়াৎ। ১।৪।১৯**

এই সূত্ৰটিয়ে বৃহদাৰণ্যকৰ যাজ্ঞবল্ক্য-মৈত্ৰেয়ী উপাখ্যানৰ বিষয়ে কৈছে, যি উপাখ্যানটি আমি 'কথাৰে উপনিষদত' দিছো।

যাজ্ঞবল্ক্য ঋষিৰ দুই পত্নী—মৈত্ৰেয়ী আৰু কাত্যায়নী। তেওঁ মৈত্ৰেয়ীক কলে, "মৈত্ৰেয়ী, মই আহিলো, মোৰ বাণপ্ৰস্থৰ সময় হ'ল, সম্পত্তি তুমি আৰু কাত্যায়নীয়ে ভাগ কৰি লবাহঁক।"

মৈত্ৰেয়ীয়ে উত্তৰ দিলে, "প্ৰভো, সম্পত্তি কাত্যায়নীৰ হওক; মোক সেই অমূল্য বস্তুটি দিয়ক, যাক লৈ আপুনি বনলৈ যাবলৈ ওলাইছে।"

যাজ্ঞবল্ক্যই ক'লে, "মৈত্ৰেয়ি, তুমি মোৰ সদায় প্ৰিয়া, আজি মই তোমাৰ ওপৰত বিশেষ প্ৰসন্ন; মোৰ ওচৰত বহাঁ; মই কওঁ, তুমি শুনা।" এইবুলি তেওঁ মৈত্ৰেয়ীক বহুত উপদেশ দিলে। প্ৰথমতে কলে;

"মৈত্ৰেয়ি, স্বামীয়ে স্ত্ৰীক ভাল পায়; নিজৰ নিমিত্তেহে ভাল পায়, স্ত্ৰীৰ সুখৰ নিমিত্তে নহয়। এইদৰেই, যি যাক ভাল পায়, নিজৰ আত্মাৰ প্ৰীতিৰ নিমিত্তেহে, লোকৰ নিমিত্তে নহয়। মৈত্ৰেয়ি, তুমি সেই আত্মাৰ সম্বন্ধেই সদায় ভাবিবা, ধ্যান কৰিবা, সেই আত্মাক জানিলেই সকলো জনা হয়।" এইদৰে এই স্বাৰ্থপৰ "ভালপোৱাটোকে" লাহে লাহে বহলাই নি মানুহে গোটেই জগতক ভাল পাব পাৰে; কেনেকৈ, মানুহে উপলব্ধি কৰিব পাৰে যে নিজৰ আত্মা আৰু লোকৰ আত্মা একেডাল জৰীত বন্ধা, আৰু পৰমাৰ্থিক ৰূপে একে; কেনেকৈ ভাবি দিলে শেহত মানুহে নিজৰ আত্মাতে গোটেই-খন জগৎ দেখিব;

যেন ভূতান্যশেষেণ দ্ৰক্ষ্যস্যাত্মন্যথো ময়ি
বা
"তুমি আত্মা তোমাক নেজানে একোজনে।।"
"তত্ত্ব নেপাই তোমাক বিচাৰে বাহিৰত।।"

যাজ্ঞবল্ক্যই আৰু বুজালে যে এই জগতত আত্মাৰ বাহিৰে আৰু একো বস্তু নাই আৰু বাহিৰৰ বস্তুবোৰত ৰূপ ৰস গন্ধ আদি একো লাগি থকা নাই। এইবোৰ আমাৰ ভাৱ স্বৰূপ। এই যাজ্ঞবল্ক্য-মৈত্ৰেয়ী সম্বাদটি পৃথিৱীৰ মানুহলৈ বৃহদাৰণ্যক উপনিষদৰ অমূল্য দান।

বেদান্তই ওপৰৰ সূত্ৰত এতিয়া এই বিষয়টোকে আলোচনা কৰিছে ঃ—

[বাক্য-অন্বয়াৎ]-এই উপাখ্যানটি গুৰিৰে পৰা আলোচনা কৰিলে বুজিব পাৰি যে যাজ্ঞবল্ক্যই মৈত্ৰেয়ীক পৰমাত্মা বিষয়েহে উপদেশ দিছে; জীৱাত্মাৰ বিষয়ে নহয়। কিন্তু "যি যাক ভাল পায়, নিজৰ নিমিত্তেহে পায়"—এই কথাষাৰৰ পৰা এনে সন্দেহ হবও পাৰে যে যাজ্ঞবল্ক্যই জীৱাত্মাৰ কথাহে কৈছে। আচলতে সেইটো নহয়। তেওঁ শেহত কলে, "মৈত্ৰেয়ী, এই আত্মাক জানিলেই অমৃতত্ব লাভ হয়, ইয়াৰ বাহিৰে চিৰশান্তি লাভৰ কোনো আশা নাই; অকল ইয়াক জানিলেই সকলো জনা হয়।" এইবোৰ কথা পৰমাত্মাত হে খাটে। তেওঁৰ উদ্দেশ্য আছিল মৈত্ৰেয়ীক আত্মজ্ঞানৰ উপদেশ দিয়া।

তেওঁ ইয়াকে বুজালে যে জীৱাত্মাৰ ব্ৰহ্মৰ পৰা পৃথকে অস্তিত্ব নাই, বা জীৱাত্মা পৰামাত্মা একে।

**প্ৰতিজ্ঞাসিদ্ধেঃ লিঙ্গম্ আশ্মৰথ্যঃ। ১।৪।২০**

আচাৰ্য্য আশ্মৰথ্যই কয় যে যাজ্ঞবল্ক্যই যেতিয়া কৈছে যে আত্মাক জানিলেই সকলো জনা হয়, আমি বুজিব লাগিব যে জীৱাত্মা এটা স্বতন্ত্ৰ বা স্বয়ম্ভূ পদাৰ্থ নহয়। যদি হলহেতেন তেন্তে জীৱাত্মাক জানিলেই পৰমাত্মাক জনা নহব। সেই গুণে [প্ৰতিজ্ঞাসিদ্ধেঃ] যাজ্ঞবল্ক্যৰ প্ৰতিজ্ঞা—অৰ্থাৎ আত্মাক জানিলেই সকলো জনা হয়—এই প্ৰতিজ্ঞাৰ হানি নহবলৈ হলে, জীৱবাচক শব্দ পৰামাত্মা-জ্ঞাপক [লিঙ্গম্] হব লাগিব। এওঁৰ মতে জীৱ আৰু ঈশ্বৰৰ কাৰ্য্য-কাৰণ সম্বন্ধ। জীৱ কাৰ্য্য, পৰমেশ্বৰ কাৰণ। কাৰ্য্যৰ কাৰণাতিৰিক্ত স্বতন্ত্ৰ অস্তিত্ব নাই আৰু কাৰণৰ জ্ঞান হলেই যাবতীয় কাৰ্য্যৰ জ্ঞান হয়।

**উৎক্ৰমিষ্যতঃ এৱং ভাবাৎ ইতি ঔড়ুলোমিঃ। ১।৪।২১**

আচাৰ্য্য ঔড়ুলোমিয়ে কয় যে জীৱ যেতিয়া দেহ আৰু

ইন্দ্ৰিয়াদিৰ পৰা উঠে অৰ্থাৎ দেহত আত্মবুদ্ধি নকৰা হয়—তেতিয়া তাৰ [উৎক্ৰমিষ্যতঃ] এনে জ্ঞান হয় যে সি পৰমাত্মাৰ পৰা অভিন্ন। এনে ভাৱতে এই শ্ৰুতিত প্ৰথমতে জীৱাত্মাৰ উপদেশ দি পাছত লাহে লাহে বুজালে যে জীৱাত্মা আৰু পৰামাত্মা স্বতন্ত্ৰ বস্তু নহয়। জীৱ পৰমেশ্বৰৰ অৱস্থা নহয়।

এইমতে জীৱ আৰু ব্ৰহ্মৰ ভেদা-ভেদ বা অংশ-অংশী সম্বন্ধ। এইমত নিম্বাৰ্কাচাৰ্য্যই গ্ৰহণ কৰিছে।

**অৱস্থিতেঃ ইতি কাশকৃৎস্নঃ। ১।৪।২২**

কাশকৃৎস্নাচাৰ্য্যই কয় যে পৰামাত্মাহে জীৱাত্মা ৰূপে অৱস্থান কৰে আৰু সেইবাবে (অবস্থিতেঃ) যাজ্ঞবল্ক্যই প্ৰথমতে জীৱাত্মাৰ কথা কৈ পাছে লাহে লাহে পৰামাত্মাৰ কথা কলে। এইমতে জীৱাত্মা আৰু পৰামাত্মাৰ একো ভেদ নাই।*

**প্ৰকৃতিঃ চ প্ৰতিজ্ঞা-দৃষ্টান্ত-অনুপৰোধাৎ। ১।৪।২৩**

(প্ৰকৃত=প্ৰ+কৃতি-উপাদান, হেতু বা যোনি)

আমি এতিয়ালৈকে পালো যে ব্ৰহ্ম জগতৰ কাৰণ। তেওঁ কেনেকুৰা কাৰণ? এটা বস্তু গঢ়িবলৈ হলে, দুটা কাৰণ লাগে। কুমাৰ নহলেও ঘট নহয় আৰু মাটি নহলেও ঘট নহয়। কুমাৰ, ঘটৰ নিমিত্ত-কাৰণ আৰু মাটি তাৰ উপাদান কাৰণ। ব্ৰহ্ম তেন্তে জগতৰ নিমিত্ত-কাৰণ নে উপাদান-কাৰণ? এই প্ৰশ্নৰ উত্তৰত ওপৰত হৈছে ঃ

ব্ৰহ্ম জগতৰ নিমিত্ত-কাৰণতো হয়েই আৰু উপাদান কাৰণো (চ প্ৰকৃতিঃ) হয়; যিহেতু, ব্ৰহ্মক যদি উপাদান কাৰণ বুলি স্বীকাৰ কৰা নহয়, তেন্তে "ব্ৰহ্মক জানিলেই যে সকলো বস্তু জনা হয়"—উপনিষদৰ এই প্ৰতিজ্ঞাৰ হানি হব আৰু প্ৰতিজ্ঞা প্ৰমাণ কৰিবলৈ উপনিষদে যিবোৰ দৃষ্টান্ত দিছে, সেই সকলোবোৰ নিৰৰ্থক হব; অতএব [প্ৰতিজ্ঞাদৃষ্টান্ত অনুপৰোধাৎ] বুজিব লাগিব যে ব্ৰহ্ম নিমিত্ত-কাৰণো আৰু উপাদান-কাৰণো। ব্ৰহ্মৰ বাহিৰে এই জগতৰ একো উপাদান-নাই—একো বস্তু নাই।

**"তুমি বিনে বস্তু নাই কহিলো স্বৰূপে"**

এই প্ৰসঙ্গত শঙ্কৰাচাৰ্য্যই কৈছে যে লৌকিক এনে কোনো দৃষ্টান্ত নাই যে একেজন মানুহেই নিমিত্ত আৰু উপাদান, দুয়োটা কাৰণ হব পাৰে—অৰ্থাৎ বিনা উপাদানেৰে যে মানুহে কিবা এটা নিৰ্ম্মাণ কৰিব পাৰে, এই দৰে যে হব পাৰে তাক মানুহে ধাৰণা কৰিব নোৱাৰে। কিন্তু জগতৰ আদি কাৰণ ব্ৰহ্ম সম্পৰ্কে শ্ৰুতি বাক্যহে প্ৰমাণ। লৌকিক দৃষ্টান্তৰে ধাৰণা কৰিব নোৱাৰিলেও, শ্ৰুতিয়ে যেতিয়া কৈছে, তেতিয়া আমি স্বীকাৰ কৰিবই লাগিব যে জগতৰ একো উপাদান নাই।

শঙ্কৰাচাৰ্য্যৰ দিনত অৱশ্য এই কথা মানুহে ধাৰণা কৰিব নোৱাৰিছিল।

তেতিয়া আণবিক বাদ (Quantum Theory) নাছিল। আজি-কালি আমাৰ দৃষ্টি-বলয় বহুত বহল হ'ল। আমাক যন্ত্ৰেৰে পৰমাণু ফালি দেখুৱালে যে তাৰ ভিতৰখন শুদা। এইটো এতিয়া আমাৰ প্ৰত্যক্ষ জ্ঞান। যিবোৰ বিজুলী বিন্দু (Electrons) পাওঁ সেইবোৰো একো বাস্তৱ পদাৰ্থ নহয়—সিহঁত গণিত শাস্ত্ৰৰ সৃষ্টি আৰু দিক্ আৰু কালৰ

---

*শঙ্কৰাচাৰ্য্যই এইমত গ্ৰহণ কৰিছে। তেওঁ আৰু কৈছে যে এইমত যুক্তিসঙ্গত। জীৱৰ জীৱত্ব যদি মিথ্যা বা অজ্ঞান কল্পিত নহয়, তেন্তে কোনো কালেই নিৰ্ব্বাণ মুক্তি নহব। এই মত ওপৰতে তেওঁৰ "মায়াবাদ" নিৰ্ভৰ কৰিছে। এই কথা তলত ২।৩।১৬—৫৩ সূত্ৰত আলোচনা কৰা হব।

এই মত শ্ৰীশঙ্কৰদেৱেও গ্ৰহণ কৰিছে, যথা ঃ—

ঈশ্বৰত কৰি জীৱ ভিন্ন নহি
শান্ত অবিকাৰী হয়।
ভ্ৰান্তিয়ে অজ্ঞান আবৰিত হুয়া
আপোনাক নজানয়। (ভক্তি ৰত্নাকৰ)

শঙ্কৰাচাৰ্য্যই কৈছে যে এই তিনিটা মতৰ ভিতৰত কাশকৃৎস্নৰ মতহে শ্ৰুতি-সম্মত। আমি কিন্তু ভাবো যে তিনিওটি মতেই শ্ৰুতি- সম্মত। জীৱক ব্ৰহ্মৰ অংশ বুলি ধৰিলেও বা পূৰ্ণ ব্ৰহ্ম বুলি ধৰিলেও বা ব্ৰহ্মৰ প্ৰতিবিম্ব বুলি ধৰিলেও যেনেকৈ ধৰো আমি সেই একে কথাকে বুজিম। শ্ৰুতিয়ে যেতিয়া যেনে সুবিধা সেইদৰেহ ধৰিছে। সেই দৰেই মূল কথাটো বুজিবলৈ আমাক যেন এটা দৃষ্টান্ত বা ছবি দিছে। 'বিজ্ঞানৰ সিপাৰে' নামৰ কিতাপ খনত এই বিষয়ে অতি বাহুল্য ভাবে আলোচনা কৰা হৈছে। তাত আমি সৌভৰি ঋষিৰ দৃষ্টান্ত দিছো। ওপৰৰ পাঠনিতো আমি কৈ আহিছো যে এইবোৰ একেটো ছবি বা দৃষ্টান্ত, মূল সত্য বেলেগ। জীৱক অংশ বোলা যেনে,পূৰ্ণব্ৰহ্ম বোলাও তেনে বা প্ৰতিবিম্ব বোলাও তেনে ব্ৰহ্ম নিৰৱয়ৱ পদাৰ্থ। ইয়াৰ ভাগ বা অংশ নাই। চিৎ শক্তি অবিভাজ্য। ব্ৰহ্মৰ প্ৰতিবিম্ব নাই। আমি যদি শ্ৰুতিৰ কথাটি বিশ্বাস কৰো যে ব্ৰহ্মই নিজে কল্পনা কৰি বহুহে এই সমস্ত জীৱ হ'ল, প্ৰত্যেকক বেলেগ কাম কৰিবলৈ নিযুক্ত কৰিলে, প্ৰত্যেকক বেলেগ বেলেগ জ্ঞান বুদ্ধি আৰু ক্ষমতা দিলে, তেন্তে আৰু ইয়াত আন একো প্ৰশ্ন নুঠে। জীৱক ব্ৰহ্মৰ অংশ বা পূৰ্ণব্ৰহ্মধি বোললা, সেই একে কথাকে বুজিম। আমি বুজিম যে দ্বৈতবাদ, অদ্বৈতবাদ আদি সকলো বাদ মতে একে পৰব্ৰহ্মই সংকল্প কৰি বহু জীৱ হৈ নিজে নিজে প্ৰকাশ হৈছে আৰু জগতৰ ওপৰতো তেওঁ আছে। আমি বুজিম যে ইয়াত তেওঁৰ বাহিৰে আৰু একো নাই। জগৎ জীৱ প্ৰকৃতি সকলো তেওঁৰ আত্মপ্ৰকাশ।

সম্বন্ধ-সূচক। এইবোৰ কথা আমি সহজে বুজো। জগতৰ যে উপাদান, নাই, এইটো এতিয়া আমাৰ প্ৰত্যক্ষ জ্ঞান। এতিয়া, ইয়াত আমাৰ কোনো সন্দেহৰ স্থল নাই।

### অভিধ্যা-উপদেশাৎ চ। ১।৪।২৪

ব্ৰহ্মাই সঙ্কল্প কৰি সৃষ্টি কৰিলে-এই কথা শ্ৰুতিযে কৈছে। ইয়াৰ পৰা (অভিধ্যা উপদেশাৎ) বুজিব লাগে যে ব্ৰহ্ম নিমিত্ত-কাৰণো আৰু উপাদান-কাৰণো। তেওঁ কোনো বেলেগ উপাদান লৈ কুমাৰে ঘট গঢ়া দৰে জগৎ সৃষ্টি কৰা নাই। মকৰাই জাল নিৰ্ম্মাণ কৰা দৰে, বিনা উপাদানে সৃষ্টি কৰিলে।

### সাক্ষাৎ চ উভয় আম্নানাৎ। ১।৪।২৫

আৰু [চ] স্বয়ং ব্ৰহ্মকে [সাক্ষাৎ] প্ৰলয় আৰু সৃষ্টি উভয়ৰ কাৰণ বুলি শ্ৰুতিযে উপদেশ দিছে, ইয়াৰ পৰা [উভয় আম্নানাৎ] বুজিব পাৰি যে ব্ৰহ্মই জগতৰ উপাদান।

"ব্ৰহ্ম সৃষ্টিৰ কাৰণ"—এইদৰে ক'লে, আমি স্পষ্ট বুজো যে তেওঁ নিমিত্ত-কাৰণ। ইয়াত সন্দেহৰ স্থল নাই। কিন্তু "ব্ৰহ্ম প্ৰলয়ৰ কাৰণ, অতএৱ তেওঁ জগতৰ উপাদান"—এই কথাটো কেনেকৈ সঁচা হয়? এই কথাটো কিন্তু সৎ-কাৰ্য্য-বাদৰ স্বতঃসিদ্ধ। আমি জানো যে কাৰণ নহলে কাৰ্য্য নহয়; কাৰ্য্য সদায় কাৰণৰ আশ্ৰিত আৰু শেহত কাৰণত লয় হয়। যি বস্তু য'ৰ পৰা ওলায়, সি ত'ত হে লয় হব পাৰে। এতিয়া, উপনিষদে কৈছে, ব্ৰহ্ম প্ৰলয়ৰ কাৰণ। তেন্তে আমি বুজিব লাগে যে সমস্ত সংসাৰ তেওঁত লীন হয়।

"সমস্ত সংসাৰ ভ�ৈল ঈশ্বৰত লীন।"

তেন্তে ব্ৰহ্ম মূল উপাদান, কাৰণ সৎকাৰ্য্যবাদ মতে, য'ত কোনো এটা বস্তু লীন হয়, সেইটো তাৰ উপাদানৰ বাহিৰে আৰু একো হব নোৱাৰে।

### আত্ম কৃতেঃ পৰিণামাৎ। ১।৪।২৬

তৈঃ উপনিষদত আছে, "তৎ আত্মানং স্বয়ং অকুৰুত।" ব্ৰহ্মাই স্বয়ং আপোনাকে আপুনি সৃষ্টি কৰিলে। কেনেকৈ এইদৰে হব পাৰে। ইয়াৰ উত্তৰত কৈছে—পৰিণামাৎ অৰ্থাৎ সৰ্ব্বশক্তিমান ব্ৰহ্মই নিজৰ শক্তিৰে নিজৰ পৰিণাম নিজে ঘটাই জগৎ সৃষ্টি কৰিলে। আমি এনে বুজিব নালাগে যে ব্ৰহ্ম পৰিণামী বস্তু, তেওঁ নিত্য, নিৰবয়ৱ, নিৰ্ব্বিকাৰ আৰু সৎ। পৰিণামী জগৎ সৃষ্টি কৰিও, তেওঁ নিজে অবিকৃত থাকে। কেনেকৈ এইদৰে হব পাৰে আমি ধাৰণা কৰিব নোৱাৰোঁ, কিন্তু এইদৰেই হয়। এয়ে তেওঁৰ অচিন্ত্য মহিমা। ব্ৰহ্মৰ "আত্মা-কৃত পৰিণামেই জগৎ"—এই কথা কৈ, শ্ৰুতিযে বুজায় যে জগতৰ একো উপাদান নাই। [এই সূত্ৰৰ ব্যাখ্যা শঙ্কৰাচাৰ্য্যই এইদৰেই কৰিছে। কিন্তু তেওঁ আৰু কয় যে নিৰ্ব্বিকাৰ ব্ৰহ্মৰ পৰিণাম কি? তেওঁৰ অবয়ৱ নাই, অংশ নাই, প্ৰকৃত পৰিণামো নাই। শ্ৰুতিৰ এই "উপাদান" "পৰিণাম" আদি শব্দবোৰৰ তেন্তে তাৎপৰ্য্য কি? জৰীডাল মানুহে আন্ধাৰত সাপ যেন দেখে। সেই সাপৰ উপাদান অজ্ঞানাচ্ছন্ন ৰজ্জু—বা অপৰিজ্ঞাত ৰজ্জু। সেইদৰেই, ব্ৰহ্মই জগতৰ উপাদান অৰ্থাৎ আমাৰ মনত অজ্ঞান-প্ৰভাৱত ব্ৰহ্মই জগদাকাৰে প্ৰতিভাত হয়। অজ্ঞান আঁতৰিলেই সাপো নাই জগতো নাই। এইদৰে যদি শ্ৰুতিৰ "উপাদান" শব্দটোৰ অৰ্থ কৰা নহয়, তেন্তে সৰ্ব্বত্ৰ অসমাঞ্জস্য হয়।]

### যোনিঃ চ হি গীয়তে। ১।৪।২৭

আৰু (চ) সকলো শ্ৰুতিয়ো ব্ৰহ্মক জগতৰ উপাদান [যোনিঃ] বুলি নিৰ্দ্দেশ কৰিছে [গীয়তে]

### এতেন সৰ্ব্বে ব্যাখ্যাতাঃ ব্যাখ্যাতাঃ। ১।৪।২৮

ইয়াৰ দ্বাৰ সকলো ব্যাখ্যা কৰা হল, ব্যাখ্যা কৰা হল। [অধ্যায়ৰ শেষৰ শব্দটিৰ দ্বিৰুক্তি কৰা নিয়ম] কি সকলো ব্যাখ্যা কৰা হল? আৰু ক'বলৈ একো নাই নে? ইয়াৰ উত্তৰত আচাৰ্য্য সকলে কয় যে সৰ্ব্বশক্তিমান ব্ৰহ্মই যে জগতৰ নিমিত্ত আৰু উপাদান কাৰণ আৰু যে ইয়াকে সকলো শ্ৰুতিয়ে কৈছে—এই সকলো কথা এই অধ্যায়ত কোৱা হ'ল। শঙ্কৰাচাৰ্য্যই কয় যে সাংখ্য দৰ্শন যুক্তিপূৰ্ণ দৰ্শন; সেই দৰ্শন এই অধ্যায়ত যিবোৰ যুক্তিৰে প্ৰত্যাখ্যান কৰা হল, ঠিক সেইবোৰ যুক্তিৰেই [এতেন] আন সকলো বিৰুদ্ধ মতৰ দৰ্শন [সৰ্ব্বে] নিৰাকৃত হ'ল [ব্যাখ্যাতাঃ]

কিন্তু ব্ৰহ্ম-সূত্ৰত সাংখ্য দৰ্শনৰ আলোচনা শেষ হোৱা নাই। ইয়াৰ পাচত আকৌ দুবাৰ দুই ৰকম দৃষ্টিৰে সাংখ্য দৰ্শনৰ আলোচনা কৰিম। অন্যান্য দৰ্শনো আলোচনা কৰিম।

# বেদান্ত-দৰ্শন

## ২য় অধ্যায়

### ১ম পাদ

**স্মৃতি অনবকাশ দোষ প্ৰসঙ্গঃ—ইতি চেৎ ?**
**ন অন্যস্মৃতি অনবকাশ দোষ প্ৰসঙ্গাৎ। ২।১।১**

ওপৰত সাংখ্য দৰ্শন প্ৰামাণ্য নহয় বা সাংখ্যৰ মত শ্ৰুতি-বিৰুদ্ধ, এনেবোৰ কথা কলে। কিন্তু সাংখ্য এখন প্ৰসিদ্ধ স্মৃতি গ্ৰন্থ। অন্যান্য স্মৃতিযে (যেনে, মহাভাৰত, ভাগৱত, গীতা, বিষ্ণুপুৰাণ), শ্ৰুতিৰে সৈতে মিলাই, সাংখ্য দৰ্শনৰ অৰ্থ কৰিছে—তাক নিৰৰ্থক বোলা নাই। এতিয়া ব্ৰহ্মসূত্ৰই কৈছে যে সাংখ্য দৰ্শন নিৰৰ্থক। এইদৰে কোৱা দোষৰ কথা নহয়নে ?

[স্মৃতি অনবকাশ দোষ প্ৰসঙ্গঃ—ইতি চেৎ ?]

এই প্ৰশ্নৰ উত্তৰত কৈছে ঃ নহয়, ইয়াত একো দোষ নাই। বৰং, এখন স্মৃতি নিৰৰ্থক হব বুলি আশঙ্কা কৰি, শ্ৰুতিৰ অপব্যাখ্যা কৰাহে দোষৰ কথা। কোনো স্মৃতিত বেদ-বিৰুদ্ধ কথা এটা থাকিলে, সি নিশ্চয় পৰিত্যজ্য , তাকে নকৰিলে, বা তাৰ এটা জোৰা দিয়া অৰ্থ কৰি ললে, আন এখন স্মৃতিক নিৰৰ্থক বোলা দোষ হব পাৰে—যেনে, আমি যদি এতিয়া কওঁ যে সাংখ্যৰ মতহে শ্ৰুতি-সম্মত তেতিয়া হলে আমি আৰু কব লাগিব যে মনুসংহিতা* (যি আন এখন প্ৰসিদ্ধ স্মৃতি গ্ৰন্থ) শ্ৰুতি-বিৰুদ্ধ আৰু সেই বাবে নিৰৰ্থক।

**ইতৰেষাং চ অনুপলব্ধেঃ। ২।১।২**

এই সূত্ৰটোৰ অৰ্থ শঙ্কৰাচাৰ্য্যই এইদৰে কৰিছে।

আৰু (চ) সাংখ্য দৰ্শনৰ মহত্তত্ত্বৰ বাহিৰে আনবোৰ তত্ত্বৰ (ইতৰেষাং) উল্লেখ কোনো শ্ৰুতিত নাই বাবে (অনুপলব্ধেঃ) সাংখ্য-দৰ্শন একেবাৰে অগ্ৰাহ্য। এই অৰ্থ কোনো আচাৰ্য্যই গ্ৰহণ কৰা নাই। কাৰণ, মহত্তত্ত্ব বাদ দিলে, সাংখ্যৰ মুঠেই ২১টা তত্ত্ব বাকী থাকে ; যথা—অহঙ্কাৰ, পঞ্চ তন্মাত্ৰ, একাদশ ইন্দ্ৰিয় আৰু পঞ্চ মহাভূত। এই তত্ত্ববোৰ কোনো দৰ্শনে অস্বীকাৰ কৰিব নোৱাৰে আৰু কৰাও নাই। এই ব্ৰহ্মসূত্ৰতে তলত এইবোৰ তত্ত্বৰ কথা কৈছে। ইহঁত নহলে কোনো মনোবিজ্ঞানেই নহয়।

আন আচাৰ্য্য সকলৰ মতে :—

"ইতৰেষাং মহাদীনাং বেদস্য প্ৰধান পৰত্বানুপলব্ধেশ্চ বেদ বিৰুদ্ধ স্মৃতেৰপ্ৰামাণ্যম্।"

—অৰ্থাৎ প্ৰকৃতি যে এটা সুকীয়া তত্ত্ব আৰু সেই কথা যে শ্ৰুতিসম্মত—এনে কথা সাংখ্যৰ বাহিৰে কোনেও কোৱা নাই। গতিকে সাংখ্য-দৰ্শদ শ্ৰুতিৰ প্ৰামাণ্য নহয়।

এই অৰ্থ ওপৰৰ ২।১।১ কাৰিকাৰ লগত খাপ খায়।

**এতেন যোগঃ প্ৰত্যুক্তঃ। ২।১।২**

এই একে কাৰণতে যোগ-দৰ্শন (পাতঞ্জল) নিৰাকৃত হল।

সাংখ্য-দৰ্শন আৰু পাতঞ্জল-দৰ্শন একে দৰ্শন। কোনো বিষয়ত ভেদ নাই। কেৱল ঈশ্বৰ-প্ৰণিধান নহলে যোগৰ

---

*মনুসংহিতাৰ সৃষ্টিতত্ত্ব আমাৰ অনাদি-পাতনৰ দৰেই দুই মতেই প্ৰকৃতি ব্ৰহ্মৰ শক্তি। মনুৱে কৈছে ঃ

দ্বিধা কৃত্বাত্মনো দেহমৰ্দ্ধেন পুৰুষোঽভবৎ।
অৰ্দ্ধেন নাৰী তস্যাং চ বিৰাজমসৃজৎ প্ৰভুঃ।।

শ্ৰীশঙ্কৰদেৱে কৈছে ঃ

অনাদি ৰূপিনী ঈশ্বৰৰ অৰ্দ্ধ কায়।
ব্যক্ত ভৈলা মহামায়া সৃষ্টিৰ ইচ্ছায়।।
পৰমা সুন্দৰী নাৰী দ্বিধা দেৱী বেশ।।
ঈশ্বৰৰ কটাক্ষত দেৱী দৈৱ প্ৰকৃতিৰ পুত্ৰ ভৈলা মহৎ উৎপত্তি।

গীতাই প্ৰকৃতিক ব্ৰহ্মৰ শক্তি বুলি ভাবে। শক্তি শক্তিমানৰ ভেদ নাই, যেনে মই আৰু মোৰ গাৰ বল (potential energy)-ৰ একো ভেদ নাই। সেই বাবে গীতাৰ মতে পুৰুষ প্ৰকৃতি অভেদ। গীতাই কেতিয়াবা ব্ৰহ্মৰ ঠাইত প্ৰকৃতি আৰু প্ৰকৃতিৰ ঠাইত ব্ৰহ্ম শব্দ ব্যৱহাৰ কৰিছে।

[আমাৰ গীতাৰ ৩।১৫ শ্লোকৰ ব্যাখ্যা] এইদৰেই কোনো শ্ৰুতিয়ে সাংখ্যৰ দৰে প্ৰকৃতিক এটা সুকীয়া তত্ত্ব বুলি ধৰা নাই। এয়ে সাংখ্যৰ বিৰুদ্ধে বেদান্তৰ আপত্তি।

নিমিত্তে চিত্ত স্থিৰ নহয় গুণে পাতঞ্জলে ঈশ্বৰৰ উল্লেখ কৰিছে। সাংখ্য মতে ঈশ্বৰো পুৰুষ বিশেষ মাত্ৰ। [সাংখ্য-দৰ্শনৰ ৫৬ কাৰিকাৰ ব্যাখ্যা চাওক।] সেইবাবে বেলেগে ঈশ্বৰৰ উল্লেখ কৰা নাই। সাংখ্যৰ তথ্যবোৰ ব্যৱহাৰিক জীৱনত খটাই আত্মদৰ্শন কৰাই পাতঞ্জলৰ উদ্দেশ্য। সাংখ্য যেন গণিত শাস্ত্ৰ (Pure mathematics) আৰু পাতঞ্জল যেন কাৰ্য্যকৰী গণিত (mixed mathematics or Mechanics) দুয়ো দৰ্শনৰ এয়ে প্ৰভেদ। এতিয়া যদি সাংখ্যৰ লগতে পাতঞ্জলকো বেদান্তই নিৰৰ্থক বোলে, তেন্তে আমালৈ বাকী ৰ'ল কি? আচাৰ্য্যসকলে নিজে পাতঞ্জলৰ মাজেদি গৈ, যোগ-সাধনা কৰিহে ওপৰলৈ যাব পাৰিলে। তেওঁবিলাকেই কৈছে যে এইবোৰ সাধন হলেহে মানুহ বেদান্তৰ অধিকাৰী হয় [১।১।১ চাওক]। এতিয়া যদি ওপৰলৈ উঠি, তেওঁবিলাকেই তললৈ ৰিং মাৰি আমাক কয় :— "হে পৃথিবীৰ মানুহ, তোমালোকৰ এইবোৰ সকলো নিৰৰ্থক", তেন্তে আমি বিশ্বাস কৰিম কিয়?

আমাৰ এনেবোৰ আপত্তিৰ উত্তৰ শঙ্কৰাচাৰ্য্যই এইদৰে দিছে :—

"সাংখ্য আৰু যোগ,এই দুটি স্মৃতি পৰমপুৰুষাৰ্থ সাধক বুলি বিখ্যাত। এই কথা আমি স্বীকাৰ কৰোঁ, সাংখ্য শব্দৰ অৰ্থ জ্ঞান, যোগ শব্দৰ অৰ্থ ধ্যান ; ব্ৰহ্ম জ্ঞান-ধ্যান-লভ্য ; এই কথা উপনিষদেও কয়—যথা :—

"তৎ কাৰণং সাংখ্যযোগাধিগম্যম্।
জ্ঞাত্বা দেবং মুচ্যতে সৰ্ব্ব পাপৈঃ।।

সাংখ্য আৰু যোগৰ যি যি অংশ বেদ-বিৰুদ্ধ নহয়, সেইবোৰ আমি গ্ৰহণ কৰোঁ ; যেনে, সাংখ্যৰ সৎ-কাৰ্য্যবাদ আমি গ্ৰহণ কৰোঁ ; সাংখ্যৰ পুৰুষ নিৰ্গুণ, এই কথাও আমি সাদৰে গ্ৰহণ কৰোঁ ; যোগ-স্মৃতিৰ শম, দম, আদি নিবৃত্তি-চেষ্টা-উপদেশ আমি গ্ৰহণ কৰোঁ ; আমি মাত্ৰ বেদবিৰুদ্ধ অংশবোৰহে অপ্ৰমাণিক আৰু নিৰৰ্থক বুলিছোঁ।

এই বেদবিৰুদ্ধ অংশবোৰ কি, আমি ওপৰত পাই আহিছোঁ—"প্ৰকৃতি ব্ৰহ্মৰ পৰা পৃথক"—এই মাত্ৰ। এই বিৰোধ যে দুই দৰ্শনৰ দৃষ্টিৰ প্ৰভেদ, সেই কথাও আমি ওপৰত কৈ আহিছোঁ। আমাৰ কথাটোকে মধুসূদন সৰস্বতীয়ে অতি সংক্ষেপে কৈছে। তেওঁ কয় যে একে কথাকে একে ৰকমে কলে, সকলো মানুহে নুবুজে ; এজনে এটা কথা হয়তো প্ৰথমতে নুবুজে ; কিন্তু সেই কথাকে যদি আন ৰকমে বুজাই কোৱা হয়, তেতিয়াই চাঁত কৰে বুজিব ; এই কাৰণেই শাস্ত্ৰৰ উপদেশৰ "প্ৰস্থান-ভেদ" হয় ; সাংখ্য আৰু বেদান্তৰ উদ্দেশ্য একে—নাস্তিক্য বাৰণ* ; আৰু সকলো দৰ্শন-কৰ্ত্তা অভ্ৰান্ত আৰু সৰ্ব্বজ্ঞ।

**ন বিলক্ষণত্বাৎ অস্য তথাত্বং চ শব্দাৎ। ২।১।৪**

ওপৰত কলে যে সাংখ্য আৰু যোগ দৰ্শনত সৃষ্টিৰ বিষয়ে যি কৈছে সেইবোৰ কথা বেদান্তসম্মত নহয়। বেদান্তৰ বিষয়ে অৱশ্য যুক্তি-তৰ্ক নাই, বাদ-প্ৰতিবাদ নাই : শ্ৰুতি বাক্যই প্ৰমাণ —এইবোৰ আমি মানিলোঁ। কিন্তু যেতিয়া আমাৰ প্ৰত্যক্ষ জ্ঞানৰ লগত বেদান্তৰ বিৰোধ হব তেতিয়া আমি কি কৰিম? আমি কেনেকৈ বেদান্ত বাক্যত শ্ৰদ্ধা কৰিম?

আমাৰ মনত এনে সন্দেহ হব পাৰে ভাবি, বেদান্তই এতিয়া নিজে সেই সন্দেহবোৰ ভাঙিবলৈ তলৰ সূত্ৰবোৰ দিছে। প্ৰথমতে ক'ত ক'ত আমাৰ প্ৰত্যক্ষ জ্ঞানৰ লগত বেদান্তৰ বিৰোধ হব পাৰে তাক নিৰ্ণয় কৰিছে.

জগতৰ (অস্য) স্বভাব ব্ৰহ্মৰ সম্পূৰ্ণ বিপৰীত—এই কথাটো (তথাত্বং) শ্ৰুতিৰ পৰাই জনা যায়। (শব্দাৎ)—তেনেতে জগতৰ কাৰণ ব্ৰহ্ম নহয় (ন)।

অৰ্থাৎ আমি স্বচক্ষে দেখিছো যে জগতত চেতন অচেতন দুটা বিভাগ আছে। দ্ৰষ্টা জীৱ চেতন, আৰু দৃশ্য সমুদয় পদাৰ্থ অচেতন। আমি এনেকুৱা দৃষ্টান্ত জগতত দেখা নাই যে অচেতনৰ পৰা কেতিয়াবা চেতনৰ উদ্ভৱ হয়। অচেতন শিল এডোখৰ কেতিয়াবা চেতন হ'ল, বা চেতন মানুহ এটা শিল এডোখৰ হৈ অচেতন হল,—এনে কথা আমি দেখাও নাই, শুনাও নাই। আমি জানো যে কাৰণ যেনে কাৰ্য্যও ঠিক তেনে হে হব। সোণৰ পৰা শিল-বাটি নহয়। সেই গুণে, অচেতন প্ৰকৃতিৰ পৰা অচেতন জড়-জগৎ, আৰু চেতন ব্ৰহ্মৰ পৰা চেতন প্ৰাণী হৈছে বুলি কলে, কথাটো আমাৰ মানত সন্তুৰপৰ যেন লাগে।

আমাৰ এনেবোৰ আপত্তিৰ উত্তৰ বেদান্তই এতিয়া দিব, কিন্তু তাৰ লগে লগে অলপ ভৰ্ৎসনাৰ সুৰেৰে কব যে ব্ৰহ্ম সম্পৰ্কে এনেবোৰ তৰ্ক কৰা দোষৰ কথা। এই সূত্ৰৰ ভাষ্যত শঙ্কৰাচাৰ্য্যই কৈছে যে চেতন-অচেতন বিভাগটো ব্যৱহাৰিক বা লৌকিক বিভাগ মাত্ৰ। বাস্তৱিক একে চৈতন্যই সমস্ত জগৎ

---

*"প্ৰস্থান ভেদ"—(পৃষ্ঠা ১৭)
কলিকতা বিশ্ববিদ্যালয়ৰ দ্বাৰা প্ৰকাশিত।

ব্যাপি আছে। চৈতন্যৰ অভিব্যক্তিৰ তাৰতম্যত চেতন-অচেতন বিভাগ হয়। এই কথাটো জন্মান্তৰ বাদৰ দৰেই সকলো শাস্ত্ৰই মানি লৈছে।

মধ্বাচাৰ্য্যই কয় : "পৰমাণু প্ৰদেশেষু অনন্ত প্ৰাণীৰাশয়ঃ"। মনুসংহিতাত কয় যে পৰ্ব্বতাদি অচেতন পদাৰ্থবোৰ (স্থাবৰবোৰ) অন্তঃ-সংজ্ঞ।

সাংখ্য-দৰ্শনত আছে যে স্থাবৰৰো জৰা-মৰণৰ দুখ আছে। পুৰাণ ভাগৱত, উপনিষদ যতে পঢ়ে ততে এই কথাবোৰ পাব।

আমি এইবোৰ কথা হাঁহি উড়াই দিলোহেতেন, কিন্তু আজি কালি পাশ্চাত্যে বিজ্ঞানেও কয় যে চেতন আৰু জড়ৰ বিভাগটো চৈতন্যৰ ক্ৰম-বিকাশ মাত্ৰ। কিন্তু বেদান্তই এতিয়া চেতন-অচেতনৰ লৌকিক বিভাগ মানি লৈ আমাৰ প্ৰশ্নটোৰ উত্তৰ দিছে :—

**অভিমানি-ব্যপদেশঃ তু বিশেষানুগতিভ্যাম্। ২।১।৫**

চেতন-অচেতনৰ বিভাগ থাকিলেও, বেদত অচেতন পদাৰ্থই চেতনৰ দৰে ব্যৱহাৰ কৰা কথা পোৱা যায়, যেনে "মৃত্তিকাই কলে", "তেজে সঙ্কল্প কৰিলে", ইত্যাদি, এইবোৰ ঠাইত সিহঁতৰ অধিষ্ঠাতৃ দেৱতাক লক্ষ্য কৰি (অভিমানি-ব্যপদেশঃ) কোৱা হৈছে। আৰু সকলো শ্ৰুতি, স্মৃতি, ইতিহাসত এই কথা পোৱা যায়। (বিশেষানুগতিভ্যাং)

**দৃশ্যতে তু। ২।১।৬**

কিন্তু (তু) কাৰ্য্য সদায় তাৰ কাৰণে সৈতে যে সকলো বিষয়তে একে স্বভাবৰ হব লাগে এনে কথা নাই। যদি সকলো বিষয়তে একে হলহেতেন, তেন্তে কাৰ্য্য আৰু কাৰণৰ ভেদ লোপ পালেহেতেন—অৰ্থাৎ জগতৰ কোনো পৰিণামেই নহলহেতেন। কাৰ্য্য আৰু কাৰণৰ ভেদ আমি সদায় দেখি আছো [দৃশ্যতে] চেতন মানুহৰ পৰা অচেতন চুলি, অচেতন গোবৰৰ পৰা চেতন গুবৰুৱা হোৱা দৃষ্টান্ত আমি সদায় দেখি আছো। সেই গুণে চেতন ব্ৰহ্ম অচেতন জগতৰ উপাদান কাৰণ হোৱাত কোনো আপত্তি হব নোৱাৰে। এই প্ৰসঙ্গত সাংখ্যৰ চেতন-অচেতন বিভাগটো বুজা উচিত (সাংখ্য ১৪ কাৰিকা)। সাংখ্যৰ মতে জগতৰ মূলত (অব্যক্তৰ) অচেতন নাই। ই নিষ্ক্ৰিয় আৰু সদায় চেতন কিন্তু গুণৰ ক্ৰিয়া আৰম্ভ ; জ্ঞেয় বা অনুমেয় সকলো পদাৰ্থ অচেতন আৰু সক্ৰিয়। দ্ৰষ্টা পুৰুষ নিষ্ক্ৰিয় আৰু চেতন। দৃশ্য দ্ৰষ্টাৰ সংযোগেই সংসাৰ।

**অসৎ ইতি চেৎ ? ন প্ৰতিষেধ মাত্ৰত্বাৎ। ২।১।৭**

ব্ৰহ্ম নিত্য শুদ্ধ, তেওঁৰ ৰূপ ৰস আদি নাই। ব্ৰহ্ম যদি জগতৰ কাৰণ, আৰু সেই কাৰণত ৰূপ ৰস আদি নাছিল, তেন্তে এই জগতৰ, এই ৰূপ ৰসাদি ক'ৰ পৰা আহিল ? এইবোৰেই জগৎ। এইবোৰ নহলে জগতেই নাই। তেন্তে কথাটো এনে হ'ল যে, উৎপত্তিৰ আগত এই জগৎ নাছিল—বা অসৎ আছিল। এয়ে আমাৰ আপত্তি।

ইয়াৰ উত্তৰত কৈছে যে এনে আপত্তি অৰ্থহীন, নিৰৰ্থক নিষেধবাক্য মাত্ৰ। (প্ৰতিষেধ মাত্ৰত্বাৎ) ; কাৰণ, "উৎপত্তিৰ আগত জগৎ নাছিল" এনে কথাৰ একো অৰ্থই নহয় ; আমি মাত্ৰ এই দৰেহে কব পাৰো যে "উৎপত্তিৰ আগেয়ে জগৎখন দেখাত এনে নাছিল—তাত এতিয়াৰ দৰে ৰূপ ৰসাদি নাছিল।" এনে উক্তি যথাৰ্থ উক্তি, কাৰণ আমি জানো যে কাৰ্য্যাবস্থা আৰু কাৰণ অৱস্থা সম্পূৰ্ণ একে নহয়। কাৰ্য্য সদায় তাৰ কাৰণত থাকে—সঁচা।

কিন্তু কাৰ্য্য হলেই পৰিণাম আৰম্ভ হয়—নাম, ৰূপৰ বিকাশ হয়। কাৰ্য্য আৰু কাৰণৰ পাৰ্থক্য স্পষ্ট অনুভূত হয়।

**অপীতৌ তদ্বৎ-প্ৰসঙ্গাৎ অসমঞ্জসম্। ২।১।৮**

আৰু আপত্তি হব পাৰে যে প্ৰলয়ত (অপীতৌ) জগতৰ সকলো দোষ ব্ৰহ্মত লয় হব, ব্ৰহ্মও জগতৰ দৰে দূষিত (তদ্বৎ) হব ; আৰু এই বাবে (প্ৰসঙ্গাৎ) ব্ৰহ্মক জগতৰ কাৰণ বোলা অসঙ্গত হব (অসমঞ্জসম্)।

সৎ-কাৰ্য্যবাদৰ স্বতঃসিদ্ধ এই যে কাৰ্য্য, তাৰ কাৰণত লয় হয়। সেই গুণে এই জগতৰ সকলো দোষ (সুখ, দুখ আদি সকলো) প্ৰলয়ত ব্ৰহ্মত থাকিবগৈ লাগিব। পানীৰ লোণ এডোখৰ গলি গলে পানী বাটি লুণীয়া হয়। জগতৰ দোষে তেন্তে প্ৰলয়ত ব্ৰহ্মক দূষিত নকৰিব কিয় ? এনে আপত্তিৰ উত্তৰত কৈছে :—

**নতু দৃষ্টান্ত ভাবাৎ। ২।১।৯**

ওপৰৰ আপত্তি সঙ্গত নহয়। (ন) কাৰ্য্যৰ ধৰ্ম্মই কাৰণক দূষিত নকৰে। ইয়াৰ লৌকিক দৃষ্টান্তও আছে (দৃষ্টান্ত-ভাবাৎ)।

এটা বান-মলা বা এডোখৰ লো মাটিত পৰি থাকিলে বহুত দিনৰ মূৰত

থাকেনে? সোণৰ বালা এগছ ভাঙিলে সোণ হয়, তেতিয়া তাৰ আগৰ আকৃতি থাকেনে? পৃথিবী গন্ধতত্ত্ব—সকলো গোন্ধৰ কাৰণ; কিন্তু দুৰ্গন্ধি বস্তু এটা পৃথিবীত লয় হলে পৃথিবী দুৰ্গন্ধি হয় নে?

কাৰ্য্য কাৰণত লয় হয় সঁচা। কিন্তু কাৰ্য্যৰ ধৰ্ম্মই কাৰণক স্পৰ্শ নকৰে।

ওপৰৰ লোণ আৰু পানীৰ দৃষ্টান্তটো একো দৃষ্টান্তই নহয়; পানী লোণৰ কাৰণ নহয়; হোৱা হলে লোণৰ সোৱাদ পানীত নেথাকিলহেতেন।

### স্বপক্ষ দোষাৎ চ । ২।১।১০

ওপৰত কোৱা হ'ল যে চেতন ব্ৰহ্মৰ পৰা অচেতন জগতৰ উৎপত্তি হয় বুলিলে বহুত তৰ্কৰ উপস্থিত হয়। তাৰ দৃষ্টান্ত আৰু সেইবোৰ আপত্তিৰ উত্তৰ ওপৰত দিয়া হ'ল। এতিয়া কৈছে যে প্ৰকৃতিক জগতৰ কাৰণ বুলিলেও সেই একেবোৰ আপত্তি হব পাৰে। প্ৰকৃতি সাম্য অৱস্থাত, ৰূপ-ৰস বৰ্জ্জিত নিৰ্গুণ আৰু অব্যক্ত বুলি সাংখ্যই নিজে কৈছে। তেন্তে প্ৰলয়ত যদি ৰূপ-ৰস যুক্ত জগৎ প্ৰকৃতিত লীন হয়, তেন্তে প্ৰকৃতি জগতৰ দোষেৰে দূষিত নহব কিয়?

ওপৰত সাংখ্যৰ আৰু বেদান্তৰ "জগতৰ-ব্ৰহ্ম-কাৰণত্ব" বিষয়ে দুটা বিভিন্ন মতৰ ভিতৰত কোনটো বেচি সম্ভৱপৰ তাৰ বিচাৰ যুক্তি বা তৰ্কেৰে কৰা হ'ল। ইয়াত উপনিষদ্ বাক্য প্ৰয়োগ কৰা হোৱা নাই। কেৱল যুক্তিৰে অনুমান কৰিও দেখা গ'ল যে ব্ৰহ্মক জগতৰ কাৰণ বুলি ভাবিলে যিবোৰ দোষ হয়, সেইবোৰ একৰকমে পৰিহাৰ কৰিব পাৰি; কিন্তু প্ৰকৃতিক কাৰণ বুলি ভাবিলে, সেই দোষবোৰ থাকি যায়। এতিয়া কিন্তু বেদান্তই কব যে শ্ৰুতিৰ বিষয়ে এইদৰে তৰ্ক কৰি এটা শ্ৰুতি বিৰুদ্ধ সিদ্ধান্তত উপস্থিত হোৱা দোষৰ কথা।

এনেয়ে, মানুহৰ তৰ্কশক্তি নিতান্ত প্ৰতিষ্ঠিত, সুস্থিৰ বা নিৰ্দ্দোষ নহয়; তাতে আকৌ ইন্দ্ৰিয়াতীত বা মনৰ অতীত বিষয়ে তৰ্ক কৰিবলৈ মানুহৰ একো সম্বল নাই; পাৰ্থিব দৃষ্টান্ত বা পাৰ্থিব ভাৱ তাত নেখাটে, ফুলৰ কলি যেনেকৈ ভিতৰৰ পৰাহে ফুলি আছে, বাহিৰৰ কোনো শক্তি প্ৰয়োগ কৰি তাক ফুলাব নোৱাৰি, ঠিক সেইদৰেই পৰমাৰ্থিক জ্ঞানো ভিতৰৰ পৰাহে ওলায়; তৰ্কেৰে উলিয়াব নোৱাৰি। তৰ্ক বা অনুমানৰ স্থান ব্ৰহ্ম বিষয়ত নাই। ইয়াত শ্ৰুতি বাক্যৰ বাহিৰে আমাৰ উপায় নাই। ইয়াত ঃ-

"তৰ্কশাস্ত্ৰ মহাব্যাঘ্ৰী... ...
উপনিষদ ধেনু ধৰি খায়।

—অৰ্থাৎ ইয়াত তৰ্কৰ পৰা আমাৰ অপকাৰ হ'ব পাৰে।

কিন্তু পাৰ্থিব বিষয়ত তৰ্ক বা অনুমানৰ স্থান আছে—সেইবোৰ বিষয়তো কিন্তু তৰ্কৰ দ্বাৰা বিশেষ জ্ঞান বা সম্যক জ্ঞান বহুত কাৰণত নহবও পাৰে। দুজন মানুহে স্বাধীন চিন্তা কৰি কদাচিৎ হে একে সিদ্ধান্তত উপস্থিত হয। যাৰ বুদ্ধি যিমান চোকা তেওঁ সিমান দূৰলৈকে দেখে। প্ৰায় দেখা যায যে এজন পণ্ডিত এটা ক'লে আপনজনে তাকে যুক্তিৰে খণ্ডন কৰিলে; তৃতীয়জনে আকৌ খণ্ডনৰ খণ্ডন কৰিলে।

সাংখ্য-দৰ্শন অনুমানৰ ওপৰত, যুক্তিৰ ওপৰত সুপ্ৰতিষ্ঠিত —সঁচা, কিন্তু ওপৰত কোৱা কাৰণত সেই দৰ্শন, আন বিষয়ত হ'লেও, ব্ৰহ্মৰ "জগৎ-কাৰণত্ব" বিষয়ে একো প্ৰমাণ নহয়। ঠিক একে কাৰণতে সকলো শ্ৰুতিবিৰুদ্ধ মত উপেক্ষণীয়। এই কথাকে তলৰ সূত্ৰ দুটাত কৈছে ঃ

### তৰ্ক অপ্ৰতিষ্ঠানাৎ অপি
### অন্যথা অনুমেয়ম্ ইতি চেৎ?
### এৱম্ অপি অবিমোক্ষ প্ৰসঙ্গঃ ২।১।১১

প্ৰঃ তৰ্ক যুক্তি সাধাৰণতঃ সুপ্ৰতিষ্ঠিত নহলেও [তৰ্ক অপ্ৰতিষ্ঠানাদপি], কেতিযাবা ইয়াৰ পৰা সম্যক্ জ্ঞান হবও পাৰে [অন্যথা]—এই বুলি যদি আমি কওঁ, তেন্তে?

উঃ এইদৰে কলেও, ব্ৰহ্মৰ বিষয়ে তৰ্ক দোষৰ কথা বুলি যিবোৰ কাৰণ দিয়া হ'ল সেইবোৰৰ পৰা এৰণ নাই [অবিমোক্ষ-প্ৰসঙ্গঃ]

### এতেন শিষ্ট অপৰিগ্ৰহাঃ
### অপি ব্যাখ্যাতাঃ ।২।১।১২

এইবোৰ কাৰণতে [এতেন] বেদবাদী শিষ্ট ঋষিসকলৰ মতৰ বিৰুদ্ধ যিবোৰ মত আছে, সেই সকলোবোৰ খণ্ডন কৰা হ'ল [শিষ্ট অপৰিগ্ৰহাঃ অপি ব্যাখ্যাতাঃ]।

### ভোক্ত্ৰাপত্তেঃ অবিভাগঃ চেৎ?
### স্যাৎ লোকবৎ। ২।১।১৩

প্ৰঃ এতিয়াও আমাৰ সন্দেহ নমৰিল, ব্ৰহ্মক জগতৰ কাৰণ বুলিলে, দ্ৰষ্টা আৰু দৃশ্য, ভোক্তা আৰু ভোগ্য— এই প্ৰসিদ্ধ বিভাগ লোপ হ'ব। ইয়াৰ কি উত্তৰ?

উঃ [স্যাৎ লোকবৎ] তেতিয়া হ'লেও এই বিভাগ থাকি যাব, যেনে সচৰাচৰ দেখা যায় [লোকবৎ]। সাগৰৰ ঢৌ ফেন আদি সকলো সাগৰৰে পানী। তথাপি এইবোৰ পানীৰ পৰা বেলেগ। সেইদৰেই, ভোক্তা আৰু ভোগ্য বাস্তবিক ব্ৰহ্মৰ পৰা অভিন্ন হলেও ভোক্তা ভোগ্য হৈ নেযায়, ভোগ্যও ভোক্তা হৈ নপৰে। তেনেকৈ, সূৰ্য্য আৰু সূৰ্য্যৰ পোহৰ অভিন্ন। কিন্তু আশ্ৰয় ভেদে সদায় ভিন্ন এই কথা আমি সদায় দেখি আছো। এই যে একেটা বস্তুৰে নানা ৰকম ভেদ হয়, ই উপাধি-ঘটিত ভেদ, যেনে একে আকাশেই [বা শুন্যতাই] বাহিৰতো আছে, ঘৰৰ ভিতৰতো আছে, ঘটৰ ভিতৰতো আছে, সেজীৰ জলাতো আছে। এইবোৰৰ আমি পৃথক নামো দিওঁ, যেনে মহাকাশ, গৃহাকাশ, ঘটাকাশ ইত্যাদি।

**তদনন্যত্বং আৰম্ভণ শব্দাদিভ্যঃ। ২।১।১৪**

এই সূত্ৰটি দেখাতে অতি সহজ । ইয়াৰ অৰ্থও স্পষ্ট ঃ- "আৰম্ভণ আদি শব্দৰ দ্বাৰা শ্ৰুতিয়ে কাৰ্য্য আৰু কাৰণৰ অভিন্নতা দেখুৱাইছে"। এই কথাটি সৎকাৰ্য্যবাদৰ এটা স্বতঃ-সিদ্ধ। এই আৰু ইয়াৰ পাছৰ সূত্ৰবোৰো সৎ-কাৰ্য্যবাদ সম্বন্ধীয়। এই সূত্ৰবোৰত সৎ-কাৰ্য্যবাদৰ অতিৰিক্ত আন কোনো কথা কোৱা সূত্ৰকাৰৰ উদ্দেশ্য নহয় যেন লাগে। কিন্তু শঙ্কৰাচাৰ্য্যই এই সূত্ৰকে অবলম্বন কৰি তেওঁৰ মায়াবাদৰ এটি আভাস আমাক দিছে। তেওঁ এইদৰে কৈছে ঃ "আকাশৰ পৰা 'আৰম্ভণ' কৰি গোটেই জগৎ কাৰ্য্য, আৰু ব্ৰহ্ম তাৰ কাৰণ, কাৰ্য্য আৰু কাৰণৰ ভেদ নাই; কাৰণৰ পৰা বেলেগে কাৰ্য্যৰ অস্তিত্ব নাই। শ্ৰুতিতে আছে, ব্ৰহ্মক জানিলেই সকলো বস্তু জনা হয়; দৃষ্টান্ত স্বৰূপে কৈছে, মাটিৰ সম্যক জ্ঞান হলেই, মাটিৰ বাচন আটাইবোৰৰ জ্ঞান হয়। বাচনবোৰ মাটিৰ বিকাৰ, মাটিৰ বিভিন্ন অৱস্থা মাত্ৰ। ইহঁত নামত মাত্ৰ আছে। ইহঁত অনিত্য, অস্থিৰ আৰু সেইগুণেই মিথ্যা। ইহঁতৰ যে কাৰণ মাটি, সিয়ে আচল সত্য। সত্য পদাৰ্থ মানে, সেই পদাৰ্থ যি সদায় সকলো সময়তে, সকলো অৱস্থাতে একে ৰকমে থাকে। এনে সত্য পদাৰ্থ ব্ৰহ্মৰ বাহিৰে একো নাই।

যি পদাৰ্থ আজি আছে, কাইলৈ নাই—আজি এক ৰকম কাইলৈ আন ৰকম—সেয়ে অসত্য পদাৰ্থ, সেয়ে মিথ্যা। এইদৰে চালে, ব্ৰহ্মই সত্য, জগৎ মিথ্যা। মিথ্যা মানে যে একেবাৰে নাই এনে নহয়,; অবিকৃত ৰূপে নথকাকে মিথ্যা বোলে।

জগৎ এই অৰ্থত মিথ্যা যে ব্ৰহ্মৰ পৰা পৃথকে ইয়াৰ অস্তিত্ব নাই। যদি কোনোৱে ভাবে যে জগৎখন এটা স্বতন্ত্ৰ স্বাধীন সৎ পদাৰ্থ, তেন্তে তেওঁৰ ভ্ৰম। কোনোৱে কব পাৰে যে ব্ৰহ্মৰ একৰূপত যেনে সত্য, তেওঁৰ বহুৰূপত্বও তেনে সত্য, একত্বৰ জ্ঞানত মোক্ষ, বহুত্বৰ জ্ঞানত সংসাৰ, এনে কথা কিন্তু হব নোৱাৰে, কাৰণ শ্ৰুতিয়ে স্পষ্ট কৈছে যে মাটিহে সত্য, মাটিৰ বিকাৰ যে বাচনবোৰ—সেইবোৰ মিথ্যা। জীৱ আৰু জগৎ ব্ৰহ্মৰূপেহে সত্য, জীৱাদি ৰূপে মিথ্যা। জীৱ ব্ৰহ্মই; অজ্ঞান আঁতৰিলেই জীৱই বুজে যে সি ব্ৰহ্ম, আৰু তেতিয়া তাৰ সকলো লৌকিক ব্যৱহাৰ লোপ পায়। যেতিয়ালৈকে এয়ে নহয়, তেতিয়ালৈকে তাৰ সকলো ব্যৱহাৰ সত্য। সি কেতিয়াও বুজিব নোৱাৰে বা ভাবিব নোৱাৰে যে সেইবোৰ অসত্য। তাৰ পক্ষে এইবোৰ সত্য; এইবোৰৰ বাহিৰে তাৰ পক্ষে অন্য সত্য নাই। ইয়াকে ব্যৱহাৰিক সত্য বোলা হয়।

এইটো কেতিয়াও হ'ব নোৱাৰে যে ব্ৰহ্ম বিকৃত হৈ জগদ-ৰূপে পৰিণত হয়। শ্ৰুতিয়ে এনে কথা সহস্ৰবাৰ নিষেধ কৰিছে। ব্ৰহ্ম কুটস্থ, অচল আৰু অবিকাৰী। তথাপি মানুহৰ ব্ৰহ্মাতিৰিক্ত এখন জগতৰ ভ্ৰম কিয় হয়? এই প্ৰশ্নৰ উত্তৰ কেবল এটাহে হ'ব পাৰে ঃ—ব্ৰহ্মৰ আচল স্বৰূপ নজনা বাবে এই জগদ্‌ভ্ৰম হয়। এয়ে অজ্ঞান। এই অজ্ঞান ক'ৰ পৰা আহিল কোনেও নেজানে। ইয়াৰ অস্তিত্ব অস্বীকাৰ কৰা অসম্ভব। ই সৎ নে অসৎ ক'ব নোৱাৰি। জ্ঞানৰ পোহৰত ইয়াৰ অস্তিত্ব নেথাকে, সেই গুণে ই সৎ নহয়। ইয়াৰ প্ৰভাৱত স্বয়ং ব্ৰহ্মও বিকৃত যেনে হয়; সেইবাবে ই অসৎ পদাৰ্থও নহয়। এই শক্তিৰ যোগে যেতিয়া ব্ৰহ্মক দেখো, তেতিয়া তেওঁ ঈশ্বৰ, সৰ্ব্ব-শক্তিমান। যেতিয়া এই শক্তিৰ পৰা বেলেগে ব্ৰহ্মক দেখো তেতিয়া তেওঁ নিৰ্গুণ কেৱল, অদ্বৈত। এই অনিৰ্ব্বচনীয় মহাশক্তিয়েই যাবদীয় নাম-ৰূপৰ বীজ। শাস্ত্ৰত এই শক্তিকে প্ৰকৃতি, মায়া অব্যাকৃত, ইত্যাদি নাম দিছে। যিমান দিন এই মায়াৰ প্ৰভাৱ বিদ্যমান থাকে, সিমান দিন ঈশ্বৰো সত্য, জগতো সত্য, সকলো লৌকিক ব্যৱহাৰো সত্য। কিন্তু মায়াৰ প্ৰভাৱ নহলেই, ঈশ্বৰো নাই, জগতো নাই, শ্ৰুতিও নাই, লৌকিক ব্যবহাৰো নাই। থাকিব কেৱল একে পৰামৰ্থিক সত্য "ব্ৰহ্ম।"

বেদান্ত, সাংখ্য, গীতা, পুৰাণ, ভাগৱত, সকলো শাস্ত্ৰই স্বীকাৰ কৰে যে ব্ৰহ্ম নিৰ্গুণ, নিষ্ক্ৰিয়, আৰু সৎ পদাৰ্থ যাৰ

কোনো কালে কোনো পৰিণাম নহয়। কিন্তু তেওঁৰ সৃষ্ট জগৎ সদায় অবিচ্ছিন্ন ভাবে পৰিণামী। পৰিণামৰ বিৰাম নাই। এইটো আমাৰ প্ৰত্যক্ষ জ্ঞান। আকৌ সকলো শাস্ত্ৰমতেই এই জগৎ ব্ৰহ্মৰ আত্মপ্ৰকাশৰ বাহিৰে আৰু একো নহয়। ইয়াত তেওঁৰ বাহিৰে আৰু একো বস্তু নাই।

তেন্তে নিৰ্গুণ ব্ৰহ্ম নিজে বিকৃত হৈ, জগৎ ৰূপে প্ৰকাশ হৈ, পৰিণাম প্ৰাপ্ত হৈ আছেনেকি ? নিৰ্গুণ ব্ৰহ্মই জগতৰ পৰিণাম-বোৰ কেনেকৈ কৰিছে ?

সাংখ্য, বেদান্ত, গীতা—সকলো শাস্ত্ৰই এই প্ৰশ্নৰ উত্তৰ দিবলৈ বাধ্য, আৰু দিছেও। কিন্তু সকলোৰে উত্তৰ একে নহয়।

বেদান্তৰ উত্তৰ ওপৰত এই সূত্ৰত শঙ্কৰাচাৰ্য্যই দিলে। তেওঁ কলে যে এই জগৎ মিথ্যা বা মনোদৃশ্য। ব্ৰহ্ম সদায় অপৰিণামী সৎ পদাৰ্থ। কিন্তু তেওঁৰ এটি অনিৰ্ব্বচনীয় মায়াৰ প্ৰভাৱত আমাৰ মনত জগদজ্ঞান উৎপন্ন হয়।

আমি জানো যে শঙ্কৰাচাৰ্য্যৰ কথাটো আধুনিক বিজ্ঞানে সমৰ্থন কৰে, কাৰণ বিজ্ঞানৰ মতেও বহিৰ্জ্জগতত ৰূপ, ৰস, গন্ধ, স্পৰ্শ একো নাই। এইবোৰ বস্তুত লাগি থকা নাই। বস্তুৰ আচল স্বৰূপ কি আমি নাজানো। এই জগৎ আমাৰ মনোদৃশ্য (mental or subjective)।

কিন্তু জগতক এইদৰে মনোদৃশ্য (যথা সমাজিকৰ জগৎ) বুলি ভাবিলে আমাৰ পুৰুষাৰ্থ সাধন নহয়, আমাৰ ভোগ নহয়। আমি কোনো সত্য আবিষ্কাৰ কৰিব নোৱাৰো। জগত খন যেনে দেখিছো, ঠিক তেনে—এই বুলি ধৰি লৈহে বিজ্ঞান ইমান ওপৰলৈ যাব পাৰিছে। তেহে বুজিলে, যে জগৎখন আমি যেনে দেখিছো তেনে নহয়।

ভক্তি মাৰ্গত অগ্ৰসৰ হবলৈ হলে, বা জগতৰ বিষয়ে কোনো চিন্তা বা পৰীক্ষাৰ (Experiment) দ্বাৰা কোনো কথা জানিবলৈ হলে, বা জগতত সুখেৰে থাকিবলৈ হলে, জগতক সত্য বুলি ধৰি লবই লাগিব। যি দেখো তাকে সত্য বুলি মানি লবই লাগিব। অৱশ্য জগতৰ যি স্বৰূপ বিজ্ঞানে আজি-কালি আমাক দেখুৱাইছে, সেইমতে জগতক মিথ্যা বোলা যেনে, সত্য বোলাও তেনে—ই যেন এখন ১০ টকীয়া নোট, কাগজ বুলিলেও হয়, টকা বুলিলেও হয় (তথাপি ইয়াক সত্য বুলি নধৰিলে আমি ইয়াত থাকিব নোৱাৰো।

সেই গুণে শঙ্কৰাচাৰ্য্যৰ বাহিৰে আন সকলো বেদান্তাচাৰ্য্যই, গীতাই আৰু সাংখ্যদৰ্শনে (আধুনিক বৈজ্ঞানিক সকলৰ দৰেই) জগতক সত্য (অৰ্থাৎ যেনে দেখিছো ঠিক তেনে) বুলি ধৰি লৈ হে ওপৰৰ প্ৰশ্নটিৰ উত্তৰ দিছে।

(১) প্ৰথমতে গীতাই কৈছে ঃ—

ময়াধ্যক্ষেণ প্ৰকৃতিঃ সূয়তে সচৰাচৰম্।
হেতুনানেন কৌন্তেয় জগদ্বিপৰিবৰ্ত্ততে।। ৯।১০

অৰ্থাৎ ব্ৰহ্মই নিজে পৰিণাম কৰা নাই তেওঁৰ অধীনে আৰু তেওঁৰ সংকল্প অনুসাৰে তেওঁৰ শক্তি, প্ৰকৃতিয়ে এই জগৎ ৰচনা কৰিছে আৰু সেই বাবেই জগতৰ পৰিণাম হৈ থাকে কিন্তু তেওঁ নিজে নিৰ্গুণ অপৰিনামী সৎ পদাৰ্থ হৈ জগতৰ ভিতৰতো আৰু জগতৰ বাহিৰতো আৰু জগতৰ ওপৰতো সদায় নিজ স্বৰূপে বিদ্যমান থাকে। প্ৰকৃতিৰ পৰিণামত তেওঁৰ একো পৰিণাম নহয়।

(২) এইটো ঠিক সাংখ্যৰো মত। সাংখ্যই প্ৰকৃতিক এটা সুকীয়া তত্ত্ব বুলি ধৰি লৈ কৈছে ঃ—

যে নিৰ্গুণ ব্ৰহ্ম নিষ্ক্ৰিয় (১০ কাৰিকা)। এই সৃষ্টি সম্পৰ্কে সঙ্কল্পৰ বাহিৰে ব্ৰহ্মৰ আৰু কোনো খণ্ড কাৰ্য্য নাই। সকলো খণ্ড কাৰ্য্য প্ৰকৃতিৰ নিজৰ কাৰ্য্য—স্বভাৱৰ কাৰ্য্য (Nature), স্বভাৱতে আপোনা-আপুনি হয় ঃ—যেনে ছাবি দি চলাই দিলে ঘড়ী আপোনা-আপুনি চলে।

ব্ৰহ্মই যেন ছাবি দি বা ষ্টাৰ্ট দি এই অতি বৃহৎ আৰু আপোনা-আপুনি কাম কৰা (Self-acting) জগৎ যন্ত্ৰটি চলাই দিলে আৰু সি আপোনা-আপুনি চলি আছে আৰু কল্পান্ত কাল চলি থাকিব।

অব্যক্ত ব্ৰহ্ম নিষ্ক্ৰিয় হৈ নিজ স্বৰূপে সৰ্ব্বত্ৰ বিদ্যমান আছে। তেওঁৰ কোনো পৰিণাম নাই।

(৩) তৃতীয়তঃ শঙ্কৰাচাৰ্য্যৰ বাহিৰে সকলো বেদান্তাচাৰ্য্যই কয় যে ব্ৰহ্ম সত্য-সংকল্প সত্য-কাম। তেওঁৰ কোনো পৰিণাম নাই। তেওঁৰ ইচ্ছা মাত্ৰ জগতৰ সৃষ্টি হল। তেওঁ ভাবিলে "জগৎ হওক" আৰু জগৎ হল। আমি যেনে দেখিছো সকলো বিষয়ো ঠিক তেনে হল। বাইবেল আদি সকলো ধৰ্ম্মগ্ৰন্থত এইদৰেই কয়—God said, let there be light and there was light আমি সাংখ্য দৰ্শনত কৈ আহিছো যে এইটোহে আচল পৰমাৰ্থিক মূল সত্য। কিন্তু এই দৰে কলে এই পৰম সত্যটি মানুহে বিশ্বাস নকৰে বা কৰিব নোৱাৰে সেইগুণেই দাৰ্শনিক বা বৈজ্ঞানিক বিচাৰৰ আৱশ্যক হয় আৰু তেতিয়া মূল প্ৰকৃতি বুলি এটি তত্ত্ব মানি লব লগীয়া হয়।

### ভাবে চ উপলব্ধেঃ। ২।১।১৫

কাৰণ যদি থাকে [ভাবে] তেহে কাৰ্য্যৰ উপলব্ধি হয়, সেই বাবে জানিব লাগে যে কাৰণ নহ'লে কাৰ্য্য নহয়। যদি হ'লহেতেন, আমগুটি পচালে, কঁঠাল পুলিও গজিব পাৰিলেহেতেন। মাটি থাকিলেহে ঘট; মাটি নাই, অথচ ঘট হল, এনে কথা হব নোৱাৰে।

### সত্ত্বাৎ অবৰস্য চ। ২।১।১৬

(অবৰ=অবৰ-কালীন=পশ্চাৎবৰ্ত্তী)

কাৰ্য্য সদায় তাৰ কাৰণত থাকে। তিলৰ পৰা তেল হয়। তেল নিশ্চয় আগৰে পৰা তিলত আছিল; পেৰিলত ওলাই পৰিল; নহলে বালি পেৰিলেও তেল হব পাৰিলেহেতেন। এই যে পশ্চাৎবৰ্ত্তী কাৰ্য্য, তাৰ পূৰ্ব্ববৰ্ত্তী কাৰণত সদায় থাকে, ইয়াৰ পৰাও বুজিব পাৰি যে কাৰ্য্য আৰু কাৰণ অভিন্ন।

শ্ৰুতিয়ে কৈছে যে এই কাৰ্য্য-জগৎ আগেয়ে কাৰণ-ৰূপে বৰ্ত্তমান আছিল—অৰ্থাৎ ব্ৰহ্মত প্ৰতিষ্ঠিত আছিল। [ছাঃ ৬।২।১]

### অসৎ ব্যপদেশাৎ ন ইতি চেৎ—? ন ধৰ্ম্মান্তৰেণ বাক্য শেষাৎ। ২।১।১৭

কিন্তু শ্ৰুতিয়ে এঠাইত কৈছে যে এই জগৎ উৎপত্তিৰ আগতে অসৎ আছিল। তেন্তে, জগৎ যে ব্ৰহ্মত প্ৰতিষ্ঠিত বুলি ওপৰত ক'লে, সেই কথা নহ'বও পাৰে [অসৎ-ব্যপদেশাৎ ন]। আমাৰ এনে সন্দেহৰ উত্তৰত কৈছে: [ন,ধৰ্ম্মান্তৰেণ বাক্য শেষাৎ] ছাঃ উপনিষদত অৱশ্য প্ৰথমতে কলে যে এই জগৎ উৎপত্তিৰ আগত অসৎ আছিল। কিন্তু অলপ পাছতে আকৌ কলে যে এই সকলোবোৰ সৎ আছিল। এই শেষ বাক্যৰ পৰা [বাক্য শেষাৎ] বুজিব পাৰি যে কাৰ্য্যৰ অৱস্থা-বিশেষ লক্ষ্য কৰিহে [ধৰ্ম্মান্তৰেণ] সেই 'অসৎ' বাক্যটি ব্যৱহাৰ কৰিছে। ইয়াৰ মানে এই যে উৎপত্তিৰ আগত, এই জগৎ এতিয়া যেনে আছে, ঠিক তেনে নাছিল। এতিয়া ই কাৰ্য্য; তেতিয়া সি আছিল, কাৰণ [তলৰ সূত্ৰৰ ব্যাখ্যা চাওক]। কাৰ্য্যাৱস্থা আৰু কাৰণ অৱস্থা একে নহয়; হোৱা হ'লে এই সংসাৰত কোনো পৰিবৰ্ত্তনেই নহলহেতেন আৰু কাৰ্য্য কাৰণ ভেদ লোপ পালেহেতেন। কাৰ্য্য তাৰ কাৰণত যেতিয়া থাকে তেতিয়া নাম ৰূপ ব্যক্ত নহয় [২।১।৭ চাওক]।

### যুক্তেঃ শব্দান্তৰাৎ চ। ২।১।১৮

যুক্তি আৰু অন্য শ্ৰুতিৰ পৰাও জানিব পাৰি যে কাৰ্য্য উৎপত্তিৰ আগত তাৰ কাৰণত থাকে। এই জগৎখনেই কাৰ্য্যৰ এটা ক্ৰম-পৰিণাম মাত্ৰ। গোটেই জগতৰ কথা সমষ্টি ভাবে একেলগে ভাবিলে আমি বুজো যে ইয়াৰ কোনো এক মুহূৰ্ত্তৰ অৱস্থা তাৰ আগৰ মুহূৰ্ত্তৰ অৱস্থাৰ কাৰ্য্য আৰু সেই কাৰ্য্যই আকৌ পৰবৰ্ত্তী অৱস্থাৰ কাৰণ একে অৱস্থাই এবাৰ কাৰ্য্য হৈ প্ৰকাশ হল, সিয়েই আকৌ পৰবৰ্ত্তী অৱস্থাৰ কাৰণহে প্ৰকাশ হল, আৰু পৰবৰ্ত্তী অৱস্থা কাৰ্য্য হৈ প্ৰকাশ হল। এই কাৰ্য্য-কাৰণৰ ক্ৰম পৰিণাম ওপৰলৈ ভাবি গৈ থাকিলে আমি এটি মূল কাৰণহীন কাৰণত উপস্থিত হয় গৈ। কাৰণহীন মূল কাৰণ-অৱস্থাক সাংখ্যই অব্যক্ত বুলিছে আৰু বেদান্তই ব্ৰহ্ম বুলিছে।

### পটবৎ চ। ২।১।১৯

মেৰাই থোৱা পট যেনেকৈ লাহে লাহে মেল খায়, সেইদৰে এই জগতো মূল কাৰণ অৱস্থাৰ পৰা মুকলি হৈ ওলায়।

### যথা চ প্ৰাণাদি। ২।১।২০

প্ৰাণায়ামৰ সময়ত পঞ্চপ্ৰাণৰ ক্ৰিয়া বন্ধ থাকে; কিন্তু যেতিয়া নিৰোধ ভঙ্গ হয়, তেতিয়া সিহঁতৰ ক্ৰিয়াও প্ৰকাশ হয়। সেই দৰেই, প্ৰলয়ত এই জগতো ব্ৰহ্মত লীন হৈ থাকি সৃষ্টি কালত লাহে লাহে প্ৰকাশ হয়।

অনুলোম আৰু বিলোম ক্ৰমে, ব্ৰহ্মক জগতৰ কাৰণ বুলি বুজিবলৈ এই সূত্ৰবোৰ দিছে। তলৰ পৰা ওপৰলৈ এই দৃশ্য বস্তুবোৰৰ কাৰণ, কাৰণৰ কাৰণ আকৌ তাৰ কাৰণ,—এইদৰে ভাবি নিলে মূল কাৰণহীন কাৰণটিত উপস্থিত হয়গৈ। সেয়ে ব্ৰহ্ম। সেই কাৰণহীন অৱস্থাৰ পৰা তললৈ লাহে লাহে নামি আহিলে, জগৎ কেনেকৈ ক্ৰম-পৰিণামত প্ৰকাশ হয় তাক বুজিম।

গীতাত দুইটা অৱস্থা এইদৰে বুজাইছে:—

যদাভূত পৃথক ভাবমেকস্থমনুপশ্যতি।
তত এব চ বিস্তাৰব্ৰহ্ম সম্পদ্যতে তদা॥

### ইতৰ ব্যপদেশাৎ, হিত-অকৰণাদি দোষ প্ৰসক্তিঃ। ২।১।২১

জীৱক ব্ৰহ্ম বুলি শ্ৰুতিয়ে নিৰ্দেশ কৰিছে—'তত্ত্বমসি'। আকৌ কোনো শ্ৰুতিয়ে কয় যে ব্ৰহ্মই জীৱসৃষ্টি কৰি সৃষ্ট জীৱত নিজে প্ৰৱিষ্ট হল [তৈঃ ২।৬]।

বাৰু, প্ৰথমতে আমি ধৰি লওঁ যে জীৱই ব্ৰহ্ম; তেন্তে জীৱৰ

কিয় সংসাৰৰ দুখ-কষ্ট ভোগ কৰিবলৈ নিজে নিজক সৃষ্টি কৰিলে? আমি জানো, কোনেও নিজৰ অহিতাচৰণ নকৰে; জীৱই কিয় কৰিলে?

দ্বিতীয়তঃ ব্ৰহ্ম বাৰু জীৱ নহয় মানি লওঁ; ব্ৰহ্মাই জীৱ সৃষ্টি কৰিলে: কিন্তু জীৱৰ সুখ-দুখ জৰা-মৰণ আদি ভোগ কৰিবলৈ কিয় তেওঁ জীৱৰ অভ্যন্তৰত সোমাল? কিয় তেওঁ নিজৰ অহিতাচৰণ কৰিলে? তেওঁ বলিয়ানে কি?

শ্ৰুতিৰ কথা মতে ব্ৰহ্মক বা জীৱক সৃষ্টিকৰ্ত্তা বুলি ভাবিলে এনেবোৰ দুষ্ট কল্পনা মনলৈ আহে। এনে আপত্তিৰ উত্তৰত তলৰ সূত্ৰ দিছে।

### অধিক তু ভেদ নিৰ্দ্দেশাৎ। ২।১।২২

ওপৰৰ আপত্তিটো অসঙ্গত। কাৰণ শ্ৰুতিয়ে জীৱক জগতৰ কাৰণ বোলা নাই। জীৱতকৈ শ্ৰেষ্ঠ জনক (অধিকং) অৰ্থাৎ ব্ৰহ্মক হে সৃষ্টিকৰ্ত্তা বুলিছে, আৰু জীৱ আৰু ব্ৰহ্মৰ ভেদ নিৰ্দ্দেশ কৰিছে (ভেদ নিৰ্দ্দেশাৎ) ব্ৰহ্ম নিৰ্ব্বিকাৰ; জীৱৰ জৰামৰণাদি দুখ আছে। ব্ৰহ্ম নিয়ন্তা, জীৱ নিয়ম্য। অতএব ব্ৰহ্মাই নিজৰ অহিত নিজে চিন্তিলে বুলি কোৱা অসঙ্গত হৈছে।

### অশ্মাদি-বৎ চ তৎ অনুপপত্তিঃ। ২।১।২৩

শিল আদি পদাৰ্থৰ দৃষ্টান্তৰ পৰাও (অশ্মাদিবৎ) বুজিব পাৰি যে ওপৰৰ আপত্তিটো অসঙ্গত (তৎ অনুপপত্তিঃ)।

শিল, লো ইত্যাদি সকলো দ্ৰব্য মাটিৰ বিকাৰ, পৃথিৱীৰ পৰা ওলাব আকৌ পৃথিৱীতে লয় হব। এই দ্ৰব্যবোৰ পৃথিৱীৰ পৰা অভিন্ন হলেও ভিন্ন। ব্ৰহ্ম সম্পৰ্কেও তেনে; জীৱ ব্ৰহ্মৰ পৰা অভিন্ন হলেও, উপাধি বিশিষ্ট হৈ ভিন্ন হয়। সেই গুণে ব্ৰহ্মাই নিজে নিজৰ অহিত আচৰণ কৰিছে—এনে কথা অসঙ্গত।

এই সূত্ৰবোৰৰ বাক্যাৰ্থ সম্পৰ্কে আচাৰ্য্যসকলৰ একো মতভেদ নাই। ইয়াত জীৱ আৰু ব্ৰহ্মৰ ভেদ স্পষ্ট নিৰ্দ্দেশ কৰিছে। এই ভেদ সম্পৰ্কে শঙ্কৰাচাৰ্য্যই কৈছে—

"জীৱই ব্ৰহ্মক দেখিব লাগে, শুনিব লাগে, ভাবিব লাগে, ধ্যান কৰিব লাগে—ইত্যাদি বাক্যেৰে শ্ৰুতিয়ে জীৱ আৰু ব্ৰহ্মৰ ভেদ স্পষ্টভাবে নিৰ্দ্দেশ কৰিছে; কিন্তু 'তত্ত্বমসি' ইত্যাদি বাক্যৰ দ্বাৰা শ্ৰুতিয়ে আকৌ জীৱ আৰু ব্ৰহ্মৰ একত্বও নিৰ্দ্দেশ কৰিছে; তেন্তে শ্ৰুতিয়ে, দুবাৰ দুটা কথা কোৱাৰ তাৎপৰ্য্য কি? জীৱক জীৱৰূপে ধৰিলে, নিশ্চয় ব্ৰহ্মৰ পৰা ভিন্ন, কাৰণ ব্ৰহ্ম উপাধিহীন আৰু জীৱ উপাধিযুক্ত। যেতিয়া উপাধিৰ বিষয় নেভাবি, ব্ৰহ্মৰ বিষয় চিন্তা কৰা হয়, তেতিয়া আৰু জীৱৰ জীৱতত্ত্ব নেথাকে। তেতিয়া জীৱও নাই, ব্ৰহ্মৰ সৃষ্টি কৰ্ত্তৃত্বও নেথাকে। তেতিয়া জীৱও নাই, সৃষ্টিকৰ্ত্তা ব্ৰহ্মাও নাই; সেই বুলি, নাইকিয়া নহয়, দুয়ো একে হৈ পৰে। তেতিয়া কোনো ৰকম ভেদজ্ঞান মনলৈ নাহে। ভেদ ব্যৱহাৰ কল্পনাৰ বাহিৰে একো নহয়। ই ভ্ৰম মাত্ৰ। তত্ত্বজ্ঞান মানে একত্ব জ্ঞান। এই জ্ঞান হলেই ভ্ৰম দূৰ হয়। এই ভ্ৰমৰ পৰাই যত মানে নাম-ৰূপৰ আবিৰ্ভাব হয়; আৰু এইবোৰকে উপাধি বোলে। এই উপাধি যেতিয়ালৈকে থাকে তেতিয়ালৈকে সংসাৰ-ভ্ৰম হয়। "মই-মৰিলোঁ", "মই উপজিলো", "মই ৰুগ্ন" ইত্যাদি মানুহৰ ধাৰণাবোৰ ভ্ৰমাত্মক—এই কথা আমি সহজে বুজো; কাৰণ পৰমাৰ্থতঃ "মই" সদায় আছো। "মই"-ৰ কোনো বিকাৰ নাই; যত মানে বিকাৰ দেহৰ (১।১।১। চাওক)। যি ভ্ৰমৰ বাবে মানুহে দেহক "মই" বুলি ভাবে, ঠিক এনেবিধ ভ্ৰমৰ বাবেই আমি জগতেক জগৎ বুলি বা জীৱক জীৱ বুলি ভাবো। যেতিয়ালৈকে পৰমাৰ্থিক জ্ঞান নহয় তেতিয়ালৈকে এই ভ্ৰমাত্মক ভেদজ্ঞানাভিভূত জীৱক ভেদৰ ভিতৰেদি হে পৰমাৰ্থিক সত্য বুজাব লাগিব। যি ভেদৰ বাহিৰে একো ধাৰণ কৰিব নোৱাৰে, তাক আৰু ভেদৰ ভিতৰেদি লৈ নগৈ আৰু কেনি নিব পাৰি? এইবাবেই হে শ্ৰুতিয়ে জীৱ আৰু পৰমাত্মাৰ ভেদ নিৰ্দ্দেশ কৰিছে। আচলতে এই ভেদ সত্য নহয়।

### উপসংহাৰ দৰ্শনাৎ ন ইতি চেৎ?<br>—ন ক্ষীৰবৎ হি। ২।১।২৪

কোনো বস্তু এটা নিৰ্ম্মাণ কৰিবলৈ হ'লে, কৰ্ত্তাজনে নানা ৰূপ সাহায্যকাৰী উপকৰণ সংগ্ৰহ কৰি লব লাগে। এইটো আমি দেখি আছো। একো উপকৰণ নোহোৱাকৈ কোনোৱে কেতিয়াও কিবা এটা গঢ়া আমি দেখা নাই। তেন্তে ব্ৰহ্মাই নো কোনো সহায় নোহোৱাকৈ, কোনো উপকৰণ নোহোৱাকৈ এই জগতখন সৃষ্টি কৰিলে কেনেকৈ? এই প্ৰশ্নৰ উত্তৰত কৈছে যে জগতত এনে দেখাও যায় যে আন সাহায্যকাৰী উপকৰণ নহলেও কাৰ্য্য হয়—যেনে, গাখীৰ আপোনা-আপুনি দৈ যাবে [ক্ষীৰবৎ]।

এই দৃষ্টান্তটি নিশ্চয় ঠিক নহ'ল। কাৰণ, গাখীৰ অচেতন বস্তু। অচেতন বস্তুক লোকে নিয়ম লগাই থলে, বা শৃঙ্খলা লগাই দিলে, সি স্বতঃপ্ৰবৃত্ত হৈ কাম কৰে, যেনে, যন্ত্ৰই কৰে,—এই কথা আমি সদায় দেখিছো আৰু এই নিয়ম বা

শৃঙ্খলাকে আমি সেই বস্তুটোৰ "স্বভাব" বোলো। গোটেই জগতক সমষ্টিৰূপে ভাবিলে, আকৌ এই "স্বভাব"কে আমি "প্ৰকৃতি" বোলো। তেন্তে এই গাখীৰৰ উপমাটো, প্ৰকৃততে, অচেতন প্ৰকৃতিৰ সৃষ্টিৰ সামৰ্থ্যৰ উপমাহে। ব্ৰহ্ম চেতন। চেতন কুমাৰে অচেতন উপকৰণ নহলে ঘঁট সাজিব নোৱাৰে। আকৌ, ব্ৰহ্মৰ পৰিণাম নাই। কেনেকৈ তেওঁ বিনা উপকৰণে অসংখ্য জীৱ ৰূপে পৰিণত হল ? তেওঁৰ জানো "স্বভাব" বুলি কিবা এটা আছে ? আমাৰ এইবোৰ আপত্তিৰ উত্তৰত তলৰ দৃষ্টান্তটি দিছে।

### দেৱাদিৱৎ অপি লোকে। ২।১।২৫

দেৱতা বা সিদ্ধ পুৰুষে নিজৰ অস্মিতা মাত্ৰ উপাদান লৈ, সঙ্কল্প মাত্ৰ, বিশেষ বিশেষ বস্তু সৃষ্টি কৰিব পাৰে—এই কথা লোক-প্ৰসিদ্ধ। তদ্বৎ, ব্ৰহ্মাই সঙ্কল্প কৰি এই জগৎ সৃষ্টি কৰিলে। তেওঁ সত্য-সঙ্কল্প। ওপৰত ১।৩।২৭ সূত্ৰত এই কথা কোৱা হৈছে। ব্ৰহ্মৰ চিত্তত এই জগৎ বীজভাবে সদায় প্ৰতিষ্ঠিত।

দেৱতাই বা সিদ্ধ পুৰুষে যেনেকৈ কৰে, ব্ৰহ্মাই সেই দৰে নিজৰ চিত্তৰ পৰা সকলো জগৎ উলিয়াই দিলে। প্ৰত্যেকৰ চিত্ত তেওঁৰ চিত্তৰ অন্তৰ্গত। কোনো জীৱই তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে একো কৰিব নোৱাৰে। সেয়ে যদি নহ'লহেতেন, যদি জীৱৰ স্বতন্ত্ৰ ইচ্ছা বুলি কিবা এটা থাকিলহেতেন, তেন্তে তেওঁৰ সৃষ্টি, তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে, জীৱই নষ্ট কৰিব পাৰিলেহেতেন। সেইটো তেওঁ হ'বলৈ দিয়া নাই। তেওঁ সকলোকে নিয়ন্ত্ৰিত কৰে ; সকলো তেওঁৰ নিয়ম্য।

এয়ে বেদান্তৰ সৃষ্টি-তত্ত্ব। ইয়াকে সকলো পুৰাণে, সকলো শাস্ত্ৰই কৈছে। শ্ৰীশঙ্কৰদেৱে ইয়াকে আমাক পুৰাণৰ ভাষাৰে বুজাইছে :—

চৈধ্যই ভুবন উদৰতে দিলোঁ ঠাই।
প্ৰকৃতি মায়াও আছে গৰ্ভতে লুকাই ॥
একেশ্বৰে থাকি আমি কৰোঁ কোন কাজ।
শৰীৰৰ পৰা সবে জীৱ হওক বাজ ॥

বেদান্তৰ সৃষ্টিতত্ত্ব কোৱা হল। এতিয়া তলৰ সূত্ৰ বোৰত বেদান্তই ক'ব যে ইয়াতকৈ বেচি মানুহে জানিব নোৱাৰে ; কোনো দৰ্শনে ইয়াতকৈ বেচি আজিলৈকে ক'ব পৰা নাই ; এই বিষয়ে তৰ্ক কৰি লাভ নাই—তৰ্ক নিৰৰ্থক। তাকে দেখুৱাবলৈ বেদান্তই আৰম্ভ কৰিছে—

### কৃৎস্ন প্ৰসক্তিঃ নিৰবয়বত্ব-শব্দ-কোপঃ বা। ২।১।২৬

তৰ্ক হব পাৰে যে সমগ্ৰ ব্ৰহ্ম জগৎৰূপে পৰিণত হল, নে ব্ৰহ্মৰ এক অংশহে পৰিণত হল।

(১) যদি কোৱা যে সমগ্ৰ ব্ৰহ্ম জগৎৰূপে পৰিণত হল, তেন্তে ব্ৰহ্ম আৰু এতিয়া নাই ; এতিয়া এই জগতেই সমগ্ৰ ব্ৰহ্ম। [কৃৎস্নঃ প্ৰসক্তিঃ] —অৰ্থাৎ নিৰবয়ব ব্ৰহ্মৰ এতিয়া অবযব হল, তেওঁ চেতন আৰু অচেতন পদাৰ্থ ৰূপে দৃশ্য হল।

(২) আৰু যদি কোৱা যে ব্ৰহ্মৰ এক অংশ হে জগদ্ৰূপে পৰিণত হ'ল, তেন্তে নিৰবয়ব ব্ৰহ্মৰ অংশ কল্পনা কৰা হ'ল, শ্ৰুতি বাক্যৰ লগত বিৰোধ হ'ল [নিৰবয়বত্ব শব্দ-কোপঃ বা]। এনেবোৰ তৰ্কৰ নিষ্পত্তি কৰিবলৈ বেদান্তই এতিয়া তলৰ সূত্ৰটি দিছে—

### শ্ৰুতেস্তু শব্দ-মূলত্বাৎ। ২।১।২৭

ব্ৰহ্ম শব্দ-মূলক—অৰ্থাৎ ব্ৰহ্ম যে কি তাক জানিবৰ শ্ৰুতিৰ বাহিৰে আৰু একো উপায় নাই। সেই বাবে [শব্দ মূলত্বাৎ] শ্ৰুতিৰ বাক্যত আমি নিৰ্ভৰ কৰিবই লাগিব। শ্ৰুতিয়ে কৈছে ব্ৰহ্ম জগতৰ অতীত হৈ থাকিও জগদ্ৰূপে পৰিণামপ্ৰাপ্ত হ'ব পাৰে। কেনেকৈ হ'ব পাৰে তাৰ উত্তৰ নাই। শ্ৰুতি বাক্যই প্ৰমাণ। এয়ে তেওঁৰ অচিন্ত্য মহিমা। এই সূত্ৰৰ বাক্যাৰ্থ অতি স্পষ্ট, সকলো আচাৰ্যই এই অৰ্থকে কৰিছে। শঙ্কৰাচাৰ্যই এইদৰে কৈছে—

"শ্ৰুতিৰ বিৰুদ্ধে তৰ্ক নাই, সঁচা। কিন্তু ইয়াত শ্ৰুতিয়ে দুটা বিৰুদ্ধ কথা কৈছে ঃ শ্ৰুতিয়ে এবাৰ ক'লে ব্ৰহ্ম নিৰবয়ব, আকৌ ক'লে তেওঁৰ অংশ আছে বা তেওঁ সাবয়ব। এতিয়া আমি যদি কওঁ যে ব্ৰহ্ম সাবয়বো আৰু নিৰবয়বো, তেন্তে এটা গোঁজামিল দিয়া কথাহে হব ; আৰু ব্ৰহ্মৰ আচল স্বৰূপৰ বিষয়েও আমাৰ একো জ্ঞান নহ'ব। এনে অৰ্থহীন কথা শ্ৰুতিয়ে ক'ব নোৱাৰে আৰু যদি কৈছে, তেন্তে আমি ক'বলৈ বাধ্য যে [শ্ৰুতিৰ প্ৰামাণ্য যিমানেই হওক] শ্ৰুতিয়ে এইখিনিতে কোনোমতে গোঁজামিল দি কথা এটা কৈ আমাক ভুলাইছে। প্ৰকৃততে শ্ৰুতিয়ে এনে কৰা নাই ; শ্ৰুতিৰ অৰ্থ অতি পৰিষ্কাৰ। শ্ৰুতিয়ে আচলতে কৈছে—যে ব্ৰহ্ম অবিকৃত হৈও বিভিন্ন ৰূপে প্ৰতীয়মান হয়। এটা বস্তু অবিকৃত থাকি ভিন্নৰূপে কেতিয়া প্ৰতীয়মান হ'ব পাৰে? কৰী এডাল আন্ধাৰত সাপ যেন হৈ প্ৰতিভাত হয়। ঠিক সেইদৰেই ব্ৰহ্মও জগদাকাৰে আমাৰ চকুত প্ৰতিভাত হয়। শ্ৰুতিয়ে এই মায়

কৈছে। "ব্ৰহ্ম জগদৰূপে পৰিণত হয়" এই কথাৰ অৰ্থ এই যে অজ্ঞানৰ প্ৰভাবত আমি ব্ৰহ্মকে জগৎ যেন দেখোঁ—"জগৎ মিথ্যা ই মায়া বা ই আমাৰ মনৰ ভ্ৰম।"

কিন্তু আমি এতিয়ালৈকে শঙ্কৰাচাৰ্য্যৰ যি খিনি কথা শুনিলোঁ, তাৰ উত্তৰত আন আচাৰ্য্যসকলে কি কৈছে, আমি তাক শুনা নাই তেওঁবিলাকৰ প্ৰতিবাদৰ বহুত অংশ "মিথ্যা" শব্দৰ সংজ্ঞা লৈ। "মিথ্যা" শব্দটোৰ শাঙ্কৰিক অৰ্থটো আমি আগধৰি ঠিক কৰি ললে, কথাটো বহুত চুম্বক হৈ পৰে আৰু প্ৰকৃত বিৰোধৰ বিষয়টো অতি শীঘ্ৰে ওলাই পৰে। শঙ্কৰাচাৰ্য্যই জগতৰ সত্যতা বা মিথ্যাত্ব বুজাবলৈ সাপ আৰু জৰীৰ দৃষ্টান্ত দিয়া বাবেই তেওঁৰ আচল ভাবটো বুজিবলৈ টান হৈছে। এই দৃষ্টান্তত মানুহৰ গণ্ডগোল লাগে, কাৰণ ৰজ্জুত সৰ্পভ্ৰমটো অতি ক্ষণস্থায়ী ভ্ৰম—এইটো 'ভ্ৰম' বুলি তৎক্ষণাৎ জানে। এনে ক্ষন্তেকীয়া ভ্ৰমৰ আচল মনস্তত্ত্বটিও (Psychology)মানুহে নুবুজে। বিশেষতঃ দুজন দৰ্শকৰ একে সময়তে একেডাল জৰীত সৰ্প-ভ্ৰম প্ৰায় নহয়।

তেওঁৰ মায়াবাদ সম্পৰ্কে যিবোৰ তৰ্ক-বিতৰ্ক হৈছে, সেই সকলোবোৰৰ বাবে ঘাইকৈ এই কুলক্ষণীয়া দৃষ্টান্তটোহে দায়ী। তেওঁ জানিছিল যে এই দৃষ্টান্তৰ পৰা মানুহৰ গণ্ডগোল লাগিবও পাৰে। সেইবাবে তেওঁ আৰু এটা সুন্দৰ দৃষ্টান্ত দিছিল। কিন্তু টীকাকাৰসকলে তালৈ পাহৰিলে। সেই দৃষ্টান্তটো মৰীচিকা। পাঠসকলে মৰীচিকা দেখা নাই। কিন্তু ঠিক তদ্ৰূপ দৃষ্টান্ত ৰামধনু আমি সকলোৱে সদায় দেখি আছো। এই ৰামধনুৰ তথ্যটো বুজিলেই শঙ্কৰাচাৰ্য্যৰ আচল ভাবটো স্পষ্টকৈ বুজা হব। তেওঁৰ "ব্যৱহাৰিক" আৰু "পৰমাৰ্থিক" সত্যৰ প্ৰভেদো বুজা যাব।

যেতিয়া ৰামধনু ওলায়, তেতিয়া আমি সকলোৱে দেখোঁ যে আকাশত চিত্ৰ-বিচিত্ৰ ৰং ওলাইছে আৰু আমি ভাবো যে সেই একেবোৰ ৰঙকে সকলোৱে সমানে দেখিছে। কিয় এই দৰে হৈছে, আমি নাজানো; কিন্তু হৈছে যে, সেই বিষয় আমাৰ একো সন্দেহ নাই। তেতিয়া,ৰামধনুখন নাই বুলি কোনেও নকয়। সকলোৱে ভাবে যে ৰংবোৰ আকাশত আছে আৰু সেইবোৰ যেন তাত কোনোবাই লেখি বা সানিহে দিছে । এয়ে আমাৰ "ব্যৱহাৰিক" দৃষ্টি—সকলোৰে সমান দৃষ্টি আৰু অতি সত্য দৃষ্টি।

এতিয়া ধৰক, আমাৰ লগতে এজন বৈজ্ঞানিক আছে। তেওঁ কি দেখিব? তেওঁ ৰামধনুখন আমাৰ দৰেই দেখিব; ৰামধনুৰ অস্তিত্বৰ বিষয়ে তেওঁৰো কোনো সন্দেহ নেথাকিব। এয়ে তেওঁৰ "ব্যৱহাৰিক" দৃষ্টি—অতি সত্য দৃষ্টি। কিন্তু তেওঁৰ আৰু এটি দৃষ্টি আছে।

তেওঁ দেখিব যে তেওঁৰ সন্মুখৰ আকাশত কিছুমান মেঘৰ বিন্দু আছে; আৰু পিঠিৰফালে বেলিটো আছে, ৰংবোৰ আকাশত নাই; সূৰ্য্যৰ ৰশ্মি মেঘবিন্দুত পৰি, উফৰি আহি তেওঁৰ চকুত পৰিছেহি; আৰু তেওঁৰ মনত ৰঙৰ প্ৰতীতি হৈছে; তেওঁ আৰু বুজিব যে কোনো দুজন দৰ্শকে ৰামধনুখন ঠিক একে ৰকমে দেখা নাই। এইটো তেওঁৰ "পৰমাৰ্থিক" দৃষ্টি—যি দৃষ্টি আমাৰ নাই। এতিয়া আমি পাঠকসকলক প্ৰশ্ন কৰোঁ,—বৈজ্ঞানিকজনৰ এই দুটা দৃষ্টিৰ কোনটো সঁচা? কোনটো মিথ্যা বা মায়া? ৰামধনুখন নাইনে কি? ই মিথ্যানে কি? বা, বৈজ্ঞানিকজনৰ ২য় দৃষ্টিটি মিথ্যানে কি? জগৎ সম্পৰ্কেও এয়ে দৃষ্টান্ত।

পাঠকসকলে মনত ৰাখিব যে শঙ্কৰাচাৰ্য্যই, এঠাইত নহয়, ১০ ঠাই মানত কৈছে যে তেওঁৰ "মিথ্যা" শব্দৰ মানে "একো নাই" নহয়। (২।১।১৪ সূত্ৰ চাওক)। বৌদ্ধ-দৰ্শনৰ "বিজ্ঞানবাদ" ঠিক বাৰ্ক্লিৰ (Berkely)আদৰ্শবাদে সৈতে একে; এই মতে জগৎ মায়া (Illusion)। কিন্তু শঙ্কৰাচাৰ্য্যই এই মতৰ ঘোৰ প্ৰতিবাদ কৰি কৈছে যে দৃশ্য বস্তুবোৰ "অসৎ" নহয় (২।২।২৮—২৯ চাওক)। এই সমালোচনাৰ পৰা তেওঁৰ "মিথ্যা" মানে কি, তাক স্পষ্ট বুজা যায়। কিন্তু আন আচাৰ্য্যসকলে ধৰি লৈছে যে "মিথ্যা" মানে একেবাৰে "নাই"। এয়ে সকলো বিৰোধৰ মূল আৰু এই বাবেই আজি কালি আমি বেদান্ত পঢ়িবলৈ ইমান টান পাওঁ। শঙ্কৰাচাৰ্য্যৰ "মিথ্যা" শব্দৰ প্ৰকৃত অৰ্থ নিৰ্ণয় কৰাৰ আগেয়ে, এই জগতৰ সত্যতা সম্পৰ্কে আজি কালি পাশ্চাত্ত্য বিজ্ঞানে কি কৈছে, সেইটো জানিলে তেওঁৰ যুক্তিখিনি বুজিবলৈ সহজ হৈ পৰে।

আগৰ দিনৰ পুৰণি মনোবিজ্ঞানে কৈছিল যে বাহিৰত এটা বস্তু নেথাকিলে আমাৰ বস্তু-জ্ঞান নহয়। এইটো অতি ভুল শিক্ষা। সদায় ৰেডিঅ', চিনেমা দেখি পাঠকসকলে সহজে ধাৰণা কৰিব পাৰিব, কেনেকৈ বাহিৰত বস্তু বস্তু-ৰূপে নেথাকিলেও আমাৰ বস্তু-জ্ঞান হ'ব পাৰে। বাহিৰত জগৎ জগদ্ৰূপে নেথাকিলেও আমাৰ জগদ্জ্ঞান বা (শঙ্কৰাচাৰ্য্যৰ কথাৰে) জগদ্ভ্ৰম হ'ব পাৰে। বিজ্ঞানে কয় যে আমাৰ দিনৌ সেইদৰে হৈছেও। এই জগতত বিদ্যুৎ শক্তিৰ বাহিৰে আৰু একো নাই। এই শক্তিৰ ক্ৰিয়াই বহিৰ্জ্জগৎ আৰু সিয়েই আমাৰ যাৱতীয় ৰূপ, ৰস, স্পৰ্শাদি জ্ঞানৰ মূল। বেৰ্হেলোৰ তাৰ

এডাল চেকেণ্ডত ২৫৬ বাৰ কঁপিলেই আমি সা-সুৰটো শুনো। বাহিৰত কঁপনিটো কম বেচি হলেই আন এটা সুৰ শুনো। বাহিৰত কঁপনিটো হে আছে, সুৰ-জ্ঞান আমাৰ মনৰ। সূৰ্য্যৰ ৰশ্মি এটাৰ স্পন্দনৰ দৈৰ্ঘ্য (wave length) ০০০০০৫ হলেই আমি হালধীয়া দেখোঁ; ইয়াৰ কম-বেচি হলেই ৰঙা, বা আন ৰং দেখো; বাহিৰত স্পন্দন বা শক্তিহে আছে; ৰূপ-জ্ঞান আমাৰ মনৰ। কিয় এই দৰে হয় কোনেও নেজানে; কিন্তু এইবোৰ আমাৰ পৰীক্ষা সিদ্ধ (Experimental)সত্য। বস্তুৰ আচল স্বৰূপ আমি নেদেখোঁ। আমাৰ মনে যেনে দেখুৱাই আমি তেনেহে দেখো। *এই জগৎ আমাৰ মনোদৃশ্য (mental subjective)।

আমি এই মাত্ৰ জানোঁ যে বাহিৰত শক্তি আছে আৰু ভিতৰত আমাৰ মনটো আছে। আপেক্ষিতা-বাদৰ পৰা আমি আৰু জানোঁ যে এই জগতৰ আচল স্বৰূপ কি কোনেও নেজানে। ভিন্ন ভিন্ন নক্ষত্ৰ-বাসীয়ে (যদি নক্ষত্ৰৰ প্ৰাণী আছে) নিজ নিজ গতি অনুসাৰে জগতক ভিন্ন ভিন্ন ৰূপে দেখিছে, প্ৰত্যেকে ভাবিছে যে তেওঁৰ দেখাই হে সত্য দেখা; আৰু যদি ইবোৰে আনৰকমে দেখিছে, তেন্তে সিহঁতৰ ভ্ৰম। তেন্তে এতিয়া কোন নক্ষত্ৰবাসীৰ দেখাটো সত্য? কোনটো মিথ্যা? বিজ্ঞানে কয় যে "সত্য" বোলা কথা এটা জগতত নাই। ইয়াত সকলো আপেক্ষিক। সত্য, মিথ্যা, অস্তিত্ব এই সকলোবোৰ শব্দ আপেক্ষিক শব্দ। যি যেনে দেখে তাৰ পক্ষে সেয়ে সত্য, "আপেক্ষিক সত্য"। আচল 'সত্য' (absolute reality)বোলা কথা এটা জগতত নাই। এইবোৰ কথা আমি সাংখ্য-দৰ্শনৰ পাতনিত কৈ আহিছো আৰু এইবোৰ আজি-কালি বিজ্ঞানৰ সাধাৰণ শিক্ষা। আমাৰ শাস্ত্ৰতো তাকেহে কৈছে—

ন তদস্তি ন যৎ সত্যং ন তদস্তি ন যন্মৃষা।
যৎ যথা যেন নিৰ্ণীত তৎতথা তেন লক্ষ্যতে॥

যোগবাশিষ্ঠ ৰামায়ণ, ৪।২১।৫৭

তেন্তে এতিয়া শঙ্কৰাচাৰ্য্যৰ 'সত্য' মানে কি? আমি জানো যে 'অস্তিত্ব' বা 'সত্য' শব্দৰ এটা সংজ্ঞা আমি দিব নোৱাৰো, কোনো দৰ্শনে আজিলৈকে দিয়া নাই। 'সত্য' বস্তুৰ এটা দৃষ্টান্ত দিবলৈ হলেই আমি পোনেই কম যে, আমি ইন্দ্ৰিয়ৰে উপলব্ধি কৰা বস্তুবোৰেই সত্য; কাৰণ এইবোৰ আমি দেখোঁ, হাতেৰে ধৰিব পাৰোঁ ইত্যাদি। তেন্তে 'কাল' অসত্যনে কি? ইয়াক তো আমি ইন্দ্ৰিয় যোগে পোৱা নাই। ইয়াৰ উত্তৰতো আমি কব পাৰোঁ যে 'কাল' নিশ্চয় সত্য কাৰণ যদিও আমি তাক নেদেখোঁ তথাপি সি আছে বুলি আমি অনুমান কৰিব পাৰোঁ।**

বাৰু, অনুমেয় বস্তুয়েই যদি সত্য হ'ল, তেন্তে সমাজিকটো সত্যনে?

এইবাৰ তৰ্কৰ সৃষ্টি হ'ল; বহুতে ক'ব 'ই সত্য'; বহুতে ক'ব, "সামাজিক কেতিয়াও সত্য হ'ব নোৱাৰে, ই নিশ্চয় অসত্য"। শঙ্কৰাচাৰ্য্যই সুন্দৰকৈ দেখুৱাই দিছে যে আমি 'সত্য' বা 'অস্তিত্ব' শব্দৰ একো সুনিশ্চিত সংজ্ঞা দিব নোৱাৰোঁ। তেওঁ স্পষ্ট ভাবে কৈছে যে (২।২।২৮ চাওক) যি বস্তু আমাৰ ভোগ্য, দৃশ্য বা অনুমেয়, সিয়েই আমাৰ পক্ষে সত্য। তেওঁ সেই সমাজিকৰ দৃষ্টান্ত দিয়েই কৈছে যে যি মানুহে সমাজিক দেখে, তাৰ পক্ষে, আৰু যিমান পৰ দেখে সিমান পৰলৈকে, সেই সমাজিক সত্য; অসত্য বুলি সেই মানুহৰ, সেই সময়ত, কেতিয়াও প্ৰতীতি হ'ব নোৱাৰে। কিন্তু আন মানুহৰ পক্ষে (বা সেই মানুহৰ পক্ষেও, কিন্তু আন সময়ত) সেই সমাজিক মিথ্যা, অসৎ বা অস্তিত্বহীন; —অৰ্থাৎ সমাজিকটোৰ অস্তিত্ব আপেক্ষিক (relative)। শঙ্কৰাচাৰ্য্যই আধুনিক বিজ্ঞানৰ আপেক্ষিকতাবাদ (relativity)বেদান্ত-দৰ্শনত সুমালে। ধন্য তেওঁ। তেওঁৰ মতে, এই জগৎ, জগতৰ মানুহৰ পক্ষে, আৰু যেতিয়ালৈকে জগজ্জ্ঞান আছে তেতিয়ালৈকে সত্য; ইয়াক মিথ্যা বুলি কেতিয়াও কাৰো প্ৰতীতি হ'ব নোৱাৰে। এই সত্যকে তেওঁ "ব্যৱহাৰিক" সত্য বোলে। তেওঁৰ "ব্যৱহাৰিক" শব্দৰ ঠাইত যদি আমি relativeশব্দটো ব্যৱহাৰ কৰোঁ তেন্তে তেওঁৰ সিদ্ধান্ত আৰু আধুনিক বিজ্ঞানৰ সিদ্ধান্ত একেবাৰে সম্পূৰ্ণ একে হৈ পৰে। আচলতে, ব্ৰহ্মৰ পৰা পৃথকে এই জগতৰ অস্তিত্ব নাই; ইয়াৰ একো উপাদান নাই, সেইগুণে ই "পৰমাৰ্থিক" সত্য (absolute reality)নহয়। তেওঁৰ এই সিদ্ধান্তও বিজ্ঞানসম্মত; কাৰণ বিজ্ঞান মতে absolute reality বুলি এটা কথা নাই।

তেওঁ যদি আধুনিক বিজ্ঞানৰ দৰেই কলেহেঁতেন :—"এই জগতৰ একো উপাদান নাই; আমি যি দেখিছোঁ, জগৎখন প্ৰকৃততে তেনে নহয়, আমাৰ মানসিক দৃষ্টি সম্যক দৃষ্টি নহয়

* (১) এইটো যেন ঠিক আমাৰ শঙ্কৰদেৱৰ কথাটি কৈছে।(২।৩।৫৩ চাওক)

(২) এডিংটনৰ New Path-ways in Science-ৰ প্ৰথম অধ্যায় চাওক।

**যদিও সাংখ্য মতে কাল অবাস্তৱ, দশ-অবস্থানুপাতী পদাৰ্থ

আৰু জ্ঞান হলে এই কথাটো আমি বুজিম"—এইদৰে কোৱা হ'লে, কোনেও তেওঁৰ কথাৰ প্ৰতিবাদ কৰিব নোৱাৰিলে হেতেন। অন্ততঃ তেওঁ যদি এইদৰে ক'লেহেতেন—"এই জগৎ মিথ্যা, কিন্তু ইয়াকে আমি সত্য যেন ভাবোঁ; ইয়াৰ একো উপাদান নাই, কিন্তু আমি আছে যেন দেখোঁ; অকল আমাৰে এই অৱস্থা নহয়; ব্ৰহ্মাৰ পৰা আৰম্ভ কৰি জগতৰ সকলো জীৱই, জগতৰ ভিতৰত থাকে মানে,এই মিথ্যা জগতকে সত্য বুলি ভাবে"—এইদৰে কোৱা হলেও আচাৰ্য্যসকলৰ সাধ্য নাছিল যে তেওঁৰ কথাৰ প্ৰতিবাদ কৰে। সন্তদাস বাবাজীয়ে স্বীকাৰ কৰিছে যে এইদৰে ক'লে তেওঁৰ কোনো আপত্তি নাই। কিন্তু শঙ্কৰাচাৰ্য্যই যেন আৰু ক'লে যে— "ব্ৰহ্মজ্ঞান হলে মানুহে জগতক নেদেখে—জগতেই নাই, আৰু দেখিব কি? ব্ৰহ্মজ্ঞান হলে মানুহৰ ৰূপ-ৰসাদিৰ জ্ঞান নাইকিয়া হয়; তেওঁৰ সকলো লৌকিক ব্যৱহাৰ লোপ পাই যায়।" ঠিক এনে কথা তেওঁ কৈছেনে নাই সন্দেহ।* কিন্তু আচাৰ্য্যসকলে এই মতৰ দুৰ্যোৰ প্ৰতিবাদ কৰি কৈছে যে—এইদৰে হ'লে বৈদিক সকলো কৰ্ম্ম নিৰৰ্থক হ'ব; ঈশ্বৰ, দেৱতা, সকলো কাল্পনিক পদাৰ্থ হ'ব; বেদান্ত আৰু বৌদ্ধ-দৰ্শনৰ একো পাৰ্থক্য নেথাকিব, এই নিৰ্গুণ ব্ৰহ্মৰ বাহিৰে যদি একো নাই, আৰু যদি সেই নিৰ্গুণ ব্ৰহ্মই আকৌ কোনো প্ৰকাৰে জ্ঞানগম্য নহয়, তেন্তে সাধাৰণ মানুহৰ মানত, সেই ব্ৰহ্ম আৰু বুদ্ধদেৱৰ "শূন্য"—দুয়োটা একে কথা হ'ব, ইত্যাদি ইত্যাদি।

এনেবোৰ যুক্তিৰে শঙ্কৰাচাৰ্য্যক কোনো কোনোৱে "নাস্তিক" আৰু কোনো কোনোৱে "প্ৰচ্ছন্ন বৌদ্ধ" বুলিছে। চৈতন্যদেৱে কৈছে—

আচাৰ্য্যের দোষ নাই, ঈশ্বৰ আজ্ঞা ভৈল।
অতএব কল্পনা কৰি নাস্তিক শাস্ত্ৰ কৈল।।**

এনেবোৰ প্ৰতিবাদৰ প্ৰতিবাদ কৰি মেডাম ব্লেভাস্কিয়ে (Madam Blavatsky)ভাৰতবাসীক নিন্দা কৰি যেন কৈছে—The followers of one of the greatest minds that ever appeared on earth, the Advait Vedantins, have been called Atheists, because they regard all, save the Para Brahman, the Secondless or the Absolute Reality, aas an Illusion.

[Secret Doctrine vol.-II , P. 569]

তেন্তে এতিয়া শঙ্কৰাচাৰ্য্য আৰু আন আচাৰ্য্যসকলৰ বিৰোধ হলগৈ মুঠেই এটা কথাত—

"ব্ৰহ্মজ্ঞ মানুহৰ এজনে এই জগতক আমি দেখা দৰেই দেখে, নাইবা তেওঁ ৰূপ-ৰসাদি জ্ঞান ৰহিত হয় আৰু সেইবাবেই তেওঁৰ সকলো লৌকিক ব্যৱহাৰ লোপ পায়।" ব্ৰহ্মজ্ঞ মানুহৰ লৌকিক ব্যৱহাৰ যে লোপ নহয়, তাৰ অতি সুন্দৰ যুক্তি আচাৰ্য্যসকলে দিছে। সন্তদাস বাবাজীয়ে কৈছে—

"শ্ৰীকৃষ্ণ স্বয়ং ভগবান; শঙ্কৰাচাৰ্য্যই এই কথা স্বীকাৰ কৰে; শ্ৰীকৃষ্ণৰ লৌকিক ব্যৱহাৰ লোপ পাইছিলনে? সনকাদি মহৰ্ষিসকল ব্ৰহ্মজ্ঞ নহয়নে? তেওঁবিলাকৰ লৌকিক ব্যৱহাৰৰ কথা শ্ৰুতি, স্মৃতি, পুৰাণ, ইতিহাস সকলোতে পোৱা যায়।" †

এইবোৰ কথাৰ প্ৰত্যুত্তৰ শঙ্কৰাচাৰ্য্যই নিজে দিবলৈ, নেপালে। কিন্তু তেওঁৰ আচল কথা ৩টা—

"ব্ৰহ্ম সত্যং, জগন্মিথ্যা, জীবোব্ৰহ্মৈৱনাপৰঃ।" ইয়াৰ ভিতৰত প্ৰথমটোৰ বিষয়ে একো বিৰোধ নাই। বাকি দুটা কথা সানমিহলি কৰিলে, ভাষাৰ আৰু ভাবৰ শ্লথতা হ'বই হ'ব। ব্ৰহ্মজ্ঞৰ লৌকিক ব্যৱহাৰ লোপ পায় নে নাপায় এই প্ৰশ্ন "জীবোব্ৰহ্মৈৱনাপৰঃ"—এই প্ৰশ্নৰ অন্তৰ্গত। এই বিষয়ৰ আলোচনা পাচত, ২৷৩৷১৬—৫৩ সূত্ৰত, আৰম্ভ হ'ব। তেতিয়া পাঠক সকলে দেখিব যে শঙ্কৰাচাৰ্য্যৰ মতে জীৱ ব্ৰহ্মই, অজ্ঞান আঁতৰিলে জীৱ ব্ৰহ্মত লয় হয়; এনে জীৱই জগৎখন দেখেনে নেদেখে তাৰ লৌকিক ব্যৱহাৰ লোপ পায় নে নাপায়—এইবোৰ প্ৰশ্নই নুঠে, কাৰণ তাৰ অস্তিত্বই লোপ পালে।

কিন্তু সকলো ব্ৰহ্মজ্ঞৰ একে গতি নহয়। শঙ্কৰাচাৰ্য্যৰ মতে সগুণ-ব্ৰহ্ম-জ্ঞানীৰ নিৰ্ব্বাণ মুক্তি নহয়; তেওঁবিলাকৰ জীৱত্ব লোপ নহয়; তেওঁবিলাকৰ লৌকিক ব্যৱহাৰ থাকে। এইবোৰ কথা চতুৰ্থ অধ্যায়ত আলোচনা কৰা হ'ব। বৰ্ত্তমান পাঠক সকলে মনত ৰাখিব যে শঙ্কৰাচাৰ্য্যৰ "মিথ্যা" মানে "আপেক্ষিক সত্য" (Relative-reality)। এতিয়া আকৌ

---

*সন্তদাস বাবাজীয়ে কৈছে :—

শঙ্কৰাচাৰ্য্যের শিষ্যগণ ইহাই শঙ্কৰাচাৰ্য্যের মত বলিয়া ব্যাখ্যা করেন। যাহা হউক ইহা বাস্তবিক শঙ্করের মত কিনা তাহা বিচার করা নিষ্প্রয়োজন। তাঁহার মত বলিয়া যাহা প্রকাশ আছে তাহাই তাঁহার মত বলিয়া স্বীকার করিয়া, এই গ্রন্থে তাহা আলোচিত হইবে।

(ব্রহ্মবাদী-ঋষি ও ব্রহ্ম-বিদ্যা, ২৪০ পৃঃ)

**কিন্তু শঙ্কৰদেৱে শঙ্কৰাচাৰ্য্যৰ বিষয়ে কি কৈছে চাওক ৩৷২৷১১

†(তেওঁৰ বেদান্ত-দৰ্শন, ৩য় সংস্কৰণ, ২৪৫—৬ পৃঃ)

আমি এই পাদৰ বাকী সূত্ৰবোৰৰ আলোচনা কৰোঁ। তাৰ পিছত আমি দেখুৱাম যে শঙ্কৰাচাৰ্য্যৰ জগৎ অকল মিথ্যাই নহয়, ই মায়া (mental or subjective)।

**আত্মনি চ এবং বিচিত্ৰাঃ চ হি। ২।১।২৮**

সিদ্ধ পুৰুষ আৰু দেৱতাসকলে যেনেকৈ নিজৰ কল্পনাৰ দ্বাৰা [আত্মনি] বিচিত্ৰ ৰচনা কৰিও, তাৰ পৰা পৃথক হৈ থাকে, সৰ্ব্বশক্তিমান ব্ৰহ্মাই সেই দৰেই জগৎ সৃষ্টি কৰিও জগতৰ পৰা পৃথক হৈ থকা একো আচৰিত কথা নহয়। [এই সূত্ৰৰ অৰ্থ শঙ্কৰাচাৰ্য্যই অলপ ভিন্ন ভাবে কৰিছে।

**স্বপক্ষদোষাৎ চ। ২।১।২৯**

জগতৰ কাৰণ ব্ৰহ্মাই হওক বা সাংখ্যৰ প্ৰকৃতিয়েই হওক, বা বৈশেষিক পৰামাণুৱেই হওক, ৪ৰ্থ সূত্ৰৰ পৰা ইয়াত যিবোৰ দোষৰ উল্লেখ কৰা হ'ল, সেই সকলোখিনি দোষ তাতো ওলাব। তৰ্ক কৰিবলৈ হলে, সকলো দৰ্শনৰ দোষ ওলাব। সেই বাবে [স্বপক্ষ-দোষাৎ] ব্ৰহ্ম বিষয়ে তৰ্ক নিৰৰ্থক। যি কোনো নিয়মৰ অধীন নহয়, যাৰ ইচ্ছা মাত্ৰ সম্ভৱ-অসম্ভৱ সকলো হয়, তেওঁৰ বিষয় তৰ্ক কৰা অন্যায। উপনিষদেই তেওঁৰ বিষয় প্ৰমাণ।

**সৰ্ব্বোপেতা চ তৎ-দৰ্শনাৎ। ২।১।৩০**

শ্ৰুতিয়ে দেখুৱাইছে যে ব্ৰহ্ম সৰ্ব্বশক্তিসম্পন্ন। তেওঁ সকলো কৰিব পাৰে। তেওঁৰ সামৰ্থ্যৰ বিষয়ে তৰ্ক নাই।

**বিকৰণত্বাৎ ন ইতি চেৎ? তৎ উক্তম্। ২।১।৩১**

প্ৰঃ। আমি যদি কওঁ যে ব্ৰহ্মৰ ইন্দ্ৰিয় নাই বাবে, [বি-কৰণত্বাৎ], তেওঁ সৰ্ব্বশক্তিমান নহয়—তেন্তে?

উঃ। এনে আপত্তিৰ উত্তৰ দিয়া হৈছে। [তদুক্তম্]

**ন, প্ৰয়োজনবত্ত্বাৎ। ২।১।৩২**

মানুহে বিনা প্ৰয়োজনে একো কাম নকৰে। নিত্য পৰিপূৰ্ণকাম, সকলো কামনা-ৰহিত ব্ৰহ্মাই কিয় সৃষ্টি কৰিব? তেওঁ সৃষ্টি নাই কৰা।

এনে আপত্তিৰ উত্তৰত কৈছে—

**লোকবৎ তু লীলা কৈবল্যম্। ২।১।৩৩**

মানুহে প্ৰয়োজন নহলেও কাৰ্য্য কৰে। ব্ৰহ্মাই যেন লীলাহে কৰিছে। ইয়াৰ বেচি আমি কব নোৱাৰো।

"লীলায়ে সংহৰি প্ৰভু কৰা সৃষ্টি স্থিতি।"

এই সূত্ৰৰ ভাষ্যত শঙ্কৰাচাৰ্য্যই কৈছে যে সৃষ্টি কৰাই ব্ৰহ্মৰ স্বভাৱ। যাৰ যি স্বভাৱ, সি তাক নকৰি নোৱাৰে। এইদৰে ক'লেও সেই একে কথা, বৰং বহুত আপত্তি হে হ'ব পাৰে; কাৰণ, 'স্বভাৱ' বুলিলে বাহিৰৰ এটা জড়-শক্তি বুজায়—(mechanical or cosmic force)। আমি বুজোঁ যে স্বভাৱতে আমি যি কৰোঁ, তাক আমি ভাৱি নকৰোঁ—সি যেন এনেয়ে হয়, বাহিৰৰ যেন, কিম্বা এটা শক্তিয়ে কৰাইছে।*ব্ৰহ্মাৰ 'স্বভাৱ' বোলা এটা বস্তু নাই। সাংখ্য মতেও সৃষ্টি অব্যক্ত প্ৰকৃতিৰ লীলা [৫৮ কাৰিকা] কিন্তু কোনে ক'ব, কিয় তেওঁ "লীলা" কৰে? তন্ত্ৰশাস্ত্ৰত কয় যে লৰা-ছোৱালীয়ে যেনেকৈ নিজৰ চকুত নিজে কাপোৰ বান্ধি কানি-মুনি খেলে, ব্ৰহ্মায়ো ঠিক সেইদৰেই বদ্ধ প্ৰাণী হৈ নিজৰ চকুত নিজে কাপোৰ বান্ধি অৰ্থাৎ নিজৰ জ্ঞান নিজ মায়াৰে সীমাবদ্ধ কৰি সংসাৰত লীলা কৰিছে।

**বৈষম্য-নৈৰ্ঘৃণ্যে ন, সাপেক্ষত্বাৎ তথা হি দৰ্শয়াৎ। ২।১।৩৪**

ব্ৰহ্ম যদি সৃষ্টিৰ কাৰণ তেন্তে তেওঁ নিশ্চয় পক্ষপাতী, নহ'লে তেওঁ এজনক সুখী, এজনক দুখী, এজনক ধনী, এজনক দৰিদ্ৰ—এনেদৰে কিয় কৰিলে? আৰু তেওঁ নিশ্চয় দযাময নহয়; তেওঁ নিৰ্দ্দয়; নিষ্ঠুৰ, কাৰণ তেওঁ নিজে সৃষ্টি কৰি জীৱক ইমান সংসাৰ যন্ত্ৰণা দিছে। এনে আপত্তিৰ উত্তৰত কৈছে—

পক্ষপাতিতা আৰু নিষ্ঠুৰতা [বৈষম্য-নৈৰ্ঘৃণ্যে] ইয়াত নাই [ন] কাৰণ এইবোৰ নিগ্ৰহ জীৱৰ নিজ নিজ কৰ্ম্ম-সাপেক্ষ [সাপেক্ষত্বাৎ]; শ্ৰুতিয়ে এইদৰে কৈছে [তথা হি দৰ্শয়তি]—শ্ৰুতি যথাঃ পুণ্যো বৈ পুণ্যেন কৰ্ম্মণা ভৱতি, পাপঃ পাপেন কৰ্ম্মণা, সাধুকাৰী সাধুৰ্ভৱতি পাপকাৰী পাপীৰ্ভৱতি।

**ন কৰ্ম্ম-অবিভাগাৎ ইতি চেৎ? ন অনাদিত্বাৎ। ২।১।৩৫**

প্ৰঃ। প্ৰথম সৃষ্টিত জীৱৰ কৰ্ম্ম নাছিল। তেন্তে কৰ্ম্ম বিভাগ ক'ৰ পৰা আহিল। কৰ্ম্মবিভাগ যদি আদি সৃষ্টিত নাছিল বোলোঁ—তেন্তে?

উঃ। এইদৰে ক'ব নোৱাৰো [ন] কাৰণ সৃষ্টিৰ আদি বুলি এটা নাই [অনাদিত্বাৎ]; সৃষ্টিৰ পাছত প্ৰলয়, প্ৰলয়ৰ পাছত সৃষ্টি অনাদি কালৰ পৰা হৈ আহিছে। ইয়াৰ আদি ক'ত মানুহে নেজানে। এয়ে যদি আমাৰ জ্ঞানৰ সীমা, তেন্তে নিৰৰ্থক তৰ্ক কৰি লাভ নাই।

**উপপদ্যতে চ অপি উপলভ্যতে চ। ২।১।৩৬**

সৃষ্টি যে অনাদি এইটো যুক্তিসঙ্গত কথা [উপপদ্যতে] আৰু শ্ৰুতি, স্মৃতি সকলোতে পোৱা যায় [উপলভ্যতে]।

এটা বৃত্তৰ মূৰ কোন খিনিতি, আমি ক'ব নোৱাৰোঁ, কিন্তু তাৰ যেই সেই এটা বিন্দুক মূৰ বুলি ধৰিলেই হয়। সেই দৰেই সৃষ্টিৰ আদি ক'ত আমি ক'ব নোৱাৰো; কিন্তু যেই সেই এক কল্পৰ আদিকে সৃষ্টিৰ আদি বুলি ধৰিব পাৰো। সাংখ্যই এইদৰেই ধৰি লৈছে।

ঈশ্বৰৰ গাত কেনেবাকৈ দোষ পৰে বুলিয়েই যেন সাংখ্যই নিৰ্গুণ অব্যক্তক এফলীয়া কৰি থৈ দিছে। তেওঁ কৈছে যে সৃষ্টিৰ আদিতে অৰ্থাৎ জীৱ মহত্তত্ত্বত থাকোতেই বৈষম্যৰ সৃষ্টি হ'ল, সাত্ত্বিক, ৰাজসিক, তামসিক জীৱই পৃথক পৃথক ভাবে ভাবিত হৈ লিঙ্গ শৰীৰ লৈ ওলাল [ভাবৈৰধিবাসিতং লিঙ্গম]। সিহঁতক যেন এই ভাববোৰৰ পৰা মুক্ত কৰিবলৈ প্ৰকৃতিয়ে ঘূৰাই লৈ ফুৰিছিল। সিহঁতৰ পুৰুষাৰ্থ সাধন বা কৈবল্য প্ৰকৃতিৰ উদ্দেশ্য। ঈশ্বৰে প্ৰকৃতিৰ গুণবোৰ এনেকৈ নিয়ম লগাই দিছে যে পুৰুষাৰ্থ-সাধন, ক্ৰমোন্নতিৰ নিয়ম মতে আপোনা-আপুনি যন্ত্ৰত হোৱা দৰে হয়। [সাংখ্যৰ ৪১ কাৰিকাৰ ব্যাখ্যা চাওক] এয়ে সংক্ষেপে সাংখ্যৰ সৃষ্টি-তত্ত্ব। সাংখ্যই নেজানে, সৃষ্টিৰ আদিতে মহত্তত্ত্ব নো কিয় গুণৰ বিভাগ হ'ল।

সাংখ্য মতে বৈষম্য সৃষ্টিৰ আদিতে হ'ল—অৰ্থাৎ ঈশ্বৰে সকলোকে সমান কৰি সৃষ্টি কৰা নাই। বেদান্ত মতে পাছত বৈষম্য জীৱই নিজৰ কৰ্ম্মদ্বাৰা নিজে কৰিলে। জীৱক ঈশ্বৰেহে নিয়ন্ত্ৰিত কৰে—তেন্তে জীৱই বৈষম্য কেনেকৈ সৃষ্টি কৰিলে? এই প্ৰশ্নৰ সন্তোষজনক উত্তৰ বেদান্তই দিয়া নাই। এইবোৰ কথাৰ আজিলৈকে কোনো উত্তৰ কোনো দৰ্শনে দিব পৰা নাই। ঈশ্বৰৰ লীলা মানুহে কেনেকৈ বুজিব?

"নেপাৰন্ত কৈঁৰে তাৰ তত্ত্ব॥
"দেৱগণে নেপাৰন্ত পাৰ।
"মানুষ্যে জানিব কিবা তাৰ॥"

**সৰ্ব্ব-ধৰ্ম্ম উপপত্তেঃ চ। ।২।১।৩৭**

ব্ৰহ্মক জগতৰ কাৰণ বুলিলে সকলো কথা সঙ্গত হয়। কেনেকৈ সঙ্গত হয়, সেই কথা ইয়াৰ পিছৰ পাদত সাংখ্যদৰ্শনৰ আলোচনা কৰি বুজাব।

# দ্বিতীয় অধ্যায়

## ২য় পাদ

· প্ৰথমতে বেদান্তই দেখুৱালে যে সাংখ্য-মত শ্ৰুতি বিৰুদ্ধ; জগতৰ মূল কাৰণ চেতন; অচেতন প্ৰকৃতি নহয়। প্ৰকৃতি বুলি এটা পদাৰ্থ নাই। তাৰ পাছত [১।৪।১—১৩] বেদান্তই ক'লে যে সাংখ্যৰ প্ৰকৃতিৰ উল্লেখ উপনিষদত নাই; যি দুটা মন্ত্ৰ দেখাত প্ৰকৃতি বাচক, তাৰ অৰ্থ বেলেগ।

তৃতীয়বাৰ বেদান্তই ক'লে [২।১।১—৩] যে সাংখ্য-মত অকল শ্ৰুতি বিৰুদ্ধই নহয়, ই মন্বাদি-স্মৃতি-বিৰুদ্ধও। কোনো শ্ৰুতিয়ে প্ৰকৃতিক এটা সুকীয়া তত্ত্ব বুলি ধৰা নাই। এতিয়া ইমানতো কোনোৱে ক'ব পাৰে যে সাংখ্য-দৰ্শন সু-যুক্তি-পূৰ্ণ দৰ্শন, বিনা যুক্তিৰে সাংখ্যই এটা কথাও কোৱা নাই, ই সৎ-কাৰ্য্য-বাদৰ ওপৰত প্ৰতিষ্ঠিত আৰু সেই একে সৎ-কাৰ্য্যবাদকে বেদান্তই গ্ৰহণ কৰিছে; অতএব সাংখ্যৰ কথাইহে সঁচা, জগতৰ কাৰণ প্ৰকৃতিহে। এনে আপত্তি হ'ব পাৰে বুলি বেদান্তই এতিয়া আকৌ সাংখ্য দৰ্শনৰ সমালোচনা কৰিছে। এইবাৰ সাংখ্যৰ নিজৰ যুক্তিবোৰ বিচাৰ কৰিব। বেদান্তই এইবাৰ দেখুৱাব যে সাংখ্যৰ সৎ-কাৰ্য্যবাদ এটা কথাৰ কথা হৈ পৰে, যদি মূল কাৰণহীন কাৰণটিক চেতন ব্ৰহ্ম বুলি ধৰা নাযায়। এইবাৰ বেদান্তই শ্ৰুতি বাক্যৰ ওপৰত নিৰ্ভৰ কৰা নাই—শ্ৰুতি বাক্য প্ৰমাণ স্বৰূপে দিয়া নাই। সাংখ্যৰ নিজৰ যুক্তি-খিনিক মানিলে দেখুৱাব যে মূল কাৰণটি

নিশ্চয় চেতন। বেদান্তই দেখুৱাব যে মূল কাৰণটি চেতন ব্ৰহ্ম বুলি ধৰিলে সাংখ্যৰ সকলো কথা পৰিষ্কাৰ হব আৰু অনুমান গ্ৰাহ্য প্ৰকৃতিৰ অস্তিত্বশীল পদাৰ্থ বুলি ধৰা আৱশ্যাক নহব।

**ৰচনা-অনুপপত্তেঃ চ,ন অনুমানম্ ২।২।১**

অচেতন পদাৰ্থই এনে বিচিত্ৰ-জগৎ ৰচনা কৰিব নোৱাৰে, সেই বাবে [ৰচনা-অনুপপত্তেঃ] প্ৰকৃতি [অনুমানম্] জগতৰ কাৰণ নহয় [ন]। সাংখ্য মতেই এই জগতত সকলো কথাৰ নিৰ্দ্দিষ্ট নিয়ম আছে; সকলো বস্তুৰ পৰস্পৰ মিল আছে, সকলো শৃঙ্খলাবদ্ধ। নিয়মৰ অধীনে সকলো কাম যেন যন্ত্ৰত হৈ আছে—এয়ে সাংখ্যৰ 'প্ৰকৃতি' বা 'স্বভাৱ' বা অনুমান। এনে বিচিত্ৰ ৰচনাকৌশল অচেতনৰ ধৰ্ম্ম হ'ব নোৱাৰে। ই চেতন ব্ৰহ্মৰ কাৰ্য্য।

**প্ৰবৃত্তেঃ চ।২।২।২**

কিন্তু অৱশ্যে [চ] ক'ব পাৰি যে অচেতন পদাৰ্থই, ধেধে, লোকে নিয়ম লগাই দিলে, স্বতঃ-প্ৰবৃত্ত হৈ কাম কৰিব পাৰে— যেনে যন্ত্ৰই কৰে। কিন্তু এই প্ৰবৃত্তি হ'বলৈ, মূল কাৰণটি চেতন হব লাগিব। নহ'লে এনে বিচিত্ৰ কৌশল ক'ৰপৰা ওলাব ?—অৰ্থাৎ আজি কালিৰ ভাষাৰে কবলৈ হ'লে, "ইঞ্জিনটোক" কোনে ষ্টাৰ্ট (start) দিব ?

**পয়ঃ অম্বুবৎ চেৎ ? তত্ৰাপি।২।২।৩**

প্ৰশ্ন— কেনৈ, গাখীৰ গাইৰ ওহাৰৰ পৰা আপোনা-আপুনি ওলায়, মেঘৰ পৰা পানী আপোনা-আপুনি পৰে। এইবোৰ এনেয়ে হয়, অচেতন গাখীৰ আৰু পানীৰ যেনেকৈ এনেয়ে প্ৰবৃত্তি হয়, (পয়ঃ—অম্বুবৎ) প্ৰকৃতিও সেই দৰে স্বতঃ-প্ৰবৃত্ত হয় বুলি ক'লে কি হানি ?

উত্তৰ— সেইদৰে ক'লেও সেই একে আপত্তি [তত্ৰাপি চ]; কাৰণ, এইবোৰ কথা শৃঙ্খলাবদ্ধ নিয়মৰ অধীন। এই নিয়ম বোৰৰ লৰচৰ হ'ব নোৱাৰে। যদি এয়ে নহ'ল হেতেন তেন্তে এদিন হয়তো সূৰ্য্যৰ তাপত পানী মেঘ হৈ ওপৰলৈ গ'লহেতেন, এদিন নগ'লহেতেন। কোতিয়াবা স্বভাৱৰ কাৰ্য্য হ'লহেতেন কেতিয়াবা নহ'লহেতেন। গোটেই জগত এটা খাম-খেয়ালী হ'লহেতেন।

স্বভাৱৰ বা প্ৰকৃতি এই সুনিশ্চিত নিয়মবোৰৰ প্ৰেৰক কোন ? চেতন প্ৰেৰক নহ'লে এনে শৃঙ্খলা ক'ৰ পৰা হ'ব ?

স্বভাৱৰ বা প্ৰকৃতি এই সুনিশ্চিত নিয়মবোৰৰ প্ৰেৰক কোন ? চেতন প্ৰেৰক নহ'লে এনে শৃঙ্খলা ক'ৰ পৰা হ'ব ?

**ব্যতিৰেক অনৱস্থিতেঃচ অনপেক্ষত্বাৎ। ২।২।৪**

প্ৰকৃতিৰ বাহিৰে আন কোনো চেতন প্ৰবৰ্ত্তক নাই বুলিলে [ব্যতিৰেক অনৱস্থিতেঃ] আৰু প্ৰকৃতিক একান্ত স্বাধীন বুলি ভাবিলে [অনপেক্ষত্বাৎ], জগতত খাম-খেয়ালী হ'বই হ'ব। সাংখ্যই অৱশ্য কৈছে যে পুৰুষৰ অধিষ্ঠানত প্ৰকৃতিয়ে কাম কৰে। কিন্তু এইটো এটা কুথাৰ কথা মাত্ৰ। তেওঁৰ মতে পুৰুষ নিৰ্গুণ, উদাসীন আৰু অকৰ্ত্তা; প্ৰকৃতিৰ পৰিচালক নহয়। প্ৰাজ্ঞ আত্মাৰ দ্বাৰা, সৰ্ব্বশক্তিমান ব্ৰহ্মৰ দ্বাৰা অধিষ্ঠিত নহ'লে প্ৰকৃতিয়ে জগৎ পৰিচালন কৰিব নোৱাৰে।

**অন্যত্ৰ অভাৱাৎ চ ন তৃণাদিৱৎ। ২।২।৫**

এই সূত্ৰত সাংখ্যৰ ৫৭ কাৰিকাৰ কথা কৈছে। সেই কাৰিকাৰ অৰ্থ এই —

গাইজনীয়ে ঘাঁহ খায়; সেই ঘাঁহৰ পৰা তাইৰ তেজ মঙহ আদি হয়, কিন্তু পোৱালী জগিলে সেই ঘাঁহৰে এক অংশ গাখীৰ হয়; আকৌ পোৱালী ডাঙৰ হ'লে গাখীৰ আপোনা-আপুনি বন্ধ হয়। এইটো কেনেকৈ হয় ? গাই জনীৰ এই বিষয়ে একো স্বাধীনতা নাই। তাই ইচ্ছা নকৰিলেও গাখীৰ যেতিয়া লাগে, আপুনি ওলাব, যেতিয়া নেলাগে আপোনা-আপুনি বন্ধ হ'ব।

এই দৃষ্টান্ত দি সাংখ্যই বুজাইছে যে এইবোৰ স্বভাৱৰ কাৰ্য্য, যন্ত্ৰত হোৱাৰ দৰে হৈছে। [সাংখ্যৰ ২৭ কাৰিকাৰ ব্যাখ্যা চাওক] এতিয়া বেদান্তই কৈছে যে এনে বিচিত্ৰ কৌশলৰ মূলত ঈশ্বৰ নেথাকি নোৱাৰে—

**অভ্যুপগমে অপি, অৰ্থাভাৱাৎ ।২।২।৬**

যদিও স্বীকাৰ কৰিব পাৰি [অভ্যুপগমে অপি] যে স্বভাৱ বুলি এটা পৰিণামৰ কাৰণ আছে, তথাপি সাংখ্যদৰ্শন অসম্পূৰ্ণ দৰ্শন; কাৰণ স্বভাৱৰ কাৰ্য্য, এটা প্ৰয়োজন [অৰ্থ] নহ'লে, হ'ব নোৱাৰে [অভাৱৎ]।

স্বভাৱৰ কাৰ্য্য এটা নিৰ্দ্দিষ্ট উদ্দেশ্যেৰে হয়, যন্ত্ৰ এটা সাজিলে, লগে লগে তাৰ উদ্দেশ্যও নিৰ্দ্দিষ্ট হয়। আমি সদায় দেখি আছোঁ যে স্বভাৱৰ ক্ৰিয়া সদায় একমুখীয়া, বিপৰীত ফালে পৰিণাম নহয়; যদি হ'লহেতেন, তেন্তে মানুহ বুঢ়া হৈ আকৌ ডেকা হ'ব পাৰিলেহেতেন; প্ৰত্যেক স্বাভাৱিক ঘটনাকে আমি বিপৰীত শক্তি প্ৰয়োগ কৰি অ-ঘটনা কৰিব পাৰিলোহেঁতেন। সেইদৰে আমি নোৱাৰোঁ। কাৰণ স্বভাৱে

* এইটো আজিকালিৰ বিজ্ঞান তাপ-গতি বিদ্যাৰ প্ৰসিদ্ধ ২য় নিয়ম [Second Law of Thermo-dynamics]

নিজৰ উদ্দেশ্যৰ ফালেহে ক্ৰিয়া কৰে ; বিপৰীত ফালে ক্ৰিয়া নহয়। প্ৰত্যেক স্বাভাৱিক ক্ৰিয়াৰ এটা প্ৰয়োজন [অৰ্থ] আছে * এটা উদ্দেশ্য আছে।

সাংখ্যাই স্বীকাৰ কৰিছে যে উদ্দেশ্য নʼহলে পৰিণাম নহয়। তেওঁ কয় যে এই উদ্দেশ্য "পুৰুষাৰ্থ সাধন"—অৰ্থাৎ পুৰুষৰ ভোগ আৰু ভোগৰ পৰা অপবৰ্গ। তেওঁ কৈছে যে এই উদ্দেশ্য প্ৰকৃতিৰ। অচেতন বস্তুৰ এটা উদ্দেশ্য আছে, এনে কথা অৰ্থহীন।

**পুৰুষ-অশ্মবৎ ইতি চেৎ? তত্ৰাপি। ২।২।৭**

এই সূত্ৰটোতে সাংখ্যৰ ২১ কাৰিকাৰ কথা কৈছে। সাংখ্যাই কয় যে পুৰুষ দ্ৰষ্টা, কিন্তু নিষ্ক্ৰিয়। প্ৰকৃতি অচেতন, কিন্তু সক্ৰিয়। সেইগুণে পুৰুষ-প্ৰকৃতি লগলাগিহে সৃষ্টি কৰিব পাৰে ; যেনে, কণাই নেদেখে, কিন্তু খোজ কাঢ়িব পাৰে ; খোঁৰাই দেখে, কিন্তু খোজ কাঢ়িব নোৱাৰে। কণাৰ পিঠিত খোঁৰা উঠি দুয়ো ইচ্ছামতে যাব পাৰে।

চুম্বক লো এডোখৰে বেজী এটা আপুনি টানি আনে—অৰ্থাৎ চুম্বক লো পৃথকে থাকিও, বেজীক চলায়। সাংখ্যৰ এইবোৰ দৃষ্টান্ততো দোষ আছে। পুৰুষ নিষ্ক্ৰিয় ; প্ৰকৃতিক কেনেকৈ চলায়? আৰু যদি পুৰুষেইহে চলায়, তেন্তে অবাস্তৱ প্ৰকৃতি কল্পনা কৰাৰ কি আৱশ্যক? তাকে এতিয়া ওপৰৰ সূত্ৰত কৈছে—

পুৰুষ চুম্বকৰ দৃষ্টান্ত [পুৰুষ-অশ্মবৎ] যদিও ধৰোঁ [ইতি চেৎ] তেতিয়া হʼলেও [তত্ৰাপি] আগৰ দোষ বৈ গʼল।

**অঙ্গিত্ব অনুপপত্তেঃ চ। ২।২।৮**

সাংখ্য মতে (আৰু আধুনিক বিজ্ঞান মতেও) গুণৰ সাম্যাৱস্থাই (Thermo-dynamic equilibrium) জগতৰ আদি বা শেষ অৱস্থা। কিবা কাৰণত এই সাম্যাৱস্থা ভঙ্গ হʼলে জগদৰচনাৰ ক্ৰিয়া আৰম্ভ হয়—অৰ্থাৎ এটা গুণ (ৰজঃ) প্ৰধান হয় ; ই দুটা ক্ষন্তেকলৈ অপ্ৰধান হয় ; ক্ৰিয়া আৰম্ভ হয়। এটা গুণ যেন অঙ্গী হয়, ই দুটা যেন অঙ্গ হয়। গুণৰ এই অঙ্গ-অঙ্গী ভাব (অঙ্গিত্ব) এটা কথাৰ-কথা মাত্ৰ (অনুপপত্তেঃ)—সেইবাবে সাংখ্য-দৰ্শন গ্ৰহণীয় নহয়। গুণবোৰৰ সাম্য অৱস্থা কেনেকৈ ভাগে? কেনেকৈ হঠাৎ এটা গুণ প্ৰধান হৈ অঙ্গী হয়? সাংখ্যাই একো উত্তৰ দিয়া নাই। ব্ৰহ্মৰ ঈক্ষণ নহʼলে সৃষ্টিৰ কাৰ্য্য আৰম্ভ হʼব নোৱাৰে।

**অন্যথা অনুমিতৌ চ, জ্ঞ-শক্তি বিয়োগাৎ।২।২।৯**

তৰ্কস্থলত যদিবা ধৰিও লোৱা যায় যে গুণবোৰে নিজৰ স্বভাৱেৰে নিজৰ বৈষম্য উৎপাদন কৰে,—এইদৰে কথাই সিহঁতৰ স্বভাৱ—এনে কথা কলেও (অন্যথাঅনুমিতৌ চ) মূলত চেতন শক্তি নহʼলে (জ্ঞ শক্তি বিয়োগাৎ) সৃষ্টি হʼব নোৱাৰে। কাৰণ আগেয়ে কোৱা হৈছে যে স্বভাব মানেই অচেতন পদাৰ্থক শৃঙ্খলাবদ্ধ কৰি নিয়ম লগাই দিয়া, যাতে সিহঁতে নিৰ্দ্ধাৰিত উদ্দেশ্যৰে স্বতঃ-প্ৰবৃত্ত হৈ যন্ত্ৰৰ দৰে কাম কৰিব পাৰে। এইদৰে হʼলে মূলত চেতন শক্তি থাকিবই লাগিব। কিন্তু কাৰ্য্য দেখি কাৰণৰ অনুমান কৰি, যদি গুণবোৰতে চেতনত্ব আৰোপ কৰা হয় তেন্তে হলেতো বেদান্তৰ কথাই হʼল—মূল কাৰণ প্ৰকৃতি চেতনেই হল।

**বিপ্ৰতিষেধাৎ চ অসমঞ্জসম্।২।২।১০**

"নৈষা মতিস্তৰ্কনাপনেযা" ইত্যাদি বেদান্ত বাক্যই যুক্তিবাদেৰে মূল পদাৰ্থ নিৰ্ণয় কৰা নিষেধ কৰিছে। সেই গুণে (বিপ্ৰতিষেধাৎ) প্ৰতিসিদ্ধ সাংখ্য মত গ্ৰহণীয় বা শ্ৰুতি সম্মত নহয় (অসমঞ্জসম্)।

ইমানতে সাংখ্য-দৰ্শনৰ সমালোচনা শেষ হʼল। লগতে পাতঞ্জলৰ সমালোচনাও শেষ হʼল। এতিয়া এই পাদৰ বাকী সূত্ৰবোৰত, সূত্ৰকাৰে আন আন দৰ্শনৰ সমালোচনা কৰিব।

ভাৰতবৰ্ষত প্ৰাচীন কালত নানা ৰকমৰ দাৰ্শনিক বা অ-দাৰ্শনিক মত মানুহৰ মুখে মুখে চলি আহিছিল , লিপিবদ্ধ হোৱা নাছিল। সেইবোৰ মতৰে ব্ৰহ্মসূত্ৰত সূত্ৰকাৰে সমালোচনা কৰিছে। সমালোচনাৰ পাচতহে সেই মতবোৰ পৰিবৰ্ত্তিত আৰু বৰ্দ্ধিত হৈ লিপিবদ্ধ হʼল, যেনে বৌদ্ধ-দৰ্শন, জৈন-দৰ্শন ইত্যাদি। এই কাৰণে, এতিয়া এই দৰ্শনবোৰ যেনে আছে ঠিক তাৰেই যে সূত্ৰকাৰে প্ৰতিবাদ কৰিছে, এনে কথা ঠিককৈ কʼব নোৱাৰি।

সন্তদাস বাবাজীয়ে নিজে বৈশেষিক-দৰ্শনৰ টীকা লিখিছে। তেওঁ কৈছে যে ব্ৰহ্মসূত্ৰত যিটো বৈশেষিক-দৰ্শনৰ মত বুলি ধৰি লৈ, সমালোচনা কৰিছে, সেইটো আচলতে আজিকালিৰ প্ৰচলিত বৈশেষিক-দৰ্শন নহয়। [বেদান্ত-দৰ্শন ৩য় সংস্কৰণ, ২৮৩ পৃঃ]

আমি সেই গুণে ভাবো যে এই পাদৰ বাকী সূত্ৰবোৰ দৰ্শন শাস্ত্ৰৰ ইতিহাস-লিখক সকলৰ, বা প্ৰত্নতত্ত্ববিৎ পণ্ডিতসকল-পক্ষে অতি আৱশ্যকীয় হʼলেও, ছাত্ৰৰ নিমিত্তে সিমান উপযোগী নহয়। ইয়াৰ পৰা ছাত্ৰৰ অন্যান্য দৰ্শন সম্বন্ধে হয়তো ভুল ধাৰণাও হʼব পাৰে ;

কিন্তু এইদৰে হʼলেও বেদান্তৰ পাঠকে এই সূত্ৰবোৰ অতি

সাৱধানে পঢ়া উচিত। প্ৰথমতে, অন্যান্য দৰ্শনৰ আভাস পালে বেদান্ত-দৰ্শন বুজাও সহজ হয়। তাৰ বাহিৰেও, বৌদ্ধ-দৰ্শনৰ 'বিজ্ঞানবাদ' আৰু শঙ্কৰাচাৰ্য্যৰ 'মায়াবাদ'ৰ ইমান সৌসাদৃশ্য, যে দুই মতৰ পাৰ্থক্য বেদান্তই কি বুজা উচিত।

এই দৰ্শনবোৰৰ সমালোচনা কৰি বেদান্তই দেখুৱাইছে যে যি দৰ্শনে যি প্ৰণালীৰেই ভাবক, শেহত এই সিদ্ধান্তত উপস্থিত হ'বই লাগিব যে জগতৰ মূল কাৰণটি চেতন। বেদান্তই আৰু দেখুৱাইছে যে পাৰ্থিৱ যুক্তিৰে অনুমান কৰি সেই মূল চেতন কাৰণটিৰ বিষয় মানুহে জানিব নোৱাৰে। বিজ্ঞান বা দৰ্শন যিমানেই উন্নত হওক, দিক্কালৰ অতীত বিষয়ৰ জ্ঞান লাভ কৰিব নোৱাৰে। সেই অজ্ঞাত দেশৰ বাতৰি কেৱল শ্ৰুতিত হে পোৱা যায়। ইয়াকে কোৱাই বেদান্তৰ উদ্দেশ্য। ন'হলে, পৰৰ মত চৰ্চ্চা কৰি নিজৰ শ্ৰেষ্ঠতা প্ৰতিপাদন কৰা বেদান্তৰ কোনো আৱশ্যক নাই। আমি প্ৰথমতে কৈ আহিছো যে বেদান্ত "দৰ্শনে"ই নহয়, ইয়াৰ শ্ৰেষ্ঠতা সম্পৰ্কে কথাই নুঠে। যদি দৰ্শন শব্দ ব্যৱহাৰ কৰিবই লাগে তেন্তে বেদান্ত "দিব্য দৰ্শন" বা "Super Philosophy"

এতিয়া প্ৰথমতে বেদান্তই বৈশেষিক-দৰ্শনৰ সমালোচনা কৰিছে। বৈশেষিক মতে জগতৰ আদি অৱস্থা, পৰমাণু, ইয়াৰ ওপৰলৈ বৈশেষিক-দৰ্শন যোৱা নাই। এই পৰমাণুবোৰ ইংৰাজীত আমি যাক atom বোলো, সেইবোৰ নহয়, অথবা সাংখ্যীয় পৰমাণু—যাৰ কথা আমি সাংখ্য-দৰ্শনৰ ৩৪ কাৰিকাত কৈছিলোঁ—সেইবোৰ নহয়। ইয়াৰ পৰমাণুবোৰ নিৰৱয়ৱ আৰু ৪ ভাগে বিভক্ত, যথা পাৰ্থিৱ বা ভৌম, জলীয় তৈজস আৰু বায়বীয়। সৃষ্টিৰ আদিত মুঠেই এই চাৰি জাতীয় পৰমাণুবোৰহে থাকে। কিবা কাৰণত প্ৰথমতে বায়বীয় পৰমাণুৰ বিক্ষোভ বা চাঞ্চল্য হৈ ক্ৰিয়া আৰম্ভ হয়। ইয়াৰ ফলত দুটা বায়বীয় পৰমাণু সংযুক্ত হৈ এটা বায়বীয় দ্ব্যণুকৰ (molecule) উৎপত্তি হয়। ইয়াৰ লগত আৰু এটা পৰমাণু লগ লাগি এটা ত্ৰ্যণুক (triad) হয়। তাৰ লগত আৰু এটা পৰমাণু যোগ হলে চতুৰণুক এটা হয়। এই দৰে, স্থূল বায়ু উৎপন্ন হয়। এই ক্ৰমেই স্থূল, অপ্, তেজ আৰু ক্ষিতি মহাভূতৰ উৎপত্তি হয়। পৰমাণু এটাৰ নিজস্ব স্বৰূপগত পৰিমাণক "পাৰিমণ্ডল্য" বোলে। দ্ব্যণুকৰ পৰিমাণক "অণুহ্ৰস্ব" বোলে। ত্ৰ্যণুকৰ পৰিমাণক, "মহৎ"; চতুৰণুকৰ, "মহৎ-দীৰ্ঘ"।

এতিয়া তলৰ সূত্ৰত কৈছে যে এই মহৎ দীৰ্ঘ অণুহ্ৰস্ব, আদিৰ উৎপত্তি বৈশেষিক-দৰ্শনে যি দৰে হয় বুলিছে, সেইটো সম্ভৱপৰ কথা নহয়।

ইয়াত আৰু দেখা যায় যে তেওঁ বিলাকৰ মতেও, 'কাৰণৰ' সকলো গুণ 'কাৰ্য্যত' নেথাকে—যেনে পৰমাণুৰ পৰিমাণ (পাৰিমণ্ডল) দ্ব্যণুকত নাই। যদি সেইদৰেই হয়, তেন্তে তেওঁ বিলাকে চেতন ব্ৰহ্মৰ পৰা অচেতন জগৎ হ'ল বুলিলে কিয় আপত্তি কৰে ?

**মহৎ দীৰ্ঘ বা হ্ৰস্ব-পৰিমণ্ডলাভ্যাম্ ।২।২।১১**

দ্ব্যণুক আৰু পৰমাণুৰ পৰা (হ্ৰস্ব-পৰিমণ্ডলাভ্যাম্) ত্ৰ্যণুক আৰু চতুৰণুকৰ উৎপত্তিৰ দৰেই (মহৎ দীৰ্ঘ বৎ) চেতন ব্ৰহ্মৰ পৰা অচেতন জগতৰ উৎপত্তি স্বীকাৰ কৰিব পাৰি।

এই সূত্ৰৰ আৰু অৰ্থ হ'ব এই-

দ্ব্যণুক আৰু পৰমাণুৰ দ্বাৰা, ত্ৰ্যণুক, চতুৰণুকৰ সৃষ্টি কেনেকৈ হ'ব পাৰে বুজা নেজায়। দুটা পৰমাণুৰ সংযোগ কেনেকৈ হয় ? যদি সৰ্ব্বাংশে সংযোগ হয়, তেন্তে তাক সংযোগ বুলিব নোৱাৰি। তেতিয়া ক'ব লাগিব যে এটা পৰমাণু আন এটাৰ গাত লয় হয়। অৰ্থাৎ পৰমাণু, পৰমাণু হৈয়ে থাকে। যদি কোৱা যায় যে এটা পৰমাণুৰ একাংশ আন এটাৰ একাংশত যোগ হয়, তেন্তে বুজিব লাগিব যে পৰমাণুৰ অংশ আছে, অৱয়ৱ আছে। কিন্তু বৈষেশিক সকলে কয় যে পৰমাণুৰ অৱয়ৱ নাই। এনে নিৰৱয়ৱ পৰমাণুৰ পৰা কেনেকৈ দ্ব্যণুক আদিৰ উৎপত্তি হয় ?

**উভয়থা অপি ন কৰ্ম্ম, অতঃ তদভাৱঃ ।২।২।১২**

ওপৰত কোৱা হৈছে যে বৈষেশিক মতে হঠাৎ কিবা এটা চাঞ্চল্য বায়বীয় পৰমাণুত হয় আৰু তাৰ পৰাই, দ্ব্যণুকাদি ক্ৰমে, সৃষ্টিৰ বিকাশ হয়। এই চাঞ্চল্য ক'ৰ পৰা আহিল ? চাঞ্চল্য বা ক্ৰিয়াৰ উৎপত্তি মুঠেই দুই ৰকমে হে হ'ব পাৰে—১ম, প্ৰযত্ন বা শাৰীৰিক চেষ্টা ; ২য় 'অভিঘাত', যেনে বায়ুৰ দ্বাৰা বৃক্ষাদিৰ চলন। কিন্তু এই দুই ৰকমৰ কাৰণ কেৱল সৃষ্টিৰ পাছত হে ঘটিব পাৰে। সৃষ্টিৰ পূৰ্ব্বকালত, চেষ্টা বা অভিঘাত একো হ'ব নোৱাৰে। তেন্তে পৰমাণুত প্ৰথম ক্ৰিয়া কেনেকৈ হ'ল ? বৈশেষিকে ক'ব পাৰে যে এই কাৰণ "অদৃষ্ট"। তেন্তে এই অদৃষ্ট কাৰণটি ক'ত আছিল। আত্মাত নে পৰমাণুত ? যদি পৰমাণুত এনে কাৰণ আছিল তেন্তে সদায় সৃষ্টি হৈ থাকিব লাগিলহেঁতেন। প্ৰলয় বুলি এটা কথা নেথাকিল হেঁতেন। যদি এই 'অদৃষ্ট'টি আত্মাৰ হে, তেন্তে

পৰমাণুৰ লগত আত্মাৰ সম্বন্ধ কেনেকৈ ঘটিল? সৃষ্টিৰ আগত এনে সম্বন্ধ ঘটিব নোৱাৰে। সেই গুণে—

উভয় ৰকমেই [উভয়থা অপি] সৃষ্টিৰ আগত চাঞ্চল্য বা কৰ্ম্ম হ'ব নোৱাৰে [ন কৰ্ম্ম] আৰু সেই বাবে [অন্তঃ] পৰমাণুৰ সংযোগো হ'ব নোৱাৰে [তদ ভাবঃ]

**সমবায়-অভ্যুপগমাৎ চ সাম্যাৎ অনবস্থিতেঃ ।২।২।১৩**

বৈশেষিক মতে দুটা পৰমাণু গোট খাই এটা দ্ব্যণুক হৈছে। পৰমাণুটো কাৰণ, আৰু দ্ব্যণুক তাৰ কাৰ্য্য।

কিন্তু একেবাৰে একে ৰকমৰ দুটা বস্তু লগ লাগিব নোৱাৰে, যদি আন কোনো বস্তু বা শক্তিয়ে সিঁহতক ধৰি নেৰাখে; এনে দুটা বস্তু এটা ইটোৰ কাৰণো হ'ব নোৱাৰে। সেইগুণে বৈশেষিক সকলে "সমবায়" নামে এটি পৃথক পদাৰ্থৰ কল্পনা কৰে। এই "সমবায়ে" এটা পৰমাণুক আন এটাৰ লগত লগ লগাই, পৰমাণু আৰু দ্ব্যণুকৰ ভিতৰত কাৰ্য্য কাৰণ সম্বন্ধ ঘটায়। তেন্তে এতিয়া দেখা গল যে দ্ব্যণুক, তাৰ স্ব-কাৰণ পৰমাণুৰ পৰা, অত্যন্ত ভিন্ন বাবে সমবায় সম্বন্ধৰ কল্পনা কৰা হ'ল। কিন্তু পৰমাণুও সেইদৰেই "সমবায়ৰ" পৰা অত্যন্ত ভিন্ন। গতিকে পৰমাণুৰ লগত "সমবায়ৰ" সম্বন্ধ ঘটিবলৈ আৰু এটা আন সমবায়ৰ কল্পনা কৰিব লগা হল। তেন্তে "সমবায়ৰ" সমবায়, তাৰ সমবায়, আকৌ তাৰ "সমবায়"—এইদৰে অনন্ত সমবায়ৰ কল্পনা নকৰিলে বৈশেষিক সমবায় সম্বন্ধ সিদ্ধি নহয়। এইটো অনবস্থা দোষ । এই কথাকে ওপৰৰ সূত্ৰত কৈছে—

সমবায় নামে এটা অতিৰিক্ত পদাৰ্থৰ কল্পনা কৰা বাবে [সমবায় অভ্যুপগমাৎ] আৰু সেই সমবায় পদাৰ্থৰ প্ৰতীতি সমান বাবে [সাম্যাৎ] অনবস্থা দোষ হয় [অনবস্থিতেঃ]।

**নিত্যমেব চ ভাবাৎ। ২।২।১৪**

যদি পৰমাণুৰ কৰ্ম্ম প্ৰবৃত্তি স্বভাবগত হয়, তেন্তে সদায় সৃষ্টি হ্ব; নহলে সৃষ্টি একেবাৰে নহব অৰ্থাৎ হয় সৃষ্টি নহয় প্ৰলয়, নিত্য-কাল [নিত্যমেব] হৈ থাকিব [ভাবাৎ]। কিন্তু এইদৰে হ'ব নোৱাৰে।

**ৰূপাদি মত্বাৎ চ বিপৰ্য্যয়ঃ দৰ্শনাৎ । ২।২।১৫**

বৈশেষিক সকলে কয় যে পৰমাণুবোৰৰ ৰূপ-ৰস আদি গুণ আছে। অথচ কয় যে পৰমাণুবোৰ নিত্য, অবিনাশী, বা অমৰ। এই দুইটা কথা একেলগে সচা হব নোৱাৰে। আমি জানো যে ৰূপ-ৰসাদি-যুক্ত কোনো পদাৰ্থই স্থায়ী হ'ব নোৱাৰে। এনে দৃষ্টান্ত কুত্ৰাপি পোৱা নেযায়।

এই কথাকে ওপৰৰ সূত্ৰত কৈছেঃ—

বৈশেষিক-দৰ্শনে পৰমাণুৰ ৰূপ-ৰস আদি গুণ আছে বুলি কোৱা বাবে [ৰূপাদিমত্বাৎ] পৰমাণুবোৰ যে সৰ্ব্বাপেক্ষা ক্ষুদ্ৰ, অবিনাশী আৰু নিত্য—এই লক্ষণৰ বিপৰীত কথা কোৱা হ'ল [বিপৰ্য্যয়ঃ]। কাৰণ সাধাৰণতঃ দেখা যায় (দৰ্শনাৎ) যে ৰূপ-ৰসাদি-যুক্ত সকলো পদাৰ্থ অনিত্য বা ধ্বংসশীল।

**উভয়থা চ দোষাৎ।২।২।১৬**

সাংখ্য-দৰ্শনৰ পৰমাণুবোৰ পঞ্চীকৃত পৰমাণু (যাৰ কথা সাংখ্য-দৰ্শনৰ ৩৪ কাৰিকাৰ ব্যাখ্যাত বহলাই কোৱা হৈছে)। এনে পৰমাণুৰ প্ৰত্যেকত ৰূপ-ৰস-গন্ধ-স্পৰ্শ-শব্দ সকলো গুণ কম-বেচি পৰিমাণে আছে। বৈশেষিক পৰমাণু যদি এনে হয়, তেন্তে সিঁহত ধ্বংসশীল হ'ব। এই কথা ওপৰত কোৱা হ'ল।

এতিয়া এই কাৰিকাত কৈছে যে ধ্বংসশীল হোৱাৰ বাহিৰেও আৰু দোষ হ'ব। বৈশেষিক মতে ৪ জাতীয় পৰমাণু সমানে সূক্ষ্ম। এনে হব নোৱাৰে। যি পৰমাণুৰ গুণ যিমান বেচি, সি সমান স্থূল। পাৰ্থিব পৰমাণুত ৰূপ ৰসাদি সকলো গুণ আছে; সেইবাবে সি আটাইতকৈ স্থূল। জলীয় পৰমাণুত মোটে ৩টা গুণহে আছে যথা ৰূপ, ৰস, স্পৰ্শ। সেইগুণে ই পাৰ্থিব পৰমাণুতকৈ সূক্ষ্ম। বায়বীয় পৰমাণুত মুঠেই এটাহে গুণ আছে—স্পৰ্শ আৰু সেইবাবে ই আটাইতকৈ সূক্ষ্ম। তেন্তে পৰমাণুবোৰ সমানে সূক্ষ্ম হব কেনেকৈ? এনে আপত্তি এৰাবলৈ যদি কোৱা হয় যে বৈশেষিক প্ৰত্যেক জাতীয় পৰমাণুত মুঠেই এটাহে গুণ থাকে, যেনে পাৰ্থিব পৰমাণুত কেৱল গন্ধ, জলীয় পৰমাণুত কেৱল ৰস, ইত্যাদি, তেতিয়া হলেও কথাটো অসঙ্গত হয়। যদি ভৌম বা পাৰ্থিব পৰমাণুত গন্ধৰ বাহিৰে আৰু একো গুণ নাই, যদি তাত "ৰূপ" নাই তেন্তে আমি তাক দেখোঁ কেনেকৈ। যেনেকৈ ভবা যায়, তেনেকৈ বুজিব পাৰি যে ৰূপ-ৰসাদি সম্পৰ্কে বৈশেষিক দৰ্শনৰ কথাবোৰ যুক্তি-সঙ্গত নহয়। এই কথাকে ওপৰৰ সূত্ৰৰ কৈছে—

বৈশেষিক পৰমাণুত গুণৰ অল্পাধিকতা স্বীকাৰ কৰিলেও বা নকৰিলেও (উভয়থা) এই মত দোষ বাবে ( দোষাৎ) ই অসমীচীন।

**অপৰিগ্ৰহাৎ চ অত্যন্তম্ অনপেক্ষা। ২।২।১৭**

সাংখ্য-দৰ্শনৰ "প্ৰধান-কাৰণবাদ" কোনো কোনো বেদজ্ঞ ঋষিয়ে গ্ৰহণ কৰিছে। কিন্তু "পৰমাণু-কাৰণবাদ" কোনেও গ্ৰহণ কৰা নাই; সেই বাবে (অপৰিগ্ৰহাৎ) এই পৰমাণু কাৰণবাদ একেবাৰে (অত্যন্তম্) অনাদৰণীয় (অনপেক্ষা)।

ইয়াত এইটো কোৱা নাই যে বৈশেষিক দৰ্শন দৰ্শনেই নহয়। আচলতে শক্তি আৰু দ্ৰব্যৰ (force and matter) একো ভেদ নাই।

এইটো আজি-কাল বিজ্ঞানৰ পৰীক্ষা সিদ্ধ সত্য যে দ্ৰব্য আৰু শক্তিৰ একো ভেদ নাই। বিজ্ঞানে পৰীক্ষা কৰি দেখুৱাইছে যে দ্ৰব্যৰ পৰা শক্তি হয় আৰু শক্তিৰ পৰা দ্ৰব্য হয়। কিন্তু ভেদ নেমানি ছাত্ৰক কোনেও শিক্ষা দিব নোৱাৰে। প্ৰথমতে এই ভেদ মানিবই লাগিব। বৈশেষিকে সেইবাবে পৰমাণুৰ (দ্ৰব্যৰ) ওপৰলৈ যোৱা নাই। যেতিয়া ছাত্ৰই লাহে লাহে বুজিব যে পৰমাণু আৰু শক্তিৰ ভেদ নাই, তেতিয়া সিহঁতে সাংখ্য-দৰ্শন আৰম্ভ কৰিব। সাংখ্য-দৰ্শনৰ পৰা যেতিয়া বুজিব যে জগতত শক্তিৰ বাহিৰে একো নাই, তেতিয়া সিহঁতে, সেই শক্তিনো ক'ৰ পৰা আহিল, সেইটো অনুষ্ঠান কৰিব—অৰ্থাৎ বেদান্ত দৰ্শন পঢ়িব। তিনি শ্ৰেণীৰ ছাত্ৰৰ উপযোগী, এই তিনি খন দৰ্শন।

এতিয়া ব্ৰহ্মসূত্ৰই বৌদ্ধ-দৰ্শনৰ সমালোচনা কৰিব।—

ভগবান্ বুদ্ধদেব জগতৰ শ্ৰেষ্ঠ দাৰ্শনিক—যাক আমি ঈশ্বৰৰ অৱতাৰ বুলি মানো। তেওঁ কিন্তু জগতৰ পৰম কাৰণ সম্বন্ধে নিজে একো লিখি থৈ নগ'ল। প্ৰবাদ আছে যে কোনোবাই তেওঁক আত্মা বিষয়ক প্ৰশ্ন কৰিলে তেওঁ বাহ্ব ঋষিৰ দৰে (৩।২।১৭ চাওক) মৌন হৈ থাকিছিল আৰু একো উত্তৰ নিদিছিল। তেওঁ হয়তো তেওঁৰ শিষ্য সকলক অধিকাৰী ভেদেহে তত্ত্বোপদেশ দিছিল; বা শিষ্য সকলে নিজ নিজ সামৰ্থ্য অনুসাৰে একে তত্ত্বোপদেশকে ভিন্ন ভাবে বুজিছিল আৰু তাকে পাছত লিপিবদ্ধ কৰিছিল। সেইগুণে এতিয়া বৌদ্ধ-দৰ্শনৰ তিনিটি শাখা—

(১) সৰ্ব্বাস্তিত্ব-বাদ—এইমতে ঘট, পদ আদি বাহ্য বস্তু আৰু সুখ, দুখ, জ্ঞান আদি আন্তৰ পদাৰ্থ—সকলো সত্য, সকলোৰে অস্তিত্ব আছে। সাংখ্য দৰ্শনৰ লগত এই মতৰ বিশেষ পাৰ্থক্য নাই।

(২) বিজ্ঞান-বাদ—এইমতে বাহ্য বস্তুৰ অস্তিত্ব নাই; সকলো জগৎ কেৱল মাত্ৰ বিজ্ঞান-প্ৰবাহ। (বস্তু সম্বন্ধীয় জ্ঞানক বিজ্ঞান বোলে)। "বাহ্য" বুলি আমাৰ যি প্ৰতীতি হয়, সিও বিজ্ঞান-প্ৰবাহ হে। এই সংসাৰত বিজ্ঞান-প্ৰবাহৰ বাহিৰে আৰু একো নাই; সেইবাবে ই মায়া। এই মত ইউৰোপীয় দৰ্শনৰ বাৰ্কলি (Berkeley) আদৰ্শবাদৰ অনুৰূপ। শঙ্কৰাচাৰ্য্যৰ "মায়াবাদ"ৰ লগত ইয়াৰ কি পাৰ্থক্য, শঙ্কৰাচাৰ্য্যই নিজে কব (২৮ আৰু ২৯ সূত্ৰ চাওক)।

(৩) বৈনাশিক ৱা সৰ্ব্ব-শূন্য-বাদ—এই মতে বাহ্য বা আন্তৰ কোনো পদাৰ্থৰে অস্তিত্ব নাই, সকলো শূন্য। এই জগত এটা মহাশূন্য মাত্ৰ। শূন্যক ব্ৰহ্ম বুলি ধৰিলে এই মতে "সৰ্ব্বং খল্বিদং ব্ৰহ্ম" এই বেদান্ত মত হৈ পৰে।

শঙ্কৰাচাৰ্য্যই এই মতবোৰৰ তীব্ৰ প্ৰতিবাদ কৰিছে। কিন্তু, তেওঁৰ চিন্তা-প্ৰণালীৰ (বিশেষতঃ তেওঁৰ ভাষাৰ) ওপৰত এই বৌদ্ধ-দৰ্শনৰ প্ৰভাৱ অতি স্পষ্টভাবে অনুভূত হয় বুলি বহুতে কয়।

এতিয়া বেদান্তই প্ৰথমতে সৰ্ব্বাস্তিত্ববাদৰ সমালোচনা কৰিছে। এই সমালোচনা বুজিবলৈ হ'লে আমি বৌদ্ধ-দৰ্শনৰ আৰু কিছুমান কথা জানিব লাগিব। সকলো বৌদ্ধ মতে এই জগতত কোনো বস্তুৰ বা ভাবৰ "কাল-ব্যাপ্তি" (duration) নাই—অৰ্থাৎ উৎপন্ন হোৱা মাত্ৰ বিনাশ হয়। সকলো বস্তু ক্ষণস্থায়ী। আমাৰ নিজৰ অস্তিত্ব জ্ঞানো [অহং-জ্ঞান] ক্ষণিক-জ্ঞান মাত্ৰ। কেনেকৈ এই ক্ষণিক-জ্ঞান স্থায়ী জ্ঞান যেন অনুভূত হয়, সেই কথাটো এটা দৃষ্টান্তৰ পৰা সহজে বুজিব পাৰি—

এটা পুখুৰীৰ মাজলৈ দলি এটা মাৰি দিলে আমি দেখো যে পানীত প্ৰথমতে সৰু এটা ঢৌ হৈ সি লাহে লাহে বৃত্তাকাৰ হৈ গোটেই পুখুৰী ব্যাপি পৰে। পানীৰ কিন্তু একো লৰ-চৰ নহয়—য'ৰে পানী ত'তে থাকে; মাত্ৰ হেন্দোলনিটো যেন বাগৰি বহল হৈ বৈ যায়। এনে ঘটনা প্ৰত্যেক পাঠকে নিশ্চয় দেখিছে।

প্ৰত্যেক ঢৌ উৎপন্ন হৈছে আৰু তৎক্ষণাৎ মাৰ গৈছে। কিন্তু সেই ঢৌৰ হেন্দোলনিটো অনবচ্ছিন্ন ভাবে বৈ গৈছে। বৌদ্ধ দাৰ্শনিক সকলে কয় যে আমাৰ জগজ্জ্ঞানো এনে। প্ৰত্যেক পদাৰ্থ উপজিছে তৎক্ষণাৎ ধ্বংস হৈছে, কিন্তু তাৰ "বিজ্ঞান-প্ৰবাহ" অনবচ্ছিন্ন ভাবে বৈ যোৱা আমাৰ প্ৰতীতি হৈছে।

আমাৰ কাল জ্ঞানো এইদৰেই হয়। কাল, মিনিট, চেকেণ্ডৰ সমষ্টি মাত্ৰ। এক চেকেণ্ড আহিল সি তৎক্ষণাৎ নাইকিয়া হ'ল—সি আৰু উলটি নাহে; তাৰ পাছত আন এক চেকেণ্ড,

তাৰ পাছত আকৌ আন চেকেণ্ড, এইদৰে চেকেণ্ডবোৰ উৎপন্ন হৈছে আৰু লগে লগে ধ্বংস হৈছে—কিন্তু আমাৰ প্ৰতীতি হৈছে যেন একে কালেই অতীতৰ পৰা ভবিষ্যতলৈ বৈ গৈছে।

এই কাল জ্ঞানৰ দৰেই আমাৰ অহংজ্ঞানো এটা বিজ্ঞান-প্ৰবাহ মাত্ৰ। 'অহং'—এই এটা ক্ষণিক বিজ্ঞান; পুনঃ অহং—আৰু এটা বিজ্ঞান; পুনঃ অহং—এই অনন্ত ইটোৰ পাছত সিটো ক্ষণিক বিজ্ঞান উৎপন্ন হৈছে আৰু লগে লগে ধ্বংস হৈছে; কিন্তু তাৰ হেন্দোলনিটি নৈ বোৱাদৰে অনবচ্ছিন্ন ভাবে বৈ গৈছে। আৰু আমাৰ প্ৰতীতি হৈছে যে একে অহং জ্ঞানেই বৈ গৈছে, অৰ্থাৎ আমি যেন সদায় আছো। এয়ে বৌদ্ধ দৰ্শনৰ আত্মা-পদ-বাচ্য 'বিজ্ঞান স্কন্ধ'। চিৰস্থায়ী নিত্য আত্মা বৌদ্ধ দৰ্শনে স্বীকাৰ নকৰে। এই ক্ষণিক বিজ্ঞানকে চিৰস্থায়ী আত্মা বুলি ভবাকে বৌদ্ধ দৰ্শনে "অবিদ্যা" বোলে। ক্ষণিক পদাৰ্থক চিৰস্থায়ী বুলি ভবাই "অবিদ্যা"। তেন্তে আমাৰ প্ৰথম ভ্ৰান্তি—এই অহং জ্ঞান। ইয়াক বৌদ্ধ দৰ্শনে "বিজ্ঞান স্কন্ধ" বা "চিত্ত" বোলে। (আমাৰো সাংখ্য দৰ্শনে আৰু সকলো পুৰাণে অহং জ্ঞানক "ভ্ৰান্তি-বীজ" বোলে। সাংখ্যমতে এয়ে পুৰুষ প্ৰকৃতিৰ সংযোগৰ প্ৰথম ফল)। মনত ৰাখিব যে সাংখ্য মতে বা গীতাৰ মতেও এই অহং জ্ঞান (ego sense)আত্মা নহয়। ই সংস্কাৰস্থ ভাব। এই অহং-জ্ঞান নাশ হলেই জীবত্ব নাশ হয়। জীবব্ৰহ্ম হয়।

এতিয়া সৰ্বাস্তিত্ববাদী দাৰ্শনিক সকলে কয় যে এই অহংজ্ঞানৰ পৰাই দুটা "সমুদায়" (Aggregate)উৎপন্ন হৈছে—অন্তৰ্জ্জগৎ আৰু বহিৰ্জ্জগৎ। (সাংখ্য দৰ্শনেও কয় যে অহঙ্কাৰ তত্ত্বৰ পৰাই অন্তৰ্জ্জগৎ আৰু বহিৰ্জ্জগতৰ উৎপত্তি) বহিৰ্জ্জগতত আছে, পঞ্চ মহাভূতৰ পৰমাণু আৰু ৰূপ ৰসাদি বিষয় আৰু ইন্দ্ৰিয় গ্ৰাম। এইবোৰ লৈ এই বহিৰ্জ্জগতৰ দুটা বিভাগ—ভূত আৰু ভৌতিক। এই ভূত আৰু ভৌতিকৰ সমষ্টিয়েই বহিৰ্জ্জগতৰ "সমুদায়"।

(১) বিজ্ঞান-স্কন্ধ বা আলয় বিজ্ঞান বা চিত্ত—যাৰ কথা ওপৰত কোৱা হৈছে।

(২) ৰূপ-স্কন্ধ—বিষয় আৰু ইন্দ্ৰিয়; ইহঁত বাহিৰতো আছে আৰু অন্তৰতো আছে সেইগুণে ইহঁত ভৌতিকো আৰু আন্তৰো (চৈত্ত)। (সাংখ্য দৰ্শনৰ ৩৬ কাৰিকাৰ ব্যাখ্যাৰ লগত ৰিজাই চাওক)।

(৩) বেদনাস্কন্ধ—সুখ দুখ আদি অনুভূতি।

(৪) সংজ্ঞা স্কন্ধ—নাম সম্বলিত গো, অশ্ব, মনুষ্য ইত্যাদি জ্ঞান বিশেষ।

(৫) সংস্কাৰ স্কন্ধ—আসক্তি, ৰাগ, দ্বেষ, মোহ, ধৰ্ম্ম, অধৰ্ম্ম ইত্যাদি বুদ্ধিৰ সংস্কাৰ।

এই পঞ্চ স্কন্ধৰ প্ৰথমটিক চিত্ত বোলে, বাকী বোৰ, "চৈত্ত"। চিত্ত আৰু চৈত্ত গোটাই অন্তৰ্জ্জগতৰ সমুদায়। ইহঁতৰ সংঘাত বা পৰস্পৰৰ মিলনৰ পৰা অন্তৰ্জ্জগতৰ উৎপত্তি। —এই বোৰ কথা সাংখ্য দৰ্শনৰ লগত মিলে; ভাষাৰ প্ৰভেদৰ বাহিৰে বিশেষ একো প্ৰভেদ নাই।

বৌদ্ধ দৰ্শনে আৰু কয় যে প্ৰথমতে অবিদ্যাৰ পৰা আসক্তি, ৰাগ, দ্বেষ ইত্যাদি সংস্কাৰ-স্কন্ধৰ উৎপত্তি হয়। মাতৃগৰ্ভত, এই সংস্কাৰৰ প্ৰভাৱত গৰ্ভস্থ বস্তুটিৰ (বৌদ্ধ দৰ্শনে তাক জীব নোবোলে) এই প্ৰকাৰ বিজ্ঞান উৎপন্ন হয়—যাক আমি ওপৰত "আলয় বিজ্ঞান", বিজ্ঞান-স্কন্ধ বা চিত্ত বুলিলো। অৰ্থাৎ বৌদ্ধ মতে, প্ৰথমতে মাতৃগৰ্ভত "সংস্কাৰ-স্কন্ধ" নামে এটা অবিদ্যাশ্ৰিত ভাব-পদাৰ্থৰ স্থিতি হয়। ইয়াৰ পৰাই ভৌতিক পৰমাণুৰ সমবায়ত নামৰ উৎপত্তি হয়। ক্ষিতি, অপ্, বায়ু, তেজ, আকাশ আৰু আলয়-বিজ্ঞান—এই ষড়বিধ পদাৰ্থৰ পৰা "কায়া (শৰীৰ) উৎপন্ন হয়; সেইবাবে ইয়াক "ষডায়তন" বোলে। এই ষড়বিধ ক্ষণিক পদাৰ্থৰ একত্ব জ্ঞানেই "অবিদ্যা"। এই অবিদ্যাই সংসাৰৰ কাৰণ। ইয়াৰ পৰাই বেদনা, তৃষ্ণা (ভোগেচ্ছা) আদিৰ উৎপত্তি হয়, সেই তৃষ্ণাৰ পৰাই "ভব" অৰ্থাৎ পুনৰ্জ্জন্ম হয়। পুনৰ্জ্জন্ম তেন্তে কাৰ হল? সেই যে "সংস্কাৰ-স্কন্ধ" প্ৰথমতে মাতৃগৰ্ভত স্থিতি হৈছিল, তাৰে আকৌ পুনৰ্জ্জন্ম হয়। তাৰেই মুক্তিও হয়। চিৰস্থায়ী আত্মা যেতিয়া নাই, সংস্কাৰৰে পুনৰ্জ্জন্ম হয় বুলি নকলে আৰু উপায় নাই। বেদান্ত সাংখ্য আৰু গীতাৰ মতেও সংস্কাৰৰ হে জন্ম, মৃত্যু আৰু পুনৰ্জ্জন্ম হয়। সাংখ্য আৰু বৌদ্ধ দৰ্শনত এই বিষয়ে একো পাৰ্থক্য নাই। সাংখ্যমতে সংস্কাৰ বা লিঙ্গ শৰীৰৰ জন্ম, মৃত্যু, পুনৰ্জ্জন্ম আৰু মুক্তি হয়। (৪০ কাৰিকা) এই লিঙ্গ শৰীৰ পুৰুষৰ। বৌদ্ধ দৰ্শনে কিন্তু 'পুৰুষ' বুলি এটা তত্ত্ব স্বীকাৰ নকৰে আৰু সেইগুণে কয় যে সংস্কাৰৰহে জন্মান্তৰ আৰু মুক্তি হয়। কিন্তু বৌদ্ধ মতত সাংখ্যাচাৰ্য্যৰ একো আপত্তি নাই; সাংখ্যৰ পুৰুষ অব্যক্ত, নিৰ্গুণ, সৰ্ববব্যাপী আৰু নিষ্ক্ৰিয়। এনে পুৰুষ থকা নথকা সমান। কোনো জন্মতে এনে অপৰিণামী, পুৰুষৰ একো

পৰিবৰ্ত্তন নহয়। সকলো জন্মতে যেনে পুৰুষ তেনে থাকে। যতমানে পৰিবৰ্ত্তন হয়, সকলো বুদ্ধিস্থ সংস্কাৰটিৰ। সেইগুণে সাংখ্যই কৈছে যে জন্মান্তৰ আৰু মুক্তি পুৰুষৰ নহৈ, প্ৰকৃতিৰ হয় বুলিলেও একো ভুল নহয়। তেওঁ কৈছে-সংসৰতি,বধ্যতে মুচ্যতে চ নানাশ্ৰয়া প্ৰকৃতিঃ (৬২ কাৰিকাৰ ব্যাখ্যা)। তেওঁ আৰু কৈছে যে এই জন্মান্তৰ উদাসীন, অব্যক্ত আৰু নিষ্ক্ৰিয় পুৰুষৰ নহয়। জন্মান্তৰৰ কাৰণো প্ৰকৃতি (৪২ কাৰিকাৰ ব্যাখ্যা চাওক)। এইবোৰ কথা আমি সাংখ্য দৰ্শন আৰু আমাৰ জন্মান্তৰ ৰহস্য নামে কিতাপখনত বহলাই কৈছো। সাংখ্যৰ এইমতে হলে, বৌদ্ধ দৰ্শনৰ একো দোষ হোৱা নাই। কিন্তু বেদান্তই স্বীকাৰ নকৰে যে ব্ৰহ্মৰ শক্তি ব্যতিৰেকে অচেতন সংস্কাৰে আপোনা-আপুনি সেইদৰে কাৰ্য্য কৰিব পাৰে। সেইগুণে প্ৰথমতে বেদান্তই কৈছে—

**সমুদায়ে উভয়ে হেতুকে অপি তৎ অপ্ৰাপ্তিঃ। ২।২।১৮**

ওপৰত কোৱা পৰমাণু-মূলক বাহ্য "সমুদায়" আৰু স্কন্ধমূলক আন্তৰ "সমুদায়"—এই উভয় প্ৰকাৰ "সমুদায়" স্বীকাৰ কৰিলেও (উভয়-হেতুকে সমুদায়ে অপি) বৌদ্ধ দৰ্শনে কোৱা দৰে সৃষ্টি (তৎ) হব নোৱাৰে (অপ্ৰাপ্তিঃ) কাৰণ এই উভয় "সমুদায়" অচেতন পদাৰ্থ। এটি চেতনশক্তিয়ে সিহঁতক শাসন বা নিয়ন্ত্ৰণ নকৰিলে সিহতে স্বতঃপ্ৰবৃত্ত হৈ কাম কৰিব নোৱাৰে। (সাংখ্যৰ বিৰুদ্ধেও বেদান্তৰ এই একে আপত্তি)।

**ইতৰেতৰ প্ৰত্যয়ত্বাৎ ইতি চেৎ? (প্ৰত্যয়=হেতু, কাৰণ)**

প্ৰঃ— কিন্তু দৰ্শনে কয় যে অবিদ্যা আদি পদাৰ্থ পৰম্পৰৰ কাৰণ; ইহঁতে ঘটী যন্ত্ৰৰ দৰে আপোনা-আপুনি কাৰ্য্য কৰে। ইহঁতেই ক্ৰমাগত ঘূৰি ঘূৰি সংসাৰযাত্ৰা নিৰ্ব্বাহ কৰে। ইয়াত আৰু চেতন অধিষ্ঠাতা এজনৰ কি প্ৰয়োজন? বিশেষতঃ, বিজ্ঞান স্কন্ধতো চেতনেই। অবিদ্যা আদি ইটোৰ সিটো কাৰণ—এইবাবে (ইতৰেতৰ প্ৰত্যয়ত্বাৎ) সংঘাত আপোনা-আপুনি হয় বুলি যদি কওঁ (ইতি চেৎ) তেন্তে? এনে প্ৰশ্নৰ উত্তৰত কৈছে—

**ন, উৎপত্তিমাত্ৰনিমিত্তত্বাৎ। ২।২।১৯**

সেইদৰে কলে নহব (ন) কাৰণ অবিদ্যা আদি পৰস্পৰৰ কাৰণ হব পাৰে; ইটোৰ পৰা সিটোৰ উৎপত্তি হব পাৰে। ইয়াত আপত্তি কৰিবলৈ, একো নাই। কিন্তু অচেতন পদাৰ্থ কেৱল উৎপন্ন হৈ গোট খালেই নহয় (উৎপত্তি মাত্ৰ নিমিত্তত্বাৎ)। সিহঁত কোনো এটা নিৰ্দ্দিষ্ট উদ্দেশ্যেৰে সংহত (organised)হব লাগিব। কলহ, জৰী, খাই ইত্যাদি গোট খালেই ঘটী যন্ত্ৰটি নহয়; তাক চেতন (intelligent)মানুহ এজনে সাজি দিব লাগিব। তেহে ঘটীযন্ত্ৰৰ কাম হব। এতিয়া বৌদ্ধ দৰ্শন মতে তেনে চেতনশক্তি এটি নাই। যদিও বা বিজ্ঞান-স্কন্ধত ক্ষণস্থায়ী চৈতন্যশক্তি আছে বুলি কয়, সি একো কাৰ্য্য কৰিব নোৱাৰে কাৰণ সি ক্ষণস্থায়ী। আকৌ বৌদ্ধ মতে, যি চৈতন্যই উপলব্ধি কৰে, সি ক্ষণস্থায়ী—তেন্তে ভোগ কাৰ হল? ভোগ কৰোঁতে যদি কোনো নাই, তেন্তে অচেতন দেহাদি পদাৰ্থৰ "সংঘাত" বা হব লাগিছে কেলৈ? নিৰৰ্থক সৃষ্টি হল কিয়? কাৰ ভোগৰ বাবে সৃষ্টি হল? এটা উদ্দেশ্যেৰে সংহত নহলে, অচেতন পদাৰ্থই কাম কৰিব নোৱাৰে।

**উত্তৰ-উৎপাদে চ পূৰ্ব্ব নিৰোধাৎ। ২।২।২০**

আকৌ বৌদ্ধ মতে পৰক্ষণৰ উৎপত্তিৰ লগে লগে [উত্তৰ উৎপাদে] পূৰ্ব্বক্ষণৰ নিৰোধ বা বিনাশ হয় [পূৰ্ব্বনিৰোধাৎ]। পৰক্ষণ হল কাৰ্য্য; পূৰ্ব্বক্ষণ হল তাৰ কাৰণ। তেন্তে এই বৌদ্ধ মতে, কাৰণটি বিনাশ হলেহে "কাৰ্য্যৰ উৎপত্তি হয়; এনে কথা হব নোৱাৰে। সেইদৰে হলে, বিনা কাৰণেও বস্তু উৎপত্তি হব পাৰে। কাৰণটি যদি উৎপন্ন হৈয়ে বিনাশ হল—যদি তাৰ কাল ব্যাপ্তিয়েই নাই, তেন্তে সি কি উৎপত্তি? "উৎপন্ন হোৱা মাত্ৰ বিনাশ হয়"— এনে বুলি কোৱা যেনে, উৎপত্তি হোৱা নাই বুলি কোৱাও তেনে।

**অসতি প্ৰতিজ্ঞা উপৰোধঃ, যৌগপদ্যম্ অন্যথা। ২।২।২১**

ওপৰত কোৱা দৰে; যদি কাৰ্য্যৰ উৎপত্তি সময়ত কাৰণ বস্তুৰ অস্তিত্ব নথাকে—এনে বুলি ধৰা হয় [অসতি] তেন্তে প্ৰকাৰান্তৰে ইয়াকে কোৱা হল যে কাৰণ নোহোৱাকৈ কাৰ্য্যৰ উৎপত্তি হয়। তেতিয়া হলে বৌদ্ধ দৰ্শনৰ মূলতে কুঠাৰাঘাত হয় [প্ৰতিজ্ঞা-উপৰোধঃ] কাৰণ, বৌদ্ধ দৰ্শনে কয় যে চাৰিবিধ হেতু বা কাৰণৰ পৰাই সমস্ত সৃষ্টি হৈছে। কিন্তু যদি কোৱা হয় [অন্যথা] যে কাৰণ বস্তুটি কাৰ্য্যোৎপত্তিৰ সময়তো থাকে আৰু তাৰ পাছত হে নিৰোধ হয় তেন্তে হলেও স্বীকাৰ কৰিব লাগিব যে কাৰণ-বস্তুটি কালব্যাপ্তি অন্ততঃ দুই ক্ষণ [এনে হলেও বৌদ্ধ দৰ্শনৰ "ক্ষণ-ভঙ্গবাদ" নাই হল]

**প্ৰতিসংখ্যা-অপ্ৰতি সংখ্যা-নিৰোধ-অপ্ৰাপ্তিঃ অবিচ্ছেদাৎ। ২।২।২২**

**প্ৰতিসংখ্যা নিৰোধ**— (প্ৰতি=প্ৰতিকূল; সংখ্যা=বুদ্ধি) বুদ্ধিপূৰ্ব্বক বিনাশ, যেনে মাৰ এটা মাৰি কলহ এটা ভঙ্গা।

**অপ্ৰতি সংখ্যা নিৰোধ**—অবুদ্ধিপূৰ্ব্বক বিনাশ যেনে এটোপা পানী ৰদত আপোনা-আপুনি শুকাই নাইকীয়া হল।

বৌদ্ধ মতে সকলো বস্তু উৎপন্ন হয়, কিন্তু উৎপন্ন হৈয়েই তৎক্ষণাৎ ধ্বংস হয়। কিন্তু তিনটা বস্তুৰ উৎপত্তি নাই:—

(১) প্ৰতি সংখ্যা নিৰোধ
(২) অপ্ৰতি সংখ্যা নিৰোধ
(৩) আকাশ

এই তিনিটা বস্তু প্ৰকৃততে বস্তু নহয়। ইহঁত বস্তুৰ "অভাব" মাত্ৰ (idea of nothingness)। আকৌ আমি ওপৰত কৈ আহিছো যে বৌদ্ধমতে, পুখুৰীৰ পানীত যেনেকৈ ইটোৰ পাছত সিটো ঢৌ উঠি তৎক্ষণাৎ মাৰ যায়, কিন্তু হেন্দোলনিটো গোটেই পুখুৰী ব্যাপি পৰে, সেইদৰেই বস্তু উপজিয়েই নিৰোধ হয়, কিন্তু তাৰ বিজ্ঞান প্ৰবাহ চলি থাকে। এই বিজ্ঞান প্ৰবাহ তেন্তে নিত্য, ক্ষণস্থায়ী নহয়; অৰ্থাৎ ই উৎপন্ন পদাৰ্থ আৰু স্থায়ী পদাৰ্থ। এতিয়া বেদান্তই প্ৰশ্ন কৰিছে যে বৌদ্ধদৰ্শনত নিৰোধ বুলি এটা পদাৰ্থ কল্পনা কৰাৰ আৱশ্যক কি? তেন্তে নিৰোধ কাৰ হয়? বস্তুৰ নে বিজ্ঞান প্ৰবাহৰ? ইয়াৰ উত্তৰত কৈছে— প্ৰতি সংখ্যা নিৰোধ [প্ৰতি সংখ্যা অপ্ৰতি সংখ্যা নিৰোধ] উভয়েই অসম্ভব [অপ্ৰাপ্তিঃ] কাৰণ বৌদ্ধ মতেই বিজ্ঞান প্ৰবাহৰ বিৰাম নাই (অবিচ্ছেদাৎ) আৰু ইটোৰ পাছত যে সিটো ঢৌ উঠি তৎক্ষণাৎ মাৰ যায়, সেই ঢৌবোৰৰ (অৰ্থাৎ ক্ষণস্থায়ী পদাৰ্থ বোৰৰ) একেবাৰে বিনাশ হবই নোৱাৰে। আমি জানো যে পদাৰ্থৰ ৰূপান্তৰ হয় কিন্তু বিনাশ নাই। ওপৰত দৃষ্টান্তটোত, পানী ৰদত শুকাই গলেও, সি একেবাৰেই নষ্ট নহয় ভাপ হৈ হে অদৃশ্য হয়। তেন্তে নিৰোধ কাৰো নহল? নিৰোধ বুলি কথা এটাই নাই।

**উভয়থা চ দোষাৎ। ২।২।২৩**

আকৌ, বৌদ্ধ মতে অবিদ্যা আদিৰ নিৰোধ হলেই মোক্ষ হয়। নিৰোধ বৌদ্ধমতে, মুঠেই দুই ৰকমৰ—'প্ৰতি সংখ্যা' বা অপ্ৰতি সংখ্যা'। জিজ্ঞাস্য এই যে, অবিদ্যাৰ কোন ৰকমৰ নিৰোধ হয়। যদি অবিদ্যা ক্ষণস্থায়ী পদাৰ্থ আৰু তাৰ "নিৰোধ"—অৰ্থাৎ "অপ্ৰতি সংখ্যা নিৰোধ"—অৰ্থাৎ আপোনা-আপুনি হয়—তেন্তে বৌদ্ধ দৰ্শনে যম, নিয়ম, উপৰতি ইত্যাদিৰ যি উপদেশ দিছে, সেই সকলোবোৰ নিৰৰ্থক; কাৰণ এই বোৰ সাধনা নহলেও, অবিদ্যা এনেয়ে নাশ হবই। আৰু যদি এই যম নিয়মাদি সাধনাবোৰ কৰিলেহে অবিদ্যাৰ নিৰোধ হয় তেন্তে অবিদ্যা ক্ষণস্থায়ী পদাৰ্থ নহয়।

উভয় ৰকমেই [উভয়থা] বৌদ্ধ দৰ্শনৰ দোষ দেখা যায় [দোষাৎ]।

**আকাশে চ অবিশেষাৎ। ২।২।২৪**

ওপৰত কোৱা হল যে বৌদ্ধ মতে—আকাশ এটা অভাব পদাৰ্থ, যাৰ উৎপত্তি নাই। এইটো কথা শ্ৰুতি বিৰুদ্ধ, কাৰণ শ্ৰুতিতে আছে যে আকাশ উৎপন্ন পদাৰ্থ। কিন্তু যি শ্ৰুতি প্ৰমাণ বিশ্বাস নকৰে, সিও যুক্তিৰে বুজিব পাৰে যে আকাশ "অবিশেষ" পদাৰ্থ, যাৰ পৰা বিশেষ বিশেষ শব্দ (সুৰ) উৎপন্ন হয়। ("অবিশেষ" শব্দৰ অৰ্থৰ বাবে সাংখ্য দৰ্শনৰ ৩৪ কাৰিকাৰ ব্যাখ্যা চাওক)। সেই গুণে [অবিশেষাৎ] আকাশ [আকাশে] উৎপত্তিহীন অভাব পদাৰ্থ হব নোৱাৰে। অস্তিত্ববান "অবিশেষ" পদাৰ্থৰ পৰা হে "বিশেষ" বোৰ উৎপন্ন হব পাৰে। 'অভাব' (অসৎ পদাৰ্থৰ) আৰু কি বিশেষ হব পাৰে?

আকৌ বৌদ্ধ দৰ্শনে কয় যে আকাশ নিত্য। অভাব-বস্তুৰ নিত্য-অনিত্যত্ব কি হব পাৰে? সি অসৎ পদাৰ্থ যেনে "আকাশ-কুসুম", ইয়াৰ নিত্য-অনিত্যত্ব কল্পনাৰ অতীত।

**অনুস্মৃতেঃ চ। ২।২।২৫**

বৌদ্ধ মতে সকলো পদাৰ্থ ক্ষণিক। দ্ৰষ্টাজনো ক্ষণিক তেন্তে, ১০ দিন আগেযে যি মানুহে অনুভৱ কৰিছিল, সি আজি নাই। যদি সেয়ে হল তেন্তে পূৰ্ব্ব দৃষ্ট দাৰ্থৰূপ স্মৰণ হল কাৰ? এজনে অনুভৱ কৰিলে আৰু আন এজনৰ স্মৰণ হল—এনে অসম্ভৱ ঘটনা হবই নোৱাৰে।

**ন অসতঃ, অদৃষ্টত্বাৎ। ২।২।২৬**

ওপৰত কোৱা হল যে ক্ষণ-ভঙ্গ-বাদ মতে কাৰণ নহলেও কাৰ্য্য হব পাৰে। কিন্তু এইদৰে হোৱা কেতিয়াও দেখা নেযায়। "একো নাই"—এনে অসৎ (nothingness)পদাৰ্থৰ পৰা (অসতঃ) একো উৎপত্তি হব নোৱাৰে (ন); কাৰণ, কোনেও এনে দৃষ্টান্ত দেখা নাই (অদৃষ্টত্বাৎ)। কাৰণ নহলে কাৰ্য্য হব নোৱাৰে।

**উদাসীনানামপি চ এবং সিদ্ধিঃ। ২।২।২৭**

যদি কাৰণ নহলেও কাৰ্য্য হয়—এইদৰে যদি হয় (এৱং)

অৰ্থাৎ যদি "অভাব-পদাৰ্থৰ" পৰা "ভাব-পদাৰ্থ" উৎপন্ন হব পাৰে তেন্তে নিশ্চেষ্ট মানুহৰো (উদাসীনানামপি) অভিপ্ৰায় সিদ্ধি হব পাৰিব [সিদ্ধিঃ]। অভাবৰে পৰা যদি সকলো হয়, তেন্তে কৃষকৰ যত্ন নহলেও ধান হব, কোনো সাধনা নকৰিলেও মোক্ষ হব।

এতিয়া ব্ৰহ্মসূত্ৰই বৌদ্ধ দৰ্শনৰ ২য় শাখাৰ—অৰ্থাৎ বিজ্ঞানবাদৰ সমালোচনা কৰিছে। আমি ওপৰত কৈ আহিছো যে এই মত ইউৰোপীয় বৰ্ক্লি-আদৰ্শবাদে সৈতে একে। বাহিৰত একো বস্তু নাই, সকলো অন্তৰত। শঙ্কৰাচাৰ্য্যৰ মায়াবাদ মতেও বাহিৰত ব্ৰহ্মৰ শক্তিৰ বাহিৰে একো নাই—সকলো মায়া। মায়া মানেই মানসিক এবিধ ক্ৰিয়া—অন্তৰৰ বস্তু। আকৌ, আধুনিক পাশ্চাত্ত্য বিজ্ঞান মতেও বাহিৰত অদৃশ্য বিদ্যুৎ শক্তিৰ স্পন্দনৰ বাহিৰে একো নাই, আৰু তাকে আমি জগৎ যেন দেখো। ইও আমাৰ মানসিক ক্ৰিয়া মাত্ৰ। এইদৰেই যদি হল, তেন্তে বৌদ্ধ দৰ্শনে কি দোষ কৰিলে? এই প্ৰশ্নৰ উত্তৰ দিব পাৰিলেই আমি শঙ্কৰাচাৰ্য্যৰ মায়া-বাদৰ আচল তাৎপৰ্য্যটি বুজিম। শঙ্কৰাচাৰ্য্যই নিজে ইয়াৰ উত্তৰ দিছে—

**ন অভাবঃ উপলব্ধেঃ। ২।২।২৮**

বৌদ্ধ দৰ্শনে কোৱামতে বাহ্য বস্তুৰ অভাব [অভাবঃ] হব নোৱাৰে [ন] কাৰণ বাহ্য বস্তু আমি উপলব্ধি কৰোঁ। [উপলব্ধেঃ] যি বস্তু আমি উপলব্ধি কৰো সেযে আমাৰ পক্ষে সত্য বস্তু তাৰেই অস্তিত্ব আছে। তাৰ অভাব হব নোৱাৰে। বিশেষতঃ বিজ্ঞান-বাদীয়ে কয় যে উপলব্ধি অন্তৰত হে হয়, কিন্তু আমি তাকে "বাহিৰৰ নিচিনা দেখো"। এই কথাৰ কি অৰ্থ? যদি "বাহিৰ" এখনেই নাই তেন্তে "বাহিৰৰ নিচিনা দেখো"—এনে কথাৰ মানে কি?

আকৌ বৌদ্ধ দৰ্শনে কয় যে বিজ্ঞান-প্ৰবাহৰ অস্তিত্ব আছে, কাৰণ আমি তাক অনুভব কৰোঁ। সেই একে যুক্তিৰেই আমিও কব পাৰো যে বাহ্যবস্তুৰ অস্তিত্ব আছে, কাৰণ সেইবোৰ আছে বুলি আমি অনুভব কৰোঁ।

**বৈধৰ্ম্ম্যাৎ চ ন স্বপ্নাদিবৎ। ২।২।২৯**

বিজ্ঞানবাদীসকলে কয় যে বাহিৰত একো বস্তু নেথাকিলেও আমাৰ বস্তুজ্ঞান হব পাৰে—যেনে, স্বপ্নত হয়। তেওঁবিলাকে মৰীচিকা আৰু ৰামধনুৰ দৃষ্টান্তও দিছে।

কিন্তু জাগ্ৰত অৱস্থাত আমাৰ যেনে উপলব্ধি হয়, তাৰ ধৰ্ম্মই আৰু স্বপ্নাবস্থাৰ উপলব্ধিৰ ধৰ্ম্মই, একে নহয়। স্বপ্নৰ উপলব্ধি অব-চেতনৰ কাৰ্য্য [Subconscious mind] স্বপ্নৰ উপলব্ধি একৰকম স্মৃতি মাত্ৰ—অৰ্থাৎ আগেয়ে দেখা বস্তুৰ অনুভূতি। মৰীচিকা বা ৰামধনুও একেবাৰে অসৎ পদাৰ্থ নহয়। বাহিৰত শক্তিৰ ক্ৰিয়া নহলে, এইবোৰ মানুহে নেদেখে। সেইবাবে (বৈধৰ্ম্ম্যাৎ) বাহ্যবস্তুক স্বপ্নাদিৰ দৰে (স্বপ্নাদিবৎ) একেবাৰে "একো নহয়" বা "অসৎ" বুলি কব নোৱাৰি।

শঙ্কৰাচাৰ্য্যৰ মতে এই জগৎ "অসৎ" বা Illusion নহয়; তাত ব্ৰহ্মৰ অচিন্ত্য শক্তি এটা আছে গুণে তাৰ উপলব্ধি হয়। পাশ্চাত্ত্য বিজ্ঞানেও কয় যে যদিও আমি বস্তুৰ আচল স্বৰূপ নেদেখো, তথাপি আমি নিশ্চয়কৈ জানো যে তাত শক্তিৰ ক্ৰিয়া আছে। বৌদ্ধদৰ্শনে এই শক্তি স্বীকাৰ নকৰে। কৰা হলে কোনো বিৰোধেই নেথাকিলহেতেন।

**ন ভাবঃ অনুপলব্ধেঃ। ২।২।৩০**

বাহ্য বস্তু যদি নাই, তেন্তে আমাৰ উপলব্ধি কেনেকৈ হয়? এই প্ৰশ্নৰ উত্তৰত বৌদ্ধ দৰ্শনে কয় যে সংস্কাৰৰ পৰা বাহ্য বস্তুৰ জ্ঞান হয়। বেদান্তই এতিয়া ওপৰৰ সূত্ৰত এই কথাৰ প্ৰতিবাদ কৰিছে। এই প্ৰতিবাদ ভালকৈ বুজিবলৈ হলে, আগধৰি আমি আমাৰ মনস্তত্বটি বুজিব লাগিব—অৰ্থাৎ আমাৰ বিষয় জ্ঞান কেনেকৈ হয়, বুজিব লাগিব। এইটো নুবুজা বাবেই বেদান্ত আৰু সাংখ্যৰ বহুত অপ-ব্যাখ্যা হৈছে; আন কি, সাংখ্য দৰ্শনক বহুতে অৰ্থহীন দৰ্শন বুলিও ভাবিছে। সাংখ্য দৰ্শনৰ পাতনিত আৰু ২৮ আৰু ৫২ কাৰিকাৰ ব্যাখ্যাত আমি এই মনোবিজ্ঞানৰ বহলাই আলোচনা কৰিছো।

সাংখ্য মতে (আৰু বেদান্ত মতেও) জীৱৰ জন্ম-জন্মান্তৰৰ অনুভূতিৰ ছাপ বা স্মৃতি বুদ্ধিত ৰৈ যায় আৰু তাকে আমি বুদ্ধিৰ ৰূপ বা সংস্কাৰ বোলোঁ। এই ৰূপৰ সদায় পৰিবৰ্তন হৈ আছে, বাহিৰৰ পৰা নতুন অনুভূতি আহি এই পৰিবৰ্তন ঘটাইছে। (সাংখ্যৰ ২৩ কাৰিকাৰ ব্যাখ্যা চাওক)। এই সংস্কাৰ নহলে আমাৰ কোনো ৰকম বিষয় জ্ঞানেই হব নোৱাৰে। বাহিৰৰ বস্তুৰ পৰা শক্তি আহি আমাৰ ইন্দ্ৰিয়ত আঘাত কৰিলেই, শিৰবোৰত এটা স্পন্দন হয়। এই স্পন্দন এটা নিৰ্ব্বিকল্পক জ্ঞান অৰ্থাৎ নাম, ৰূপ, ৰস আদি নোহোৱা, শুদ্ধ শক্তিৰ ক্ৰিয়া বা স্পন্দন মাত্ৰ। ইয়াকে সাংখ্য দৰ্শনে "আলোচন" বোলে। এই "আলোচন"ত আমাৰ বুদ্ধিৰ সাংস্কাৰটিয়ে নাম, ৰূপ আদি যোগ কৰি দিলেহে আমাৰ বস্তু

জ্ঞান হয়। ৰূপ ৰস আদি বাহ্য বস্তুত (ঠিক সেই ৰূপেই) লাগি থকা নাছিল। এইবোৰ আমাৰ বুদ্ধিস্থ সংস্কাৰৰ নিৰ্ম্মাণ। এডিংটনৰ কথাৰে—(mind-spinning) আমাৰ সকলো বিষয়-জ্ঞান সংস্কাৰ ঘটিত। যদি নহল হেঁতেন, তেন্তে একে বিষয়ৰে সকলোৰে একে ৰকমৰ জ্ঞান হে হল হেঁতেন। ৰজ্জুত সৰ্পভ্ৰম হব নোৱাৰিলে হেঁতেন। বাহ্য বস্তু সকলোৰে একে ৰকমেহে ভোগ কৰিলে হেতেন। কিন্তু আচলতে সেই দৰে নহয় [সাংখ্যৰ ৩৮ কাৰিকা] এই মনোবিজ্ঞান বাচস্পতিয়ে সংক্ষেপে এই দৰে বুজাইছে; যথা—

অস্তিহ্যালোচন জ্ঞানং প্ৰথমং নিৰ্ব্বিকল্পকম্।
বাল মুকাদি-বিজ্ঞান সদৃশং মুগ্ধ বস্তুজম্॥
ততঃ পৰং পুনৰ্ব্বস্তু ধৰ্ম্মৈৰ্জাত্যাদিভিৰ্যয়া।
বুদ্ধ্যাবসীয়তে সাহি প্ৰত্যক্ষত্বেন সম্মতা॥*

তেন্তে, এই মনোবিজ্ঞান মতে আমাৰ বস্তু-জ্ঞান হবলৈ দুটা কথাৰ আৱশ্যক—১ম—বুদ্ধিস্থ সংস্কাৰ, ২য—বাহ্য বস্তুৰ পৰা অহা শক্তি। এই দুটাৰ এটা নহলেও আমাৰ একো উপলব্ধি নহয়। কিন্তু এতিয়া কথা হল যে আগধৰি বাহ্য বস্তু নহলে সংস্কাৰৰ উৎপত্তিয়েই নহয়। ইপিনে আকৌ সংস্কাৰ আগৰে পৰা নেথাকিলে বাহ্য বস্তুৰ উপলব্ধিয়েই নহয়—অৰ্থাৎ বাহ্য বস্তু থকা নথকা সমান হয়। তেন্তে কোনটোৰ সৃষ্টি আগ? সাংখ্যই কয় যে এই দুইটা সৃষ্টি—ভাবাখ্য আৰু লিঙ্গাখ্য সৰ্গ—সহভাবী অন্যোন্যাশ্ৰয়ী আৰু অনাদি; যেনে গছ আৰু গুটি, গছৰ সৃষ্টি আগ নে গুটিৰ সৃষ্টি আগ, কোনে কব? [সাংখ্যৰ ৫২ কাৰিকাৰ ব্যাখ্যা চাওক]

এতিয়া ওপৰৰ সূত্ৰত আৰু ইয়াৰ তলৰ সূত্ৰটিত, বেদান্তই এই মনোবিজ্ঞানৰ ওপৰত নিৰ্ভৰ কৰি বৌদ্ধ দৰ্শনৰ প্ৰতিবাদ কৰিছে। বৌদ্ধ দৰ্শনে কলে যে শুদা সংস্কাৰৰ পৰাই আমাৰ উপলব্ধি হয়। এনে হবই নোৱাৰে। কিন্তু তৰ্কস্থলত হব পাৰে বুলি ধৰি ললেও প্ৰশ্ন উঠে যে সেই সংস্কাৰৰ নো কেনেকৈ উৎপত্তি হ'ল? কোনো এটা বস্তু আগধৰি উপলব্ধি কৰিলেহে, সংস্কাৰ জন্মে। তেন্তে, বৌদ্ধ দৰ্শন মতে যেতিয়া আগেয়ে কোনো বাহ্য বস্তু নাছিলেই, তাৰ সংস্কাৰটো ক'ৰ পৰা

আগেয়ে কোনো বস্তুৰ উপলব্ধি নোহোৱা বাবে [অনুপলব্ধেঃ] সংস্কাৰৰ জন্ম হব নোৱাৰে [ন ভাবঃ]

## ক্ষণিকত্বাৎ ২।২।৩১

আকৌ, সংস্কাৰটো জীৱৰ জন্মজন্মান্তৰৰ স্মৃতি। কিন্তু বৌদ্ধ মতে চিৰস্থায়ী ভোক্তা এজনেই নাই। সকলো ক্ষণিক। সেইবাবে [ক্ষণিকত্বাৎ] সংস্কাৰৰ উৎপত্তি হব নোৱাৰে।

পাঠক সকলে মন কৰিব যে বৌদ্ধ দৰ্শনে শুদা সংস্কাৰৰ পৰা উপলব্ধি হয় বুলি জগতৰ অস্তিত্ব অস্বীকাৰ কৰিছে। এইটো যদি দোষ হৈছে, তেন্তে শঙ্কৰাচাৰ্য্যৰ বাহিৰে আন আচাৰ্য্য সকলেও ঠিক ইয়াৰ বিপৰীত দোষটো কৰিছে— অৰ্থাৎ তেওঁবিলাকেও সংস্কাৰৰ সুকীয়া অস্তিত্ব অস্বীকাৰ কৰি অৰ্থাৎ সংস্কাৰেই আত্মা বুলি ধৰি লৈ, জগতক একেবাৰে সত্য (absolute realism) বুলিছে। সংস্কাৰ বোলা পদাৰ্থ এটা নাই, তাৰ একো ক্ৰিয়া নাই—এনে বুলি ধৰিলে আমি কবলৈ বাধ্য যে বহিৰ্জ্জগৎখন আমি যেনে দেখিছো ঠিক তেনে। এইটো যে বিশেষ দোষৰ কথা এনে নহয়। জগতক এইদৰেই—"যেনে দেখিছো তেনে" বুলিযেই সকলোৱে ভাবে। এইদৰে নেভাবিলে জগতৰ আচল স্বৰূপৰ বিষয়ে কোনো বৈজ্ঞানিক পৰ্য্যবেক্ষণ হব নোৱাৰে, আৰু আমাৰ উপভোগ বা (সাংখ্যৰ কথাৰে) পুৰুষাৰ্থ সাধনো হব নোৱাৰে। জগৎখন যেনে দেখিছো ঠিক তেনে—এনে বুলি ধৰি নোলোৱা হলে বৈজ্ঞানিক কোনো সত্য আবিস্কৃত নহল হেতেন, আণবিক বাদ (Quantum theory) নোলাল হেতেন। দৃশ্য জগৎ যেনে দেখিছো ঠিক তেনে—এই কথা ধৰি লৈহে বৈজ্ঞানিক সকলে আৰু সাংখ্য দৰ্শনে জগতৰ আচল স্বৰূপৰ বিষয় জানিব পাৰিলে। তেহে তেওঁবিলাকে বুজিব পাৰিলে যে জগৎখন আমি যেনে দেখিছো ঠিক তেনে নহয়। তেহে তেওঁবিলাকে বুজিলে যে বহিৰ্জ্জগতত শক্তিৰ ৩ ৰকমৰ ক্ৰিয়াৰ (বা সাংখ্যৰ কথাৰে সত্ত্বৰজস্তমো গুণৰ) বাহিৰে একো নাই আৰু জগৎজ্ঞান—অৰ্থাৎ ৰূপ-ৰস গন্ধ-স্পৰ্শ-শব্দ-জ্ঞান আমাৰ মনোভাব বা সংস্কাৰনিৰ্ম্মাণ—অৰ্থাৎ জগৎ আমাৰ মনোদৃশ্য বা মায়া।

এইখিনি কথা বুজিলেই আমি বুজিম যে জগতৰ স্বৰূপেই

*আমাৰ এই মনোবিজ্ঞান আজি কালিৰ পাশ্চাত্ত্য নতুন মনোবিজ্ঞানেৰে সৈতে একেবাৰে আখৰে আখৰে মিলে। প্ৰভেদ মাত্ৰ এই যে আমি "বুদ্ধিৰ সংস্কাৰ" বোলো তেওঁবিলাকে "মনৰ" সংস্কাৰ (Structure)বোলে। Sub-conscious mindবোলে। এই বাবেই ইউৰোপীয় বৈজ্ঞানিক সকলে কয় যে "বাহ্য বস্তু আমাৰ মনে যেনে দেখুৱাই, আমি তেনেহে দেখো।" বৌদ্ধ দৰ্শনে কয় "সংস্কাৰে যেনে দেখুৱাই তেনেহে দেখো।"

এনে আচৰিত যে ইয়াক "মায়া" বুলিলে একো হানি নাই। সত্য, মায়া—যিহকে বোলো জগতৰ উপৰোক্ত স্বৰূপটি স্বৰূপেই থাকিব আৰু তাৰ একো লৰচৰ নহব। আমাৰ সংসাৰভোগৰো একো তাৰতম্য নহব।

সাংখ্য দৰ্শনে জগতক "যেনে দেখিছো তেনে" বুলি ধৰিলৈ, জগতৰ আচল স্বৰূপত উপস্থিত হ'ল। সেইগুণে সাংখ্যৰ জগৎ সত্য। কিন্তু বৌদ্ধ দৰ্শনৰ আৰু শঙ্কৰাচাৰ্য্যৰ অনুসন্ধানৰ পদ্ধতি বেলেগ, তেওঁবিলাকে পৰমাৰ্থিক দৃষ্টিৰে জগতৰ আচল স্বৰূপ কি, সেইটো আগধৰি জানিলে আৰু সেইগুণেই, জগতৰ সত্যতা স্বীকাৰ নকৰিও, পোনেই কব পাৰিলে যে জগৎ-জ্ঞান আমাৰ বুদ্ধিস্থ সংস্কাৰৰ কাৰ্য্য—মানসিক ব্যাপাৰ বা মায়া।

জগতৰ আচল স্বৰূপটি কি? জগৎ খন আমি যেনে দেখিছো তেনে নহয় এইটো বুজিলে জগতক মায়া বোলা যেনে, সত্য বোলাও তেনে।

ওপৰৰ ১।১।১ সূত্ৰৰ ব্যাখ্যাত প্ৰথমতে আমি কৈ আহিছো যে শঙ্কৰাচাৰ্য্য আৰু অন্যান্য বেদান্তাচাৰ্য্য সকলৰ বিৰোধৰ মূলত এই সংস্কাৰটো।

(১) এই সংস্কাৰটোকে (অৰ্থাৎ চিচ্ছায়া সংযুক্ত লিঙ্গ শৰীৰ বা বুদ্ধিৰ ৰূপটোকে) যদি আমাৰ আত্মা বুলি ধৰোঁ, তেন্তে নিশ্চয় আমি বহিৰ্জ্জগৎ খন যেনে আছে ঠিক তেনেকৈ, পোনে পোনেই, আৰু নিজ আত্মাৰে নিজেই, দেখিছো—অৰ্থাৎ জগৎ একেবাৰে সত্য (absolute realism) আমি নিজ আত্মাৰে নিজে কাম কৰিছো, অতএব আমাৰ স্বাধীন কৰ্ত্তৃত্ব আছে।

(২) কিন্তু যদি আমি ধৰো যে সংস্কাৰৰ ওপৰত এটা আত্মা বেলেগে দ্ৰষ্টা ৰূপে আছে আৰু সেইটোহে আমি তেন্তে নিশ্চয় আমি আৰু ধৰিব লাগিব যে এই জগতখন আমি পোনে পোনেই দেখা নাই, বহিৰ্জ্জগতৰ যিটো ছবি আহি সংস্কাৰত পৰিছেহি, সেই ছবিটো মাত্ৰ আমি দেখিছো। আমি সংস্কাৰৰ [বুদ্ধিৰ] হে দ্ৰষ্টা অৰ্থাৎ আমাৰ সংস্কাৰে যেনে দেখুৱাইছে আমি জগতক তেনেহে দেখিছো। এই জগৎ আমাৰ মনোদৃশ্য বা মায়া। সংস্কাৰে আমাক কাম কৰাইছে। আমি স্বাধীন কৰ্ত্তা নহওঁ।

তেন্তে মায়া বাদ সম্পৰ্কে সকলো বিবাদ নিষ্পত্তি কৰিবলৈ হলে আমি আগধৰি সংস্কাৰটো নো কি তাক ভালকৈ বুজিব লাগিব। আৰু বুজিব লাগিব, আমাৰ বিষয়-জ্ঞান কেনেকৈ হয়। এইটো মনোবিজ্ঞানৰ কথা।

আমি জন্মান্তৰ ৰহস্যত সাংখ্য আৰু পাশ্চাত্য, উভয় মনোবিজ্ঞান মতেই দেখুৱাইছো, আৰু এতিয়াও ওপৰত এই মাত্ৰ কৈছো, যে এই সংস্কাৰটো নহলে আমাৰ কোনো বিষয় জ্ঞান হব নোৱাৰে। আমি দেখুৱাইছো যে এই সংস্কাৰটি আমাৰ জীৱত্বৰ বীজ। ই নহলে আমাৰ জীৱত্ব লোপ হয়। (নিৰ্ব্বান মুক্তি হয়)। ই নহলে আমি গভীৰ টোপনিত পৰি থকা মানুহৰ দৰে অচেতন যেন হৈ পৰি থাকিম; তথাপি আমাৰ অস্তিত্ব থাকিব। নহলেও আমি জীয়াই জড় পদাৰ্থ হৈ পৰি থাকিম, অতএব ই আমাৰ আত্মা নহয়। (জন্মান্তৰ ৰহস্য চাওক)।

আমি সাংখ্য দৰ্শনত আৰু দেখুৱাই আহিছো যে পুৰুষ কেবল মাত্ৰ নিজ সংস্কাৰৰ হে দ্ৰষ্টা, আৰু একেবাৰে দ্ৰষ্টা নহয়। এইবোৰ কথা আমি সদায় কৈ আহিছো। এতিয়া তাৰে পুনৰাবৃত্তি কৰিছো, কাৰণ, তলৰ পাদত ব্ৰহ্মসূত্ৰই এইবোৰ কথাৰ আলোচনা কৰিব। ব্ৰহ্মসূত্ৰৰ সূত্ৰবোৰ অতি সংক্ষেপ, যেনি তেনি পোনাই নিব পাৰি। উভয় পক্ষই এই সূত্ৰবোৰ নিজ নিজ মতে ব্যাখ্যা কৰিছে আৰু বিষম তৰ্ক কৰিছে। এই তৰ্ক জাল ভেদ কৰিবলৈ হলে, পাঠক সকলে হয় সাংখ্যীয় মনস্তত্ত্ব নহয় আধুনিক নতুন মনোবিজ্ঞান (দুয়োখন একে) ভালকৈ বুজিব লাগিব, নহলে এই তৰ্কাৰণ্যৰ পৰা বাহিৰ হৈ অহা টান হব।

## সৰ্ব্বথা অনুপপত্তেঃ চ ২।২।৩২

সকলো ৰকমেই [সৰ্ব্বথা] বৌদ্ধ দৰ্শনৰ দোষ দেখা যায়। এই কাৰণেই [অনুপপত্তেঃ] সৰ্ব্বশূন্য বাদো গ্ৰহণীয় নহয়। বেদান্তই সৰ্ব্বশূন্য বাদৰ বিশেষ আলোচনা কৰা নাই। শঙ্কৰাচাৰ্য্যই আন ঠাইত এই মতৰ তীব্ৰ প্ৰতিবাদ কৰিছে। প্ৰকৃততে এই মত ক্ষণভঙ্গবাদৰ হে স্বতঃসিদ্ধ। কাৰণ বাহ্য বস্তুৰ যদি কালব্যাপ্তি নাইল, সিহঁতৰ অস্তিত্বও নাই। সকলো বস্তু চতুৰ্ব্যাপ্তি (four dimensional) পদাৰ্থ। এটা ব্যাপ্তি নহলেই, বস্তুটোও নাই। [সংখ্যা ১০ কাৰিকা] এই শূন্যবাদে সৈতে আচলতে শঙ্কৰাচাৰ্য্যৰ কি বিৰোধ? আমি কওঁ প্ৰকৃত বিৰোধ একো নাই।

বৌদ্ধ দৰ্শনৰ শূন্যক বেদান্তৰ ব্ৰহ্ম বুলি ধৰিলে, বৌদ্ধ দৰ্শনৰ লগত শঙ্কৰাচাৰ্য্যৰ একো বিৰোধ নাই; সাংখ্যৰ যে একেবাৰে নাই, সেই কথা আমি ওপৰত কৈ আহিছো। ব্ৰহ্মক শূন্য বুলিলেও বিশেষ ক্ষতি নহয়। তেওঁ আচলতে শূন্য হে; কাৰণ, সেই দৰে কলেহে তেওঁৰ স্বৰূপৰ বৰ্ণনা কৰা হয়।

আৰু বিশেষতঃ বৌদ্ধ দৰ্শনৰ বিজ্ঞান-বাদ সম্পৰ্কীয় গ্ৰন্থতে আছে যে বুদ্ধদেৱৰ শূন্য মানে "একো নাই" (Nothingness )নহয়। নিৰ্গুণ ব্ৰহ্ম আৰু এনে শূন্যৰ প্ৰভেদ কি ?

এই গুণেই শঙ্কৰাচাৰ্য্যৰ বিষয়ে কয়—

Although in the course of his commentary on the Brahma Sutras, he has often quarrelled with the Buddhist yet we may say that the net result achieved is but a rehabilitation of the Upanisadic spirit in and through the metaphysical arguments of the different schools of Buddhism

(An Introduction to Tantric Buddhism. —Dr Das Gupta)

ইয়াৰ পৰা আৰু দেখা যায় যে বেদান্ত, সাংখ্য, বৌদ্ধ-দৰ্শন ইত্যাদি সকলো ভাৰতীয় দৰ্শনৰ মূল হৈছে উপনিষৎ। এই কথা আমি পাতনিত কৈ আহিছো।

Buddhism is only a later phase of the general movement of thought of which the Upanisads were the earlier

(Indian Philosophy Vol I P-470) by Radhakrishnan.)

এতিয়া ব্ৰহ্ম সূত্ৰই জৈন দৰ্শনৰ সমালোচনা কৰিছে । এই মতে পদাৰ্থ সাত বিধ। এই সাত বিধ পদাৰ্থ হয় 'জীৱ', নহয় অ-জীৱ। সেই গুণে পদাৰ্থৰ মূল বিভাগ আচলতে দুটাহে ঃ জীৱ আৰু অ-জীৱ। জৈন দৰ্শনে "সপ্তভঙ্গীনয়" সূক্ষ্ম যুক্তিৰে কৈছে যে সকলো পদাৰ্থ সম্বন্ধে 'স্যাদস্তি', স্যান্নাস্তি" ইত্যাদি ৭ টা যুক্তিকে প্ৰয়োগ কৰিব পাৰি—অৰ্থাৎ সিইতক "আছে" বুলিও ধৰিব পাৰি "নাই" বুলিও কব পাৰি, বা "আছেও আৰু নাই ও" এইদৰেও কব পাৰি। এতিয়া বেদান্তই প্ৰথমতে কৈছে যে এইটো এটা অদ্ভুত যুক্তি, যথা—

**ন একস্মিন্ অসম্ভবাৎ। ২।২।৩৩**

একে বস্তু সম্বন্ধে [একস্মিন্] "আছে আৰু নাই" এনে দুটা বিৰুদ্ধ ধৰ্ম্মৰ সমাবেশ অসম্ভৱ [অসম্ভবাৎ]। এইদৰে হলে আমিও কব পাৰো যে জৈন-দৰ্শন একৰকমে আছে আৰু একৰকমে নাই ; স্বৰ্গ মোক্ষ এইবোৰ আছেও নাইও। এনে দৰ্শনৰ পৰা কাৰো একো উপকাৰ নহয়।

**এবঞ্চ আত্মা-অকাৰ্ৎস্ন্যম্। ২।২।৩৪**

জৈন দৰ্শনে কয় যে জীৱাত্মা শৰীৰ পৰিমাণ—অৰ্থাৎ শৰীৰ যিমান ডাঙৰ, আত্মাও সিমান হে। এইদৰে হলে [এবঞ্চ] আত্মা পৰিছিন্ন হয় [আত্মা-অকাৰ্ৎস্ন্যম্] অৰ্থাৎ সীমাবদ্ধ হয়। সৎকাৰ্য্য বাদৰ যুক্তিৰে আমি জানো যে পৰিচ্ছিন্ন সকলো বস্তু অনিত্য। আত্মা তেন্তে নিত্য নহয়। আত্মা ধ্বংসশীল হল। আকৌ, শৰীৰৰ পৰিমাণৰ কোকনো স্থিৰতা নাই। হাতীৰ আৰু পৰুৱাৰ শৰীৰৰ পৰিমাণ সমান নহয়। জৈনই জন্মান্তৰ মানে। এটা হাতী জন্মান্তৰত পৰুৱা হলে, তাৰ আত্মাৰ কি হ'ব ? আত্মাৰ পৰিমাণ কম হব লাগিব। মানুহ ডাঙৰ হৈ গ'লে, লগে লগে আত্মাৰ পৰিমাণো বাঢ়ি যাব লাগিব। আকৌ—

**ন চ পৰ্য্যায়াৎ অপি অবিৰোধঃ বিকাৰাদিভ্যঃ ২।২।৩৫**

আকৌ পৰ্য্যায়ক্ৰমে [পৰ্য্যায়াৎ অপি] আত্মাৰ পৰিমাণৰ হ্ৰাস বৃদ্ধি হয় বুলি ধৰিলেও, বিৰোধৰ নিষ্পত্তি নহয়, (ন অবিৰোধঃ) কাৰণ সেইদৰে হলে, আত্মাবিকাৰী অনিত্য আৰু পৰিচ্ছন্ন হব। (বিকাৰাদিভ্যঃ) আৰু ক্ষণে ক্ষণে যদি আত্মাৰ এইদৰেই পৰিবৰ্ত্তন হয়, তেন্তে বন্ধন বা মোক্ষ কাৰ হব ?

**অন্ত্য-অবস্থিতেঃ চ উভয় নিত্যত্বাৎ অবিশেষঃ ২।২।৩৬**

জৈন মতে মোক্ষ অৱস্থাত আত্ম নিত্য। সৎকাৰ্য্যবাদ মতে, নিত্য হলেই সৰ্ব্বব্যাপী, অংশহীন আৰু অপৰিণামী। তেন্তে অন্ত্য অৰ্থাৎ মোক্ষ অৱস্থাত যদি আত্মা নিত্য হয়, (অন্ত্য-অবস্থিতেঃ) মধ্যে অৱস্থাতো নিত্য হব লাগিব, ইয়াৰ দ্বাৰা (উভয় নিত্যত্বাৎ) বুজিব লাগে যে আত্মা সৰ্ব্ব-বিশেষ ৰহিত (অবিশেষঃ)।

এতিয়া বেদান্তই পশুপতি মত আৰু অন্যান্য মতবোৰৰ সমালোচনা কৰিছে। ইয়াত বেদান্তৰ বক্তব্য এই যে, জগতৰ মূল কাৰণ কি, তাক যুক্তিৰে বা তৰ্ক কৰি নিৰ্ণয় কৰিব নোৱাৰি, সেই বিষয় শ্ৰুতি বাক্যই হে প্ৰমাণ। আৰু যদি কোনোবাই শ্ৰুতি-বাক্যত শ্ৰদ্ধা নকৰি। কেৱল পাৰ্থিব যুক্তিৰে নিৰ্ণয় কৰিব খোজে তেতিয়া হলেও সেই যুক্তিবোৰত খুঁত থাকিব নেলাগে আৰু অ'ৰ এডোখৰ ত'ৰ এডোখৰ গোটাই এটা অদ্ভুত কল্পনাৰ সৃষ্টি কৰিব নেলাগে।

এতিয়া এই মতবোৰত কৈছে প্ৰধান (প্ৰকৃতি) পুৰুষ আৰু ঈশ্বৰ এই তিনিটি স্বতন্ত্ৰ তত্ত্ব। ঈশ্বৰ জগতৰ নিমিত্ত-কাৰণ আৰু প্ৰধান আৰু পুৰুষৰ অধিষ্ঠাতা ; প্ৰধানেই জগতৰ উপাদান কাৰণ, এনে মতৰ কোনো ভিত্তি নাই। ই শ্ৰুতি বিৰুদ্ধ কথা।

### পত্যুঃ অসামঞ্জস্যাৎ ২।২।৩৭

প্ৰধান আৰু পুৰুষৰ পতি ঈশ্বৰৰ [পত্যুঃ] জগৎ কাৰণত্ব যুক্তি সঙ্গত নহয়, কাৰণ সেইদৰে হ'লে বহুত অস্যামঞ্জস্য হয়, [অস্যামঞ্জস্যাৎ]

### সম্বন্ধ অনুপপত্তেঃ চ ২।২।৩৮

যদি ঈশ্বৰেই প্ৰধান আৰু পুৰুষৰ পৰিচালক, তেনে হলে ঈশ্বৰৰ লগত প্ৰধান আৰু পুৰুষৰ নিশ্চয় কিবা এটা সম্বন্ধ বা সমবায় থাকিব লাগিব, কিন্তু এনে সম্বন্ধ, এই মতাবলম্বী দাৰ্শনিকসকলে দেখুৱাব পৰা নাই, সেইবাবে [সম্বন্ধানুপত্তেঃ) এইবোৰ মত গ্ৰহণীয় নহয়। এওঁবিলাকৰ মতে ঈশ্বৰ, প্ৰধান, পুৰুষ—তিনিও সৰ্ব্বব্যাপী। কিন্তু সৰ্ব্বব্যাপী পদাৰ্থ তিনিটাৰ কল্পনা কৰা অসম্ভৱ। সৎকাৰ্য্যবাদ মতে সৰ্ব্ব-ব্যাপী হলেই এক হব লাগিব। তাৰ বাহিৰেও, অংশহীন পদাৰ্থৰ সংযোগ হব নোৱাৰে। এনে ধৰণৰ আপত্তি হয়তো বেদান্তৰ কোনো কোনো উক্তি সম্পৰ্কেও হ'ব পাৰে। কিন্তু সেই সেই ঠাইত শ্ৰুতি বাক্যই প্ৰমাণ। এই দাৰ্শনিক সকলে শ্ৰুতিবাক্য যদি মানে তেন্তে সমুদায় শ্ৰুতিক প্ৰমাণ বুলি মানিব লাগিব আৰু কব লাগিব যে ব্ৰহ্মৰ বাহিৰে জগতৰ উপাদান কাৰণ একো নাই। যদি হে শ্ৰুতি বাক্য নেমানে তেন্তে তেওঁবিলাকৰ যুক্তিত দোষ থাকিব নোৱাৰিব। থাকিলে সেই মত পৰিহাৰ কৰিব লাগিব।

### অধিষ্ঠান অনুপপত্তেঃ চ ২।২।৩৯

ঈশ্বৰ যে প্ৰকৃতি আৰু পুৰুষৰ অধিষ্ঠাতা—এই উক্তিও [অধিষ্ঠান] যুক্তি সঙ্গত হোৱা নাই [অনুপপত্তেঃ] এই সকল দাৰ্শনিকে বেদান্তৰ দৃষ্টান্ত দি তেওঁবিলাকৰ উক্তি সমৰ্থন কৰিব নোৱাৰে। তেওঁবিলাকৰ সুবিধা মতে তেওঁবিলাকে বেদান্তৰ এক অংশ অগ্ৰাহ্য কৰি, আন এক অংশক প্ৰমাণ বুলি কব নোৱাৰে।

পাৰ্থিব যুক্তিৰে তেওঁবিলাকে যেতিয়া জগতৰ মূল কাৰণৰ অনুসন্ধান কৰিবলৈ অগ্ৰসৰ হৈছে তেওঁবিলাকে পাৰ্থিব যুক্তিৰেই দেখুৱাব লাগিব, কেনেকৈ নিৰবয়ব ঈশ্বৰ অধিষ্ঠাতা হব পাৰে। নিমিত্ত কাৰণ কুমাৰ, সশৰীৰ মানুহ ; সেইগুণে ঘট উৎপন্ন কৰিব পাৰে। এওঁ বিলাকে যেতিয়া শ্ৰুতি বাক্য লঙ্ঘন কৰি, অনুমানৰ দ্বাৰা জগৎ কাৰণ নিৰ্দ্দেশ কৰিছে তেন্তে তেওঁবিলাকে কবলৈ বাধ্য যে ঈশ্বৰো শৰীৰধাৰী সত্তা। শৰীৰধাৰী হলেই অনিত্য, ধ্বংসশীল, আৰু অব্যাপী।

### কৰণবৎ চেৎ ? ন ভোগাদিভ্যঃ ২।২।৪০

প্ৰঃ কেনে আমি জানো যে জীবাত্মা নিৰবয়ব আৰু ইন্দ্ৰিয়বোৰো নিৰবয়ব *কিন্তু জীৱ ইন্দ্ৰিয়ৰ অধিষ্ঠাতা-এইটো আমাৰ প্ৰত্যক্ষ জ্ঞান, সেইদৰেই [কৰণবৎ] ঈশ্বৰো প্ৰকৃতিৰ অধিষ্ঠাতা কিয় হব নোৱাৰে ?

উঃ [ন] কাৰণ তেতিয়া হ'লে সেই যুক্তিৰেই কব লাগিব যে ঈশ্বৰে জীৱৰ দৰেই সুখ দুখ ভোগ কৰে [ভোগাদিভ্যঃ]

### অন্তবত্ত্বম্ অসৰ্ব্বজ্ঞতা বা ২।২।৪১

আৰু [বা] তেতিয়া হলে সেই যুক্তিৰেই ঈশ্বৰ অন্তবন্ত বা বিনাশী [অন্তবত্ত্বম] আৰু অজ্ঞ [অসৰ্ব্বজ্ঞতা] হয়। ইয়াৰ পাছত চাৰিটা সূত্ৰ (৪২-৪৫) সম্পৰ্কে আচাৰ্য্য সকলৰ আকৌ বিৰোধ হৈছে। শঙ্কৰাচাৰ্য্যৰ মতে এই সূত্ৰবোৰত বেদান্তই পঞ্চৰাত্ৰ বা ভাগবত মতৰ সমালোচনা কৰিছে। নিম্বাৰ্কভাষ্যৰ টীকাকাৰ সন্তদাস বাবাজীয়েও প্ৰতিবাদ কৰিছে। আমি ভাবোঁ যে সামান্য বিষয়তে ইমানখিনি বাদ-প্ৰতিবাদৰ আৱশ্যক নাছিল। ভাগবত মতটো কি, বৈষ্ণৱ সম্প্ৰদায়ৰ সকলোৱে ভালকৈ জানে। শঙ্কৰাচাৰ্য্যই যদি এনে কথা কলেহেতেন যে এই মত ভ্ৰান্ত, তেন্তে প্ৰতি বাদৰ হেতু আছিল নিশ্চয়। কিন্তু তেওঁ তেনে কথা কোৱা নাই। তেওঁ এই মতৰ বিষয়ে অমি সম্ভ্ৰমেৰে কৈছে—

"নাৰায়ণ পৰমাত্মা, তেওঁ বহুৰূপে বিৰাজ কৰে। তেওঁৰ আৰাধনা কৰিব লাগে এই কথা আমি মানো। এই বোৰ কথা শ্ৰুতিয়ে স্বীকাৰ কৰে। কিন্তু যদিও ব্ৰহ্মৰ পৰা সকলো উৎপত্তি হৈছে, বাসুদেৱৰ পৰা সঙ্কৰ্ষণ, সঙ্কৰ্ষণৰ পৰা প্ৰদ্যুম্ন আৰু প্ৰদ্যুম্নৰ পৰা অনিৰুদ্ধৰ উৎপত্তি শ্ৰুতিত নাই।" ইয়াত যে কি আপত্তি হব পাৰে আমি নুবুজো। আমি জানো যে এই বিভিন্ন মতবোৰৰ সমালোচনা কৰি বেদান্তই মুঠেই ইয়াকে কৈছে যে ব্ৰহ্মৰ জগৎকাৰণত্ব স্বীকাৰ নকৰি, যুক্তিৰে অনুমান কৰি সৃষ্টিৰ বিষয়ে এটা মত দিয়া অন্যায়। ভাগবত ধৰ্ম্মই ব্ৰহ্মৰ জগৎ-কাৰণত্ব স্বীকাৰ কৰে। সেইগুণে বোধকৰো এই ৪ টা সূত্ৰত বেদান্তই ভাগবত ধৰ্ম্মক লক্ষ্য কৰা নাই। নিম্বাৰ্কাচাৰ্য্যৰ মতে এই সূত্ৰবোৰত বেদান্তই শক্তি-বাদহে সমালোচনা কৰিছে। আমাৰ মনেৰে এই কথাই ঠিক। সেইমতেই আমিও অৰ্থ কৰিলো—

* ইন্দ্ৰিয়বোৰ সূক্ষ্ম শক্তি মাত্ৰ। আমি সাধাৰণতে যাক ইন্দ্ৰিয় বোলো, যেনে কাণ, চকু ইত্যাদি সেইবোৰ ইন্দ্ৰিয়-শক্তিৰ অভিব্যক্তিৰ স্থানমাত্ৰ। সাংখ্য দৰ্শন ২৬ কাৰিকাৰ ব্যাখ্যা চাওক। "অতীন্দ্ৰিয়মিন্দ্ৰিয়ং ভ্ৰান্তানামাধিষ্ঠানে।"

**উৎপত্তি অসম্ভবাৎ ২।২।৪২**

শক্তি-বাদ মতে এই জগৎ কেৱলমাত্র শক্তিৰ পৰা উৎপত্তি হল। কিন্তু এনে উৎপত্তি অসম্ভব (উৎপত্তি অসম্ভাবাৎ)।

**ন চ কৰ্ত্তুঃ কৰণম্ ২।২।৪৩**

নিৰাশ্ৰয় শক্তি থাকিব নোৱাৰে। এই আপত্তি এৰাবলৈ যদি শক্তিবাদীয়ে কয় যে পুৰুষ সংসৰ্গত গৰ্ভৱতী হৈ স্ত্ৰীয়ে পাছত স্বয়ং পুত্ৰোৎপত্তি কৰাৰ দৰে, শক্তিযেও আগেযে পুৰুষ সংসৰ্গত শক্তিৱতী হৈ স্বয়ং জগৎ-ৰচনা কৰে, তেতিয়া হলেও ইন্দ্ৰিয়াদি যুক্ত এজন পুৰুষৰ কল্পনা কৰিব লাগিব। কিন্তু সৃষ্টিৰ আগত ইন্দ্ৰিয়াদি নাছিল। শক্তিৰ তেন্তে পুৰুষৰ লগত কেনেকৈ সংযোগ হব। নিৰবয়ব পদাৰ্থৰ 'সংযোগ' বা কি ? পুৰুষৰ (কৰ্ত্তুঃ) সৃষ্টিৰ আগত ইন্দ্ৰিয়াদি (কৰণম্) নাছিল

**বিজ্ঞানাদি ভাবে বা তৎ অপ্ৰতিষেধঃ ।২।২।৪৪**

বা যদি শক্তি-বাদীয়ে কয় যে সেই কাল্পনিক পুৰুষ স্বভাৱতে বিজ্ঞানাদি সম্পন্ন শক্তিবান পুৰুষ [বিজ্ঞানাদি ভাবে] তেন্তে হলে বেদান্তৰ এই মতে সৈতে কোনো বিৰোধ নাই [তৎ অপ্ৰতিষেধঃ]। বেদান্ততো কয় যে ব্ৰহ্ম স্বাভাৱিক শক্তিসম্পন্ন আৰু তেওঁৰ শক্তিযেই জগৎ ৰচনা কৰিছে।

**বিপ্ৰতিষেধাৎ ।২।২।৪৫**

শ্ৰুতি আৰু স্মৃতি-বিৰুদ্ধ হোৱা বাবে [বিপ্ৰতিষেধাৎ] এই মত গ্ৰহণীয় নহয়।

## ২য় অধ্যায়

### ৩য় পাদ

ওপৰত কোৱা হল [১।৪।১৪] যে সৃষ্টি তত্ত্ব বিষয উপনিষদত দেখাত কিছুমান বিৰোধ আছে। সেইবোৰ এতিয়া এই পাদত সামঞ্জস্য কৰিব। ইয়াৰ লগতে জীৱৰ আচল স্বৰূপ কি সেই প্ৰশ্নও উঠিব।

**ন বিয়ৎ অশ্ৰুতেঃ ২।৩।১**

প্ৰথমতে এতিয়া আকাশৰ সৃষ্টিৰ বিষয়ে উপনিষদৰ বিৰুদ্ধ বাক্যবোধ ১-৫ সূত্ৰত নিৰ্দ্ধাৰিত কৰি, ৬ সূত্ৰত সেইবোৰৰ নিষ্পত্তি কৰিব।

আকাশ [বিয়ৎ] সৃষ্ট পদাৰ্থ নহয যেন লাগে [ন] কাৰণ ছান্দোগ্যত আকাশৰ সৃষ্টিৰ উল্লেখ নাই [অশ্ৰুতেঃ]। ছান্দোগ্যত কৈছে ঈশ্বৰে তেজঃ অপ্ আৰু ক্ষিতি এই তিনি মহাভূত সৃষ্টি কৰিলে। তাত আকাশ আৰু বায়ুৰ নাম নাই।

**অস্তি তু ২।৩।২**

কিন্তু [তু] তৈঃ উপনিষদত আকাশৰ কথা আছে [অস্তি]। তাত কৈছে "এই আত্মাৰ পৰা আকাশ হল—"এতস্মাৎ আত্মনঃ আকাশঃ সম্ভূতঃ আকাশাৎ বায়ুঃ বায়োঃ অগ্নিঃ অগ্নেঃ আপঃ ইত্যাদি।

**গৌণী অসম্ভবাৎ ২।৩।৩**

বোধহয় আকাশৰ সৃষ্টি হোৱাই নাই। এইটোহে সম্ভবপৰ কথা। কাৰণ আমি দেখিছো যে প্ৰত্যেক সৃষ্ট পদাৰ্থৰ এটা নহয় এটা কাম আছে। কিন্তু আকাশ এটা 'শূন্য', তাৰ সৃষ্টিৰ আগত কি কাম, পাছতো সেয়েই। এনে শূন্যৰ আকৌ উৎপত্তি কি? ইয়াৰ উৎপত্তি অসম্ভব আৰু সেই বাবেই তৈঃ উপনিষদৰ উপৰোক্ত বাক্যৰ অৰ্থ গৌণ—"এতস্মাৎ আত্মনঃ আকাশঃ সম্ভূতঃ" ইয়াৰ অৰ্থ বোধকৰোঁ এই—"এই আকাশতকৈ আত্মা শ্ৰেষ্ঠ"।

**শব্দাৎ চ ২।৩।৪**

উপৰোক্ত অনুমান সঙ্গত। কাৰণ অন্যান্য শ্ৰুতিৰ পৰাও (শব্দাৎ) জানিব পাৰি যে আকাশৰ উৎপত্তি নাই। বৃহদাৰুণ্যকত কাছে, আকাশ আৰু বায়ু "অমৃত"—অৰ্থাৎ ইইতৰ বিনাশ নাই। সৎকাৰ্য্য বাদৰ যুক্তিৰ পৰা জানো যে যি বস্তুৰ বিনাশ নাই, তাৰ উৎপত্তিও নাই৷ বৃহদাৰুণ্যকৰ মতেও তেন্তে আকাশৰ উৎপত্তি নাই। ইয়াৰ বাহিৰেও, বহুত শ্ৰুতিত আছে যে ব্ৰহ্ম আকাশৰ দৰে নিত্য আৰু ব্যাপী। ব্যাপী বা নিত্য হলেই ই জন্মৰহিত হব—এইটো সৎকাৰ্য্য বাদৰ স্বতঃ সিদ্ধ। এতেকে এইটো ঠিক যে তৈঃ উপনিষদৰ উক্ত বাক্যত "সম্ভূত শব্দটোৰ অৰ্থ গৌণহে। কিন্তু ইপিনে আকৌ এই গৌণ অৰ্থ ধৰিলে, সেই বাক্যৰ, "বায়োৰগ্নিঃ" ইতাদি কথাৰ অৰ্থ নহয়। "বায়োৰগ্নিঃ" ইত্যাদি কথাৰ পৰা বুজা যায় যে এইবোৰ ঠাইত "সম্ভূতঃ" শব্দটো মুখ্য অৰ্থত হে ব্যৱহাৰ হৈছে। একেটা শব্দকে একে বাক্যতে গৌণ আৰু মুখ্য, দুই অৰ্থত ব্যৱহাৰ কৰিব পাৰি নে ? এনে দৃষ্টান্ত আছে নে ?

এই প্ৰশ্নৰ উত্তৰত কৈছে—

**স্যাৎ চ একস্য ব্ৰহ্ম শব্দবৎ। ২।৩।৫**

একে শব্দ (একস্য) গৌণ আৰু মুখ্য দুই অৰ্থতে একে বাক্যতে ব্যৱহাৰ হোৱা দৃষ্টান্ত আছে (স্যাৎ চ) যেনে, ব্ৰহ্ম শব্দটো (ব্ৰহ্ম শব্দবৎ) তৈঃ উপনিষদত একে ঠাইতে দুই অৰ্থতে ব্যৱহাৰ কৰিছে। যথা— "তপসা ব্ৰহ্ম বিজিজ্ঞাসস্ব, তপোব্ৰহ্ম"

**প্ৰতিজ্ঞা অহানিঃ অব্যতিৰেকাৎ শব্দেভ্যঃ চ ২।৩।৬**

এতিয়া ওপৰৰ সন্দেহবোৰ নিৰাকৰণ কৰিবলৈ কৈছে যে "সম্ভূত" শব্দটোৰ গৌণ অৰ্থ কৰিবৰ আৱশ্যক নাই, আকাশ উৎপন্ন পদাৰ্থ, কাৰণ, অকল ব্ৰহ্মক জানিলেই যে সকলো বস্তু জনা হয়—উপনিষদৰ এই প্ৰতিজ্ঞাৰ হানি নহবলৈ হলে (প্ৰতিজ্ঞা অহানিঃ) ব্ৰহ্মাতিৰিক্ত কোনো পদাৰ্থ থাকিব নোৱাৰে (অ-ব্যতিৰেকাৎ) শ্ৰুতি বাক্যৰ দ্বাৰা (শব্দেভ্যঃ চ) জানিব পাৰি যে কাৰ্য্য আৰু কাৰণৰ ভেদ নাই—কাৰ্য্যৰ কাৰণ, তাৰ কাৰণ, এইদৰে যদি ওপৰলৈ ভাবি গৈ থাকো তেন্তে কাৰণ-হীন মূল কাৰণ এটাত উপস্থিত হম গৈ—সেহে ব্ৰহ্ম, এতিয়া যদি তাৰ বাহিৰেও আকাশ বুলি এটা বস্তু থাকি যায়, তেন্তে ব্ৰহ্মক জানিলেই আকাশক জনা নহল—প্ৰতিজ্ঞাৰ হানি হল। গতিকে বুজিব লাগে যে আকাশ কাৰ্য্য, ব্ৰহ্ম তাৰ কাৰণ।

ছান্দোগ্যত আকাশৰ উল্লেখ নাই, সঁচা। কিন্তু ইয়াৰ অৰ্থ এই যে ঈশ্বৰে প্ৰথমতে আকাশ আৰু বায়ু সৃষ্টি কৰি পাছত তেজ, অপ্ আৰু পৃথিবীৰ সৃষ্টি কৰিলে।

ব্ৰহ্মক আকাশৰ লগত তুলনা কৰা হৈছে হয়, কিন্তু তাৰ মানে এনে নহয় যে আকাশো ব্ৰহ্মৰ দৰেই নিত্য আৰু ব্যাপী। শ্ৰুতিয়ে নিজেই কৈছে যে ব্ৰহ্মৰ বাহিৰে সকলো নশ্বৰ।

**যাবদ্বিকাৰং তু বিভাগঃ লোকবৎ ।২।৩।৭**

আৰু এই সংসাৰত দেখাও যায় (লোকবৎ) যে কিবা এটা বস্তু উৎপন্ন হলেই (যাবদ্বিকাৰং) সি ইবোৰ বস্তুৰ পৰা পৃথক হব (বিভাগঃ) নহলে, এটা বস্তু উৎপন্ন হ'ল, আৰু হোৱা মাত্ৰ আন এটাৰ লগত মিলি লয় হৈ গল—তেন্তে সেইটো কি "উৎপত্তি" হ'ল?

এই যুক্তিটি ওলোটাই চালে, বুজিব পাৰি যে পৃথক সত্তা-বিশিষ্ট পদাৰ্থ মাত্ৰেই উৎপন্ন হোৱা পদাৰ্থ।

আকাশ যেতিয়া পৃথিবী আদি সকলো পদাৰ্থৰ পৰা পৃথক সি নিশ্চয় উৎপন্ন পদাৰ্থ।

**এতেন মাতৰিশ্বা ব্যাখ্যাতঃ ২।৩।৮**

ইয়াৰ দ্বাৰা বায়ুৰ উৎপত্তিও ব্যাখ্যা কৰা হ'ল।

**অসম্ভবস্তু সতঃ অনুপপত্তেঃ ২।৩।৯**

**ব্ৰহ্মৰ নিজৰ উৎপত্তি আছেনে?**

**ব্ৰহ্ম নিত্য সদ্বস্তু। তেওঁৰ আৰু উৎপত্তি কি? সদ্বস্তু ব্ৰহ্মৰ (সতঃ) উৎপত্তি অসম্ভব (অসম্ভবঃ)—তেওঁৰ উৎপত্তি শ্ৰুতি বিৰুদ্ধ। আৰু যুক্তিৰেই বুজিব পাৰি যে তেওঁৰ উৎপত্তি নাই।** কাৰণৰ কাৰণ, তাৰ কাৰণ, এইদৰে গৈ থাকিলে অনৱস্থা দোষ হয়। মূল কাৰণ নিশ্চয় কাৰণহীন।

**তেজঃ অতঃ তথা হি আহ ।২।৩।১০**

শ্ৰুতিয়ে কৈছে, বায়ুৰ পৰা তেজৰ উৎপত্তি।

**আপঃ ।২।৩।১০**

(অগ্নেঃ আপঃ) তেজৰ পৰা অপ্।

**পৃথিবী ২।৩।১১**

অদ্ভ্যঃ পৃথিবী। পৃথিবীৰ কাৰণ অপ্।

**পৃথিবী, অধিকাৰ-ৰূপ-শব্দান্তৰেভ্যঃ। ২।৩।১২**

কিন্তু ছান্দোগ্যত পৃথিবীৰ উল্লেখ নাই। তাত কৈছে "আপঃ অন্নমসৃজন্ত"—অৰ্থাৎ অপ্ অন্নৰ হে কাৰণ। তেন্তে এই বিৰোধৰ কেনেকৈ নিষ্পত্তি হয়? এই প্ৰশ্নৰ উত্তৰত ওপৰৰ সূত্ৰটি দিছে। তাত কৈছে—

ছান্দোগ্য উপনিষদৰ অন্ন শব্দই পৃথিবীক বুজায়, কাৰণ—

(১) যি প্ৰকৰণত সেই অন্ন শব্দটো আছে সেইটো পঞ্চ মহাভূতৰ উৎপত্তিৰ প্ৰকৰণ [অধিকাৰ]

(২) অন্নৰ যি ৰূপ বুলি ছান্দোগ্যই কৈছে [কৃষ্ণবৰ্ণ] সেইটো পৃথিবীৰ হে ৰূপ [ৰূপ]

(৩) অন্যান্য শ্ৰুতিত স্পষ্ট কৈছে [শব্দান্তৰেভ্যঃ] যে পৃথিবীৰ কাৰণ অপ্।

**তদভিধ্যানাৎ এব তু তল্লিঙ্গাৎ সঃ ।২।৩।১৩**

বেদৰ পৰা (তৰ্ল্লিঙ্গাৎ—তদ্ব্ৰহ্মজ্ঞাপকাৎ শাস্ত্ৰাৎ) জানিব পাৰি যে ব্ৰহ্মই [সঃ] নিজে "মই এনে হম" এইদৰে সঙ্কল্প কৰি [অভিধানাৎ] এই সকলো সূক্ষ্ম পঞ্চমহাভূত সৃষ্টি কৰিলে।

**বিপৰ্য্যয়েণ তু ক্ৰমঃ অত উপপদ্যতে চ ।২।৩।১৪**

সৃষ্টি যি ক্ৰমে হয় তাৰ বিপৰীত ক্ৰমে প্ৰলয় হয়; এইটো যুক্তিসঙ্গত আৰু সহজে বুজিব পৰা কথা। যি বস্তু যাৰ পৰা ওলাইছিল সি তাতে লয় হয়।

বেদান্তই আগেয়ে কৈ আহিছে যে প্ৰলয়ত সকলো ব্ৰহ্মত লয় হয়। এতিয়া আকৌ সেই কথাৰে পুনৰুক্তি কৰাৰ মানে এই যে পৰিণাম হৈ নিজ কাৰণত লয় হব পৰা শক্তিটিও বস্তুৰ নিজৰ শক্তি নহয়; ইয়ো ব্ৰহ্মৰ শক্তিহে।

**অন্তৰা বিজ্ঞান-মনসী ক্ৰমেণ তল্লিঙ্গাৎ ইতি চেৎ?**

**ন, অবিশেষাৎ ।২।৩।১৫**

ওপৰত কলে যে সূক্ষ্ম পঞ্চ মহাভূতবোৰ ইটোৰ পাছত সিটো যথাক্ৰমে সৃষ্টি হল—আকাশ, বায়ু, তেজ বা অগ্নি, অপ্, ক্ষিতি। আৰু প্ৰলয়ত ঠিক তাৰ বিপৰীত ক্ৰমেই লয় হয়।

কিন্তু উপনিষদত আছে যে ব্ৰহ্মাই প্ৰাণ, মন, ইন্দ্ৰিয় আকাশ, বায়ু, তেজ, অপ্ আৰু পৃথিৱী যথাক্ৰমে সৃষ্টি কৰিলে, [মুঃ ২।১] এতিয়া তেন্তে এই ক্ৰমে হলে, সূক্ষ্ম ভূতবোৰ প্ৰাণ, মন আৰু ইন্দ্ৰিয়ত হে লয় হব লাগিছিল। ওপৰত যি ক্ৰমে দিলে সেইটো ভুল নে কি ? আমাৰ এনে সন্দেহৰ উত্তৰত কৈছে যে সেইটো ভুল নহয়, কাৰণ সূক্ষ্ম মহাভূত বোৰ * "অবিশেষ শক্তি আৰু ইন্দ্ৰিয়াদি সকলো "বিশেষ" বোৰ সূক্ষ্ম মহাভূতৰ পৰা উৎপন্ন হৈছে।

এইবোৰ বিষযত সাংখ্য আৰু বেদান্তৰ একো বিৰোধ নাই।

এই সূত্ৰত বেদান্তই দেখুৱাইছে যে সকলো পদাৰ্থ আকাশৰ পৰা ওলাইছিল। যে ক্ৰমে ওলাইছিল, তাৰ বিপৰীত ক্ৰমে গৈ আকৌ আকাশতে লয় হবগৈ।

ওপৰত আমি পালোঁ যে আকাশাদি দৃশ্য জড-জগৎ ব্ৰহ্মৰ শক্তি। ব্ৰহ্মৰ বাহিৰে ইয়াত একো নাই। এতিয়া, এই পাদৰ বাকী সূত্ৰবোৰত বেদান্তই প্ৰাণী জগতৰ কথা কব। জীবৰ স্বৰূপ কি তাক বৰ্ণনা কৰিব। শঙ্কৰাচাৰ্য্যৰ মায়াবাদ পৰীক্ষা কৰিবলৈ, এই সূত্ৰবোৰেই আচল কষতি-শিল। সেইগুণে, এই খিনিতে আচাৰ্য্যসকলৰ আচল বিৰোধৰ আৰম্ভ হৈছে। সকলো আচাৰ্যাই কয যে এই সূত্ৰবোৰৰ মতে জীৱ অণু বা অব্যাপী, আৰু সেইবাবেই, বহু। শঙ্কৰাচাৰ্য্যই কয যে এই সূত্ৰবোৰৰ মতে জীৱ আৰু ব্ৰহ্ম উভযেই বিভু বা ব্যাপী আৰু সেইবাবেই, এক। ইয়াৰ লগত মায়াবাদৰ কি সম্বন্ধ সেই কথা বুজিবলৈ হলেই আগধৰি আমি সৎকাৰ্য্য-বাদৰ স্বতঃ-সিদ্ধবোৰ ভালকৈ বুজিব লাগিব।

আমি সাংখ্যদৰ্শনত কৈ আহিছো যে ব্যক্ত সকলো পদাৰ্থ ত্ৰিগুণ, অব্যাপী, আৰু সেই বাবেই অনেক। কাৰণহীন অব্যক্ত, ইয়াৰ বিপৰীত—অৰ্থাৎ নিৰ্গুণ, ব্যাপী, বা সৰ্ব্বগত আৰু সেই বাবেই, সদায় এক। এই যুক্তিৰে দ্ৰষ্টা পুৰুষো নিৰ্গুন ব্যাপী আৰু এক হব লাগে [সাংখ্য দৰ্শনৰ ১০ আৰু ১৭ কাৰিকা চাওক ] এইবোৰ বেদান্তৰো আৰু সাংখ্যৰো সাধাৰণ সিদ্ধান্ত। কিন্তু এইদৰে যদি হয়, অৰ্থাৎ দ্ৰষ্টা পুৰুষ যদি সদায় এক বা ব্যাপী হব লগা হয়, তেন্তে সকলো জীৱৰ এটি মাত্ৰ সাধাৰণ (common) আত্মাহে থাকিব , সকলোৰে একে ৰকম জ্ঞান বা অজ্ঞান হে হব ; এটা মৰিলেই সকলো মৰিব—অৰ্থাৎ এই জগৎ অৰ্থহীন (non-sensical) হব বা এটা মায়া হব। *সেইগুণে সাংখ্যই কলে যে দ্ৰষ্টা জীৱ অব্যক্ত ধৰ্ম্মী হলেও, বহু* বুলি ধৰিব লাগিব। নহলে, সংসাৰৰ একো অৰ্থ নহয়। (সাংখ্য দৰ্শনে দৃশ্য জগতৰ, দেখা কথা (phenomenon) লৈহে আলোচনা কৰিছে। সেইগুণে এইদৰে কবলৈ সাংখ্য দৰ্শন বাধ্য) তেওঁ কলে—

জন্ম মৰণ কৰণানাং প্ৰতিনিয়মাদযুগপৎ প্ৰবৃত্তেশ্চ।
পুৰুষ বহুত্বং সিদ্ধং ত্ৰৈগুণ্য বিপৰ্য্যয়াচ্চৈব ॥

অৰ্থাৎ এটা মৰিলেই যেতিয়া সকলো নমৰে, সকলোৰে যেতিয়া যুগপৎ একে প্ৰবৃত্তি নহয়, পুৰুষ বহুত বুলি ধৰি লবই লাগিব , নহলে সংসাৰ অৰ্থ-হীন (non-sensical) হব। ইযাৰ বাহিৰে তেওঁ একো যুক্তি দিব নোৱাৰিলে। এইটো সাংখ্য দৰ্শনৰথ দেখা-দেখি খুঁত। বাচস্পতি মিশ্ৰই দেখুৱাই দিছে যে এইদৰে হলে একেপুৰুষেই (অব্যাঁপী) ব্যক্তও হব, অব্যক্তও (ব্যাপী) হব। একে অব্যক্তই বহু অব্যক্ত হল। কেনেকৈ হল , সাংখ্যত কব নোৱাৰে।

বেদান্তযো কলে যে দেবতা এজন যেনেকৈ বহু হব পাৰে, ব্ৰহ্মও সেইদৰেই এক হৈ থাকিও, বহু হ'ল , কেনেকৈ হল আমি কব নোৱাৰো [২।১।১৭] এইটো তেওঁৰ মহিমা। শঙ্কৰাচাৰ্য্য কিন্তু এনে মানুহ নহয় যে বিনা যুক্তিৰে এটা কথা মানি লব। তেওঁৰ নিচিনা প্ৰতিভাশালী মহাপুৰুষে গোঁজামিল দিযা কথা ধৰি নলয , তেওঁ লোকৰ মুখে জাল নেখায। তেওঁ

---

* "অবিশেষ" আৰু "বিশেষ" শব্দৰ অৰ্থ সাংখ্য দৰ্শনত ভালকৈ দিযা হৈছে তাত কোৱা হৈছে যে যি বস্তু বহুতৰ উপাদন সি 'অবিশেষ' আৰু যি বস্তু কেৱল এটাৰ হে উপাদান সি 'বিশেষ' যেনে, পানীত সকলো ৰস (সোৱাদ) আছে কিন্তু পানীৰ নিজৰ একো সোৱাদ নাই , অথচ টেঙা, মিঠা, তিতা, আদি সকলো সোৱাদ পানীৰ পৰা হয়, সেই গুণে ৰস সম্পৰ্কে পানী অবিশেষ ৰস , আৰু টেঙা মিঠা আদি সোৱাদ বোৰ বিশেষ বিশেষ ৰস।

সূৰ্য্যৰ পোহৰ অবিশেষ বৰ্ণ আৰু তাৰ পৰা উৎপন্ন হোৱা ৰঙা, হালধীয়া আদি ৰশ্মি বোৰ বিশেষ বিশেষ বৰ্ণ।

এতিয়া ব্ৰহ্ম সূত্ৰই কৈছে যে সূক্ষ্ম পঞ্চ মহাভূতবোৰ "অবিশেষ শক্তি।" ইহঁত স্থূল আৰু পঞ্চীকৃত হৈ স্থূল মহাভূত হয়—এই বোৰ "বিশেষ।" বাহিৰত যি শক্তিৰ পৰা পঞ্চ মহাভূত হৈছে, ভিতৰত সেই শক্তিৰ পৰাই প্ৰাণ, ইন্দ্ৰিয় আৰু মন হৈছে।

* মহাভূত মানে ইংৰাজীত যাক Matter বা elements বোলে, সেইটো নেহয়।

আমি বস্তুবোৰক পাঁচোটো ভিন্ন অৱস্থাত দেখো, গোটা, জুলীয়া, অগ্নিময়, উজ্বল, বাষ্পীয়, ব্যোম বা আকাশময়। একেটা বস্তুৰে এই পাঁচোটা অৱস্থা হব পাৰে, যেনে এডোখৰ শীহ প্ৰথমতে গোটা তাপতাপে জুলীয়া, আৰু উপতাপে ৰঙা, তাৰ পাছত ধোঁৱাময় হৈ শেষত আকাশত মিলি যায়। দৃশ্য বস্তুৰ অৱস্থাৰ এই পাঁচোটা বিভাগেই পঞ্চ মহাভূত।

ভাবিলে যে যুক্তিৰ যি সিদ্ধান্তত উপস্থিত হওঁ, তাক মানি ল'বই লাগিব—তেহেঁলে লাগে জগৎ সঁচাই হওক বা মিছাই হওক। তেওঁ বেদান্তৰ ২।১।১৭ সূত্র কিয় মানিব নোৱাৰে তাৰ কাৰণ তেওঁ নিজে দিছে। সেইটো মানিলে বেদান্তই দুটা বিৰুদ্ধ কথা কোৱা হব; সেইগুণে সেই সূত্ৰৰ তেওঁ বেলেগ ব্যাখ্যা দিছে। সৎকাৰ্য্যবাদৰ ওপৰত নিৰ্ভৰ কৰি। তেওঁ বুজিলে যে দ্রষ্টা পুৰুষ ব্যাপী অপৰিনামী, সৎ আৰু সদায় এক। তেওঁ পৰিণাম প্ৰাপ্ত হৈ পৰিণামী জগতত হোৱা নাই। অতএব জগৎ নিশ্চয় মাযা (সাংখ্য দৰ্শনৰ ১৮ কাৰিকাৰ ব্যাখ্যা চাওক) অদ্বৈতবাদী। তেওঁ আৰু বুজিলে যে বেদান্তৰ এনে অৰ্থই হে ঠিক হব। সেইবাবে তেওঁ নিজে অতি সূক্ষ্ম যুক্তিৰে ব্ৰহ্মসূত্ৰৰ অৰ্থ বিচাৰ কৰিববৈলে আৰম্ভ কৰিলে। দ্রষ্টা পুৰুষ ব্যাপী নে অব্যাপী। সেই সূত্ৰবোৰ অতি চুম্বক। বিশেষতঃ জীৱাত্মা আৰু পৰমাত্মাৰ ভেদ আৰু অভেদ—দুযোটা শ্রূতি সম্মত কথা, শ্রতি নেলাগে গীতাতে, জীবাত্মক ২য় অধ্যাযত অব্যক্ত, নিত্য সৰ্ব্বগত (ব্যাপী) বুলি পাছত পৰমাত্মাব অংশ বুলিছে। গতিকে, শঙ্কৰাচাৰ্য্যই বেদান্তৰ ভিতৰতে তেওঁৰ অভিলষিত মত আৰু যুক্তি পালে।

**চৰাচৰ-ব্যপাশ্ৰয়ঃ তু, স্যাৎ, তৎ-ব্যপদেশঃ ভাক্তঃ, তদ্‌ভাব ভাবিত্বাৎ ।২।৩।১৬**

"মানুহ মৰিল", "মানুহ উপজিল" ইত্যাদি লৌকিক কথাবোৰ [তদ্‌ব্যপদেশঃ] গৌণ ভাবেহে বুজিব লাগে [ভাক্তঃ]। এই কথাবোৰ চৰ আৰু অচৰ প্ৰাণীৰ শৰীৰক লক্ষ্য কৰিহে [চৰাচৰ ব্যপাশ্ৰয়ঃ] ব্যৱহাৰ হয় (স্যাৎ) আৰু এইবোৰে [তদভাব-ভাবিত্বাৎ] জীৱৰ আচলতে জন্ম মৃত্যু নাই। (ইয়াত আচাৰ্য্যসকলৰ একো বিৰোধ নাই)

**ন আত্মা, অশ্ৰুতে ঃ নিত্যত্বাৎ, চ তাভ্যঃ ।২।৩।১৭**

আত্মাৰ উৎপত্তি নাই [ন আত্মা] কাৰণ শ্রুতিয়ে উৎপত্তিৰ কথা কোৱা নাই [অশ্ৰুতেঃ] আৰু [চ] শ্ৰুতিত আত্মা নিত্য বুলি কোৱা বাবে [নিত্যত্বাৎ তাভ্যঃ] বুজিব লাগে যে আত্মাৰ জন্ম মৃত্যু নাই।

এই সূত্ৰৰ অৰ্থতো কাৰো আপত্তি নাই। কিন্তু এই সূত্ৰত বিশেষ ভাবে নিৰ্ভৰ কৰি শঙ্কৰাচাৰ্য্যই দেখুৱাইছে যে আত্মা নিত্য আৰু সেই বাবেই, সৎকাৰ্য্যবাদৰ স্বতঃ-সিদ্ধ মতে আত্মা কাৰণ-হীন বাবেই সৰ্ব্বব্যাপী।

**জ্ঞঃ অতএব ।২।৩।১৮**

অতএব আত্মা জ্ঞ বা নিত্য-চৈতন্য স্বৰূপ।

**উৎক্ৰান্তি-গতি-আগতীনাম্ ।২।৩।১৯**

শ্রুতিত জীৱৰ উৎক্ৰান্তি (দেহত্যাগ), গতি (লোকান্তৰ গমন) আৰু আগতি (প্ৰত্যাবৰ্ত্তন বা পুনৰ্জ্জন্ম গ্ৰহণ)—এই তিনটা কথা আছে গুণে বুজা যায় যে জীৱ অণু, ব্যাপী নহয়। যি সৰ্ব্বব্যাপী পদাৰ্থ তাৰ গতি আ-গতি নাই; সি সদায় একে।

এই সূত্ৰৰ বাক্যাৰ্থ সম্বন্ধে একো বিৰোধ নাই। কিন্তু শঙ্কৰাচাৰ্যাই কৈছে যে ১৯-২৭ সূত্র খিনি বেদান্তৰ নিজৰ মত নহয়—এইখিনি পূৰ্ব্ব পক্ষৰ আপত্তি—২৮ সূত্রত সূত্ৰাকাৰে নিজৰ মত দিছে।

**স্বাত্মনা চ উত্তৰয়োঃ ২।৩।২০**

অবশ্যে অকল শৰীৰ ত্যাগ কৰিববৈলে, জীৱাত্মা এঠাইৰ পৰা আন ঠাইলৈ নগৈও পাৰে; কিন্তু গতি আৰু আ-গতিৰ (উত্তৰয়োঃ জীৱাত্মাৰ লগত [স্বাত্মনা] সম্বন্ধ আছে, সেই গুণে বুজিব লাগে যে জীৱাত্মা সৰ্ব্বব্যাপী নহয়।

**ন অণুঃ অ-তৎশ্ৰুতেঃ ইতি চেৎ—? ন ইতৰ অধিকাৰাৎ ২।৩।২১**

তৈত্তৰীয়ত আছে "আত্মা আকাশৰ দৰে ব্যাপী, নিত্য, সত্য, অনন্ত"; তেন্তে আমি কব পাৰো যে শ্ৰুতিত নাই কোৱা বাবে [অ-তৎশ্ৰুতেঃ] আত্মা অণু নহয় (ন অণুঃ) ইয়াৰ উত্তৰত কৈছে যে সেই শ্ৰুতিৰ প্ৰতিপাদ্য বস্তু জীৱাত্মা নহয়, পৰমাত্মাহে (ইতৰাধিকাৰাৎ)

এই সূত্ৰৰ বাক্যাৰ্থ সম্পৰ্কেও বিৰোধ নাই।

**স্ব শব্দ উন্মানাভ্যাম্ চ ২।৩।২২**

চুলিৰ আগ এডাল শত ভাগ কৰি, তাৰ আকৌ শতভাগ কৰিলে, যিমান সূক্ষ্ম হয়, জীৱাত্মাও সিমান সূক্ষ্ম বুলি উপনিষদে কয় (শ্বেত ৫।৯) এই শ্ৰুতি বাক্য (স্ব-শব্দ) আৰু (চ) উন্মান বা অল্পপৰিমাণ বাচক শব্দৰ পৰা (উন্মানাভ্যাং) জানিব পাৰি যে জীৱাত্মা অণু।

### অবিৰোধঃ চন্দন বৎ—২।৩।২৩

ইয়াত কোনো বিৰোধ নাই (অবিৰোধঃ) চন্দনৰ সৰু ফোঁট এটাই সমস্ত শৰীৰত আনন্দ দিয়ে। সেই দৰেই (চন্দনবৎ) ক্ষুদ্ৰ জীৱাত্মা সৰ্ব্বশৰীৰ ব্যাপী হয়।

### অবস্থিতি-বৈশেষ্যাৎ ইতি চেৎ—? ন অভ্যুপগমাৎ হৃদি হি।২।৩।২৪

চন্দনৰ ফোঁটে শৰীৰৰ বিশেষ ঠাইত থাকি হে কাৰ্য্য কৰিব পাৰে। আত্মাৰ নিৰ্দ্দিষ্ট ঠাই নাই। তেন্তে চৈতন্যই কেনেকৈ কাম কৰে? এনে সন্দেহৰ উত্তৰত কৈছে যে জীৱাত্মা হৃদয়ত থাকে। শ্ৰুতিয়ে সেইদৰেই কৈছে।

### গুণাৎ বা আলোক বৎ ২।৩।২৫

প্ৰদীপৰ পোহৰ যেনেকৈ ব্যাপী, জীৱাত্মাও নিজৰ চৈতন্যৰূপ গুণেৰে সৰ্ব্বশৰীৰ ব্যাপী হয়।

### ব্যতিৰেকঃ গন্ধবৎ।২।৩।২৬

ফুলৰ গোন্ধ যেনেকৈ ফুলৰ পৰা বহুত দূৰলৈ যায় সেইদৰে জীৱাত্মাই গোটেই দেহ চৈতন্যশীল কৰে।

### তথাচ দৰ্শয়তি।২।৩।২৭

শ্ৰুতিয়ে সেইদৰেই কৈছে।

### পৃথক্ উপদেশাৎ।২।৩।২৮

এই সূত্ৰৰ অৰ্থ আচাৰ্য্যসকলৰ মতে এই —

শ্ৰুতিয়ে জীৱাত্মা আৰু জীৱাত্মাৰ জ্ঞান বা চৈতন্যগুণ—এই দুটাক পৃথক কৰি দেখুৱাইছে। জীৱ, ধৰ্ম্মী; জ্ঞান, জীৱৰ ধৰ্ম্ম। জীৱৰ জ্ঞানত 'মহৎ' হবৰ যোগ্যতা আছে: জীৱৰ সৰ্ব্বজ্ঞ হব পৰা যোগ্যতা আছে। তথাপি জীৱ অণু—এই কথা পৃথক্ উপদেশৰ পৰা বুজা যায়।

শঙ্কৰাচাৰ্য্যৰ মতে এই সূত্ৰত ওপৰৰ পূৰ্ব্বপক্ষৰ মত নিৰাকৃত কৰা হৈছে—

আত্মা অণুপৰিমাণ নহয়। জীৱাত্মা নিত্য। নিত্য হলেই কাৰণহীন, ব্যাপী বা সৰ্ব্বগত হবই লাগিব। প্ৰকৃততে জীৱ যদি অণু হলহেঁতেন, তেন্তে সৰ্ব্বশৰীৰ ব্যাপী চৈতন্য কেনেকৈ হয়? চন্দন, ফুলৰ গোন্ধ, প্ৰদীপৰ প্ৰভা—ইহঁত শক্তি বা সূক্ষ্ম দ্ৰব্য, সেইগুণে স্থানান্তৰত ইহঁতৰ কাৰ্য্য হয় (এইটো আধুনিক বিজ্ঞান-সম্মত আৰু পৰীক্ষা সিদ্ধ কথা।) কিন্তু চৈতন্য তেনে শক্তি বা দ্ৰব্য নহয়। চৈতন্যক যদি সৰ্ব্বশৰীৰ ব্যাপী বোলা হয় *(নুবুলি উপায় নাই)* তেন্তে জীৱৰ ব্যাপিত্বকে স্বীকাৰ কৰা হ'ল। জীৱৰ পৰা বেলেগে চৈতন্য থাকিব নোৱাৰে। জীৱও যেই চৈতন্য ও সেই। সেই চৈতন্য যেতিয়া ব্যাপী, জীৱও ব্যাপী।

কিন্তু শ্ৰুতিত মাজে মাজে জীৱক অণু বুলি কয়। তাৰ মানে এই যে ইচ্ছা, দ্বেষ, সুখ, দুখ আদি সকলো বুদ্ধিৰ ধৰ্ম্ম,—এই ধৰ্ম্মবোৰক অজ্ঞানৰ প্ৰভাৱত জীৱেই নিজৰ বুলি ভাবে। ব্যৱহাৰিক দশাত, সংসাৰী জীৱ আৰু বুদ্ধি একে যেন প্ৰতীয়মান হয়। এই বুদ্ধি ব্যাপী নহয়, ই অণু। বুদ্ধিক লক্ষ্য কৰি জীৱৰ অণু বোলা হয়।

### তদ্‌গুণসাৰত্বাৎ তদ্‌ব্যপদেশঃ প্ৰাজ্ঞবৎ।২।৩।২৯

শঙ্কৰাচাৰ্য্যৰ মতে—সেই বুদ্ধিৰ গুণৰ প্ৰাধান্য লক্ষ্য কৰি (তদ্‌গুণ সাৰত্বাৎ) জীৱৰ অণুত্ব উপদেশ কৰা হৈছে (তৎব্যপদেশঃ)—যেনে পৰমাত্মাক, বিভু হলেও, অণু বোলা হয় (প্ৰাজ্ঞবৎ)

আনসকলৰ মতে—সেই চৈতন্য গুণৰ প্ৰাধান্য লক্ষ্য কৰি (তদ্‌গুণ সাৰত্বাৎ) জীৱক কোনো ঠাইত বিভুও বুলিছে—যেনে, কোনো ঠাইত ঈশ্বৰক বিভু নুবুলি অণু বুলিছে।

### যাবৎ আত্মভাবিত্বাৎ চ ন দোষঃ তৎ দৰ্শনাৎ।২।৩।৩০

শঙ্কৰাচাৰ্য্য—বুদ্ধিৰ লগত যিমান দিন পুৰুষৰ সংযোগ থাকে সিমান দিন জীৱত্ব আৰু সংসাৰিত্ব থাকে (যাবদাত্ম ভাবিত্বাৎ)। বুদ্ধিৰ লগত সংযোগ বিযুক্ত হলেও, আত্মাৰ অস্তিত্ব লোপ নহয় (ন দোষঃ) বৰং তেতিয়াহে আত্মাৰ প্ৰকৃত ৰূপ প্ৰকাশ হব। এইদৰেই শ্ৰুতিয়ে কৈছে (তৎদৰ্শনাৎ)

আন আচাৰ্য্যসকলৰ মতে—

চৈতন্য গুণলৈ চাই আত্মাক বিভু বোলা একো দোষৰ কথা নহয় (ন দোষঃ) কাৰণ চৈতন্য আত্মাৰ চিৰসহচৰ (আত্ম ভাবিত্বাৎ)—শ্ৰুতিয়ে এইদৰেই কৈছে।

### পুংত্বাদি ব্যৎতস্য সতঃ অভিব্যক্তি যোগাৎ ২।৩।৩১

পুংভাব যেনেকৈ লৰা কালত অব্যক্ত হৈ থাকে আৰু যৌবনত প্ৰকাশ হয়, সেইদৰে চৈতন্য বা জ্ঞানো (শঙ্কৰাচাৰ্য্যৰ মতে, বুদ্ধি-সংযোগ।) মৃত্যু সুষপ্তি, মূৰ্চ্ছা আদি অৱস্থাত বীজ ভাবে থাকে। নহলে পাছত কেনেকৈ প্ৰকাশ হ'ব?

### নিত্য উপলব্ধি অনুপলব্ধি প্ৰসঙ্গ ঃ- অন্যতৰ নিয়মঃ বা অন্যথা ২।৩।৩২

আন আচাৰ্য্যসকলৰ মতে— যদি জীৱাত্মা স্বৰূপতঃ অণু

নহে [অন্যথা] ব্যাপী বা বিভু হলহেঁতেন, তেন্তে তাৰ সকলো অন্তঃকৰণৰ লগত সম্বন্ধ থাকিলহেঁতেন।—অৰ্থাৎ সকলো জীবৰ এটা সাধাৰণ (common) আত্মাহে থাকিলহেঁতেন। তেন্তে সকলো জীব যুগপৎ সৰ্ব্বজ্ঞ বা অল্পজ্ঞ হলহেঁতেন। জ্ঞান বা অজ্ঞান, উপলব্ধি বা অনুপলব্ধি জীবাত্মাৰ নিত্য সম্পত্তি হ'লহেতেন [নিত্য উপলব্ধি—অনুপলব্ধি—প্ৰসঙ্গঃ] জীবাত্মা হয়, নিত্যবদ্ধ বা নহয়, নিত্য-মুক্ত—এই দুটাৰ এটা হব [অন্যতৰ নিয়মঃ] তেতিয়া হলে বেদৰ এই উক্তি "বদ্ধ হৈ জীব পাছে মুক্ত হয়"—এই উক্তি নিৰৰ্থক হব।

শঙ্কৰাচাৰ্য্যৰ মতে—অন্তঃকৰণ স্বীকাৰ নকৰিলে [অন্যথা] জীবৰ সদায়, হয় উপলব্ধি, নহয় অনুপলব্ধি হব [নিত্য-উপলব্ধি-অনুপলব্ধি-প্ৰসঙ্গঃ] জীৱ, ইন্দ্ৰিয় আৰু বিষয়—এই তিনিটা সদায় আছে। গতিকে সদায় বিষয়ৰ উপলব্ধি হব লাগিছিল বা যদি ইহত থকা সত্বেও উপলব্ধি নহয়, তেন্তে কোনো কালে হব নেলাগিছিল। কিন্তু এতিয়া সংসাৰত আচলতে কি হৈছে? আমাৰ কেতিয়াবা উপলব্ধি হয় আৰু কেতিয়াবা নহয়, আমি সকলো বিষয় একেলগে নেদেখো; একে সময়তে আমাৰ মনত কেৱল মাত্ৰ এটা বিষয়ৰ হে জ্ঞান হব পাৰে। কিয় এইদৰে হয়? এইদৰে হয়, কাৰণ আমাৰ 'মন' বুলি এটি বস্তু আছে—এই 'মনৰ' অবধান বা অনবধানৰ বাবে আমাৰ উপলব্ধি বা অনুপলব্ধি হয়। শ্ৰুতিয়েও কয় "অন্যত্ৰ মনা অভূবং নাদৰ্শমন্যত্ৰ মনা অভূবং নাশ্ৰৌষম্" (বৃহ ১।৫।৩)। আমি এনেয়ে সদায় কওঁ—"মই মন নকৰিলোঁ।" এই মনৰ অস্তিত্ব স্বীকাৰ নকৰিলে [অন্যথা] আমি কব লাগিব যে হয় আত্মাৰ বা ইন্দ্ৰিয়ৰ, যেই সেই এটাৰ অনুভব শক্তি কেতিয়াবা বন্ধ হয় [অন্যতৰ নিয়মঃ] কিন্তু এইটো অসম্ভব কথা। (আধুনিক বিজ্ঞানেও কয় যে বিষয় জ্ঞান আমাৰ মনৰ হে কাৰ্য্য) [২।৩।৪২ সূত্ৰ চাওক]

## কৰ্ত্তা শাস্ত্ৰাৰ্থবত্বাৎ ২।৩।৩৩

জীৱ কৰ্ত্তা [কৰ্ত্তা]; কাৰণ, জীৱ যদি কৰ্ত্তা নহয়, তেন্তে "জীৱই অমুক, কৰিব, অমুক নকৰিব" ইত্যাদি শাস্ত্ৰ বিধানবোৰ নিৰৰ্থক। সেইগুণে [শাস্ত্ৰাৰ্থবত্বাৎ] জীব কৰ্ত্তা। আৰু বুজিব লাগে যে জীব অণু; কাৰণ অণু নহৈ যদি বিভু হলহেঁতেন।

শঙ্কৰাচাৰ্য্যৰ মতেও এয়ে অৰ্থ। কিন্তু তেওঁ কয় যে ইয়াত জীৱ মানে অন্তঃকৰণযুক্ত জীব। অন্তঃকৰণ নহলে জীৱ অকৰ্ত্তা আৰু সেই বাবেই বিভু*

## বিহাৰ উপদেশাৎ।২।৩।৩৪

শ্ৰুতিয়ে কয় "স্বে শৰীৰে যথা কামং পৰিবৰ্ত্ততে"—আত্মাই নিজৰ শৰীৰত বিচৰণ কৰে। ইয়াৰ পৰাও বুজা যায় যে জীৱাত্মা ব্যাপী নহয়। শঙ্কৰাচাৰ্য্যৰ মতে এই সূত্ৰত আৰু ইয়াৰ পাছতো অন্তঃকৰণযুক্ত জীৱক হে লক্ষ্য কৰিছে।

## উপাদানাৎ ২।৩।৩৫

প্ৰাণ, ইন্দ্ৰিয়াদি উপাদান জীবাত্মাই গ্ৰহণ কৰে। ইয়াৰ পৰাও বুজিব পাৰি যে জীৱাত্মা কৰ্ত্তা।

## ব্যপদেশাৎ চ ক্ৰিয়ায়াম্ ন চেৎ নিৰ্দ্দেশ বিপৰ্য্যয়ঃ ২।৩।৩৬

তৈত্তিৰীয়ই কৈছে "বিজ্ঞানং যজ্ঞং তনুতে"—অৰ্থাৎ জীৱই যজ্ঞ কৰে। ইয়াত 'বিজ্ঞান' শব্দই জীৱক বুজাইছে; যদি বুদ্ধিক বুজালেহেঁতেন তেন্তে শ্ৰুতিয়ে এইদৰে কলেহেঁতেন: "বিজ্ঞানেন যজ্ঞং তনুতে" অৰ্থাৎ তেতিয়া নিৰ্দ্দেশ বিপৰ্য্যয়" হলহেঁতেন—'বিজ্ঞানং' নহৈ 'বিজ্ঞানেন' হলহেঁতেন। এই কথাকে ওপৰৰ সূত্ৰত কৈছে—

কৰ্ম্মৰ উপদেশৰ দ্বাৰা (ক্ৰিয়ায়াম্ ব্যপদেশাৎ) শ্ৰুতিয়ে জীৱক হে কৰ্ত্তা বুলিছে। যদি জীৱক নুবুলি বুদ্ধিক কৰ্ত্তা বুলিলেহেঁতেন (ন চেৎ) তেন্তে "নিৰ্দ্দেশ বিপৰ্য্যয়" হব।

---

* বেদান্ত মতে অন্তঃকৰণ-যুক্ত চিৎ শক্তিহে জীৱ—
যথা,—চৈতন্যং যদধিষ্ঠানং লিঙ্গ দেহশ্চ যঃ পুনঃ।
চিচ্ছায়া লিঙ্গ দেহস্থা তৎ সঙ্ঘো জীৱ উচ্যতে॥ [পঞ্চদশী ৪।১১]

সাংখ্যৰ পুৰুষ কিন্তু শুদ্ধ চিৎ [দৃক্] শক্তি—সেইগুণে, সাংখ্যৰ পুৰুষ আৰু বেদান্তৰ জীবাত্মা ঠিক একে নহয় বুলি আন আচাৰ্য্য সকলে কয়। কিন্তু শঙ্কৰাচাৰ্য্যৰ মতে জীবাত্মা সাংখ্যৰ পুৰুষ। অৰ্থাৎ শুদ্ধ চিৎ বা দৃক্ শক্তি। এইবাবেই এই সূত্ৰৰ শাঙ্কৰ ভাষ্যৰ সমালোচনা কৰি সন্তদাস বাবাজীয়ে লিখিছে:-

"এই ভাষ্য পাঠে বেদান্ত দর্শনের ভাষ্য বলিয়া বোধ হয়না।
"কাপিল সূত্রে প্রথমাধ্যায়ে পুরুষের কর্তৃত্ব ভোক্তৃত্ব প্রভৃতি
"নাথাকা যে বিচার দৃষ্ট হয়, তাহার সহিত এই ভাষ্যোক্ত
বিচারের কোন প্রকার প্রভেদ নাই। আত্মাকে নির্গুণ স্বভাব
"বলিয়া, কপিলদেব জগৎকে গুণাত্মক ও আত্মা হইতে পৃথক
অস্তিত্বশীল বলিয়া উপদেশ দিতে বাধ্য হইয়াছেন। পরন্তু
শাঙ্করিক মতে জগতের অস্তিত্ব নাস্তিত্ব কিছুই অবধারিত
হইতে পারেনা বলা হইয়াছে।"

কথাটো অতি সত্য; শঙ্কৰাচাৰ্য্যৰ মত আখৰে আখৰে সাংখ্যদৰ্শনৰ লগত মিলে। আৰু ঠিক সেই কাৰণেই আমি ভাবোঁ যে শঙ্কৰাচাৰ্য্যৰ ব্যাখ্যাহে বেদান্তৰ আচল ব্যাখ্যা।

### উপলব্ধি বৎ অনিয়মঃ ২।৩।৩৭

জীৱাত্মা যদি কৰ্ত্তা তেন্তে জীৱই নিজৰ অহিতকৰ কাৰ্য্য কৰে কিয় ? এই প্ৰশ্নৰ উত্তৰত কৈছে যে জীৱ কৰ্ত্তা হলেই যে সদায় হিতকৰ কাৰ্য্য হে কৰিব, এনে নিয়ম নাই (অনিয়ম) এইটো ঠিক উপলব্ধিৰ নিচিনা (উপলব্ধিবৎ) ভাল বেয়া উপলব্ধিৰ বিষয় জীৱৰ একো স্বাধীনতা নাই। বাহ্য বিষয়ৰ অপেক্ষা কৰিহে জীৱৰ উপলব্ধি। সেই দৰেই অল্প-বুদ্ধি জীৱই বাহ্য বিষয়ৰ আকৰ্ষণত মোহিত হৈ, কেতিয়াবা ভাল কৰ্ম্ম আৰু কেতিয়াবা বেয়া কৰ্ম্ম কৰে। কৰ্ম্মলৈ প্ৰবৃত্তি বাহ্য বিষয়ৰ আকৰ্ষণত হয়।

(সাংখ্য মতে বুদ্ধিস্থ সংস্কাৰে জীৱক কাম কৰায় আৰু শঙ্কৰাচাৰ্য্যই তাকে কয়)

### শক্তি বিপৰ্য্যয়ঃ ২।৩।৩৮

পূৰ্ব্বোক্ত তৈত্তিৰীয় মন্ত্ৰটিত বিজ্ঞান মানে বুদ্ধি বুলিলে কি হানি হয় ? ইয়াৰ উত্তৰত কৈছে যে তেতিয়া হলে বুদ্ধিৰ "শক্তি বিপৰ্য্যয়" হব—অৰ্থাৎ বুদ্ধি এটা 'কৰণ'— যাৰ দ্বাৰা কাৰ্য্য কৰা হয় ; আৰু পুৰুষ কৰ্ত্তা ; কৰণক কৰ্ত্তা বুলিলে দোষ হব।

### সমাধি অভাবাৎ। ২।৩।৩৯

বুদ্ধি যদি কৰ্ত্তা, তেন্তে 'সমাধিৰ' উপদেশ নিৰৰ্থক। আত্মাৰ যদি কৰ্ত্তৃত্ব নাই, তেন্তে ধ্যান কৰিব কোনে ? শঙ্কৰাচাৰ্য্যৰ মতে এই কৰ্ত্তৃত্ব কল্পিত ; উপনিষদে কৈছেঃ "আত্মাই যেন ধ্যানহে কৰে ইত্যাদি" (বৃহ ৪।৩।৭) বা "আত্মা,মন আৰু ইন্দ্ৰিয় এই তিনিৰ যোগে আত্মা কৰ্ত্তা বা ভোক্তা" (কঠ ৩।৪)

### যথা চ তক্ষা উভয়থা ২।৩।৪০

বাঢ়েয়ে (তক্ষা )ইচ্ছা কৰিলে কুঠাৰ বটালি আদি লৈ কাম কৰে, নহলে নকৰে। কাম কৰা নকৰা (উভয়থা) তাৰ ইচ্ছাধীন। কিন্তু বাঢ়ৈৰ কামৰ আচল কৰ্ত্তা যদি বুদ্ধিহে, তেন্তে ইচ্ছা সদায় হলহেঁতেন বা সদায় নহল হেঁতেন ; কেতিয়াবা হব কেতিয়াবা নহব—এনে হব নোৱাৰিলেহেঁতেন। এই বাবে বুদ্ধি কৰ্ত্তা নহয় আত্মা হে কৰ্ত্তা। শঙ্কৰাচাৰ্য্যৰ মতে বাঢ়ৈ যেনেকৈ কুঠাৰ বটালি ললেহে কৰ্ত্তা, নহলে অকৰ্ত্তা, জীৱও সেইদৰেই বুদ্ধি আদি যোগেহে কৰ্ত্তা নিজ স্বৰূপে অকৰ্ত্তা (এইটো সম্পূৰ্ণ সাংখ্য মত)

### পৰাৎ তু তৎ শ্ৰুতেঃ ।২।৩।৪১

কিন্তু জীৱৰ কৰ্ত্তৃত্ব (তু) পৰমেশ্বৰৰ পৰা হে (পৰাৎ)। এই কথা শ্ৰুতিয়ে কৈছে (শ্ৰুতেঃ) ওপৰত কৈ আহিছে যে পৰমেশ্বৰেহে জীৱক নিয়ন্ত্ৰিত কৰে ( ১।২।১৮)। সকলো উপনিষদে কয় যে জীৱৰ স্বাধীন কৰ্ত্তৃত্ব নাই।

এষ হি এৱ সাধুকৰ্ম্ম কাৰয়তি তং যম্ এভ্যঃ
লোকেভ্যঃ উন্নিনীয়তে, এষ হি এব অসাধু
কৰ্ম্ম কাৰয়তি তং যম্ এভ্যঃ লোকেভ্যঃ
অধো নিনীয়তে (কৌষী)
অন্তঃ প্ৰবিষ্টঃ শাস্তা জনানাম্ (তৈঃ)

### কৃত প্ৰযত্নাপেক্ষঃ তু—বিহিত প্ৰতিষিদ্ধ অবৈয়ৰ্থ্যাদিভ্যঃ ।২।৩।৪২

কিন্তু (তু) ঈশ্বৰে জীৱৰ চেষ্টাৰ অনুৰূপ (কৃত প্ৰযত্নাপেক্ষঃ) কাম হে কৰায়, যাতে শাস্ত্ৰৰ বিহিত আৰু অবিহিত বিধানবোৰ নিৰৰ্থক নহয় (বিহিত-প্ৰতি ষিদ্ধ— অবৈয়ৰ্থ্যাদিভ্যঃ)। এই জন্মত জীৱই যেনে কাম কৰে, পৰজন্মত আকৌ তাকে চাই ঈশ্বৰে জীৱক ধৰ্ম্মাধৰ্ম্ম কামত নিযুক্ত কৰে। জীৱৰ যেনে প্ৰযত্ন (অনাদি কালৰ কৰ্ম্ম-সংস্কাৰ * তদনুৰূপ কাৰ্য্যহে জীৱই কৰিব পাৰে। সাংখ্য দৰ্শনে (১৯ কাৰিকাৰ ব্যাখ্যা) কয় যে সংস্কাৰে কাম কৰায় ; বেদান্তই কৈছে যে সংস্কাৰ মতে ঈশ্বৰে কৰায় অৰ্থাৎ জীৱৰ "স্বাধীন ইচ্ছা" (free will) এখন দৰ্শনেও স্বীকাৰ কৰা নাই। গীতাত কৈছে, সকলো প্ৰবৃত্তিৰ মূল ঈশ্বৰ—"মত্তঃ সৰ্ব্বং প্ৰবৰ্ত্ততে।" তেওঁ ভাল মতি নিদিলে আমি ভাল কাম কৰিম কেনেকৈ ? এইটো একো বুজিব নোৱৰা কথা নহয়। অলপ ভাবিলেই আমি বুজো যে আমাৰ বুদ্ধিস্থ সংস্কাৰে আমাক কাম কৰায়। ওপৰত কৈ আহিছো যে ভাবৰ পৰা প্ৰথমতে "ইচ্ছা" হয়, তেহে আমি কাম কৰোঁ। ভাবৰ ওপৰত আমাৰ কিন্তু হাত নাই ; আমি খং কৰোঁ বুলি কৰিব নোৱাৰোঁ, নকৰোঁ বুলিও থাকিব নোৱাৰোঁ। বাহিৰৰ শক্তিৰ পৰা ভিতৰৰ ভাব হয়। শক্তিৰ ক্ৰিয়া যেনেকৈ নিয়মৰ অধীন, ভাবৰ ক্ৰিয়াও সেইদৰে নিয়মৰ অধীন। এই নিয়মবোৰৰ লৰ-চৰ নাই, যেনে সঙ্গাৎ সঞ্জায়তে কামঃ ইত্যাদি। সৎ সঙ্গত লৰাটি ভাল হয়, অসৎ সঙ্গত বেয়া হয়—ইত্যাদি নিয়মো আমি দেখি

---

* বেদান্তই যাক 'কৰ্ম্ম সংস্কাৰ' বোলে সাংখ্যই তাকে [illegible] "সংস্কাৰ" বোলে। (জন্মান্তৰ ৰহস্য ৭৯ পৃ)।

আহিছো। ভাব আৰু শক্তিৰ সম্বন্ধটি বুজিলেই আমি বুজিম যে স্বাধীন ইচ্ছা বোলা কথা এটা হব নোৱাৰে। এই কথা আজি কালি বিজ্ঞানেও বুজিছে। জগতৰ শ্ৰেষ্ঠ বৈজ্ঞানিক এনস্টিনে (Einstein) কৈছে Honestly, I cannot understand what people mean when they talk about freedom of the human will

আন এজনে কৈছে—A man can do what he wills but he cannot will what he wills. এওঁবিলাকে এইদৰে কৈছে কাৰণ আজি কালি পাশ্চাত্য নতুন মনোবিজ্ঞানে বুজি আহিছে যে জীৱই নিজস্ব মনেৰে (Conscious mind দ্বাৰা) কৰো বুলি কোনো কাম কৰিব নোৱাৰে। জীৱক তাৰ জন্ম জন্মান্তৰৰ সংস্কাৰেহে কাম কৰায়। জীৱৰ এই সংস্কাৰটোহে তাৰ সকলো কৰ্ম্ম প্ৰবৃত্তি আৰু কৰ্ম্ম চেষ্টাৰ মূল। সাংখ্যদৰ্শনৰ এই কথাবোৰ আজি কালি পাশ্চাত্য নতুন মনোবিজ্ঞানে বুজি আহিছে। সাংখ্যই যাক লিঙ্গ শৰীৰ বা সংস্কাৰ বোলে, নতুন বিজ্ঞানে ঠিক তাকে Sub conscious mind বা অবচেতন মন বোলে। নতুন বিজ্ঞানে কয় যে এই Sub-conscious mind টোটেই আমাৰ সকলো কৰ্ম, চেষ্টা প্ৰবৃতি আৰু অনুভূতিৰ মূল। ইয়াৰ পৰাই কৰ্ম্ম প্ৰকৃতি (Auto Suggestion) উৎপন্ন হয়। এইবোৰ কথা সাংখ্য দৰ্শনৰ লগত মিলি গৈছে। নতুন মনোবিজ্ঞানৰ Sub conscious mind আৰু Auto-Suggestion-ৰ বিষয় পঢ়িলে সাংখ্য দৰ্শনৰ বহুত কথা স্পষ্ট বুজা হয়।

আমি আমাৰ জন্মান্তৰ ৰহস্যত ইউৰোপীয় নতুন বিজ্ঞানৰ যুক্তিকেই দেখুৱাই আহিছো যে এই সংস্কাৰটো নহলে আমাৰ কোনো বিষয়-জ্ঞান নহয়। আৰু আমি কোনো কামো কৰিব নোৱাৰো। ইহে আমাৰ চৰিত্ৰ গঠন কৰে। ই নহলে আমি গভীৰ টোপনিত পৰি থকা মানুহৰ দৰে নিশ্চল হৈ পৰি থাকিব লাগিব। আচলতে ইহে আমাক কাম কৰায়।

তেন্তে, এতিয়া যদি এই সংস্কাৰটোকে আমাৰ আত্মা বুলি ভাবো, তেন্তে নিশ্চয় আমাৰ স্বাধীন কৰ্তৃত্ব আছে। তাৰ ভুল নাই। কিন্তু গীতা আৰু সাংখ্যই স্পষ্ট ভাবে কয় যে সংস্কাৰটো আত্মা নহয়। ই অচেতন পদাৰ্থ—চৈতন্যৰ সংযোগত চেতন যেন হয়।

সেইগুণে এতিয়া "জীৱৰ স্বাধীন কৰ্তৃত্ব আছে নে নাই?"—এই প্ৰশ্নৰ উত্তৰ দিবলৈ হলে, আগেয়ে ঠিক কৰিব লাগিব যে সংস্কাৰটো (অৰ্থাৎ Subconscious mind টো) আত্মা হয় নে নহয়। যদি নহয়, তেন্তে আমাৰ স্বাধীন কৰ্তৃত্ব নিশ্চয় নাই।

নিম্ন স্তৰত মানুহে সংস্কাৰটোকে আত্মা বুলি ভাবে—এই কথা আমি ওপৰত কৈ আহিছো (১।২।৬) এই বোল মানুহে কেতিয়াও বুজিব নোৱাৰে যে আমাৰ স্বাধীন কৰ্তৃত্ব নাই। এনে নিম্নস্তৰৰ মানুহক আত্মাৰ অকৰ্ত্তৃত্বৰ উপদেশ দিবলৈ গীতা আৰু সাংখ্য দৰ্শনে নিষেধ কৰিছে।

তন্ত্ৰশাস্ত্ৰ, বেদান্ত, (অৰ্থাৎ শঙ্কৰাচাৰ্য্যৰ বেদান্ত), গীতা আৰু সাংখ্য দৰ্শন সকলোৰে মতে সংস্কাৰটো নিৰোধ হলেহে মানুহে আত্মাৰ আচল স্বৰূপৰ বিষয় বুজিব পাৰে। তেহে বুজে যে আত্মা কেৱল শুদ্ধ চিৎ শক্তি (Consciousness)। তেহে বুজে যে আত্মা পৰমাত্মাৰ ভেদ নাই। আৰু বুজে যে এই আত্মা নিৰ্গুণ বা নিষ্ক্ৰিয়, অতএব অকৰ্ত্তা। যেতিয়ালৈকে মানুহৰ এনে আত্মজ্ঞান নহয়, তেতিয়ালৈকে মানুহে বুজিব নোৱাৰে যে জীৱৰ স্বাধীন ইচ্ছা নাই।

এনে আত্মজ্ঞান হলে যোগীয়ে বুজি আহে যে তেওঁ সকলো কাম কৰিও একো কৰা নাই। (গীতা ৫।৮।৯।৩।৫, ৩।২৭)

তেতিয়া বুজে যে প্ৰকৃতিৰ গুণৰ নিৰ্ম্মান সংস্কাৰে আমাক কাম কৰায় আৰু আমি নিজে কৰো বুলি ভাবো—

শ্ৰীশ্ৰীৰামকৃষ্ণ পৰমহংসে দেৱে কৈছে :—

"যতক্ষণ ঈশ্বরকে লাভ নাহয় (অৰ্থাৎ আত্মজ্ঞান নাহয়) ততক্ষণ মনে হয় আমরা স্বাধীন English man যাকে স্বাধীন ইচ্ছা (Free will) বলে, সেই স্বাধীন ইচ্ছা-বোধ তিনিই দিয়ে রেখেছেন। যারা তাঁকে লাভ করে নাই তাদের ভিতর এই স্বাধীন ইচ্ছা বোধ নাদিলে পাপের বৃদ্ধি হতো। নিজের দোষে পাপ করেছি এই বোধ যদি তিনি না দিতেন তা হলে পাপের আরও বৃদ্ধি হতো। পাপকে ভয় হতো না।

যারা তাকে লাভ করেছে [অৰ্থাৎ] যার আত্মজ্ঞান হৈছে] তারা জানে, দেখতেই স্বাধীন ইচ্ছা স্বাধীন ইচ্ছা কোথায়? গাছের পাতাটি পৰ্য্যন্ত ঈশ্বরের ইচ্ছা ভিন্ন নড়েনা। বস্তুতঃ তিনিই যন্ত্ৰী, আমি যন্ত্ৰ, তিনি ইঞ্জিনিয়ার, আমি গাড়ী। মানুষ এই কথা শেষ কালে বুজিতে পারে।" [১।১।১ সূত্ৰ]

**জীৱৰ স্বাধীন কৰ্তৃত্ব কি? স্বাধীন ইচ্ছা মানে কি?**

আমি জন্মান্তৰ ৰহস্য আৰু সাংখ্য দৰ্শনত দেখুৱাই আহিছো যে এই সংসাৰ মানেই জীৱৰ স্থাবৰ যোনিৰ পৰা দেব-যোনিলৈকে জন্মান্তৰৰ মাজে ক্ৰমোন্নতি। "সংসাৰ" শব্দৰ আচলতে এয়েহে ব্যুৎপত্তি গত অৰ্থ। অসংখ্য জন্মান্তৰৰ মাজে আৰু নৈসৰ্গিক নিয়মেৰে এই ক্ৰমোন্নতি হয়। এই ক্ৰমোন্নতি জীৱৰ ইচ্ছাধীন নহয়। ভোগৰ বা শিক্ষাৰ দ্বাৰা সংস্কাৰহে তামসিক ভাব বোৰ (অধৰ্ম, অজ্ঞান, অবৈৰাগ্য,

অনৈশ্বৰ্য্য) ক্ষয় হৈ আহে মানে, জীৱৰ জ্ঞান, শক্তি আৰু আনন্দৰ বৃদ্ধি হৈ, আহে আৰু চৰিত্ৰ নিৰ্ম্মল হৈ আহে, কৰ্ম্ম বা আচৰণ ক্ৰমে সাত্ত্বিক হৈ আহে। এইবোৰ নিয়মৰ অধীনে হয়। জীৱৰ নিজ ইচ্ছাৰে নহয়।

শেহত বহুত জন্মৰ পাছত যেতিয়া সংস্কাৰস্থ "অহং" ভাবৰ বাহিৰে সকলো তামসিক ভাব একে বাৰে নিৰোধ হয়, তেতিয়া জীৱ স্বাধীন মুক্ত পুৰুষ হৈ দেবযান ৰথে ব্ৰহ্ম লোকলৈ যায়। এইবোৰ কথা ৪ৰ্থ অধ্যায়ত কোৱা হব। মুক্ত পুৰুষ এই দৰেই প্ৰকৃতিৰ (অৰ্থাৎ সংস্কাৰৰ) বন্ধনৰ পৰা একেবাৰে মুক্ত, স্বাধীন, সৰ্ব্বশক্তিমান সৰ্ব্বজ্ঞ আৰু আনন্দময়। এয়ে একেবাৰে ক্ৰমোনতিৰ উচ্চতম স্তৰৰ জীৱ। সকলো জীৱৰ এদিন নহয় এদিন এই স্তৰ প্ৰাপ্য।

ইফালে আকৌ ক্ৰমোন্নতি একেবাৰে নিম্নস্তৰত, যেনে উদ্ভিদ জগতত, জীৱ স্বভাবৰ বা প্ৰকৃতিৰ বশত একেবাৰে অবশ, জ্ঞান-হীন, শক্তি-হীন, আৰু নিৰানন্দ—তামসিক ৪টা ভাবৰ দ্বাৰা সম্পূৰ্ণ অভিভূত যেন অচেতন প্ৰাণী। আহাৰ বৃদ্ধি উৎসৰ্গ বিসৰ্গ—সকলো প্ৰকৃতিয়ে কৰায় কিন্তু এই জড়জগতৰ পৰা ব্ৰহ্মলোকলৈকে ক্ৰমিক বিবৰ্ত্তনৰ কোনো অবস্থাতে জীৱও সংস্কাৰ বিযুক্ত নহয় কাৰণ সংস্কাৰৰ নাশ হলেই জীৱত্ব লোপ হয়, জীৱ ব্ৰহ্মত লয় হয়। নিৰ্ব্বান মুক্তি হয়। ৪ৰ্থ পাদত এই কথা কোৱা হব। সেই গুণে ক্ৰমোন্নতিৰ সকলো অবস্থাতে, সংস্কাৰেহে জীৱক কাম কৰায়। এই সংসাৰ আচলতে সংস্কাৰৰ হে (লিঙ্গদেহৰ)বিবৰ্ত্তন (সাংখ্য ৪২ আৰু ৬২ কাৰিকা)।

নিম্ন স্তৰত জীৱৰ কৰ্ম্ম কৰা শক্তি (ঐশ্বৰ্য্য) নাই—যেনে জড় জগতত। লাহে লাহে তামদি ভাব ক্ষয় হৈ আহে মানে, সাত্ত্বিক ভাব (জ্ঞান, ঐশ্বৰ্য্য, বৈৰাগ্য, আৰু ধৰ্ম্ম) প্ৰকাশ হৈ আহে। এই দৰেই ক্ৰমোন্নতিৰ এক স্তৰত যোগীয়ে অলৌকিক কামো কৰিব পাৰে। তেওঁ বিলাক অষ্টৈশ্বৰ্য্য সম্পন্ন পুৰুষ হয় কিন্তু তেতিয়াও তেওঁবিলাক সংস্কাৰ অধীন। যেনে সংস্কাৰ তেনে কামহে কৰিব পাৰে। বিপৰীত কাম কৰিব নোৱাৰে।

সেই গুণেই ৰামকৃষ্ণ পৰমহংসদেৱে কয় যে বদ্ধজীৱ যেন এটা এৰাল দিয়া গৰু। সংস্কাৰ স্বৰূপ খুটিটোত আবদ্ধ। এৰাল ডাল দীঘলহৈ যায় মানে অৰ্থাৎ সংস্কাৰস্থ সাত্ত্বিক ভাববোৰ (জ্ঞান, ধৰ্ম্ম, বৈৰাগ্য আৰু ঐশ্বৰ্য্য) বাঢ়ি আহে আৰু লগে লগে প্ৰকৃতিৰ বন্ধনৰ পৰা মুক্ত হৈ আহে অৰ্থাৎ ধৰ্ম্ম, জ্ঞান, বৈৰাগ্য—এই সাত্ত্বিক ভাববোৰ ক্ৰিয়াশীল হৈ আহে। যথা—"মানুষ ঐ কথা শেষকালে বুঝতে পারে। তবে কি জানিস্ যেমন-গরুটাকে লম্বা দড়ি দিয়ে খোঁটায় বেঁধে রেখেছে। গরুটা খোঁটার এক হাত দূরে দাড়াতে পারে, আবার দড়ি গাছটা যত লম্বা তত দূরে গিয়েও দাড়াতে পারে—মানুষের স্বাধীন ইচ্ছাটাও ঐরূপ জানিবি। গরুটো কটা দূরের ভেতর যেখানে ইচ্ছা বসুক, দাড়াক বা ঘুরে বেড়াক—মনে করেই মানুষ তাকে বাঁধে। ঈশ্বরও মানুষকে কতকটা শক্তি দিয়ে তার ভেতর যে যেমন ইচ্ছা, যতটা ইচ্ছা, ব্যবহার করক বলে ছেড়ে দিয়েছেন। তাই মানুষ মনে করেছেন, সে স্বাধীন। দড়িটা কিন্তু খোটায় বাধা আছে। তবে কি জানিস, তাঁর কাছে কাতর হয়ে প্রার্থনা করলে তিনি নেড়ে বধিতে, পারেন দড়ি গাছটো আর লম্বা করে দিতে পারেণ, চাই কি গলার বাঁধন একেবারে খুলেও দিতে পারেন।"

**অংশঃ নানা ব্যপদেশাৎ—অন্যথা চ অপি**
**দাশকিতবাদিত্বম্ অধীয়তে একে ।২।৩।৪৩**

জীৱ ঈশ্বৰৰ অংশ [অংশয়ঃ] কাৰণ শ্ৰুতিয়ে জীৱ আৰু ঈশ্বৰৰ ভেদ দেখুৱাইছে [নানা ব্যপদেশাৎ] কিন্তু আন প্ৰকাৰে আকৌ [অন্যথা চ] কোনো শ্ৰুতিয়ে [একে] সম্পূৰ্ণ অভেদ বুলিও কৈছে, যেনে,

"ব্ৰহ্মদাশা, ব্ৰহ্মদাসা, ব্ৰহ্মকিতবাঃ।
(দাশ—কৈবৰ্ত্ত ; কিতব—দুষ্ট বা ধূৰ্ত্ত)

শ্ৰুতিয়ে কৈছে যে উচ্চ নীচ সকলো জাতিয়েই বা দুষ্ট শান্ত সকলো মানুহেই ব্ৰহ্ম।

[শঙ্কৰাচাৰ্য্যই কৈছে যে ব্ৰহ্মৰ অবয়ব নাই, সেইগুণে অংশ-অংশৰ নিচিনা (এই বিষয় পাতনিত কোৱা হৈছে)

**মন্ত্ৰ বৰ্ণাৎ চ ।২।৩।৪৪**

আৰু [চ] বৈদিক মন্ত্ৰৰ অৰ্থৰ পৰা [মন্ত্ৰবৰ্ণাৎ] জানিব পাৰি যে জীৱ ঈশ্বৰৰ অংশ।

**অপিচ স্মৰ্য্যতে ।২।৩।৪৫**

স্মৃতিয়েও তাকে কয়—যেনে "মমৈবাংশো জীৱ লোকে" ইত্যাদি [গীতা]

**প্ৰকাশাদিবৎ ন এবং পৰঃ ।২।৩।৪৬**

জীৱৰ লগত যদি ঈশ্বৰৰ ভেদাভেদ সম্বন্ধ তেন্তে জীৱৰ ক্লেশ ঈশ্বৰে ভোগ কৰিব নে কি ? নহয় ; প্ৰকাশাদিবৎ সূৰ্য্যৰ পোহৰ য'তে ত'তে পৰে। কিন্তু বেয়া ঠাইত পৰি সি বেয়া নহয়। সেইদৰে, পৰমেশ্বৰো জীৱৰ কৰ্ম্ম দ্বাৰা দুষিত নহয়।

### স্মৰন্তি চ ।২।৩।৪৭

এই কথা স্মৃতিতো আছে যথা "লিপ্যতে নফলৈশ্চাপি পদ্মপত্ৰমিবাম্ভসা।"

### অনুজ্ঞাপৰিহাৰৌ দেহসম্বন্ধাৎ—জ্যোতিঃ আদিৱৎ ।২।৩।৪৮

[অনুজ্ঞাপৰিহাৰৌ—বিধিনিষেধৌ]

শাস্ত্ৰত জীৱ সম্পৰ্কে বিধি আৰু নিষেধ বাক্য আছে। জীৱ যদি ব্ৰহ্মই বা ব্ৰহ্মৰ অংশ, তেন্তে এই বিধি নিষেধবোৰ অনাবশ্যক নহয় নে?

এনে সন্দেহৰ উত্তৰত কৈছে যে জীৱৰ দেহে সৈতে সম্বন্ধ আছে গুণে সি ভাল বেয়া সকলো কৰে; তাৰ পক্ষে শ্ৰুতিয়ে কৰ্ত্তব্যাকৰ্ত্তব্য বিধান কৰিছে, এইটো অনাবশ্যক নহয়। যেনে, অগ্নি সদায় একে, কিন্তু শ্মশানৰ অগ্নি মানুহে পৰিত্যাগ কৰে, যজ্ঞৰ অগ্নি গ্ৰহণ কৰে [জ্যোতিঃ আদিৱৎ] দেহসম্বন্ধ নথকা মানুহৰ—অৰ্থাৎ আত্মজ্ঞ মানুহৰ পক্ষে একো বিধি নিষেধ নাই।

### অসন্ততেঃ চ অব্যতিকৰঃ ।২।৩।৪৯

[অসন্ততেঃ=সৰ্বৈঃ শৰীৰৈঃ সহ সম্বন্ধাভাবাৎ সন্ততি=সম্বন্ধ] জীৱ যদিও বিভু পৰমেশ্বৰৰ অংশ, তথাপি জীৱ সৰ্ব্বগত নহয়। যদি হলহেঁতেন, এটা জীৱৰ কৰ্ম্মফল সকলোৱে ভোগ কৰিলেহেঁতেন। কিন্তু সেইদৰে নহয় এটা জীৱৰ লগত এটাৰ সম্বন্ধ নাই গুণে [অসন্ততেঃ] কৰ্ম্মফলৰ অব্যবস্থা বা ব্যতিকৰ নহয় [অব্যতি কৰঃ]

শঙ্কৰাচাৰ্য্যই কয়, দেহাদি উপাধিত আত্মাভিমানী জীৱই হে কৰ্ম্ম কৰে আৰু ফলো পৃথকে ভোগ কৰে, গতিকে কৰ্ম্মফলৰ সাঙ্কৰ্য্য নহয় কিন্তু জীৱাত্মা সৰ্ব্বগত (আকৌ সেই সাংখ্য)

### আভাসঃ এব চ ।২।৩।৫০

ৰামানুজ আৰু নিম্বাৰ্ক মতে এই সূত্ৰৰ অৰ্থ ঃ

সাংখ্যই জীৱাত্মাক ব্যাপী বুলিছে; সেইদৰে যদি হয় তেন্তে কৰ্ম্মফলৰ সাঙ্কৰ্য্য হব। অতএব সেই মত, "আভাস—" অৰ্থাৎ অপ সিদ্ধান্ত—হেত্বাভাস মাত্ৰ।

শঙ্কৰাচাৰ্য্যই এইদৰে অৰ্থ কৰে—

জীৱ যেন পৰমাত্মাৰ অভাস বা প্ৰতিবিম্ব।

সূৰ্য্যৰ প্ৰতিবিম্ব ভিন্ন ভিন্ন পাত্ৰস্থ পানীত পৰে। এটা পাত্ৰ কঁপিলে, সেই পাত্ৰস্থ প্ৰতিবিম্ব কঁপে, বাকীবোৰ নকঁপে। সেইদৰে, এটা জীৱৰ কৰ্ম্মফল আন এটাই ভোগ নকৰে।

### অদৃষ্ট অনিয়মাৎ ।২।৩।৫১

জীৱাত্মা বিভু হলে, সৰ্ব্বব্যাপী হলে, সকলোৰে একে অদৃষ্ট হব। অদৃষ্টৰ একো নিয়ম নেথাকিব [অনিয়মঃ]। অতএব জীৱাত্মা ব্যাপী নহয়।

### অভিসন্ধি—আদিষু অপি চ এবম্ ।২।৩।৫২

সঙ্কল্পাদি বিষয়েও এনে অনিয়ম হব।

### প্ৰদেশাৎ ইতি চেৎ—ন অন্তৰ্ভাৱাৎ ২।৩।৫৩

যদি কোঁৱা সেই সেই প্ৰদেশত, অৰ্থাৎ সেই সেই দেহত বেলেগ বেলেগ অদৃষ্ট বা অভিসন্ধি হব পাৰে, তেতিয়া হলেও কথাটো অসঙ্গত হয়; কাৰণ আত্মা সৰ্ব্বব্যাপী হলে প্ৰত্যেক শৰীৰৰ লগত সম্বন্ধ হব,—সকলোৰে একে আত্মা হব—বা সকলো আত্মা সকলো শৰীৰৰ অন্তৰ্ভূত হব [অন্তৰ্ভাৱাৎ] অতএব জীৱাত্মা ব্যাপী নহয়, অণু। ৫১-৫৩ সূত্ৰ সম্পৰ্কে শঙ্কৰাচাৰ্য্যই কয় যে এই সূত্ৰ তিনটাত বেদান্তই সাংখ্য দৰ্শনৰ হে সমালোচনা কৰিছে। সাংখ্য মতে পুৰুষ ব্যাপী কিন্তু বহু। এইটো দেখা-দেখি অসম্ভৱ কথা। ব্যাপী মানেই এক। সৰ্ব্বব্যাপী পদাৰ্থ দুটা হব নোৱাৰে।

ওপৰত বেদান্ত মতে জীৱৰ আচল স্বৰূপ কি সেই বিষয় আচাৰ্য্যসকলৰ বিভিন্ন মতবোৰ দিয়া হল। পাঠক সকলে দেখিব যে শঙ্কৰাচাৰ্য্যই সাংখ্য দৰ্শন সৰ্ব্বতোভাবে গ্ৰহণ কৰিও, জগতৰ সত্যতা আৰু পুৰুষ বহুত্ব অস্বীকাৰ কৰিছে। সেই গুণে হে তেওঁৰ শিষ্য বিদ্যাৰণ্য মুনিয়ে কবলৈ বাধ্য হল—

> আত্ম ভেদো জগৎ সত্যমীশোহন্য ইতিচেৎ ত্ৰয়ম্।
> ত্যজতেতৈস্তথা সাংখ্য যোগ বেদান্ত সম্মতিঃ ॥
> (পঞ্চদশী, চিত্ৰদীপ, ৬।২।২৮)

অৰ্থাৎ আত্মাৰ ভেদ (বা পুৰুষ বহুত্ব) আৰু জগতৰ সত্যতা বাদ দিলে সাংখ্য আৰু বেদান্তৰ একো প্ৰভেদ নাই। (ঈশোহন্যঃ—এইটি পাতঞ্জলৰ কথা—এই আলোচনাত, ঈশ্বৰৰ লগত আমাৰ সম্পৰ্ক নাই)

তেন্তে এতিয়া দেখা গল, যে সাংখ্যই পুৰুষ বহুত বুলি ধৰিলে জগতক সত্য বুলিছে বা জগতক সত্য কবিবলৈ পুৰুষ

* আমি ওপৰত কৈছো যে জগতক সত্য বোলা যেনে মিথ্যা বোলাও তেনে। আৰু কৈ আহিছো যে পুৰুষ বহুত্ব এটা কথাৰ কথা মাত্ৰ। এই দুটা কথা মনত ৰাখিলে সহজে বুজিব পাৰি যে বিদ্যাৰণ্য মুনিৰ মতে সাংখ্য দৰ্শন আৰু বেদান্তদৰ্শনৰ একো প্ৰভেদ নাই।

বহুত বুলিছে। শঙ্কৰাচাৰ্য্যই পুৰুষ এক বুলি ধৰি, জগতক "মায়া" বুলিছে। দুয়ো একে যুক্তি আৰু এক সৎ কাৰ্য্যবাদৰ ওপৰত নিৰ্ভৰ কৰিছে।

আমি বাহিৰৰ পৰা চালে দেখো যে জগতত প্ৰত্যেক প্ৰাণীয়েই বেলেগ, বেলেগ ভোগ কৰে আৰু সেইবাবেই ভোক্তা দ্ৰষ্টা জীৱ বহুত যেনে প্ৰতীয়মান হয়। সেইটো দেখা কথা (Phenomenon)। এয়ে সাংখ্য। সাংখ্যই স্পষ্ট কৈছে, যে ভোগ অনুযায়ী এই বিভাগ কৰা হৈছে। নহলে, সৰ্ব্বব্যাপী চিৎ শক্তিৰ ভেদ আন ৰকমে কল্পনা কৰা অসম্ভৱ (সাংখ্য দৰ্শনৰ ১৮ কাৰিকাৰ ব্যাখ্যা)।

কিন্তু যি চিৎ শক্তিয়ে উপলব্ধি কৰে সেইটি সকলোৰে একে, তাত ভেদ নাই, তাৰ অংশ নাই; বহিৰ্জ্জগততো অন্তঃকৰণ জাতীয় শক্তিৰ বাহিৰে আৰু একো পদাৰ্থ নাই, তাতো একো ভেদ নাই। তেন্তে উপলব্ধিৰ ভেদ কেনেকৈ হ'ল? এই প্ৰশ্নৰ একমাত্ৰ উত্তৰ হব পাৰে যে উপলব্ধি বা জগজ্জ্ঞান চিৎশক্তিৰ কাৰ্য্য নহয়। ই মানসিক ক্ৰিয়া মাত্ৰ; ভিন্ন ভিন্ন অন্তঃকৰণে ভিন্ন ভাবে উপলব্ধি কৰে। ইয়াকে শঙ্কৰাচাৰ্য্যই ওপৰত ৩২ সূত্ৰৰ ভাষ্যত কৈছে। এইবাবেই তেওঁ জগতক মায়া বোলে; বিজ্ঞানে mental বা Subjective বোলে [ওপৰৰ ২।২।৩০ সূত্ৰ চাওক] একেটা ছবিকে সাংখ্যই এলুটিৰ পৰা চাইছে শঙ্কৰাচাৰ্য্যই সিলুটিৰ পৰা চাইছে। মূল সত্যৰ বিষয়ে, ইয়াত প্ৰকৃত ভেদ একো নাই।

ওপৰত আমি কৈ আহিছো যে মহাপুৰুষ শঙ্কৰদেৱৰ মতেও জীৱাত্মা ব্যাপী বা বিভু। (১।৪।২২ পাদ-টীকা)। তেওঁ কৈছে—

অবিকাৰী বিভুঃ শান্তঃ অভিন্নঃ পৰমেশ্বৰাৎ।
ভ্ৰান্তি—জ্ঞানাবৃতো ভূত্বানাত্মানং বেত্তি তত্ত্বতঃ।।

তেওঁৰ মতেও এই জগতত ব্ৰহ্মৰ শক্তিৰ বাহিৰে আৰু একো বাস্তব পদাৰ্থ নাই। আমি কেনেবাকৈ নুবুজো বুলিয়েই এই একে কথাৰে তেওঁ বহুতবাৰ পুনৰাবৃত্তি কৰিছে। কিন্তু জীৱাত্মা ব্যাপী বা বিভু হলে, জগৎ অৰ্থহীন হব লাগে, উপলব্ধি বা কৰ্ম্মফলৰ সাঙ্কৰ্য্য হব লাগে। এই আপত্তি এৰাবলৈ শঙ্কৰাচাৰ্য্যই কলে যে জগৎ 'মায়া' বা 'মিথ্যা'।

কিন্তু শ্ৰীশঙ্কৰদেৱে কি ক'লে?
তেওঁ শঙ্কৰাচাৰ্য্যৰ কথাটোকে কলে; কিন্তু 'মায়া'* "মিথ্যা' (illusion) ইত্যাদি অৰ্থহীন শব্দবোৰ ব্যৱহাৰ কৰি আমাৰ বুদ্ধি মোহ নজন্মালে। আমি সহজে বুজিব পৰাকৈ তেওঁ অতি সহজ ভাষাৰে কলে যে জগৎ সত্য, ই মিথ্যা নহয়, কিন্তু আমাৰ বিষয়জ্ঞান মনৰ ব্যাপাৰ। এই জগৎ আমাৰ মনোদৃশ্য মাত্ৰ। †

তেওঁ কৈছে—

মনৰ কল্পনা মানে সমস্ত সংসাৰ।
.... .... ....
ঈশ্বৰৰ প্ৰতিবিম্ব লাগিছে মনত
তাকে বুলি জীৱমন একে, ভিন্ন নুই।
একে পিণ্ড ভৈল যেনে লোহা অগ্নি জুই।
মনে দুঃখ পাইলে জীৱ বোলে মই পাও।
.... .... ....
মনতেসে আছে ইটো চৈধ্যাই ভুবন।

পাশ্চাত্য বিজ্ঞানে কৈছে ঃ-

"Mind is the first and the most direct thing in our experience; all else is remote inference."
(Eddington)

সাংখ্য দৰ্শনেও কৈছে যে পুৰুষে কেৱল নিজৰ বুদ্ধিটোহে দেখে। শ্ৰীশঙ্কৰদেৱে যদি অকল এই কথাটিকে দুৰ্ভগীয়া অসমীয়া ভাষাত নিলিখি সংস্কৃতত লিখিলেহেঁতেন!

---

*তেওঁ মায়া শব্দটো বহুতবাৰ ব্যৱহাৰ কৰিছে সঁচা কিন্তু তেওঁৰ 'মায়া' শব্দৰ মানে বেলেগ, তেওঁ মায়া শব্দটো পৌৰাণিক অৰ্থত ব্যৱহাৰ কৰিছে?

† উপনিষদেও এই কথা কয়—
"মনোদৃশ্যমিদং দ্বৈতং যৎকিঞ্চিৎ সচৰাচৰম্"।

আকাশাদিৰ বিষয় আগেযে কোৱা হল। এতিয়া ইন্দ্রিবাদিও যে ব্রহ্মৰ সৃষ্টি, এই পাদত তাকে বুজাব।

**তথা প্রাণাঃ। ২।৫।১**

আকাশাদি যেনেকৈ ব্রহ্মৰ পৰা উৎপন্ন হল, সেইদৰে [তথা] প্রাণ আৰু ইন্দ্রিযবোৰো [প্রাণাঃ] হল।

শ্রুতি যথা —এতস্মাজ্জায়তে প্রাণো মনঃ সর্ব্বেন্দ্রিযাণি চ খং বায়ুর্জ্যোতিঃ ইত্যাদি। [মুঃ উপনিষৎ]

**গৌণী, অসম্ভবাৎ। ২।৪।২**

কিন্তু কোনো কোনো শ্রুতিত উৎপত্তি-প্রকৰণত প্রাণৰ উল্লেখ কৰা নাই। আকৌ কোনো কোনো শ্রুতিত কৈছে যে "প্রাণ সৃষ্টিৰ আদিতো বর্ত্তমান আছিল" [তৈঃ ২।৭] এনেবোৰ কাৰণত আমি কব পাৰো যে মুণ্ডক উপনিষদৰ উপৰুক্ত বাক্য গৌণ—অর্থাৎ "প্রাণৰ সৃষ্টি হোৱাই নাছিল, কিন্তু সৃষ্ট হল যেন বোধ হয়। এনে গৌণ অর্থ কৰিলে সকলো শ্রুতিৰ সামঞ্জস্য হয়।

আমাৰ এনে সন্দেহৰ উত্তৰত কৈছে যে গৌণ অর্থ অসম্ভব [গৌণী অসম্ভবাৎ] কাৰণ সেই শ্রুতিত কৈছে যে ব্রহ্মক জানিলে সকলো জনা হয়। প্রণাদি যদি ব্রহ্মৰ পৰা উৎপন্ন হোৱা নাই, তেন্তে ব্রহ্মক জানিলেও প্রণাদিক জনা নহব, অতএব প্রতিজ্ঞাৰ হানি হব। সঁচা, কোনো শ্রুতি মতে প্রাণ সৃষ্টিৰ আগত বর্ত্তমান আছিল। কিন্তু সেই শ্রুতিতে আকৌ কৈছে যে জগতৰ মূল কাৰণটি "প্রাণ নহয়, মন নহয়, সি অক্ষৰতকৈ শ্রেষ্ঠ।" [মুঃ ২।১।২] "অক্ষৰ" শব্দৰ অর্থ—যাৰ 'ক্ষয়' বা বিনাশ নাই; এই অক্ষৰেই হিৰণ্যগর্ভ বা প্রাণ। খণ্ড প্রলয়ত হিৰণ্যগর্ভৰ বিনাশ নাই, মহাপ্রলয়তহে ব্রহ্মত লীন হয়। এই হিৰণ্যগর্ভক লক্ষ্য কৰি শ্রুতিয়ে কৈছে যে প্রাণ সৃষ্টিৰ আদিত বর্ত্তমান আছিল।

**তৎ প্রাক্ শ্রুতেঃ। ২।৪।৩**

ওপৰৰ "এতস্মাৎ জায়তে প্রাণঃ ইত্যাদি" শ্রুতি-বাক্যত "জায়তে" শব্দটো [তৎ] প্রথমতে [প্রাক্] আছে; ইয়াৰ পৰাও বুজিব পাৰি যে আকাশ, প্রাণ ইত্যাদি সকলো ব্রহ্মৰ পৰা উৎপন্ন হল।

**তৎ পূর্ব্বকত্বাৎ বাচঃ। ২।৪।৪**

ছান্দোগ্যত কৈছে—"অন্নময়ং হি সৌম্য মনঃ, আপোময়ঃ প্রাণঃ, তেজোময়ী বাক"—অর্থাৎ অন্নৰ (সূক্ষ্ম ক্ষিতি মহাভূতৰ) পৰা মন, অপ (সূক্ষ্ম অপ্ মহাভূতৰ) পৰা প্রাণ, আৰু তেজ (সূক্ষ্ম তেজ মহাভূতৰ) পৰা বাক্ ইন্দ্রিয়ৰ উৎপত্তি হয়। ইয়াৰ পৰা বুজা যায় যে ব্রহ্মাই আগেয়ে সূক্ষ্ম—ভূতবোৰ সৃষ্টি কৰি, প্রাণাদি ইন্দ্রিয়ৰ সৃষ্টি কৰিলে।

ইয়াকে ওপৰৰ সূত্রত কৈছে, যথা —

বাক্ ইন্দ্রিযৰ [বাচঃ] তেজঃ মূলতা [তৎ পূর্ব্বকত্বম্]—ইত্যাদি কথাৰ পৰা বুজা যায় যে ইন্দ্রিয়বোৰো ব্রহ্মাই সৃষ্টি কৰিলে।

**সপ্ত গতেঃ বিশেষিতত্বাৎ চ। ২।৩।৫**

বৃহদাৰণ্যকত কৈছে— "মানুহ মৰিলে, প্রাণৰ লগতে সকলো ইন্দ্রিয়ই দেহৰ পৰা গতি কৰে; মানুহে তেতিয়া নেদেখে, আঘ্রাণ কৰিব নোৱাৰে, ৰসাস্বাদ কৰিব নোৱাৰে, কথা কব নোৱাৰে শুনি নেপায়, মনন কৰিব (ভাবিব) নোৱাৰে আৰু স্পর্শ জ্ঞান নহয়। এই সপ্তবিধ ইন্দ্রিয় বৈকল্য হয়।" তেন্তে মৃতেই সপ্তবিধ গতিৰ কথাহে বিশেষকৈ কৈছে যেতিয়া, ইন্দ্রিয় মৃতেই সাতটা নে কি? ইয়াৰ উত্তৰত কৈছে —

**হস্তাদয়ঃ তু স্থিতে অতঃ ন এবম্। ২।৪।৬**

হস্তৌ বৈগ্রহঃ, দশমে পুৰুষে প্রাণা আত্মৈকাদশ ইত্যাদি বাক্য আছে গুণে ইন্দ্রিয় সপ্ত সংখ্যক নহয় [অতঃ ন এবম্]; ৫ কর্ম্মেন্দ্রিয়, ৫ জ্ঞানেন্দ্রিয় আৰু মন—এই ১১টা ইন্দ্রিয়।

**অণবঃ চ। ২।৪।৭**

এই ইন্দ্রিযবোৰ অণু। অণু মানে কিন্তু পৰমাণুৰ নিচিনা সূক্ষ্ম নহয়; তেনে হোৱা হলে ইইতে সর্ব্ব-শৰীৰ ব্যাপী কার্য্য কৰিব নোৱাৰিলেহেঁতেন। অথচ ইইত ব্যাপীও নহয়, হোৱাহলে আমি ইয়াতে বহি সকলো জগতৰ সকলো বস্তু দেখিলোহেঁতেন। তেন্তে ইইত কি? শ্রুতিয়ে কয় যে ইইতে অতি সূক্ষ্ম শক্তি আৰু ইইতৰ প্রসাৰ বা কার্য্যকৰী ব্যাপ্তিৰ সীমা আছে। যোগ শাস্ত্রই কয় যে অভ্যাস আৰু সাধনাৰ দ্বাৰা এই গণ্ডী (বা কার্য্যকৰী ব্যাপ্তি) মানুহে অতিক্রম কৰিব পাৰে।

বিজ্ঞানে কয় (আৰু কাৰ্য্যতঃ দেখুৱাইছে) যে কৌশল বা যন্ত্ৰৰ দ্বাৰা এই গণ্ডী বা সীমা আমি বহলাই নিব পাৰো।

**শ্ৰেষ্ঠশ্চ। ২।৪।৮**

মুখ্য প্ৰাণ জ্যেষ্ঠ আৰু শ্ৰেষ্ঠ। এই প্ৰাণো ব্ৰহ্মৰ পৰা উৎপন্ন হৈছে।

**ন বায়ু-ক্ৰিয়ে—পৃথক্ উপদেশাৎ। ২।৪।৯**

এই মুখ্য প্ৰাণ ভৌতিক বায়ুও নহয় বা ইন্দ্ৰিয় বোৰৰ সাধাৰণ ক্ৰিয়াও নহয় [ন বায়ু-ক্ৰিয়ে] কাৰণ শ্ৰুতিয়ে ইয়াক পৃথক কৰি দেখুৱাইছে [পৃথক উপদেশাৎ প্ৰাণৰ কাৰ্য্যত (শ্বাস প্ৰশ্বাস আদিত) আন কোনো ইন্দ্ৰিযই সহায় কৰিব নেলাগে। কিন্তু প্ৰাণ নহলে কোনো ইন্দ্ৰিযই কাম কৰিব নোৱাৰে। এই প্ৰাণৰ শক্তি পানীৰ পৰা লব্ধ (ছাঃ ৬।৫) আৰু ই বায়ুও। ইযাক ভৌতিক বায়ুও বুলিব নোৱাৰি অথচ ইযাক বায়ুৰ পৰা একেবাৰে স্বতন্ত্ৰও বুলিব নোৱাৰি।

**চক্ষুঃ আদিবৎ তুত সহশিষ্টি আদিভ্যঃ। ২।৪।১০**

উপনিষদত প্ৰাণ আৰু চক্ষুৰাদি ইন্দ্ৰিয়বোৰৰ কথা একেলগে বৰ্ণনা কৰিছে। এই বাবে আৰু অন্য কাৰণেও [তৎ সহশিষ্টি আদিভ্যঃ] বুজিব পাৰি যে প্ৰাণো চক্ষুৰাদি ইন্দ্ৰিযৰ দৰে [চক্ষুঃ আদিবৎ] জীৱৰ ভোগৰ উপকৰণ মাত্ৰ। ইইত সংহত অচেতন পদাৰ্থ। সংহত অচেতন পদাৰ্থ হলেই বুজিব লাগে যে সিইত লোকৰ ভোগোপকৰণ মাত্ৰ। [সাংখ্য দৰ্শন — যথা সংঘাত পৰাৰ্থত্বাৎ—সাংখ্য ১৭ কাৰিকা]

**অকৰণত্বাৎ ন দোষঃ তথা হি দৰ্শয়তি। ২।৪।১১**

ইন্দ্ৰিয়বোৰৰ প্ৰত্যেকৰ নিৰ্দ্দিষ্ট কাম আছে, কিন্তু প্ৰাণো যদি জীৱৰ ভোগোপকৰণ মাত্ৰ, যেন্তে প্ৰাণৰ কাম কি? একাদশ ইন্দ্ৰিযৰ দ্বাৰা জীৱই সকলো ভোগ কৰিব পাৰে; ইয়াৰ অতিৰিক্ত আৰু কি বিষয় হব পাৰে, যাক ভোগ কৰিবলৈ, এটা প্ৰাণৰ আবশ্যক হয়? বৰং আমাৰ দেখাতে এনে হে অনুমান হয় যে প্ৰাণ জীৱাতিৰিক্ত স্বতন্ত্ৰ পদাৰ্থ নহয়—প্ৰাণেই জীৱ।

এনেবোৰ সন্দেহৰ উত্তৰত ওপৰত সূত্ৰটি দিছে। প্ৰাণ যে নিৰ্দ্দিষ্ট কোনো বিশেষ ভোগৰ বাবে ইন্দ্ৰিয় [কৰণ] নহয় সেইটো একো দোষৰ কথা নহয় [অ-কৰণ—ত্বাৎ ন দোষঃ] শ্ৰুতিয়ে সেই দৰেই কৈছে [তথাহি দৰ্শয়তি] মানুহৰ শৰীৰ ভোগৰ সহায়ক, শৰীৰ নহলে ভোগ নহয়; কিন্তু শৰীৰৰ নিৰ্দ্দিষ্ট বিষয় একো নাই। সেইদৰে প্ৰাণৰ নিৰ্দ্দিষ্ট বিষয় নহলেও, ই ভোগৰ উপকৰণ। ইয়াৰ এটা কাৰ্য্য এই যে ই স্থূল শৰীৰ আৰু সূক্ষ্ম শৰীৰক লগ লগাই ৰাখে।

**পঞ্চ বৃত্তিঃ মনোবৎ ব্যপদিশ্যতে। ২।৪।১২**

মনৰ যেনেকৈ সঙ্কল্প, বিকল্প আদি একাধিক বৃত্তি আছে প্ৰাণৰো সেই দৰেই প্ৰাণ, অপান আদি পঞ্চবৃত্তি আছে। এই কথা শ্ৰুতিযে নিৰ্দ্দেশ কৰিছে [ব্যপদিশ্যতে]

[সাংখ্য-দৰ্শনৰ ২৯ কাৰিকাৰ ব্যাখ্যা চাওক]

**অণুশ্চ ২।৪।১৩**

প্ৰাণ সূক্ষ্ম শক্তি (ওপৰৰ ৭ সূত্ৰ চাওক)

**জ্যোতিৰাদি অধিষ্ঠানং তু তদামননাৎ ২।৪।১৪**

কিন্তু [তু] অগ্নি বায়ু আদি দেৱতাৰ অধিষ্ঠান বা অধ্যক্ষতা হলেহে [জ্যোতিৰাদি অধিষ্ঠানং] ইন্দ্ৰিয়বোৰে কাম কৰিব পাৰে। শ্ৰুতিযে এইদৰে কয় [তদামননাৎ] শ্ৰুতি যথাঃ "অগ্নিৰ্ব্বাগ্‌ভূত্বা মুখং প্ৰাবিশৎ" ইত্যাদি [ঐঃ ২৪]

**প্ৰাণবতা শব্দাৎ। ২।৪।১৫**

শ্ৰুতিৰ পৰা [শব্দাৎ] আৰু জনা যায় যে ইন্দ্ৰিয়ৰ সম্বন্ধ জীৱৰ সৈতেহে [প্ৰাণবতা], অধিষ্ঠাতৃ দেবতাৰ সৈতে নহয়। ইন্দ্ৰিয়বোৰ জীৱৰ ভোগৰ বাবে, দেৱতাৰ ভোগৰ বাবে নহয়। সূৰ্য্যৰ পোহৰ নহলে চকুৱে নেদেখে, কিন্তু সৌন্দৰ্য্য-উপলব্ধিৰ আনন্দ জীৱৰ হে, সূৰ্য্যৰ নহয়। যি শক্তি বাহিৰত অগ্নি আদিৰূপে প্ৰকাশ হয়, সেই শক্তিয়েই ভিতৰত জীৱৰ ইন্দ্ৰিয়বোৰক শক্তিমান কৰে।

**তস্য চ নিত্যত্বাৎ। ২।৪।১৬**

ভোগ যে জীৱৰ হে হয়, অধিষ্ঠাতৃ দেৱতাৰ নহয়, তাৰ আৰু এটা কাৰণ এই যে ইন্দ্ৰিয়বোৰ জীৱৰ লগত হে নিত্য-সম্বন্ধ, দেৱতাৰ লগত নহয়। কাৰ্য্যকালত দেবতাই ইন্দ্ৰিয়ক সহায় কৰে। কাৰ্য্য হৈ গলে, দেৱতাৰ লগত ইন্দ্ৰিয়ৰ সম্বন্ধ নেথাকে, কিন্তু জীৱৰ শৰীৰৰ লগত ইন্দ্ৰিয়ৰ সম্বন্ধ সদায় আছে।

**তে ইন্দ্ৰিয়াণি, তদ্ব্যপদেশাৎ, অন্যত্ৰ শ্ৰেষ্ঠাৎ। ২।৪।১৭**

প্ৰশ্ন হব পাৰে যে ইন্দ্ৰিয়বোৰ মুখ্য প্ৰাণৰ অৱস্থান্তৰ নে কি? ওপৰৰ সূত্ৰত কৈছে যে সেইদৰে নহয় — মুখ্য প্ৰাণৰ বাহিৰে [শ্ৰেষ্ঠাৎ অন্যত্ৰ] সেই ১১টা [তে] মুখ্য প্ৰাণৰ বিভিন্ন বৃত্তি

নহয়,সিঁহত ইন্দ্ৰিয় হে [ ইন্দ্ৰিয়াণি]—শ্ৰুতিয়ে সেইদৰে কৈছে [তদ্ব্যপদেশাৎ]।

**ভেদশ্ৰুতেঃ ২।৪।১৮**

শ্ৰুতিত প্ৰাণ আৰু ইন্দ্ৰিয়ৰ ভেদ দেখুৱাইছে।

**বৈলক্ষণ্যাৎ চ। ২।৪।১৯**

মুখ্য প্ৰাণ আৰু ইন্দ্ৰিয়ৰ ক্ৰিয়াৰ বৈল্যক্ষণ্য বা পাৰ্থক্যৰ পৰাও বুজিব পাৰি যে ইহঁত একে শক্তিৰ বিভিন্ন অৱস্থা নহয়। সুষুপ্তিত ইন্দ্ৰিয়ৰ ক্ৰিয়া নেথাকে, কিন্তু প্ৰাণ-ক্ৰিয়া থাকে। এটা বা দুটা ইন্দ্ৰিয় নহলেও [যেনে কণা মানুহৰ] প্ৰাণৰ একো হানি নহয়। ইন্দ্ৰিয়ই ৰূপ ৰসাদি বিষয় গ্ৰহণ কৰে, প্ৰাণে নকৰে। কিন্তু প্ৰাণ নহলে, কোনো ইন্দ্ৰিয়ৰ ক্ৰিয়া নহয়। সকলো ইন্দ্ৰিয় প্ৰাণৰ অধীন। এইবাবেই ইন্দ্ৰিয়বোৰকো প্ৰাণ বোলা হয়।

সৃষ্টি প্ৰসঙ্গত শ্ৰুতিয়ে কৈছে যে ঈশ্বৰে প্ৰথমতে সূক্ষ্ম পঞ্চ মহাভূত সৃষ্টি কৰিলে। এই সূক্ষ্ম শক্তিৰে ইন্দ্ৰিয় প্ৰাণ আৰু অন্তঃকৰণৰ সৃষ্টি হ'ল। তাৰ পাছত সেই মহাভূত সূক্ষ্মক মিলাই স্থুল বা পঞ্চীকৃত * কৰি বাহিৰৰ সকলো পদাৰ্থ সৃষ্টি কৰিলে। এই দৰেই এই জগতত অন্তঃকৰণ জাতীয় সূক্ষ্ম শক্তি (অৰ্থাৎ ভাবৰ) বাহিৰে আৰু কোনো পদাৰ্থ নাই। সেয়ে স্থুল হৈ বহিৰ্জগত আৰু তাৰ সকলো পদাৰ্থ হৈছে। ভাবো হি ভৱকাৰণম্।

এতিয়া প্ৰশ্ন হল যে এই ত্ৰিবৃৎ কৰণ বা পঞ্চীকৰণ প্ৰক্ৰিয়াটি কাৰ কাৰ্য্য। ভূত সূক্ষ্ম নিজ স্বভাৱতে নিজে স্থুল হল, নে জীৱই স্থুল কৰিলে? ইয়াৰ উত্তৰত তলৰ সূত্ৰত কৈছে যে ঈশ্বৰেহে সিঁহতক ত্ৰিবৃৎ কৰিলে —

**সংজ্ঞা-মূৰ্ত্তিক্লৃপ্তিঃ তুত্ৰিবৃৎ কুৰ্ব্বতঃ উপদেশাৎ। ২।৪।২০**

নাম আৰু ৰূপৰ ভেদ কল্পনা বা সৃষ্টি [সংজ্ঞা-মূৰ্ত্তি-ক্লৃপ্তিঃ] যি জনে ত্ৰিবৃৎ কৰিলে তেওঁৰ [ত্ৰিবৃৎ কুৰ্ব্বতঃ] কাৰ্য্য। শ্ৰুতিয়ে এইদৰে কৈছে [উপদেশাৎ] ব্ৰহ্মাই নাম [সংজ্ঞা] আৰু ৰূপ [মূৰ্ত্তি] কল্পনা কৰি জগৎ প্ৰকাশ কৰিলে আৰু ত্ৰিবৃৎকৰণো কৰিলে। ব্ৰহ্মৰ শক্তিৰে শক্তিমান নহলে সূক্ষ্ম মহাভূতে "ত্ৰিবৃৎকৃত" হব নোৱাৰে।

**মাংসাদি ভৌমম্ যথা শব্দম্ ইতৰয়োঃ চ ২।৪।২১**

মাংসাদি পদাৰ্থ ত্ৰিবৃৎকৃত মৃত্তিকাৰ বিকাৰ [ভৌমম্] ই দুটাৰ [ইতৰয়োঃ]—অৰ্থাৎ অপ্ আৰু তেজসৰ বিষয় শ্ৰুতিয়ে যেনেকৈ কৈছে যেনে [যথা শব্দম্] যেনে—মূত্ৰ, ৰক্ত, আদি বস্তু ত্ৰিবৃৎকৃত অপ্ বা তাৰ বিকাৰ, অস্থি, মজ্জা বাক্য আদি ত্ৰিবৃৎকৃত তেজ বা তেজসৰ বিকাৰ।

**বৈশেষ্যাৎ তু তদ্বাদঃ তদ্বাদঃ ২।৪।২২**

প্ৰত্যেক ত্ৰিবৃৎকৃত মহাভূতত আনবোৰ মহাভূতৰ অংশ আছে। কিন্তু যি মহাভূতৰ অংশৰ আধিক্য হয়, তাৰ নামেই বিকাৰৰ নাম হয়।

অধ্যায়ৰ শেষৰ "তদ্বাদঃ" শব্দৰ দ্বিৰুক্তি হল।

---

* কি প্ৰণালীৰে পঞ্চীকৃত হয় সেই বিষয় পঞ্চদশীত এইদৰে কৈছে — দ্বিধা বিধায় চৈকৈকং চতুৰ্দ্ধা প্ৰথমং পুনঃ।
স্বস্বেতৰ দ্বিতীয়াংশৈৰ্যোজনাৎ পঞ্চ পঞ্চতে॥
এই প্ৰণালীকে "পঞ্চীকৰণ" বোলে। ছান্দোগ্যত অমূৰ্ত্ত আকাশ আৰু বায়ুক ধৰা নাই, সেই বিভাগ মতে ভূত সূক্ষ্ম মুঠেই তিনটি, তেজ, অপ্ আৰু অন্ন। সেইগুণে ছান্দোগ্যই "পঞ্চীকৰণ" প্ৰক্ৰিয়াক "ত্ৰিবৃৎকৰণ" বোলে।

# ৩য় অধ্যায়

## ১ম পাদ

১ম আৰু ২য় অধ্যায়ত ব্ৰহ্ম যে জগতৰ কাৰণ, জীৱৰ আচল স্বৰূপ, জীৱ আৰু জগতৰ লগত ব্ৰহ্মৰ সম্বন্ধ—ইত্যাদি বিষয়ৰ আলোচনা কৰা হল। এতিয়া এই অধ্যায়ত জীৱৰ সংসাৰ গতি বা জন্মান্তৰৰ কথা কব আৰু তাৰ লগতে ব্ৰহ্মোপাসনাৰ দ্বাৰা জীৱৰ কেনেকৈ মুক্তি হয়, তাকো কব। জন্মান্তৰবাদ ভাৰতীয় দৰ্শনে স্বতঃসিদ্ধ কথা বুলি ধৰি লৈছে। এই বিষয় কোনো যুক্তি বা প্ৰমাণ দিয়া নাই—যেন ই সকলোৰে জনা কথা। জীৱৰ পুৰুষাৰ্থ সাধনৰ নিমিত্তে পৰলোকৰ জ্ঞানৰ আৱশ্যক নাই। বেদান্তত ইয়াৰ উল্লেখ কৰাৰ উদ্দেশ্য,—বৈৰাগ্য উৎপাদন।

**তদন্তৰ প্ৰতিপত্তৌ ৰংহতি সম্পৰিষক্তঃ প্ৰশ্ন নিৰূপণাভ্যাম্। ৩।১।১**

জীৱই যেতিয়া এই দেহ পৰিত্যাগ কৰি, দেহান্তৰ গ্ৰহণ কৰিবৰ উদ্দেশ্যে [তদন্তৰ প্ৰতিপত্তৌ] যায় [ৰংহতি] তেতিয়া এই দেহৰ ভূত সূক্ষ্মবোৰ লৈ যায় [সম্পৰিস্বক্তঃ], এই কথা ছান্দোগণ প্ৰবাহণ-শ্বেতকেতু উপাখ্যানৰ প্ৰশ্নোত্তৰ বোৰৰ পৰা [প্ৰশ্ন নিৰূপণাভ্যাম] জনা যায়। প্ৰবাহণ ৰজাই শ্বেতকেতুক সুধিলে —

"পঞ্চম আহুতিত অপ্ কেনেকৈ পুৰুষৰূপে পৰিণত হয়, তুমি জানানে?"

"পঞ্চাগ্নি বিদ্যা কি তুমি জানা নে?"

শ্বেতকেতুৱে নেজানে। ৰজাই নিজে উত্তৰ দিলে—"দ্যুলোক মেঘ, পৃথিবী, পুৰুষ আৰু স্ত্ৰী—এই পাঁচোটা যেন অগ্নি, এই পাঁচ অগ্নিত পাঁচ আহুতি দিয়া হয়, যথা, শ্ৰদ্ধা (পানী) সোম (চন্দ্ৰ), বৃষ্টি, অন্ন আৰু ৰেতঃ।"

ইয়াৰ তাৎপৰ্য্য এই যে শ্ৰদ্ধাময় (সূক্ষ্মশৰীৰযুক্ত) জীৱ প্ৰথমতে দ্যুলোকলৈ যায়, তাৰ পাছত চন্দ্ৰ-ময় হৈ মেঘত পৰে, তাৰ পৰা বৃষ্টিময় হৈ পৃথিৱীত প'ৰে, তাৰ পৰা অন্ন-(শস্য)ময় হৈ পুৰুষত পৰে, তাৰ পাছত শুক্ৰ-ময় হৈ স্ত্ৰীৰ গৰ্ভত পৰে। তাৰ পাছত ভ্ৰূণ ৰূপে পৰিণত হৈ জন্ম গ্ৰহণ কৰে। জীৱক শ্ৰদ্ধাময় বুলিছে। ইয়াত শ্ৰদ্ধা মানে পানী।

**ত্ৰ্যাত্মকত্বাৎ তু ভূয়স্ত্বাৎ ৩।১।২**

সূক্ষ্মশৰীৰ, ত্ৰি—আত্মক অৰ্থাৎ অপ্ অগ্নি (তেজ) আৰু মৃত্তিকা—এই তিনি সূক্ষ্ম মহাভূতেৰে নিৰ্ম্মিত কিন্তু [তু] তাত অপ্—অৰ্থাৎ পানী সম্বন্ধীয় সূক্ষ্ম ভূতৰ অংশ বেচি আছে গুণে [ভূযস্ত্বাৎ] তাক শ্ৰদ্ধাময় বোলা হৈছে।

**প্ৰাণগতেঃ চ ৩।১।৩**

ছান্দোগ্যত কৈছে "জীৱই এই দেহত্যাগ কৰিলে, মুখ্য প্ৰাণ আৰু ইন্দ্ৰিযবোৰো জীৱৰ লগে লগে যায়।" নিৰাশ্ৰয প্ৰাণে গমন কৰিব নোৱাৰে। প্ৰাণৰ অবলম্বন সূক্ষ্মভূত। অতএব প্ৰাণ লগে লগে যায় বুলি ক'লে [প্ৰাণগতেঃ] বুজিব লাগে যে সূক্ষ্ম ভূত বোৰো লগে লগে যায়।

**অগ্নি আদি গতি শ্ৰুতেঃ ইতিচেৎ ন ভাক্তত্বাৎ। ৩।১।৪**

বৃহদাৰণ্যকত কৈছে যে "জীৱই যেতিয়া দেহত্যাগ কৰে তেতিয়া তাৰ ইন্দ্ৰিয়বোৰ নিজ নিজ অধিষ্ঠাতৃ দেৱতালৈ যায়, যেনে বাক্ অগ্নিলৈ, প্ৰাণ বায়ুলৈ, ইত্যাদি। তেন্তে প্ৰাণাদি ইন্দ্ৰিয়বোৰ জীৱৰ লগত নেযায়? এনে সন্দেহৰ উত্তৰত কৈছে যে বৃহদাৰণ্যকৰ উক্ত মন্ত্ৰৰ গৌণ অৰ্থ হে হব। শ্ৰুতিয়ে বুজাইছে যে জীৱিত অৱস্থাত অগ্নি প্ৰভৃতি দেৱতাই বাক্ প্ৰভৃতি ইন্দ্ৰিয়ক যেনেকৈ সহায় কৰে, মৃত্যু কালত বা মৃত্যুৰ পাছত সেইদৰে নকৰে। এনে অৰ্থতে সেই শ্ৰুতিয়েই কৈছে যে মৃতকৰ নোমবোৰ ওষধিলৈ (বৌনষধিলৈ) আৰু চুলিবোৰ বনস্পতিলৈ (ডাঙৰ গছলৈ) গমন কৰে। বাস্তৱিক প্ৰাণাদি জীৱৰ লগত নগলে দেহান্তৰ ভোক্তা হব কাৰ? সূক্ষ্ম শৰীৰেই জীৱ; তাৰ পৰা পৃথক হলেতো জীৱৰ মোক্ষই হল; দেহান্তৰ কি হব?

**প্ৰথমে অশ্ৰৱণাৎ—ইতি চেৎ ?**
**নতাঃ এব হি উপপত্তেঃ । ৩।১।৫**

"তস্মিন্ এতস্মিন্ অগ্নৌ দেবাঃ শ্ৰদ্ধা, জুহ্বাতি"— ছান্দোগ্যৰ এই বাক্যত প্ৰথম আহুতি 'শ্ৰদ্ধা' হে। শ্ৰদ্ধা এবিধ মানসিক ভাব। (ভক্তি বা বিশ্বাস) তেন্তে, এই শ্ৰদ্ধাই যে পঞ্চম আহুতি হৈ পুৰুষ হয় এই কথা কেনেকৈ সঙ্গত হয় ?

সোম, বৃষ্টি, অন্ন, ৰেতঃ—এইবোৰক বৰং পানী বা সূক্ষ্ম ত্ৰিবৃৎকৃত অপ্ বুলি ধৰিব পাৰি কিন্তু মানসিক ভাব শ্ৰদ্ধাক কেনেকৈ সূক্ষ্মভূত বা সূক্ষ্ম শৰীৰ বুলিব পাৰি ? এনে সন্দেহৰ উত্তৰ ওপৰৰ সূত্ৰটিত দিছে যথা —

প্ৰঃ— প্ৰথম অগ্নিত [প্ৰথমে] পানীৰ উল্লেখ নথকা বাবে [অশ্ৰৱণাৎ], যদি কওঁ যে শ্ৰদ্ধা মানে পানী বা সূক্ষ্ম শৰীৰ নহয় তেন্তে ?

উঃ— নহয়, সেইদৰে কব নোৱাৰোঁ [ন] কাৰণ [হি] শ্ৰদ্ধা শব্দৰ মানে পানী [তাঃ এব] আৰু সেইদৰে ধৰিলে হে শ্ৰুতিৰ কথা সঙ্গত হব [উপপত্তেঃ] "শ্ৰদ্ধা বা আপঃ"—এইটো প্ৰসিদ্ধ শ্ৰুতিবাক্য।

**অশ্ৰুতত্বাৎ ইতি চেৎ?—ন, ইষ্টআদি কাৰিণাং প্ৰতীতেঃ। ৩।১।৬**

প্ৰঃ— শ্ৰুতিৰ এই প্ৰকৰণত জীৱবাচক শব্দই নাই, সেইবাবে [অশ্ৰুতত্বাৎ] আমি যদি কওঁ যে এইবোৰ কথা জীৱৰ বিষয় কোৱাই নাই, তেন্তে ?

উঃ— নহয় [ন] কাৰণ যদিও তাত জীৱ-বাচক শব্দ নাই,তথাপি ইষ্টপূৰ্ত্তাদি কাম কৰা মানুহৰ [ইষ্টাদিকাৰিণাম্] চন্দ্ৰলোকলৈ যোৱা কথা স্পষ্ট প্ৰতীয়মান হয় [প্ৰতীতেঃ] (ইষ্টকৰ্ম্ম=সাধাৰণৰ উপকাৰাৰ্থে কৰা কৰ্ম্ম, যেনে পুখুৰী উৎসৰ্গ)।

**ভাক্তং বা অনাত্ম বিত্বাৎ—তথাহি দৰ্শয়তি। ৩।১।৭**

ছান্দোগ্যত আছে "এই চন্দ্ৰই দেৱতাসকলৰ অন্ন (ভক্ষ্য), যি চন্দ্ৰলোকলৈ যায়, দেৱতাসকলে তাকো চন্দ্ৰৰ দৰেই আস্বাদন কৰে।" এতিয়া ওপৰৰ সূত্ৰত কৈছে —

ছান্দোগ্যৰ উপৰোক্ত বাক্যটি গৌণ [ভাক্তং] ইয়াৰ আচল অৰ্থ এই যে চন্দ্ৰলোকলৈ যোৱা জীৱই দেৱতাসকলৰ প্ৰীতি উৎপাদন কৰে। যি কেৱল পুণ্য কৰ্ম্ম মাত্ৰ কৰে, যাৰ আত্ম-জ্ঞান হোৱা নাই, সিহে চন্দ্ৰলোকলৈ যায়। আত্ম-জ্ঞান হলে একেবাৰে মুক্তিয়েই হয়। চন্দ্ৰলোকলৈ যোৱা জীৱৰ আত্ম-জ্ঞান হোৱা নাই বাবে [অনাত্মবিত্বাৎ] সি কেৱল দেৱতাসকলৰ প্ৰীতি বৰ্দ্ধন হে কৰে, এই কথা শ্ৰুতিয়ে কৈছে [তথা হি দৰ্শয়তি]।

**কৃতাত্যয়ে অনুশয়বান্ দৃষ্ট-স্মৃতিভ্যাম্ যথেতম্ অনেবম্ চ। ৩।১।৮**

চন্দ্ৰলোকত পুণ্য কৰ্ম্মৰ ফল ভোগ কৰা হলে [কৃতাত্যয়ে] অৱশিষ্ট যি কৰ্ম্ম থাকে তাক লগত লৈ [অনুশয়-বান্] জীৱ ইহলোকলৈ নামি আহে। এই কথা শ্ৰুতি আৰু স্মৃতিৰ পৰা [দৃষ্ট স্মৃতিভ্যাম্] জনা যায়। যি ক্ৰমে জীৱ চন্দ্ৰলোকলৈ গৈছিল। [যথেতম্] সেই ক্ৰমেই নামি আহে; কিন্তু [চ] অলপ বিশেষ আছে [অনেবম্] [অনুশয়=কৰ্ম্মৰ অভুক্ত বা অৱশিষ্ট ভাগ, residue, দৃষ্ট শ্ৰুতি]।

**চৰণাৎ ইতিচেৎ?—ন উপলক্ষণাৰ্থা ইতি কাৰ্ষ্ণাজিনিঃ। ৩।১।৯**

ওপৰত কলে যে চন্দ্ৰলোকৰ পৰা অহা জীৱই, অভুক্ত কৰ্ম্মৰ (অনুশযৰ) ফলত হে সৎ বা অসৎ যোনিত জন্মগ্ৰহণ কৰে। কিন্তু ছান্দোগ্যত আছে সৎ আচৰণৰ ফলতহে সৎ যোনিত জন্ম হয়। তেন্তে আমি যদি কওঁ যে আচৰণৰ ফলতহে সৎ বা অসৎ জন্ম হয় [চৰণাৎ ইতি চেৎ] তেন্তে কি হব ?

এনে প্ৰশ্নৰ উত্তৰত কৈছে যে সেইদৰে কলে নহব [ন] কাৰণ "অনুশয়ক" লক্ষ্য কৰিহে শ্ৰুতিয়ে "চৰণ" শব্দটো ব্যৱহাৰ কৰিছে [উপলক্ষণাৰ্থা]। এই কথা আচাৰ্য্য কাৰ্ষ্ণাজিনিয়ে কৈছে [ইতি কাৰ্ষ্ণাজিনিঃ]।

**আনৰ্থক্যাৎ ইতি চেৎ ? ন তদপেক্ষত্বাৎ। ৩।১।১০**

প্ৰঃ— চৰণ শব্দৰ অৰ্থ আচাৰ, চৰিত্ৰ বা শীল। এই মুখ্য অৰ্থ গ্ৰহণ নকৰি, লাক্ষণিক অৰ্থ গ্ৰহণ কৰিলে, চৰিত্ৰ বিষয়ে শ্ৰুতিৰ সকলো উপদেশ অনৰ্থক হব, সেইবাবে [আনৰ্থক্যাৎ] আমি যদি কওঁ যে চৰণ মানে অনুশয় নহয় তেন্তে ?

উঃ— নহয় [ন], বাস্তৱিক কৰ্ম্ম আৰু চৰিত্ৰ অন্যোন্যাশ্ৰয়া, ভাল কৰ্ম্ম নহলে ভাল চৰিত্ৰ নহয় আকৌ ভাল চৰিত্ৰ নহলে ভাল কৰ্ম্ম কৰিব নোৱাৰে। সেইগুণে [তদপেক্ষত্বাৎ] কৰ্ম্মক চৰিত্ৰ বুলিলে একো ভুল নহয়।

**সুকৃত দুষ্কৃতে এব ইতি তু বাদৰিঃ। ৩।১।১১**

আচাৰ্য্য বাদৰিয়ে কয় যে "চৰণ" শব্দই সৎ আৰু অসৎ—উভয় শ্ৰেণীৰ কৰ্ম্মকে বুজায়।

**অনিষ্টাদি কাৰিণাম্ অপি চ শ্ৰুতম্। ৩।১।১২**

কৌঃ উপনিষদত আছে — "যি এই লোকৰ পৰা যায় সি চন্দ্ৰলোক পায়গৈ"—ইয়াৰ পৰা এনে অৰ্থও কৰিব পাৰি যে পাপাচাৰী পুণ্যকৰ্ম্মা সকলোৰে একে গতি—চন্দ্ৰলোক। এনে সন্দেহ হব পাৰে গুণে তলৰ সূত্ৰটি দিছে —

**সংযমনে তু অনুভূয় ইতৰেষাম্**
**আৰোহ-অবৰোহৌ, তদ্গতি দৰ্শনাৎ। ৩।১।১৩**

যি পুণ্যকৰ্ম্ম নকৰে সেইবোৰ জীৱৰ [ইতৰেষাং] যমলোকলৈ [সংযমনে] গতি হয, তাত যম-যাতনা ভোগ কৰি [অনুভূয] পৃথিবীত আকৌ জন্ম লয। এই দৰে সিহঁতৰ আৰোহণ-অবৰোহণ হৈ থাকে [আৰোহ-অবৰোহ]। শ্ৰুতিয়ে এই গতিয়েই সিহঁতৰ হয বুলি দেখুৱাইছে [তদ্গতি দৰ্শনাৎ]।

**স্মৰন্তি চ। ৩।১।১৪**

স্মৃতিয়েও এইদৰে কয। [মনুসংহিতা ১২শ অধ্যায]

**অপি চ সপ্ত। ৩।১।১৫**

আৰু পুৰাণ কৰ্ত্তা সকলেও ৰৌৰবাদি সপ্ত নৰকৰ উল্লেখ কৰিছে। তাৰ পৰাও বুজিব লাগে যে পাপী চন্দ্ৰলোকলৈ নেযায়, যমলোকলৈ হে যায।

কিন্তু পুৰাণত কয় যে এই সপ্ত নৰকৰ অধ্যক্ষ চিত্ৰগুপ্তহে। ওপৰত ব্ৰহ্মসূত্ৰই কলে যে পাপী জীৱ যমৰ অধীনলৈ হে যায়। এই বিৰোধ কিয় হল। ইয়াৰ উত্তৰত এই সূত্ৰটি দিছে —

**তত্ৰাপি চ তদ্ব্যাপাৰাৎ অবিৰোধঃ। ৩।১।১৬**

ইয়াত একো বিৰোধ নাই [অবিৰোধঃ] কাৰণ সেই নৰক বোৰতো [তত্ৰাপি চ] যমৰ হে অধিকাৰ [তদ্ব্যাপাৰাৎ]।

যম ৰজা, চিত্ৰগুপ্ত তেওঁৰ কৰ্ম্মচাৰী।

শ্ৰুতিত আছে যে যজ্ঞাদি পুণ্য কৰ্ম্ম আচৰণ কৰি মানুহ পিতৃযান পথে চন্দ্ৰলোকলৈ যায়, আৰু যি জ্ঞান সাধন কৰে তেওঁ দেবযান পথে ব্ৰহ্মলোকলৈ যায়। তাৰ বাহিৰে আমি আৰু পালো যে পাপী জীৱই ইহলোক আৰু যমলোকৰ মাজত অহা-যোৱা কৰি থাকে। কিন্তু ইয়াৰ বাহিৰেও, শ্ৰুতিয়ে কৈছে যে ক্ষুদ্ৰ প্ৰাণীবোৰৰ (ডাঁহ, মহ পৰুৱা ইত্যাদিৰ) চন্দ্ৰলোক বা, যমলোকলৈ গতি নহয়। সিহঁত ইয়াতে মৰে আৰু ওপজে—জায়স্ব, ম্ৰিয়স্ব। এইটো পুনঃ পুনঃ জন্ম-মৰণ-যুক্ত তৃতীয় স্থান। এই শ্ৰেণীৰ জীৱৰ কথা তলৰ সূত্ৰ বোৰত কৈছে —

**বিদ্যা-কৰ্ম্মণোঃ ইতি তু প্ৰকৃতত্বাৎ। ৩।১।১৭**

শ্ৰুতিৰ আলোচ্য বিষয়ৰ পৰা [প্ৰকৃতত্বাৎ] বুজি যে জ্ঞান আৰু পুণ্য কৰ্ম্মৰ [বিদ্যাকৰ্ম্মণোঃ] পথ দেবযান আৰু পিতৃযান। ওপৰত যে পঞ্চ আহুতিৰ কথা কোৱা হল সেইটো এই শ্ৰেণীৰ জীৱৰ হে।

**ন তৃতীয়ে তথা উপলব্ধেঃ। ৩।১।১৮**

ইয়াৰ বাহিৰে শ্ৰুতিয়ে যি তৃতীয় স্থানৰ উল্লেখ কৰিছে—জায়স্ব, ম্ৰিয়স্ব ইতি—সেই স্থানত [তৃতীয়ে] পঞ্চ আহুতিৰ আৱশ্যক নাই [ন]। শ্ৰুতিয়ে সেইদৰে কৈছে [তথা] আৰু মানুহে সেইটো বুজিবও পাৰে [উপলব্ধেঃ]।

**স্মৰ্য্যতে অপি চ লোকে। ৩।১।১৯**

স্মৃতি শাস্ত্ৰত পোৱা যায যে জীৱৰ জন্ম হবলৈ সদায় পঞ্চ আহুতিৰ আৱশ্যক নহয়। যথা, দ্ৰোণাচাৰ্য্যৰ পঞ্চম আহুতি (মাতৃগৰ্ভত স্থিতি) নাছিল। ধৃষ্টদ্যুম্নৰ চতুৰ্থ আৰু পঞ্চম আহুতি (ৰেতঃ আৰু মাতৃগৰ্ভত স্থিতি) নাছিল।

**দৰ্শনাৎ চ। ৩।১।২০**

দেখাও যায় যে আটাইবোৰ জীৱৰ পঞ্চ আহুতি নাই। স্বেদজ আৰু উদ্ভিজ্জৰ স্ত্ৰী-পুৰুষ সংযোগ নাই।

**তৃতীয় শব্দ অবৰোধঃ সংশোকজস্য। ৩।১।২১**

প্ৰাণী ৪ বিধ — জৰায়ুজ, অণ্ডজ, উদ্ভিজ্জ আৰু স্বেদজ। ইয়াৰ ভিতৰৰ স্বেদজ প্ৰাণীক [সংশোকজস্য] তৃতীয় বিধৰ, অৰ্থাৎ উদ্ভিজ্জৰ অন্তৰ্গত বুলি ধৰা হয় [তৃতীয় শব্দ অবৰোধঃ]।

ওপৰত কোৱা হল যে চন্দ্ৰলোকৰ পৰা নামি আহোঁতে জীৱই দ্যুলোক, মেঘ, পৃথিবী আৰু স্ত্ৰী—এই পঞ্চ-অগ্নিত পঞ্চ-আহুতি দিহে জন্মগ্ৰহণ কৰিব পাৰে। শ্ৰুতিয়ে কৈছে যে জীৱই প্ৰথমতে চন্দ্ৰৰ পৰা আকাশলৈ, আকাশৰ পৰা বায়ুলৈ, বায়ুৰ পৰা ধুম ইত্যাদি ক্ৰমে নামি আহি পৃথিবীত পৰে। কেনেকৈ নামি আহে? জীৱ আকাশ, বায়ু আদি ৰূপে পৰিণাম পায়, নাইবা আকাশ আদিত ওলমি থাকে।

এনে সন্দেহৰ উত্তৰত কৈছে —

**স্বাভাব্যাপত্তিঃ উপপত্তেঃ। ৩।১।২২**

জীৱই আকাশাদিৰ সাদৃশ্য মাত্ৰ পায় [স্বাভাব্যাপত্তিঃ] সেইটোহে যুক্তিসিদ্ধ কথা [উপপত্তেঃ]।

## ন অতি-চিৰেণ বিশেষাৎ। ৩।১।২৩

আকাশ, বায়ু, অভ্ৰ, ধুম, বৃষ্টি—এই অৱস্থাবোৰ অতিক্ৰম কৰি জীৱই শস্যত সংশ্লিষ্ট হৈ পুৰুষৰ ৰেতঃ হৈ মাতৃগৰ্ভত স্থান পায়গৈ।

শ্ৰুতিয়ে কৈছে যে ব্ৰীহি বা শস্যৰ পৰা বাহিৰ হৈ অহাত জীৱৰ বিলম্ব হয় [ছা ৫।১০।৬] এই বিশেষ উক্তিৰ পৰা [বিশেষাৎ] বুজা যায় যে ইবোৰ অৱস্থাৰ পৰা ওলোৱা সহজ আৰু তাত বিলম্ব নহয় [ন অতি চিৰেণ]।

আমি ওপৰত কৈ আহিছো যে আমাৰ শাস্ত্ৰ মতে প্ৰত্যেক তৃণ এডালেই একোটা জীৱ। এতিয়া তেন্তে প্ৰশ্ন হল যে চন্দ্ৰলোকৰ পৰা নামি অহা জীৱই ব্ৰীহি আদি শস্য হৈ নতুন জন্ম লাভ কৰে নেকি? আৰু যদি সেয়ে হয় সেই শস্যৰ সুখ দুখ ভোগ কৰেনে কি? সেই শস্য কাটি আনিলে বা খুন্দিলে সেই জীৱই দুখ পাবনে কি? এনেবোৰ প্ৰশ্নৰ উত্তৰত কৈছে যে নামি অহা জীৱ শস্যাদিত সংশ্লিষ্ট মাত্ৰ হয—সেই শস্য অন্য জীৱৰ শৰীৰ—সেই শৰীৰাভিমানী জীৱই হে শস্য কটা খুন্দা দুখ ভোগ কৰে। নামি অহা সংশ্লিষ্ট জীৱৰ একো নাই, যথা—

## অন্যাধিষ্ঠিতে পূৰ্ব্ববৎ অভিলাপাৎ। ৩।১।২৪

অন্য জীৱৰ অধিষ্ঠিত ধান্যাদিত [অন্যাধিষ্ঠিতে] চন্দ্ৰলোকৰ পৰা অহা জীৱৰ মুখ্য জন্ম নহয়। আগৰ বায়ু আদি অৱস্থাত যেনে আছিল, সেই দৰেই (পূৰ্ব্ববৎ) ধান্যাদিত সংশ্লিষ্ট হৈ থাকে। এইদৰে শ্ৰুতিয়ে কৈছে (অভিলাপাৎ)।

## অশুদ্ধম্ ইতি চেৎ—ন শব্দাৎ। ৩।১।২৫

প্ৰঃ— চন্দ্ৰলোকলৈ যজ্ঞ কৰিহে জীৱ গৈছিল। সেই যজ্ঞত পশুহিংসাদি পাপ আছিল। সেই অবিশুদ্ধিৰ বাবেই জীৱই ধান্যাদি মুখ্য জন্মলাভ কৰে বুলি কব নোৱাৰো নে?

উঃ— নোৱাৰো, যজ্ঞাদি কৰ্ম্মত পশুহিংসাদি পাপ নহয়, কাৰণ শাস্ত্ৰই তাক বিধান কৰিছে। কোনটো পাপ, কোনটো পুণ্য—এইবোৰ কথা যুক্তিৰে বা মনেৰে ভাবি ঠিক নহয়। একে কামেই, এখন দেশত, এসময়ত আৰু এটা কাৰণত, পাপ বুলি গণ্য হব পাৰে, কিন্তু ঠিক সেই কামেই আন এখন দেশত, আন আন সময়ত বা আন কাৰণত পুণ্য বুলি গণ্য হয়।

পাপ-পুণ্যৰ বিচাৰ শাস্ত্ৰৰ বচনেৰেহে কৰিব লাগে। শাস্ত্ৰই যি বিধান দিয়ে, সেয়ে পুণ্য, শাস্ত্ৰই যি নিষেধ কৰে সেয়ে পাপ।

## ৰেতঃ সিক্ যোগঃ অথ। ৩।১।২৬

ধান্যাদিত সংশ্লিষ্ট হোৱাৰ পাছত [অথ] ৰেতঃ সিক্ত কৰা জনৰ গাত (অৰ্থাৎ বাপেকৰ শৰীৰত) জীৱৰ যোগ হয় [ৰেতঃ সিক যোগঃ]।

## যোনেঃ শৰীৰম্। ৩।১।২৭

যোনি আশ্ৰয় কৰি জীৱই ভোগায়তন শৰীৰ লাভ কৰে।

# ৩য় অধ্যায়

## ২য় পাদ

জীৱৰ স্বৰূপ, মৃত্যু অৱস্থা আৰু পুনঃ দেহপ্ৰাপ্তি ইত্যাদি কথা কৈ এতিয়া এই পাদত জীৱৰ জাগ্ৰত স্বপ্ন আৰু সুষুপ্তি অৱস্থাৰ বৰ্ণনা কৰিছে। প্ৰথম দুই সূত্ৰত প্ৰশ্ন কৰিছে যে স্বপ্নৰ সৃষ্টি সত্য নে। পাছৰ সূত্ৰত সেই প্ৰশ্নৰ উত্তৰ দিছে।

## সন্ধ্যে সৃষ্টিঃ আহ হি। ৩।২।১

(সন্ধ্যে=জাগ্ৰত, আৰু সুষুপ্তিৰ সন্ধিস্থলত অৰ্থাৎ স্বপ্নত) স্বপ্নত [সন্ধ্যে] সত্য সৃষ্টি হয়, কাৰণ নেকি? শ্ৰুতিয়ে সেখোন সেইদৰেই কৈছে [আহ]।

**নির্ম্মিতাৰং চ একে পুত্রাদয়শ্চ। ৩৷২৷২**

আৰু [চ] কোনো কোনো শাখাত [একে] জীৱক কাম্য বস্তুৰ স্ৰষ্টা [নিৰ্ম্মিতাৰং] বুলিছে আৰু পুত্ৰাদিক কাম্য বস্তু বুলিছে।

তেন্তে স্বপ্নৰ সৃষ্টি সত্য নে কি? ইয়াৰ সৃষ্টিকৰ্ত্তা কোন, জীৱ নে পৰমেশ্বৰ? এয়ে আমাৰ প্ৰশ্ন। ইয়াৰ উত্তৰ এই —

**মায়ামাত্রং তু কাৰ্ৎস্নেন—অনভিব্যক্ত স্বৰূপত্বাৎ। ৩৷২৷৩**

১। স্বপ্নদৃষ্ট পদাৰ্থবোৰ কেৱল মাত্ৰ মায়া [মায়ামাত্ৰং] কাৰণ জাগতিক পদাৰ্থৰ যি স্বভাৱ, সেই স্বভাৱ স্বপ্নদৃষ্ট পদাৰ্থত সম্পূৰ্ণৰূপে [কাৰ্ৎস্নেন] অভিব্যক্ত নহয় [অনভিব্যক্ত স্বৰূপত্বাৎ]। আমাৰ বিষয় জ্ঞান কেনেকৈ হয়। আমাৰ মনত সকলো ভাব সংস্কাৰৰূপে আছে। আমাৰ সেই ভাবৰ লগত মিলিলে হে কোনো কথা আমি বুজো—নিমিলে মানে সেই বস্তুৰ, আমাৰ মানত, কোনো সত্যতা নাই। দিক্ আৰু কালত জোৰা লগাব-নোৱাৰিলে আমি কোনো সত্য উপলব্ধি কৰিব নোৱাৰোঁ।

সমাজিকত দেখা ঘটনাবোৰৰ আমাৰ সংস্কাৰস্থ ভাবে সৈতে সামঞ্জস্য নাই। এটা স্বপ্ন মাথোন ৫ মিনিট দেখিলো, ভাবিলো ৫ বছৰ হৈ গল। সপোন দেখিলোঁ ইযাত, আৰু সপোনত গলোঁ বিলাতলৈ। বিলাতত থাকোতেই সাৰ পালোঁ আৰু জানিলোঁ ঘৰৰ ভিতৰত শুই আছো। সমাজিকৰ ঘটনাবোৰ তো আমাৰ দিক্কালৰ ভাবত জোৰা নাখাযেই, তাৰ বাহিৰেও, কেতিয়াবা এনে অসংলগ্ন কথা দেখো যে সেইবোৰ আমাৰ সংস্কাৰস্থ জগদ্-ভাবৰ লগত নিমিলে আৰু সেইবাবে তাক আমি পাছত কথাৰে প্ৰকাশ কৰিবও নোৱাৰো আৰু কি দেখিলোঁ, নিজে বুজিব নোৱাৰোঁ। অতএব স্বপ্নদৃষ্ট পদাৰ্থবোৰ মায়া বা ইন্দ্ৰজাল।

২। শঙ্কৰাচাৰ্যাই এই সূত্ৰটি ওপৰত লিখা দৰেই ব্যাখ্যা কৰিছে। আন আচাৰ্য্যসকলে এই সূত্ৰৰ অৰ্থ অন্যভাবে কৰিছে। তেওঁবিলাকৰ মতে মায়া মানে—ন সৰ্ব্বাংশেন সত্যং, ন সৰ্ব্বাংশেন অসত্যং মায়া শব্দ আশ্চৰ্যবাচী। তেওঁবিলাকৰ মতে "স্বপ্নদৃষ্ট বস্তুৰ সৃষ্টিকৰ্ত্তা জীৱ নহয়, এই সৃষ্টি অত্যন্ত আশ্চৰ্য্য; এনে আশ্চৰ্য্য সৃষ্টি জীৱেই কৰিব নোৱাৰে; কাৰণ জীৱৰ সত্য সঙ্কল্পাদি ধৰ্ম্ম, অজ্ঞান থাকেমানে, প্ৰকাশ নহয় [অনভিব্যক্ত স্বৰূপত্বাৎ]।"

এই অৰ্থ তলৰ আৰু ওপৰৰ সূত্ৰৰ লগত মিলে।

**সূচকঃ চ হি শ্ৰুতেঃ আচক্ষতেঃ চ তদ্বিদঃ। ৩৷২৷৪**

স্বপ্ন ভবিষ্যৎ শুভাশুভৰ সূচক [সূচকঃ] কাৰণ [হি] শ্ৰুতিযে সেইদৰে কয় [শ্ৰুতেঃ] আৰু স্বপ্নতত্ত্ববিৎ পণ্ডিতসকলেও [তদ্বিদঃ] সেইদৰে কয় [আচক্ষতেঃ]। এনে আশ্চৰ্য্য শুভাশুভ-সূচক সৃষ্টি জীৱৰ কাৰ্য্য নহয়। ই ঈশ্বৰৰ সৃষ্টি।

**পৰাভিধ্যানাৎ তু তিৰোহিতম্ ততঃ হি অস্য বন্ধবিপৰ্য্যযৌ। ৩৷২৷৫**

জীৱৰ নিৰ্ম্মাণ-যোগ্য সত্য সঙ্কল্পাদি শক্তি বন্ধাৱস্থাত তিৰোহিত থাকে [তিৰোহিতং], কিন্তু ঈশ্বৰ আৰাধনাৰ দ্বাৰা [পৰাভিধ্যানাৎ] সেই অবিদ্যাৰ আৱৰণ ছিন্ন হলে জীৱৰ অষ্টৈশ্বৰ্য্য আপোনা-আপুনি প্ৰকাশ হয়, তাৰ আগেযে, জীৱৰ কি সাধ্য যে স্বপ্নতো এনে বিচিত্ৰ সৃষ্টি কৰিব পাৰে? এই বাবেই [হি] জীৱৰ [অস্য] বন্ধ আৰু যুক্ত অৱস্থা [বন্ধ বিপৰ্য্যযৌ] পৰমেশ্বৰৰ অধীন [ততঃ]।

**দেহযোগাৎ বা সঃ অপি। ৩৷২৷৬**

এই যে জীৱৰ ঐশ্বৰ্য্য-শক্তিৰ তিৰোভাব, সিও [সঃ অপি] দেহৰ লগত সম্পৰ্ক থকা বাবে হয় [দেহ যোগাৎ]। ঈশ্বৰৰ শক্তি জীৱৰ আছে কিন্তু দেহ আৰু ইন্দ্ৰিযই সেই শক্তি সীমাবদ্ধ কৰিছে।

**তৎ অভাবঃ নাড়ীষু তৎ শ্ৰুতেঃ আত্মনি চ। ৩৷২৷৭**

স্বপ্নৰ অভাৱ অৰ্থাৎ সুষুপ্তি অৱস্থা [তদ অভাৱঃ] নাড়ীত [নাড়ীষু] আৰু পৰমাত্মাত [আত্মনি চ] হয়। এই কথা শ্ৰুতিযে কৈছে [তৎ শ্ৰুতেঃ] "স্বপ্নহীন সুষুপ্তিত জীৱ হিতা নাড়ীত শয়ন কৰে" বা "জীৱেই তেতিয়া ব্ৰহ্মসম্পন্ন হয়, কিন্তু অজ্ঞান থাকি যায় গুণে জীৱেই নুবুজে যে সি ব্ৰহ্ম।"

সুষুপ্তিত অজ্ঞানৰ বাহিৰে আন সকলো উপাধিৰ পৰা অৰ্থাৎ ভাবৰ পৰা জীৱ ক্ষন্তেকলৈ মুক্ত হয়—জীৱৰ নিজৰ স্বৰূপ প্ৰকাশ হয়। সুষুপ্তি আৰু সমাধি অৱস্থাৰ প্ৰভেদ এই যে সুষুপ্তিত পূৰ্ণ অজ্ঞান থাকে, সমাধিত নেথাকে। আমি ওপৰত বাৰে বাৰে কৈ আহিছোঁ যে ভাব আৰু চিৎ শক্তিৰ পাৰ্থক্য উপলব্ধি কৰাকে আত্মজ্ঞান লাভ কৰা বোলে। ভাববোৰ মাত্ৰ অচেতন পদাৰ্থ।

**অতঃ প্ৰবোধঃ অস্মাৎ। ৩৷২৷৮**

সেইবাবে অৰ্থাৎ সুষুপ্তিত পৰমাত্মাত লয় হয় বাবে

[অতঃ] সেই পৰমাত্মাৰ পৰাই [অস্মাৎ] জীৱৰ আকৌ প্ৰবোধ [প্ৰবোধঃ] হয়।

**স এব তু কৰ্ম্ম অনুস্মৃতি—শব্দ—বিধিভ্যঃ ৩।২।৯**

সাগৰৰ পানীত যদি এটোপা পানী পেলাই দিওঁ, ঠিক সেই টোপা পানীকে আকৌ আমি উলিয়াই আনিব নোৱাৰো; তাৰ সুকীয়া অস্তিত্ব লোপ পায় আৰু সি সাগৰত মিলি যায়। সেই দৰেই, জীৱ যদি সুষুপ্তিত ঈশ্বৰৰ গাত লয় হয়, তেন্তে সেই একে জীৱই যে আকৌ সাৰ পাই উঠে, তাৰ কি নিশ্চয় আছে? আমাৰ এনে প্ৰশ্ন হব পাৰে বুলি ওপৰৰ সূত্ৰটি দিছে —যি জীৱই শযন কৰে ঠিক সেই জীৱই হে [সঃ এব] সাৰ পাই উঠে। এই কথা কৰ্ম্ম, অনুস্মৃতি, শ্ৰুতি বাক্য আৰু শাস্ত্ৰীয় বিধি—এই বিধ প্ৰমাণৰ দ্বাৰা বুজিব পাৰি—

(১) কৰ্ম্ম—দেখা যায় যে এটা কাম আধা কৰা কৰি যদি কোনো মানুহ শোৱে, সাৰ পাই উঠি আকৌ সি সেই কামটো কৰে। যদি একেটা মানুহেই সাৰ পাই উঠা নাই, তেন্তে লোকৰ কাম সমাধা কৰিবলৈ তাৰ প্ৰবৃত্তি হব কিয়?

(২) অনুস্মৃতি—সাৰ পাই উঠি মানুহে "মই অমুক", "মই অমুক কাম কৰিছিলো", ইত্যাদি স্মৰণ কৰে। ইয়াৰ দ্বাৰা প্ৰমাণ হয় যে যি শোৱে, সিয়েই উঠে।

(৩) শ্ৰুতি-বাক্য—শ্ৰুতিত স্পষ্ট আছে যে "যি জীৱ শযন কৰে ঠিক সেই জীৱই উঠে" [ছাঃ ৬।৯।৩]

(৪) শাস্ত্ৰ বিধি—যদি এবাৰ সুষুপ্তিত পৰিলেই জীৱৰ মোক্ষ হল, তেন্তে অগ্নিহোত্ৰাদি কৰ্ম্মৰ আৱশ্যক কি? সকলো শাস্ত্ৰ বিধি নিৰৰ্থক হয়।

**মুগ্ধে অৰ্দ্ধসম্পত্তিঃ পৰিশেষাৎ। ৩।২।১০**

[পৰিশেষাৎ = অতিৰিক্তত্বাৎ]

জীৱই মূৰ্চ্ছিত অৱস্থাত [মুগ্ধে] অৰ্দ্ধ মৰণ অৱস্থা পায় [অৰ্দ্ধ সম্পত্তিঃ] অৰ্থাৎ মূৰ্চ্ছা অৱস্থা—জাগ্ৰৎ, স্বপ্ন, সুষুপ্তি মৃত্যু—এই চাৰি অৱস্থাৰ এটাও নহয়; ই এই চাৰি অৱস্থাৰ অতিৰিক্ত [পৰিশেষাৎ]।

এতিয়া আকৌ এই খিনিতে আচাৰ্য্য সকলৰ বিৰোধ আৰম্ভ হল। শঙ্কৰাচাৰ্য্যৰ মতে ইয়াৰ তলৰ সূত্ৰবোৰৰ অৰ্থ এই, "যদিও ব্ৰহ্মৰ সবিশেষ আৰু নিৰ্ব্বিশেষ, দুইটা ৰূপৰ কথা শ্ৰুতিয়ে কৈছে, তথাপি তেওঁৰ আচল স্বৰূপ নিৰ্ব্বিশেষ; তেওঁৰ সবিশেষ ৰূপ উপাসনাৰ নিমিত্তে কল্পিত।"

আমি ওপৰত কৈ আহিছো যে শঙ্কৰাচাৰ্য্যৰ "জগৎ-মিথ্যা" কথাটোত আচাৰ্যৎ সকলৰ সিমান আপত্তি নাই, কিন্তু তেওঁ ব্ৰহ্মৰ সবিশেষ ৰূপটোক কাল্পনিক বোলা বাবে আচাৰ্য্য সকলৰ ভিতৰত বৰ অশান্তিৰ সৃষ্টি হৈছে। ইয়াৰ আচল কাৰণ এই—

সকলো শাস্ত্ৰ মতে আৰু বেদান্ত মতেও (২।১।১৫) নিৰ্গুণ ব্ৰহ্মাই নিজৰ মায়াৰে চতুৰ্দ্দশ ভুবন প্ৰকাশ কৰিলে; চতুৰ্দ্দশ ভুবন ত্ৰিগুণ বা ব্যক্ত, ব্ৰহ্ম নিৰ্গুণ বা অব্যক্ত। দেৱতা, মানুহ, সকলো ব্যক্ত পদাৰ্থ, সকলোৰে একে অৱস্থা। সাংখ্য দৰ্শনে স্পষ্ট কৈছে যে ব্ৰহ্মাৰ পৰা আৰম্ভ কৰি প্ৰত্যেক জীৱৰ স্থূল, সূক্ষ্ম আৰু লিঙ্গ শৰীৰ আছে, সকলোৰে বিষয়-জ্ঞান একে ৰকমে হয়। এই চতুৰ্দ্দশ ভুবন একে নিয়মেৰে সৃষ্ট হল। এই মতৰ শঙ্কৰাচাৰ্য্যৰ মায়াবাদৰ লগত একো বিৰোধ নাই। আমি যদি "মিথ্যা" জগতকে সত্য বুলি উপলব্ধি কৰিছো, দেৱতা সকলেও সেইদৰেই "মিথ্যা" স্বৰ্গকে সত্য বুলি ভোগ কৰিছে। ইয়াত জীৱাত্মা পৰমাত্মাৰ ভেদ বা অভেদৰ প্ৰশ্ন নুঠে, কাৰণ আমি সকলো একে পথৰ পথিক। শঙ্কৰাচাৰ্য্যই এই কথা মানে। তেওঁ দেৱতাৰ অস্তিত্ব স্বীকাৰ কৰে; লোকে কেনেবাকৈ স্বীকাৰ নকৰে বুলিয়েই তেওঁ কৈছে যে দেৱতাৰ অস্তিত্ব স্বীকাৰ নকৰিলে জগতৰ বৈচিত্ৰ অস্বীকাৰ কৰা হয় [১।৩।২৭]

কিন্তু শাস্ত্ৰই কয় যে চতুৰ্দ্দশ ভুবনৰ লগতে স্বয়ং ব্ৰহ্মাও নিজে ব্যক্ত হল। পুৰাণে কয় যে ব্যক্ত হৈ তেওঁ গোলোকত নিজৰ পাৰিষদ বৰ্গৰ মাজত শ্ৰীকৃষ্ণ ৰূপে স্থিতি হল।

সৰ্ব্বশক্তিমান ব্ৰবহ্মাই চতুৰ্দ্দ ভুবন ব্যক্ত কৰি নিজে যে কিয় ব্যক্ত হব নোৱাৰে তাৰ উপযুক্ত হেতু শঙ্কৰাচাৰ্য্যই দিব নোৱাৰে। এঠাইত তেওঁ এই মাত্ৰ ইঙ্গিত কৰিছিল যে ব্ৰহ্ম নিজৰ মায়াত নিজে মোহিত হব নোৱাৰে—"যথা স্বয়ং প্ৰসাৰিতয়া মায়য়া মায়াবী ত্ৰিষপি কালেষু ন সংস্পৃশ্যতে" কিন্তু এই মত সম্ভৱতঃ পাছত তেওঁ পৰিবৰ্ত্তন কৰিলে; নহলে, তেওঁৰ শিষ্য বিদ্যাৰণ্য মুনিয়ে এইদৰে নকলেহেঁতেনঃ

"মায়া বিম্বো বশী কৃত্য তাং স্যাৎ সৰ্ব্বজ্ঞ ঈশ্বৰঃ।

(পঞ্চদশী ১।১৬)

শঙ্কৰাচাৰ্য্যৰ গুৰুৰ গুৰু পৰম গুৰু গৌড়পাদেও কৈছে যে ব্ৰহ্ম নিজৰ মায়াত নিজে মোহি। যথাঃ "মায়ৈষা তস্য দেৱস্য যয়া সম্মোহিতং স্বয়ম"।

কিন্তু এতিয়া তলৰ সূত্ৰবোৰৰ শঙ্কৰাচাৰ্য্যই যেনেকৈ অৰ্থ কৰিছে তাৰ পৰা এনে অনুমান হয় যেন সগুণ ঈশ্বৰ কাল্পনিক সত্তা হে। ফুটাই নকলেও, এয়ে আচাৰ্য্য সকলৰ আচল শঙ্কা আৰু এই বাবেই ইমান বিৰোধ। কিন্তু বাস্তৱিক শঙ্কৰাচাৰ্য্যৰ এয়ে মত হয়নে নহয়, এই বিষয়ে বৰ সন্দেহ হয়। তেওঁৰ গীতাভাষ্য আৰু অন্যান্য গ্ৰন্থ পঢ়িলে এনে সন্দেহ নহৈ নোৱাৰে। বিশেষতঃ এয়ে যদি তেওঁৰ মত হলহেতেন তেন্তে (চৈতন্য দেৱৰ দৰেই ২।১।২৭) শ্ৰীশঙ্কৰদেৱেও তেওঁক নাস্তিক হে বুলিলে হেতেন। কিন্তু আমি দেখিছো যে শ্ৰীশঙ্কৰদেৱে তেওঁৰ কথা অতি সম্ভ্ৰমেৰে কৈছে, আৰু কৈছে যে তেওঁৰ নিজৰ মত শঙ্কৰাচাৰ্য্যৰ মতে সৈতে মিলে, যথা —

আছিল পৰমহংস ভট্টাচাৰ্য্য যতি।
নামত শঙ্কৰ তান শুনিযো সম্মতি ।।
বোলন্ত যাহাৰ মুখে সদা অল্প-হাস।
হাতে চাৰু চক্ৰধৰি কৰন্ত প্ৰকাশ।।
চাৰু নখচয় চন্দ্ৰসম প্ৰকাশয়।
দূৰ কৰে ভকত সৱৰ তাপ চয়।।
দেৱৰ ঈশ্বৰ যত ব্ৰহ্মা আদি কৰি।
তাসম্বাৰো বন্দনী হৰন্ত যিটো হৰি।।
ভুজঙ্গ শয্যাত যিতো শযন কৰন্ত।
ত্ৰিজগত পতি এক দেৱ ভগৱন্ত।।
হেন বিশ্বনাথ কৃষ্ণকেসে কৰো সেৱ।
নামানো নামানো হৰি বিনে আন দেৱ।।
শঙ্কৰ আচাৰ্য্য মত ভূজঙ্গ-প্ৰযাত।*
কহিলোহি সাধু সব শুনিলা সাক্ষাৎ।।
[ভক্তি-ৰত্নাকৰ]

আমি ভাবো যে শঙ্কৰাচাৰ্য্যই ব্ৰহ্ম বুলিলে কেৱল নিৰ্গুণ ব্ৰহ্মক হে বুজে। সগুণ ব্ৰহ্ম বা ঈশ্বৰক তেওঁ, পাতঞ্জলৰ দৰেই, "পুৰুষ-বিশেষ মাত্ৰ" বুলি ধৰে আৰু সেই গুণে ব্ৰহ্ম-পদ-বাচ্য বুলি নেভাবে। বাস্তৱিক সগুণ ঈশ্বৰ চৰম তত্ত্ব নহয়। মহাপ্ৰলয়ত তেওঁ নেথাকে —

"প্ৰকৃতি পুৰুষৌ চোভৌ লীয়েতে পৰমাত্মনি"।
(বিষ্ণু পুৰাণ)
বা
মহাপ্ৰকৃতিয়ো পুৰুষতে ভৈল লীন।
নেথাকিল আন একো পুৰুষতো ভিন।।

যেতিয়া জগৎ নেথাকে,, তেতিয়া সগুণ ঈশ্বৰো নেথাকে। শঙ্কৰাচাৰ্য্যৰ মতে, তেন্তে জগতৰ দৰেই সগুণ ঈশ্বৰো পৰমাৰ্থিক সত্য নহয়। জগতৰ দৰেই তেৰোঁ মিথ্যা। তেওঁৰ "মিথ্যা" মানে "আপেক্ষিক সত্য" বুলি আমি কৈ আহিছো। তেওঁ মিথ্যা শব্দটো তেওঁৰ অৰ্থত ( বৈজ্ঞানিক অৰ্থত) ব্যৱহাৰ কৰে, কিন্তু আমি বুজো আন অৰ্থত।

এইবাবেই এই সূত্ৰবোৰৰ শাঙ্কৰিক ব্যাখাৰ আচাৰ্য্য সকলে ইমান প্ৰতিবাদ কৰিছে। তেওঁবিলাকৰ মতে এই সূত্ৰবোৰৰ অৰ্থ এই যে জীৱ সুষুপ্তিত ব্ৰহ্মত লয় হলেও, জীৱৰ দোষত ব্ৰহ্ম দুষিত নহয। শাঙ্কৰিক ব্যাখ্যাৰ তেওঁ বিলাকে তলৰ যুক্তিৰে প্ৰতিবাদ কৰিছে —

(১) ব্ৰহ্মসূত্ৰৰ ১ম আৰু ২য় অধ্যাযত, ব্ৰহ্মৰ স্বৰূপৰ বিষয়ে সূত্ৰকাৰে বিস্তৰ আলোচনা কৰিলে। এতিযা আকৌ সুষুপ্তিৰ কথা কৈ, মাজতে খপ্‌কৰে ব্ৰহ্মৰ স্বৰূপৰ কথা কব—এইটো সম্ভবপৰ কথা নহয। এনে কৰিলে দাৰ্শনিক প্ৰণালী ভঙ্গ হব।

(২) ব্ৰহ্ম বিষয়ে বিৰুদ্ধ উক্তিৰ কথাই উঠিব নোৱাৰে। তেওঁ কোনো নিয়মৰ অধীন নহয। তেওঁৰ পক্ষে সকলো ৰকমৰ বিৰুদ্ধ বা অবিৰুদ্ধ উক্তি সমানে সঁচা হব পাৰে।

(৩) জীৱ বা সৃষ্টি বিষয়ে দুটা বিৰুদ্ধ কথা যদি শ্ৰুতিত থাকে, তেন্তে তাৰ সামঞ্জস্য কৰিব লাগে, আৰু ওপৰত ব্ৰহ্মসূত্ৰই সেইদৰে কৰিছেও। কিন্তু ব্ৰহ্ম বিষয়ে শ্ৰুতিয়ে দুটা বিৰুদ্ধ বাক্য দিছে—তেওঁ সবিশেষো, নিৰ্ব্বিশেষো। এই দুইটা কথা সঁচা, সূত্ৰকাৰে ইযাৰ সামঞ্জস্য কৰিব নেলাগে আৰু কৰাও নাই।

(৪) ব্ৰহ্মৰ দুটা ৰূপ আছে বুলি শঙ্কৰাচাৰ্যই বাধ্য হৈ শেহত ৪।৪।১৯ সূত্ৰেৰ শাঙ্কৰিক ভাষ্যত স্বীকাৰ কৰিছে।

(৫) সামান্য জীৱৰে দুটা ৰূপ আছে। সুষুপ্তিত জীৱ নিৰ্ব্বিশেষ চিৎ শক্তি ; জাগ্ৰত অৱস্থাত সবিশেষ ; ব্ৰহ্মৰ তেন্তে দুটা ৰূপ কিয় হব নোৱাৰে ?

আমি এতিয়া এই সূত্ৰবোৰৰ শাঙ্কৰিক ব্যাখ্যাৰ তলতে আন আচাৰ্য সকলৰ ব্যাখ্যাও দি যাম। পাঠক সকলে নিজে তেওঁবিলাকৰ বিৰোধৰ মীমাংসা কৰিব। আমি ওপৰত কৈ অহিছো যে শ্ৰীশঙ্কৰদেৱে সদায় শঙ্কৰাচাৰ্য্যৰ মততে মত দিছে : এইবাৰ কিন্তু তেওঁ আন আচাৰ্য্যসকলক হে সমৰ্থন কৰি কৈছে — গুণৰ নিয়ন্তা কৃষ্ণ অব্যয় ঈশ্বৰ।
ভৈলা ব্যক্ত নিৰ্গুণ কাৰণে জগতৰ।।

---

* শঙ্কৰাচাৰ্য্য—বিৰচিত এটি স্তোত্ৰ।

**ন স্থানতঃ অপি পৰস্য উভয় লিঙ্গম্ সৰ্ব্বত্র হি। ৩।২।১১**

১। অৱস্থা ভেদ হলেও [স্থানতঃ অপি] পৰ ব্ৰহ্মৰ [পৰস্য] সবিশেষ আৰু নিৰ্ব্বিশেষ এই উভয় স্বভাব [উভয় লিঙ্গম] সত্য হব নোৱাৰে [ন] যি হেতু [হি] সমস্ত শ্ৰুতিয়ে [সৰ্ব্বত্র] ব্ৰহ্মক নিৰ্ব্বিশেষ বুলিছে যেন বুজিব পাৰি।

২। পৰস্য স্থানতঃ অপি ন দোষঃ যতঃ সৰ্ব্বত্র উভয় লিঙ্গম। জীৱৰ স্বপ্ন, সুষুপ্তি আদি স্থানত স্থিতি হোৱা বাবে পৰমেশ্বৰৰ একো দোষ নহয় কাৰণ স্মৃতি শ্ৰুতি প্ৰভৃতি সকলো শাস্ত্ৰতে [সৰ্ব্বত্র] তেওঁৰ উভয় লিঙ্গত্বৰ (নিত্যশুদ্ধ আৰু সৰ্ব্বকৰ্ত্তৃত্ব—এই উভয় স্বভাবৰ) বৰ্ণনা আছে।

**ন ভেদাৎ ইতি চেৎ—ন প্ৰত্যেকম্:**
**অ-তৎ বচনাৎ। ৩।২।১২**

১। প্ৰশ্ন — ব্ৰহ্ম নিৰ্ব্বিশেষ—এনে সিদ্ধান্ত ঠিক নহয় [ন]। কাৰণ উপনিষদে ভেদ নিৰ্দ্দেশ কৰিছে [ভেদাৎ]। আমি যদি এইদৰে কওঁ [ইতি চেৎ], তেন্তে?

উঃ — নহয় [ন], কাৰণ প্ৰত্যেক সবিশেষ বোধক শ্ৰুতি বাক্যতে [প্ৰত্যেকম্], 'সবিশেষ' সঁচা নহয় (অ-তৎ) অৰ্থাৎ "নিৰ্ব্বিশেষ" হে সঁচা, এনে বচন আছে (বচনাৎ) শঙ্কৰাচাৰ্য্যই এইখিনিতে আৰু কলে যে উপাসনাৰ বাবে ভেদৰ কল্পনা কৰা হয়, কিন্তু তাৰো তাৎপৰ্য্য অভেদ হে।

"ভেদস্যোপাসনাৰ্থত্বাদভেদেতাৎপৰ্য্যাৎ"।*

২। ৰামানুজ আৰু নিম্বাৰ্ক মতে এই সূত্ৰটিৰ পাঠ হব—"ভেদাৎ ইতি চিৎ—ন প্ৰত্যেকম্ অ-তৎ-বচনাৎ"। ইয়াৰ অৰ্থ হব —পৰমাত্মা সকলোবিধ দেহত স্বপ্নাদি অৱস্থাত স্থিতি হোৱা বাবে, তেওঁ দোষ যুক্ত হোৱা উচিত,—এনে প্ৰশ্ন হলে তাৰ উত্তৰ এই যে তেওঁ অন্তৰ্য্যামী ৰূপে অৱস্থান কৰিলেও তেওঁ অবিকাৰী বুলি শ্ৰুতিয়ে কৈছে।

**অপি চ এৱম্ একে। ৩।২।১৩**

১। ভেদ যে যথাৰ্থতে নাই, আৰু অভেদই যে আচল সত্য, এই কথা আকৌ [এৱম্ অপি চ] অনেক শ্ৰুতিয়ে [একে] নিন্দাচ্ছলে বুজাইছে, যেনে —"ব্ৰহ্মৰ স্বৰূপ নিৰ্ম্মল চিত্তত প্ৰতিভাত হয়; ইয়াত কিঞ্চিৎ মাত্ৰও ভেদ নাই; যি ব্ৰহ্মক ভেদ-যুক্ত দেখে, সি পুনঃ পুনঃ মৃত্যুৰ অধীন হয়।"

[কঠ ৪।১১]

২। বেদৰ কোনো কোনো শাখাত কৈছে যে জীৱ আৰু পৰমাত্মা একে স্থানত থাকিলেও, পৰমাত্মা নিৰ্লিপ্ত থাকে; যেনে একেজোপা গছতে দুটি পক্ষী, এটিয়ে গুটি খায়, এটিয়ে চাই থাকে।

**অৰূপবৎ এব হি, তৎ প্ৰধানত্বাৎ। ৩।২।১৪**

১। ব্ৰহ্ম নিশ্চয় ৰূপাদিহীন [অৰূপ বৎ এব হি] শ্ৰুতিয়ে প্ৰধান ভাবে তাকে কয়।

২। ব্ৰহ্ম নাম ৰূপৰ অতীত। অতএব তেওঁৰ তাত লেশ মাত্ৰ দোষ স্পৰ্শিব নোৱাৰে।

**প্ৰকাশৱৎ চ অবৈয়ৰ্থ্যাৎ। ৩।২।১৫**

ব্ৰহ্ম প্ৰকাশ ধৰ্ম্ম-বিশিষ্ট [প্ৰকাশৱৎ] কাৰণ সেইদৰে কোৱা শ্ৰুতিৰ ব্যৰ্থতা হব নোৱাৰে [অবৈয়ৰ্থ্যাৎ]।

এই অৰ্থ সকলো আচাৰ্য্যই গ্ৰহণ কৰিছে।

**আহ চ তন্মাত্ৰম্ ৩।২।১৬**

১। শ্ৰুতিয়ে আৰু কৈছে [আহ চ] যে ব্ৰহ্ম কেৱল চিন্মাত্ৰ [তন্মাত্ৰম্]।

২। যি শ্ৰুতি যি বিষয়ক—যি বিশেষ অৰ্থ বোধক সেই শ্ৰুতিয়ে সেই মাত্ৰ কৈছে, অতএব কোনো শ্ৰুতিবাক্য নিৰৰ্থক নহয়।

**দৰ্শয়তি চ অথো অপি স্মৰ্য্যতে ৩।২।১৭**

১। শ্ৰুতি আৰু স্মৃতি উভয়েই দেখুৱাইছে যে ব্ৰহ্ম নিৰ্ব্বিশেষ। শ্ৰুতিত আছে এদিন বাস্কলিয়ে গুৰু বাহ্বক সুধিলে "ভগবন্ ব্ৰহ্ম কি উপদেশ কৰক।" গুৰুৱে নেমাতিলে। বাস্কলিয়ে আকৌ সুধিলে। বাহ্ব মৌন হৈ ৰল। এবাৰ, দুবাৰ, তিনি বাৰৰ পাছত বাহ্বই কলে: "মই তো তোমাক কলোঁ; তুমি কিয় নুবুজিলা? মোৰ মৌনতাই তোমাৰ প্ৰশ্নৰ উত্তৰ, ব্ৰহ্মৰ স্বৰূপ বাক্যেৰে প্ৰকাশ নহয়।" স্মৃতিত আছে— নাৰায়ণে নাৰদক কৈছে—"নাৰদ মোৰ

---

* শঙ্কৰাচাৰ্য্যৰ এই কথাবাৰে ভক্ত সকলৰ প্ৰাণত বৰ আঘাত দিছে। সন্তদাস বাবাজীয়ে লিখিছে:—এইৰূপ মতকে কাৰ্য্যতঃ নাস্তিক বাদ বলিলে যে নিতান্ত অত্যুক্তি করা হয়, তাহা বলা যাইতে পারেনা। ব্যবহারিক অবস্থাই উপাসনাদি কার্য্যের আবশ্যকতা শঙ্করাচার্য্য স্বীকার করিয়াছেন, সত্য, কিন্তু তাহার মতে যখন ব্যবহারাবস্থা প্রকৃত মিথ্যা, তখন তাহার পাঠ করিয়া এবং তাঁহার মত গ্রহণ করিয়া কোনও ব্যক্তি এই মিথ্যা উপাসনাদিতে শ্রদ্ধাবান হইতে পারেনা।

[পাঠক সকলে মন কৰিব যে মিথ্যা শব্দৰ শাব্দিক অৰ্থ—আৰু সন্তদাস বাবাজীৰ অৰ্থ একে নহয়]।

অতএব শঙ্করাচার্য্য যথার্থতঃই "প্রচ্ছন্ন বৌদ্ধ" আখ্যা প্রাপ্ত হইয়া ভারতবর্ষের ভক্তি মার্গাবলম্বী উপাসক সম্প্রদায় সকলের নিকট পরিচিত হইয়াছেন। [তেওঁৰ বেদান্ত দৰ্শন ৪৩৮ পৃঃ]

**আচল স্বৰূপ তুমি নেদেখা, তুমি মোক যেনে দেখিছা, সেইটো মোৰ দিব্য গন্ধাদিযুক্ত মায়াময় শৰীৰ"—**

মায়াহ্যেষা ময়া সৃষ্টা যন্মাং পশ্যসি নাৰদ।
সৰ্ব্বভূত গুণৈৰ্যুক্তং নৈবং মাং দ্ৰষ্টুমৰ্হসি ॥

[শঙ্কৰ ভাষ্যৰ অবিকল অনুবাদ দিয়া হল। পাঠক সকলে দেখিব ইয়াত তেওঁ ব্ৰহ্মৰ ব্যক্ত আৰু অব্যক্ত দুয়োটা ৰূপ স্বীকাৰ কৰিছে। মাত্ৰ ব্যক্ত ৰূপটোক তেওঁ মায়া বা মিথ্যা বুলিছে, আৰু আমি জানো যে তেওঁৰ "মিথ্যা" মানে একেবাৰে "নাই" নহয়।]

২। শ্ৰুতি আৰু স্মৃতি উভয়েই ব্ৰহ্মৰ দ্বিৰূপতা নিৰ্দ্দেশ কৰিছে। তেওঁৰ একাংশ জগৎ কিন্তু তেওঁ জগতৰ অতীত। জীৱৰ দোষত তেওঁ দুষিত নহয়।

**অত এব চ উপমা সূৰ্য্যকাদিবৎ। ৩।২।১৮**

১। সেইবাবেই শ্ৰুতিয়ে উপমা দিছে—সূৰ্য্যাদিবৎ। সূৰ্য্য এক হলেও বহুত পাত্ৰস্থ পানীত বহুত যেন দেখায়, সেইদৰেই স্বপ্ৰকাশ আত্মা পৰমাৰ্থতঃ এক, কিন্তু উপাধি যুক্ত হৈ বহু যেন বোধ হয়।

এক এব হি ভূতাত্মা ভূতে ভূতে ব্যবস্থিতঃ।
একধা বহুধাচৈব দৃশ্যতে জল চন্দ্ৰবৎ ॥

২। পাত্ৰস্থ পানী কঁপিলে সেই পাত্ৰস্থ প্ৰতিবিম্বহে কঁপে। সূৰ্য্য নকঁপে। পানীৰ দোষত সূৰ্য্য দুষিত নহয়। সেইদৰেই জীৱৰ দোষে ব্ৰহ্মক স্পৰ্শ নকৰে।

**অম্বুবৎ অগ্ৰহণাৎ ন তথাত্বম্ ২।৩।১৯**

পানীৰ নিচিনা (অম্বুবৎ) কোনো পদাৰ্থৰ অস্তিত্ব স্বীকাৰ নকৰা বাবে [অগ্ৰহণাৎ] এই উপম কিন্তু উপযুক্ত হোৱা নাই [ন তথাত্বম]।

এই সূত্ৰ পূৰ্ব্বপক্ষৰ আপত্তি। ইয়াৰ উত্তৰ তলৰ সূত্ৰত দিছে।

**বৃদ্ধিহ্ৰাস ভাক্তম্ অন্তৰ্ভাবাৎ—**
**উভয় সামঞ্জস্যাৎ এব ৩।২।২০**

আপত্তি হ'ল যে 'সূৰ্য্যাদিবৎ' দৃষ্টান্তটি উপযুক্ত নহয়, কাৰণ ব্ৰহ্ম নিৰবযব; তেওঁৰ বাহিৰে একো পদাৰ্থ নাই য'ত তেওঁৰ প্ৰতিবিম্ব পৰিব পাৰে। এনে আপত্তিৰ উত্তৰত ওপৰৰ সূত্ৰটি দিছে। ইয়াত কৈছে যে দৃষ্টান্ত আৰু দাৰ্ষ্টান্তিক কোনোকালে সৰ্ব্বাংশে একে নহয়। ওপৰৰ দৃষ্টান্তৰ পৰা এনে বুজিব নেলাগে যে ব্ৰহ্ম, সূৰ্য্যৰ দৰেই, এটা ঘূৰণীয়া জ্যোতিৰ্ম্ময় পদাৰ্থ, যি সদায় আকাশত ঘূৰি ফুৰে। এই দৃষ্টান্তৰ দ্বাৰা শ্ৰুতিয়ে এই মাত্ৰ বুজাইছে যে পানীত বহুত সূৰ্য্য দেখা যায়, কিন্তু ওপৰত আচলতে সূৰ্য্য এটাহে; পানী লৰিলে পানীৰ সূৰ্য্য-প্ৰতিবিম্ববোৰ লৰে; পানীৰ লগে লগে সিহঁতৰ হ্ৰাস বৃদ্ধি হয়, কিন্তু আচল সূৰ্য্য অবিকৃত থাকে; ব্ৰহ্মও সেইদৰেই বহুজীৱ হয কিন্তু জীৱৰ সুখ-দুখে তেওঁক স্পৰ্শ নকৰে, তেওঁ অবিকৃত। এয়েই এই উপমাৰ বিবক্ষিত অংশ। এইদৰে ধৰিলেই সামঞ্জস্য হয়।

(এই অৰ্থ সকলো আচাৰ্য্যই গ্ৰহণ কৰিছে)

**দৰ্শনাৎ চ। ৩।২।২১**

১। শঙ্কৰাচাৰ্য্য —

শ্ৰুতিয়ে দেখুৱাইছে যে ব্ৰহ্ম নিৰ্ব্বিশেষ। তেওঁৰ দ্বিৰূপত্ব নাই। তেওঁ সকলো প্ৰাণী সৃষ্টি কৰি আত্মাৰূপে সেই বোৰত অনুপ্ৰবিষ্ট হল। অতএব ওপৰৰ জল-সূৰ্য্য দৃষ্টান্তটি অতি উপযুক্ত দৃষ্টান্ত। শ্ৰুতিয়ে তাকে কয় [দৰ্শনাৎ]।

২। আন আচাৰ্য্যসকলৰ মতে —

সচৰাচৰ মানুহে কয় "সিংহ ইব বালকঃ" এনে স্থলত মানুহে দৃষ্টান্তৰ বিবক্ষিত অংশ হে বুজে। সেইদৰেই জলসূৰ্য্য দৃষ্টান্তটিও বুজিব লাগিব। শ্ৰুতিয়ে তাকে দেখুৱাইছে (দৰ্শনাৎ)।

**প্ৰকৃত-এতাৱত্বং হি প্ৰতিষেধতি ততঃ**
**ব্ৰবীতি চ ভূয়ঃ ৩।২।২২**

বৃহদাৰণ্যকত আছে— "দ্বে বাব ব্ৰহ্মণো ৰূপে মূৰ্ত্তং চ অমূৰ্ত্তম্ ইত্যাদি।" অৰ্থাৎ ব্ৰহ্মৰ দুটা ৰূপ, মূৰ্ত্ত আৰু অমূৰ্ত্ত, বা স্থূল আৰু সূক্ষ্ম। ক্ষিতি, তেজ, অপ্ ইত্যাদি মূৰ্ত্ত ৰূপ; আকাশ আৰু বায়ু, অমূৰ্ত্ত ৰূপ। এই দুটা ৰূপৰ বিষয়ে বহুত কথা কৈ শেহত শ্ৰুতিয়ে কলে, "অথাত আদেশো নেতি নেতি" "ই নহয়, ই নহয়।" শ্ৰুতিয়ে দুবাৰ "নেতি, "নেতি" বুলি কি নিষেধ কৰিলে? ব্ৰহ্ম আৰু ৰূপ-প্ৰপঞ্চ দুয়োটা নাই নে কি? ৰূপ প্ৰপঞ্চ আমি দেখি আছো; ই নাইকিয়া হব নোৱাৰে; তেন্তে ব্ৰহ্মই নাই নে কি?

এনে প্ৰশ্নৰ উত্তৰত ওপৰৰ সূত্ৰটি দিছে— শ্ৰুতিয়ে এতিয়ালৈকে যি কলে [প্ৰকৃত-এতাৱত্বং]—অৰ্থাৎ মূৰ্ত্তামূৰ্ত্ত দুটা ৰূপ—তাকে "নেতি, "নেতি" বুলি নিষেধ কৰিছে [প্ৰতিষেধতি]; কিন্তু নিষেধ কৰিও আকৌ [চ] ইয়াতকৈ [অতঃ] অধিক [ভূয়ঃ] আছে বুলিও কৈছে [ব্ৰবীতি]।

শ্ৰুতিয়ে কৈছে যে ৰূপ প্ৰপঞ্চৰ অতীত পৰম পুৰুষ আছে আৰু সেইটি চৰম সত্য (বৃহ ২।৩।৬)।

"নহি এতস্মাৎ ইতি নেতি অন্যৎ পৰম্ অস্তি"

(এই সূত্ৰ সম্পৰ্কেও আচাৰ্য্য সকলৰ বিৰোধ নাই)

**তৎ অব্যক্তম্ আহ হি ৩।২।২৩**

শ্ৰুতিয়ে কয় যে ব্ৰহ্ম অব্যক্ত, ইন্দ্ৰিয় গ্ৰাহ্য নহয়।

**অপি সংৰাধনে প্ৰত্যক্ষ অনুমানাভ্যাম্ ৩।২।২৪**

যদিও তেওঁ অব্যক্ত, তথাপি ভক্তি, ধ্যান প্ৰণিধান আদি অনুষ্ঠানৰ দ্বাৰা [সংৰাধনে] তেওঁক লাভ কৰিব পাৰে, এই কথা শ্ৰুতি [প্ৰত্যক্ষ] আৰু স্মৃতিৰ [অনুমানাভ্যাং] পৰা জনা যায়।

শ্ৰুতি যথা —"ধীমান পুৰুষে ব্ৰহ্মক দৰ্শন কৰিব পাৰে" [কঠ ৩।১] "ব্ৰহ্মাই যাক বৰণ কৰে, তেওঁৰ আগত ব্ৰহ্মাই নিজৰ স্বৰূপ প্ৰকাশ কৰে"

(মুঃ ৩।২।৩)

স্মৃতি যথা —"পৰাভক্তিৰ দ্বাৰা মোক জানিব পাৰে"

(গীতা ১১।৫৪)

সকলো আচাৰ্য্যৰ মতে "সংৰাধনে" মানে "ভক্তি ধ্যান প্ৰণিধানাদি অনুষ্ঠানম্"। বেদান্ত, গীতা, ভাগৱত আদি সকলো শাস্ত্ৰ মতে জ্ঞানৰ পৰা মুক্তি হয়, এইটো সঁচা। কিন্তু সেই জ্ঞান আকৌ ভক্তি নহলে নহয়।

সাংখ্য দৰ্শনৰ আলোচ্য বিষয়, ভক্তি নহয়। তেওঁৰ মতে লিঙ্গ শৰীৰ নাশ নহলে মোক্ষ নহয়।

শ্ৰীশঙ্কৰদেৱে অতি চুম্বকে মূল তথ্যটি কৈছেঃ

ভকতিয়ে পুৰুষৰ লিঙ্গ দেহ ভগ্ন কৰে

বিনা যত্নে মুকতিক পায়।

... ... ...

বাসুদেৱ ঈশ্বৰক কৰন্তে ভকতি।

আপুনি ওপজে আহি জ্ঞান বিৰকতি॥

তেওঁৰ মতে (আৰু সকলো মতে) জ্ঞান নহলে—অৰ্থাৎ সামান্য জ্ঞান নহলে, ভক্তি নহয় আৰু ভক্তি হলে অপৰোক্ষ জ্ঞান ক্ৰমশঃ আপোনা আপুনি হয়। যথা— দদামি বুদ্ধি যোগং তং যেন মামুপযান্তি তে॥ গীতা

**প্ৰকাশাদিবৎ চ, অবৈশ্যেষ্যম্, প্ৰকাশশ্চ কৰ্ম্মণি অভ্যাসাৎ ৩।২।২৫**

১। **শঙ্কৰাচাৰ্য্য** —

সূৰ্য্যৰ পোহৰ আদিৰ দৰে [প্ৰকাশাদিবৎ] ব্ৰহ্ম নিৰ্ব্বিশেষ— এই কথাটো একেবাৰে ঠিক [অবৈশেষ্যম্]। সূৰ্য্যৰ পোহৰ যেনেকৈ বহুত পাত্ৰস্থ পানীত পৰিলে বহুত প্ৰতিবিম্ব হয়, সেইদৰে ব্ৰহ্মও [প্ৰকাশশ্চ] বহুত ধ্যান কৰ্ম্মাদি উপাধিত [কৰ্ম্মণি] পৰি বহু যেন বোধ হয়, এই কথা শ্ৰুতিয়ে পুনঃ পুনঃ কৈছে [অভ্যাসাৎ]।

২। নিম্বাৰ্ক মতে অৰ্থ হব —

সূৰ্য্য অগ্নি আদীনাং যথা তদৰ্থিকৃত সাধন-অভ্যাসাৎ আবিৰ্ভাবঃ তদ্বৎ ব্ৰহ্মণঃ অপি অবৈশেষ্যাং ব্ৰহ্ম। প্ৰকাশঃ ভৱতি, সংৰাধন লক্ষণাৎ উপায়াৎ ইত্যৰ্থঃ।

দৰ্পণত যেনেকৈ সূৰ্য্যৰ প্ৰতিবিম্ব ধৰিব পাৰি, বা দুডাল কাঠ ঘঁহি যেনেকৈ জুই উলিয়াব পাৰি, সেইদৰেই ভক্তি ধ্যান আদি উপায়েৰে ব্ৰহ্মকো প্ৰত্যক্ষীভূত কৰিব পাৰি।

**অতঃ চ অনন্তেন তথা হি লিঙ্গম্। ৩।২।২৬**

ব্ৰহ্ম দৰ্শনৰ পাছত [অতঃ] পৰমাত্মাৰে সৈতে [অনন্তেন] জীৱৰ এক বা সমতা প্ৰাপ্ত হয়। এই কথা শ্ৰুতিয়ে এইদৰেই নিদৰ্শন কৰিছে [তথা হি লিঙ্গম্]। (এই অৰ্থ সকলোৱে গ্ৰহণ কৰিছে।)

**উভয় ব্যপদেশাৎ তু অহিকুণ্ডল বৎ। ৩।২।২৭**

ভেদ আৰু অভেদ—এই উভয় উপদেশ শ্ৰুতিত আছে বাবে [উভয় ব্যপদেশাৎ] বুজিব লাগে যে আচল তত্ত্ব হৈছে: 'অহিকুণ্ডল বৎ'—অৰ্থাৎ, সাপ মেৰ বান্ধি থাকিলে তাৰ ফেঁট, নেজ আদি অঙ্গবোৰ প্ৰকাশ নহয়। কিন্তু বগাই গলেই হয়। ঠিক সেইদৰেই প্ৰলয়ত জগৎ ব্ৰহ্মত লুকাই থাকে, সৃষ্টি কালত প্ৰকাশ হয়। এইদৰে, ভেদ আৰু অভেদ, দুইটা সত্য। কাৰণ-অৱস্থাত ভেদ নাই, কাৰ্য্য-অৱস্থাত আছে।

(সকলো আচাৰ্য্যই এইদৰেই ব্যাখ্যা কৰিছে।)

**প্ৰকাশ আশ্ৰয় বৎ বা তেজস্ত্বাৎ। ৩।২।২৮**

অথবা [বা] সূৰ্য্যৰ পোহৰ আৰু সেই পোহৰৰ আশ্ৰয় সূৰ্য্য হিচাপে বেলেগ, [প্ৰকাশ-আশ্ৰয়বৎ] সেইদৰে জীৱ আৰু ব্ৰহ্মৰ ভেদ আৰু অভেদ, উভয়েই সঁচা।

সূৰ্য্য আৰু সূৰ্য্যৰ পোহৰৰ যি সম্বন্ধ জীৱ আৰু ঈশ্বৰৰো সেই সম্বন্ধই। সূৰ্য্যৰ পৰা বেলেগ যেনেকৈ সূৰ্য্যৰ ৰশ্মিৰ অস্তিত্ব থাকিব নোৱাৰে, সেইদৰে ব্ৰহ্মৰ পৰা বেলেগে আত্মাৰ অস্তিত্বও থাকিব নোৱাৰে।

(এই অৰ্থ সকলো আচাৰ্য্যই গ্ৰহণ কৰিছে।)

**পূর্ব্ববৎ বা। ৩।২।২৯**

১। ওপৰৰ ২৭ আৰু ২৮ সূত্ৰত কলে যে জীৱ আৰু ব্ৰহ্মৰ ভেদাভেদ সম্বন্ধ—অৰ্থাৎ কাৰ্য্য-অৱস্থাত ভেদ আৰু কাৰণ-অৱস্থাত অভেদ। শঙ্কৰাচাৰ্য্যই কয় যে এই ভেদ যদি সত্য বা নিত্য হয় তেন্তে সমুদয় মোক্ষ উপদেশ নিৰৰ্থক হয়। কাৰণ, জীৱ ব্ৰহ্মই। অজ্ঞান আঁতৰিলেই জীৱ ব্ৰহ্ম হয় ; সেইগুণে তেওঁ কয় যে ২৭ আৰু ২৮ সূত্ৰ দৃষ্টান্ত স্বৰূপে হে দিছে। ইয়াক (আগেয়ে কৈ অহা) ২৫ সূত্ৰৰ লগত মিলাই হে বুজিব লাগিব [পূৰ্ব্ববৎ বা]। ২৫ সূত্ৰত কৈছে যে ব্ৰহ্ম আৰু জীৱৰ সম্বন্ধ, সূৰ্য্য আৰু সূৰ্য্যৰ প্ৰতিবিম্বৰ দৰে। প্ৰতিবিম্ব, অসত্য—মায়া। জীৱত্বও সেইদৰেই অসত্য বা মায়া অৰ্থাৎ চিৰস্থায়ী সৎ পদাৰ্থ নহয়।

২। আন আচাৰ্য্যসকলৰ মতে ২৯ সূত্ৰৰ অৰ্থ এনে হব — ভেদ আৰু অভেদ দুয়োটা সঁচা—সেই বাবে এনে প্ৰশ্ন হব পাৰে যে জীৱৰ দোষত ব্ৰহ্ম কিয় দুষিত নহব ? ইয়াৰ উত্তৰ (পূৰ্ব্ববৎ বা) আগেয়ে দিয়া হৈছে।

**প্ৰতিষেধাৎ চ ৩।২।৩০**

১। শঙ্কৰাচাৰ্য্য —

আৰু [চ] ব্ৰহ্মৰ বাহিৰে একো নাই—এই কথা কৈ শ্ৰুতিয়ে আন সকলো নিষেধ কৰিছে। এই বাবে [প্ৰতিষেধাৎ], ভেদ উপাধি-ঘটিত ; অভেদ হে পৰমাৰ্থিক সত্য।

২। আনমতে —

ব্ৰহ্ম সম্বন্ধে শ্ৰুতিৰ উক্তি এই—"ন লিপ্যতে লোক দুঃখেন"। এনে প্ৰতিষেধ থকা বাবেও ব্ৰহ্ম জীৱৰ দোষত দুষিত নহয়।

**পৰম্ অতঃ সেতু উন্মান-সম্বন্ধ-ভেদ ব্যপদেশাৎ ৩।২।৩১**

এই ব্ৰহ্মত কৈ শ্ৰেষ্ঠ [অতঃ পৰম্] আৰু কোনো এজন আছেনে কি ? আমি এনে প্ৰশ্ন কৰাৰ কাৰণ এই যে শ্ৰুতিয়ে ব্ৰহ্ম সম্পৰ্কে সেতু, উন্মান, সম্বন্ধ, ভেদ,—এনে শব্দবোৰ প্ৰয়োগ কৰিছে। এইবোৰ শব্দৰ পৰা এনে অনুমান হয় যে ব্ৰহ্মাতিৰিক্ত বস্তু আছে, কাৰণ —

(১) সেতু—মানুহে সেতুৰ ওপৰেদি ইপাৰৰ পৰা সিপাৰলৈ যায়। তেন্তে, ব্ৰহ্মক যদি সেতু বুলিছে, আমি ব্ৰহ্মক আশ্ৰয় কৰি ক'লৈ যাম ?

(২) উন্মান—শ্ৰুতিয়ে ব্ৰহ্মৰ পৰিমাণ নিৰ্দ্দেশ কৰিছে যেনে ব্ৰহ্ম চতুষ্পাদ, ষোড়শ কলাত্মক ইত্যাদি। পৰিমাণ থাকিলেই বস্তু সসীম হব তেন্তে সেই সসীম গণ্ডীৰ বাহিৰত নিশ্চয় কিবা এটা আছে।

(৩) সম্বন্ধ—শ্ৰুতিয়ে কৈছে যে সুষুপ্তিত ব্ৰহ্মৰ লগত জীৱৰ সম্বন্ধ হয়। ইয়াৰ পৰাও বুজা যায় যে ব্ৰহ্মৰ বাহিৰে অন্ততঃ জীৱবোৰ আছে। ব্ৰহ্মাতিৰিক্ত বস্তু থাকিলেই ব্ৰহ্ম সসীম হব।

(৪) ভেদ—শ্ৰুতিয়ে "আদিত্য পুৰুষ", "অক্ষি-পুৰুষ" ইত্যাদি কথা কৈ ভেদ দেখুৱাইছে। ভেদ মানেই সীমা। সীমাৰ বাহিৰে ব্ৰহ্মাতিৰিক্ত কি আছে ?

এইবোৰ প্ৰশ্নৰ উত্তৰ তলত দিছে।

**সামান্যাৎ তু ৩।২।৩২**

সেতু সামান্যাৎ, সেতু ব্যপদেশঃ। আগেয়ে কোৱা হৈছে যে কোনো দৃষ্টান্তৰ সকলো গুণ লক্ষ্য কৰি কোনেও দৃষ্টান্ত নিদিয়ে। ব্ৰহ্মক 'সেতু' বোলা বাবে এনে বুজিব নেলাগে যে সেতু বা সাঁকোৰ দৰে ব্ৰহ্মও বাঁহ বা কাঠৰ বস্তু। শ্ৰুতিৰ উদ্দেশ্য এই যে ব্ৰহ্ম জগতৰ নিয়ামক, জীৱৰ উদ্ধাৰৰ উপায়। উপমাৰ এই মাত্ৰ সাদৃশ্য।

**বুদ্ধ্যৰ্থঃ পাদবৎ ৩।২।৩৩**

উন্মান ব্যপদেশঃ উপাসনাৰ্থঃ। ওপৰত কোৱা ব্ৰহ্মৰ চতুষ্পাদ আদি পৰিমাণ-উপদেশ [পাদবৎ] উপাসনাৰ নিমিত্তে [বুদ্ধ্যৰ্থঃ]।

**স্থান বিশেষাৎ প্ৰকাশাদি বৎ ৩।২।৩৪**

৩১ সূত্ৰত কোৱা সম্বন্ধ আৰু ভেদৰ উপদেশো উপাসনাৰ বাবে ! সূৰ্য্যৰ পোহৰ যেনেকৈ স্থান বিশেষত পৰি পৰিমিত হয় সেইদৰেই উপাসনাৰ নিমিত্তে ব্ৰহ্মক চিন্তা কৰিবলৈ হলেই, ব্ৰহ্মৰ পৰিমাণ মনলৈ আহে। এই বাবে ব্ৰহ্মৰ অপৰিমিতত্বৰ অপলাপ নহয়।

**উপপত্তেঃ চ ৩।২।৩৫**

আৰু যুক্তিৰেও বুজিব পাৰি [উপপত্তেঃ চ] যে ব্ৰহ্মাতিৰিক্ত পদাৰ্থ নাই।

**তথা অন্য প্ৰতিষেধাৎ ৩।২।৩৬**

শ্ৰুতিয়ে অন্য তত্ত্ব স্পষ্ট ভাবে নিষেধ কৰিছে যথা, "এনে একো নাই, যি ব্ৰহ্মৰ ওপৰ" [শ্বেত ৩।৯]।

**অনেন সৰ্ব্বগতত্বম আয়ামশব্দাদিভ্যঃ ৩।২।৩৭**

ওপৰত যি কোৱা হল তাৰ দ্বাৰা [অনেন] আৰু শ্ৰুত্যুক্ত 'আয়াম' (ব্যাপ্তি) আদি শব্দৰ দ্বাৰা [আয়াম শব্দাদিভ্যঃ] ব্ৰহ্মৰ সৰ্ব্বগতত্ব সিদ্ধ হল।

শ্ৰুতিত কৈছেঃ "ব্ৰহ্ম আকাশৰ দৰে সৰ্ব্বগত আৰু নিত্য" (ছাঃ ৩।১৪।৩)।

**ফলম্ অতঃ উপপত্তেঃ ৩।২।৩৮**

অতএব এয়ে সিদ্ধান্ত হয় [উপপত্তেঃ] যে এই ব্ৰহ্মৰ পৰাই [অতঃ] কৰ্ম্মফল [ফলম্] উৎপন্ন হয়। ব্ৰহ্ম কৰ্ম্ম ফল-দাতা।

**শ্ৰুতত্বাৎ চ ৩।২।৩৯**

শ্ৰুতিয়েও কয় যে ব্ৰহ্ম কৰ্ম্মফল দাতা। শ্ৰুতি,যথা-"এওঁ অন্নদান কৰে, এওঁ ধন দান কৰে ইত্যাদি" (বৃহঃ ৪।৪।১৪)

**ধৰ্ম্মং জৈমিনিঃ অতএব ৩।২।৪০**

কিন্তু আচাৰ্য্য জৈমিনিয়ে পূৰ্ব্বোক্ত কাৰণেই [অতএব] কৈছে—অথাৎ যুক্তি আৰু শ্ৰুতিবাক্যৰ পৰাই কৈছে যে ধৰ্ম্ম হে কৰ্ম্মফল দাতা।

**পূৰ্ব্বং তু বাদৰায়ণঃ, হেতুব্যপদেশাৎ। ৩।২।৪১**

কিন্তু আচাৰ্য্য বাদৰায়ণে কৈছে যে আগৰ কথা [পূৰ্ব্বং তু] হে ঠিক—অৰ্থাৎ ব্ৰহ্ম হে কৰ্ম্মফলদাতা। কাৰণ শ্ৰুতিয়ে তেওঁক হে কৰ্ম্মফলৰ হেতু বুলি নিৰ্দ্দেশ কৰিছে [হেতুব্যপদেশাৎ] [কৰ্ম্মফল আৰু পাপ পুণ্য এইবোৰৰ বিষয়ে আমাৰ বহুত ভুল ধাৰণা আছে। এইবোৰৰ কথা আমি বাহুল্য ভাবে আমাৰ জন্মান্তৰ ৰহস্যত আলোচনা কৰিছো।]

## তৃতীয় অধ্যায়

### ৩য় পাদ

আমি ওপৰত কৈ আহিছো যে বৈদিক যুগত, সূৰ্য্য আকাশ প্ৰাণ ইত্যাদি প্ৰতীক অবলম্বন কৰি উপাসনা কৰা বিধান আছিল। এইবোৰ উপদেশক এটা এটা বিদ্যা বুলিছিল—যেনে, প্ৰাণবিদ্যা, মধুবিদ্যা ইত্যাদি। এই বিদ্যাবোৰৰ বৰ্ণনা সকলো উপনিষদে ঠিক একেৰকমে কৰা নাই। সকলো উপনিষদ সামঞ্জস্য কৰি এই পাদত ব্ৰহ্মোপাসনাৰ বিধান দিছে আৰু কৈছে যে নিজ নিজ অধিকাৰ ভেদে সাধকে যেই সেই এক বিদ্যাৰ অনুস্থান কৰি কৃত-কৃত্যতা লাভ কৰিব পাৰে। এইবোৰ কথা আধুনিক পাঠকৰ নিমিত্তে সিমান আৱশ্যকীয় নহয়।

**সৰ্ব্ব বেদান্ত প্ৰত্যয়ম্ চোদনাদি অবিশেষাৎ। ৩।৩।১**

**(চোদনা=বিধিবাক্য)**

সকলো উপনিষদত কোৱা প্ৰাণাদি বিদ্যা [সৰ্ব্ব বেদান্ত প্ৰত্যয়ম্] একে, কাৰণ, বিধি, ফল ইত্যাদি বিষয়ে একো বিৰোধ নাই [চোদনাদি অবিশেষাৎ]। একে ব্ৰহ্মোপাসনাৰ কথাকে সকলো উপনিষদে কৈছে।

**ভেদাৎ ন, ইতি চেৎ— ন একস্যাম্ অপি। ৩।৩।২**

প্ৰঃ— কিন্তু একে বিদ্যাৰে তো সকলো উপনিষদে একে বৰ্ণনা দিয়া নাই; যেনে, কোনো শ্ৰুতিত উপাস্যৰ এটি গুণ অবলম্বন কৰি, কোনো শ্ৰুতিত দুটি গুণ অবলম্বন কৰি উপাসনাৰ বিধান আছে। এনে ভেদ আছে গুণে যদি আমি কওঁ যে প্ৰত্যেক শ্ৰুতিয়ে একে বিদ্যাৰে কথা কোৱা নাই [ভেদাৎ ন, ইতি চেৎ], তেন্তে?

উঃ— নহয়, একে বিদ্যা হলেও, উপাসক ভেদে উপদেশৰ ভেদ হয়—যেনে, একে কথাকে একে ৰকমে কলে সকলোৱে একে ৰকমে নুবুজে, যি যেনেকৈ বুজিব পাৰে তাক সেইদৰেহে বুজাব লাগিব। আৰু কোনো কোনো স্থলত গ্ৰন্থৰ প্ৰকৰণ পূৰণ কৰিবলৈ একে বিদ্যাৰে পুনৰুক্তি কৰিব লগীয়া হয়। ইত্যাদি কাৰণত

একে বিদ্যাৰে [একেস্যাম্ অপি] ভিন্ন ৰকম বৰ্ণনা হব পাৰে।

**স্বাধ্যায়স্য তথাত্বেন হি সমাচাৰে অধিকাৰাৎ চ, সব-বৎ চ তৎ নিয়মঃ। ৩।৩।৩**

অথৰ্ব্ব বেদৰ মুণ্ডকোপনিষদত ব্ৰহ্ম বিদ্যাৰ উপদেশ আছে। তাত কৈছে যে যি শিৰোব্ৰত* অনুষ্ঠান কৰে তেওঁ হে এই বিদ্যাৰ অধিকাৰী।

অথৰ্ব্ববেদীৰ বাহিৰে কোনেও এই ব্ৰত পালন কৰিব নোৱাৰে। তেন্তে অথৰ্ব্ববেদীৰ বাহিৰে আনৰ ব্ৰহ্ম বিদ্যাত অধিকাৰ নাই, যদি সেয়ে হয় তেন্তে সকলো উপনিষদৰ উপাসনাৰ উপদেশ একে হ'ল কেনেকৈ? আমাৰ এনে প্ৰশ্নৰ উত্তৰত ওপৰৰ সূত্ৰটি দিছে। ইয়াত কৈছে যে শিৰোব্ৰত উপাসনাৰ অঙ্গ নহয়। মুণ্ডক উপনিষৎ অধ্যযন কৰিবলৈহে এই ব্ৰত পালন কৰিব লাগে। "সমাচাৰ" নামে পুথিত এই কথা কৈছে। আকৌ, এই নিয়মটোও ঠিক "সব-বৎ"—অৰ্থাৎ সূৰ্য্য সম্বন্ধীয় "সবৰ" (হোম) নিচিনা। এই সৌৰ্য্যাদি হোম কেবল একাগ্নিক অথৰ্ব্ববেদীয়ে অনুষ্ঠান কৰে, আনে নকৰে। সেইদৰেই শিৰোব্ৰত মুণ্ডক শ্ৰুতিৰ ছাত্ৰৰ অনুষ্ঠেয়, আনৰ নহয়। ব্ৰহ্ম বিদ্যাৰ অনুষ্ঠান কিন্তু সকলোৱে কৰিব পাৰে।

**দৰ্শয়তি চ ।৩।৩।৪**

শ্ৰুতিয়ে কৈছে যে সকলো বিদ্যাৰ বেদ্য ব্ৰহ্ম। শ্ৰুতিয়ে বহু দিৰতাৰ বহুৰকম উপাসনাৰ কথা কোৱা নাই।

**উপসংহাৰঃ অৰ্থাভেদাৎ বিধিশেষবৎ সমানে চ ৩।৩।৫**

একে বিদ্যাসম্পৰ্কে ভিন্ন ভিন্ন শ্ৰুতিত যি বোৰ আনুষঙ্গিক বিধান দিছে, সেই সকলোবোৰ একত্ৰ সংগ্ৰহ কৰি লব লাগে। [উপসংহাৰঃ] কাৰণ সেইদৰে হলে উপাসনাৰ অভিন্নত্ব সিদ্ধ হয়। সকলো বিধান একত্ৰ গোটালে উপাসনাটোৰ পূৰ্ণত্ব সাধন হয আৰু সকলোৰে পক্ষে একে হয়। উপাসনাৰ অৰ্থ বা প্ৰয়োজন সৰ্ব্বদা একে [অৰ্থাভেদাৎ] সেই গুণে, অগ্নিহোত্ৰাদি কৰ্ম্ম বিষযে বিভিন্ন বিধিবোৰ যেনেকৈ সংগ্ৰহ কৰি লোৱা নিয়ম আছে, সেই দৰেই [বিধি শেষবৎ] ভিন্ন ভিন্ন শ্ৰুতিৰ বৰ্ণিত বিদ্যা যদি একে হয় [সমানে চ] তেন্তে সেই বিদ্যা সম্বন্ধে উল্লেখ কৰা সকলোবোৰ অঙ্গ গোটাই লব লাগে।

কিন্তু বিদ্যা একে নহলে ওপৰত কোৱা দৰে নহয। যেনে, বৃহদাৰণ্যকত উদ্‌গীথ বিদ্যাৰ বৰ্ণনা আছে আৰু ছান্দোগ্যতো উদ্‌গীথ বিদ্যাৰ বৰ্ণনা আছে। এই দুটা বিদ্যা কিন্তু একে নহয। সেই গুণে ইযাত আনুষঙ্গিক বিধান বোৰ সংগ্ৰহ কৰিব নেলাগে।

এই কথা বুজাবলৈ তলৰ সূত্ৰ দুটা দিছে। ৬ সূত্ৰটো পূৰ্ব্বপক্ষৰ সন্দেহ আৰু ৭ সূত্ৰটো তাৰ মীমাংসা।

**অন্যথাত্বং শব্দাৎ ইতি চেৎ—ন অবিশেষাৎ ৩।৩।৬**

প্ৰঃ— শ্ৰুতিৰ পৰাই জনা যায [শব্দাৎ] যে ছান্দোগ্যৰ উদ্‌গীথ বিদ্যা আৰু বৃহদাৰণ্যকৰ বিদ্যা একে নহয [অন্যথাত্বং] কিন্তু আমি যদি এতিয়া একে নহয বুলি কওঁ [ইতিচেৎ] তেন্তে আপত্তি হব যে "নহয [ন]—এই দুটা বিদ্যা একে কাৰণ ইযাত একো বিশেষ নাই [অবিশেষাৎ] আৰু যি অলপ অনৈক্য আছে তাক ওপৰত কোৱা নিয়ম মতে সংগ্ৰহ কৰি মিলাই লব পাৰি।" তেন্তে এতিয়া আমি কি কৰোঁ।

**ন, বা প্ৰকৰণ ভেদাৎ—পৰোবৰীয়স্ত্বাদি বৎ ৩।৩।৭**

উঃ— নহয় [ন] এই দুটা একে বিদ্যা নহয, ইযাত প্ৰকৰণ ভেদ আছে অৰ্থাৎ একে বিষযৰে আলোচনা কৰা নাই [প্ৰকৰণ ভেদাৎ]। বিদ্যাৰ একে নাম হলেও যে বিদ্যা বেলেগ হব পাৰে, তাৰ দৃষ্টান্ত ছান্দোগ্য উপনিষদতে আছে। তাতে, প্ৰথমতে উদ্‌গীথৰ এক অংশক প্ৰাণ দৃষ্টিত উপাসনা কৰা বিধান আছে। তাৰ পাছত আকৌ সমস্ত উদ্‌গীথক ব্ৰহ্মদৃষ্টিত উপাসনা কৰা বিধান আছে। এই পাছৰ উদ্‌গীথক পৰোবৰীযান (পৰ - জ্যেষ্ঠ, বৰ = শ্ৰেষ্ঠ) বা অনন্ত ইত্যাদি আখ্যা দিছে। ইযাত এতিয়া প্ৰথমোক্ত উদ্‌গীথ উপাসনা আৰু পাছৰ পৰোবৰীয়ান্ উদ্‌গীথ উপাসনা একে নহয়। সেই দৰেই [পৰোবৰীযস্ত্বাদি বৎ] ছান্দোগ্যৰ উদ্‌গীথ বিদ্যা আৰু বৃহদাৰণ্যকৰ উদ্‌গীথ বিদ্যা একে নহয়।

**সংজ্ঞাতঃ চেৎ—তদুক্তম্, অস্তি তদপি ৩।৩।৮**

প্ৰঃ— দুয়ো উপনিষদতে এই বিদ্যাৰ একে নাম গুণে [সংজ্ঞাতঃ] আমি যদি কওঁ যে বিদ্যা একে, তেন্তে?

উঃ— তেন্তেও নহয়, কাৰণ আগেয়ে কোৱা হৈছে যে নাম

একে হলেই, বিদ্যা একে নহয় [তদুক্তম্]। পৃথক্ বিদ্যাৰ একে নাম হোৱা দৃষ্টান্ত আছে [অস্তি তদপি]।

**ব্যাপ্তেঃ চ সমঞ্জসম্ ৩।৩।৯**

ছান্দোগ্যত আছে— "ওম্ ইতি এতদ্ অক্ষৰম্ উদ্গীথম্ উপাসীত।" কিন্তু উদ্গীথ হৈছে বেদৰ এটি স্তব বা গান। তেন্তে ছান্দোগ্যৰ উক্ত মন্ত্ৰৰ সাৰ্থকতা কি? ইয়াৰ উত্তৰত কৈছে যে প্ৰণব সকলো বেদতে ব্যাপ্ত আছে [ব্যাপ্ত = প্ৰণবস্য সৰ্ব্বব্যাপকত্বাৎ]—এই বুলি ধৰিলে সকলো সামঞ্জস্য হয়।

**সৰ্ব্ব অভেদাৎ—অন্যত্ৰ ইমে ৩।৩।১০**

ছান্দোগ্য, বৃহদাৰণ্যক, আৰু কৌষীতকী—এই তিনিও উপনিষদত প্ৰাণবিদ্যাৰ বৰ্ণনা আছে। সৰ্ব্বত্ৰ প্ৰাণক জ্যেষ্ঠ আৰু শ্ৰেষ্ঠ ইন্দ্ৰিয় বুলি ধৰিছে; কৌষীতকীত সেই কথাটো কোৱা নাই। এতিয়া প্ৰশ্ন হল যে কৌষীতকীৰ প্ৰাণ বিদ্যাত, বাগাদি ইন্দ্ৰিয়ৰ গুণবোৰ যুক্ত কৰি লব লাগিবনে?

ইয়াৰ উত্তৰত কৈছে—

বাগাদিৰ গুণবোৰ [ইমে] কৌষীতকীৰ প্ৰাণবিদ্যাত [অন্যত্ৰ] যোগ কৰি লব লাগে; কাৰণ এই তিনিখন উপনিষদত বিদ্যাৰ একো ভেদ নাই [সৰ্ব্ব অভেদাৎ]

**আনন্দাদয়ঃ প্ৰধানস্য ৩।৩।১১**

শ্ৰুতিত ব্ৰহ্মৰ বহুত গুণৰ উল্লেখ কৰিছে; যেনে, আনন্দময়, বিজ্ঞানময়, সৰ্ব্বব্যাপী, সৰ্ব্বাত্মক, ইত্যাদি। কোনো উপনিষদে দুটা, কোনোৱে তিনিটা, এই দৰে উল্লেখ কৰিছে। এতিয়া প্ৰশ্ন হল যে এই সকলোবোৰ গোটাই ধ্যান কৰিব লাগিব, নাইবা, যি শ্ৰুতিত যি আছে, তাকেহে লব লাগিব। এই প্ৰশ্নৰ উত্তৰত কৈছে—

আনন্দ আদি সকলো গুণ [আনন্দাদয়ঃ] ব্ৰহ্মৰ [প্ৰধানস্য] গুণ; এই সকলোবোৰ গোটাই ধ্যান কৰিব লাগিব। এইবোৰ ব্ৰহ্মৰ স্বৰূপ প্ৰতিপাদক গুণ। সেইবাবে এইবোৰ এৰিব নেলাগে। কিন্তু ইয়াৰ বাহিৰে, অধিকাৰী বিশেষে বুজিবৰ নিমিত্তে বা উপাসনাৰ সুবিধাৰ বাবে, যিবোৰ গুণৰ উল্লেখ আছে, সেইবোৰ সংগৃহীত কৰা আৱশ্যক নাই; যেনে প্ৰিয় ব্ৰহ্মৰ শিৰ, মোদ দক্ষিণপক্ষ ইত্যাদি। এই কথাকে তলৰ সূত্ৰত কৈছে—

**প্ৰিয় শিৰস্ত্বাদি-অপ্ৰাপ্তিঃ উপচয়-অপচয়ৌ হি ভেদে ৩।৩।১২**

ওপৰত আনন্দময় অধিকৰণত [১।১।১২] কোৱা হৈছে যে প্ৰিয় ব্ৰহ্মৰ শিৰ, ইত্যাদি। এনে বৰ্ণনা অধিকাৰি-ভেদে বুজিবৰ সুবিধাৰ বাবে কৰা হৈছে। এইবোৰ গুণ উপাসনাত গোটাব নেলাগে, কাৰণ ইইতৰ হ্ৰাস বৃদ্ধি [উপচয়-অপচয়] হয়; এনে অস্থিৰ বা বিকাৰী ধৰ্ম্ম ব্ৰহ্মত নাই। তেওঁত ভেদ নাই।

'প্ৰিয়' ব্ৰহ্মৰ শিৰ—ইত্যাদি গুণৰ [প্ৰিয় শিৰস্ত্বাদি] যোগ নহয় [অপ্ৰাপ্তিঃ] কাৰণ [হি] এই (অপচয়-উপচয়) ভেদ ব্ৰহ্মত হব নোৱাৰে [অপচয়-উপচয়ৌ ভেদে]।

**ইতৰেত্বু অৰ্থসামান্যাৎ ৩।৩।১৩**

কিন্তু [তু] বাকী গুণবোৰ [ইতৰে] ব্ৰহ্মৰ স্বৰূপ প্ৰতিপাদক বাবে [অৰ্থসামান্যাৎ] ব্ৰহ্মবিদ্যাৰ উপযোগী।—

**অধ্যানায় প্ৰয়োজনভাবাৎ ৩।৩।১৪**

"প্ৰিয় ব্ৰহ্মৰ শিৰ—ইত্যাদি বাক্য কেৱল ধ্যানৰ স্থিৰতা সম্পাদনৰ নিমিত্তে [অধ্যানায়]। নহলে, সেইবোৰৰ একো প্ৰয়োজন নাই।

**আত্মশব্দাৎ চ ৩।৩।১৫**

উক্ত তৈঃ উপনিষদৰ বাক্যত আত্ম শব্দটোও আছে। ইয়াৰ পৰাও বুজা যায় যে শিৰঃ পক্ষাদি অবয়ববোৰ কাল্পনিক।

**আত্মগৃহীতিঃ ইতৰবৎ উত্তৰাৎ ৩।৩।১৬**

ঐতৰেয় উপনিষদত সৃষ্টিতত্ত্ব বিষয়ে কৈছে যে প্ৰথমতে আত্মাৰ বাহিৰে একো নাছিল। এই আত্মা কোন? ব্ৰহ্ম নে সৃষ্টিকৰ্ত্তা ব্ৰহ্মা? এনে প্ৰশ্নৰ উত্তৰত কৈছে—

অন্যান্য সৃষ্টি বিষয়ক শ্ৰুতিবাক্যত যেনেকৈ কৈছে [ইতৰবৎ] ইয়াতো তাকে কৈছে। ব্ৰহ্মক হে সৃষ্টি কৰ্ত্তা বুলি গ্ৰহণ কৰিব লাগে [আত্ম গৃহীতিঃ] এই কথা সেই শ্ৰুতিৰ পৰৱৰ্ত্তী বাক্যত [উত্তৰাৎ] স্পষ্ট হৈছে।

**অন্বয়াৎ ইতি চেৎ—স্যাৎঅৱধাৰণাৎ ৩।৩।১৫**

প্ৰঃ— কিন্তু আলোচ্য স্থলত শ্ৰুতিয়ে স্বৰ্গাদিলোকৰ সৃষ্টিৰ কথা হে কৈছে। ব্ৰহ্মাই প্ৰথমতে পঞ্চ মহাভূত সৃষ্টি কৰিলে বুলিহে শ্ৰুতিত আছে। শ্ৰুতি আৰু স্মৃতি, উভয়ৰ পৰা জনা যায় যে স্বৰ্গাদিৰ সৃষ্টি ব্ৰহ্মই নিজে কৰা নাই—ব্ৰহ্মাই হে কৰিলে। তেন্তে ব্ৰহ্মাৰ স্বৰ্গাদিৰ লগত সম্বন্ধৰ পৰা [অন্বয়াৎ] আমি যদি কওঁ [ইতি চেৎ] যে আলোচ্য স্থলত শ্ৰুতিয়ে ব্ৰহ্মাৰ কথা হে কৈছে—তেন্তে?

উঃ— সেই আলোচ্য শ্ৰুতিয়েই ঠিক কৰিছে যে প্ৰথমতে পৰমাত্মাৰ বাহিৰে একো নাছিল—এই অৱধাৰণাৎ

পৰা [অবধাৰণাৎ] বুজা যায় যে পৰমাত্মা হে সৃষ্টিৰ কাৰণ [স্যাৎ]।

প্ৰজাপতি ব্ৰহ্মা দৃশ্য সৃষ্টিৰ কাৰণ। তেওঁ আদি পুৰুষ হলেও, চৰম তত্ত্ব নহয়। তেওঁৰ সম্পৰ্কে এনে উক্তি কৰিব নোৱাৰি যে সৃষ্টিৰ পূৰ্ব্বে তেওঁৰ বাহিৰে আৰু একো নাছিল।

### কাৰ্য্যাখ্যানাৎ—অ-পূৰ্ব্বম ৩।৩।১৮

প্ৰাণবিদ্যাৰ প্ৰসঙ্গত এঠাইত কৈছে যে ভোজনৰ আগত আৰু পাছত, আচমন কৰিব আৰু আচমনীয় পানীক প্ৰাণৰ আচ্ছাদন বুলি চিন্তা কৰিব।

ইয়াত এতিয়া "বিশেষ বিধি" কোনটো? আচমন কৰাটো "বিশেষ বিধি" নাইবা চিন্তা কৰাটো?

ইয়াৰ উত্তৰত কৈছে যে আচমন এটা সদাচাৰ মাত্ৰ, সজ্জনে সদায় আচমন কৰেই। এই বিষয় উপদেশ দিয়া শ্ৰুতিৰ উদ্দেশ্য নহয়।

কৰ্ত্তব্যৰ উল্লেখ আছে গুণে [কাৰ্য্যাখ্যানাৎ] আচমনৰ উল্লেখ কৰিছে। অন্য উপাসনাত উল্লেখ নকৰা [অ-পূৰ্ব্বম্] "বিশেষ বিধান" হৈছে পানীক প্ৰাণৰ আচ্ছাদন বুলি ধ্যান কৰা।

### সমানে এবঞ্চ অভেদাৎ ৩।৩।১৯

বাজসনেয়ী শাখাত দুঠাইত [বৃহদাৰণ্যকত আৰু অগ্নি ৰহস্যত] শাণ্ডিল্য বিদ্যা বৰ্ণনা কৰিছে। এতিয়া সন্দেহ হব পাৰে যে এই দুঠাইৰ বিদ্যা একে নে? গুণৰ কম-বেচি আছে। বিভিন্ন শাখাত যদি এনে কম-বেচি গুণৰ কথা থাকিল হেতেন, তেন্তে বিদ্যা একে বুলি ধৰি গুণবোৰ সংগ্ৰহ কৰিব পৰা হলহেতেন। কিন্তু একে শাখাতে দুঠাইত দুটা বিভিন্ন বৰ্ণনা থকা বাবে সন্দেহ হয়। ইয়াৰ উত্তৰত কৈছে —

একে শাখাত হলেও [সমানে] এনে বিদ্যাৰ ঐক্য হয় [এবঞ্চ] কাৰণ উভয় স্থলত উপাস্য একে [অভেদাৎ]। তলৰ সূত্ৰত প্ৰশ্ন কৰিছে যে উপাস্য একে হলে, সদায় এনে হব নে?

### সমন্ধাৎ এবং অন্যত্ৰাপি ৩।৩।২০

বৃহদাৰণ্যকত একে সত্যব্ৰহ্মৰ অধিদৈব আৰু অধ্যাত্ম বৰ্ণনা কৰি দুটা শাস্ত্ৰীয় গুহ্য নাম দিছে যথা অহঃ আৰু অহম্। এতিয়া, উপাস্য যেতিয়া একে সত্যব্ৰহ্ম, আমি গুণৰৰ নিয়ম অনুসৰি এই দুয়োটা নাম সংগ্ৰহ কৰি ল'ব পাৰোনে? এই প্ৰশ্নৰ উত্তৰত তলৰ সূত্ৰটি দিছে —

### ন বা বিশেষাৎ ৩।৩।২১

আলোচ্য স্থলত এইদৰে নহয় [ন] কাৰণ তাত আদিত্য মণ্ডল আৰু চক্ষু—এই দুটা উপাসনাৰ স্থান ভেদে উপাস্যও বেলেগ। সেই বাবে [বিশেষাৎ] স্থানকৃত ভেদ মানিব লাগিব। নহলে উপাসনাৰ সময়ত এবাৰ অ'ত এবাৰ ত'ত, এবাৰ এটা নাম (অহং) ইবাৰ ইটো (অহং)—এইদৰে ধ্যান কৰিলে চিত্ৰ বিক্ষেপ হব পাৰে।

### দৰ্শয়তি চ ৩।৩।২২

শ্ৰুতিয়ে এইদৰে দেখুৱাইছে।

### সম্ভৃতি-দ্যুব্যাপ্তি অপি চ অতঃ ৩।৩।২৩

পূৰ্ব্বোক্ত কাৰণেই [অতঃ] ব্ৰহ্মৰ সম্ভৃতি (আকাশাদি ধাৰণ) দ্যুব্যাপ্তি আদি বিভুতি, কেৱল যি উপাসনাত উক্ত হৈছে, তাত হে আবদ্ধ; অন্য উপাসনাত সেইবোৰ সংযোজিত কৰিব নেলাগে।

### পুৰুষ বিদ্যায়াম্ অপি ইতৰেষাম্ অনাম্নানাৎ। ৩।৩।২৪

উপাসকে নিজক নিৰ্দ্দিষ্ট প্ৰণালীৰে ব্ৰহ্ম বুলি ভাৱি উপাসনা কৰাই "পুৰুষ বিদ্যা"।

ছান্দোগ্য আৰু তৈত্তিৰীয় উভয়তে পুৰুষ বিদ্যাৰ উল্লেখ আছে। কিন্তু এই দুই স্থলত বিদ্যা একে নহয় আৰু সেইগুণে গুণবোৰৰ সংযোজনা হব নেলাগে। যথা —

পুৰুষ বিদ্যাতো [পুৰুষ বিদ্যায়াম্] ছান্দোগ্যত যি গুণ বোৰৰ কথা আছে সেইবোৰৰ [ইতৰেষাম] তৈত্তিৰীয়ই উল্লেখ নকৰা বাবে [অনাম্নানাৎ] দুই উপনিষদৰ বিদ্যা একে নহয়।

### বেধাদি-অৰ্থ ভেদাৎ ৩।৩।২৫

হৃদয়-ভেদ প্ৰভৃতি মন্ত্ৰৰ অৰ্থ উপাসনাৰ পৰা ভিন্ন। অথৰ্ব্ববেদীয় উপনিষদত দুটামান মন্ত্ৰ আছে, যথা — "হে দেৱ তুমি আমাৰ শত্ৰুৰ হৃদয় বিদীৰ্ণ কৰাঁ, মস্তক খণ্ড খণ্ড কৰাঁ, ইত্যাদি" এইবোৰ আভিচাৰিক ক্ৰিয়া; উপাসনাৰ পৰা ভিন্ন।

### হানৌ তু উপায়ন শব্দ শেষত্বাৎ, কুশাচ্ছন্দঃ স্তুতি উপগানবৎ, তদুক্তম্ ৩।৩।২৬

উপনিষদত এঠাইত আছে — জ্ঞানী মানুহে মৃত্যুকালত পাপ-পুণ্য উভয়কে ত্যাগ কৰে আৰু পৰব্ৰহ্মক পায়।"

আকৌ অন্য শ্ৰুতিত আছে — "মৃতকৰ পুত্ৰই ধন সম্পত্তি গ্ৰহণ কৰে, বন্ধুবোৰে পুণ্য গ্ৰহণ কৰে আৰু শত্ৰুবোৰে পাপ গ্ৰহণ কৰে।"

এইদৰে কোনো শ্ৰুতিত কেৱল পাপ-পুণ্য পৰিত্যাগ কৰা কথাহে আছে আৰু কোনো শ্ৰুতিত পাপ-পুণ্য গ্ৰহণ কৰা কথাও আছে। এতিয়া কথা হ'ল যে যিবোৰ শ্ৰুতিত কেৱল "পৰিত্যাগৰ" কথা হে আছে, তাতো "গ্ৰহণৰ" অৰ্থ সংযোজনা কৰি বুজিব লাগিবনে কি ?

ইয়াৰ উত্তৰত ওপৰৰ সূত্ৰটি দিছে। ইয়াত কৈছে যে এইটো সাধাৰণ নিয়ম যে এখন শ্ৰুতিত কিবা অপূৰণ থাকিলে, অন্য শ্ৰুতিৰ পৰা তাক পূৰাই লব লাগে। ইয়াৰ দৃষ্টান্ত, উপাসনা বিষয়ে ওপৰত দিয়া হৈছে। আন সকলো বিষয়তে এই একে নিয়ম। পূৰ্ব্ব মীমাংসাত আচাৰ্য্য জৈমিনিয়ে এই কথা কৈ গৈছে আৰু তাৰ বহুত দৃষ্টান্তও দি গৈছে, যথা —

(১) কুশা এবিধ কাঠৰ শলা (কাঠী) যাৰ দ্বাৰা হোম বা স্তোত্ৰৰ সংখ্যা ৰখা হয়। কৌষীতকীত কুশাৰ কথা আছে কিন্তু কি কাঠৰ কুশা হব লাগে কোৱা নাই। আন শ্ৰুতিত আছে যে ডিমৰু কাঠৰ কুশা হব লাগে। কৌষীতকীৰ এই অপূৰণ বাক্য অন্য শ্ৰুতিৰ পৰা পূৰাই লৈ, ডিমৰু কাঠৰ কুশা হে মানুহে কাটে।

(২) এখন শ্ৰুতিত ছন্দোবদ্ধ প্ৰাৰ্থনা কৰা বিধান আছে, কিন্তু কি ছন্দ, তাৰ উল্লেখ নাই। আন এখন শ্ৰুতিত আছে যে 'দৈব-ছন্দ' অবলম্বন কৰিব লাগে। সেইদৰে হে সকলোৱে কৰে।

(৩) এখন শ্ৰুতিত ষোড়শী স্তুতি কৰিবৰ ব্যৱস্থা আছে। কিন্তু কোন সময়ত এই স্তুতি কৰিব লাগে কোৱা নাই। আন শ্ৰুতিত আছে যে নিচেই পুৱাতে এই স্তুতি কৰিব লাগে। সেইদৰে হে মানুহে কৰে।

(৪) এখন শ্ৰুতিত যজ্ঞত গান কৰা বিধান আছে। কিন্তু যজ্ঞৰ ৪ জন পুৰোহিতৰ কোন জনে গান কৰিব, কোৱা নাই। আন এখন শ্ৰুতিত আছে যে "অৰ্দ্ধ্বয্যু" জনে গান নকৰিব। ইয়াৰ পৰা স্থিৰ কৰি লোৱা হৈছে যে বাকী ৩ জন পুৰোহিতে হে গান কৰিব।

এইদৰে সকলো শ্ৰুতি মিলাই অৰ্থ কৰা নিয়ম থকা বাবে ওপৰৰ পৰিত্যাগ আৰু গ্ৰহণ বিষয়ে প্ৰশ্নৰ উত্তৰ এনে হব —

ওপৰত দিয়া কুশা, ছন্দ আদিৰ দৰে [কুশাচ্ছন্দঃ স্তুতি উপগানবৎ] যি উপনিষদত কেৱল ত্যাগৰ কথাহে আছে, সেইবোৰ ঠাইতো [হানৌ, হানি-ত্যাগ] "গ্ৰহণ" অৰ্থতো সংযোজন কৰি লব লাগে। কাৰণ গ্ৰহণ (উপায়ন) আৰু ত্যাগ পৰস্পৰ সংলগ্ন অৰ্থৰ শব্দ ; ত্যাগ নহলে গ্ৰহণ নহয় ; এজনে ত্যাগ কৰে, ইজনে গ্ৰহণ কৰে। ত্যাগ আৰু গ্ৰহণ শব্দৰ পৰস্পৰৰ সাপেক্ষতাৰ বাবে [উপায়ন শব্দ শেষত্বাৎ] দুইটা অৰ্থ সংযোজন কৰি শ্ৰুতিৰ অৰ্থ কৰিব লাগে। জৈমিনিয়ে এইদৰে কৈছে [তদুক্তম্]।

শ্ৰুতিত এঠাইত আছে যে জ্ঞানী মানুহে দেহত্যাগ কৰি দেৱ-যান পথে গৈ বিৰজা নদী পাৰ হৈ পাপ-পুণ্য ত্যাগ কৰে। (কৌঃ ১।৪) তেন্তে এতিয়া প্ৰশ্ন হল যে পাপ-পুণ্য ত্যাগ আগেয়ে কোৱা মতে, মৃত্যুৰ সময়ত হয় নে কৌঃ উপনিষদে কোৱা দৰে, বিৰজা নদীৰ পাৰত হয় ? এই প্ৰশ্নৰ উত্তৰ তলৰ সূত্ৰ দুটাত দিছে।

**সাম্পৰায়ে, তৰ্ত্তব্যাভাবাৎ তথা হি অন্যে ৩।৩।২৭**

পাপ পুণ্য ত্যাগ দেহ-ত্যাগৰ লগে লগে [সাঁম্পৰায়ে] হয়, কাৰণ দেহত্যাগৰ পাছত পাপ পুণ্য দ্বাৰা লাভ কৰিবলৈ আৰু একো নেথাকে [তৰ্ত্তব্যাভাবাৎ] অন্য শ্ৰুতিয়েও এই দৰে কয় [তথা হি অন্যে]।

**ছন্দতঃ উভয়-অবিৰোধাৎ ৩।৩।২৮**

শ্ৰুতিৰ কেৱল শব্দৰ প্ৰতি লক্ষ্য নকৰি আচল ভাব বা অভিপ্ৰায় গ্ৰহণ কৰিলে [ছন্দতঃ] বুজা যায় যে দেহ ত্যাগৰ অলপ পিচতে মৃতক বিৰজা নদীত উপস্থিত হৈ পাপ-পুণ্য ত্যাগ কৰে। এইদৰে অৰ্থ কৰিলে উভয় শ্ৰুতিৰ একো বিৰোধ নেথাকে।

[২৭ আৰু ২৮ সূত্ৰৰ আন ৰকমেও অৰ্থ হয়। আমি নিম্বাৰ্ক ভাষ্য মতে অৰ্থ কৰিলোঁ]।

ইয়াৰ পাছৰ সূত্ৰ দুটাৰ অৰ্থ সকলো আচাৰ্য্যই একে ৰকমে কৰা নাই। তেওঁবিলাকৰ বিৰোধৰ আচল বিষয়টো এই —আন আচাৰ্য্যসকলৰ মতে জীৱৰ জীৱত্ব নিত্য। নিত্য মানে কল্পান্ত-স্থায়ী, কাৰণ কল্পান্তত, ঈশ্বৰ, জীৱ, জগৎ, সকলো ব্ৰহ্মত লীন হয়। কল্পৰ ভিতৰত জীৱত্বৰ বিনাশ নাই। কিন্তু ব্ৰহ্মজ্ঞান হলে, জীৱই মৃত্যুৰ পাছত দেৱযান পথে গৈ ব্ৰহ্মক লাভ কৰে। তেনে মুক্ত জীৱৰ আৰু সংসাৰত পুনৰ্জন্ম নাই। তেওঁবিলাক ব্ৰহ্ম ভাবাপন্ন হৈ স্বীয় বিশুদ্ধ চিন্ময় ৰূপ লাভ কৰি কামচাৰী হয়—পৰং জ্যোতিৰূপ সম্পাদ্য স্বেন ৰূপেণাভিনিষ্পদ্যতে, স তত্ৰ পৰ্য্যেতি জক্ষন্ ক্ৰীড়ন্ ৰমমাণঃ [ছান্দোগ্য]। এইবোৰ কথা শঙ্কৰাচাৰ্য্যই অস্বীকাৰ নকৰে। ৪ৰ্থ অধ্যায়ত এইবোৰ কথাৰ আলোচনা হব। শঙ্কৰাচাৰ্য্যই কয় যে জীৱৰ জীৱত্ব পৰমাৰ্থিক সত্য বা নিত্য নহয়। "জীৱ ব্ৰহ্মৈব নাপৰঃ।" অজ্ঞান থাকে মানে জীৱত্ব। সগুণ ব্ৰহ্মৰ

উপাসকৰ আত্মজ্ঞান হলেও, "মই বুজিলোঁ", "মই ভাব" বা অহংজ্ঞান বা ভেদ-জ্ঞান থাকি যায়। তেওঁবিলাকৰ জীৱত্ব থাকে। এই শ্ৰেণীৰ ব্ৰহ্মজ্ঞৰ দেৱযান পথে গতি হয় আৰু তেওঁবিলাক ওপৰত কোৱা দৰে কামচাৰী হয়—কিন্তু নিৰ্গুণ ব্ৰহ্মৰ উপাসনাৰ দ্বাৰা উচ্চতম জ্ঞান লাভ কৰিলে জীৱৰ অজ্ঞান বা অহং জ্ঞান একেবাৰে নাশ হয়। এনে জীৱৰ জীৱত্ব নেথাকে, বা তেওঁৰ লিঙ্গ শৰীৰো নাশ হয়। কল্পৰ ভিতৰতে তেওঁ ব্ৰহ্মাই হয়। তেওঁৰ নিৰ্বান মুক্তি হয়। "ব্ৰহ্মবিদ্ ব্ৰহ্মৈব ভৱতি।" এনে জীৱৰ আৰু কি গতি বা আ-গতি হব পাৰে? সৰ্ব্বব্যাপী পদাৰ্থৰ গতি আ-গতি নাই। এই শ্ৰেণীৰ জীৱৰ শৰীৰ নাশ হলেই ব্ৰহ্মত লীন হয়। দেৱযান পথে আৰু গতি হব নালাগে। শঙ্কৰাচাৰ্য্যৰ এই মত সাংখ্যদৰ্শনে সম্পূৰ্ণ সমৰ্থন কৰে। (৪।২।৭ চাওক)

**গতেঃ অৰ্থৱত্ত্বম্ উভয়থা—অন্যথা হি বিৰোধঃ ৩।৩।২৯**

১। শঙ্কৰাচাৰ্য্য—দেৱযান পথে গতিৰ অৰ্থ উভয় ৰকমে [উভয়থা] বুজিব লাগিব—অৰ্থাৎ গতি আৰু অগতি দুইটা বুজিব লাগিব। কোনো কোনো জ্ঞানীৰ (সগুণ উপাসকৰ দেৱযান পথে গতি হয় আৰু কোনো কোনোৰ নিৰ্গুণ উপাসকৰ) নহয়। এই কথা স্বীকাৰ কৰিলেহে দেৱযান পথে গতিৰ [গতেঃ] সাৰ্থকতা [অৰ্থৱত্ত্বম্] হয়; নহলে [অন্যথা] বিৰোধ উপস্থিত হয় [বিৰোধঃ]।

২। নিম্বাৰ্ক মতে—মৃতকে সুকৃতি আৰু দুষ্কৃতি অৰ্থাৎ পাপ আৰু পুণ্য উভয়কে [উভয়থা] ত্যাগ কৰিলেহে দেৱযান পথে গতিৰ [গতেঃ] সাৰ্থক হয় [অৰ্থৱত্ত্বম্]; নহলে [অন্যথা] নিশ্চয় [হি] শ্ৰুতি বাক্যৰ বিৰোধ হব [বিৰোধঃ]। পাপ-পুণ্য উভয়কে ত্যাগ নকৰিলে সংসাৰলৈ পুনৰাবৃত্তি অৱশ্যম্ভাবী। অকল পাপ এৰি পুণ্য লৈ দেৱযান পথে গলে, পুণ্য ভোগৰ পাছত আকৌ পুনৰ্জ্জন্ম হব লাগিব। কিন্তু শ্ৰুতিয়ে কয় যে দেৱযান পথে এবাৰ যাৰ গতি হব তাৰ আৰু পুনৰ্জ্জন্ম নাই। সেই গুণে পাপ-পুণ্য উভয়কে ত্যাগ নকৰিলে অৰ্থাৎ সাংখ্যৰ কথাৰে সংস্কাৰ একেবাৰে নিৰোধ হলে দেৱযান পথে গতি হব নোৱাৰে।

**উপপন্নঃ তৎ-লক্ষণাৰ্থ-উপলব্ধেঃ লোকৱৎ ৩।৩।৩০**

১। শঙ্কৰাচাৰ্য্য —আৰু সকলোৰে যে দেৱযান পথে গতি নহয়, এই কথা যুক্তি সঙ্গত [উপপন্নঃ] কাৰণ যি যি নিমিত্তে দেৱযান পথে গতি হয়, সেইবোৰ নিমিত্ত [তৎলক্ষণাৰ্থ] সগুণ ব্ৰহ্মোপাসনা সম্পৰ্কে হে উল্লেখ কৰা যেন দেখা যায় [উপলব্ধেঃ] আৰু এই বিভাগ লৌকিক ঘটনাৰ দৰে স্পষ্ট [লোকৱৎ]।

দেশান্তৰলৈ যাবলৈ হলে মানুহৰ গতি হব লাগে; কিন্তু ৰোগৰ পৰা মুক্ত হবলৈ গতিৰ আৱশ্যক নাই। সেইদৰেই যি সগুণ ব্ৰহ্মৰ উপাসনাৰ পৰা কিবা পাবলৈ আশা কৰে সি দেৱযান পথে ব্ৰহ্মলোকলৈ যাব লাগে। কিন্তু নিৰ্গুণ উপাসকে কেৱল মাত্ৰ ভব-ৰোগৰ পৰা (অৰ্থাৎ অজ্ঞানৰ পৰা) মুক্ত হবলৈহে বিচাৰে। তেওঁৰ আৰু ক'লৈ গতি হব লাগিছে?

২। নিম্বাৰ্ক মতে —ব্ৰহ্মজ্ঞৰ পাপপুণ্য সকলো নাশ হয়। কৰ্ম্ম ক্ষয় হলে, শৰীৰো ধ্বংস হব লাগে, তেন্তে ব্ৰহ্মজ্ঞৰ দেৱযান পথে গতি কেনেকৈ হয়? এই প্ৰশ্নৰ উত্তৰত কৈছে যে পাপ-পুণ্য সকলো পৰিত্যাগ কৰিলেও, ব্ৰহ্মজ্ঞ দেৱযান পথে যাব পাৰে। কাৰণ শ্ৰুতিয়ে কৈছে যে "পৰম জ্যোতি লাভ কৰি জীৱই স্বীয় নিৰ্ম্মলৰূপে প্ৰতিভাত হৈ, যথেচ্ছা ক্ৰমে গমন, ভোজন, ক্ৰীড়ন আৰু আমোদ কৰে" [ছা ৮।১২]; ইয়াৰ পৰা বুজা যায় যে তেতিয়াও জীৱৰ দেহ-সম্বন্ধ-লক্ষণ থাকে। * যেনে, [লোকৱৎ] দেখাও যায় যে ৰাজ-সেৱক সকলে নিজৰ একো সম্বল নহলেও, ৰজাৰ ভোগ্য পদাৰ্থ ভোগ কৰে। স্থূল শৰীৰৰ অনুৰূপ সকলো কৰ্ম্মৰ ক্ষয় হলেও, ব্ৰহ্মজ্ঞই বিদ্যাৰ প্ৰভাৱত ব্ৰহ্মলোকলৈ যাব পাৰে।

**অনিয়মঃ সৰ্বাসাম অবিৰোধঃ শব্দানুমানাভ্যাম ৩।৩।৩১**

কোনো শ্ৰুতিত উপাসনা প্ৰসঙ্গত দেৱযান পথৰ কথা আছে; কোনো শ্ৰুতিত নাই। এতিয়া তেন্তে এনে প্ৰশ্ন হব পাৰে যে যিবোৰ বিদ্যাৰ ফলত দেৱযান পথে গতি হয় বুলি স্পষ্ট কোৱা আছে, সেইবোৰ উপাসকৰ হে তেনে গতি হয়, আনৰ নহয়। এনে সন্দেহৰ উত্তৰত ওপৰৰ সূত্ৰটি দিছে। ইয়াত কৈছে যে সকলোৰে একে গতি।

সকলো বিদ্যাৰে [সৰ্ব্বসাম্] ফলত যে দেৱযান পথে গতি নহয়,—এনে নিয়ম নাই [অনিয়মঃ]; এই দৰে বুজিলেই শ্ৰুতিৰ একো বিৰোধ নহয় [অবিৰোধঃ]। এই কথা শ্ৰুতি [শব্দ] আৰু স্মৃতি [অনুমান] উভয়ৰ পৰা বুজিব পাৰি [শব্দানুমানাভ্যাম্] [৪।৩।১৫ চাওক]।

---

* পাঠক সকলে মন কৰিব যে ইয়াত নিম্বাৰ্কাচাৰ্য্যই প্ৰকাৰান্তৰে স্বীকাৰ কৰিছে যে দেৱযান পথে যাত্ৰা কৰা জীৱৰ অহং জ্ঞান থাকি যায়। শঙ্কৰাচাৰ্য্য আৰু সাংখ্য দৰ্শনেও তাকেহে কৈছে। অৰ্থাৎ পাপ-পুণ্য ত্যাগ কৰিও অহং জ্ঞান নাশ নহলে দেৱযান পথে গতি হয়। আৰু অহং জ্ঞান নাশ হলে ব্ৰহ্মত লয় হয়, নিৰ্বান মুক্তি হয়।

**যাবদধিকাৰম্ অবস্থিতিঃ আধিকাৰিকাণাম্ ৩।৩।৩২**

দেবযান পথে গতি হলে পুনৰ্জন্ম নহয়। কিন্তু মহাভাৰত ভাগৱত আদি স্মৃতি গ্ৰন্থত পোৱা যায় যে কোনো কোনো ব্ৰহ্মজ্ঞ ঋষিৰ পুনৰ্জ্জন্ম হৈছে—যেনে, অপান্তৰতমা ঋষি বেদব্যাস হৈ জন্ম গ্ৰহণ কৰি বেদ প্ৰচাৰ কৰিলে। ভৃগু, বশিষ্ঠ নাৰদ ইত্যাদি ঋষি সকলৰ পুনৰ্জ্জন্মৰ কথা শুনা যায়। কিয় এইদৰে হয়?

এই প্ৰশ্নৰ উত্তৰত কৈছে যে ব্ৰহ্মজ্ঞৰ বাস্তবিক পুনৰ্জ্জন্ম নাই, কিন্তু অধিকাৰী পুৰুষ সকলৰ নিৰ্দ্দিষ্ট কাম শেষ নহয় মানে কৈবল্য নহয়। অধিকাৰী পুৰুষসকলৰ [আধিকাৰিকাণাম্] নিৰ্দ্দিষ্ট অধিকাৰ শেষ নহয় মানে [যাবদধিকাৰম্] সংসাৰত থকা [অবস্থিতিঃ] আৱশ্যক।

**অক্ষৰধিয়াং তু অবৰোধঃ সামান্য-তদ্ভাবাভ্যাম্ ঔপসদবৎ, তদুক্তম্ ৩।৩।৩৩**

ওপৰত "আনন্দাদয়ঃ প্ৰধানস্য" এই সূত্ৰত কলে যে আনন্দময় আদি ব্ৰহ্মৰ সকলো গুণ সংগ্ৰহ কৰি উপাসনা কৰিব লাগে। এতিয়া প্ৰশ্ন হৈছে যে এইবোৰৰ বাহিৰেও ব্ৰহ্মৰ বিষয়ে কিছুমান নিষেধ বাক্য শ্ৰুতিত পোৱা যায়—যেনে তেওঁ স্থূল নহয়, তেওঁ সূক্ষ্ম নহয়, হ্ৰস্ব নহয় ইত্যাদি। অক্ষৰবিদ্যাত এই অ-স্থূল অ-হ্ৰস্ব আদি গুণবোৰ সংযোগ কৰি লব লাগিব নে?

ওপৰৰ সূত্ৰত কৈছে যে এইবোৰ সংযোগ [অবৰোধঃ] হব, কাৰণ প্ৰত্যেক শ্ৰুতিৰ ব্ৰহ্ম-প্ৰতিপাদ প্ৰণালী একে বা সমান আৰু ব্ৰহ্মৰ অ-স্থূল আদি গুণৰ চিন্তাও ব্ৰহ্মচিন্তাৰ অন্তৰ্গত [সামান্য-তদ্ভাবাভ্যাম্]। এইদৰে সংযোগ কৰাই সাধাৰণ নিয়ম—যাৰ কথা পূৰ্ব্বমীমাংসাত জৈমিনিয়ে কৈছে [তদুক্তম্]। এই নিয়ম সকলো কাৰ্য্যতে দেখা যায়, যেনে, "উপসদ" এটি যজ্ঞ; তাত "পুৰোডাশ" (এবিধ পিঠা) উৎসৰ্গ কৰিব লাগে; তাৰ মন্ত্ৰ আছে; কিন্তু এই মন্ত্ৰ কেৱল সাম বেদত হে আছে; অথচ যজুৰ্ব্বেদীয় পুৰোহিতেও সেই সামবেদীয় মন্ত্ৰকে পাঠ কৰে। এনে সংগ্ৰহৰ নিয়ম আছে গুণে [ঔপসদবৎ] ব্ৰহ্মৰ সকলো গুণ বা নিষেধ বাক্য অক্ষৰ বিদ্যাত [অক্ষৰধিয়াং] সংগ্ৰহ কৰিব লাগে।

**ইয়ৎ আমননাৎ ৩।৩।৩৪**

ব্ৰহ্ম বিষয়ক চিন্তাৰ কাৰণে [আমননাৎ] এই গুণবোৰ [ইয়ৎ] সদায় সংগ্ৰহ কৰিব লাগিব। ব্ৰহ্ম বিষয়ে অন্য যি বোৰ গুণ উল্লেখ কৰিছে—যথা সৰ্ব্বকৰ্ম্মা, সৰ্ব্বগন্ধঃ, সৰ্ব্বৰসঃ ইত্যাদি—সেইবোৰ গুণ যি বিশেষ বিদ্যাত উল্লেখ আছে তাতহে গ্ৰহণীয়; অক্ষৰোপাসনাত নহয়।

নিম্বাৰ্ক আৰু ৰামানুজ ভাষ্য মতে অৰ্থ কৰা হল। শঙ্কৰাচাৰ্য্যই আন ৰকমে অৰ্থ কৰিছে।

**অন্তৰা ভূত গ্ৰামৱৎ স্বাত্মনঃ ৩।৩।৩৫**

বৃহদাৰণ্যকত উষস্তই যাজ্ঞবল্ক্যক প্ৰশ্ন কৰিলে—'সৰ্ব্বান্তৰ আত্মা কাক বোলে?" যাজ্ঞবল্ক্যই ক'লে — "যি প্ৰাণৰ দ্বাৰা প্ৰাণন কৰে (শ্বাস প্ৰশ্বাস লয়) তেৱেঁই তোমাৰ সৰ্ব্বান্তৰাত্মা।" ইয়াৰ পাছত কহোল নামে এজনে আকৌ সেই একে প্ৰশ্নকে কৰিলে। এইবাৰ যাজ্ঞবল্ক্যই উত্তৰ দিলে; "যি ক্ষুধা, তৃষ্ণা, শোক, মোহ জৰা আৰু মৃত্যু অতিক্ৰম কৰি বৰ্ত্তমান থাকে, তেৱেঁই তোমাৰ সৰ্ব্বান্তৰাত্মা।" এতিয়া দেখা গল যে ঠিক একে প্ৰশ্নৰে দুইৰকম উত্তৰ হ'ল। যাজ্ঞবল্ক্যই দুটা বিভিন্ন বিদ্যাৰ কথা ক'লেনে কি? সৰ্ব্বান্তৰ আত্মা তেন্তে দুটা নে কি? ইয়াৰ উত্তৰত ওপৰৰ সূত্ৰটি দিছে। ইয়াত কৈছে যে সৰ্ব্বান্তৰ আত্মা দুটা হব নোৱাৰে। প্ৰশ্ন আৰু উত্তৰ সৰ্ব্বান্তৰ্য্যামী পৰব্ৰহ্মৰ বিষয়ে। ইয়াত একেজন পৰমাত্মাৰ কথাকে দুই ৰকমে কলে। তেওঁ সকলো প্ৰাণাদি শক্তিৰ, আৰু ক্ষুধা তৃষ্ণা আদি ভাবৰ পৰিচালক। এই কথা বুজাবলৈ বাৰে বাৰে প্ৰাণাদিৰ উল্লেখ কৰিলে। নহলে একে দেহত দুটা সৰ্ব্বান্তৰ (সকলোতকৈ অন্তৰ বা innermost) আত্মা হব নোৱাৰে। ইয়াৰ দৃষ্টান্ত, পঞ্চ মহাভূত; ইহঁতৰ এটাতকৈ এটা সূক্ষ্মতৰ হব পাৰে। কিন্তু আটাইতকৈ সূক্ষ্মতম এটাহে হব পাৰে। ইয়াকে ওপৰৰ সূত্ৰত কৈছে —

এক আত্মাৰ [স্বাত্মনঃ] সৰ্ব্বান্তৰত্ব [অন্তৰা] উভয় স্থলত উপদেশ দিছে গতিকে একে বিদ্যাৰ কথা হে কৈছে। দুটা সৰ্ব্বান্তৰাত্মা হব নোৱাৰে। ইয়াৰ দৃষ্টান্ত, পঞ্চ মহাভূত [ভূতগ্ৰামৱৎ]।

**অন্যথা ভেদ-অনুপপত্তিঃ ইতি চেৎ? উপদেশান্তৰ বৎ ৩।৩।৩৬**

ওপৰত কলে যে যাজ্ঞবল্ক্যই একে বিদ্যাৰ কথাকে দুইৰকমে ক'লে। তেওঁ তেন্তে কিয় পুনৰুক্তি কৰিলে? এইদৰে কৰা উপযুক্ত হোৱা নাই। সেইবাবে আমাৰ সন্দেহ হয় যে তেওঁ দুটা ভিন্ন বিদ্যাৰ কথা হে কৈছে; নহলে [অন্যথা] তেওঁৰ কথাখিনি পুনৰুক্তি [ভেদ-] হব আৰু সেইবাবে অসঙ্গত হব [অনুপপত্তিঃ]। এনে আপত্তিৰ উত্তৰত কৈছে যে নহয়—[উপদেশান্তৰবৎ] শাস্ত্ৰৰ বিধান-বাক্যবোৰ—যেনে,

মানুহে যজ্ঞ কৰিব, উপাসনা কৰিব, ইত্যাদি বাক্যবোৰৰ পুনৰুক্তি দোষৰ কথা। কিন্তু উপদেশবাক্যৰ সদায় 'ভেদ' হ'বই লাগিব। যেতিয়ালৈকে কথাটো শিষ্যৰ হৃদয়ঙ্গম নহয় তেতিয়ালৈকে তাক ভিন্ন ভাবে, ভিন্ন ৰকমে বুজাবই লাগিব। শ্বেতকেতুক "তত্ত্বমসি" বাক্যটি ন বাৰ ন ৰকমে বুজাইছিল। যাজ্ঞবল্ক্যইও উষস্ত আৰু কহোলক একে বিদ্যাৰে ভিন্ন ভাবে উপদেশ দিছিল।

**ব্যতিহাৰঃ বিশিংষন্তি হি, ইতৰবৎ ।৩।৩।৩৭**

ঐতৰেয় উপনিষদত আছে " তৎ যঃ অহং সঃ অসৌ, যঃ অসৌ সঃ অহম্—অৰ্থাৎ উপাসনাৰ সময়ত উপাস্য আৰু উপাসকক একে বুলি ভাবি ধ্যান কৰা বিধান আছে * উপাস্য আৰু উপাসক, পৰস্পৰৰ 'ব্যতিহাৰ' অৰ্থাৎ বিনিময়াত্মক ভাবনা (reciprocity) বেদান্তই বিধান কৰিছে। এতিয়া প্ৰশ্ন হল যে উপাসকে কেৱল নিজকে উপাস্যৰূপে চিন্তা কৰিব, নাইবা নিজৰ লগত উপাস্যৰ বিনিময়াত্মক সম্বন্ধৰ ভাবনা কৰিব। উপাসকে যদি নিজক উপাস্য বুলি ভাবে তেন্তে তেওঁৰ উৎকৰ্ষ সাধিত হল—সঁচা; কিন্তু উপাস্যক যদি সামান্য জীৱ ৰূপে ভাবে তেন্তে উপাস্যক নিকৃষ্ট কৰা হে হব। কথাটোও অৰ্থহীন যেন হব। এনে আপত্তিৰ উত্তৰত ওপৰৰ সূত্ৰটি দিছে। ইয়াত কৈছে যে বিনিময়াত্মক ভাবনা শাস্ত্ৰই বিধান কৰিছে; সেইদৰেই কৰিব লাগিব; ইয়াত উৎকৃষ্ট নিকৃষ্ট প্ৰশ্ন নাই। কি ভাবে ধ্যান কৰিব লাগে, তাকে মাত্ৰ শ্ৰুতিয়ে দেখুৱাইছে। সত্য কাম, সত্যসঙ্কল্প আদি ঈশ্বৰ বোধক গুণ বোৰ যেনেকৈ কেৱল ধ্যানৰ বাবে উপদিষ্ট, সেইদৰেই [ইতৰবৎ] ব্যতিহাৰ ভাবনাও [ব্যতিহাৰঃ হি] কেৱল ধ্যানৰ বাবে শ্ৰুতিয়ে উপদেশ দিছে [বিশিংষন্তি]।

**সা এব, হি সত্যাদয়ঃ ।৩।৩।৩৮**

বৃহদাৰণ্যকৰ (৫।৪।১) এঠাইত সত্য-বিদ্যাৰ কথা আছে। আকৌ তাৰ পাছতো (৫।৫।২) আৰু এটি সত্যবিদ্যাৰ কথা আছে। উভয় উপাসনাৰ ফলৰ উল্লেখ বেলেগে কৰিছে। তেন্তে এই দুটা পৃথক বিদ্যা নে কি? ইয়াৰ উত্তৰত কৈছে যে দুইটা একে বিদ্যা। উপাসনাৰ প্ৰধান ফল দুই ঠাইতে একে। মাত্ৰ উপাসনাৰ আনুষঙ্গিক ফলৰ অলপ ইতৰ-বিশেষ থাকিলেই বিদ্যাৰ ভেদ নহয়।

সেই পূৰ্ব্বোক্ত সত্য বিদ্যাই [সা এব] পৰবৰ্ত্তী বাক্যত উপদিষ্ট হৈছে; কাৰণ [হি] পূৰ্ব্বোক্ত সত্যাদিগুণ [সত্যা দয়ঃ] পৰবৰ্ত্তী বাক্যত পুনৰুল্লেখ কৰিছে।

**কামাদি ইতৰত্ৰ তত্ৰ চ আয়তনাদিভ্যঃ ।৩।৩।৩৯**

ছান্দোগ্যত 'দহৰ বিদ্যা' সম্পৰ্কে কৈছে, "হৃদয়ৰ ভিতৰত এটি পদ্মাকাৰ ক্ষুদ্ৰগৃহত যি সূক্ষ্ম অন্তৰাকাশ আছে, সেয়ে আত্মা—জৰামৃত্যুৰহিত, সত্যকাম, সত্যসংকল্প।"

আকৌ বৃহদাৰণ্যকতো আছে, "হৃদয়ৰ অভ্যন্তৰত আকাশ, এয়ে মহান্, বিজ্ঞানময়, সৰ্ব্বনিয়ন্তা, জন্মাদি-ৰহিত আত্মা।" এই দুই ঠাইৰ বিদ্যা একে নে বেলেগ? ইয়াৰ উত্তৰত কৈছে যে একে বিদ্যা।

ছান্দোগ্য শ্ৰুত্যুক্ত সত্যকাম আদি [কামাদি] ধৰ্ম্ম বা গুণৰ লগত [তত্ৰ চ] বৃহদাৰণ্যক শ্ৰুত্যুক্ত গুণবোৰ [ইতৰত্ৰ চ] সংযোজিত কৰিব লাগিব। কাৰণ, উভয় শ্ৰুতিত স্থান প্ৰভৃতিৰ দ্বাৰা [আয়তনাদিভ্যঃ] একে বিদ্যাৰ কথাকে কৈছে। ছান্দোগ্যই "ধ্যেয" ৰূপে আৰু বৃহদাৰণ্যকে "জ্ঞেয" ৰূপে একে পৰমেশ্বৰৰে বৰ্ণনা কৰিছে।

**আদৰাৎ অলোপঃ ।৩।৩।৪০**

ব্ৰহ্মৰ সত্যকামত্ব, বশিত্ব ইত্যাদি গুণবোৰৰ কথা সকলো শ্ৰুতিয়ে 'আদৰ' কৰি কৈছে, সেই বাবে [আদৰাৎ] এই গুণবোৰ উপাসনাৰ সময়ত ত্যাগ কৰিব নেলাগে [অলোপ ঃ] সদায় ব্ৰহ্মৰ এই ধৰ্ম্মবোৰৰ চিন্তা কৰিব লাগে।

**উপস্থিতে অতঃ তৎ বচনাৎ ।৩।৩।৪১**

জীৱই যেতিয়া ব্ৰহ্মক পায় [উপস্থিতে] তেতিয়া সেই ব্ৰহ্মপ্ৰাপ্তিৰ ফলত [অতঃ] জীৱ কামচাৰী হয়—অৰ্থাৎ যি ইচ্ছা তাকে কৰিব পাৰে, যলৈকে মন যায় তলৈকে যাব পাৰে। শ্ৰুতিয়ে এইৰেই কৈছে [তদ্বচনাৎ]—যথা "স স্বৰাডভবতি, তস্য সৰ্ব্বেষু লোকেষু কামচাৰো ভবতি"

**তৎ নিৰ্দ্ধাৰণ—অনিয়মঃ তদ্দৃষ্টেঃ পৃথক্ হি অপ্ৰতিবন্ধঃ ফলম্ ।৩।৩।৪২**

যজ্ঞাদি কৰ্ম্মত উপাসনাৰ ব্যৱস্থা আছে। এইবোৰ "কৰ্ম্মাঙ্গ উপাসনা।" এতিয়া প্ৰশ্ন হল যে এইবোৰ উপাসনা অবশ্য-কৰ্ত্তব্য নে ইচ্ছাধীন?

ইয়াৰ উত্তৰত কৈছে—

কৰ্ম্মাঙ্গ উপাসনাৰ [তৎ] অবশ্যকৰ্ত্তব্যতা [নিৰ্দ্ধাৰণ—] সম্বন্ধে কোনো ধৰাবন্ধা নিয়ম নাই [অনিয়মঃ]; শ্ৰুতিয়ে তাকে কৈছে

* সকলো তন্ত্ৰৰ বিধানো এয়ে, যথা 'সোঽহমিতি বিভাব্য' "ত্বভ্যং মহ্যমনন্তায় মহ্যং তুভ্যং শিবাত্মনে" ইত্যাদি।

[তদ্দৃষ্টেঃ] উপাসনা আৰু কৰ্ম্মৰ ফল পৃথক [পৃথক হি] কিন্তু উপাসনা যুক্ত কৰ্ম্মৰ ফল অপ্ৰতিবন্ধ, কেৱল কৰ্ম্ম কৰিলেও ফল আছে। কিন্তু উপাসনাযুক্ত কৰ্ম্মৰ ফল অধিক আৰু অপ্ৰতিবন্ধ।

**প্ৰদানবৎ এৱ, তদুক্তম্ ।৩।৩।৪৩**

দেহৰ ভিতৰত ইন্দ্ৰিয়বোৰৰ অধিষ্ঠাতা, প্ৰাণ। প্ৰাণোপাসনাৰ বিধান আছে। আকৌ বাহিৰত অগ্নি প্ৰভৃতিতকৈ বায়ু শ্ৰেষ্ঠ। বায়ুপাসনাৰো বিধান আছে।

আকৌ বহুত শ্ৰুতিত কৈছে যে প্ৰাণ আৰু বায়ু অভিন্ন। তেন্তে এই দুটা উপাসনা একে নে ?

এই প্ৰশ্নৰ উত্তৰত কৈছে যে এই দুটা উপাসনা বেলেগ। তত্ত্ব হিচাপে প্ৰাণ আৰু বায়ু একে, কিন্তু উপাস্য হিচাপে নহয়। প্ৰাণৰ উপাসনা অধ্যাত্মিক উপাসনা আৰু বায়ুৰ উপাসনা আধিদৈবিক উপাসনা।

এই দুই ৰকম উপাসনা ভিন্ন ভাবে কৰিব লাগে। ইয়াৰ দৃষ্টান্ত এই —

অগ্নিহোত্ৰ যজ্ঞ একে, কিন্তু প্ৰাতঃ কালত আৰু সাযং কালত ভিন্ন ভাবে কৰা হয়। আকৌ ইন্দ্ৰ একেজন দেৱতা কিন্তু 'অধিৰাজ ইন্দ্ৰ' আৰু "স্বৰাট্ ইন্দ্ৰ" বুলি পৃথক পৃথক "পুৰোডাশ" দিয়া হয়। সেইদৰেই [প্ৰদান বৎ] পৃথক গুণৰ উল্লেখ কৰা বাবে, দেৱতাও যেন পৃথক হয়। এই কথা জৈমিনিয়ে কৈ গৈছে [তদুক্তম্]।

**লিঙ্গ ভূয়স্ত্বাৎ তৎ হি বলীয়ঃ তদপি ।৩।৩।৪৪**

বাজসনেয়ি-ব্ৰাহ্মণত কিছুমান অগ্নিৰ নাম উল্লেখ কৰিছে, যেনে — বাক্‌চিৎ অগ্নি, প্ৰাণচিৎ অগ্নি, চক্ষুশ্চিৎ অগ্নি, ইত্যাদি—অৰ্থাৎ বাক্য দ্বাৰা নিষ্পন্ন বা উৎপাদিত অগ্নি, প্ৰাণৰ দ্বাৰা উৎপাদিত অগ্নি ইত্যাদি।

এতিয়া প্ৰশ্ন হৈছে যে এই অগ্নিবোৰ কি ? এইবোৰ অগ্নি কল্পনা কৰি কোনো যজ্ঞ কৰিব লাগে নে, অথবা কেৱল উপাসনা বা ধ্যানৰ কাৰণে ইঁহতৰ কল্পনা কৰা হয়। যি প্ৰকৰণত ইঁহতৰ উল্লেখ আছে, সেই প্ৰকৰণ যজ্ঞ সম্বন্ধীয়। কিন্তু আকৌ দেখা যায় যে ইঁহত কৰ্ম্মৰ অঙ্গ নহয়। ইঁহতৰ ভাবনা মনতে কৰিব লাগে আৰু ইঁহতৰ সহায়ত কোনো যজ্ঞ কৰিব নেলাগে। তেন্তে ইঁহত কি ?

এই প্ৰশ্নৰ উত্তৰত ওপৰৰ সূত্ৰটি দিছে। ইয়াত কৈছে যে ইঁহত যজ্ঞাগ্নিৰ পৰা পৃথক; এই কথাৰ বহুত চিন [লিঙ্গ indication] আছে; সেইগুণে [লিঙ্গ ভূয়স্ত্বাৎ] ইঁহত যজ্ঞৰ অগ্নি নহয় অৱশ্য, যজ্ঞৰ প্ৰকৰণত ইঁহতৰ উল্লেখ কৰিছে, সচাঁ, কিন্তু জৈমিনিয়ে কৈছে যে শ্ৰুতিৰ প্ৰকৃত অৰ্থ নিৰ্ণয় কৰিবলৈ প্ৰথমতে লিঙ্গ হে চাব লাগে। লিঙ্গৰ পৰা শ্ৰুতিৰ অৰ্থ বুজিব নোৱাৰিলে হে প্ৰকৰণৰ কথা ভাবিব লাগে। সেইগুণে ইয়াত লিঙ্গহে [তৎ হি] বলবান [বলীয়ঃ] এই কথাও [তদপি] জৈমিনিয়ে কৈছে।

**পূৰ্ব্ব বিকল্পঃ প্ৰকৰণাৎ স্যাৎ ক্ৰিয়া মানস বৎ ।৩।৩।৪৫**

এই সূত্ৰ আৰু ইয়াৰ পাচৰ সূত্ৰটি পূৰ্ব্বপক্ষৰ আপত্তি—যথা —

কিন্তু এতিযাও আমাৰ সন্দেহ হয় যে যজ্ঞ সম্বন্ধীয় প্ৰকৰণৰ মাজতে হঠাৎ শ্ৰুতিয়ে মনঃকল্পিত অগ্নিৰ কথা কিয় ক'লে। সেইগুণে [প্ৰকৰণাৎ] আমি ভাবোঁ যে বাক্‌চিৎ আদি অগ্নিবোৰ পূৰ্ব্বোক্ত সাধাৰণ যজ্ঞাগ্নিৰ বিকল্প অৰ্থাৎ প্ৰকাৰ ভেদ মাত্ৰ [পূৰ্ব্ব বিকল্পঃ]। যদি এয়ে হয় হয় তেন্তে এই অগ্নিবোৰ ক্ৰিয়াৰ হে অঙ্গ [ক্ৰিয়া স্যাৎ], স্বতন্ত্ৰ উপাসনাৰ বিষয় নহয়। এনে দৃষ্টান্ত শ্ৰুতিত পোৱাও যায় —

শ্ৰুতিত দ্বাদশ-ৰাত্ৰ-যজ্ঞৰ উল্লেখ আছে, এই যজ্ঞত, পৃথিৱী ৰূপ পাত্ৰত সমুদ্ৰৰূপ সোমৰস স্থাপন কৰি প্ৰজাপতিৰ উদ্দেশে দিয়া বিধান আছে। এই সকলো ব্যাপাৰ মানসিক। এইবোৰ সেই যজ্ঞৰ অঙ্গ কিন্তু স্বতন্ত্ৰ উপাসনাৰ বিষয় নহয়। সেইদৰেই [মানস বৎ] বাক্‌চিৎ আদি অগ্নিবোৰ কেৱল মনেৰে চিন্তনীয় কৰ্ম্মাঙ্গ-বিশেষ মাত্ৰ। উপাসনাৰ বিষয় নহয়। আকৌ,

**অতি দেশাৎ চ ।৩।৩।৪৬**

শ্ৰুতিয়ে নিজে পূৰ্ব্বোক্ত যজ্ঞাগ্নিৰ সকলো ধৰ্ম্ম এই মানস অগ্নিবোৰত প্ৰযুক্ত কৰিছে। এই বাবেও [অতি দেশাৎ চ] এনে অনুমান হয়, যে বাক্‌চিৎ আদি অগ্নি ক্ৰিয়াৰ হে অঙ্গ।

**বিদ্যা এৱ তু নিৰ্ধাৰণাৎ ।৩।৩।৪৭**

এতিয়া ওপৰৰ আপত্তি বোৰৰ মীমাংসা কৰিছে, যথা — মনৰদ্বাৰা চয়ন কৰা বাক্‌চিৎ আদি অগ্নিবোৰ উপাসনা স্বৰূপ হে [বিদ্যা এৱ] বুলি শ্ৰুতিয়ে নিশ্চয় কৰিছে [নিৰ্ধাৰণাৎ]। শ্ৰুতিয়ে কৈছে "এইবোৰ অগ্নি জ্ঞানীৰ বিদ্যা বা ধ্যানৰ দ্বাৰা স্থাপিত হয়।"

**দৰ্শনাৎ চ ।৩।৩।৪৮**

৪৪ সূত্ৰত যিবোৰ লিঙ্গৰ কথা উল্লেখ কৰা হৈছে, সেই

বোৰলৈ চালেও [দৰ্শনাৎ] বুজা যায় যে এই বাক্‌চিৎ আদি অগ্নি কৰ্ম্মৰ অঙ্গ নহয়।

**শ্ৰুত্যাদি বলীয়স্ত্বাৎ চ ন বাধঃ ।৩।৩।৪৯**

শ্ৰুতি, লিঙ্গ আৰু বাক্য—এই তিনটাৰ বল প্ৰকৰণত কৈ বেচি। যদি লিঙ্গ আৰু শ্ৰুতি-বাক্যৰ পৰা শ্ৰুতিৰ অৰ্থ নিৰ্ণয় কৰিব নোৱাৰি, তেহে প্ৰকৰণ চাই অৰ্থ কৰিব লাগে। শ্ৰুতি, লিঙ্গ, আৰু বাক্যৰ পৰা অৰ্থ কৰিব পাৰিলে প্ৰকৰণৰ পৰা একো বাধা নহয় [ন বাধঃ]।

এতিয়া ইয়াত স্পষ্ট শ্ৰুতি আছে যে বাক্‌চিৎ আদি অগ্নিবোৰ কেবল বিদ্যাহে। তাৰ পাছত লিঙ্গ আছে, যেনে "সমুদয় প্ৰাণীয়ে, সৰ্ব্বদা এই অগ্নিবোৰ স্থাপন কৰিছে।"

এই কথাৰ পৰা বুজিব পাৰি যে ইহঁত যজ্ঞৰ অগ্নি নহয়। বাক্যও আছে —"ধ্যানৰ দ্বাৰা উপাসকে এইবোৰ অগ্নি স্থাপন কৰে।" এনে বাক্যৰ অৰ্থও স্পষ্ট।

অতএব প্ৰকৰণৰ পৰা ইয়াত একো বাধা নাই। ইয়াৰ বাহিৰেও শ্ৰুতিয়ে কৈছে "মনতে এইবোৰ অগ্নি সংগ্ৰহ হয়, মনেৰেই স্থাপন কৰা হয়, মনেৰেই যজ্ঞ পাত্ৰ গ্ৰহণ কৰা হয়, মনেৰেই স্তৱস্তুতি কৰা হয়, মনৰ বাহিৰত একো ব্যাপাৰ নাই" তেন্তে বাহ্যানুষ্ঠানৰ লগত এই অগ্নিৰ সম্পৰ্ক নাই। কেবল উপাসনাৰ অৰ্থে ইহঁতৰ কল্পনা কৰা হয়। এই কথাকে তলৰ সূত্ৰত কৈছে।

**অনুবন্ধাদিভ্যঃ প্ৰজ্ঞান্তৰ-পৃথক্তৱৎ দৃষ্টশ্চ, তদুক্তম্। ৩।৩।৫০**

ওপৰত কোৱা হল যে এই সকলোবোৰ ব্যাপাৰ (অনুবন্ধ) মানসিক, আৰু কোৱা হল যে শ্ৰুতি, লিঙ্গ আৰু বাক্য—এইবোৰহে বলবান। এই কাৰণে [অনুবন্ধাদিভ্যঃ] বুজিব লাগে যে এই অগ্নিবোৰ যজ্ঞৰ অঙ্গ নহয়, স্বতন্ত্ৰ বিদ্যাহে। অৱশ্য, যজ্ঞৰ প্ৰসঙ্গত ইহঁতৰ উল্লেখ কৰা হল। কিন্তু যজ্ঞৰ প্ৰসঙ্গত উক্ত হোৱা আন বিদ্যাৰ দৰে [প্ৰজ্ঞা-বিদ্যা, প্ৰজ্ঞান্তৰ পৃথক্তৱৎ] ইহঁতো পৃথক বিদ্যা। যেনে শাণ্ডিল্য বিদ্যা, দহৰ বিদ্যা ইত্যাদি—এইবোৰ বিদ্যা ক্ৰিয়াৰ প্ৰসঙ্গত উক্ত হৈছে, কিন্তু আচলতে ইহঁত পৃথক বিদ্যা।

আকৌ দেখা যায় [দৃষ্টশ্চ] যে একে প্ৰকৰণত উক্ত হলেও, এটা যজ্ঞ মূল যজ্ঞৰ পৰা পৃথক হব পাৰে, যেনে, "আবেষ্টি" ।।

ৰাজসূয় যজ্ঞ-প্ৰকৰণত উক্ত হলেও, "আবেষ্টি যজ্ঞ" ৰাজসূয় যজ্ঞৰ অঙ্গ নহয়। এইবোৰ বিষয় জৈমিনিয়ে মীমাংসা কৰি গৈছে [তদুক্তম্]।

**ন সামান্যাৎ অপি, উপলব্ধেঃ মৃত্যুৱৎ, ন হি লোকাপত্তিঃ ৩।৩।৫১**

ওপৰৰ ৪৫ সূত্ৰ পূৰ্ব্বপক্ষৰ আপত্তি আছিল যে দ্বাদশ-ৰাত্ৰ-যজ্ঞত পৃথিৱী ৰূপ পাত্ৰত সমুদ্ৰৰূপ সোমৰসৰ কল্পনা যেনে কৰ্ম্মাঙ্গ, বাক্‌চিৎ আদি অগ্নিও তেনে কৰ্ম্মাঙ্গ হে। দুইটা কথাৰ সাম্যতা (Similarity)আছে, কাৰণ দুযোটা "মানসিক" ব্যাপাৰ। এই আপত্তিৰ এতিযা উত্তৰ দিছে —

এনে সাম্যতা থাকিলেও [সামান্যাৎ অপি] এই অগ্নিবোৰ ক্ৰিযাৰ অঙ্গ নহয় [ন]। কাৰণ, শ্ৰুতি, বাক্য আৰু লিঙ্গৰ পৰা এইদৰেই বুজা যায় [উপলব্ধেঃ]। দুটা কথাৰ এক অংশত সাম্যতা হলেই যে সিহঁত সকলো কথাতে, একে হয়, এনে হব নোৱাৰে। ইয়াৰ দৃষ্টান্তও আছে— যেনে শ্ৰুতিয়ে বৃহদাৰণ্যকে এঠাইত অগ্নি আৰু সূৰ্য্য দুয়োকো লক্ষ্য কৰি 'মৃত্যু' শব্দটো ব্যৱহাৰ কৰিছে। আলোচ্য স্থলত 'মানসিক' কথাটোও ঠিক সেই বৃহদাৰণ্যকৰ "মৃত্যু"শব্দৰ নিচিনা [মৃত্যুৱৎ]।

আকৌ, ছান্দোগ্যত এঠাইত কৈছে, "এই লোক হৈছে, অগ্নি, সূৰ্য্য ইয়াৰ সমিধ" ইয়াতো "লোক" আৰু "অগ্নিৰ" এক ৰকম সাম্যতা দেখুৱাইছে, কিন্তু সেই বাবেই "লোক' সচাঁকৈয়ে অগ্নি" হৈ নেযায [ন হি লোকাপত্তিঃ]।

**পৰেণ চ শব্দস্য তাদ্বিধ্যম্ ভূয়স্ত্বাৎ তু অনুবন্ধঃ। ৩।৩।৫২**

আৰু, আলোচ্য শ্ৰুতিৰ পৰবৰ্ত্তী বাক্যৰ দ্বাৰা [পৰেণ] বাক্‌চিৎ আদি শব্দৰ [শব্দস্য] তাদৃশ ভাব, অৰ্থাৎ সিহঁত যে উপাসনাৰ বাবে উক্ত হৈছে, এনে ভাব [তাদ্বিধ্যম্] প্ৰমাণ হয়। কিন্তু [তু] সিহঁতক যে ক্ৰিযাময় প্ৰকৰণত সন্নিবেশ [অনুবন্ধঃ] কৰিলে তাৰ কাৰণ এই যে সিহঁতৰ সম্বন্ধে অধিকাংশ ব্যাপাৰেই ক্ৰিয়াময় যজ্ঞৰ অনুৰূপ [ভূয়স্ত্বাৎ]।

**একে আত্মনঃ শৰীৰে ভাবাৎ ৩।৩।৫৩**

উপাসনাৰ সময়ত সাধকে নিজক ব্ৰহ্ম বুলি ভাবি ধ্যান কৰা বিধান আছে। এতিয়া প্ৰশ্ন হল যে সাধকে নিজক বদ্ধাৱস্থাৰ জীৱ বুলি ভাবিব, অথবা পৰমাত্মাৰ পৰা অভিন্ন, শুদ্ধ, অপাপ-বিদ্ধ, চিৎ স্বৰূপ বুলি চিন্তা কৰিব।

কোনোৱে [একে] কয় যে সাধকে নিজক বদ্ধ জীৱ বুলিয়েই চিন্তা কৰিব, কাৰণ সেই সময়ত তাদৃশ বদ্ধ অৱস্থাতে

জীৱাত্মা নিজ শৰীৰত বৰ্ত্তমান থাকে [আত্মনঃ শৰীৰে ভাবাৎ]।

এই হল পূৰ্ব্ব পক্ষ। ইয়াৰ উত্তৰ তলৰ সূত্ৰত দিছে—

### ব্যতিৰেকঃ তদ্‌ভাব ভাবিত্বাৎ ন তু উপলব্ধি বৎ। ৩৷৩৷৫৪

নহয়, উপাসনাৰ সময়ত নিজক বদ্ধজীৱ বুলি চিন্তা কৰিব নেলাগে। তৎব্যতিৰিক্ত [ব্যতিৰেকঃ] অৰ্থাৎ মুক্তাৱস্থা প্ৰাপ্ত আৰু পৰমেশ্বৰৰ পৰা অভিন্ন বুলি নিজক চিন্তা কৰিব লাগে। কাৰণ আত্মাক যি ভাৱে চিন্তা কৰা হয় ঠিক সেই ভাব হে সাধকে প্ৰাপ্ত হয় [তদভাব ভাবিত্বাৎ]। শ্ৰুতিয়ে কয়ঃ "যথা ক্ৰতুঃ অস্মিনলোকে পুৰুষো ভবতি তথা ইতঃ প্ৰেত্য ভবতিঃ" বা "তং যথা যথোপাসতে তদেব ভৱতি"। ব্ৰহ্মৰ স্বৰূপ উপলব্ধি কৰা যেনে আবশ্যক, নিজৰ স্বৰূপ উপলব্ধি কৰাও তেনে আবশ্যক। এইবাৰে [উপলব্ধি বৎ] নিজক পৰমাত্মাৰ পৰা অভিন্ন বুলি ভাবিব।

[৫৩-৫৪] সূত্ৰৰ অৰ্থ শঙ্কৰাচাৰ্য্যই ভিন্নভাবে কৰিছে। ৫৪ সূত্ৰৰ পাঠ তেওঁ অলপ পৰিবৰ্ত্তন কৰি "তদ্‌ভাবভাবিত্বাৎ" নধৰি *"তদ্‌ভাবাভাবিত্বাৎ" বুলি ধৰিছে। তেওঁৰ মতে এই দুটা সূত্ৰৰ এই অৰ্থ যে দেহাতিৰিক্ত আত্মা দেহ নহয়। তেওঁ চাৰ্ব্বাকৰ মত খণ্ডন কৰিছে। আমি কিন্তু ভাবো যে চাৰ্ব্বাকৰ মত খণ্ডন কৰা বেদান্তৰ আৱশ্যক নাই। অথচ সকলো শাস্ত্ৰমতেই উপাসকে নিজক ব্ৰহ্মৰ পৰা অভিন্ন বুলি ভবাহে বিধান দিছে। আৰু ব্ৰহ্মসূত্ৰই সেই দৰে বিধান দিয়াহে সম্ভৱ। এনেবোৰ কাৰণত আমি এই দুটা সূত্ৰৰ শঙ্কৰাচাৰ্য্যৰ ব্যাখ্যা কৰিব নোৱাৰিলো।]

### অঙ্গাৱবদ্ধাঃ তু ন শাখা সু হি প্ৰতিবেদম্। ৩৷৩৷৫৫

উদ্‌গীথ সামগানৰ একপ্ৰকাৰ বিভাগ। এই উদ্‌গীথ উচ্চাৰণাদি ভেদে ভিন্ন ভিন্ন বেদৰ ভিন্ন ভিন্ন শাখাত ঠিক একে যেন বোধ নহয়। যজ্ঞাঙ্গ উপাসনাও সেইদৰে ভিন্ন ভিন্ন যেন বোধ হয়। সেইগুণে এই সূত্ৰত কৈছে—

কৰ্ম্মাঙ্গ সম্পৰ্কীয় সকলো উপাসনা [অঙ্গাববদ্ধাঃ] কিন্তু [তু] যি যি শাখাত বিহিত হৈছে, কেবল সেই সেই শাখাতে [শাখাসু] নিবদ্ধ নেথাকে [ন] কিন্তু যি যি স্থলত সেই সেই কৰ্ম্মাঙ্গৰ উল্লেখ আছে সেই সেই স্থলতো সকলো বেদৰ সকলো শাখাতে [প্ৰতিবেদম্] সেইবোৰ গ্ৰহণ কৰিব লাগে।

### মন্ত্ৰাদিবৎ বা অবিৰোধঃ। ৩৷৩৷৫৬

এক শাখাৰ মন্ত্ৰ যেনেকৈ অন্য শাখাতো গ্ৰহণ কৰা হয়, সেইদৰে ইয়াতো গ্ৰহণ কৰিব লাগিব। ইয়াত কোনো বিৰোধ নহয়।

### ভূম্নঃ ক্ৰতুবৎ জ্যায়স্ত্বম, তথা হি দৰ্শয়তি। ৩৷৩৷৫৭

১৷২৷২৩ সূত্ৰত বৈশ্বানৰ আত্মাৰ কথা কোৱা হৈছে। অশ্বপতিৰ কথাৰ পৰা জানিলোঁ যে উদ্দালক আদি ঋষি সকলে বৈশ্বানৰ আত্মাৰ এক এক অঙ্গক পূৰ্ণ বৈশ্বানৰ বুলি ভাবি উপাসনা কৰিছিল। এতিয়া ওপৰৰ সূত্ৰত কৈছে যে সেইদৰে নহয়—

সমস্ত অঙ্গপ্ৰত্যাঙ্গ যুক্ত পূৰ্ণ বৈশ্বানৰৰ হে [ভূম্নঃ] প্ৰাধান্য [জ্যায়স্ত্বম]। সকলো যজ্ঞাঙ্গ গোটাই যেনেকৈ এটি পৰিপূৰ্ণ যজ্ঞৰ অনুষ্ঠান কৰা হয়, সেইদৰেই [ক্ৰতুবৎ] বৈশ্বানৰ আত্মাৰো সকলো অঙ্গ গোটাই উপাসনা কৰা উচিত। শ্ৰুতিয়ে এইদৰেই দেখুৱাইছে [তথাহি দৰ্শযতি]।

### নানা শব্দাদিভেদাৎ। ৩৷৩৷৫৮

যদি ওপৰত কোৱা দৰেই হয়, তেন্তে ঠিক সেই নিয়মেই আমি শ্ৰুত্যুক্ত সকলো বিদ্যা গোটাই উপাসনা কৰিব নোৱাৰোঁ কিয়? শ্ৰুতিত শাণ্ডিল্য—বিদ্যা, দহৰ—বিদ্যা প্ৰভৃতি বহুত বিদ্যাৰ কথা আছে। এই আটাইবোৰ একে ঈশ্বৰৰে উপাসনা। এই আটাইবোৰ গোটাই পৰিপূৰ্ণ ব্ৰহ্মোপাসনা নকৰো কিয়? আমাৰ এনে সন্দেহৰ উত্তৰত ওপৰৰ সূত্ৰটি দিছে। ইয়াত কৈছে যে একেজন ঈশ্বৰেই যে সকলো বিদ্যাৰ উপাস্য, এই কথা ঠিক, কিন্তু সকলোৰে পক্ষে একেৰকম উপাসনাৰ বিধান হব নোৱাৰে।

একে পৰমেশ্বৰকে মানুহে নিজ নিজ প্ৰবৃত্তি আৰু যোগ্যতা অনুসৰি ভিন্ন ভাৱেহে ভাবিব পাৰে। সেইগুণে শ্ৰুতিয়ে নানা বিধ উপাসনাৰ প্ৰণালী দিছে। প্ৰত্যেক উপাসনাৰ পদ্ধতি বেলেগ। উপাস্যৰ বেলেগ বেলেগ গুণ নিৰ্দ্দেশ কৰিছে। উপাসনাৰ অবান্তৰ ফলো পৃথকে নিৰ্দ্দেশ কৰিছে। এইবোৰৰ (শব্দ, গুণ আৰু ফলৰ) ভেদ আছে বাবে [শব্দাদি ভেদাৎ] উপাসনাও পৃথক [নানা] এই উপাসনাবোৰ একত্ৰে গোটাব নোৱাৰি।

### বিকল্পঃ অবশিষ্ট-ফলত্বাৎ। ৩৷৩৷৫৯

ওপৰত যিবোৰ উপাসনাৰ কথা কোৱা হল সেই বোৰৰ উদ্দেশ্য আত্মজ্ঞান লাভ। সকলোৰে ফল যেতিয়া ব্ৰহ্ম-প্ৰাপ্তি

[অবশিষ্ট-ফলত্বাৎ] যেই সেই অৱলম্বন কৰিলেই হয়। যাৰ যি **ইচ্ছা** তাকে অৱলম্বন কৰিব পাৰে [বিকল্পঃ] সদায় একে প্ৰণালীৰে উপাসনা নকৰিলে চিত্তচাঞ্চল্য উপস্থিত হব। সেইগুণে এটা উপাসনাত আবদ্ধ থকা বিধেয়।

**কাম্যাঃ তু যথাকামং সমুচ্চীয়েৰন্, ন, বা, পূৰ্ব্বহেতু অভাবাৎ। ৩।৩।৬০**

**কিন্তু ব্ৰহ্ম**-সাক্ষাৎকাৰ ব্যতিত অন্য ফল কামনা কৰি কৰা **উপাসনাৰ** কথা বেলেগ। এই কাম্য উপাসনা [কাম্যাঃ] **উপাসকৰ ইচ্ছা** মতে, বহুতো কৰিব পাৰে বা নকৰিলেও পাৰে [**যথা কামং** সমুচ্চীযেৰন্ ন বা]— এইবোৰ উপাসনাৰ **উদ্দেশ্য ব্ৰহ্ম** প্ৰাপ্তি নহয় সেই বাবে [পূৰ্ব্বহেতু অভাবাৎ] যাৰ যেনে **ইচ্ছা** সেইদৰেই কৰিব।

**অঙ্গেষু যথাশ্ৰয় ভাবঃ ৩।৩।৬১**

বেদত প্ৰত্যেক যজ্ঞৰ আনুষঙ্গিক অনুষ্ঠানৰ বিধান আছে। **এই সকলোবোৰ** বিধান সংগ্ৰহ কৰি যজ্ঞটি পূৰ্ণ কৰিব লাগে **বুলি ওপৰত** কোৱা হৈছে। কিন্তু এই আনুষঙ্গিক বিধানবোৰৰ **লগতে নানা ৰকম** উপাসনাবো উল্লেখ আছে, অবশ্য এইবোৰ **কাম্য উপাসনা, কিন্তু** যজ্ঞৰ অঙ্গাশ্ৰিত উপাসনা। এই **উপাসনাবোৰো সংগ্ৰহ** কৰিব লাগেনে? এয়ে আমাৰ **প্ৰশ্ন**। **৬১-৬৪ সূত্ৰত এই প্ৰশ্নকে** বহলাই সোধা হৈছে আৰু ৬৫-৬৬ **সূত্ৰত ইয়াৰ উত্তৰ** দিছে।

**আমাৰ প্ৰথম সন্দেহ** এয়ে যে —উপাসনাৰ আশ্ৰয়, যজ্ঞৰ **অঙ্গবোৰ [অঙ্গেষু] যি** ভাবে সংগ্ৰহ হয়, উপাসনা বোৰো সেই **ভাবেই** [যথাশ্ৰয়-ভাবঃ] **অনুষ্ঠিত** হোৱা উচিত।

**শিষ্টেঃ চ ৩।৩।৬২**

[**শিষ্টি = শাসন**, বিধান]

**শ্ৰুতিৰ বিধান এনে বোধ হয়** যেন এই উপাসনা বোৰো **সংগ্ৰহ কৰিব লাগে**।

**সমাহাৰাৎ ৩।৩।৬৩**

**ছান্দোগ্যত আছে "উদগীথ** যদি উদ্গাতাৰ (সামবেদৰ **পুৰোহিতৰ) স্বৰৰ দোষত দুষ্ট** বা ভ্ৰষ্ট হয়, তেন্তে হোতাৰ (অৰ্থাৎ যজুৰ্ব্বেদৰ পুৰোহিতৰ) স্তোত্ৰত তাৰ "সমাহাৰ" (সংশোধন) হব।"

এই বাক্যৰ পৰা বুজা যায় যে উপাসনাবোৰ ভিন্ন ভিন্ন বেদত বিহিত হ'লেও, সিহঁত পৰস্পৰ সংশ্লিষ্ট আৰু ইটো উপাসনা সিটোৰ ওপৰত নিৰ্ভৰ কৰে। ইয়াৰ পৰাও বুজা যায় যে সৰ্ব্ববেদোক্ত উপাসনা একেলগে অনুষ্ঠিত হোৱাত কোনো বাধা নাই।

**গুণ-সাধাৰণ্য শ্ৰুতেঃ চ ৩।৩।৬৪**

আকৌ, ওঁ কাৰ সকলো উপাসনাৰ আশ্ৰয়। সকলো বেদৰ ওঁ-কাৰ "সাধাৰণ গুণ" অথাৎ ওঁ-কাৰ নহলে, কোনো বেদৰ কোনো উপাসনাই নহয়। ইয়াৰ পৰাও বুজা যায় যে ওঁ-কাৰ-আশ্ৰিত সকলো উপাসনা একত্ৰে অনুষ্ঠিত হ'ব পাৰে।

**ন বা তৎ-সহভাব অশ্ৰুতেঃ ৩।৩।৬৫**

এতিয়া আমাৰ ওপৰৰ সন্দেহবোৰৰ উত্তৰ দিছে, যথা — সেইদৰে নহয় [ন বা] কাৰণ এই বিদ্যাবোৰৰ একত্ৰ অনুষ্ঠান [তৎ-সহভাব] শ্ৰুতিয়ে বিধান কৰা নাই [অশ্ৰুতেঃ]? যজ্ঞৰ অঙ্গ আৰু অঙ্গাশ্ৰিত উপাসনা,— দুটা বেলেগ কথা। অঙ্গবোৰ পূৰ নহলে যজ্ঞ অপূৰ্ণ হয়। উপাসনা কিন্তু বিশেষ ফলৰ কামনা থাকিলেহে কৰে। উপাসনা যুক্ত যজ্ঞৰ ফল অনিবাৰ্য্য [৩।৩।৪২]। কিন্তু উপাসনা নহলেও যজ্ঞৰ ফল হয়। উপাসনা আৰু **যজ্ঞৰ** ফলো পৃথক। শ্ৰুতিয়ে কয় যে যি জনে **যজ্ঞত** বিদ্যাংশ অবলম্বন কৰে, তেওঁ অৰ্চিৰাদি মাৰ্গ **প্ৰাপ্ত হয়**—অৰ্থাৎ দেবযান পথে গতি কৰে। যি কিন্তু বিদ্যা বিৰহিত **যজ্ঞ** কৰে তেওঁ ধূমাদি মাৰ্গ প্ৰাপ্ত হয় অৰ্থাৎ তেওঁৰ পিতৃযান পথে চন্দ্ৰলোকলৈ গতি হয়।

**দৰ্শনাৎ চ ৩।৩।৬৬**

এই কথা শ্ৰুতিয়ে দেখুৱাইছে। যথা, শ্ৰুতিয়ে কয় "ব্ৰহ্ম (যজ্ঞৰ ৪ জন পুৰোহিতৰ এজন) যদি এনে জ্ঞানবান হয়, তেওঁ বাকী সকলো ঋত্বিকক ৰক্ষা কৰিব পাৰে"। **এই বাক্যৰ পৰা স্পষ্ট বুজা যায় যে উপাসনাৰ জ্ঞান প্ৰত্যেক ঋত্বিকৰ নহলেও হয়। উপাসনা নকৰিও যজ্ঞ কৰিব পাৰে।**

# ৩য় অধ্যায়

## ৪ৰ্থ পাদ

### পুৰুষাৰ্থঃ অতঃ শব্দাৎ ইতি বাদৰায়ণঃ ৩।৪।১

আচাৰ্য্য বাদৰাযণে শ্ৰুতি প্ৰমাণেৰে কয [শব্দাৎ] যে আত্মজ্ঞান হ'লেই [অতঃ] পৰম পুৰুষাৰ্থ সিদ্ধি হয [পুৰুষাৰ্থঃ]—অৰ্থাৎ মোক্ষ লাভ হয। আত্মজ্ঞান হ'লে আৰু একো সাধনৰ প্ৰযোজন নেথাকে। তেন্তে, আত্মজ্ঞান কি ? এই আত্মজ্ঞান অপৰোক্ষ জ্ঞান। ইযাক মানুহে লাভ কৰিব পাৰে, উপলব্ধি কৰিব পাৰে কিন্তু ভাষাৰে প্ৰকাশ কৰিব নোবাৰে, যেনে, আমাৰ অখণ্ড-কাল-জ্ঞান। আমি সকলোৱে বুজো, কাল কি। কিন্তু ভাষাৰে প্ৰকাশ কৰিব নোবাৰোঁ। জীৱ ব্ৰহ্ম স্বৰূপ, তেন্তে আমাৰ মনলৈ কেনেকৈ ভেদ-জ্ঞান আহিল,—এই ভ্ৰান্তি বীজ অহং-জ্ঞানৰ মূল কি ? এই কথাটো বুজাকে সাংখ্যই পুৰুষ-প্ৰকৃতিৰ বিবেক জ্ঞান আৰু বেদান্তই আত্ম-জ্ঞান বুলিছে। এই আত্মজ্ঞান আমাৰ ভিতৰৰ পৰাহে ওলাব পাৰে। ই পুস্তক-গত বিদ্যা নহয বা লোকে বুজাব পৰা কথাও নহয। সাংখ্যই কয যে সদায় চতুৰ্বিৰ্বংশতি তত্ত্বাভ্যাস কৰি থাকিলে নিৰ্ম্মল আত্ম-জ্ঞান হব পাৰে [৬৪ কাৰিকা] কিন্তু এইটো বেদান্তৰ উপদেশ নহয়। বেদান্ত মতে ব্ৰহ্মোপাসনাই একমাত্ৰ আত্মজ্ঞান লাভৰ উপায। আৰু কয়, কৰ্ম্মৰ পৰা চিত্তশুদ্ধি হয় কিন্তু আত্মজ্ঞান লাভ নহয়। সেইগুণে যজ্ঞাদি কৰ্ম্ম সাক্ষাৎ সম্বন্ধে মোক্ষ প্ৰাপক নহয়। প্ৰতীক উপাসনাও মোক্ষ সাধক নহয়; কিন্তু সাক্ষাৎ সম্বন্ধে মোক্ষপ্ৰাপক নহলেও, প্ৰতীক উপাসনা ক্ৰম-মুক্তি-প্ৰদায়ক। ভক্তি যোগেই বেদান্তৰ উপদেশ।

### শেষত্বাৎ পুৰুষাৰ্থ বাদঃ, যথা অন্যেষু, ইতি জৈমিনিঃ ৩।৪।২

আচাৰ্য্য জৈমিনি কৰ্ম্ম কাণ্ডৰ উপদেষ্টা। নিষ্কাম ব্ৰহ্মবিদ্যা তেওঁৰ বিষয় নহয়। যজ্ঞাদি কৰ্ম্ম কৰিবলৈ হলে মানুহে বুজিব লাগে যে দেহৰ অতিৰিক্ত এটি আত্মা আছে, যি আত্মাই মৃত্যুৰ পাচত স্বৰ্গত যজ্ঞৰ ফল ভোগ কৰিব। এই সামান্য জ্ঞান নহলে কোনেও স্বৰ্গাদি ফলপ্ৰদ যজ্ঞ নকৰে। সেইগুণে এই সামান্য জ্ঞানেই—যাক আমি নিত্যানিত্য বিবেক বোলোঁ—আচাৰ্য্য জৈমিনিৰ 'আত্ম-জ্ঞান।' তেওঁ কয় যে যেনেকৈ যজ্ঞৰ সমুদয ধ্যান, পলাশ, সমিধ আদি উপকৰণবোৰ শান্তি কৰি সংস্কাৰ কৰি বা শুদ্ধ কৰি ল'ব লাগে, সেইদৰেই যজ্ঞকৰ্ত্তাকো আত্মজ্ঞানৰ শিক্ষা দি সংস্কাৰ কৰি ল'ব লাগে। এই অৰ্থত, আত্মজ্ঞানো, অন্যান্য দ্ৰব্যৰ দৰেই, যজ্ঞৰ এটি অঙ্গহে। এই কথাকে ওপৰৰ সূত্ৰত কৈছে —

আত্মজ্ঞান কৰ্ম্মৰ অঙ্গ, এই বাবেই [শেষত্বাৎ] ই যজ্ঞকৰ্ত্তাৰ স্তুতিবাদ মাত্ৰ [পুৰুষাৰ্থ বাদঃ] এনে আত্মজ্ঞানৰ একো স্বতন্ত্ৰ ফল নাই। অন্যান্য যজ্ঞীয় দ্ৰব্য যেনেকৈ সংস্কাৰ কৰা হয সেইদৰেই [যথা অন্যেষু] আত্মজ্ঞানে কেবল যজ্ঞ কৰ্ত্তাৰ সংস্কাৰ কৰে। এয়ে আচাৰ্য্য জৈমিনিৰ মত [ইতি জৈমিনিঃ]।

এতিয়া সূত্ৰকাৰে কব যে জৈমিনিৰ এই সীমাবদ্ধ আত্মজ্ঞান আচল আত্মজ্ঞান নহয। প্ৰথমতে তেওঁ ২-৭ সূত্ৰত জৈমিনিৰ যুক্তি খিনি দিব। তাৰ পাছত তেওঁ বুজাব যে আচল আত্মজ্ঞান বেলেগ পদাৰ্থ।

### আচাৰ দৰ্শনাৎ ৩।৪।৩

এই আত্মজ্ঞান যে কৰ্ম্মৰ অৰ্থেহে আৱশ্যক সেইটো জ্ঞানী মানুহৰ আচৰণ দেখিও বুজা যায়। জনক ৰজা আত্মজ্ঞ পুৰুষ; তেওঁ যজ্ঞ কৰে। উদ্দালক ঋষিও আত্মজ্ঞ; তেওঁ গৃহস্থ আৰু সংসাৰী মানুহৰ দৰেই আচৰণ কৰিছিলে।

[জৈমিনিৰ এই যুক্তিৰ উত্তৰ ৯ সূত্ৰত দিছে]।

### তৎশ্ৰুতেঃ ৩।৪।৪

শ্ৰুতিৰ পৰাও এই কথা জনা যায়। শ্ৰুতিত কৈছে যে তত্ত্বজ্ঞান আৰু উপাসনাৰ দ্বাৰা কৰা যজ্ঞ বিশেষ ফল দায়ক [ছাঃ ১।১।১০]। ইয়াৰ দ্বাৰা বুজা যায় যে জ্ঞান কৰ্ম্মৰ হে অঙ্গ। [জৈমিনিৰ এই যুক্তিৰ উত্তৰ ১০ সূত্ৰত দিছে]

### সমন্বাৰম্ভণাৎ ৩।৪।৫

শ্ৰুতিত কৈছে—"বিদ্যা আৰু কৰ্ম্মই মৃত জীৱৰ অনুসৰণ কৰে"। ইয়াৰ পৰাও বুজিব পাৰি যে জ্ঞান আৰু কৰ্ম্ম মিলিহে ফলদাযক হয়। কেবল জ্ঞানে একো নকৰে।

[ইয়াৰ উত্তৰ ১১ সূত্ৰত দিছে]

### তদ্বতঃ বিধানাৎ ৩।৪।৬

যি অধ্যয়ন কৰি তাৰ অৰ্থ বুজিছে এনে মানুহৰ [তদ্বতঃ] নিমিত্তেহে বৈদিক যজ্ঞাদি বিধান কৰিছে। ইয়াৰ দ্বাৰা [বিধানাৎ] বুজিব পাৰি যে আত্মজ্ঞান কৰ্ম্ম অনুষ্ঠানৰ বাবে হে প্ৰয়োজন ; নহ'লে তাৰ একো স্বতন্ত্ৰ ফল নাই। শ্ৰুতিযে কৈছে যে "বেদাধ্যযন সমাপ্ত কৰি গুৰুৰ আদিষ্ট কৰ্ম্ম শেষ কৰি, সমাবৰ্ত্তনৰ অন্তত, নিজৰ কুটুম্বৰ মাজত, পবিত্ৰ স্থানত বাস কৰি, মানুহ কৰ্ম্মবান হ'ব" [ছান্দোগ্য]।

[ইয়াৰ উত্তৰ ১২ সূত্ৰত দিছে।]

### নিয়মাৎ চ ৩।৪।৭

শ্ৰুতিয়ে নিয়ম কৰিছে যে আজীবন কৰ্ম্ম কৰিব— যথা "কুৰ্ব্বন্নেবেহকৰ্ম্মাণি জিজীবিষেচ্ছতং সমাঃ" ইয়াৰ দ্বাৰাও বুজা যায় যে মৃত্যু পৰ্য্যন্ত কৰ্ম্ম কৰাহে শ্ৰুতিৰ উপদেশ। আত্মজ্ঞানৰ কথা ইয়াত শ্ৰুতিয়ে কোৱা নাই।

[এই কথাৰ উত্তৰ ১৩ সূত্ৰত দিছে।]

### অধিক উপদেশাৎ তু বাদৰায়ণস্য এবং তদ্দৰ্শনাৎ ৩।৪।৮

জৈমিনিৰ উপদিষ্ট আত্মজ্ঞান সামান্য বা সীমাবদ্ধ জ্ঞান মাত্ৰ। বাদৰায়ণে ইয়াতকৈ অধিক উপদেশ দিয়া বাবে [অধিকোপদেশাৎ] তেওঁৰ মতেই সমীচীন [এবম] কাৰণ তেওঁৰ বিশেষ উপদেশেই সকলো শ্ৰুতিৰ বক্তব্য যেন দেখা যায় [তদ্দৰ্শনাৎ]।

### তুল্যং তু দৰ্শনম্ ৩।৪।৯

শ্ৰুতিয়ে আত্মজ্ঞ মানুহে কৰ্ম্ম কৰা দৃষ্টান্ত দিছে, সঁচা ; যেনে—জনক আদি। কিন্তু সেইদৰেই আকৌ আত্মজ্ঞ মানুহৰ পক্ষে কৰ্ম্ম অনাবশ্যক বুলিও দেখুৱাইছে।

### অসাৰ্ব্বত্ৰিকী ৩।৪।১০

জ্ঞানেৰে সৈতে কৰ্ম্ম কৰিলে তাৰ ফল অপ্ৰতিবন্ধ। সি অধিক ফলপ্ৰদ। এই কথা কেৱল উদ্‌গীথ উপাসনাৰ প্ৰসঙ্গত কোৱা হৈছে। আন বিদ্যাৰ লগত ইয়াৰ সম্পৰ্ক নাই। অতএব সৰ্ব্বত্ৰ যে জ্ঞান কৰ্ম্মৰ অঙ্গ এনে কথা নহয় [অসাৰ্ব্বত্ৰিকী]।

### বিভাগঃ শতবৎ ৩।৪।১১

এপৰত জৈমিনিয়ে কৈছে যে বিদ্যা আৰু কৰ্ম্ম উভয়ে মৃতকৰ অনুসৰণ কৰে আৰু সেইবাবে বুজিব লাগে যে বিদ্যা আৰু কৰ্ম্মই মিলিহে ফল দাযক হয়।

"১০০ টকা ৰূপ দুজনক ভাগ কৰি দিযা" বুলি ক'লে প্ৰত্যেক জনে ১০০ টকা নেপায়। সেই দৰেই [বিভাগঃ শতবৎ] বুজিব লাগিব যে 'বিদ্যাআৰু কৰ্ম্মই মৃতকৰ অনুগমন কৰে'—এই কথাৰ মানে এই যে বিদ্যাই নিজৰ ফল দিবৰ নিমিত্তে আৰু কৰ্ম্মই নিজৰ পৃথক্ ফল দিবৰ নিমিত্তে মৃতকৰ অনুগমন কৰে।—অৰ্থাৎ বিদ্যাই কোনো জনৰ অনুগমন কৰে আৰু কৰ্ম্মই কোনো জনৰ অনুগমন কৰে। জ্ঞানৰ ফল আৰু কৰ্ম্মৰ ফল অত্যান্ত বিভিন্ন। যি প্ৰকৰণত শ্ৰুতিয়ে উপৰোক্ত বাক্য প্ৰযোগ কৰিছে, সেই প্ৰকৰণত কৰ্ম্মফল-প্ৰাৰ্থী আৰু মোক্ষাৰ্থীৰ পৃথক নিৰ্দ্দেশ কৰি, জ্ঞান কৰ্ম্মৰ ফল-বৈষম্য স্পষ্টভাবে নিৰ্দ্ধাৰিত কৰিছে। শ্ৰুতিয়ে এনে কথা কোৱা নাই যে বিদ্যা আৰু কৰ্ম মিলিহে ফলপ্ৰদ হয়।

### অধ্যয়ন মাত্ৰ বতঃ ৩।৪।১২

৬ সূত্ৰৰ উপদেশ আত্মজ্ঞ পুৰুষলৈ দিযা নাই। যি কেবল মাত্ৰ বেদ অধ্যযনহে কৰিছে, তাৰ নিমিত্তেহে সেই বিধান।

### ন, অবিশেষাৎ ৩।৪।১৩

আজীবন কৰ্ম্ম কৰা যি বিধানৰ কথা ৭ সূত্ৰত কৈছে, সেই বিধান জ্ঞানী অজ্ঞানী সকলোৰে প্ৰতি নিৰ্ব্বিশেষ বিধান. সেইবাবে [অবিশেষাৎ] ই জ্ঞানীৰ পক্ষে নহয [ন]। জ্ঞানীৰ কৰ্ম্ম কৰা আবশ্যক নাই। লোক শিক্ষাৰ বাবে কৰিব পাৰে কিন্তু সেই কৰ্ম্মৰ ফলত বন্ধন নহয়।

### স্তুতয়ে অনুমতিঃ বা ৩।৪।১৪

জ্ঞানৰ মাহাত্ম্য কীৰ্ত্তনৰ বাবে [স্তুতয়ে] জ্ঞানীক কৰ্ম্ম কৰিবলৈ অনুমতি দিছে। কৰ্ম্ম কৰা জ্ঞানীৰ নিজৰ নিমিত্তে একো আবশ্যক নাই। জ্ঞানীজনে সৰ্ব্ববিধ কৰ্ম্ম কৰিলেও যে তাত তেওঁ লিপ্ত নহয়—এই কথা দেখুৱাবৰ বাবে শ্ৰুতিযে জ্ঞানীক কৰ্ম্ম কৰিবলৈ অনুমতি দিছে।

### কাম কাৰেণ চৈকে ৩।৪।১৫

জনকাদি ঋষিসকলে জ্ঞান লাভ কৰাৰ পাছতো কৰ্ম্ম কৰিছিল। কিন্তু অনেকে [একে] আকৌ [চ] সকলো কৰ্ম্ম ত্যাগ কৰি [কাম কাৰেণ] আত্ম-প্ৰতিষ্ঠ হৈ থকাও শ্ৰুতিত আছে। জ্ঞানীজনে ইচ্ছা কৰিলে গাৰ্হস্থ্যাশ্ৰম গ্ৰহণ কৰিব পাৰে

আৰু তদ্বিহিত কৰ্ম্মও কৰিব পাৰে। এনে দৃষ্টান্তও আছে। কিন্তু তেওঁ তাত কোনো প্ৰকাৰ লিপ্ত নহয়। তেওঁৰ তাৰ পৰা বন্ধন নহয়।

**উপমৰ্দ্দঞ্চ ৩।৪।১৬**

বিদ্যা কৰ্ম্মৰ অঙ্গ নহয়, বৰং বিদ্যাৰ দ্বাৰা কৰ্ম্মৰ বিনাশ হয়, যথা "ক্ষীয়ন্তে চাস্য কৰ্ম্মাণি তস্মিন্ দৃষ্টে পৰাবৰে।"

**ঊৰ্দ্ধৰেতঃসু চ—শব্দে হি ৩।৪।১৭**

সন্ন্যাস আশ্ৰমত বিদ্যাৰ উপদেশ হে আছে [ঊৰ্দ্ধৰেতঃ সু চ] ব্ৰহ্মচৰ্য্য, গাৰ্হস্থ্য, আৰু বানপ্ৰস্থ—এই তিনি আশ্ৰমত কৰ্ম্ম আছে। তেন্তে জ্ঞান কৰ্ম্মৰ অঙ্গ কেনেকৈ হ'ব পাৰে?

শ্ৰুতিত সন্ন্যাস আশ্ৰমৰ কথা আছে [শব্দে হি] যথা "ত্ৰয়ো ধৰ্ম্মস্কন্ধাঃ"... "যে চে মেহৰণ্যে শ্ৰদ্ধাং তপ ইত্যুপাসতে"। [ছান্দোগ্য]।

**পৰামৰ্শং জৈমিনিঃ অ-চোদনা চ অপবদতি হি ৩।৪।১৮**

কিন্তু উপৰোক্ত শ্ৰুতিবাক্য পৰামৰ্শ * হে [পৰামৰ্শং] আৰু 'বিধান' বা 'চোদনা' নহয় [অ-চোদনা]—এই বুলি জৈমিনিযে কয় [জৈমিনিঃ]। আৰু কয় যে শ্ৰুতিযে সন্ন্যাস আশ্ৰমৰ নিন্দাহে কৰিছে [অপবদতি হি] যথা— "না পুত্ৰস্য লোকোঽস্তি" ইত্যাদি। জৈমিনিৰ মতে সন্ন্যাস আশ্ৰম অনুষ্ঠেয় নহয়।

**অনুষ্ঠেয়ং বাদৰায়ণঃ সাম্যশ্ৰুতেঃ ৩।৪।১৯**

এতিয়া সূত্ৰকাৰে নিজৰ মত দিছে—

কিন্তু ওপৰত "ত্ৰয়ো ধৰ্ম্মস্কন্ধাঃ" ইত্যাদি শ্ৰুতিবাক্যত সকলো আশ্ৰমৰ সমানে উল্লেখ কৰিছে। সন্ন্যাস ধৰ্ম্ম যদি "পৰামৰ্শ" মাত্ৰ তেন্তে ইবোৰ আশ্ৰমো "পৰামৰ্শ"।
সকলো সমান ভাবে উপদিষ্ট বাবে [সাম্যশ্ৰুতেঃ] সন্ন্যাস ধৰ্ম্ম অনুষ্ঠেয় [অনুষ্ঠেয়ং]। এয়ে আচাৰ্য্য বাদৰায়ণৰ মত [বাদৰায়ণঃ]।

**বিধিঃ বা ধাৰণবৎ ৩।৪।২০**

কিন্তু দেখাত "পৰামৰ্শ" বা "অনুবাদ" হলেও, সন্ন্যাস ধৰ্ম্ম আচলতে "বিধান" হে [বিধিঃ বা] কাৰণ "অধস্ত্যাৎ সমিধং ধাৰয়ন্" ইত্যাদি মন্ত্ৰৰ ব্যাখা কৰোঁতে আচাৰ্য্য জৈমিনিয়ে নিজে পূৰ্ব্ব মীমাংসাত কৈছে যে এই বাক্য স্পষ্ট "বিধান" নহলেও, ইয়াক "বিধান" বুলি ধৰিব লাগিব। তেওঁ এটি সাধাৰণ নিয়ম স্বীকাৰ কৰিছে যে শ্ৰুতিত যদি এনে কোনো কৰ্ম্মৰ উল্লেখ থাকে, যাৰ কথা আগেয়ে বিশেষ ভাবে কোৱা নাই, তেন্তে সেই উল্লেখেই "বিধান"। তেওঁ কৈছে যে শ্ৰুতিয়ে যাৰ প্ৰশংসা কৰে, তাৰ বিধানো কৰিছে বুলি বুজিব লাগিব। অতএব "সমিধ ধাৰণ" বিষয়ে জৈমিনিয়ে যি মত দিলে, সেই মতেই [ধাৰণবৎ] সন্ন্যাস ধৰ্ম্ম 'বিধান' হে পৰামৰ্শ নহয়।

**স্তুতি মাত্ৰম্ উপাদানাৎ ইতি চেৎ?—ন অ-পূৰ্ব্বত্বাৎ ৩।৪।২১**

শ্ৰুতিত উদগীথাদি যজ্ঞাঙ্গৰ কথা কৈছে।
এঠাইত কলে "এই উদগীথ পৰমাত্মাৰ প্ৰতীক, আৰু পৰমাত্মা স্বৰূপে উপাস্য"। ইয়াত এতিয়া সন্দেহ হয় যে এই বাক্য যজ্ঞাঙ্গ স্বৰূপে উদ্‌গীথৰ প্ৰশংসা-বাদ নে আচলতে উপাসনাৰ হে বিধান।
কৰ্ম্মাঙ্গ স্বৰূপে উক্ত হৈছে বাবে [উপাদানাৎ] ই কেৱল মাত্ৰ প্ৰশংসাবাদ [স্তুতি মাত্ৰম্]—এনে সন্দেহ হয় [ইতি চেৎ]। এনে সন্দেহৰ উত্তৰত কৈছে যে যদি শ্ৰুতিয়ে উদ্‌গীথ বিষয়ে আগতে কোনো বিধি-জ্ঞাপক কথা কৈ পাছত এই দৰে কলে হেতেন, তেন্তে উক্ত বাক্যক স্তাবক-বাক্য বুলি ধৰিব পৰা হ'লহেতেন। কিন্তু আলোচ্য স্থলত সেইদৰে হোৱা নাই। ইয়াত উদ্‌গীথ সম্পৰ্কে শ্ৰুতিৰ এয়ে প্ৰথম উক্তি। এতএব [অ-পূৰ্ব্বত্বাৎ] বুজিব লাগিব যে এই উক্তি উপাসনাৰ বিধান। স্তুতি বা স্তাবক নহয়।

**ভাব শব্দাৎ চ ৩।৪।২২**

তাৰ বাহিৰেও [চ] শ্ৰুতিত আছে "উদগীথ উপাসনা কৰিব"। এনে স্পষ্ট বিধি-বোধক শব্দ আছে বাবে [ভাব-শব্দাৎ] উক্ত বাক্য স্তাবক নহয়, "বিধান" হে।

**পাৰিপ্লবাৰ্থাঃ ইতি চেৎ? ন বিশেষিতত্বাৎ ৩।৪।২৩**

আগৰ দিনত ৰজাই অশ্বমেধ যজ্ঞ কৰিছিল। এই যজ্ঞ এদিনতে শেষ নহয়। বহুত দিন ধৰি চলে। যজ্ঞৰ লগতে, মাজে মাজে পুৰোহিতে স্তুতি, গান আৰু আখ্যায়িকা আদি পাঠ কৰে; আৰু ৰজা, ৰাণী আৰু অন্যান্য মানুহে শুনে। যজ্ঞৰ

* শাস্ত্ৰত যিবোৰ আদেশ কৰে সেইবোৰ বাক্যক "বিধান" বা "চোদনা" বোলে। এইবোৰ নকৰিলে প্ৰত্যবায় আছে। সাক্ষাৎ ভাবে আদেশ নকৰি, এটা কামৰ উল্লেখ কৰি "এইটো এনে, মানুহে এইদৰে কৰে"—এইদৰে স্বৰূপ-কথন বা প্ৰশংসা বাদ কৰিলে সেই বাক্যক "পৰামৰ্শ" বা "অনুবাদ" বোলে।

এই অংশক "পাৰিপ্লৱ" বোলে। এতিয়া কথা হল যে উপনিষদবোৰো আখ্যাযিকাৰে ভৰা। বাস্তবিক এই আখ্যায়িকা বোৰতে উপনিষদৰ সকলো উপদেশৰ সাৰ আছে। এই আখ্যাযিকা বোৰ "পাৰিপ্লৱ" নে কি? যদি "পাৰিপ্লৱ" হয়, তেন্তে আমি বুজিব লাগিব যে উপনিষদৰ উপদেশবোৰ কেৱল কৰ্ম্ম-সম্বন্ধীয়। এইবোৰ কৰ্ম্মৰ অঙ্গহে। এনে সন্দেহৰ উত্তৰত কৈছে যে এইবোৰ "পাৰিপ্লৱ" নহয়। যজ্ঞৰ "পাৰিপ্লৱ" বোৰ শাস্ত্ৰই বেলেগে নিৰ্দ্দেশ কৰিছে, যেনে মনু বৈবস্বত আখ্যান, বৈবস্বত যমৰ আখ্যান ইত্যাদি। এই নিৰ্দিষ্ট আখ্যানবোৰৰ বাহিৰে আন উপাখ্যান "পাৰিপ্লৱ" স্বৰূপে পাঠ কৰিব নোৱাৰে। শ্ৰুতিৰ উপাখ্যানবোৰ "পাৰিপ্লৱ" ৰূপে ব্যৱহাৰ কৰিব নোৱাৰে। বিশেষভাবে "পাৰিপ্লৱ" নিৰ্দ্দিষ্ট থকা বাবে [বিশেষিতত্বাৎ] উপনিষদৰ উপাখ্যানবোৰ "পাৰিপ্লৱ" নহয়।

**তথাচ এক-বাক্যতা—উপবন্ধাৎ ৩।৪।২৪**

তাৰ বাহিৰেও [তথাচ] এই উপনিষদ আখ্যাযিকা বোৰৰ উদ্দেশ্য হৈছে, যাতে মানুহে সহজে জ্ঞানৰ উপদেশ বোৰ বুজিব পাৰে। আখ্যায়িকা আৰু আখ্যাযিকা অবলম্বন কৰি দিয়া জ্ঞানৰ উপদেশ—এই দুইটা মিলি এটি সম্পূৰ্ণ তত্ত্বৰ ব্যাখ্যা হয়—দুইটাৰ "এক-বাক্যতা" আছে গুণে [একবাক্যতা-উপবন্ধাৎ] বুজিব লাগে যে এই উপাখ্যান বোৰ জ্ঞানৰ হে উপদেশ; কৰ্ম্মাঙ্গ নহয়।

**অতএব চ অগ্নি-ইন্ধন-আদি অনপেক্ষা। ৩।৪।২৫**

ওপৰত কোৱা হল যে আত্মজ্ঞানেই পৰম পুৰুষাৰ্থ। সেইবাবে [অতএব চ] নিত্য হোমৰ নিমিত্তে "অগ্নিৰক্ষা" প্ৰভৃতি আশ্ৰম বিহিত কৰ্ম্ম নকৰিলেও, জ্ঞানৰ ফলত মোক্ষ লাভত কোনো বাধা নহয় [অগ্নি-ইন্ধন-আদি অনপেক্ষা]।

**সৰ্ব্বাপেক্ষা চ যজ্ঞাদি শ্ৰুতেঃ অশ্ববৎ। ৩।৪।২৬**

তেন্তে গাৰ্হস্থ্যাদি আশ্ৰম বিহিত কৰ্ম্মবোৰ একেবাৰে নিৰৰ্থকেই নে কি? এই প্ৰশ্নৰ উত্তৰত কৈছে —

এইবোৰ কৰ্ম্মৰ নিশ্চয় আবশ্যকতা আছে [সৰ্ব্বাপেক্ষা চ] শ্ৰুতিয়ে কৈছে "যজ্ঞেন দানেন তপসা ইত্যাদি" (বৃহঃ ৬।৪।২২)— অৰ্থাৎ "যজ্ঞ, দান, তপস্যা আৰু অনাসক্তিৰ দ্বাৰা ব্ৰহ্মক জানিবলৈ ইচ্ছা কৰিবা" ইত্যাদি। এই অতি বাক্যৰ পৰা [যজ্ঞাদিশ্ৰুতেঃ] জনা যায় যে জ্ঞান লাভ হলে কৰ্ম্মৰ আৱশ্যক নাই; কিন্তু জ্ঞান লাভ কৰিবলৈ কৰ্ম্মৰ যথেষ্ট প্ৰয়োজন আছে; যেনে, এখন ঠাইলৈ যাবলৈ হলে এটা ঘোঁৰাৰ প্ৰয়োজন, কিন্তু সেই ঠাইত উপস্থিত হলে আৰু প্ৰয়োজন নেথাকে। এইটোও এনে কথা [অশ্ববৎ]। জ্ঞানাৰ্থীৰ নিমিত্তে কৰ্ম্মৰ প্ৰয়োজন, কৰ্ম্মৰ পৰা চিত্ত শুদ্ধি হয় আৰু নিৰ্ম্মল চিত্তত হে আত্ম-তত্ত্ব প্ৰকাশিত হয়।

আকৌ, এটা নিয়মৰ ভিতৰত নেথাকিলে কোনেও মনক সংযত কৰিব নোৱাৰে। আশ্ৰম বিহিত কৰ্ম্মই হৈছে, সেই নিয়ম। এইবোৰ কৰ্ম্মৰ পৰা ত্যাগ, বৈৰাগ্য, সংযম ইত্যাদি শিক্ষা হয়। যজ্ঞাদি কৰ্ম্ম জ্ঞানৰ বহিৰঙ্গসাধন আৰু শম দম উপৰতি আদি জ্ঞানৰ অন্তৰঙ্গসাধন।

**শমদমাদি-উপেতঃ স্যাৎ, তথাপি ত, তদ্বিধেঃ তদঙ্গতয়া তেষাম অৱশ্য-অনুষ্ঠেয়ত্বাৎ। ৩।৪।২৭**

কিন্তু যদিও যজ্ঞাদি কৰ্ম্ম জ্ঞানৰ বহিৰঙ্গসাধন মাত্ৰ, তথাপি [তথাপিতু] জ্ঞানাৰ্থী শমদমাদি যুক্ত হব লাগে [শমদমাদি-উপেতঃ স্যাৎ] বুলি যেতিয়া শ্ৰুতিয়ে বিধান দিছে [তদ্বিধেঃ] আৰু সেই শমদমাদি যেতিয়া যজ্ঞাদি কৰ্ম্মৰ হে অঙ্গ [তদঙ্গতযা] আৰু শ্ৰুতিয়ে যেতিয়া শমদমাদি অবশ্য অনুষ্ঠেয় বুলি কৈছে [তেষাম্ অবশ্য-অনুষ্ঠেযত্বাৎ] তেতিযা আমি বুজিব লাগিব যে জ্ঞান লাভৰ নিমিত্তে যজ্ঞাদি কৰ্ম্ম শ্ৰুতি অনুমোদিত।

যজ্ঞাদি কৰ্ম্ম নহলে শম, দম, উপৰতি আদি নহয়, চিত্ত শুদ্ধি নহলে জ্ঞান নহয়। বৃহদাৰণ্যকে কৈছে "বিদ্যাৰ্থী শান্ত, দান্ত, উপৰত, তিতুক্ষু আৰু সমাহিত হলেহে নিজ আত্মাক দৰ্শন কৰিব পাৰে।" [বৃহঃ ৩।৪]

**সৰ্ব্ব অন্ন-অনুমতিঃ চ প্ৰাণাত্যয়ে তদ্দৰ্শনাৎ। ৩।৪।২৮**

ছান্দোগ্যত কৈছে — "প্ৰাণ উপাসকৰ একো অভক্ষ্য নাই" [ছাঃ ৫।২।১]। কিন্তু এই বিধান সকলো কালৰ নিমিত্তে নহয়। প্ৰাণ যায় যায়—এনে সঙ্কট উপস্থিত হলে হে [প্ৰাণাত্যযে] সকলো খাদ্য শ্ৰুতিয়ে অনুমোদন কৰে [সৰ্ব্ব-অন্ন-অনুমতি]। এই কথা সেই উপনিষদেই চাক্ৰায়ণ-উপাখ্যানত দেখুৱাইছে [তদ্দৰ্শনাৎ]।

চাক্ৰায়ণ ঋষি আৰু তেওঁৰ পত্নী মিথিলালৈ যাওঁতে বাটত খাবলৈ নেপাই প্ৰাণৰ সঙ্কটত হাতী-মাউতৰ অন্ন ভোজন কৰিছিল।

**অবাধাৎ চ। ৩।৪।২৯**

শ্ৰুতিয়ে কয় যে আহাৰ শুদ্ধি নহলে চিত্তশুদ্ধি নহয়; "আহাৰ শুদ্ধৌ সত্ত্ব শুদ্ধিঃ সত্ত্ব শুদ্ধৌ ধ্ৰুৱা স্মৃতিঃ" [ছাঃ

৭।২৬।২] ব্ৰহ্ম জ্ঞান লাভ কৰিবলৈ আহাৰ শুদ্ধিৰ নিতান্ত প্ৰয়োজন। এই কথাৰ বাধক শ্ৰুতি কুত্ৰাপি নাই। এই কাৰণে [আবাধাৎ] বুজিব লাগে যে আহাৰ শুদ্ধি নিতান্ত আবশ্যক।

**অপি স্মৰ্য্যতে। ৩।৪।৩০**

স্মৃতিয়েও এইদৰে কয়।

**শব্দঃ চ অতঃ অকামকাৰেঃ। ৩।৪।৩১**

এইবাবেই আকৌ [অতঃ চ] স্বেচ্ছাহাৰ নিবাৰণ উদ্দেশ্যে [অকামকাৰে] শ্ৰুতিবাক্য আছে [শব্দঃ]।

**বিহিতত্বাৎ আশ্ৰম-কৰ্ম্ম অপি। ৩।৪।৩২**

ওপৰত কোৱা হল যে আশ্ৰমবিহিত কৰ্ম্ম জ্ঞানাৰ্থীৰ কৰ্ত্তব্য। এতিয়া প্ৰশ্ন হল, যে যি জ্ঞান লাভ কৰিবলৈ ইচ্ছা নকৰে বা মুক্তিৰ ইচ্ছাও নকৰে, তেওঁ কৰ্ম্ম কৰিব লাগে নে? ইয়াৰ উত্তৰত কৈছে —

জ্ঞানাৰ্থী হওক বা নহওক, সকলোৰে নিজ নিজ আশ্ৰম বিহিত কৰ্ম্ম [আশ্ৰয়-কৰ্ম্ম কৰিব কাৰণ শ্ৰুতিৰ এয়ে বিধান [বিহিতত্বাৎ]।

**সহকাৰিত্বেন চ। ৩।৪।৩৩**

আৰু [চ] জ্ঞানৰ সহকাৰিৰূপে [সহকাৰিত্বেন] এইবোৰ কৰ্ম্ম সকলোৰে কৰ্ত্তব্য।

**সৰ্ব্বথাপি তে এব, উভয় লিঙ্গাৎ। ৩।৪।৩৪**

জ্ঞানৰ সহকাৰৰূপেই হওক বা আশ্ৰম ধৰ্ম্মৰূপেই হওক, সকলো প্ৰকাৰেই [সৰ্ব্বথাপি] একে কৰ্ম্মকে বিধান কৰিছে [তে এবে]। উভয় পক্ষে, (জ্ঞানাৰ্থী আৰু আশ্ৰমী—উভয়ৰ নিমিত্তে) একে কৰ্ম্মকে বিধান কৰিছে [উভয় লিঙ্গাৎ]।

**অনভিভবং চ দৰ্শয়তি। ৩।৪।৩৫**

শ্ৰুতিয়ে কৈছে [দৰ্শয়তি] যে আশ্ৰম বিহিত কৰ্ম্ম কৰা মানুহ কাম ক্ৰোধ আদিৰ দ্বাৰা অভিভূত নহয় [অনভিভবং]।

**অন্তৰা চ অপিতু তদ্দৃষ্টেঃ। ৩।৪।৩৬**

আশ্ৰম বিহিত কৰ্ম্ম, জ্ঞান লাভৰ উপায়। কিন্তু এনে মানুহ আছে, যি কোনো আশ্ৰমত নাই, যেনে —এজনে ব্ৰহ্মচৰ্য্য সমাপন কৰিলে, বা পত্নী বিয়োগৰ পাছত আকৌ বিবাহো নকৰিলে বা সন্ন্যাস গ্ৰহণো নকৰিলে, বা নিতান্ত দৰিদ্ৰ গুণে আশ্ৰম বিহিত কৰ্ম্ম কৰিবৰো সামৰ্থ্য নাই,—এনেবোৰ মানুহৰ তেন্তে কি উপায়? ইয়াৰ উত্তৰত কৈছে —

অন্তৰালত অৰ্থাৎ দুই আশ্ৰমৰ মাজত থকা মানুহবো [অন্তৰা চাপিতু] জ্ঞানত অধিকাৰ আছে। কাৰণ শ্ৰুতিত এনে দৃষ্টান্ত দেখা যায় [তদ্দৃষ্টেঃ]। সন্ধ্যা, বন্দনা, নাম, কীৰ্ত্তন, ধ্যান, জপ ইত্যাদিত সকলো মানুহৰ সমানে অধিকাৰ আছে। আৰু এইবোৰ কৰি বহুতে জ্ঞান লাভ কৰিছে, যেনে ৰৈক্ক বাচক্ৰবী, সম্বৰ্ত্ত ইত্যাদি। এইবোৰ দৃষ্টান্ত শ্ৰুতিত আছে।

**অপি চ স্মৰ্য্যতে। ৩।৪।৩৭**

স্মৃতিযেও এই কথা কৈছে।

মনু, ভাগবত, গীতা সকলোতে আছে যে জপ নাম, আৰু সংকীৰ্ত্তন জ্ঞানৰ বিশেষ অনুকূল।

**বিশেষ অনুগ্ৰহঃ চ। ৩।৪।৩৮**

এইবোৰ বিদ্যাৰ বিশেষ অনুগ্ৰহ।

জপ আৰু নাম-কীৰ্ত্তনত সকলোৰে অধিকাৰ। যজ্ঞাদি কৰ্ম্মৰ দৰে ই কষ্টসাধ্য ব্যাপাৰ নহয়। এইবোৰ অনুষ্ঠানৰ দ্বাৰা সহজে জ্ঞান লাভ হয়। গীতাত কৈছে —জপ সকলো যজ্ঞত কৈ শ্ৰেষ্ঠ। সকলো পুৰাণ মতে —

"কলিত কেৱল মাত্ৰ নাম ধৰ্ম্ম সাৰ।"
নামৈব তব গোবিন্দ কলৌ তত্ত্ব তাধিকম্॥
দদাত্যুচ্চাৰণাৎ মুক্তিম্ বিনা সাষ্টাঙ্গযোগতঃ।
যেন কেন প্ৰকাৰেণ নাম মাত্ৰৈক জল্পকাঃ॥
শ্ৰমং বিনৈব গচ্ছন্তি পৰে ধাম্নি সমাদৰাৎ।

**অতঃ তু ইতৰৎ জ্যায়ঃ, লিঙ্গাৎ চ। ৩।৪।৩৯**

কিন্তু [তু] কোনো আশ্ৰমত নথকাতকৈ [অতঃ] বিহিত আশ্ৰম গ্ৰহণ কৰাহে [ইতৰৎ] শ্ৰেয়ঃ [জ্যায়ঃ] কাৰণ শ্ৰুতি স্মৃতি উভয়েই এইদৰে কয় [লিঙ্গাৎ]।

**তদ্ভূতস্য তু ন অ-তদ্ভাবঃ জৈমিনেঃ অপি, নিয়ম-অতদ্ৰূপ-অভাবেভ্যঃ। ৩।৪।৪০**

আটাইতকৈ উচ্চ আশ্ৰম হল সন্ন্যাস আশ্ৰম। এবাৰ সন্ন্যাস

গ্ৰহণ কৰিলে, নিম্নৰ আশ্ৰমলৈ নামি আহিব পাৰে নে? এই প্ৰশ্নৰ উত্তৰত কৈছে —

এবাৰ সন্ন্যাস গ্ৰহণ কৰিলে [তদ্ভূতস্য] কিন্তু [তু] তাৰ পৰা নামি অহা [অ-তদ্ভাবঃ] বিধান নাই [ন] শ্ৰুতিয়ে সন্ন্যাস আশ্ৰমলৈ উঠা নিয়ম [নিয়ম-] কৰিছে কিন্তু নামি অহা নিয়ম কৰা নাই [অ-তদ্রূপ-] আৰু এইদৰে যে কোনো সন্ন্যাসী নামি আহিছে, এনে কথা শুনা নাই [অভাবেভ্যঃ]। আচাৰ্য্য জৈমিনিৰো [জৈমিনেঃ অপি] এয়ে মত।

## ন চ আধিকাৰিকম্ অপি, পতন-অনুমানাৎ, তৎ অযোগাৎ। ৩।৪।৪১

ব্ৰহ্মচাৰী দুইৰকমৰ। কোনোৱে নিৰ্দ্দিষ্ট কাল, গুৰুগৃহত বাস কৰি, পাছত ঘৰলৈ আহি গৃহী হয। এনে ব্ৰহ্মচাৰীক "উপকুৰ্ব্বাণ ব্ৰহ্মচাৰী" বোলে। কোনোৱে যাবজ্জীবন ব্ৰহ্মচৰ্য্য পালন কৰে। এই শ্ৰেণীৰ ব্ৰহ্মচাৰীক "নৈষ্ঠিক" ব্ৰহ্মচাৰী বোলে। এতিয়া ওপৰৰ সূত্ৰত কৈছে যে —

নৈষ্ঠিক ব্ৰহ্মচাৰীয়ে ব্ৰহ্মচৰ্য্য ভঙ্গ কৰিলে তাৰ প্ৰাযশ্চিত্ত নাই। পূৰ্ব্ব মীমাংসাত অধিকাৰ লক্ষণত যি প্ৰায়শ্চিত্ত ব্যৱস্থা কৰিছে [আধিকাৰিকম্] সেই প্ৰাযশ্চিত্ত নৈষ্ঠিক ব্ৰহ্মচাৰীৰ নহয় [ন]। নৈষ্ঠিকৰ এবাৰ পতন হলে আৰু উদ্ধাৰৰ উপায় নাই [পতন-অনুমানাৎ] আৰু উপকুৰ্ব্বাণ ব্ৰহ্মচৰ্য্য-ব্ৰত-ভঙ্গৰ যি প্ৰায়শ্চিত্ত বিধান কৰিছে, সেই প্ৰায়শ্চিত্ত নৈষ্ঠিকৰ পক্ষে অসম্ভৱ [তৎ-অযোগাৎ]।

## উপপূৰ্ব্বম্ অপি তু একে ভাবম্ অশন-বৎ তদুক্তম্। ৩।৪।৪২

কোনোৱে [একে] কয় যে সন্ন্যাসীৰ স্ত্ৰী-সংসৰ্গ মহাপাতক নহয়, উপপাতক [উপপূৰ্ব্বম্] আৰু সেইবাবে প্ৰায়শ্চিত্ত আছে [ভাবম্] অভক্ষ্য ভক্ষণৰ দৰে [অশনবৎ] ইয়াৰো প্ৰায়শ্চিত্ত আছে। জৈমিনিয়ে পূৰ্ব্ব-মীমাংসাত এই কথা কৈছে [তদুক্তম্]।

## বহিঃ তু উভয়থা অপি, স্মৃতেঃ আচাৰাৎ চ। ৩।৩।৪৩

মহাপাতক বা উপপাতক যিয়েই হওক, [উভয়থা অপি] এনে ব্ৰহ্মচাৰী সাধু সমাজৰ বহিৰ্ভূত [বহিঃ] এই কথা স্মৃতিয়েও কৈছে। আৰু সজ্জনৰ আচৰণ দেখিও বুজা যায় [স্মৃতেঃ চ আচাৰাৎ]।

## স্বামিনঃ ফলশ্ৰুতেঃ ইতি আত্ৰেয়ঃ। ৩।৪।৪৪

আচাৰ্য্য আত্ৰেই কৈছে যে যজ্ঞৰ আনুষঙ্গিক উপাসনাবোৰ যজমানে নিজে কৰা উচিত, কাৰণ এই উপাসনাৰ শ্ৰুত্যুক্ত ফল-ভাগী, যজমান হে।

## আৰ্ত্বিজ্যম্ ইতি ঔডুলোমিঃ তস্মৈহি পৰি ক্ৰীয়তে। ৩।৪।৪৫

কিন্তু আচাৰ্য্য ঔডুলোমিয়ে কয় যে এই উপাসনাবোৰ পুৰোহিতৰ (ঋত্বিকৰ) হে কৰ্ত্তব্য [আৰ্ত্বিজ্যম্]। কাৰণ উপাসনাৰ ফল-লাভৰ অৰ্থ হে [তস্মৈ হি], পুৰোহিত দক্ষিণাদিৰ দ্বাৰা ক্ৰীত হয় [পৰিক্ৰীয়তে]।

## শ্ৰুতেঃ চ। ৩।৪।৪৬

শ্ৰুতিয়ে ঔডুলোমিৰ মত সমৰ্থন কৰে। (ছাঃ ১।৮।৯) এই সূত্ৰটি কেৱল শাঙ্কৰ ভাষ্যত হে পোৱা যায।

## সহকাৰ্য্যন্তৰ বিধিঃ, পক্ষেণ তৃতীয়ং তদ্বত বিধিঃ—আদি বৎ। ৩।৪।৪৭

বৃহঃ উপনিষদত এঠাইত আছে—

"ব্ৰাহ্মণে পাণ্ডিত্য লাভ কৰি, বালক-ভাবে অবস্থান কৰিব। বাল্য আৰু পাণ্ডিত্য লাভ কৰিলে "মৌন" হব ইত্যাদি [বৃহঃ ৩।৫।৫১]।

[মৌন=মুনিৰ কাৰ্য্য, অৰ্থাৎ মনন, নিদিধ্যাসন]

এতিয়া উপৰোক্ত বাক্যত "পাণ্ডিত্য লাভ কৰি বালক-ভাবে অৱস্থান কৰিব—" —এই কথাষাৰ দেখাতে বিধান বা চোদনা (injunction)(৩।৪।১৮ চাওক)।

কিন্তু "মৌন হব" এই কথাটো "বিধান" নহয় যেন লাগে। সৰ্ব্বদা মনন নিদিধ্যাসন, তেন্তে শাস্ত্ৰৰ বিধান নহয় নে কি? এনে সন্দেহৰ উত্তৰত ওপৰৰ সূত্ৰটি দিছে। ইয়াত কৈছে যে ওপৰত [৩।৪।১৮—২১] যি কোৱা হল তাৰ পৰা বুজিব পাৰি যে এই 'মৌন' কথাটো শাস্ত্ৰৰ "বিধান"। ইয়াৰ উল্লেখ আগেয়ে কৰা নাই; সেই বাবে, (৩।৪।২১ সূত্ৰত কোৱা দৰে—"অপূৰ্ব্বত্বাৎ") ইয়াক শাস্ত্ৰৰ বিধান বুলি বুজিব লাগিব। ই জ্ঞানৰ সহকাৰী সাধনা। এই কথাকে ওপৰৰ সূত্ৰত কৈছে—

মনন, নিদিধ্যাসন (মৌন) সহকাৰী বিধি [সহকাৰ্য্যন্তৰবিধিঃ]। যি মানুহৰ জ্ঞান লাভ হৈছে, অথচ প্ৰবল ভেদ-জ্ঞান থকা বাবে প্ৰত্যক্ষ অনুভূতি হোৱা নাই, তাৰ [তদ্বতঃ] পক্ষে [পক্ষেণ] ই তৃতীয় বিধি [তৃতীয়ম্] (১ম বিধি পাণ্ডিত্য, ২য় বাল্য-ভাব)। পূৰ্ব্ব-মীমাংসাত নিৰ্দ্ধাৰিত যজ্ঞাঙ্গ উপাসনাৰ বিধিৰ দৰে [বিধি-আদিবৎ] ইযাত মৌন অবলম্বন কৰাটো বিধিহে।

শঙ্কৰাচাৰ্য্যই কৈছে যে মনন নিদিধ্যাসন নহলে জ্ঞান লাভ হব নোৱাৰে। "মই ব্ৰহ্ম" এই চিন্তা সৰ্ব্বদা কৰাকে "মৌন" বোলে। এই "মৌন" বিশেষ ভাবে সন্ন্যাস আশ্ৰমতহে সম্ভব আৰু সেইবাবে এই "মৌন" শব্দই সন্ন্যাস আশ্ৰমকহে বুজায়। এনে যুক্তিৰে তেওঁ কয় যে এই সূত্ৰত সূত্ৰকাৰে সন্ন্যাস আশ্ৰম "শ্ৰুতি-সিদ্ধ" (১৯-২০ সূত্ৰ চাওক) বুলি কৈছে সন্ন্যাস আশ্ৰম যে শ্ৰেষ্ঠ, শ্ৰুতি-সিদ্ধ আশ্ৰম, সেই বিষয কোনো মতভেদ নাই।

## কৃৎস্ন ভাবাৎ তু গৃহিণা উপসংহাৰঃ ৩।৪।৪৮

ছান্দোগ্যই সন্ন্যাস আশ্ৰমৰ উল্লেখ বিশেষ ভাবে কৰা নাই। গৃহস্থাশ্ৰমৰ কথা কৈ এই প্ৰস্তাবটি শেষ কৰিলে [গৃহিণা উপসংহাৰঃ] ইয়াৰ কাৰণ এই যে গৃহস্থাশ্ৰমতে আন সকলো আশ্ৰমৰ ভাব, অলপ নহয় অলপ, আছেই [কৃৎস্নভাবাৎ] যাগ-যজ্ঞ, অধ্যয়ন, অহিংসা, ইন্দ্ৰিয়-সংযম, ধ্যান, ধাৰণা, নিদিধ্যাসন ইত্যাদি সকলো গৃহস্থৰ কৰ্ত্তব্য।

## মৌনবৎ ইতৰেষাম্ অপি উপদেশাৎ। ৩।৪।৪৯

'মৌন' যেনে শাস্ত্ৰৰ বিধান, সেইদৰেই [মৌনবৎ], ব্ৰহ্মচাৰ্য্য, বানপ্ৰস্থ ইত্যাদিৰ [ইতৰেষাম্] উপদেশো আছে। এই বাবে [উপদেশাৎ], সেইবোৰো শাস্ত্ৰৰ বিধান।

## অনাবিস্কুৰ্ব্বন্ অন্বয়াৎ। ৩।৪।৫০

ওপৰত কোৱা বালক ভাবৰ অৰ্থ এই যে পাণ্ডিত্য লাভ কৰি নিজৰ শ্ৰেষ্ঠতা ঘোষণা নকৰি [অনাবিস্কুৰ্ব্বন্] বালকৰ দৰে সৰল আৰু নিৰভিমান হ'ব। বাল্য শব্দৰ এই অৰ্থহে সঙ্গত [অন্বযাৎ]।

## ঐহিক মাপ অপ্ৰস্তুত-প্ৰতিবন্ধে তদ্দৰ্শনাৎ ৩।৪।৫১

সাধনাৰ ফলত,জ্ঞান এই জন্মতে [ঐহিকমপি হব পাৰে, যদি একো প্ৰতিবন্ধক নেথাকে [অপ্ৰস্তুত-প্ৰতিবন্ধে ] শ্ৰুতিয়ে এইদৰে দেখুৱাইছে [তদ্দৰ্শনৎ]
গীতাত (৬।৪৫) কৈছে কোনো কোনোৱে জন্মে জন্মে সাধন কৰিহে মোক্ষ লাভ কৰে। ইফালে, আকৌ বামদেৱ আদি ঋষি সকলে গৰ্ভত থাকোতেই ব্ৰহ্মজ্ঞ আছিল। অতএব প্ৰতিবন্ধক থাকিলে জন্মান্তৰত আত্মাজ্ঞান লাভ হয়। প্ৰতিবন্ধ নেথাকিলে এই জন্মতে হয় (এই সূত্ৰৰ অৰ্থ ৰামানুজাচাৰ্য্যই অলপ ভিন্নভাবে কৰিছে)।

## এবং মুক্তি-ফল-অনিয়মঃ, তদবস্থা-বধৃতেঃ তদবস্থাবধৃতেঃ ৩।৪।৫২

ওপৰত কোৱা হল যে, সাধনাৰ ফলত আত্মজ্ঞান এই জন্মতো হব পাৰে বা প্ৰতিবন্ধক থাকিলে, পাছতো হব পাৰে। এতিয়া কৈছে যে জ্ঞানৰ ফলত যে মুক্তি হয়, সেই মুক্তিৰ বিষয়ে এনে নিয়ম নাই। জ্ঞান হলেই মুক্তি হব। সি আৰু পাছলৈ যাব নোৱাৰে—
প্ৰতিবন্ধক থাকিলে জ্ঞান লাভৰ বিলম্ব হব পাৰে। কিন্তু জ্ঞানৰ ফল যে মুক্তি, সেই মুক্তি-ফল [মুক্তি-ফল] সম্বন্ধে কিন্তু তেনে কোনো [এবং] নিয়ম নাই [অনিয়মঃ] কাৰণ মুক্তিৰ অবস্থা সদায় একে বুলি শ্ৰুতিয়ে নিৰ্দ্ধাৰিত কৰিছে [তদবস্থাবধৃতেঃ]—অৰ্থাৎ জ্ঞান হলেই মুক্তি হব বুলি কৈছে। [এই সূত্ৰৰ অৰ্থ সম্পৰ্কেও আচাৰ্য্য সকলৰ অলপ মত ভেদ আছে]
অধ্যায় সমাপ্তিৰ বাবে "তদবস্থাবধৃতেঃ" কথাষাৰৰ পুনৰুক্তি হল।

# ৪ৰ্থ অধ্যায়

## ১ম পাদ

**আবৃত্তিঃ অ-সকৃৎ, উপদেশাৎ ৪।১।১**

এবাৰ মাত্ৰ ব্ৰহ্মাতত্ত্ব শুনিলেই নহয়। পুনঃ পুনঃ [অসকৃৎ] শ্ৰবন, মনন আৰু নিদিধ্যাসন লাগে। শ্ৰুতিয়ে সেইদৰেই উপদেশ দিছে (বৃহঃ ৪।৫)

**লিঙ্গাৎ চ ৪।১।২**

[লিঙ্গ=স্মৃতি]

আৰু শ্ৰুতিয়ে এইদৰে কৈছে।

স্মৃতি যথা—"অভ্যাস যোগেন ততো মামিচ্ছাপ্তুং ধনঞ্জয়" (গীতা ১২।৯)

**আত্মা ইতি ত উপগচ্ছন্তি গ্ৰাহয়ন্তি চ ৪।১।৩**

"পৰমেশ্বৰেই মোৰ আত্মা" এই ভাবে [আত্মা ইতি] ধ্যান কৰা কৰ্ত্তব্য বুলি শ্ৰুতিয়ে স্বীকাৰ কৰিছে [উপগচ্ছন্তি] আৰু শিষ্যক সেই দৰেই উপদেশ দিবলৈ শিক্ষা দিছে। ভেদ-জ্ঞান জীৱৰ স্বাভাবিক আৰু এই ভেদ জ্ঞানেই বন্ধনৰ কাৰণ। এই ভেদ-জ্ঞান লাহে লাহে আঁতৰাবলৈ হলে, সততে অভেদ-চিন্তা কৰিব লাগে।

**ন প্ৰতীকে ন হি সঃ ৪।১।৪**

কিন্তু প্ৰতীক উপাসনাত, প্ৰতীকত আত্ম-বুদ্ধি স্থাপন কৰিব নেলাগে। কাৰণ উপাসক প্ৰতীক নহয়।

**ব্ৰহ্ম দৃষ্টিঃ উৎকৰ্ষাৎ ৪।১।৫**

প্ৰতীকক ব্ৰহ্ম বুলি [ব্ৰহ্ম-দৃষ্টিঃ] ধ্যান কৰিব লাগে। কাৰণ ব্ৰহ্ম প্ৰতীকতকৈ উৎকৃষ্ট [উৎকৰ্ষাৎ] নিকৃষ্ট বস্তুক উৎকৃষ্ট ভাবনা কৰিলেহে সাধকৰ উন্নতি হব পাৰে কিন্তু উৎকৃষ্টক নিকৃষ্ট বুলি ভাবিলে নহয়। প্ৰতীকোপাসনাত ব্ৰহ্ম-বুদ্ধি প্ৰতিষ্ঠিত কৰিব লাগে। প্ৰতীকক ব্ৰহ্ম বুলি ধ্যান কৰিলেহে এনে বুদ্ধি প্ৰতিষ্ঠিত হয়। ব্ৰহ্মক প্ৰতীক বুলি ধ্যান কৰিলে নহয়। শালগ্ৰামক মানুহে বিষ্ণু ভাবে ধ্যান কৰে, কিন্তু বিষ্ণুক শালগ্ৰামশিলা বুলি নেভাবে।

**আদিত্যাদি মতয়ঃ চ অঙ্গে উপপত্তেঃ ৪।১।৬**

পূৰ্ব্ববৰ্ত্তী সূত্ৰত নিয়ম কৰিলে যে, নিকৃষ্টক উৎকৃষ্ট বুলি ধ্যান কৰা হে উচিত। কিন্তু যজ্ঞৰ সম্পৰ্কে এনে কিছুমান উপাসনাৰ বিধান আছে যি বোৰত, কোন উৎকৃষ্ট কোন নিকৃষ্ট, একো ঠিক কৰিব নোৱাৰি, যেনে ছান্দোগ্যত আছে "সূৰ্য্যই উদ্গীথ, এনে ভাবে উপাসনা কৰিব"।

ইয়াত এতিয়া সূৰ্য্যও যেনে নশ্বৰ পদাৰ্থ উদ্গীথো তেনে। ইইতৰ ইতৰ-বিশেষ একো নাই। উভয়েই ব্ৰহ্মাৰ শক্তি। কোন উৎকৃষ্ট, কোন নিকৃষ্ট? আমি তেন্তে সূৰ্য্যক উদ্গীথ বুলি ভাবিম, নাইবা উদ্গীথক সূৰ্য্য বুলি ভাবিম? এনে প্ৰশ্নৰ উত্তৰত কৈছে—

যজ্ঞাঙ্গ উপাসনাত [অঙ্গে] আদিত্যাদি-বুদ্ধি [আদিত্যাদি মতয়ঃ] হব লাগে ; কাৰণ তেনে হলেহে শাস্ত্ৰবাক্য সঙ্গত হয় [উপপত্তেঃ] এই উপাসনা বোৰৰ উদ্দেশ্যে আদিত্য-লোক-প্ৰাপ্তি ; আদিত্য উদ্গীথতকৈ শ্ৰেষ্ঠ।

**আসীনঃ সম্ভবাৎ ৪।১।৭**

আসনত বহি [আসীনঃ] উপাসনা কৰা কৰ্ত্তব্য কাৰণ সেই ভাবে বহিলেহে উপাসনা কৰা সম্ভব হয় [সম্ভবাৎ]। উপাসনা মানে নিৰবচ্ছিন্ন চিন্তা। উপাস্যৰ বাহিৰে আন একো চিন্তা মনলৈ আহিব দিব নেলাগে। এনে উপাসনা আসনত বহিহে সম্ভৱ। শয়ন বা গমনশীল অৱস্থাত, আলস্য নিদ্ৰা বা শৰীৰ ধাৰণাদি প্ৰযত্নৰ বাবে চিত্ত বিক্ষেপ হব পাৰে।

### ধ্যানাৎ চ ৪।১।৮

উপযুক্ত আসনত নবহিলে ধ্যান বা একাগ্ৰ চিন্তা হব নোৱাৰে। সেই বাবে আসনত বহিব লাগে।

### অচঞ্চলত্বং চ অপেক্ষ্য ৪।১।৯

নিশ্চল ভাবে অৱস্থানক [অচঞ্চলত্বং] লক্ষ্য কৰি [অপেক্ষ্য], শ্ৰুতিয়ে "ধ্যান" শব্দ ব্যৱহাৰ কৰিছে—যেনে "ধ্যায়তীব পৃথিবী"।

### স্মৰন্তি চ ৪।১।১০

স্মৃতিয়েও আসনত বহি উপাসনা কৰা বিধান দিছে। (গীতা ৬।১১)

### যত্ৰ একাগ্ৰতা তত্ৰ অবিশেষাৎ। ৪।১।১১

কোনো বিশেষ নিয়ম নাই বাবে [অবিশেষাৎ] যি স্থান বা কাল আদিত [যত্ৰ] চিত্তৰ একাগ্ৰতা হব পাৰে [একাগ্ৰতা], সেই সেই স্থান, দিক্ বা কালত [তত্ৰ] উপাসনা কৰিব পাৰে। যোগ শাস্ত্ৰত বিশেষ বিশেষ কাল, স্থান, দিক্ আৰু আসন নিৰ্দ্দেশ কৰিছে, কিন্তু সেইবোৰ একাগ্ৰতাৰ অনুকূল মাত্ৰ। সেইবোৰৰ বাহিৰেও, আন স্থান আদিত উপাসনা কৰাৰ একো বাধা নাই।

### আপ্ৰায়ণাৎ তত্ৰাপি হি দৃষ্টম্। ৪।১।১২

মৰণকাল পৰ্য্যন্ত [আপ্ৰায়ণাৎ] উপাসনা কৰিব লাগে, কাৰণ [হি] মৰণ কালতো [তত্ৰাপি] উপাসনাৰ কৰ্ত্তব্যতা শ্ৰুতি, স্মৃতি, সকলোৱে দেখুৱাইছে [দৃষ্টম্]। শ্ৰুতিয়ে কৈছে—"এইদৰে আজীৱন উপাসনা কৰি জীৱই ব্ৰহ্মলোক পায়।" স্মৃতিয়েও কৈছে— "মৃত্যুকালৰ ভাবনাৰ দ্বাৰা পৰকালৰ অৱস্থা নিৰ্দ্ধাৰিত হয়।" [গীতা ৮।৬]

### তৎ অধিগমে উত্তৰ-পূৰ্ব্ব অঘয়োঃ অশ্লেষ-বিনাশৌ তদ্ব্যপদেশাৎ। ৪।১।১৩

ব্ৰহ্মপ্ৰাপ্তি বা আত্মজ্ঞান হলে [তদধিগমে] জীৱৰ পূৰ্ব্বকৃত পাপৰ বিনাশ হয় আৰু পাছৰ পাপেও তেওঁক স্পৰ্শ কৰিব নোৱাৰে। [উত্তৰ-পূৰ্ব্ব অঘয়োঃ অশ্লেষ-বিনাশৌ] শ্ৰুতিত এই উপদেশ দিছে [তদ্ব্যপদেশাৎ] যথা—"তদ্ যথা পুষ্কৰ পলাশে আপো ন শ্লিষ্যন্তে।" (ছাঃ ৫।২৪)

### ইতৰস্য অপি এবং অশ্লেষঃ পাতে তু। ৪।১।১৪

শৰীৰ বিনাশ হলে [পাতে তু] আত্মজ্ঞানীৰ পাপৰ দৰেই, পুণ্যৰো [ইতৰস্যাপি] সেইদৰেই [এবং] অলিপ্ততা [অশ্লেষঃ] হয়। অৰ্থাৎ জ্ঞানীৰ পূৰ্ব্বকৃত পাপ-পুণ্য, উভয়ৰ বিনাশ হয় আৰু নতুন পাপ-পুণ্যই তেওঁক লিপ্ত কৰিব নোৱাৰে। পাপ-পুণ্য উভয়কে ত্যাগ নকৰিলে, দেৱযান পথে গতি হব নোৱাৰে। (ওপৰৰ ৩।৩।২৯ সূত্ৰৰ নিম্বাৰ্ক ব্যাখ্যা চাওক)।

এতিয়া প্ৰশ্ন হল যে যদি আত্মজ্ঞান লাভ কৰিলে পাপ-পুণ্য সকলো বিনাশ হয়, তেন্তে দেহ কেনেকৈ থাকে? পাপ-পুণ্য কৰ্ম্মৰ ফল ভোগ কৰিবৰ নিমিত্তেহে দেহ; তেন্তে পাপ-পুণ্য অন্ত হলে দেহৰ অন্ত হোৱা উচিত। ইয়াৰ উত্তৰ তলত দিছে।

### অনাৰব্ধ কাৰ্য্যে এব তু তৎ-অবধেঃ। ৪।১।১৫

আত্মজ্ঞান হলে যে সকলো পাপ-পুণ্য অন্ত হয় বুলি কোৱা হল, তাৰ এটা সীমা আছে। আমাৰ কৰ্ম্ম তিনি ৰকমৰ—

(১) ক্ৰিয়মাণ কৰ্ম্ম—অৰ্থাৎ বৰ্ত্তমান কালত কৰা কৰ্ম্ম, যিবোৰৰ ফল আগলৈ ভোগ কৰিব লাগিব।

(২) সঞ্চিত কৰ্ম্ম—জন্ম-জন্মান্তৰৰ কৃত সকলো কৰ্ম্ম, যাৰ ফল ভোগ কৰা হোৱা নাই।

(৩) প্ৰাৰব্ধ কৰ্ম্ম—যিবোৰ সঞ্চিত কৰ্ম্ম ভোগ কৰিবলৈ বৰ্ত্তমান শৰীৰ প্ৰাপ্ত হৈছে।

জন্ম-জন্মান্তৰৰ সকলো কৰ্ম্মৰ ফল ভোগ একে জন্মতে হব নোৱাৰে। এক এক জাতীয় কৰ্ম্মৰ ফল ভোগ কৰিবলৈ এক এক প্ৰকাৰৰ শৰীৰ লাগে। এনে কৰ্ম্মও হয়তো সঞ্চিত আছে, যাৰ ফল মনুষ্য দেহত নহয়; কিন্তু ভোগ হবই লাগিব কাৰণ,

"অৱশ্যমেব ভোক্তব্যং কৃতং কৰ্ম্ম শুভাশুভম্।"

"নাভুক্তং ক্ষীয়তে কৰ্ম্ম কল্প কোটি শতৈৰপি।"

এইবাবেই, সঞ্চিত কৰ্ম্ম ভোগ কৰিবলৈ জীৱৰ নানা যোনিত জন্ম হয়। এই সঞ্চিত কৰ্ম্মবোৰৰ ভিতৰৰ যি নিৰ্দ্দিষ্ট কৰ্ম্মবোৰ ভোগ কৰিবলৈ বৰ্ত্তমান দেহ লাভ হয়, সেইবোৰ সঞ্চিত কৰ্ম্মক "প্ৰাৰব্ধ কৰ্ম্ম" বোলে আৰু বাকী বোৰ সঞ্চিত কৰ্ম্মক "অনাৰব্ধ কৰ্ম্ম" বোলে।

এতিয়া এই সূত্ৰত কৈছে যে জ্ঞান হলে সকলো সঞ্চিত আৰু ক্ৰিয়মাণ কৰ্ম্ম ধ্বংস হয়। কিন্তু প্ৰাৰব্ধ কৰ্ম্মৰ ভোগ নহলে ধ্বংস নাই। যদি সকলো প্ৰাৰব্ধ কৰ্ম্ম জ্ঞান লাভৰ লগে লগে ধ্বংস হলহেতেন তেন্তে তৎক্ষণাৎ এই শৰীৰো ধ্বংস হলহেতেন। কিন্তু তেনে নহয়; জ্ঞানপ্ৰাপ্তি মাত্ৰ মানুহৰ মৃত্যু নহয়। কিন্তু জ্ঞানীৰ পক্ষে এই প্ৰাৰব্ধ কৰ্ম্ম ফল-ভোগত বাস্তবিক একো সুখ-দুখ নাই, কাৰণ শৰীৰৰ ওপৰত তেওঁৰ আত্মাভিমান নাই; তেওঁ জানে যে শৰীৰৰ সুখ-দুখ তেওঁৰ নহয়। তেওঁ মুক্ত, শৰীৰাতীত। সাংখ্য দৰ্শনতো এই কথা

এইদৰেই কৈছে (৬৭ কাৰিকা)—"পূৰ্ব্বসংস্কাৰ বশাৎ চক্ৰভ্ৰমিবৎ ধৃত শৰীৰঃ যোগী তিষ্ঠতি।"
ওপৰৰ সূত্ৰৰ অৰ্থ—

জ্ঞান হলে যে সকলো পাপ-পুণ্যৰ ক্ষয় হয় বুলি কোৱা হল, সেই কথা কিন্তু [তু] পূৰ্ব্ব কৃত [পূৰ্ব্বে] অনাৰব্ধ কৰ্ম্ম সম্পৰ্কেহে [অনাৰব্ধ কাৰ্য্যে এব] কোৱা হৈছে। কাৰণ শ্ৰুতিয়ে এনে এটা সীমা নিৰ্দ্দিষ্ট কৰিছে [তৎ-অবধেঃ]।
শ্ৰুতিয়ে কৈছে—"ব্ৰহ্ম জ্ঞানীৰ তাবৎ কাল বিলম্ব যাবৎ কাল দেহ থাকে।"

**অগ্নিহোত্ৰাদি তু তৎ কাৰ্য্যায় এব, তদ্দৰ্শনাৎ। ৪।১।১৬**

ওপৰত কলে যে আত্মজ্ঞান হলে সকলো পাপ-পুণ্য কৰ্ম্মৰ ফল ধ্বংস হয় আৰু নতুন পাপ-পুণ্যই জ্ঞানীক স্পৰ্শ নকৰে। কিন্তু অগ্নিহোত্ৰাদি নিত্য কৰ্ম্মৰ কথা বেলেগ। এই নিত্য কৰ্ম্ম বোৰৰ পৰা চিত্ত শুদ্ধি মাত্ৰ হয় , তাৰ বাহিৰে সিহঁতৰ একো বিশেষ ফল নাই। চিত্ত শুদ্ধি নহলে আকৌ তত্ত্বজ্ঞান নহয়। এইদৰেই, নিত্য কৰ্ম্মই জ্ঞানৰ সহায় কৰে। জ্ঞান হলে নিত্য কৰ্ম্মৰ ফল ধ্বংস হয় নে নহয়—এনে প্ৰশ্নই নুঠে, কাৰণ—অগ্নিহোত্ৰাদি নিত্য কৰ্ম্ম [অগ্নিহোত্ৰাদি তু] জ্ঞানৰ যি কাৰ্য্য (মোক্ষ) সেই কাৰ্য্যৰ বাবেই [তৎ কাৰ্য্যায় এব] বিহিত। শ্ৰুতিয়ে এইদৰেই কৈছে [তদ্দৰ্শনাৎ]।

**অতঃ অন্যাপি হি একেষাম্ উভয়োঃ। ৪।১।১৭**

ওপৰত কোৱা হল—"পুত্ৰই জ্ঞানীৰ ধন-সম্পত্তি, মিত্ৰই পুণ্য, আৰু শত্ৰুৱে পাপ প্ৰাপ্ত হয়।" এই কথা অগ্নিহোত্ৰাদি নিত্য কৰ্ম্মৰ বিষয়ে কোৱা নাই।
অগ্নিহোত্ৰাদি ভিন্ন [অতঃ অন্যাপি] সৎ-অসৎ কৰ্ম্মক লক্ষ্য কৰি কোনো কোনো শ্ৰুতিত [একেষাম্] এনে কথা কৈছে। জৈমিনি আৰু বাদৰায়ণ, উভয়ৰ [উভয়োঃ] এই মত।

**যদেব বিদ্যয়া ইতি হি। ৪।১।১৮**

কিন্তু অগ্নিহোত্ৰাদি কৰ্ম্ম দুই ৰকমৰ—উপাসনা-যুক্ত আৰু উপাসনা-ৰহিত। তেন্তে এতিয়া প্ৰশ্ন হল যে জ্ঞানাৰ্থীয়ে জ্ঞানৰ সহকাৰী বুলি কেৱল উপাসনা-যুক্ত অগ্নিহোত্ৰ কৰিব, নে উপাসনা-ৰহিত অগ্নিহোত্ৰাদিও কৰিব? ইয়াৰ উত্তৰত কৈছে যে উভয় ৰকমেই কৰিব, কাৰণ উপাসনা-যুক্ত অগ্নিহোত্ৰাদি কৰিলে শীঘ্ৰে চিত্ত শুদ্ধি হয় আৰু নহলে অলপ বিলম্ব হয়—এই মাত্ৰ প্ৰভেদ। উপাসনা-ৰহিত কৰ্ম্মৰ যে একো ফল নাই এনে কথা নহয় (৩।৩।৬৫ চাওক)। এই কথাকে ওপৰৰ সূত্ৰত কৈছে—
যি কৰ্ম্ম উপাসনাৰ বা বিদ্যাৰ সহিত [যদেব বিদ্যয়া] অনুষ্ঠিত হয়, সেই কৰ্ম্মৰ ফল অধিক, শ্ৰুতিয়ে এই মাত্ৰ হে কৈছে [ইতি হি]।

**ভোগেন তু ইতৰে ক্ষপয়িত্বা সম্পদ্যতে। ৪।১।১৯**

ভোগৰ দ্বাৰা [ভোগেন] প্ৰাৰব্ধ কৰ্ম্ম [ইতৰে] ক্ষয় কৰি [ক্ষপয়িত্বা] জ্ঞানী ব্ৰহ্ম-সম্পন্ন হয় [সম্পদ্যতে]।
[ওপৰৰ কথাবোৰ আৰু চতুৰ্থ অধ্যায়ৰ গোটেই কথাবোৰ সাংখ্যদৰ্শনৰ মতে বুজিবলৈ সহজ। আমাৰ জন্মান্তৰ ৰহস্য নামেৰে কিতাপ খনত আমি ইয়াৰ প্ৰত্যেক কথাকে এবাৰ সাংখ্য দৃষ্টিৰে আৰু এবাৰ বেদান্ত দৃষ্টিৰে আলোচনা কৰি দেখুৱাইছো যে উভয় দৰ্শনে একে কথাকে ভিন্ন ভাষাৰে কৈছে]

## ৪ৰ্থ অধ্যায়
### ২য় পাদ

**বাঙ্ মনসি দৰ্শনাৎ শব্দাৎ চ। ৪।২।১**

দেখাও যায় আৰু শ্ৰুতিয়েও কৈছে [দৰ্শনাৎ শব্দাৎ চ] যে মৃত্যুকালত মানুহৰ প্ৰথমতে বাক্‌ৰোধ হয়, কিন্তু তেতিয়াও মনৰ ক্ৰিয়া চলি থাকে—অৰ্থাৎ বাক্ মনত প্ৰবেশ কৰে [বাঙ্মনসি]। "প্ৰবেশ কৰে" মানে এনে নহয় যে বাগ্ ইন্দ্ৰিয় মনত লয় হয়। সৎকাৰ্য্য-বাদ মতে আমি জানো যে বস্তু তাৰ নিজৰ উপাদান-কাৰণত হে লয় হব পাৰে। মন ইন্দ্ৰিয়বোৰৰ উপাদান-কাৰণ নহয়। গতিকে 'মনত' ইন্দ্ৰিয়বোৰ লয় হব

নোৱাৰে। ইয়াত, আৰু তলৰ সূত্ৰবোৰতো, ইন্দ্ৰিয় মানে সেই সেই ইন্দ্ৰিয়ৰ ব্যাপাৰ মাত্ৰ বুজাইছে—যেনে, কথন, শ্ৰৱণ, দৰ্শন, গন্ধ গ্ৰহণ, আস্বাদন আৰু স্পৰ্শ। এই সূত্ৰ আৰু তলৰ সূত্ৰৰ মানে এনে হ'ল—মৃত্যুকালত সকলো ইন্দ্ৰিয়ই নিজ নিজ বৃত্তি হেৰুৱাই মনত প্ৰবেশ কৰে, কিন্তু মনে সৈতে অভিন্ন বা একে হৈ নেযায়।

**অতএব সৰ্ব্বাণি অনু। ৪।২।২**

পূৰ্ব্বোক্ত কাৰণেই [অতএব] সকলো ইন্দ্ৰিয় [সৰ্ব্বাণি] ইটোৰ পাছত সিটো [অনু] মনত প্ৰবেশ কৰে।

**তন্মনঃ প্ৰাণে উত্তৰাৎ। ৪।২।৩**

পূৰ্ব্বোক্ত শ্ৰুতিৰ শেষ অংশৰ পৰা [উত্তৰাৎ] জানিব-পাৰি যে সেই ইন্দ্ৰিয় সংযুক্ত মনো [তৎমনঃ] আকৌ সেইদৰেই প্ৰাণত প্ৰবেশ কৰে।

এই সূত্ৰৰ অৰ্থ এই যে মৃত্যুৰ সময়ত সমস্ত ইন্দ্ৰিয় (মনো এটা ইন্দ্ৰিয়) দিন দিন বৃত্তি হেৰুৱাই প্ৰাণত প্ৰবেশ কৰে।

শ্ৰুতি যথা—"অস্য বাঙ্মনসি সম্পদ্যতে মনঃ প্ৰাণে প্ৰাণস্তেজসি, তেজঃ পৰস্যাম্ দেবতায়াম্।" (ছান্দোগ্য)

**সঃ অধ্যক্ষে, তৎ উপগমাদিভ্যঃ। ৪।২।৪**

সেই ইন্দ্ৰিয়-মন-আদি সংযুক্ত প্ৰাণ [সঃ] সকলো ইন্দ্ৰিয়াদিৰ অধ্যক্ষ জীবাত্মাত [অধ্যক্ষে] প্ৰবেশ কৰে। এই কথা [তৎ] "গমন" "অনুসৰণ" আদি শ্ৰুতি বাক্যৰ পৰা [উপগমাদিভ্যঃ] বুজা যায়। শ্ৰুতিয়ে কৈছে "মৃত্যুকালত প্ৰাণবোৰে (ইন্দ্ৰিয় আৰু প্ৰাণ) জীৱৰ ওচৰলৈ "গমন" কৰে আৰু জীৱই দেহত্যাগ কৰিলে জীৱক "অনুসৰণ" কৰে। (বৃহঃ ৪।৪।২) বৃহদাৰণ্যকৰ এই "গমন" আৰু "অনুসৰণ" কথা দুটাৰ পৰা বুজিব পাৰি যে মৃত্যুকালত ইন্দ্ৰিয়, মন, প্ৰাণ সকলোৱে নিজ নিজ বৃত্তি হেৰুৱাই জীৱাত্মাত সংযুক্ত হয় বা প্ৰবেশ কৰে।

**ভূতেষু তৎশ্ৰুতেঃ। ৪।২।৫**

ওপৰৰ বৃহদাৰণ্যকৰ বচন মতে দেখা গল যে প্ৰাণ জীৱাত্মাত প্ৰবেশ কৰে। কিন্তু ছান্দোগ্যই কৈছে—"প্ৰাণস্তেজসি, তেজঃ পৰস্যাং দেবতায়াম্"—অৰ্থাৎ প্ৰাণ তেজত প্ৰবেশ কৰে আৰু তেজ জীৱাত্মাত প্ৰবেশ কৰে (৪ সূত্ৰ)। তেন্তে, এই দুটা কথাৰ সামঞ্জস্য কেনেকৈ হয়? এই প্ৰশ্নৰ উত্তৰত ওপৰৰ সূত্ৰটি দিছে—

এই ছান্দোগ্য শ্ৰুতিৰ লগত (তৎশ্ৰুতেঃ) মিলালে বুজা যায় যে ইন্দ্ৰিয়াদি সংযুক্ত প্ৰাণ প্ৰথমতে জীৱত প্ৰবেশ কৰে আৰু সেই প্ৰাণ-সংযুক্ত জীৱই ভূত-সূক্ষ্মক আশ্ৰয় কৰে (ভূতেষু)।

**ন, একস্মিন্ দৰ্শয়তঃ হি। ৪।২।৬**

"প্ৰাণঃ তেজসি" এই বাক্যত "তেজ" মানে কেৱল এটা মহাভূত (তেজ) নহয় [ন একস্মিন্]; ইয়াত "তেজ" মানে সমুদয় পঞ্চ মহাভূতৰ (পঞ্চীকৃত) সূক্ষ্মাংশ! শ্ৰুতি, স্মৃতি সকলোতে পোৱা যায় যে, জীৱই নতুন শৰীৰ ধাৰণ কৰিবলৈ পঞ্চভূতৰ সূক্ষ্মাংশত অবস্থান কৰে। কিন্তু "প্ৰাণঃ তেজসি"—এই বাক্যত কেৱল "তেজৰ" উল্লেখ এইবাবে কৰিছে যে জীৱৰ আশ্ৰয়ীভূত সূক্ষ্মভূত-সমষ্টিত "তেজৰ" ভাগ অধিক। বিশেষতঃ পঞ্চ মহাভূতবোৰ পৰস্পৰৰ পৰা পৃথক হৈ থাকিবই নোৱাৰে। ইহঁত পঞ্চীকৃত সৰ্ব্বত্ৰ মিলিত ভাৱেহে থাকে। সেইবাবে ছান্দোগ্য বাক্যত তেজ মানে পঞ্চ মহাভূতৰ সূক্ষ্মাংশ। এই কথা শ্ৰুতি আৰু স্মৃতি উভয়েই দেখুৱাইছে (দৰ্শয়তঃ হি)।

**সমানা চ আসৃতি—উপক্ৰমাৎ,**
**অমৃতত্বং চ অনুপোষ্য। ৪।২।৭**

আমি পালোঁ যে জ্ঞানী, অজ্ঞানী সকলোৰে মৃত্যুকালত প্ৰাণাদি ইন্দ্ৰিয়বোৰ জীৱাত্মাত প্ৰবেশ কৰে। তাৰ পাছত অজ্ঞানী জীৱই ভূত সূক্ষ্ম আশ্ৰয় কৰি কৰ্ম্মৰ প্ৰেৰণাত দেহান্তৰ গ্ৰহণৰ অৰ্থে নিজৰ নিৰ্দ্দিষ্ট পথে অগ্ৰসৰ হয়। ব্ৰহ্ম-জ্ঞানী জীৱই সুষুম্না নাড়ী অৱলম্বন কৰি (১৭ সূত্ৰ চাওক) দেহৰ পৰা উৎক্ৰান্ত হৈ দেবযান পথে * সূক্ষ্ম শৰীৰ যুক্ত হৈ ব্ৰহ্মালোকলৈ যায়, আৰু ব্ৰহ্মালোকত গৈ নিজৰ চিদ্ৰূপ লাভ কৰি ব্ৰহ্মভাবাপন্ন হয়। এইবোৰ কথাত আচাৰ্য্যসকলৰ কোনো বিৰোধ নাই। শঙ্কৰাচাৰ্য্যইও কয় যে সগুণ ব্ৰহ্মজ্ঞানীৰ এয়ে গতি। কিন্তু তেওঁ আৰু কয় যে নিৰ্গুণ ব্ৰহ্মজ্ঞানীৰ দেবযান পথে গতি হব নেলাগে। এনে ব্ৰহ্মজ্ঞানী ব্ৰহ্মই হয় (৩।৩।২৯ -চাওক) আৰু তেওঁৰ সূক্ষ্ম শৰীৰো দেহৰ পৰা উৎক্ৰান্ত হব নেলাগে। সি তাতে অব্যক্তত লীন হয়‡।

* সাংখ্য মতে সূক্ষ্ম শৰীৰ আৰু লিঙ্গ শৰীৰ একে নহয়। বেদান্ত মতে একে। (সাংখ্য-দৰ্শনৰ ৩৯ কাৰিকাৰ ব্যাখ্যা চাওক)

‡ শঙ্কৰাচাৰ্য্যৰ এই কথাও সাংখ্য-দৰ্শনে সমৰ্থন কৰে। সাংখ্য মতে অহংজ্ঞান নাশ হলে (বা লিঙ্গ শৰীৰ নাশ হলে) পুৰুষ প্ৰকৃতিৰ সংযোগ নেথাকে। তেতিয়া উভয়ে নিজ নিজ স্বৰূপ পায়—অৰ্থাৎ অব্যক্ত হয়। (৬২ কাৰিকাৰ ব্যাখ্যা চাওক)

সেইবাবে শঙ্কৰাচাৰ্য্যৰ মতে ওপৰৰ সূত্ৰত কেৱল সগুণ ব্ৰহ্মজ্ঞানীৰ কথা হে কৈছে আৰু তলত ১২।১৩ সূত্ৰত নিৰ্গুণ ব্ৰহ্মজ্ঞানীৰ কথা কব।

১। আন আচাৰ্য্যসকলৰ মতে —

সুষুম্না নাড়ী পৰ্য্যন্ত [আসৃতি উপক্ৰমাৎ] (সৃতিগতি) জ্ঞানী আৰু অজ্ঞানীৰ দেহত্যাগ প্ৰণালী একে [সমানা] আৰু দেহ-সম্বন্ধ পৰিত্যাগ নকৰিও [অনুপোষা] জ্ঞানীয়ে অমৃতত্বং] লাভ কৰে। অৰ্থাৎ জ্ঞানী মুক্ত পুৰুষ সূক্ষ্ম শৰীৰ যুক্ত হৈ ব্ৰহ্মলোকত গৈ অমৃতত্ব লাভ কৰে।

২। শঙ্কৰাচাৰ্য্যৰ মতে— ব্ৰহ্মলোকো সৎ নহয়। ই ও ধ্বংসশীল; অতএব ব্ৰহ্মলোকত মুক্ত জীৱৰ অবস্থাও অবিনাশী সৎ বা "অমৃতত্ব" নহয়।

সুষুম্না নাড়ী প্ৰবেশ পৰ্য্যন্ত সগুণ ব্ৰহ্মজ্ঞানীৰ আৰু অজ্ঞানীৰ দেহ-ত্যাগ প্ৰণালী একে [সমানা চ আসৃতি-উপক্ৰমাৎ]। সগুণ ব্ৰহ্মজ্ঞানীৰ পুনৰ্জ্জন্ম নহয়। কিন্তু তেওঁ ব্ৰহ্মক অশেষ গুণৰ আধাৰ "পুৰুষ-বিশেষ" বুলিহে জানে, তেওঁ নিজক ব্ৰহ্মৰ পৰা অভিন্ন বুলি নেভাবে, তেওঁৰ নিশ্চয় সকলো বাসনাৰ নিঃশেষ হোৱা নাই , অন্ততঃ সেই "পুৰুষ বিশেষৰ" সান্নিধ্য তেওঁ আকাঙ্ক্ষা কৰে। তেওঁ সকলো বাসনা দগ্ধ কৰি [অনুপোষ্য] দেহত্যাগ কৰা নাই বাবে, তেওঁৰ অমৃতত্ব [অমৃতত্বং] আপেক্ষিক। তেওঁ কল্পান্তত ব্ৰহ্মাৰ লগত মুক্তি লাভ কৰিহে আচল অমৃতত্ব লাভ কৰে।

[এই ব্যাখ্যা সাংখ্য দৰ্শনৰ লগত মিলে। সাংখ্য মতেও আত্মজ্ঞান হলেও, "মই বুজিছো" এনে এটা অহংজ্ঞান জীৱৰ থাকে। এনে জীৱৰ পুনৰ্জ্জন্ম নহয়। তেওঁ অষ্টৈশ্বৰ্য্যসম্পন্ন মুক্ত পুৰুষ। সাংখ্য দৰ্শনৰ ৬৬ কাৰিকাৰ ব্যাখ্যা চাওক]

### তৎ আপীতেঃ সংসাৰ ব্যপদেশাৎ। ৪।২।৮

সেই লিঙ্গ শৰীৰ [তৎ] যিমান দিন পৰ্য্যন্ত যথাৰ্থ জ্ঞানৰ প্ৰভাৱত মোক্ষ নহয় সিমান দিন [আপীতেঃ] অবস্থান কৰে। (আ+অপীতেঃ=আপীতেঃ ;অপীতিঃ=ব্ৰহ্মভাবাপত্তিঃ)। কাৰণ শ্ৰুতিয়ে কৈছে যে সম্যক্ জ্ঞান নহয় মানে সংসাৰ ভাৱ থাকে [সংসাৰ ব্যপদেশাৎ]।

### সূক্ষ্মং প্ৰমাণতঃ চ তথা উপলব্ধেঃ। ৪।২।৯

স্থূল দেহ বিনাশ হোৱাৰ পাছত, পুৰুষৰ সূক্ষ্ম দেহ [সূক্ষ্মং] থাকে। এই কথা শ্ৰুতি প্ৰমাণৰ দ্বাৰা [প্ৰমাণতঃ] এইদৰেই বোধগম্য হয় [উপলব্ধেঃ]।

### ন উপমৰ্দ্দেন অতঃ ৪।২।১০

এইবাবে [অতঃ] অৰ্থাৎ সূক্ষ্ম শৰীৰ অতীব সূক্ষ্ম বাবেই, স্থূল শৰীৰ নাশ হলেও [উপমৰ্দ্দেন] ইয়াৰ নাশ নহয় [ন]।

### অস্য এব চ উপপত্তেঃ এষ উষ্মা। ৪।২।১১

সজীৱ জীৱ স্পৰ্শ কৰিলে যে এটা উত্তাপ অনুভৱ হয়, সেই উত্তাপ [এষ উষ্মা] এই লিঙ্গ শৰীৰৰ হে [অস্য এব] কাৰণ এই কথাহে যুক্তিসঙ্গত [উপপত্তেঃ]।

### প্ৰতিষেধাৎ ইতি চেৎ ? ন শাৰীৰাৎ। ৪।২।১২
### স্পষ্টঃ হি একেষাম্। ৪।২।১৩

১। এই দুটা সূত্ৰ গোটাই এটা সূত্ৰ বুলি ধৰি আন আচাৰ্য্য সকলে এইদৰে অৰ্থ কৰিছে—

বৃহদাৰণ্যকত কৈছে "যি সকলো কামনাৰহিত, নিষ্কাম, আত্ম-কাম আৰু আপ্ত-কাম, তেওঁৰ প্ৰাণবোৰ (ইন্দ্ৰিয় মন প্ৰাণ) উৎক্ৰান্ত নহয়; তেওঁ ব্ৰহ্ম-ভাব লাভ কৰি ব্ৰহ্মক পায়" (বৃহঃ ৪।৪।৬)। ইয়াৰ অৰ্থ যদি এই যে, জ্ঞানীৰ মৃত্যুকালত তেওঁৰ ইন্দ্ৰিয়াদি শৰীৰৰ পৰা উৎক্ৰান্ত নহয়, তেন্তে তেওঁ সূক্ষ্ম শৰীৰযুক্ত হৈ দেবযান পথে যায় বুলি কিয় কলে ? এই প্ৰশ্নৰ উত্তৰ ওপৰৰ সূত্ৰত দিছে।

প্ৰঃ— বৃহদাৰণ্যকে ইন্দ্ৰিয়াদিৰ উৎক্ৰান্তি প্ৰতিষেধ কৰা বাবে [প্ৰতিষেধাৎ] আমি যদি কওঁ [ইতি চেৎ] যে জীৱ ইন্দ্ৰিয়াদিযুক্ত হৈ দেবযান পথে নেযায়, তেন্তে ?

উঃ— নহয়; বৃহদাৰণ্যকে শৰীৰৰ অধ্যক্ষ, জীৱাত্মাৰ পৰা হে [শাৰীৰাৎ] প্ৰাণৰ উৎক্ৰান্তি নহয় [ন] বুলি কৈছে। শৰীৰৰ পৰা উৎক্ৰান্তি নিষেধ কৰা নাই। জীৱৰ সূক্ষ্ম শৰীৰ মৃত্যুৰ সময়ত, জীৱৰ লগতে, স্থূল শৰীৰৰ পৰা উৎক্ৰান্ত হয় আৰু সেই সূক্ষ্ম-শৰীৰযুক্ত হৈ হে জীৱ দেবযান পথে যাত্ৰা কৰে আৰু এই কথা অন্যান্য শ্ৰুতিত স্পষ্টভাবে কৈছে [স্পষ্টঃ হি একেষাম্]।

২। শঙ্কৰাচাৰ্য্য— বৃহদাৰণ্যকত কৈছে যে নিৰ্গুণ ব্ৰহ্মজ্ঞানীৰ শৰীৰৰ পৰা প্ৰাণৰ উৎক্ৰান্তি নাই—তেন্তে আমি যদি এতিয়া কওঁ [ইতি চেৎ] যে শ্ৰুতিয়ে প্ৰতিষেধ কৰা বাবে [প্ৰতিষেধাৎ] ব্ৰহ্মপুৰুষ অ-প্ৰাণ, অ-মন আৰু নিৰিন্দ্ৰিয়

হৈ ব্ৰহ্ম হয়, আৰু তেওঁৰ প্ৰাণাদি সূক্ষ্ম শৰীৰ অব্যক্তত লীন হয়, তেন্তে প্ৰতিবাদী আপত্তি হব পাৰে যে নহয় [ন] শ্ৰুতিয়ে শৰীৰৰ পৰা প্ৰাণত উৎক্ৰান্তি নিষেধ কৰা নাই কিন্তু জীৱৰ পৰাহে উৎক্ৰান্তি নিষেধ কৰিছে [শাৰীৰাৎ]। এনে আপত্তিৰ পক্ষে শ্ৰুতি বাক্যও আছে আৰু বৃহদাৰণ্যকৰ উক্ত বাক্যও একেবাৰে স্পষ্ট নহয়; অথচ—

**স্পষ্টঃ হি একেষাম্। ৪।২।১৩**

আন শ্ৰুতিৰ [একেষাম্] অৰ্থ একেবাৰে স্পষ্ট [স্পষ্টঃ হি] যেনে বৃহ ৩।২।২১—ইয়াত স্পষ্ট কৈছে যে নিৰ্গুণ ব্ৰহ্ম জ্ঞানীৰ ইন্দ্ৰিয়, মন, প্ৰাণ সকলো পৰ-ব্ৰহ্মত লীন হয়, দেহৰ পৰা উৎক্ৰান্ত নহয়।

**স্মৰ্য্যতে চ। ৪।২।১৪**

স্মৃতিয়েও এই মতৰ সমৰ্থন কৰে।

শঙ্কৰাচাৰ্য্যই তেওঁৰ মতৰ সমৰ্থন কৰি মহাভাৰতৰ বচন দিছে। আন আচাৰ্য্য সকলেও তেওঁবিলাকৰ সপক্ষে মহাভাৰতৰ আৰু যাজ্ঞবল্ক্য সংহিতাৰ বচন দিছে।

**তানি পৰে তথা হি আহ ।৪।২।১৫**

ইন্দ্ৰিয়, মন, প্ৰাণ আৰু ভূত সূক্ষ্ম—সেইবোৰ [তানি] পৰ-ব্ৰহ্মত [পৰে] লীন হয়। শ্ৰুতিয়ে সেই দৰেই [তথা হি] কৈছে [আহ]

সকলো আচাৰ্য্যৰ মতে এয়ে অৰ্থ। আন আচাৰ্য্য সকলে কয় যে জীৱ সূক্ষ্ম শৰীৰ যুক্তহৈ, দেবযান পথে গৈ, ব্ৰহ্মলোকত নিজৰ চিদ্রূপ লাভ কৰে; তেতিয়া তেওঁৰ ইন্দ্ৰিয় প্ৰাণাদি পৰ ব্ৰহ্মত লীন হয়, শ্ৰুতি যথা—তেজঃ পৰস্যাং দেবতায়াম ইত্যাদি। শঙ্কৰাচাৰ্য্যই কয় যে নিৰ্গুণ উপাসকৰ মৃত্যু কালতে এইদৰে সূক্ষ্ম শৰীৰ অব্যক্তত লীন হয়।

**অবিভাগঃ বচনাৎ ।৪।২।১৬**

সেই ভূত-সূক্ষ্ম ব্ৰহ্মৰ পৰা একেবাৰে অভিন্ন হয় [অবিভাগঃ]। এই কথা শ্ৰুতি বাক্যৰ পৰা [বচনাৎ] জনা যায়।

**তৎ-ওকঃ—অগ্ৰজ্বলনং তৎপ্ৰকাশিত-দ্বাৰঃ বিদ্যা-সামৰ্থ্যাৎ, তৎ-শেষ-গতি-অনু স্মৃতি যোগাৎ চ হাৰ্দ্দানুগৃহীতঃ শতাধিকয়া। ৪।২।১৭**

শ্ৰুতিয়ে কয় যে আত্মাৰ হৃদয়ৰ পৰা ১০১ ডাল প্ৰধান নাড়ী শৰীৰৰ নানা ঠাইলৈ গৈছে। ইয়াৰ ভিতৰৰ সুষুম্না নাড়ী গৈ ব্ৰহ্ম-ৰন্ধ্ৰত শেষ হৈছে। মৃত্যু কালত জ্ঞানী, অজ্ঞানী, সকলোৰে ইন্দ্ৰিয়, প্ৰাণ, মন আদি হৃদয়লৈ আহি জীৱাত্মাত প্ৰবেশ কৰে। তেতিয়া হৃদয়ত জীৱই ভবিষ্যৎ জীৱনৰ এটা সুস্পষ্ট ভাবনাময় ছবি দেখে। তাৰ যদি এই জীৱনত এনে কৰ্ম্ম আছে যে সি ভবিষ্যৎ জন্মত মানুহ হব, তেন্তে সি ভাবময় মনুষ্য দেহ দেখে। এনে তীব্ৰ ভাবনাত হৃদয়স্থ সমস্ত নাড়ী-মুখ আলোকিত হয় আৰু তাৰে যেই সেই এডাল নাড়ী পথে সি ওলাই যায়। কিন্তু ব্ৰহ্ম জ্ঞানীৰ (শঙ্কৰাচাৰ্য্যৰ মতে, সগুণ ব্ৰহ্মজ্ঞনীৰ কথা বেলেগ। তেওঁ যেই সেই নাড়ী-পথে উপক্ৰান্ত নহয়। তেওঁ সুষুম্না নাড়ী পথে ব্ৰহ্মৰন্ধ্ৰ ভেদ কৰি ওলাই আহে। এই সুষুম্না নাড়ী-পথ তেওঁৰ চিৰ-পৰিচিত; জীৱিত কালত সদায় তেওঁ এই সুষুম্না নাড়ীৰ অনুশীলন কৰিছিল। এই অনুশীলন, যোগ আৰু প্ৰাণায়ামৰ ( আৰু সকলো তান্ত্ৰিক উপাসনাৰ) এটা প্ৰধান অঙ্গ। সেইগুণে জ্ঞানীয়ে মৃত্যু কালতো এই সু-পৰিচিত পথ সহজে বিচাৰি পায় আৰু সেই পথেই উৎক্ৰান্ত হয়। এই কথাকে ওপৰৰ সূত্ৰত কৈছে —

ব্ৰহ্ম জ্ঞানীৰ মৃত্যুৰ কালত, তেওঁৰ [তৎ] হৃদয়-ৰূপ বাস স্থানৰ [ওকঃ] নাড়ী মুখ [অগ্ৰ] প্ৰজ্জ্বলিত হয় [জ্বলনং] পাছে, তেওঁৰ পূৰ্ব্ব অভ্যাসৰ প্ৰভাবত [বিদ্যা সামৰ্থ্যাৎ] সুষুম্না নাড়ী পথ প্ৰকাশিত হলে [তৎপ্ৰকাশিত দ্বাৰঃ] তেওঁ সেই পথে ব্ৰহ্ম-ৰন্ধ্ৰ ভেদ কৰি যায়। এই নাড়ী দ্বাৰেই তেওঁৰ গতি [তৎ-শেষ-গতি] হয়, কাৰণ, জীৱনত তেওঁ পুনঃ পুনঃ এই সুষুম্নাৰ অনুশীলন কৰিছিল [অনুস্মৃতি যোগাৎ] এইদৰে তেওঁ উপাস্যৰ অনুগ্ৰহ লাভ কৰি [হাৰ্দ্দানু গৃহীতঃ] সেই ১০১ ম নাড়ী (অৰ্থাৎ সুষুম্না নাড়ী পথে [শতাধিকয়া] উৎক্ৰান্ত হয়।

**ৰশ্মি-অনুসাৰী ।৪।২।১৮**

ছান্দোগ্যত কৈছে যে সুষুম্না নাড়ী সূৰ্য্য ৰশ্মিৰ লগত সদায় সংযুক্ত। উপাসক সেই ৰশ্মি অবলম্বন কৰি উৰ্দ্ধগামী হয়।

**নিশি ন ইতি চেৎ ন সম্বন্ধস্য যাবৎ-দেহ ভাবিত্বাৎ, দৰ্শয়তি চ ।৪।২।১৯**

প্ৰ — তেন্তে, ৰাতি সূৰ্য্য ৰশ্মি থাকে; ৰাতি মৰিলে মানুহ না উৰ্দ্ধগামী নহ'ব নে কি?

উ — নহ'ব কিয়? [ন]।

নাড়ীৰ আৰু সূৰ্য্য ৰশ্মিৰ সম্বন্ধ [সম্বন্ধস্য] দেহ থাকে

মানে আছে। [দেহ ভাবিত্বাৎ] শ্ৰুতিয়েও তাকে কয় [দৰ্শয়তি চ] যথাঃ "অহৰৈব তদ্ৰাত্ৰৌ বিদধতি" অৰ্থাৎ সূৰ্য্যৰ ৰশ্মি অনবচ্ছিন্ন ভাবে, দিনে ৰাতিয়ে সমানে, পৃথিবীত আৰু জগতৰ সকলো ঠাইতে আছে।

**অতশ্চ অয়নে অপি দক্ষিণে ।৪।২।২০**

ৰাতি বা দিন—মৰণৰ এনে কোনো নিৰ্দ্দিষ্ট সময় নাই আৰু জ্ঞানৰ ফলো অবশ্যম্ভাবী; সেই বাবেই [অতঃ চ] উত্তৰায়ণ বা দক্ষিণায়নত মৰিলেও উপাসকৰ উপাসনাৰ ফলৰ একো তাৰতম্য নহয়।

কিন্তু পুৰাণ আৰু স্মৃতিত পোৱা যায় যে উত্তৰায়ণত মৰা প্ৰশস্ত। ইচ্ছা-মৃত্যু ভীষ্মই উত্তৰায়ণলৈ অপেক্ষা কৰিছিল। এনে আপত্তিৰ উত্তৰ তলৰ সূত্ৰত দিছে। ভীষ্মই দক্ষিণায়নত নমৰা মানে এই যে তেওঁ লোকাচাৰ পালন কৰিলে আৰু পিতৃ-দত্ত বৰৰ প্ৰভাব জগতক দেখুৱালে। গীতাত দেবযান আৰু পিতৃযান—এই দুই পথৰ উল্লেখ কৰিছে। তাত ৰাত্ৰি, দিবা, উত্তৰাযণ আদি শব্দবোৰ কাল-বাচক শব্দ নহয়, সেইবোৰ অভিমানী দেৱতা, যি সকলে দেবযান বা পিতৃযান পথে অগ্ৰসৰ হবলৈ মৃতকক সহায় কৰে (৪।৩।৪ চাওক)।

**যোগিনঃ প্ৰতি স্মৰ্যাতে, স্মাৰ্ত্তে চ এতে ।৪।২।২১**

এই সমস্ত দেখাত কাল-বাচক শব্দ যোগীক লক্ষ্য কৰি [যোগিনঃ প্ৰতি] গীতাই উপদেশ দিছে [স্মৰ্য্যতে] কাৰণ এই দুই পথ—দেবযান আৰু পিতৃযান—[এত] যোগীৰ স্মৰণ ৰখা উচিত [স্মাৰ্ত্তে] যথা "নৈতে সৃতা পাৰ্থ জানন্ যোগী মুহ্যতি কশ্চন"

## ৪ৰ্থ অধ্যায়

## ৩য় পাদ

ওপৰত দেবযান পথৰ কথা কোৱা হৈছে। এতিয়া সেই পথৰ বিশেষ বিবৰণ দিব। সেই পথ কত অন্ত হৈছে, তাৰ কি কি বিভাগ আছে, আৰু সেই পিনে গৈ উপাসকে কাক পায়—এইবোৰ কথা এই পাদত কব। দেবযান পথত ১৪টা বিভাগ বা অংশ আছে। প্ৰত্যেক বিভাগত একো একোজন আতিবাহিক দেৱতাই বাট দেখুৱাই যাত্ৰীজনক লৈ যায়। এই অভিমানী দেৱতাৰ নামে এই বিভাগ বোৰৰ নাম হৈছে, যথা—

(১) অৰ্চ্চিঃ (২) দিবা (৩) শুক্লপক্ষ (৪) উত্তৰায়ণ (৫) সংবৎসৰ (৬) দেবলোক (৭) বায়ুলোক (৮) আদিত্যলোক (৯) চন্দ্ৰ (১০) বিদ্যুৎ (১১) বৰুণ (১২) চন্দ্ৰ (১৩) প্ৰজাপতি (১৪) ব্ৰহ্মলোক।

কিন্তু প্ৰত্যেক উপনিষদৰ বৰ্ণনা একে নহয়; যেনে, কৌষীতকীত কৈছে — "উপাসকে দেবযান পথে অগ্নিলোকলৈ গৈ, বায়ুলোক, ইন্দ্ৰলোক, প্ৰজাপতিলোক আৰু ব্ৰহ্মলোক প্ৰাপ্ত হয়।" ইয়াত বাকীবোৰ বিভাগৰ উল্লেখ নাই। আকৌ অন্য শ্ৰুতিয়ে কৈছে— "জীৱ অৰ্চ্চি, দিবা, শুক্লপক্ষ, উত্তৰায়ণ, সংবৎসৰ হৈ আদিত্যলোকলৈ যায়।" শ্ৰুতিৰ এনে অনৈক্য দেখি সন্দেহ হব পাৰে যেন দেবযান পথ এটা নহয়—বহুত। এনে সন্দেহৰ উত্তৰত প্ৰথমতে কৈছে —

**অৰ্চ্চিঃ আদিনা তৎ প্ৰথিতেঃ। ৪।৩।১**

অৰ্চ্চিঃ (তেজ) আদিৰ পৰা আৰম্ভ কৰি ব্ৰহ্মলোক পৰ্য্যন্ত মাত্ৰ একেটা দেবযান পথ আৰু সেই পথেই শ্ৰুতি-প্ৰসিদ্ধ [তৎ প্ৰথিতেঃ]।

প্ৰত্যেক শ্ৰুতিয়ে এই পথৰ দুটা বা এটা বিভাগৰ মাত্ৰ উল্লেখ কৰিছে। আটাইবোৰ শ্ৰুতি মিলাই, এই বিভিন্ন বিভাগ বোৰ, ইটোৰ পাছত সিটো যথাক্ৰমে ধৰি গোটাই নিলেই সম্পূৰ্ণ পথটো পোৱা হব। কেনেকৈ এইদৰে কৰিব পাৰি, সেই কথা তলৰ দুটা সূত্ৰত কৈছে।

**বায়ুম্ অব্দাৎ অবিশেষ-বিশেষাভ্যাম্। ৪।৩।২**

ওপৰৰ কৌষীতকীত কোৱা "বায়ুলোক" "সংবৎসৰৰ"

[অব্দাৎ] পাছত আৰু "আদিত্যৰ" আগত ধৰিব লাগিব। কাৰণ এঠাইত (কৌষীতকীত) সাধাৰণ ভাবে, আৰু ইখন শ্ৰুতিত "আদিত্যৰ আগত বায়ুলোক"—এই বুলি "বিশেষ" ভাবে উল্লেখ কৰিছে [অবিশেষ-বিশেষাভ্যাম্]।

**তড়িতঃ অধি বৰুণঃ সম্বন্ধাৎ। ৪।৩।৩**

আকৌ কোষীতকীৰ বৰুণলোক [বৰুণঃ] বিদ্যুতৰ ওপৰত [তৰিতঃ অধি] হ'ব, কাৰণ বিদ্যুৎ আৰু বৰুণৰ এনে হে সম্বন্ধ [সম্বন্ধাৎ] এইদৰে ধৰি মিলাই নিলে দেবযান পথৰ নিৰ্দ্দিষ্ট ১৪ বিভাগ ওপৰত দিয়া দৰে হব।

**আতিবাহিকাঃ তৎ লিঙ্গাৎ। ৪।৩।৪**

অৰ্চ্চিঃ, দিবা আদি শব্দবোৰ ব্ৰহ্মলোক-যাত্ৰীৰ বাহক বা পৰিচালক দেৱতা বিশেষক বুজায় [আতিবাহিকাঃ] শ্ৰুতিয়ে সেইদৰেই দেখুৱাইছে [তৎ লিঙ্গাৎ]।

**উভয় ব্যামোহাৎ তৎ সিদ্ধেঃ। ৪।৩।৫**

(এই সূত্ৰটি কেৱল শাঙ্কৰ ভাষ্যতহে পোৱা যায়) দেবযান পথৰ যাত্ৰী মূৰ্চ্ছিত আৰু সেই পথৰ বিষয়ে অজ্ঞ; অৰ্চ্চিৰাদিও যদি অচেতন পদাৰ্থ তেন্তে গন্তা পুৰুষক কেনেকৈ বাট দেখুৱাই নিব? যদি উভয়েই অচেতন বা মোহগ্ৰস্ত [উভয় ব্যামোহাৎ] তেন্তে যাত্ৰীৰ উৰ্দ্ধগতি অসম্ভব। অতএব চেতন বাহক এজন নিশ্চয় আছে আৰু সেইবাবে [তৎ সিদ্ধেঃ] বুজিব লাগে যে অৰ্চ্চিৰাদি অভিমানী দেৱতাহে, অচেতন পদাৰ্থ নহয়।

**বৈদ্যুতেন এব ততঃ তৎশ্ৰুতেঃ। ৪।৩।৬**

শ্ৰুতিৰ পৰা জনা যায় [তৎশ্ৰুতেঃ] যে বিদ্যুতৰ পৰা [ততঃ] বিদ্যুতৰ ওপৰৰ পৰা অহা এজন অমানৱ পুৰুষৰ দ্বাৰা [বৈদ্যুতেন এব] উপাসক নীত হয়।
বৃহদাৰণ্যকে এইদৰে কৈছে— "তান্ বৈদ্যুতান্ পুৰুষঃ অমানবঃ এত্য ব্ৰহ্ম লোকান্ গময়তি।"

**কাৰ্য্যং বাদৰিঃ অস্য গতি উপপত্তেঃ। ৪।৩।৭**

দেবযান পথে গৈ কাক পায়? এই প্ৰশ্নৰ উত্তৰত আচাৰ্য্য বাদৰিয়ে [বাদৰিঃ] কয় যে কাৰ্য্য-ব্ৰহ্ম বা সগুণ ব্ৰহ্মক [কাৰ্য্যং] পায়, কাৰণ "গতি" শব্দটো কাৰ্য্য-ব্ৰহ্মত হে উপপন্ন হয় [গতি উপপত্তেঃ]।

পৰ ব্ৰহ্মলৈ গতি এটা হব নোৱাৰে—তেওঁ সৰ্ব্বব্যাপী; তেওঁ কাৰো প্ৰাপ্যও নহয়, অপ্ৰাপ্যও নহয়; তেওঁ সৰ্ব্বদা সকলোতে অনুপ্ৰবিষ্ট আছে, সকলো বস্তু তেওঁৰ অন্তৰ্গত। এতিয়া, ইয়াত যেতিয়া কোনো বিশেষ স্থানলৈ গৈ হে ব্ৰহ্ম প্ৰাপ্তিৰ কথা কৈছে, তেতিয়া আমি বুজিব লাগিব যে সেইজন ব্ৰহ্ম সৰ্ব্বব্যাপী নহয় আৰু তেওঁ স্থান বিশেষত সীমাবদ্ধ—অৰ্থাৎ তেওঁ সগুণ ব্ৰহ্ম।

**বিশেষিতত্বাৎ চ। ৪।৩।৮**

আৰু [চ] এই ব্ৰহ্মক যি ভাবে শ্ৰুতিয়ে বিশেষিত কৰিছে—অৰ্থাৎ তেওঁৰ কথা যেনেকৈ কৈছে [বিশেষিতত্বাৎ] তাৰ পৰাও বুজা যায় যে তেওঁ কাৰ্য্য-ব্ৰহ্ম হে।

তেওঁৰ বিষয়ে শ্ৰুতিয়ে "বহু বচন" প্ৰয়োগ কৰিছে; যথা: *"ব্ৰহ্মলোকান গময়তি" (৬ সূত্ৰ) পৰ ব্ৰহ্ম সৰ্ব্বব্যাপী অব্যক্ত, অব্যক্ত হলেই সদায় "এক"। তেওঁৰ সম্পৰ্কে বহুবচন প্ৰয়োগ হব নোৱাৰে। আৰু লোক শব্দই ভোগৰ স্থান বুজায়। সৰ্ব্বব্যাপী পৰ ব্ৰহ্মৰ স্থান এখন নাই। এই বোৰ বিশেষ কাৰণত স্পষ্ট বুজা যায় যে ইয়াত 'ব্ৰহ্ম' মানে কাৰ্য্য-ব্ৰহ্ম।

**সামীপ্যাৎ তু তৎ ব্যপদেশঃ। ৪।৩।৯**

কাৰ্য্য-ব্ৰহ্মক ব্ৰহ্ম বোলে কিয়?
কাৰ্য্য-ব্ৰহ্মক ব্ৰহ্মৰ আৰু পৰ-ব্ৰহ্মৰ সামীপ্য হেতু [সামীপ্যাৎ] এইদৰে বোলা হয় [তৎ ব্যপদেশঃ] "সামীপ্য" শব্দটি ইয়াত স্থান-বাচক নহয়, গুণ-বাচক।
মায়াৰ লগত সম্পৰ্কহীন, শুদ্ধ, অব্যক্ত সৰ্ব্বব্যাপী ব্ৰহ্মই পৰ-ব্ৰহ্ম। মায়াশ্ৰিত সৰ্ব্বশক্তিমান ব্ৰহ্মই কাৰ্য্য-ব্ৰহ্ম, স্ৰষ্টা হিৰণ্যগৰ্ভ, ঈশ্বৰ বা সগুণ ব্ৰহ্ম।

**কাৰ্য্য-অত্যয়ে তৎ অধ্যক্ষেণ সহ অতঃ পৰম্ অভিধানাৎ। ৪।৩।১০**

সেই কাৰ্য্য-ব্ৰহ্মলোকৰ প্ৰলয় হলে [কাৰ্য্য-অত্যয়ে] সেই লোকৰ অধীশ্বৰ ব্ৰহ্মাৰ লগতে [অধ্যক্ষেণ সহ] সেই লোকৰ

* পুৰাণেও কয় যে ব্ৰহ্মলোক এখন নহয়, তাত ৩ খন লোক আছে; যথা—

সত্য লোকে হুইব ব্ৰহ্মা দেবৰ নিবাস।
ব্ৰহ্মাবো ওপৰে হুইব শিৱৰ আলয়॥
হৰৰ ওপৰে বিষ্ণুলোক বস্তু ময়।
একে সত্য লোকে তিনি দেৱতাৰ পুৰী॥
সবাবো ওপৰে কৰে বৈকুণ্ঠ প্ৰকাশ॥ ইত্যাদি।

সকলো জীৱও, শ্ৰেষ্ঠতৰ পৰ-ব্ৰহ্মত [অতঃ পৰম্] লীন হয়। শ্ৰুতিয়ে এই দৰে কৈছে [অভিধানাৎ] শ্ৰুতিয়ে কৈছে যে এবাৰ ব্ৰহ্মালোকলৈ গলে আৰু পুনৰ্জন্ম নাই এবং মহাপ্ৰলয়ত ব্ৰহ্মালোকবাসী ব্ৰহ্মাৰ লগতে অব্যক্তত লীন হয়।

**স্মৃতেশ্চ। ৪।৩।১১**

স্মৃতিয়েও সেই দৰে কয়, যথা—

ব্ৰহ্মণা সহ তে সৰ্ব্বে সম্প্ৰাপ্তে প্ৰতি সঞ্চৰে।
পৰস্যান্তে কৃতাত্মানঃ প্ৰবিশন্তি পৰং পদম্॥

**পৰং জৈমিনিঃ মুখ্যত্বাৎ। ৪।৩।১২**

জৈমিনি আচাৰ্য্যই কিন্তু কৈছে [জৈমিনিঃ] — যে দেৱযান পথে গৈ জীৱই পৰ-ব্ৰহ্মক [পৰং] হে পায়। কাৰণ ইয়াত "ব্ৰহ্ম" শব্দটো শ্ৰুতিয়ে মুখ্য অৰ্থত হে ব্যৱহাৰ কৰিছে [মুখ্যত্বাৎ]।

এইটো সাধাৰণ নিয়ম যে য'ত সন্দেহৰ স্থল থাকে, ত'ত শ্ৰুতিবাক্যৰ মুখ্য অৰ্থ হে গ্ৰহণ কৰিব লাগে।

**দৰ্শনাৎ চ। ৪।৩।১৩**

শ্ৰুতিয়ে সেইদৰে দেখুৱাইছে [দৰ্শনাৎ], কাৰণ, শ্ৰুতিয়ে কৈছে যে দেৱযান পথ-যাত্ৰীৰ অমৃতত্ব লাভ হয়। পৰ-ব্ৰহ্ম লাভ নহলে অমৃতত্ব হব নোৱাৰে, কাৰণ কাৰ্য্য ব্ৰহ্মৰ বিনাশ আছে, তেওঁ অবিনাশী সৎ নহয়। ইয়াত স্থান-বাচক "লোক" শব্দ আৰু বহুবচন (ব্ৰহ্মালোকান্) ব্যৱহাৰ কৰা হৈছে, সঁচা। কিন্তু এইটো একো দোষৰ কথা হোৱা নাই। পৰ-ব্ৰহ্ম সৰ্ব্ব-গত; তেওঁ বিশেষ বিশেষ দেশ-বৰ্ত্তী হোৱাতে একো বাধা নাই। তেওঁৰ সম্পৰ্কে বহুবচন প্ৰয়োগ হব পাৰে (ওপৰৰ ৮ সূত্ৰ চাওক)।

**ন চ কাৰ্য্যে প্ৰতিপত্তি অভিসন্ধিঃ।৪।৩।১৪**

উপাসকে মৃত্যু কালত ব্ৰহ্ম-প্ৰাপ্তিৰ সঙ্কল্প কৰে বুলি ছান্দোগ্য শ্ৰুতিয়ে কৈছে।

এই ব্ৰহ্ম প্ৰাপ্তিৰ সঙ্কল্প [প্ৰতিপত্তি অভিসন্ধিঃ] কাৰ্য্য-ব্ৰহ্ম বিষয়ে [কাৰ্য্যে] সঙ্গত নহয় [ন] কাৰণ, শ্ৰুতিৰ সেই অংশত কাৰ্য্য-ব্ৰহ্মৰ আলোচনা কৰা নাই, তাত কেৱল পৰব্ৰহ্মৰ কথাহে আছে। অতএব, জৈমিনিয়ে কয়, দেৱযান পথযাত্ৰীৰ পৰ-ব্ৰহ্মহে প্ৰাপ্য।

ওপৰত এতিয়া বাদৰি আৰু জৈমিনিৰ দুটা বিৰুদ্ধ মত দিয়া হল।

শঙ্কৰাচাৰ্য্যই জৈমিনিৰ মতৰ অতি বাহুল্য সমালোচনা কৰি কৈছে যে এই মত সমীচীন নহয়।

কিন্তু আন আচাৰ্য্যসকলে কয় যে এই দুটা মতৰ সামঞ্জস্য তলৰ সূত্ৰত মহৰ্ষি বাদৰায়ণে কৰিছে। তেওঁবিলাকৰ মতে সেই সূত্ৰৰ অৰ্থ এই —

**অপ্ৰতীক—আলম্বনান্ নয়তি ইতি বাদৰায়ণঃ উভয়থাদোষাৎ তৎ ক্ৰতুঃ চ।৪।৩।১৫**

বাদৰি আৰু জৈমিনি—উভয়ৰ মতত দোষ আছে বাবে [উভয়থাদোষাৎ] মহৰ্ষি বাদৰায়ণে [বাদৰায়ণঃ] কৈছে যে [ইতি] অমানব পুৰুষে (৬ সূত্ৰ), প্ৰতীক অৱলম্বন কৰি উপাসনা কৰা সকলৰ বাহিৰে, আন সকলো জ্ঞানী পুৰুষক [অপ্ৰতীক-আলম্বনান্] ব্ৰহ্ম লোকলৈ নিয়ে [নয়তি] আৰু [চ] যি যেনে ভাবে উপাসনা কৰে সি তাকে পায় [তৎক্ৰতুঃ]। কাৰ্য্য-ব্ৰহ্মৰ উপাসক সকলে কাৰ্য্য-ব্ৰহ্মক, পৰ-ব্ৰহ্মৰ উপাসক সকলে পৰ-ব্ৰহ্মক পায়। প্ৰতীক উপাসক সকলে প্ৰতীক উপাসনাৰ ফলত ইন্দ্ৰলোকাদি উচ্চলোক পায় আৰু তাৰ পৰা তেওঁবিলাকৰ ক্ৰম-মুক্তিও হব পাৰে আৰু পাছত ব্ৰহ্মালোকলৈও যাব পাৰে; কিন্তু পোনে-পোনেই তেওঁবিলাকৰ ব্ৰহ্মালোকলৈ গতি নহয়।

২। শঙ্কৰাচাৰ্য্যৰ মতে এই সূত্ৰত মহৰ্ষি বাদৰায়ণে জৈমিনি আৰু বাদৰিৰ মতৰ একো সামঞ্জস্য কৰা নাই; সম্পূৰ্ণ নতুন কথাহে কৈছে যথা —

যি সকলে প্ৰতীক অৱলম্বন কৰি উপাসনা নকৰে কেৱল তেওঁবিলাককহে অমানব পুৰুষে ব্ৰহ্মালোকলৈ নিয়ে [অ প্ৰতীক আলম্বনান্ নয়তি] আৰু প্ৰতীক অৱলম্বন কৰি উপাসনা কৰা সকলৰ দেৱযান পথে গতি নহয়। কিন্তু এইদৰেই যদি হয়, তেন্তে ওপৰৰ (৩।৩।৩১) "অনিয়মঃ সৰ্ব্বাসাম্"—এই সূত্ৰৰ লগত বিৰোধ হয়, কাৰণ তাত কৈছে যে প্ৰতীক-অপ্ৰতীক সকলো উপাসকৰ একে গতি। এনে আপত্তিৰ উত্তৰত কৈছে।

**উভয়থা—অদোষাৎ, তৎ ক্ৰতুঃ চ**

অৰ্থাৎ ৩।৩।৩১ সূত্ৰত (অনিয়মঃ সৰ্ব্বাসাম্) "সৰ্ব্ব" শব্দৰ অৰ্থ "প্ৰতীক উপাসকৰ বাহিৰে সকলো"—এনে বুলি যদি ধৰা যায় তেন্তে উভয় সূত্ৰৰ ভিতৰত একো অসামঞ্জস্য-দোষ নেথাকে [উভয়থা—অদোষাৎ] আৰু [চ] এইদৰে ধৰা

যুক্তিযুক্ত; কাৰণ, শ্ৰুতিত কৈছে যে যি যেনে ভাবে ধ্যান কৰে বা উপাসনা কৰে সি তাকে পায় [তৎক্ৰতুঃ] সগুণ ব্ৰহ্মৰ উপাসকে সগুণ ব্ৰহ্মক পায়। প্ৰতীক উপাসকে প্ৰতীকক পায়।

কিন্তু পঞ্চাগ্নি-বিদ্যা যদিও প্ৰতীক উপাসনা, তথাপি উপাসকৰ ব্ৰহ্মলোকলৈ গতি হয়, কাৰণ তাত শ্ৰুতিৰ স্পষ্ট নিৰ্দ্দেশ আছে। এনে স্পষ্ট নিৰ্দ্দেশ নহলে বুজিব লাগিব যে প্ৰতীক উপাসকৰ ব্ৰহ্মলোকলৈ গতি নহয়।

**বিশেষং চ দৰ্শয়তি ।৪।৩।১৬**

ছান্দোগ্যত কৈছে যে যি বাক্যক ব্ৰহ্ম বুলি ভাবি উপাসনা কৰে, সি বাক্যৰ যিমান প্ৰসাৰ সিমান মাত্ৰ প্ৰতিপত্তি লাভ কৰে, যি নামক ব্ৰহ্ম বুলি উপাসনা কৰে, তাৰ প্ৰতিপত্তিও সেই দৰেহে হয়, ইত্যাদি (ছাঃ ৭১)। প্ৰতীকৰ উৎকৃষ্ট-নিকৃষ্ট-অনুসাৰে ফলৰ তাৰতম্য হয়। এনে বিশেষ ফল [বিশেষ] শ্ৰুতিয়ে দেখুৱাইছে [দৰ্শযতি]
[কথাৰে উপনিশৎ "নাৰদ সনৎকুমাৰ সংবাদ" চাওক]

# ৪ৰ্থ অধ্যায়

## ৪ৰ্থ পাদ

ওপৰত কোৱা হৈছে যে শঙ্কৰাচাৰ্য্যৰ মতে, আৰু সাংখ্য মতেও, যি সকল যোগীৰ ব্ৰহ্মজ্ঞান লাভ হল অৰ্থাৎ সাংখ্যৰ কথাৰে, যাৰ সংস্কাৰটো একেবাৰে ধ্বংস হল, তেওঁ বিলাক মৃত্যুৰ পাছত ব্ৰহ্ম হল। তেওঁৰ কলৈকো গতি নহল। যাৰ সংস্কাৰৰ অহং জ্ঞানৰ বাহিৰে সকলো ভাৰ ধ্বংস হল, তেওঁৰ দেবযান পথে গতি হয।

এই পাদত ব্ৰহ্মজ্ঞ পুৰুষ মুক্তাবস্থা বৰ্ণনা কৰিছে। শঙ্কৰাচাৰ্য্যৰ মতে ১-৭ সূত্ৰত কেৱল অহংজ্ঞান নষ্ট হোৱা নিৰ্গুণ ব্ৰহ্মোপাসকৰ কথা হে কৈছে আৰু পাছৰ সূত্ৰবোৰ, (অহংজ্ঞান থকা) সগুণ ব্ৰহ্মোপাসক সম্বন্ধীয। একে ব্ৰহ্ম উপাসকৰো সগুণ নিৰ্গুণ ভেদ নাই; সকলোৰে একে গতি আৰু একে মুক্তাবস্থা আৰু সেই অবস্থাকে এই পাদত বৰ্ণনা কৰিছে। এওঁ বিলাকৰ মতে নিৰ্ব্বান মুক্তি বুলি কথা এটা নাই মুক্ত সকলো পুৰুষ দেবযান পথে ব্ৰহ্মলোকলৈ যাব।

**সম্পদ্য আবিৰ্ভাৱঃ স্বেন শব্দাৎ ।৪।৪।১**

ছান্দোগ্যই কৈছে ঃ—"এবম্ এবৈষ সম্প্ৰসাদঃ অস্মাৎ শৰীৰাৎ সমুত্থায় পৰং জ্যোতিৰূপসম্পদ্য স্বেন ৰূপেণ অভিনিষ্পদ্যতে"—অৰ্থাৎ ব্ৰহ্মজ্ঞ পুৰুষে এই শৰীৰ ত্যাগ কৰি নিজৰ স্বাভাবিক বিশুদ্ধ ৰূপ পাই পৰম জ্যোতিত প্ৰতিষ্ঠিত হয। ব্ৰহ্ম হয। শ্ৰুতিৰ এই "স্বেন শব্দৰ পৰা বুজিব পাৰি [স্বেন শব্দাৎ] যে মুক্ত জীবই একো নতুন লাভ নকৰে। তেওঁ বন্ধনৰ পৰা মুক্ত হৈ নিজৰ স্বৰূপ মাত্ৰ লাভ কৰে। ইয়াকে মুক্তি বোলে—"মুক্তিঃ স্বৰূপেণ ব্যৱস্থিতিঃ।" মুক্তি নিজ স্বৰূপৰ আবিৰ্ভাব বা বিকাশ মাত্ৰ [সম্পদ্য আবিৰ্ভাবঃ]

**মুক্তঃ প্ৰতিজ্ঞানাৎ ।৪।৪।২**

মুক্ত জীব সকলো বিধ বন্ধনৰ পৰা মুক্ত [মুক্তঃ] শ্ৰুতিৰ প্ৰতিপাদ্য বিষয় আলোচনা কৰিলে [প্ৰতিজ্ঞানাৎ] এই কথা বুজা যায।

**আত্মা প্ৰকৰণাৎ ।৪।৪।৩**

পূৰ্ব্বোক্ত ছান্দোগ্য বাক্যত "জ্যোতিঃ" মানে আত্মা [আত্মা] —এই কথা ছান্দোগ্যৰ সেই প্ৰকৰণৰ পৰা [প্ৰকৰণাৎ বুজা যায। (১।৩।৪০ চাওক)

**অবিভাগেন দৃষ্টত্বাৎ ।৪।৪।৪**

শ্ৰুতিয়ে দেখুৱাইছে [দৃষ্টত্বাৎ] যে মুক্ত পুৰুষ পৰমাত্মাৰ পৰা অবিভাগ প্ৰাপ্ত [অবিভাগেন] হয়।

শঙ্কৰাচাৰ্য্যৰ মতে ব্ৰহ্মজ্ঞ (অৰ্থাৎ নিৰ্গুণ ব্ৰহ্মজ্ঞ) ব্ৰহ্মই হয়, আনমতে, সগুণ নিৰ্গুণ সকলো ব্ৰহ্মজ্ঞ পুৰুষ ব্ৰহ্ম ভাবাপন্ন হয়, তেওঁবিলাকে বুজে যে তেওঁবিলাক ব্ৰহ্মৰ অংশ। তেওঁবিলাকে সমুদায় জগতক ব্ৰহ্মময় দেখে আৰু নিজক ব্ৰহ্মৰ পৰা অভিন্ন বুলি জানে।

**ব্ৰাহ্মেণ জৈমিনিঃ উপন্যাসাদিভ্যঃ ।৪।৪।৫**

ওপৰৰ সূত্ৰৰ কলে যে মুক্ত জীৱ ব্ৰহ্মৰ অবিভাগ প্ৰাপ্ত হয়। ব্ৰহ্মক কিন্তু দুই ৰকমে বুজি (১) তেওঁ শুদ্ধ চৈতন্য বা জ্ঞান স্বৰূপ—এয়ে তেওঁৰ জগদতীত ৰূপ (২) তেওঁ নিষ্পাপ, সত্য কাম, সত্য সঙ্কল্প, সৰ্বেশ্বৰ ইত্যাদি। তেন্তে মুক্তজীৱ শুদ্ধ চৈতন্য হয় নে বা উপৰোক্ত গুণ বিশিষ্ট হয়?

ইয়াৰ উত্তৰত জৈমিনিয়ে [জৈমিনিঃ] কয় যে মুক্ত আত্মা গুণ বিশিষ্ট ৰূপত [ব্ৰাহ্মেণ] অবস্থান কৰে। শ্ৰুতিৰ বিষয় নিৰ্দ্দেশাদিৰ পৰা [উপন্যাসাৎ] এই কথা বুজিব পাৰি।

শ্ৰুতিয়ে মুক্ত জীৱৰ বিষয়ে কৈছে ঃ—

"এই আত্মা নিষ্পাপ, সত্য কাম, সত্য সঙ্কল্প ইত্যাদি", আকৌ কৈছে ঃ "মুক্ত আত্মাই নানা ৰূপ ক্ৰীড়া কৰে, সুখ ভোগ কৰে ইত্যাদি।"

**চিতি তন্মাত্ৰেণ তদাত্মকত্বাৎ ইতি ঔডুলোমিঃ ৪।৪।৬**

কিন্তু আচাৰ্য্য ঔডুলোমিয়ে [ঔডুলোমিঃ] কয় যে [ইতি] পৰমাত্মা কেৱল শুদ্ধ চৈতন্য ৰূপ আৰু সেই বাবে [তদাত্মকত্বাৎ] মুক্ত জীৱই কেৱল মাত্ৰ শুদ্ধ চৈতন্য ৰূপে [তন্মাত্ৰেণ] চৈতন্যত [চিতি] অবস্থান কৰে।

অৰ্থাৎ জৈমিনিৰ মতেপৰমাত্মাৰসত্যকামত্ব আদি ধৰ্ম্ম আছে। ঔডুলোমিৰ মতে পৰমাত্মাত কোনোৰকম ধৰ্ম্মই নাই। চৈতন্যও তেওঁৰ ধৰ্ম্ম নহয়, তেওঁ শুদ্ধ চৈতন্য মাত্ৰ [বৃহঃ ৪।৫।১৩]

**এবমপি উপন্যাসাৎ পূৰ্ব্বভাবাৎ অবিৰোধম্ বাদৰায়ণঃ ।৪।৪।৭**

এই সূত্ৰত সূত্ৰকাৰে কৈছে যে "বাস্তৱিক জৈমিনি আৰু ঔডুলোমিৰ ভিতৰত প্ৰকৃত একো বিৰোধ নাই—এয়ে বাদৰায়ণৰ মত"।

শঙ্কৰাচাৰ্য্যই এই সূত্ৰৰ অৰ্থ এইদৰে কৰিছে—বাদৰায়ণে [বাদৰায়ণঃ] কয় যে পৰমাত্মাত পৰমাৰ্থিক হিচাবে একো ধৰ্ম্ম নাই, কিন্তু এনে হলেও [উপন্যাসাৎ] পূৰ্ব্বোক্ত সত্য কামাদি ধৰ্ম্মও পৰমাত্মাত, এক ৰকমে নহয় এক ৰকমে আছে; আৰু সেই বাবে [পূৰ্ব্ব ভাবাৎ] বুজিব লাগে যে এই বোৰ ধৰ্ম্ম ব্যৱহাৰিক দৃষ্টিত ব্ৰহ্মত আছে। অৰ্থাৎ পৰমাৰ্থিক দৃষ্টিত ব্ৰহ্মত একো নাই, কিন্তু ব্যৱহাৰিক দৃষ্টিত আছে। গতিকে জৈমিনি আৰু ঔডুলোমিৰ ভিতৰত একো বিৰোধ নাই [অবিৰোধম্]।

মুক্ত আত্মা নিজৰ দৃষ্টিত শুদ্ধ চৈতন্য মাত্ৰ, কিন্তু আমাৰ দৃষ্টিত তেওঁ ঐশ্বৰ্য্যবান।

এই শাঙ্কৰিক ভাষ্যৰ আন আচাৰ্য্য সকলে দুৰ্ঘোৰ প্ৰতিবাদ কৰিছে। তেওঁবিলাকৰ মতে "ব্ৰহ্ম সবিশেষো, নিৰ্ব্বিশেষো আৰু মুক্ত আত্মাও তেনে—এয়ে বাদৰায়ণৰ মীমাংসা"। এইটি সেই আগৰ পুৰণি বিৰোধ অৰ্থাৎ ব্ৰহ্ম সবিশেষ নে নিৰ্ব্বিশেষ (৩।২।১১ চাওক)।

**সঙ্কল্পাৎ এব তু তৎ শ্ৰুতেঃ ।৪।৪।৮**

মুক্ত পুৰুষে কেৱলমাত্ৰ সঙ্কল্প দ্বাৰাই [সঙ্কল্পাদেব] পিতৃ লোকাদি প্ৰাপ্ত হয়। শ্ৰুতিয়ে তাকে কয় [তৎশ্ৰুতেঃ] ছান্দোগ্যত কৈছে "যদি তেওঁ পিতৃলোক কামনা কৰে তেন্তে সঙ্কল্প মাত্ৰ পিতৃসকলক পায়।" আমি কিন্তু ধাৰণা কৰিব নোৱাৰোঁ, কেনেকৈ এইদৰে হ'ব পাৰে। আমি জানো যে শুদা সঙ্কল্পৰ দ্বাৰা একো নহয়, সঙ্কল্প সিদ্ধিৰ অনুৰূপ কাৰ্য্যৰ আৱশ্যক। ব্ৰহ্মলোকবাসীৰ মনত আমাৰ দৰে কালৰ ভাব নাই, কালৰ ভাব নহলে দূৰত্বৰ ভাবো নাই, (সাংখ্য ৩৩ কাৰিকা চাওক)। সেই গুণে যোগবাশিষ্ঠ ৰামায়ণত কৈছে যে সেই দেশত—

"কালদৈৰ্ঘ্যং যথা নাস্তি দেশদৈৰ্ঘ্যং তথাঙ্গনে।"

ইয়াৰ মানে তেন্তে এই হল যে ব্ৰহ্মলোক বাসীৰ সকলো ঠাই ইচ্ছা মাত্ৰ প্ৰাপ্য। তেন্তে তেওঁবিলাক ঈশ্বৰৰ দৰে সৰ্ব্বব্যাপী আৰু সৰ্ব্বজ্ঞ নে কি?

নহয়; তেওঁবিলাকৰ সৰ্ব্বব্যাপিত্ব আৰু সৰ্ব্বজ্ঞত্ব সঙ্কল্প-সাপেক্ষ। ঈশ্বৰ এনেয়ে সদায় সৰ্ব্ব-ব্যাপী আৰু সৰ্ব্ববিৎ। কিন্তু মুক্ত পুৰুষে ধ্যান বা সঙ্কল্প কৰিহে যেই সেই কথা জানিব পাৰে বা যেই সেই ঠাইত উপস্থিত হ'ব পাৰে।

**অতএব চ অনন্য অধিপতিঃ ।৪।৪।৯**

আৰু [চ] সঙ্কল্প মাত্ৰ কাৰ্য্য সিদ্ধি বাবে [অতএব] মুক্ত পুৰুষৰ

কোনো অধিপতি বা নিয়ন্তা নাই [অনন্য অধিপতিঃ] অৰ্থাৎ তেওঁৰ সঙ্কল্পত কোনেও বাধা দিব নোৱাৰে।

### অভাবম্ বাদৰিঃ আহ হি এৱম্ ।৪।৪।১০

আমি বুজিলো মুক্ত পুৰুষৰ সঙ্কল্প অভিপ্ৰেত সিদ্ধি—অৰ্থাৎ তেওঁবিলাকৰ মন এটা আছে। তেন্তে তেওঁবিলাকৰ শৰীৰ আছেনে কি ? এই প্ৰশ্নৰ উত্তৰত কৈছে—

আচাৰ্য্য বাদৰিয়ে [বাদৰিঃ] কয় যে শৰীৰ নাই। [অভাবম্] কাৰণ শ্ৰুতিয়ে নাই বুলি [এৱম্] কয় [আহ]।

### ভাবং জৈমিনিঃ বিকল্প-আমননাৎ ।৪।৪।১১

কিন্তু আচাৰ্য্য জৈমিনিয়ে [জৈমিনিঃ] কয় যে শৰীৰ আছে [ভাবং] কাৰণ শ্ৰুতিয়ে কৈছে যে মুক্ত পুৰুষে ইচ্ছামতে এক বা বহু শৰীৰ গ্ৰহণ কৰিব পাৰে [বিকল্প আমননাৎ]।

### দ্বাদশাহবৎ উভয়বিধিম্ বাদৰায়ণঃ অতঃ ।৪।৪।১২

কিন্তু আচাৰ্য্য বাদৰায়ণে কয় যে বাদৰি আৰু জৈমিনি, দুইৰো মত সমৰ্থন কৰা শ্ৰুতি আছে; সেইবাবে [অতঃ] মুক্ত পুৰুষৰ শৰীৰ থাকেও বা নেথাকেও—উভয় ৰকমেই [উভয়বিধম্] হব পাৰে; যেনে দ্বাদশাহ যজ্ঞ [দ্বাদশাহবৎ] যি যজ্ঞ কোনো শ্ৰুতিত 'সত্ৰ' বোলে কোনো শ্ৰুতিত 'অহীন' বোলে। মুক্ত পুৰুষ সশৰীৰ বা অশৰীৰ—উভয় অবস্থাতে বৰ্ত্তমান থাকিব পাৰে, আৰু ইচ্ছা কৰিলে একে সময়তে একাধিক শৰীৰ ধাৰণ কৰিব পাৰে।

### তনু-অভাবে সন্ধ্যবৎ উপপদ্যতে ।৪।৪।১৩

মুক্ত পুৰুষৰ যেতিয়া শৰীৰ নেথাকে [তনু-অভাবে] তেতিয়াও তেওঁৰ ভোগ বা কামনা সিদ্ধি হব পাৰে [উপপদ্যতে], আমাৰ যেনেকৈ সন্ধ্যাস্থানত হয় [সন্ধ্যবৎ] (মৃত্যু আৰু পুনৰ্জ্জন্ম—ইয়াৰ মধ্যবৰ্ত্তী সময়ক, বা জাগ্ৰত আৰু সুষুপ্তি, এই দুই অৱস্থাৰ মধ্যবৰ্ত্তী সময়ক, অৰ্থাৎ স্বপ্নাবস্থাক, "সন্ধ্যস্থান" বোলে)।

### ভাবে জাগ্ৰৎ-বৎ ।৪।৪।১৪

শৰীৰ থাকিলে [ভাবে] আমাৰ জাগ্ৰত অৱস্থাত যেনেকৈ ইন্দ্ৰিয়াদি যোগে উপলব্ধি হয়,মুক্ত পুৰুষৰো সেইদৰে [জাগ্ৰৎ-বৎ] হয়।

আমি এইদৰে বুজিব নেলাগে যে অশৰীৰ অবস্থাত মুক্ত পুৰুষে কেবল মাত্ৰ সামাজিক হে দেখে। আমি সামাজিকত মিছা অসংলগ্ন কথাবোৰ দেখো। মুক্ত পুৰুষে তেনেকৈ দেখিব নোৱাৰে। তেওঁবিলাকৰ সত্যপূৰ্ণ জ্ঞান, সত্যৰ বাহিৰে একো দেখিব নোৱাৰে। তেওঁবিলাক সত্য-সঙ্কল্প, সত্যৰ বাহিৰে একো ভাবিব নোৱাৰে। ওপৰৰ সূত্ৰ দুটাত এই মাত্ৰ কৈছে যে শৰীৰ থাকিলেও বা নেথাকিলেও, তেওঁবিলাকৰ ভোগ হব পাৰে। উভয় অবস্থাতে একে ৰকমৰ ভোগ। ভোগ বা উপলব্ধি আচলতে মানসিক ব্যাপাৰ হে। [২।৩।৩২ সূত্ৰৰ ব্যাখ্যা চাওক।]

### প্ৰদীপবৎ আবেশঃ তথা হি দৰ্শয়তি ।৪।৪।১৫

মুক্ত পুৰুষে ইচ্ছা কৰিলে নিজৰ মনৰ অনুৰূপ বহুত সমনস্ক শৰীৰৰ সৃষ্টি কৰি তাত আবিষ্ট [আবেশঃ] হব পাৰে; যেনেকৈ এটা চাকিৰ পৰা বহু শলাকানি দি বহুত চাকি জলাব পাৰি [প্ৰদীপবৎ], শ্ৰুতিয়ে এইদৰেই দেখুৱাইছে [তথাহি দৰ্শয়তি]। ওপৰত কোৱা হৈছে যে পৰমেশ্বৰেও এনে শক্তিৰেই জগৎ নিৰ্ম্মাণ কৰে। এইটো কি আচৰিত শক্তি আমি কব নোৱাৰো, কিন্তু তাৰ উপমা প্ৰদীপ [প্ৰদীপ বৎ]।

### স্বাপ্যয়-সম্পত্ত্যোঃ অন্যেতৰ-অপেক্ষম্, আবিষ্কৃতম্ হি ।৪।৪।১৬

১। দেখাদেখি কাৰণত এই সূত্ৰৰ অৰ্থ সম্পৰ্কে আচাৰ্য্য সকলৰ বৰ বিৰোধ। শঙ্কৰাচাৰ্য্যৰ মতে —

মুক্ত পুৰুষে ভোগ কৰে বুলি শ্ৰুতিয়ে কৈছে। কিন্তু ভেদ-জ্ঞান নহলে ভোগ হব নোৱাৰে। যি ভোগ কৰিব, তেওঁ ভোগ্য বস্তুক নিশ্চয় নিজৰ পৰা পৃথক বুলি জানিব লাগিব অথচ শ্ৰুতিয়ে কয় যে মুক্ত পুৰুষৰ ভেদ-জ্ঞান নেথাকে। শ্ৰুতিৰ এই বিৰোধৰ নিষ্পত্তি কেনেকৈ হব পাৰে ?
এই প্ৰশ্নৰ উত্তৰ দিবলৈ হলে আমি প্ৰথমতে জানিব লাগিব, শ্ৰুতিয়েনো কি কি অবস্থাত ভেদ-জ্ঞান ৰহিত হয় বুলি কৈছে। শ্ৰুতিয়ে কৈছে যে দুই অৱস্থাত জীৱ ভেদ-জ্ঞান ৰহিত হয় —

(১) স্বাপ্যয়—অৰ্থাৎ স্ব+অপ্যয় বা নিজত লয় হোৱা; এইটো জীৱৰ সুষুপ্তি অৱস্থা, যেতিয়া সকলো ইন্দ্ৰিয় আৰু মন আত্মাত লয় হয়।

(২) সম্পত্ত্যোঃ—অৰ্থাৎ পৰমাত্মাত লয় বা কৈবল্যঅৱস্থা। এই দুই অৱস্থাত জীবৰ কোনো ৰকম ভেদ-জ্ঞান নেথাকে আৰু ভোগো নহয়।

হয় "স্বাপ্যয় নহয় সম্পত্তি" এই দুই অৱস্থাৰ [স্বাপ্যয় সম্পত্ত্যোঃ] যেই সেই এটাক লক্ষ্য কৰি [অন্যেতৰ অপেক্ষম্] শ্ৰুতিয়ে ভেদ-জ্ঞান-ৰহিত জীবৰ কথা কৈছে। শ্ৰুতিৰ সেই সেই স্থল আলোচনা কৰিলে এই কথা পৰিস্ফুট হয় [আবিষ্কৃতম্] এতিয়া শ্ৰুতিয়ে স্পষ্ট দেখুৱাইছে যে নিৰ্গুণ উপাসনাৰ ফলত অদ্বয় ব্ৰহ্ম সাক্ষাৎকাৰ হৈ জীবৰ ভেদ জ্ঞান ৰহিত হয় আৰু কৈবল্য লাভ হয়। এনে জীবৰ ভোগ নাই, জ্ঞান, জ্ঞেয়, জ্ঞাতা—এই তিনিও ভাবৰ বিলোপ হয়। অতএব পূৰ্ব্বোক্ত ঐশ্বৰ্য্য সম্ভোগ কেৱল সগুণ ব্ৰহ্মোপাসকৰ সম্পৰ্কে কোৱা হৈছে। এনে ব্ৰহ্মজ্ঞানীৰ অহং জ্ঞান বা ভেদ-জ্ঞান বিলোপ নহয়। যজ্ঞাদি কৰ্ম্মানুষ্ঠান কৰি যেনেকৈ সকাম পুৰুষৰ স্বৰ্গলাভ হয়, সেইদৰেই এই শ্ৰেণীৰ ব্ৰহ্মজ্ঞৰ ব্ৰহ্মলোকত ঐশ্বৰ্য্য সম্ভোগ হয়। প্ৰভেদ এই যে সকাম পুৰুষৰ পুনৰ্জ্জন্ম আছে; এওঁবিলাকৰ নাই।

২। আন আচাৰ্য্য সকলে প্ৰথমতে আপত্তি কৰে যে "সম্পত্তি" শব্দৰ মানে কৈবল্য নহয়। ইয়াৰ মানে উৎক্ৰান্তি বা মৃত্যু; যেনে—"বাঙ্মনসি সম্পদ্যতে...তেজঃপৰস্যাং দেবতায়াং ইত্যাদি।" শ্ৰুতিয়ে মৃত্যু আৰু সুষুপ্তি অৱস্থাত ভেদ-জ্ঞান-ৰহিত জীবৰ কথা কৈ শেহত কলে "জীবই দিব্যচক্ষু লাভ কৰি মনৰ দ্বাৰা সকলো দেখে" মৃত্যু আৰু সুষুপ্তিত সংজ্ঞা-হীনত্ব আৰু মুক্তিত সৰ্ব্বজ্ঞত্ব, শ্ৰুতি-প্ৰতিপাদ্য কথা।

"সম্পত্তি" মানে "কৈবল্য" হলেও এই সূত্ৰৰ অৰ্থ হব যে "সুষুপ্তি সংজ্ঞাহীন হয়, আৰু কৈবল্যত বা মুক্তিত জীব সৰ্ব্বজ্ঞ হয়।"

**জগৎ-ব্যাপাৰবৰ্জ্জং প্ৰকৰণাৎ অসন্নিহিতত্বাৎ চ ।৪।৪।১৭**

জগতৰ উৎপত্তিৰ বা সৃষ্টিৰ বাহিৰে [জগৎ ব্যাপাৰ বৰ্জ্জং] অন্যান্য সকলো অণিমাদি ঐশ্বৰ্য্য মুক্ত পুৰুষে লাভ কৰে। এই কথা শ্ৰুতিৰ প্ৰকৰণৰ পৰা, আৰু তাত মুক্ত পুৰুষৰ উল্লেখ নকৰাৰ পৰা [প্ৰকৰণাৎ, অসন্নিহিতত্বাৎ চ] বুজা যায়। সৃষ্টি প্ৰকৰণত জীৱৰ উল্লেখ নাই। মুক্ত পুৰুষৰ সকলো ঐশ্বৰ্য্য আদি, উৎপন্ন আৰু ক্ৰিয়া বিশেষ দ্বাৰা লব্ধ। তেওঁৰ ঐশ্বৰ্য্য নিৰঙ্কুশ (unrestrained) নহয়, ঈশ্বৰাধীন। তেওঁ সৃষ্টি কৰিব পৰা হেতেন, ঠিক সেই সময়তে আন এজন মুক্ত পুৰুষে ইচ্ছা কৰি প্ৰলয়ো কৰিব পাৰিলেহেতেন। এনে বেমেজালি ঈশ্বৰে হবলৈ দিব নোৱাৰে।

**প্ৰত্যক্ষ-উপদেশাৎ ইতি চেৎ? -ন, আধিকাৰিক-মণ্ডলস্থ-উক্তেঃ। ৪।৪।১৮**

প্ৰ — শ্ৰুতিত প্ৰত্যক্ষ ভাবে কৈছে যে মুক্ত-পুৰুষ "স্বৰাট্" হয়, তেওঁ সকলো লোকত কামচাৰী হয় [ছাঃ ৭।২৫] এনে প্ৰত্যক্ষ উপদেশ থকা বাবে [প্ৰত্যক্ষোপ দেশাৎ] আমি যদি কওঁ যে তেওঁৰ ঐশ্বৰ্য্য নিৰঙ্কুশ (unrestrained), তেন্তে?

উ — নহয় [ন] কাৰণ স্বৰাট্-প্ৰাপ্তিৰ উল্লেখ কৰি ঠিক তাৰ পাছতে শ্ৰুতিয়ে ক'লে যে সেই উপাসকে সেই জনক লাভ কৰে, যি জনে সূৰ্য্যাদিক তাপ দানাদি কাৰ্য্যৰ অধিকাৰী কৰে আৰু নিজে সূৰ্য্যাদি মণ্ডলত অবস্থান কৰে [আধিকাৰিক মণ্ডলস্থোক্তেঃ] শ্ৰুতিৰ এই পৰৱৰ্ত্তী বাক্যৰ পৰা বুজা যায় যে মুক্ত পুৰুষ ঈশ্বৰাধীন।

**বিকাৰাৱৰ্ত্তি চ তথাহি স্থিতিম্ আহ ।৪।৪।১৯**

(বিকাৰ মানে পৰমেশ্বৰৰ শক্তিৰ যাবদীয় বিকাশ যি বোৰ মানুহে ধাৰণা কৰিব পাৰে অৰ্থাৎ এই জগৎ) মুক্ত পুৰুষ বিকাৰাতীত নহয অৰ্থাৎ তেওঁ জগতৰ ভিতৰত আছে। কিন্তু ব্ৰহ্মৰ জগদতীত এটি ৰূপো [বিকাৰাৱৰ্ত্তি চ] আছে, কাৰণ শ্ৰুতিত তেওঁক এই দুই ৰূপত অবস্থান কৰা [স্থিতিম্] বুলি কৈছে [আহ]।

**দৰ্শয়তঃ চ এবং প্ৰত্যক্ষ অনুমানে ।৪।৪।২০**

শ্ৰুতি আৰু স্মৃতি [প্ৰত্যক্ষ অনুমানে] উভয়ে ব্ৰহ্মৰ এই দ্বিৰূপত্বৰ কথা [এবং] দেখুৱাইছে [দৰ্শয়তঃ]।

**ভোগমাত্ৰ-সাম্য-লিঙ্গাৎ চ ।৪।৪।২১**

শ্ৰুতিৰ ইঙ্গিতৰ পৰাও [লিঙ্গাৎ চ] বুজা যায় যে মুক্ত পুৰুষ কেৱল মাত্ৰ ভোগ সম্পৰ্কে হে ঈশ্বৰৰ সমান [ভোগ মাত্ৰ-সাম্য]; আন বিষয়ত নহয়।

**অনাবৃত্তিঃ শব্দাৎ, অনাবৃত্তিঃ শব্দাৎ ।৪।৪।২২**

[গ্ৰন্থ সমাপ্তিৰ বাবে 'অনাবৃত্তিঃ শব্দাৎ'—কথাবাৰ দুবাৰ কৈছে।

শ্ৰুতিৰ পৰা [শব্দাৎ] জনা যায় যে মুক্ত পুৰুষৰ পুনৰ্জ্জন্ম নাই [অনাবৃত্তিঃ]

প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন।
সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ॥

# পাতনি

## ১। পাশ্চাত্য বিজ্ঞানৰ যুগান্তৰ

(১)

সাংখ্য আৰু বেদান্ত দৰ্শনৰ বিশেষ একো পাৰ্থক্য নাই; কেৱল দৃষ্টিৰ তাৰতম্য। বেদান্তই জগতক, জগতৰ ওপৰৰ পৰা, সূক্ষ্ম দাৰ্শনিক দৃষ্টিৰে দেখে; আৰু সেইবাবেই বেদান্ত বুজিবলৈ হ'লে উপযুক্ত যোগ্যতা লাগে। ব্ৰহ্ম-সূত্ৰৰ আদিতে এই 'অধিকাৰী' বিচাৰ কৰা হৈছে। [ব্ৰ-সু. ১।১।১]।

সাংখ্যই কিন্তু প্ৰথমতে জগতক, জগতৰ ভিতৰৰ পৰা, স্থূল দৃষ্টিৰে চাই, লাহে লাহে আমাক ওপৰলৈ সূক্ষ্ম বিষয়লৈ লৈ যায়, আৰু এনে ঠাইত আমাক এৰি দিয়ে য'ৰ পৰা আমি সকলো তত্ত্ব নিজে বুজিব পাৰোঁ।

সাংখ্যৰ পদ্ধতি পাশ্চাত্য বিজ্ঞানৰ পদ্ধতিৰে সৈতে একে। বিজ্ঞানেও প্ৰথমতে স্থূল বস্তুৰ পৰা আৰম্ভ কৰি, তাক ক্ৰমে বিশ্লেষণ কৰি, এতিয়া এনে ঠাইলৈ গৈছে য'ৰ পৰা এই জগত পৰমাৰ্থিক সত্য নহয় বুলি সন্দেহ কৰিব পাৰি। আজি কালিৰ পাশ্চাত্য বিজ্ঞানৰ আপেক্ষিকতাবাদে (Theory of Relativity) আৰু আণবিকবাদে (Quantum Theory) সাংখ্য-দৰ্শনক সমৰ্থন কৰে। এই তত্ত্ব দুটা জানিলে সাংখ্য-দৰ্শন বুজিবলৈ অতি সহজ হয়। সেইবাবে এই পাতনিত আমি আধুনিক বিজ্ঞানৰ দুটা কি এটা আৱশ্যকীয় (অৰ্থাৎ সাংখ্য-দৰ্শন সহজে বুজিবলৈ আৱশ্যকীয়) কথা অতি সংক্ষেপে আলোচনা কৰিছো। যি সকল পাঠকৰ আধুনিক আপেক্ষিকতাবাদ আৰু আণবিকবাদ জনা আছে সেইসকলে এই অধ্যায় বাদ দি যাব পাৰে।

(২)

খৃঃ ১৯০০ চনলৈকে বৈজ্ঞানিকসকলে ভাবিছিল যেন এই বিশ্ব-ব্ৰহ্মাণ্ডখন এটা প্ৰকাণ্ড যন্ত্ৰ; ইয়াৰ ধূলি কণাৰে পৰা গ্ৰহ-নক্ষত্ৰলৈকে সকলো বস্তু যেন বিজ্ঞানে আৱিষ্কাৰ কৰা নৈসৰ্গিক নিয়মেৰে বন্ধা, এই নিয়মবোৰ জানিব পাৰিলেই যেন মানুহ সৰ্ব্বজ্ঞ হয়।

এই জড়বাদী বিজ্ঞানে আৱিষ্কাৰ কৰা কল-কাৰখানা, উড়া-জাহাজ, ৰেডিঅ', চিনেমা ইত্যাদি দেখি জগৎ স্তব্ধ হ'ল, বিজ্ঞানৰ ওপৰত অসীম শ্ৰদ্ধা হ'ল—যেন বিজ্ঞানে নাই বুলিলে আমাৰ আত্মাটোও নাই; ঈশ্বৰ থাকিলেও থাওক, নেথাকিলেও ক্ষতি নাই; কাৰণ বৈজ্ঞানিকসকলে আৱিষ্কাৰ কৰা নিয়মেৰে সংসাৰখন চলি থাকিবই।

আমি এনে কথা কোৱা নাই যে এই সময়ৰ বৈজ্ঞানিকসকল নাস্তিক আছিল। তেওঁবিলাক প্ৰকৃততে অতি ধৰ্ম্মভীৰু আৰু ঈশ্বৰপৰায়ণ মানুহ আছিল; কিন্তু তেওঁবিলাকৰ ধৰ্ম্ম-বিশ্বাস তেওঁবিলাকৰ বৈজ্ঞানিক-বিশ্বাসৰ লগত খাপ্ নেখাইছিল।*

এইবোৰ দেখিয়েই বোধকৰো ১৮৯৩ চনত মেডাম্ ব্লাভাস্কিয়ে (Madam Blavatsky) কৈছিল যে অচিৰে পাশ্চাত্য জড়বাদী বিজ্ঞান ধ্বংস হ'ব। †

---

* "In the last century and also in this, there must have been many scientific men who kept their science and religion in water-tight compartments. One set of beliefs hold good in the laboratory and another set of beliefs in church, and no serious effort was made to harmonise them... .. ..... . . ... .............

Religion first became possible for a reasonable scientific man about the year 1927."

[Eddington—The Nature of the Physical World]

† "It is at the close of great cycles that such events generally take place We are at the very close of the cycle of 5,000 years of the present Aryan Kaliyuga and between this time and 1897 there will be a large rent in the veil of Nature, and materialistic Science will receive a death-blow."

[Secret Doctrine : Vol. I : P. 671.]

তেওঁৰ এই ভবিষ্যদ্বাণী আখৰে আখৰে ফলিয়ালে; কাৰণ ১৯০৪ চনৰ পৰা পাশ্চাত্য বিজ্ঞান-ৰাজ্যত বিপ্লব উপস্থিত হ'ল।

এই বিপ্লৱ এতিয়াও চলি আছে; কিন্তু এতিয়া আৰু পাশ্চাত্য বিজ্ঞান জড়বাদী নহয়। আধুনিক বিজ্ঞান আদৰ্শবাদী।*

আজি কালি বিজ্ঞানে আৰু কয় যে—

"The purely objective sources of the objective element in our observational knowledge have already been named ; they are Life, Consciousness, Spirit. We reach, then, the position of idealist as opposed to materialist philosophy. The purely objective world is the spiritual-world and the material world is subjective in the sense of selective-subjectivism."

[Eddington—The Philosophy of Physical Science— p.69]

অৰ্থাৎ—আমাৰ পৰীক্ষাসিদ্ধ বৈজ্ঞানিক জ্ঞানৰ মূলত যি আচল বস্তুটি আছে, তাৰ কথা আমি আগেয়ে কৈ আহিছো,—সেই বস্তুটি প্ৰাণ, চিৎ (জ্ঞান) বা আত্মা। আমি তেন্তে এতিয়া জড়বাদী শুচি আদৰ্শবাদীহে হ'লো। আচল জগত হৈছে পৰমাৰ্থিক। আমি বাহিৰত যি দেখিছোঁ, সেইখন মনেৰে গঢ়া জগৎ—অৰ্থাৎ এইবাবে মনে-গঢ়া যে আমি বস্তুৰ আচল স্বৰূপ নেদেখোঁ আৰু আমাৰ সকলো বস্তু-জ্ঞান ইন্দ্ৰিয় শক্তিৰ দ্বাৰা সীমাবদ্ধ (Selective)।

পাশ্চাত্য বিজ্ঞানৰ এই অত্যাশ্চৰ্য্য পৰিবৰ্ত্তন কেনেকৈ হ'ল?

(৩)

খৃঃ ১৮৮৭ চনত আমেৰিকাৰ বৈজ্ঞানিক মাইকেল্‌চন্ (Michelson) আৰু জাৰ্ম্মানীৰ অধ্যাপক মৰ্লিয়ে (Prof. Morley) এটা পৰীক্ষা (experiment) কৰে। এই জগতদ্বিখ্যাত পৰীক্ষাকে আকৌ বহুতবাৰ কৰা হ'ল; শেহত ১৯০৪ চনত মৰ্লি আৰু মিলাৰে (Miller) ইয়াকে আকৌ দুনাই বিশেষ ভাবে কৰে। এই পৰীক্ষাৰ আচল উদ্দেশ্য ব্যৰ্থ হ'ল; কিন্তু ইয়াৰ শেষ ফলত এইটো প্ৰমাণ হ'ল যে যদি মাটি জোখা টাৰ এডাল, বা আন কোনো মাৰি এডাল, অতি দ্ৰুত বেগে চলি গৈ থাকে, তেন্তে সি গতি-ৰেখাৰ ওপৰত লম্বভাবে থিয়হৈ থাকিলে তাৰ দীঘটো অটুট থাকিব; কিন্তু সি যদি গতি-ৰেখাৰ ওপৰত সমান্তৰালভাবে পৰি থাকে তেন্তে গতিৰ অনুপাতে সি কোঁচখাই যাব। অৰ্থাৎ এডাল গজ (২ হাত দীৰ্ঘল) যদি মাটিত থিয় কৰি (পৃথিবীৰ ওপৰত লম্বভাবে) থোৱা হয় তেন্তে পৃথিবীৰ গতি যিমানেই হওক, গজডালৰ দীঘ অটুট থাকিব, কিন্তু সি যদি মাটিত পৰি থাকে, অৰ্থাৎ পৃথিবীৰ গতিৰ সমান্তৰাল হৈ থাকে তেন্তে পৃথিবীৰ গতি অনুসাৰে তাৰ দীঘ কমি আহিব। পৃথিবীৰ গতি যদি চেকেণ্ডত ১৬১,০০০ মাইল হ'লহেঁতেন তেন্তে গজডাল কোঁচখাই ১ হাত মাত্ৰ হ'লহেঁতেন। এই সত্যটোক ইংৰাজীত ফিজ্‌গিৰেলড্ সঙ্কোচন (Fitzgerald contraction) বোলে। গজ-ডালৰ এনে ব্যৱহাৰ আমাৰ মানত নিশ্চয় অস্বাভাৱিক যেন লাগে। কিন্তু বৈজ্ঞানিকসকলৰ কথাই বেলেগ। ফিজ্‌গিৰেল্ড্ সঙ্কোচনটো তেওঁবিলাকে অতি সহজে বুজিলে আৰু অঙ্কেৰে গণনা কৰি কিমান বেগ হ'লে মাৰিডাল কিমান কোঁচ খাব, তাক উলিয়ালে।**

দেখা গ'ল যে চেকেণ্ডত ১৯ মাইল বেগ হ'লে (অৰ্থাৎ পৃথিবীৰ গতিৰ সমান হ'লে) মাৰিডালৰ ১/২,০০০,০০০,০০ অংশ কোঁচ খাব। ই অতি সামান্য, আৰু সাধাৰণ জোখত ই একো কথাই নহয়।

---

* "The law and order which we find in the Universe are most easily described—and also, I think, most easily explained — in the language of idealism. Thus, subject to the reservation already mentioned, we may say that present-day science is favourable to idealism. In brief, idealism has always maintained that, as the beginning of the road by which we explore nature is mental, the chances are that the end also will be mental. To this present-day science adds that, at the farthest point she has so far reached, much and possibly all, that was not mental has disappeared, and nothing new has come in that is not mental. Yet, who shall say what we may find awaiting us at the next corner ?"

[Jeans—The New Back-ground of Science—p.307]

** আচলতে এই ফিজগিৰেল্ড্ সঙ্কোচনটো সিদ্ধ আৰু কাৰণ [illegible] সমস্যাৰ পৰা উদ্ভৱ হয় (সাংখ্য-দৰ্শনৰ ৩৩ কাৰিকাৰ ব্যাখ্যা চাওক)।

কিন্তু ধৰক, এটা নক্ষত্ৰ চেকেণ্ডত ১৬১,০০০ মাইল বেগেৰে গৈছে আৰু তাত আমাৰ ইয়াৰ দৰেই বিজ্ঞানৰ চৰ্চ্চা হৈছে। ধৰক, সেইটো যেন ধ্ৰুৱ নক্ষত্ৰ। আমি ইয়াৰ পৰা দেখিছো যে ধ্ৰুৱ-লোকখন চেকেণ্ডত ১৬১,০০০ মাইল বেগেৰে লৰি গৈ আছে। কি আশ্চৰ্য্য! কিন্তু ধ্ৰুৱ-লোকৰ বৈজ্ঞানিকসকলে দেখিব যে তেওঁবিলাক স্থিৰ, কেৱল এই পৃথিৱীখনহে চেকেণ্ডত ১৬১,০০০ মাইল বেগেৰে গৈ আছে। আমাৰ দৰেই তেওঁবিলাকো আচৰিত হ'ব। এতিয়া তেন্তে এই চেকেণ্ডত ১৬১,০০০ মাইলৰ গতিটো কাৰ? আমাৰ নে তেওঁবিলাকৰ? ঠিক কৰা অসম্ভৱ।

বাৰু ধৰি লওক, আমি স্থিৰ; তেওঁবিলাকেই গতিশীল। এতিয়া আহক, আমি মহাকাশৰ চাৰিটা স্থায়ী গ্ৰহ বা তৰাৰ দূৰত্ব ঠিঅ'ড'লাইটেৰে (theodolite) জোখো।* জুখি পালোঁ যেন সেই গ্ৰহ বা তৰা চাৰিটা মহাকাশৰ এটা প্ৰকাণ্ড বৰ্গক্ষেত্ৰৰ চাৰিটা কোণত আছে—তাৰ প্ৰত্যেক বাহু ১০০০ মাইল দীঘল। ভাল; এতিয়া ভাবক ধ্ৰুৱ-নক্ষত্ৰৰ বৈজ্ঞানিকেও ঠিক যেন সেই চাৰিটা তৰাকে জুখিছে। তেওঁবিলাকেও ১০০০ মাইল বুলিয়েই জুখিব—কাৰণ গতিৰেখাৰ লম্বফালে জুখিলে গজডালৰ ফিজ্‌গিৰেল্ড সঙ্কোচন নহয়। সেইগুণে এই দুটা বাহুৰ সম্পৰ্কে আমাৰ জোখ আৰু তেওঁবিলাকৰ জোখ মিলি গ'ল। কিন্তু সমান্তৰাল বাহুদুটা জোখোতে তেওঁবিলাকৰ গজ-কাঠী তেওঁবিলাকৰ গতিৰেখাৰ সমান্তৰাল হৈছে, সেইগুণে সেইপিনে গজ-কাঠীডাল কোঁচখাই ১ গজৰ ঠাইত মাত্ৰ ১ হাত হ'ল। তেওঁবিলাকে কিন্তু চকুৰেও ধৰিব নোৱাৰিব যে গজ-কাঠীডাল কোঁচ খাই ১ হাত হ'ল, কাৰণ তেওঁলোকৰ চকুৰো ফিজ্‌গিৰেলড সঙ্কোচন্‌ হৈছে। চকুৰ মণিও গতিৰেখাৰ ফালে চালে কোঁচ খাই যায়; লম্বৰ ফালে চালে কোঁচ নেখায়। সেইবাবে গতিৰেখাৰ ফালে ওচৰৰ বস্তু অলপ দূৰৈত যেন দেখে। এতিয়া এই চুটি (অৰ্থাৎ আমাৰ মতে চুটি) গজেৰে জোখা বাবে সমান্তৰাল বাহু দুটা ১০০০ গজৰ ঠাইত (তেওঁবিলাকৰ জোখ মতে) ২০০০ গজ হ'ব। অৰ্থাৎ আমাৰ ১০০০ × ১০০০ আকাশী বৰ্গক্ষেত্ৰটো তেওঁবিলাকৰ জোখত ১০০০ × ২০০০ এটা আয়ত-ক্ষেত্ৰ হ'ব। তেওঁবিলাকৰ চকুৰেও তাকেহে দেখিব। হেজাৰ চেষ্টা কৰিও ধ্ৰুৱ নক্ষত্ৰৰ বৈজ্ঞানিকে বুজিব নোৱাৰিব যে সেইটো আচলতে এটা বৰ্গক্ষেত্ৰহে।

তেওঁবিলাকৰ বৈজ্ঞানিক জ্ঞান যদি আমাৰ সমান হয়, তেন্তে তেওঁবিলাকে এই মাত্ৰ বুজিব যে তেওঁবিলাকৰ আয়তক্ষেত্ৰটো পৃথিৱীৰ মানুহে এটা বৰ্গক্ষেত্ৰ যেন হে দেখিছে। পাঠকসকলৰ দৰেই তেওঁবিলাকো আচৰিত হ'ব।

আকৌ, আমি যদি কোনো পোহৰৰ কেন্দ্ৰলৈ অতিদ্ৰুত বেগেৰে (ঘন্টাত ৩৩০ মাইল একো দ্ৰুত বেগ নহয়) ওচৰ চাপি যাওঁ, তেন্তে ৰঙা পোহৰটো, গতি অনুসাৰে, নীলা বা সেউজীয়া দেখিম। যদি ৰঙা তৰা এটা অতিদ্ৰুত বেগে আমাৰ ওচৰ চাপি আহে তেন্তে আমি তাক উজ্জ্বল যেন দেখিম, আৰু দূৰলৈ গ'লে উজ্জ্বল তৰা ৰঙা যেন দেখিম। এইটো কথা বৈজ্ঞানিক সকলৰ জনা আছিল।**

তেন্তে বৈজ্ঞানিকসকলৰ মতে, ফিজ্‌গিৰেল্ড্ সঙ্কোচনৰ ফল এই হ'ল যে আমি আৰু আন নক্ষত্ৰবাসী লোকে এই জগতখন একে ৰকমে দেখা নাই। আমাৰ মানত মহাকাশৰ যি অংশ বৰ্গক্ষেত্ৰ আৰু ৰঙা, তেওঁবিলাকৰ মানত সেই অংশ আয়তক্ষেত্ৰ আৰু (গতি অনুসাৰে) নীলা, হালধীয়া বা সেউজীয়া। তেন্তে প্ৰথম প্ৰশ্ন হ'ল যে জগতৰ প্ৰকৃত স্বৰূপটো কি? এই প্ৰশ্ন লৈ বৈজ্ঞানিক জগতত হুলস্থূল লাগিল।

আকৌ, ১৯১২ চনত ৰুডৰফৰ্ডে (Lord Rutherford) পৰমাণু বিশ্লেষণ কৰি প্ৰমাণ কৰিলে যে তাৰ ভিতৰত একো নাই—কেৱল বিজুলী-বিন্দু (Electron) আৰু বিজুলী-কেন্দ্ৰ (Proton) কেৱল চকুৰে নেদেখা বিদ্যুত-শক্তি। তেন্তে আমি এই গোটা টান, ৰঙা, বগা ইত্যাদি নানা তৰহৰ বস্তবোৰ দেখিছো কেনেকৈ? এই দ্বিতীয় প্ৰশ্ন।

প্ৰথম প্ৰশ্নৰ সমাধান এনষ্টিনে (Einstein) কৰিলে। তেওঁ বুজাই দিলে যে এই জড়-জগতত গ্ৰহ, উপগ্ৰহ, নক্ষত্ৰ, নীহাৰিকা, সকলো গতিশীল পদাৰ্থ,—অতিদ্ৰুত বেগে মহাকাশৰ মাজেদি গৈ আছে। ইয়াত সকলো আপেক্ষিক (relative)। প্ৰত্যেক নক্ষত্ৰবাসীয়ে (যদি নক্ষত্ৰত প্ৰাণী আছে) ভাবে যে তেওঁ নিজে স্থিৰ, বাকী সকলো গতিশীল, তেওঁ দেখাই আচল প্ৰকৃত দেখা,

---

* ঠিঅ'ড'লাইটেৰে জোখা আৰু গজেৰে জোখা একে কথা।

** ইংৰাজীত ইয়াক Doppler effect বোলে।

আৰু ইবোৰে যদি আনৰকমে দেখিছে তেন্তে সিইঁতৰ ভ্ৰম। বস্তুৰ স্থিতি, দৈৰ্ঘ্য, বৰণ, আকৃতি,—সকলো আপেক্ষিক। মহাকাশৰ ভিন্ন ভিন্ন ঠাইৰ পৰা ভিন্ন ভিন্ন গতি অনুসৰি, প্ৰাণীয়ে জগতক ভিন্ন ভিন্ন ৰূপে দেখিছে। ইয়াৰ আচল স্বৰূপ কি কোনেও নেজানে।

(৪)

এনষ্টিনে আৰু প্ৰমাণ কৰিলে যে অকল জগতৰ বাহ্যিক আকৃতিয়েই আপেক্ষিক নহয়; আমাৰ সময়ৰ জ্ঞানো আপেক্ষিক আৰু সিও মহাকাশত আমাৰ নিজ নিজ গতিৰ ওপৰত নিৰ্ভৰ কৰে। এই তথ্যটি জটিল গণিতৰ সহায়েৰে অতি সহজে বুজিব পাৰি। সাধাৰণ ভূগোলৰ জ্ঞান থাকিলেই আমি বুজোঁ যে এজন মানুহ যদি উড়াজাহাজত উঠি এদিন দুপৰীয়া ঘণ্টাত প্ৰায় ১০০০ মাইল বেগেৰে পুবৰ পৰা পশ্চিমলৈ উড়ি গৈ থাকে তেন্তে তেওঁৰ মানত সদায় সমানে দুপৰ হৈয়ে থাকিব। সেইদৰেই (যদিও ঠিক একে কাৰণতে নহয়) আমি অঙ্কেৰে গণনা কৰি সহজে বুজিব পাৰোঁ যে এজন মানুহ যদি চেকেণ্ডত ১৮৬০০০ মাইল বেগেৰে (অৰ্থাৎ পোহৰৰ বেগ, Velocity of light) মহাকাশত উড়িফুৰে, তেন্তে তেওঁৰ বয়স নেবাঢ়ে—তেওঁ সনক-সনন্দ আদি ঋষিসকলৰ দৰে চিৰ-কুমাৰ হৈ থাকিব।

যদি দুজন বন্ধু একে ঠাইতে গোটখাই, এজনে ইজনক উড়াজাহাজেৰে অতিদ্ৰুত বেগে মহাকাশত ফুৰিবলৈ পঠিয়াই দিয়ে আৰু তেওঁ যদি আকৌ ঘুৰি আহি প্ৰথম জনক লগ ধৰে তেন্তে তেওঁবিলাকৰ বয়স ইতিমধ্যে সমানে নেবাঢ়ে। ঘৰত বহি থকা জনৰ বয়স বেচি হ'ব আৰু উড়িফুৰা জনৰ বয়স প্ৰায় আগৰ দৰেই থাকিব। এই কথাটো অঙ্কেৰে বুজা সহজ, কিন্তু পৰীক্ষা কৰি প্ৰমাণ কৰা অসম্ভৱ। এডিংটনে এইদৰে কৈছে—

"Although we cannot try the experiment of sending a man to another part of the universe, we have enough scientific knowledge to compute the rates of atomic and other physical processes in a body at rest and a body travelling rapidly. We can say definitely that the bodily processes in the traveller occur more slowly than the corresponding processes in the man at rest (i.e. more slowly according to the Astronomer Royal's time). This is not particularly mysterious, it is well known both from theory and experiment that the mass or inertia of matter increases when the velocity increases. The retardation is a natural consequence of the greater inertia. Thus so far as bodily processes are concerned the fast-moving traveller lives more slowly. His cycle of digestion and fatigue ; the rate of muscular response to stimulus : the development of his body from youth to age ; the material processes in his brain which must more or less keep step with the passage of thoughts and emotions ; the watch which ticks in his waist-coat pocket ; all these must be slowed down in the same ratio. If the speed of travel is very great, we may find that, whilst the stay-at-home individual has aged 70 years, the traveller has aged 1 year. He has only found appetite for 365 breakfasts, lunches, etc ; his intellect, clogged by a slow-moving brain, has only traversed the amount of thought appropriate to one year of terrestrial life. His watch which gives a more accurate and scientific reckoning confirms this. Judging by the time which consciousness attempts to measure after its own rough fashion—and I repeat, this is the only reckoning of time which we have a right to expect to be distinct from space—the two men have not lived the same time between the two meetings"—[The Nature of the Physical World ; —P. 48-49]

ইয়াৰ সাৰ মৰ্ম্ম এই—

"যদিও আমি মানুহ এজনক মহাকাশৰ আন অংশলৈ পঠিয়াই পৰীক্ষা কৰিব নোৱাৰো তথাপি দ্ৰুত গতিশীল আৰু স্থিতিশীল শৰীৰৰ ভিতৰত পৰমাণু সম্বন্ধীয় বা আন ৰকমৰ ভৌতিক বিযোগ-ক্ৰিয়া হয় সেইবোৰ গণনা কৰিবলৈ আমাৰ যথেষ্ট বৈজ্ঞানিক জ্ঞান আছে। আমি সঠিককৈ কব পাৰোঁ যে দ্ৰুত গতিশীল মানুহ জনৰ শাৰীৰিক পৰিবৰ্তন ইজনৰ পৰিবৰ্তনতকৈ মন্থৰ হ'ব।

এইটো একো আচৰিত হ'ব লগা কথা নহয়। এইটো পৰীক্ষা আৰু অনুমান উভয়ৰ পৰা জানিব পাৰি যে বেগ বৃদ্ধি হ'লেই পদাৰ্থৰ ব্যাপ্তি বা শক্তি বাঢ়ে। শাৰীৰিক পৰিবৰ্ত্তনটো এই শক্তি বৃদ্ধিৰ স্বাভাৱিক ফল। সেইগুণে শাৰীৰিক ক্ৰিয়া মতে, দ্ৰুত বেগেৰে যোৱা মানুহ জনৰ বয়স ইজনৰ বয়সতকৈ কমাই বাঢ়ে—ঘৰত বহি থকা জনৰ বয়স ৭০ বছৰ হলেহে ইজনৰ হয়তো এবছৰ হ'ব গৈ।"

আমি তাহানি বিষ্ণু-পুৰাণত পঢ়িছিলো যে ৰেৱতী সত্যযুগৰ ছোৱালী আছিল। তেওঁৰ বাপেকে, তেওঁক কালৈ বিয়া দিব, এইকথা ব্ৰহ্মাক সুধিবলৈ বুলি, ছোৱালী লৈ, ব্ৰহ্মালোকলৈ গ'ল। ব্ৰহ্মাই কলে— "তুমি ব্ৰহ্মালোকত থকা এই এক মুহূৰ্ত্তৰ ভিতৰতে পৃথিৱীত সত্য আৰু ত্ৰেতা যুগ পাৰ হৈ গ'ল; এতিয়া দ্বাপৰ যুগো প্ৰায় যায় যায়; তুমি এই ছোৱালী লৈ গৈ কৃষ্ণৰ ককায়েক বলোৰামলৈ বিয়া দিয়াগৈ।" তেওঁ আহি তাকে কৰিলেহি। ৰেৱতীৰ কিন্তু বয়স নেবাঢ়িল—আগৰ দৰেই থাকিল। পুৰাণত এনে বহুত কথা আছে।

আমি সৰুৰে পৰা শুনি আহিছো যে আমাৰ এবছৰে দেৱতাসকলৰ এদিন।

"এইবোৰ কথা সঁচা নহয়—এইবোৰ গল্পহে"—এইবুলি বহুতে ইতিকিং কৰিবও পাৰে। কিন্তু যাৰ মূৰৰ পৰা এনে গল্পবোৰ ওলাইছিল, তেওঁবিলাকে নিশ্চয় দিক্কালৰ তত্ত্বটো অতি সুন্দৰকৈ বুজিছিল। তেওঁবিলাকে নিশ্চয় বুজিছিল যে সকলো লোকতে কেতিয়াও একে সময় হ'ব নোৱাৰে।

তেন্তে আমি নো কিয় নুবুজোঁ? আমি বুজিব নোৱাৰো, কাৰণ দিক্কাল সম্বন্ধে আমাৰ বহুত ভুল ধাৰণা আছে।

ধৰক, এজন মানুহ জন্মান্ধ আৰু জন্মৰে পৰা ধুমকলা—চকুৰেও নেদেখে, কাণেৰেও নুশুনে। এওঁৰ কাল-জ্ঞান নাইনে? অৱশ্য আছে। আমাৰ দৰেই তেওঁ বুজে, অনাদি কালৰ পৰা, কালৰ সোঁত অবিৰাম ভাবে অতীতৰ পৰা ভৱিষ্যতলৈ বৈ আছে,—ইয়াৰ আদি নাই, অন্ত নাই। এই কথা তেওঁ আমাৰ দৰেই বুজে—কিন্তু তেওঁৰ কাল-জ্ঞান আনৰ আগত প্ৰকাশ কৰিবৰ তেওঁৰ সাধ্য নাই। তেওঁ কথা ক'ব পাৰে, কিন্তু ঘণ্টা মিনিটৰ নাম ওনা নাই ; লোকক ঘণ্টা মিনিটৰ হিচাপেৰে তেওঁ বুজাব নোৱাৰে। অৱশ্য তেওঁ আন এককেৰে বুজাব পাৰিব, যেনে, "এখন তামোল খাবৰ সময়," কিন্তু তেতিয়া হ'লেও, তেওঁৰ তামোল খাবৰ সময়টো কিমান দীঘল, লোকে জানিব লাগিব। নহ'লে তেওঁৰ কাল-জ্ঞান আনৰ আগত প্ৰকাশ কৰি বুজাব নোৱাৰে। এইদৰে ভাবিলেই আমি বুজিব পাৰিম যে আমি যাক কাল বুলি জানো সেইটো কালৰ জোখহে। যি বস্তু জুখিলো সেইটো নিশ্চয় বেলেগ—সেইটোৱেই 'অখণ্ড কাল'। এই অখণ্ড-কাল-জ্ঞান আৰু আমাৰ নিজ অস্তিত্বৰ জ্ঞান, দুয়োটা একে জ্ঞান। "মই আছোঁ" এই ভাবেই অখণ্ড-কালৰ ভাব। ইংৰাজীত বৈজ্ঞানিকসকলে ইয়াকে 'becoming' বা 'time lived' বুলিছে। ই ভাব পদাৰ্থ আৰু ই আপেক্ষিক। ইয়াৰ দৈৰ্ঘ্য মহাকাশত আমাৰ গতিৰ ওপৰত নিৰ্ভৰ কৰে। এই আপেক্ষিক কাল আৰু আমাৰ অচ্ছেদ্য সম্বন্ধ পণ্ডিতসকলে গণনা কৰি পাইছে আৰু আমি নিজে গণনা কৰিবলৈকো তেওঁবিলাকে আমাক এটা সহজ সাংকেতিক নিয়ম দিছে।*

এই আপেক্ষিক কাল-জ্ঞান আমাৰ নিজা সম্পত্তি। ইয়াক আমি, আন অনুভূতিৰ দৰে, বহিৰ্জগতৰ পৰা ইন্দ্ৰিয়যোগে পোৱা নাই। বহিৰ্জগতৰ সকলো ঘটনা, সকলো বস্তু, ধ্বংস হৈ গ'লেও ই বৈ গৈ থাকিব। ইয়াৰ ছেদ নাই, ভেদ নাই আৰু বিশেষতঃ বহিৰ্জগতৰ ঘটনাৰ লগত ইয়াৰ সম্পৰ্ক নাই। কিন্তু এই অখণ্ড কাল-জ্ঞানৰ খণ্ড খণ্ড অংশ আমি বাহিৰৰ ঘটনা বা মানসিক ভাবৰ পৰা অনুভৱ কৰিব পাৰোঁ আৰু ব্যৱহাৰিক জীৱনত, এই অনুভৱ লোকক বুজাবৰ আমাৰ সদায় আৱশ্যকো হয়; নহ'লে, আমি সমাজত থাকিব নোৱাৰো। এখন কাপোৰ দেখিলেই তাৰ জোখতো আমি অনুমানতে বুজোঁ; তাক জুখি চাবৰ আমাৰ নিজৰ নিমিত্তে একো আৱশ্যক নাই। কিন্তু আমাৰ অনুমান আনৰ আগত প্ৰকাশ কৰিবলৈ হ'লে, আনে বুজিব পৰা এটা নিৰ্দ্ধাৰিত একক (যেনে গজ, বা হাত) অৱলম্বন কৰিব লাগে। ঠিক সেইদৰেই মোৰ খণ্ড কাল-জ্ঞান আপোনাক বুজাবলৈ হ'লে, আমি দুয়ো বুজি পোৱা দুটা বহিৰ্জগতৰ ঘটনাৰ ভিতৰৰ সময়টোক আমাৰ একক বুলি ধৰি ল'ব লাগিব। ইয়াত দুটা কথা আছে —

(১) আপুনি আৰু মই দুয়ো মহাকাশৰ একে ঠাইতে থাকিব লাগিব, নহ'লে, আমাৰ অখণ্ড-কাল-জ্ঞানৰ সামঞ্জস্য নেথাকে। (পৃথিৱীৰ সকলো মানুহ একে ঠাইতে আছে)।

---

* Jeans—The New back—ground of Science P.92.

(২) বহির্জ্জগতৰ ঘটনা দুটা আমি দুয়ো একে সময়তে দেখা হ'ব লাগিব। (আমাৰ পক্ষে সূৰ্য্য উদয় আৰু অস্ত এনে ঘটনা)।

সেই বাবেইহে আমি আমাৰ পৃথিবীত ঘণ্টা মিনিটেৰে আমাৰ অখণ্ড-কাল-জ্ঞানৰ খণ্ড অংশ আনক বুজাব পাৰোঁ। এই বিভাগবোৰ যেন জোখ-কাঠী। ইয়াৰে সময় জুখি আনৰ আগত প্ৰকাশ কৰি আমাৰ কাম চলাওঁ। এই জোখটো আমাৰ ঘৰুৱা জোখ। ইয়াকে আমি ব্যৱহাৰিক-কাল বা খণ্ড-কাল বোলোঁ। ই আপেক্ষিক নহয়; মোৰ এঘণ্টা আৰু আপোনাৰ এঘণ্টা, সদায় সমান—পৃথিবীৰ সকলো মানুহৰ পক্ষে সমান; কাৰণ, আমি ইয়াক, বাহিৰৰ ঘটনা অৱলম্বন কৰি, সমান কৰি, নিজে গঢ়ি লৈছো। সেইবাবে বাহিৰৰ ঘটনা নহ'লে এই খণ্ড-কালৰ অস্তিত্বই নেথাকে।

এতিয়া ভাবি চাওক, আমাৰ এই ঘৰুৱা বিভাগটো অৰ্থাৎ আমাৰ এই ব্যৱহাৰিক-কালটো, আন নক্ষত্ৰবাসীক কেনেকৈ বুজাওঁ? বুজাবৰ কোনো উপায় নাই। তেওঁবিলাকৰ কাল-বিভাগ আমাৰ লগত নিমিলে; তেওঁবিলাক মহাকাশৰ বেলেগ ঠাইত থাকি বেলেগ বেগেৰে গৈছে এই বিশ্ব-সংসাৰত এনে দুটা ঘটনা নাই, যাক আমি আৰু তেওঁবিলাকে একে সময়তে দেখিছোহঁক। আমি আজি মহাকাশত যি ঘটনা দেখিছো, সেই ঘটনা তেওঁবিলাকে হয়তো বহুত দিনৰ আগেয়েই দেখিলে বা বহুত দিনৰ পিচতহে দেখিব। ইয়াৰ কাৰণ হৈছে—পোহৰৰ গতি (Velocity of light)। ধৰক, পৃথিবীত আজি এটা ঘটনা ঘটিছে (ধৰক, জাপানৰ এটম্ ব'মটোকে)। ইয়াৰ পৰা পোহৰ অশ্বিনী নক্ষত্ৰলৈ যাওঁতে কোটি কোটি বছৰ লাগে। অশ্বিনী নক্ষত্ৰত যদি মানুহ আছে, তেওঁলোকে জাপানৰ ঘটনাটো কোটি কোটি বছৰৰ পিচতহে দেখিব। সেইদৰে, ভৰণী নক্ষত্ৰত আজি হোৱা ঘটনাটো আমি কোটি কোটি বছৰৰ পিচতহে দেখিম। ভূত, ভবিষ্যত, আৰু বৰ্ত্তমান বিভাগটো সকলো নক্ষত্ৰতে একে নহয়। আমাৰ স্থানীয় সময় যেনেকৈ সকলো ঠাইতে একে নহয়, সেইদৰে ভূত ভবিষ্যৎ বৰ্ত্তমান বিভাগো সকলো নক্ষত্ৰতে একে নহয়। ই সময়ৰ প্ৰকৃত ভেদ নহয়। এই কথাটো যদি এবাৰ আমি ভালকৈ বুজি লওঁ তেন্তে কালৰ আচল তত্ত্বটি বুজা সহজ হৈ পৰে। তেতিয়া আমি বুজিম যে আমি যাক কাল বোলোঁ—অৰ্থাৎ আমাৰ ব্যৱহাৰিক বা খণ্ড-কালটো প্ৰকৃততে বহিৰ্জ্জগতৰ ঘটনা অৱলম্বন কৰি আমি মনেৰে গঢ়ি লোৱা এটা কল্পনা মাত্ৰ। কিন্তু আমি এনে অভ্যস্ত হৈছো যে এই কাল্পনিক কালকে আমি এটা বাস্তৱ পদাৰ্থ বুলি ধৰি লৈ ভাবোঁ যে গোটেই বিশ্ব-ব্ৰহ্মাণ্ডৰ এয়ে সময়। আমি পাহৰি যাওঁ যে এইটো আমাৰ ঘৰুৱা জোখহে, পৃথিবীৰ মানুহৰ বাহিৰে ইয়াক কোনেও নুবুজে। এই কথাটো বুজিব পাৰিলেই আমি বুজিম যে সকলো নক্ষত্ৰ-বাসীৰ কাল-বোধ একে হ'ব নোৱাৰে। [আমি ইয়াৰ পাছত দেখিম যে সাংখ্য মতেও কালৰ ভূত, ভবিষ্যৎ ভেদটো, মনে-গঢ়া ভেদ। কালৰ সম্বন্ধে সাংখ্য আৰু আধুনিক বিজ্ঞানৰ একো মত-ভেদ নাই; বৰং, (আমি ভাবোঁ যে) সাংখ্যৰ যুক্তিখিনি বুজিবলৈ অলপ সহজ হে। (৩৩ কাৰিকা চাওক)]

(৫)

আমি ওপৰত ৰুডৰ্ফ'ৰ্ডৰ কথা কৈ আহিছো। ইউৰোপীয় বিজ্ঞান-ৰাজ্যত আজি ৪০ বছৰ ব্যাপী যি ৰাষ্ট্ৰ-বিপ্লৱ চলিছে, তাৰ বাবে এনষ্টিনৰ গাত সিমান দোষ নাই। বৈজ্ঞানিক বিচাৰালয়ত ৰুডৰ্ফ'ৰ্ডহে এই বিদ্ৰোহৰ বাবে দোষী হ'ব। তেওঁ হে সাংখ্য-দৰ্শনৰ মূল তথ্য—এই জগতত যে শক্তিৰ বাহিৰে একো নাই—এই তথ্যটি, পৰীক্ষাৰে প্ৰমাণ কৰি জগতক দেখুৱালে। ইউৰোপ স্তব্ধ হ'ল। সাংখ্যৰ গৌৰৱ বাঢ়িল। বিজ্ঞান যিমানেই আগ বাঢ়িছে সিমান সাংখ্য-দৰ্শনৰ ওচৰ চাপি আহিছে।

ৰুডৰ্ফ'ৰ্ডে পৰমাণু ভাঙি তাৰ ভিতৰত কেৱল বিজুলী কেন্দ্ৰ আৰু বিজুলী-বিন্দু মাত্ৰ পালে—অৰ্থাৎ পৰমাণুৰ ভিতৰখন শুদা; মাত্ৰ বিদ্যুৎ-শক্তি। দুয়োটা সমান অথচ বিপৰীত বিদ্যুৎ-শক্তি; কিন্তু ইহঁতৰ গঠন বেলেগ। বিজুলী-কেন্দ্ৰ এটাৰ ব্যাপ্তি (mass) বিজুলী-বিন্দুৰ ব্যাপ্তিৰ ১৮৪০ গুণ। বিজুলী-বিন্দু এটাৰ ব্যাস পৰমাণুটোৰ ব্যাসৰ ১/৫০০০০ অংশ হ'ব। ইয়াৰ পৰা বুজিব পাৰি, ই কিমান সূক্ষ্মাতিসূক্ষ্ম পদাৰ্থ (যদি বাস্তৱিক ইয়াক পদাৰ্থ বুলিব পাৰি)। ইয়াৰ দিব্যাপ্তি আছে বুলি ক'ব নোৱাৰি। এই বিজুলী-বিন্দু আৰু বিজুলী-কেন্দ্ৰবোৰৰ বিষয়ে এতিয়াও পণ্ডিতসকলৰ অনুসন্ধান আৰু পৰীক্ষা চলি আছে। ইহঁতৰ ব্যৱহাৰ বৰ অদ্ভুত। পণ্ডিতসকলে আজিলৈকে সঠিক কৈ এই মাত্ৰ ক'ব পাৰে যে সকলো পৰমাণু কেৱল বিজুলী-বিন্দু আৰু

বিজুলী-কেন্দ্ৰৰে সংগঠিত। পৰমাণুটোত সমান সংখ্যাৰ বিজুলী-বিন্দু আৰু বিজুলী-কেন্দ্ৰ থাকে।*

তাৰে, প্ৰায় আধামান বিজুলী-বিন্দু আৰু গোটেইখিনি বিজুলী-কেন্দ্ৰ গোটখাই এটা চকলা বান্ধে আৰু সেইটোকে আশ্ৰয় কৰি বাকীবোৰ বিজুলী-বিন্দু তাৰ চাৰিও ফালে (সূৰ্য্যৰ চাৰিও ফালে গ্ৰহবোৰৰ দৰে) নিজ নিজ কক্ষত ঘূৰি থাকে। এইদৰেই, পৰমাণুটোৰ ভিতৰখন যেন এখন ক্ষুদ্ৰ সৌৰ-জগৎ। এই আশ্ৰয়/চকলাক ইংৰাজীত nucleus বোলে; আৰু ঘূৰ্ণায়মান বিজুলী-বিন্দুবোৰক Satellite electrons বোলে। সাধাৰণতঃ ইহঁতৰ সংখ্যা অনুসাৰেই ৰাসায়নিক পণ্ডিতসকলে মৌলিক পদাৰ্থবোৰৰ শ্ৰেণী বিভাগ কৰে। এই সংখ্যাৰ ওপৰতে মৌলিক পদাৰ্থৰ ৰাসায়নিক আৰু ভৌতিক প্ৰভেদবোৰ নিৰ্ভৰ কৰে। এইটো ঠিক যে বিজুলী-কেন্দ্ৰবোৰ নিষ্ক্ৰিয় বা জড়। যত ৰকমৰ ক্ৰিয়া বা পৰিণাম সংসাৰত হয়, সকলোবোৰ বিজুলী-বিন্দুৰ কাৰ্য্য। এই বিজুলী-বিন্দুবোৰেই জগতৰ আচল ক্ৰিয়া-শক্তি; ইহঁত অবিভাজ্য—অৰ্থাৎ ইহঁতত কৈ শক্তিৰ সূক্ষ্মতৰ অংশ আৰু হ'ব নোৱাৰে। ইহঁত অমৰ।

(৬)

আমি যদি গোটেই জগতৰ-কথা একেলগে ভাবোঁ তেন্তে বুজিব পাৰোঁ যে সময়ৰ লগে লগে ইয়াৰ নানা ৰকমৰ পৰিবৰ্ত্তন হৈ আছে, আৰু সৃষ্টিৰ শেহলৈকে হৈ থাকিব। এক মুহূৰ্ত্তও পৰিণাম নোহোৱাকৈ নেথাকে। কিন্তু এই পৰিণাম উদ্দেশ্যহীন পৰিণাম নহয়; হোৱাহ'লে জগতৰ সকলো কথা ওলট্-পালট্ হ'লহেঁতেন —এটা ঘটনাক আমি বিপৰীত শক্তি প্ৰয়োগ কৰি অ-ঘটনা কৰিব পাৰিলোহেঁতেন; যাগ্ দি তেনেকৈ কেঁচা কল পকাব পাৰো, সেইদৰেই বৰফত থৈ পকা কল কেঁচা কৰিব পাৰিলোহেঁতেন।

সময়ৰ গতি যেনেকৈ অনৱচ্ছিন্ন ভাৱে অতীতৰ পৰা ভবিষ্যতলৈহে বৈ যায় ঠিক সেইদৰেই ক্ৰিয়া-শক্তিৰ গতিও সদায় অনৱচ্ছিন্ন ভাৱে নিজৰ উদ্দেশ্যৰ ফালেহে বৈ যায়,—বিপৰীত ফালে ক্ৰিয়া নহয়।

একমুখীয়া সময়ৰ গতি আৰু একমুখীয়া ক্ৰিয়া-শক্তিৰ গতি—এই দুটাৰ সম্বন্ধ তাপ-গতি-বিদ্যাই (Thermo-dynamics) এইদৰে স্থিৰ কৰিছে —

"এই জগতত বিশৃঙ্খলাৰ পৰিণাম (entropy) সদায় বাঢ়িহে যায়, কেতিয়াও টুটি নাযে।" এয়ে তাপ-গতি-বিদ্যাৰ প্ৰসিদ্ধ ২য় নিয়ম (Second Law of Thermo-dynamics)।

সাংখ্যৰ কথাৰে ক'বলৈ হ'লে, গুণৰ পৰিণামৰ বিৰাম নাই; ("পৰিণাম স্বভাৱ হি গুণা নাপৰিণম্য ক্ষণমপ্যৱতিষ্ঠন্তে" —বাচস্পতি) আৰু সেই পৰিণামৰ উদ্দেশ্য—"পুৰুষাৰ্থ সাধন।"

কিন্তু অনন্ত কাল এইদৰে পৰিণাম হৈ থাকিব নোৱাৰে। আমি যেনেকৈ এটুকুৰা কাগজ ফালি ফালি খণ্ড খণ্ড কৰিব পাৰোঁ, কিন্তু এসময়ত এই টুকুৰাবোৰ ইমান সৰু হ'বগৈ যে আৰু ফাল নেখায়, সেইদৰেই জগতৰ পৰিণামকাৰী ক্ৰিয়াশক্তিৰ এদিন এনে দিন আহিব যে আৰু পৰিণাম নহয়—আৰু বিশৃঙ্খল হ'ব নোৱাৰে। সেই অৱস্থাই, আমাৰ শাস্ত্ৰৰ মহাপ্ৰলয়, আৰু আধুনিক বিজ্ঞানৰ, "তাপগতিৰ সাম্যাৱস্থা" (Thermo-dynamic equllibrium)। তেতিয়া ভূত ভবিষ্যৎ বোধ নেথাকে; শক্তিৰ ক্ৰিয়া নেথাকে; পোহৰ নেথাকে, একো নেথাকে । এই অৱস্থাৰ পাছত আকৌ ক্ৰিয়াশক্তি আগৰদৰে শৃঙ্খলাবদ্ধ হলে, আকৌ আগৰদৰে সৃষ্টি হ'ব। এইদৰে সৃষ্টিৰ পাছত প্ৰলয় আৰু প্ৰলয়ৰ পাছত সৃষ্টি হৈ থাকিব। এয়ে তাপ-গতি-বিদ্যাৰ সিদ্ধান্ত।

আমাৰ শাস্ত্ৰতো এই কথাকে কয় আৰু আমি তাক বিশ্বাস কৰোঁ। কিন্তু আধুনিক বৈজ্ঞানিকসকলে বিশ্বাস কৰিবলৈ অলপ টান পায়; অথচ নকৰিও উপায় নাই। কাৰণ, তাপ-গতি-বিদ্যাৰ দ্বিতীয় নিয়মটো গণিত শাস্ত্ৰৰ সিদ্ধান্ত; কোনো বৈজ্ঞানিকে ইয়াক অস্বীকাৰ কৰিব নোৱাৰে। সেইগুণেই এডিংটনে কথাটো অতি সাৱধানে ঘূৰাই পকাই কবলৈ বাধ্য হৈছে। তেওঁ কৈছে—

(১) "Scientist and theologians alike must regard as somewhat crude the naive theological doctrine which (suitably disguised) is at present to be found in every text book of thermo-dynamics, namely that some billions of years ago, God wound up the material universe, and has left it to chance ever since........It is one of those conclusions

* এই বাবেই এই জগতত যিমান বিজুলী-বিন্দু আছে সিমান বিজুলী-কেন্দ্ৰও আছে। ইয়াৰ এটাও কম-বেছি হ'ব নোৱাৰে। পণ্ডিতসকলে কয় যে জগতত বিজুলী-বিন্দুৰ মুঠ সংখ্যা (১০)$^{৭৯}$ বিজুলী-কেন্দ্ৰৰ মুঠ সংখ্যাও (১০)$^{৭৯}$—অৰ্থাৎ ১-ৰ পিছত ৭৯ টা শূন্য।

from which we can see no logical escape —only it suffers from the draw-back that it is incredible."

[The Nature of the Physical World ; P.90]

(২) "………the present course will repeat itself many times over—an infinite number of times in fact—before reaches ∝. Don't ask me whether I really believe or expect you to believe that this will happen.

Logic in Logic. That's all I say"

[New Path-ways in Science ; P62]

ইয়াৰ সাৰমৰ্ম্ম এই—

(১) "আজি কালিৰ তাপ-গতি-বিদ্যাৰ সকলো ইস্কুলীয়া কিতাপতে প্ৰকাৰান্তৰে এই কথাহে পোৱা যায় যে কোটি কোটি বছৰৰ আগেয়ে, ঈশ্বৰে এই জগতখন যেন এটা নিয়ম লগাই এৰি দিলে আৰু সি নিজে নিজে যদৃচ্ছা ক্ৰমে চলি আহিছে। এই সিদ্ধান্ত বিশ্বাসৰ যোগ্য নহয়; কিন্তু ইয়াৰ হাতৰ পৰা এৰাবৰ উপায় নাই।"

(২) "(তাপ-গতি-বিদ্যাৰ সিদ্ধান্ত এই যে) বৰ্ত্তমান ঘটনাবোৰ ঘূৰি ঘূৰি হৈ থাকিব; অনন্ত বাৰ ঘূৰি আহিব। এই সিদ্ধান্ত মই বিশ্বাস কৰোঁ নে নকৰোঁ, বা তোমালোকে বিশ্বাস কৰিবা বুলি আশা কৰোঁ নে নকৰোঁ, সেই কথা মোক নুসুধিবাহঁক। ন্যায়-শাস্ত্ৰৰ সিদ্ধান্ত, সিদ্ধান্তই—মই এই মাত্ৰ হে কওঁ।" [সাংখ্য-দৰ্শনৰ ৯ আৰু ২৭ কাৰিকা আৰু পাতনি (৮) চাওক। সাংখ্য-দৰ্শনেও এইদৰেই কৈছে।]

(৭)

তেন্তে বিজ্ঞানৰ পৰীক্ষাসিদ্ধ (আৰু সেই বাবে, সুনিশ্চিত) সিদ্ধান্ত এই যে বিদ্যুৎ-শক্তিৰ ঢৌৰ বাহিৰে এই জগতত আৰু একো নাই।

এডিংটনে কৈছে—

"আমি মনত ৰাখিব লাগিব যে "বস্তু" বোলা কথাটো আজি কালি পদাৰ্থ-বিজ্ঞানত নাই। আমি শেহত যি পাইছোঁ গৈ সেইটো এটা নাম—ঢৌ! ঢৌ!! ঢৌ!!!—(বা নহ'লে যদি আপেক্ষিকতাবাদলৈ যাওঁ, তেন্তে)—দিগ্‌-ব্যাপ্তি-ৰেখা। কাৰণ আগৰ বিজ্ঞানত যাক 'বস্তু' বুলিছিল, আজি-কালিৰ মতে সি শক্তিহে আৰু সেই শক্তিয়েই, আপেক্ষিকতাবাদত, কেৱল দিক্কালত এটা ব্যাপ্তি ৰেখা, বা আণবিকবাদ মতে, "স্পন্দনৰ কাল-ব্যাপ্তি" মাত্ৰ।"*

এডিংটনৰ এই ঢৌবোৰো কোনো পাৰ্থিৱ পদাৰ্থ নহয়। বিজ্ঞানত ইইতক সম্ভাৱনাৰ ঢৌ (Waves of probabilities) বোলে। বিজুলী-বিন্দুবোৰৰ গতি আৰু স্থিতিৰ বিষয়ে আমাৰ যে সুনিশ্চিত জ্ঞান হ'ব নোৱাৰে, এই ঢৌবোৰে প্ৰকাৰান্তৰে (অৰ্থাৎ গণিত শাস্ত্ৰৰ ভাষাৰে) তাকেহে প্ৰকাশ কৰে।**

তেন্তে এতিয়া প্ৰশ্ন হ'ল যে শুদা এই বিদ্যুৎ-শক্তিৰ পৰা জগতখন কেনেকৈ হ'ল। * এই বিষয়ে বৈজ্ঞানিকসকলে কয় যে আপেক্ষিকতাবাদ মতে জগতৰ আচল স্বৰূপ কি কোনেও নেজানে। (পাতনি (৩) চাওক) সেই বাবে আজিকালিৰ বিজ্ঞানে (বৈজ্ঞানিক পৰীক্ষা আৰু অনুসন্ধানৰ কাৰণে) বাহ্য বস্তুক অজ্ঞেয় (unobservable) বুলি ধৰি লৈছে।† বিজ্ঞানে এই মাত্ৰ জানে যে প্ৰত্যেক বাহ্য-বস্তু বিদ্যুৎ-শক্তিৰ সমষ্টি মাত্ৰ। বাহ্য-বস্তুৰ পৰা শক্তি আহি আমাৰ ইন্দ্ৰিয়ত পৰেহি আৰু ইন্দ্ৰিয়ৰ শিৰবোৰৰ স্পন্দন হয়। এই স্পন্দন যন্ত্ৰেৰে মস্তিষ্কৰ ভিতৰলৈকে অনুধাৱন কৰিব পাৰি। তাৰপৰা সিঁহত ক'লৈ যায়, বিজ্ঞানে নেজানে।

বিজ্ঞানে কেৱল জানে যে বাহিৰত শক্তি আছে আৰু ভিতৰত আমাৰ মনটো আছে।° বাহিৰৰ পৰা শক্তি (বিজুলী-বিন্দুৰ ঢৌ) আহি আমাৰ চকুত বা আন ইন্দ্ৰিয়ত আঘাত কৰিলেই আমাৰ অনুভূতি হয়। বাহিৰৰ বস্তুৰ লগত আমাৰ এই মাত্ৰ সম্বন্ধ। আমি যেন শত্ৰুৰে অৱৰোধ কৰা দুৰ্গ এটাত সোমাই আছোঁ। বাহিৰৰ একো খবৰ নেপাওঁ; যি খবৰ

---

* It is pertinent to remember that the concept of substance has disappeared from fundamental physics. What we have ultimately come down to is form— — waves ! waves !! waves !!! or for a change if we come down to relativity theory—curvature ! Energy which, since it is conserved, might be looked upon as the modern successor of substance, is in relativity theory a curvature of space time and in the quantum theory, a periodicity of waves."

[Eddington—Philosophy of Physical Science ; P 110].

** এইবোৰৰ বিষয়ে, জিন্সে এইদৰে লিখিছে :—

"The electric and magnetic forces are mental constructs of our own, resulting from our misguided efforts to understand the motions of the particles."

[Jeans—Physics and Philosophy, P. 200]

† এই একে প্ৰশ্নৰ উত্তৰ সাংখ্য-দৰ্শনেও দিছে। পাঠকসকলে মিলাই চাব (১৬|৩৪ কাৰিকা।

Jeans—The New back-ground of Science, P. 177-8

° ইউৰোপীয় দৰ্শন মতে মন, অহংকাৰ, বুদ্ধি, আত্মা, চিত্ত, একে।

আছে সিও সাঙ্কেতিক। এই সঙ্কেত (অৰ্থাৎ টৌ) বোৰকে আমাৰ মনে আকাৰ, বৰণ, ৰূপ, ৰস আদিৰ সাজ-পাৰ পিন্ধাই আমাৰ জ্ঞানৰ বিষয়ী-ভূত কৰায়; আমাৰ বস্তু জ্ঞান হয়। কিন্তু আমি জানো যে সেই সাজ-পাৰবোৰ সেই টৌবোৰৰ নাছিল; সেইবোৰ আমাৰ মনেগঢ়া সাঁজ পাৰ।*

নজনা মানুহে টেলিগ্ৰাম এখন পালে প্ৰায় ভুল কৰে যে টেলিগ্ৰাম খনৰ আখৰবোৰ প্ৰেৰকৰ নিজৰ হাতৰ। এনে ভুল আমি দিনৌ কৰিছোঁ। আমিও ভাবিছোঁ যে ৰূপ, ৰস আদি, ঠিক সেই সেই ৰূপেই, বস্তুত লাগি আছে। প্ৰকৃতপক্ষে বহিৰ্জ্জগতত ভিন্ন ভিন্ন সূক্ষ্মতাৰ (wave-length) বিজুলী-চুম্বকৰ স্পন্দনৰ বাহিৰে আৰু একো নাই। বস্তুত এই ৰূপ-ৰসাদি লাগি থকা নাই। সুমথিৰা টেঙা এটাত যদি সোৱাদটো লাগি আছে বুলি কোৱা হয়, তেন্তে ঠিক সেই যুক্তিৰেই ক'ব পাৰি যে ডাক্তৰৰ বেজীটোত যন্ত্ৰণাটো লাগি আছে। আমি সোৱাদ, ৰং আদি কথাবোৰ দুটা অৰ্থত ব্যৱহাৰ কৰোঁ; ১ম—আচল ভাবটো; ২য়, সেই ভাব উদ্ৰেক কৰিব পৰা শক্তিটো। ১ম টো আমাৰ মনত হে আছে; ২য় টো বহিৰ্জ্জগতত স্পন্দন স্বৰূপে আছে; এই দুটা কথা মনত ৰাখিলেই আমি বুজিম যে বহিৰ্জ্জগতত শক্তিৰ বাহিৰে একো নাই।**

এয়ে আমাৰ বস্তু-জ্ঞানৰ বৃত্তান্ত। আমাৰ ভাববোৰৰ মূলতো সেই বিজুলী-চুম্বক স্পন্দন। বহিৰ্জ্জগতৰ পৰা টৌ আহি প্ৰথমতে অনুভূতি হয় আৰু তাৰ পাছত সেইবোৰেই ভাব বা স্মৃতি হৈ আমাৰ মনত থাকি যায়। সময়ত সেই ভাববোৰকে আমি সজীৱ অৱস্থালৈ আনিব পাৰো—যেনে, আমি সুঁৱৰিব পাৰো বা সমাজিক দেখো। এইদৰেই আমাৰ সকলো বস্তু-জ্ঞান, আৰু সকলো ভাবৰ মূলত সেই বহিৰ্জ্জগতৰ বিজুলী-চুম্বক টৌ। †

বৈজ্ঞানিকসকলৰ এই নতুন মনোবিজ্ঞানো সংখ্য-দৰ্শনৰ লগতে পদে পদে মিলিছে (২৮ কাৰিকা চাওক)।

## ২। সাংখ্য-দৰ্শন সম্বন্ধে জানিবলগীয়া দুটামান কথা

(৮)

সাংখ্য মতে পদাৰ্থ মুঠেই তিনিটা *

ব্যক্ত, অব্যক্ত আৰু পুৰুষ। (২ কাৰিকা) ইয়াৰ ভিতৰত পুৰুষবোৰ অব্যক্তৰ অন্তৰ্গত। ††

সেইগুণে, পুৰুষবোৰ বাদ দিলে, পদাৰ্থ মুঠেই দুটাত হে ৰয় গৈ—ব্যক্ত আৰু অব্যক্ত।

ব্যক্ত—গোটেই বিশ্ব-ব্ৰহ্মাণ্ডৰ সকলো দৃশ্য বা অনুমেয় বস্তুবোৰেই ব্যক্ত পদাৰ্থ।

অব্যক্ত—সৎকাৰ্য্যবাদী সাংখ্য মতে কাৰণ নহ'লে কাৰ্য্য নহয়। ব্যক্ত পদাৰ্থবোৰৰ নিশ্চয় কিবা এটা কাৰণ আছে। সেই মূল কাৰণটি নিশ্চয় নিজে কাৰণ-হীন; নহ'লে কাৰণৰ কাৰণ, তাৰ কাৰণ—এইদৰে বিচাৰি আমি অনন্ত কাললৈকে গৈ থাকিব লাগিব। সকলো ব্যক্ত পদাৰ্থৰ (অৰ্থাৎ এই বিশ্ব-ব্ৰহ্মাণ্ড) সেই মূল কাৰণ-হীন কাৰণটিকে সাংখ্য-দৰ্শনে "অব্যক্ত" বুলিছে। (১৫ কাৰিকা চাওক।

আমি তেন্তে পালোঁ—

অব্যক্ত— কাৰণ; ব্যক্ত— কাৰ্য্য।

অব্যক্ত—কাৰণ হীন (অহেতুমৎ); ব্যক্ত—কাৰণ-যুক্ত (হেতুমৎ)।

যুক্তিৰে অনুমান কৰি আমি আৰু বুজিব পাৰো যে অহেতুমৎ হ'লেই, অনন্ত, অসীম, নিৰৱয়ৱ অজ্ঞেয়, নিষ্ক্ৰিয়, আৰু সৰ্ব্ব-গত হ'বই লাগিব। ইয়াৰ অন্যথা হ'বই নোৱাৰে। (এইবোৰ যুক্তি ১০ কাৰিকাত দিয়া হৈছে)।

---

*পাঠকসকলৰ ভিতৰত যি সদায় চিনেমা, ৰেডিঅ' দেখি আছে বা বৰ্ত্তমান যুগৰ দূৰ-দৃষ্টিৰ (Television) কথা শুনিছে, তেওঁবিলাকে অতি সহজে বুজিব কেনেকৈ কেৱল তড়িৎ শক্তিৰ স্পন্দনেই আমাৰ বস্তুজ্ঞানৰ মূল।

** Eddington—New Path-ways in Science, Chap. I & Chap. XIII.

† Jeans—Physics and Philosophy. P. 41

।* ব্যক্তাব্যক্তপুৰুষাস্ত্ৰয়ঃ পদাৰ্থাঃ—গৌড়পাদ ভাষ্য, ৬১ কাৰিকা।

†† বাচস্পতিৰ মতে পুৰুষবোৰক ব্যক্ত ধৰ্মী বুলিব পাৰি; কিন্তু সিহঁত অব্যক্তৰ অন্তৰ্গত। পুৰুষবোৰ—অৰ্থাৎ জীবাত্মাবোৰ দ্ৰষ্টা নিৰ্গুণ, চেতন। সেইগুণে ১০ কাৰিকাৰ সংজ্ঞাৰ মতে সিহঁত অব্যক্ত। আকৌ সিহঁত বহুত (অনেক)—"অনেকং ব্যক্তং" এই ১০ কাৰিকাৰ নিৰ্দ্দেশ মতে সিহঁত ব্যক্ত ধৰ্মী।

সেইদৰেই যেতিয়া নিষ্ক্ৰিয় (গুণৰ সাম্যাবস্থা) তেতিয়া অব্যক্ত। আৰু যেতিয়া সক্ৰিয় বা ত্ৰিগুণ তেতিয়া ব্যক্ত (১০ কাৰিকা)।

সাংখ্য দৰ্শনত ব্যক্ত, আৰু অব্যক্ত, বস্তুৰ দুটা অৱস্থা বুলি ধৰিলেহে বুজিবলৈ সহজ হয়।

এইবাবেই গৌড়পাদে কৈছে যে সাংখ্যৰ 'অব্যক্ত' আৰু বেদান্তৰ 'ব্ৰহ্ম' একে অৰ্থৰ শব্দ (২২ কাৰিকাৰ ভাষ্য আৰু ১০ কাৰিকাৰ ব্যাখ্যা চাওক)।

ঠিক সেই একেবোৰ যুক্তৰে আৰু প্ৰমাণ হয় যে হেতুমৎ বস্তু মাত্ৰেই অব্যক্তৰ সম্পূৰ্ণ বিপৰীত হ'বই লাগিব অথচ অব্যক্তৰ অন্তৰ্গত হ'ব লাগিব। অব্যক্তৰ আশ্ৰিত হ'ব লাগিব।

[কাৰ্য্য আৰু কাৰণৰ এনে আচৰিত বৈপৰীত্য কিয় হয় তাক ১৪ কাৰিকাত ব্যাখ্যা কৰা হৈছে।]

কাৰ্য্য সদায় তাৰ কাৰণত থাকে আৰু উপযুক্ত সময়ত শক্তিৰ ক্ৰিয়াৰ দ্বাৰা প্ৰকাশ হয় (৯ কাৰিকা চাওক)। এই যে কাৰণৰ পৰা কাৰ্য্য বিসৃষ্ট বা পৃথক হয়, তাকে সাংখ্য-দৰ্শনে "সৰ্গ" বা "সৃষ্টি" বোলে। যি শক্তিৰ দ্বাৰা এইদৰে বিসৃষ্ট হয়, সেই মূল শক্তিকে প্ৰকৃতি বোলে। ক্ৰিয়া নহ'লে শক্তিৰ অভিব্যক্তি নহয়। সেইগুণে ক্ৰিয়া নোহোৱা অৱস্থাত (অৰ্থাৎ সত্ত্বৰজস্তমে গুণৰ সাম্যাৱস্থাত) প্ৰকৃতিও অব্যক্ত। শক্তিৰ ক্ৰিয়া * বা গুণৰ পৰিণাম আৰম্ভ হ'লেই প্ৰকৃতি (আৰু লগে লগে গোটেই বিশ্ব-ব্ৰহ্মাণ্ড) অব্যক্তৰ পৰা ব্যক্ত হয় (১১ কাৰিকা চাওক)।

এই পৰিণামৰ বিৰাম নাই। ঘড়ী এটা চলাই দিলেই সি যেনেকৈ আপোনাআপুনি চলি থাকে, ঠিক সেইদৰেই, গুণৰ পৰিণাম এবাৰ আৰম্ভ হ'লেই, সি আপোনাআপুনি, নিয়মৰ অধীনে আৰু নিৰ্দ্দিষ্ট উদ্দেশ্যৰে চলি থাকে (২৭ কাৰিকা চাওক)। এই দৰেই গুণৰ পৰিণামৰ দ্বাৰা অব্যক্তৰ পৰা জগৎ ব্যক্ত হয়। এই পৰিণাম ভালকৈ বুজিবলৈ তাৰ বেলেগ বেলেগ ২৩ টা অৱস্থা ব্যাখ্যা কৰিছে; যেনে— মহত্তত্ত্ব, অহঙ্কাৰতত্ত্ব ইত্যাদি (৩ কাৰিকা চাওক)।

(৯)

গুণৰ পৰিণাম আৰম্ভ হলেই, প্ৰকৃতিৰ লগতে, পুৰুষবোৰো ব্যক্ত হয়। এই আদি অৱস্থাত পুৰুষবোৰ যেন মূৰ্চ্ছিত বা অজ্ঞানাচ্ছন্ন হৈ (গৌড়পাদৰ মতে প্ৰকৃতিৰ মোহ-বন্ধন-বদ্ধ হৈ — ৪০ কাৰিকাৰ ভাষ্য) প্ৰকৃতিত লীন হৈ থাকে। আমি ভাষাৰে ভাব প্ৰকাশ কৰিবলৈ এইদৰে কবলৈ বাধ্য হৈছোঁ; নহ'লে, "প্ৰকৃতিত লীন হৈ থাকে" এই কথাৰ একো অৰ্থ নাই। আমি সৃষ্টিৰ আদি বুলি যি সময়ক লক্ষ্য কৰিলো, সেই সময়ত কাল আৰু দিক্ নাছিল। সেই সময়ত দুটা বস্তুৰ বেলেগ বেলেগ অস্তিত্বৰ কথা কেনেকৈ ভাবিব পাৰি? দিক্-জ্ঞান নহ'লে ভেদ-জ্ঞান কেনেকৈ হ'ব? দিক্কালত জোৰা নলগালে আমি ভাবিব নোৱাৰো, কথা ক'ব নোৱাৰো; সেই বাবেই ক'বলৈ বাধ্য হ'লো যে সৃষ্টিৰ আগত "পুৰুষবোৰ" প্ৰকৃতিত লীন হৈ থাকে। পুৰুষ "বোৰ" বোলাও ভুল হৈছে, কাৰণ দিক্ ন'হলে পৃথক বা বহু ইত্যাদি কথাৰ অৰ্থ নহয়; ভেদ-জ্ঞান মনলৈ আহিব নোৱাৰে। সেইগুণে সংসাৰৰ এই আদি অৱস্থা বৰ্ণনা কৰিব পৰা ভাষা মানুহৰ নাই! এইটো হ'লে ঠিক যে সেই সময়ত পুৰুষবোৰৰ পৃথক্ বা ব্যক্তিগত অস্তিত্ব নেথাকে। সমষ্টি পুৰুষ আৰু প্ৰকৃতি একে হৈ থাকে (৩৯ কাৰিকা চাওক)। এনে অৱস্থাকে সাংখ্য-দৰ্শনত "মহত্তত্ত্ব" বুলিছে। ই অত্যুচ্চ বা সমষ্টি অহং জ্ঞান।

এই অৱস্থাটো ঠিক আমাৰ প্ৰলয়ৰ অৱস্থা। সাংখ্যৰ এই মহত্তত্ত্বকে পুৰাণকৰ্ত্তাসকলে "হিৰণ্যগৰ্ভ" বুলিও বৰ্ণনা কৰিছে আৰু "বিৰাট-পুৰুষ" বুলিও বৰ্ণনা কৰিছে।**

হিৰণ্যগৰ্ভ, বিৰাট-পুৰুষ যেয়ে যি বোলে, সাংখ্যাচাৰ্য্যৰ তাত একো আপত্তি নাই। তেওঁ মাত্ৰ ইয়াকে বুজাব খোজে যে এই বিশ্ব-ব্ৰহ্মাণ্ডৰ সকলো পদাৰ্থ, সকলো জীৱ, নিজস্ব ব্যক্তিগত অস্তিত্ব হেৰুৱাই, সমষ্টিৰূপে মহত্তত্ত্বত থাকে; আৰু সৃষ্টিৰ পাছত নিজ নিজ কৰ্ম্ম অনুসাৰে ব্যক্তিগত অস্তিত্ব লৈ ভিন্ন ভিন্ন ৰূপে প্ৰকাশ পায়। এই কথা আধুনিক বিজ্ঞানেও অনুমোদন কৰে। জিন্সে এনেকৈ লিখিছে —

"The new quantum mechanics may perphps give a hint : In each case space and time are inhabited by distinct individuals ; but when we pass beyond space and time,—from the world of phenomena to reality,—individuality is replaced by community.......So it may be with Life. The phenomena may be individuals carrying on separate existence in space and time while, in the deeper reality beyond space and time we may all be members of one body."

[Physics and Philosophy ; p. 204]

অৰ্থাত "আজি কালৰ টৌ-গণিতে এই বিষয়ে অলপ আভাস দিয়ে; বস্তুৰে দিক্কালত ভিন্ন ভিন্ন ব্যক্তি বা পদাৰ্থ হৈ দেখা দিয়ে। কিন্তু আমি যেতিয়া দিক্কালৰ অতীতলৈ যাঁও, অৰ্থাৎ

* ১১ কাৰিকাত কোৱা হ'ব যে শক্তিৰ ক্ৰিয়া মুঠেই তিনি ৰকমৰ; সত্ত্ব, ৰজঃ আৰু তমঃ। ইহঁতক গুণ বোলে। 'শক্তিৰ ক্ৰিয়া' আৰু 'গুণৰ পৰিণাম' একে কথা। গুণ মানেই শক্তিৰ ক্ৰিয়া।

** হিৰণ্যগৰ্ভো ভগবানেষ বুদ্ধিৰিতি স্মৃতঃ।
মহানিতি চ যোগেষু বিৰিঞ্চিৰিতি চাপ্যজঃ॥ —মহাভাৰত

দৃশ্যৰ পৰা পৰমাৰ্থিকলৈ যাঁও, তেতিয়া আৰু ব্যক্তিগত অস্তিত্বৰ ঠাইত এটা সাধাৰণ অস্তিত্বহে পাঁওগৈ।........ সেই দৰেই প্ৰাণৰো হ'ব পাৰে। আমি জগতত অৰ্থাৎ দিক্কালত ব্যক্তিগত সুকীয়া অস্তিত্ব লৈ ফুৰিছোঁইক; কিন্তু দিক্কালৰ অতীতত আচলতে আমি আটাইবোৰ বোধকৰোঁ একেটা শৰীৰৰ হে অংশ।"

জিন্সৰ কথাটো নিতান্ত পেলাই দিয়া কথা নহয়। যি ঢৌ-গণিতৰ (Wave-mechanics) কথা তেওঁ কৈছে তাৰ অলপ আভাস পালেই তেওঁৰ কথাটো সহজে হৃদয়ঙ্গম হয়। এই গণনাৰ অলপ আভাস এডিংটনে দিছে।*

(এইবোৰ কথা গীতাৰ লগত ৰিজাই চাওক—অব্যক্তাদ্ ব্যক্তয়ঃ সৰ্ব্বাঃ)

(১০)

মহত্তত্ত্বৰ পিচৰ অৱস্থাটোকে সাংখ্য-দৰ্শনত অহঙ্কাৰতত্ত্ব বুলিছে। ('পিচ' শব্দটো ব্যৱহাৰ কৰি আকৌ আমি সময়ৰ ভাব মনলৈ আনিছোঁ; উপায় নাই!) এই অৱস্থাত আগৰ প্ৰকৃতিৰ শক্তিত মূৰ্চ্ছিত হৈ থ'কা পুৰুষ-সঙ্ঘৰ বোধৰ উদয় হয়। সিঁহতে প্ৰত্যেকে বুজে যে আনবোৰ পুৰুষৰ পৰা সিঁহত বেলেগ। আগৰ সমষ্টি অহং জ্ঞানৰ ঠাইত এতিয়া ভেদ-জ্ঞান হ'ল। এই ভেদ-জ্ঞানেই আমাৰ কাল-জ্ঞান আৰু দিক্-জ্ঞানৰ মূল। "মই এটা সুকীয়া পুৰুষ"— এই বোধটিত দুটা বেলেগ বেলেগ ভাব মিহলি আছে, যেনে, —

(১) "মই" ভাব— যিটো অহং জ্ঞানেই কাল-জ্ঞানৰ মূল। (৩৩ কাৰিকা চাওক)

(২) "মই সুকীয়া" ভাব— এই ভেদ-জ্ঞান।

"মই সুকীয়া"—এই জ্ঞান হ'বলৈ হ'লেই আন পুৰুষৰ অস্তিত্বৰ জ্ঞান হ'ব লাগিব। এতেকে দিক্-জ্ঞান লগে লগে আহিল। কাৰণ দিক্-জ্ঞান মানেই বাহ্য বস্তুৰ জ্ঞান; বাহ্য বস্তু নেথাকিলে দিক্-জ্ঞান নেথাকে। (পঞ্চদশী ২। ৪২—৪৫ চাওক)। এইটো অকল আমাৰ শাস্ত্ৰৰ কথাই নহয়। আধুনিক আপেক্ষিকতাবাদৰ এইয়ে মূল শিক্ষা।**

যোগবাশিষ্ঠ ৰামায়ণত কৈছে—"আকাশং বাহ্যশূন্য-ত্বাদনাকাশঞ্চ চিত্ততঃ"। যোগবাশিষ্ঠ ৰামায়ণৰ এই উক্তিৰ ইংৰাজী প্ৰতিধ্বনি হ'ল— No space without things† —জীৱ অহঙ্কাৰতত্ত্বত হ'লেই এই উভয় জ্ঞানৰ (দিক্-জ্ঞানৰ আৰু কাল-জ্ঞানৰ) উদয় হয়। এই উভয় জ্ঞানৰ মূল একে বাবেই আমি দিক্ আৰু কালৰ জোৰা নলগালে কোনো কথাকে বুজিব নোৱাৰো, ভাবিব নোৱাৰো, বা ক'ব নোৱাৰো। এই দুটা জ্ঞান পৃথক্ কৰিবও নোৱাৰি। দিক্-জ্ঞান, কাল-জ্ঞানৰ অন্তৰ্গত।

(১১)

অহঙ্কাৰতত্ত্বৰ পৰা এফালে ইন্দ্ৰিয় আৰু অন্তঃকৰণবোৰ ওলাইছে আৰু ইফালে সৃষ্টিৰ মূল ক্ৰিয়াশক্তি, তন্মাত্ৰবোৰ, ওলাইছে। তন্মাত্ৰবোৰ অহঙ্কাৰতত্ত্বৰ পৰা ওলাইছে শুণে পুৰাণকৰ্ত্তাসকলে কয় যে বিৰাট-পুৰুষৰ অহং ভাবৰ পৰা তন্মাত্ৰ-শক্তিৰ উৎপত্তি। সাংখ্য দৰ্শনৰ লগত এই কথাৰ একো বিৰোধ নাই। সাংখ্য মতেও ভাবৰ পৰা শক্তি, শক্তিৰ পৰা ভাব উৎপন্ন হয়। ভাব আৰু শক্তি অন্যোন্যাশ্ৰয়ী (৫২ কাৰিকা চাওক)।

এই তন্মাত্ৰবোৰ অবিশেষ (অৰ্থাৎ শব্দাদি বা ৰূপ-ৰসাদি-হীন) শক্তি মাত্ৰ (৩৪ কাৰিকা)। তন্মাত্ৰ ৫ বিধ—ৰূপ-তন্মাত্ৰ, ৰস-তন্মাত্ৰ, গন্ধ-তন্মাত্ৰ, স্পৰ্শ-তন্মাত্ৰ আৰু শব্দ-তন্মাত্ৰ। ইহঁতৰ ক্ৰিয়া ইমান অত্যল্পক্ষণস্থায়ী যে সিহঁতে আমাৰ একো অনুভূতি উদ্ৰেক্ কৰিব নোৱাৰে—অৰ্থাৎ সিহঁত ইন্দ্ৰিয়-গ্ৰাহ্য নহয়।

সূৰ্য্যৰ তাপত সাগৰৰ পানী ভাপ হৈ উড়ি গ'লে আমি নেদেখোঁ। কিন্তু বহুত ভাপ গোট খাই মেঘ হয়, তাৰ পাছত বৰষুণৰ পানী হয়, তাৰ পাছত গোটমাৰি বৰফ হয়। এইবোৰ আমি দেখোঁ। একে অদৃশ্য ভাপৰে এইবোৰ আমাৰ ইন্দ্ৰিয়গ্ৰাহ্য বিশেষ বিশেষ অৱস্থা মাত্ৰ। ঠিক সেইদৰেই তন্মাত্ৰবোৰ প্ৰথমতে আমি নেদেখোঁ কিন্তু অসংখ্য পঞ্চ-তন্মাত্ৰ গোটখাই মিহলি হৈ ঘনীভূত হ'লে, সিহঁতৰ অৱস্থান্তৰ হয়। তেতিয়া সিহঁতে আমাৰ অনুভূতি উদ্ৰেক্ কৰিব পাৰে—অৰ্থাৎ সিহঁত আমাৰ ইন্দ্ৰিয়গ্ৰাহ্য হয়। সিহঁতৰ প্ৰথম ইন্দ্ৰিয়-গ্ৰাহ্য অৱস্থাই আকাশ; তাৰ পাছত ক্ৰমে বাষ্পীয় (বায়ু), উষ্ণ (তেজ), পনীয়া (ৰস) আৰু গোট-মৰা (ক্ষিতি) অৱস্থাবোৰ পায়।

এই ৫টা অৱস্থাকে সাংখ্যই পঞ্চমহাভূত বুলিছে। আমি যিবোৰ বাহ্য বস্তু দেখো সেইবোৰত পাঁচোওটা তন্মাত্ৰ এইদৰে

---

* Philosophy of Physical Science, Chap. X (Concept of Existence).

**Jeans—New back-ground of Science p, 100.
— For Einstein, space can not exist without objects.

† "You can not have space without things or things without space."—Whitehead

কম-বেচি হৈ মিহলি হৈ আছে। ইয়াৰ বাহিৰে সেইবোৰত আৰু একো নাই। এইবোৰ কথা যথাস্থানত বহলাই কোৱা হ'ব। বৰ্ত্তমান সাংখ্য-দৰ্শন আৰম্ভ কৰিবলৈ পাঠকসকলে মনত ৰাখিব লাগিব যে শক্তিৰ বাহিৰে এই জগতত আৰু একো নাই। এয়ে আধুনিক বিজ্ঞানৰো পৰীক্ষাসিদ্ধ সুনিশ্চিত সিদ্ধান্ত।

(১২)

সাংখ্য-দৰ্শনৰ পদ্ধতি আচৰিত পদ্ধতি। সকলো দৰ্শনৰ সকলো আলোচ্য বিষয় অতি সংক্ষেপে, কোনো বাদ-প্ৰতিবাদ নকৰাকৈ, ক্ৰমে সজাই নিছে যে শিষ্যই অলপ চেষ্টা কৰিলেই শেহত নিজে নিজে সকলো বুজিবগৈ।

ইয়াৰ প্ৰধান বিশেষত্ব এই যে ই সমষ্টি ভাবে সৃষ্টিতত্ত্ব আৰু ব্যষ্টি ভাবে জীৱ-তত্ত্ব। জীৱ-তত্ত্ব আৰু সৃষ্টিতত্ত্ব মূলতঃ একে কথা, কাৰণ সমস্ত জীৱ গোটাইহে জগৎ। ব্যষ্টি বা সমষ্টি, যেয়ে যি ভাবেই বুজিবলৈ সহজ পায়, তেওঁ সেইদৰেই বুজিব পাৰিব।

আৰু এটা কথা বিশেষ মন কৰিবলগীয়া যে সাংখ্যই বিনা যুক্তিৰে কোনো এটা সিদ্ধান্ততো উপস্থিত হোৱা নাই। সকলো শাস্ত্ৰই সৃষ্টিতত্ত্ব সম্বন্ধে সাংখ্য-দৰ্শনক শ্ৰেষ্ঠ আসন দিছে। উপনিষদেও "তৎ কাৰণং সাংখ্যযোগাধিগম্যম্" বুলি সাংখ্যৰেহে প্ৰশংসা কৰিছে। (শ্বেত ৬।২৩)। সকলো পুৰাণে একে বাক্যে কৈছে—"ন হি সাংখ্যসমং জ্ঞানম্।" মহৰ্ষি কপিলৰ নিত্য তৰ্পণৰ বিধান শাস্ত্ৰই দিছে —

"সনকশ্চ সনন্দশ্চ তৃতীয়শ্চ সনাতনঃ।
কপিলশ্চাসুৰিশ্চৈব বোঢুঃ পঞ্চশিখস্তথা।
সৰ্ব্বেতে তৃপ্তিমায়ান্তু মদ্দত্তেনাম্বুনা সদা।"
দিনৌ এই তৰ্পণ নকৰিলে প্ৰত্যবায় আছে।

এই সাংখ্য-দৰ্শনেই জগতৰ আদি দৰ্শন। মহাভাৰতৰ মতে সকলো দৰ্শনৰ মূল সাংখ্য-দৰ্শন।

জ্ঞানং মহদ্ যদ্ধি মহৎসু ৰাজন্।
বেদেষু সাংখ্যেষু তথৈব যোগে।
যচ্চাপি দৃষ্টং বিবিধং পুৰাণে
সাংখ্যাগতং তন্নিখিলং নৰেন্দ্ৰ ।।*

এই সাংখ্য-দৰ্শনৰ আটাইবোৰ তথ্য ঈশ্বৰকৃষ্ণই মুঠতে ৬৯টা কাৰিকাত (অৰ্থাৎ মাত্ৰ ১৩৮ শাৰী কথাৰে) প্ৰকাশ কৰিছে (৭৩ কাৰিকা চাওক)। ইয়াৰ পৰাই পাঠকসকলে অনুমান কৰিব এই কাৰিকাবোৰ বুজা কিমান টান। ভাষ্যৰ সহায় নহ'লে ইয়াক বুজিব নোৱাৰি। গৌড়পাদৰ ভাষ্য আৰু বাচস্পতিৰ তত্ত্ব-কৌমুদী সাংখ্য-দৰ্শনৰ উৎকৃষ্ট ভাষ্য। এই গৌড়পাদ, সৰ্ব্বসম্মতিক্ৰমে, মাণ্ডুক্যোপনিষদৰ গৌড়পাদ— শঙ্কৰাচাৰ্য্যৰ গুৰুৰ গুৰু। মানুহে বিশ্বাস কৰে যে তেওঁ সাক্ষাৎ শুকদেৱৰ শিষ্য আছিল। বৰ্ত্তমান কিন্তু প্ৰজ্ঞানন্দ স্বামীয়ে সন্দেহ কৰে যে মাণ্ডুক্যৰ গৌড়পাদ আৰু সাংখ্য-দৰ্শনৰ গৌড়পাদ একেজন মানুহ নহ'বও পাৰে, "যদিও ইতিবৃত্ত বলে ইহাঁ (সাংখ্য-ভাষ্য) তাহাঁর বিরচিত বলিয়াই বিদ্বৎসমাজে পরিচিত " (বেদান্ত দর্শনের ইতিহাস— ১৪৯ পৃঃ)। তেওঁৰ সন্দেহৰ কাৰণ দিছে— "মাণ্ডুক্য কারিকার রচয়িতা বৈদান্তিক আচার্য্যের পক্ষে সাংখ্য-দর্শনের ভাষ্য লিখা সম্ভব নহে।"

আমি এনে কথাৰ প্ৰতিবাদ কৰা আৱশ্যক বুলি নেভাবো। পাঠকসকলে অতি সহজে বুজিব যে মাণ্ডুক্যোপনিষদৰ লগত সাংখ্য-দৰ্শনৰ একো বিৰোধ নাই। গৌড়পাদে বৰং বেদান্ত আৰু সাংখ্যৰ সুন্দৰ সামঞ্জস্যহে কৰিছে (১০ আৰু ২৭ কাৰিকা চাওক)।

এইবোৰ আলোচনা কৰা আমাৰ উদ্দেশ্য নহয়। আমি এই মাত্ৰ কওঁ যে এতিয়া পাশ্চাত্যৰ নতুন বিজ্ঞানৰ পোহৰ সাংখ্য-দৰ্শনৰ ওপৰত পৰিছে। ইয়াৰ যিবোৰ কথা অস্পষ্ট আছিল, সেইবোৰ এতিয়া স্পষ্ট হৈছে। নতুন বিজ্ঞান বুজিলেই সাংখ্যৰ প্ৰকৃতি-তত্ত্বটি (দিক্কালৰ সম্বন্ধ, সত্ত্বৰজস্তমো গুণৰ ক্ৰিয়া, বাহ্যবস্তুৰ স্বৰূপ ইত্যাদি সকলো কথা) পৰিষ্কাৰ ৰূপে বুজিব পাৰি।

## ৩। সাংখ্য-দৰ্শন নিৰীশ্বৰ নহয়

(১৩)

সাংখ্য-দৰ্শন যুক্তিপূৰ্ণ দৰ্শন। কিন্তু সেইবোৰ যুক্তি বেদান্তৰ সূক্ষ্মাতিসূক্ষ্ম যুক্তি নহয়। সেই বোৰ স্থূল পাৰ্থিব যুক্তি— অৰ্থাৎ Common Sense. সাংখ্যই পাৰ্থিব যুক্তিৰে পৰমাৰ্থিক সত্য প্ৰমাণ কৰিছে।

প্ৰায় সকলোবোৰ সাংখ্যীয় যুক্তি ১০, ১১ আৰু ১৪ কাৰিকাতে সোমাই আছে। সাংখ্য-দৰ্শন বুজিবলৈ হ'লে এই

---

* মহৎসু ব্ৰহ্মবিৎসু বৰ্ত্তমানাং ত্বং সাংখ্যাগতম্ সাংখ্যাৰ্জিতম্— এতেন সাংখ্যবিজ্ঞানং সৰ্ববিজ্ঞানমূৰ্ত্তম্— নীলকণ্ঠ, শান্তিপৰ্ব ৩০১/১০৮।

সাংখ্যীয় যুক্তিৰ বাহিৰে আৰু অইন শাস্ত্ৰৰ কথা আনি তৰ্ক কৰিলে নহ'ব। এইদৰে কৰা বাবেই সাংখ্য-দৰ্শনৰ বহুত অপব্যাখ্যা হৈছে।

প্ৰথমতে আমি সাংখ্যৰ ১০ আৰু ১১ কাৰিকা দুটি অতি ভালকৈ বুজিব লাগিব (ব্যক্ত-অব্যক্ত বিভাগ)। আমি আমাৰ বিজ্ঞানৰ সিপাৰে নামৰ কিতাপখনত দেখুৱাইছো যে সাংখ্যৰ ব্যক্ত মানে এই গোটেই দৃশ্য জগৎ আৰু তাত থকা সকলো দৃশ্য আৰু অনুমেয় পদাৰ্থ। তাৰ বাহিৰে যি আছে সি অব্যক্ত, অদৃশ্য আৰু নানুমেয়। বিজ্ঞানৰ কথাৰে, ব্যক্ত মানে The four dimensional space-time Continuum বা the phenomenal world।

দৃশ্য জগতৰ ওপৰত দিক্ কাল নাই, সেইগুণে তাত মাত্ৰ এটা পদাৰ্থহে থাকিব পাৰে। তাকে সাংখ্যই অব্যক্ত বোলে। সেয়ে জগতৰ মূল কাৰণ, সেয়ে জগতৰ সকলো ব্যক্ত পদাৰ্থ ব্যাপি আছে (১৫ কাৰিকা)। অব্যক্ত সদায় 'এক'। বিজ্ঞানৰ কথাৰে অব্যক্ত মানে reality above space-time। ১০ কাৰিকাত ই সাংখ্যীয় যুক্তিৰে দেখুৱালে যে অব্যক্ত সকলো বিষয়তে ব্যক্তৰ বিপৰীত। এইবোৰ যুক্তি যে ঠিক অতি সহজ বিজ্ঞানৰ যুক্তি সেইবোৰ কথাও আমি বিজ্ঞানৰ সিপাৰেত দেখুৱাইছো। কিয় অব্যক্ত সকলো কথাতে ব্যক্তৰ বিপৰীত হয়, তাৰ কাৰণ ১৪ কাৰিকাত দিছে।

এই ১৪ কাৰিকাটি ভালকৈ বুজিলেই গোটেই সাংখ্য-দৰ্শনৰ মূল কথাখিনি বুজা হয়। এই কাৰিকাটিয়েই সাংখ্যৰ চেতন-অচেতন বিভাগ, যাৰ কথা আমি বিজ্ঞানৰ সিপাৰেত কৈছো।

আমি ওপৰত কৈ আহিছো যে প্ৰকৃতি জগতৰ ক্ৰিয়া-শক্তি। শক্তিৰ যেতিয়া ক্ৰিয়া নহয় (অৰ্থাৎ গুণৰ সাম্যাৱস্থাত) প্ৰকৃতিও অব্যক্ত। তেতিয়া জগৎ সৃষ্টি হোৱা নাই। এই অৱস্থাত পুৰুষ প্ৰকৃতি সকলো একত্ৰীভূত আৰু অভেদ। কাৰণ অব্যক্ত দিক্কালৰ অতীত, যত মাত্ৰ এটা ভেদ-হীন পদাৰ্থহে থাকিব পাৰে। এই কথাটো সাংখ্যই ৩য় কাৰিকাত বুজাইছে। তাত কৈছে যে মূল প্ৰকৃতি অবিকৃতি অৰ্থাৎ অহেতুমৎ, কাৰণহীন। অহেতুমৎ হলেই ১০ কাৰিকাৰ যুক্তিমতে অব্যক্ত হ'ব। প্ৰকৃতি সৃষ্টিৰ আগত অব্যক্ত। পুমান্ বা পুৰুষো অহেতুমৎ আৰু সেইবাবেই অব্যক্ত। দুটা অব্যক্ত থাকিব নোৱাৰে। কাৰণ ১০ কাৰিকাৰ যুক্তিমতে অব্যক্ত সৰ্বব্যাপী। সৰ্বব্যাপী পদাৰ্থ দুটা হ'ব নোৱাৰে। কাৰণ দুটা বুলিলেই, পুৰুষ দুটা অৰ্থাৎ এটাও সৰ্বব্যাপী নহয়। সেইবাবেই বুজিব লাগিব যে সৃষ্টিৰ আগত পুৰুষ প্ৰকৃতি অভেদ। এই সাংখ্যীয় সিদ্ধান্তটি গীতাই গ্ৰহণ কৰিছে। গীতাই কৈছে যে পুৰুষ প্ৰকৃতি অভেদ, আৰু উভয়েই অনাদি অৰ্থাৎ অহেতুমৎ অৰ্থাৎ অব্যক্ত। গুণৰ ক্ৰিয়া আৰম্ভ হলেই অব্যক্তৰ পৰা জগৎ ব্যক্ত হয়। জগৎ দৃশ্য হয়। লগে লগে প্ৰকৃতিও অনুমেয় বা দৃশ্য হয়। (১১ কাৰিকাৰ ব্যাখ্যা চাওক)। এতিয়া ১৪ কাৰিকাত সাংখ্যই কলে যে ত্ৰিগুণ অৰ্থাৎ সক্ৰিয় হলেহে পদাৰ্থ দৃশ্য হ'ব পাৰে। বস্তুৰ পৰা শক্তি আহি আমাৰ ইন্দ্ৰিয়ত লাগিলেহে আমাৰ বস্তু জ্ঞান হ'ব পাৰে। যি বস্তুত শক্তিৰ ক্ৰিয়া নাই সি দৃশ্য হ'ব নোৱাৰে।*

দৃশ্য বস্তু সকলো অচেতন। গোটেই জগৎ সক্ৰিয় সেইবাবে দৃশ্য বা অচেতন। কিন্তু দ্ৰষ্টা পুৰুষ যদি সক্ৰিয় হল হেঁতেন তেন্তে তেওঁ দ্ৰষ্টা গুচি দৃশ্য অৰ্থাৎ অচেতন হল হেঁতেন। এয়ে সাংখ্যৰ চেতন অচেতন বিভাগ। ব্যক্ত সকলো পদাৰ্থ সক্ৰিয়, আৰু অচেতন। অব্যক্ত নিষ্ক্ৰিয় আৰু চেতন। এইদৰে বুজিলে আমি বুজিম যে সাংখ্যমতে জগতৰ মূল কাৰণ নিষ্ক্ৰিয় অব্যক্তত অচেতনত্ব নাই। পাছত শক্তিৰ ক্ৰিয়াৰ দ্বাৰা (অৰ্থাৎ প্ৰকৃতিৰ গুণৰ দ্বাৰা) অচেতনত্ব জগতলৈ আহিল।

সৃষ্টিৰ আদিত তেন্তে যেতিয়া প্ৰকৃতি গুণৰ সাম্যাৱস্থাত আছিল, যেতিয়া বিশ্ব ব্ৰহ্মাণ্ডত কোনো ক্ৰিয়া নাছিল, তেতিয়া অচেতন বুলি এটা পদাৰ্থ নাছিল। তেতিয়া অখণ্ড চিৎ শক্তি মাত্ৰ আছিল। এয়ে সাংখ্য ; এয়ে বেদান্তও। আধুনিক বিজ্ঞানেও এই কথাকে কয় (ওপৰৰ পাতনি চাওক)।

সাংখ্যৰ এই ব্যক্ত-অব্যক্ত আৰু চেতন-অচেতন বিভাগ দুটা বুজা অতি টান। সাধাৰণ মানুহে তো টান পায়েই ; জনা শুনা পণ্ডিতেও টান পায় ; টান পোৱাৰ কাৰণ এই যে আমি সদায় দেখি আছো যে চেতন পদাৰ্থ সদায় সক্ৰিয়, লৰি-চৰি ফুৰিব পাৰে। এনে পদাৰ্থকহে আমি 'চেতন' বোলো—যেনে পোক-পৰুৱা। লৰ-চৰ কৰিব নোৱাৰা নিষ্ক্ৰিয় পদাৰ্থক আমি অচেতন বোলো—যেনে এডোখৰ শিল। এয়ে আমাৰ চেতন অচেতনৰ ধাৰণা।

এতিয়া সাংখ্যই কিন্তু বিপৰীত কথাটো কলে। কলে, যে নিষ্ক্ৰিয় পদাৰ্থ চেতন ; আৰু সক্ৰিয় সকলো পদাৰ্থ অচেতন। কিয় এইদৰে কলে ?

---

* এয়ে আমি কৰিব পৰা নতুন মনোবিজ্ঞান। কাপিলৰ সাংখ্যিক কোৱা হৈছে যে এয়ে সাংখ্যৰো মনোবিজ্ঞান (২৮ কাৰিকা চাওক)।

গেয়ে নুবুজিলেও, আজি কালি আমি সকলোৱে বুজো যে এই জগতত প্ৰত্যেক বস্তুয়েই সক্ৰিয়। বস্তুত সদায় শক্তিৰ ক্ৰিয়া হৈ আছে। সাংখ্যয়ো কৈছে আৰু বিজ্ঞানেও দেখুৱাইছে যে প্ৰত্যেক বস্তুৰ ভিতৰত পৰমাণুবোৰৰ অনবচ্ছিন্ন ভাবে সদায় ক্ৰিয়া হৈ আছে। (পৰিণাম স্বাভাবা হি গুণাঃ) এই পৰিণামৰ বিৰাম নাই। বাস্তবিক আমি এতিয়া জানো যে বস্তু মানেই শক্তিৰ তিনিবিধ ক্ৰিয়া মাত্ৰ। আজি কালি বিজ্ঞানত বস্তু নায়েই। সাংখ্যয়ো তাকে কয় (১১ কাৰিকাৰ ব্যাখ্যা চাওক) যে বস্তুত মাত্ৰ শক্তিৰ তিনিবিধ ক্ৰিয়া (সাংখ্যৰ সত্ত্ব ৰজস্তমো গুণ) আছে আৰু একো নাই। এইটো আমি দেখি থকা কথা যে জগতৰ সকলো বস্তু পৰিণামী আৰু ধ্বংসশীল (অনিত্য)। বস্তুত যদি শক্তিৰ ক্ৰিয়া নাই, তেন্তে তাৰ পৰিণাম হব কেনেকৈ? সি ধ্বংস হব কেনেকৈ? এই জগতত নিষ্ক্ৰিয় পদাৰ্থ নাই আৰু এনে পদাৰ্থৰ আমি কল্পনা কৰিব নোৱাৰো।

কিন্তু এই জগতৰ ওপৰত শক্তিৰ ক্ৰিয়া নাই। (এইটো অতি সহজে বুজিব পৰা বৈজ্ঞানিক সত্য)। সেই তাত (অৰ্থাৎ অব্যক্তত) নিষ্ক্ৰিয় বস্তু থাকিলেও থাকিব পাৰে। কিন্তু তাত দিক্ আৰু কাল নাই [এইটো আজি কালি বৈজ্ঞানিক সত্য আৰু সাংখ্যয়ো দেখুৱাইছে। পাতনি (২) আৰু ৩৩ কাৰিকাত ব্যাখ্যা চাওক]।

সেইগুণে সেই তাত (অব্যক্তত) মাত্ৰ এটা পদাৰ্থ হে থাকিব পাৰে। দিক্ নহলে ভেদ নাই, "এক"ৰ বাহিৰে "দুই" নাই। সেইগুণে সাংখ্যই ১০ কাৰিকাত প্ৰথমতে কলে যে অহেতুমৎ অব্যক্ত সদায় 'এক' আৰু নিষ্ক্ৰিয়। নিষ্ক্ৰিয় হলেই নিত্য হব লাগিব। কাৰণ ক্ৰিয়া নহলে বস্তুৰ পৰিণাম বা ধ্বংস হব নোৱাৰে। ১০ কাৰিকাৰ যুক্তিমতে ই সৰ্ব্বব্যাপী, অনাশ্ৰিত, নিৰবয়ব, ইত্যাদি ধৰ্ম্ম যুক্ত। এই পদাৰ্থটি নিষ্ক্ৰিয় আৰু সেইবাবেই দৃশ্য পদাৰ্থ নহয়।

দৃশ্য নহলেই, দ্ৰষ্টা হব লাগিব। কাৰণ সংসাৰত দৃশ্য-দ্ৰষ্টা, জ্ঞেয়-জ্ঞাতা, ভোগ্য-ভোক্তা, ব্যক্ত-অব্যক্ত, চেতন-অচেতন, এনে দুটা বিভাগ মাত্ৰ হব পাৰে। ১৪ কাৰিকাৰ যুক্তি মতে দ্ৰষ্টাজন চেতন।

এইদৰে সাধাৰণ যুক্তিৰে ভাবি নি নি সাংখ্যই পালে যে এই জগতৰ বাহিৰে এক মাত্ৰ এটি নিত্য সৎ সৰ্ব্বব্যাপী পদাৰ্থ হে আছে; সেই পদাৰ্থটি নিষ্ক্ৰিয় চেতন দ্ৰষ্টা, তাৰ বাহিৰে জগতৰ সকলো পদাৰ্থ সক্ৰিয় অচেতন আৰু দৃশ্য বা অনুমেয় আৰু অনিত্য।

এইদৰেই সাংখ্যই সাধাৰণ যুক্তিৰেই সেই মূল চেতন পদাৰ্থটি বিচাৰি উলিয়ালে। ধন্য তেওঁ।

গুণৰ সাম্যাবস্থাত প্ৰকৃতিও নিষ্ক্ৰিয় আৰু সেইবাবে অব্যক্ত। সাংখ্যৰ কথাৰে এই অব্যক্ততে মূল চৈতন্য আৰু মূল প্ৰকৃতি (জগতৰ ক্ৰিয়া-শক্তি) অভেদ ৰূপে আছে অৰ্থাৎ এই অব্যক্তটি সৰ্ব্ববিৎ আৰু সৰ্ব্ব শক্তিমান। গুণৰ ক্ৰিয়া আৰম্ভ হলেই সেই মহা-শক্তি অব্যক্তৰ পৰা ব্যক্ত হৈ জগৎ ৰচনা কৰে (১১ কাৰিকাৰ ব্যাখ্যা চাওক)। পুৰাণে আৰু মনুসংহিতায়ো তাকে পুৰাণৰ ভাষাৰে কয়। যথা—

"অনাদি ৰূপিণী ঈশ্বৰৰ অৰ্দ্ধকায়।
ব্যক্ত হৈলা মহামায়া সৃষ্টিৰ ইচ্ছাই।"

এইদৰে বুজিয়েই গৌড়পাদে কয় যে সাংখ্যৰ অব্যক্তই বেদান্তৰ ব্ৰহ্ম। এই দৰেই তেওঁ সাংখ্য আৰু অদ্বৈত বেদান্তৰ এক-বাক্যতা প্ৰমাণ কৰিছে। যোগ বাশিষ্ঠ ৰামায়ণেও তাকে কৰিছে। (২ কাৰিকা)।

শ্ৰদ্ধেয় শ্ৰীমনোৰঞ্জন শাস্ত্ৰীদেৱেও দেখুৱাইছে যে ইতি-পূৰ্ব্বেও "সাংখ্য আৰু বেদান্তৰ মূলতঃ একো ভেদ নাই বুলি প্ৰতিপাদন কৰা হৈছিল।" তেওঁ লিখিছে—"সাংখ্য দৰ্শন পুৰণি কালত বেদান্ত দৰ্শনৰ লগত মিহলি হৈ পৰস্পৰ সাপেক্ষ আছিল। আৰু নৰসিংহ স্বামী-কৃত "সাংখ্য তত্ত্ব বসন্ত" কাৰিকাৰ টীকাত সাংখ্য বেদান্তৰ মূলতঃ কোনো ভেদ নাই বুলি প্ৰতিপাদন কৰা হৈছে।"

কিন্তু পৰবৰ্ত্তী টীকাকাৰ সকলে এইদৰে নুবুজি কয় যে প্ৰকৃতি আৰু অব্যক্ত একে অৰ্থৰ শব্দ। তেওঁবিলাকৰ মতে প্ৰকৃতি সদায় অব্যক্ত আৰু সদায় অচেতন। এইদৰে তেওঁবিলাকে ধৰি লৈ ১৫ কাৰিকাৰ "কাৰণমস্তি অব্যক্তম্" এই কথাষাৰৰ অৰ্থ কৰে যে সাংখ্য মতে অচেতন প্ৰকৃতিয়েই জগতৰ মূল কাৰণ। তেওঁবিলাকে কয় সাংখ্য মতে যেতিয়া জগতৰ মূল কাৰণটিয়েই অচেতন সাংখ্য দৰ্শন নিশ্চয় নিৰীশ্বৰ দৰ্শন।

তেওঁবিলাকে স্বীকাৰ নকৰে যে কাৰিকামতে অব্যক্ত বুলিলেই চেতন হবই লাগিব। অব্যক্ত অৱস্থাত যদি প্ৰকৃতিৰ স্বকীয়া অস্তিত্ব কল্পনা কৰিবও পাৰি, তেন্তে হলেও সেই প্ৰকৃতি নিশ্চয় চেতন। সেই প্ৰকৃতিক তন্ত্ৰ শাস্ত্ৰত আদ্যা প্ৰকৃতি বা মহামায়া নাম দি কৈছে যে শিৱ-শক্তি অভেদ।*

* নিয়মমতে ১০ কাৰিকাৰ অৰ্থ কৰিলে, প্ৰকৃতিক 'অব্যক্ত' বুলিব নোৱাৰি। কাৰণ, সাংখ্যৰ অব্যক্ত নিষ্ক্ৰিয়, অপৰিণামী আৰু সৎ

কিয় যে টীকাকাৰসকলে জানি-শুনি এইদৰে কৰ্থ কৰিলে, তাৰ কাৰণ আমি ভাবি নাপাওঁ। সাংখ্যই ২১ কাৰিকাত স্পষ্ট কলে যে সৃষ্টিৰ কাৰণ অকল পুৰুষো নহয় বা অকল প্ৰকৃতিও নহয়। পুৰুষ প্ৰকৃতিৰ সংযোগ হে সৃষ্টিৰ কাৰণ। এই কাৰিকাৰ ভাষ্যত গৌড়পাদে কলে —

যথা স্ত্ৰী পুৰুষসংযোগাৎ সুতোৎপত্তিস্তথা প্ৰধানপুৰুষ সংযোগাৎ সৰ্গস্যোৎপত্তিঃ॥ ২১॥

গৌড়পাদৰ কথা বাদ দিলেও ২১ কাৰিকাৰ অৰ্থ অতি পৰিষ্কাৰ। গীতাই আৰু পৰিষ্কাৰ কৰিলে। (গীতা ১৪।৩) পূজ্যপাদ বাচস্পতি মিশ্ৰই নিজে কলে যে পুৰুষ-প্ৰকৃতিৰ সংযোগ অনাদি আৰু নিত্য আৰু সেই সংযোগেই সৃষ্টিৰ কাৰণ। অব্যক্ত অৱস্থাই পুৰুষ-প্ৰকৃতিৰ সংযোগ—অভেদ সংযোগ, যি সংযোগত, এইটি পুৰুষ, বা এইজনা প্ৰকৃতি,—এনে ভেদ নেথাকে। এইয়ে সৃষ্টিৰ আগৰ অৱস্থা "অব্যক্ত"।

আকৌ চাওক, সাংখ্যই ৩ কাৰিকাত আৰু ১৭ কাৰিকাত স্পষ্ট কলে যে পুৰুষ "অব্যক্ত"। ১১ কাৰিকাত স্পষ্ট কলে যে পুমানো অব্যক্ত।

আমি গীতাৰ পাতনিতে দেখুৱাইছো যে সাংখ্যৰ ব্যক্ত, অব্যক্ত, গুণ, ইত্যাদি শব্দবোৰ গীতাই ঠিক সাংখ্য-দৰ্শনৰ অৰ্থতে ব্যৱহাৰ কৰিছে। গীতাই ২য় অধ্যায়ত কলে যে পুৰুষ অব্যক্ত আৰু সৰ্ব্বব্যাপী। ৮ ম অধ্যায়ত প্ৰকৃতিকো অব্যক্ত বুলি কলে। আৰু কলে যে পুৰুষ প্ৰকৃতি অভেদ। গীতাৰ কথা বাদ দিলেও পূজ্যপাদ বাচস্পতি মিশ্ৰই অতি পৰিষ্কাৰ কৰি দেখুৱালে যে সাংখ্যৰ পুৰুষ অব্যক্ত। ব্ৰহ্মসূত্ৰৰ ভাষ্যত শঙ্কৰাচাৰ্য্যই দুঠাইত দেখুৱালে যে সাংখ্যমতে পুৰুষ অব্যক্ত, নিৰ্গুণ আৰু সৰ্ব্বব্যাপী। তেওঁ এই কথাটো কৈ সাংখ্য-দৰ্শনৰ নিন্দাও কৰিলে যে সৰ্ব্বব্যাপী পুৰুষ সদায় অব্যক্ত আৰু সদায় এক; এনেস্থলত সাংখ্যই ১৮ কাৰিকাত পুৰুষ বহুত বুলি কৈছে—এইটো অতি হাস্যাস্পদ কথা। [ব্ৰ. সূ. ২।৩।৫১-৫৩ শঙ্কৰ ভাষ্য চাওক। তলত ১৮ কাৰিকাত এই কথাটোৰ আকৌ উল্লেখ কৰা হৈছে]। ইমানতো টীকাকাৰসকলে কি যুক্তিৰে কলে যে ১৫ কাৰিকাৰ "কাৰণমস্তি অব্যক্তম"—এই কথাষাৰে অকল অচেতন প্ৰকৃতিক হে বুজাব পাৰে আৰু চেতন পুমানক বুজাব নোৱাৰে?

আকৌ চাওক, টীকাকাৰসকলে স্বীকাৰ কৰে যে পাতঞ্জল দৰ্শন সেশ্বৰ দৰ্শন। কিন্তু আমি জানো যে সৃষ্টি বিষয়ে পাতঞ্জল আৰু সাংখ্যৰ কোনো প্ৰভেদ নাই। (আমাৰ বেদান্ত দৰ্শন চাওক) তেন্তে এখন দৰ্শন নিৰীশ্বৰ আৰু ইখন সেশ্বৰ কেনেকৈ হল? ইয়াৰ কোনো কাৰণ তেওঁবিলাকে দিয়া নাই।

পাতঞ্জলত "ঈশ্বৰ" শব্দটো আছে, সাংখ্যত নাই। এই মাত্ৰ দুই দৰ্শনৰ প্ৰভেদ। পাতঞ্জলে কৈছে যে ঈশ্বৰ বুলি এজন 'পুৰুষ-বিশেষক' চিন্তা কৰিলে চিত্ত স্থিৰ হয়; কিন্তু সৃষ্টি বিষয়ে এনে "পুৰুষ-বিশেষৰ" কিবা কাৰ্য্য আছে বুলি পাতঞ্জলে কোৱা নাই। বাস্তৱিক সগুণ ঈশ্বৰ সৃষ্টিৰ আগেয়ে নাছিলেই; মহাপ্ৰলয়তো নেথাকে (আমাৰ বেদান্ত দৰ্শন চাওক)। এয়ে বেদান্ত। বেদান্ততো সগুণ ঈশ্বৰে সৃষ্টি কৰা কথা নাই। (এই বিষয়ে তলত ৫৬ কাৰিকাৰ ব্যাখ্যা চাওক)।

সগুণ ঈশ্বৰ, আমাৰ দৰেই, প্ৰকৃতিৰ মায়াত মোহিত এজন পুৰুষ মাত্ৰ। প্ৰভেদ এই যে আমি প্ৰকৃতিৰ বশত অৱশ, তেওঁ নহয়। (আমাৰ গীতা চাওক)

বেদান্ত মতেও সৃষ্টিত সগুণ ঈশ্বৰৰ কোনো হাত নাছিল। গোটেই সৃষ্টি নিৰ্গুণ ব্ৰহ্মৰ সংকল্প মাত্ৰ।

আকৌ চাওক, সাংখ্যই জ্ঞ, পুমান্, আৰু পুৰুষ, এই তিনিটা শব্দ ব্যৱহাৰ কৰিছে। জ্ঞ মানে যে আত্মা বা চৈতন্য—এইটো জনা কথা (২ কাৰিকাৰ ব্যাখ্যা চাওক)। সাংখ্যই কৈছে যে জ্ঞ, পুমান্, পুৰুষ, এই সকলোবোৰ একে সৰ্ব্বব্যাপী চিৎ শক্তি আৰু একে অব্যক্ত। ঘোৰ অদ্বৈতবাদী গৌড়পাদে তৎক্ষণাৎ বুজিলে যে পুমান্ মানে ব্ৰহ্ম আৰু পুৰুষ মানে দ্ৰষ্টা পুৰুষ (জীৱাত্মা) আৰু যে সাংখ্য মতে জীৱাত্মা পৰমাত্মাৰ ভেদ নাই। টীকাকাৰসকলে এইবোৰ কথা আলোচনা কৰা নাই। কৰা হলে অন্ততঃ প্ৰশ্ন কৰিলেহেঁতেন যে সৰ্ব্ব-ব্যাপী চিৎ শক্তি সৰ্ব্বত্ৰ বিদ্যমান থকাত, অচেতন প্ৰকৃতি কেনেকৈ জগতৰ মূল কাৰণ হব পাৰে?

---

(অহেতুমৎ)। সৃষ্টিৰ আগত প্ৰকৃতি নিষ্ক্ৰিয় অপৰিণামী আৰু সৎ হলেও, সৃষ্টিৰ আদিৰ পৰা অন্তলৈকে প্ৰকৃতি ক্ৰিয়াশীল। আৰু সদায় পৰিণামী। সাংখ্যই নিজে প্ৰকৃতিক "অব্যক্ত" বোলা নাই। এই অব্যক্ত শব্দটো কাৰিকাত মুঠেই ৫ ঠাইত আছে (২,১০,১৪,১৫ আৰু ৫৮ কাৰিকা)। প্ৰত্যেক ঠাইত অব্যক্ত শব্দই সৃষ্টিৰ আগৰ অৱস্থা অৰ্থাৎ পুৰুষ প্ৰকৃতিৰ অভেদ সংযোগৰ অৱস্থা হে বুজাইছে।

অদ্বৈতবাদী গৌড়পাদে এই কথাটো বুজিও কেতিয়াবা অব্যক্তৰ ঠাইত প্ৰকৃতি শব্দ ব্যৱহাৰ কৰিছে, হয় (যেনে ৫৮ কাৰিকাত) কিন্তু তেওঁ আগেয়েই কৈ লৈছে যে প্ৰকৃতি, প্ৰধান, মায়া, অব্যক্ত, ব্ৰহ্ম—এই আটাইবোৰ একে পৰ্য্যায়ৰ শব্দ (২১ কাৰিকা)।

কিন্তু পৰৱৰ্তী টীকাকাৰ সকলে অব্যক্তক ব্ৰহ্ম বুলি বুজা নাছিল। ব্ৰহ্মক একেবাৰে বাদ দি, প্ৰকৃতিক অব্যক্ত বুলি ধৰি লৈছে।

আৰু এটা কথা। আমি ইমান দিনে “গুণ” শব্দৰ অৰ্থ বুজা নাছিলো। Colebrook চাহাবে ‘গুণ’ মানে Constituent Elements বুলি ধৰি ললে আৰু বিশ্ববিদ্যালয়ত এইটোৱেই গুণ শব্দৰ অৰ্থ বুলি এতিয়ালৈকে চলি আছে। এতিয়া আমি বুজো যে এইটো এটা অৰ্থহীন শব্দ; কাৰণ আজি কালি পদাৰ্থ বিজ্ঞানত দ্ৰব্য, Substance, matter, elements— এনেবোৰ কথা নাই। আজি কালি সকলো শক্তিহে (Energy)। আমি এতিয়া স্পষ্ট বুজো যে সাংখ্যৰ গুণ মানে শক্তিৰ (বা ভাবৰ) ক্ৰিয়া। (১১ কাৰিকাৰ ব্যাখ্যা বা গীতাৰ পাতনি চাওক)।

এইটো কথা আগেয়ে বুজিব নোৱাৰা বাবেই সাংখ্য-দৰ্শন বহুতে নুবুজিছিল।

নুবুজা বাবে কিন্তু আমাৰ গাত একো দোষ নাই। দৃষ্টান্ত স্বৰূপে ধৰক, গৌড়পাদে কলে যে “গুণান্তৎ ব্যক্তং, যৎ ব্যক্তং তে চ গুণাঃ।” অৰ্থাৎ গুণ যেই, বস্তুও সেই; বস্তু যেই গুণো সেই। অৰ্থাৎ ব্যক্ত পদাৰ্থত গুণৰ বাহিৰে আৰু একো নাই। ৩০ বছৰৰ আগেয়ে আমাৰ নিচিনা সাধাৰণ মানুহে এই কথাটো বুজা অসম্ভৱ আছিল। সেইগুণে মানুহে (বি যেনেকৈ পাৰে) এক ৰকমে ধৰি ললে যে “গুণ” মানে Qualities, Constituent Elements বা এনে কিবা এটা পদাৰ্থ, যাৰ দ্বাৰা সমুদায় বস্তু গঠিত হৈছে। সেইদৰেই ধৰি ললে যে “নিৰ্গুণ” মানে কিবা এটা “গুণহীন”(?) অৱস্থা। কোনো স্পষ্ট ধাৰণা কাৰো নাছিল। এতিয়া কিন্তু Quantum Theory এ আমাক দেখুৱালে যে বস্তুত একো নাই, মুঠেই শক্তিৰ তিনি ৰকম ক্ৰিয়া—mass, momentum আৰু stress হে আছে। এতিয়া বুজিব পাৰো যে “গুণ যেই বস্তুও সেই।” অৰ্থাৎ শক্তিৰ ক্ৰিয়াই বস্তু। বস্তুত আৰু একো নাই। শক্তিৰ ক্ৰিয়াৰ বাহিৰে এই জগতত আৰু একো নাই। গুণ মানে শক্তিৰ তিনি ৰকমৰ ক্ৰিয়া। (Newton's three laws of motion)। গুণৰ পৰিণামৰ যে বিৰাম নাই আৰু যে এই পৰিণামৰ উদ্দেশ্য আছে—সাংখ্যৰ এই কথাটোও আজি কালি পৰিষ্কাৰ বুজো। তাৰ পাছত আৰু বুজো যে ‘নিৰ্গুণ’ মানে নিষ্ক্ৰিয়।

কিন্তু এইবোৰ কথা ভাষা পঢ়ি বুজা ৩০ বছৰৰ আগেয়ে সম্ভৱ নাছিল। সেই গুণে ইয়াত আচৰিত হবৰ একো কথা নাই, যে বহুতে ‘গুণ’ শব্দৰ অৰ্থ নুবুজিয়েই ভাবিছিল যে সাংখ্য দৰ্শন অৰ্থহীন দৰ্শন।

এইদৰেই সাংখ্য-দৰ্শন অকল নিৰীশ্বৰ দৰ্শনেই নহল, তাৰ লগতে ই অৰ্থহীন দৰ্শনো হৈ পৰিল।

সাংখ্য-দৰ্শনৰ অন্য যিমানেই দোষ থাওক (আমি কওঁ, একো দোষ নাই), ই নিৰীশ্বৰ বা অৰ্থহীন দৰ্শন নহয়। এই বিষয়ে এই দৰ্শন স্বয়ং মহৰ্ষি বাদৰায়ণৰ অগ্নি পৰীক্ষাত উত্তীৰ্ণ হৈ আছিছে। মহৰ্ষি বাদৰায়ণে ব্ৰহ্মসূত্ৰৰ চাৰিঠাইত সাংখ্য দৰ্শনৰ চাৰিবাৰ প্ৰতিবাদ কৰিও, ভুলতো এবাৰ নকলে যে ই নিৰীশ্বৰ বা অৰ্থহীন দৰ্শন। শঙ্কৰাচাৰ্য্যয়ো ইমান প্ৰতিবাদ কৰিলে; কিন্তু তেওঁ এবাৰ কথাও নকলে যে সাংখ্য-দৰ্শন নিৰীশ্বৰ বা অৰ্থহীন। তেওঁ জানিছিল যে সাংখ্য দৰ্শন যদি নিৰীশ্বৰ, তেন্তে তেওঁ নিজেই বেছি নিৰীশ্বৰ। তেওঁ আৰু কপিল মুনি উভয়েই সমানে “অতিবাদী” বা “অতি-আস্তিক” (Super-theist) নাস্তিক (atheist) নহয়। তেওঁবিলাকে দুয়ো ঈশ্বৰক পুৰুষ বিশেষ বুলিহে ভাবে। দুৰ্দ্ধোৰ প্ৰতিবাদ কৰি শেহত শঙ্কৰাচাৰ্য্যই সাংখ্য-দৰ্শন আৰু পাতঞ্জল দৰ্শনৰ বিষয়ে এইদৰে কলে—

“সাংখ্য আৰু যোগ, এই দুইটি স্মৃতি পুৰুষাৰ্থ সাধক বুলি বিখ্যাত। সাংখ্য শব্দৰ অৰ্থ জ্ঞান আৰু যোগ শব্দৰ অৰ্থ ধ্যান। ব্ৰহ্ম জ্ঞান-ধ্যান-লভ্য। এই কথা উপনিষদে স্বীকাৰ কৰে, যথা —

তৎ কাৰণং সাংখ্য যোগাধিগম্যম্।
জ্ঞাত্বা দেবং মুচ্যতে সৰ্ব্ব পাশৈঃ॥

সাংখ্য আৰু যোগৰ যি অংশ শ্ৰুতি বিৰুদ্ধ নহয়, সেইবোৰ আমি গ্ৰহণ কৰো। সাংখ্যৰ পুৰুষ নিৰ্গুণ। এই কথা আমি সাদৰে গ্ৰহণ কৰোঁ। যোগ স্মৃতিৰ শম দম আদি নিবৃত্তি চেষ্টা উপদেশ আমি গ্ৰহণ কৰোঁ।

আমি মাত্ৰ সাংখ্যৰ শ্ৰুতি বিৰুদ্ধ কথাৰ হে প্ৰতিবাদ কৰোঁ।” [ব্ৰ. সূ. ২।১।৩ শঙ্কৰ ভাষ্য]

শ্ৰুতি বিৰুদ্ধ কথা সাংখ্যই কি কলে? ব্ৰহ্ম সূত্ৰই সাংখ্য দৰ্শনৰ কি প্ৰতিবাদ কৰিলে? এই প্ৰশ্নৰ উত্তৰ আমি আমাৰ বেদান্ত দৰ্শনৰ বহুত ঠাইত দি আহিছো। (বেদান্ত দৰ্শন চাওক)।

বেদান্তই প্ৰকৃতিৰ বাস্তৱ অস্তিত্ব স্বীকাৰ নকৰে। বাস্তৱিক, আজি কালি বিজ্ঞানেও শক্তিৰ বাস্তৱ অস্তিত্ব (objectivity) স্বীকাৰ নকৰে। এই কথা আমি আমাৰ সকলো কিতাপত বাৰে বাৰে কৈ আহিছো। (গীতাৰ পাতনি বা বিজ্ঞানৰ দিশাৰে ১ম অধ্যায়, বা বেদান্ত দৰ্শনৰ পাতনি চাওক)। বিজ্ঞানে কয় যে শক্তি (বা সাংখ্যৰ প্ৰকৃতি) আমাৰ

মনৰ কল্পনা মাত্ৰ (Concept)। ঠিক একে কথাকে বেদান্তয়ো কয়। বেদান্তত সাংখ্যৰ প্ৰকৃতিক "অনুমান" নাম দিছে। ই আচলতে আমাৰ মনৰ অনুমান। (বেদান্ত দৰ্শনৰ পাতনি আৰু পাদটীকা চাওক) সেইগুণে ব্ৰহ্মসূত্ৰৰ প্ৰথমতে "ঈক্ষতেঃ ন অশব্দম্" এই সূত্ৰত প্ৰকৃতিক "অশব্দম্" বুলি কলে। অৰ্থাৎ কলে যে প্ৰকৃতিৰ কথা শ্ৰুতিত নাই। এয়ে ব্ৰহ্মসূত্ৰত সাংখ্য-দৰ্শনৰ প্ৰথম উল্লেখ। (ব্ৰঃ সূঃ ১।১।৫)।

তাৰ পাছত প্ৰকৃতিৰ নাম যে শ্ৰুতিত নাই, এই কথা প্ৰমাণ কৰিবলৈ ২য় বাৰ সাংখ্য-দৰ্শনৰ সমালোচনা হল। সকলো উপনিষৎ তন্ন তন্ন কৈ চালে, ক'তো সাংখ্য-দৰ্শনৰ প্ৰকৃতিক বিচাৰি নাপালে। (ব্ৰঃ সূঃ ১।৪।১-১২)। মাত্ৰ কলে যে যি তিনিটা মন্ত্ৰত বেদান্তত সাংখ্যৰ প্ৰকৃতিৰ অস্তিত্ব স্বীকাৰ কৰা যেন ভাবিব পাৰি, সেই তিনিটা মন্ত্ৰই বাস্তৱিক সাংখ্যৰ প্ৰকৃতিৰ কথা কোৱা নাই, তাৰ অৰ্থ বেলেগ। ৩য় বাৰ আকৌ ব্ৰহ্মসূত্ৰত সাংখ্য দৰ্শনৰ উল্লেখ কৰা হল (ব্ৰঃ সূঃ ২।১।১৩) এইবাৰো সেই একে কথাকে কলে—সাংখ্যৰ প্ৰকৃতিৰ বাস্তৱ অস্তিত্ব অন্য কোনো স্মৃতিয়ে (যেনে মনুসংহিতাই) স্বীকাৰ কৰা নাই।

৪ৰ্থ বাৰ আকৌ ব্ৰহ্মসূত্ৰই সাংখ্য-দৰ্শনৰ উল্লেখ কৰিলে। (ব্ৰঃ সূঃ ২।২।১-১০) এইবাৰ সাংখ্যৰ যুক্তি আৰু সাংখ্যৰ মূল শিক্ষাৰ বিষয়ে আলোচনা হল। ব্ৰহ্মসূত্ৰই পালে যে সাংখ্যমতে এই জগৎ স্বভাবৰ কাৰ্য; সকলো নৈসৰ্গিক নিয়মে হৈছে। সকলোতে বন্ধা নিয়ম, সকলো শৃঙ্খলাবদ্ধ নিয়মে হৈছে। ব্ৰহ্মসূত্ৰই এইবোৰ কথা অস্বীকাৰ নকৰিলে। সাংখ্যৰ যুক্তিত যে কিবা দোষ আছে, এনে কথাও নকলে। কেৱল মাত্ৰ কলে যে ইয়াত অচেতন প্ৰকৃতি বুলি এটা অবাস্তৱ পদাৰ্থৰ অস্তিত্ব স্বীকাৰ কৰা কোনো আৱশ্যক নাই। সকলো ব্ৰহ্মৰ কল্পনা মতে হৈছে।

"সৰ্ব্বং খল্বিদং ব্ৰহ্ম"— এইদৰে কলেই যথেষ্ট। বেদান্তই কলে যে সাংখ্যৰ প্ৰকৃতি ব্ৰহ্মাৰ "অচিন্ত্য ৰচনা শক্তি বীজং মায়েতি নিশ্চিনু।"

এইবোৰ কথা আমি বুজো। সাংখ্যই নিজেও বুজে। ৬১ কাৰিকাত তেওঁ নিজেই কৈছে যে এই জগতৰ প্ৰকৃতি দেখা কাৰণহে (Phenomenal Cause)। (৬১ কাৰিকাৰ আমাৰ ভাঙনি চাওক)।

কিন্তু সেইটো কথা বুজিবলৈ তলৰ পৰাহে প্ৰকৃতিৰ বাস্তৱ অস্তিত্ব কল্পনা কৰি লৈ লাহে লাহে অগ্ৰসৰ হব লাগিব। নহলে কোনো বৈজ্ঞানিক আলোচনা হব নোৱাৰে। নিউটনৰ জড় বিজ্ঞানে লাহে লাহে তলৰ পৰা বিচাৰ কৰি নি নি হে এতিয়া Einstein ৰ আদৰ্শবাদী বিজ্ঞান হব পাৰিলে। এতিয়াহে বুজিলে যে শক্তিৰ বাস্তৱ অস্তিত্ব নাই। বেদান্তৰ দৰে পোনে পোনে "সৰ্ব্বং খল্বিদং ব্ৰহ্ম" বুলি কলে কেৱল মাত্ৰ ব্ৰহ্মসূত্ৰৰ ১।১।১ সূত্ৰত কোৱা অধিকাৰী পুৰুষসকলেহে বুজিব— ইবোৰে যদি পঢ়ে তেন্তে সিহঁতৰ বেয়া ফলহে হব। যথা—

অজ্ঞ স্যাৰ্দ্ধ প্ৰবুদ্ধস্য সৰ্ব্বং ব্ৰহ্মেতি যো বদেৎ।
মহা নিৰয় জালেষু স তেন বিনিযোজিতঃ ।।

সেইগুণে বিজ্ঞানৰ দৰেই সাংখ্যই তলৰ পৰা পাৰ্থিৱ যুক্তিৰে প্ৰকৃতিৰ অস্তিত্ব মানি লাহে লাহে ওপৰলৈ গৈছে। কিয় এইদৰে কৰিছে, তাৰ কাৰণ আমি ৬ কাৰিকাৰ ব্যাখ্যাত দেখুৱাইছো।

বেদান্তই কিন্তু অতি সূক্ষ্ম পৰমাৰ্থিক যুক্তিৰে জগতক জগতৰ ওপৰৰ পৰা চাইছে। প্ৰকৃতিৰ পৃথক অস্তিত্ব স্বীকাৰ কৰা নাই।

যেন বেদান্ত আৰু সাংখ্যই দুয়ো দুফালৰ পৰা বেলেগ বেলেগ অস্ত্ৰেৰে পৰ্ব্বত খানি শেহত একে ঠাইতে মিলিছে। আমি আমাৰ বেদান্ত দৰ্শনৰ পাঠত ঠিক এইদৰেই কৈ আহিছো। এতিয়া আকৌ তাকে পুনৰাবৃত্তি কৰি কৈছো যে অদ্বৈত বেদান্ত আৰু সাংখ্য—উভয় দৰ্শনৰ কোনো বিৰোধ নাই, টীকাকাৰসকলৰ তৰ্ক জালখনি ভেদ কৰিব পাৰিলেই আমি বুজিম যে উভয় দৰ্শনে একে কথাকে কৈছে।

আমি আমাৰ বেদান্ত দৰ্শনত আচল কথাটি মধুসূদন সৰস্বতীৰ কথাৰে কৈ আহিছো যে অদ্বৈতবাদৰ ওপৰত আৰু কোনো সত্য নাই—ওপৰত সকলো অভেদ, সকলো একে। একৰ বাহিৰে তাত 'দুই' এটা নাই, কিন্তু জগতৰ ভিতৰত প্ৰত্যেক বস্তুয়েই বেলেগ—সৰ্ব্বত্ৰ ভেদ, ভেদৰ বাহিৰে আৰু একো নাই। এই ভেদৰ ভিতৰেদি লৈ নগলে আৰু কোনো উপায়েৰে, কোনো দৰ্শনে আমাক সেই অভেদ তত্ত্বটি বুজাব নোৱাৰে। কাৰণ, ভেদৰ বাহিৰে আমি আৰু একো নুবুজো। এইবাবে শাস্ত্ৰৰ প্ৰস্থান-ভেদ হয়। একে কথাকে সকলোৱে একেৰকমে কলে নুবুজে। সাংখ্য আৰু অদ্বৈতবাদে একে কথাকে কৈছে—কিন্তু কোৱাৰ নিয়ম বেলেগ। চেষ্টা কৰিলে সাংখ্য আমি বুজিব পাৰো। বেদান্তত আমাৰ অধিকাৰ নাই। গীতাই ১৩।৫ শ্লোকত এই কথাটোকে সংক্ষেপে

বুজালে—বুজালে, কিয় বেলেগ বেলেগ শাস্ত্ৰৰ আলোচনাৰ পদ্ধতি সদায় বেলেগ। এই শ্লোকৰ আমি এইদৰে ব্যাখ্যা কৰিছিলোঁ —

"এই শ্লোকত গীতাই স্পষ্ট কৈছে—যে জগতৰ এই সত্যটি—এই জগৎ যে ঈশ্বৰে তেওঁৰ অপৰা শক্তিৰে সৃষ্টি কৰি, নিজে জীৱৰূপে জীৱ ভূতা পৰা শক্তিৰে ভোগ কৰিছে, ইয়াত যে তেওঁৰ বাহিৰে আৰু একো নাই—এই মূল 'বিশ্ব-তত্ত্বটি' ভিন্ন ভিন্ন দৰ্শনে, সকলো উপনিষদে, সকলো শাস্ত্ৰই ভিন্ন ভিন্ন যুক্তিৰে বুজাইছে। সকলোৰে সিদ্ধান্ত একে; কিন্তু আলোচনাৰ পদ্ধতি বেলেগ।"

এনেস্থলত আমাৰ উচিত যে সকলো শাস্ত্ৰ মিলাই কোনে কি ভাবত কি কথা কৈছে বুজি, আচল সত্যৰ ধাৰণা কৰিবলৈ চেষ্টা কৰা; কিন্তু আমাৰ দুৰ্ভাগ্য যে আমাৰ টীকাকাৰসকলে ইয়াৰ বিপৰীতটো কৰিলে। তেওঁবিলাকে ইজনে সিজনৰ আৰু সকলোৱে সাংখ্য-দৰ্শনৰ, এনে দুৰ্ঘোৰ প্ৰতিবাদ আৰম্ভ কৰিলে যে তেওঁবিলাকৰ পৰা আমাৰ একো সহায় নহয়, বৰং ব্যাঘাতহে হয়। ঋষি অৰবিন্দই কবলৈ বাধ্য হল—

"What battles are even now delivered by Indian Pandits and Metaphysicians over the meaning of the ancient texts and to what different conclusions they lead! The undurstanding may get well confused and indifferent and refuse to hear any more text, new or old, and go into itself to discover the truth in the light of a deeper and inner and direct experience."

এতিয়া, আমি যদি এইদৰে বুজি, সাংখ্য-দৰ্শনৰ সাংখ্যীয় সহজ যুক্তিৰে (Common sense) অৰ্থ কৰোঁ তেন্তে কোনো লেঠা নহয়। কিন্তু তাকে নকৰি, আমি যদি আগধৰি ধৰি লওঁ যে সাংখ্য-দৰ্শন নিৰীশ্বৰ দৰ্শন, তেন্তে তাৰ আচল অৰ্থ কেতিয়াও নুবুজো। অনাহক তৰ্ক কৰা হব আৰু সেই তৰ্কৰ কোনো কালেই শেষ নহব।

নমো ভগৱতে বাসুদেৱায় নমঃ

# সাংখ্য-দৰ্শন

## ঈশ্বৰ কৃষ্ণৰ কাৰিকা আৰু গৌড় পাদভাষ্য

দুঃখত্ৰয়াভিঘাতাজ্জিজ্ঞাসা তদভিঘাতকে হেতৌ।
দৃষ্টে সাপাৰ্থা চেন্নৈকান্তাত্যন্ততোঽভাবাৎ ॥১॥

কপিলায় নমস্তস্মৈ, যেনাবিদ্যোদধৌ জগতি মগ্নে।
কাৰুণ্যাৎ সাংখ্যময়ী, নৌৰিব বিহিতা প্ৰতৰণায় ॥১॥
অল্পগ্ৰন্থং স্পষ্টং, প্ৰমাণসিদ্ধান্তহেতুভিৰ্যুক্তম্।
শাস্ত্ৰং শিষ্যহিতায়, সমাসতোঽহং প্ৰবক্ষ্যামি ॥২॥

দুঃখত্ৰয়েতি—অস্যা আৰ্য্যায়া উপোদ্‌ঘাতঃ ক্ৰিয়তে। ইহ ভগবান ব্ৰহ্মসুতঃ কপিলো নাম, তৎ যথা—

"সনকশ্চ সনন্দশ্চ তৃতীয়শ্চ সনাতনঃ।
আসুৰিঃ কপিলশ্চৈব বোঢুঃপঞ্চশিখস্তথা।
ইত্যেতে ব্ৰহ্মণঃপুত্ৰাঃ সপ্তপ্ৰোক্তা মহৰ্ষয়ঃ ॥"

কপিলস্য সহোৎপন্নানি 'ধৰ্ম্মো জ্ঞানং বৈৰাগ্যমৈশ্বৰ্য্যঞ্চ ইতি। এবং সউৎপন্নঃসন্ অন্ধে তমসি মজ্জজ্জগদালোক্য সংসাৰপাৰম্পৰ্য্যেণ সৎকাৰুণো জিজ্ঞাসমানায় আসুৰিগোত্ৰায় ব্ৰাহ্মণায় ইদং পঞ্চবিংশতি তত্বানাং জ্ঞানমুক্তবান্, যস্য জ্ঞানাৎ দুঃখক্ষয়ো ভৱতি,—

"পঞ্চবিংশতিতত্বজ্ঞো যত্ৰতত্ৰাশ্ৰমে বসেৎ।
জটী মুণ্ডী শিখী বাপি মুচ্যতে নাত্ৰ সংশয়ঃ ॥"

তদিদমাহুঃ দুখত্ৰয়াভিঘাতাজ্জিজ্ঞাসেতি-তত্ৰদুঃখত্ৰয়ম আধ্যাত্মিকম্, আধিভৌতিকম্, আধিদৈবিকঞ্চেতি। তত্ৰাধ্যাত্মিকং দ্বিবিধং,—শাৰীৰং মানসঞ্চেতি। শাৰীৰং বাতপিত্তশ্লেষ্মবিপৰ্য্যয়কৃতং জ্বৰাতীসাৰাদি। মানসং প্ৰিয়-বিয়োগাপ্ৰিয়সংযোগাদি। আধিভৌতিকং চতুৰ্ব্বিধভূতগ্ৰাম-নিমিত্তং মনুষ্যপশুমৃগপক্ষিসৰীসৃপদংশমশকযূকামৎকুণমৎস্য মকৰগ্ৰাহস্থাৱৰেভ্যো জৰায়ুজাণ্ডজস্বেদজোদ্ভিজ্জেভ্যঃ সকা-শাদুপজায়তে। আধিদৈবিকং দেৱানামিদং দৈৱং, দিৱঃপ্ৰ-ভৱতীতি বা দৈৱং, তদধিকৃত্য যদুপজায়তে শীতোষ্ণবাত-বৰ্ষাশনিপাতাদিকম্। এবং, যথা দুঃখত্ৰয়াভিঘাতাজ্জিজ্ঞাসা কাৰ্য্যা ক্বঃ তদভিঘাতকে হেতৌ, তস্য দুঃখত্ৰয়স্য অভিঘাতকো যোঽসৌ হেতুঃ তত্ৰেতি। দৃষ্টে সাপাৰ্থা চেৎ দৃষ্টে হেতৌ দুঃখত্ৰয়াভিঘাতকে সা জিজ্ঞাসাঽপাৰ্থা চেৎ যদি। তত্ৰাধ্যাত্মিকস্য দ্বিবিধস্যাপি আয়ুৰ্ৱ্বেদশাস্ত্ৰক্ৰিয়য়া প্ৰিয়সমা-গমাপ্ৰিয় পৰিহাৰ কটতিক্তকষায় ক্বাথাদিভিৰ্দৃষ্ট এব আধ্যাত্মিকোপায়ঃ। আধিভৌতিকস্য ৰক্ষাদিনাঽভিঘাতো দৃষ্টঃ। দৃষ্টে সাপাৰ্থাচেদেবং মন্যসে, ন, একান্তাত্যন্ততোঽ-ভাবাৎ। যত একান্ততোঽৱশ্যম্ অত্যন্ততো নিত্যং দৃষ্টেন হেতুনাঽভিঘাতো ন ভৱতি, তস্মাদন্যত্ৰ একান্তাত্যন্তাভিঘাতকে হেতৌ জিজ্ঞাসা বিবিদিষা কাৰ্য্যেতি ॥১॥

(১)

দুঃখত্ৰয় অভিঘাতাৎ [তিনিবিধ দুখেৰে দুখ পাই] তদভি-ঘাতকে হেতৌ [সেই দুখ গুচাবৰ উপায় জানিবলৈ] জিজ্ঞাসা [ইচ্ছা হয়]। চেৎ [যদি কোঁৱা] দৃষ্টে সা অপাৰ্থা [দেখাদেখি উপায় আছে বাবে সেই ইচ্ছা অনাৱশ্যক] ন [অনাৱশ্যক নহয়]; একান্ত-অত্যন্ততঃ-অভাবাৎ [কাৰণ দেখাদেখি উপায়েৰে দুখ একেবাৰে নিৰ্ম্মূল হয় আৰু চিৰকালৰ নিমিত্তে নুগুচে]।

'একান্ত' মানে—"লেশ মানো যেন বাকী নেথাকে, এনে ভাবে, বা অৱশ্যম্ভাৱীৰূপে।"

'অত্যন্ততঃ' মানে—"চিৰকালৰ নিমিত্তে যেন একেবাৰে অন্ত হ'ল, এনে ভাবে।"

তিনিবিধ (অৰ্থাৎ— আধিদৈৱিক, আধ্যাত্মিক আৰু আধিভৌতিক) দুখেৰে দুঃখিত হৈ, সেই দুখবোৰ গুচাবৰ উপায় জানিবলৈ মানুহৰ স্বভাৱতে ইচ্ছা হয়। যদি কোঁৱা যে "সুখ হ'লেই দেখোন দুখ গুচে, উপায় বিচাৰি ফুৰাবলৈ কি আৱশ্যক ?" তেন্তে কওঁ শুনা :—পাৰ্থিৱ বিষয় লাভ কৰিলেই বা সুখ লাভ কৰিলেই দুখ নুগুচে; যিমান পোৱা, হৈপাহ নপলায়, দুখ দুখেই থাকে।

(১) আধ্যাত্মিক দুখ—শাৰীৰিক আৰু মানসিক দুখ, যেনে,—বেমাৰ বা শোক।

(২) আধিভৌতিক দুখ—পাৰ্থিৱ প্ৰাণীৰ পৰা পোৱা দুখ, যেনে,—সাপে কামোৰা, বাঘে খোৱা ইত্যাদি।

(৩) আধিদৈৱিক দুখ—অপাৰ্থিৱ কাৰণৰ পৰা বা দেৱতাৰ পৰা পোৱা দুখ যেনে,—আত্মীয় বিয়োগ; শীত, উষ্ম, বজ্ৰপাত ইত্যাদি।

এই কাৰিকাত আৰু এটা কথা স্পষ্ট বুজাইছে যে সুখ হ'লেই তাৰ ফল দুখ অৱশ্যম্ভাৱী। কিছুসময় সুখ ভোগ কৰিলে পাছত বিৰক্তি হয়, বা নহ'লে সুখৰ বিষয় নষ্ট হ'লে, মানুহৰ মনত অপৰিসীম দুখ হয়। সূক্ষ্ম-বিচাৰ কৰি চালে বুজিব পাৰি যে, "মোৰ সুখ হওক" এইটো মিছা পুৰুষাৰ্থ। "মোৰ দুখ নহওক" এইটোৱেইহে মানুহৰ যথাৰ্থ পুৰুষাৰ্থ। সেই গুণে এই কাৰিকাত "দুঃখ-ত্ৰয়াভিঘাতাৎজিজ্ঞাসা" বুলি আৰম্ভ কৰিছে।।১।।

**দৃষ্টবদানুশ্ৰবিকঃ স হ্যবিশুদ্ধিক্ষয়াতিশয়যুক্তঃ।**
**তদ্বিপৰীতঃ শ্ৰেয়ান্ ব্যক্তাব্যক্তজ্ঞবিজ্ঞানাৎ।।২।।**

যদি দৃষ্টাদন্যত্ৰ জিজ্ঞাসা কাৰ্য্যা, ততোঽপিনৈব; যত আনুশ্ৰবিকো হেতুঃ দুঃখত্ৰয়াভিঘাতকঃ। অনুশ্ৰূয়ত ইত্যনুশ্ৰৱঃ, তত্ৰ ভৱঃ আনুশ্ৰবিকঃ। স চ আগমাৎসিদ্ধঃ। যথা—

"অপাম সোমমমৃতা অভূমাগমজ্যোতিৰবিদাম দেবান্।
কিং নূনমস্মান্ তৃণবদৰাতিঃ কিমু ধূৰ্ত্তিৰমৃতমৰ্ত্ত্যস্য।।"

কদাচিদিন্দ্ৰাদীনাং দেবানাং কল্প আসীৎ, কথং বয়মমৃতা অভূম? ইতি বিচাৰ্য্য। যস্মাদ্বয়মপাম সোলং পীতবন্তঃ সোমং, তস্মাদমৃতা অভূম অমৰা ভূতবন্ত ইত্যৰ্থঃ। কিঞ্চ, অগম্ম জ্যোতিঃ গতবন্তঃ লব্ধবন্তঃ জ্যোতিঃ স্বৰ্গমিতি। অবিদাম দেবান্, দিব্যান্ বিদিতবন্তঃ। এবঞ্চ কিং নূনমস্মান্ তৃণবদৰাতিঃ, নূনং নিশ্চিতং কিমৰাতিঃ শত্ৰুৰস্মান্ তৃণবৎ কৰ্ত্তেতি। কিমু ধূৰ্ত্তিৰমৃতমৰ্ত্তস্য, ধূৰ্ত্তিজৰা হিংসা বা কিং কৰিষ্যতি অমৃতমৰ্ত্ত্যস্য। অন্যচ্চ, বেদে শ্ৰূয়তে আত্যন্তিকং ফলং পশুবধেন। "সৰ্ব্বাংল্লোকান্ জয়তি মৃত্যুং তৰতি পাপ্মানং তৰতি ব্ৰহ্মহত্যাং তৰতি যো অশ্বমেধেন যজতে" ইতি। ঐকান্তাত্যন্তিকে এবং বেদোক্তে অপাৰ্থৈব জিজ্ঞাসা, ইত্তিন। উচ্যতে দৃষ্টবদানুশ্ৰবিক ইতি, দৃষ্টেন তুল্যো দৃষ্টবৎ, যোঽসৌ আনুশ্ৰবিকঃ কস্মাৎস দৃষ্টবৎ, যস্মাদবিশুদ্ধিক্ষয়াতিশয়যুক্তঃ। অবিশুদ্ধিযুক্তঃ পশুঘাতাৎ; তথা চোক্তম্,—

"ষট্ শতানি নিযুজ্যন্তে পশূনাং মধ্যমেঽহনি।
অশ্বমেধস্য বচনাদূনানি পশুভিস্ত্ৰিভিঃ।।" ইতি।

ইত্থং যদ্যপি শ্ৰুতিস্মৃতিবিহিতো ধৰ্ম্মস্তথাপি মিশ্ৰীভাবাদ-বিশুদ্ধিযুক্ত ইতি। তথা—

"বহূনীন্দ্ৰ সহস্ৰাণি দেবানাঞ্চ যুগে যুগে।
কালেন সমতীতানি কালো হি দুৰতিক্ৰমঃ।।" ইতি।

এবমিন্দ্ৰাদিনাশাৎ ক্ষয়যুক্তঃ। তথাঽতিশয়ো বিশেষস্তেনযুক্তঃ। বিশেষগুণদৰ্শনাদিতৰস্য দুঃখং স্যাদিতি। এবমানুশ্ৰবিকোঽপি হেতুৰ্দৃষ্টবৎ। কস্তৰ্হি শ্ৰেয়ানিতি চেৎ? উচ্যতে—তদ্বিপৰীতঃ শ্ৰেয়ান্, তাভ্যাং দৃষ্টানুশ্ৰবিকাভ্যাং বিপৰীতঃ শ্ৰেয়ান্ প্ৰশস্যতৰ ইতি, অবিশুদ্ধিক্ষয়াতিশয়াযুক্ত-ত্বাৎ। স কথমিত্যাহ, ব্যক্তাব্যক্তজ্ঞবিজ্ঞানাৎ। তত্ৰ ব্যক্তং মহদাদি, বুদ্ধিৰহঙ্কাৰঃ পঞ্চতন্মাত্ৰাণি একাদশেন্দ্ৰিয়াণি পঞ্চ-মহাভূতানি। অব্যক্তং প্ৰধানম্। জ্ঞঃ পুৰুষঃ। এবমেতানি পঞ্চবিংশতিতত্ত্বানি ব্যক্তাব্যক্তজ্ঞাঃ কথ্যন্তে। এতদ্বিজ্ঞানা-চ্ছেয় ইতি। উক্তঞ্চ "পঞ্চবিংশতিতত্ত্বজ্ঞ" ইত্যাদি।।২।।

(২)

আনশ্ৰবিকঃ [বেদবিহিত উপায়] দৃষ্টবৎ [দেখাদেখি উপায়ৰ নিচিনা—অৰ্থাৎ বেদবিহিত উপায়েও দুখ একেবাৰে গুচাব নোৱাৰে] হি (যতঃ) সঃ অবিশুদ্ধি-ক্ষয়-অতিশয়-যুক্তঃ [কাৰণ সেই উপায়ো অবিশুদ্ধ, ক্ষয়শীল আৰু অসম্পূৰ্ণ বা সকলোৰে সমান সুখদায়ক নহয়]। শ্ৰেয়ান্ তদ্বিপৰীতঃ [মোক্ষ তাৰ বিপৰীত]। ব্যক্ত-অব্যক্ত-জ্ঞ-বিজ্ঞানাৎ [ব্যক্ত, অব্যক্ত আৰু জ্ঞ—এই তিনিটা তত্ত্ব ভালকৈ জানিলে শ্ৰেয়ঃ সিদ্ধি হয়]।

বেদবিহিত উপায়েৰে ধৰ্ম্মাচৰণ কৰি স্বৰ্গলাভ হ'লেও সেই একে কথা—কাৰণ তাতো দুখৰ একান্ত আৰু আত্যন্তিক নাশ নহয়। সেই ধৰ্ম্মাচৰণতো পশু-হিংসা আদি( অবিশুদ্ধি) দোষ আছে; আৰু সেই স্বৰ্গসুখৰো ক্ষয় আছে; আৰু উচ্চ-নীচ আদি অৱস্থাৰ তাৰতম্য আছে (অতিশয় যুক্ত)। স্বৰ্গতো সকলো সমান নহয়। নিজ নিজ কৰ্ম্মানুসাৰে ফলৰ বা ভোগৰ তাৰতম্য তাতো নিশ্চয় হয়। [illegible] ভোগৰ তাৰতম্য আছে, তেন্তে সুখ-দুখৰ ভাবো আছে। বিশেষতঃ স্বৰ্গভোগ ক্ষয়শীল। ভোগৰ অন্ত হ'লে আকৌ পুনৰ্জন্ম হয়; আকৌ দুখ ভোগ; আকৌ সেই আগৰ কথাই কথা।

এইটোকে শ্ৰেয়ঃ বা মোক্ষ নোবোলে। মোক্ষ ইয়াৰ বিপৰীত। সেই মোক্ষ ব্যক্ত, অব্যক্ত আৰু জ্ঞ এই তিনটা তত্ত্বৰ জ্ঞানৰ পৰাহে হয়।

ব্যক্ত আৰু অব্যক্ত শব্দ দুটা ১০।১১ কাৰিকাত ব্যাখ্যা কৰিছে। কিন্তু 'জ্ঞ' শব্দটো ব্যাখ্যা কৰা নাই। 'জ্ঞ' শব্দই অখণ্ড জ্ঞান বা জ্ঞাতা পুৰুষ দুইটা বুজায়। বেদান্তত ব্ৰহ্মৰ সংজ্ঞা দিছে—"সত্যং জ্ঞানং অনন্তম্।" 'সত্য' মানে যি বস্তু সদায় সকলো সময়তে কোনো পৰিবৰ্ত্তন নোহোৱাকৈ নিজ স্বৰূপে বৰ্ত্তমান থাকে। কেৱল জ্ঞানেইহে ঠিক এনে বস্তু। জ্ঞানৰ আগত 'সত্য' বিশেষণ যোগ কৰাৰ একো মানে নাই, কাৰণ জ্ঞান এনেয়ে নিতৌ সত্য। জ্ঞানৰ বাহিৰে এনে সত্য বস্তু আৰু নাই। ব্ৰহ্ম সম্পৰ্কে দিগ্‌ব্যাপী অৰ্থত "অনন্ত" শব্দ ব্যৱহাৰ কৰিব নোৱাৰি। তেওঁ অণু; তেওঁ বৃহৎ, তেওঁ স্থুল; তেওঁ সূক্ষ্ম—অৰ্থাৎ তেওঁ দিগৰ অতীত। ব্ৰহ্ম সম্পৰ্কে বেদান্তৰ 'অনন্ত' শব্দ কাল-বাচক—অৰ্থাৎ কোনো কালে যাৰ ধ্বংস নাই। জ্ঞান অবিনাশী , ইয়াৰ আদি-অন্ত কল্পনাৰ অতীত। সেই গুণে জ্ঞানৰ আগত 'সত্য' আৰু 'অনন্ত', এই দুটা শব্দ থকা নথকা সমান। ভাবটো দৃঢ় কৰিবলৈ বেদান্তই তিনটা শব্দ (সত্যং, জ্ঞানং, অনন্তম্) ব্যৱহাৰ কৰিছে। সাংখ্যই কিন্তু একেটা শব্দৰেই সেই আচল বস্তুটিকে বুজাইছে। এই বিষয়ে অতি .সুন্দৰ আলোচনা "পঞ্চদশীয়ে" কৰিছে (২২।২৩)। পঞ্চদশীয়ে কয় যে ব্ৰহ্মক বুজাবলৈ কেৱল 'চিৎ' (জ্ঞান) শব্দই যথেষ্ট। পাঠকে মনত ৰাখিব যে সাংখ্যৰ 'জ্ঞ' আৰু বেদান্তৰ "ব্ৰহ্ম" একে। এই 'জ্ঞ'কে আকৌ ১০।১১ কাৰিকাত 'পুমান্' বুলিছে। সেই গুণে যোগ বাশিষ্ঠ ৰামায়ণত কৈছে—

"যঃ পুমান্ সাংখ্য দৃষ্টিনাং
ব্ৰহ্ম বেদান্ত বাদিনাম্" (৫।৭৩)

কিন্তু বৰ্ত্তমান কাৰিকাত চতুৰ্ব্বিংশতি তত্ত্ব-বিষয়ক। সেইগুণে বৰ্ত্তমান কাৰিকাত 'জ্ঞ' মানে জ্ঞাতা পুৰুষ, যাৰ বিষয় ১৭ কাৰিকাত ক'ব। 'ব্যক্ত' মানে বুদ্ধি, অহঙ্কাৰ, পঞ্চ-তন্মাত্ৰ, একাদশ ইন্দ্ৰিয় আৰু পঞ্চ-মহাভূত—এই ২৩ টি তত্ত্ব। (১০ কাৰিকা চাওক)। 'অব্যক্ত' মানে মূল প্ৰকৃতি। অব্যক্ত (১) ব্যক্ত (২৩) আৰু পুৰুষ (১) এই পঞ্চবিংশতি তত্ত্বৰ যথাৰ্থ জ্ঞান হলেই মুক্তি হয়। গৌড়পাদ ভাষ্যত কৈছে যে পঞ্চবিংশতি তত্ত্বজ্ঞ যি আশ্ৰমতেই থাওক—অৰ্থাৎ তেওঁ জটী, মুণ্ডী, শিখাধাৰী যিয়েই হওক, তেওঁৰ মুক্তি অনিবাৰ্য্য। এতিয়া তলৰ কাৰিকাত এই পঞ্চবিংশতি তত্ত্বলৈ কি ভাবে আকৌ বহলাই ক'ব। ইয়াত আৰু বুজিব পাৰি যে জ্ঞ, পুমান্ আৰু পুৰুষ—সকলো একে চিৎ শক্তি, সকলো একে। চিৎ শক্তিৰ ভেদ নাই—পুৰুষ (আত্মা) আৰু পুমান্ (পৰমাত্মা) একে। তলত কব যে মূল প্ৰকৃতি (অব্যক্ত) আৰু পুমানৰ ভেদ নাই। চতুৰ্ব্বিংশতি তত্ত্বাভ্যাস কৰি কৰি এই কথাবোৰ বুজি আত্মজ্ঞান লাভ হয়।

**মূলপ্ৰকৃতিৰবিকৃতিৰ্মহাদাদ্যাঃ প্ৰকৃতিবিকৃতয়ঃ সপ্ত।**
**ষোড়শকস্তু বিকাৰো ন প্ৰকৃতিৰ্ন বিকৃতিঃ পুৰুষঃ ॥৩॥**

অথ ব্যক্তাব্যক্তজ্ঞানং কো বিশেষ ইত্যুচ্যতে— মূল-প্ৰকৃতিঃ প্ৰধানং, প্ৰকৃতিবিকৃতিসপ্তকস্য মূলভূতত্বাৎ, মূলঞ্চ সা প্ৰকৃতিশ্চ মূলপ্ৰকৃতিঃ। অবিকৃতিঃ অন্যস্মান্নোৎপদ্যতে, তেন প্ৰকৃতিঃ কস্যাচিদ্বিকাৰো ন ভৱতি। মহদাদ্যাঃ প্ৰকৃতি-বিকৃতয়ঃ সপ্ত মহান বুদ্ধিঃ। বুদ্ধ্যাদ্যাঃ সপ্ত, বুদ্ধিঃ ১ অহঙ্কাৰঃ ১ পঞ্চতন্মাত্ৰাণি ৫ এতাঃ সপ্তপ্ৰকৃতি বিকৃতয়ঃ। তদ্ যথা—প্ৰধানাদ্ বুদ্ধিৰুৎপদ্যতে, তেন বিকৃতিঃ প্ৰধানস্য বিকাৰ ইতি। সৈবাহঙ্কাৰমুৎপাদয়তি, অতঃ প্ৰকৃতিঃ। অহঙ্কাৰোঽপি বুদ্ধেৰুৎপদ্যতে ইতি বিকৃতিঃ, স চ পঞ্চতন্মাত্ৰাণ্যুৎপাদয়তীতি প্ৰকৃতিঃ। তত্ৰ শব্দতন্মাত্ৰমহঙ্কাৰাদুৎপদ্যত ইতি বিকৃতিস্ত-স্মাদাকাশমুৎপদ্যতে ইতি প্ৰকৃতিঃ। তথা স্পৰ্শতন্মাত্ৰমহঙ্কাৰা-দুৎপদ্যত ইতি বিকৃতিস্তদেবং বায়ুমুৎপাদয়তীতি প্ৰকৃতিঃ। গন্ধতন্মাত্ৰমহঙ্কাৰাদুৎপদ্যত ইতি বিকৃতিস্তদেবং পৃথিবীমুৎ-পাদয়তীতি প্ৰকৃতিঃ। ৰূপতন্মাত্ৰমহঙ্কাৰাদুৎপদ্যতে ইতি বিকৃতিস্তদেবং তেজ উৎপাদয়তীতি প্ৰকৃতিঃ। ৰসতন্মাত্ৰমহ-ঙ্কাৰাদুৎপদ্যত ইতি বিকৃতিস্তদেবমপ উৎপাদয়তীতি প্ৰকৃতিঃ। এবং মহদাদ্যাঃ সপ্ত প্ৰকৃতয়ো বিকৃতয়শ্চ। ষোড়শকস্তু বিকাৰঃ, পঞ্চ বুদ্ধীন্দ্ৰিয়াণি পঞ্চকৰ্ম্মেন্দ্ৰিয়াণি একাদশং মনঃ পঞ্চমহাভূতানি এষ ষোড়শকো গণো বিকৃতিৰেব, বিকাৰো বিকৃতিঃ। ন প্ৰকৃতিৰ্ন বিকৃতিঃ পুৰুষঃ ॥৩॥

(৩)

মূল প্ৰকৃতিঃ অবিকৃতিঃ [মূল প্ৰকৃতি অবিকৃতি] মহদাদ্যাঃ সপ্ত প্ৰকৃতি বিকৃতয়ঃ [মহদাদি সাতোটা প্ৰকৃতি-বিকৃতি]। বিকাৰ তু ষোড়শকঃ [কেৱল বিকৃতি ১৬ টা]। পুৰুষঃ ন প্ৰকৃতিঃ ন বিকৃতিঃ [পুৰুষ-প্ৰকৃতিও নহয়, বিকৃতিও নহয়]।

যি কৰে সি প্ৰকৃতি (প্ৰকৰোতি ইতি প্ৰকৃতিঃ)। যি উৎপন্ন হয় সি বিকৃতি বা বিকাৰ। মূল প্ৰকৃতিৰ (মূলেমূলাভাবাদমূলম্ মূলম্; সাঃ সূ ১। ১৬) মূল বা উপাদান-কাৰণ নাই। [illegible]

বস্তু উৎপন্ন হোৱা বস্তু হ'ব নোৱাৰে। সি নিত্য বস্তু। মূল প্ৰকৃতি তেন্তে কাৰণহীন, অজ (জন্মৰহিত), নিত্য আৰু অবিকৃতি। (১০ কাৰিকাত এই যুক্তিবোৰ দিয়া হৈছে)।

মহত্তত্ত্ব প্ৰকৃতিৰ পৰা হৈছে; সেইগুণে (প্ৰকৃতি সম্বন্ধে) সি "বিকৃতি"। মহত্তত্ত্বৰ পৰা আকৌ অহঙ্কাৰতত্ত্ব হৈছে। সেই গুণে মহত্তত্ত্ব (অহঙ্কাৰতত্ত্ব সম্বন্ধে) 'প্ৰকৃতি'—অৰ্থাৎ মহত্তত্ত্বক প্ৰকৃতিও বুলিব পাৰি, বিকৃতিও বুলিব পাৰি। এই বাবে ই প্ৰকৃতি বিকৃতি। ঠিক সেই দৰেই অহঙ্কাৰতত্ত্বও প্ৰকৃতি-বিকৃতি; কাৰণ, অহঙ্কাৰতত্ত্বৰ পৰা ইন্দ্ৰিয় আৰু তন্মাত্ৰবোৰ হৈছে। তন্মাত্ৰবোৰৰ পৰা পঞ্চ মহাভূত হৈছে। সেইবাবে তন্মাত্ৰবোৰো 'প্ৰকৃতি বিকৃতি'।

মহত্তত্ত্ব, অহঙ্কাৰ, ৫ তন্মাত্ৰ—এই ৭ টা প্ৰকৃতি-বিকৃতি। ১১ টা ইন্দ্ৰিয় আৰু ৫ টা মহাভূতৰ পৰা আন একো তত্ত্ব ওলোৱা নাই। সেইগুণে ইহঁত কেৱল 'বিকৃতি' মাত্ৰ। পুৰুষ কিন্তু প্ৰকৃতিও নহয়, বিকৃতিও নহয় অৰ্থাৎ— তেওঁ একোৰে উৎপাদক নহয় (ন প্ৰকৃতি), আৰু নিজৰো একো কাৰণ নাই (ন বিকৃতি)। কাৰণহীন হ'লেই নিত্য আৰু অজ হ'বই লাগিব। পুৰুষ নিত্য, অজ আৰু অ-বিকাৰী (অ-প্ৰকৃতি) অব্যক্ত। মূল প্ৰকৃতিও অব্যক্ত।

এই কাৰিকাত সাংখ্য-দৰ্শনত কি কি সত্তাৰ বিষয় আলোচনা কৰা হ'ব তাৰ সংক্ষেপ উল্লেখ কৰিলে।

প্ৰকৃতি অবিকৃত অৰ্থাৎ অহেতুমৎ। অৰ্থাৎ অজ, নিত্য আৰু সেই বাবে ১০ কাৰিকাৰ যুক্তি মতে সৰ্ব্ব-ব্যাপী অব্যক্ত। সেইদৰেই পুৰুষো (যাক ১১ কাৰিকাত পুমান্ বুলিছে) অজ, নিত্য সৰ্ব্বব্যাপী অব্যক্ত। সৰ্ব্বব্যাপী পদাৰ্থ দুটা থাকিব নোৱাৰে। কাৰণ দুটা বুলিলেই পৃথক দুটা—অৰ্থাৎ এটাও সৰ্ব্ব-ব্যাপী নহয়। অব্যক্ত সদায় "এক"। সেইগুণে মনত ৰাখিব যে সাংখ্য মতে অব্যক্ত অৱস্থাত মূল প্ৰকৃতি আৰু পুৰুষ (বা পুমান্) একে আৰু দুয়োৰো অভেদ সংযোগ—এয়ে সৃষ্টিৰ আদি অৱস্থা, অব্যক্ত—পুৰুষ-প্ৰকৃতিৰ অনাদি সংযোগ। ১১ কাৰিকাত কোৱা হ'ব যে এই অৱস্থাৰ পৰাই প্ৰকৃতি ব্যক্ত হৈ জগত ৰচনা কৰে। এইবাবেই গীতাই কয় যে পুৰুষ-প্ৰকৃতি অভেদ। ॥৩॥

দৃষ্টমনুমানমাপ্তবচনঞ্চ সৰ্ব্বপ্ৰমাণসিদ্ধত্বাৎ।
ত্ৰিবিধং প্ৰমাণমিষ্টং প্ৰমেয়সিদ্ধিঃ প্ৰমাণাদ্ধি ॥ ৪ ॥

এবমেষাং ব্যক্তাব্যক্তজ্ঞানাং ত্ৰয়াণাং পদাৰ্থানাং কৈঃ কিয়দ্ভিঃ প্ৰমাণৈঃ কেন কস্য বা প্ৰমাণেন সিদ্ধিৰ্ভবতি। ইহ লোকে প্ৰমেয়বস্তু প্ৰমাণেন সাধ্যতে। যথা প্ৰস্থাদিভিৰ্ব্ৰীহয়-স্তুলয়া চন্দনাদি। তস্মাৎ প্ৰমাণমভিধেয়ম্। দৃষ্টমিতি— দৃষ্টং যথা শ্ৰোত্ৰং ত্বক্ চক্ষুৰ্জিহ্বা ঘ্ৰাণমিতি পঞ্চবুদ্ধীন্দ্ৰিয়াণি, শব্দ-স্পৰ্শৰূপৰসগন্ধা এষাং পঞ্চানাং পঞ্চৈব বিষয়া যথাসংখ্যম্। শব্দং শ্ৰোত্ৰংগৃহ্ণাতি, ত্বক্ স্পৰ্শং, চক্ষুঃ ৰূপং, জিহ্বা ৰসং, ঘ্ৰাণং গন্ধমিতি। এতদ্ দৃষ্টমিত্যুচ্যতে প্ৰমাণম্। প্ৰত্যক্ষেণানুমানেন বা যোঽৰ্থো ন গৃহ্যতে স আপ্তবচনাদ্ গ্ৰাহ্যঃ। যথেন্দ্ৰো দেবৰাজঃ, উত্তৰাঃ কুৰৱঃ স্বৰ্গেঽপ্সৰসঃ ইত্যাদি। প্ৰত্যক্ষানুমা-নাগ্ৰাহ্যমপ্যাপ্তবচনাদ্ গৃহ্যতে। অপি চোক্তম্—

"আগমো হ্যাপ্তবচনমাপ্তং দোষক্ষয়াদ্বিদুঃ।
ক্ষীণদোষোঽনৃতং বাক্যং ন ব্ৰূয়াদ্ধেত্বসম্ভবাৎ॥
স্বকৰ্ম্মণ্যভিযুক্তো যঃ সঙ্গদ্বেষ বিবৰ্জ্জিতঃ।
পূজিতস্তদ্বিধৈৰ্নিত্যমাপ্তো জ্ঞেয়ঃ স তাদৃশঃ॥"

এতেষু প্ৰমাণেষু সৰ্ব্বপ্ৰমাণানি সিদ্ধানি ভৱন্তি। ষট্ প্ৰমাণানি জৈমিনিঃ। অথ কানি তানি প্ৰমাণানি—"অৰ্থাপত্তিঃ সম্ভৱঃ অভাৱঃ প্ৰতিভা ঐতিহ্যম্ উপমানং চ' ইতি ষট্ প্ৰমাণানি। তত্ৰাৰ্থাপত্তিৰ্দ্বিবিধা, দৃষ্টা শ্ৰুতা চ। তত্ৰ দৃষ্টা, একস্মিন্ পক্ষে আত্মভাৱো গৃহীতশ্চেদন্যস্মিন্নপ্যাত্মভাৱো গৃহ্যতে এৱ। শ্ৰুতা যথা—দিৱা দেৱদত্তো ন ভুঙ্‌ক্তে, অথ চ পীনো দৃশ্যতে, অতোঽৱগম্যতে ৰাত্ৰৌ ভুঙ্‌ক্তে ইতি। সম্ভৱো যথা—প্ৰস্থ ইত্যুক্তে চত্বাৰঃ কুড়ৱাঃ সম্ভাৱ্যন্তে। অভাৱো নাম প্ৰাগিতৰেতৰাত্যন্তসৰ্ব্বাভাৱলক্ষণঃ। প্ৰাগভাৱো যথা— দেৱদত্তঃ কৌমাৰযৌৱনাদিষু। ইতৰেতৰাভাৱঃ—পটে ঘটা-ভাৱঃ। অত্যন্তাভাৱঃ—খৰবিষাণ বন্ধ্যাসুত খপুষ্পৱদিতি। সৰ্ব্বাভাৱঃ—প্ৰধ্বংসাভাৱো দগ্ধপটৱদিতি। যথা শুষ্কধান্য-দৰ্শনাদ্ বৃষ্টেৰভাৱোঽৱগম্যতে। এৱমভাৱোঽনেকধা। প্ৰতিভা যথা—'দক্ষিণেন চ বিন্ধ্যস্য সহ্যস্য চ যদুত্তৰম্। পৃথিব্যামা-সমুদ্ৰায়াং স প্ৰদেশো মনোৰমঃ।" এৱমুক্তে তস্মিন্ প্ৰদেশে শোভনাঃ গুণাঃ সন্তীতি প্ৰতিভোৎপদ্যতে। প্ৰতিভা চ জানতাং জ্ঞানমিতি। ঐতিহ্যং যথা—ব্ৰবীতি লোকে যথাত্ৰ বটে যক্ষিণী প্ৰতিৱসতীত্যেৱ ঐতিহ্যম্। উপমানং যথা— গৌৰিৱ গৱয়ঃ, সমুদ্ৰ ইৱ তড়াগঃ। এতানি ষট্ প্ৰমাণানি ত্ৰিষু দৃষ্টাদিষন্তৰ্ভূতানি। তত্ৰানুমানে অৰ্থাপত্তিৰন্তৰ্ভূতা। সম্ভৱাভাৱ প্ৰতিভৈতিহ্যোপমানাশ্চাপ্তবচনে। তস্মাৎ ত্ৰিভিৰেৱ সৰ্ব্বপ্ৰমাণসিদ্ধত্বাৎ ত্ৰিবিধং ... তদাহ—তেন ত্ৰিবিধেন প্ৰমাণেন প্ৰমাণসিদ্ধিৰ্ভৱতীতি বাক্যশেষঃ। প্ৰমে-য়সিদ্ধিঃ প্ৰমাণাদ্ধি। প্ৰমেয়ং প্ৰধানং বুদ্ধিৰহঙ্কাৰ

পঞ্চতন্মাত্রাণি একাদশেন্দ্রিয়াণি পঞ্চ মহাভূতানি পুরুষ ইতি। এতানি পঞ্চবিংশতি তত্ত্বানি ব্যক্তাব্যক্তজ্ঞা ইত্যুচ্যন্তে। তত্র কিঞ্চিৎ প্রত্যক্ষেণ সাধ্যং কিঞ্চিদনুমানেন কিঞ্চিদাগমেনেতি ত্রিবিধং প্রমাণমুক্তম্॥ ৪ ॥

(৪)

দৃষ্টং অনুমানং চ আপ্ত বচনং [প্রত্যক্ষ, অনুমান আৰু আপ্ত বচন] ত্রিবিধং প্রমাণং ইষ্টং [এই তিনি বিধেই আমাৰ মতে প্রমাণ]। সর্ব্বপ্রমাণ সিদ্ধত্বাৎ [সকলো প্রমাণ ইয়াৰ দ্বাৰা সিদ্ধি হয় গুণে] প্রমাণাৎহি প্রমেয় সিদ্ধিঃ [প্রমাণৰ পৰাহে প্রমেয়ৰ সিদ্ধি হয়]।

('সিদ্ধি' মানে প্রতীতি বা বিশ্বাস বুলি ধৰিব লাগে।)

শব্দ, স্পর্শ, ৰূপ, ৰস, আৰু, গন্ধ এই ৫টা যথাক্রমে কাণ, ত্বক্, চকু, জিভা, আৰু নাক এই ৫টা জ্ঞানেন্দ্রিয়ৰ বিষয়; এই বিষয়জ্ঞান আমাৰ প্রত্যক্ষ-জ্ঞান। ইয়াৰ বিষয়ে আমাক আৰু আন প্রমাণ নেলাগে। ইয়াৰ বাহিৰেও, আমাৰ মনো এটা ইন্দ্রিয়। মনেৰে আমি আভ্যন্তৰিক বিষয় জানো,—যেনে আমি জানো আমাৰ ইচ্ছা, স্নেহ, দয়া আদি ভাব আছে। এই জ্ঞানো আমাৰ প্রত্যক্ষ জ্ঞান; কিন্তু ইয়াৰ বেলেগ নাম হৈছে—'অনুভব' বা "মানস-প্রত্যক্ষ"।

কোনো বিষয় যদি প্রত্যক্ষ নহয় বা অনুভব গ্রাহ্যও নহয়, কিন্তু যদি যুক্তিৰে সেই বিষয়ৰ নিশ্চয় জ্ঞান পাওঁ, তেন্তে সেই জ্ঞান অনুমান প্রমাণ বুলি আমি কওঁ।

'আপ্ত-বচন' মানে যাৰে তাৰে পৰা শুনা কথা নহয়। এই কাৰিকাত দেখাত যদিও আপ্ত-বচনক তৃতীয় স্থান দিছে, তথাচ আপ্ত বচনেইহে ঘাই প্রমাণ। ইয়াৰ আচল অর্থ "আপ্ত পুৰুষৰ মুখে শুনা।" ইয়াত বক্তা আৰু শ্রোতা দুজন থাকিব লাগিব। বক্তাজন আপ্ত বা অভ্রান্ত সত্যবাদী হব বাগিব। সেই গুণে নিজে বেদ-পাঠ কৰি যি নিশ্চয় জ্ঞান হয় তাক আপ্ত-বচন বুলিব নোৱাৰি, কাৰণ তাত 'বক্তা' নাই। নিয়ম মতে অর্থ কৰিলে সি অনুমান প্রমাণৰ ভিতৰতহে পৰে। বহুতে কিন্তু কয় যে আপ্ত-বাক্য মানে বেদ-বাক্যও হ'ব পাৰে। প্রত্যক্ষ, অনুমান আৰু আপ্ত-বচনৰ বাহিৰেও আৰু প্রমাণ আছে। কিন্তু এই তিনিটাহে ঘাই প্রমাণ; বাকীবোৰ ইইতৰ ভিতৰতে পৰিব॥ ৪ ॥

প্রতিবিষয়াধ্যবসায়ো দৃষ্টং ত্রিবিধমনুমানমাখ্যাতম্।
তল্লিঙ্গলিঙ্গিপূর্ব্বকমাপ্তশ্রুতিরাপ্তবচনন্তু ॥৫॥

তস্য বিশেষলক্ষণমেতদাহ— প্রতিবিষয়েষু শ্রোত্রাদীনাং শব্দাদিবিষয়েষু অধ্যবসায়ো দৃষ্টং প্রত্যক্ষমিত্যর্থঃ। ত্রিবিধমনুমানমাখ্যাতং, পূর্ব্ববৎ শেষবৎ সামান্যতো দৃষ্টং চেতি। পূর্ব্বমস্যাস্তীতি পূর্ব্ববৎ, যথা মেঘোন্নত্যা বৃষ্টিং সাধয়তি পূর্ব্বদৃষ্টত্বাৎ। শেষবৎ যথা— সমুদ্রাদেকং জলপলং লবণমাসাদ্য শেষস্যাপ্যস্তি লবণভাব ইতি। সামান্যতো দৃষ্টং দেশান্তৰাদ্দেশান্তৰং প্রাপ্তং দৃষ্টং গতিমচ্চন্দ্রতাৰকং— চৈত্রবৎ। যথা চৈত্রনামানং দেশান্তৰাদ্দেশান্তৰং প্রাপ্তমবলোক্য গতিমানয়মিতি তদ্বচ্চন্দ্রতাৰকমিতি তথা পুষ্পিতাম্রদর্শনাদন্যত্র পুষ্পিত আম্রা ইতি সামান্যতো দৃষ্টেন সাধয়তি এতৎ সামান্যতো দৃষ্টম্। কিঞ্চ তল্লিঙ্গলিঙ্গিপূর্ব্বকমিতি তদনুমানং লিঙ্গ-পূর্ব্বকং যত্র লিঙ্গেন লিঙ্গী অনুমীয়তে, যথা,—দণ্ডেন যতিঃ। লিঙ্গি পূর্ব্বকং যত্র লিঙ্গিনা লিঙ্গমনুমীয়তে, যথা,—দৃষ্টা যতিমস্যেদং ত্রিদণ্ডমিতি। আপ্তশ্রুতিৰাপ্তবচনঞ্চ আপ্তা আচার্য্যা ব্রহ্মাদয়ঃ, শ্রুতির্বেদঃ, আপ্তাশ্চ শ্রুতিশ্চ আপ্তশ্রুতিঃ, তদুক্তমাপ্তবচনমিতি। এবং ত্রিবিধং প্রমাণমুক্তম্॥৫॥

(৫)

দৃষ্টং [প্রত্যক্ষ] প্রতি-বিষয়-অধ্যবসায়ঃ [শব্দাদিপ্রত্যেক ইন্দ্রিয়গ্রাহ্য বিষয়ৰ নিশ্চয় জ্ঞান]। অনুমানং ত্রিবিধম্ আখ্যাতং [অনুমান প্রমাণ তিনিবিধ বুলি কয়]। তৎ [সেই অনুমান প্রমাণ] লিঙ্গ-লিঙ্গি-পূর্ব্বকম্ [লিঙ্গপূর্ব্বক আৰু লিঙ্গিপূর্ব্বক হয়]। তু [কিন্তু] আপ্তশ্রুতিঃ আপ্ত বচনম্ [আপ্ত পুৰুষৰ বাক্য বা বেদবাক্যই আপ্ত বচন]।

ওপৰৰ 'তু' শব্দটিয়ে আপ্ত-বচনৰ শ্রেষ্ঠতা ইঙ্গিত কৰিছে। শব্দ স্পর্শাদি প্রত্যেক বিষয়ে শ্রোত্র, ত্বক, আদি ইন্দ্রিয়ৰ দ্বাৰা যি অধ্যৱসায় বা নিশ্চয়-জ্ঞান সেয়ে দৃষ্ট বা প্রত্যক্ষ-জ্ঞান। এই বিষয় আগেয়ে কোৱা হৈছে।

'লিঙ্গ' মানে হেতু। লিঙ্গী মানে হেতুমৎ বিষয় (লিঙ্গম্ অস্য অস্তি ইতি লিঙ্গী)। লিঙ্গ বা হেতু জানি লিঙ্গীৰ বিষয়ে যি জ্ঞান সিয়েই অনুমান প্রমাণ। এই 'অনুমান প্রমাণ' তিনি ৰকমৰ—

(১) পূর্ব্ববৎ-যেনে, মেঘ আছে, বৰষুণ দিব। ধোঁৱা ওলাইছে, তাত জুই নিশ্চয় আছে।

(২) শেষবৎ—যেনে সাগৰৰ পানী অকণ চাকি চালেই লুণীয়া লাগে, সেইব্যবে সাগৰৰ সকলো পানী লুণীয়া। পূর্ব্ববৎ, শেষবৎ আৰু সামান্যতো দৃষ্ট অনুমানৰ ব্যাখ্যাত

আচাৰ্য্য- সকলৰ মিল নাই। আমাৰ নিমিত্তে এইবোৰ কথা বৰ আৱশ্যকীয় নহয়, কাৰণ পূৰ্ব্ববৎ আৰু শেষবৎ দুয়োটা অনুমানকে ইংৰাজীত Deduction বোলে।

(৩) "সামান্যতোদৃষ্ট" অনুমানক ইংৰাজীত Induction বোলে। প্ৰত্যক্ষ বিষয়ৰ পৰা অপ্ৰত্যক্ষ বিষয়ৰ অনুমানেই সামান্যতোদৃষ্ট অনুমান।

এই কাৰিকাত "অধ্যবসায়" শব্দটো মন কৰিব লগীয়া। অধ্যবসায় বুদ্ধিৰ নিশ্চয়াত্মিকা ধৰ্ম্ম। পাঠকসকলে এতিয়াৰে পৰা মনত ৰাখিব যে সাংখ্য-দৰ্শন মতে বুদ্ধি অচেতন,—ইয়াৰ অধ্যবসায়ো অচেতন। এই অধ্যবসায় বুদ্ধিৰ পৰিণাম,—অৱস্থা বিশেষ।*

সাংখ্য-দৰ্শন বুজিবলৈ হ'লেই গুৰিৰেপৰা সাংখ্যৰ মনস্তত্ত্বটো মনত ৰাখিব লাগিব। সাংখ্য মতে সকলো বাহ্যবস্তু সক্ৰিয় বা ত্ৰিগুণ ক্ৰিয়াশীল (১০ কাৰিকা)। সক্ৰিয় বা ত্ৰিগুণ নহ'লে বস্তু দৃশ্য জ্ঞেয় বা বিষয় হ'ব নোৱাৰে (১১ আৰু ১৪ কাৰিকা)। বাহ্য বস্তুৰ ক্ৰিয়াত ইন্দ্ৰিয়বোৰ সক্ৰিয় হয়—অৰ্থাৎ বাহ্য বস্তুৰ পৰা শক্তি আহি ইন্দ্ৰিয়ত আঘাত কৰিলেই ইন্দ্ৰিয়বোৰো সক্ৰিয় হয়। ইন্দ্ৰিয়বোৰ আকৌ অন্তঃকৰণৰ লগত সম্বদ্ধ। ইন্দ্ৰিয়ৰ ক্ৰিয়াত অন্তঃকৰণ ক্ৰিয়াশীল হয়, অৰ্থাৎ বুদ্ধিৰ ৰূপ বা সংস্কাৰৰ (যাৰ কথা ২৩ কাৰিকাত ক'ব) পৰিবৰ্ত্তন হয়। এই পৰিবৰ্ত্তন হোৱা ৰূপেই বুদ্ধিৰ অধ্যবসায় (দীপশিখৈব বুদ্ধি পৰিণামাৱস্থা বিশেষঃ)। ই অচেতন অধ্যাবসায়।** ইয়াত চৈতন্যৰ ছাঁ পৰিলে আমাৰ বস্তু-জ্ঞান হয় বা অন্তঃকৰণ প্ৰকাশ হয়। বুদ্ধি বা বুদ্ধিৰ অধ্যবসায়ো তেতিয়া চেতন যেন হয়। পাঠকে মন কৰিব যে এই কথাটোকে সাংখ্যদৰ্শনত নানা ভাৱে নানা ঠাইত ঘূৰাই ঘূৰাই কৈছে।।৫।।

**সামান্যতস্তু দৃষ্টাদতীন্দ্ৰিয়ানাং প্ৰতীতিৰনুমানাৎ।**
**তস্মাদপি চাসিদ্ধং পৰোক্ষমাপ্তাগমাৎ সিদ্ধম্।।৬।।**

তত্ৰ কেন প্ৰমাণেন কিংসাধ্যমুচ্যতে,— সামান্যতো দৃষ্টাদনুমানাদতীন্দ্ৰিয়াণামিন্দ্ৰিয়াণ্যতীত্য বৰ্ত্তমানানাং সিদ্ধিঃ। প্ৰধানপুৰুষাবতীন্দ্ৰিয়ৌ সামান্যতো দৃষ্টেনানুমানেন সাধ্যেতে, যস্মান্মহদাদিলিঙ্গং ত্ৰিগুণং যস্যেদং ত্ৰিগুণং কাৰ্য্যং তৎ প্ৰধানমিতি। যতশ্চাচেতনং চেতনমিবাভাতি অতোঽন্যোঽধিষ্ঠাতাপুৰুষ ইতি। ব্যক্তং প্ৰত্যক্ষসাধ্যম্ তস্মাদপি চাসিদ্ধং পৰোক্ষমাপ্তাগমাৎ সিদ্ধং, যথা—ইন্দ্ৰো দেবৰাজঃ, উত্তৰাঃ কুৰবঃ, স্বৰ্গেঽপ্সৰস ইতি পৰোক্ষমাপ্তবচনাৎ সিদ্ধম্।।৬।।

(৬)

সামান্যতঃ দৃষ্টাৎ অনুমানাৎ তু অতীন্দ্ৰিয়াণাং প্ৰতীতিঃ (সামান্যতো দৃষ্ট অনুমানৰ পৰা অতীন্দ্ৰিয় বিষয়ৰ প্ৰতীতি হয়) তস্মাৎ অপি (অসিদ্ধং পৰোক্ষং আপ্তাগমাৎ সিদ্ধং চ সেই অনুমান প্ৰমাণে ঢুকি নোপোৱা অজ্ঞাত বিষয় আপ্তাগমৰ দ্বাৰা সিদ্ধি হয়)।

ইন্দ্ৰিয়-গ্ৰাহ্য বিষয়ত আমাৰ প্ৰত্যক্ষজ্ঞান আছেই; কিন্তু ইন্দ্ৰিয়গ্ৰাহ্য নহলেও কিছুমান বিষয় আমি অনুমানেৰে প্ৰমাণ কৰিব পাৰোঁ। প্ৰধান আৰু পুৰুষ অনুমানৰ দ্বাৰা সিদ্ধ হয়। অচেতন হৈ প্ৰকৃতিয়ে চেতনৰ দৰে কাৰ্য্য কৰিছে, সেইবাবে চেতন অধিষ্ঠাতা এজন নিশ্চয় আছে—এইবোৰ কথা আমি অনুমান কৰিব পাৰোঁ—অনুমান কৰিবলৈ যুক্তি আৰু হেতু আছে, কিন্তু এনে অদৃশ্য, অজ্ঞাত আৰু অলৌকিক বিষয় আছে যাৰ অনুমান কৰিবলৈ আমাৰ কোনো হেতু বা যুক্তি নাই—যেনে পৰলোকৰ কথা, দেৱৰাজ ইন্দ্ৰ, স্বৰ্গৰ অপ্সৰা ইত্যাদি। এইবোৰ বিষয়ত আগম প্ৰমাণৰ বাহিৰে আৰু কোনো প্ৰমাণ নাই।।৬।।

ইয়াত পাঠকসকলে এটা কথা এতিয়াৰে পৰা মন কৰি যাব। ওপৰৰ ভাষ্যত গৌড়পাদে কলে যে প্ৰকৃতি অচেতন আৰু সেইবাবেই আমি বুজিব লাগিব যে প্ৰকৃতিৰ এজন চেতন অধিষ্ঠাতা আছে; নহলে, প্ৰকৃতিয়ে কেনেকৈ নিজে নিজৰ পৰিণাম ঘটাব পাৰে? বাচস্পতি মিশ্ৰয়ো ঠিক এইদৰেই ধৰি লৈছে (তলত ৫৬ কাৰিকাৰ ব্যাখ্যা চাওক)। গীতাতো তাকে কৈছে (গীতা ৯।১০), মহাভাৰততো কৈছে যে সাংখ্যৰ প্ৰত্যেক চতুৰ্ব্বিংশতি তত্ত্বৰ লগে লগে পঞ্চবিংশতি তত্ত্ব (পুৰুষ) আছে বুলি বুজিব লাগে।

* অধ্যবসায়ো ময়েদং কৰ্ত্তব্যমিত্যাকাৰ নিশ্চয়ো দীপশিখেৱ বুদ্ধি পৰিণামবস্থা বিশেষঃ [সাঃ চন্দ্ৰিকা]

** বাচস্পতি মিশ্ৰই অচেতন অধ্যবসায়ৰ বিষয়ে এইদৰে কৈছে ঃ—

"বুদ্ধি তত্ত্বংহি প্ৰাকৃতত্বাদচেতন মিতি। তদীয়োঽধ্যবসায়োঽপ্যচেতনো ঘটাদি বৎ। এবং বুদ্ধি তত্ত্বস্য সুখাদয়োঽপি পৰিণাম ভেদা অচেতনাঃ। পুৰুষস্তু সুখাদ্যননুষঙ্গী চেতনঃ। সোঽয়ং বুদ্ধি তত্ত্ব বৰ্ত্তিনা জ্ঞানসুখাদিনা তৎ প্ৰতিবিম্বিতস্তচ্ছায়া পত্ত্যা জ্ঞানসুখাদিমানিব ভবতি। চিতিচ্ছায়াপত্ত্যা চা চেতনাপি বুদ্ধিস্তদধ্যবসায়োঽপি চেতন ইব ভবতি"।

এইবোৰ কথাৰ পৰা পাঠকসকলে বুজিব নেলাগে যে সাংখ্য মতে প্ৰকৃতিৰ সকলো কাম ঈশ্বৰেহে কৰে। অৱশ্যে আমি কোৱা নাই যে সেইদৰে বুজিলে ভুল হ'ব। বৰং আমি কওঁ, ভাগ্যেৰে যদি কোনোবাই সেইদৰে বুজিব পাৰে; যদি বুজিব পাৰে যে জগতৰ সকলো কাম ঈশ্বৰে কৰায়; যদি বুজে যে ঈশ্বৰৰ ইচ্ছা নহলে গছৰ পাত এটাও নলৰে,—তেন্তে তেওঁৰ আৰু কোনো দৰ্শন পঢ়াৰ আৱশ্যক নাই; তেওঁ সকলো বুজিলে। তেওঁ বুজিলে যে আচলতে প্ৰকৃতিৰ অস্তিত্বই নাই; ঈশ্বৰৰ ইচ্ছাৰ বাহিৰে আৰু সুকীয়া প্ৰকৃতি বুলি এটা পদাৰ্থ নাই। (বেদান্তই তাকে কয) এইদৰে বুজিয়েই ৰামকৃষ্ণ পৰমহংস দেৱে কৈছিল—

"ব্ৰহ্ম যখন নিষ্ক্ৰিয়, তখন তাঁকে শুদ্ধ ব্ৰহ্ম বলি। আর যখন সৃষ্টি, স্থিতি, প্ৰলয় কাৰ্য্য করেন তখন তাঁকে শক্তি বলি। তখন তাঁকে সগুণ ব্ৰহ্ম (ঈশ্বর) বা আদ্যা শক্তি (প্ৰকৃতি) বলি।"

এইদৰে বুজা আত্ম-জ্ঞানী মানুহৰ নিমিত্তে সাংখ্য-দৰ্শন লিখা হোৱা নাই। অজ্ঞানী মানুহক এই মূল কথাটো পাৰ্থিব যুক্তিৰে বুজাবৰ নিমিত্তে হে সাংখ্য-দৰ্শন। আত্মা-তত্ত্বটি সহজে বুজাবৰ নিমিত্তেহে সাংখ্য-দৰ্শন।

সেইগুণে সাংখ্যই প্ৰথমতে দৃশ্য জগতৰ পৰা আৰম্ভ কৰি, ঠিক আধুনিক তাপ-গতি বিদ্যাই কোৱা দৰেই কলে যে জগতৰ সকলো পৰিণামৰ মূলত প্ৰকৃতি। এই পৰিণাম নৈসৰ্গিক নিয়মেৰে হয়। জগতৰ সকলো ঘটনা স্বাভাৱিক নিয়মেৰে হয়; আমাৰ জন্মান্তৰো এই স্বভাৱৰেই কাৰ্য্য (৪২ কাৰিকা বা আমাৰ জন্মান্তৰ ৰহস্য চাওক)। স্বভাৱৰ কাৰ্য্যৰ বাহিৰে অন্তৰ্জ্জগৎ বা বহিৰ্জ্জগতত আৰু কোনো ৰকমৰ কাৰ্য্য নাই। আমি গীতাৰ পাতনিত কৈ আহিছো যে অন্তৰ্জ্জগৎ আৰু বহিৰ্জ্জগৎ গোটাই যেন এটা যন্ত্ৰ। ইয়াত প্ৰকৃতিৰ গুণৰ বাহিৰে আৰু কোনো কৰ্ত্তা নাই। এই সকলোবোৰ পৰিণাম যেন আপোনা আপুনি যন্ত্ৰত হোৱা দৰে হয়। এয়ে স্বভাৱ (Nature)। এইদৰে ধৰিলে, সাংখ্যই ঠিক আধুনিক বিজ্ঞানৰ পদ্ধতিৰেই আৰু ঠিক আধুনিক যুক্তিৰেই তেওঁৰ দৰ্শনখন লিখিছে। ই যেন ঠিক পাশ্চাত্য নতুন বিজ্ঞানেই। ইয়াত আমি Quantum Theory, Theory of Relativity, Laws of motion, 2nd Law of Thermo dynamics ইত্যাদি সকলো পাওঁ। নাপাওঁ কেৱল ঈশ্বৰক।

সেই বুলি আকৌ পাঠকসকলে নাভাবিব যে সাংখ্য-দৰ্শন নিৰীশ্বৰ দৰ্শন। সাংখ্যই কৈছে যে নিগুৰ্ণ ব্ৰহ্ম নিষ্ক্ৰিয় (১০ কাৰিকা)। এই সৃষ্টি সম্পৰ্কে সংকল্পৰ বাহিৰে ব্ৰহ্মৰ আৰু কোনো "খণ্ড-কাৰ্য্য" নাই। সকলো "খণ্ড-কাৰ্য্য" প্ৰকৃতিৰ নিজৰ কাৰ্য্য—স্বভাৱৰ কাৰ্য্য—স্বভাৱতে আপোনা আপুনি হয়।

ব্ৰহ্মই যেন চাবি দি বা "ষ্টাৰ্ট" দি এই অতি বৃহৎ আৰু আপোনা আপুনি কাম কৰা (Self-acting) জগৎ যন্ত্ৰটি চলাই দিলে আৰু সি আপোনা আপুনি চলি আছে আৰু কল্পান্ত কাল চলি থাকিব।

আমি ওপৰৰ পাতনিত কৈ আহিছো—যে আধুনিক তাপ-গতি বিদ্যাই (Thermo-dynamics) জগতক এই দৰেই ভাবে।

জগতক এইদৰে নুবুজিলে আত্ম-জ্ঞান লাভ কৰা টান হয়। বুজা টান হয় যে আত্মা নিৰ্গুণ, নিষ্ক্ৰিয় আৰু অকৰ্ত্তা (১৯ কাৰিকা); বুজা টান হয় যে আত্মা আৰু পৰমাত্মা উভয়েই অব্যক্ত আৰু সেইবাবে একে; বুজা টান হয় যে প্ৰকৃতিৰ গুণে আমাক কাম কৰায় আৰু অজ্ঞানত আমি ভাবো যে আমি নিজে কৰোঁ [গীতা ৩।৫ বা ১৯ কাৰিকা]।

পাঠসকলে এতিয়াৰে পৰা মন কৰি যাব যে আত্ম-দৰ্শনৰ নিমিত্তে এই অতি আৱশ্যকীয় ৩ টা কথা আমি কেনেবাকৈ পাহৰোঁ বুলিয়েই গৌড়পাদে আমাক পদে পদে সোঁৱৰাই আছে যে প্ৰকৃতিৰ পৰিণাম ঈশ্বৰেও নকৰে, পুৰুষেও নকৰে, কোনেও নকৰে; প্ৰকৃতিৰ পৰিণাম প্ৰকৃতিয়ে নিজে কৰে; প্ৰকৃতিৰ নিজৰ স্বভাৱে কৰে।

[দৃষ্টান্ত স্বৰূপে ২৭, ৩১, ৬১ কাৰিকাৰ গৌড়পাদ ভাষ্য চাওক]

এইবোৰ কথা আমি ২৭ কাৰিকাত আলোচনা কৰিছো আৰু আমাৰ 'কথাৰে উপনিষৎ' নামেৰে কিতাপখনত দেখুৱাইছো যে এইবোৰ ঠিক উপনিষদৰ নিজৰ কথা। ব্ৰহ্মৰ কোনো খণ্ড-কাৰ্য্য নাই। তেওঁ নিষ্ক্ৰিয়, নিৰ্গুণ; ইচ্ছা মাত্ৰ তেওঁৰ সৃষ্টি। [আমাৰ কথাৰে উপনিষৎ (অজাতশত্ৰু বালাকিৰ উপাখ্যান) বা জন্মান্তৰ ৰহস্য চাওক]

**অতিদূৰাৎ সামীপ্যাদিন্দ্ৰিয়ঘাতান্মনোঽনৱস্থানাৎ।**
**সৌক্ষ্ম্যাদ্ব্যৱধানাদভিভৱাৎ সমানাভিহাৰাচ্চ ॥ ৭ ॥**

অত্ৰ কশ্চিদাহ প্ৰধানং পুৰুষো বা নোপলভ্যতে যত

নোপলভ্যতে লোকে তন্নাস্তি, তস্মাৎ তাবপি ন স্তঃ; যথা দ্বিতীয়ং শিৰস্তৃতীয়ঃ বাহুৰিতি। তদুচ্যতে—অত্র সতামপ্যৰ্থানামষ্টধোপলব্ধির্ন ভবতি; তৎ যথা—ইহ সতামপ্যৰ্থানামতিদৰাদনুপলব্ধির্দৃষ্টা; যথা—দেশান্তৰস্থানাং চৈত্ৰমৈত্ৰবিষ্ণুমিত্ৰানাম। সামীপ্যাৎ যথা—চক্ষুষোঽঞ্জনানুপলব্ধিঃ। ইন্দ্ৰিয়াভিঘাতাৎ যথা—বধিৰান্ধয়োঃ শব্দৰূপানুপলব্ধিঃ। মনোঽনবস্থানাৎ যথা—ব্যগ্ৰচিত্তঃ সম্যক্কথিতমপি নাবধাৰযতি। সৌক্ষ্ম্যাৎ যথা—ধুমোষ্মজলনীহাৰপৰমাণবো গগণগতা নোপলভ্যন্তে। ব্যবধানাৎ যথা—কুড্যেন পিহিতং বস্তু নোপলভ্যতে। অভিভবাৎ যথা—সূৰ্য্যতেজসাভিভূতাঃ গ্ৰহণক্ষত্ৰতাৰকাদয়ঃ নোপলভ্যন্তে। সামানাভিহাৰাৎ যথা—মুদগৰাশৌ মুদগঃ ক্ষিপ্তঃ কুবলয়ামলকমধ্যে কুবলয়ামলকে ক্ষিপ্তে, কপোতমধ্যে কপোতো নোপলভ্যতে সমানদ্ৰব্যমধ্যাহৃতত্বাৎ। এবমষ্টধানুপলব্ধিঃ সতামৰ্থানামিহ দৃষ্টা॥ ৭॥

(৭)

অতিদূৰাৎ [বহুত দূৰত থকা বাবে] সামীপ্যাৎ [বা নিচেই ওচৰত থকা বাবে] ইন্দ্ৰিয়ঘাতাৎ [বা ইন্দ্ৰিয়ৰ বৈকল্য বাবে] মনঃ অনবস্থানাৎ [বা মন নিদিয়াৰ বাবে] সৌক্ষ্ম্যাৎ [বা অতি সূক্ষ্ম বাবে] ব্যবধানাৎ [বা ব্যবধান থাকিলে] অভিভবাৎ [বা আন বস্তুৱে নষ্ট কৰিলে বা ঢাকি ৰাখিলে] সমানাভিহাৰাৎচ [বা সেই শ্ৰেণীৰ আন বস্তুৰ লগত মিহলি হৈ থাকিলে—বস্তুৰ উপলব্ধি নহয়]।

ওপৰত দিয়া কাৰণবোৰৰ পৰা বিদ্যমান থকা বস্তুৰো উপলব্ধি নহয়। উপলব্ধি নহলেই যে বস্তু নাই এনে নহয়। অতি দূৰত থকা বস্তুও আমি নেদেখোঁ—যেনে দেশান্তৰত থকা বন্ধু। নিচেই ওচৰতো নেদেখোঁ—যেনে নিজৰ চকুৰ অঞ্জন। ইন্দ্ৰিয়ৰ দোষতো নেদেখোঁ—যেনে কণা মানুহে নেদেখে। ভালকৈ মন নকৰিলেও নেদেখোঁ। নিচেই সূক্ষ্ম বস্তুও নেদেখোঁ— যেনে পৰমাণু বা জীৱাণু। ব্যৱধান থাকিলেও নেদেখোঁ—যেনে ওখ বেৰৰ বাহিৰে থকা বস্তু। আন বস্তুৱে নষ্ট কৰিলে বা আবৰি ধৰিলেও নেদেখোঁ—যেনে দিনত উজ্জ্বল সূৰ্য্যৰ কিৰণত গ্ৰহ-নক্ষত্ৰবোৰ নেদেখোঁ। সমান বস্তুৰ লগত মিহলি হৈ থাকিলেও নেদেখোঁ—যেনে এদোন ধানৰ লগত এটা ধান মিহলি হ'লে তাক বাছি উলিয়াই অনা অসম্ভৱ। ইত্যাদি নানা কাৰণত আমি বস্তুৰ উপলব্ধি কৰিব নোৱাৰো। এতিয়া, প্ৰকৃতিৰ কিয় উপলব্ধি নহয়? এই প্ৰশ্নৰ উত্তৰ তলৰ কাৰিকাত দিছে॥ ৭॥

**সৌক্ষ্ম্যাত্তদনুপলব্ধির্নাভাবাৎ কাৰ্য্যতস্তদুপলব্ধিঃ।**
**মহদাদি তচ্চকাৰ্য্যং প্ৰকৃতিবিৰূপং সৰূপঞ্চ॥ ৮॥**

এবঞ্চাস্তি কিমভ্যুপগম্যতে প্ৰধানপুৰুষয়োৰপ্যেতয়োৰ্বানুপলব্ধিঃ কেন হেতুনা? কেনচোপলব্ধিস্তদুচ্যতে—সৌক্ষ্ম্যাৎ তদনুপলব্ধিঃ, প্ৰধানস্যেত্যৰ্থঃ। প্ৰধানং সৌক্ষ্ম্যান্নোপলভ্যতে, যথাঽকাশে ধুমোষ্মজলনীহাৰপৰমাণবঃ সন্তোঽপি নোপলভ্যন্তে কথং তৰ্হি তদুপলব্ধিঃ? কাৰ্য্যতস্তদুপলব্ধিঃ কাৰ্য্যং দৃষ্টা কাৰণমনুমীয়তে; অস্তি প্ৰধানং কাৰণং যস্যেদং কাৰ্য্যম্। বুদ্ধিৰহঙ্কাৰঃ পঞ্চতন্মাত্ৰাণি একাদশেন্দ্ৰিয়াণি পঞ্চমহাভূতানি এব তৎকাৰ্য্যম্। তচ্চকাৰ্য্যং প্ৰকৃতিবিৰূপং, প্ৰকৃতিঃপ্ৰধানং, তস্যাবিৰূপং প্ৰকৃতেৰসদৃশম্। সৰূপঞ্চ সমানৰূপঞ্চ, যথা লোকেঽপি পিতুস্তুল্য ইব পুত্ৰো ভবত্যতুল্যশ্চ। যেন হেতুনা তুল্যমতুল্যং তদুপৰিষ্টাৎ বক্ষ্যামঃ॥ ৮॥

(৮)

সৌক্ষ্ম্যাৎ তৎ অনুপলব্ধিঃ [অতি সূক্ষ্মগুণে আমি প্ৰকৃতিক উপলব্ধি কৰিব নোৱাৰো]। ন অভাবাৎ ["প্ৰকৃতি নাই—সেইগুণে আমি নেদেখোঁ" এই কথা নহয়]। কাৰ্য্যতঃ তৎ উপলব্ধিঃ [প্ৰকৃতিৰ কাৰ্য্যৰ পৰা প্ৰকৃতি আছে বুলি জানিব পাৰি] মহদাদি তৎ কাৰ্য্যং চ প্ৰকৃতি সৰূপং বিৰূপং চ [মহৎ, অহঙ্কাৰ আদি প্ৰকৃতিৰ কাৰ্য্য আৰু ইহঁতৰ কিছুমান প্ৰকৃতিৰ সদৃশ আৰু কিছুমান বিসদৃশ]।

প্ৰকৃতিৰ কাৰ্য্য হৈছে মহতত্ত্ব, অহঙ্কাৰতত্ত্ব, পঞ্চতন্মাত্ৰ, একাদশ ইন্দ্ৰিয় আৰু পঞ্চ মহাভূত। এই কাৰ্য্যবোৰৰ কিছুমান প্ৰকৃতিৰ সৰূপ, সদৃশ বা সমান—যেনে সকলোবোৰ প্ৰকৃতিৰ দৰেই ত্ৰিগুণময়। কিছুমান প্ৰকৃতিৰ বিৰূপ, বিসদৃশ বা অসমান—যেনে কিছুমান ইন্দ্ৰিগ্ৰাহ্য। এই কাৰ্য্যবোৰ দেখি প্ৰকৃতি আছে বুলি আমি জানো। কিন্তু প্ৰকৃতিৰূপ কাৰণ নহলেও যে কাৰ্য্যবোৰ হ'ব পাৰে এনে কথা কোনো কোনো দৰ্শনে (শূন্যবাদী দৰ্শনে) কয়। সেই গুণে তলৰ কাৰিকাত কৈছে যে সৎ কাৰণৰ পৰাহে সৎ কাৰ্য্য হ'ব পাৰে। বুদ্ধি, অহঙ্কাৰ আদি সৎ পদাৰ্থ। ইহঁত অসৎ পদাৰ্থৰ পৰা উৎপন্ন হ'ব নোৱাৰে। যি অসৎ সি একো নহয়; তাৰ পৰা একো উৎপন্ন হ'ব নোৱাৰে। সেই গুণে সৎকাৰ্য্য দেখিলেই আমি জানিব লাগিব যে ইয়াৰ এটা সৎকাৰণ নিশ্চয় আছিল। কাৰণ নহলে কাৰ্য্য হ'ব নোৱাৰে—এই কথাকে তলৰ কাৰিকাত ৫টা যুক্তিৰে বুজাইছে। এই বাবেই সাংখ্য-দৰ্শনক মানুহে "সৎ-কাৰ্য্যবাদী দৰ্শন" বোলে॥ ৮॥

**অসদকৰণাদুপাদানগ্ৰহণাৎ সৰ্ব্বসম্ভৱাভাবাৎ।**
**শক্তস্য শক্যকৰণাৎ কাৰণভাবাচ্চ সৎকাৰ্য্যম্ ॥ ৯ ॥**

যদিদং মহদাদিকাৰ্য্যং তৎ কিং প্ৰধানে সৎ? উতাহোস্বিদসৎ? আচাৰ্য্যবিপ্ৰতিপত্তেৰয়ং সংশয়ঃ; ততোঽত্ৰ সাঙ্খ্যদৰ্শনে সৎকাৰ্য্যং বৌদ্ধাদীনামসৎকাৰ্য্যম্। যদি সদসন্ন ভবত্যথাসৎসন্নভবতীতি বিপ্ৰতিষেধস্তত্ৰাহ—অসদকৰণাৎ ন সদসদসতোঽকৰণং তস্মাৎ সৎকাৰ্য্যম্। ইহ লোকেঽসৎকৰণং নাস্তি, যথা সিকতাভ্যস্তৈলোৎপত্তিঃ তস্মাৎ সতঃ কৰণাদস্তি প্ৰাগুৎপত্তেঃ প্ৰধানে ব্যক্তম্, অতঃ সৎকাৰ্য্যম্। কিঞ্চান্যদুপাদানগ্ৰহণাৎ উপাদানং কাৰণং তস্য গ্ৰহণাৎ, ইহ লোকে যো যেনাৰ্থী স তদুপাদানগ্ৰহণং কৰোতি, দধ্যৰ্থী ক্ষীৰস্য ন তু জলস্য, তস্মাৎসৎকাৰ্য্যম্। ইতশ্চ সৰ্ব্বসম্ভৱাভাবাৎ সৰ্ব্বস্য সৰ্ব্বত্ৰ সম্ভৱো নাস্তি, যথা সুবৰ্ণস্য ৰজতাদৌ তৃণপাংশুসিকতাসু, তস্মাৎ সৰ্ব্বসম্ভৱাভাবাৎ সৎকাৰ্য্যম্। ইতশ্চ শক্তশ্চ শক্যকৰাণাৎ ইহ কুলালঃশক্তো মৃদ্দণ্ডচক্ৰচীবৰৰজ্জুনীৰাদিকৰণোপকৰণং বা শক্যমেব ঘটং মৃৎপিণ্ডাদুৎপাদয়তি, তস্মাৎ সৎকাৰ্য্যম্। ইতশ্চ কাৰণভাবাচ্চ সৎকাৰ্য্যং, কাৰণং যল্লক্ষণং তল্লক্ষণমেব কাৰ্য্যমপি যথা যবেভ্যো যবাঃ, ব্ৰীহিভ্যো ব্ৰীহয়ঃ। যদাঽসৎকাৰ্য্যং স্যাৎ ততঃ কোদ্ৰব্যেভ্যঃ শালয়ঃ স্যুৰ্ন চ সন্তীতি, তস্মাৎ সৎকাৰ্য্যম্। এবং পঞ্চভিৰ্হেতুভিঃ প্ৰধানে মহদাদিলিঙ্গমস্তি, তস্মাত সত উৎপত্তিৰ্নাসত ইতি ॥ ৯ ॥

(৯)

অসৎ-অকৰণাৎ [অসৎ বস্তুক কৰিব নোৱাৰি—এই বাবে] উপাদান গ্ৰহণাৎ [যি বস্তুৰ যি উপাদান কাৰণ সেই বস্তুৰ কৰ্ত্তাই তাকেহে গ্ৰহণ কৰে—এই বাবে] সৰ্ব্বসম্ভৱ-অভাবাৎ [সকলোৰে পৰা সকলো নহয়—এই বাবে] শক্তস্য শক্য কৰণাৎ [শক্তি অনুসাৰেহে কাৰ্য্য হয়—এই বাবে] কাৰণভাবাৎ চ [কাৰণৰ ভাব কাৰ্য্যত থাকে—এই বাবে] কাৰ্য্যং সৎ [কাৰ্য্য সৎ—অৰ্থাৎ আগৰে পৰা কাৰণত বিদ্যমান আছিল]

কাৰ্য্য উৎপন্ন হোৱাৰ আগতে নিজৰ কাৰণত অতি সূক্ষ্ম ৰূপে থাকে। এটা কাৰণ নহলে কোনো কাৰ্য্যই হ'ব নোৱাৰে—এই অত্যাবশ্যকীয় কথাটো বুজিবলৈ সাংখ্যই এই কাৰিকাত আমাক ৫ টা স্বতঃ-সিদ্ধ দিছে:—

(১) অসৎ-অকৰণাৎ—বস্তু মোটে তিনি ৰকমৰঃ—

(ক) সৎ, (খ) সদসৎ, (গ) অসৎ

(ক) যি বস্তু সদায় সকলো সময়তে একো পৰিণাম নোহোৱাকৈ বিদ্যমান থাকে সেই বস্তু সৎ। এনে পৰমাৰ্থিক সৎ পদাৰ্থ কেৱল ব্ৰহ্ম আৰু মূল (অব্যকৃতা) প্ৰকৃতি।

(খ) যি বস্তু পৰিণামী, সকলো অৱস্থাত একে নহয় বা ভিন্ন ভিন্ন অৱস্থাত ভিন্ন ভিন্ন মানুহে ভিন্ন ভিন্ন ৰূপে উপলব্ধি কৰে, সেই বস্তু সদসৎ বা প্ৰতিভাসিক বা ব্যৱহাৰিক সৎ। জগতৰ সকলো বস্তুৱেই এই শ্ৰেণীৰ।

(গ) যি বস্তুৰ প্ৰকাশ, স্থিতি বা জ্ঞেয়ত্ব একো নাই সি অসৎ। ই কথাৰ কথা মাত্ৰ; যেনে, বন্ধ্যা-পুত্ৰ, আকাশ-কুসুম ইত্যাদি। ইয়াক মনেৰেও ভাবিব নোৱাৰি, ই বস্তুও নহয়, ভাবো নহয়, একো নহয়। কিন্তু সৎ আৰু সদসৎ সংজ্ঞা দুটা বুজিবলৈ ইয়াৰ কল্পনা কৰা আৱশ্যক।

এতিয়া এই কাৰিকাত কৈছে যে অসৎ বস্তুক কৰিব নোৱাৰি, অসৎ বস্তু কোনো ক্ৰিয়াৰ বিষয় বা কৰ্ম্ম-কাৰক হ'ব নোৱাৰে। অৰ্থাৎ যি বস্তুত যি বস্তু আগৰ পৰা নাই তাৰ পৰা সেই বস্তু কৰিব নোৱাৰি। যেনে বালিত তেল নাই; গতিকে শত চেষ্টা কৰিলেও বালিৰ পৰা তেল নোলায়। তিলত তেল আছে, গতিকে তিলৰ পৰাহে তেল ওলায়। ইয়াৰ পৰা বুজা গল যে জগতৰ মূল কাৰণত (অৰ্থাৎ অব্যক্তত) জগৎ আগৰ পৰাই আছিল। এয়ে সাংখ্যৰ প্ৰথম সিদ্ধান্ত।

(২) উপাদান গ্ৰহণাৎ—কাৰণৰ লগত কাৰ্য্যৰ সম্বন্ধ আছে। যেনে উপাদান হয়, কাৰ্য্যও তেনেহে হ'ব। পানীৰ পৰা দৈ গাখীৰ নহয়; এঁৱা গাখীৰৰ পৰাহে হ'ব।

(৩) সৰ্ব্বসম্ভৱ-অভাবাৎ—সকলো বস্তুৰ পৰা সকলো বস্তু নহয়; যদি হ'লহেঁতেন বালিৰ পৰা সোণ হ'লহেঁতেন। সৰিয়হৰ পৰাহে তেল হয়, বালিৰ পৰা নহয়। সৰিয়হত আগেৰে পৰা তেল আছিল: পেৰিলত ওলাই পৰিল। *

---

* সৰ্ব্বসম্ভৱ অভাবাৎ—আমি মনত ৰাখিব লাগে যে কাৰ্য্য কাৰণৰ বিভাগ বুজাবলৈহে এই কথাটো কোৱা হ'ল। সাংখ্য মতে সকলো বস্তু একে তন্মাত্ৰ-শক্তিৰ পৰিণাম। সকলো বস্তুৰ মূল উপাদান এটাহে, আৰু সেইগুণে সকলো বস্তুৰ পৰা সকলো ওলাব পাৰে; কেৱল উলিয়াব জানিব লাগে। এই বিষয় কপিলাশ্ৰমীয় 'পাতঞ্জলযোগদৰ্শনম্' সাংখ্যসূত্ৰৰ ভাষ্যত এইদৰে কৈছে—"সৰ্ব্বং সৰ্ব্বাত্মকমিতি সাংখ্যসিদ্ধান্তঃ। কস্মাৎ, মূল কাৰণস্য একত্বাৎ। তত্ৰোক্তম্ঃ সৰ্ব্বেষাং বিকাৰাণাং মূলম্। মৌলিকৈকত্বাচ্চ সৰ্ব্বে বিকাৰাঃ সৰ্ব্বৰূপা ভৱন্তীতি সিদ্ধান্তঃ। এবং সৰ্ব্বস্মাৎ সৰ্ব্বং সম্ভৱতীতি।" এই কথাটো আধুনিক বিজ্ঞান সম্মত।

(৪) শক্তস্য শক্য কৰণাৎ—কাৰণৰ শক্তি অনুসাৰেহে কাৰ্য্য হয়।

(৫) কাৰণ ভাবাৎ—কাৰণ আৰু কাৰ্য্যৰ একে ধৰ্ম্ম, একে লক্ষণ—যেনে সূতাৰ পৰাহে কাপোৰ হয়; কাপোৰ আৰু সূতাৰ ভেদ নাই; ধানৰ পৰাহে ধান গজে; মগু মাহৰ পৰা ধান নহয়। কাৰ্য্য যদি কাৰণত আগৰে পৰা অব্যক্তভাবে নেথাকিলহেঁতেন তেন্তে কাৰ্য্য-কাৰণৰ এই সমতা কেনেকৈ হয়? কাৰণৰ ধৰ্ম্ম কাৰ্য্যই কেনেকৈ পালেহেঁতেন? কাৰণ অনুসৰি কাৰ্য্য কিয় হ'লহেঁতেন?

সাংখ্যমতে এই জগতখন অপৰিচ্ছিন্ন ভাবে অনাদি কালৰ পৰা নিয়মৰ অধীনে পৰিণাম পাই আহিছে। গোটেই জগত সমষ্টি ভাবে ভাবিলে আমি বুজিম যে এই জগতৰ কোনো এক মুহূৰ্ত্তৰ অৱস্থাটো আগৰ মুহূৰ্ত্তৰ অৱস্থাৰ কাৰ্য্য আৰু সেই কাৰ্য্যই আকৌ পৰবৰ্ত্তী মুহূৰ্ত্তৰ অৱস্থাৰ কাৰণ। কাৰণ-কাৰ্য্য, কাৰ্য্য-কাৰণ........এইদৰে যোৱা খাই খাই অনাদি কালৰ পৰা চলি আহিছে। এইদৰে ভাবিলে কাৰণ আৰু কাৰ্যৰ বাস্তৱিক একো প্ৰভেদ নাই। একে অৱস্থাই এবাৰ কাৰ্য হৈ প্ৰকাশ হ'ল; সিয়েই আকৌ পৰবৰ্ত্তী অৱস্থাৰ কাৰণ হৈ নেদেখা হ'ল, আৰু পৰবৰ্তী অৱস্থা কাৰ্য্য হৈ প্ৰকাশ হ'ল। গতিকে কাৰ্য্য তাৰ কাৰণত সৎ স্বৰূপে সদায় আছিল আৰু আছে। কাৰ্য্যও সৎ, কাৰণো সৎ আৰু জগতো সৎ। এয়েই সাংখ্যৰ শিক্ষা।

১৫ কাৰিকাত ক'ব যে সেই মূল সৎ কাৰণটি "অব্যক্ত"। অব্যক্ত নো কি এই কথা যদি তেওঁ আমাক অন্বয়মুখে কলেহেঁতেন, তেন্তে বোধকৰো আমাৰ সুবিধা হ'লহেঁতেন; কিন্তু সেইটো তেওঁৰ শিক্ষা প্ৰণালী নহয়। আমি তেওঁৰ উপদেশ আৰু তেওঁৰ যুক্তিৰে অনুমান কৰি কৰি যিবোৰ তত্ত্বত উপস্থিত হ'ব পাৰো সেইবোৰক তেওঁ "ব্যক্ত" বুলিছে। সেই খিনিতে যেন তেওঁ এটা আঁচ মাৰি কৈছে "ইয়াৰ ওপৰৰবোৰ কথা 'অব্যক্ত'; তোমালোকে এতিয়া বুজিব নোৱাৰাইক; আগেয়ে ব্যক্ত তত্ত্ববোৰ অভ্যাস কৰি থাকিলে পিচত হয়তো বুজিব পাৰিবাইক।"

গৌড়পাদৰ দৰে সাংখ্যই পোনে পোনে কৈ দিয়া নাই যে অব্যক্ত মানে ব্ৰহ্ম। কিন্তু সাংখ্যই স্পষ্ট কৈছে যে অব্যক্ত জগতৰ মূল কাৰণ (১৫ কাৰিকা)। আৰু কৈছে যে সেই অব্যক্ত দিক্কালাতীত, য'ত কোনো ভেদ নাই, তাত 'এক'ৰ বাহিৰে "দুই" এটা নাই। সি সদায় সৰ্ব্বব্যাপী 'এক'। ॥ ৯ ॥

**হেতুমদনিত্যমব্যাপি সক্ৰিয়মনেকমাশ্ৰিতং লিঙ্গম্।**
**সাবয়বং পৰতন্ত্ৰং ব্যক্তং বিপৰীতমব্যক্তম্॥১০॥**

প্ৰকৃতিবিৰূপং সৰূপঞ্চ যদুক্তং তৎ কথমিত্যুচ্যতে—ব্যক্তং মহদাদি কাৰ্য্য হেতুমদিতি হেতুৰস্যাস্তি হেতুমৎ, উপাদানং হেতুঃ কাৰণং নিমিত্তমিতি পৰ্য্যায়াঃ। ব্যক্তস্য প্ৰধানং হেতুৰস্তি, অতো হেতুমৎ ব্যক্তং ভূতপৰ্য্যন্তং, হেতুমৎ বুদ্ধিতত্ত্বং প্ৰধানেন, হেতুমানহঙ্কাৰো বুদ্ধ্যা, পঞ্চতন্মাত্ৰাণি একাদশেন্দ্ৰিয়াণি হেতুমন্ত্যহঙ্কাৰেণ; আকাশং শব্দতন্মাত্ৰেণ হেতুমৎ, বায়ুঃ স্পৰ্শতন্মাত্ৰেণ হেতুমান্, তেজোৰূপতন্মাত্ৰেণ হেতুমৎ, আপো ৰসতন্মাত্ৰেণ হেতুমত্যঃ, পৃথিবী গন্ধতন্মাত্ৰেণ হেতুমতী, এবং ভূতপৰ্য্যন্তং ব্যক্তং হেতুমৎ। কিঞ্চান্যৎ, অনিত্যং যস্মাদন্যস্মাদুৎপদ্যতে, যথা—মৃৎপিণ্ডাদুৎপদ্যতে ঘটঃ স চানিত্যঃ। কিঞ্চাব্যাপি অসৰ্ব্বগমিত্যৰ্থঃ, যথা প্ৰধানপুৰুষৌ সৰ্ব্বগতৌ, নৈবং ব্যক্তম্। কিঞ্চান্যৎ, সক্ৰিয়ং সংসাৰকালে সংসৰতি, ত্ৰয়োদশবিধেন কৰণেন সংযুক্তং সূক্ষ্মং শৰীৰমাশ্ৰিত্য সংসৰতি, তস্মাৎ সক্ৰিয়ম্। কিঞ্চিন্যৎ, অনেকং বুদ্ধিহঙ্কাৰঃ পঞ্চতন্মাত্ৰাণ্যেকাদশেন্দ্ৰিয়াণি, পঞ্চমহাভূতানি চেতি। কিঞ্চান্যৎ, আশ্ৰিতং স্বকাৰণমাশ্ৰয়তে, প্ৰধানাশ্ৰিত বুদ্ধিঃ, বুদ্ধিমাশ্ৰিতোঽহঙ্কাৰঃ, অহঙ্কাৰাশ্ৰিতান্যেকাদশেন্দ্ৰিয়াণি, পঞ্চতন্মাত্ৰাণি পঞ্চতন্মাত্ৰাশ্ৰিতানি পঞ্চমহাভূতানীতি। কিঞ্চলিঙ্গং লয়যুক্তং. লয়কালে পঞ্চমহাভূতানি তন্মাত্ৰেষু লীয়ন্তে, তান্যেকাদশেন্দ্ৰিয়ৈঃসহাহঙ্কাৰে, সা চ বুদ্ধৌ, সা চ প্ৰধানে লয়ং যাতীতি। তথা সাবয়বম্ অবয়বাঃ শব্দস্পৰ্শৰসৰূপগন্ধাঃ, তৈঃ সহ। কিঞ্চ পৰতন্ত্ৰং নাত্মনঃ প্ৰভবতি, যথা প্ৰধানতন্ত্ৰা বুদ্ধিঃ, বুদ্ধিতন্ত্ৰোঽহঙ্কাৰঃ, অহঙ্কাৰতন্ত্ৰাণি তন্মাত্ৰাণীন্দ্ৰিয়াণি চ, তন্মাত্ৰতন্ত্ৰাণি পঞ্চমহাভূতানি চ। এবং পৰতন্ত্ৰং পৰায়ত্তং ব্যাখ্যাতং ব্যক্তম্। অথোঽব্যক্তং ব্যাখ্যাস্যামঃ, বিপৰীতমব্যক্তম্ এতৈৰেব গুণৈৰ্যথোক্তৈৰ্বিপৰীতমব্যক্তং, হেতুমৎ ব্যক্তমুক্তম্। ন হি প্ৰধানাৎ পৰং কিঞ্চিদস্তি, যতঃ প্ৰধানস্যানুৎপত্তিঃ, তস্মাদহেতুমদব্যক্তম্। তথাঽনিত্যঞ্চ ব্যক্তং, নিত্যমব্যক্তমনুৎপাদ্যত্বাৎ, ন হি ভূতানীব কুতশ্চিদুৎপদ্যতে ইত্যব্যক্তং প্ৰধানম্। কিঞ্চাব্যাপি ব্যক্তং, ব্যাপি প্ৰধানং সৰ্ব্বগতত্বাৎ। সক্ৰিয়ং ব্যক্তমক্ৰিয়মব্যক্তং

---

কাৰণ বিজ্ঞানমতেও সকলো পদাৰ্থৰ মূল উপাদান একে (Electron, Proton) শক্তিৰ ক্ৰিয়া মাত্ৰ।

সৰ্ব্বগতত্বাদেব। তথাঽনেকং ব্যক্তমেকং প্ৰধানং কাৰণত্বাৎ, ত্ৰয়াণাং লোকানাং প্ৰধানমেকং কাৰণং, তস্মাদেকং প্ৰধানম্। তথাঽশ্ৰিতং ব্যক্তম্ অনাশ্ৰিতমব্যক্তমকাৰ্য্যত্বাৎ ন হি প্ৰধানাৎ কিঞ্চিদস্তি পৰং যস্য প্ৰধানং কাৰ্য্যং স্যাৎ। তথা ব্যক্তং লিঙ্গম, অলিঙ্গমব্যক্তং নিত্যত্বাৎ, মহদাদিলিঙ্গং প্ৰলয়কালে পৰস্পৰং প্ৰলীয়তে নৈবং প্ৰধানং, তস্মাদলিঙ্গং প্ৰধানম্। তথা সাবয়বং ব্যক্তং, নিৰবয়ৰমব্যক্তং, ন হি শব্দস্পৰ্শ-ৰসৰূপগন্ধাঃ প্ৰধানে সন্তি। তথা পৰতন্ত্ৰং ব্যক্তং, স্বতন্ত্ৰমব্যক্তং প্ৰভৱত্যাত্মানঃ ॥১০॥

(১০)

ব্যক্তং [মহদাদি ব্যক্ত পদাৰ্থ] হেতুমৎ [হেতুযুক্ত] অনিত্যং [অনিত্য বা অস্থায়ী] অব্যাপি [সকলো বস্তু ব্যাপি নেথাকে] সক্ৰিয়ং [ক্ৰিয়াশীল] অনেকম্ [বহুত] আশ্ৰিতং [নিজ নিজ কাৰণৰ আশ্ৰয়ত থাকে] লিঙ্গং [লয় হয় বা নিজ নিজ কাৰণৰ পৰিচায়ক] সাবয়বং [অবয়ব বা আকৃতি আছে] পৰতন্ত্ৰম [লোকৰ অৰ্থাৎ নিজ কাৰণৰ অধীন] বিপৰীতম্ অব্যক্তম্ [অব্যক্ত ইয়াৰ বিপৰীত]।

[সাংখ্য-দৰ্শন সমষ্টিভাবে সৃষ্টিতত্ত্ব আৰু ব্যষ্টিভাবে জীৱতত্ত্ব। কিন্তু মুখ্যভাবে সাংখ্যই জীৱতত্ত্বহে আলোচনা কৰিছে। এই কাৰিকাত ব্যক্ত মানে মহদাদি পঞ্চভূত পৰ্য্যন্ত ২৩টা তত্ত্ব। অৱশ্যে আমি ইচ্ছা কৰিলে ব্যক্ত শব্দৰ অৰ্থ বহলাই পাৰ্থিব সকলো পদাৰ্থ বা ভাবকে (সাংখ্য মতে ভাবো অচেতন পদাৰ্থ) ধৰি ল'ব পাৰো; তাত তেওঁৰ একো আপত্তি নাই। মাত্ৰ আমি মনত ৰাখিব লাগিব যে সাংখ্য-দৰ্শনত বাহ্য স্থুল পদাৰ্থৰ বেলেগ আলোচনা কৰা নাই]।

এই হেতুমৎ আদি ৯টা ধৰ্ম্ম সংযুক্ত ধৰ্ম্ম—অৰ্থাৎ এটা জানিলেই বাকীবোৰ যুক্তিৰে অনুমান কৰি উলিয়াব পাৰি। যেনে—

(১) হেতুমৎ—কাৰণ ন'হলে কাৰ্য্য নহয়; সেইবাবে সকলো ব্যক্ত পদাৰ্থৰ কাৰণ নিশ্চয় আছে; যেনে মহত্তত্ত্বৰ কাৰণ প্ৰকৃতি, অহঙ্কাৰৰ কাৰণ মহত্তত্ত্ব ইত্যাদি। অব্যক্তৰ কিন্তু কাৰণ নাই। অব্যক্ত অহেতুমৎ।

(২) অনিত্য—হেতুমৎ হ'লেই অনিত্য হ'ব লাগিব। যি বস্তু উৎপন্ন হয় তাৰ এদিন নহয় এদিন ধ্বংস হ'বই লাগিব। যি বস্তু যঁত পৰা ওলায় তাতে আকৌ লয় পায়—অৰ্থাৎ কাৰ্য্য কাৰণত লয় হয়। সেইগুণে ব্যক্ত মাত্ৰেই অনিত্য। অব্যক্তৰ কাৰণ নাই গুণে অহেতুমৎ আৰু নিত্য।

(৩) অব্যাপী—জগতত আমি দেখিছো যে য'তে কৰ্ত্তা আছে ত'তে পৰিমাণো আছে। কমাৰে পৰিমিত মৃত্তিকাৰ পৰা পৰিমিত ঘট কৰে। হেতুমৎ ব্যক্ত পদাৰ্থৰ কাৰণ আছে যেতিয়া সিহঁতৰ পৰিমাণো আছে। পৰিমাণ মানেই সীমা। ব্যক্ত পদাৰ্থৰ সীমা আছে; সিহঁত আন পদাৰ্থৰ পৰা বেলেগ; সিহঁত সকলো ঠাই ব্যাপি থাকিব নোৱাৰে, সেইগুণে সিহঁত অব্যাপী অৰ্থাৎ সিহঁত 'সৰ্ব্বগত' নহয়।

অব্যক্তৰ কিন্তু কাৰণ নাই। সেইগুণে পৰিমাণো নাই, সীমাও নাই; ভেদো নাই। সি ব্যাপী বা 'সৰ্ব্বগত'।

এই যুক্তিৰে আৰু বুজিব পাৰি যে সকলো ব্যক্ত পদাৰ্থ অব্যক্তৰ অন্তৰ্গত হ'বই লাগিব। যদি নহয়, তেন্তে ব্যক্ত পদাৰ্থৰ অস্তিত্বৰ দ্বাৰা অব্যক্তৰ ভেদ বা সীমা হ'ব—অৰ্থাৎ অব্যক্ত গুচি সি ব্যক্ত হ'ব।

সাংখ্যৰ এই যুক্তিটি গীতাই এইদৰে প্ৰকাশ কৰিছে—

ময়া ততমিদং সৰ্ব্বং জগদব্যক্তমূৰ্ত্তিনা।
মৎস্থানি সৰ্ব্বভূতানি ন চাহং তেষ্বৱস্থিতঃ॥

(৪) সক্ৰিয়—আমি কৈ আহিছো যে হেতুমৎ হ'লেই ধ্বংস হব লাগিব। ধ্বংস হ'বলৈ হ'লেই ব্যক্ত পদাৰ্থৰ পৰিণাম হ'ব লাগিব। ক্ৰিয়া ন'হলে পৰিণাম হ'ব কেনেকৈ?

সেইগুণে ব্যক্ত পদাৰ্থ নিশ্চয় সক্ৰিয়। অব্যক্তৰ কিন্তু হেতু নাই; সেইগুণে সি নিষ্ক্ৰিয় বা নিৰ্গুণ। অতএব অপৰিণামী আৰু সেইবাবেই নিত্য।

(৫) অনেক—সক্ৰিয় হ'লেই বস্তু পৰিণামী হ'ব। ইয়াৰ পাছত পাঠকসকলে দেখিব যে সাংখ্য-দৰ্শনে নানা ৰকম যুক্তিৰে দেখুৱাইছে যে মূলত সকলো একে; সকলো অভেদ। যতমানে ভেদ হয় সকলো ক্ৰিয়াশীল বস্তুৰ পৰিণামৰ ফল (১৬ আৰু ৩৪ কাৰিকা চাওক)। আমি যিমান তললৈ নামি আহোঁ সিমান অসংখ্য ভেদ দেখি আহোঁ। মূল প্ৰকৃতি এক। পৰিণাম হৈ মহদাদি পদাৰ্থ মুঠতে ২৩টা। আকৌ আৰু পৰিণাম হৈ হৈ অসংখ্য ৰূপ ৰসাদিযুক্ত ব্যক্ত বস্তুবোৰ হৈছে। সেইগুণে 'ব্যক্ত' অনেক। অব্যক্ত কিন্তু নিষ্ক্ৰিয়, সেইবাবে অপৰিণামী আৰু সেইবাবেই সদায় 'এক'।

(৬) আশ্ৰিত—ব্যক্ত নিজ কাৰণৰ আশ্ৰয়ত প্ৰকাশ হয় বাবে আশ্ৰিত। অব্যক্তৰ কাৰণ নাই গুণে অনাশ্ৰিত।

(৭) লিঙ্গ—'লয়ং গচ্ছতি ইতি লিঙ্গং' বা 'লিঙ্গয়তি জ্ঞাপয়তি ইতি লিঙ্গম্'—ব্যক্ত পদাৰ্থই নিজ কাৰণৰ পৰিচয় দিয়ে আৰু ধ্বংস হ'লে সেই কাৰণতে লয় পায়। সি সেইবাবে লিঙ্গ।

অব্যক্তৰ কাৰণো নাই; ধ্বংসও নাই। অব্যক্ত অলিঙ্গ।

(৮) সাবয়বী—হেতুমৎ সকলো পদাৰ্থৰ পৰিমাণ বা সীমা আছে অৰ্থাৎ সিহঁতৰ অবয়ব আছে। সাংখ্য-দৰ্শনত অবয়ব দুই প্ৰকাৰ—দিগ্ব্যাপী অবয়ব আৰু কাল-ব্যাপী অবয়ব। মহাদাদি ব্যক্তৰ দিশত অস্তিত্ব নাই, সেই বাবে সিহঁতৰ দিগ্ব্যাপী অবয়ব নাই; সিহঁতৰ অবয়ব কাল-ব্যাপী মাত্ৰ। বাহ্য বস্তুবোৰৰ দিশ আৰু কাল উভয়তে অস্তিত্ব আছে। সিহঁতৰ দিগ্ব্যাপী আৰু কাল-ব্যাপী দুয়োটা অবয়ব আছে—অৰ্থাৎ আজি কালিৰ বৈজ্ঞানিকৰ ভাষাৰে ক'বলৈ হ'লে, সিহঁত 'চতুৰ্ব্ব্যাপ্তি' (four dimensional) পদাৰ্থ। তন্মাত্ৰবোৰ ক্ৰিয়া শক্তি। সিহঁতৰ দিগ্ব্যাপী অবয়ব অস্ফুট। সিহঁতৰ কাল-ব্যাপী অবয়ব (periodicity) মাত্ৰ আছে।

অব্যক্ত হেতুমৎ নহয়, এতেকে সসীম নহয় আৰু সেইবাবেই অবয়বী হ'ব নোৱাৰে।

অব্যক্তৰ দিগ্ব্যাপী অবয়ব (স্থিতি, দৈৰ্ঘ্য, প্ৰস্থ, ৰূপ, ৰস, গন্ধ, স্পৰ্শ, শব্দ) নাই আৰু কাল-ব্যাপী অবয়বো (আদি, অন্ত, মধ্য) নাই।

এতেকে অব্যক্ত নিৰবয়ব, নিৰাকাৰ, অথচ সৰ্ব্বগত বা ব্যাপী অহেতুমৎ পদাৰ্থ। এনে পদাৰ্থৰ মানুহে ধাৰণা কৰিব নোৱাৰে। অব্যক্ত তেন্তে "অ-বাঙ্ মনস গোচৰ"।

(৯) পৰতন্ত্ৰ—নিজ কাৰণৰ অধীন।

এই অব্যক্তই প্ৰকৃতিৰ আৰু পুমানৰ আদি অৱস্থা—ইয়াৰ ওপৰলৈ আমাৰ দৃষ্টি নেযায়। এতিয়া তলৰ ১১শ কাৰিকাত ক'ব যে এই অব্যক্ত অৱস্থাটো প্ৰকৃতি আৰু পুৰুষৰ (পুমানৰ) সাধাৰণ অৱস্থা—অৰ্থাৎ পুমানো অজ, নিত্য, অনন্ত, নিৰ্গুণ, অনাশ্ৰিত, অলিঙ্গ, নিৰাকাৰ, স্বতন্ত্ৰ আৰু এক। কিন্তু ১৮ কাৰিকাত কৈছে যে পুৰুষ এক নহয়, বহু। গৌড়পাদে কৈছে, "অনেকং ব্যক্তং একমব্যক্তম পুমানপ্যেকঃ"। তেন্তে পুমান্ আৰু পুৰুষ একে নে? একে জীৱাত্মা বুলি ভাবি কোনো কোনো লিখকে* সন্দেহ কৰে যে গৌড়পাদে সম্ভৱতঃ ভুল কৰিছে।

ভুল যদি কোনোবাই কৰিছে তেন্তে সাংখ্যই নিজেহে কৰিছে; কাৰণ গৌড়পাদে কেৱল কাৰিকাৰ শব্দাৰ্থহে কৈ গৈছে। দুটা কাৰণত ইয়াত ভুলৰ প্ৰশ্ন নুঠে—

(১) পুমান্ আৰু পুৰুষ একে বুলি ধৰিলেও, ‡ অব্যক্ত অৱস্থাত পুৰুষবোৰ বহু হৈ থাকিব নোৱাৰে। অব্যক্ত দিক্কালৰ অতীত। তাত এক-দুই, ওপৰ-তল, আগ-পিচ এনেবোৰ কথা অৰ্থহীন। আমি দিক্কালৰ ভিতৰত আছো গুণে এই শ্ৰেণীৰ প্ৰশ্ন আমাৰ মনলৈ আহে। এইটো স্বাভাৱিক কথা। কিন্তু দিক্কালৰ অতীতত এই শ্ৰেণীৰ প্ৰশ্ন অসঙ্গত প্ৰশ্ন। সকলো ৰকমৰ ভেদ-জ্ঞান দিক্কালাশ্ৰিত জ্ঞান। দিক্কালৰ ওপৰত সকলো অভেদ, সকলো একে; "এক"ৰ বাহিৰে তাত "দুই" ৰ স্থান নাই। তাত পুৰুষৰ ব্যক্তিগত ভেদ আছে নে নাই—তাত প্ৰকৃতি-পুৰুষ একে নে বেলেগ, এনে শ্ৰেণীৰ প্ৰশ্ন অৰ্থহীন। তাত সকলো অদ্বৈত। মাণ্ডুক্যোপনিষদতো গৌড়পাদে তাকেহে কৈছে (মাণ্ডু ৩।১৮)। ওপৰত সকলো একে (অদ্বৈত) তলত সকলো বেলেগ (দ্বৈত)।

(২) পুমান্ আৰু পুৰুষ একে বুলি ভবাৰো কোনো কাৰণ নাই। পুমান মানে ২য় কাৰিকাৰ 'জ্ঞ'—যোগবাশিষ্ঠ ৰামায়ণত যাক 'ব্ৰহ্ম' বুলিছে। গৌড়পাদেও তলৰ ২২ কাৰিকাৰ ব্যাখ্যাত প্ৰথমতে কৈছে যে অব্যক্ত আৰু ব্ৰহ্ম দুয়োটা একে অৰ্থৰ শব্দ। পুৰুষ মানে দ্ৰষ্টা, ভোক্তা বা জ্ঞাতা জীৱাত্মা। সাংখ্যমতে জীৱাত্মা পৰমাত্মাৰ ভেদ নাই। জগতৰ ওপৰৰ একমাত্ৰ পুমানেই জগতৰ ভিতৰত বহু পুৰুষ হৈছে। অব্যক্তৰ পৰা প্ৰকৃতি ব্যক্ত হয়—অৰ্থাৎ 'কাৰণ' গুচি 'কাৰ্য্য' হয়। এতিয়া ১১শ কাৰিকাত ক'ব যে অব্যক্ত গুচি ব্যক্ত হ'লে প্ৰকৃতিৰ পৰিবৰ্ত্তন হয় আৰু ব্যক্তৰ ধৰ্ম্ম গ্ৰহণ কৰে। এই ব্যক্ত প্ৰকৃতিক অব্যক্তৰ পৰা পৃথকে বুজাবলৈ ১১শ কাৰিকাত প্ৰকৃতিক প্ৰকৃতি নুবুলি 'প্ৰধান' বুলিছে।।১০।।

**ত্ৰিগুণমবিবেকি বিষয়ঃ সামান্যমচেতনং প্ৰসবধৰ্ম্মি।**
**ব্যক্তং তথা প্ৰধানং তদ্বিপৰীতস্তথা চ পুমান্ ॥১১॥**

এবং ব্যক্তাব্যক্তয়োৰ্বৈধৰ্ম্ম্যমুক্তং, সাধৰ্ম্ম্যমুচ্যতে, যদুক্তং 'সৰূপশ্চ'— ত্ৰিগুণং ব্যক্তং সত্ত্বৰজস্তমাংসি ত্ৰয়ো গুণা

* (১) Colebrooke P. 41 (২) হীৰেন্দ্ৰনাথ—গীতায় ঈশ্বৰবাদ; ৮১ পৃ.।

‡(২) প্ৰকৃততে পুমান আৰু পুৰুষ একেই—একে চিৎশক্তি।

যস্যেতি। অবিবেকি ব্যক্তঃ ন বিবেকোঽস্যাস্তীতি, ইদং ব্যক্তমিমে গুণা ইতি ন বিবেকং কর্ত্তুং যাতি, অয়ং গৌৰয়মশ্ব ইতি যথা, গুণাস্তৎ ব্যক্তং যৎ ব্যক্তং তে চ গুণা ইতি। তথা বিষয়ো ব্যক্তং, ভোগ্যমিত্যৰ্থঃ, সৰ্ব্বপুৰুষাণাং বিষয়ভূতত্বাৎ। তথা সামান্যং ব্যক্তং মূল্যদাসীবৎ সৰ্ব্বসাধাৰণত্বাৎ। অচেতনং ব্যক্তং, সুখদুঃখমোহান্ ন চেতয়তীত্যৰ্থঃ। তথা প্ৰসবধৰ্ম্মি ব্যক্তং তৎ যথা—বুদ্ধেৰহঙ্কাৰঃ প্ৰসূয়তে তস্মাৎ পঞ্চতন্মাত্ৰাণি একাদশেন্দ্ৰিয়াণি চ প্ৰসূয়ন্তে তন্মাত্ৰেভ্যঃ পঞ্চমহাভূতানি। এবমেতে ব্যক্তধৰ্ম্মাঃ প্ৰসবধৰ্ম্মান্তা উক্তাঃ, এবমেভিৰব্যক্তং সৰূপং যথা, ব্যক্তং তথা প্ৰধানমিতি। তত্ৰ ত্ৰিগুণং ব্যক্তমব্যক্তমপি ত্ৰিগুণং, যস্য তন্মহদাদিকাৰ্য্যং ত্ৰিগুণম্। ইহ যদাত্মকং কাৰণং তদাত্মকং কাৰ্য্যমিতি; যথা কৃষ্ণতন্তুকৃতঃ কৃষ্ণতন্তুকৃতঃ কৃষ্ণ এব পটো ভবতি। তথা অবিবেকি ব্যক্তং, প্ৰধানমপি গুণৈৰ্নভিদ্যতে, অন্যে গুণাঃ অন্যৎ প্ৰধানমেবং বিবেক্তুং ন যাতি তদবিবেকি প্ৰধানম্। তথা বিষয়ো ব্যক্তং প্ৰধানমপি সৰ্ব্বপুৰুষবিষয়ভূতত্বাৎ বিষয় ইতি। তথা সামান্যং ব্যক্তং, প্ৰধানমপি সৰ্ব্বসাধাৰণত্বাৎ। তথাঽচেতনং ব্যক্তং প্ৰধানপি সুখদুঃখমোহান্ ন চেতয়তীতি কথমনুমীয়তে, ইহ হ্যচে তনাম্মৃৎপিণ্ডাদচেতনো ঘট উৎপদ্যতে। তথা প্ৰসবধৰ্ম্মি ব্যক্তং, প্ৰধানমপি প্ৰসবধৰ্ম্মি, যতঃ প্ৰধানাৎ বুদ্ধিৰুৎপদ্যতে। এবং প্ৰধানমপি ব্যাখ্যাতম্। ইদানীং তদ্বিপৰীতস্তথা চ পুমানিত্যেতৎ ব্যাখ্যায়তে—তদ্বিপৰীতস্তাভ্যাং ব্যক্তাব্যক্তাভ্যাং বিপৰীতঃ পুমান্; তৎ যথা— ত্ৰিগুণং ব্যক্তমব্যক্তঞ্চ, অগুণঃ পুৰুষঃ। অবিবেকি ব্যক্তমব্যক্তঞ্চ, বিবেকি পুৰুষঃ। তথা বিষয়ো ব্যক্তমব্যক্তঞ্চ, অবিষয়ঃ পুৰুষঃ। তথা সামান্যং ব্যক্তমব্যক্তঞ্চ, অসামান্যঃ পুৰুষঃ। অচেতনংব্যক্তমব্যক্তঞ্চ, চেতনঃ পুৰুষঃ। সুখদুঃখমোচাংশ্চেতয়তি সঞ্জানীতে তস্মাচ্চেতনঃ পুৰুষ ইতি। প্ৰসবধৰ্ম্মি ব্যক্তং প্ৰধানঞ্চ, অপ্ৰসবধৰ্ম্মী পুৰুষঃ, ন হি কিঞ্চিৎ পুৰুষাৎ প্ৰসূয়তে। তস্মাদুক্তং তদ্বিপৰীতঃ পুমানিতি। তদুক্তং 'তথা চ পুমান্' ইতি, তৎ পূৰ্ব্বস্যামাৰ্য্যায়াং প্ৰধানমহেতুমৎ যথা ব্যাখ্যাতং তথা চ পুমান্ তৎ যথা হেতুমদনিত্যমিত্যাদি ব্যক্তং, তদ্বিপৰীতমব্যক্তং, তত্ৰ হেতুমৎ ব্যক্তমহেতুমৎ প্ৰধানম্; তথা চ পুমানহেতুমান্, অনুৎপাদ্যত্বাৎ। অনিত্যং ব্যক্তং নিত্যং প্ৰধানম্; তথা চ নিত্যঃ পুমান্। অব্যাপী ব্যক্তব্যাপী প্ৰধানম্; তথা চ ব্যাপী পুমান্, সৰ্ব্বগতত্বাৎ। সক্ৰিয়ং ব্যক্তমক্ৰিয়ং প্ৰধানম্, তথাচ পুমানক্ৰিয়ঃ, সৰ্ব্বগতত্বাদেব। অনেকং ব্যক্তমেকমব্যক্তম্ তথা চ পুমানপ্যেকঃ। আশ্ৰিতং ব্যক্তমনাশ্ৰিতমব্যক্তম্; তথা চ পুমাননাশ্ৰিতঃ। লিঙ্গং ব্যক্তমলিঙ্গং প্ৰধানম্; তথা চ পুমানপ্যলিঙ্গঃ, ন কচিল্লীয়তে ইতি। সাবয়বং ব্যক্তং নিৰবয়বমব্যক্তম্; তথা চ পুমান্ নিৰবয়বঃ। ন হি পুৰুষে শব্দাদয়োঽবয়বাঃ সন্তি। কিঞ্চ পৰতন্ত্ৰং ব্যক্তং স্বতন্ত্ৰমব্যক্তম্; তথা চ পুমানপি স্বতন্ত্ৰঃ, আত্মনঃ প্ৰভবতীত্যৰ্থঃ ॥১১॥

[তেওঁৰ ১০ কাৰিকাৰ ভাষ্যত গৌড়পাদে কলে, "প্ৰধান পুৰুষৌ সৰ্ব্বগতৌ, নৈব ব্যক্তম্"। প্ৰকৃতি আৰু পুৰুষ—দুয়ো সৰ্ব্বব্যাপী অৰ্থাৎ অভেদ অব্যক্ত। এতিয়া ১১ কাৰিকাত মূল প্ৰকৃতিক "অব্যক্ত" বুলি ধৰি অব্যক্ত পুমানক বেলেগ বুলি ধৰি বুজাইছে, কি কি বিষয়ে দুইৰো মিল আছে, আৰু কি কি বিষয়ে অমিল যথা অচেতনম্ ব্যক্তমব্যক্তঞ্চ, চেতনঃ-পুমান্; অনেকং ব্যক্তমেকমব্যক্তম্ তথাচ পুমানপ্যেকঃ; ইত্যাদি। ইয়াৰ পৰা পাঠকসকলে এনে বুজিব নেলাগে যে অব্যক্ত অৱস্থাত পুমান্ আৰু মূল প্ৰকৃতি বেলেগ দুটা পদাৰ্থ। অব্যক্ত সদায় "এক"। সৰ্ব্বব্যাপী পদাৰ্থ দুটা হ'ব নোৱাৰে। পুমান্ আৰু মূল প্ৰকৃতি দুয়ো একে "অব্যক্ত"—নিত্য সংযুক্ত। শ্ৰীশ্ৰীৰামকৃষ্ণ পৰমহংসৰ কথাৰে, তেওঁবিলাক "দুই-এ-এক, এক-এ-দুই"।]

(১১)

প্ৰধানং তথা ব্যক্তং [প্ৰধান আৰু ব্যক্ত দুয়ো] ত্ৰিগুণং [সত্ত্ব, ৰজঃ আৰু তামোগুণাত্মক] অবিবেকি [গুণৰ পৰা পৃথক নহয়] বিষয়ঃ [জ্ঞেয় বা ইন্দ্ৰিয়গ্ৰাহ্য সামান্যম্ [সাধাৰণ] অচেতনং [অচেতন] প্ৰসবধৰ্ম্মি [বিকাৰশীল] তথাচ [কিন্তু যদিও পুমান্ আৰু মূল প্ৰকৃতিৰ ১০ কাৰিকোক্ত ধৰ্ম্মবোৰ একে তথাপি] পুমান্ তদ্বিপৰীতঃ [পুমান্ নিৰ্গুণ, পৃথক, অজ্ঞেয় বা অবিষয়, অসাধাৰণ আৰু চেতন]।

'তথাচ' কথাটো সংস্কৃত ভাষাৰ এটা নৰজ। 'শব্দকল্পদ্ৰুম'ত ইয়াৰ অৰ্থ বেলেগে দিছে— "তথাচ—পূৰ্ব্বোক্তাৰ্থ দৃঢ়ী কৰণম্"। আমিও অসমীয়াত ঠিক এই অৰ্থতে কেতিয়াবা 'তথাচ' আৰু কেতিয়াবা 'তথাচ' বা 'তথাপি' শব্দবোৰ ব্যৱহাৰ কৰোঁ।

তেন্তে ১১শ কাৰিকাৰ ভাবাৰ্থ এনে হ'ব—

যদিও অব্যক্ত অৱস্থাত মূল প্ৰকৃতি আৰু পুমান্ (জ্ঞ) একেধৰ্ম্মী (অৰ্থাৎ একেবাৰেই একে) তত্ৰাচ মূল প্ৰকৃতি যেতিয়া ক্ৰিয়াশীল হৈ ব্যক্ত হয় তেতিয়া কিছুমান ব্যক্তৰ ধৰ্ম্ম গ্ৰহণ কৰে, —যেনে, আগৰ নিৰ্গুণ গুচি ব্যক্তৰ দৰে ত্ৰিগুণ হয়; আগৰ অব্যক্ত (অবিষয় বা অজ্ঞেয়) গুচি বিষয় বা জ্ঞেয় হয়, আগৰ নিষ্ক্ৰিয় গুচি ক্ৰিয়াশীল বা প্ৰসৱধৰ্ম্মী হয়, আগৰ অসাধাৰণ বা অচিন্ত্য গুচি সাধাৰণ হয়। আগৰ চেতন গুচি অচেতন হয়। জ্ঞ-পুৰুষ পুমান্ কিন্তু একেদৰেই থাকে।

প্ৰকৃতিৰ এনে পৰিবৰ্ত্তন কিয় হয় তাৰ কাৰণ ১৪শ কাৰিকাত ক'ব। এতিয়া ত্ৰিগুণ, অবিবেকী বিষয়, সামান্য, প্ৰসবধৰ্ম্মী আৰু অচেতন শব্দবোৰৰ অৰ্থ কি?

(১) ত্ৰিগুণ—সত্ত্ব, ৰজঃ আৰু তমো গুণ। এই ৩ টা গুণৰ সাম্যৱস্থাই অব্যক্ত প্ৰকৃতি (বা মূল প্ৰকৃতি) তেন্তে গুণ মানে কি? আমি গুণ শব্দটো নানা ৰকম অৰ্থত ব্যৱহাৰ কৰোঁ। আমি গুণ মানে শক্তি বুলিও বুজোঁ, আৰু কেতিয়াবা শব্দ, স্পৰ্শ,ৰূপ-ৰস আদি (বা দয়া, স্নেহ আদি) মনোভাববোৰকো গুণ বোলোঁ। ৰূপ, ৰস আদিৰ (সুখ, দুখ আদিৰ দৰেই) কাৰণ হৈছে, গুণৰ ক্ৰিয়া। সেইগুণে ৰূপ, ৰস আদিক গুণ বুলিলে সিমান ভুল নহয়; কিন্তু কাৰ্য্য-কাৰণৰ সম্বন্ধটো পাহৰিলেহে ভুলো হ'ব আৰু বেমেজালিও লাগিব। ৰূপ ৰসাদি বস্তুত লাগি থকা নাই। এইবোৰ গুণৰ দ্বাৰা আমাৰ মনত উৎপত্তি হয়—এয়ে আধুনিক বিজ্ঞানো।

সাংখ্যমতে শক্তিৰ পৰা ভাব। ভাব আৰু শক্তিৰ কাৰ্য্য-কাৰণ সম্বন্ধ (৫২ কাৰিকা চাওক)। ক্ৰিয়া নহ'লে শক্তিৰ বা ভাবৰ অভিব্যক্তি নহয়। ইহঁতৰ (শক্তিৰ আৰু ভাবৰ) ক্ৰিয়াৰ সাধাৰণ নাম হৈছে 'গুণ' (mode of action of nature)। ক্ৰিয়া মুঠেই তিনি ৰকমৰহে হ'ব পাৰে—

(ক) প্ৰকাশ বা স্থিতি (সত্ত্ব); (খ) পৰিণাম বা ক্ৰিয়া (ৰজঃ) (গ) অৱৰোধ বা প্ৰতিক্ৰিয়া (তমঃ)।*

বাহিৰৰ বস্তু সকলো সক্ৰিয় বা ক্ৰিয়াশীল (১০ কাৰিকা) সকলো পৰিণামী;—পৰিণামৰ এক মুহূৰ্ত্তও বিৰাম নাই (১২ কাৰিকা চাওক)। আমি কওঁ, এই পৰিণাম ৰজোগুণৰ কাৰ্য্য—অৰ্থাৎ ৰজোগুণ ক্ৰিয়াশীল। ক্ৰিয়াৰ লগে লগে প্ৰতিক্ৰিয়া হয়—প্ৰতিক্ৰিয়া তমোগুণৰ কাৰ্য্য। আমি কওঁ তমোগুণ অৱৰোধক। তমোগুণ আৰু ৰজো গুণ দুৰ্ব্বল হৈ সত্ত্ব গুণে ক্ৰিয়া কৰা মুহূৰ্ত্ত বস্তুৰ আচল স্বৰূপ প্ৰকাশ হয় অৰ্থাৎ পৰিণাম এক মুহূৰ্ত্তলৈ বন্ধ হয় (১২ কাৰিকা)। প্ৰকাশ মানে তেন্তে পৰিবৰ্ত্তন নোহোৱা ৰূপৰ প্ৰকাশ বা পৰিবৰ্ত্তন নোহোৱা অৱস্থাত স্থিতি। আমি কওঁ সত্ত্ব গুণৰ কাৰ্য্য বস্তুক প্ৰকাশ কৰা বা নিজ স্বৰূপত বা নিজ স্থানত ৰখা।

ভাব সম্পৰ্কেও এয়ে কথা। সত্ত্ব গুণৰ কাৰ্য্য বুদ্ধিক প্ৰকাশ কৰা—আমি কওঁ সত্ত্বগুণ জ্ঞানাত্মক আৰু সেইবাবে সুখ-দায়ক। ৰজোগুণৰ কাৰ্য্য বুদ্ধিৰ নানা ৰকম পৰিবৰ্ত্তন—সেইগুণে সি নানা ৰকম বাসনাৰ মূল বা দুঃখদায়ক। তমোগুণ বুদ্ধিৰ অৱৰোধক আৰু সেইবাবে মোহাত্মক।

এতিয়া সাংখ্যই এই কাৰিকাত কৈছে যে ব্যক্ত পদাৰ্থ সকলো ত্ৰিগুণ। গুণৰ ক্ৰিয়া সদায় বস্তুত হৈ আছে। গুণৰ ক্ৰিয়া নহ'লে বস্তু দৃশ্য বা বিষয় হ'ব নোৱাৰে। অব্যক্ত কিন্তু ক্ৰিয়াশীল বা পৰিণামী নহয়। হোৱাহ'লে সি দৃশ্য বা বিষয় হ'লহেঁতেন। সেইবাবে অব্যক্ত নিৰ্গুণ। এই একে কথাকে সাংখ্য-দৰ্শনত নানাৰকম যুক্তিৰে কেইবা ঠাইতো কৈছে।

(২) অবিবেকী—সকলো ব্যক্ত পদাৰ্থ গুণাশ্ৰিত; অৰ্থাৎ সিহঁত গুণৰ সমষ্টি মাথোন। বহিৰ্জ্জগতত গুণহে আছে, আন একো নাই। বস্তুৰ পৰা গুণৰ কাৰ্য্য অৰ্থাৎ ৰূপ, ৰস আদি গুচাই ললে, সিহঁতৰ আৰু একো নাথাকে। সিহঁত অদৃশ্য বা অবিষয় হৈ পৰে। সেই গুণে সাংখ্যই কৈছে যে ব্যক্ত প্ৰদাৰ্থৰ গুণৰ পৰা পৃথকে অস্তিত্বই নাই— সিহঁত অবিবেকী, অৰ্থাৎ গুণৰপৰা বিবিক্ত নহয়। গুণ যেই, ব্যক্তও সেই; ব্যক্ত যেই, গুণো সেই। গুণৰ বাহিৰে বস্তুত আৰু একো নাই। এয়ে আধুনিক বিজ্ঞানো। বিজ্ঞানৰ মতে বস্তুৰ আচল স্বৰূপ কি আমি নেজানো। আমি এই মাত্ৰ জানো যে তাত শক্তিৰ তিনি ৰকম ক্ৰিয়া হৈ আছে—mass, momentum আৰু stress (সত্ত্ব ৰজতম গুণ)।

---

* ইংৰাজী গতিবিদ্যা জনা পাঠকসকলে inertia (সত্ত্ব) acceleration (ৰজঃ) আৰু re-action (তমঃ) (Newton's 3 laws of Motion) বুলিলে অতি সহজে বুজিব। [এনষ্টিনৰ মতে Mass (or Energy), Momentum আৰু Stress] এইবোৰ কথা অতি বাহুল্য ভাবে আমি আমাৰ গীতাৰ শান্তিক আলোচনা কৰিছো।

(৩) বিষয়—ভোগ্য বা জ্ঞেয় ব্যক্ত পদাৰ্থ মাত্ৰেই ভোগ্য,—ইন্দ্ৰিয় গ্ৰাহ্য বা অনুমেয়। এয়ে নহ'লে, সি পদাৰ্থই নহয়। 'অব্যক্ত' কিন্তু 'বিষয়' হ'ব নোৱাৰে।

(৪) সামান্য—'সামান্য' মানে সাধাৰণ বা 'তুচ্ছ'। ব্যক্ত পদাৰ্থ সকলোৱে দেখে, জানে, অনুমান কৰিব পাৰে; সেই গুণে সি সামান্য, সাধাৰণ বা তুচ্ছ। 'অব্যক্ত' কিন্তু কি তাক কোনেও নেজানে, কোনেও তাৰ ধাৰণা কৰিব নোৱাৰে। সেই গুণে সি অসাধাৰণ, অসামান্য আৰু অচিন্তনীয়।

(৫) অচেতন—জগতত দুটা কথাহে আছে—দৃশ্য বস্তু আৰু দ্ৰষ্টা পুৰুষ। দ্ৰষ্টা জন চেতন আৰু দৃশ্য পদাৰ্থ অচেতন ॥১১॥

**প্ৰীত্যপ্ৰীতি বিষাদাত্মকাঃ প্ৰকাশপ্ৰবৃত্তিনিয়মাৰ্থাঃ।**
**অন্যোঽন্যাভিভবাশ্ৰয়জননমিথুনবৃত্তয়শ্চ গুণাঃ॥১২॥**

এবমেতদব্যক্তপুৰুষযোঃ সাধৰ্ম্ম্যং ব্যাখ্যাতং পৰ্ব্বস্যাৰ্য্যায়াম্। ব্যক্তপ্ৰধানয়োঃ সাধৰ্ম্ম্যং পুৰুষস্য বৈধৰ্ম্ম্যঞ্চ ত্ৰিগুণমবিবেকীত্যাদি প্ৰকৃত্যাৰ্য্যায়াং ব্যাখ্যাতম্। তত্ৰ যদুক্তং ত্ৰিগুণমিতি ব্যক্তমব্যক্তঞ্চ তৎ, কে তে গুণা ইতি তৎস্বৰূপপ্ৰতিপাদনয়েদমাহ— প্ৰীত্যাত্মকা অপ্ৰীত্যাত্মকা বিষাদাত্মকাশ্চগুণাঃ সত্ত্বৰজস্তমাংসীত্যৰ্থঃ। তত্ৰ প্ৰীত্যাত্মকং সত্ত্বং প্ৰীতিঃসুখং তদাত্মকমিতি। অপ্ৰীত্যাত্মকং ৰজঃ অপ্ৰীতিৰ্দুঃখম্। বিষাদাত্মকং তমঃ বিষাদো মোহঃ। তথা প্ৰকাশপ্ৰবৃত্তিনিয়মাৰ্থাঃ, অৰ্থশব্দঃ সামৰ্থ্যবাচী, প্ৰকাশাৰ্থং সত্ত্বং প্ৰকাশসমৰ্থমিত্যৰ্থঃ প্ৰবৃত্ত্যৰ্থং ৰজঃ। নিয়মাৰ্থং তমঃ, স্থিতৌ সমৰ্থমিত্যৰ্থঃ; প্ৰকাশক্ৰিয়াস্থিতিশীলা গুণা ইতি। তথা অনেসঽন্যাভিভবাশ্ৰয় জননমিথুনবৃত্তয়শ্চ— অন্যোঽন্যাভিভবাঃ অন্যোঽন্যাশ্ৰয়াঃ অন্যোঽন্যজননাঃ অন্যোঽন্যমিথুনাঃ অন্যোঽন্যবৃত্তয়শ্চ তে তথোক্তাঃ। অন্যোঽন্যাভিভবা ইতি— অন্যোঽন্যং পৰস্পৰমভিভৱন্তীতি; প্ৰীত্যপ্ৰীত্যাদিভিৰ্ধৰ্ম্মৈৰাবিভবন্তি, যথা যদা সত্ত্বমুৎকটং ভৱতি তদা ৰজস্তমসী অভিভূয় স্বগুণেন প্ৰীতিপ্ৰকাশাত্মকেনাৱতিষ্ঠতে, যদা ৰজস্তদা সত্ত্বতমসী অপ্ৰীতিপ্ৰবিত্ত্যাত্মনা ধৰ্ম্মেণ, যদা তমস্তদা সত্ত্বৰজসী বিষাদস্থিত্যাত্মকেন ইতি। তথা অন্যোঽন্যাশ্ৰয়াশ্চ দ্ব্যণুকবৎ গুণাঃ। অন্যোঽন্যজননাঃ, যথা মৃৎপিণ্ডো ঘটং জনয়তি। তথাঽন্যোঽন্যমিথুনাশ্চ, যথা স্ত্ৰীপুংসৌ অন্যোঽন্যমিথুনৌ তথা গুণাঃ। উক্তঞ্চ—

"অন্যোঽন্যমিথুনাঃসৰ্ব্বে সৰ্ব্বে সৰ্ব্বত্ৰগামিনঃ।
ৰজসো মিথুনং সত্ত্বং সত্ত্বস্য মিথুনং ৰজঃ॥
তমসশ্চাপি মিথুনে তে সত্ত্বৰজসী উভে।
উভয়োঃসত্ত্বৰজসোৰ্মিথুনং তম উচ্যতে।
নৈষামাদিঃ সম্প্ৰয়োগো বিয়োগো বোপলভ্যতে॥"

পৰস্পৰসহায়া ইত্যৰ্থঃ। অন্যোঽন্যবৃত্তয়শ্চ পৰস্পৰং বৰ্ত্তন্তে "গুণাঃ গুণেষু বৰ্ত্তন্তে" ইতি বচনাৎ। সুৰূপা সুশীলা স্ত্ৰী সৰ্ব্বসুখহেতুঃ সপত্নীনাং সৈব দুঃখহেতুঃ, সৈব ৰাগিণাং মোহং জনয়তি, এবং সত্ত্বং ৰজস্তমসোৰ্বৃত্তিহেতুঃ। যথা ৰাজা সদোদ্যুক্তঃ প্ৰজাপালনে দুষ্টনিগ্ৰহে শিষ্টানাং সুখমুৎপাদয়তি, দুষ্টানাং দুখং মোহঞ্চ, এবং ৰজঃ সত্ত্বতমসোৰ্বৃত্তিং জনয়তি। তথা তমঃ স্বৰূপেণাবৰণাত্মকেন সত্ত্বৰজসোৰ্বৃত্তিং জনয়তি, যথা মেঘাঃ খমাবৃত্য জগতঃ সুখমুৎপাদয়ন্তি তে বৃষ্ট্যা কৰ্ষকাণাং কৰ্ষনোদ্‌পযোগং জনয়ন্তি বিৰহিণাং মোহম এব মন্যোঽন্যবৃত্তয়োগুণাঃ ॥১২॥

(১২)

গুণাঃ [সত্ব, ৰজঃ আৰু তমোগুণ] প্ৰীতি-অপ্ৰীতি-বিষাদাত্মকা [প্ৰীতি, অপ্ৰীতি, বিষাদ বা সুখ, মোহ ইত্যাদি ভাবৰ মূল কাৰণ] প্ৰকাশ-প্ৰবৃত্তি-নিয়ম-অৰ্থঃ [ইহঁতৰ বাবেই বস্তু প্ৰকাশ হ'ব পাৰে, বাঢ়িব পাৰে, বা একেৰকমে থাকিব পাৰে] চ-অন্যোঽন্য অভিভব আশ্ৰয়-জনন-মিথুন-বিত্তয়ঃ [ইহঁতে পৰস্পৰে পৰস্পৰৰ আশ্ৰয়ত থাকে, পৰস্পৰে পৰস্পৰক ওপজায় অৰ্থাৎ সবল কৰে আৰু ইহঁত দুটা গোটখাই তৃতীয়টোক সহায় কৰে]।

[গুণবোৰৰ জন্ম নাই—আৰু গুণ তিনটা সদায় একেলগে থাকে। সেইগুণে ওপৰত 'জনন'শব্দটোৰ মানে সবল কৰা বা কাৰ্য্যক্ষম কৰা।]

গুণবোৰে কেনেকৈ মিলি কাৰ্য্য কৰে আৰু তিনিওটা গুণ কেনেকৈ সদাগ একেলগে থাকে এই কথা কাৰিকাত বুজাইছে—

সত্ব, ৰজঃ আৰু তমোগুণ যথাক্ৰমে প্ৰীতি, অপ্ৰীতি বিষাদ বা সুখ, দুখ, মোহৰ কাৰণ। ইহঁতৰ কাৰ্য্য হৈছে বস্তুক প্ৰকাশ কৰা (সত্ব), ক্ৰিয়াশীল কৰা (ৰজঃ) বা ক্ৰিয়াৰ প্ৰতিবন্ধক কৰা (তমঃ)। ইহঁত অকলে এটা এটাহে থাকিব নোৱাৰে। ইহঁত পৰস্পৰৰ আশ্ৰয়; পৰস্পৰে

পৰস্পৰক দুৰ্ব্বলো কৰে আৰু সহায়ো কৰে। কাৰ্য্যকালত কেৱল এটাইহে কাৰ্য্য কৰে; বাকী দুটা লগলাগি তৃতীয়টোক সহায় কৰে। তিনিটা গুণ একেলগে নেথাকিলে কোনো ক্ৰিয়াই নহয়।

ধৰক, এজোপা গছপুলি আমি দেখিছোঁ। -ই সত্ব গুণেৰে প্ৰকাশ হৈছে; ৰজোগুণেৰে প্ৰত্যেক মুহূৰ্ত্তত বাঢ়ি গৈছে; আৰু তমোগুণৰ প্ৰভাৱত সি চকুখাই বাঢ়িব নোৱাৰা হৈছে। এই তিনটা গুণেকাৰ্য্য নকৰিলে গছজোপাৰ অস্তিত্বই নেথাকে। ইহঁত সদায় আছে আৰু প্ৰত্যেক মুহূৰ্ত্তত ইহঁতে কাৰ্য্য কৰিছে। যেতিয়া গছজোপা বাঢ়ে, আমি বুজোঁ যে ৰজোগুণে কাম কৰিছে; সত্ব আৰু তমোগুণ দুৰ্ব্বল হৈ পৰি আছে। কিন্তু এইদৰেই যদি হৈ থাকে তেন্তে গছজোপা অনন্তকাল বাঢ়িয়েই গৈ থাকিলহেঁতেন। তেন্তে কি হৈছে? গছজোপা যেই অলপ বাঢ়িল, সত্বগুণ ক্ৰিয়াশীল হ'ল— কাৰণ 'সত্ব'ৰ কাৰ্য্য, যি বস্তু যি অৱস্থাত থাকে ঠিক সেইদৰেই ৰাখিবলৈ চেষ্টা কৰা। সত্বৰ উদ্ৰেক হ'লেই তমোগুণে নিজৰ শক্তিৰে ৰজোগুণক বাধা দিয়ে; গছজোপা বাঢ়িব নোৱাৰে, ক্ষন্তেকলৈ ৰয়। ঠিক পাছৰ মুহূৰ্ত্ততে আকৌ ৰজোগুণ প্ৰবল হৈ; গছজোপাক আকৌ অলপ বঢ়াই নিয়ে। এইদৰে প্ৰত্যেক মুহূৰ্ত্ততে গছজোপা অলপ অলপকৈ বাঢ়ি গৈ থাকে। নহ'লে গছজোপা একেদিনাই বাঢ়ি গৈ মেঘত লাগিলহেঁতেন। বা নবঢ়া হ'লহেঁতেন বা এদিন কেৱল বাঢ়িলহেঁতেন, পাছদিনা আকৌ টুটি আহিলহেঁতেন। কিন্তু সেইদৰে জগতত ক্ৰিয়া নহয়। গুণ তিনটাই লগলাগি এনেভাৱে কাৰ্য্য কৰে যেন গছজোপা সুকলমে আৰু ক্ৰমে ক্ৰমে বাঢ়িব পাৰে।

ঠিক সেইদৰেই আমাৰ যেতিয়া সুখৰ ভাব (সত্ব) মনলৈ আহে তেতিয়া দুখ (ৰজঃ) আৰু মোহ (তমঃ) তল পৰি থাকে। যেতিয়া মোহৰ ভাব হয়, তেতিয়া সুখ আৰু দুখৰ ভাব তল পৰি থাকে।

দেখা গ'ল যে গুণবোৰ এটা নিয়মৰ অধীন; নহ'লে সিহঁতে কেনেকৈ জানে যে কিমান পৰ কোনে কাৰ্য্য কৰিব লাগিব? সিহঁতে যেন মানুহৰ দৰে লগধাই এটা উদ্দেশ্য লৈ ক্ৰিয়াশীল হৈছে। ক্ৰিয়া হ'লেই প্ৰতিক্ৰিয়া আপোনা-আপুনি আহি পৰে; এক মুহূৰ্ত্তলৈ ক্ৰিয়া বন্ধ হয়। কিন্তু পাছ মুহূৰ্ত্তত প্ৰতিক্ৰিয়াই আকৌ ক্ৰিয়াক বাট এৰি দিয়ে। ইহঁতৰ এনে নিয়ম আৰু সাধাৰণ উদ্দেশ্যৰ

জ্ঞান ক'ৰপৰা হ'ল? এই প্ৰশ্নৰ উত্তৰ তলৰ কাৰিকাবোৰত দিছে। কৈছে যে এই সকলোবোৰ স্বভাৱৰ কাৰ্য্য (২৭ কাৰিকা চাওক) আৰু এই স্বভাৱৰ কাৰণ— জগতৰ মূল কাৰণ "অব্যক্ত", যাক গৌড়পাদে ব্ৰহ্ম বুলিছে।।১২।।

**সত্ত্বং লঘু প্ৰকাশকমিষ্টমুপষ্টম্ভকং চলঞ্চৰজঃ।**
**গুৰু বৰণকমেৱতমঃ প্ৰদীপৱচ্চাৰ্থতো বৃত্তিঃ।।১৩।।**

কিঞ্চান্যৎ, সত্ত্বংলঘুপ্ৰকাশকঞ্চ—সদাসত্ত্বমুৎকটং ভৱতি তদালঘূন্যঙ্গানি বুদ্ধিপ্ৰকাশশ্চ প্ৰসন্নতেন্দ্ৰিয়াণাং ভৱতি। উপষ্টম্ভকং চলঞ্চৰজঃ—উপষ্টম্ভাতীত্যুপষ্টম্ভকমুদ্দ্যোতকং, যথা বৃষো বৃষদৰ্শনে উৎকটমুপষ্টম্ভং কৰোতি, এবং ৰজোবৃত্তিঃ, তথা ৰজশ্চ চলং দৃষ্টং, ৰজোবৃত্তিশ্চলচিত্তো ভৱতি। গুৰুবৰণকমেৱ তমঃ, —যদা তম উৎকটং ভৱতি তদা গুৰুণ্যঙ্গান্যাবৃত্তানীন্দ্ৰিয়াণি ভৱন্তি স্বাৰ্থাসমৰ্থানি। অত্ৰাহ—যদি গুণাঃ পৰস্পৰং বিৰুদ্ধাঃ স্বমতেনৈব কৰ্মথং নিস্পাদয়ন্তি, তৰ্হি কথং প্ৰদীপৱচ্চাৰ্থতোবৃত্তিঃ, প্ৰদীপেন তুল্যং প্ৰদীপৱৎ, অৰ্থতঃ সাধনাবৃত্তিৰিষ্টা, যথা প্ৰদীপঃ পৰস্পৰবিৰুদ্ধতৈলাগ্নিবৰ্ত্তিসংযোগাদৰ্থপ্ৰকাশান্ জনয়তি, এবং সত্বৰজস্তমাংসি পৰস্পৰং বিৰুদ্ধান্যৰ্থং নিস্পাদয়ন্তি।।১৩।।

(১৩)

সত্ত্বং লঘু প্ৰকাশকং ইষ্টং [সত্বগুণ লঘু প্ৰকাশক আৰু ইচ্ছাৰ অনুকূল] ৰজঃ চ চলং উপষ্টম্ভকং [ৰজোগুণ ক্ৰিয়াশীল আৰু উত্তেজক] তমঃ গুৰুবৰণকম্ এব [তমোগুণ গুৰু অৰ্থাৎ গধুৰ আৰু অৱৰোধক] প্ৰদীপৱৎ চ অৰ্থতঃ বৃত্তিঃ [এই গুণবোৰৰ, একেলগে লগলাগি, প্ৰদীপৰ দৰে কিবা এটা প্ৰয়োজন সিদ্ধিৰ বাবে কাম কৰা স্বভাৱ]।

'বৰণকম্' মানে—(প্ৰকাশক'ৰ বিপৰীত)—যি আৱৰি বা ঢাকি ৰাখে। লঘু আৰু গুৰু কথা দুটা ইন্দ্ৰিয় বা মনৰ অৱস্থা লক্ষ্য কৰি ব্যৱহাৰ কৰিছে। ওপৰত "ইষ্ট" শব্দটোৰ মানে বাচস্পতিয়ে "সাংখ্যাচাৰ্য্যৰ অভিমত" বুলিছে। কোনো কোনো টীকাকাৰে কয় যে "ইষ্ট" শব্দটো সত্বগুণৰ বিশেষণ (অনিষ্ট, বিপৰীত)। আমি শেহৰ মতকে গ্ৰহণ কৰিলোঁ।

'অৰ্থতঃ' মানে "পুৰুষাৰ্থ এৱং হেতুঃ" বুলি বাচস্পতিয়ে কৈছে এই কাৰিকাৰ অৰ্থ হ'ল—

সত্বগুণ লঘু আৰু প্ৰকাশক; ৰজোগুণ ক্ৰিয়াশীল আৰু উত্তেজক; [illegible]

তেল, শলাকানি আৰু জুই— তিনিটা বিৰুদ্ধ স্বভাৱৰ বস্তু—গোটখাই এটা বিশেষ কাৰ্য্য কৰে অৰ্থাৎ আনবস্তু প্ৰকাশ কৰে, ঠিক সেইদৰেই সত্ত্ব, ৰজঃ আৰু তমো গুণ পৰস্পৰ বিৰুদ্ধ স্বভাৱৰ হ'লেও এটা সাধাৰণ উদ্দেশ্য সাধনৰ অৰ্থে লগলাগি কাম কৰে । এই সাধাৰণ উদ্দেশ্যটি "পুৰুষাৰ্থ সাধন" (বা পুৰুষৰ মঙ্গল) উদ্দেশ্যৰ ফালেহে শক্তিৰ ক্ৰিয়া হয়। বিপৰীত ফালে নহয়—এইটো বৈজ্ঞানিক সত্য।

১১শ কাৰিকাত কৈ আহিছে যে মূল প্ৰকৃতি অব্যক্ত গুচি ব্যক্ত হ'লে কিছুমান ব্যক্তৰ ধৰ্ম্ম (অবিবেকী, বিষয়, সামান্য, প্ৰসবধৰ্ম্মী, অচেতন) গ্ৰহণ কৰে। কিয় এই পৰিবৰ্ত্তন হ'ল? ইয়াৰ উত্তৰ সংক্ষেপে তলৰ কাৰিকাত দিছে। কৈছে যে "ত্ৰিগুণ" হোৱা বাবেই এই পৰিবৰ্ত্তন হ'ল।।১৩।।

**অবিবেক্যাদিঃ* সিদ্ধস্ত্ৰৈগুণ্যাত্তদ্বিপৰ্য্যয়াভাবাৎ**
**কাৰণগুণাত্মকত্বাৎ কাৰ্য্যস্যাব্যক্তমপি সিদ্ধম্ ।।১৪।।**

অন্তৰপ্ৰশ্নো ভবতি ত্ৰিগুণমবিবেকিবিষয় ইত্যাদিনাপ্ৰধানং ব্যক্তঞ্চ ব্যাখ্যাতং, তত্ৰ প্ৰধানমুপলভ্যমানং মহদাদি চ ত্ৰিগুণম্ অবিবেক্যাদীতি চ কথমবগম্যতে? তত্ৰাহ— যোহয়মবিবেক্যাদিৰ্গুণঃ স ত্ৰৈগুণ্যান্মহদাদৌ ব্যক্তেনায়ং সিধ্যতি। অত্ৰোচ্যতে তদ্বিপৰ্য্যয়াভাবাৎ— তস্য বিপৰ্য্যয়স্তদ্বি পৰ্য্যয়স্তস্যাভাবস্তদ্বিপৰ্য্যয়াভাবঃ তস্মাৎ সিদ্ধমব্যক্তম্। যথা যত্ৰৈবতন্তবস্তত্ৰৈব পটঃ, অন্যেতন্তবোঽন্যঃ পটো ন, কুতঃ? তদ্বিপৰ্য্যয়াভাবাৎ। এবং ব্যক্তাব্যক্তসম্পন্নো ভবতি, দূৰং প্ৰধানমাসন্নং ব্যক্তং, যো ব্যক্তং পশ্যতি স প্ৰধানমপি পশ্যতি, তদ্বিপৰ্য্যয়াভাবাৎ। ইতশ্চাব্যক্তং সিদ্ধং কাৰণগুণাত্মকত্বাৎ কাৰ্য্যস্য, লোকে যদাত্মকং কাৰণং তদাত্মকং কাৰ্য্যমপি, যথা কৃষ্ণেভ্যস্তন্তুভ্য কৃষ্ণ এব পটো ভবতি। এবং মহদাদিলিঙ্গমবিবেকিবিষয়ঃ সামান্যমচেতনং প্ৰসবধৰ্ম্মি, যদাত্মকং লিঙ্গং তদাত্মকমব্যক্তমপি সিদ্ধম্ ।।১৪।।

(১৪)

ত্ৰৈগুণ্যাৎ [ত্ৰিগুণাত্মক বাবে] তৎ বিপৰ্য্যয় অভাবাৎ [ত্ৰিগুণ নহ'লে থকা অসম্ভৱ বাবে] অবিবেকি আদিঃ [অবিবেকি আদি ধৰ্ম্ম] সিদ্ধঃ [প্ৰমাণ হয়]। কাৰ্য্যস্য কাৰণ গুণাত্মকত্বাৎ [কাৰ্য্য, কাৰণৰ গুণাত্মক বাবে] অব্যক্তম্ অপি সিদ্ধম্ [অব্যক্তও সিদ্ধ হয়]।

ব্যক্ত পদাৰ্থবোৰ অবিবেকী, বিষয়, সামান্য, প্ৰসবধৰ্ম্মী আৰু অচেতন (১১ কাৰিকা)। ইয়াৰ ভিতৰত বিষয়, সামান্য, প্ৰসবধৰ্ম্মী এই তিনটা ধৰ্ম্ম দেখাতে গুণৰ কাৰ্য্য। প্ৰকাশ, ক্ৰিয়া আৰু স্থিতি গুণৰ কাৰ্য্য বুলি আমি ওপৰত পাই আহিছোঁ। বস্তুৰ পৰা শক্তি আহি আমাৰ চকুত বা আন ইন্দ্ৰিয়ত নেলাগিলে আমাৰ বস্তু জ্ঞান নহয়; শক্তিহীন বস্তু বিষয় বা সামান্য একো হ'ব নোৱাৰে। বস্তু আমাৰ ইন্দ্ৰিয়ৰ বিষয় হ'লেই আমি জানিম যে তাত শক্তি বা ত্ৰিগুণ আছে। 'গুণ' মানেই 'ত্ৰিগুণ', কাৰণ আমি পাই আহিছোঁ যে এটা গুণ অকলৈ নেথাকে; তিনিওটা মিলিহে ক্ৰিয়া হয়, ক্ৰিয়াশীল হ'লেহে প্ৰসবধৰ্ম্মী হ'ব পাৰে।

এই যুক্তিৰে আমি সহজে বুজোঁ— (১) ত্ৰিগুণ নহলে বস্তু বিষয়, প্ৰসবধৰ্ম্মী বা সামান্য হ'ব নোৱাৰে; বা (২) বিষয়, প্ৰসবধৰ্ম্মী সামান্য হলেই 'ত্ৰিগুণ' হ'বই লাগিব। যি বস্তু বিষয় প্ৰসবধৰ্ম্মী বা সামান্য নহয় অৰ্থাৎ "ত্ৰিগুণ" নহয়, সি ব্যক্তবস্তু হ'বই নোৱাঁৰে—সি অব্যক্ত, সি নিষ্ক্ৰিয়, সি নিৰ্গুণ।

ব্যক্ত বস্তু হেতুমৎ। তাৰ হেতু বা কাৰণ নিশ্চয় আছে আৰু অনিত্য বাবে সেই মূলকাৰণত সি নিশ্চয় লয় পাব। কাৰ্য্যত কাৰণৰ স্বভাৱ থাকে। এইদৰে ভাবি নিলে বুজিব পাৰি যে ত্ৰিগুণাত্মক মহদাদি সমুদয় ব্যক্ত পদাৰ্থৰ মূল কাৰণত (অব্যক্তত) সেই গুণ তিনিটা কাৰণ ৰূপে আছিল।

এইখিনি কথা বুজা অতি সহজ। অলপ ভাবিলেই বুজিব পাৰি যে এইটো নহয়েই নোৱাৰে। ই স্ব-প্ৰকাশ সত্য। কিন্তু এতিয়া কথা হ'ল যে ত্ৰিগুণাত্মৰ পৰা অচেতনত্বও প্ৰমাণ হয় বুলি কিয় কৈছে? সাংখ্যই এইটো ভুলকৈ ক'লেনে কি?

'চেতনা' মানে "কাৰ্য্যাকাৰ্য্য বিবেচনা।" প্ৰকৃতিৰ "কাৰ্য্যাকাৰ্য্য বিবেচনা" নাই বাবে প্ৰকৃতি অচেতন। আমি আগেয়ে কৈ আহিছোঁ যে গুণবোৰ নিশ্চয় নিয়মৰ অধীন। সিহঁতৰ উদ্দেশ্য নিৰ্দ্দিষ্ট আছে আৰু ক্ৰিয়াশক্তিৰ গতিও নিৰ্ণয় কৰা আছে। নহলে সংসাৰত একো নিয়ম নেথাকিলহেঁতেন। মানুহ বুঢ়া হৈ আকৌ ডেকা হ'ব পাৰিলেহেঁতেন। প্ৰকৃতিৰ কি সাধ্য যে এই নিয়মবোৰ লৰ-চৰ কৰে? অলঙ্ঘ্য নিয়মৰ বশবৰ্ত্তী হৈ ক্ৰিয়া শক্তিয়ে

* পাঠান্তৰ—অবিবেক্যাদেঃ

নির্দ্দিষ্ট উদ্দেশ্যৰ ফালে অনবচ্ছিন্ন ভাবে কাম কৰিছে। বিপৰীত ফালে ক্রিয়া নহয়। ইহঁতৰ স্বাধীন ইচ্ছা বা কার্য্যাকার্য্য বিবেচনা নাই। এই কাৰণেই ইহঁত অচেতন। অর্থাৎ ত্রিগুণাত্মক হ'লেই অচেতন হ'ব। আন ৰকমে কবলৈ হ'লে, ত্রিগুণ হ'লেই বিষয় হ'ব—অর্থাৎ দৃশ্য বা জ্ঞেয় হ'ব। দৃশ্য বা জ্ঞেয় সকলো পদার্থ অচেতন বুলি ওপৰত কোৱা হৈছে।

এই কাৰিকাটি সাংখ্যৰ চেতন-অচেতন বিভাগ। ইয়াত কলে যে ব্যক্ত সকলো পদার্থ ত্রিগুণ আৰু সেইবাবেই দৃশ্য, অচেতন। এই গোটেই জগতেই সক্রিয় বা ত্রিগুণ সেইবাবে অচেতন। নোহোৱা হলে সি দৃশ্য হব নোৱাৰে। এইদৰেই আমি বুজিলো যে 'ব্যক্ত' হলেই অচেতন হ'ব। তেন্তে এতিয়া অব্যক্ত চেতন নে অচেতন? অব্যক্ত সকলো কথাতে ব্যক্তৰ বিপৰীত। ব্যক্ত যেতিয়া অচেতন, অব্যক্ত নিশ্চয় চেতনেই হব লাগিব। অব্যক্ত নিষ্ক্রিয় বুলি ১০ কাৰিকাত কোৱা হল। নিষ্ক্রিয় মানেই নির্গুণ, কাৰণ গুণ নহলে কোনো ক্রিয়া নাই।

পুৰুষ নির্গুণ বা নিষ্ক্রিয় বাবে চেতন। কিন্তু অব্যক্ত অবস্থাত অর্থাৎ গুণৰ সাম্যাবস্থাত বা নিষ্ক্রিয় অবস্থাত প্রকৃতিও চেতন নে? এই প্রশ্নৰ উত্তৰ সাংখ্যই দিয়া নাই। কাৰণ অব্যক্ত অবস্থাটি সৃষ্টিৰ আগৰ অৱস্থা বা জগতৰ ওপৰৰ অবস্থা। পুৰুষ প্রকৃতিৰ অভেদ সংযোগৰ অৱস্থা। ইয়াত সকলো দৃশ্য, দ্রষ্টা, ব্যক্ত, অব্যক্ত, পুৰুষ প্রকৃতি—জগতত যি আছে আৰু জগতৰ বাহিৰে যি আছে—সকলো একত্রীভূত হৈ অভেদ ৰূপে আৰু কাৰণ ৰূপে আছে। সকলো একস্থ হৈ আছে। তাৰে পৰাই গুণৰ ক্রিয়াত অচেতন জগৎ দৃশ্য হৈ ব্যক্ত হৈছে। তাত দৃশ্য দ্রষ্টা একে। অর্থাৎ চেতন অচেতন ভেদ নাই। এনে অব্যক্ত চেতন নে অচেতন এইটো প্রশ্ন নিৰর্থক প্রশ্ন। সি দেখাতে চেতন।

প্রকৃতি ক্রিয়াশীল হলে নিশ্চয় দৃশ্য আৰু অচেতন। নিষ্ক্রিয় অৱস্থাত প্রকৃতিৰ সুকীয়া অস্তিত্ব নাই। এনে প্রকৃতিৰ বিষয়ে সেইগুণে ইয়াত চেতন অচেতনৰ প্রশ্ন নুঠে।

**ভেদানাং পৰিমাণাৎ সমন্বয়াচ্ছক্তিতঃ প্রবৃত্তেশ্চ**
**কাৰণকার্য্যবিভাগাদবিভাগাদ্বৈশ্বৰূপস্য ॥১৫॥**

ত্রৈগুণ্যাদবিবেক্যাদির্ব্যক্তে সিদ্ধত্ববিপর্য্যয়াভাবাৎ, এবং কাৰণগুণাত্মকত্বাৎ কার্য্যস্যাব্যক্তমপি সিদ্ধমিত্যেতন্মিথ্যা, লোকে যন্নোপলভ্যতে, তন্নাস্তি, ইতি ন বাচ্যম্; সতোঽপি পাষাণগন্ধাদেৰনুপলম্ভাৎ, এবং প্রধানমপ্যস্তি কিন্তু নোপলভ্যতে, তদাহ— কাৰণমস্ত্যব্যক্তমিতি ক্রিয়াকাৰকসম্বন্ধঃ। ভেদানাং পৰিণামাৎ— লোকে যত্র কর্ত্তাঽস্তি তস্য পৰিমানং দৃষ্টং, যথা কুলালঃ পৰিমিতৈর্মৃৎপিণ্ডৈঃ পৰিমিতানেৱ ঘটান্ কৰোতি, এবং মহদপি মহদাদিলিঙ্গং পৰিমিতং ভেদতঃ প্রধানকার্য্যমেকাবুদ্ধিৰেকোঽহঙ্কাৰঃ পঞ্চতন্মাত্রাণি একাদশেন্দ্রিয়াণি পঞ্চমহাভূতানীত্যেবং ভেদানাং পৰিমাণাদস্তি প্রধানং কাৰণং যৎ ব্যক্তং পৰিমিতমুৎপাদয়তি। যদি প্রধানং ন স্যাৎ, তদা নিষ্পৰিমাণমিদং ব্যক্তমপি ন স্যাৎ, পৰিমাণাচ্চ ভেদানামস্তি প্রধানং যস্মাৎ ব্যক্তমুৎপন্নম্। তথা সমন্বয়াৎ ইহলোকে প্রসিদ্ধির্দৃষ্টা 'যথা ব্রতধাৰিণং বটুং দৃষ্টা সমন্বয়তি নূনমস্য পিতৰৌ ব্রাহ্মণাবিতি, এবমিদং ত্রিগুণং' মহদাদিলিঙ্গং দৃষ্টা সাধয়ামোঽস্য যৎ কাৰণং ভবিষ্যতীতি, অতঃ সমন্বয়াদস্তি প্রধানম্। তথা শক্তিতঃ প্রবৃত্তেশ্চ, ইহ যো যস্মিন্ শক্তঃ স তস্মিন্নেবার্থে প্রর্বতে, যথা কুলালো ঘটস্য কৰণে সমর্থো ঘটমেব কৰোতি ন পটং ৰথং বা। তথা অস্তি প্রধানং কাৰণং, কুতঃ? কাৰণকার্য্যবিভাগাৎ—কৰোতীতি

কাৰণং, ক্রিয়তে ইতি কার্য্যম্; কাৰণস্য কার্য্যস্য চ বিভাগঃ— যথা ঘটো দধিমধূদকপয়সাং ধাৰণে সমর্থো ন তথা তৎকাৰণং মৃৎপিণ্ডঃ। মৃৎপিণ্ডো বা ঘটং নিষ্পাদয়তি ন চৈবং ঘটো মৃৎপিণ্ডম্। এবং মহদাদিলিঙ্গং দৃষ্টাঽনুমীয়তে, অস্তি বিভক্তং তৎকাৰণং যস্য বিভাগ ইদং ব্যক্তমিতি। ইতশ্চ অভিভাগাৎ বৈশ্বৰূপস্য— বিশ্বং জগৎ, তস্য ৰূপং ব্যক্তিঃ, বিশ্বৰূপস্য ভাবো বৈশ্বৰূপং, তস্যাবিভাগাদস্তি প্রধানং, যস্মাৎ ত্রৈলোক্যস্য পঞ্চানাং পৃথিব্যাদীনাং মহাভূতানাং পৰস্পৰং বিভাগো নাস্তি মহাভূতেষন্তর্ভূতাস্ত্রয়ো লোকা ইতি, পৃথিব্যাপস্তেজো বায়ুৰাকাশমিতি, এতানি পঞ্চমহাভূতানি প্রলয়কালে সৃষ্টিক্রমেণৈবাবিভাগং যান্তি তন্মাত্রেষু পৰিণামিষু তন্মাত্রাণ্যেকাদশেন্দ্রিয়াণি চাহঙ্কাৰে, অহঙ্কাৰো বুদ্ধৌ, বুদ্ধিঃ প্রধানে, এবং ত্রয়ো লোকাঃ প্রলয়কালে প্রকৃতাববিভাগং গচ্ছন্তি, তস্মাদবিভাগাৎ ক্ষীৰদধিবৎ ব্যক্তাব্যক্তয়োৰত্যব্যক্তং কাৰণম্ ॥১৫॥

(১৫)

ভেদানাং পৰিমাণাৎ [মহদাদি ভিন্ন পদার্থৰ পৰিমাণ আছে বাবে] সমন্বয়াৎ [সমন্বয় বা মিল আছে বাবে]

শক্তিতঃ প্ৰবৃত্তেঃ চ [শক্তি অনুসাৰেহে প্ৰবৃত্তি হয় বাবে] কাৰণ কাৰ্য্য বিভাগাৎ [কাৰণ আৰু কাৰ্য্যৰ বিভাগ আছে বাবে] অবিভাগাৎ বৈশ্বৰূপস্য [নানা ৰকমৰ ব্যক্তবস্তুবোৰ অবিভাগ প্ৰাপ্ত হয় বাবে অৰ্থাৎ নিজৰ কাৰণত লীন হয় বাবে] কাৰণং অস্তি অব্যক্তং— [আমি অনুমান কৰিব পাৰোঁ যে যাবদীয় বস্তুৰ মল কাৰণ হৈছে "অব্যক্ত"]।

আমি ওপৰত (৮ আৰু ৯ কাৰিকা) কৈ আহিছো যে এই জগতৰ এটি সৎ কাৰণ আছে। যুক্তিৰে সেই মূল কাৰণটি ঠিক কৰিব পাৰি বুলি সাংখ্যাচাৰ্য্যাই কয়। এতিয়া এই কাৰিকাত কৈছে যে সেই কাৰণটি 'অব্যক্ত' আৰু আমি তলত লিখা যুক্তিৰে ভাবি নিলেই সেই কথা বুজিব পাৰিম।

(১) ভেদানাং পৰিমাণাৎ— বিভিন্ন ব্যক্ত পদাৰ্থবোৰ সীমাবদ্ধ বা সসীম। বস্তু সীমাবদ্ধ হ'লেই আমি বুজিব লাগিব যে তাৰ এটা কাৰণ আছে। কাৰণৰ কাৰণ বিচাৰি যদি গৈ থাকোঁ, তেন্তে মূল কাৰণটি নিশ্চয় কাৰণহীন, (অজ, নিত্য আৰু অসীম) হ'ব। সেইটিয়েই ১০ম কাৰিকাৰ 'অব্যক্ত'—যি 'অব্যক্তৰ বিষয়ে আমি আৰু একো অনুমান কৰিব নোৱাৰো।

(২) সমন্বয়াৎ—ব্যক্ত পদাৰ্থবোৰ বিভিন্ন। বিভিন্ন বস্তুৰ "এক-ৰূপতা"-কে সমন্বয় বোলে। এই বিভিন্ন বস্তুবোৰৰ কথা ভাবিলে আমি বুজিম যে ত্ৰিগুণ স্বভাৱটি সিহঁতৰ "এক-ৰূপতা"। সিহঁতৰ মূল কাৰণ তেন্তে ত্ৰিগুণ স্বভাৱৰ। এই ত্ৰিগুণৰ আকৌ মূলত সেই "অব্যক্ত" বুলি আমি ১৪ কাৰিকাত পাই আহিছো। অতএব মূল কাৰণ 'অব্যক্ত'— যাৰ ওপৰলৈ আমি যাব নোৱাৰো।

(৩) শক্তিতঃ প্ৰবৃত্তেশ্চ—শক্তি নহলে ক্ৰিয়া নহয়; শক্তিৰ পৰিমাণ মতেহে ক্ৰিয়া হয়। সেইগুণে আমি বুজিব লাগিব যে এই বিভিন্ন পৰিমিত, কিন্তু অসংখ্য ব্যক্ত বস্তুবোৰৰ, মূলত এটা অপৰিমিত শক্তি আছিল। নিৰাশ্ৰয় শক্তি থাকিব নোৱাৰে; ব্যক্ত পদাৰ্থ হলেই আশ্ৰিত হব লাগিব [১০(৬) কাৰিকা] আৰু সেই শেষ আশ্ৰয়টি নিশ্চয় নিজে আশ্ৰয়হীন। আশ্ৰয়হীন হলেই "অব্যক্ত"। (১০ কাৰিকা)

(৪) কাৰণকাৰ্য্য বিভাগাৎ— "কৰোতীতি কাৰণম্"— যি কৰে সি কাৰণ আৰু যাক কৰে সি কাৰ্য্য। কাৰ্য্য আৰু কাৰণৰ এই বিভাগৰ পৰাও আমি বুজিব পাৰোঁ যে মূল কাৰণটি অব্যক্ত— যেনে, ব্যক্ত পদাৰ্থবোৰ উৎপত্তিশীল (হেতুমৎ) বাবে, কাৰ্য্য; সিহঁতৰ 'ব্যক্ত' ধৰ্ম্মটো কাৰণত নাই। যদি থাকিলেহেঁতেন, তেন্তে কাৰ্য্য আৰু কাৰণ একে হ'লহেঁতেন। ব্যক্তৰ ধৰ্ম্ম, অৰ্থাৎ ১১ কাৰিকাত কোৱা বিষয়, প্ৰসৱধৰ্ম্মী আদি ধৰ্ম্মবোৰ বাদ দিলে যি বাকী থাকে সেয়েই মূল কাৰণ আৰু সেয়েই ১০ কাৰিকোক্ত 'অব্যক্ত'।

(৫) বৈশ্বৰূপস্য অবিভাগাৎ—এই জগতৰ সকলো বস্তু এদিন নিশ্চয় নিজ কাৰণত লয় হ'ব। হেতুমৎ বস্তু সকলো লয় হ'বই লাগিব। সৃষ্টিৰ ক্ৰমানুসাৰে ভাবি নিলে পঞ্চমহাভূত তন্মাত্ৰত, তন্মাত্ৰ অহঙ্কাৰতত্ত্বত, অহঙ্কাৰ মহত্তত্ত্বত, মহত্তত্ত্ব প্ৰধানত আঁৰু প্ৰধান অব্যক্তত লয় হ'ব।

তেন্তে দেখা গেল, এই জগতৰ মূল কাৰণ অব্যক্ত; আৰু ব্যক্ত অৱস্থাৰ কাৰণ, কেৱল ৩টা গুণ। যদি সেয়েই হ'ল—যদি প্ৰকৃত বস্তু বুলিবলৈ এই জগতত আৰু একো নাই তেন্তে আমি এইবোৰ কি দেখিছো? ইমান ভিন্ন ভিন্ন ৰূপ-ৰস-গন্ধ-স্পৰ্শ-শব্দময় এই বস্তুবোৰ কেনেকৈ হ'ল? এটা বস্তুৰ লগত আন এটাৰ মিল নাই, একেজোপা গছৰে দুটা পাত ঠিক একে নহয়— এই বৈচিত্ৰ্য কেনেকৈ হ'ল? এই প্ৰশ্নৰ উত্তৰ তলৰ কাৰিকাত দিছে। কৈছে যে একে ত্ৰিগুণৰে আধাৰ বা আশ্ৰয়ভেদে অসংখ্য ৰকমৰ পৰিণাম হয়। গুণৰ পৰিণামেই নানাত্বৰ কাৰণ।।১৫।।

[বিশেষ দ্ৰষ্টব্য: জগতৰ মূল কাৰণ "অব্যক্ত", অচেতন প্ৰকৃতি নহয়। (৩ কাৰিকা চাওক)। তাত কোৱা হৈছে যে অব্যক্ত অৱস্থাই পুৰুষ-প্ৰকৃতিৰ অভেদ সংযোগ—যি সংযোগেই সৃষ্টিৰ মূল কাৰণ।]

**কাৰণমস্ত্যব্যক্তং প্ৰবৰ্ত্ততে ত্ৰিগুণতঃ সমুদয়াচ্চ।**
**পৰিণামতঃ সলিলবৎ প্ৰতিপ্ৰতিগুণাশ্ৰয়বিশেষাৎ।।১৬।।**

ইতশ্চ—অব্যক্তং প্ৰখ্যাতং কাৰণমস্তি যস্মান্মহদাদিলিঙ্গং প্ৰবৰ্ত্ততে। ত্ৰিগুণতঃ ত্ৰিগুণাৎ, সত্ত্বৰজস্তমাংসি গুণা যস্মিন্ তৎ ত্ৰিগুণম্; তৎকিমুক্তং ভৱতি সত্ত্বৰজস্তমসাং সাম্যাবস্থা প্ৰধানম্। তথা সমুদয়াৎ, যথা গঙ্গাস্ৰোতাংসি ত্ৰীণি ৰুদ্ৰমূৰ্দ্ধনি পতিতানি একং স্ৰোতো জনয়ন্তি, এবং ত্ৰিগুণমব্যক্তমেকং ব্যক্তং জনয়তি। যথা বা তন্তবঃ সমুদিতাঃ পটং জনয়ন্তি, এবমব্যক্তং গুণসমুদয়ান্মহদাদি জনয়তীতি ত্ৰিগুণতঃ সমুদয়াচ্চ ব্যক্তং জগৎ প্ৰবৰ্ত্ততে। যস্মাদেকস্মাৎ প্ৰধানাৎ ব্যক্তং তস্মাদেকৰূপেণ ভৱিতব্যম্; নৈষ দোষঃ। পৰিণামতঃ

সলিলবৎ প্ৰতিপ্ৰতিগুণাশ্ৰয়বিশেষাৎ, একস্মাৎ প্ৰধানাৎ ত্ৰয়ো লোকাঃ সমুৎপন্নাস্তুল্যভাবা ন ভবন্তি, দেবাঃ সুখেন যুক্তাঃ, মনুষ্যা দুঃখেন, তিৰ্যঞ্চো মোহেন একস্মাৎ প্ৰধানাৎ প্ৰবৃত্তং ব্যক্তং প্ৰতিপ্ৰতিগুণাশ্ৰয়বিশেষাৎ পৰিণামতঃ সলিলবৎ ভবতি—প্ৰতিপ্ৰতীতি বীপ্সা, গুণানামাশ্ৰয়ো গুণাশ্ৰয়স্তদ্বিশেষস্তং গুণাশ্ৰয়বিশেষং প্ৰতিনিধায় প্ৰতিপ্ৰতিগুণাশ্ৰয়বিশেষং পৰিণামাৎ প্ৰবৰ্ত্ততে ব্যক্তং, যথা আকাশাদেকৰসং সলিলং পতিতং নানাৰূপাৎ সংশ্লেষাদ্ভিদ্যতে তত্তদ্ৰসান্তৰৈঃ, এবমেকস্মাৎ প্ৰধানাৎ প্ৰবৃত্তাস্ত্ৰয়ে লোকা নৈকস্বভাবা ভৱন্তি, দেবেষু সত্ত্বমুৎকটং ৰজস্তমসী উদাসীনে তেন তেঽত্যন্তদুঃখিনঃ তিৰ্য্যক্ষু তম উৎকটং ভবতি সত্ত্বতমসী উদাসীনে, তেন তেঽত্যন্তমূঢ়া ॥১৬॥

(১৬)

["কাৰণমস্তব্যক্তম্" এই কথা ফাঁকি আগৰ কাৰিকাৰ অংশ] ত্ৰিগুণতঃ [ত্ৰিগুণৰ পৰা] সমুদয়াৎ চ [আৰু ত্ৰিগুণৰ সমবায়ৰ পৰা] প্ৰবৰ্ত্ততে [বৈচিত্ৰ্য বা নানাত্ব হয়] প্ৰতিপ্ৰতি গুণাশ্ৰয় বিশেষাৎ পৰিণামতঃ সলিলবৎ [পানীৰ যেনেকৈ আধাৰ বা আশ্ৰয় ভেদে নানা ৰকম পৰিণাম হয়, ঠিক সেইদৰেই]।

এই কাৰিকাটি ৩৪ কাৰিকাৰ লগত মিলাই পঢ়িলে বুজিবলৈ সুবিধা হয়। দুয়োটা কাৰিকাত একে কথাকে ভিন্নভাবে বুজাইছে:

১। এই জগতত ত্ৰিগুণাত্মক শক্তিৰ বাহিৰে আৰু একো নাই। আশ্ৰয় বা আধাৰ ভেদে এই শক্তিৰ অসংখ্য ৰকমৰ ক্ৰিয়া হয় আৰু সেই ক্ৰিয়া অনুসৰি ৰূপ, ৰস, শব্দাদিৰ অসংখ্য ভেদ হয়। এইদৰেই জগতত ইমান বৈচিত্ৰ্য হয়। ইয়াৰ দৃষ্টান্ত এই—

(ক) পৰিণামতঃ সলিলবৎ—পানীত সকলো ৰকমৰ সোৱাদ (মিঠা, তিতা, টেঙা ইত্যাদি) বৰষুণৰ পানী, তাল, নাৰিকল, নেমুটেঙা আদি সকলো গছতে সমানে পৰে; কিন্তু সকলো গছৰ আটাইবোৰ সোৱাদ গ্ৰহণ কৰিবৰ শক্তি নাই; নিজ নিজ স্বভাৱ বা শক্তি অনুসৰি গ্ৰহণ কৰে। এইদৰে, নাৰিকলৰ পানী মিঠা হয়, নেমুটেঙাৰ ৰস টেঙা হয়, জলকীয়া জলা হয় ইত্যাদি। একে পানীৰ পৰা আশ্ৰয়ভেদে এই বিশেষ বিশেষ অসংখ্য সোৱাদবোৰ হ'ল।

(খ) সূৰ্য্যৰ পোহৰত সকলো বৰণৰ অসংখ্য ৰশ্মি আছে। প্ৰত্যেক বস্তুৱে তাৰ নিজ নিজ স্বভাৱ অনুসৰি কিছুমান ৰশ্মি গ্ৰহণ কৰে আৰু বাকীবোৰ বিকিৰণ কৰে। এই শেহৰ ৰশ্মিবোৰ আমাৰ চকুত পৰিলেই আমি বস্তুটোৰ বৰ্ণ নিৰ্ণয় কৰোঁ। এইদৰেই জগতত অসংখ্য বৰণৰ বস্তু আমি দেখোঁ, কিন্তু মূলত সেই একমাত্ৰ সূৰ্য্যৰ উজ্জ্বল পোহৰ।

(গ) সেই একে সূৰ্য্যৰ পোহৰেই আকৌ নিচেই সৰু বিন্ধা এটাৰ ভিতৰেদি আহিলে বা মেঘৰ কণিকাৰ ওপৰত পৰিলে অসংখ্য বৰণৰ বিচিত্ৰ ৰামধনু হৈ প্ৰকাশ হয়।

(ঘ) বেহেলাৰ তাঁৰডালত হাত বুলালে (অৰ্থাৎ ইচ্ছামতে তাক দীঘল বা চুটি কৰিলে) একে শক্তিৰপৰা অসংখ্য সুৰ (সা, ঋ, গা, মা ইত্যাদি) ওলায়।

২। এই চতুৰ্দ্দশ ভুবন (৫৩ কাৰিকা চাওক) অব্যক্তৰ পৰা একে সত্ত্ব-ৰজস্তমোগুণৰ সমবায়ত, একে নিয়মেই ব্যক্ত হৈছে। মূল কাৰণ যেতিয়া একে, সকলোবোৰ একে হোৱা উচিত আছিল। কিয় নহ'ল? দেৱতাবোৰ সুখী, মানুহবোৰ দুখী আৰু পশুবোৰ মোহবিশিষ্ট হ'ল কিয়? দেৱতা সত্ত্বপ্ৰধান, মানুহ ৰজঃপ্ৰধান আৰু পশুবোৰ তমঃপ্ৰধান আৰু সেই বাবেই সিহঁতঁ একে স্বভাৱাপন্ন নহয়। ঠিক সেইদৰেই আকৌ দুটা মানুহৰ স্বভাৱো একে হ'ব নোৱাৰে। গুণৰ আশ্ৰয় ভেদে বহিৰ্জ্জগতত যেনেকৈ নানাত্ব হৈছে অন্তৰ্জ্জগততো সেইদৰেই নানাত্ব হৈছে।

[এইবোৰ কথাত সাংখ্য-দৰ্শন আৰু আধুনিক বিজ্ঞানৰ একো প্ৰভেদ নাই। Fouriers Theoremটি বুজিলে সাংখ্যৰ এইবোৰ কথা বেলেগে বুজিব নেলাগে। বহিৰ্জ্জগতত বস্তুত ৰূপ, ৰস, গন্ধাদি লাগি থকা নাই। (কথাৰে উপনিষৎ চাওক)।]

[এতিয়ালৈকে সাংখ্যই কলে যে এই জগতত যতমানে বস্তু আছে, যতমানে পৰিণাম হৈছে, সকলোবোৰ জড় শক্তিৰ (প্ৰকৃতিৰ) ক্ৰিয়া মাত্ৰ ত্ৰিগুণৰ ক্ৰিয়া মাত্ৰ।]

আৰু কলে যে এই ক্ৰিয়াৰ উদ্দেশ্য আছে, ইয়াৰ নিৰ্দ্ধাৰিত নিয়ম আছে। ১৬ কাৰিকাত আৰু কলে যে এই ক্ৰিয়াৰ দ্বাৰাহে আমাৰ মনত ৰূপ ৰস, গন্ধাদি সকলো বিষয়-জ্ঞান হয়। এই ক্ৰিয়াৰ বাহিৰে জগতত আৰু কোনো ব্যক্ত বা অনুমেয় পদাৰ্থ নাই। [এয়ে আধুনিক বিজ্ঞান আৰু মনো বিজ্ঞানো।]

এতিয়া তলৰ ৫টা কাৰিকাত কব যে এই ক্রিয়াশীল জড়শক্তিৰ বাহিৰেও জগতত আৰু এটি নিষ্ক্রিয় শক্তি আছে। সেইটি চিৎশক্তি বা দৃক্‌শক্তি বা বোধশক্তি (Consciousness)। ই জড়-শক্তিৰ সম্পূর্ণ বিপৰীত।

এই দুটি শক্তিৰ বাহিৰে জগতত আৰু কোনো পদাৰ্থ নাই।

জড়শক্তি আৰু তাৰ সকলো পৰিণাম দৃশ্য, অনুমেয়, ব্যক্ত পদাৰ্থ।

নিষ্ক্রিয় চিৎ শক্তি কেৱল মাত্র দ্রষ্টা আৰু অব্যক্ত। ইয়াৰ কোনো পৰিণাম নাই। ই সৎ পদাৰ্থ।

সাংখ্যই এতিয়া কব যে এই দুটি শক্তিৰ (দৃশ্য আৰু দ্রষ্টাৰ) সংযোগেই সংসাৰ। পাতঞ্জলেও ঠিক তাকে কয় —

দ্রষ্টৃদৃশ্যয়োঃ সংযোগো হেয় হেতু।২।১৭

গীতায়ো তাকে কয়। (গীতা ১৩।২৭)

গীতাই দ্রষ্টাজনক "ক্ষেত্রজ্ঞ" আৰু বুদ্ধি আদি সকলো দৃশ্য পদাৰ্থক "ক্ষেত্র" বোলে।

এতিয়া তলৰ ৫টা কাৰিকাত সাংখ্যই কব যে যদিও নিৰ্গুণ চিৎশক্তি নিজে নিষ্ক্রিয় আৰু কোনো পৰিণামৰ কৰ্ত্তা নহয়, তথাপি এই চিৎ শক্তিয়েহে জড় শক্তিক নিযন্ত্রিত কৰে। নহ'লে, জড় শক্তিৰ (অর্থাৎ প্রকৃতিৰ) ক্রিয়াত কোনো নিয়ম শৃঙ্খলা, উদ্দেশ্য, বা সামঞ্জস্য নেথাকিলহেঁতেন। জগতত এই নিয়মবোৰ (Physical laws or law of Nature) নথকা হ'লে, অর্থাৎ প্রকৃতি (Nature) নিয়মাধীন নোহাৱা হ'লে আমি কোনো জ্যোতিষ শাস্ত্র, অঙ্ক শাস্ত্র, বিজ্ঞান আদি আবিষ্কাৰ কৰিব নোৱাৰিলোহেঁতেন।

এই একে কথাৰে আকৌ পুনৰুক্তি কৰি গৌড়পাদে তেওঁৰ ২৭ কাৰিকাৰ ভাষ্যত কব যে অন্তৰ্জ্জগতৰ আৰু বহিৰ্জ্জগতৰ সম্বন্ধ আৰু সামঞ্জস্যৰ বিষয়ে চিন্তা কৰিলেও আমি বুজিব পাৰিম যে এই জগতৰ এজন চেতন অধিষ্ঠাতা আছে। ঠিক এইবোৰ যুক্তিৰেই বাচস্পতি মিশ্রয়ো কৈছে যে সাংখ্যমতে প্রকৃতিৰ সকলো ক্রিয়াৰ এজন সৰ্ব্বাৰ্থদৰ্শী চেতন অধিষ্ঠাতা আছে আৰু সেই অধিষ্ঠাতাজনকে আমি ঈশ্বৰ বোলোঁ। (৫৬ কাৰিকাৰ ব্যাখ্যা চাওক)

**সঙ্ঘাতপৰাৰ্থত্বাৎ ত্রিগুণাদিবিপৰ্য্যয়াদধিষ্ঠানাৎ।**
**পুৰুষোঽস্তি ভোক্তৃভাবাৎ কৈবল্যাৰ্থং প্রবৃত্তেশ্চ ॥১৭॥**

এবমাৰ্য্যাদ্বয়েন প্রধানস্যাস্তিত্বমবগম্যতে; ইতশ্চোত্তৰং পুৰুষাস্তিত্ব প্রতিপাদনাৰ্থমাহ, যদুক্তং—"ব্যক্তাব্যক্তজ্ঞ-বিজ্ঞানান্মোক্ষঃ প্রাপ্যতে" ইতি, তত্র ব্যক্তাদনন্তৰমব্যক্তং পঞ্চভিঃ কাৰণৈৰধিগতং ব্যক্তবৎ। পুৰুষোঽপি সূক্ষ্মঃ, তস্যা-ধুনানুমিতাস্তিত্বং প্রতিক্রিয়তে—অস্তি পুৰুষঃ, কস্মাৎ? সঙ্ঘাতপৰাৰ্থত্বাৎ। যোঽয়ং মহদাদিসঙ্ঘাতঃ স পুৰুষাৰ্থ ইত্যনুমীয়তে, অচেতনত্বাৎ পৰ্য্যঙ্কবৎ, যথা পৰ্য্যঙ্কঃ প্রত্যেকং গাত্রোৎপলক পাদপীঠতূলী প্রচ্ছাদনপটোপধান সঙ্ঘাতঃ পৰাৰ্থো ন হি স্বাৰ্থঃ, পৰ্য্যঙ্কস্য ন হি কিঞ্চিদপি গাত্রোৎপলাদ্যৱয়বানাং পৰস্পৰং কৃত্যমস্তি। অতোঽবগম্যতে অস্তি পুৰুষো যঃ পৰ্য্যঙ্কে শেতে, যস্যাৰ্থং পৰ্য্যঙ্কস্তৎ, পৰাৰ্থম্; ইদং শৰীৰং পঞ্চানাং মহাভূতানাং সঙ্ঘাতো বৰ্ত্ততে অস্তি পুৰুষো যস্যেদং ভোগ্যং শৰীৰং ভোগ্যমহদাদিসঙ্ঘাতৰূপং সমুৎপন্নমিতি। ইতশ্চাত্মাঽস্তি ত্রিগুণাদিবিপৰ্য্যায়াৎ। যদুক্তং পূৰ্ব্বস্যামাৰ্য্যায়াং "ত্রিগুণমবিবেকিবিষয়" ইত্যাদি। তস্মাদ্বিপৰ্য্যযাৎ যেনোক্তং "তদ্বিপৰীতস্তথা চ পুমান্"। অধিষ্ঠানাৎ, যথেহ লঙ্ঘনপ্লবনধাবন সমৰ্থৈৰশ্বৈৰ্যুক্তো ৰথঃ সাৰথিনাঽধিষ্ঠিতঃ প্রবৰ্ত্ততে তথা আত্মাঽধিষ্ঠানাচ্ছৰীৰমিতি। তথা চোক্তং ষষ্টিতন্ত্রে "পুৰুষাধিষ্ঠিতং প্রধানং প্রবৰ্ত্ততে"। অতোঽস্ত্যাত্মা, ভোক্তৃত্বাৎ। যথা মধুৰাম্ললবণকটুতিক্তকষা-য়ষড়ৰসোপবৃংহিতস্য সংযুক্তস্যান্নস্য সাধ্যতে, এবং মহদাদি-লিঙ্গস্য ভোক্তৃত্বাভাবাদস্তি স আত্মা যস্যেদং ভোগ্যং শৰীৰমিতি। ইতশ্চ, কৈবল্যাৰ্থং প্রবৃত্তেশ্চ— কেবলস্য ভাবঃ কৈবল্যং তন্নিমিত্তং যা চ প্রবৃত্তিস্তস্যাঃ স্ব কৈবল্যাৰ্থং প্রবৃত্তেঃ সকাশাদনুমীয়তে, অস্ত্যাত্মেতি; যতঃ সৰ্ব্বো বিদ্বানবিদ্বাংশ্চ সংসাৰসন্তানক্ষয়মিচ্ছতি। এবমেভিৰ্হেতুভিৰস্ত্যাত্মা শৰীৰাৎ ব্যতিৰিক্তঃ ॥ ১৭ ॥

(১৭)

ওপৰৰ ৩য় কাৰিকাত কৈ আহিছে যে এই দৰ্শনত ২৫টি তত্ত্বৰ আলোচনা কৰা হ'ব। তাৰ ভিতৰৰ ২৪ টি তত্ত্ব প্রকৃতি বা প্রকৃতি-বিকৃতি বা বিকৃতি। যুক্তিৰে বিচাৰি নি পালে যে ইহঁতৰ মূল কাৰণ "অব্যক্ত"— তাৰ ওপৰলৈ আমাৰ যুক্তিয়ে ঢুকি নেপায়। তেন্তে এতিয়া বাকী ২৫তম তত্ত্বটি অর্থাৎ পুৰুষৰ মূল কি? 'পুৰুষ' বুলি যে এটা তত্ত্ব আছে তাক বা আমি কেনেকৈ জানিছো? এতিয়ালৈকে 'পুৰুষ' শব্দটো সাংখ্যই ব্যাখ্যা কৰা নাই। ১০ কাৰিকাত "পুমান্" আছে হয়; কিন্তু সিও 'অব্যক্ত'— অর্থাৎ 'পুমান্'ৰ বিষয়ে আমি একো কথা ক'ব বা ভাবিব নোৱাৰো। এই পুমান্ আৰু পুৰুষৰ যে কিবা সম্বন্ধ আছে তাকো আমি এতিয়ালৈকে নেজানো বা কোনো যুক্তিৰে অনুমান কৰিব নোৱাৰো।

'পুৰুষ'বোৰনো কি ? ক'ত আছিল, ক'ৰ পৰা আহিল, এই-বোৰ কথা আমাক কোৱা নাই। ৪০ কাৰিকাৰ ভাষ্যত গৌড়পাদে আমাক কব যে প্ৰলয়ত যতমানে সূক্ষ্মশৰীৰ (জীৱ) আছে সকলো 'প্ৰকৃতিৰ মোহ বন্ধনত বদ্ধ হৈ' প্ৰকৃতিত লয় হৈ থাকে। তেওঁ লিঙ্গ-শৰীৰস্থিত জীৱৰ কথাহে ক'লে। বৰ্তমান ১৭ কাৰিকাত উল্লেখ কৰা 'পুৰুষ' কিন্তু জীৱ নহয়। 'জীৱ' আৰু 'চিৎ-শক্তিৰ' ভেদ 'পঞ্চদশীত' এইদৰে কৈছে—

চৈতন্যং যদধিষ্ঠানং লিঙ্গদেহশ্চ যঃ পুনঃ।
চিচ্ছায়া লিঙ্গদেহস্থা তৎ সঙ্ঘো জীৱ উচ্যতে॥
[প ৪। ১১]

এই কাৰিকাত যি ক'ব তাৰপৰা আমি বুজিম যে সাংখ্যৰ পুৰুষ মানে লিঙ্গশৰীৰযুক্ত জীৱ নহয়। লিঙ্গ (কৰণশক্তি) বাদ দিলে জীৱৰ যি বাকী থাকে সেয়ে পুৰুষ—অৰ্থাৎ শুদা চিৎ বা বোধশক্তি। যি শক্তি নহ'লে আমি একো অনুভৱ কৰিব নোৱাৰো আৰু 'মই আছো' বুলিও বুজিব নোৱাৰো, সেই আচল শক্তিকে সাংখ্যই পুৰুষ বুলিছে। এনে পুৰুষৰ অস্তিত্ব এতিয়া এই কাৰিকাত ৫টা ব্যতিৰেক যুক্তিৰে প্ৰথমতে প্ৰমাণ কৰিছে। যথা—

পুৰুষঃ অস্তি (পুৰুষ আছে) ঃ—

(১) সংঘাত পৰাৰ্থত্বাৎ [অচেতন পদাৰ্থই মিলি কাম কৰিলে লোকৰ হৈ হে কৰে—এইবাবে]

(২) ত্ৰিগুণাদি বিপৰ্য্যয়াৎ—[ত্ৰিগুণীবস্তুৰ বিপৰীত বস্তু আছে—এইবাবে]

(৩) অধিষ্ঠানাৎ—[কামৰ দিহা দিবলৈ উপবিষ্ট এজন আছে—এইবাবে]

(৪) ভোক্তৃভাবাৎ—[ভোগ কৰিবলৈ নিশ্চয় এজন আছে—এইবাবে]

(৫) কৈৱল্যাৰ্থং প্ৰবৃত্তেঃ চ—[কৈৱল্য বা মুক্তিৰ নিমিত্তে ইচ্ছা হয়—এই বাবে]

১। সংঘাত পৰাৰ্থত্বাৎ [সংঘাতানাং মিলিতানাং পদাৰ্থানাং যঃ সংঘাতঃ মেলনং সঃ পৰ-প্ৰয়োজন সম্পাদনায় এব]

অচেতন পদাৰ্থবোৰ এনেয়ে পৰি থাকিলে বিশেষ ভাবিবলৈ একো নাই। সিহঁত সেইদৰে থাকেই। কিন্তু যদি সেই পদাৰ্থবোৰৰ এটা শৃঙ্খলা বা মিল দেখোঁ তেন্তে আমি জানোঁ যে কোনো বা এজন চেতন পুৰুষে কিবা উদ্দেশ্যেৰে সিহঁতক সজাই থৈছে। এখন শয্যা যদি ভালকৈ সজাই পাৰি থৈছে, তেন্তে আমি বুজোঁ যে নিশ্চয় ইয়াত কোনো এজন শুব। হয়তো যি সজাইছে তেওঁ নিজেই শুব, বা আন এজন হলেও শুব। সেই দৰেই আমি দেখিছোঁ যে বুদ্ধি, অহঙ্কাৰ, মন আৰু ইন্দ্ৰিয়বোৰ অচেতন পদাৰ্থ—কিন্তু ইহঁতৰ কাৰ্য্য সমবায়ী। প্ৰত্যেকৰ ক্ৰিয়া বেলেগ, কিন্তু ইটোৰ লগত সিটোৰ ঘনিষ্ঠ সম্পৰ্ক আৰু আচৰিত মিল [যাৰ বিষয় তলত কোৱা হ'ব]। সিহঁত মিলি সুখ-দুখ আদি ভাববোৰ আৰু নানা ৰকম অনুভূতি আনে। এই সুখ-দুখৰ ভাববোৰ সিহঁতৰ নিজৰ নহয়। বুদ্ধিৰো নহয়, অহঙ্কাৰৰো নহয়, মনৰো নহয়, ইন্দ্ৰিয়ৰো নহয়, বা সিহঁতৰ উমৈহতীয়াও নহয়—কাৰণ সিহঁত অচেতন। এই অনুভূতি উৎপাদন কৰিবলৈ সিহঁতক এনে ভাবে মিলাই সজাই থোৱা দেখি আমি জানো যে এজন চেতন পুৰুষে ইহঁতক তেওঁৰ নিজৰ বা আন এজনৰ ভোগৰ নিমিত্তে সজাই থৈছে। যি জনে ভোগ কৰিব বা বুজিব যে "মই সুখী" বা "মই দুখী" সেই জনেই পুৰুষ আৰু সেইজন নিশ্চয় আছে।

২। ত্ৰিগুণাদি বিপৰ্য্যয়াৎ—এইদৰে বুজাজন দৃশ্য পদাৰ্থ নহয়। তেওঁ তাৰ বিপৰীত। আমি আগেয়ে পাইছো যে দৃশ্য পদাৰ্থবোৰ ত্ৰিগুণ, অবিবেকী; সামান্য, বিষয় আৰু অচেতন, দ্ৰষ্টাজন তেন্তে নিৰ্গুণ, বিবেকী, অসামান্য, অবিষয় আৰু চেতন হ'ব লাগিব। অৰ্থাৎ ১০ কাৰিকাৰ অব্যক্ত পুমান্ হব লাগিব।

৩। অধিষ্ঠানাৎ—এখন ম'টৰগাড়ী চলাই দিলে সি আপোনাআপুনি পোনে পোনে গৈ থাকিব আৰু সেইদৰে গৈ গৈ হয়তো এঠাইত খালত পৰি ভাগি থাকিব। তাক নিৰ্দিষ্ট বাটেদি চলাবলৈ হ'লেই এটা "ড্ৰাইভৰ" (অধিষ্ঠাতা) লাগে। আমি দেখিছো যে এই জগতত সকলো শৃঙ্খলাবদ্ধ, সকলো নিয়মৰ অধীন; সকলো বস্তুৰ ইটোৰ লগত সিটোৰ আচৰিত মিল আৰু জগতৰ গতিও নিৰ্দিষ্ট আছে। এইদৰে চলাবলৈ নিশ্চয় ইয়াৰ এজন চেতন অধিষ্ঠাতা আছে। (৫৬ কাৰিকা চাওক)

৪। ভোক্তৃভাবাৎ—দেখা যায় যে অন্তঃকৰণ আদিৰ ইষ্ট বিষয়লৈ অনুৰাগ আৰু অনিষ্ট বিষয়লৈ বিদ্বেষ আছে। (ইন্দ্ৰিয়স্যেন্দ্ৰিয়স্যাৰ্থে ৰাগ দ্বেষৌ ব্যৱস্থিতৌ—গীতা)। এই অচেতন ইন্দ্ৰিয় বোৰৰ এনে এটা সাধাৰণ প্ৰবৃত্তি হ'ল কেনেকৈ ? এই প্ৰশ্নৰ উত্তৰ দিবলৈ হ'লেই ক'ব লাগিব যে নিশ্চয় আৰু এটা উপবিষ্ট শক্তি আছে। সেই উপবিষ্ট শক্তিটিয়ে নিশ্চয় ইষ্ট আৰু অনিষ্ট অৱধাৰণ কৰিব পাৰে;

অৰ্থাৎ সি চেতন আৰু তাৰ ভোক্তৃভাব আছে। এই চেতন ভোক্তৃভাবেই পুৰুষ।*

৫। কৈবল্যাৰ্থং প্ৰবৃত্তেঃ চ—কৈবল্যৰ আচল মানে 'কেৱল'ৰ ভাব—অকশৰীয়া ভাব। আত্মাৰ অকলশৰীয়া ভাব মানেই বুদ্ধি, ইন্দ্ৰিয় আদিৰ সম্যক্ নিৰোধ কৰি সিহঁতৰ পৰা বেলেগে নিজক অনুভৱ কৰা। এই অৱস্থাকে শাস্ত্ৰত কৈবল্য বা মুক্তি বা মোক্ষ বোলে। ('সম্যক্ নিৰোধ' মানে নাশ কৰা নহয়; এনেকৈ একেবাৰে নাশ কৰা অসম্ভৱ)। এই কৈবল্য বা মুক্তিৰ নিমিত্তে পণ্ডিত অপণ্ডিত সকলোৰে প্ৰবৃত্তি আছে। এই প্ৰবৃত্তিটো কাৰ ধৰ্ম্ম? যদি বুদ্ধিৰ নিজৰ ধৰ্ম্ম হ'লহেঁতেন তেন্তে কৈবল্য মানে বুদ্ধিয়ে নিজে নিজক নাশ কৰা—আত্মনাশ। তেনে আত্মনাশৰ নিমিত্তে বুদ্ধিৰ প্ৰবৃত্তি হ'ব নোৱাৰে; আৰু নিজে নিজক নাশকৰা কাৰো সাধ্যও নাই। বুদ্ধিৰ পৰা বেলেগে নিজক অনুভৱ কৰিব পৰাজন নিশ্চয় বুদ্ধি নহয়। তেওঁৰ বুদ্ধিৰ ওপৰত প্ৰকৃত 'আত্মসত্তা' আছে। বুদ্ধিৰ ওপৰত যাৰ এনে ক্ষমতা আছে সেইজনেই 'পুৰুষ'। সেইজনেই বুদ্ধিক সম্যক্‌নিৰোধ কৰিব পাৰে। সেইজনৰেই মুক্তি হয়।

এই কাৰিকাত দেখা গ'ল যে পুৰুষৰ অস্তিত্ব ৫ টা যুক্তিৰে প্ৰমাণ হয় বুলিছে। এই যুক্তি ৫ টা পৰস্পৰ সংযুক্ত যুক্তি। ইয়াৰ ভিতৰত মূল যুক্তি হ'ল— 'সংঘাত পৰাৰ্থত্বাৎ'; ইয়াৰ পৰাই বাকী যুক্তিবোৰ ওলাইছে। ইয়াত ক'লে যে এই জগতত সকলোবস্তুৰ পৰস্পৰ মিল আছে; বন্ধা নিয়ম আছে; এটা বন্ধা উদ্দেশ্য আছে; সেইগুণে বুজা যায় যে ইয়াৰ এজন চেতন অধিষ্ঠাতা আছে। এই যুক্তিটি বিপৰীত ফালৰ পৰা চালে এনে হ'ব—"এই জগতত নিয়ম লগাই দিবলৈ বা দিহা দিবলৈ যদি এজন চেতন অধিষ্ঠাতা নেথাকিলেহেঁতেন, তেন্তে ইয়াত একো নিয়ম নেথাকিলেহেঁতেন, কোনো বন্ধা উদ্দেশ্য নেথাকিলেহেঁতেন, ই এটা প্ৰকাণ্ড খেলি-মেলি বা বেমেজালি হ'লহেঁতেন আৰু ইয়াৰ বিষয়ে কোনো কথাকে আমি ক'ব নোৱাৰিলোহেঁতেন। ইয়াৰ বিষয়ে কোনো বিজ্ঞান, জ্যোতিষ, দৰ্শন, ন্যায়শাস্ত্ৰ আদি আমি আবিষ্কাৰ কৰিব নোৱাৰিলোহেঁতেন"॥ ৭ ॥

[এই কাৰিকাটি (সকলো কাৰিকাৰ দৰেই) ব্যষ্টি ভাৱে প্ৰত্যেক পুৰুষৰ বিষয়ে কৈছে বুলিও ধৰিব পাৰি। সমষ্টি ভাৱে গোটেই জগতৰ কথা কৈছে বুলিবও পাৰি। ১ম বাৰ পুৰুষ মানে জীৱাত্মা। ২য় বাৰ পৰমাত্মা (পুমান্)।]

**জন্মমৰণকৰণানাং প্ৰতিনিয়মাদযুগপৎপ্ৰবৃত্তেশ্চ।**
**পুৰুষবহুত্বং সিদ্ধং ত্ৰৈগুণ্যবিপৰ্য্যয়াচ্চৈব ॥১৮॥**

অথ সঃ কিমেকঃ সৰ্ব্বশৰীৰে অধিষ্ঠাতা মণিৰসনাত্মক-সূত্ৰবৎ? আহোস্বিৎ বহব আত্মানঃ প্ৰতিশৰীৰমধিষ্ঠাতাৰ ইতি? অত্ৰোচ্যতে—জন্ম চ মৰণঞ্চ কৰণানি চ জন্মমৰণ-কৰণানি তেষাং প্ৰতিনিয়মাৎ প্ৰত্যেকনিয়মাদিত্যৰ্থঃ। যদ্যেক এব আত্মা স্যাৎ ততঁ একস্য জন্মনি সৰ্ব্ব এব জায়েৰন্, একস্য মৰণে সৰ্ব্বেঽপি ম্ৰিয়েৰন্, একস্য কৰণবৈকল্যে বাধিৰ্য্যান্ধত্বমূকত্বকুণিত্বখঞ্জত্বলক্ষণে সৰ্ব্বেঽপি বধিৰান্ধমূক- কুণিখঞ্জাঃ স্যুঃ, ন চৈবং ভৱতি, তস্মাজ্জন্মমৰণকৰণানাং প্ৰতিনিয়মাৎ পুৰুষবহুত্বং সিদ্ধম্। ইতশ্চ, অযুগপৎপ্ৰবৃত্তেশ্চ—যুগপদেককালং, ন যুগপদযুগপৎ প্ৰবৰ্ত্তনং, যস্মাদযুগপদ্ধৰ্মাদিষু প্ৰবৃত্তিৰ্দৃশ্যা একে ধৰ্ম্মে প্ৰবৃত্তাঃ, অন্যেঽধৰ্ম্মে, বৈৰাগ্যেঽন্যে, জ্ঞানেঽন্যে প্ৰবৃত্তাঃ, তস্মাদযুগপৎ প্ৰবৃত্তেশ্চ বহব ইতি সিদ্ধম্। কিঞ্চান্যৎ ত্ৰৈগুণ্যবিপৰ্য্যয়াচ্চৈব, ত্ৰিগুণভাববিপৰ্য্যয়াচ্চ পুৰুষ-বহুত্বং সিদ্ধম্। যথা সামান্যে জন্মনি একঃ সাত্ত্বিকঃ সুখী, অন্যো ৰাজসো দুঃখী, অন্যস্ত্ব তামসো মোহবান, এবং ত্ৰৈগুণ্যবি-পৰ্য্যয়াদ্বহুত্বং সিদ্ধমিতি ॥১৮॥

(১৮)

**জন্ম-মৰণ কৰণানাং** [জন্ম মৰণ, ইন্দ্ৰিয় আৰু অন্তঃকৰণৰ] **প্ৰতি নিয়মাৎ** [মানুহেপ্ৰতি বেলেগ নিয়ম আছে গুণে] **অযুগপৎ প্ৰবৃত্তেঃ চ** [একে সময়তে সকলো মানুহৰ একে প্ৰবৃত্তি নহয় বাবে] **ত্ৰৈগুণ্য বিপৰ্য্যায়াৎ চ** [আৰু সত্ত্ব, ৰজঃ আৰু তমো গুণৰ ভাববোৰ মানুহেপতি বেলেগ বাবে] **পুৰুষ বহুত্বং সিদ্ধম্** [পুৰুষ বহুত বুলি প্ৰমাণ হয়]।

ওপৰত কৈ আহিল যে ভোক্তা আৰু দ্ৰষ্টা বা অধিষ্ঠাতা নহ'লে, এই জগতত এনে শৃঙ্খলাবদ্ধ নিয়ম নেথাকিলহেঁতেন, সেই গুণে তেওঁ আছে। তেন্তে এতিয়া প্ৰশ্ন হ'ল যে সেই অধিষ্ঠাতা (পুৰুষ) এজন নে বহুত? আমি এনে প্ৰশ্ন কৰাৰ মানে এই যে আমি শুনি আহিছো —

এক এবহি ভূতাত্মা ভূতে ভূতে ব্যৱস্থিতঃ।
একধা বহুধা চৈব দৃশ্যতে জল চন্দ্ৰবৎ॥

* সাংখ্য-দৰ্শনত, 'ভোগ' মানে উপলব্ধি বা জ্ঞান মাত্ৰ। পাতঞ্জলত 'দৃশ্যস্যোপলব্ধিৰ্ভোগঃ' বা 'ইষ্টানিষ্ট গুণস্বৰূপাৱধাৰণং ভোগঃ' বুলি কৈছে। এই অৰ্থে 'দ্ৰষ্টা' বা 'ভোক্তা' বা জ্ঞাতা একে কথা; মনেৰে জ্ঞান কৰিলে, জ্ঞাতা; মুখেৰে, ভোক্তা; আৰু চকুৰে, দ্ৰষ্টা॥

বহুত মণি যেনেকৈ এডাল সূতাৰেই গাঁথি থ'ব পাৰি সেই দৰে এজন অধিষ্ঠাতা হ'লেই দেখোন সমস্ত জগতৰ নিয়মবোৰৰ সামঞ্জস্য হয়। আমাৰ এই প্ৰশ্ন অতি ন্যায্য প্ৰশ্ন। সাংখ্য-দৰ্শনে কিন্তু এই শ্ৰেণীৰ প্ৰশ্নৰ উত্তৰ দিয়া নাই।

ওপৰত পালোঁ যে এই শৰীৰত এটা ভোক্তৃভাব বা চিৎশক্তি আছে। সেই শক্তিকে আমি পুৰুষ বুলিছো। পুৰুষৰ বিষয়ে আমাৰ এতিয়ালৈকে এই মাত্ৰ জ্ঞান। আমি কিন্তু প্ৰত্যক্ষ দেখিছো যে ভোগ সকলো শৰীৰতে একে নহয়; এজন মৰিলেই আটাইবোৰ নমৰে, সকলোৰে একে সময়তে একে প্ৰবৃত্তি নহয়, সকলোৰে স্বভাবো একে নহয়, সকলোৰে সুখ-দুখো সমান নহয়। এইবোৰ যুক্তিৰে আমি অনুমান কৰিব পাৰোঁ যে ভোক্তা পুৰুষ বহু। ভোগ অনুযায়ীহে আমি বিভাগ কৰিব পাৰোঁ। চিৎ-শক্তিৰ ভেদ আন ৰকমে কল্পনা কৰিব নোৱাৰো।

এই "পুৰুষ বহুত্ব" কথাটোৰ বাবেই সাংখ্য-দৰ্শনৰ বহুত প্ৰতিবাদ হৈ শেহত ঠিক হল সে ই অৰ্থহীন দৰ্শন। বিশ্ববিদ্যালয়ৰ ইংৰাজী পাঠ্য পুস্তকত আছে যে সাংখ্য-দৰ্শন অকল নিৰীশ্বৰেই নহয়; ই অৰ্থহীন দৰ্শনো।

এই পুৰুষ-বহুত্ব কথাটোৰ বিষয় লৈ ব্ৰহ্ম সূত্ৰৰ গোটেই ২ ৩ পাদ ভৰা। তাৰ পাছত, আমাৰ "বিজ্ঞানৰ সিপাৰে" নামৰ প্ৰায় গোটেই কিতাপটো এই বিষয়েই। ইয়াত সেইবোৰ কথাৰ আকৌ বহলাই আলোচনা কৰাৰ একো আৱশ্যক নাই। সংক্ষেপে কব পাৰি যে সাংখ্য মতে পুৰুষ অব্যক্ত, নিৰ্গুণ আৰু সৰ্ব্বব্যাপী (১০ কাৰিকা) আৰু জীৱাত্মা পৰমাত্মাৰ ভেদ নাই। জীৱ চৈতন্য যদি সৰ্ব্বব্যাপী হল, তেন্তে সকলো জীৱৰ মুঠেই এটা উমৈহতীয়া আত্মা হে হল। কাৰণ সাংখ্য মতে সৰ্ব্বব্যাপী পদাৰ্থ (অব্যক্ত) মুঠেই 'এক' হে হব পাৰে। (১০ কাৰিকা)। এইদৰে যদি হ'ল, তেন্তে সকলো মানুহ একে লগে মৰিব, সকলোৰে একে প্ৰবৃত্তি হব, উপলব্ধিৰ সাঙ্কৰ্য্য হব। কিন্তু দেখাত এইদৰে নহয়। প্ৰত্যেক মানুহে বেলেগ বেলেগ ভোগ কৰে। বেলেগ বেলেগে উপলব্ধি কৰে। সেইগুণে সাংখ্যই এই কাৰিকাত কলে যে অসংখ্য জীৱৰ অসংখ্য ৰকমৰ ভোগ; এইটো আমাৰ প্ৰত্যক্ষ জ্ঞান; সেইগুণে আমি কব পাৰো যে ভোক্তা পুৰুষ বহু। আমি চিৎশক্তিৰ ভেদ আন ৰকমে কৰিব নোৱাৰোঁ। আমি দৃশ্য (Phenomenal) জগতৰ হে কথা কৈছো। পুৰুষ বহুত বুলি ধৰিলে আমাৰ একো দোষ নহয়—কাৰণ এইটো দেখা সত্য (**Phenomenal truth**)।

এইদৰেই সাংখ্যই কথাটোৰ নিষ্পত্তি কৰিলে। সেই এৰে প্ৰশ্নই আকৌ শঙ্কৰাচাৰ্য্যৰ দৰ্শনত উঠিল— কাৰণ তেওঁৰ মতেও জীৱাত্মা পৰমাত্মাৰ ভেদ ন জীৱ চৈতন্য সৰ্ব্বব্যাপী। তেন্তে উপলব্ধিৰ সাঙ্কৰ্য্য নহয় কিয়; শঙ্কৰাচাৰ্য্যই কলে যে উপলব্ধি আত্মাৰ (চিৎশক্তিৰ) কাৰ্য্যই নহয়; ই অন্তঃকৰণৰ কাৰ্য্য। ভিন্ন ভিন্ন অন্তঃকৰণে ভিন্নভিন্ন ৰূপে উপলব্ধি কৰে। ইয়াত উপলব্ধিৰ সাঙ্কৰ্য্যৰ কথাই নুঠে। শঙ্কৰাচাৰ্য্যৰ কথাটো আধুনিক বিজ্ঞানে সমৰ্থন কৰে আৰু পৰীক্ষাৰে প্ৰমাণো কৰে। বিজ্ঞানৰ মতেও জগৎ মনোদৃশ্য।

শ্ৰীঅৰবিন্দই কয় যে যদিও উপলব্ধি অন্তঃকৰণৰ হে কাৰ্য্য, যদিও জগৎ আমাৰ মনোদৃশ্য, তথাপি সেইদৰে ক'লে মানুহে জাগ্ৰতৰ উপলব্ধি আৰু সামাজিকৰ উপলব্ধিৰ পাৰ্থক্য নুবুজিব। সাধাৰণ মানুহৰ পক্ষে জগতক মায়া বুলি ভবা সিহঁতৰ ক্ৰমোন্নতিৰ বাধাদায়ক। সেইগুণে তেওঁ কয় সাংখ্যৰ দৰে কোৱাহে বেচি ভাল। যথা—

.....but the infinite difference of view and out-look and attitude, action and experience —a difference not of the natural operations which are the same but of the witnessing consciousness, are utterly inexplicable except on the supposition that there is a multiplicity of witnesses, many Purushas :
....The only at all logical explanation from the point of view of Vedantic Monism is that of the Mayavada, but there, the whole thing becomes a dream..... The more realistic Sankhya view of things does not admit this phantasmagoric idea of existence and therefore cannot adopt this solution.

এইবোৰ আলোচনাৰ পৰা দেখিব যে ইয়াত আচল বিৰোধ একো নাই। আত্মা যে ব্যাপী, আত্মা পৰমাত্মাৰ যে ভেদ নাই— এই মূল কথাটো শঙ্কৰাচাৰ্য্য আৰু সাংখ্য উভয়ে স্বীকাৰ কৰিছে ইয়াত (ব্ৰ সূ ২।৩।৪১—৫৩)। শঙ্কৰাচাৰ্য্যই স্বীকাৰ কৰিছে যে সাংখ্য মতে জীৱাত্মা পৰমাত্মাৰ ভেদ নাই। উভয়েই সৰ্ব্বব্যাপী চিৎ শক্তি। তেওঁৰ শিষ্য বিদ্যাৰণ্য মুনিয়ে পঞ্চদশীত কলে যে এই পুৰুষ বহুত্ব কথাটো বাদ দিলে সাংখ্য-দৰ্শন আৰু শঙ্কৰাচাৰ্য্যৰ অদ্বৈতবাদৰ একো বিৰোধ নাথাকে। এইবোৰ কথা আমি বেদান্ত দৰ্শনৰ ২।৩ পাদত আলোচনা কৰিছো। আৰু দেখুৱাইছো মহাপুৰুষ

শ্ৰীশঙ্কৰদেৱে এই অতি গুৰুতৰ বিষয়টোৰ কেনেকৈ নিষ্পত্তি কৰিছে।

**তস্মাচ্চ বিপৰ্য্যাসাৎ সিদ্ধং সাক্ষিত্বমস্য পুৰুষস্য।**
**কৈবল্যং মাধ্যস্থং দ্ৰষ্টৃত্বমকৰ্ত্তৃভাৱশ্চ ॥১৯॥**

অকৰ্ত্তা পুৰুষ ইত্যেতদুচ্যতে, তস্মাচ্চবিপৰ্য্যাসাৎ— তস্মাচ্চ যথোক্তত্ৰৈগুণ্যবিপৰ্য্যাসাদ্বিপৰ্য্যায়ান্নিৰ্গুণঃ পুৰুষো বিবেকী ভোক্তেত্যাদি গুণানাং পুৰুষস্য যো বিপৰ্য্যাস উক্তস্তস্মাৎ, সত্ত্বৰজস্তমঃ সু কৰ্ত্তৃভূতেষু সাক্ষিত্বং সিদ্ধং পুৰুষস্যেতি, যোঽয়মধিকৃতো বহুত্বং প্ৰতি। গুণা এব কৰ্ত্তাৰঃ প্ৰবৰ্ত্তন্তে, সাক্ষী ন প্ৰবৰ্ত্ততে নাপি নিবৰ্ত্ততে এব। কিঞ্চান্যৎ, কৈবল্যং কেৱলভাৱঃ, কৈবল্যমন্যত্বমিত্যৰ্থঃ, ত্ৰিগুণেভ্যঃ কেবলোঽন্যঃ। মাধ্যস্থং মধ্যস্থভাৱঃ, পৰিব্ৰাজকৱৎ মধ্যস্থঃ পুৰুষঃ, যথা কশ্চিৎ পৰিব্ৰাজকো গ্ৰামীণেষু কৰ্ষণাৰ্থেষু প্ৰবৃত্তেষু কেৱলো মধ্যস্থঃ, পুৰুষোঽপ্যেবং গুণেষু প্ৰবৰ্ত্তমানেষু ন প্ৰবৰ্ত্ততে, তস্মাদদ্ৰষ্টৃত্বমকৰ্ত্তৃভাৱশ্চ, যস্মান্মধ্যস্থস্তস্মাৎ দ্ৰষ্টা তস্মাদকৰ্ত্তা পুৰুষস্তেষাং কৰ্ম্মণামিতি সত্ত্বৰজস্তমাংসি ত্ৰয়োগুণাঃ কৰ্ম্মকৰ্ত্তৃভাৱেন প্ৰবৰ্ত্তন্তে, ন পুৰুষঃ এবং পুৰুষস্যাস্তিত্বঞ্চ সিদ্ধম্ ॥১৯॥

তস্মাৎ চ বিপৰ্য্যাস্যাৎ [সেই বৈপৰীত্যৰ পৰাই] অস্য পুৰুষস্য, [এই পুৰুষৰ] সাক্ষিত্বং, কৈবল্যং, মাধ্যস্থ্যং, দ্ৰষ্টৃত্বম্ অকৰ্ত্তৃভাৱঃ চ সিদ্ধম্ [সাক্ষিত্ব, কৈবল্য, মাধ্যস্থ, দ্ৰষ্টৃত্ব আৰু অকৰ্ত্তৃভাৱ সিদ্ধ হয়]

সাক্ষিত্ব, কৈবল্য, মাধ্যস্থ, দ্ৰষ্টৃত্ব আৰু অকৰ্ত্তৃত্ব এই আটাইবোৰ কথাৰে ঠিক একে ভাৱকে বুজাইছে।

(১) পুৰুষ সাক্ষী মাত্ৰ—অৰ্থাৎ তেওঁ একো নকৰে। লোকে (বুদ্ধিয়ে) কাম কৰে, তেওঁ মাত্ৰ দেখিহে থাকে।

(২) কৈবল্য—কেৱল বা অকলশৰীয়া ভাব— পুৰুষ ত্ৰিগুণৰ পৰা বেলেগ ; তেওঁ বিবেকী (১১ কাৰিকা)।

(৩) মাধ্যস্থ— মধ্যস্থ মানুহৰ ভাব। বাদী, প্ৰতিবাদীয়ে কাজিয়া কৰে ; মধ্যস্থ তাত লিপ্ত নহয়। ঠিক সেইদৰেই পুৰুষো নিৰ্লিপ্ত ভাবে থাকে।

(৪) দ্ৰষ্টৃত্ব— দ্ৰষ্টা আৰু সাক্ষীৰ প্ৰকৃত ভেদ একো নাই। বিজ্ঞানভিক্ষুৱে কৈছে যে পুৰুষ বুদ্ধিৰ সাক্ষী আৰু অন্যান্য ইন্দ্ৰিয়বোৰৰ দ্ৰষ্টা। (বুদ্ধেৰেৱ সাক্ষী পুৰুষঃ অন্যেষাং তু দ্ৰষ্টৃমাত্ৰম্ ইতি)। বাচস্পতিয়ে কিন্তু এইদৰে কয়—"প্ৰকৃতিৰপি স্বৰচিতং বিষয়ং পুৰুষায় দৰ্শয়তি ইতি পুৰুষঃ সাক্ষী।....অতএৱ দ্ৰষ্টাপি ভৱতি"। পুৰুষ দ্ৰষ্টাও, সাক্ষীও।

[মনত ৰাখিব যে পুৰুষ কেৱল মাত্ৰ নিজ বুদ্ধিৰ হে দ্ৰষ্টা। বুদ্ধিস্থ সংস্কাৰত যি নাই তাৰ জ্ঞান পুৰুষে লাভ কৰিব নোৱাৰে। সংস্কাৰে যি দেখুৱায় তাকে হে দেখে ; যি কৰায় তাকে হে কৰে। এইবোৰ কথা আমাৰ গীতাত, আৰু সকলো কিতাপত কোৱা হৈছে। সংস্কাৰটো নহলে আমি টোপনিত পৰি থকা মানুহৰ দৰে নিষ্ক্ৰিয়, নিশ্চল হৈ পৰি থাকিব লাগিব। (জন্মান্তৰ ৰহস্য চাওক)। এইবোৰ কথা বিজ্ঞানেও সমৰ্থন কৰে।]

(৫) অকৰ্ত্তৃভাব—পুৰুষে নিজে একো নকৰে। *

পুৰুষৰ এই ধৰ্ম্মবোৰ কেনেকৈ প্ৰমাণ হয়? এই প্ৰশ্নৰ উত্তৰত কৈছে যে পুৰুষৰ স্বভাৱ প্ৰকৃতিৰ বিপৰীত [১৭ (২) কাৰিকা]। অৰ্থাৎ প্ৰকৃতি দৃশ্য আৰু পুৰুষ দ্ৰষ্টা। দৃশ্য পদাৰ্থ মাত্ৰেই ত্ৰিগুণ। সেইগুণে দ্ৰষ্টা পুৰুষ ত্ৰিগুণ নহয়—নিৰ্গুণ নিষ্ক্ৰিয় বা অকৰ্ত্তা।

আমি কিন্তু আমাৰ নিজৰ কৰ্তৃত্ব নাই, এই কথা বুজিবই নোৱাৰো। সদায় আমি ভাবি আছো যে আমি নিজৰ স্বাধীন ইচ্ছাৰে যি মন যায় তাকে কৰিব পাৰোঁ। সাংখ্য আৰু পাতঞ্জলে কিন্তু ঘূৰাই ঘূৰাই কৈ আছে যে আমাৰ স্বাধীন ইচ্ছা বুলি এটা কথাই নাই। এই কথাটো বুজিবলৈ হ'লেই আমি প্ৰথমতে মনত ৰাখিব লাগিব যে সাংখ্যৰ 'পুৰুষ' মানেই কেৱল ভোক্তৃ ভাবটি—কেৱল চিৎ শক্তিটি। দ্বিতীয়তঃ আমি মনত ৰাখিব লাগিব যে তেওঁৰ মতে; আমাৰ সকলো ভাব বা ইচ্ছা, দৃশ্য জ্ঞেয় অচেতন পদাৰ্থ—এইবোৰ প্ৰকৃতিৰ হে ধৰ্ম্ম। (গীতা ১৩।৬ চাওক) ২৩ কাৰিকাত কৈছে যে এই ভাববোৰ সংস্কাৰ ৰূপে বুদ্ধিত থাকে। তাকে বুদ্ধিৰ ৰূপ বা সংস্কাৰ বা ধৰ্ম্মাদি অষ্ট ভাব বোলে। এইদৰে অনাদি কালৰ পৰা বুদ্ধিৰ সংস্কাৰ সঞ্চিত হৈ আহিছে। আমি যি ভাবোঁ, যি কাম কৰোঁ, যি ইচ্ছা কৰোঁ, সকলোৰে মূল এই সংস্কাৰটিহে। ই ন'হলে আমাৰ ইচ্ছাকৃত কৰ্ম্ম নাই। (৬৭ কাৰিকা চাওক)। এই কথা যে আমি একেবাৰে নুবুজোঁ, এনে নহয়। নিজৰ সম্পৰ্কে

---

* পুৰুষ অকৰ্ত্তা। পুৰুষে একো নকৰে, কাৰণ সাংখ্যৰ বিজ্ঞান মতে পুৰুষ অব্যক্ত, অব্যক্ত হলেই ১০ কাৰিকাৰ যুক্তি মতে নিষ্ক্ৰিয় হব লাগিব, এই কথাটো মনত ৰাখিলেই বুজিবলৈ সুবিধা হব, কিয় আমাৰ স্বাধীন কৰ্তৃত্ব নাই ; কিয় আমি অকৰ্ত্তা। আমাৰ স্বৰূপৰ স্পষ্ট জ্ঞান নহলে মানুহে এই কথাটো বুজিব নোৱাৰে আৰু কেতিয়াও বিশ্বাসো কৰিব নোৱাৰে যে আমাৰ স্বাধীন কৰ্তৃত্ব (free will) নাই।

নুবুজিলেও আনৰ সম্পৰ্কে আমি বুজোঁ, যে মানুহৰ (অৰ্থাৎ আন মানুহৰ) স্বাধীন ইচ্ছা নাই। যদি সেয়ে নহ'লহেতেন তেন্তে আমি কেনেকৈ অনুমান কৰোঁ যে "অমুক অৱস্থাত, অমুক মানুহটোৱে, অমুক কামটো কৰিব"? অনেক সময়ত আমাৰ অনুমান ঠিক হয়; যদি নহয় তেতিয়া আমি কওঁ—"এই মানুহটো বলিয়া"। লোকৰ বিষয়ে যাক আমি "স্বাধীন ইচ্ছা" বোলো সেইটো যে খাম্-খিয়ালি নহয়—সংস্কাৰৰ বশবৰ্ত্তী হৈহে যে মানুহে (আন মানুহে) কাম কৰে—এই কথা আমি বুজোঁ। নিজৰ বিষয়ে নুবুজোঁ; নুবুজাৰ প্ৰধান কাৰণ এই—

(১) আমি আমাক (নিজকে) বুদ্ধিৰ পৰা বেলেগ বুলি ভাবিব নোৱাৰো। বুদ্ধিক আত্মভাব কৰোঁ। "সংস্কাৰটো মোৰ" নুবুলি, সংস্কাৰটোকে "মই" বোলো।

(২) আমি জানো যে ইচ্ছা নহ'লে আমি কাম নকৰো। কিন্তু ইচ্ছাৰ কাৰণটো কি তাক আমি নেচাওঁ বা চালেও আমি বুজিব নোৱাৰো; আৰু ভাবো, আমাৰ ইচ্ছাৰ কাৰণেই নাই। আমি পাহৰো যে সাংখ্যমতে কাৰণ নথকা কাৰ্য্য হবই নোৱাৰে। (৯ কাৰিকা)।

কাৰণৰ কাৰণ বিচাৰি আমি যদি গৈ থাকোঁ তেন্তে বুজিম যে আমাৰ ইচ্ছাৰো মূল কাৰণ, সেই ত্ৰিগুণাত্মক সংস্কাৰটি, যাৰ ওপৰত আমাৰ একো হাত নাই। এই সংস্কাৰে আমাক কাম কৰাইছে আৰু আমি ভাবোঁ, আমি নিজে কাম কৰিছো। গীতাত কৈছে "প্ৰকৃতেঃ ক্ৰিয়মাণানি গুণৈঃ কৰ্ম্মাণি সৰ্ব্বশঃ। অহঙ্কাৰ বিমূঢ়াত্মা কৰ্ত্তাহমিতি মন্যতে" (৩।২৭)। ব্ৰহ্মসূত্ৰৰ (২।৩।৪০) ভাষ্যত শঙ্কৰাচাৰ্য্যই ঠিক সাংখ্যৰ কথাকে কৈছে। তেওঁৰ মতেও জীৱৰ কৰ্ত্তৃত্ব স্বাভাৱিক নহয়; বুদ্ধি আদি উপাধি যোগেহে জীৱৰ কৰ্ত্তৃত্ব ভাৱ হয় আৰু যদি সেয়ে নহ'লহেঁতেন তেন্তে জীৱৰ মোক্ষ অসম্ভৱ হ'লহেতেন [বিশেষ মন কৰিব লগীয়া যে সাংখ্যমতে প্ৰকৃত আত্মজ্ঞান নহয় মানে, কিন্তু নিজক অকৰ্ত্তা বুলি ভবা দোষৰ কথা। এইটো বুদ্ধি-বিপৰ্য্যয়ৰ লগৰ ন বিধ তুষ্টিৰ এবিধ তুষ্টি আৰু ই আত্মজ্ঞানৰ বাধাদায়ক (৫০ কাৰিকা চাওক)।]

তস্মাত্তৎসংযোগাদচেতনং চেতনাবদিব লিঙ্গম্।
গুণকৰ্ত্তৃত্বে চ তথা কৰ্ত্তেব ভবত্যুদাসীনঃ" ॥ ২০ ॥*

যস্মাদকৰ্ত্তা পুৰুষস্তৎ কথমধ্যবসায়ং কৰোতি? ধৰ্ম্মং কৰিষ্যামি অধৰ্ম্মং ন কৰিষ্যামীত্যতঃ কৰ্ত্তা ভবতি, ন চ কৰ্ত্তা পুৰুষ এবমুভয়থা দোষঃস্যাদিতি, অত উচ্যতে— ইহ পুৰুষশ্চেতনাবান্ তেন চেতনাবভাসসংযুক্তং মহদাদিলিঙ্গং চেতনাবদিব ভবতি, যথা লোকে ঘটঃ শীতসংযুক্তঃ শীতঃ, উষ্ণসংযুক্ত উষ্ণঃ এব মহদাদিলিঙ্গং তস্য সংযোগাৎ পুৰুষসংযোগাচ্চেতনাবদিব ভবতি, তস্মাৎ গুণা অধ্যবসায়ং কুৰ্ব্বন্তি ন পুৰুষঃ। যদ্যপি লোকে পুৰুষঃকৰ্ত্তা গন্তেত্যাদি প্ৰযুজ্যতে তথাপ্যকৰ্ত্তা পুৰুষঃ। কথম্? গুণকৰ্ত্তৃত্বে চ তথা কৰ্ত্তেব ভবত্যুদাসীনঃ—গুণানাং কৰ্ত্তৃত্বে সতি উদাসীনোঽপি পুৰুষঃ কৰ্ত্তেব ভবতি, ন কৰ্ত্তা। অত্ৰ দৃষ্টান্তো ভবতি, যথাচৌৰশ্চৌৰৈঃ সহ গৃহীতশ্চৌৰ ইত্যবগম্যতে, এবং ত্ৰয়ো গুণাঃ কৰ্ত্তাৰঃ তৈঃ সংযুক্তঃ পুৰুষোঽকৰ্ত্তাপি কৰ্ত্তা ভবতি কৰ্ত্তৃসংযোগাৎ। এবং ব্যক্তাব্যক্তজ্ঞানাং বিভাগো বিখ্যাতঃ, যদ্বিভাগান্মোক্ষপ্ৰাপ্তিৰিতি॥ ২০॥

(২০)

তস্মাৎ [সেই কাৰণে] তৎ সংযোগাৎ [সেই পুৰুষৰ সংযোগত] অচেতনং লিঙ্গং চেতনাবৎ ইব (ভৱতি)·[অচেতন বুদ্ধি, অন্তঃকৰণ আদি চেতনৰ দৰে হয়] গুণ কৰ্ত্তৃত্বে (বিদ্যমানে সতি) [যদিও গুণবোৰেই আচল কৰ্ত্তা] তথাচ উদাসীনঃ কৰ্ত্তা ইব ভবতি [তথাপি উদাসীন পুৰুষ কৰ্ত্তা যেন হয়]

ইয়াত কোৱা হৈছে যে যেনেকৈ তপত পানী ঘটি এটাত ভৰালে ঘটিটো তপত হয়, বা জুইত তপতালে লো এডোখৰ জুই যেন ৰঙা হয় আৰু জুই নে লো চিন নাথাকে, ঠিক সেইদৰেই পুৰুষৰ সংযোগত বুদ্ধিও চেতনৰ দৰে হয় আৰু পুৰুষৰো 'বুদ্ধিয়েই মই' এনে ভাব হয়। "পুৰুষস্য যৎ কৰ্ত্তৃত্বং তৎ বুদ্ধ্যুপৰাগাৎ বুদ্ধেশ্চ যাচিতা সা পুৰুষ সান্নিধ্যাৎ এতদুভয়ং ন বাস্তৱম্।"

বাচস্পতিয়ে কৈছে—"ভ্ৰান্তিবীজং তৎ সংযোগস্তৎসন্নিধানম্"। এয়ে আমাৰ কৰ্ত্তৃত্ব-ভাৱৰ মূল। এই তত্ত্বটো ভালকৈ বুজিবলৈ হ'লে আমি প্ৰথমতে সংযোগ শব্দটোৰ অৰ্থ ভালকৈ বুজিব লাগিব। আমি ওপৰত কৈ আহিছো যে প্ৰকৃতি আৰু পুৰুষ দিক্কালৰ অতীত, নিৰবয়ৱ সত্তা। বুদ্ধি আদিৰ অবয়ৱো দিগ্-ব্যাপী অবয়ৱ নহয়—কালব্যাপী অবয়ৱ মাত্ৰ।

এনে অৱস্থাত পুৰুষ আৰু প্ৰকৃতিৰ 'সংযোগ' ঘটি-বাটিৰ সংযোগ নহয়। দিক্কালৰ অতীতত সান্নিধ্যাৎ বা সংযোগ কথাৰ একো মানে নাই। আমি তেন্তে বুজিব লাগিব যে পুৰুষ প্ৰকৃতিৰ 'সংযোগ' কোনো বিশেষ ভাৱময় সংযোগ, যেনে—

* পাঠান্তৰ—ভৱতীত্যুদাসীনঃ

(১) কোনো এটা জ্ঞানতে দ্ৰষ্টা আৰু দৃশ্যৰ পৃথক ভাবৰ যি জ্ঞান মিহলি হৈ থাকে (যাক যোগীসকলেহে অনুভৱ কৰিব পাৰে) সেই মিহলিৰ ভাবটোৱেই পুৰুষ-প্ৰকৃতিৰ সংযোগ। 'এইটো দেখিছোঁ' এই জ্ঞানৰ লগত 'মই আছোঁ' এই জ্ঞানো মিহলি আছে।

(২) মই গান গাব জানো কিন্তু সদায় নেগাওঁ, মনত পৰিলে গাওঁ। এই "মনত পৰা"টোৱেই পুৰুষ-প্ৰকৃতিৰ সংযোগৰ দৰে।

(৩) মই চেতন দ্ৰষ্টা ; মোৰ ভাববোৰ অচেতন আৰু মোৰ দৃশ্য। মই আৰু মোৰ ভাববোৰ সদায় সংযুক্ত। কিন্তু গভীৰ টোপনিত, মই মোৰ ভাববোৰৰ পৰা পৃথক। এয়ে পুৰুষ-প্ৰকৃতিৰ সংযোগ আৰু বিয়োগৰ উপমা।

আমি ওপৰত কৈ আহিছো যে এই সংযোগৰ পৰাই সৰ্ব্বোচ্চ অহংজ্ঞান বা মহত্তত্ত্বৰ উৎপত্তি। মহত্তত্ব, অখণ্ড, অসংকীৰ্ণ অহংজ্ঞান, য'ত বিশ্বব্ৰহ্মাণ্ডৰ সকলো জীৱ সমষ্টিৰূপে প্ৰকৃতিত লয় হৈ থাকে। এই মহত্তত্ত্ব যেতিয়া খণ্ড খণ্ড হৈ "মই এনে" "মই তেনে" ইত্যাদি সংকীৰ্ণতালৈ যায় (অৰ্থাৎ যেতিয়া জীৱৰ ব্যাষ্টিজ্ঞান হয়) তেতিয়া তাৰ নাম হয় অহঙ্কাৰ তত্ত্ব [পাতনি (১০)]। এই দৰেই ক্ৰমে সৃষ্টি ব্যক্ত হয়। সৃষ্টিৰ মূল, তেন্তে, পুৰুষ-প্ৰকৃতিৰ সংযোগ।

আকৌ, আমাৰ শাস্ত্ৰমতে সৃষ্টিৰ পাছত প্ৰলয় আৰু প্ৰলয়ৰ পাছত সৃষ্টি অনাদি কালৰ পৰা হৈ আহিছে; সেইগুণে সৃষ্টিৰ দৰেই এই সংযোগো অনাদি। অনাদি হ'লেও, ই স্বাভাৱিক সংযোগ নহয়। অগ্নিৰ দাহিকা শক্তি স্বাভাৱিক, কাৰণ তাক অগ্নিৰ পৰা পৃথক কৰিব নোৱাৰি। পুৰুষ-প্ৰকৃতিৰ সংযোগ কিন্তু তেনে স্বাভাৱিক সংযোগ নহয়। যদি হলহেঁতেন তেন্তে মোক্ষ অসম্ভৱ হ'লহেঁতেন, কাৰণ পুৰুষ আৰু প্ৰকৃতিক বেলেগে জানিব নোৱাৰিলে আত্মদৰ্শন নহয়, প্ৰকৃত জ্ঞান নহয় আৰু সেই বাবেই মোক্ষও নহয়।

এই কথাটোকে তলৰ কাৰিকাত দৃষ্টান্ত দি বুজাইছে। কৈছে যে পুৰুষ প্ৰকৃতিৰ সংযোগ অচ্ছেদ্য স্বাভাৱিক সংযোগ নহয়। প্ৰকৃতি আৰু পুৰুষৰ সাধাৰণ উদ্দেশ্য সিদ্ধিৰ বাবে এই সংযোগ হয়; উদ্দেশ্য সিদ্ধি হ'লেই দুয়ো পৃথক হয়। পৃথক হ'লেই পুৰুষৰ অহং জ্ঞান নাশ হয় অৰ্থাৎ পুৰুষে কৈৱল্য লাভ কৰে। (৬৪ কাৰিকা) ॥

**পুৰুষস্য দৰ্শনাৰ্থং কৈৱল্যাৰ্থং তথা প্ৰধানস্য।**
**পঙ্গ্বন্ধবদুভয়োৰপি সংযোগস্তৎকৃতঃ সৰ্গঃ ॥২১॥**

অথৈতয়োঃ প্ৰধানপুৰুষয়োঃ কিং হেতুঃ সঙ্ঘাতঃ? উচ্যতে পুৰুষস্য প্ৰধানেন সহ সংযোগো দৰ্শনাৰ্থং, প্ৰকৃতিং মহদাদি কাৰ্য্যং ভূতপৰ্য্যন্তং পুৰুষঃ পশ্যতি, এতদৰ্থং প্ৰধানস্যাপি পুৰুষেণ সংযোগঃ কৈৱল্যাৰ্থং। স চ সংযোগঃ পঙ্গ্বন্ধবদুভয়োৰপি দ্ৰষ্টব্যঃ, যথা একঃ পঙ্গুৰেকশ্চান্ধ এতৌ দ্বাবপি গচ্ছন্তৌ মহতা সামৰ্থ্যেনাটব্যাং সাৰ্থস্য স্তেন কৃতাদুপপ্লৱাৎ স্বৱন্ধুপৰিত্যক্তৌ দৈবাদিতশ্চেতশ্চ চেৰতুঃ, স্বগত্যা চ তৌ সংযোগমুপযাতৌ পুনস্তয়োঃ স্বৱচসোৰ্বিশ্বস্তত্বেন সংযোগো গমনাৰ্থং দৰ্শনাৰ্থঞ্চ ভৱতি, অন্ধেন পঙ্গুঃ স্কন্ধমাৰোপিতঃ, এবং শৰীৰাৰূঢ়পঙ্গুদৰ্শিতেন মাৰ্গেণান্ধো যাতি পঙ্গুশ্চান্ধস্কন্ধাৰূঢ়। এবং পুৰুষে দৰ্শনশক্তিৰস্তি পঙ্গুৱন্নক্ৰিয়া, প্ৰধানে ক্ৰিয়াশক্তিৰস্ত্যন্ধৱন্ন দৰ্শনশক্তিঃ। যথা বা অনয়োঃ পঙ্গ্বন্ধয়োঃ কৃতাৰ্থয়োৰ্বিভাগো ভৱিষ্যতীপ্সিতস্থানপ্ৰাপ্তয়োঃ, এবং প্ৰধানমপি পুৰুষস্য মোক্ষং কৃত্বা নিবৰ্ত্ততে, পুৰুষোঽপি প্ৰধানং দৃষ্ট্বা কৈৱল্যং গচ্ছতি, তয়োঃ কৃতাৰ্থয়োৰ্বিভাগো ভৱিষ্যতি। কিঞ্চান্যৎ,—তৎকৃতঃ সৰ্গঃ—তেন সংযোগেন কৃতস্তৎকৃতঃ, স্ত্ৰীপুৰুষসংযোগাৎ সুতোৎপত্তিস্তথা প্ৰধানপুৰুষ সংযোগাৎ সুতোৎপত্তিস্তথা প্ৰধানপুৰুষসংযোগাৎ সৰ্গ স্যোৎপত্তিঃ॥২১॥

(২১)

পুৰুষস্য কৈৱল্যাৰ্থং [পুৰুষৰ মুক্তিৰ কাৰণে] তথা প্ৰধানস্য দৰ্শনাৰ্থং [আৰু (প্ৰধানস্য কৰ্ম্মণি ষষ্ঠী) পুৰুষে প্ৰধানক চাবৰ কাৰণে অৰ্থাৎ পুৰুষে সংসাৰ ভোগ কৰিবৰ কাৰণে।] উভয়োঃ [দুইৰো] পঙ্গু অন্ধবৎ সংযোগঃ [কণাৰ কান্ধত খোঁৰা উঠি যোৱাৰ দৰে সংযোগ হয়] তৎ কৃতঃ সৰ্গঃ [সেই সংযোগৰ পৰাই সৃষ্টি হয়]।

পুৰুষ দ্ৰষ্টা,—দেখিব পাৰে কিন্তু নিষ্ক্ৰিয়; সৃষ্টি কৰিব নোৱাৰে। প্ৰকৃতি ক্ৰিয়াশীল; কিন্তু অচেতন। সেইগুণে পুৰুষ-প্ৰকৃতি দুয়ো লগ লাগিহে সৃষ্টি কৰিব পাৰে—যেনে, কণাই নেদেখে; কিন্তু খোজ কাঢ়িব পাৰে। খোঁৰাই দেখে, কিন্তু খোজ কাঢ়িব নোৱাৰে। কণাৰ পিঠিত খোঁৰা উঠি দুয়ো ইচ্ছা মতে যাব পাৰে। কণা আৰু খোঁৰা, দুয়ো দুইৰো, কিম্বা সাধাৰণ উদ্দেশ্য সিদ্ধিৰ বাবেহে এটাৰ কান্ধত ইটো উঠে আৰু উদ্দেশ্য সিদ্ধি হ'লেই পৃথক হয়। তেন্তে পুৰুষ প্ৰকৃতিৰ নো কি উদ্দেশ্য? এই প্ৰশ্নৰ উত্তৰত কৈছে যে প্ৰকৃতি অচেতন; প্ৰকৃতিয়ে দ্ৰষ্টাৰ অপেক্ষা কৰে; দ্ৰষ্টা নহ'লে প্ৰকৃতিৰ

সাৰ্থকতা নহয়। আকৌ, ইফালে, পুৰুষ-প্ৰকৃতিৰ সংযোগ অনাদি—আগৰে পৰা আছিল। এই প্ৰকৃতিস্থ অৱস্থাত পুৰুষে প্ৰাকৃতিক সুখ-দুখ অনুভৱ কৰে আৰু মুক্ত হ'বলৈ ইচ্ছাও কৰে— কিন্তু প্ৰকৃতিক সৰ্ব্বতোভাৱে নেজানিলে (অৰ্থাৎ ভোগ সম্পূৰ্ণ নহ'লে) মুক্ত হ'ব নোৱাৰে। ইন্দ্ৰিয়াদি সৃষ্টি নহ'লে প্ৰকৃতিক সৰ্ব্বতোভাৱে জানিব নোৱাৰে—ভোগ সম্পূৰ্ণ নহয়। এই উদ্দেশ্যেই ইন্দ্ৰিয়াদি আৰু তন্মামাত্ৰাদি বাহ্য বস্তুৰ সৃষ্টি হয়।*

[অনাদিত্বাচ্চ সংযোগ পৰম্পৰয়া ভোগায় সংযুক্তোঽপি কৈবল্যায় পুনঃ সংযুজ্যতে ইতি যুক্তম্.........সংযোগ এব ভোগাপবৰ্গাৰ্থং সৰ্গং কৰোতি—বাচস্পতি]

এই সৃষ্টিৰ উদ্দেশ্য, তেন্তে, পুৰুষৰ ভোগ আৰু অপবৰ্গ। ইয়াকে "পুৰুষৰ সাধন" বুলি তলৰ কাৰিকাবোৰত বাৰে বাৰে কৈছে ৷৷২১৷৷

**প্ৰকৃতেৰ্মহাংস্ততোঽহঙ্কাৰস্তস্মাদ্গণশ্চ ষোড়শকঃ।**
**তস্মাদপি ষোড়শকাৎপঞ্চভ্যঃ পঞ্চভূতানি ॥ ২২ ॥**

ইদানীং সৰ্ব্ববিভাগদৰ্শনাৰ্থমাহ—প্ৰকৃতিঃ প্ৰধানংব্ৰহ্ম অব্যক্তং,বহুধানকং মায়েতি, পৰ্য্যায়াঃ। আলিঙ্গস্য প্ৰকৃতেঃ সকাশান্মহানুৎপদ্যতে, মহান্ বুদ্ধিৰাসুৰী মতিঃ খ্যাতিজ্ঞানমিতি প্ৰজ্ঞাপৰ্য্যায়ৈৰুৎপদ্যতে। তস্মাচ্চ মহতোঽহঙ্কাৰ উৎপদ্যতে, অহঙ্কাৰো ভূতাদিৰ্বৈকৃতস্তৈজসোঽভিমান ইতি পৰ্য্যায়াঃ। তস্মাদ্গণশ্চ ষোড়শকঃ, তস্মাদহঙ্কাৰাৎ ষোড়শকঃ ষোড়শস্বৰূপেন গণ উৎপদ্যতে; স যথা—পঞ্চতন্মাত্ৰাণি, শব্দতন্মাত্ৰং স্পৰ্শতন্মাত্ৰং ৰূপতন্মাত্ৰং ৰসতন্মাত্ৰং গন্ধতন্মাত্ৰমিতি। তন্মাত্ৰ সূক্ষ্ম পৰ্য্যায়বাচ্যানি। তত একাদশেন্দ্ৰিয়াণি, শ্ৰোত্ৰং ত্বক্ চক্ষুষী জিহ্বা ঘ্ৰাণমিতি পঞ্চ বুদ্ধিন্দ্ৰিয়াণি, বাক্পাণি পাদপায়ুপস্থানি পঞ্চ কৰ্ম্মেন্দ্ৰিয়াণি, উভয়াত্মকমেকাদশং মনশ্চ, এবঃ ষোড়শকোগণোঽহঙ্কাৰা-দুৎপদ্যতে। কিঞ্চ পঞ্চভ্যঃ পঞ্চভূতানি—তস্মাৎ ষোড়শকাদ্গণাৎ পঞ্চভ্যস্তন্মাত্ৰেভ্যঃ সকাশাৎ পঞ্চবৈ মহাভূতান্যুৎপদ্যন্তে, যদুক্তং—শব্দতন্মাত্ৰাদাকাশং, স্পৰ্শতন্মাত্ৰাদ্বায়ুঃ, ৰূপতন্মাত্ৰাত্তেজঃ, ৰসতন্মাত্ৰাদাপঃ, গন্ধতন্মাত্ৰাৎ পৃথিবী, এবং পঞ্চভ্যঃ পৰমাণুভ্যঃ পঞ্চমহাভূতান্যুৎপদ্যন্তে ॥ ২২ ॥

(২২)

প্ৰকৃতেঃ মহান্ [প্ৰকৃতিৰ পৰা মহত্তত্ত্ব হয়] ততঃ অহঙ্কাৰঃ [মহত্তত্ত্বৰ পৰা অহঙ্কাৰ তত্ত্ব হয়] তস্মাৎ চ ষোড়শকঃ গণঃ [সেই অহঙ্কাৰ তত্ত্বৰ পৰা ১১টা ইন্দ্ৰিয় আৰু ৫টা তন্মাত্ৰ—এই ১৬টা তত্ত্ব হয়] তস্মাৎ অপি ষোড়শকাৎ পঞ্চভ্যঃ পঞ্চভূতানি [আৰু এই ১৬ টাৰ ভিতৰত ৫টা—অৰ্থাৎ তন্মাত্ৰ ৫টাৰ পৰা, পঞ্চ মহাভূত হয়]

সাংখ্যৰ এই তত্ত্ববোৰৰ কথা আমি ওপৰত কৈ আছিছো। অহঙ্কাৰ তত্ত্বৰ পৰা তন্মাত্ৰ আৰু ইন্দ্ৰিয়বোৰ কেনেকৈ হয়, তাক ২৪-২৫ কাৰিকাত কোৱা হ'ব। তন্মাত্ৰবোৰৰ পৰা প্ৰথমে পঞ্চ মহাভূত, তাৰ পাছত সকলো বাহ্য বস্তু, কেনেকৈ হৈছে তাকো ৩৪ কাৰিকাত কোৱা হ'ব।

বিশেষ মন কৰিব লগীয়া যে—সাংখ্যৰ মহাভূত মানে কোনো বাস্তৱ পদাৰ্থ নহয়। বহুতে ভাবে যে ইংৰাজীত যাক matter বা elements বোলে, সেয়ে আমাৰ মহাভূত। এইটো অতি ভুল ধাৰণা। আমি বস্তুবোৰক ৫টা ভিন্ন অৱস্থাত দেখো—(১) ক্ষিতি (গোটা) ; (২) অপ্ (জুলীয়া) ; (৩) তেজ (অগ্নিময় বা উজ্জ্বল) ; (৪) মৰুৎ (ধোঁৱাময় বা বাষ্পীয়) ; (৫) ব্যোম্ (আকাশ)।

একেটা বস্তুৰে এই পাচোঁওটা অৱস্থা হ'ব পাৰে,—যেনে এডোখৰ সীহ্ প্ৰথমতে গোটা, তপতালে জুলীয়া ; আৰু তপতালে তেজোময় ৰঙা ;তাৰ পিচত ধোঁৱা হৈ, শেহত আকাশত মিলি যায়। এই যে দৃশ্য বস্তুৰ অৱস্থাৰ পাচোঁটা বিভাগ, তাকে আমি মহাভূত বোলোঁ ৷৷২২৷৷

**অধ্যবসায়ো বুদ্ধিৰ্ধৰ্ম্মো জ্ঞানং বিৰাগ ঐশ্বৰ্য্যম্।**
**সাত্ত্বিকমেতদ্ৰূপং তামসমস্মাদ্বিপৰ্য্যস্তম্ ৷৷২৩৷৷**

যদুক্তং "ব্যক্তাব্যক্তজ্ঞবিজ্ঞানান্মোক্ষ" ইতি তত্ৰ মহদাদিভূতান্তং ত্ৰয়োবিংশতিভেদং ব্যাখ্যাতম্ অব্যক্তমপি "ভেদানাং পৰিমাণাৎ" ইত্যাদিনা ব্যাখ্যাতং, পুৰুষোঽপি "সঙ্ঘাতপৰাৰ্থত্বাৎ" ইত্যাদিভিৰ্হেতুভিৰ্ব্যাখ্যাতঃ। এবমেতানি পঞ্চবিংশতিতত্ত্বানি, যস্তৈস্ত্ৰৈলোক্যং ব্যাপ্তং জানাতি, তস্যভাবোঽস্তিত্বং তত্ত্বং যথোক্তং—"পঞ্চবিংশতিতত্ত্বজ্ঞো যত্ৰ তত্ৰাশ্ৰমে ৰতঃ। জটী মুণ্ডী শিখী বাপি মুচ্যতে নাত্ৰ সংশয়ঃ।" তানি যথা—প্ৰকৃতিঃ পুৰুষো বুদ্ধিৰহঙ্কাৰঃ পঞ্চতন্মাত্ৰাণি একাদশেন্দ্ৰিয়াণি পঞ্চমহাভূতানি ইত্যেতানি পঞ্চবিংশতিতত্ত্বানি। তত্ৰোক্তং প্ৰকৃতেৰ্মহানুৎপদ্যতে, তস্য

---

* আমি "জন্মান্তৰ ৰহস্য" নামে কিতাপখনত দেখুৱাইছো যে ইন্দ্ৰিয়াদিৰ সৃষ্টি ঈশ্বৰেও নকৰে, পুৰুষেও নকৰে। আমি চকুৰেই দেখি আছো যে মাতৃ গৰ্ভত জীৱৰ ইন্দ্ৰিয়াদি সূক্ষ্ম স্থূল শৰীৰটো নৈসৰ্গিক নিয়মেৰে সৃষ্টি হয়—অৰ্থাৎ লিঙ্গ শৰীৰত [illegible] (সূক্ষ্ম শক্তিয়ে) এইবোৰ নৈসৰ্গিক নিয়মে নিৰ্ম্মাণ কৰে। এইবোৰ [illegible] কাৰ্য্য।

মহতঃ কিংলক্ষণমিত্যেতদাহ—অধ্যবসায়ো বুদ্ধিলক্ষণম্, অধ্যবসানমধ্যবসায়ঃ ; যথাবীজে ভবিষ্যদ্বৃত্তিকোঽঙ্কুৰস্তদ্বদধ্যবসায়োঽয়ং ঘটোঽয়ং পটইত্যেবমধ্যবস্যতি যা সা বুদ্ধিৰিতি লক্ষ্যতে। সা চ বুদ্ধিৰষ্টাঙ্গিকা সাত্ত্বিক-তামসৰূপভেদাৎ। তত্ৰ বুদ্ধেঃ সাত্ত্বিকং ৰূপং চতুৰ্বিধংভবতি ধৰ্ম্মোজ্ঞানং বৈৰাগ্যমৈশ্বৰ্য্যঞ্চেতি। তত্ৰ ধৰ্ম্মো নাম দয়াদানযমনিয়মলক্ষণঃ ; তত্ৰ যমা নিয়মাশ্চ পাতঞ্জলেঽভিহিতাঃ—অহিংসাসত্যাস্তেয়ব্ৰহ্মচৰ্য্যাপৰিগ্ৰহা যমাঃ "শৌচসন্তোষতপঃ স্বাধ্যায়েশ্বৰপ্ৰণিধানানি নিয়মাঃ", জ্ঞানং প্ৰকাশোঽবগমো ভানমিতি পৰ্য্যায়াঃ ; তচ্চ দ্বিবিধং, বাহ্যমাভ্যন্তৰঞ্চেতি। তত্ৰ বাহ্যং নাম বেদাঃ শিক্ষাকল্পব্যাকৰণং নিৰুক্ত চ্ছন্দো জ্যোতিষাখ্যষড়ঙ্গসহিতাঃ পুৰাণানি ন্যায় মীমাংসা ধৰ্ম্মশাস্ত্ৰাণি চেতি। আভ্যন্তৰং প্ৰকৃতিপুৰুষজ্ঞানম্, ইয়ং প্ৰকৃতিঃ সত্ত্বৰজস্তমসাং সাম্যাবস্থা, অয়ং পুৰুষঃ সিদ্ধো নিৰ্গুণো ব্যাপী চেতন ইতি। তত্ৰ বাহ্যজ্ঞানেন মোক্ষ ইত্যৰ্থঃ। বৈৰাগ্যমপি দ্বিবিধং, বাহ্যমাভ্যন্তৰঞ্চ ; বাহ্যং দৃষ্টবিষয়বৈতৃষ্ণ্যমৰ্জ্জন ৰক্ষণ ক্ষয়সঙ্গ হিংসা দোষদৰ্শনাৎ বিৰক্তস্য ; আভ্যন্তৰং প্ৰধানমপ্যত্ৰ স্বপ্নেন্দ্ৰজালসদৃশমিতি বিৰক্তস্য মোক্ষঙ্কোৰ্যদুৎপদ্যতে তদাভ্যন্তৰং বৈৰাগ্যম্। ঐশ্বৰ্যমীশ্বৰভাবঃ, তচ্চাষ্টগুণম্ অণিমা মহিমা লঘিমা প্ৰাপ্তিঃ প্ৰাকাম্যমীশিত্বং বশিত্বং যত্ৰ কামাবসায়িত্বঞ্চেতি। অণোৰ্ভাবোঽণিমা সূক্ষ্মা ভূত্বা জগতি বিচৰতীতি। মহিমা মহান্ ভূত্বা বিচৰতীতি। লঘিমা মৃণালীতূলাবয়বাদপি লঘুতয়া পুশ্ৰতা গ্ৰেষপি তিষ্ঠতি। প্ৰাপ্তিৰভিমতং বস্তু যত্ৰ তত্ৰাবস্থিতঃ প্ৰাপ্নোতি। প্ৰাকাম্যং প্ৰকামতো যদেবেচ্ছতি তদেব বিদধাতীতি। ঈশিত্বং প্ৰভুতয়া ত্ৰৈলোক্যমপীষ্টে। বশিত্বং সৰ্ব্বংবশী ভবতি। যত্ৰ কামাবসায়িত্বং ব্ৰহ্মাদিস্তম্বপৰ্য্যন্তং, যত্ৰ কামস্তত্ৰৈবাস্য স্বেচ্ছয়া স্থানাসনবিহাৰানাচৰতীতি। চত্বাৰি এতানি বুধেঃ সাত্ত্বিকানি ৰূপাণি। যদা সত্ত্বেন ৰজস্তমসী অভিভূতে, তদা পুমান্ ব দ্বিগুণান্ ধৰ্ম্মদীনাপ্নোতি। কিঞ্চান্যৎ, তামসমস্মাৎ বিপৰ্য্যস্তম্—অস্মাদ্ধৰ্ম্মাদেৰ্বিপৰীতং তামসং বুদ্ধিৰূপং, তত্ৰ ধৰ্ম্মাদ্বিপৰীতোঽধৰ্ম্মঃ, এবমজ্ঞানমবৈৰাগ্যমনৈশ্বৰ্য্যমিতি। এবং সাত্ত্বিকৈস্তামসৈঃ স্বৰূপৈৰষ্টাঙ্গা বুদ্ধিস্ত্ৰিগুণাদব্যক্তাদুৎ পদ্যতে ।।২৩।।

(২৩)

বুদ্ধিঃ অধ্যবসায়ঃ [বুদ্ধিয়েই অধ্যবসায়]। ধৰ্ম্মঃ জ্ঞানং বিৰাগঃ ঐশ্বৰ্য্যম্—এতৎ সাত্ত্বিকং ৰূপং [ধৰ্ম্ম, জ্ঞান, বিৰাগ, ঐশ্বৰ্য্য এই ৪টা বুদ্ধিৰ সাত্ত্বিক ৰূপ] তামসম্ অস্মাৎ, বিপৰ্য্যস্তম্ [বুদ্ধিৰ তামসিক ৰূপ ৪টা ইয়াৰ বিপৰীত—অৰ্থাৎ অধৰ্ম্ম, অজ্ঞান, ৰাগ, অনৈশ্বৰ্য্য]

(১) বুদ্ধিৰ কাৰ্য্য অধ্যবসায় বা অধ্যবসায়েই বুদ্ধি (৫ম কাৰিকা চাওক)। বাহিৰৰ বস্তু এটাৰ পৰা পোহৰ আহি আমাৰ চকুত লাগিলেই আমাৰ এটা সামান্য স্পন্দনৰ অনুভূতি বা 'আলোচন' হয়। (২৮ কাৰিকা চাওক)। আমি বুজো যে কিবা এটা আছে। অহঙ্কাৰে কৈ দিয়ে যে সেইটো আমাৰ ভিতৰৰ বস্তু নহয়—বাহিৰৰ । তেতিয়া আমি মন দি চাওঁ আৰু আমাৰ মনত বা বুদ্ধিত সংস্কাৰ ৰূপে থকা স্মৃতি আদি ভাবৰ সহায়েৰে বুজোঁ যে সেইটো এটা বাঘ। তাৰ পিচতহে বুদ্ধিয়ে ঠিক কৰে যে সেই বস্তুটোৰ সম্পৰ্কে আমি কি কৰা উচিত—অৰ্থাৎ আমি পলাই যাব লাগে। এই যে শেষ সিদ্ধান্ত হ'ল এইটোৱেই বুদ্ধি—এইটোৱেই অধ্যবসায়। ই অচেতন অধ্যবসায় বুলি আমি কৈ আহিছো (৫ কাৰিকা) ; চৈতন্যৰ ছাঁ পৰি চেতন যেন হয়। (২০ কাৰিকা)

(২) এতিয়া আলোচ্য বিষয়—বুদ্ধিৰ ৰূপ বুলি সাংখ্যই কি কৈছে ? আমি আগেয়ে কৈ আহিছো যে বুদ্ধি ব্যক্ত পদাৰ্থ, অতএব অবয়বী (১০ কাৰিকা)। কিন্তু ইয়াৰ দিগ্ব্যাপী অবয়ব নাই। —ইয়াৰ অবয়ব কালব্যাপী, অনাদি কালৰ পৰা যত ভাব, চেষ্টা, অনুভূতি, সকলোৰে ছাপ বুদ্ধিত আছে, নহলে, স্মৃতি এটা কথাই নেথাকিলহেঁতেন আৰু মানুহে সমাজিকো নেদেখিলেহেঁতেন। এই ছাপটোকে সংস্কাৰ বোলে (যাৰ কথা আমি ওপৰত কৈ আহিছো)। এয়ে বুদ্ধিৰ কালব্যাপী অবয়ব বা ৰূপ। এই ৰূপৰ সদায় পৰিবৰ্ত্তন হৈ আছে। বাহিৰৰ নতুন অনুভূতি আহি এই পৰিবৰ্ত্তন ঘটাইছে। ওপৰত কোৱা হৈছে যে বুদ্ধিৰ এই ৰূপ বা সংস্কাৰটোৱেই আমাৰ সকলো বাসনা, চেষ্টা আৰু চিন্তাৰ মূল। ইয়াৰ পিচত ৪২ কাৰিকাত ক'ব যে আমাৰ জন্মান্তৰৰ কাৰণো এই সংস্কাৰ। এই সংস্কাৰ মানুহেপতি বেলেগ, অৰ্থাৎ বুদ্ধিৰ অসংখ্য ৰূপ, কাৰো বুদ্ধি কাৰো লগত নিমিলে। বুদ্ধিৰ এই ৰূপ বিশ্লেষণ কৰিলে আমি বুজোঁ যে তাত আঠ ৰকমৰ ভাব মিহলি আছে—সাত্ত্বিক ভাব চাৰিটা (ধৰ্ম্ম, জ্ঞান, বিৰাগ, ঐশ্বৰ্য্য) আৰু তামসিক ভাব চাৰিটা (অধৰ্ম্ম, অজ্ঞান, ৰাগ অনৈশ্বৰ্য্য)। এই ভাববোৰৰ তাৰতম্য অনুসাৰে অসংখ্য ৰকমৰ সংস্কাৰ হ'ব পাৰে। ব্ৰহ্মাৰে পৰা আৰম্ভ কৰি ক্ষুদ্ৰ তৃণ এজোপালৈকে ভাবি নিলেই আমি বুজিম যে জীৱ বা পুৰুষ (চিত) সদায় একে ; কিন্তু ব্ৰহ্মা পূৰ্ণ জ্ঞান স্বৰূপ আৰু তৃণডাল অজ্ঞান, অচেতন। এই ক্ৰম পৰিণাম

ধৰ্ম্মাদি আঠটা ভাবৰ সংমিশ্ৰণৰ ফল। তেন্তে সেই ধৰ্ম্মাদি ভাববোৰনো কি?

এই প্ৰশ্নৰ উত্তৰ যোগশাস্ত্ৰইহে ভালকৈ দিছে,—এই ভাব বা সংস্কাৰ নিৰোধ কৰিবৰ উপায়ো দিছে। ওপৰৰ কাৰিকাত গৌড়পাদে মাত্ৰ উনুকিয়াইহে গৈছে।

(১) ধৰ্ম্ম—দয়া, দান, যম আৰু নিয়ম।
যম—অহিংসা, সত্য, অস্তেয়, ব্ৰহ্মচৰ্য্য আৰু অপৰিগ্ৰহ।
নিয়ম—শৌচ, সন্তোষ, তপস্যা, স্বাধ্যায় আৰু ঈশ্বৰ প্ৰণিধান।

(২) জ্ঞান—(ক) বাহ্য-জ্ঞান—ষড়ঙ্গবেদ, পুৰাণ, ধৰ্ম্মশাস্ত্ৰ আদি।

(খ) আভ্যন্তৰ জ্ঞান—আত্মজ্ঞান, পুৰুষ-প্ৰকৃতিৰ ভেদ জ্ঞান।

বাহ্য-জ্ঞানৰ দ্বাৰা মুক্তি নহয়। ইয়াৰ দ্বাৰা যশস্যা লাভ হ'ব পাৰে, কিন্তু আভ্যন্তৰ জ্ঞানহে মুক্তিৰ হেতু।

(৩) বৈৰাগ্য—(ক) বাহ্য প্ৰত্যক্ষ বিষয়ৰ অৰ্জ্জন, ৰক্ষা, ক্ষয় আদি দোষ দেখি বিষয়ৰ প্ৰতি যি বিৰক্তি বা বিতৃষ্ণাৰ ভাব হয়, তাক বাহ্য-বৈৰাগ্য বোলে।

(খ) আভ্যন্তৰ— জ্ঞানাশ্ৰিত যি বৈৰাগ্যৰ ভাব যোগীৰ হয় তাক আভ্যন্তৰিক বৈৰাগ্য বোলে।

(৪) ঈশ্বৰ্য—অৰ্থাৎ ঈশ্বৰৰ ভাব। ঐশ্বৰ্য আঠ প্ৰকাৰ—অণিমা, লঘিমা, গৰিমা, মহিমা, প্ৰাপ্তি, প্ৰাকাম্য, ঈশিত্ব, বশিত্ব। এইবোৰ শক্তিৰ পৰা যোগীয়ে নানা ৰকম অলৌকিক কাৰ্য্য কৰিব পাৰে; ইচ্ছা কৰিলে ব্ৰহ্মলোকলৈকো যাব পাৰে, ত্ৰিলোকক বশ কৰিব পাৰে; যি ইচ্ছা তাকে পাব পাৰে—ইত্যাদি।

বুদ্ধিৰ তামসিক ভাববোৰ—অধৰ্ম্ম, অজ্ঞান, ৰাগ আৰু অনৈশ্বৰ্য্য—ইহঁত ওপৰত কোৱাবোৰৰ বিপৰীত ॥২৩॥

[এইবোৰ কথা আমাৰ জন্মান্তৰ ৰহস্যত বহলাই কোৱা হৈছে। আচলতে সেই কিতাপখন সাংখ্য-দৰ্শনৰ ব্যাখ্যা বুলিহে ধৰিব লাগে।]

**অভিমানোঽহঙ্কাৰস্তস্মাৎ দ্বিবিধঃ প্ৰবৰ্ত্ততে সৰ্গঃ।**
**একাদশকশ্চ গণ তন্মাত্ৰঃ পঞ্চকশ্চৈব ॥২৪॥**

এবং বুদ্ধিলক্ষণমুক্তম্, অহঙ্কাৰলক্ষণমুচ্যতে—একাদশকশ্চগণ একাদশেন্দ্ৰিয়াণি তথা চ তন্মাত্ৰো গণঃ পঞ্চকঃ পঞ্চলক্ষণোপেতঃ শব্দতন্মাত্ৰ-স্পৰ্শতন্মাত্ৰ-ৰূপ-তন্মাত্ৰ-ৰসতন্মাত্ৰ-গন্ধতন্মাত্ৰ-লক্ষণো-পেতঃ ॥২৪॥

(২৪)

অভিমানঃ অহঙ্কাৰঃ [অহঙ্কাৰেই অভিমান] তস্মাৎ দ্বিবিধ সৰ্গঃ প্ৰবৰ্ত্ততে [সেই অহঙ্কাৰৰ পৰা দুবিধ সৃষ্টি হয়] একাদশঃ চ গণঃ তন্মাত্ৰ পঞ্চকঃ চ [একাদশ ইন্দ্ৰিয় আৰু পঞ্চ তন্মাত্ৰ]

আমি ওপৰত কৈ আহিছো যে সমষ্টি অহং ভাবেই মহত্তত্ত্ব। ব্যষ্টি অহং ভাবেই অহঙ্কাৰ তত্ত্ব। "অহং বিদ্বান্ অহং দৰ্শনীয় ইত্যেৱমাদ্যভিমানোঽহঙ্কাৰঃ"। এই অভিমানাত্মক অহঙ্কাৰতত্ত্বৰ পৰা ইন্দ্ৰিয়বোৰৰ (মন এটা ইন্দ্ৰিয়) আৰু পঞ্চতন্মাত্ৰবোৰৰ সৃষ্টি হৈছে। একে শক্তিৰ পৰা হোৱা অন্তঃকৰণ, ইন্দ্ৰিয়, তন্মাত্ৰ আৰু বাহ্য বস্তুৰ কেনেকৈ ইমান পাৰ্থক্য হয়, সেই বিষয় তলৰ কাৰিকাত কৈছে ॥২৪॥

**সাত্ত্বিক একাদশকঃ প্ৰবৰ্ত্ততে বৈকৃতাদহঙ্কাৰাৎ।**
**ভূতাদেস্তন্মাত্ৰঃ স তামসস্তৈজসাদুভয়ম্ ॥২৫॥**

কিং লক্ষণাৎ সৰ্গ ইত্যেতদাহ—সাত্ত্বেনাভিভূতে যদা ৰজস্তমসী অহঙ্কাৰে ভৱতস্তদা সোঽহঙ্কাৰঃ সাত্ত্বিকঃ, তস্য চ পূৰ্ব্বাচাৰ্য্যৈঃ সংজ্ঞা কৃতা বৈকৃত ইতি। তস্মাদ্বৈকৃতাদহঙ্কাৰাদেকাদশক ইন্দ্ৰিয়গণ উৎপদ্যতে। তস্মাৎ সাত্ত্বিকানি বিশুদ্ধানীন্দ্ৰিয়াণি স্ববিষয়সমৰ্থানি, তস্মাদুচ্যতে সাত্ত্বিক একাদশক ইতি। কিঞ্চান্যৎ ভূতাদেস্তন্মাত্ৰঃ স তামসঃ তমসাভিভূতে সত্ত্বৰজসী অহঙ্কাৰে যদা ভৱতং তদাসোঽহঙ্কাৰস্তামস উচ্যতে, তস্য পূৰ্ব্বাচাৰ্য্যকৃতা সংজ্ঞা ভূতাদিঃ, তস্মাৎ ভূতাদেৰহঙ্কাৰাৎ তন্মাত্ৰঃ পঞ্চকো গণ উৎপদ্যতে, ভূতানামাদিভূতস্তমো বহুলস্তেনোক্তঃ স তামস ইতি; তস্মাৎ ভূতাদেঃ পঞ্চতন্মাত্ৰকো গণঃ। কিঞ্চ, তৈজসাদুভয়ম্—যদা ৰজসাভিভূতে সত্ত্বতমসী অহঙ্কাৰে ভৱতস্তদা তস্মাৎ সোঽহঙ্কাৰস্তৈজস ইতি সংজ্ঞাং লভতে, তস্মাত্তৈজসাদুভয়মুৎপদ্যতে। উভয়মিতি একাদশো গণস্তন্মাত্ৰঃ পঞ্চকঃ। যোঽয়ং সাত্ত্বিকোঽহঙ্কাৰো বৈকৃতিকো বিকৃতো ভূত্বা একাদশেন্দ্ৰিয়াণ্যুৎপাদয়তি স তৈজসমহঙ্কাৰং সহায়ং গৃহ্নাতি, সাত্ত্বিকো নিষ্ক্ৰিয়ঃ, স তৈজসযুক্ত ইন্দ্ৰিয়োৎপত্তৌ সমৰ্থঃ; তথা তামসোঽহঙ্কাৰো ভূতাদি-সংজ্ঞিতো নিষ্ক্ৰিয়ত্বাৎ তৈজসেনাহঙ্কাৰেণ ক্ৰিয়াৱতা যুক্তস্তন্মাত্ৰাণ্যুৎপাদয়তি, তেনোক্তং তৈজসাদুভয়মিতি। এবং তৈজসেনাহঙ্কাৰেণেন্দ্ৰিয়াণ্যেকাদশ, পঞ্চতন্মাত্ৰাণি কৃতানি ভৱন্তি ॥২৫॥

(২৫)

বৈকৃতাৎ অহঙ্কাৰাৎ সাত্ত্বিকঃ একাদশকঃ প্ৰবৰ্ত্ততে

[বৈকৃত অহঙ্কাৰৰ পৰা সাত্ত্বিক একাদশ ইন্দ্ৰিয় উৎপন্ন হয়] ভূতাদেঃ তন্মাত্ৰঃ [ভূতাদি অহঙ্কাৰৰ পৰা তন্মাত্ৰবোৰ হয়] সঃ তামসঃ [সেইটো তামস] তৈজসাৎ উভয়ম্ [ৰাজস অহঙ্কাৰৰ পৰা উভয় বিধ হয় ; অৰ্থাৎ ইন্দ্ৰিয় আৰু তন্মাত্ৰ উৎপন্ন হ'বলৈ হ'লে, ৰজোগুণৰ সহায় লাগে]।

অহঙ্কাৰৰ সত্ব, ৰজঃ আৰু তমোগুণৰ ভিতৰত যেতিয়া সত্বগুণ প্ৰবল হৈ বাকী দুটাক তল পেলায়, তেতিয়া তাক সাত্ত্বিক অহঙ্কাৰ বোলে ; সেই সাত্ত্বিক অহঙ্কাৰকে বৈকৃত অহঙ্কাৰো বোলে।

আকৌ সেইদৰেই অহঙ্কাৰৰ ৰজোগুণ প্ৰবল হৈ যেতিয়া ইদুটা তল পৰে তেতিয়া, সেই অৱস্থাত, অহঙ্কাৰৰ নাম হয় তৈজস অহঙ্কাৰ। ৰজোগুণ ক্ৰিয়াশীল ; তৈজস অহঙ্কাৰো ক্ৰিয়াশীল। সাত্ত্বিক বা বৈকৃত অহঙ্কাৰৰ পৰা তৈজস অহঙ্কাৰৰ সহায়ত ইন্দ্ৰিযবোৰ উৎপন্ন হয। ইইত সূক্ষ্ম শক্তি আৰু অদৃশ্য।

তামসিক অহঙ্কাৰক ভূতাদি বোলে। ইয়াৰপৰা তৈজসৰ সহায়ত পঞ্চতন্মাত্ৰবোৰৰ উৎপত্তি হয।*

**বুদ্ধীন্দ্ৰিয়াণি চক্ষুঃশ্ৰোত্ৰঘ্ৰাণৰসনস্পৰ্শনকানি।**
**বাক্‌পাণিপাদপায়ুপস্থান্ কৰ্ম্মেন্দ্ৰিয়াণ্যাহুঃ ॥২৬॥**

সাত্ত্বিক একাদশক ইত্যুক্তঃ, যো বৈকৃতাৎ সাত্ত্বিক একাদশকঃ সাত্ত্বিকাদহঙ্কাৰাদুৎপদ্যতে তস্য কা সংজ্ঞেত্যাহ চক্ষুৰাদীনি স্পৰ্শনপৰ্য্যন্তানি বুদ্ধীন্দ্ৰিয়াণ্যুচ্যন্তে। স্পৃশ্যতে-ঽনেনেতি স্পৰ্শনং ত্বগিন্দ্ৰিয়ং, তদ্বাচী সিদ্ধঃ স্পৰ্শনশব্দোঽস্তি, তেনেদং পঠ্যতে স্পৰ্শনকানীতি। শব্দস্পৰ্শৰূপৰসগন্ধান্ পঞ্চবিষয়ান্ বুধ্যন্তে অবগচ্ছন্তীতি পঞ্চবুদ্ধীন্দ্ৰিযাণি। বাক্‌পাণিপাদপায়ুপস্থান্ কৰ্ম্মেন্দ্ৰিয়াণ্যাহুঃ, কৰ্ম্ম কুৰ্বন্তীতি কৰ্ম্মেন্দ্ৰিয়াণি। তত্ৰ বাক্‌বদতি, হস্তৌ নানা ব্যাপাৰং কুৰুতঃ, পাদৌ গমনাগমনং, পায়ুৰুৎসৰ্গং কৰোতি, উপস্থ আনন্দং প্ৰজোৎপত্ত্যা ॥২৬॥

(২৬)

চক্ষু-শ্ৰোত্ৰ-ঘ্ৰাণ-ৰসন-স্পৰ্শনকানি বুদ্ধীন্দ্ৰিয়াণি (জ্ঞানেন্দ্ৰিয়াণি) [চক্ষু, কাণ, নাক, জিভা, ত্বক্—এই পাঁচোটা জ্ঞানেন্দ্ৰিয়] বাক্-পাণি-পাদ-পায়ু-উপস্থান্ কৰ্ম্মেন্দ্ৰিয়াণি আহু [বাক্, পাণি, পাদ, পায়ু আৰু উপস্থ এই পাঁচোটাক কৰ্ম্মেন্দ্ৰিয় বোলে]।

বস্তুতে আমাৰ [illegible] ইন্দ্ৰিয়বোৰৰ শক্তিৰেহে আমি শক্তিমান। এইটো অতি ভুল ধাৰণা। ইন্দ্ৰিয়বোৰৰ নিজস্ব একো শক্তি নাই। আমি যাক ইন্দ্ৰিয় বুলি ভাবোঁ—যেনে কাণখন—সি শক্তিৰ অভিব্যক্তিৰ স্থান মাত্ৰ।

"অতীন্দ্ৰিয়মিন্দ্ৰিয়ং ভ্ৰান্তানামধিষ্ঠানে"— অৰ্থাৎ ইন্দ্ৰিয়বোৰ প্ৰকৃত পক্ষে অতীন্দ্ৰিয় বা আধ্যাত্মিক শক্তি। ভ্ৰান্ত মানুহেহে অধিষ্ঠানকে ইন্দ্ৰিয় বুলি ভাবে। ইন্দ্ৰিয়ৰ এই অধিষ্ঠানবোৰ যেন এঁকোখন দুৱাৰ। এই দুৱাৰেদি বাহিৰৰ শক্তিৰে আমাৰ বুদ্ধিস্থ সংস্কাৰত ক্ৰিয়া কৰে আৰু আমাৰ বস্তু-জ্ঞান হয় ; বা এই দুৱাৰেদি আকৌ ভিতৰত শক্তি ওলাই বাহিৰত প্ৰকাশ হয়। সেই বাবে গীতাত আৰু উপনিষদতো, আত্মাক "নব দ্বাৰে পুৰে দেহী" বুলি বৰ্ণনা কৰিছে। ইন্দ্ৰিয়বোৰেহে আমাৰ জ্ঞান আৰু শক্তিক সীমাবদ্ধ কৰিছে। ভাবি চাওক, এই জগতত অসংখ্য বৰণৰ পোহৰ আছে , তাৰ ভিতৰত মুঠেই সাতোটা প্ৰধান বৰণৰ স্পন্দনহে আমাৰ চকুৰেদি আহিব পাৰে। সেই দৰে, অসংখ্য শব্দৰ সুৰ আছে ; তাৰ ভিতৰত মুঠেই তিনটা স্বৰগ্ৰামহে (উদাৰা, মুদাৰা, তাৰা) আমাৰ কাণেদি ভিতৰলৈ আহিব পাৰে। যদি এই আটাইবোৰ সুৰ আৰু বৰণ আমাৰ ইন্দ্ৰিয়বোৰেদি আহিব পাৰিলেহেঁতেন তেন্তে জগতক আমি আন ৰকমে বুজিলোহেঁতেন। আমি যেন এখন আঁৰ-কাপোৰৰ বেৰৰ মাজত সোমাই আছো আৰু ইন্দ্ৰিয়বোৰ এই আঁৰ-কাপোৰৰ যেন একোটা ফুটা। এই ফুটাইদিহে আমাৰ বাহিৰৰ জগতে সৈতে সম্পৰ্ক (৩৫ কাৰিকাত এই কথাকে কৈছে)।

তেন্তে আমাৰ সকলো ইন্দ্ৰিয়জ জ্ঞান ইন্দ্ৰিয়-শক্তিৰ দ্বাৰা সীমাবদ্ধ। ইয়াৰ পিচত ২৮ কাৰিকাত আকৌ পাম যে এই জ্ঞান সংস্কাৰঘটিত জ্ঞান।।২৬॥

**উভয়াত্মকমত্ৰ মনঃ সঙ্কল্পকমিন্দ্ৰিয়ঞ্চ সাধৰ্ম্ম্যাৎ।**
**গুণ-পৰিণাম-বিশেষান্নানাত্বং বাহ্যভেদাশ্চ॥২৭॥**

এবং বুদ্ধীন্দ্ৰিয়কৰ্ম্মেন্দ্ৰিয় ভেদেন দশেন্দ্ৰিয়াণি ব্যাখ্যাতানি,

---

* অহঙ্কাৰ আৰু মনৰ প্ৰভেদ শাস্ত্ৰই এই দৰে কৈছে—
"অহং জ্ঞানং অহঙ্কাৰঃ, ইদং জ্ঞানং মনো ভবেৎ"। এই মনৰ স্থান হৃদয়—

"যতো নিৰ্যাতি বিষয়ঃ যস্মিংশ্চৈব বিলীয়তে।
হৃদয়ং তদ্বিজানীয়াৎ মনসঃ স্থিতি কাৰণম্॥

আমি ওপৰত যি বুদ্ধিৰ সংস্কাৰৰ কথা কৈছিলোঁ, সেই সংস্কাৰৰ আধাৰ মন বুলি বহুত ঠাইত ধৰে ; কাৰণ সাধাৰণতে মনুষ্যে মন অৰ্থে ত্ৰিবিধ অন্তঃকৰণকে বুজে (বুদ্ধি, অহঙ্কাৰ, মন)।

মন একাদশকং কিমাত্মকং কিংস্বৰূপঞ্চেতি তদুচ্যতে,— অত্ৰেন্দ্ৰিয়বৰ্গে মন উভয়াত্মকং, বুদ্ধীন্দ্ৰিয়েষু বুদ্ধীন্দ্ৰিয়বৎ কৰ্ম্মেন্দ্ৰিয়েষু কৰ্ম্মেন্দ্ৰিয়বৎ। কস্মাৎ? বুদ্ধীন্দ্ৰিযাণাং প্ৰবৃত্তিং কল্পয়তি কৰ্ম্মেন্দ্ৰিযাণাঞ্চ, তস্মাদুভয়াত্মকং মনঃ। সঙ্কল্পয়তীতি সঙ্কল্পকম্। কিঞ্চান্যৎ, ইন্দ্ৰিয়ঞ্চ, সাধৰ্ম্ম্যাৎ সমানধৰ্ম্মভাবাৎ, সাত্ত্বিকাহঙ্কাৰাৎ বুদ্ধীন্দ্ৰিয়াণি কৰ্ম্মেন্দ্ৰিয়াণি মনসা সহোৎপদ্যমানাসি মনসঃ সাধৰ্ম্ম্যং প্ৰতি, তৰ্স্মাৎ সাধৰ্ম্ম্যান্মনোঽপীন্দ্ৰিয়ম্, এবমেতান্যেকাদশেন্দ্ৰিয়াণি সাত্ত্বিকাদ্বৈকৃতাদহঙ্কাৰাদুৎপন্নানি। তত্ৰ মনসঃ কা বৃত্তিৰিতি। সঙ্কল্পোবৃত্তিঃ, বুদ্ধীন্দ্ৰিয়াণাং শব্দাদযো বৃত্তয়ঃ, কৰ্ম্মেন্দ্ৰিযাণাং বচনাদয়ঃ। অথৈ তানীন্দ্ৰিয়াণি ভিন্নানি ভিন্নাৰ্থগ্ৰাহকাণি কিমীশ্বৰেণ উত স্বভাবেন কৃতানি? যতঃ প্ৰধানবুদ্ধ্যহঙ্কৰা অচেতনাঃ পুৰুষোঽপ্যকৰ্ত্তেতি। অত্ৰাহ—ইহ সাখ্যানাং স্বভাবো নাম কশ্চিৎ কাৰণমস্তি। অত্ৰোচ্যতে—গুণপৰিনাম-বিষেষান্নানাত্বং বাহ্যভেদাশ্চ—ইমান্যেকাদশেন্দ্ৰিয়াণি শব্দস্পৰ্শৰূপৰসগন্ধাঃ পঞ্চানাং বচনাদানবিহৰণোৎসৰ্গানন্দশ্চ পঞ্চনাং সঙ্কল্পশ্চ মনসঃ; এবমেতে ভিন্নানামেবেন্দ্ৰিয়াণামৰ্থাঃ গুণপৰিণাম বিশেষাৎ—গুণানাং পৰিণামো গুণপৰিণামস্তস্য বিশেষাদিন্দ্ৰিয়াণাং নানাত্বং বাহ্যৰ্থভেদাশ্চ। অথৈতন্নাত্বং নেশ্বৰেণ নাহঙ্কাৰেণ ন বুদ্ধ্যা ন প্ৰধানেন ন পুৰুষেণ, স্বভাবাৎ কৃতগুণপৰিণামেনেতি। গুণানামচেতনত্বান্ন প্ৰবৰ্ত্ততে? প্ৰবৰ্ত্তত এব। কথম্? বক্ষ্যতীহৈব—"বৎস-বিবৃদ্ধিনিমিত্তং ক্ষীৰস্য যথা প্ৰবৃত্তিৰজ্ঞস্য। পুৰুষবিমোক্ষ-নিমিত্তং তথা প্ৰবৃত্তিঃ প্ৰধানস্য।" এবমচেতনা গুণা একাদশেন্দ্ৰিয়ভাবেন প্ৰবৰ্ত্তন্তে, বিশেষোঽপি তৎকৃত এব, যোনোচ্চৈঃ প্ৰদেশে চক্ষুৰবলোকনায় স্থিতং, তথা ঘ্ৰাণং তথা শ্ৰোত্ৰং তথা জিহ্বা স্বদেশে স্বাৰ্থগ্ৰহণায়। এবং কৰ্ম্মেন্দ্ৰিয়াণ্যপি যথাযথং স্বাৰ্থসমৰ্থানি স্বদেশাবস্থিতানি স্বভাবতো গুণপৰিণামবিশেষাদেব, ন তদৰ্থা অপি, যৎ উক্তং শাস্ত্ৰান্তৰে—"গুণা গুণেষু বৰ্ত্তন্তে" গুণানাং যা বৃত্তিঃ সা গুণবিষয়া এবেতি বাহ্যাৰ্থা বিজ্ঞেয়া গুণকৃতা এবেত্যৰ্থঃ প্ৰধানং যস্য কাৰণমিতি॥২৭॥

(২৭)

অত্ৰ [ইয়াত, অৰ্থাৎ এই ইন্দ্ৰিয়বোৰৰ ভিতৰত] মনঃ উভয়াত্মকং [মন উভয়াত্মক] সংকল্পকং সাধৰ্ম্ম্যাৎ ইন্দ্ৰিয়ঃ চ [সঙ্কল্পও কৰে আৰু ইন্দ্ৰিয়ৰ সমধৰ্ম্মক গুণে ইন্দ্ৰিয়ও হয়] গুণ-পৰিণাম-বিশেষাৎ নানাত্বং [গুণৰ নানা ৰকম পৰিণামহৈ ইন্দ্ৰিয়বোৰৰ নানাত্ব হয়]। বাহ্যভেদাশ্চ [গুণৰ পৰিণামৰ বাবেই, বাহ্য বস্তুবোৰো নানা ৰকমৰ হয়]।

(১) মন জ্ঞানেন্দ্ৰিয়ৰ লগত মিলিলে জ্ঞানেন্দ্ৰিয়ৰ দৰে হয়; আৰু কৰ্ম্মেন্দ্ৰিয়ৰ লগত মিলিলে, কৰ্ম্মেন্দ্ৰিয়বৎ হয়। সেই গুণে মন উভয়াত্মক। মনৰ সহায় উভয় বিধ ইন্দ্ৰিয়কে লাগে।

গৌড়পাদে "বাহ্যভেদাশ্চ" কথাটোৰ বাচস্পতিৰ দৰে অৰ্থ কৰা নাই। তেওঁ ৬ কাৰিকাত কলে যে প্ৰকৃতিৰ ক্ৰিয়াৰ এজন চেতন অধিষ্ঠাতা আছে বুলি আমি যুক্তিৰে অনুমান কৰিব পাৰো। সেইবোৰ নো কি যুক্তি, তেওঁ তেতিয়া নকলে। এতিয়া এই কাৰিকাৰ ভাষ্যত সেই যুক্তিবোৰ আমাক বুজাবলৈ তেওঁ "বাহ্যভেদাশ্চ" কথাটোৰ তেওঁৰ মতে অৰ্থ কৰি আমাক বুজাইছে যে গুণবোৰে বাহিৰৰ জগতত যেনেকৈ নানাত্ব কৰিছে, সেইদৰেই অন্তৰ্জ্জগততো নানাত্ব কৰিছে. কিন্তু এই দুই নানাত্বৰ অচ্ছেদ্য সম্পৰ্ক আছে—সামঞ্জস্য আছে। জীৱ মাতৃগৰ্ভত থাকোতেই ইন্দ্ৰিয়াদি অঙ্গবোৰ হয়। দেখা যায়, চকু মানুহক ওপৰলৈ চাবলৈ লাগিব; সেই বাবে সি উচ্চত হ'ল। সেইটো মাতৃগৰ্ভত থাকোতেই হ'ল। বাকী ইন্দ্ৰিয়বোৰো, নিজ নিজ কাম সুকলমে কৰিব পৰাকৈ যথাস্থানত আপোনা-আপুনি হ'ল। এই সকলোবোৰ গুণৰ পৰিণাম। আমি এনে কথা ক'ব নোৱাৰো যে ইন্দ্ৰিয়বোৰে নিজ নিজ স্বাৰ্থ সাধনৰ নিমিত্তে ইচ্ছা পূৰ্ব্বক স্ব স্ব স্থানত ঠাই ল'লে; কাৰণ সিহঁত অচেতন। তেন্তে কোনো এইদৰে কৰিলে? বাহিৰৰ জগতৰ লগত সামঞ্জস্য ৰক্ষা কৰি, কোনে সিহঁতক নিৰ্ম্মাণ কৰিলে? ঈশ্বৰেও কৰা নাই, প্ৰকৃতিয়েও কৰা নাই, বুদ্ধিয়েও কৰা নাই, বা পুৰুষেও কৰা নাই। আমি প্ৰত্যক্ষ দেখিছো যে গুণৰ পৰিণামতেই সকলো হৈছে। গুণবোৰে নিজৰ পৰিণাম নিজে ঘটাইছে, কিন্তু গুণবোৰ অচেতন। কেনেকৈ সিহঁতে চেতনৰ দৰে কাৰ্য্য কৰে? ইয়াৰ উত্তৰত সাংখ্যাচাৰ্য্যই কয় যে "স্বভাৱ" নামে এটা কাৰণ আছে। গুণবোৰ অচেতন, কিন্তু সিহঁতৰ স্বভাৱেই এই যে সিহঁতে, চেতনৰ দৰে নিৰ্দিষ্ট উদ্দেশ্যেৰে, সকলো সামঞ্জস্য ৰাখি, নিজৰ পৰিবৰ্ত্তন নিজে ঘটাব পাৰে। অৰ্থাৎ সিহঁতৰ গাত সকলো ৰকমৰ গুণ আছে। (গুণা গুণেষু বৰ্ত্তন্তে)। গুণৰ পৰিণামৰ লগে লগে, বৃত্তি আৰু বিষয় দুইৰো উৎপত্তি হয় (গুণানাং যা বৃত্তিঃ সা গুণ বিষয়া)। বাহিৰৰ দৃশ্য বস্তুবোৰ গুণেই নিৰ্ম্মাণ কৰিলে আৰু ভিতৰতো সিহঁতেই চকু আদি নিৰ্ম্মাণ কৰিলে। আমি জানো: বাহিৰত অসংখ্য ৰকমৰ বং

আছে; আৰু সেই হিচাপেই প্ৰত্যেক ৰং গ্ৰহণ কৰিব পৰা একোডাল একোডাল শিৰো চকুত আছে। ইয়াৰ দুডালমান শিৰ নহ'লেই, সেই সেই ৰং সম্বন্ধে আমি বৰণ-কণা (Colour blind)। আমাৰ কাণ সম্বন্ধেও সেই একে কথা। অন্যান্য ইন্দ্ৰিয় সম্বন্ধেও সেই কথাই। এইদৰেই বাহ্য বস্তুৰ নানাত্ব আৰু ভিতৰৰ নানাত্ব, দুইৰো ঘনিষ্ঠ সম্পৰ্ক। গুণবোৰে এইদৰে বিষয় আৰু বৃত্তিৰ সামঞ্জস্য ৰাখি, নিয়মৰ অধীনে ক্ৰিয়া কৰা বাবেই, এনে অনুমান হয় যেন সিঁহতে চেতন মানুহৰ দৰে কাম কৰিব পাৰে। গাইজনীয়ে ঘাঁহ খায়। ঘাঁহৰ পৰিণাম হৈ তাইৰ তেজ, মঙহ আদি হয়; কিন্তু যেতিয়া পোৱালী জগে তেতিয়া সেই ঘাঁহৰে এক অংশ গাখীৰ হয়। আকৌ পোৱালি ডাঙৰ হ'লেই গাখীৰ আপোনাআপুনি বন্ধ হয়। এইটো কোনে কৰে? গাইজনীৰ এই বিষয়ে একো স্বাধীনতা নাই। তাই ইচ্ছা নকৰিলেও গাখীৰ যেতিয়া লাগে তেতিয়া আপোনাআপুনি ওলাব আৰু যেতিয়া নেলাগে তেতিয়া আপোনাআপুনি বন্ধ হ'ব। কিয় এইদৰে হয়? আমি কওঁ যে এইটো 'স্বভাৱ'ৰ কাৰ্য্য। স্বভাৱ মানে গুণৰ সেই আচৰিত সামৰ্থ্য, যাৰ দ্বাৰা সিঁহতে নিজৰ পৰিণাম ঘটাব পাৰে, আন ৰকমে নোৱাৰে। সিঁহতৰ পৰিণামৰ উদ্দেশ্য "পুৰুষাৰ্থ সাধন" বুলি আগেয়ে বহুত বাৰ কোৱা হৈছে। সিঁহত নিয়মৰ অধীন বুলিও কোৱা হৈছে। এতিয়া কোৱা হৈছে যে বিষয় আৰু বৃত্তিৰ সামঞ্জস্য ৰক্ষা কৰি ক্ৰিয়া কৰা, সিঁহতৰ নিৰ্দ্ধাৰিত নিয়মবোৰৰ এটা প্ৰধান নিয়ম। আন ৰকমে ক'বলৈ হ'লে, ক্ৰিয়াশক্তিৰ এই নিৰ্দ্ধাৰিত নিয়মবোৰৰ সমষ্টিয়েই সিঁহতৰ স্বভাৱ।

এতিয়া আমি বুজিলো যে জগতৰ সকলো ৰকমৰ পৰিণাম শক্তিৰ (প্ৰকৃতিৰ গুণৰ) ক্ৰিয়াৰ দ্বাৰা হৈছে, শক্তিৰ ক্ৰিয়া নহলে কোনো পৰিণাম বা খণ্ড-কাৰ্য্য (বিজ্ঞানৰ কথাৰে, events in space-time) হব নোৱাৰে। আমি নিশ্চয় কৈ আৰু বুজিলো যে এই শক্তিৰ ক্ৰিয়াত এটা নিয়ম বা শৃঙ্খলা আছে। বহিৰ্জ্জগতৰ লগত অন্তৰ্জ্জগতৰ সামঞ্জস্য আছে।

এই শক্তিৰ ক্ৰিয়াবোৰ আমি প্ৰত্যক্ষ দেখি আছো আৰু আমি যন্ত্ৰেৰে সেইবোৰ জুখি অঙ্কেৰে প্ৰকাশ কৰিবও পাৰিছো আৰু এই ক্ৰিয়াবোৰৰ শৃঙ্খলা-বদ্ধ আৰু অলঙ্ঘ্য নিয়মবোৰৰ (Physical laws or laws of Nature) বহুতখিনি আমি আবিষ্কাৰো কৰিছো; কিন্তু আমি নাজানো, এই নিয়মবোৰ ক'ৰ পৰা আহিল। আমাৰ বিজ্ঞানে আজিলৈকে এই বিষয়ে একো নাজানে।

কিন্তু অলপ ভাবিলেই আমি বুজিব পাৰো যে এনে বিচিত্ৰ নিয়মবোৰৰ কৰ্ত্ৰী অচেতন প্ৰকৃতি হব নোৱাৰে। প্ৰকৃতি নিজে এই নিয়মবোৰৰ অধীন। প্ৰকৃতিৰ কি সাধ্য এই নিয়মবোৰৰ লৰ-চৰ কৰে? (১৪ কাৰিকা চাওক।)

আমি গীতাৰ পাতনিত কৈ আহিছো আৰু আমাৰ 'জন্মান্তৰ ৰহস্য'ৰ ২য় অধ্যায়তো কৈ আহিছো যে এই নিয়মবোৰক "ঈশ্বৰৰ ইচ্ছা" নুবুলি আমাৰ উপায় নাই। এতিয়াও আমি ওপৰৰ পাতনিতে দেখুৱাইছো যে ইউৰোপীয় তাপ-গতি বিদ্যায়ো আজি কালি এইদৰে ভাবিবলৈ বাধ্য হৈছে।

ঠিক এইবোৰ কথাকে সাংখ্যাই তেওঁৰ ১৭ কাৰিকাত ৫ টা সাংখীয় যুক্তিৰে কৈছে যে এই জগতত য'তে আমি শৃঙ্খলা, নিয়ম, সামঞ্জস্য, মিল (Co-operaction বা Symmetry) দেখো, ত'তে আমি বুজিব লাগিব যে তাত এজন চেতন অধিষ্ঠাতা আছে; ত'তে বুজিব লাগিব, যে কামৰ দিহা দিবলৈ এটি উপবিষ্ট চেতন শক্তি আছে। চিৎশক্তি সদায় নিষ্ক্ৰিয়, সদায় সৰ্ব্বব্যাপী "অব্যক্ত" (১০ কাৰিকা)। এই চিৎশক্তিয়েই বেদান্তৰ ব্ৰহ্ম, সাংখ্যৰ অব্যক্ত, তেওঁ নিজে কোনো পৰিণামৰ কৰ্ত্তা নহয়। কিন্তু সকলো পৰিণামৰ তেওঁ হে নিয়ন্তা; তেওঁ নহলে জগতত কোনো শৃঙ্খলা বা নিয়ম থাকিব নোৱাৰে,

তেন্তে পোন কথাৰে ক'বলৈ হ'লে, আমি বুজিব লাগিব যে সৃষ্টিৰ আদিতে চেতন 'অব্যক্ত'ই এই জগতখন এনেকৈ কল্পনা কৰিলে আৰু গুণবোৰক এনে স্বভাৱ দিলে (অৰ্থাৎ এনে নিয়ম লগাই দিলে) যে সিঁহতে, আপোনাআপুনি, কল্পনা অনুসাৰে, যন্ত্ৰই কৰাদি নিজৰ কাম কৰি কৰি আহিছে। এয়ে গৌড়পাদৰ—"ইচ্ছামাত্ৰং প্ৰভোঃ সৃষ্টি" (মাণ্ডু-১।৮)। উপনিষদেও অবিকল ইয়াকেহে কৈছে—

স্বভাৱমেকে কবয়ো বদন্তি।
কালং তথান্যে পৰিমুহ্যমানাঃ॥
দেবস্যৈষ মহিমা তু লোকে।
যেনেদং ভ্ৰাম্যতে ব্ৰহ্মচক্ৰম্॥(শ্বেত ৬।১)

সকলো উপনিষদে সৰ্ব্বত্ৰ,/সদায় এই কথাকেহে বাৰে বাৰে কৈছে। ব্ৰহ্ম নিষ্ক্ৰিয়, নিৰ্গুণ। সৃষ্টি সম্পৰ্কে তেওঁৰ সংকল্পৰ (organisation) বাহিৰে আৰু কোনো খণ্ড-কাৰ্য্য নাই। কিন্তু তেওঁৰ শাসনত হে চন্দ্ৰ সূৰ্য্য ঘূৰিছে, আৰু জগতৰ সকলো পৰিণাম (events in space-time) হৈছে।

"এতস্য বা অক্ষৰস্য প্ৰশাসনে গাৰ্গি সূৰ্য্যাচন্দ্ৰমসৌ বিধৃতৌ ইত্যাদি............"
(কথাৰে উপনিষৎ চাওক)

[এইবোৰ কথাকে আকৌ অন্য দৃষ্টিৰে ৫৬ কাৰিকাত আলোচনা কৰা হব।]

**শব্দাদিষু * পঞ্চানামালোচনমাত্ৰমিষ্যতে বৃত্তিঃ।**
**বচনাদানবিহৰণোৎ সৰ্গানন্দাশ্চ পঞ্চানাম্ ॥২৮॥**

অথেন্দ্ৰিয়স্য কস্য কা বৃত্তিৰিত্যুচ্যতে—মাত্ৰশব্দো বিশেষাৰ্থঃ। অবিশেষব্যাবৃত্ত্যৰ্থো যথা—ভিক্ষামাত্ৰং লভ্যতে, নান্যো বিশেষ ইতি। তথা চক্ষুঃ ৰূপমাত্ৰে ন ৰসাদিষু, এবং শেষান্যপি, তদ্‌যথা—চক্ষুষোৰূপং জিহ্বায়া ৰসঃ, ঘ্ৰাণস্য গন্ধঃ, শ্ৰোত্ৰস্য শব্দঃ, ত্বচঃ স্পৰ্শঃ। এবমেষাং বুদ্ধীন্দ্ৰিয়াণাং বৃত্তিঃ কথিতা। কৰ্ম্মেন্দ্ৰিয়াণাং বৃত্তিঃ কথ্যতে—বচনাদান-বিহৰণোৎসৰ্গানন্দাশ্চ পঞ্চানাং কৰ্ম্মেন্দ্ৰিয়াণামিত্যৰ্থঃ। বাচো বচনং, হস্তয়োৰাদানং পাদশোৰ্বিহৰণং, পায়োৰ্ভুক্তস্যাহাৰস্য পৰিণতোমলোৎসৰ্গঃ, উপস্থস্যানন্দঃ সুতোৎপত্তি বিষয়া বৃত্তিৰিতি সম্বন্ধ ॥২৮॥

(২৮)

শব্দাদিষু [শব্দ, স্পৰ্শ আদি বিষয়ে] পঞ্চানাম্ আলোচন মাত্ৰং বৃত্তি ইষ্যতে [পঞ্চজ্ঞানেন্দ্ৰিয়ৰ কেৱল মাত্ৰ 'আলোচন' বৃত্তি—এইটো আমাৰ মত] বচন, আদান বিহৰণ, উৎসৰ্গ, আনন্দাঃ, পঞ্চানাম্ [বচন আদি ৫টা কাৰ্য্য পঞ্চ কৰ্ম্মেন্দ্ৰিয়ৰ কাম]।

[এই কাৰিকা মতে 'আনন্দ' এবিধ কাৰ্য্য। এই বিষয় পঞ্চশিখৰ বচন এই—"প্ৰজননানন্দয়োঃ শেফঃ"—অৰ্থাৎ উপস্থৰ কাৰ্য্য "প্ৰজনন", আৰু সি আনন্দ যুক্ত। সাধাৰণতঃ তাক আনন্দ বোলা হয়]।

এই কাৰিকাত সাংখ্যৰ মনস্তত্ত্বটো ভালকৈ বুজাইছে। সাধাৰণতঃ বহুতে ভাবে যে ৰূপ, ৰস, গন্ধ, স্পৰ্শ, শব্দ আদি, বস্তুত, এঠা লগাদি, লাগি আছে আৰু আমাৰ ইন্দ্ৰিয়বোৰ ঘাই তাকে প্ৰত্যক্ষ কৰে। এতিয়া সাংখ্যই এই কাৰিকাত কৈছে যে আমাৰ বিষয় জ্ঞান সেইদৰে নহয়। ৰূপ, ৰস, গন্ধাদি সম্পৰ্কে শুদ্ধ জ্ঞানেন্দ্ৰিয়ৰ পৰা আমাৰ যি জ্ঞান হয়, সি 'অবিকল্পক' জ্ঞান অৰ্থাৎ নাম, জাতি, ৰূপ, ৰস আদি ৰহিত, স্পন্দন মাত্ৰ। এনে জ্ঞানকে 'আলোচন'** বুলিছে।

ধৰক, এজোপা গছৰ পৰা পোহৰ আহি মোৰ চকুত পৰিল। প্ৰথমতে মই এটা স্পন্দন হে অনুভৱ কৰিলো। চকুৰ কাম ইয়াতে শেষ হ'ল। ৰূপ (বা শব্দাদি) হীন, নাম, জাতি নোহোৱা, কেৱল উপস্থিত ইন্দ্ৰিয়ৰ স্পন্দনেই 'আলোচন'। তাৰ পাছত স্মৰণ শক্তিয়ে আৰু বুদ্ধিয়ে সংস্কাৰে এই 'আলোচন'ত নাম জাতি ৰূপ, ৰস আদি যোগ কৰি দিলেই আমাৰ বিষয়জ্ঞান বা মানস প্ৰত্যক্ষ হয়। আমাৰ এই মনোবিজ্ঞান সম্পৰ্কে পঞ্চদশীত এইদৰে কৈছে—

"দ্বৈত দুটা—বাহ্য জগৎ আৰু অন্তৰ্জ্জগত। বিষয়ো দুই প্ৰকাৰ—বাহ্য বস্তু আৰু মনোময় বস্তু। ১ম বিধৰ পৰা (বাহ্য বস্তুৰ পৰা) জীৱৰ একো বন্ধন বা সুখ দুখ আদি অনুভূতি নহয়। বাহ্যবস্তু আগত নেথাকিলেও, সপোনত মানুহে সুখ-দুখ আদি অনুভৱ কৰে আৰু নানা তৰহৰ বস্তু দেখে। আকৌ, সুষুপ্তি বা সমাধিত (মনোময় সংস্কাৰ নথকা বাবে) বাহ্যবস্তু আগত পৰি থাকিলেও একো অনুভূতি নহয়। দূৰ দেশত থকা পুত্ৰৰ মিছা মৃত্যু-সংবাদ পালেও মানুহে কান্দে, কিন্তু সংবাদটোত বেজাৰটো নাছিল, কাৰণ সেইটো মিছা সম্বাদ। এনে যুক্তিৰে বুজিব পাৰি যে সুখ-দুখ ভোগৰ নিমিত্তে (মনোময় সংস্কাৰ নেথাকিলে) বাহ্য বস্তু থকা নথকা সমান। সেইবুলি আমি কিন্তু কোৱা নাই যে বাহ্য বস্তুৰ অস্তিত্বই নাই। আমি এই মাত্ৰ কৈছো যে ভোগ সাধনৰ বাবে, বাহ্য বস্তু আৰু মনোময় সংস্কাৰ, দুয়োটাৰ আৱশ্যক। বাহ্য বস্তুৰ কাৰ্য্য হৈছে—হৃদ্যাকাৰমাধাতুং বাহ্যস্যাপেক্ষিতত্ত্বতঃ)—বুদ্ধিক এটা আকাৰ দিয়া।" [পঞ্চদশী ৪।৩১-৩৯]

আমি জীৱডালক সাপ বুলি ভুল কৰোঁ। সাপটো জৰীডালত নাছিল। আমাৰ মনত হে আছিল। কোনো কালে সাপ নেদেখা (আৰু সাপৰ কথা নুশুনা) মানুহে জৰীডালত সাপ নেদেখে। ইয়াৰ পৰাও বুজিব পাৰি যে আচলতে আমি মনোময় বস্তুহে দেখোঁ। বাহ্য বস্তুৰ পৰা শক্তি আহি মনোময় বস্তু প্ৰকাশ কৰে (৩২ কাৰিকা চাওক)।

গৌড়পাদে কৈছে —মনোদৃশ্যমিদং দ্বৈতং যৎ কিঞ্চিৎ সচৰাচৰম্ (মাণ্ডু ৩।৩১)॥ ২৮॥

[পাঠকসকলে পাতনিৰ পাশ্চাত্য মনোবিজ্ঞানৰ লগত মিলাই চাব]।

---

* 'শব্দাদিষু'ৰ ঠাইত কোনো কোনো পুথিত "ৰূপাদিষু" দিছে। অৰ্থ একে হয়—ৰূপ, ৰস, গন্ধ, স্পৰ্শ, শব্দ বিষয়ে পঞ্চ জ্ঞানেন্দ্ৰিয়ৰ কাৰ্য্য কেৱল 'আলোচন'।

** সম্মুগ্ধং বস্তুমাত্ৰন্তু প্ৰাগ্‌গৃহ্ণন্ত্যবিকল্পিতম্।
তৎ সামান্য-বিশেষাভ্যাং কল্পয়ন্তি মনীষিণঃ॥
অস্তি হ্যালোচনজ্ঞানং প্ৰথমং নিৰ্ব্বিকল্পকম্।
বাল মূকাদি-বিজ্ঞান সদৃশং মুগ্ধ বস্তুজম্॥
ততঃ পৰং পুনৰ্বস্তু-ধৰ্মৈৰ্জাত্যাদিভিৰ্যয়া।
বুদ্ধ্যাবসীয়তে সাহি প্ৰত্যক্ষত্বেন সম্মতা॥ —তত্ত্বকৌমুদী

**স্বালক্ষণ্যা * বৃত্তিস্ত্ৰয়স্য সৈষা ভৱত্যসামান্যা।
সামান্যকৰণবৃত্তিঃ প্ৰাণাদ্যা বায়বঃ পঞ্চ ॥২৯॥**

অধুনা বুদ্ধ্যহঙ্কাৰমনসামুচ্যতে—স্বলক্ষণস্বভাবা স্বালক্ষণ্যা। অধ্যবসায়ো বুদ্ধিৰিতি লক্ষণমুক্তং সেব বুদ্ধিবৃত্তিঃ। তথাঽভিমনানোঽহঙ্কাৰ ইত্যাভিমানলক্ষণোঽভিমানবৃত্তিশ্চ। সঙ্কল্পকংমন ইতি লক্ষণমুক্তং, তেন সঙ্কল্প এব মনসো বৃত্তিঃ। ত্ৰয়স্য বৃদ্ধ্যহঙ্কাৰমনসাং স্বালক্ষণ্যা বৃত্তিৰসামান্যা যা প্ৰাগভিহিতা বুদ্ধীন্দ্ৰিয়ানাঞ্চ বৃত্তিঃ সাপ্যসামান্যেবেতি। ইদানীং সামান্যা বৃত্তিৰাখ্যায়তে, সামান্যকৰণবৃত্তিঃ সামান্যেন কৰণানাং বৃত্তিঃ প্ৰাণাদ্যাঃ বায়বঃ পঞ্চ—প্ৰাণাপানসমানোদানব্যানা ইতি পঞ্চ বায়বঃ সৰ্বেৱেন্দ্ৰিয়াণাং সামান্যা বৃত্তিঃ, যতঃ, প্ৰাণো নাম বায়ুৰ্মুখনাসিকান্তৰ্গোচৰঃ, তস্য যৎস্পন্দনং কৰ্ম্ম তৎ ত্ৰয়োদশবিধস্যাপি সামান্যা বৃত্তিঃ, সতি প্ৰাণে যস্মাৎ কৰণানামাত্মলাভ ইতি। প্ৰাণোঽপি পঞ্জৰশকুনিবৎ সৰ্ব্বস্য চলনং কৰোতীতি, প্ৰাণনাৎ প্ৰাণ ইত্যুচ্যতে। তথাপনয়নাদপানঃ তত্ৰ যৎ স্পন্দনং তদপি সামান্যবৃত্তিৰিন্দ্ৰিযস্য। তথা সমানো মধ্যদেশবৰ্ত্তী, য আহাৰাদীনাং সমং নয়নাৎ সমানো বায়ুঃ, তত্ৰ যৎ স্পন্দনং তৎ সামান্যকৰণবৃত্তিঃ। তথা উৰ্দ্ধাৰোহণাদুৎকৰ্ষাদুন্নয়নাদ্বা উদানো নাভিদেশমস্তকান্তৰ্গোচৰঃ তত্ৰোদানে যৎ স্পন্দনং তৎ সৰ্বেৱেন্দ্ৰিয়াণাং সামান্যা বৃত্তিঃ। কিঞ্চ, শৰীৰব্যাপ্তিৰভ্যন্তৰবিভাগশ্চ যেন ক্ৰিয়তেঽসৌ শৰীৰব্যাপ্যাকাশবৎ ব্যানঃ তত্ৰ যৎ স্পন্দনং তৎ কৰণজালস্য সামান্যা বৃত্তিৰিতি। এবমেতে পঞ্চবায়বঃ সামান্যকৰণবৃত্তিৰিতি ব্যাখ্যাতাঃ, ত্ৰয়োদশবিধস্যাপি কৰণসামান্যা বৃত্তিৰিত্যৰ্থঃ ॥২৯॥

(২৯)

ত্ৰয়স্য [বুদ্ধি, অহঙ্কাৰ আৰু মনৰ] স্বালক্ষণ্যা বৃত্তিঃ [নিজ নিজ লক্ষণবোৰেই বৃত্তি—অৰ্থাৎ বুদ্ধিৰ অধ্যবসায়, অহঙ্কাৰৰ অভিমান আৰু মনৰ সংকল্পই কাৰ্য্য]। সা এষা অসামান্যা ভৱতি [সেই বৃত্তি সিঁহতৰ প্ৰত্যেকৰ নিজা—অৰ্থাৎ বুদ্ধিৰ কেৱল অধ্যবসায়েইহে কাৰ্য্য বুদ্ধিয়ে সংকল্প কৰিব নোৱাৰে। সেইদৰে মনে অধ্যবসায় কৰিব নোৱাৰে।] প্ৰাণাদ্যাঃ পঞ্চ বায়বঃ সামান্যকৰণবৃত্তিঃ [কিন্তু পঞ্চপ্ৰাণ কৰণবোৰৰ সামান্য বা সাধাৰণ বৃত্তি]।

বায়ু মানে বতাহ নহয়। ইয়াত বায়ু মানে শক্তি। অন্তঃকৰণ আৰু বাহ্যকৰণ, সকলোকে পঞ্চপ্ৰাণে ধৰি আছে। সেইগুণে এই প্ৰাণ সিঁহতৰ সাধাৰণ শক্তি। প্ৰাণ নহ'লে সিঁহতে লগলাগি বা পৃথকেও কোনো কাম কৰিব নোৱাৰে।

সাংখ্য-দৰ্শনত প্ৰাণ মানে কেৱল পঞ্চ-প্ৰাণ (বায়বঃ পঞ্চ)। ইহঁত ইন্দ্ৰিয়; কিন্তু সকলো ইন্দ্ৰিয়ৰ সাধাৰণ শক্তি গুণে ইহঁতক পৃথক ইন্দ্ৰিয় বুলি ধৰা নাই। প্ৰকৃততে কিন্তু ইহঁত নহ'লে কোনো ইন্দ্ৰিয়ৰে কাম নহয়। যি শক্তিয়ে আমাৰ স্থূল দেহ ধৰি আছে, যি আমাৰ দেহৰ পৃথক পৃথক অংশৰ সামঞ্জস্য ৰক্ষা কৰিছে, সেই শক্তিকে ইয়াত প্ৰাণ বুলিছে। প্ৰাণে আমাৰ স্থূল দেহ আৰু অন্তঃকৰণক লগলগাই ৰাখিছে। চকু, কাণ, আদিয়ে যেনেকৈ বাহ্য বিষয়বোৰ ব্যৱহাৰ কৰে, প্ৰাণেও সেইদৰে আমি খোৱা বস্তুবোৰ পৰিণাম কৰি ব্যৱহাৰ কৰে—অৰ্থাৎ তাৰ সূক্ষ্ম অংশবোৰ য'ত আৱশ্যক ত'ত নি দিয়েগৈ। প্ৰাণে স্থূল দেহ আৰু কৰণবোৰৰ এইদৰেই পুষ্টি সাধন কৰে। অতএব অন্তঃকৰণ আৰু বাহ্যকৰণ সকলোৰে অধিষ্ঠাতা, প্ৰাণ। এই প্ৰাণক. পাঁচৰকমৰ বেলেগ বেলেগ কাৰ্য্য অনুসৰি, পাঁচোটা বেলেগ বেলেগ নাম দিয়া হৈছে—প্ৰাণ, উদান, ব্যান, অপান আৰু সমান।

> বাহ্যোন্তৰ বোধাধিষ্ঠানধাৰণং প্ৰাণকাৰ্য্যম্।
> শাৰীৰ ধাতুগত বোধাধিষ্ঠানধাৰণং উদান কাৰ্য্যম্
> সঞ্চালন শক্ত্যধিষ্ঠানধাৰণং ব্যান কাৰ্য্যম্।
> মলাপনয়ন শক্ত্যধিষ্ঠানধাৰণং অপান কাৰ্য্যম্।
> আহাৰ্য্য সমনয়ন শক্ত্যধিষ্ঠানধাৰণং সমান কাৰ্য্যম্।

একে শক্তিৰে এই পাচবিধ কাৰ্য্য ॥২৯॥

প্ৰাণ শক্তি এটা সুকীয়া শক্তি নহয়। ই এটা সুকীয়া তত্ত্ব নহয়। সাংখ্যমতে তত্ত্ব মুঠেই ২৪ টা; যথা প্ৰকৃতি মহতত্ত্ব, অহঙ্কাৰ তত্ত্ব, মন, দহ ইন্দ্ৰিয়, পঞ্চতন্মাত্ৰ আৰু পঞ্চ মহাভূত। প্ৰাণ শক্তি প্ৰকৃতিৰ শক্তি; প্ৰকৃতিৰ নিজৰ ক্ৰিয়া।

প্ৰাণ শক্তিৰ কাৰ্য্যৰ সম্পৰ্কে বেদান্ত আৰু সাংখ্যৰ একো মতভেদ নাই। বেদান্ত মতেও প্ৰাণ শক্তি সকলো ইন্দ্ৰিয়ৰ অধিষ্ঠাতা, নিজেও এটা ইন্দ্ৰিয়। (আমাৰ কথাৰে উপনিষদ্ "ইন্দ্ৰিয়বৰ্গৰ বিবাদ" চাওক)। ইন্দ্ৰিয়বোৰৰ দৰেই প্ৰাণ শক্তিও পুৰুষৰ ভোগসাধনৰ এটা উপকৰণ মাত্ৰ। (ব্ৰহ্মসূত্ৰ ২।৪।২১)

উপনিষদে আৰু কয় যে বহিৰ্জগত আৰু অন্তৰ্জগত, দুয়ো জগত ব্যাপি প্ৰাণ শক্তিৰ ক্ৰিয়া বিদ্যমান। দুয়ো জগতেই প্ৰাণ শক্তিৰ স্পন্দন মাত্ৰ। যথাঃ "যদিদং কিঞ্চ জগৎ সৰ্বমেজতি প্ৰাণ

* পাঠান্তৰ—স্বালক্ষণ্যং

এজতি নিঃসৃতম্।" (আমাৰ 'কথাৰে উপনিষৎ' নাৰদ সনৎকুমাৰ সংবাদ চাওক,)

এইবোৰ কথা বাহুল্য ভাবে আলোচনা কৰি শ্ৰদ্ধেয় অধ্যাপক কোকিলেশ্বৰ ভট্টাচাৰ্য্যই তেওঁৰ "উপনিষদেৰ উপদেশ" নামে গ্ৰন্থত, বেদান্ত আৰু সাংখ্যৰ সামঞ্জস্য কৰিবলৈ গৈ, কৈছে যে সাংখ্যই যাক প্ৰকৃতি বোলে, বেদান্তই তাকে প্ৰাণ শক্তি বোলে। উভয়েই চেতন ব্ৰহ্মৰ অচেতন শক্তি।

প্ৰায় মানুহে কিন্তু ভাবে যে প্ৰাণ শক্তি কিবা এবিধ চেতন শক্তি। সাধাৰণ মানুহৰ কথা কবই নালাগে, ইউৰোপীয় বৈজ্ঞানিকসকলেও কয় যে Life, consciousness, and Spirit (প্ৰাণ, চিৎ, আৰু, আত্মা) এইবোৰ একে পৰ্য্যায়ৰ শব্দ। (ওপৰৰ পাতনি চাওক)।

মানুহে এইদৰে ভাবে কাৰণ আমি সদায় দেখি আছোঁ যে প্ৰাণ গলে (মৰিলেই) শৰীৰ অচেতন জড় পদাৰ্থ হৈ পৰে; কিন্তু ইফালে আকৌ শৰীৰ অচেতন জড় পদাৰ্থ হলেও (অৰ্থাৎ মূৰ্চ্ছা বা সুষুপ্তি অৱস্থাত) প্ৰাণ থাকে।

এইবোৰ দেখি আমাৰ স্বভাৱতে এনে ধাৰণা হয় যেন প্ৰাণ শক্তিৰ পৰাহে চৈতন্য উৎপন্ন হয়—যেন, প্ৰাণ কাৰণ, আৰু চৈতন্য তাৰ কাৰ্য্য।

যি ভুলৰ বাবে আমাৰ বুদ্ধিক চেতন পদাৰ্থ বুলি ভাবোঁ, যি ভুলৰ বাবে আমাৰ সংস্কাৰটোকে 'আমি' বুলি ভাবোঁ, ঠিক সেই ভুলৰ বাবেই (অৰ্থাৎ চিৎশক্তি বা আত্মাৰ আচল স্বৰূপ নুবুজা বাবেই) আমি প্ৰাণকো চেতন শক্তি বুলি ভাবোঁ।

এইবোৰ কথা ইমান দীঘলীয়া আলোচনা নকৰি, সাংখীয় যুক্তি অৱলম্বন কৰিলে একে আষাৰেই, আৰু জ্যামিতিৰ উপপাদ্যৰ দৰেই, প্ৰমাণ কৰিব পাৰি। যেনে —

(১) প্ৰাণশক্তি দেখাতে ক্ৰিয়াশীল, সক্ৰিয়। সক্ৰিয় হলেই ১০ কাৰিকাৰ যুক্তিমতে ব্যক্ত পদাৰ্থ। ব্যক্ত সকলো পদাৰ্থ অচেতন (১১ কাৰিকা)। অতএব প্ৰাণ শক্তি অচেতন।

(২) চৈতন্য ব্যাপী। ই সদায় নিষ্ক্ৰিয়। কোনো পৰিণামৰ ই কৰ্ত্তা নহয়। নিষ্ক্ৰিয় বাবেই, ই ১০ কাৰিকাৰ যুক্তি মতে 'অব্যক্ত'। এইবোৰ যুক্তিৰ পৰা আমি আৰু বুজো যে সাংখ্যৰ 'অব্যক্ত' মানেই চিৎশক্তি। ই অচেতন প্ৰকৃতি নহয়।

ওপৰত আমি কৈ আহিছো যে নিতান্ত অ-সাংখীয় যুক্তিৰে অচেতন প্ৰকৃতিক 'অব্যক্ত' বুলি ধৰা বাবেই সাংখ্য-দৰ্শনক বহুতে নিৰীশ্বৰ দৰ্শন বুলি ভাবে।

**যুগপচ্চতুষ্টয়স্য তু বৃত্তিঃ ক্ৰমশশ্চ তস্য নিৰ্দ্দিষ্টা।**
**দৃষ্টে তথাপ্যদৃষ্টে ত্ৰয়স্য তৎপূৰ্ব্বিকা বৃত্তিঃ ॥৩০॥**

যুগপচ্চতুষ্টয়স্য—বুদ্ধ্যহঙ্কাৰমনসামেকৈকেন্দ্ৰিয়সম্বন্ধে সতি চতুষ্টয়ং ভবতি। চতুষ্টয়স্য দৃষ্টে প্ৰতিবিষয়াধ্যবসায়ে যুগপদ্বৃত্তিঃ, বুদ্ধ্যহঙ্কৰমনশ্চক্ষুংষি যুগপদেককালং ৰূপং পশ্যন্তি স্থাণুৰয়মিতি। বুদ্ধ্যহঙ্কাৰমনোজিহ্বা যুগপদ্ৰসং গৃহ্নন্তি। বুদ্ধ্যহঙ্কাৰমনোঘ্ৰাণানি যুগপদ্‌গন্ধং গৃহ্নন্তি। তথা ত্বক্‌শ্ৰোত্ৰে অপি। কিঞ্চ, ক্ৰমশশ্চ তস্য নিৰ্দ্দিষ্টা—তস্যেতি চতুষ্টয়স্য ক্ৰমশশ্চ বৃত্তিৰ্ভৱতি; যথা কশ্চিৎ পথি গচ্ছন্ দৰাদেব দৃষ্টা স্থাণুৰয়ং পুৰুষো বেতি সংশয়ে সতি তত্ৰোপৰূঢ়ং তল্লিঙ্গং পশ্যতি শকুনিং বা, ততস্তস্য মনসা সঙ্কল্পিতে সংশয়ে ব্যবচ্ছেদভূতা বুদ্ধিৰ্ভৱতি স্থাণুৰয়মিতি, অতোঽহঙ্কাৰশ্চ নিশ্চয়াৰ্থঃ স্থাণুৰেব, ইত্যেবং বুদ্ধ্যহঙ্কাৰমশ্চক্ষুষাং ক্ৰমশো বৃত্তিদৃষ্টা, যথা ৰূপে তথা শব্দাদিষ্বপি বোদ্ধব্যা। দৃষ্টে দৃষ্টবিষয়ে। কিঞ্চান্যৎ তথাঽপ্যদৃষ্টে ত্ৰয়স্য তৎপূৰ্ব্বিকা বৃত্তিঃ, অদৃষ্টেঽনাগতেঽতীতে চ কালে বুদ্ধ্যহঙ্কাৰমনসাং ৰূপে চক্ষুঃ পূৰ্ব্বিকা ত্ৰয়স্য বৃত্তিঃ, স্পৰ্শে ত্বক্‌পূৰ্ব্বিকা গন্ধে ঘ্ৰাণপূৰ্ব্বিকা, ৰসে ৰসনপূৰ্ব্বিকা, শব্দে শ্ৰবণপূৰ্ব্বিকা, বুদ্ধ্যহঙ্কাৰমসীমনাগতে ভৱিষ্যতি কালেঽতীতে চ তৎপূৰ্ব্বিকা ক্ৰমশোবৃত্তিঃ, বৰ্ত্তমানে যুগপৎ ক্ৰমশশ্চেতি ॥৩০॥

(৩০)

তস্য চতুষ্টয়স্য বৃত্তিঃ [সেই ৪ টাৰ বৃত্তি—অৰ্থাৎ অন্তঃকৰণ ৩টা, আৰু যেই সেই বহিঃকৰণ এটা—এই ৪টাৰ বৃত্তি] দৃষ্টে [প্ৰত্যক্ষ বিষয়ত] যুগপৎ ক্ৰমশঃ চ নিৰ্দ্দিষ্টা [একেলগেও হ'ব পাৰে বা ক্ৰমশঃও হ'ব পাৰে বুলি নিৰ্ণয় কৰা হৈছে]। অদৃষ্টে তথা অপি ত্ৰয়স্য তৎ পূৰ্ব্বিকা-বৃত্তিঃ[নেদেখা বিষয়ত, সেই তিনি অন্তঃকৰণৰ, দৃষ্ট-বিষয়-পূৰ্ব্বিকা-বৃত্তি একেলগেও হ'ব পাৰে বা ক্ৰমশঃও হ'ব পাৰে]।

(১) প্ৰত্যক্ষ জ্ঞান হ'বলৈ হ'লেই, যেই সেই এটা বাহ্যেন্দ্ৰিয় আৰু মন, বুদ্ধি, অহঙ্কাৰ, এই ৪টাৰ ক্ৰিয়া হ'ব লাগিব; নহ'লে আমাৰ প্ৰত্যক্ষ জ্ঞান নহয়। এই ৪টাৰ ক্ৰিয়া একেলগেও হ'ব পাৰে, নহ'লে ক্ৰমশঃও হ'ব পাৰে যেনে—এন্ধাৰ ৰাতি হঠাৎ বিজুলীৰ পোহৰত বাঘ এটা দেখি, এটা মানুহ পলাই গ'ল। ইয়াত, চকুৰ আলোচন, অহঙ্কাৰৰ অভিমান, মনৰ সঙ্কল্প, আৰু বুদ্ধিৰ অধ্যৱসায়, একেলগেই হ'ল; বা 'শত-পত্ৰ-ভেদ'ৰ দৰে ইমান বেগেৰে ইটোৰ পাছত সিটো হ'ল যে এই বৃত্তি চতুষ্টয় একেলগে হ'ল বুলিব পাৰি।

আকৌ, ৰাতি কিবা এটা শব্দ শুনি, ভালকৈ চাই দেখিলোঁ যে এটা মানুহ; আৰু ভালকৈ মন কৰি দেখিলোঁ যে তাৰ হাতত দা আছে, আৰু দেখিলো যে দা হাতত লৈ মোৰফালে চাপি আহিছে। মোক কাটিব পাৰে, এতেকে মই পলাই যাব লাগে। ইয়াত কাণ, চকু, অন্তঃকৰণৰ কাৰ্য্য, ইটোৰ পিচত সিটো ক্ৰমশঃ হ'ল।

(২) অদৃষ্ট বিষয়—যেনে স্মৃতি, চিন্তা ইত্যাদি। ইয়াত কোনে বহিঃকৰণৰ সহায় নেলাগে। কিন্তু আগেয়ে নেদেখা বা নজনা এটা বস্তুৰ বিষয় আমি মনেৰে জানিব নোৱাৰো। আমি এটা বস্তু খাই, তাৰ সোৱাদটো মনত ৰাখিব পাৰোঁ আৰু তাৰ পাছত তাৰ মানস প্ৰত্যক্ষও কৰিব পাৰোঁ। কিন্তু আগেয়ে কেতিয়াও নেদেখা, নোখোৱা, ব্য অনুভৱ নকৰা এটা ৰং, সোৱাদ, বা যন্ত্ৰণাৰ আমি একো অনুমান কৰিব নোৱাৰো। সেই গুণে অন্তঃকৰণৰ বিষয়বোৰ 'দৃষ্ট বিষয়-পূৰ্ব্বিকা' হ'ব লাগে বুলি এই কাৰিকাত কৈছে। এই বিষয়বোৰ সম্পৰ্কে, অন্তঃকৰণ তিনিটাৰ কাৰ্য্য একেলগেও হ'ব পাৰে বা ইটোৰ পিচত সিটোও হ'ব পাৰে ॥৩০॥

**স্বাং স্বাং প্ৰতিপদ্যন্তে পৰস্পৰাকূতহেতুকাং বৃত্তিম্।**
**পুৰুষাৰ্থ এব হেতুৰ্ন কেনচিৎ কাৰ্য্যতে কৰণম্ ॥৩১॥**

কিঞ্চ, স্বাং স্বামিতি বীপ্সা, বুদ্ধ্যহঙ্কাৰমনাংসি স্বাং স্বাং বৃত্তিং পৰস্পৰাকূতহেতুকাম্—'আকূতকাদৰসম্ভ্ৰমঃ' ইতি প্ৰতিপদ্যন্তে পুৰুষাৰ্থকৰণায় বুদ্ধ্যহঙ্কাৰাদয়ঃ, বুদ্ধিহঙ্কাৰাকূতং জ্ঞাত্বা স্ববিষয়ং প্ৰতিপদ্যতে কিমৰ্থমিতি চেৎ পুৰুষাৰ্থ এব হেতুঃ, পুৰুষাৰ্থঃ কৰ্ত্তব্য ইত্যেবমৰ্থং গুণানাং প্ৰবৃত্তিঃ, তস্মাদেতানি কৰণানি পুৰুষাৰ্থং প্ৰকাশয়ন্তি, যদ্যচেতনানীতি কথং স্বয়ং প্ৰবৰ্ত্তন্তে? ন কেনচিৎ কাৰ্য্যতে কৰণম্,—পুৰুষাৰ্থ এবৈকঃ কাৰয়তীতি বাক্যাৰ্থঃ, ন কেনচিৎ,—ঈশ্বৰেণ পুৰুষেণ বা, কাৰ্য্যতে প্ৰবোধ্যতে কৰণম্ ॥৩১॥

(৩১)

(কৰণানি) পৰস্পৰ আকূত হেতুকাং স্বাং স্বাং বৃত্তি প্ৰতিপদ্যন্তে [কৰণবোৰে পৰস্পৰৰ অভিপ্ৰায় অনুসাৰে নিজ নিজ কাৰ্য্য কৰে]। পুৰুষাৰ্থঃ এব হেতুঃ [এইদৰে কাৰ্য্য কৰাৰ কাৰণ হৈছে, পুৰুষাৰ্থ সাধন [ন কেনচিৎ কৰণং কাৰ্য্যতে [আন কোনেও কৰণবোৰক কামত নিযুক্ত নকৰে]।

কৰণবোৰে মিলি কাৰ্য্য কৰে। দেখা যায় যে বুদ্ধিৰ অভিপ্ৰায় অনুসাৰেহে মনে সঙ্কল্প কৰে আৰু অন্যান্য ইন্দ্ৰিয়বোৰেও নিজ নিজ কাৰ্য্য কৰে। পৰস্পৰে পৰস্পৰক সহায় কৰে। সিহঁতৰ সাধাৰণ উদ্দেশ্য, পুৰুষৰ ভোগ আৰু অপবৰ্গ সাধন। সিহঁত অচেতন পদাৰ্থ। কোনে সিহঁতক চলাইছে? এই প্ৰশ্নৰ উত্তৰত কৈছে যে ঈশ্বৰেও কৰা নাই পুৰুষেও কৰা নাই। সিহঁতে নিজে নিজে এনেকৈ কাম কৰাই সিহঁতৰ স্বভাৱ। (২৭ কাৰিকা আৰু ৫৭ কাৰিকা চাওক) ॥৩১॥

**কৰণং ত্ৰয়োদশবিধং তদাহৰণধাৰণ প্ৰকাশকৰম্।**
**কাৰ্য্যঞ্চ তস্য দশধা হাৰ্য্যং ধাৰ্য্যং প্ৰকাশ্যঞ্চ ॥৩২॥**

বুদ্ধ্যাদি কতিবিধং তদিত্যুচ্যতে—কৰণং মহদাদি ত্ৰয়োদশবিধং বোদ্ধব্যম্, পঞ্চ বুদ্ধীন্দ্ৰিয়াণি চক্ষুৰাদীনি, পঞ্চ কৰ্ম্মেন্দ্ৰিয়াণি বাগাদীনীতি ত্ৰয়োদশবিধং কৰণম্। তৎ কিং কৰোতীত্যেতদাহ—'তদাহৰণধাৰণপ্ৰকাশকৰম্।' তত্ৰাহৰণং ধাৰণঞ্চ কৰ্ম্মেন্দ্ৰিয়াণি কুৰ্ব্বন্তি, প্ৰকাশং বুদ্ধীন্দ্ৰিয়াণি। কতিবিধং কাৰ্য্যং তস্যেতি তদুচ্যতে—কাৰ্য্যং চ তস্য দশধা —তস্য কৰণস্য কাৰ্য্যং কৰ্ত্তব্যমিতি দশধা দশপ্ৰকাৰং, শব্দস্পৰ্শৰূপৰসগন্ধাখ্যং বচনাদানবিহৰণোৎসৰ্গানন্দাখ্যমেতদ্দশবিধং কাৰ্য্য, বুদ্ধীন্দ্ৰিয়ৈঃ প্ৰকাশিতং কৰ্ম্মেন্দ্ৰিয়াণ্যাহৰন্তি ধাৰয়ন্তি চেতি ॥৩২॥

(৩২)

কৰণং ত্ৰয়োদশবিধং [কৰণবোৰ ১৩ বিধ—অৰ্থাৎ অন্তঃকৰণ ৩টা, জ্ঞানেন্দ্ৰিয় পাচোঁটা আৰু কৰ্ম্মেন্দ্ৰিয় পাচোঁটা] তৎ আহৰণ, ধাৰণ-প্ৰকাশকৰম্ [ইহঁতে আহৰণ কৰে, ধাৰণ কৰে আৰু প্ৰকাশ কৰে]। তস্য চ কাৰ্য্যং দশধা হাৰ্য্যং ধাৰ্য্যং প্ৰকাশং চ [আৰু সিহঁতৰ কামো দহোটা আৰু সেইবোৰো হাৰ্য্য, ধাৰ্য্য আৰু প্ৰকাশ্য]

এই কাৰিকাৰ ব্যাখ্যা সকলো টীকাকাৰে একে ৰকমে কৰা নাই। ইয়াত ক'লে যে কৰণবোৰৰ তিনি ৰকমৰ কাৰ্য্য—আহৰণ ধাৰণ আৰু প্ৰকাশ। কোন কৰণৰ কোনটো কাৰ্য্য স্পষ্টকৈ নকলে। ভাষ্যকাৰসকলে কৈছে যে, অন্তঃকৰণ তিনিটাৰ কাৰ্য্য ধাৰণ কৰা; জ্ঞানেন্দ্ৰিয়ৰ কাৰ্য্য, প্ৰকাশ কৰা; আৰু কৰ্ম্মেন্দ্ৰিয়ৰ কাৰ্য্য আহৰণ কৰা।

(১) অন্তঃকৰণৰ (বুদ্ধি-মন-অহংকাৰ) কাৰ্য্য ধাৰণ কৰা—অৰ্থাৎ সকলো অনুভূতি সংস্কাৰ ৰূপে অন্তঃকৰণত থাকি যায়। এইটো কথা ইয়াৰ আগতে বহুতবাৰ কোৱা হৈছে।

(২) কৰ্ম্মেন্দ্ৰিয়ৰ কাৰ্য্য আহৰণ কৰা। আহৰণ কৰাৰ আৰু এটা নাম, 'শিল্প'। 'শিল্প' মানে এটা বস্তু আনি তাক নিৰ্দ্দিষ্ট ঠাইত থোৱা এইটো কৰ্ম্মেন্দ্ৰিয়ৰ কাম; যেনে, ভৰিয়ে শৰীৰক লৈ গৈ, য'ত থ'ব লাগে ত'ত থৈ দিয়ে।

(৩) জ্ঞানেন্দ্ৰিয়ৰ কাৰ্য্য 'প্ৰকাশ কৰা'। এইটো কথাও আমি আগেয়ে কৈ আহিছো—বাহ্য বস্তুৰ পৰা শক্তি আহিলে আমাৰ অন্তঃকৰণবোৰ ক্ৰিয়াশীল হয়; বুদ্ধিস্থ সংস্কাৰত যেন প্ৰকাশ হয়। মনত ৰাখিব যে পুৰুষ নিজ সংস্কাৰৰ হে দ্ৰষ্টা। বাহিৰৰ শক্তি আহি অন্তঃকৰণক ক্ৰিয়াশীল কৰে। বুদ্ধিৰ ৰূপ অৰ্থাৎ সংস্কাৰ প্ৰকাশ হয়, তাকে পুৰুষে দেখে। [বিজ্ঞানৰ সিপাৰে]

**অন্তঃকৰণং ত্ৰিবিধং দশধা বাহ্যং ত্ৰয়স্য বিষয়াখ্যম্।**
**সাম্প্ৰতকালং বাহ্যং ত্ৰিকালমাভ্যন্তৰং কাৰণম্ ॥৩৩॥**

কিঞ্চ—অন্তঃকৰণমিতি বুদ্ধ্যহঙ্কাৰমনাংসি, ত্ৰিবিধং মহদাদিভেদাৎ। দশধা বাহ্যং চ, বুদ্ধীন্দ্ৰিয়াণি পঞ্চ কৰ্ম্মেন্দ্ৰিয়াণি পঞ্চ দশবিধমেতৎ কৰণং বাহ্যম্; তত্ৰ যস্যান্তঃকৰণস্য বিষয়াখ্যং বুদ্ধ্যহঙ্কাৰমনসাং ভোগ্যং, 'সাম্প্ৰতকালং'—শ্ৰোত্ৰং বৰ্ত্তমানমেব শব্দং শৃণোতি নাতীতং ন চ ভবিষ্যন্তং; চক্ষুৰপি বৰ্ত্তমানং ৰূপং পশ্যতি নাতীতং নানাগতম্; ত্বগ্বৰ্ত্তমানং স্পৰ্শং; জিহ্বা বৰ্ত্তমানং ৰসং; নাসিকা বৰ্ত্তমানং গন্ধং; নাতীতানাগতং চেতি। এবং কৰ্ম্মেন্দ্ৰিয়াণি, বাগ্ বৰ্ত্তমানং শব্দমুচ্চাৰয়তি নাতীতং নানাগতং; পানী বৰ্ত্তমানং ঘটমাদদাতে নাতীতং নানাগতঞ্চ; পাদৌ বৰ্ত্তমানং পন্থানং বিহৰতো নাতীতং নাপ্যনাগতং, পায়ূপস্থৌ চ বৰ্ত্তমানাবুৎসৰ্গানন্দৌ কুৰুতো নাতীতৌ নানাগতৌ। এবং বাহ্যং কৰণং সাম্প্ৰতকালমক্তম্। 'ত্ৰিকালমাভ্যন্তৰং কৰণম্'—বুদ্ধ্যহঙ্কাৰমনাংসি ত্ৰিকাল-বিষয়াণি বুদ্ধিৰ্বৰ্ত্তমানং ঘটং বুধ্যতে, অতীতমনাগতং চেতি। অহঙ্কাৰো বৰ্ত্তমানেঽভিমানং কৰোত্যতীতেঽনাগতে চ। তথা মনোবৰ্ত্তমানে সংকল্পং কৰুতেঽতীতেঽনাগতে চ, এবং ত্ৰিকালমাভ্যন্তৰং কৰণমিতি ॥৩৩॥

(৩৩)

অন্তঃকৰণং ত্ৰিবিধং [অন্তঃকৰণ তিনটা—বুদ্ধি, অহঙ্কাৰ, মন] ত্ৰয়স্য বিষয়াখ্যং বাহ্যং দশধা [সিহঁত তিনটাৰ বিষয় হৈছে বহিঃ-কৰণ দহোটা] বাহ্যং সাম্প্ৰতকালং [বহিঃকৰণবোৰৰ কেৱল উপস্থিত বৰ্ত্তমান বিষয়ৰ লগতহে সম্পৰ্ক] আভ্যন্তৰং কৰণং ত্ৰিকালং [অন্তঃকৰণ কিন্তু ত্ৰৈকালিক, অৰ্থাৎ অতীত, বৰ্ত্তমান আৰু ভবিষ্যৎ—এই তিনি ৰকম ভেদ অন্তঃকৰণে নকৰে]।

জ্ঞানেন্দ্ৰিয় আৰু কৰ্ম্মেন্দ্ৰিয়ৰ ব্যাপাৰ সদায় বৰ্ত্তমান কালত হে হয়; আমি মনেৰে কিন্তু ভূত, ভবিষ্যৎ, বৰ্ত্তমান, সকলো ঘটনাৰ কথা ভাবিব পাৰোঁ।

সাংখ্য মতে কাল বুলি এটা বস্তু নাই। সেইবাবে কালক এটা সুকীয়া তত্ত্ব বুলি ধৰা নাই। ই ভাব-পদাৰ্থ মাত্ৰ।

এই কাৰিকাত 'আভ্যন্তৰং ত্ৰিকালং' বুলি ইয়াকে বুজাইছে যে অন্তঃকৰণৰ আগত কালৰ প্ৰকৃত ভেদ একো নাই। ইহঁতে অতীত, বৰ্ত্তমান আৰু অনাগত বিষয়, সকলোকে সমানে বৰ্ত্তমানৰ নিচিনাকৈ, প্ৰত্যক্ষ কৰে। ক্ৰিয়াৰ দ্বাৰাহে কালৰ অতীতাদি ভাব মনলৈ আহে। ই প্ৰকৃত ভেদ নহয়। যদি ই যথাৰ্থ ভেদ হ'লহেঁতেন তেন্তে আমি কেনেকৈ (সেই ভেদটো নেদেখাকৈ) ভূত ভবিষ্যতৰ কথা একেলগে ভাবিব পাৰোঁ? কালি পৰ্ব্বতত বৰষুণ হ'ল; কাইলৈ আৰু পানী বাঢ়িব; উঁই পৰুৱা উড়িছে; ৰাতি বৰষুণ হ'ব; কাইলৈ আৰু পানী বাঢ়িব—ইত্যাদি সংশ্লিষ্ট ভাববোৰ মনত একেলগে উদয় হ'লে, আমাৰ কাল-ভেদ জ্ঞান লগে লগে উদয় নহয়। *

আমি ওপৰত কৈ আহিছো যে আধুনিক আপেক্ষিকতাবাদ মতেও কালৰভূত ভবিষ্যৎ বৰ্ত্তমান ভেদ, প্ৰকৃত ভেদ নহয়। আৰু কৈ আহিছো যে ঘণ্টা মিনিটেৰে হিচাব কৰি যিটোক আমি কাল বোলোঁ, সেইটো বহিৰ্জ্জগতৰ ঘটনা অৱলম্বন কৰি আমি নিজে গঢ়ি লোৱা এডাল যেন জোখ-কাঠি; ইয়াকে আমি ব্যৱহাৰিক বা খণ্ড-কাল বোলোঁ। [পাতনি (৪) চাওক]। এতিয়া সাংখ্যাচাৰ্য্যই ঠিক সেই কথাকে আন ৰকমে কৈছে। তেওঁ কৈছে যে এই খণ্ড-কাল ইন্দ্ৰিয়ৰ ক্ৰিয়াৰ লগত সংশ্লিষ্ট—ইন্দ্ৰিয়ৰ ক্ৰিয়া নহ'লে, ই নাই ['ইন্দ্ৰিয়ৰ ক্ৰিয়া' আৰু 'বহিৰ্জ্জগতৰ ঘটনা'—এটা দুইটা কথাৰ (এই আলোচনাত) একে অৰ্থ]।

সাংখ্যৰ এই যুক্তিটি বুজিবলৈ হ'লে আমি মনত ৰাখিব

---

* ত্ৰিকালমাভ্যন্তৰং কৰণং তদ্যথা নদীপূৰভেদাদভূদ্বৃষ্টিঃ, অস্তি ধূমাদগ্নিৰিহ নগনিকুঞ্জে। অসত্যপ্ৰবাধকে পিপীলিকাণ্ডসঞ্চৰণাদ্ভবিষ্যতি বৃষ্টিৰিতি, তদনুৰূপাশ্চ সঙ্কল্পাভিমানাধ্যবসায়া ভবন্তি। কালশ্চ বৈশেষিকাভিমত একো ন অনাগতাদিব্যৱহাৰভেদং প্ৰবৰ্ত্তয়িতুমৰ্হতীতি তস্মাদয়ং যৈৰুপাধিভেদৈৰনাগতাদি ভেদং প্ৰতিপদ্যতে সন্তু ত এবোপাধয়োঽনাগতাদিব্যৱহাৰহেতৱঃ কৃতমত্ৰান্তৰ্গড়ুনা কালেনেতি সাংখ্যাচাৰ্য্যাঃ। তস্মান্ন কালৰূপতত্ত্বান্তৰাভ্যুপগম ইতি। [তত্ত্বকৌমুদী]

লাগিব যে আমাৰ ইন্দ্ৰিয়জ জ্ঞান সীমাবদ্ধ (২৬ কাৰিকা চাওক)। আমি সৰ্ব্বজ্ঞ নহওঁ। আমাৰ সকলো জ্ঞান,—সকলো ভাব, সকলো চিন্তা—সান্ত, সীমাবদ্ধ আৰু পৃথক্। একে সময়তে আমাৰ মনত কেৱল মাত্ৰ এটা বস্তু বা এটা ক্ৰিয়া বা এটা ঘটনাৰ হে জ্ঞান হ'ব পাৰে। এনে পাৰম্পৰিক জ্ঞান হে আমাৰ পক্ষে সম্ভৱ। আমাৰ ইন্দ্ৰিয়জ জ্ঞানৰ এই অশক্তি বা এই পাৰম্পৰ্য্যৰ পৰাই আমি কালৰ ভূত ভবিষ্যৎ ভেদ নিৰ্ণয় কৰোঁ—কালৰ ভাব আমাৰ মনলৈ আহে। কিন্তু যদি আমি সৰ্ব্বজ্ঞ হলোহেঁতেন—তেন্তে এই পাৰম্পৰ্য্যটো লোপ পালেহেঁতেন। আৰু লগে লগে আমাৰ ব্যৱহাৰিক কালটোও লোপ পালেহেঁতেন। ভূত ভবিষ্যৎ বিভাগো লোপ পালেহেঁতেন। এই বাবেই সাংখ্যাচাৰ্য্যই কৈছে যে কাল আচলতে আমাৰ বিষয়-জ্ঞান মাত্ৰ, অৰ্থাৎ ইন্দ্ৰিয়ৰ ক্ৰিয়াৰ পাৰম্পৰ্য্যৰ জ্ঞান মাত্ৰ। ই "বুদ্ধি-নিৰ্ম্মাণ" অৰ্থাৎ মনেৰে গঢ়ি লোৱা পদাৰ্থ। ই একো বস্তু নহয়। ই শব্দ জ্ঞানানুপাতী (যেনে আকাশ-কুসুম—শব্দ আছে, বস্তু নাই)—"স খল্বয়ং কালঃ বস্তুশূন্যঃ বুদ্ধিনিৰ্ম্মাণঃ শব্দ জ্ঞানানুপাতী লৌকিকানাং ব্যুত্থিত দৰ্শনানাং বস্তু স্বৰূপ ইব অবভাসতে"। [ পাতঞ্জল (ব্যাস-ভাষ্য)—৩।৫।২]

সুবিজ্ঞ পাঠক, এই কথাটো বুজিবলৈ হলে, প্ৰথমতে আপুনি চকুমুদি ভাবক যে এই জগতত যেন আপুনি অকলৈ হে আছে; আৰু কোনো বস্তু নাই; কোনো বস্তুৰ ক্ৰিয়া নাই আৰু সেই বাবেই, চিন্তাৰো একো বিষয় নাই; এতিয়া, আপুনি আপোনাৰ কাল-জ্ঞান কথাৰে প্ৰকাশ কৰিবলৈ চেষ্টা কৰক। আপুনি নোৱাৰে; কাৰণ, এতিয়া আপোনাৰ আত্মবোধৰ বাহিৰে আৰু একো বোধ নাই। এতিয়া কিন্তু চেষ্টা কৰিলে আপুনি বুজিব পাৰিব যে আমি যাক কাল বোলোঁ, সেইটো নো কি পদাৰ্থ। আমাৰ আত্মবোধৰ যি অৱসৰত কোনো মানস ক্ৰিয়া বা ইন্দ্ৰিয়ৰ ক্ৰিয়া নাই, সেই অৱসৰকো আমি প্ৰচলিত ভাষাত কাল বোলোঁ (অখণ্ড-কাল)। আচলতে ই অহং জ্ঞান বা আত্মবোধ। ই সদায় আছে আৰু ইয়াতে আমাৰ সকলো ভাব বা অনুভূতিৰ অন্ত হয়। এই অনুভূতি বোধৰ সংখ্যা (পাৰম্পৰ্য্য) অনুসাৰেই (অৰ্থাৎ ইন্দ্ৰিয়ৰ ক্ৰিয়াৰ—সংখ্যা অনুসাৰেই) আমি আমাৰ কাল (খণ্ড-কাল) নিৰ্ণয় কৰোঁ। সেইগুণে আত্মবোধ বা অহংজ্ঞানেই আচল কাল-জ্ঞানৰ মূল—

কালঃ পচতি ভূতানি সৰ্ব্বাণ্যেৱ মহাত্মনি।
যস্মিংস্তু পচ্যতে কালঃ যস্তং বেদ স বেদবিৎ॥

অৰ্থাৎ কালে সকলো জীৱক মহান্ আত্মা বা মহত্তত্ত্বত ("মই আছো,"—এই আত্মবোধত) পাক কৰে। কিন্তু য'ত (অৰ্থাৎ মহত্তত্ত্বৰ ওপৰত) সেই কালৰো পাক হয়, সেই তথ্যটি যি জানে তেওঁ হে বেদবিৎ।* এই আত্মবোধতে খণ্ড-কালৰ উৎপত্তি আৰু ইয়াতে খণ্ড-কাল লোপ পায় (কথাৰে উপনিষদ)।

এই অহং জ্ঞানেই আকৌ আমাৰ দিক্ জ্ঞানৰো মূল। দিক্জ্ঞান অহং জ্ঞানৰ অন্তৰ্গত ভেদ-জ্ঞান মাত্ৰ। এই বিষয় আমি আগেয় কৈ আহিছো [পাতনি (১০)]। কাল-জ্ঞান বাহ্যবস্তুৰ ক্ৰিয়াৰ পাৰম্পৰ্য্যৰ (Successiveness) জ্ঞান আৰু দিক্জ্ঞান বাহ্যবস্তুৰ যৌগপদ্যৰ (co-extensiveness) জ্ঞান। তেন্তে, এই দুয়োটা জ্ঞান বাহ্যবস্তুৰ অস্তিত্বৰ ওপৰত নিৰ্ভৰ কৰে। দুয়োটা সংযুক্ত জ্ঞান; এটা নহলে, ইটো নহয়, বাহ্যবস্তু নেথাকিলে, এটাও নহয় আৰু বাহ্যবস্তু থাকিলে, দুইটা জ্ঞান একেলগে হয়। এই তথ্যটিকে সাংখ্যাচাৰ্য্যই অতি সংক্ষেপে এইদৰে প্ৰকাশ কৰিছে—

দিক্কালাবাকাশাদিভ্যঃ (সাং সূ ২।১২)—অৰ্থাৎ দিক্ আৰু কাল-জ্ঞান সংযুক্ত জ্ঞান আৰু এই জ্ঞান আকাশাদি পঞ্চ মহাভূতৰ পৰা উদ্ভৱ হয়। এয়ে দিক্কালৰ মূল তথ্য।

এয়েই আধুনিক আপেক্ষিকতাবাদৰো মূল। ইয়াৰ বিষয়েই বৈজ্ঞানিকসকলে এইদৰে কৈছে—

(১) Henceforward space in itself and time in itself, as independent things, must sink into mere shadows. —Minkowski

(২) Thus nature knows nothing of space and time separately, being concerned only with the four-dimensional Continuum in which space and time are welded insaparably together into the product we may designate as "Space-time" —Jeans.

এয়েই এনষ্টিনৰ চতুৰ্ব্ব্যাপ্তি-দিক্কাল-মণ্ডলৰ (four-dimensional spacetime continuum) ৰহস্য।

---

* এই অহং জ্ঞানেই এনষ্টিনৰ আপেক্ষিক অখণ্ড-কাল। ইয়াকে বৈজ্ঞানিক সকলে ইংৰাজীত "becoming" বা "time lived" বুলিছে। এই অখণ্ড-কালৰ বহিৰ্জগতৰ লগত কোনো সম্বন্ধ নাই। কিন্তু ইয়াৰ খণ্ড খণ্ড অংশবোৰ, বহিৰ্জগতৰ ঘটনা বা ইন্দ্ৰিয়ৰ ক্ৰিয়াৰ দ্বাৰা, (গজকাঠিৰে বস্তু জোখা দৰে) আমি মনেৰে জুখি আমাৰ ব্যৱহাৰিক কালটো পাওঁ। এই ব্যৱহাৰিক কালেই সাংখ্যৰ "বস্তু-শূন্য-বুদ্ধি-নিৰ্ম্মাণ-কাল।"

ইয়াকে নুবুজি, দিক্ আৰু কালক পৃথকে গণনা কৰা বাবেই আমাৰ সকলো গণনাত 'ফিজ্‌গিৰেল্ড সংকোচন'ৰ উৎপত্তি হয় [পাতনি (৩) চাওক]।

এতিয়া বিজ্ঞানে এই সত্যটি বুজিছে আৰু অঙ্কেৰে ইয়াক প্ৰকাশ কৰিব পাৰিছে। কিন্তু বহু সহস্ৰ বছৰৰ আগেয়েই, কোনো অঙ্ক শাস্ত্ৰৰ সহায় নোহোৱাকৈ, কেৱল যুক্তিৰে অনুমান কৰি, সাংখ্যই এই আচল সত্যটি আবিষ্কাৰ কৰি থৈ গৈছে। ধন্য মহৰ্ষি কপিল। ||৩৩||

**বুদ্ধীন্দ্ৰিয়াণি তেষাং পঞ্চ বিশেষাবিশেষবিষয়াণি।**
**বাগ্‌ভবতি শব্দবিষয়া শেষাণি তু পঞ্চবিষয়াণি ||৩৪||**

ইদানীমিন্দ্ৰিয়াণি কতি সবিশেষং বিষয়ং গৃহ্নান্তি, কানি নিৰ্ব্বিশেষমিতি তদুচ্যতে—বুদ্ধীন্দ্ৰিয়াণি তেষাং সবিশেষং বিষয়ং গৃহ্নন্তি, সবিশেষবিষয়ং মানুষাণাং, শব্দস্পৰ্শ ৰূপৰসগন্ধান্ সুখদুঃখমোহবিষয়যুক্তান্ বুদ্ধীন্দ্ৰিয়াণি প্ৰকাশয়ন্তি। দেবানাং নিৰ্ব্বিশেষান্ বিষয়ান্ প্ৰকাশয়ন্তি। তথা কৰ্ম্মেন্দ্ৰিয়াণাং মধ্যে বাগ্‌ভবতি শব্দবিষয়া, দেবানাং মানুষাণাং চ বাগ্‌বদতি, শ্লোকাদীনুচ্চাৰয়তি, তস্মাদ্দেবানাং মানুষাণাং চ বাগিন্দ্ৰিয়ং তুল্যং, শেষাণ্যপি বাগ্‌ব্যতিৰিক্তানি পাণিপাদ-পায়ুপস্থসংজ্ঞিতানি পঞ্চবিষয়াণি,—পঞ্চবিষয়াঃ শব্দাদয়ো যেষাং তানি পঞ্চবিষয়াণি, শব্দস্পৰ্শৰূপৰসগন্ধাঃ পাণৌ সন্তি, পঞ্চশব্দাদিলক্ষণায়ং ভূৰ্বি পাদো বিহৰতি, পয়িন্দ্ৰিয়ং পঞ্চকপ্তমুৎসৰ্গং* কৰোতি, তথোপস্থেন্দ্ৰিয়ং পঞ্চলক্ষণং শুক্ৰমানন্দয়তি ||৩৪||

(৩৪)

এই কাৰিকাটি বুজিবলৈ হ'লে 'অবিশেষ' আৰু বিশেষ' শব্দ দুটাৰ অৰ্থ আগধৰি বুজিব লাগিব।

এই শব্দ দুটাৰ অৰ্থ পাতঞ্জল দৰ্শনত দিছে। 'অবিশেষ' মানে যিটো বহুতৰ সাধাৰণ উপাদান। 'বিশেষ' তাৰ বিপৰীত—অৰ্থাৎ যি কেৱল এটাৰহে উপাদান। যেনে—

(১) সূৰ্য্যৰ পোহৰত কোনো বিশেষ ৰং নাই; অথচ সি সকলো বৰণৰ মূল; আৰু তাক বিশ্লেষণ কৰি আমি ৰঙা, নীলা, হালধীয়া, আদি সকলো বৰণ পাওঁ। তাত নোহোৱা বৰণ এটাও নাই। সেইগুণে আমি কব পাৰোঁ যে বৰণ সম্পৰ্কে সূৰ্য্যৰ পোহৰ 'অবিশেষ' আৰু ৰঙা নীলাদি ৰংবোৰ 'বিশেষ' ৰং।

(২) সেইদৰেই ওপৰত ১৬ কাৰিকাত কৈ আহিছে যে পানীত সকলোৰকমৰ সোৱাদ আছে; কিন্তু পানীৰ নিজৰ একো বিশেষ সোৱাদ নাই। বিশেষ বিশেষ গছে, তাৰ বিশেষ বিশেষ অংশ গ্ৰহণ কৰি মিঠা, টেঙা, তিতা আদি নানা তৰহৰ সোৱাদ উৎপাদন কৰে। সোৱাদৰ বিষয়ে তেন্তে পানী 'অবিশেষ' আৰু মিঠা, টেঙা এইবোৰ 'বিশেষ' সোৱাদ।

(৩) গোন্ধ সম্পৰ্কেও সেই দৰেই। পৃথিৱী অবিশেষ গোন্ধ,**—অৰ্থাৎ সকলো গোন্ধ পৃথিৱীত আছে, কিন্তু পৃথিৱীৰ নিজৰ একো বিশেষ গোন্ধ নাই। পৃথিৱীৰ পৰাই প্ৰত্যেক ফুলে বিশেষ বিশেষ গোন্ধ গ্ৰহণ কৰিছে।

(৪) সেই দৰেই, আকাশত একো শব্দ নাই। কিন্তু আকাশৰ পৰাই অসংখ্য বিশেষ বিশেষ সুৰৰ উৎপত্তি হয়—যেনে, সা, ঋ, গা, ইত্যাদি। এই সুৰবোৰ মিহলি হৈ আকৌ নানা ৰকমৰ শব্দ হয়।†

এই সংসাৰত ৰূপ, ৰস, গন্ধ, স্পৰ্শ আৰু শব্দৰ বাহিৰে আমি আৰু একো প্ৰত্যক্ষ নকৰো। এইবোৰ নহ'লে বস্তু বস্তুৱেই নহয়। এইবোৰেই জগত। তেন্তে জগতৰ মূলত আমি কি পাওঁ? আমি পাওঁ— অবিশেষ ৰূপ, অবিশেষ ৰস ইত্যাদি। এই পাঁচোটা 'অবিশেষ'ক সাংখ্যই পঞ্চ-তন্মাত্ৰ বুলিছে—ৰূপ-তন্মাত্ৰ, ৰস-তন্মাত্ৰ, ইত্যাদি। ইহঁতৰ নিজৰ একো ৰূপ, ৰস নাই। কিন্তু যাবদীয় ৰূপ ৰসৰ ইহঁত মূল। তেন্তে ইহঁত কি? ইহঁত কোনো দ্ৰব্যৰ সূক্ষ্ম অংশ নে কি? ইয়াৰ উত্তৰ সাংখ্যই ১৬ কাৰিকাত দি আহিছে। তাত কৈ আহিছে যে জগতৰ মূলত ত্ৰিগুণহে—আৰু একো নাই। এতিয়া সেই কথাকে দৃঢ়ীভূত কৰিবলৈ ৩৪-৩৮ কাৰিকাত বিশেষ-অবিশেষ কথাটোৰ ব্যাখ্যা কৰিছে। ইয়াত বুজাইছে যে ৰূপ ৰসাদিৰ এই অসংখ্য ভেদবোৰ মূলত নাই। মূল পদাৰ্থটি ৰূপ, ৰস, শব্দাদিহীন শক্তি মাত্ৰ।

কেনেকৈ হৈ অবিশেষ শক্তিৰ পৰা অসংখ্য ভেদ হয়, তাৰ দৃষ্টান্ত ওপৰত ১৬ কাৰিকাত দি আহিছে। (প্ৰতিপ্ৰতি-গুণাশ্ৰয়বিশেষাৎ)। 'বিশেষ' বোৰৰ আকৌ পৰস্পৰৰ ভেদ কেনেকৈ হয়? নীল ৰশ্মি আৰু পীত ৰশ্মিৰ, বা সা-সুৰ আৰু

---

* পঞ্চলক্ষণমৎসৰ্গমিতি পাঠান্তৰম্

** শব্দলক্ষণমাকাশং বায়ুস্তু স্পৰ্শলক্ষণঃ।
জ্যোতিষাং লক্ষণং ৰূপম্ আপশ্চ ৰসলক্ষণাঃ।
ধাৰিণী সৰ্বভূতানাং পৃথিৱী গন্ধলক্ষণা ॥

† বিশেষ আৰু অবিশেষ শক্তিৰ এনে সম্বন্ধকে ইংৰাজী গণিত শাস্ত্ৰত ফুৰিয়াৰ উপপাদ্য (Fourier's Theorem) বোলে। সাংখ্যৰ 'বিশেষ' বোৰেই ইংৰাজী বিজ্ঞানৰ ফুৰিয়াৰ উপাদান (Fourier components)।

ঋ-সুৰৰ, কি প্ৰভেদ ? এই প্ৰশ্নৰ উত্তৰ পাতঞ্জলত দিছে (পাত ২।১৯)—কৈছে যে এই প্ৰভেদবোৰ 'গুণ-পৰ্ব্বাণি"—অৰ্থাৎ সত্ত্বৰজস্তমোগুণৰ ক্ৰিয়াৰ পাব বা গাঁঠি। ক্ৰিয়াৰ কালব্যাপ্তি অনুসাৰে এই প্ৰভেদবোৰ হয়।* [১০ (৮) কাৰিকা চাওক]।

সত্ত্বৰজস্তমোগুণৰ ক্ৰিয়া যেতিয়া অতি অল্প-ক্ষণ-স্থায়ী হয় তেতিয়া সেই ক্ৰিয়াৰ পৰা আমাৰ (সাধাৰণ মানুহৰ) একো অনুভূতি বা শব্দাদি জ্ঞান হ'ব নোৱাৰে। এনে অত্যল্প ক্ষণস্থায়ী ৫ বিধ ক্ৰিয়াই সাংখ্যৰ অবিশেষ পঞ্চ-তন্মাত্ৰ।

তস্মিংস্তস্মিংস্তু তন্মাত্ৰচ **তেন তন্মাত্ৰতাস্মৃতা।
ন শান্তা নাপি ঘোৰাস্তে ন মূঢ়াশ্চাবিশেষিণঃ।।

এই তন্মাত্ৰবোৰৰ প্ৰথম পৰিণাম পঞ্চমহাভূত। এইবোৰ ইন্দ্ৰিয়গ্ৰাহ্য।

তত্ৰ আকাশ, বায়ু, অগ্নি,উদক-ভূময়ো ভূতানি শব্দ স্পৰ্শ ৰূপ-ৰস-গন্ধ তন্মাত্ৰাণাং অবিশেষাণাং বিশেষাঃ (পাতঞ্জল ২।১৯)।

আমি ওপৰত কৈ আহিছো যে পঞ্চমহাভূত মানে বস্তু নহয়—শক্তিৰ ৫ টা বিশেষ ইন্দ্ৰিয়গ্ৰাহ্য অৱস্থা (২২ কাৰিকা চাওক)।

এই মহাভূতবোৰৰ পৰা ত্ৰিগুণৰ পৰিণামত (আৰু সংমিশ্ৰণত) সকলো বাহ্য বস্তু হৈছে। এই বাহ্য বস্তুবোৰৰ প্ৰত্যেক পৰমাণুত পাঁচোওটা তন্মাত্ৰ ন্যুনাধিক পৰিমাণে মিহলি হৈ আছে। এই পৰমাণুবোৰ পঞ্চীকৃত পৰমাণু। ইহঁত স্থুল, বিশেষ আৰু ইন্দ্ৰিয়গ্ৰাহ্য। তেন্তে এতিয়া এই কাৰিকাৰ অৰ্থ হল—

তেষাং [সেই বাহ্যেন্দ্ৰিয়বোৰৰ ভিতৰত] পঞ্চবুদ্ধীন্দ্ৰিয়াণি বিশেষ অবিশেষ বিষয়াণি [জ্ঞানেন্দ্ৰিয়বোৰে বিশেষ, অবিশেষ দুয়োটা প্ৰত্যক্ষ কৰে]। বাক্ শব্দ বিষয়া ভৱতি [বাক্ ইন্দ্ৰিয়ৰ বিষয় কেৱল শব্দ] শেষাণি পঞ্চবিষয়াণি [বাকীবোৰ ইন্দ্ৰিয়ৰ বিষয় পঞ্চমহাভূত মাত্ৰ]।

জ্ঞানেন্দ্ৰিয় বোৰে 'বিশেষ' 'অবিশেষ' দুয়োটাকে প্ৰত্যক্ষ কৰে। এই কথা যোগী বা দেৱতাত হে খাটে। (গৌড়পাদৰ ভাষ্য চাওক)। সাধাৰণ মানুহৰ পক্ষে তন্মাত্ৰবোৰ ইন্দ্ৰিয়গ্ৰাহ্য নহয়। কিন্তু যোগীৰ "ঋতম্ভৰা" (সত্যপূৰ্ণা) প্ৰজ্ঞাই সত্যৰ বাহিৰে একো নেদেখে আৰু সমুদায় সত্য একেবাৰে দেখে। তেওঁবিলাকৰ তাত মিথ্যা জ্ঞানৰ গোন্ধ মাত্ৰ নাই। [ন তত্ৰ বিপৰ্য্যাস-গন্ধঃ অপি অস্তি (পাত ১।৪৮)] সেইবাবে তেওঁবিলাকে তন্মাত্ৰ প্ৰত্যক্ষ কৰে। বাক্ ইন্দ্ৰিয় সম্পৰ্কে কিন্তু আমি, যোগী আৰু দেৱতা, সকলো সমশ্ৰেণীৰ—কাৰণ আমি বাক্য উচ্চাৰণ কৰোতে বাহিৰৰ কোনো শক্তিৰ আশ্ৰয় ল'ব নেলাগে। ই ভিতৰৰ সূক্ষ্মশক্তি; তাৰ স্বৰূপ; তাৰৰ পৰা বাক্য।

বাকী কৰ্ম্মেন্দ্ৰিয়বোৰৰ বিষয় পঞ্চমহাভূত—যি বোৰক 'বিশেষ' বুলি ওপৰত কোৱা হৈছে ।।৩৪।।

**সান্তঃকৰণা বুদ্ধিঃ সৰ্ব্বং বিষয়মবগাহতে যস্মাৎ।**
**তস্মাৎ ত্ৰিবিধং কৰণং দ্বাৰি দ্বাৰাণি শেষাণি ।।৩৫।।**

সান্তঃকৰণা বুদ্ধিঃ ; অহঙ্কাৰমনঃ সহিতেত্যৰ্থঃ যস্মাৎ সৰ্ব্বং বিষয়মবগাহতে গৃহ্নাতি, ত্ৰিষ্বপি কালেষু শব্দাদীন্ গৃহ্নাতি, তস্মাৎ ত্ৰিবিধং দ্বাৰি দ্বাৰাণি, শেষাণি, কৰণানীতি বাক্যশেষঃ ।।৩৫।।

(৩৫)

সান্তঃকৰণা বুদ্ধি যস্মাৎ সৰ্ব্বং বিষয়ম্ অবগাহতে [অহঙ্কাৰ, মন আৰু বুদ্ধিয়েই সকলো বিষয় গ্ৰহণ কৰি প্ৰকাশ কৰে]। তস্মাৎ ত্ৰিবিধং কৰণং দ্বাৰি শেষাণিতু দ্বাৰাণি [সেইগুণে অন্তঃকৰণ তিনটা দুৱৰী আৰু বাকী ইন্দ্ৰিয়বোৰ দুৱাৰ]।

২৬ কাৰিকাত আমি এই বিষয়ে কৈ আহিছো। এই কাৰিকাত ২৮ কাৰিকাৰ কথাটোকে দৃঢ়ীভূত কৰিবলৈ আকৌ কৈছে যে প্ৰকৃত বিষয়-জ্ঞান অন্তঃকৰণৰ হে কাৰ্য্য। এইটো কথাকে আকৌ ৩৬, ৩৭ আৰু ৩৮ কাৰিকাতো ক'ব ।।৩৫।।

**এতে প্ৰদীপকল্পাঃ পৰস্পৰবিলক্ষণা গুণবিশেষাঃ।**
**কৃৎস্নং পুৰুষস্যাৰ্থং প্ৰকাশ্য বুদ্ধৌ প্ৰযচ্ছন্তি ।।৩৬।।**

কিঞ্চান্যৎ—যানি কাৰণান্যুক্তানি এতে গুণবিশেষাঃ, কিং বিশিষ্টাঃ। প্ৰদীপকল্পাঃ প্ৰদীপবদ্বিষয়প্ৰকাশকাঃ, পৰস্পৰবিলক্ষণা অসদৃশা ভিন্নবিষয়া ইত্যৰ্থঃ। গুণবিশেষেতি—গুণবিশেষা গুণেভ্যোজাতাঃ। কৃৎস্নং পুৰুষস্যাৰ্থং বুদ্ধীন্দ্ৰিয়াণি কৰ্ম্মেন্দ্ৰিয়াণ্যহঙ্কাৰো মনশ্চৈতানি স্বং স্বমৰ্থং পুৰুষস্য প্ৰকাশ্য বুদ্ধৌ প্ৰযচ্ছন্তি, বুদ্ধিস্থং

---

* বৈজ্ঞানিক পাঠকসকলে জানে যে এই কালব্যাপ্তিবোৰ তেওঁবিলাকৰ wave-length বা period.

** তন্মাত্ৰ মানে তৎ-মাত্ৰ (সেই মাত্ৰ)—অৰ্থাৎ শক্তিৰ ইয়াতকৈ সূক্ষ্মতৰ অংশ হ'ব নোৱাৰে। "[illegible] তন্মাত্ৰাণ্যেনোচ্যতে"।

কুৰ্ব্বন্তীত্যৰ্থঃ। যতো বুদ্ধিস্থং সৰ্ব্বং বিষয়সুখাদিকং পুৰুষ উপলভ্যতে ।।৩৬।।

(৩৬)

এতে [ইহঁত অৰ্থাৎ ইন্দ্ৰিয় আৰু অন্তঃকৰণ] গুণবিশেষাঃ [গুণৰ পৰা হোৱা "বিশেষ"] প্ৰদীপকল্পাঃ [চাকিৰ নিচিনা]। পুৰুষস্য কৃৎস্নম্ অৰ্থং প্ৰকাশ্য বুদ্ধৌ প্ৰযচ্ছন্তি [পুৰুসৰ ভোগ্য সকলো বিষয় প্ৰকাশ কৰি বুদ্ধিক দিয়ে]

তেল, শলাকানি আৰু জুই—তিনিটা বিভিন্ন বস্তু গোট খাই চাকি হৈ যেনেকৈ বস্তু পোহৰ কৰে, সেইদৰে এই বিভিন্ন কৰণ বোৰেও গোট খাই বস্তু প্ৰকাশ কৰি বুদ্ধিক দিযে।

এই কৰণবোৰ 'গুণবিশেষাঃ', অৰ্থাৎ গুণৰ পৰা হোৱা 'বিশেষ'। পঞ্চমহাভূতবোৰ 'বিশেষ' বুলি ওপৰত ক'লে। এই কাৰিকাত এতিয়া কৈছে যে ইন্দ্ৰিয়বোৰো 'বিশেষ'। বাহিৰত যি শক্তিয়ে কাৰ্য্য কৰি সুখ, দুখ, ৰূপ ৰসাদি ভাববোৰ উৎপন্ন কৰে, তাৰ অনুৰূপ শক্তি ভিতৰত থাকিব লাগিব ; নহ'লে আমি সেই বিশেষ বিশেষ ৰূপ, ৰস আদি গ্ৰহণ কৰিব নোৱাৰো। এই অৰ্থতে ইন্দ্ৰিয়বোৰো গুণবিশেষ। (পাতঞ্জলি ২।১৯) ।।৩৬।।

**সৰ্ব্বং প্ৰত্যুপভোগং যস্মাৎ পুৰুষস্য সাধয়তি বুদ্ধিঃ।**
**সৈব চ বিশিনষ্টি পুনঃ প্ৰধানপুৰুষান্তৰং সূক্ষ্মম্ ।।৩৭।।**

ইদঞ্চান্যৎ— সৰ্ব্বেন্দ্ৰিয়গতং ত্ৰিষ্বপি কালেষু সৰ্ব্বং প্ৰত্যুপভোগমুপভোগং প্ৰতি দেবমনুষ্যতিৰ্যগবুদ্ধীন্দ্ৰিয়কৰ্ম্মেন্দ্ৰিয়দ্বাৰেণ সান্তঃকৰণা বুদ্ধিঃ সাধয়তি সম্পাদয়তি যস্মাৎ তস্মাৎ সৈব চ বিশিনষ্টি—প্ৰধানপুৰুষয়োৰ্ব্বিষয়বিভাগং কৰোতি, প্ৰধানপুৰুষান্তৰং নানাত্বমিত্যৰ্থঃ, সূক্ষ্মমিত্যনৰ্ধিকৃততপশ্চৰণৈৰপ্ৰাপ্যম, ইয়ং প্ৰকৃতি সত্ত্বৰজস্তমসাং সাম্যাবস্থা ইয়ং বুদ্ধিৰয়মহঙ্কাৰঃ, এতানি পঞ্চতন্মাত্ৰাণ্যেকাদশেন্দ্ৰিয়াণি পঞ্চমহাভূতান্যয়মন্যঃ পুৰুষ এভ্যো ব্যতিৰিক্ত ইত্যেবং বোধয়তি বুদ্ধিঃ, যস্যাবাপাদপবৰ্গো ভবতি ।।৩৭।।

(৩৭)

যস্মাৎ বুদ্ধিঃ পুৰুষস্য সৰ্ব্বং প্ৰত্যুপভোগং সাধয়তি [বুদ্ধিয়ে যেনেকৈ পুৰুষৰ সকলো উপভোগ সাধন কৰে] সা এব পুনঃ সূক্ষ্মং প্ৰধান-পুৰুষ-অন্তৰং চ বিশিনষ্টি [সেইদৰে আকৌ সেই বুদ্ধিয়েইহে প্ৰকৃতি-পুৰুষৰ সূক্ষ্ম প্ৰভেদটি বিশেষ ভাবে দেখুৱাই দিয়ে]

বুদ্ধি নহ'লে যে একো ভোগ নহয় এই কথা বহুত বৰুমে বহুত বাৰ ওপৰত কোৱা হ'ল। এতিয়া এই কাৰিকাত বিশেষকৈ কোৱা হৈছে যে বুদ্ধি নহ'লে পুৰুষৰ অপবৰ্গও নহয়। বুদ্ধি পুৰুষৰ নিচেই গাতে লাগি আছে। ই পুৰুষৰ মন্ত্ৰীস্বৰূপ বুলি বাচস্পতিয়ে কৈছে। ইফালে আকৌ বুদ্ধিৰ জড় জগতৰে সৈতে অতি ঘনিষ্ঠ-সম্বন্ধ, কাৰণ, যদিও চেতনৰ ওচৰত থাকি চেতনৰ দৰে হৈছে (২০ কাৰিকা) তথাপি বুদ্ধি নিজেই জড়-পদাৰ্থ। সেই গুণে চিৎ আৰু জড়ৰ, (পুৰুষ আৰু প্ৰকৃতিৰ) সূক্ষ্ম প্ৰভেদ বুদ্ধিয়েহে দেখুৱাব পাৰে। (বুদ্ধিঃ বোধয়তি, নতু কৰোতি—বাচস্পতি)

গৌড়পাদৰ মতে এই কাৰিকাত 'সূক্ষ্ম' শব্দটিৰ মানে তপশ্চৰণ নকৰা মানুহে বুজিব নোৱাঁৰা ।।৩৭।।

**তন্মাত্ৰাণ্যবিশেকাস্তেভ্যো ভূতানি পঞ্চ পঞ্চভ্যঃ।**
**এতে স্মৃতা বিশেষাঃ শান্তা ঘোৰাশ্চ মূঢ়াশ্চ ।।৩৮।।**

পূৰ্ব্বমুক্তং বিশেষাবিশেষবিষয়াণি তৎ কে বিষয়াস্তচ্চ দৰ্শয়তি যানি পঞ্চ তন্মাত্ৰাণ্যহঙ্কাৰাদুৎপদ্যন্তেতে শব্দতন্মাত্ৰং স্পৰ্শতন্মাত্ৰং ৰূপতন্মাত্ৰং ৰসতন্মাত্ৰং গন্ধতন্মাত্ৰমেতন্যবিশেষা উচ্যন্তে। দেবানামেতে সুখলক্ষণা বিষয়া দুঃখমোহৰহিতাঃ, তেভ্যঃ পঞ্চভ্যস্তন্মাত্ৰেভ্যঃ পঞ্চমহাভূতানি পৃথিব্যপ্‌তেজোবায়াকাশসংজ্ঞানি যাণ্যুৎপদ্যন্তে এতে স্মৃতা বিশেষাঃ। গন্ধতন্মাত্ৰাৎ পৃথিবী ৰসতন্মাত্ৰাদাপঃ, ৰূপতন্মাত্ৰাত্তেজঃ, স্পৰ্শতন্মাত্ৰা দ্বায়ুঃ , শব্দতন্মাত্ৰাদাকাশম্, ইত্যেবমুৎপন্নান্যেতানি পঞ্চমহাভূতান্যেতে বিশেষা মানুষাণাং বিষয়াঃ শান্তাঃ সুখলক্ষণাঃ, ঘোৰা দুঃখলক্ষণা, মূঢ়া মোহজনকাঃ। যথাকাশং কস্যচিদনবকাশাদন্তৰ্গৃহাদেৰ্নিৰ্গতস্য সুখাত্মকং শান্তং ভবতি, তদেব শীতোষ্ণবাতবৰ্ষাভিভূতস্য দুঃখাত্মকং ঘোৰং ভবতি, তদেব পন্থানং গচ্ছতো বনমাৰ্গাদ্ ভ্ৰষ্টস্য দিঙ্মোহান্মূঢ়ং ভবতি। এবং বায়ুৰ্ঘৰ্মাৰ্ত্তস্য শান্তো ভবতি শীতাৰ্ত্তস্য ঘোৰো ধূলীশৰ্কৰাবিমিশ্ৰোঽহতিবান্ মূঢ় ইতি। এবং তেজঃ প্ৰভৃতিষু দ্ৰষ্টব্যম্ ।।৩৮।।

(৩৮)

তন্মাত্ৰাণি অবিশেষাঃ [তন্মাত্ৰবোৰ অবিশেষ] পঞ্চভ্যঃ পঞ্চ ভূতানি [সেই পাঁচোটা তন্মাত্ৰৰ পৰা পঞ্চ মহাভূতবোৰ হৈছে] এতে শান্তাঃ ঘোৰাঃ মূঢ়াঃ চ বিশেষাঃ স্মৃতাঃ (এই পঞ্চ মহাভূতবোৰ ) শান্ত বা সুখকৰ, ঘোৰ বা দুখকৰ, মূঢ় বা মোহকৰ আৰু ইহঁতক 'বিশেষ' বোলে]

ওপৰত এই কাৰিকাৰ একৰকম ব্যাখ্যা কৰাই হ'ল। ইয়াত এতিয়া এই কাৰিকাৰ ভাষ্যত কৈছে যে তন্মাত্ৰবোৰ দেৱতা বা যোগীৰহে উপভোগ্য। তেঁও বিলাকৰ পক্ষে তন্মাত্ৰবোৰ নিৰৱচ্ছিন্ন সুখদায়ক। এই পঞ্চতন্মাত্ৰৰ পৰা পঞ্চমহাভূত হৈছে। ইহঁতেই আমাৰ সুখদায়ক বা দুখদায়ক বা মোহাত্মক আদি সকলো ভাৱৰ, আৰু ৰূপ, ৰস, গন্ধ, স্পৰ্শ আদি সকলো অনুভূতিৰ মূল কাৰণ অৰ্থাৎ ইহঁত আমাৰ ভোগ্য। কিন্তু সকলো অৱস্থাতে সকলোকে একে ৰকমৰ ভোগ নিদিয়ে — যেনে, একে আকাশেই ঘৰ্ম্মাৰ্ত্তৰ পক্ষে শান্ত, শীতাৰ্ত্তৰ পক্ষে ঘোৰ আৰু ৰাতি পৰুৱাই পোৱা মানুহৰ পক্ষে মোহাত্মক; একে জনী মানুহেই পতিৰ সুখ, সপত্নীৰ দুখ আৰু কামুকৰ মোহৰ কাৰণ হয়। ৰূপ ৰসাদিৰ সম্পৰ্কেও এনে — চেনি মিঠা; কিন্তু জ্বৰ হ'লে তিতা; এটা ব'গা বস্তু পিত্তৰ বেমাৰীয়ে হালধীয়া দেখে। দৃশ্য আৰু দ্ৰষ্টাৰ এনে সম্বন্ধৰ কথা ওপৰত অনেক বাৰ কোৱা হৈছে। এতিয়া গৌড়পাদে সেইবোৰ যুক্তিৰে পুনৰাবৃত্তি কৰি বুজাইছে যে আমাৰ ইন্দ্ৰিয়জ জ্ঞান নিশ্চয় সংস্কাৰ-ঘটিত। যদি সংস্কাৰ-ঘটিত ন'হলহেতেন যদি সুখ, দুখ, ৰূপ, ৰসাদি বস্তুত লাগি থাকিলহেঁতেন, তেন্তে বাহ্য বস্তুবোৰ সকলো মানুহে একে ৰকমেহে ভোগ কৰিলেহেঁতেন — আকাশ সকলো মানুহৰ পক্ষে, সকলো অৱস্থাতে, সুখদায়ক হ'লহেঁতেন; ব'গা বস্তুটো সকলোৱে বগাকেহে দেখিলেহেঁতেন ইত্যাদি।* ।।৩৮।।

**সূক্ষ্মা মাতাপিতৃজাঃ সহ প্ৰভূতৈস্ত্ৰিধা বিশেষাঃ স্যুঃ।**
**সূক্ষ্মাস্তেষাং নিয়তা মাতাপিতৃজা নিবৰ্ত্তন্তে ।।৩৯।।**

তথাহন্যে বিশেষাঃ, সূক্ষ্মাস্তন্মাত্ৰাণি যৎ সংগৃহীতং তন্মাত্ৰকং সূক্ষ্মশৰীৰং মহদাদিলিঙ্গং সদা তিষ্ঠতি সংসৰতি চ, তে সূক্ষ্মাঃ, তথা মাতাপিতৃজাঃ—স্থূলশৰীৰোপচায়কা ঋতু-কালে মাতাপিতৃসংযোগে শোণিতশুক্ৰমিশ্ৰীভাবেনোদৰান্তঃ সূক্ষ্মশৰীৰস্যোপচয়ং কুৰ্ব্বন্তি তৎ সূক্ষ্মশৰীৰং পুনৰ্মাতুৰশিতপীতনানাবিধৰসেন নাভিনিবদ্ধেনাপ্যায়তে তথাপ্যাৰব্ধং শৰীৰং সূক্ষ্মামাতাপিতৃজৈশ্চ সহ মহাভূতৈস্ত্ৰিধা বিশেষৈঃ, পৃষ্ঠোদৰজঙ্ঘাকট্যুৰঃ শিৰঃ প্ৰভৃতিষাট্‌কৌশিকং পাঞ্চভৌতিকং ৰুধিৰমাংসস্নায়ুশুক্ৰাস্থিমজ্জাসংভৃতম্ আকাশোঽৱকাশদানাদ্বায়ুৰ্ব্বৰ্দ্ধনাৎ তেজঃ পাকাদাপঃ সংগ্ৰহাৎ পৃথিবী ধাৰণাৎ সমস্তাৱয়ৱোপেতং মাতুৰুদৰাৎ বহিৰ্ভৱতি। এৱমেতে ত্ৰিবিধা বিশেষাঃ স্যুঃ। অত্ৰাহ কে নিত্যাঃ ? কেবা অনিত্যাঃ ? সূক্ষ্মাস্তেষাং নিয়তাঃ, সূক্ষ্মতন্মাত্ৰসংজ্ঞকাস্তেষাং মধ্যে নিয়তা নিত্যাঃ, তৈৰাৰব্ধং শৰীৰং কৰ্ম্মবশাৎ** পশুমৃগপক্ষিসৰীসৃপস্থাৱৰজাতিষু সংসৰতি। ধৰ্ম্মবশাদিন্দ্ৰাদিলোকেষু। এৱমেতন্নিয়তং সূক্ষ্ম-শৰীৰং সংসৰতি, ন যাবজ্‌জ্ঞানমুৎপদ্যতে উৎপন্নে জ্ঞানে বিদ্বাংচ্ছৰীৰং ত্যক্ত্বা মোক্ষং গচ্ছতি, তস্মাদেতে বিশেষাঃ সূক্ষ্মা নিত্যা ইতি। মাতাপিতৃজা নিবৰ্ত্তন্তে, তৎ সূক্ষ্ম-শৰীৰং পৰিত্যজ্যেহৈৱ প্ৰাণত্যাগবেলায়াং মাতাপিতৃজা নিবৰ্ত্তন্তে, মৰণকালে মাতাপিতৃজং শৰীৰমিহৈৱ নিবৃত্য ভূম্যাদিষু প্ৰলীয়তে যথাতত্ত্বম ।।৩৯।।

(৩৯)

সূক্ষ্মাঃ [সূক্ষ্মশৰীৰ] মাতা-পিতৃজাঃ [মাতৃ-পিতৃ পৰা পোৱা স্থূল শৰীৰ] প্ৰভূতৈঃ সহ [পাঞ্চভৌতিক দ্ৰব্যই সৈতে] ত্ৰিধাঃ বিশেষাঃ স্যুঃ [এই তিনি বিধ বিশেষ]। তেষাং সূক্ষ্মাঃ নিয়তাঃ [ইহঁতৰ ভিতৰত সূক্ষ্মশৰীৰ নিত্য বা স্থায়ী] মাতা-পিতৃজাঃ নিবৰ্ত্তন্তে [স্থূলশৰীৰ ধ্বংস হয়]

৩৯-৪১ কাৰিকাৰ ব্যাখ্যা সকলো ভাষ্য-কাৰে একে ৰকমে কৰা নাই। এই কাৰিকা ৩ টাত আমি তিনটা শব্দ পাওঁ — লিঙ্গ, লিঙ্গশৰীৰ আৰু সূক্ষ্মশৰীৰ। লিঙ্গ মানে বুদ্ধি আৰু সূক্ষ্ম কৰণ শক্তিৰ মিলিত অৱস্থা; ই প্ৰকৃততে কৰণ-শক্তি মাত্ৰ। ইয়াৰ লগত পঞ্চতন্মাত্ৰ যোগ হলেই এটা শৰীৰ হয় — তাক লিঙ্গশৰীৰ বোলে। "সপ্ত দশৈকং লিঙ্গম"— বুদ্ধি মন, ১০ ইন্দ্ৰিয় আৰু পঞ্চ তন্মাত্ৰ, এই ১৭ টা মিলি লিঙ্গ-শৰীৰ। আমি কৈ আহিছো যে আটাইবোৰ লিঙ্গশৰীৰ সৃষ্টিৰ আদিত সমষ্টি ৰূপে প্ৰকৃতিত (মহত্তত্ত্বত) লীন হৈ থাকে — এটা মাত্ৰ শৰীৰ হৈ থাকে। "লিঙ্গ শৰীৰং সৰ্গাদৌ সমষ্টিৰূপমেকং ভৱতীত্যৰ্থঃ ব্যক্তি ভেদঃ কৰ্ম্ম বিশেষাৎ।" সৃষ্টি ব্যক্ত হ'লে এই লিঙ্গশৰীৰৰ ব্যক্তিগত পাৰ্থক্য হয়। তেতিয়া তাক লিঙ্গশৰীৰ নুবুলি কোনো কোনোৱে সূক্ষ্মশৰীৰ বোলে। বেদান্ত মতেও সূক্ষ্মশৰীৰ আৰু লিঙ্গ-শৰীৰ একে— "শৰীৰং সপ্তদশভিঃ সূক্ষ্মং তল্লিঙ্গমুচ্যতে" (পঞ্চদশী ১।২৩) এই দৰে ব্যাখ্যা কৰিলে বুজিবলৈ সহজ হয় আৰু কোনো কোনো ভাষ্যকাৰৰ এয়ে মত। তেওঁবিলাকে ভাবে যে লিঙ্গশৰীৰ আৰু সূক্ষ্মশৰীৰৰ একো বিশেষ পাৰ্থক্য নাই।

* এই কথাটো ঠিক এই ভাবেই বেদান্ততো কৈছে। (ব্ৰঃ সূঃ ২।২।২৮, ভাষ্য আৰু ভামতী টীকা চাওক)

** শৰীৰং কৰ্ম্মবশাদিতি পাঠান্তৰম্

কিন্তু কোনো কোনো ভাষ্যকাৰে কয় যে লিঙ্গশৰীৰ আৰু সূক্ষ্মশৰীৰ একেবুলি ভাবিলে ভুল হ'ব। তেওঁবিলাকে কয় যে লিঙ্গ-শৰীৰ 'অবিশেষ' কিন্তু সূক্ষ্মশৰীৰ 'বিশেষ'। সাংখ্যাচাৰ্য্যইও এই কাৰিকাত তাকেই কৈছে আৰু তল ৪১ কাৰিকাতো ক'ব যে 'বিশেষ' নহলে লিঙ্গ থাকিব নোৱাৰে। লিঙ্গশৰীৰ নিৰুপভোগ — ভোগ কৰিবৰ সামৰ্থ্য নাই। সূক্ষ্মশৰীৰৰ ভোগ কৰিবৰ সামৰ্থ্য আছে। তাৰ জন্মান্তৰ হয়। সি সেই গুণে আতিবাহিক ভোগায়তন শৰীৰ — স্বৰ্গ, নৰকত সুখ দুখ ভোগ কৰিব পৰা (স্থূলশৰীৰৰ নিচিনা) ভৌতিক শৰীৰ, কিন্তু অতি সূক্ষ্মভূতেৰে নিৰ্ম্মিত। এই সূক্ষ্ম ভৌতিক শৰীৰৰ আশ্ৰয়তে লিঙ্গশৰীৰ থাকে। (৪১ কাৰিকা) লিঙ্গশৰীৰ শুদা সূক্ষ্মশক্তি বা ভাব ।।৩৯।।

[এইবোৰ কথা অতি বাহুল্য ভাবে জন্মান্তৰ ৰহস্যত কোৱা হৈছে। তাত কোৱা হৈছে যে এই লিঙ্গ দেহস্থ ভাব বোৰেই ইন্দ্ৰিয়াদি নিৰ্ম্মাণ কৰে]

**পূৰ্ব্বোৎপন্নমসক্তং নিয়তং মহদাদিসূক্ষ্মপৰ্য্যন্তম্।**
**সংসৰতি নিৰুপভোগং ভাবৈৰধিবাসিতং**
**লিঙ্গম্ ।।৪০।।**

সূক্ষ্মং চ কথং সংসৰতি? মদাহ-যদা লোকা অনুৎপন্নাঃ প্ৰধানাদিসৰ্গে তদা সূক্ষ্মশৰীৰমুৎপন্নমিতি। কিঞ্চান্যৎ। অসক্তং ন সংযুক্তং তিৰ্য্যগ্-যোনিদেবমাণুষস্থানেষু, সূক্ষ্মত্বাৎ কুত্ৰচিদসক্তং পৰ্ব্বতাদিষু অপ্ৰতিহত-প্ৰসবং সংসৰতি গচ্ছতি। নিয়তম্, যাবন্ন জ্ঞানমুৎপদ্যতে তাবৎসংসৰতি। তচ্চ মহদাদিসূক্ষ্মপৰ্য্যন্তম্। মহানাদৌ যস্য তন্মহদাদি বুদ্ধিৰহঙ্কাৰো মন ইতি পঞ্চতন্মাত্ৰাণি সূক্ষ্মপৰ্য্যন্তং তন্মাত্ৰপৰ্য্যন্তম্ সংসৰতি শূলগ্ৰহ পিপীলিকাবৎ ত্ৰীনপি লোকান্। নিৰুপভোগং ভোগৰহিতং তৎ সূক্ষ্মশৰীৰং মাতা পিতৃজেন বাহ্যেনোপচয়েন ক্ৰিয়াধৰ্ম্মগ্ৰহণাদ্ভোগেষু সমৰ্থং ভবতীত্যৰ্থঃ। ভাবৈৰধিবাসিতং পুৰস্তাত্তাবান্ ধৰ্ম্মাদীন বক্ষ্যামঃ, তৈৰধিবাসিতমুপৰঞ্জিতম। লিঙ্গমিতি— প্ৰলয়কালে মহদাদিসূক্ষ্মপৰ্য্যন্তং কৰণোপেতং প্ৰধানে লীয়তে, অসংসৰণযুক্তং সৎ আসৰ্গকালমত্ৰ বৰ্ত্ততে প্ৰকৃতিমোহবন্ধনবদ্ধং সৎ সংসৰনাদিক্ৰিয়াস্বসমৰ্থমিতি । পুনঃ সৰ্গকালে সংসৰতি তস্মাল্লিঙ্গং সূক্ষ্মম্।।৪০।।

(৪০)

পূৰ্ব্বোৎপন্নম্ [স্থূল আৰু সূক্ষ্মশৰীৰৰ আগতে উৎপন্ন হোৱা।] অসক্তং [সঙ্গ ৰহিত, অৰ্থাৎ কোনো এটা শৰীৰতে আবদ্ধ নোহোৱা বা সকলোৰকম শৰীৰ ধাৰণ কৰিব পৰা] নিয়তং [চিৰস্থায়ী — অৰ্থাৎ যিমান দিন মোক্ষ নহয় সিমান দিন থকা] নিৰুপভোগং [নিজে ভোগ কৰিব নোৱাৰা] মহদাদি সূক্ষ্ম পৰ্য্যন্তং [তন্মাত্ৰ আৰু মহদাদি কৰণবোৰেৰে নিৰ্ম্মিত] ভাবৈঃ অধিবাসিতং [ধৰ্ম্মাদি অষ্টভাবৰ সংস্কাৰ-যুক্ত] লিঙ্গং সংসৰতি [লিঙ্গ-শৰীৰে নতুন নতুন জনম লয়]।

স্থূল আৰু সূক্ষ্মশৰীৰৰ পূৰ্ব্বেই লিঙ্গশৰীৰ উৎপত্তি হয়, ই সকলো ৰকমৰ শৰীৰ ধাৰণ কৰিব পাৰে; মোক্ষ নহয় মানে লিঙ্গশৰীৰৰ বিনাশ নাই; বা লিঙ্গশৰীৰ নাশ নহয় মানে মোক্ষ নহয়। ভৌতিক সূক্ষ্ম আৰু স্থূল শৰীৰৰ লগত যোগ নহ'লে লিঙ্গ শৰীৰে ভোগ কৰিব নোৱাৰে, কাৰণ ই শুদ্ধ কৰণ-শক্তি স্বৰূপ। এই কৰণ-শক্তিত ধৰ্ম্মাদি অষ্ট-ভাব আছে, যাক 'সংস্কাৰ' বোলে।

এতিয়া কথা হ'ল যে লিঙ্গশৰীৰ "ভাবৈৰধিবাসিতং"। ধৰ্ম্মাদি ভাবৰ সংস্কাৰটো নহ'লে লিঙ্গশৰীৰ নহয়। আমি ওপৰত কৈ আহিছো যে শক্তিৰ ক্ৰিয়া নহ'লে ভাব উৎপন্ন হ'ব নোৱাৰে। তেন্তে লিঙ্গশৰীৰক 'পূৰ্ব্বোৎপন্নং' কিয় বুলিছে? দেখাতে তন্মাত্ৰৰ সৃষ্টি আগ হ'ব লাগিব। এইটো তেন্তে সাংখ্যই কি কৈছে?

আমাৰ এই প্ৰশ্নৰ উত্তৰ ৫২ কাৰিকাত দিছে। তাত কৈছে যে এই ভাব সৃষ্টি আৰু তন্মাত্ৰ সৃষ্টি অন্যোন্যাশ্ৰয়ী বা সহভাবী।।৪০।। [জন্মান্তৰ ৰহস্য চাওক]

**চিত্ৰং যথাশ্ৰয়মৃতে স্থাণ্বাদিভ্যো বিনা যথা ছায়া।**
**তদ্বদ্বিনাঽবিশেষৈৰ্ন তিষ্ঠতি নিৰাশ্ৰয়ং লিঙ্গম্ ।।৪১।।**

কিংপ্ৰয়োজনেন ত্ৰয়োদশবিধং কৰণং সংসৰতীত্যেবং চোদিতে সত্যাহ — চিত্ৰং যথা কুড্যাদ্যাশ্ৰয়মৃতে ন তিষ্ঠতি, স্থাণ্বাদিভ্যঃ কীলকাদিভ্যো বিনা যথা ছায়া ন তিষ্ঠতি, তৈৰ্বিনা ন ভবতি, আদিগ্ৰহণাদ্ যথা — শৈত্যং বিনা নাপো ভবন্তি শৈত্যং বাহ্স্তিৰ্বিনা। অগ্নিৰুষ্ণং বিনা বায়ুঃ স্পৰ্শং বিনা আকাশমৱকাশং বিনা পৃথিবী গন্ধং বিনা তদ্বদেতেন দৃষ্টান্তেন ন্যায়েন বিনা বিশেষৈৰবিশেষৈ-তন্মাত্ৰৈৰ্বিনা ন তিষ্ঠতি। অথ বিশেষভূতান্যুচ্যন্তে, শৰীৰং পঞ্চভূতময়ম্, বৈশেষিশা শৰীৰেণ বিনা ক [illegible] চেতি

রু একদেহমুৎসৃজ্য তদেবান্যমাশ্রয়তি, নিৰাশ্রয়মাশ্রয়হিতং, লিঙ্গং ত্রয়োদশবিধং কৰণমিত্যৰ্থঃ ।।৪১।।

(৪১)

যথা আশ্রয়ং ঋতে চিত্রং [পট যেনেকৈ আশ্রয় নহ'লে থাকিব নোৱাৰে] স্থাণু আদিভ্যঃ বিনা যথা ছায়া [আধাৰ আদি নহ'লে যেনেকৈ শূণ্যত ছাঁ নপৰে] তদ্বৎ বিশেষৈঃ বিনা লিঙ্গং নিৰাশ্রয়ং ন তিষ্ঠতি[ঠিক সেই দৰেই 'বিশেষ বা সূক্ষ্মশৰীৰ নহ'লে লিঙ্গ শৰীৰ নিৰাশ্রয় হৈ থাকিব নোৱাৰে]।

সূক্ষ্মশৰীৰ নহ'লে লিঙ্গ শৰীৰ থাকিব নোৱাৰে। প্ৰলযত সকলো বাহ্য বস্তুৰ লগতে ভৌতিক সূক্ষ্মশৰীৰো ধ্বংস হয়। এই কাৰণতে ইযাৰ নাম লিঙ্গশৰীৰ (লয়ং গচ্ছতীতি লিঙ্গম্) সূক্ষ্ম তন্মাত্র নহলে লিঙ্গদেহে ক্রিয়া কৰিব নোৱাৰে। ।।৪১।।

**পুৰুষাৰ্থহেতুকমিদং নিমিত্তনৈমিত্তিক প্ৰসঙ্গেন।**
**প্ৰকৃতে ৰ্বিভুত্বযোগান্নটবদ্ব্যবতিষ্ঠতে লিঙ্গম্ ।।৪২।।**

কিমথম্? তদুচ্যতে—পুৰুষাৰ্থঃ কৰ্ত্তব্য ইতি প্ৰধানং প্ৰবৰ্ত্ততে ; স চ দ্বিবিধঃ, শব্দাদ্যুপলব্ধিলক্ষণো গুণপুৰুষান্ত-ৰোপলব্ধিলক্ষণশ্চ। শব্দাদ্যুপলব্ধিৰ্বক্ষ্যাদিষু লোকেষু গন্ধাদিভোগাবাপ্তিঃ। গুণপুৰুষান্তৰোপলব্ধিৰ্মোক্ষ ইতি। তস্মাদুক্তং— "পুৰুষাৰ্থহেতুকমিদং সূক্ষ্মশৰীৰং প্ৰবৰ্ত্ততে" ইতি। নিমিত্তনৈমিত্তিকপ্ৰসঙ্গেন— নিমিত্তং ধৰ্ম্মাদি, নৈমিত্তিকমূৰ্দ্ধগমনাদি, পুৰস্তাদেব বক্ষ্যামঃ। প্ৰসঙ্গেন প্ৰসক্ত্যা প্ৰকৃতেঃ প্ৰধানস্য, বিৰ্ভুত্বযোগাৎ, যথা — ৰাজা স্বৰাষ্ট্ৰে বিৰ্ভুত্বাদ্ যদ্যদিচ্ছতি তৎ তৎ কৰোতীতি, তথা প্ৰকৃতেঃ সৰ্বত্র বিৰ্ভুত্বযোগান্নিমিত্ত নৈমিত্তিকপ্ৰসঙ্গেন ব্যবতিষ্ঠতে পৃথক্ পৃথগ্ দেহধাৰণে লিঙ্গস্য ব্যবস্থাং কৰোতি। লিঙ্গং সূক্ষ্মৈঃ পৰমাণুভিস্তন্মাত্ৰৈৰুপচিতং শৰীৰং ত্রয়োদশবিধকৰণোপেতং মানুষদেবতিৰ্য্যগ্‌যোনিষু ব্যবতিষ্ঠতে। কথম্? নটবৎ — যথা নটঃ পটান্তৰেণ প্ৰবিশ্য দেবো ভূত্বা নিৰ্গচ্ছতি পুৰ্নমানুষঃ পুনৰ্বিদূষকঃ এবং লিঙ্গং নিমিত্তনৈমিত্তিকপ্ৰসঙ্গেনোদৰান্তঃ প্ৰবিশ্য হস্তী স্ত্ৰী পুমান্ ভৱতি ।।৪২।।

(৪২)

পুৰুষাৰ্থহেতুকম্ ইদং লিঙ্গম্ [পুৰুষৰ ভোগ আৰু অপবৰ্গ সাধনেই যাৰ প্ৰবৰ্ত্তক এনে লিঙ্গশৰীৰে] নিমিত্ত নৈমিত্তিক প্ৰসঙ্গেন [কাৰ্য্য-কাৰণ সহযোগে] প্ৰকৃতেঃ বিভুত্ব-যোগাৎ [আৰু প্ৰকৃতিৰ অসীম শক্তিৰ প্ৰভাৱত] নটবৎ ব্যবতিষ্ঠতে [ভাৱৰীয়াৰ দৰে নতুন নতুন ৰূপ ধাৰণ কৰে অৰ্থাৎ নতুন নতুন জন্ম গ্ৰহণ কৰে]।

(১) পুৰুষাৰ্থ হেতুকং — লিঙ্গশৰীৰ মূল হেতু পুৰুষাৰ্থ সাধন। লিঙ্গশৰীৰ পুৰুষৰ ভোগ আৰু অপবৰ্গৰ বাবে সৃষ্টি হৈছে।' এই শৰীৰ নহ'লে পুৰুষৰ ভোগো নহয় আৰু অপগৰ্বও নহয়। সেইগুণেই 'ইয়াক "পুৰুষাৰ্থ হেতুকং" বোলা হৈছে (পুৰুষাৰ্থঃ এব সেতুঃ যস্য)।

(২) নিমিত্ত নৈমিতিক-প্ৰসঙ্গে — 'নিমিত্ত' মানে কাৰণ আৰু 'নৈমিত্তিক' মানে নিমিত্তৰ পৰা হোৱা ফল।

লিঙ্গশৰীৰ "ভাবৈৰধিবাসিতং" (৪০ কাৰিকা)। সকলো কৰ্ম্মৰ মূল এই ধৰ্ম্মাদি ভাবৰ সংস্কাৰ; ইয়াকে 'নিমিত্ত' বুলিছে — অৰ্থাৎ এয়ে সকলো কৰ্ম্মৰ কাৰণ। এই কাৰণৰ কাৰ্য্য বা ফল হৈছে, নানা জন্মান্তৰ — অৰ্থাৎ দেৱতা, মানুহ, পশু কীট, স্থাবৰ আদি অসংখ্য শৰীৰ। এই কাৰিকাত "নৈমিত্তিক" শব্দটিয়ে এই অসংখ্য শৰীৰবোৰ বুজাইছে।

এতিয়া এই কাৰিকাৰ অৰ্থ হ'ল এই যে জীৱই নিজ সংস্কাৰৰ বশবৰ্ত্তী হৈ কৰ্ম্মকৰে আৰু সেই কৰ্ম্ম অনুসৰি নানা যোনিত জন্ম গ্ৰহণ কৰে। জীৱই নিজে জন্ম গ্ৰহণ কৰে; কোনেও বলেৰে ধৰি জীৱক ঘূৰাই নুফুৰায় — ঈশ্বৰেও নহয়, পুৰুষেও নহয়। জীৱৰ নিজ বাসনা আৰু নিজ সংস্কাৰে জীৱক য'লৈ যাব লাগে তলৈ যেন টানি নিয়ে। বাসনা আৰু সংস্কাৰ অচেতন পদাৰ্থ; সিহঁতে তেন্তে কেনেকৈ এই দৰে কৰিব পাৰে? এইটি সেই আগৰ পুৰণি প্ৰশ্নটি; ইয়াৰ উত্তৰতো সেই আগৰ (২৭ কাৰিকাৰ) পুৰণি কথাটিকে কৈছে — "প্ৰকৃতেঃ বিভুত্বযোগাৎ"।

(৩) প্ৰকৃতেৰ্বিভুত্ব যোগাৎ — এই জন্ম গ্ৰহণো প্ৰকৃতিৰ অসীম শক্তিৰ প্ৰভাৱ। গুণৰ ক্ষমতা অসীম। কৰাব জানিলে গুণে সকলো কৰিব পাৰে। আগেয়ে ২৭ কাৰিকাত কৈ আহিল যে এই জগতৰ সকলো পৰিণাম স্বভাৱৰ কাৰ্য্য আৰু যন্ত্ৰত হোৱাৰ দৰে এই পৰিণামবোৰ আপোনাআপুনি হৈছে। এতিয়া, এই কাৰিকাত কৈছে যে অৱকল সেই পৰিণামেই নহয়, জীৱৰ জন্মান্তৰো সেই একে যন্ত্ৰবেই কাৰ্য্য। এয়ে প্ৰকৃতিৰ "বিভুত্ব" যোগ।

"বৈশ্বৰূপ্যাৎ প্ৰধানস্য পৰিণামোঽয়মদ্ভুতঃ" — বাচস্পতি ।।৪২।।

[আমাৰ জন্মান্তৰ ৰহস্যত এইবোৰ কথা বাহুল্য ভাৱে আলোচনা কৰা হৈছে। তলৰ ৫৬ কাৰিকাৰ ব্যাখ্যা চাওক।]

**সাংসিদ্ধিকাশ্চ ভাবাঃ প্ৰাকৃতিকা বৈকৃতিকাশ্চ ধৰ্ম্মাদ্যাঃ।**
**দৃষ্টাঃ কৰণাশ্ৰয়িণঃ কাৰ্য্যাশ্ৰয়িণশ্চ কললাদ্যাঃ ।।৪৩।।**

ভাবৈৰধিবাসিতং লিঙ্গং সংসৰতীত্যুক্তম্ ; তৎ কে ভাবা ইত্যাহ — ভাবাস্ত্ৰিবিধাশ্চিন্ত্যন্তে, সাংসিদ্ধিকাঃ, প্ৰাকৃতাঃ, বৈকৃতাশ্চ। তত্ৰ সাংসিদ্ধিকা যথা — ভগবতঃ কপিলস্যাদিসৰ্গে উৎপদ্যমানস্য চত্বাৰো ভাবাঃ, সহোৎপন্নাঃ, ধৰ্ম্মো জ্ঞানং বৈৰাগ্যমৈশ্বৰ্য্যমিতি। প্ৰাকৃতাঃ কথ্যন্তে,— ব্ৰহ্মণশ্চত্বাৰঃ-পুত্ৰাঃ সনক-সনন্দ-সনাতন-সনৎকুমাৰা বভূবুঃ, তেষামুৎপন্নাকাৰ্য্যকাৰণানাং শৰীৰিণাং ষোড়শবৰ্ষাণামেতে ভাবাশ্চত্বাৰঃ সমুৎপন্নাঃ, তস্মাদেতে প্ৰাকৃতাঃ ; তথা বৈকৃতা যথা, — আচাৰ্য্যমূৰ্ত্তিং নিমিত্তং কৃত্বা অস্মদাদীনাং জ্ঞানমুৎপদ্যতে, জ্ঞানাদ্বৈৰাগ্যং, বৈৰাগ্যাদ্ধৰ্ম্মঃ, ধৰ্ম্মাদৈশ্বৰ্য্যমিতি। আচাৰ্য্যমূৰ্ত্তিৰপি বিকৃতিৰিতি, তস্মাদ্বৈকৃতা এতে ভাবা উচ্যন্তে যৈৰধিবাসিতং লিঙ্গং সংসৰতি। এতে চত্বাৰো ভাবাঃ। সাত্বিকাঃ, তামসা বিপৰীতাঃ সাত্বিকমেতদ্ৰূপং তামসমস্মাদ্বিপৰ্য্যস্তমিত্যত্ৰ ব্যাখ্যাতাঃ। এবমষ্টৌ ধৰ্ম্মো জ্ঞানং বৈৰাগ্যমৈশ্বৰ্য্যম-ধৰ্ম্মোঽজ্ঞানমবৈৰাগ্যমনৈশ্বৰ্য্যমিত্যষ্টৌ ভাবাঃ। ক্ব বৰ্ত্তন্তে? দৃষ্টাঃ কৰণাশ্ৰয়িণঃ। বুদ্ধিঃ কৰণং তদাশ্ৰয়িণঃ; এতদুক্তম্—"অধ্যবসায়ো বুদ্ধিৰ্ধৰ্ম্মোজ্ঞানম্" ইতি। কাৰ্য্যং দেহস্তদাশ্ৰয়াঃ কললাদ্যাঃ যে মাতৃজা ইত্যুক্তাঃ, শুক্ৰ-শোণিতসংযোগে বিবৃদ্ধিহেতুকাঃ কললাদ্যাঃ বুদ্বুদমাংস-পেশীপ্ৰভৃতয়ঃ তথা কৌমাৰযৌবনস্থবিৰত্বাদয়ো ভাবা অন্নপানৰসনিমিত্তা নিষ্পদ্যন্তে, অতঃ কায্যাশ্ৰয়িণ উচ্যন্তে অন্নাদিবিষয়ভোগনিমিত্তা জায়ন্তে ।।৪৩।।

(৪৩)

ধৰ্ম্মাদ্যাঃ প্ৰাকৃতিকা ভাবাঃ সাংসিদ্ধিকাঃ [ধৰ্ম্মাদি অষ্টভাববোৰ সাংসিদ্ধিক বা প্ৰাকৃতিক] বৈকৃতিকাঃ চ [আৰু সিহঁত বৈকৃতিকো] কৰণাশ্ৰয়িণঃ দৃষ্টাঃ [সিহঁতে অন্তঃকৰণৰ আশ্ৰয় কৰি থাকে বুলি আমি দেখুৱাই আহিছো।] কললাদ্যাঃ কাৰ্য্যাশ্ৰয়িণঃ [কললাদি ভাব বোৰ কাৰ্য্যাশ্ৰয়ী]।

বাচস্পতিৰ মতে 'সাংসিদ্ধিকা' আৰু 'প্ৰাকৃতিকা' একে কথা। সাংসিদ্ধিক ভাব মানে, যি ভাববোৰ জন্মৰে পৰা আছে। এইবোৰকে প্ৰাকৃতিকো বুলিছে (গৌড়পাদৰ মতে কিন্তু সাংসিদ্ধিক আৰু প্ৰাকৃতিক ঠিক একে নহয়)। 'বৈকৃতিক ভাব' মানে যিবোৰ ভাব শিক্ষা, ধৰ্ম্মাচৰণ আদি নিমিত্তৰ পৰা এই জন্মত উৎপন্ন হৈছে। 'কলল' মানে জৰায়ু বা ভ্ৰূণ। 'কাৰ্য্য' মানে, এই কাৰিকাত, দেহ বা শৰীৰ বুলি বুজিব লাগিব। 'ভাব' শব্দটোৱে মানসিক ভাব আৰু শাৰীৰিক অৱস্থা, দুয়োকো বুজাইছে।

তেন্তে এতিয়া এই কাৰিকাৰ অৰ্থ হ'লঃ ধৰ্ম্মাদি অষ্ট ভাববোৰৰ কিছুমান পূৰ্ব্বজন্মাৰ্জ্জিত সংস্কাৰ আৰু কিছুমান এই জন্মৰ লব্ধ সংস্কাৰ। এই সংস্কাৰবোৰ বুদ্ধিক আশ্ৰয় কৰি থাকে। কলল, বাল্য, যৌবন আদি ভাববোৰৰ আশ্ৰয় দেহ; সেইগুণে ইহঁত কাৰ্য্যাশ্ৰয়ী।

আমাৰ সকলো কৰ্ম্ম আৰু বাসনাৰ স্থূল যে বুদ্ধস্থ ধৰ্ম্মাদি অষ্টভাবৰ সংস্কাৰ এই কথাটো ওপৰত বহুতবাৰ কৈ আহিছে। এতিয়া এই কাৰিকাত আকৌ কৈছে যে এই সংস্কাৰ অকল আমাৰ কৰ্ম্ম আৰু জন্মান্তৰৰ কাৰণেই নহয় ; ই আমাৰ স্থূলশৰীৰৰ ওপৰতো কাৰ্য্য কৰে। [৪৯ কাৰিকা চাওক] ।।৪৩।।

**ধৰ্ম্মেণ গমনমূৰ্দ্ধং গমনমধস্তাদ্ভৱত্যধৰ্ম্মেণ।**
**জ্ঞানেন চাপৱৰ্গো বিপৰ্য্যয়াদিষ্যতে বন্ধঃ ॥ ৪৪ ॥**

নিমিত্তনৈমিত্তিকপ্ৰসঙ্গেনেতি যদুক্তমত্ৰোচ্যতে—ধৰ্ম্মেণ গমনমূৰ্দ্ধং; ধৰ্ম্মং নিমিত্তং কৃত্বোৰ্দ্ধমুপনয়তি,—ঊৰ্দ্ধমিতি অষ্টৌ স্থানানি গৃহ্যন্তে, তদ্‌যথা—ব্ৰাহ্মং প্ৰাজাপত্যং সৌম্যমৈন্দ্ৰং গান্ধৰ্বং যাক্ষং ৰাক্ষসং পৈশাচমিতি, তৎ সূক্ষ্মং শৰীৰং গচ্ছতি। পশুমৃগপক্ষিসৰীসৃপস্থাৱৰান্তেষধৰ্ম্মো নিমিত্তম্। কিঞ্চ, জ্ঞানেন চাপৱৰ্গঃ, অপৱৰ্গশ্চ পঞ্চবিংশ-তিতত্ত্বজ্ঞানং, তেন নিমিত্তেনাপৱৰ্গো মোক্ষঃ, ততঃ সূক্ষ্মং শৰীৰং নিবৰ্ত্ততে, পৰমাত্মা উচ্যতে। বিপৰ্য্যয়াদিষ্যতে বন্ধঃ, অজ্ঞানং নিমিত্তং স চৈব নৈমিত্তিকঃ প্ৰাকৃতো বৈকাৰিকো দাক্ষিণিকশ্চ বন্ধ ইতি বক্ষ্যতি পুৰস্তাৎ যদিদমুক্তং—

"প্ৰাকৃতেন চ বন্ধেন তথা বৈকাৰিকেণ চ।
দাক্ষিণেন তৃতীয়েন বদ্ধো নান্যেন মুচ্যতে।। ৪৪ ।।

(৪৪)

**ধৰ্ম্মেণ ঊৰ্দ্ধং গমনং (ভৱতি) [ধৰ্ম্মৰ ফলত ঊৰ্দ্ধগতি হয়]। অধৰ্ম্মেণ অধস্তাৎ গমনং ভৱতি [অধৰ্ম্মৰ ফলত অধোগতি হয়]। জ্ঞানেন চ অপবৰ্গঃ ভৱতি [জ্ঞানৰ ফলত মুক্তি হয়]। বিপৰ্য্যয়াৎ বন্ধঃ ইষ্যতে [অজ্ঞানৰ ফল বন্ধন]॥ ৪৪ ॥**

**বৈৰাগ্যাৎ প্ৰকৃতিলয়ঃ সংসাৰো ভৱতি ৰাজসাদ্ৰাগাৎ**
**ঐশ্বৰ্য্যাদবিঘাতো বিপৰ্য্যয়াৎ তদ্বিপৰ্য্যাসঃ ॥ ৪৫ ॥**

তথাহন্যদপি নিমিত্তম—যথা কস্যচিদ্বৈৰাগ্যমস্তি ন তত্ত্বজ্ঞানং তস্মাদজ্ঞানপূৰ্ব্বাদ্বৈৰাগ্যাৎ প্ৰতিলয়ো মৃতোহষ্টাসু প্ৰকৃতিষু প্ৰধানবুদ্ধ্যহঙ্কাৰতন্মাত্ৰেষু লীয়তে ন মোক্ষঃ। ততো ভূয়োহপি সংসৰতি, তথা যোহয়ং ৰাজসো ৰাগঃ,—যজামি, দক্ষিণাং দদামি, যেনাহমুষ্মিন্ লোকেহত্ৰ যদ্দিব্যং মানুষং সুখমনুভবাম্যেতস্মাদ্ৰাজসাদ্ৰাগাৎ সংসাৰো ভৱতি। তথা ঐশ্বৰ্য্যাদবিঘাতঃ, এতদৈশ্বৰ্য্যমষ্টগুণমণিমাদিযুক্তং তস্মাদৈশ্বৰ্য্যনিমিত্তাদবিঘাতো নৈমিত্তিকো ভৱতি, ব্ৰহ্মাদিষু স্থানৈষ্বৈশ্বৰ্য্যং ন বিহন্যতে। কিঞ্চান্যৎ,—বিপৰ্য্যয়াৎ তদ্বিপৰ্য্যাসঃ, তস্যাবিঘাতস্য বিপৰ্য্যাসো বিঘাতো ভৱতি, অনৈশ্বৰ্য্যাৎ সৰ্ব্বত্ৰ বিহন্যতে॥ ৪৫ ॥

(৪৫)

বৈৰাগ্যাৎ প্ৰকৃতিলয়ঃ [বৈৰাগ্যৰ পৰা প্ৰকৃতি-লয় হয়] ৰাজসাৎ ৰাগাৎ সংসাৰঃ ভৱতি [বৈসয়িক বাসনাৰ পৰা সংসাৰত জন্ম হয়] ঐশ্বৰ্য্যাৎ অবিঘাতঃ [ঐশ্বৰ্য্যৰ পৰা ইচ্ছাৰ অবিঘাত হয়—অৰ্থাৎ যি ইচ্ছা তাকে কৰিব পাৰে] বিপৰ্য্যায়াৎ তৎ বিপৰ্যাসঃ [ঐশ্বৰ্য্যৰ বিপৰীত অৰ্থাৎ অনৈশ্বৰ্য্যৰ পৰা ইচ্ছাৰ বিঘাত হয়]।

| নিমিত্ত (সংস্কাৰ) | নৈমিত্তিক (ফল) |
|---|---|
| ১। জ্ঞান | ১। অপবৰ্গ |
| ২। অজ্ঞান | ২। সংসাৰ বন্ধন |
| ৩। ধৰ্ম্ম | ৩। ঊৰ্দ্ধগতি |
| ৪। অধৰ্ম্ম | ৪। অধোগতি |
| ৫। ঐশ্বৰ্য্য | ৫। ইচ্ছাৰ অবিঘাত |
| ৬। অনৈশ্বৰ্য্য | ৬। ইচ্ছাৰ বিঘাত |
| ৭। বৈৰাগ্য | ৭। প্ৰকৃতি-লয় |
| ৮। অবৈৰাগ্য | ৮। সংসাৰ বন্ধন |

"প্ৰকৃতি-লয়" মানে প্ৰকৃতিত লয় হোৱা। যি আত্মজ্ঞান নোহোৱাকৈ বৈৰাগ্য লাভ কৰে, তাৰ মুক্তি হ'ব নোৱাৰে। সি প্ৰকৃতিত লয় হয়; কিন্তু আকৌ জন্ম গ্ৰহণ কৰিব লাগে। সাংখ্য সূত্ৰত কৈছে "ন কাৰণলয়াৎ কৃতকৃত্যতা মগ্নবৎ উত্থানাৎ" (৩।৫৪)। পুৰুষ-তত্ত্বৰ জ্ঞান নোহোৱা বৈৰাগ্যৰ ফলত অলপ সময়ৰ নিমিত্তে প্ৰকৃতিত লীন হৈ থাকিব পাৰে; এই বিবেকহীন চিত্তলয়ৰ পৰা কৃতকৃত্যতা নহয়, পানীত পৰা মানুহৰ দৰে আকৌ উঠি সংসাৰত লিপ্ত হ'ব লাগে। এইটো একো আকাঙ্ক্ষা কৰিবলগীয়া অৱস্থা নহয়। নিজৰ দেহ বা বুদ্ধিক আত্মাবুলি ভাবি বৈৰাগ্য লাভ হ'লে, এই অৱস্থাই হয়॥ ৪৫ ॥ [জন্মান্তৰ ৰহস্য চাওক]

**এষ প্ৰত্যয়সৰ্গো বিপৰ্য্যয়াশক্তিতুষ্টিসিদ্ধ্যাখ্যঃ।**
**গুণবৈষম্যবিমৰ্দ্দাৎ তস্য চ ভেদাস্তু পঞ্চাশৎ ॥৪৬॥**

এষ নিমিত্তৈঃ সহ নৈমিত্তিকঃ ষোড়শবিধো ব্যাখ্যাতঃ স কিমাত্মক ইত্যাহ—যথা এষ ষোড়শবিধো নিমিত্তৈনৈমিত্তিকভেদেয় ব্যাখ্যাত এষ প্ৰত্যয়সসৰ্গ উচ্যতে। প্ৰত্যয়ো বুদ্ধিৰিত্যুক্তা, অধ্যবসায়ো বুদ্ধিৰ্ধৰ্ম্মো জ্ঞানমিত্যাদি; স চ প্ৰত্যয়সৰ্গশ্চতুৰ্ধা ভিদ্যতে, বিপৰ্য্যয়াশক্তি তুষ্টিসিদ্ধ্যাখ্যভেদাৎ। তত্ৰ সংশয়োহজ্ঞানং বিপৰ্য্যয়ঃ। যথা কস্যচিৎ স্থাণুদৰ্শনে স্থাণুৰয়ং পুৰুষো বেতি সংশয়ঃ। অশক্তিৰ্যথা—তমেবস্থাণুং সম্যক দৃষ্টা সংশয়ং ছেত্তুং ন শক্নোতীত্যশক্তিঃ। এবং তৃতীয়স্তুষ্ট্যাখ্যো যথা—তমেব স্থাণুং জ্ঞাতুং সংশয়িতুং বা নেচ্ছতি কিমনেনাস্মাকমিত্যেষা তুষ্টিঃ। চতুৰ্থঃ সিদ্ধ্যাখ্যো যথা—আনন্দ্ৰিতেন্দ্ৰিয়ঃ স্থাণুমাৰূঢ়াং বল্লিং পশ্যতি শকুনিং বা, তস্য সিদ্ধিৰ্ভৱতি স্থাণুৰয়মিতি। এবমস্য চতুৰ্বিধস্য প্ৰত্যয়সৰ্গস্য গুণবৈষম্যবিমৰ্দ্দাৎ তস্য ভেদাস্তু পঞ্চাশৎ, যোহয়ং সত্ত্বৰজস্তমোগুণানাং বৈষম্যং বিমৰ্দ্দঃ তেন তস্য প্ৰত্যয়সৰ্গস্য পঞ্চাশদ্ভেদা ভৱন্তি॥ ৪৬ ॥

(৪৬)

এষঃ [অৰ্থাৎ ওপৰত কোৱা ১৬ বিধ নিমিত্ত আৰু নৈমিত্তিকেই] বিপৰ্য্যয়-অশক্তি-তুষ্টি সিদ্ধি-আখ্যঃ প্ৰত্যয়সৰ্গঃ [বিপৰ্য্যয়, অশক্তি, তুষ্টি, আৰু সিদ্ধি—এই ৪ ভাগে ভাগ কৰিব পৰা প্ৰত্যয়সৰ্গ] তস্য চ গুণ বৈষম্য-বিমৰ্দ্দাৎ পঞ্চাশৎ ভেদাঃ [এই প্ৰত্যয় সৰ্গৰ ৪ ৰকম বিভাগৰে আকৌ ৫০ ৰকম অবান্তৰ বা অন্তৰ্বিভাগ হৈছে, আৰু এই বিভাগৰ কাৰণ হৈছে গুণৰ বৈষম্য] (বিমৰ্দ-অবিভব)।

"প্ৰত্যয়" মানে নিশ্চয় জ্ঞান। কিন্তু ইয়াত প্ৰত্যয় মানে

"বুদ্ধি"। 'সৰ্গ' মানে আমি সচৰাচৰ 'সৃষ্টি' বুলি ভাবোঁ। কিন্তু সাংখ্যৰ সৃষ্টিতত্ত্ব বেলেগ। আমি ওপৰত ৯ কাৰিকাত কৈ আহিছো যে সাংখ্যৰ মতে সৃষ্টিখন এটা কাৰ্য্য-কাৰণৰ ক্ৰম-পৰিণাম। তেওঁৰ মতে কাৰণৰ পৰা কাৰ্য্য বিসৃষ্ট বা পৃথক্ হৈ অহাই 'সৰ্গ'। এই অৰ্থতে এই কাৰিকাত কৈছে যে ওপৰত কোৱা ১৬ বিধ নিমিত্ত আৰু নৈমিত্তিক গোটাই এইবোৰেই বুদ্ধিৰ ক্ৰম পৰিণাম—বা সৰ্গ। এই ভাবময় সৰ্গত, নিশ্চয় জ্ঞান বা যথাৰ্থ বিষয়-জ্ঞান নহৈ, মিথ্যা বা বিপৰীত জ্ঞান মানুহৰ কিয় হয়, তাকে ৪৬-৫১ কাৰিকাত কৈছে। পূৰ্ব্বে আমি পাই আহিছো যে সত্য বিষয়ৰ নিশ্চয় জ্ঞানকে প্ৰমাণ বোলে (৪ আৰু ৫ কাৰিকা) আৰু সেই প্ৰমাণ তিনি ৰকমৰ—প্ৰত্যক্ষ, অনুমান আৰু আগম। মিথ্যাবিষয়ৰ জ্ঞানক, বা বিপৰীত জ্ঞানক, প্ৰমাণ নোবোলে—তাৰ নাম "বিপৰ্য্যয়"। প্ৰমাণত দোষ ঘটিলেই "বিপৰ্য্যয়ৰ" উৎপত্তি যেনে—

(১) প্ৰত্যক্ষ প্ৰমাণৰ দোষ ইন্দ্ৰিয়াদিৰ অশক্তিত উৎপন্ন হয়।

(২) অনুমান প্ৰমাণৰ দোষ বুদ্ধিৰ অশক্তিৰ বাবে হয়।

(৩) আগম প্ৰমাণৰ দোষ ভ্ৰান্ত মানুহৰ কথা শুনি হয় (যেনে অন্ধ-বিশ্বাস বা ভুল ধাৰণা)।

এই তিনিবিধ প্ৰমাণৰ দোষকে এই কাৰিকাত প্ৰথমতে বিপৰ্য্যয়, অশক্তি আৰু তুষ্টি, এই তিনি ভাগে ভাগ কৰিছে। পাছত সিহঁতৰ প্ৰধান অন্তৰ্ভেদবোৰৰ কথা কৈছে। এই তিনিবিধ দোষ-ৰহিত বিষয়-জ্ঞানেই বিষয়ৰ নিশ্চয় জ্ঞান, বা সত্য জ্ঞান বা প্ৰমাণ। তাকে এই কাৰিকাত "সিদ্ধ" বুলিছে। ॥৪৬॥

**পঞ্চ বিপৰ্য্যয়ভেদা ভবন্ত্যশক্তিশ্চ কৰণবৈকল্যাৎ।**
**অষ্টাবিংশতিভেদা তুষ্টিৰ্নবধাঽষ্টধা সিদ্ধিঃ ॥ ৪৭ ॥**

তথা ক্কাপি সত্ত্বমুৎকটং ভবতি ৰজস্তমসৌ উদাসীনে, ক্কাপি ৰজঃ ক্কাপি তম ইতি ভেদাঃ কথ্যন্তে—পঞ্চবিপৰ্য্যয় ভেদাস্তে যথা—তমো মোহা মহামোহস্তামিস্ৰোঽন্ধতামিস্ৰা ইতি, এষাং ভেদানাং নানাত্বং বক্ষ্যতেঽনন্তৰমেবেতি। অশক্তেৰষ্টা-বিংশতিভেদা ভবন্তি কৰণবৈকল্যাৎ, তানপি বক্ষ্যামঃ। যথা তুষ্টিৰ্নবধা,—ঊৰ্দ্ধস্ৰোতসি ৰাজসানি জ্ঞানানি। তথাঽষ্টবিধা সিদ্ধিঃ,—সাত্ত্বিকানি জ্ঞানানি তত্ৰৈবোৰ্দ্ধস্ৰোতসি ॥ ৪৭ ॥

(৪৭)

বিপৰ্য্যয়ভেদাঃ পঞ্চ ভবন্তি। কৰণ-বৈকল্যাৎ অশক্তিঃ চ অষ্টাবিংশতিভেদা (ভবতি)। তুষ্টিঃ নবধা। সিদ্ধিঃ অষ্টধা।

ওপৰত কৈ আহিছে যে বিপৰ্য্যয় মানে অজ্ঞান, সংশয় বা বিপৰীত বোধ। এই বিপৰীত বোধ পাঁচ ৰকমৰ হ'ব পাৰে; যেনে—তমঃ, মোহ, মহামোহ, তামিস্ৰ আৰু অন্ধতামিস্ৰ বা (যোগ শাস্ত্ৰমতে) অবিদ্যা, অস্মিতা, ৰাগ, দ্বেষ আৰু অভিনিবেশ। ইহঁতৰ অন্তৰ্ব্বিভাগবোৰৰ সংখ্যা তলৰ কাৰিকাত দিছে। বুদ্ধি আৰু ইন্দ্ৰিয়ৰ বৈকল্য অনুসৰি অশক্তিৰ সংখ্যা ২৮, তুষ্টি ৯ বিধ, সিদ্ধি ৮ বিধ।

সত্য জ্ঞান মোটে এটা। ইয়াৰ নানাত্ব হ'ব নোৱাৰে। কিন্তু মিথ্যা জ্ঞান যে কত অনন্ত ৰকমৰ হ'ব পাৰে, তাৰ অলপ আভাস এই ৪টা কাৰিকাত দিছে। একে কথাকে যে মানুহেপতি কিমান ভিন্ন ভাবে গ্ৰহণ কৰিব পাৰে, তাকো দেখুৱাইছে॥ ৪৭ ॥

**ভেদস্তমসোঽষ্টবিধো মোহস্য চ দশবিধো মহামোহঃ।**
**তামিস্ৰোঽষ্টাদশধা তথা ভবত্যন্ধতামিস্ৰঃ ॥ ৪৮ ॥**

এতৎ ক্ৰমেণৈব বক্ষ্যতে তত্ৰ বিৰ্পায়ভেদা উচ্যন্তে—তম-সস্তাবদষ্টধা ভেদঃ প্ৰলয়োঽজ্ঞানাদ্বিভজ্যতে, সোঽষ্টাসু প্ৰকৃতিষু লীয়তে প্ৰধানবুদ্ধ্যহঙ্কাৰপঞ্চতন্মাত্ৰাষ্টাসু, তত্ৰ লীনমাত্মানং মন্যতে মুক্তোঽহমিতি তমোভেদঃ এষঃ। অষ্টবিধস্য মোহস্য ভেদোঽষ্টবিধ এবেত্যৰ্থঃ। যত্ৰাষ্টগুণমণিমাদৈশ্বৰ্য্যং তত্ৰ সঙ্গাদিন্দ্ৰাদয়ো দেবা ন মোক্ষং প্ৰাপ্নুবন্তি, পুনশ্চ তৎক্ষয়ে সংসৰন্ত্যেযোঽষ্টবিধো মোহ ইতি। দশবিধো মহামোহঃ—শব্দস্পৰ্শৰূপৰসগন্ধা দেবানামেতে পঞ্চবিষয়াঃ সুখলক্ষণাঃ, মানুষানামপ্যেত এব শব্দাদয়ঃ পঞ্চ বিষয়াঃ, এবমেতেষু দশসু মহামোহ ইতি। তামিস্ৰোঽষ্টাদশধা—অষ্টবিধমৈশ্বৰ্য্যং, দৃষ্টানুশ্ৰবিকা বিষয়া দশ, এতেষামষ্টাদশানাং সম্পদমনুনন্দন্তি, বিপদং নানুমোদন্তে, এষোঽষ্টাদশবিধো বিকল্পস্তামিস্ৰঃ। যথা তামিস্ৰোঽষ্টগুণমৈশ্বৰ্য্যং দৃষ্টানুশ্ৰবিকা দশ বিষয়াস্তথাঽন্ধতামিস্ৰোঽপ্যষ্টাদশভেদ এব। কিন্তু বিষয়সম্পত্তৌ সম্ভোগকালে য এব ম্ৰিয়তেঽষ্টগুণৈশ্বৰ্য্যাদ্বা ভ্ৰস্যতে ততস্তস্য মহদ্দুঃখ-মুৎপদ্যতে সোঽন্ধতামিস্ৰ ইতি। এবং বিপৰ্য্যয়ভেদা-স্তমঃ প্ৰভৃতয়ঃ পঞ্চ প্ৰত্যেকং ভিদ্যমানা দ্বিষষ্টিভেদাঃ সংবৃত্তা ইতি॥ ৪৮ ॥

(৪৮)

তমসঃ অষ্টবিধঃ ভেদঃ [তমঃ বা অবিদ্যাৰ ভেদো ৮ ৰকমৰ]। মোহস্য চ [আৰু মোহ বা অস্মিতাৰ ভেদো ৮ ৰকমৰ]। মহামোহঃ দশবিধঃ [মহামোহ বা ৰাগ ১০ বিধ]।

তামিস্রঃ অষ্টাদশধা ভবতি [তামিস্র বা দ্বেষ ১৮ বিধ]। তথা অন্ধতামিস্রঃ [অন্ধতামিস্র বা অভিনিবেশো ১৮ বিধ]।

(১) প্ৰকৃতি, মহত্তত্ত্ব, অহঙ্কাৰ আৰু পঞ্চ-তন্মাত্ৰ, এই ৮টা তত্ত্বৰ যেই সেই এটাক আত্মা বুলি ভবাই অবিদ্যা। এই অবিদ্যাশ্ৰিত জ্ঞানো তেন্তে ৮ বিধ। এনে অজ্ঞানৰ পৰা কেতিয়াবা প্ৰকৃতি-লয় হ'বও পাৰে, কিন্তু মুক্তি হ'ব নোৱাৰে।

(২) অণিমা আদি ঐশ্বৰ্য্য ৮ বিধ বুলি ২৩ কাৰিকাত কোৱা হৈছে। এই ঐশ্বৰ্য্য লাভ কৰিলেও, আত্মদৰ্শন নহ'লে মুক্তি নহয়। এই ঐশ্বৰ্য্য লাভ কৰি অভিমানী হোৱাকে মোহ বা অস্মিতা বোলে। ঐশ্বৰ্য্য ভেদে মোহো ৮ বিধ। এই মোহ পুনৰ্জ্জন্মৰ কাৰণ।

(৩) পঞ্চমহাভূত আৰু পঞ্চতন্মাত্ৰ—এই ১০টা ভোগৰ বিষয়। এই ১০ বিধ ভোগাশক্তিৰ পৰাই ১০ বিধ ৰাগ (অনুৰাগ) বা মহামোহৰ উৎপত্তি হয়।

(৪) স্থূল সূক্ষ্মাদি ক্ৰমে পঞ্চতন্মাত্ৰ, পঞ্চমহাভূত আৰু অষ্ট ঐশ্বৰ্য্য, এই ২৮টা ভোগ্য আৰু সুখময় বিষয়। ইয়াৰ প্ৰত্যেকৰ পৰা বঞ্চিত হ'লেই দ্বেষ বা তামিস্র উৎপত্তি হয়। সেইগুণে ভোগ্য বিষয়ৰ ভেদ অনুসৰি, দ্বেষ বা তামিস্র ১৮ বিধ।

(৫) অভিনিবেশ বা অন্ধতামিস্র মানে মৃত্যু ভয়। ভোগৰ বিষয় ১৮ বিধ বুলি ওপৰত (৩) কোৱা হ'ল; সেইগুণে অন্ধতামিস্রও ১৮ বিধ ॥ ৪৮ ॥

**একাদশেন্দ্ৰিয়বধাঃ সহ বুদ্ধিবধৈৰশক্তিৰুদ্দিষ্টা।**
**সপ্তদশবধা বুদ্ধেৰ্বিপৰ্য্যয়াত্তুষ্টিসিদ্ধীনাম্ ॥ ৪৯ ॥**

অশক্তিভেদাঃ কথ্যন্তে—ভবন্ত্যশক্তেশ্চ কৰণবৈকল্যাদষ্টাবিংশতিভেদা ইত্যুদ্দিষ্টং তত্ৰৈকাদশেন্দ্ৰিয়বধাঃ বাধিৰ্য্যমন্ধতা প্ৰসুপ্তিকপজিহ্বিকা ঘ্ৰাণপাকো মুকতা কুণিত্বং খাঞ্জ্যং গুদাবৰ্ত্তঃ ক্লৈব্যমুন্মাদ ইতি। সহ বুদ্ধিবধৈৰশক্তিৰুদ্দিষ্টা—যে বুদ্ধিবধাস্তৈঃ সহাশক্তেৰষ্টাবিংশতিভেদা ভবন্তি। সপ্তদশ বধা বুদ্ধেঃ,—সপ্তদশ বধাস্তে তুষ্টিভেদসিদ্ধিভেদবৈপৰীত্যেন। তুষ্টিভেদা নব সিদ্ধিভেদা অষ্টৌ, যে তদ্‌বিপৰীতৈঃ সহ একাদশবধঃ এবমষ্টাবিংশতিবিকল্পা অশক্তিৰিতি ॥ ৪৯ ॥

(৪৯)

তুষ্টিসিদ্ধীনাং বিপৰ্য্যয়াৎ তু বুদ্ধেঃ সপ্তদশবধাঃ [৯ বিধ তুষ্টি আৰু ৮ বিধ সিদ্ধিৰ বিপৰ্য্যয় ভাবৰ পৰাই বুদ্ধিৰ ১৭ বিধ অসামৰ্থ্য]। বুদ্ধিবধৈঃ সহ একাদশেন্দ্ৰিয়বধাঃ অশক্তিঃ উদ্দিষ্টা [বুদ্ধিৰ সেই ১৭ টা অসামৰ্থ্যৰ লগত ইন্দ্ৰিয় বৈকল্য ১১ টা মিলি, বুদ্ধিৰ ২৮ বিধ অশক্তি হয়]।

ইন্দ্ৰিয়ৰ অশক্তি যথা—

"বাধিৰ্য্যং কুণ্ঠিতান্ধত্বং জড়তাহজিঘ্ৰতা তথা।
মুকতা কৌণ্যপঙ্গুত্ব-ক্লৈব্যোদাৱৰ্তমন্দতাঃ ॥"

ইন্দ্ৰিয়ৰ বৈকল্যৰ মূল আচল বুদ্ধিহে। বুদ্ধিৰ ভাব পিচত ইন্দ্ৰিয়ত প্ৰকাশ হয় (৪৩ কাৰিকা)। সেইগুণে ইন্দ্ৰিয়ৰ অশক্তিবোৰ বুদ্ধিৰ অশক্তি বুলি ধৰিছে। এইদৰেই, বুদ্ধিৰ অশক্তি ২৮ বিধি হ'ল ॥৪৯ ॥

**আধ্যাত্মিক্যশ্চতস্ৰঃ প্ৰকৃত্যুপাদানকালভাগ্যাখ্যাঃ।**
**বাহ্যা বিষয়োপৰমাৎপঞ্চ নব তুষ্টয়োঽভিমতাঃ॥ ৫০**

বিপৰ্য্যয়াৎ তুষ্টিসিদ্ধীনামেব ভেদক্ৰমো দ্ৰষ্টব্যঃ। তত্ৰ তুষ্টিৰ্ন বধাকথ্যতে,—আধ্যাত্মিক্যশ্চতস্ৰস্তুষ্টয়ঃ; আধ্যাত্মনি ভবা আধ্যাত্মিক্যঃ। তাশ্চ প্ৰকৃত্যুপাদান-কালভাগ্যাখ্যাঃ। তত্ৰ প্ৰকৃত্যাখ্যা যথা,—কশ্চিৎ প্ৰকৃতিং বেত্তি তস্যা সগুণনিৰ্গুণত্বং চ, তেন তত্ত্বং তৎকাৰ্য্যং বিজ্ঞায়েব কেবলং তুষ্টস্তস্য নাস্তি মোক্ষ এষা প্ৰকৃত্যাখ্যা। উপাদনাখ্যা। যথা—কশ্চিদবিজ্ঞায়েব তত্ত্বান্যুপাদানগ্ৰহণং কৰোতি ত্ৰিদণ্ডকমণ্ডলুবিবিদিষাভ্যো মোক্ষ ইতি, তস্যাপি নাস্তি মোক্ষঃ ইতি, এবা উপাদানাখ্যা। তথা কালাখ্যা, কালেন মোক্ষো ভবিষ্যতীতি কিং তত্ত্বাভ্যাসেনেত্যেবা কালাখ্যা তুষ্টিস্তস্য নাস্তি মোক্ষ ইতি। তথা ভাগ্যাখ্যা, ভাগ্যেনৈব মোক্ষো ভবিষ্যতীতি ভাগ্যাখ্যা, চতুৰ্দ্ধা তুষ্টিৰিতি। বাহ্যা বিষয়োপৰমাচ্চ পঞ্চ। বাহ্যা তুষ্টয়ঃ পঞ্চবি-

ষয়োপৰমাৎ, শব্দস্পৰ্শৰূপৰসগন্ধেভ্য উপৰতোঽৰ্জ্জন-ৰক্ষণ-ক্ষয়-সঙ্গ-হিংসা-দৰ্শনাৎ। বৃদ্ধিনিমিত্তং পাশুপাল্য-বাণিজ্য-প্ৰতিগ্ৰহ-সেবাঃ কাৰ্য্যাঃ এতদৰ্জ্জনং দুখম্; অৰ্জ্জিতানাং ৰক্ষণে দুঃখম্; উপভোগাৎ ক্ষীয়তে ইতি ক্ষয়দুঃখম্। তথা বিষয়ো-

পভোগসঙ্গে কৃতে নাস্তীন্দ্ৰিয়াণামুপশম ইতি সঙ্গদোষঃ। তথা ন অনুপহত্য ভূতান্যুপভোগ ইত্যেব হিংসাদোষঃ। এবমৰ্জ্জনাদিদোষদৰ্সনাৎ পঞ্চবিষয়োপৰমাৎ পঞ্চ তুষ্টয়ঃ। এবমাধ্যাত্মিকবাহ্যভেদান্নব তুষ্টয়, তাসাং নানানি শাস্ত্ৰান্তৰে প্ৰোক্তানি—'অম্ভঃ সলিলং মেঘো বৃষ্টিঃসুতমঃ, পাৰং সুনেত্ৰং নাৰীকমনুত্তমাম্ভসিকম্' ইতি। আসাং তুষ্টীনাং বিপৰীতা অশক্তিভেদাৎ বুদ্ধিধা ভবন্তি; তদ্‌যথা—অনম্ভোঽসলিলমেব ইত্যাদিবৈপৰীত্যাদ্ বুদ্ধিবধা ইতি ॥ ৫০ ॥

(৫০)

তুষ্টয়ঃ নব অভিমতাঃ [তুষ্টি ন বিধ বুলি কয়] আধ্যাত্মিকাঃ চতস্রঃ প্রকৃতি-উপাদান-কাল-ভাগ্য-আখ্যাঃ [আধ্যাত্মিক তুষ্টি ৪ বিধ; প্রকৃতি, উপাদান, কাল আৰু ভাগ্য] বিষয়-উপৰমাৎ পঞ্চ বাহ্যাঃ [বাহ্য তুষ্টি পঞ্চ বিষয়লৈ বিৰাগ অনুসৰি ৫ বিধ]।

তুষ্টিৰ অৰ্থ হৈছে, মোক্ষ মাৰ্গত অলপ অগ্ৰসৰ হৈ অলপ বৈৰাগ্য লাভ কৰি, তাতে তুষ্ট হৈ বহি থকা। ই একৰকম এলাহ।

(১) প্রকৃতি তুষ্টি—'প্রকৃতি ত্রিগুণা; এই গুণৰ পৰাই সৃষ্টি হৈছে; এইবোৰ মই বুজিলোঁ, আৰু মোৰ বুজিবলৈ একো নাই'—এনে ভাবি যি তুষ্টি হয় তাক প্রকৃতি-তুষ্টি বোলে।

(২) উপাদান তুষ্টি—'কমণ্ডলু লৈ মই সন্ন্যাসী হলো; সংসাৰলৈ মোৰ বিৰক্তি; মোৰ মোক্ষ অনিবাৰ্য্য'—এনে ভাবি তুষ্ট হৈ বিবেক সাধনলৈ উদ্যম নকৰাকে উপাদান-তুষ্টি বোলে।

(৩) কাল তুষ্টি—প্রকৃতিয়ে পুৰুষৰ অপবৰ্গৰ বাবে যত্ন কৰি আছে, মই নিজে অকৰ্ত্তা; সকলো প্রকৃতিয়ে এনেয়ে কৰাব, কালত মোৰ মোক্ষ অনিবাৰ্য্য।

(৪) ভাগ্য-তুষ্টি—ভাগ্যেৰেহে সকলো হয়; ভাগ্য থাকিলে মোৰ মোক্ষ এনেয়ে হ'ব; মোৰ আৰু কৰিবলৈ একো নাই।

(৫) বাহ্য-তুষ্টি—বিষয় পাঁচোটালৈ (ৰূপ, ৰস, গন্ধ, স্পৰ্শ, শব্দলৈ) বৈৰাগ্য হৈ যি ভ্রান্ত তুষ্টি হয় তাৰ নাম 'বাহ্য-তুষ্টি'। বাহ্য-তুষ্টি বিষয় ভেদে ৫ বিধ—অৰ্জ্জন, ৰক্ষণ, ক্ষয়, সঙ্গ, আৰু, হিংসা; এই পাঁচোটা বাহ্য বিষয়ৰ দোষ। যেনে—

ধনানাং অৰ্জ্জনে ক্লেশস্তথৈৱ পৰিৰক্ষণে।
নাশে দুঃখং ব্যয়ে দুঃখং ধিগৰ্থান্ ক্লেশকাৰিণঃ।।

এই দোষবোৰৰ কথা ভাবি বিষয়লৈ বৈৰাগ্য হ'বও পাৰে আৰু তাৰ পৰা 'প্রকৃতিলয়ো' হ'ব পাৰে। কিন্তু আত্ম-জ্ঞান নহ'লে এনে তুষ্টিৰ পৰা মোক্ষ হ'ব নোৱাৰে। এই তুষ্টিবোৰৰ নানাৰকম নাম আছে, যেনে,— অম্ভ, সলিল, মেঘ, বৃষ্টি, সুতম, পাৰ, সুনেত্রে, অনুত্তমাম্ভ, উত্তমাম্ভ ইত্যাদি (ওপৰৰ ভাষ্যত চাওক)।

এই কাৰিকাত বিশেষ মন কৰিবলগীয়া কথা এই যে ওপৰত ১৭-২০ কাৰিকাত সাংখ্যই অতি স্পষ্ট ভাবে কৈ গ'ল যে পুৰুষ উদাসীন আৰু অকৰ্ত্তা। কিন্তু এতিয়া এই কাৰিকাত কৈছে যে নিজে অকৰ্ত্তা বুলি ভাবি তুষ্ট হোৱা, দোষৰ কথা। এই দুটা কথাৰ সামঞ্জস্য হয় কেনেকৈ?

পুৰুষ যে বাস্তৱিক অকৰ্ত্তা, এইটো পৰমাৰ্থিক মূল সত্য। কিন্তু প্রকৃত আত্ম-জ্ঞান নহয় মানে এই আচল সত্যটি মানুহে উপলব্ধি কৰিব নোৱাৰে (৫৬ কাৰিকা চাওক)। আমি এটা ফটগ্ৰাফৰ অসম্পূৰ্ণ ওলোটা (negative) এখন চালে সকলো ওলট্-পালট্ দেখো আৰু একো বুজিব নোৱাৰো। কিন্তু যদি কোনোবাই কৈ দিয়ে যে সেইখন 'নেগেটিভ' হে, তাক ওলোটাই ল'ব লাগিব আৰু চিকণকৈ (develop) সম্পূর্ণ কৰিলে তাৰ ক'লা অংশবোৰ ব'গা হ'ব আৰু বগা অংশবোৰ ক'লা হ'ব, তেন্তে ছায়া-পটখন চাঁত্ কৰে আমাৰ বোধগম্য হ'ব। ঠিক সেই দৰেই, আমি জগতৰ ভিতৰৰ পৰা জগতক চালে, সদায় নিজক কৰ্ত্তা বুলি ভাবিম আৰু স্বাধীন ইচ্ছাৰে নিজে কাম কৰিছো বুলি ভাবিম। কিন্তু যদি কেতিয়াবা গুৰুৰ কৃপাত আত্ম-দৰ্শন হয়, অৰ্থাৎ যদি কেতিয়াবা জগতক জগতৰ বাহিৰৰ পৰা চাব পাৰোঁ, তেতিয়াহে আমি বুজিম যে আত্মা উদাসীন আৰু অকৰ্ত্তা। তাৰ আগেয়ে নিজক অকৰ্ত্তা বুলি ভাবি বহি থকা দোষৰ কথা। সেইগুণে তলৰ কাৰিকাত কৈছে যে এনে উদ্যম ৰহিত তুষ্টি সিদ্ধিৰ বিৰোধী।। ৫০।।

উহঃ শব্দোঽধ্যয়নং দুঃখবিঘাতাস্ত্রয়ঃ সুহৃৎ প্রাপ্তিঃ।
দানং চ সিদ্ধয়োঽষ্টৌ সিদ্ধেঃ পূৰ্ব্বোঽঙ্কুশস্ত্রিবিধঃ।। ৫১।।

সিদ্ধিৰুচ্যতে—উহো যথা—'কশ্চিন্নিত্যমূহতে কিমিহ সত্যং কিং পৰং কিং নৈঃশ্রেয়সং কিং কৃত্বা কৃতাৰ্থ স্যাম্', ইতি চিন্তয়তো জ্ঞনমুৎপদ্যতে, প্রধানাদন্য এব পুৰুষঃ, ইতোঽন্যা বুদ্ধিৰন্যোঽহঙ্কাৰোঽন্যানি তন্মাত্ৰাণিন্দ্ৰিয়াণি পঞ্চ-মহাভূতানীত্যেবং তত্ত্বজ্ঞানমুৎপদ্যতে যেন মোক্ষো ভৱতি, এষা উহাখ্যা প্ৰথমা সিদ্ধিঃ। তথা শব্দজ্ঞানাৎ প্ৰধানপুৰুষবুদ্ধ্যহঙ্কাৰ তন্মাত্ৰেন্দ্ৰিয়পঞ্চমহাভূতবিষয়ং জ্ঞানং ভৱতি ততো মোক্ষ ইত্যেষা শব্দাখ্যা সিদ্ধিঃ। অধ্যয়নাদ্ বেদাদিশাস্ত্ৰাধ্যয়নাৎ পঞ্চবিংশতিতত্ত্বজ্ঞানং প্রাপ্যতে, মোক্ষং যাতি, ইত্যেষা তৃতীয়া সিদ্ধিঃ। দুঃখ-বিঘাতত্রয়ম্ আধ্যাত্মিকাধিভৌতিকাধিদৈবিকদুঃখত্রয়বিঘাতায় গুৰুং সমুপগম্য তত উপদেশাৎ মোক্ষং যাতি, এষা চতুৰ্থো সিদ্ধিঃ। এষৈব দুঃখত্রয়ভেদাৎ ত্রিধা কল্পনীয়া ইতি ষট্ সিদ্ধয়ঃ। তথা সুহৃৎ প্রাপ্তিঃ, যথা—কশ্চিৎ সুহৃজ্ জ্ঞানমধিগম্য মোক্ষং গচ্ছতি, এষা সপ্তমী সিদ্ধিঃ। দানং যথা—কশ্চিদ্ভ-

গৱতাং প্রত্যাশ্রয়ৌষধিত্রিদণ্ডকুণ্ডিকাদীনাং গ্রাসাচ্ছাদনাদীনাং

চ দানেনোপকৃত্য তেভ্যো জ্ঞানমবাপ্য মোক্ষং যাতি, এষাষ্টমী সিদ্ধিঃ। আসামষ্টানাং সিদ্ধীনাং শাস্ত্ৰান্তৰে সংজ্ঞাঃ কৃতাঃ, 'তাৰং সুতাৰং তাৰতাৰং প্ৰমোদং প্ৰমুদিতং প্ৰমোদমানং ৰম্যকং সদাপ্ৰমুদিতম্' ইতি। আসাং বিপৰ্য্যয়াৎ বুদ্ধেৰ্বধা যে বিপৰীতাস্তে অশক্তৌ নিক্ষিপ্তাঃ, যথাঽতাৰমসুতাৰমতাৰতাৰমিত্যাদি দ্ৰষ্টব্যম্। অশক্তিভেদা অষ্টাবিংশতিৰুক্তাস্তে সহ বুদ্ধিবধৈৰেকাদশেন্দ্ৰিয়বধা ইতি। তত্ৰ তুষ্টিবিপৰ্য্যায়া নব, সিদ্ধীনাং বিপৰ্য্যয়া অষ্টৌ, এৱমেতে সপ্তদশবুদ্ধিবধাঃ, এতৈঃ সহেন্দ্ৰিয়বধা অষ্টাবিংশতিৰশক্তিভেদাঃ পশ্চাৎ কথিতা ইতি বিপৰ্য্যয়া শক্তিতুষ্টিসিদ্ধীনামেবোদ্দেশো নিৰ্দ্দেশশ্চ কৃত ইতি। কিঞ্চান্যৎ, সিদ্ধেঃ পূৰ্ব্বোঽঙ্কুশস্ত্ৰিবিধঃ, সিদ্ধেঃ পূৰ্ব্বা যা বিপৰ্য্যয়াশক্তিতুষ্টয়স্তা এব সিদ্ধেৰঙ্কুশস্তদ্ভেদাদেব ত্ৰিবিধঃ, যথা—

হস্তী গৃহীতাঙ্কুশেন বশো ভৱতি, এৱং বিপৰ্য্যয়াশক্তিতুষ্টিভিৰ্গৃহীতো লোকোঽজ্ঞানমাপ্নোতি, তস্মাদেতাঃ পৰিত্যজ্য সিদ্ধিঃ সেব্যা, সিদ্ধেস্তত্ত্বজ্ঞানমুৎপদ্যতে তস্মান্মোক্ষ ইতি॥ ৫১ ॥

(৫১)

উহঃ শব্দঃ অধ্যয়নং, ত্ৰয়ঃ দুঃখবিঘাতাঃ সুহৃৎ-প্ৰাপ্তিঃ, দানম্ ইতি অষ্টৌ সিদ্ধয়ঃ [উহ, শব্দ, অধ্যয়ন , তিনিবিধ দুখৰ বিঘাত, সুহৃৎপ্ৰাপ্তি আৰু দান—এই ৮টা সিদ্ধি] পূৰ্ব্বঃ ত্ৰিবিধঃ সিদ্ধেঃ অঙ্কুশঃ [আগেয়ে কৈ অহা ৩টা অৰ্থাৎ বিপৰ্য্যয়, অশক্তি আৰু তুষ্টি, সিদ্ধিৰ বিৰোধী]।

উহ শব্দৰ আচল অৰ্থ প্ৰতিভা, বিতৰ্ক বা অনুমান। পূৰ্ব্বজন্মৰ সংস্কাৰৰ পৰা নিজৰ চেষ্টাত হোৱা সিদ্ধিক উহ-সিদ্ধি বোলে, বা তাৰ-সিদ্ধিও বোলে। লোকৰ (অৰ্থাৎ গুৰুৰ) মুখে শুনি হোৱা তত্ত্বজ্ঞানক শব্দ-সিদ্ধি বা সুতাৰ বোলে। বেদ অধ্যয়ন কৰি হোৱা সিদ্ধিক অধ্যয়ন সিদ্ধি বা তাৰ-তাৰ বোলে। গুৰু বা স-ব্ৰহ্মচাৰী বা সুহৃৎ-লাভ—এইদৰে হোৱা সিদ্ধিক ৰম্যক্-সিদ্ধি বোলে।

আধ্যাত্মিক আদি তিনিবিধ দুখ গুচাবলৈ গুৰুৰ আশ্ৰয় লৈ হোৱা সিদ্ধিৰ নাম প্ৰমোদ প্ৰমুদিত আৰু প্ৰমোদ-মান সিদ্ধি। দান বা অৱদানৰ পৰা হোৱা সিদ্ধিৰ নাম 'সদা প্ৰমুদিত সিদ্ধি'। [ওপৰৰ ভাষ্য চাওক]॥ ৫১ ॥

**ন বিনা ভাবৈৰ্লিঙ্গং ন লিঙ্গেন ভাবনিৰ্বৃত্তিঃ।**
**লিঙ্গাখ্যো ভাবাখ্যস্তস্মাদ্ দ্বিবিধঃ প্ৰবৰ্ত্ততে সৰ্গঃ ॥৫২॥**

অথ যদুক্তং ভাবৈৰধিবাসিতং লিঙ্গং, তত্ৰ ভাবা ধৰ্ম্মাদয়োঽষ্টাবুক্তা বুদ্ধিপৰিণামাঃ, বিপৰ্য্যয়াশক্তিতুষ্টিসিদ্ধিপৰিণতাঃ, স ভাবাখ্যঃ প্ৰত্যয়সৰ্গো, লিঙ্গঞ্চ তন্মাত্ৰসৰ্গশ্চতুৰ্দ্দশ ভূতপৰ্য্যন্ত উক্তঃ, তত্ৰৈকেনৈৱ সৰ্গেণ পুৰুষাৰ্থসিদ্ধৌ কিমুভয়বিধসৰ্গেণেত্যত আহ—ভাবৈঃ, প্ৰত্যয়সৰ্গৈৰ্বিনা, লিঙ্গং ন—তন্মাত্ৰসৰ্গো ন, পূৰ্ব্বপূৰ্ব্বসংস্কাৰাদৃষ্টকাৰিতত্বাদুত্তৰোত্তৰদেহলম্ভস্য; লিঙ্গেন—তন্মাত্ৰসৰ্গেন চ বিনা, ভাবনিৰ্বৃত্তিৰ্ন স্থূলসূক্ষ্মদেহসাধ্যত্বাদ্ধৰ্ম্মাদেঃ, অনাদিত্বাচ্চ সৰ্গস্য বীজাঙ্কুৰবদন্যোঽন্যাশ্ৰয়ো ন দোষায় তত্তজ্জাতীয়াপেক্ষিত্বেঽপি তত্তদ্ব্যক্তীনাং পৰস্পৰানপেক্ষিত্বাৎ, তস্মাৎ ভাবাখ্যো লিঙ্গাখ্যশ্চদ্বিবিধঃ প্ৰবৰ্ত্ততে সৰ্গ ইতি ॥৫২॥

(৫২)

ভাবৈঃ বিনা ন লিঙ্গং [ভাব নহ'লে লিঙ্গ নহয়] লিঙ্গেন বিনা ন ভাব-নিৰ্বৃত্তিঃ [লিঙ্গ বা কৰণশক্তি ন'হলে ভাবৰ নিবৃত্তি বা নিষ্পত্তি নহয়] তস্মাৎ লিঙ্গাখ্যঃ দ্বিবিধঃ সৰ্গঃ প্ৰবৰ্ত্ততে। [সেইগুণে লিঙ্গাখ্য আৰু ভাবাখ্য—এই দুবিধ সৃষ্টি]।

ভাবৰ সৃষ্টি আগ নে শক্তিৰ সৃষ্টি আগ? কোনেও ক'ব নোৱাৰে। দুয়োটো সৃষ্টি অন্যোন্যাশ্ৰয়ী, সহভাবী আৰু অনাদি, যেনে, গছ আৰু গুটি ("বিজ্ঞানৰ সিপাৰে" চাওক)।।

এই কাৰিকাত প্ৰত্যয়-সৰ্গ আৰু তন্মাত্ৰ-সৰ্গ, দুয়োখন সৰ্গৰ কথা কৈছে। ভাবাখ্য-সৰ্গ মানে প্ৰত্যয়-সৰ্গ আৰু লিঙ্গাখ্য-সৰ্গ মানে তন্মাত্ৰ-সৰ্গ (লিঙ্গমিতি তন্মাত্ৰসৰ্গমুপলক্ষয়তি, ভাবৈৰিতি চ প্ৰত্যয়সৰ্গম্—বাচস্পতি)—অন্তৰ্জ্জগত আৰু বহিৰ্জ্জগৎ।

ভোগৰ আকাঙ্ক্ষা নেথাকিলে বাহিৰত ভোগ্যবস্তু থকা নথকা সমান। সেইদৰেই আকৌ বাহিৰত ভোগ্যবস্তু নেথাকিলে ভোগাকাঙ্ক্ষা নিৰৰ্থক। ভোগ্যবস্তু আৰু ভোগাকাঙ্ক্ষা পৰস্পৰ আপেক্ষিক সম্বন্ধ-বদ্ধ। অন্তৰত যদি ধৰ্ম্মাদি ভাবৰ সংস্কাৰটি নেথাকে তেন্তে আমাৰ ভোগেই নহয়। ইপোনে আকৌ, এই সংস্কাৰটি আগৰ বস্তু-জ্ঞানৰ স্মৃতি মাত্ৰ—জগতৰ যেন এটা মানসিক চিত্ৰ; আগধৰি বাহ্য বস্তু নহ'লে সংস্কাৰ নহয়। তেন্তে কোনটোৰ সৃষ্টি আগ? দুয়োটা অনাদি। অনাদি বাবেই গছ আৰু গুটিৰ দৰে অন্যোন্যাশ্ৰয়ী ॥৫২॥

**অষ্টবিকল্পো দৈবস্তৈৰ্য্যগ্যোনশ্চ পঞ্চধা ভৱতি।**
**মানুষ্যশ্চৈকবিধঃ সমাসতো ভৌতিকঃ সৰ্গঃ ॥৫৩॥**

(৫৩)

কিঞ্চান্যৎ—তত্ৰ দৈবমষ্টপ্ৰকাৰং, ব্ৰাহ্মং প্ৰাজাপত্যং সৌম্যমৈন্দ্ৰং গান্ধৰ্বং যাক্ষং ৰাক্ষসং পৈশাচমিতি। পশুপক্ষি-

পক্ষিসৰীসৃপস্থাবৰাণি ভূতান্যেবং পঞ্চবিধস্তৈশ্চ। মানুষ-যোনিৰেকৈব, ইতি চতুৰ্দ্দশ ভূতানি ॥৫৩॥

(৫৩)

দৈবঃ অষ্ট-বিকল্পঃ [দৈব সৃষ্টি ৮ প্ৰকাৰ], তৈৰ্যগ্‌যোনঃ চ পঞ্চধা [তিৰ্য্যগ্ জাতি ৫ বিধ] মানুষ্যঃ চ একবিধঃ [মানুহ এজাতি] সমাসতঃ ভৌতিকঃ সৰ্গ ভবতি [এয়ে ভৌতিক সৰ্গ]।

গোটেই বিশ্বব্ৰহ্মাণ্ড তিনি ভাগে প্ৰথমতে ভাগ কৰিছে—দেৱতা, তিৰ্য্যক্, আৰু মানুহ। এয়ে আমাৰ ত্ৰিজগত।

দৈব সৰ্গ ৮ বিধ—ব্ৰাহ্ম্য, প্ৰাজাপত্য, ঐন্দ্ৰ, পৈত্ৰ, গান্ধৰ্ব্ব, যাক্ষ, ৰাক্ষস, আৰু পৈশাচ। তিৰ্য্যক্ ৫ বিধ— পশু, পক্ষী, পতঙ্গ, সৰীসৃপ আৰু স্থাৱৰ।

পাঠকসকলে মন কৰিব যে সাংখ্যমতে এই সকলোবিধ সৃষ্টিৰ একে নিয়ম। ওপৰত যিবোৰ কথা কৈ আহিল, সেই আটাইবোৰ এই ১৪ বিধ সৃষ্টিত সমানে খাটে—স্থাবৰৰো জৰা মৰণৰ দুখ আছে; ব্ৰহ্মাৰো, আমাৰ দৰেই, সূক্ষ্ম আৰু লিঙ্গ শৰীৰ আছে; ইত্যাদি ॥৫৩॥ (জন্মান্তৰ ৰহস্য চাওক)

**ঊৰ্দ্ধং সত্ত্ববিশালস্তমোবিশালশ্চ মূলতঃ সৰ্গঃ।**
**মধ্যে ৰজোবিশালো ব্ৰহ্মাদিস্তম্বপৰ্য্যন্তঃ ॥৫৪॥**

ত্ৰিষ্বপি লোকেষু গুণত্ৰয়মস্তি, তত্ৰ কস্মিন্ কিমধিকমিত্যুচ্যতেঊৰ্দ্ধমিতি। অষ্টসু দেবস্থানেষু সত্ত্ববিশালঃ সত্ত্ববিস্তাৰঃ সত্ত্বোৎকট ঊৰ্দ্ধসত্ত্ব ইতি। তত্ৰাপি ৰজস্তমসী স্তঃ। তমোবিশালো মূলতঃ পৰ্শ্বাদিষু স্থাবৰান্তেষু সৰ্ব্বঃ সৰ্গঃ তমসা আধিক্যেন ব্যাপ্তঃ; তত্ৰাপি সত্ত্বৰজসী স্তঃ। মধ্যে—মানুষে ৰজ উৎকটং, তত্ৰাপি সত্ত্বতমসী বিদ্যেতে; তস্মাদ্ দুঃখপ্ৰায়া মনুষ্যাঃ। এবং ব্ৰহ্মাদিস্তম্বপৰ্য্যন্তঃ ব্ৰহ্মাদিস্থাবৰান্ত ইত্যৰ্থঃ; এবমভৌতিকঃ সৰ্গো লিঙ্গসৰ্গো ভাবসৰ্গো ভূতসৰ্গো দৈবমানুষতৈৰ্য্যগ্‌যোনা ইতি, এষঃ প্ৰধানকৃতঃ ষোড়শবিধঃ সৰ্গঃ ॥৫৪॥

(৫৪)

ঊৰ্দ্ধং সত্ত্ববিশালঃ [ওপৰত অৰ্থাৎ দৈব-সৰ্গ সত্ত্ব-বিশাল] মূলতঃ তমো-বিশালঃ [তলত অৰ্থাৎ তিৰ্য্যক্ জাতি তমো-বিশাল] মধ্যে চ ৰজোবিশালঃ [মাজত, অৰ্থাৎ মানুহ, ৰজো-বিশাল] ব্ৰহ্মাদি স্তম্ব পৰ্য্যন্তঃ সৰ্গঃ [ব্ৰহ্মাৰ পৰা মৰা গছ এজোপালৈকে এই ভৌতিক সৰ্গ—বিস্তৃত হৈ আছে]।

এই কাৰিকাত ঊৰ্দ্ধ, মূল, আৰু মধ্য—এই শব্দবোৰ স্থানবাচক নহয়। সাংখ্যই দেৱতা আৰু মানুহৰ বাসস্থান নিৰ্ণয় কৰা নাই। এই বিশ্বব্ৰহ্মাণ্ডৰ তলো নাই, ওপৰো নাই, মাজো নাই আৰু অন্তও নাই। ধৰ্ম্মাধৰ্ম্মৰ তাৰতম্য অনুসাৰে সাংখ্যই এই বিভাগ কৰিছে। পুণ্য-প্ৰচুৰ জ্ঞান-প্ৰচুৰ ওখখাপৰ সৰ্গ দৈব-সৰ্গ। ॥৫৪॥

**তত্ৰ জৰামৰণকৃতং দুঃখং প্ৰাপ্নোতি চেতনঃ পুৰুষঃ।**
**লিঙ্গস্যাবিনিবৃত্তেস্তস্মাদ্দুঃখং স্বভাবেন ॥৫৫॥**

তত্ৰেতি—তেষু দেবমানুষতিৰ্য্যগযোনিষু জৰাকৃতং মৰণকৃতংচৈব দুঃখং চেতনঃ চৈতন্যবান্ পুৰুষঃ প্ৰাপ্নোতি ন প্ৰধানং ন বুদ্ধিনাহঙ্কাৰো ন তন্মাত্ৰাণীন্দ্ৰিয়াণি মহাভূতানি চ। কিয়ন্তং কালং পুৰুষো দুঃখং প্ৰাপ্নোতীতি তদ্বিবিনক্তি,—লিঙ্গস্যাবিনিবৃত্তেৰিতি। যৎ তন্মহদাদি লিঙ্গশৰীৰেণাবিশ্য যত্ৰ ব্যক্তীভবতি, তদ্‌যাবন্ন নিবৰ্ত্ততে সংসাৰ শৰীৰমিতি তাবৎ সংক্ষেপেন ত্ৰিষু স্থানেষু পুৰুষো জৰামৰণকৃতং দুঃখং প্ৰাপ্নোতি, লিঙ্গস্যাবিনিবৃত্তেঃ, লিঙ্গস্য বিনিবৃত্তিং যাবৎ। লিঙ্গনিবৃত্তৌ মোক্ষো মোক্ষপ্ৰাপ্তো নাস্তি দুঃখমিতি। তৎ পুনঃ কেন নিবৰ্ত্ততে ? যদা পঞ্চবিংশতিতত্ত্বজ্ঞানং স্যাৎ সত্ত্বপুৰুষান্যথাখ্যাতিলক্ষণম্, ইদং প্ৰধানমিয়ং বুদ্ধিৰয়মহঙ্কাৰ ইমানি পঞ্চতন্মাত্ৰাণেকাদশেন্দ্ৰিয়াণি পঞ্চ মহাভূতানি যেভ্যোঽন্যঃ পুৰুষো বিসদৃশ ইত্যেবং জ্ঞানালিঙ্গনিবৃত্তিস্ততো মোক্ষ ইতি ॥৫৫॥

(৫৫)

তত্ৰ [সেই আব্ৰহ্মস্তম্ব বিস্তৃত ভৌতিক সৰ্গত] লিঙ্গস্যাবিনিবৃত্তেঃ [যিমান দিন লিঙ্গ শৰীৰৰ পতন নহয় সিমান দিন] চেতনঃ পুৰুষ জৰামৰণকৃতং দুঃখং প্ৰাপ্নোতি [চেতন পুৰুষে জৰা মৰণৰ কষ্ট পায়] তস্মাৎ স্বভাবেন দুঃখং [সেইগুণে দুখ স্বাভাবিক]।

১৪ বিধ সৰ্গত, লিঙ্গ-শৰীৰ থাকে মানে, জীৱৰ সুখ, দুখ, মোহ অনিবাৰ্য্য। জৰা মৰণাদিৰ দুখ আৰম্ভজাত। লিঙ্গ শৰীৰ কেনেকৈ নাশ হব পাৰে সেই বিষয় ৬৩-৬৪ কাৰিকাত কব ॥৫৪ ॥

**ইত্যেষ প্ৰকৃতিকৃতো মহদাদিবিশেষভূতপৰ্য্যন্তঃ।**
**প্ৰতিপুৰুষবিমোক্ষাৰ্থং স্বাৰ্থ ইব পৰাৰ্থ আৰম্ভঃ ॥৫৬॥**

প্ৰকৃতেঃ কিংনিমিত্তং আৰম্ভ ইত্যুচ্যতে পৰিণামতো নিৰ্দ্দেশে চ, প্ৰকৃতিকৃতো প্ৰকৃতিকৰণঃ প্ৰকৃতিক্ৰিয়ায়াং য

আৰম্ভো মহদাদিবিশেষভূতপৰ্য্যন্তঃ, প্ৰকৃতেৰ্মহান্ মহতোঽহঙ্কাৰস্তস্মাৎ তন্মাত্ৰাণ্যেকাদশেন্দ্ৰিয়ায়িণি তন্মাত্ৰেভ্যঃ পঞ্চ মহাভূতানীত্যেষ প্ৰতিপুৰুষবিমোক্ষাৰ্থং—পুৰুষং পুৰুষং প্ৰতি দেবমনুষ্যতিৰ্য্যগ্‌ভাবং গতানাং বিমোক্ষাৰ্থমাৰম্ভঃ। কথম ? স্বাৰ্থ ইব পৰাৰ্থঃ আৰম্ভঃ—যথা কশ্চিৎ স্বাৰ্থং ত্যক্ত্বা মিত্ৰকাৰ্য্যাণি কৰোতি, এবং প্ৰধানম্। পুৰুষোঽত্ৰ প্ৰধানস্য ন কিঞ্চিৎ প্ৰত্যুপকাৰং কৰোতি। স্বাৰ্থ ইব, ন চ স্বাৰ্থ পৰাৰ্থ এব, অথঃশব্দাদিবিষয়োপলব্ধিৰ্গুণপুৰুষান্তৰোপলব্ধিশ্চ ; ত্ৰিষু লোকেষু শব্দাদিবিষয়ৈঃ পুৰুষা যোজয়িতব্যাঃ, অন্তে চ মোক্ষেণেতি প্ৰধানস্য প্ৰবৃত্তিঃ, তথা চোক্তম্—"কুম্ভবৎ প্ৰধানং পুৰুষাৰ্থং কৃত্বা নিবৰ্ত্ততে" ইতি ॥৫৬॥

(৫৬)

মহদাদি-বিশেষভূত-পৰ্য্যন্তঃ [মহত্তত্ত্বৰে পৰা আৰম্ভ কৰি পঞ্চ মহাভুতলৈকে] ইতি এষঃ আৰম্ভঃ [এইখন স্বৰ্গ] প্ৰতি পুৰুষবিমোক্ষাৰ্থং [প্ৰত্যেক পুৰুষৰ মুক্তিৰ অৰ্থে] স্বাৰ্থ ইব পৰাৰ্থঃ [দেখাত নিজৰ নিমিত্তে হ'লেও, প্ৰকৃততে লোকৰ নিমিত্তে] প্ৰকৃতিকৃতঃ [প্ৰকৃতয়ে কৰিলে]।

এই সৃষ্টিৰ উদ্দেশ্য হৈছে প্ৰত্যেক পুৰুষৰ মোক্ষ। দেখাত বোধ হয় যেন প্ৰকৃতিৰ নিজৰ স্বাৰ্থৰ বাবেহে এইদৰে কাম কৰে কিন্তু আচলতে লোকৰ (অৰ্থাৎ পুৰুষৰ) স্বাৰ্থৰ নিমিত্তেহে এই ব্যাপাৰ।

ইয়াত, "প্ৰতি পুৰুষ" কথাটিয়ে ব্ৰহ্মা, দেৱতা, মানুহ, স্থাৱৰ আদি সকলো যোনি-প্ৰাপ্ত পুৰুষকে বুজাইছে। সকলো পুৰুষৰ মোক্ষ একে ৰকমেই হ'ব লাগিব। এই আটাইবোৰৰ "পুৰুষাৰ্থ সাধন" কৰিবলৈ হ'লেই, প্ৰত্যেকৰ ভাব আৰু অভাব বুজি, যাৰ যি ৰকম ভোগ আৱশ্যক (অৰ্থাৎ অপবৰ্গৰ বাবে আৱশ্যক) তাক সেই ৰকমে ভোগ কৰাব লাগিব। প্ৰকৃতিৰ তেন্তে এনে বিচিত্ৰ জ্ঞান ক'ৰ পৰা হল ?

ইয়াৰ আগেয়েও কোৱা হল (৪২ কাৰিকা) যে পুৰুষৰ জন্মান্তৰো এই প্ৰকৃতিৰেই কাৰ্য্য।*

প্ৰকৃতি তেন্তে অচেতন হৈয়ো নিজে কেনেকৈ, চেতন ঈশ্বৰৰ দৰে এনে ন্যায় বিচাৰ কৰি, জীৱক নিজ কৰ্ম্মফল দিব পাৰে ? এনে উৎকৃষ্ট জ্ঞান আৰু বিচাৰ শক্তি অচেতন প্ৰকৃতিয়ে ক'ত পালে ? এই বিষয়ে বাচস্পতিয়ে তত্ত্ব কৌমুদীত এইদৰে লিখিছে—

"স্যাদেতৎ স্বাৰ্থং পৰাৰ্থং বা চেতনঃ প্ৰবৰ্ত্ততে প্ৰকৃতিশ্চেতনা এৱং ভবিতুমৰ্হতি। তস্মাদস্তি প্ৰকৃতেৰধিষ্ঠাতা। চেতনঃ। ন চ ক্ষেত্ৰজ্ঞাঃ চেতনা অপি প্ৰকৃতিমধিষ্ঠাতুমৰ্হন্তি। তেষাং প্ৰকৃতিস্বৰূপানভিজ্ঞত্বাৎ। তস্মাদপি সৰ্ব্বাৰ্থদৰ্শী প্ৰকৃতেৰধিষ্ঠাতা। স চেশ্বৰঃ।" অৰ্থাৎ— "প্ৰকৃতিৰ কাৰ্য্য স্বাৰ্থৰ বাবেই হওক বা পৰাৰ্থৰ বাবেই হওক, ইয়াৰ নিশ্চয় চেতন অধিষ্ঠাতা এজন আছে। প্ৰকৃতি অচেতন, নিজে এইদৰে কৰিব নোৱাৰে, সেইগুণে অধিষ্ঠাতা আছে। ক্ষেত্ৰজ্ঞ পুৰুষ (জীৱ) বোৰ যদিও চেতন তথাপি সিঁহতে প্ৰকৃতিক নুবুজে আৰু প্ৰকৃতিক চলাবও নোৱাৰে। আমি বুজিব লাগিব যে প্ৰকৃতিৰ সৰ্ব্বাৰ্থদৰ্শী অধিষ্ঠাতা এজন আছে আৰু সেইজনেই—ঈশ্বৰ।"

নিশ্চয় এইটো বাচস্পতিৰ নিজৰ মত নহয়। অন্ততঃ এইটো সাংখ্যৰ মত নহয়।

সাংখ্যই সগুণ ঈশ্বৰৰ উল্লেখেই কৰা নাই। সগুণ ঈশ্বৰ প্ৰকৃতিস্থ পুৰুষ মাত্ৰ—

"মায়াখ্যায়াঃ কাম ধেনোঃ বৎসৌ জীবেশ্বৰাবুভৌ"

(পঞ্চদশী ১। ১৬-১৭)

উপনিষদতো কৈছে—

"জীবশৌ আভাসেন কৰোতি। মায়া চাবিদ্যা চ স্বয় মেব ভবতি।" এনে ঈশ্বৰে প্ৰকৃতিৰ পৰিণাম ঘটাব নোৱাৰে, কাৰণ তেওঁ নিজেই পুৰুষ-বিশেষ মাত্ৰ।

নিৰ্গুণ ব্ৰহ্ম নিষ্ক্ৰিয়, তেওঁ কোনো খণ্ড-কাৰ্য্যৰ কৰ্ত্তা নহয়। প্ৰকৃতিৰ পৰিণামৰো কৰ্ত্তা নহয়।

সেইগুণে সাংখ্যই কৈছে যে প্ৰকৃতিৰ পৰিণামৰ কোনো কৰ্ত্তা নাই। (ন কেন চিৎ কাৰ্য্যতে.....৩১ কাৰিকা) প্ৰকৃতিয়ে নিজৰ পৰিণাম নিজে ঘটায় ; যেনে, এৰাঁ গাখীৰ নিজে নিজে দৈ যায় ; সূৰ্য্যৰ পোহৰ বেলোলত পৰিলে আপোনা আপুনি ৭টা প্ৰধান ৰং হৈ পৰিণাম প্ৰাপ্ত হয়। এইবোৰ আৰু এনে অসংখ্য দৃষ্টান্ত আমি সদায় দেখি আছো। (১৬ কাৰিকা বা ৩৪ কাৰিকা চাওক)। আৰু এই পৰিণাম বোৰেই জগৎ, বা স্বভাব বা Nature। এইবোৰ দেখা কথা।

প্ৰকৃতিৰ পৰিণাম যে প্ৰকৃতিয়ে নিজে ঘটায়, নিৰ্গুণ নিষ্ক্ৰিয় ব্ৰহ্মই যে নকৰে,—এই দেখি-থকা সত্যটো বাচস্পতিয়েও স্বীকাৰ কৰে। তেওঁ দেৱীপুৰাণৰ বচন তুলি আনি কৈছে—

* কেনেকৈ এইটো সম্ভৱ? কেনেকৈ অচেতন প্ৰকৃতিয়ে জন্মান্তৰ কৰাই জীৱক নিজ নিজ কৰ্ম্মৰ অনুসাৰে স্বৰ্গ বা নৰকত দিব পাৰে— এইবোৰ কথা আমাৰ 'জন্মান্তৰ ৰহস্য' নামৰ কিতাপখনত অতি বহলাই ভাৱে আলোচনা কৰা হৈছে। আমি দেখুৱাইছো যে এইবোৰ অতি সম্ভৱপৰ কথা।

"বৈশ্বৰূপ্যাৎ প্ৰধানস্য পৰিণামোঽয়মদ্ভুতঃ।"

কিন্তু আমি জানো আৰু সদায় দেখি আছো যে এই পৰিণাম বোৰৰ বন্ধা অলঙ্ঘ্য নিয়ম আছে, যি বোৰক আমি Laws of Nature বোলো। অকল সেয়ে নহয়, আমি আৰু জানো, আৰু দেখি আছো, যে স্বভাবৰ (Nature) পৰিণামবোৰ এনেকৈ হৈছে যেন এজন চেতন মানুহে হে কৰিছে।

তলৰ কাৰিকাতো (৫৭ কাৰিকাত) কোৱা হৈছে কেনেকৈ প্ৰকৃতিয়ে যেন চেতন মানুহে ভাবি চিন্তি কৰাৰ দৰেহে কাম কৰে—কেনেকৈ গাইজনীক যেতিয়া গাখীৰ লাগিব (অৰ্থাৎ পোৱালি জগিব) তেতিয়াহে স্বভাবে তাইক গাখীৰ দিয়ে আৰু যেতিয়া নলগা হয় (অৰ্থাৎ পোৱালি ডাঙৰ হয়) তেতিয়া গাখীৰ আপোনা আপুনি স্বভাবতে বন্ধ হয়।

সেইদৰেই আকৌ এই কাৰিকাতো কৈছে যে প্ৰকৃতিয়ে পুৰুষাৰ্থ সাধনৰ বাবে যাৰ যেনে ভোগ লাগে, তাকে দিয়ে।

কেনেকৈ দিয়ে? তেন্তে প্ৰকৃতি চেতন নে কি?

সাংখ্যই কৈছে যে এইবোৰ প্ৰকৃতিৰ "বিভুত্ব-যোগ" (৪২ কাৰিকা), প্ৰকৃতিৰ স্বভাৱৰ কাৰ্য্য। নিয়ম লগাই দিলে, জড়শক্তিয়ে চেতন মানুহে ভাবি চিন্তি কৰাৰ দৰে কৰিব পাৰে; জড়শক্তিয়ে কৰিব নোৱাৰা কাম সংসাৰত নাই; আৰু জড়শক্তি প্ৰয়োগ নকৰিলে কোনেও কোনো কাম কৰিবও নোৱাৰে। জড়শক্তি নহলে গছৰ পাত এটাও নসৰে। কাৰ্য্য (action) মানেই জড়শক্তি-প্ৰয়োগ। কাৰ্য্য অৰ্থাৎ পৰিণামৰ এয়েহে বৈজ্ঞানিক সংজ্ঞা।

এইবোৰ অতি সত্য কথা, আমি দেখি থকা কথা, আৰু ইয়াৰ দৃষ্টান্তও আমি সদায় দেখি আছো—

আজি কালি বৈজ্ঞানিক সকলে স্বভাবৰ ওপৰত এনে আধিপত্য কৰিছে যে তেওঁবিলাকে জড়শক্তিক চেতন মানুহৰ দৰে খটুৱাব পাৰে। জড়শক্তিৰ হতুৱাই ডাঙৰ ডাঙৰ পূৰণ অঙ্ক কৰায় লয়। Electric Secretary আদি যন্ত্ৰই চেতন মানুহৰ দৰে কাম কৰিবই লাগিছে। Robot cow, Robot soldier, Robot doctor—ইত্যাদি যন্ত্ৰৰ কথা পাঠক সকলে নিশ্চয় শুনিছে। এতিয়া আকৌ জড়শক্তিক চন্দ্ৰ লোকলৈ পঠিয়াই তাৰ হতুৱাই চন্দ্ৰলোকৰ বাতৰি অনাবলৈ যত্ন হৈ আছে।

তেন্তে, মানুহেই যদি জড়শক্তিক প্ৰায় সম্পূৰ্ণ ৰূপে আয়ত্তাধীন কৰি যি ইচ্ছা তাকে কৰাব পাৰে, সৰ্ব্ববিৎ আৰু সৰ্ব্বশক্তিমান নিৰ্গুণ ঈশ্বৰে কিয় নোৱাৰিব? তেওঁ জড়শক্তিৰ হতুৱাই সৃষ্টি স্থিতি প্ৰলয় জন্মান্তৰ, কৰ্ম্ম-ফল ভোগ আদি সকলো ৰকমৰ কাৰ্য্য কৰাই নিজে নিষ্ক্ৰিয় দ্ৰষ্টা হৈ কেৱল মাত্ৰ চাই থাকিব নোৱাৰিব কিয়? আচলতে সাংখ্য দৰ্শনৰ এয়ে হে মূল কথা—নিষ্ক্ৰিয় ঈশ্বৰে নিজে লুকাই থাকি এই জগতত এনে নিয়ম লগাই দিছে, যে ইয়াত জন্মান্তৰ আদি সকলো পৰিণাম আপোনা-আপুনি হোৱাৰ দৰে নৈসৰ্গিক নিয়মেৰে হৈ গৈছে। আমি ওপৰত কৈ আহিছো যে তাপগতি বিদ্যায়ো এই কথা সমৰ্থন কৰে।

এই একে কথাকে ২৭ কাৰকাত কোৱা হৈছে।

সেইবাবেই সাংখ্যই কৈছে যে কণাৰ পিঠিত খোঁৰা উঠি বাট দেখুৱাৱ দৰে, নিষ্ক্ৰিয় পুৰুষে প্ৰকৃতিক চলাই নিয়ে নহলে সৃষ্টি নহয় (২১ কাৰিকা)।

গৌড়পাদে কথাটো আৰু পৰিষ্কাৰ কৰিছে। তেওঁ ১৭ কাৰিকাৰ ভাষ্যত কলে যে "পুৰুষাধিষ্ঠিতং প্ৰধানং প্ৰবৰ্ত্ততে"— অৰ্থাৎ চেতন পুৰুষৰ দ্বাৰা পৰিচালিত প্ৰকৃতি হে কাৰ্যকৰী হব পাৰে।

এইটো অতি সত্য কথা। ইয়াৰ দৃষ্টান্ত আমি সদায় দেখি আছে—

পানী তপতালে ভাপ হৈ উড়ি যায়। সেই ভাপ আমাৰ কোনো ব্যৱহাৰত নাহে। মিছাতে শক্তিৰ অপচয় হয়। কিন্তু চেতন মানুহে কৌশলেৰে শুদা এই ভাপৰ দ্বাৰাই ৰেল, জাহাজ আৰু অন্যান্য যন্ত্ৰ চলাই আমাৰ সকলো কাম কৰাইছে। এইবোৰ আমি দেখি থকা কথা। শুদা জড়শক্তিৰ দ্বাৰা আমাৰ একো কাম নহয়। জড়শক্তিক এজন চেতন মানুহে কামত খটাব জানিলেহে জড়শক্তি দ্বাৰা কাম কৰাব পাৰি। চিৎশক্তিৰ দ্বাৰা নিয়ন্ত্ৰিত (organised) শক্তিহে কাৰ্য্যকৰী হয়। নহলে শক্তিৰ অপচয় মাত্ৰ হয়। এইটো বৈজ্ঞানিক সত্য আৰু ই আমাৰ প্ৰত্যক্ষ জ্ঞানৰ বিষয়। এয়ে সাংখ্য দৰ্শন।

অৰ্থাৎ জড়শক্তি (অচেতন প্ৰকৃতি) নহলে কোনেও একো কাম কৰিব নোৱাৰে জগতত কোনো ক্ষুদ্ৰ পৰিণাম বা ক্ৰিয়াও হব নোৱাৰে। কিন্তু ইফালে আকৌ, এজন চেতন দ্ৰষ্টাই (পুৰুষে) এই শক্তি পৰিচালন নকৰিলে ই একো কাৰ্যকৰী হব নোৱাৰে কেৱল, মাত্ৰ ইয়াৰ অপচয় dissipation of energy হে হব পাৰে। আকৌ, চেতন পুৰুষে কৰাব

জানিলে, অচেতন জড়শক্তিৰ হতুৰাই কৰাব নোৱাৰা কাম সংসাৰত নাই।

এয়ে প্ৰকৃতিৰ বিভুত্ব যোগ আৰু পুৰুষৰ নিষ্ক্ৰিয়তা আৰু পুৰুষ-প্ৰকৃতিৰ সংযোগ—অনাদি আৰু নিত্য সংযোগ—যি নহলে সৃষ্টি নহয়।

এইবোৰ আমাৰ প্ৰত্যক্ষ জ্ঞান, যাৰ বিষযে আৰু অন্য প্ৰমাণ অনাৱশ্যক।

তেন্তে, এতিয়া প্ৰশ্ন হল যে যদি প্ৰকৃতি এইদৰেই সম্পূৰ্ণ ৰূপে নিয়ন্ত্ৰিত জড়শক্তি মাত্ৰ, তেন্তে আমি প্ৰকৃতিক একেবাৰে বাদ দি, এইদৰে কলে কি হানি হয় যে এই সৃষ্টিখনেই অকল নিৰ্গুণ ঈশ্বৰৰ ইচ্ছা মাত্ৰ ?* বেদান্তই তো তাকেহে কয়—"যাৰ কটাক্ষত হোৱে সৃষ্টি স্থিতি লয়।" তেন্তে সুকীয়া সাংখ্য-দৰ্শন এখন আমাক কিয় লাগে ?

অতি উত্তম প্ৰশ্ন। এই প্ৰশ্নৰ উত্তৰ আমি ওপৰত দি আহিছো। এতিয়া আকৌ এবাৰ কওঁ—

বেদান্ত দৰ্শন আচলতে দৰ্শন নহয়। তথাপি যদি দৰ্শন নুবুলিলেই নহয়, আমি বেদান্তক "দিব্য দৰ্শন" (Super-Philosophy) হে বুলিম। ইয়াত যুক্তি, তৰ্ক, জাগতিক প্ৰমাণ, অনুমাণ, দৃষ্টান্ত— একোৰে স্থান নাই (আমাৰ 'বেদান্ত দৰ্শন' চাওক)। শ্ৰুতি বাক্যৰ বাহিৰে ইয়াত কোনো প্ৰমাণৰ স্থান নাই।

বেদান্তই যেন ব্ৰহ্মক সাক্ষাৎ দেখি কৈছে "সৌৱা ব্ৰহ্ম, চোৱাঁ,—এওঁ সৃষ্টি স্থিতি প্ৰলয়ৰ কাৰণ। এওঁ বহু হৈ বহুজীৱ হৈছে; এওঁৰ বাহিৰে জগতত আৰু একো নাই; সৰ্ব্বং ব্ৰহ্মময়ং জগৎ।"

এইদৰে কলে মানুহে বুজিব নোৱাৰে কাৰণ, সংস্কাৰস্থ ভাবৰ লগত অৰ্থাৎ জাগতিক অভিজ্ঞতাৰ লগত মিলাই লব নোৱাৰিলে মানুহৰ মনত একো কথা নোসোমায়, একো নুবুজে; বিশ্বাস কৰিবও নোৱাৰে, নোৱাৰি মানুহ নাস্তিক হে হব পাৰে। সেইগুণেই, "নাস্তিক্য বাৰণৰ বাবেই, পৃথিৱীত মানুহৰ দৰ্শন, বিজ্ঞান, ন্যায়, অঙ্ক, ইত্যাদি শাস্ত্ৰৰ আৱশ্যক হয়। এইদৰেই, এই শাস্ত্ৰবোৰৰ উৎপত্তি হৈছে—সকলোৰে উদ্দেশ্য কেৱল মাত্ৰ "নাস্তিক্য বাৰণ"।

এই আঠাইবোৰ শাস্ত্ৰৰ বিচাৰ পদ্ধতি একে; একেবাৰে ওপৰৰ ঈশ্বৰৰ পৰা আৰম্ভ নকৰি, দৃশ্য জগতৰ পৰা আৰম্ভ কৰি পাৰ্থিৱ বুজিব পৰা যুক্তি প্ৰমাণেৰে লাহে লাহে আগ বাঢ়ি যায়। আদি বিজ্ঞানী কপিলেও এই পদ্ধতিৰেই পৃথিৱীৰ প্ৰথম দৰ্শনখন লিখিছে। ইয়াত এনে এটা কথা নাই যাক আমি বুজিব নোৱাৰো বা যাক আধুনিক নতুন বিজ্ঞানে সমৰ্থন কৰা নাই।

২। প্ৰকৃতিৰ "বিভুত্ব যোগৰ" আৰু এটা দৃষ্টান্ত চাওক— বেদান্তত প্ৰকৃতিৰ আৰু এটা নাম হৈছে 'মায়া'। মায়া মানে কিন্তু ইংৰাজীত যাক Illusion বোলে, সেইটো নহয়। এই শব্দটো গোটেই ব্ৰহ্মসূত্ৰত মাত্ৰ এবাৰ আছে (ব্ৰঃ সূঃ, ৩।২।৩) আৰু তাৰ অৰ্থ (নিম্বাৰ্ক ভাষ্যত) এইদৰে দিছে—"যতো মায়া মাত্ৰং বিচিত্ৰং, ন সত্যং নতু সৰ্ব্বাংশেন অসত্যং—মায়া শব্দ আশ্চৰ্য্যবাচী।"

গীতাত মায়া শব্দটো ৪ ঠাইত আছে। তাতো সেই একে অৰ্থ, "মায়াং সৰ্ব্বভূতচিত্ত মোহিনীম্"। (শঙ্কৰাচাৰ্য্য, গীতা ৭।১৪ ভাষ্য)

প্ৰকৃতিৰ সকলো কথা অত্যদ্ভুত; সেইবাবেই প্ৰকৃতিক মায়া বোলে। প্ৰকৃতিৰ আচৰিত আচৰিত শক্তিৰ কথা আমি পাই আহিছো। (২৭ আৰু ৪২ কাৰিকা চাওক)। তাৰ বাহিৰেও আমি পাই আহিছো (২৪ আৰু ২৫ কাৰিকা) যে এই জগতত অন্তঃকৰণ জাতীয় শক্তিৰ বাহিৰে আৰু একো নাই। শুদা এই শক্তিৰ পৰা জগৎ ৰচনা কৰা আৰু পানীৰ মিঠৈ সজা—দুয়োটা একে কথা; প্ৰকৃতিয়ে কিন্তু তাকেই কৰিছে। আমি আৰু পাই আহিছো যে সেই একে শক্তিৰে পৰা উদ্ভৱ হোৱা আমাৰ দিক্কালৰ জ্ঞান, এটা প্ৰকাণ্ড প্ৰহেলিকা—এটা যেন ভোজ-বাজী। (৩৩ কাৰিকা)

এইবোৰক 'মায়া' নুবুলি আৰু কি বুলিব পাৰি ?

---

*ঈশ্বৰৰ ইচ্ছা—আচলতে এয়েহে পৰমাৰ্থিক সত্য— এই সৃষ্টি ঈশ্বৰৰ ইচ্ছা মাত্ৰ। আমাৰ সকলো কিতাপত কোৱা হৈছে যে আধুনিক বিজ্ঞানে শক্তিৰ বাস্তৱ অস্তিত্ব স্বীকাৰ নকৰে। বেদান্তয়ো নকৰে। সেইদৰেই আমাৰ খণ্ড-কাল জ্ঞানো এটা অবাস্তৱ কল্পনা-(৩৩ কাৰিকা)। আমাৰ দিক্-জ্ঞানো এটা অবাস্তৱ ভেদ-জ্ঞান মাত্ৰ। (পাতনি চাওক)।

আমি পাতনিত আৰু কৈ আহিছো যে দিক্ কাল, শক্তি—এইবোৰক বাস্তৱ পদাৰ্থ বুলি নধৰিলে আমি জগতৰ কোনো কথা বুজিব নোৱাৰো লোকক বুজাব নোৱাৰো, একো চিন্তা কৰিব নোৱাৰো। এইবোৰক বাস্তৱ পদাৰ্থ বুলি নধৰিলে, কোনো বৈজ্ঞানিক আলোচনা হব নোৱাৰে। শক্তি খণ্ড-কাল, দিক্—এই ৩টা যেন আমাৰ চিন্তা প্ৰণালীৰ ৩ ডাল জৰী— ৩টা বান্ধনি, যি নহলে চিন্তা হব নোৱাৰে; যি নহলে আমি জগতৰ ক্ষুদ্ৰ ঘটনা এটাও (যেনে, গছৰ পৰা গুটি এটা সৰাও) বুজিব নোৱাৰো।

মানুহে বুজা যুক্তিৰে অৰ্থাৎ দাৰ্শনিক যুক্তিৰে, সৃষ্টি তত্ত্ব বুজাবলৈ হ'লে, সাংখ্যই প্ৰকৃতিৰ বাস্তৱ অস্তিত্ব মানি লবই লাগিব। বেদান্তই নামানিলেও পাৰে।

কিন্তু এই সকলোবোৰতকৈ প্ৰকৃতিৰ অত্যাশ্চৰ্য্য ব্যাপাৰ হৈছে —আমাৰ অহং-জ্ঞান, যি অহং-জ্ঞানক বাচস্পতিয়ে আৰু সকলো পুৰাণে "ভ্ৰান্তি-বীজ" বুলিছে। ব্ৰহ্মাৰ পৰা আৰম্ভ কৰি প্ৰত্যেক জীৱই ভাবিছে যে তেওঁ নিজে স্বাধীন, অথচ সাংখ্য মতে তেওঁ অকৰ্ত্তা, তেওঁ সংস্কাৰৰ বশবৰ্ত্তী হৈ হে কাম কৰিছে—প্ৰকৃতিয়ে কৰাইছে। ব্ৰহ্মাই ভাবিছে যে তেওঁ নিজ ইচ্ছাৰে, নিজ শক্তিৰে সৃষ্টি কৰিছে—এইটো তেওঁৰ ভ্ৰান্তি।

সেইদৰে, দেৱতাসকলেও ভাবিছে যে আমাৰ প্ৰাৰ্থনাত তুষ্ট হৈ তেওঁবিলাকে, নিজে দিওঁ বুলি, আমাক অভীষ্ট ফল দিছে। এইটোও তেওঁবিলাকৰ ভুল। গীতাই এই কথা স্পষ্ট ভাবে কৈছে। (গীতা ৭/২২ চাওক)। আমাৰ নিজৰো সেই একে ভ্ৰান্তি। এযে প্ৰকৃতিৰ মায়া। এয়ে প্ৰকৃতিৰ মোহিনীশক্তি। ইয়াৰ কথাকে পঞ্চদশীত এইদৰে কৈছে—

মহেশ্বৰস্য যা মাঁযা তস্যা নিৰ্ম্মাণ শক্তিবৎ।
বিদ্যতে মোহ শক্তিশ্চ যয়া সংমোহ্যতে জগৎ॥

সকলো পুৰাণে এই কথাকে নানা ৰকম গল্প আৰু উপমা দি বুজাইছে। এটা উপমা এই— "প্ৰকৃতিয়ে সকলো জীৱক পুতলা নচুৱা দৰে নচুৱাইছে। পুতলা নাচ দেখি আমি ধৰিব নোৱাৰো, কেনেকৈ অচেতন পুতলাই চেতনৰ দৰে নাচিছে। কিন্তু যদি পৰ্দ্দাৰ সিফালে গৈ বাজীকৰৰ ওচৰত বহিব পাৰোঁ, তেতিয়া তৎক্ষণাৎ বুজিম যে জৰীডালত ধৰি বাজীকৰে পুতলাবোৰ নিজ ইচ্ছামতে নচুৱাইছে।"

[এই জৰীডালেই প্ৰকৃতি, বাজীকৰজনেই ঈশ্বৰ, আৰু পুতলাবোৰেই আমি।]

সাংখ্য দৰ্শনৰ এই ভাবটোকে গীতাই নানা ৰকমে প্ৰকাশ কৰি শেহত কলে— মামেব যে প্ৰপদ্যন্তে মায়ামেতাং তৰন্তি তে"— অৰ্থাৎ ঈশ্বৰৰ ওচৰ চাপিব নোৱাৰিলে, বা (সাংখ্যৰ ভাষাৰে) অহংজ্ঞান নাশ নহ'লে, এই মায়াৰ হাতৰ পৰা জীৱৰ নিস্তাৰ নাই॥৫৬॥

**বৎস বিবৃদ্ধিনিমিত্তং ক্ষীৰস্য যথা প্ৰবৃত্তিৰজ্ঞস্য।**
**পুৰুষবিমোক্ষনিমিত্তং তথা প্ৰবৃত্তিঃ প্ৰধানস্য॥৫৭॥**

অত্ৰোচ্যতেঽচেতনং প্ৰধানং চেতনঃ পুৰুষ ইতি, ময়া ত্ৰিষু লোকেষু শব্দাদিভিৰ্বিষয়ৈঃ পুৰুষো যোজ্যোঽন্তে মোক্ষঃ কৰ্ত্তব্য ইতি কথং চেতনৱৎ প্ৰবৃত্তিঃ? সত্যং, কিন্ত্বচেতনানামপি প্ৰবৃত্তিৰ্দৃষ্টা নিবৃত্তিশ্চ যস্মাদিত্যাহ—যথা তৃণাদিকং গবা ভক্ষিতং ক্ষীৰভাবেন পৰিণম্য বৎসবিবৃদ্ধিং কৰোতি, পুষ্টে চ বৎসে নিবৰ্ত্ততে, এবং পুৰুষবিমোক্ষ নিমিত্তং প্ৰধানম্ ইতি অজ্ঞস্য প্ৰবৃত্তিৰিতি॥৫৭॥

(৫৭)

অজ্ঞস্য ক্ষীৰস্য যথা বৎস-বিবৃদ্ধি-নিমিত্তং প্ৰবৃত্তিঃ [অচেতন গাখীৰ পোৱালী হ'লে গৰুৰ পেটত যেনেকৈ আপোনা আপুনি হয়] তথা পুৰুষবিমোক্ষ-নিমিত্ত প্ৰধানস্য প্ৰবৃত্তিঃ [সেইদৰেই পুৰুষৰ মোক্ষৰ বাবেও অচেতন প্ৰকৃতিৰ চেষ্টা আপোনাআপুনি হয়]।

এই কাৰিকাটো ওপৰত (২৭ কাৰিকাত) ব্যাখ্যা কৰা হৈছে। পাঠকসকলে মন কৰিব যে এই একেটা কথাকে সাংখ্যই বাৰে বাৰে নানা ৰকমে কৈ আছে, গুণবোৰে আপোনাআপুনি চেতন মানুহৰ দৰে কাম কৰে, এনেকৈ কাম কৰা সিহঁতৰ স্বভাৱ, কেৱল এজন অধিষ্ঠাতাই সিহঁতক নিয়ম লগাই দিব লাগিব। এই কথাটো যেন কেনেবাকৈ আমি নুবুজোঁ, বা পাহৰোঁ বুলিয়েই তেওঁ আমাক বাৰে বাৰে, নানা ঠাইত, নানা ভাৱে সোঁৱৰাই আছে॥৫৭॥

**ঔৎসুক্যনিবৃত্ত্যৰ্থং যথা ক্ৰীয়াসু প্ৰবৰ্ত্ততে লোকঃ।**
**পুৰুষস্য বিমোক্ষাৰ্থং প্ৰবৰ্ত্ততে তদ্বদব্যক্তম্॥৫৮॥**

যথা লোক ইষ্টৌৎসুক্যে সতি তস্য নিবৃত্ত্যৰ্থং ক্ৰিয়াসু প্ৰবৰ্ত্ততে, গমনাগমনক্ৰিয়াসু কৃতকাৰ্য্যো নিবৰ্ত্ততে তথা পুৰুষস্য বিমোক্ষাৰ্থং শব্দাদিবিষয়োপভোগোপলব্ধিলক্ষণং-গুণপুৰুষান্তৰোপলব্ধিলক্ষণঞ্চ দ্বিবিধমপিপুৰুষাৰ্থং কৃত্বা প্ৰধানং নিবৰ্ত্ততে॥৫৮॥

(৫৮)

যথা লোকঃ ঔৎসুক্য-নিবৃত্ত্যৰ্থং ক্ৰিয়াসু প্ৰবৰ্ত্ততে [মানুহে যেনেকৈ আগ্ৰহ বা উৎকণ্ঠা নিবাৰণৰ অৰ্থে ক্ৰিয়া কৰে] তদ্বৎ অব্যক্তং পুৰুষস্য বিমোক্ষাৰ্থং প্ৰবৰ্ত্ততে (জগৎ ৰচয়তি) [সেইদৰেই অব্যক্ত প্ৰকৃতিয়ে পুৰুষৰ মুক্তিৰ কাৰণে জগত ৰচনা কৰে]।

মানুহে যেনেকৈ কোনো ইচ্ছাৰ উদয় হ'লে ক্ৰিয়াত প্ৰবৃত্ত হয় আৰু কৃতকাৰ্য্য হ'লেই নিবৰ্ত্তিত হয় ঠিক সেইদৰেই অব্যক্ত প্ৰকৃতিয়ে পুৰুষৰ ভোগ আৰু অপবৰ্গ সাধনৰ অৰ্থে জগৎ ৰচনা কৰে আৰু ভোগ সম্পূৰ্ণ হ'লেই নিবৰ্ত্তিত হয়। ভোগ সম্পূৰ্ণ হলেই পুৰুষ প্ৰকৃতি পৃথক হয় (৫৯ কাৰিকা)॥৫৮॥

[এই কাৰিকাত পাঠসকলে অব্যক্ত শব্দটো মন কৰিব।

সাংখ্যৰ অব্যক্তই পুৰুষ প্ৰকৃতিৰ সংযোগ। এই সংযোগৰ পৰাই সৃষ্টি হয় (২০ কাৰিকা)। এই সংযোগ নিত্য আৰু অনাদি হলেও, ই অচ্ছেদ্য স্বাভাবিক সংযোগ নহয়। (২০ কাৰিকাৰ ব্যাখ্যা চাওক)। তেন্তে, এই সংযোগ কৰিয হয়?—অৰ্থাৎ পোন কথাৰে,—নিৰ্গুণ ঈশ্বৰে সৃষ্টি কৰিবলৈ কিয় কল্পনা কৰে? এই প্ৰশ্নৰ উত্তৰ সাংখ্যই দিব পৰা নাই; কলে, এইটো তেওঁৰ লীলা। বেদান্তয়ো তাকে কয়—"লোকবৎ তু লীলা কৈৱল্যম্, (ব্ৰ-সু ২।১।৩৩)—

"নেপাৰন্তে কেঁৰে তাৰ তত্ত্ব॥
"দেৱগনে নেপাৰন্ত পাৰ।
মনুষ্যে জানিব কিবা তাৰ॥"

**ৰঙ্গস্য দৰ্শয়িত্বা নিবৰ্ত্ততে নৰ্ত্তকী যথা নৃত্যাৎ।**
**পুৰুষস্য তথাত্মানং প্ৰকাশ্য নিবৰ্ত্ততে প্ৰকৃতিঃ॥৫৯॥**

কিঞ্চান্যৎ, যথা নৰ্ত্তকী শৃঙ্গাৰাদিৰসৈৰিতিহাসাদিভাবৈশ্চ নিবদ্ধগীতবাদিত্ৰনৃত্যানি ৰঙ্গস্য দৰ্শয়িত্বা কৃতকাৰ্য্যা নৃত্যান্নিবৰ্ত্ততে, তথা প্ৰকৃতিৰপি পুৰুষস্যাত্মানং প্ৰকাশ্য বুদ্ধ্যহঙ্কাৰতন্মাত্ৰেন্দ্ৰিয় মহাভূতভেদেন নিবৰ্ত্ততে॥৫৯॥

(৫৯)

নৰ্ত্তকী যথা ৰঙ্গস্য দৰ্শয়িত্বা নৃত্যাৎ নিবৰ্ত্ততে [নৰ্ত্তকীয়ে যেনেকৈ দৰ্শকক ৰং দেখুৱাই আঁতৰ হয়] তথা প্ৰকৃতিঃ আত্মানং পুৰুষস্য প্ৰকাশ্য বিনিবৰ্ত্ততে [প্ৰকৃতিয়েও সেইদৰেই নিজৰ গা পুৰুষক দেখুৱাই আঁতৰ হয]।

প্ৰকৃতিৰ অঙ্গ হ'ল বুদ্ধি, অহঙ্কাৰ, মন, ইন্দ্ৰিয়, তন্মাত্ৰ। পুৰুষে এই তত্ত্ববোৰ যেতিয়া বুজে তেতিয়া আৰু প্ৰকৃতিৰ কাম নেথাকে, প্ৰকৃতি নিবৃত্ত হয়॥৫৯॥

**নানাবিধৈৰুপায়ৈৰুপকাৰিণ্যনুপকাৰিণ্য পুংসঃ।**
**গুণবত্যগুণস্য সতস্তস্যাৰ্থমপাৰ্থকং চৰতি॥৬০॥**

কথং কো বা অস্যা নিবৰ্ত্তকো হেতুঃ? তদাহ—নানাবিধৈৰুপায়ৈঃ প্ৰকৃতিঃ পুৰুষস্যোপকাৰিণ্যনুপকাৰিণঃ পুংসঃ, কথম্? দেবনানুষতিৰ্য্যগ্‌ভাৱেন সুখদুঃখমোহাত্মক-ভাবেন শব্দাদিবিষয়ভাৱেন; এবং নানাবিধৈৰুপায়ৈৰাত্মানং প্ৰকাশ্য অহমন্যা ত্বমন্য ইতি নিবৰ্ত্ততে, সতো নিত্যস্য অস্যাৰ্থমপাৰ্থকং চৰতি কুৰুতে, যথা কশ্চিৎ পৰোপকাৰী সৰ্ব্বস্যোপকুৰুতে নাত্মনঃ প্ৰত্যুপকাৰমীহতে, এবং প্ৰকৃতিঃ পুৰুষাৰ্থং চৰতি কৰোত্যপাৰ্থকং, পশ্চাদুক্তমাত্মানং প্ৰকাশ্য নিবৰ্ত্ততে॥৬০॥

(৬০)

নানাবিধৈঃ উপায়ৈঃ [নানাবিধ উপায়েৰে] উপকাৰিণী গুণৱতী [ত্ৰিগুণা প্ৰকৃতিয়ে] তস্য অনুপকাৰিণঃ সতঃ অগুণস্য পুংসঃ [সেই অনুপকাৰী সৎ আৰু নিৰ্গুণ পুৰুষৰ] অৰ্থম্ অপাৰ্থকং চৰতি [নিৰৰ্থক উপকাৰ কৰে]।

প্ৰকৃতি গুণৱতী বা গুণাশ্ৰয়া। পুৰুষ অনুপকাৰী অকৃতজ্ঞ; কাৰণ পুৰুষ নিৰ্গুণ, নিষ্ক্ৰিয়; প্ৰকৃতিৰ কোনো প্ৰত্যুপকাৰ নকৰে। প্ৰকৃতিয়ে কিন্তু নিজৰ একো লাভ বা স্বাৰ্থ নাথাকিলেও পুৰুষক নিৰৰ্থক এনেয়ে উপকাৰ কৰে॥৬০॥

**প্ৰকৃতেঃ সুকুমাৰতৰং ন কিঞ্চিদস্তীতি মে মতিৰ্ভৱতি।**
**যা দৃষ্টাঽস্মীতি পুনৰ্ন দৰ্শনমুপৈতি পুৰুষস্য॥৬১॥**

নিবৃত্তা চ কিং কৰোতীত্যাহ—লোকে প্ৰকৃতেঃ সুকুমাৰতৰং ন কিঞ্চিদস্তীত্যেবং মে মতিৰ্ভৱতি, যেন পৰাৰ্থ এবং মতিৰুৎপন্না। কস্মাৎ? অহমনেন পুৰুষেণ দৃষ্টাঽস্মীত্যস্য পুংসঃ পুনদৰ্শনং নোপৈতিপুৰুষস্যাদৰ্শনমুপযাতীত্যৰ্থঃ। অত্ৰ সুকুমাৰতৰং বৰ্ণযতি—কেচিদীশ্বৰং কাৰণং ব্ৰুবতে, "অজ্ঞো জন্তুনীশোঽয়মাত্মনঃ সুখদুঃখয়োঃ। ঈশ্বৰপ্ৰেৰিতো গচ্ছেৎ স্বৰ্গং নৰকমেব বা॥" অপৰে স্বভাবকাৰণিকাং ব্ৰুবতে, "কেন শুক্লীকৃতা হংসা ময়ূৰাঃ কেন চিত্ৰিতাঃ। স্বভাবে নৈব—" ইতি। অত্ৰ সাঙ্খ্যাচাৰ্য্যা আহুঃ,—"নিৰ্গুণত্বাদীশ্বৰস্য কথং সগুণতঃ প্ৰজা জায়েৰন্? কথং বা পুৰুষান্নিৰ্গুণাদেব? তস্মাৎ প্ৰকৃতেৰ্যুজ্যতে, তথা শুক্লেভ্যস্তন্তুভ্যঃ শুক্ল এব পটো ভৱতি, কৃষ্ণেভ কৃষ্ণ এব" ইতি। এবং ত্ৰিগুণাৎ প্ৰধানাৎ এয়ো লোকাস্ত্ৰিগুণাঃ সমুৎপন্না ইতি গম্যতে। নিৰ্গুণ ঈশ্বৰঃ, সগুণানাং লোকানাং তস্মাদুৎপত্তিৰযুক্তেতি। অনেন পুৰুষো ব্যাখ্যাতঃ। তথা কেষাঞ্চিৎ কালঃ কাৰণমিতি, উক্তঞ্চ—"কালঃ পচতি ভূতানি কালঃ সংহৰতে জগৎ। কালঃ সুপ্তেষু জাগৰ্ত্তি কালো হি দুৰতিক্ৰমঃ॥" ব্যক্তাব্যক্তপুৰুষাস্ত্ৰয়ঃ পদাৰ্থাঃ, তেন কালোঽন্তৰ্ভূতোঽস্তি, স হি ব্যক্তঃ সৰ্ব্বকৰ্ত্তৃত্বাৎ কালস্যাপি প্ৰধানমেব কাৰণং, স্বভাবোঽপ্যত্ৰৈব লীনঃ, তস্মাৎ কালো ন কাৰণং, নাপি স্বভাব ইতি। তস্মাৎ প্ৰকৃতিৰেব কাৰনং, ন প্ৰকৃতেঃ কাৰণান্তৰমস্তীতি ন পুনৰ্দৰ্শনমুপযাতি পুৰুষস্য। অতঃ প্ৰকৃতেঃ সুকুমাৰতৰং সুভোগ তৰং ন কিঞ্চিদীশ্বৰাদি কাৰণমস্তীতি মে মতিৰ্ভৱতি। তথা চ শ্লোকে ৰূঢ়ম॥৬১॥

(৬১)

প্ৰকৃতেঃ সুকুমাৰতৰং ন কিঞ্চিৎ অস্তি ইতি মে মতিঃ

ভবতি [প্রকৃতিতকৈ কোমল মোৰ মনেৰে একো নাই] যা [যি প্রকৃতিয়ে] দৃষ্টা অস্মি ইতি ["মোক পুৰুষে দেখিলে" এই বুলি জানিলে] পুনঃ পুৰুষস্য ন দর্শনম্ উপৈতি [আকৌ পুৰুষক দেখা নিদিয়ে]।

"সুকুমাৰতৰ" কথাটোৰ (এই কাৰিকাবোৰৰ ভাবটো প্রকাশ কৰিবলৈ) টীকাকাৰ সকলে নানা ৰকম অর্থ কৰিছে—যেনে, লজ্জাশীলা, সুভোগ্যা, পুৰুষ-দর্শন-অসহিষ্ণু ইত্যাদি। ওপৰৰ ভাষ্যত কিন্তু গৌড়পাদে "সুকুমাৰতৰ" কথাটিৰ আন ৰকমে অর্থ কৰিছে। তেওঁৰ মতে "সুকমাৰতৰ" মানে (phenomenal) "সহজে বুজিব পৰা।" তেওঁ এইদৰে কৈছে

এই জগতৰ নানা ৰকম পৰিণামৰ কাৰণ কি? শাস্ত্রত কৈছে, "আত্মা অজ্ঞ আৰু অনীশ, ঈশ্বৰে সুখ দুখ ভোগ কৰিবলৈ এই আত্মাক স্বর্গ বা নৰকলৈ নিয়ে, অতএব ঈশ্বৰেই কাৰণ।" এইটো কিন্তু হ'ব নোৱাৰে, কাৰণ ঈশ্বৰ নির্গুণ। ঈশ্বৰ ত্রিগুণ জগতৰ পৰিণামৰ কাৰণ নহয়। সেই দৰেই পুৰুষো কাৰণ নহয়। পুৰুষো নির্গুণ।

কোনো কোনো শাস্ত্রই কয় যে কাল হে কাৰণ। কাল কিন্তু এটা তত্ত্ব নহয়। তত্ত্ব মোটেই ৩টা; ব্যক্ত, অব্যক্ত, আৰু পুৰুষ। কাল ব্যক্তৰ অন্তর্গত—প্রকৃতিৰ সৃষ্টি। কোনো কোনো শাস্ত্রই কয় যে 'স্বভাৱ' হে কাৰণ। কিন্তু স্বভাৱ প্রকৃতিত লীন হয়— অর্থাৎ স্বভাৱ আৰু প্রকৃতিৰ অংশ-অংশী বা ব্যষ্টি-সমষ্টি সম্পর্ক। আমি যেতিয়া জগতৰ কোনো ক্ষুদ্র অংশ এটাৰ কথা ভাবোঁ, তেতিয়া আমি কওঁ যে—"এই বস্তুটোৰ এনেকৈ পৰিণাম হোৱাই তাৰ 'স্বভাৱ'।" কিন্তু যেতিয়া গোটেই জগতৰ কথা একেলগে ভাবোঁ, তেতিয়া আমি 'স্বভাৱ' নুবুলি 'প্রকৃতি' বোলোঁ; তেতিয়া 'স্বভাৱ' 'প্রকৃতিত' লীন হয়। সেই গুণে এই জগতৰ পৰিণামৰ (আমি সহজে বুজিব পৰা) কাৰণটি, 'প্রকৃতি'—প্রকৃতিৰ বাহিৰে আমি বুজিব পৰা (জ্ঞাতব্য বা সুভোগ্যতৰ বা সুকুমাৰতৰ) কাৰণ একো নাই।

ইয়াত গৌড়পাদে বুজালে যে প্রকৃতি বা স্বভাৱ এই জগতৰ পৰিণামৰ দেখা কাৰণ আৰু আমি সহজে বুজিব পৰা (সুকুমাৰতৰ) (phenomenal cause)। ইয়াৰ ওপৰৰ পৰমার্থিক সত্যটি (absolute reality) বেলেগ।

কিন্তু যেতিয়া পুৰুষে প্রকৃতিক সম্পূর্ণৰূপে ভোগ কৰিলে, আৰু প্রকৃতিৰ সকলো অঙ্গ (বুদ্ধি অহঙ্কাৰ আদি চতুর্বিংশতি তত্ত্ব) দেখিলে অর্থাৎ ভালকৈ বুজিলে, তেতিয়া পুৰুষৰ প্রকৃত আত্ম-জ্ঞান হয় আৰু বুজে যে প্রকৃতি তেওঁৰ পৰা সম্পূর্ণ পৃথক্। আৰু বুজে কেনেকৈ প্রকৃতিৰ দ্বাৰা ইমান দিনে তেওঁৰ বন্ধন হৈছিল, আৰু প্রকৃতিকে তেওঁ 'মই' বুলি ভাবিছিল। তেওঁ তেতিয়া আচল পৰমার্থিক সত্যটি বুজিলে।

প্রকৃতিৰ কার্য্য এতিয়া শেষ হল। প্রকৃতিৰ কার্য্য আছিল, পুৰুষৰ ভোগ আৰু অপবর্গ সাধন। এই কার্য্য এতিয়া শেষ হল। প্রকৃতিযে আৰু এতিয়া পুৰুষক দেখা নিদিযে। অর্থাৎ প্রকৃতি-পুৰুষৰ সংযোগ একেবাৰে ছিন্ন হল। পুৰুষ আৰু প্রকৃতি সম্পূর্ণ পৃথক্ হল। সৃষ্টিৰ আগত যেনে আছিল, ঠিক তেনে হল। যেন সংযোগ হোৱাই নাছিল। তেন্তে, মোক্ষ কাৰ হল? পুৰুষৰ হল নে প্রকৃতিৰ হল? এই প্রশ্নৰ উত্তৰ তলৰ কাৰিকাত দিছে।।৬১।।

**তস্মান্ন বধ্যতে নাপি মুচ্যতে নাপি সংসৰতি কশ্চিৎ।**
**সংসৰতি বধ্যতে মুচ্যতে চ নানাশ্রয়া প্রকৃতিঃ ।।৬২।।**

পুৰুষো মুক্তঃ পুৰুষঃ সংসাৰী, ইতি চেদিত্যাহ—তস্মাৎ কাৰণাৎ পুৰুষো ন বধ্যতে, নাপি মুচ্যতে, নাপি সংসৰতি, যস্মাৎ কাৰণাৎ প্রকৃতিৰেব নানাশ্রযা দেবমানুষতির্য্যগ-যোন্যাশ্রয়া বুদ্ধ্যহঙ্কাৰতন্মাত্রেন্দ্রিয়ভূতস্বৰূপেন বধ্যতে মুচ্যতে সংসৰতি চ। অথ মুক্ত এব স্বভাবাৎ স সর্ব্বগতশ্চ কথং সংসৰতি? অপ্রাপ্তপ্রাপ্রণার্থংসংসৰণমিতি, তেন পুৰুষো বধ্যতে, পুৰুষো মুচ্যতে, পুৰুষঃ সংসৰতীতি ব্যপদিশ্যতে যেন সংসাৰিত্বং ন বিদ্যতে, সত্ত্ব পুৰুষান্তৰজ্ঞানাৎ তত্ত্বং পুৰুষস্যাভিব্যজ্যতে, তদভিব্যক্তৌ কেবলঃ শুদ্ধো মুক্তঃ স্বৰূপপ্রতিষ্ঠঃ পুৰুষ ইতি। অত্র যদি পুৰুষস্য বন্ধো নাস্তি, ততো মোক্ষোঽপি নাস্তি। অত্রোচ্যতে—প্রকৃতিৰেবাত্মানং বধ্নাতি মোচয়তি চ, যত্র সূক্ষ্মশৰীৰং তন্মাত্রকং ত্রিবিধকৰণোপেতং তৎ ত্রিবিধেন বন্ধেন বধ্যতে; উক্তঞ্চ—"প্রাকৃতেন চ বন্ধেন তথা বৈকাৰিকেণ চ। দাক্ষিণেন তৃতীয়েন বন্ধো নান্যেন মুচ্যতে।।" তৎ সূক্ষ্মং শৰীৰং ধর্ম্মাধর্ম্মসংযুক্তম্ ।।৬২।।



তস্মাৎ [সেইবাবে] কশ্চিৎ [পুৰুষ] ন বধ্যতে নাপি মুচ্যতে নাপি সংসৰতি [কোনো পুৰুষৰ বন্ধনো নহয়, মোক্ষও নহয় আৰু জন্মান্তৰো নহয়] সংসৰতি, বধ্যতে, মুচ্যতে চ নানাশ্রয়া

প্ৰকৃতিঃ [কিন্তু প্ৰকৃততে নানা ৰূপধাৰিণী প্ৰকৃতিৰ হে বন্ধন, মুক্তি আৰু জন্মান্তৰ হয়]*।

পুৰুষ যে অপৰিণামী, সৰ্ব্বব্যাপী, নিষ্ক্ৰিয়, সৎ পদাৰ্থ অৰ্থাৎ 'অব্যক্ত', এই কথা ওপৰত কৈ আহিছে। প্ৰত্যয়-সৰ্গৰ কথা গুৰিৰে পৰা ভাবিলে বুজা যায় যে পুৰুষৰ কোনো কালে, কোনো জন্মতে, একো পৰিবৰ্ত্তন হোৱা নাছিল। আগৰ যি চিৎ স্বৰূপ সকলো জন্মতে সেই চিৎ স্বৰূপেই আছিল। যতমানে পৰিবৰ্ত্তন হৈছিল সেই সকলোবোৰ বুদ্ধিস্থ সংস্কাৰৰ অৰ্থাৎ লিঙ্গ শৰীৰৰ। এই লিঙ্গ শৰীৰৰ নিবৃত্তি হলেই সুখ-দুখ সকলো ওৰ পৰে। যেন পুৰুষৰ ওপৰত সংস্কাৰৰ ছাঁ পৰিছিল। যেই লিঙ্গ শৰীৰ অৰ্থাৎ সংস্কাৰ আঁতৰি গল, ছাঁও গল, যেনে পুৰুষ তেনে ওলাই পৰিল। ইপিনে আকৌ, পুৰুষৰ পৰা আঁতৰি গলতে সংস্কাৰটোৱো সকলো ভাব, সুখ-দুখ আদি সকলো ওৰ পৰিল।

সেইবোৰ আৰু এতিয়া কাৰো দৃশ্য নহয়, সেইবোৰ এতিয়া অদৃশ্য, অবিষয়, আৰু (সেইবাবেই) অব্যক্ত হল।

অৰ্থাৎ পুৰুষ আৰু প্ৰকৃতি, দুয়ো নিজ নিজ স্বৰূপ পালে। মুক্তি মানে "স্বৰূপেন অবস্থিতিঃ"। তেন্তে মুক্তি কাৰ হ'ল? পুৰুষৰ নে প্ৰকৃতিৰ?

সাংখ্যই কৈছে পুৰুষ সৰ্ব্বব্যাপী—যাৰ গতি, আ-গতি, জন্মান্তৰ, বন্ধন-মোক্ষ, একো হব নোৱাৰে। ই সদায় একে, সৰ্ব্বব্যাপী অব্যক্ত। লিঙ্গদেহ বা সংস্কাৰৰ হে জন্ম, মৃত্যু পুনৰ্জন্ম আদি হয়। (৪২ কাৰিকা)। এই সংস্কাৰ, বা লিঙ্গ শৰীৰ বা বুদ্ধি, প্ৰকৃতিৰ নিৰ্ম্মাণ (ইত্যোষঃ প্ৰকৃতিকৃতঃ—৫৬ কাৰিকা) ই অচেতন পদাৰ্থ—ভাবময় শৰীৰ বা ভাবৰ সমষ্টি মাত্ৰ। ই ব্যক্ত পদাৰ্থ। ই জন্মজন্মান্তৰৰ সঞ্চিত ধৰ্ম্মাদি অষ্টভাবৰ সমষ্টি। প্ৰকৃতিয়ে যেনেকৈ ইয়াক সৃষ্টি কৰিলে, সেইদৰেই প্ৰকৃতিয়ে হে আকৌ ইয়াক নাশ কৰিব পাৰে—অৰ্থাৎ ভোগৰ দ্বাৰা এই ভাববোৰ ক্ষয় হলেহে ইয়াৰ নাশ হব পাৰে। লিঙ্গ শৰীৰ নাশ হলেহে পুৰুষে কৈবল্য লাভ কৰে।

সেইবোৰে তল ২টা কাৰিকাত কৈছে, কেনেকৈ প্ৰকৃতিয়ে নিজে এই সংস্কাৰ নিৰ্ম্মাণ কৰি পুৰুষক ভোগৰ দ্বাৰা বন্ধন কৰে আৰু কেনেকৈ ভোগৰ দ্বাৰা, আকৌ, এই সংস্কাৰ ধ্বংস কৰি পুৰুষৰ অপবৰ্গ সাধন কৰে। প্ৰকৃতিয়ে যেন লিঙ্গ শৰীৰ নিৰ্ম্মাণ কৰি, নিজে নিজক বান্ধে আৰু এই শৰীৰ মোকোলাইনিজে নিজক মুক্ত কৰে। (এইবোৰ কথা আমাৰ জন্মান্তৰ ৰহস্য নামৰ কিতাপখনত বাহুল্য ভাবে আলোচনা কৰা হৈছে আৰু দেখুৱা হৈছে যে এইবোৰ কথাত সাংখ্য আৰু বেদান্তৰ একো বিৰোধ নাই) ।।৬২।।

**ৰূপৈঃ সপ্তভিৰেব বধ্নাত্যাত্মানমাত্মনা প্ৰকৃতিঃ।**
**সৈব চ পুৰুষাৰ্থং প্ৰতি বিমোচয়ত্যেকৰূপেণ ।।৬৩।।**

প্ৰকৃতশ্চি বধ্যতে, প্ৰকৃতিশ্চ মুচ্যতে, সংসৰতীতি কথম্? তদুচ্যতে—ৰূপৈঃ সপ্তভিৰেব—এতানি সপ্ত প্ৰোচ্যন্তে, ধৰ্ম্মো বৈৰাগ্যমৈশ্চৰ্য্যমধৰ্ম্মোঽজ্ঞানমবৈৰাগ্যমনৈশ্বৰ্য্যম, এতানি প্ৰকৃতেঃ সপ্ত ৰূপাণি, তৈৰাত্মানং স্বং, বধ্নাতি প্ৰকৃতিঃ, আত্মনা স্বৈনৈব, সৈব প্ৰকৃতিঃ, পুৰুষস্যাৰ্থঃ পুৰুষাৰ্থঃ কৰ্ত্তব্য ইতি বিমোচযত্যাত্মানমেকৰূপেন জ্ঞানেন ।।৬৩।।

(৬৩)

প্ৰকৃতিঃ পুৰুষাৰ্থং প্ৰতি [প্ৰকৃতিয়ে পুৰুষৰ ভোগৰ নিমিত্তে] সপ্তভিঃ এবং ৰূপৈঃ আত্মানম্ আত্মনা বধ্নাতি [সাতোটা ৰূপেৰে অৰ্থাৎ ধৰ্ম্ম, বৈৰাগ্য, ঐশ্বৰ্য্য, অধৰ্ম্ম, অজ্ঞান, অবৈৰাগ্য আৰু অনৈশ্বৰ্য্য— এই সাতোটা ভাবেৰে নিজে নিজে বান্ধ খায়] সা এব চ একৰূপেণ বিমোচয়তি [সেই প্ৰকৃতিয়েই আকৌ এটা ভাবেৰে অৰ্থাৎ জ্ঞানেৰে নিজৰ বান্ধ মোকোলাই মুক্ত হয়]।

ওপৰত কৈ অহা প্ৰত্যয়-সৰ্গৰ সৃষ্টি কৰ্ত্তা প্ৰকৃতি। ধৰ্ম্মাদি ৭টা ভাবৰ পৰাই এই সৃষ্টি হৈছে। জীৱৰ জন্ম মৃত্যু, ভোগ সকলো এই ধৰ্ম্মাদি ভাবৰ ফল। এইটো তেন্তে আমি একৰকম বুজিব পাৰোঁ যে ধৰ্ম্মাদি ভাবেৰে প্ৰকৃতিয়ে নিজে নিজক বান্ধে। কিন্তু জ্ঞানেৰে প্ৰকৃতি কেনেকৈ মুক্ত হয়? জ্ঞান প্ৰকৃতিৰ নাই। তেন্তে এইটো কি কৈছে? আমাৰ এই প্ৰশ্নৰ উত্তৰ তলৰ কাৰিকাত দিছে ।।৬৩।।

**এবং তত্ত্বাভ্যাসান্নাস্মি ন মে নাহমিত্যপৰিশেষম্।**
**অবিপৰ্য্যয়াদ্বিশুদ্ধং কেবলমুৎপদ্যতে জ্ঞানম্ ।।৬৪।।**

কথং তজ্জ্ঞানমুৎপদ্যতে?—এবমুক্তেন ক্ৰমেণ, পঞ্চবিংশতিতত্ত্বালোচনাভ্যাসাদিয়ং প্ৰকৃতিৰয়ং পুৰুষ এতানি পঞ্চতন্মাত্ৰেন্দ্ৰিয়মহাভূতানীতি পুৰুষস্য জ্ঞানমুৎপদ্যতে, নাস্মি নাহমেব ভবামি, ন মে মম শৰীৰং তৎ, যতোঽহমন্যঃ শৰীৰমন্যৎ, নাহমিতি অপৰিশেষম্ অহঙ্কাৰৰহিতম, অবিপৰ্য্যযদ্বিশুদ্ধং বিৰ্প্যয়ং সংশয়ঃ অবিপৰ্য্যয়াদসংশয়া-

* পাঠান্তৰ— "তস্মান্ন বধ্যতেঽদ্ধা ন মুচ্যতে নাপি সংসৰতি কশ্চিৎ।
অদ্ধা—সাক্ষাৎ সমত্বেন; যথাৰ্থং ([illegible] ইত্যমৰঃ)।

দ্বিশুদ্ধং, কেবলং তদেব নান্যদস্তীতি মোক্ষকাৰণম্, উৎপদ্যতেঽভিব্যজ্যতে, জ্ঞানং পঞ্চবিংশতিতত্ত্বজ্ঞানং পুৰুষস্যেতি ।।৬৪।।

(৬৪)

এবং [এইদৰে] ন-অস্মি, ন-অহং ন-মে ইতি তত্ত্ব অভ্যাসাৎ ["মই নাই" ; "মই এনে নহওঁ, মই তেনে নহওঁ" "মোৰ নাই"—এই তিনি ৰকমৰ তত্ত্ব সদায় অভ্যাস কৰাৰ পৰা]; অবিপৰ্য্যয়াৎ [আৰু সেই জ্ঞান অসংশয় বাবে] অপৰিশেষং বিশুদ্ধং কেবলং জ্ঞানম্ উৎপদ্যতে [অসীম, বিশুদ্ধ, কেবল জ্ঞান উৎপন্ন হয়]।

এই কাৰিকাত দুটা কথা কৈছে—

(১) অহং-জ্ঞান নাশ হ'লে অপৰিশেষ, বিশুদ্ধ আৰু কেবল-জ্ঞান আপোনাআপুনি উদয় হয়।

(২) তত্ত্বাভ্যাস কৰি নেথাকিলে (অৰ্থাৎ সদায় ভাবি নেথাকিলে) এই কথা মানুহে বুজিব নোৱাৰে।

(১) পুৰুষ নিজে জ্ঞান স্বৰূপ—অসীম, অনন্ত, জ্ঞান স্বৰূপ। এই জ্ঞানক অহঙ্কাৰে আবৰি ধৰা বাবেই পুৰুষৰ অসীম জ্ঞান সসীম বা সীমাবদ্ধ হয় [অজ্ঞানেনাবৃতং জ্ঞানং তেন মুহ্যন্তি জন্তবঃ—গীতা]। এই অহং জ্ঞান যেন এখন আঁৰ-কাপোৰ (বেদান্তৰ ভাষাৰে, অজ্ঞান বা মায়া)। যেই আঁৰ -কাপোৰ উঠি গ'ল, (অৰ্থাৎ যেই অহং-জ্ঞান নাশ হ'ল) তৎক্ষণাৎ সেই অপৰিশেষ, অসীম জ্ঞান আপোনাআপুনি ওলাই পৰিল। পুৰুষৰ নিজ স্বৰূপ ওলাই পৰিল্।

গীতাত কৈছে—জ্ঞানেন তু তদজ্ঞানং যেষাং নাশিতমাত্মনঃ তেষামাদিত্যবজ্জ্ঞানং প্ৰকাশয়তি তৎ পৰম্।।

অহঙ্কাৰ-ৰহিত জ্ঞানেই অপৰিশেষ জ্ঞান, বা বিশুদ্ধ জ্ঞান বা কেবল-জ্ঞান বা চিৎশক্তি অৰ্থাৎ পুৰুষ।।

(২) তেন্তে এতিয়া এই অহংজ্ঞান কেনেকৈ নাশ হয়? অস্মি, মে, অহং এই তিনটা পদ দৃশ্য বুদ্ধি সম্পৰ্কে হে ব্যৱহাৰ হয়, এই কথা বহুত ৰকমে ওপৰত কোৱা হৈছে। এই তিনি পদৰ অতিৰিক্ত জন হে দ্ৰষ্টা পুৰুষ [যা বুদ্ধেঃ পৰতস্তু সঃ—গীতা] এই কথাটো সহজে উপলব্ধি কৰিব নোৱাৰি। কিন্তু সদায়। চতুৰ্ব্বিংশতি-তত্ত্বৰ কথা ভাবি থাকিলে পাছত সামান্য ৰূপে অলপ বুজিব পাৰি। যোগশাস্ত্ৰত এইদৰে কৈছে—

"পুৰুষ বিশুদ্ধ জ্ঞ-স্বৰূপ। কিন্তু বুদ্ধি সুখ-দুখ আদি-যুক্ত, ক্ৰিয়াশীল, দৃশ্য পদাৰ্থ। এয়ে পুৰুষ আৰু বুদ্ধিৰ প্ৰভেদ। অজ্ঞ মানুহে এই প্ৰভেদ সহজে নেদেখে। কিন্তু শ্ৰৱণ, মনন আদিৰ দ্বাৰা প্ৰথমে সামান্য ভাবে বুজি লৈ, পিচত সমাধি দ্বাৰা সাক্ষাৎ লাভ কৰি কৈবল্য পদ পায।"

এইবাবেই তান্ত্ৰিক* সকমো পূজাৰে এই তত্ত্বাভ্যাস (বা ভূতশুদ্ধি) এটা প্ৰধান অঙ্গ ।।৬৪।।

**তেন নিবৃত্তপ্ৰসবামৰ্থবশাৎ সপ্তৰূপবিনিবৃত্তাম্।**
**প্ৰকৃতিং পশ্যতি পুৰুষঃ প্ৰেক্ষকবদবস্থিতঃ স্বস্থঃ ।।৬৫।।**

জ্ঞানে পুৰুষঃ কিং কৰোতি?—তেন বিশুদ্ধেন কেৱলজ্ঞানেন, পুৰুষঃ প্ৰকৃতিং পশ্যতি প্ৰেক্ষকবৎ প্ৰেক্ষকেণ তুল্যম্ অৱস্থিতঃ স্বস্থঃ, যথা ৰঙ্গপ্ৰেক্ষকোঽবস্থিতো নৰ্ত্তকীং পশ্যতি, স্বস্থঃ স্বস্মিংস্তিষ্ঠতি স্বস্থঃ স্বস্থানস্থিতঃ। কথম্ভূতাং প্ৰকৃতিম্? নিবৃত্তপ্ৰসবাং নিবৃত্তবুদ্ধ্যাহঙ্কাৰকাৰ্য্যাম্ অৰ্থবশাৎ সপ্তৰূপবিনিবৃত্তাং নিবৰ্ত্তিতপুৰুষোভয়প্ৰয়োজনবশাৎ যৈঃ সপ্তভিঃ ৰূপৈধৰ্ম্মাদিভিৰাত্মানং বধ্নাতি তেভ্যঃ সপ্তভ্যো ৰূপেভ্যো বিনিবৃত্তাং প্ৰকৃতিং পশ্যতি ।।৬৫।।

(৬৫)

তেন [সেই বিশুদ্ধ জ্ঞানেৰে] প্ৰেক্ষকবৎ অৱস্থিতিঃ স্বস্থঃ পুৰুষঃ [সাক্ষী স্বৰূপ স্বস্থ-পুৰুষে] অৰ্থবশাৎ নিবৃত্তপ্ৰসবাং সপ্তৰূপবিনিবৃত্তাং প্ৰকৃতিং পশ্যতি [প্ৰয়োজন সিদ্ধি হ'লত, বুদ্ধি, অহঙ্কাৰ আদি কাৰ্য্য ৰহিত, আৰু ধৰ্ম্মাদি সপ্তৰূপ বিহীন, প্ৰকৃতিক দেখে]।

পুৰুষৰ যেতিয়া এনে'বিশুদ্ধ জ্ঞান হয়, তেতিয়া তেওঁ নিজ স্বৰূপ পায়, অৰ্থাৎ স্বস্থ হয়। উদাসীন নিৰ্লিপ্ত পুৰুষে তেতিয়া প্ৰকৃতিক আগৰ দৰে নেদেখে। প্ৰকৃতিৰ কাম আছিল পুৰুষৰ ভোগ আৰু অপবৰ্গ সাধন। এই কাম এতিয়া শেষ হ'ল আৰু ধৰ্ম্ম, অধৰ্ম্ম, অজ্ঞান আদি ৭টা ভাব আপোনাআপুনি নিবৃত্ত হ'ল; পুৰুষে এতিয়া প্ৰকৃতিক নিজৰ পৰা সম্পূৰ্ণ বেলেগ বুলি জানিব পাৰে ।।৬৫।।

**** দ্ৰষ্টা ময়েত্যুপেক্ষক একো দৃষ্টাহমিত্যুপৰমত্যন্যা।**
**সতি সংযোগেঽপি তয়োঃ প্ৰয়োজনং নাস্তি সৰ্গস্য ।।৬৬।।**

---

* প্ৰচলিত ভাষাত আমি যাক তন্ত্ৰ বোলো, তাৰ মূল সাংখ্য-দৰ্শন

** ভাষ্যদৰ্শনাৎ আৰ্য্যায়া মাত্ৰাপেক্ষয়া মাত্ৰাধিক্যদৰ্শনাচ্চ পূৰ্ব্বাৰ্দ্ধে "ৰঙ্গস্থ ইত্যুপেক্ষক একো দৃষ্টাহমিত্যুপৰতা চৈকা" ইতি পাঠঃ সমীচীন ইতি মন্যে।

কিঞ্চ, ৰঙ্গস্থ ইতি যথা ৰঙ্গস্থ ইত্যেবমুপেক্ষক একঃ কেবলঃ শুদ্ধঃ পুৰুষস্তেনাহং দৃষ্টেতি কৃত্বা উপৰতা নিবৃত্তা একা একৈব প্ৰকৃতিঃ ত্ৰৈলোক্যস্যাপি প্ৰধানকাৰণভূতা ন দ্বিতীয়া প্ৰকৃতিৰস্তি মুৰ্ত্তিবধে জাতিভেদাৎ, এবং প্ৰকৃতিপুৰুষযোৰ্নিবৃত্তাবপি ব্যাপকত্বাৎ সংযোগঽস্তি ন তু সংযোগাৎ কৃতঃ সৰ্গো ভবতি। সতি সংযোগেঽপি তয়োঃ, প্ৰকৃতিপুৰুষয়োঃ সৰ্বগতত্বাৎ সত্যপি সংযোগে, প্ৰয়োজনং নাস্তি সৰ্গস্য সৃষ্টে চৰিতাৰ্থত্বাৎ প্ৰকৃতেদ্বিবিধং প্ৰয়োজনং শব্দবিষয়োপলব্ধিৰ্গুণ পুৰুষান্তৰোপলব্ধিশ্চ, উভযত্ৰাপি চৰিতাৰ্থত্বাৎ সৰ্গস্য নাস্তি প্ৰয়োজনং যঃ পুনঃ সৰ্গ ইতি। যথা দানগ্ৰহণৰ্নিমিত্তম্ উত্তমৰ্ণাধমৰ্ণয়োৰ্দ্ৰব্যবিশুদ্ধৌ সত্যপি সংযোগে ন কশ্চিদৰ্থসম্বন্ধো ভবতি, এবং প্ৰকৃতিপুৰুষযোৰপি নাস্তি প্ৰয়োজন-মিতি।।৬৬।।

(৬৬)

একঃ [এজনে অৰ্থাৎ পুৰুষে] ("ময়া প্ৰকৃতিঃ) দৃষ্টা" ইতি উপেক্ষকঃ ['মই প্ৰকৃতিক দেখিলোঁ এই বুলি জানি সাক্ষী বা উদাসীন হব] অন্যা "অহং (পুৰুষেণ) দৃষ্টা ইতি উপৰমতি [আনজনে অৰ্থাৎ প্ৰকৃতিয়ে "পুৰুষে মোক দেখিলে" বুলি জানি নিবৃত্তা হয়] তয়োঃ সংযোগে সতি অপি সৰ্গস্য প্ৰয়োজনং নাস্তি [দুয়োৰো সংযোগ থাকিলেও আৰু সৰ্গৰ প্ৰয়োজন নহয়]।

আত্ম-জ্ঞান বা বিবেক-জ্ঞান হ'লেও কিন্তু পুৰুষ প্ৰকৃতিৰ সংযোগ থাকে, কাৰণ সেই জ্ঞানো একৰকম বুদ্ধিহে। সেই বুদ্ধিত "মই জানিছোঁ" এই ভাৱ থাকে। এইটো সংযোগৰ ভাৱ। (২০ কাৰিকা)। কিন্তু ভোগলৈ উপেক্ষা হোৱা বাবে এই ভাৱৰ পৰা আৰু সূক্ষ্ম-শৰীৰৰ সৃষ্ট হ'ব নোৱাৰে। এই অৱস্থাই যোগৰ "দগ্ধবীজ" অৱস্থা, অৰ্থাৎ ভজা গুটি যেনেকৈ নগজে সেইদৰেই এই সংযোগৰ পৰা আৰু সংসাৰ-ভাব নহয় ।।৬৬।।

[এনে যোগীৰ পুনৰ্জ্জন্ম নাই। জন্মান্তৰ ৰহস্য চাওক]

**সম্যক্ জ্ঞানধিগমাৎ ধৰ্ম্মাদীনামকাৰণপ্ৰাপ্তৌ।**
**তিষ্ঠতি সংস্কাৰবশাচ্চক্ৰভ্ৰমিবৎ ধৃতশৰীৰঃ ।।৬৭।।**

যদি পুৰুষস্যোৎপন্নে জ্ঞানে মোক্ষো ভবতি ততো মম কস্মান্ন ভবতীত্যত উচ্যতে—যদ্যপি পঞ্চবিংশতিতত্ত্বজ্ঞানং ভবতি তথাঽপি সংস্কাৰবশাদ্ধৃতশৰীৰো যোগী তিষ্ঠতি; কথম্? চক্ৰভ্ৰমবচ্চক্ৰভ্ৰমেণ তুল্যং; যথা কুলালশ্চক্ৰং ভ্ৰময়িত্বা ঘটং কৰোতি, মৃৎপিণ্ডং চক্ৰমাৰোপ্য পুনঃ কৃত্বা ঘটং পৰ্য্যামুঞ্চতি চক্ৰং ভ্ৰমত্যেৱ সংস্কাৰবশাৎ এবং সম্যগ্‌জ্ঞানাধিগমাদুৎপন্নসম্যগ্‌জ্ঞানস্য ধৰ্ম্মাদীনামকাৰণপ্ৰাপ্তৌ এতানি সপ্ত ৰূপাণি বন্ধনভূতানি সম্যগ্‌জ্ঞানেন দগ্ধানি, যথা নাগ্নিনা দগ্ধানি বীজানি প্ৰৰোহণসমৰ্থানি, এবমেতানি ধৰ্ম্মাদীনি বন্ধনানি ন সমৰ্থানি। ধৰ্ম্মাদীনামকাৰণপ্ৰাপ্তৌ সংস্কাৰবশাদ্ধৃতশৰীৰস্তিষ্ঠতি, জ্ঞানাদ্বৰ্ত্তমানধৰ্ম্মাধৰ্ম্মক্ষয়ঃ কস্মান্ন ভবতি, বৰ্ত্তমানত্বাদেব, ক্ষণান্তৰে ক্ষয়মপ্যেতি, জ্ঞানং অনাগতং কৰ্ম্ম দহতি, বৰ্ত্তমানশৰীৰেণ চ যৎ কৰোতি তদপীতি, বিহিতানুষ্ঠানকৰণাদিতি, সংস্কাৰক্ষয়াচ্ছৰীৰপাতে মোক্ষঃ ।।৬৭।।

(৬৭)

সম্যক্ জ্ঞানাধিগমাৎ [বিশিষ্ট তত্ত্ব-জ্ঞান উদয় হ'লেও] ধৰ্ম্মাদীনাম্ অকাৰণপ্ৰাপ্তৌ [আৰু ধৰ্ম্মাদি ভাববোৰ অকৰ্ম্মণ্য হ'লে—অৰ্থাৎ সিহঁতে নতুন কৰ্ম্ম আৰু সংস্কাৰ উৎপন্ন কৰিব নোৱাৰা হ'লেও] সংস্কাৰবশাৎ [পূৰ্ব্ব সংস্কাৰৰ বশত] চক্ৰভ্ৰমিবৎ ধৃতশৰীৰঃ (যোগী) তিষ্ঠতি [কল বন্ধ হলেও চকাটো যেনেকৈ অলপ বেলি ঘূৰিহে একেবাৰে বন্ধ হয়, ঠিক সেইদৰেই যোগীয়েও শৰীৰ ধাৰণ কৰি থাকে]।

সম্যক্ জ্ঞান হ'লে ধৰ্ম্মাদি সাতোটা ভাবে যোগীক একো নতুন কৰ্ম্মলৈ প্ৰবৃত্তি দিব নোৱাৰে। মানুহে ধৰ্ম্মাদি সংস্কাৰৰ পৰাহে ইচ্ছামূলক কৰ্ম্ম কৰে। যোগীৰ এই সংস্কাৰ নষ্ট হ'ল। কাজেই তেওঁৰ ইচ্ছামূলক কৰ্ম্ম নাই। কিন্তু আৰব্ধ কৰ্ম্ম ধ্বংস নহয় মানে শৰীৰো ধ্বংস নহয়। জলি থকা জুইত নতুন খৰি নিদিলেও যেনেকৈ কিছুমান পৰ জ্বলিহে শেহত নুমাই যায়, সেইদৰে যোগীয়েও আৰব্ধ কৰ্ম্ম শেষ নহয় মানে শৰীৰ ধাৰণ কৰি থাকে। এই শৰীৰ কিন্তু সুখ দুখ বা বন্ধনৰ কাৰণ হ'ব নোৱাৰে। এনে যোগীয়ে "নিৰ্ম্মাণচিত্ত" গ্ৰহণ কৰি জ্ঞান ধৰ্ম্মৰ উপদেশ মানুহক দিব পাৰে (পাতঞ্জল ১।২৫; ২।৪)। কোৱা আছে যে মহৰ্ষি কপিলে "নিৰ্ম্মাণচিত্তৰ বলেৰে আসুৰিক সাংখ্য-দৰ্শনৰ উপদেশ দিছিল। *

যোগীয়ে এই নিৰ্ম্মাণচিত্ত ইচ্ছা মতে গ্ৰহণ কৰে আৰু ইচ্ছা মাত্ৰ সি বিলীন হয়। সেইবাবে এই চিত্ত বন্ধনৰ কাৰণ হ'ব নোৱাৰে।।৬৭।।

**প্ৰাপ্তে শৰীৰভেদে চৰিতাৰ্থত্বাৎ প্ৰধানবিনিবৃত্তৌ।**
**ঐকান্তিকমাত্যন্তিকমুভয়ং কৈবল্যমাপ্নোতি ।।৬৮।।**

স কিং বিশিষ্টো ভবতীত্যুচ্যতে—ধৰ্ম্মাধৰ্ম্মজনিতসংস্কাৰক্ষয়াৎ প্ৰাপ্তে শৰীৰভেদে চৰিতাৰ্থত্বাৎ প্ৰাধানস্য নিবৃত্তৌ

* আদি বিদ্বান্ নিৰ্ম্মাণচিত্তমধিষ্ঠায় কাৰুণ্যাৎ ভগবান্ পৰমৰ্ষিৰাসুৰয়ে জিজ্ঞাসমানায় তন্ত্ৰং প্ৰোবাচ" (পাতঞ্জল ১।২৫) তন্ত্ৰ মানে সাংখ্য-দৰ্শন। (৭০ কাৰিকা চাওক)।

ঐকান্তিকমৱশ্যম্ আত্যন্তিকমনন্তৰ্হিতং, কৈবল্যং কেৱলভাবাপ্মোক্ষম্, উভয়ম্ ঐকান্তিকাত্যন্তিকমিত্যেবং বিশিষ্টং কৈবল্যমাপ্নোতি ।।৬৮।।

(৬৮)

শৰীৰভেদে প্ৰাপ্তে [শৰীৰ বিনাশ হ'লে] চৰিতাৰ্থত্বাৎ প্ৰধানবিনিবৃত্তৌ [চৰিতাৰ্থহে প্ৰকৃতি নিবৃত্ত হ'লে] ঐকান্তিকম্ আত্যন্তিকম্ উভয় কৈবল্যম্ আপ্নোতি [তত্বজ্ঞ পুৰুষে অৱশ্যম্ভাৰী আৰু অবিনাশী কৈবল্য লাভ কৰে]।

আত্ম-জ্ঞান হ'লে আৰু পুনৰ্জ্জন্ম নহয়—দুখৰ চিৰকালৰ নিমিত্তে একেবাৰে নাশ হয় (১।২ কাৰিকা) ।৬৮।।

**পুৰুষাৰ্থজ্ঞানমিদং গুহ্যং পৰমৰ্ষিণা সমাখ্যাতম্।**
**স্থিত্যুৎপত্তিপ্ৰলয়াশ্চিন্ত্যন্তে যত্ৰ ভূতানাম্ ।।৬৯।।**

ইতি সাঙ্খ্যকাৰিকা সমাপ্তা।

পুৰুষাৰ্থো মোক্ষস্তদৰ্থং জ্ঞানমিদং গুহ্যং ৰহস্যং, পৰমৰ্ষিণা শ্ৰীকপিলৰ্ষিণা, সমাখ্যাতং সম্যগুক্তং, যত্ৰ জ্ঞানে, ভূতানাং বৈকাৰিকাণাং, স্থিত্যুৎপত্তিপ্ৰলয়া অবস্থানাবিৰ্ভাবতিৰোভাবাঃ, চিত্যন্তে বিচাৰ্যন্তে, যেষাং বিচাৰাৎ সম্যক্ পঞ্চবিংশতিতত্ত্ববিবেচনাত্মিকা সম্পদ্যতে সংবিত্তিৰিতি ।।৬৯।।

সাঙ্খ্যং কপিলমুনিনা প্ৰোক্তং সংসাৰবিমুক্তিকাৰণং হি।
যত্ৰৈতাঃ সপ্ততিৰাৰ্য্যা ভাষ্যঞ্চাত্ৰ গৌড়পাদকৃতম্ ॥

ইতি সাঙ্খ্যকাৰিকাব্যাখ্যা সমাপ্তা।

(৬৯)

ইদং গুহ্যং পৰমৰ্ষিণা সমাখ্যাতং পুৰুষাৰ্থজ্ঞানং [এয়ে সেই মহৰ্ষি কপিলে কোৱা পুৰুষাৰ্থ সাধক গুহ্য-জ্ঞান]। যত্ৰ ভূতানাং স্থিতি-উৎপত্তি-প্ৰলয়াঃ চিন্ত্যন্তে [য'ত প্ৰাণীৰ উৎপত্তি, স্থিতি আৰু প্ৰলয়ৰ বিষয় বিচাৰ কৰা হৈছে]।

'গুহ্য' মানে "সাধাৰণ মানুহে বুজিব নোৱাৰা"
(স্থূলধিয়াং দুৰ্বোধম্—বাচস্পতি)

এইখিনিতে গৌড়পাদৰ ভাষ্য শেষ হ'ল। ইয়াৰ পাছৰ কাৰিকাবোৰৰ তেওঁ ব্যাখ্যা কৰা নাই। তেওঁ বোধকৰো অনাৱশ্যক বুলি এৰি গ'ল। ।।৬৯।।

**এতৎ পবিত্ৰমগ্ৰ্যং মুনিৰাসুৰয়েঽনুকম্পয়া প্ৰদদৌ।**
**আসুৰিৰপি পঞ্চশিখায় তেন চ বহুধা কৃতং তন্ত্ৰম্।।৭০।।**

এতৎ পবিত্ৰম্ অগ্ৰ্যং (জ্ঞানং) [এই পবিত্ৰ সৰ্বোৎকৃষ্ট জ্ঞান] মুনিঃ অনুকম্পয়া আসুৰয়ে প্ৰদদৌ [মুনি কপিলে কৃপা কৰি আসুৰিক দিলে] আসুৰিঃ অপি পঞ্চ শিখায় [আসুৰিয়েও পঞ্চ-শিখক দিলে] তেন চ তন্ত্ৰং বহুধা কৃতম্ [তেওঁ এই ষষ্টি তন্ত্ৰ বহুত প্ৰচাৰ কৰিলে] ।।৭০।।

সাংখ্য-দৰ্শনক ষষ্টি তন্ত্ৰ বোলে; কাৰণ ইয়াত ৬০ টা বিষয় আছে, যথা—

প্ৰধানাস্তিত্ব মেকত্বম্ অৰ্থবত্ত্বমথান্যতা।
পাৰাৰ্থ্যঞ্চ তথানৈক্যং বিয়োগো যোগ এব চ ॥
শেষ-বৃত্তিৰকৰ্ত্তৃত্বং মৌলিকাৰ্য্যাঃ স্মৃতা দশ।
বিপৰ্য্যয়ঃ পঞ্চবিধ স্তথোক্তা নব তুষ্টয়ঃ ॥
কৰণানামসামৰ্থ্যম্ অষ্টাবিংশতিধা মতম্।
ইতি ষষ্টিঃ পদাৰ্থানাম্ অষ্টাভিঃ সহ সিদ্ধিভিঃ ॥

[ৰাজবাৰ্ত্তিক]

**শিষ্যপৰম্পৰয়াগতম্ ঈশ্বৰ কৃষ্ণেন চৈতদাৰ্য্যাভিঃ।**
**সংক্ষিপ্তমাৰ্য্যমতিনা সম্যগ্ বিজ্ঞায় সিদ্ধান্তম্ ।।৭১।।**

(৭১)

শিষ্য পৰম্পৰযা আগতম্ সিদ্ধান্তম [শিষ্য পৰম্পৰায় চলি অহা এই সাংখ্য সিদ্ধান্তবোৰ] আৰ্য্যমতিনা ঈশ্বৰকৃষ্ণেন সম্যক্ বিজ্ঞায় [মহামতি ঈশ্বৰকৃষ্ণই ভালকৈ বুজি] এতদ্ আৰ্য্যাভিঃ সংক্ষিপ্তং (প্ৰণীতং) [এই আৰ্য্যাবোৰৰ দ্বাৰা সংক্ষেপে কাৰিকাবদ্ধ কৰিলে] ।।৭১।।

**সপ্তত্যাং কিল যেঽৰ্থাস্তেঽৰ্থাঃ কৃৎস্নস্য ষষ্টিতন্ত্ৰস্য।**
**আখ্যায়িকাবিৰহিতাঃ পৰবাদবিবৰ্জ্জিতাশ্চাপি ।।৭২।।**

যে কিল সপ্তত্যাম্ অৰ্থাঃ তে কৃৎস্নস্য ষষ্টিতন্ত্ৰস্য [এই ৭০ টা কাৰিকাৰ যি অৰ্থ সেয়ে সমস্ত ষষ্টি-তন্ত্ৰৰ অৰ্থ]। আখ্যায়িকা-বিৰহিতাঃ অপি পৰবাদ-বিবৰ্জ্জিতাঃ চ অৰ্থাঃ [ইয়াত আখ্যায়িকাও নাই আৰু পৰবাদ সমালোচনাও নাই] ।।৭২।।

**তস্মাৎ সমাসদৃষ্টং শাস্ত্ৰমিদং নাৰ্থতশ্চ পৰিহীনম্**
**তন্ত্ৰস্য চ বৃহন্মূৰ্ত্তেৰ্দৰ্পণসংক্ৰান্তমিব বিম্বম্ ।।৭৩।।**

[এই কাৰিকাটি কেৱল মাত্ৰ মাঠৰ বৃত্তিতহে পোৱা যায়]।

(৭৩)

তস্মাৎ সমাসদৃষ্টম্ ইদং শাস্ত্ৰং ন অৰ্থতঃ পৰিহীনম্ [এই শাস্ত্ৰ আখ্যায়িকা বিৰহিত আৰু পৰবাদ বৰ্জিত হ'লেও, সাৰ অৰ্থ বৰ্জিত নহয়] বৃহন্মূৰ্ত্তেঃ দৰ্পণসংক্ৰান্তম্ ইব তন্ত্ৰস্য চ বিম্বম্ [যেনেকৈ ক্ষুদ্ৰ দৰ্পণ এখনত বৃহৎ মূৰ্ত্তিৰ প্ৰতিবিম্ব পৰে, সেইদৰেই এই শাস্ত্ৰ সংক্ষিপ্ত হ'লেও ইয়াত গোটেই ষষ্টি-তন্ত্ৰৰ প্ৰতিবিম্ব আছে] ।।৭৩।।

# পাতনি

জ্ঞান-ৰত্নৰ আকৰ, উপনিষৎ, আমাৰ পৈতৃক সম্পত্তি। ইয়াৰ শিক্ষা প্ৰণালী অতি অদ্ভুত। কেতিয়াবা অতি সূক্ষ্মাতিসূক্ষ্ম যুক্তিৰে আৰু কেতিয়াবা গল্পচ্ছলে অতি পৰিস্ফুট ভাবে দুৰ্বিজ্ঞেয় ব্ৰহ্ম-তত্ত্ব এনেকৈ বুজাইছে যে দেখিলে বিস্ময় মানিব লাগে। মানুহৰ চিন্তাৰ ধাৰা যে ইমান সূক্ষ্ম হব পাৰে, সি যে ইমান ওপৰলৈ উঠিব পাৰে—দেখিলে আমি অবাক হওঁ।

উপনিষদ্‌বোৰৰ প্ৰধানতঃ দুটি পৃথক্ অংশঃ— (১) বেদৰ কৰ্ম্মকাণ্ডৰ আলোচনা কৰি ব্ৰহ্মোপাসনা-পদ্ধতি নিৰ্ণয় কৰা। এই অংশবোৰ আধুনিক পাঠকসকলৰ পক্ষে সিমান আৱশ্যকীয় নহয়, যদিও তাতো মাজে মাজে অতি সূক্ষ্ম দাৰ্শনিক তত্ত্ব সোমাই আছে।

(২) উপনিষদৰ ২য় অংশটি উপাখ্যান-বহুল। ইয়াত নানা ৰকম আখ্যান আৰু নানা ৰকম দৃষ্টান্তৰে সৃষ্টিতত্ত্বৰ অতি দুৰূহ তথ্যবোৰ অতি প্ৰাঞ্জল ভাষাৰে বুজোৱা হৈছে। এই অংশই উপনিষদৰ আচল দাৰ্শনিক অংশ। এই উপাখ্যানবোৰ ভালকৈ বুজিলেই গোটেই উপনিষদ্‌বোৰ বুজা হয়।

দৃষ্টান্ত স্বৰূপে, বৃহদাৰণ্যক উপনিষদৰ প্ৰথম অধ্যায় আৰু শেষ দুই অধ্যায়ৰ বাহিৰে, গোটেই উপনিষদ্ খনেই আখ্যায়িকাপূৰ্ণ।

ছান্দোগ্য উপনিষদৰ আঠ অধ্যায়। তাৰে পাঁচ অধ্যায়, কেৱল আখ্যায়িকা। নচিকেতাৰ উপাখ্যান বাদ দিলে, কঠোপনিষদৰ আৰু একো বাকীয়েই নেথাকে। এই কিতাপত আমি মুঠেই দুটামান উপাখ্যান হে দিছোঁ। তাৰো আকৌ আমি আক্ষৰিক অনুবাদ কৰা নাই। উপনিষদৰ অতি সূক্ষ্ম যুক্তিবোৰৰ ভিতৰলৈ যোৱা নাই; (যেনে, শঙ্কৰাচাৰ্য্যৰ অধ্যাসবাদ)। এনেবোৰ স্থলত, যিমান পাৰিছোঁ, আমি আধুনিক বিজ্ঞানৰ পৰীক্ষা সিদ্ধ সত্যৰ সহায়েৰে উপনিষদৰ সিদ্ধান্তবোৰ সমৰ্থন কৰিছোঁ। সেই বুলি আকৌ আমি ইয়াত বিজ্ঞানৰ এনে কোনো কথা কোৱা নাই, যিবোৰ কথা, বুজোঁ বুলিলে, কলেজৰ (I.Sc.) ২য় বাৰ্ষিক ছাত্ৰই বুজিব নোৱাৰে।

আমি এই কিতাপখন ঘাইকৈ টোল আৰু কলেজৰ ছাত্ৰৰ নিমিত্তে হে যুগুত কৰিছোঁ,—যাতে, টোলৰ ছাত্ৰই, টোলৰ শিক্ষাৰ লগে লগে, বুজি আহে যে আজিকালি পাশ্চাত্য দেশত উপনিষদৰ কিমানবোৰ সত্য, সেইদৰেই ইংৰাজী পঢ়া ছাত্ৰ সকলেও বুজি আহে যে তেওঁবিলাকৰ বিজ্ঞানে আজিলৈকে এনে কোনো মূল তথ্য আবিষ্কাৰ কৰিব পৰা নাই, যিটি বেদান্ত বা সাংখ্য দৰ্শনত নাই।

শ্ৰীমান ইন্দ্ৰেশ্বৰ বৰঠাকুৰে এই কিতাপখন পঢ়ি ইয়াৰ প্ৰুফ নিজে চাই দিছে। এইবাবে তেওঁক আশীৰ্ব্বাদ কৰিছোঁ।

শ্ৰীৰাধানাথ ফুকন
৩০-৭-৫৪

# ইন্দ্ৰ আৰু উমা

## (কেনোপনিষৎ)

আজি স্বৰ্গৰাজ্যত মহোৎসৱ—মহা সমাৰোহ। ব্ৰহ্মৰ কৃপাত দেৱাসুৰৰ যুদ্ধ শেষ হ'ল ; অসুৰৰ পৰাজয়, দেৱতাৰ জয়, স্বৰ্গত পুনৰ্ব্বাৰ শান্তিৰ অভ্যুদয়। দেৱতাসকল মহাদম্ভে সভাত হৰ্ষ প্ৰকাশ কৰিবলৈ বহিছে। এনেতে পূবফালে আকাশত এটি অপূৰ্ব্ব উজ্জ্বল অথচ অতি স্নিগ্ধ ৰমণীয় জ্যোতিৰ উদয় হ'ল। হঠাৎ সূৰ্য্যৰ পোহৰ আৰু স্বৰ্গৰ জেউতি জঁই পৰিল। দেৱ-মনত ভয়ৰ সঞ্চাৰ হ'ল। "ই কি ? ই আকৌ কোনোবা অসুৰৰ মায়া নে কি ?"

একো ঠিক কৰিব নোৱাৰি, দেৱতাসকলে অগ্নিক পাচিলে ; "হে অগ্নি, তুমি যোৱাঁ, সেইটো কোন যক্ষ (আচৰিত প্ৰাণী) তুমি চাই আহাঁগৈ।"

অগ্নি-দেৱতা নিৰ্ভয়ে দ্ৰুতবেগে গৈ যক্ষৰ ওচৰ চাপিল।

যক্ষই সুধিলে—"তুমি কোন ?" অগ্নিয়ে উত্তৰ দিলে, "নাজানা নে মই অগ্নি—জাতবেদা ?"

যক্ষই আকৌ প্ৰশ্ন কৰিলে—"তোমাৰ কিমান শক্তি ? তুমি কি কৰিব পাৰা ?"

অগ্নিয়ে সগৰ্ব্বে কলে—"জগতত যি আছে সকলো মই এক নিমিষতে ভস্ম কৰি দিব পাৰোঁ।"

যক্ষই কলে,—"বাৰু, তেন্তে সৌ তৃণডালিকে আগধৰি ভস্ম কৰাঁ"।

অগ্নিয়ে নিজৰ সকলো শক্তি প্ৰয়োগ কৰি প্ৰাণপণে চেষ্টা কৰিও সেই তৃণ-খণ্ড ভস্ম কৰিব নোৱাৰিলে। নোৱাৰি লজ্জিত হৈ দেৱতাৰ সমাজলৈ ঘূৰি আহিল।

তাৰ পাছত দেৱতাসকলে বায়ুক পাচিলে। বায়ু দেৱতা বায়ুবেগেৰে যক্ষৰ ওচৰলৈ আহিল। যক্ষই মাত লগালে,—"তুমি কোন" ? বায়ুদেৱতাই উত্তৰ দিলে, "মই বায়ু। মই আকাশত গমন কৰোঁ ; সেইবাবে মানুহে মোক মাতৰিশ্বাও বোলে।"

যক্ষই সুধিলে,—"তোমাৰ ক্ষমতা কিমানলৈকে ?"

বায়ুদেৱতাই উত্তৰ দিলে—"মই জগতৰ সকলো বস্তু হাতৰ মুঠিত লৈ উড়াই দিব পাৰোঁ"।

যক্ষই কলে, "বাৰু, সকলো বস্তু উড়াব নেলাগে। সৌ তৃণডালকে পাৰাঁ যদি আগধৰি দাঙি ধৰি উড়াই দিয়াঁ ; মই চাওঁ।"

যিমান পাৰে চেষ্টা কৰিও সেই তৃণডালি উড়াব নোৱাৰি বায়ু-দেৱতা ঘূৰি আহিল আৰু তললৈ মূৰ কৰি দেৱসমাজত নিজৰ আসনত বহিলহি। দেৱতাই সকলো বুজিলে। বুজি তেওঁবিলাকে দেৱ-ৰাজ ইন্দ্ৰক সম্বোধন কৰি কলে যে তেওঁৰ বাহিৰে আৰু কোনেও এই যক্ষৰ তত্ত্ব নিৰ্ণয় কৰিব নোৱাৰে।

ইন্দ্ৰ নিজে যাবলৈ সম্মত হ'ল। মনত অলপ সন্দেহো হ'ল যে অগ্নি আৰু বায়ু য'ত পৰাস্ত হ'ল, ত'ত তেওঁ কৃতকাৰ্য্য হব পাৰে কি নোৱাৰে। এনে ভাবি, তেওঁ লাহে লাহে অগ্ৰসৰ হ'ল। তেওঁক অহা দেখি যক্ষ অন্তৰ্দ্ধান হ'ল। ইন্দ্ৰই বিস্ময় মানি ইফালে-সিফালে চাই হৈমৱতী উমাক আগবাঢ়ি অহা দেখিলে। উমাক সুধিলে, "সেই যক্ষজন কোন ?" উমাই উত্তৰ দিলে, "ব্ৰহ্ম"—দেৱতাসকলৰ জয়ৰ কাৰণ—"ব্ৰহ্ম"।

[ইন্দ্ৰৰ মনত প্ৰথমতে ভক্তিৰ উদয় হ'ল। সেইবাবে যেন তেওঁৰ মনলৈ 'তত্ত্ববিদ্যা' নিজে উমা ৰূপে আহি, ব্ৰহ্মৰ সম্বাদ দিলে]

কেনোপনিষদে এই আখ্যায়িকাত বুজাইছে যে জগতৰ সকলো কাৰ্য্যকৰী শক্তিৰ আধাৰ হৈছে, ব্ৰহ্ম। তেওঁৰ শক্তিৰ বাহিৰে এই জগতত আৰু কোনো শক্তি নাই। এটা আধাৰ নহলে শক্তিয়ে ক্ৰিয়া কৰিব নোৱাৰে আৰু শক্তিৰ অভিব্যক্তি নহয়। আমি অলপ ভাবিলেই এই বৈজ্ঞানিক সত্যটি—জগতৰ এই মূল সত্যটি—বুজিব পাৰোঁ।

আজিকালি প্ৰত্যেক নগৰত "ইলেকট্ৰিক বাকচ্" আছে।

ঘৰে ঘৰে ইয়াৰ ব্যৱহাৰ চলিছে। বিজুলী শক্তিৰে আমি আজিকালি ইচ্ছামতে চাকি লগাওঁ, পানী তপতাওঁ, ভাত ৰান্ধোঁ, পাখা চলাওঁ—ইত্যাদি বহুত কাম কৰোঁ আৰু আশা কৰোঁ আগলৈ আমাৰ ঘৰৰ প্ৰায় সকলো কাম বিজুলী শক্তিৰে কৰিব পাৰিম। কিন্তু আমি নেভাবোঁ যে আচলতে এইবোৰ কাম আমি ইলেক্‌ট্ৰিক কোম্পানীৰ মেনেজৰ জনৰ সম্মতি মতেহে কৰিব পাৰিছোঁ। তেওঁ কল নচলালেই আমাৰ ঘৰৰ সকলো কাম বন্ধ হয়।

ব্ৰহ্ম সম্পৰ্কেও এয়ে দৃষ্টান্ত। তেওঁ ইচ্ছা নকৰিলে জগতৰ কোনো কাম নচলে।

# ইন্দ্ৰিয়বৰ্গৰ বিবাদ
## (ছান্দোগ্যোপনিষৎ)

[আমি জানো, ইন্দ্ৰিয় ১১টা—পঞ্চ জ্ঞানেন্দ্ৰিয়, পঞ্চ কৰ্মেন্দ্ৰিয় আৰু মন। (ইউৰোপীয় দৰ্শনে আগেয়ে আমাৰ দৰেই মনকো ইন্দ্ৰিয় বুলি ধৰিছিল, আজিকালি নধৰে)। উপনিষদে কিন্তু প্ৰাণকো এটা ইন্দ্ৰিয় বুলি ধৰে। জীৱৰ ভোগ সাধনাৰ্থে প্ৰত্যেক ইন্দ্ৰিয়ৰ একো একোটা নিৰ্দ্দিষ্ট কাম আছে,—যেনে, চকুৰ কাম দেখা, কাণৰ কাম শুনা, মনৰ কাম সংকল্প-বিকল্প, ইত্যাদি। প্ৰাণৰ হ'লে তেনে নিৰ্দ্দিষ্ট বিশেষ কাম এটা নাই। এই অৰ্থত নিয়মমতে চালে, প্ৰাণ ইন্দ্ৰিয়েই নহয়। তথাপি উপনিষদে কিয় প্ৰাণকে ইন্দ্ৰিয়ৰ লগত ঠাই দিছে, তাৰ কাৰণ এই আখ্যায়িকাত দেখুৱাইছে।]

ইন্দ্ৰিয়বোৰ অতিশয় গুণসম্পন্ন আৰু অতি বিচিত্ৰ কৌশলেৰে নিৰ্ম্মিত। আমাৰ ভোগ-সাধনৰ নিমিত্তে সিঁহতৰ প্ৰত্যেকৰে পৃথক্ পৃথক্ কাৰ্য্য নিৰ্দ্দিষ্ট আছে। এদিন সিঁহতৰ ভিতৰত এই প্ৰশ্ন উঠিল যে সিঁহতৰ ভিতৰত কোন শ্ৰেষ্ঠ—কোনটো ইন্দ্ৰিয় আৱশ্যকীয়, কোনটো নহলে নহয়। প্ৰত্যেকে কবলৈ ধৰিলে, "মই শ্ৰেষ্ঠ", "মই শ্ৰেষ্ঠ"। এইদৰে সিঁহতৰ ভিতৰত ভয়ঙ্কৰ আত্ম-কলহ উপস্থিত হ'ল। কোনেও কাৰো কথা নুশুনা হ'ল। অৱশেষত সিঁহতে প্ৰজাপতিৰ ওচৰত গৈ গোচৰ কৰিলে। প্ৰজাপতিক কলে, "ভগৱন্, কওক আমাৰ ভিতৰত কোন শ্ৰেষ্ঠ"। প্ৰজাপতিয়ে উত্তৰ দিলে যে যিটি ইন্দ্ৰিয় শৰীৰৰ পৰা ওলাই গলে, শৰীৰ অতিশয় পাপিষ্ঠ হব (অৰ্থাৎ মৃত শৰীৰবৎ ঘৃণাই হব) সেইটি ইন্দ্ৰিয়েই শ্ৰেষ্ঠ। এই কথা শুনি প্ৰথমতে বাগিন্দ্ৰিয়ই বাগাড়ম্বৰ কৰি শৰীৰৰ পৰা নিষ্ক্ৰান্ত হৈ গুচি গ'ল। যাওঁতে কৈ গ'ল, "চোৱাঁ ভাইহঁত, মই আহিলোঁ, চাবা এতিয়া তোমালোকৰ কি দশা হয়।" এবছৰৰ মূৰত বাগিন্দ্ৰিয় ঘূৰি আহি সুধিলে, "কেনে, ভাইহঁত, মই নোহোৱাত এই এবছৰে কেনে পালা? এতিয়া বুজিলা নে কোন শ্ৰেষ্ঠ?"

ইবোৰ ইন্দ্ৰিয়ই হাঁহি হাঁহি উত্তৰ দিলে,—"তুমি নোহোৱাত আমাৰ একো ক্ষতি হোৱা নাছিল। আগৰদৰেই সকলো ভোগ কৰিছিলোঁ; সেইবাবে আমাৰ ভোগৰ একো ত্ৰুটি হোৱা নাছিল। বেচ্ ভালেই চলিছিল।"

উত্তৰ শুনি বাগিন্দ্ৰিয় লজ্জিত হৈ শৰীৰত সোমালগৈ।

তেতিয়া চক্ষুৰিন্দ্ৰিয় ওলাই আহি কলে—"বাৰু, মই ওলাই যাওঁ, চাওঁ, এই বাৰ তোমালোকৰ কি দশা হয়"। এইবুলি কৈ তেওঁ গুচি গল। মনতে আশাও কৰিছিল ইবোৰ ইন্দ্ৰিয়ই কাকূতি কৰি আকৌ তেওঁক মাতি আনিব। তেওঁক মাতি নানিলে। এবছৰৰ মূৰত তেওঁ নিজে আহি সুধিলে "ভাইহঁত, কেনে পালা?"

ইবোৰ ইন্দ্ৰিয়ই উত্তৰ দিলে—"আমি বৰ সুখেৰেই আছিলোঁ। কণা মানুহে যেনেকৈ ভোগ কৰে, আমিও সেইদৰেই সকলো ভোগ কৰিছিলোঁ। আমাৰ বিশেষ একো কষ্ট হোৱা নাছিল।"

এইদৰে এটা এটাকৈ সমুদয় ইন্দ্ৰিয় ওলাই গ'ল আৰু ঘূৰি আহিল।

তাৰ পাছত এতিয়া মনৰ পাল। মন ওলাই গৈ আকৌ এবছৰৰ মূৰত ঘূৰি আহিল। ইবোৰ ইন্দ্ৰিয়ই কলে, "ভাই মন, তুমি নাহিবা, নাহিবা। তুমি আকৌ আহিলা। তুমি নোহোৱাত আমাৰ বৰ সুখ হৈছিল। সকলোকালত চিন্তা-ভাৱনাৰ হাত সাৰি যেনে সন্তোষেৰে আছিলোঁ, এই এবছৰো তোমাৰ অবিহনে মনঃশূন্য হৈ সেইদৰেই আছোঁ।"

এই কথা শুনি মনেৰৰ লাজ পালে আৰু ফেঁচাটো যেন হৈ শৰীৰত সোমালগৈ। এইদৰেই বাক্‌প্ৰভৃতি একাদশ ইন্দ্ৰিয়ৰ কোনো এটাও পৰীক্ষাত উত্তীৰ্ণ নহ'ল। প্ৰজাপতিৰ ৰায় অনুসৰি সিঁহত অ-প্ৰধান বুলি প্ৰমাণ হ'ল। তেতিয়া প্ৰধান ইন্দ্ৰিয়, মুখ্যপ্ৰাণ বাহিৰ হৈ আহিবলৈ উদ্যত হল।

অতি তেজী ঘোঁৰা এটাৰ চাৰিটা চাৰিটা খুঁটিত বান্ধি, তাৰ পিঠিত চাবুক মাৰিলে, সি যেনেকৈ জাপ মাৰোঁতেই খুঁটিবোৰো উভাল খাই আহিব খোজে, ঠিক সেইদৰেই, প্ৰাণ শৰীৰৰ পৰা ওলাই আহিব খোজোঁতেই বাকীবোৰ ইন্দ্ৰিয়ৰ গাতো আঁজোৰ পৰিল—সিঁহতে বুজিলে যে প্ৰাণ ওলাই গলে সিঁহতো ওলাই যাব লাগিব। তেতিয়া সিঁহতে প্ৰাণক স্তুতি কৰিবলৈ ধৰিলে।

"হে প্ৰাণ, তুমি নেযাবা। তুমি নহলে আমি আমাৰ নিজ নিজ কাৰ্য্য সম্পাদন কৰিব নোৱাৰোঁ। তোমাৰ শক্তিৰেহে আমি শক্তিমান। আমি এতিয়া বুজিলোঁ যে আমাৰ ভিতৰত তুমি শ্ৰেষ্ঠ, তুমি জ্যেষ্ঠ। তুমি এইবাবে জ্যেষ্ঠ যে জীৱ মাতৃগৰ্ভত স্থিতি হলেই আমাৰ উৎপত্তি নহয়। আমি জীৱৰ লগে লগে নাহোঁ। তুমি কিন্তু আহা। তুমি নহা হলে প্ৰাণহীন জীবাণু মাতৃগৰ্ভত বৃদ্ধিপ্ৰাপ্ত হব নোৱাৰিলেহেঁতেন। তুমি আগধৰি শৰীৰ গঠন কৰি দিলেহে আমাৰ উৎপত্তি হব পাৰে। সেইগুণে তুমি আমাৰ জ্যেষ্ঠ ভ্ৰাতা।

"প্ৰাণী মাত্ৰেই যি অন্ন-পান গ্ৰহণ কৰে সেই সকলোবোৰ তোমাৰ হে অন্ন-পান। তুমি হে শৰীৰৰ ভিতৰত অন্ন-পান পাক কৰি নিজেও পুষ্ট হোৱা আৰু আমাকো পৰিপুষ্ট কৰা। তোমাৰ শক্তিৰে আমি শক্তিমান। আমাৰ নিজৰ একো শক্তি নাই।* হে প্ৰাণ, জীৱৰ শৰীৰৰ ভিতৰত তোমাৰ শক্তিৰ বাহিৰে আৰু একো শক্তি নাই। তুমি আমাক এৰি নেযাবা।"

[ওপৰত এই স্তুতিত উপনিষদে বুজাইছে যে বহিৰ্জ্জগতত যেনেকৈ ব্ৰহ্মৰ শক্তিৰ বাহিৰে আৰু একো বাস্তৱ পদাৰ্থ নাই, অন্তৰ্জ্জগততো সেইদৰেই প্ৰাণ-শক্তিৰ বাহিৰে আৰু একো শক্তি নাই। ইয়াৰ পাছৰ উপাখ্যানটিত এই কথা আৰু পৰিষ্কাৰ কৰিছে। তাত কৈছে যে বহিৰ্জ্জগৎ যেনে শক্তিৰ স্পন্দন মাত্ৰ, সেইদৰে অন্তৰ্জ্জগতো প্ৰাণশক্তিৰ স্পন্দন মাত্ৰ। পৰৱৰ্ত্তী আখ্যায়িকাত বুজাব যে এই দুই শক্তি একে ব্ৰহ্মৰ শক্তি।]

## জানশ্ৰুতি আৰু ৰৈক্ক
### [সংবৰ্গ-বিদ্যা]
### (ছান্দোগ্যোপনিষৎ)

তাহানি জানশ্ৰুতি নামে এজন ৰজা আছিল। তেওঁ অতি ধাৰ্ম্মিক, দানশীল আৰু প্ৰজাৰঞ্জক প্ৰতাপী ৰজা। ৰাজ্যৰ নানা ঠাইত তেওঁ চৰাই-ঘৰ, ধৰ্ম্মশালা আৰু অন্ন-সত্ৰ সজাই দিছিল। সেইবোৰ ঠাইত সকলো জাতৰে বাটকৰাই, সকলো সময়তে থাকিব আৰু খাব পৰা সু-ব্যৱস্থা কৰি দিছিল। তেওঁৰ সুখ্যাতিৰে দেশ ভৰি পৰিছিল।

এদিন ৰাতি তেওঁ সপোনত দেখিলে যেন তেওঁ এখন বিতোপন সৰোবৰৰ পাৰত অকলৈ ফুৰি আছে, এনেতে যেন এজাক বগা ৰাজ-হাঁহ সেই সৰোবৰত পৰিবলৈ ওপৰেদি উড়ি আহিছে; হাঁহবোৰ তেওঁৰ ঠিক মূৰৰ ওপৰ পায় পায়, এনেতে পাছৰ পৰা এটা হাঁহে আগবাঢ়ি অহাবোৰক মাত লগালে—"হেৰ' কণাহঁত, জলৈ চাবি ঐ,—পুণ্যাত্মা নৰপতি জানশ্ৰুতিৰ গাত যেন হাঁহ নপৰে।" সম্বোধন শুনি পূৰ্ব্ববৰ্ত্তী হাঁহে উত্তৰ দিলে—"ইঃ বৰ কথাটো কলিহঁক, এইজন ৰজা ৰৈক্কতকৈয়ো ডাঙৰ নে?" হাঁহবোৰে এইদৰে পৰস্পৰে উত্তৰা উত্তৰি কৰি, ৰৈক্কৰ গুণ বখানি উড়ি গৈ সৰোবৰত পৰিল আৰু ৰজাই সাৰ পালে।

পাছদিনা পুৱা ৰজাই এই বিচিত্ৰ সপোনৰ কথা সভাসদসকলক কলে। তেওঁৰ জানিবলৈ বৰ কৌতূহল হ'ল যে সঁচাকৈয়ে তেওঁৰ ৰাজ্যত ৰৈক্ক নামে মানুহ এটা আছেনে। তেওঁ দিহা-দিহি ৰৈক্কক বিচাৰি সঁজাতী পঠিয়ালে। কিন্তু ৰৈক্কৰ একো সন্ধান নোলাল।

---

* এইবাবেই গীতা আৰু সাংখ্যদৰ্শনে কয় যে—ইন্দ্ৰিয়বোৰ শৰীৰৰ দুৱাৰ মাত্ৰ। এই দুৱাৰে বাহিৰৰ শক্তি আহি মনত ক্ৰিয়া কৰে আৰু তেতিয়া আমাৰ বিষয় জ্ঞান হয় [সাংখ্য ৩৫ কাৰিকা] ইন্দ্ৰিয়ৰ নিজৰ একো শক্তি নাই। পাশ্চাত্য বিজ্ঞানেও এইদৰেই কয়।

হঠাৎ এদিন এখন গাঁৱৰ নিৰ্জ্জন চুক এটাত কিছুমান গাড়ীয়ালাই গাড়ীৰ কাম কৰি থকা দেখা গ'ল। সিহঁতৰ ভিতৰৰ এজনক "ৰৈক্ক" বুলি মতাও শুনা হ'ল। মানুহজন দেখিবলৈ অতি কুৎসিৎ আৰু গোটেই গাটো খৰে-খোৱা।

ততালিকে সম্বাদটো ৰজাক দিয়া হ'ল। সম্বাদ শুনি ৰজা নিজে ৰৈক্কৰ ওচৰলৈ আহিল। লগত বহুত ধন-সোণ, গাই-গৰু আৰু অন্যান্য উপহাৰ লৈ আহি ৰৈক্কৰ আগত থৈ বিনীতভাবে প্ৰশ্ন কৰিলে—"আপোনাৰ নাম ৰৈক্ক নহয় নে ? মই এই দেশৰ ৰজা ; আপুনি মোৰ এই উপহাৰখিনি গ্ৰহণ কৰিব লাগে। মোৰ প্ৰতি প্ৰসন্ন হৈ, আপুনি কোন দেৱতাৰ উপাসনা কৰে, মোক কব লাগে"।

ৰজাৰ কথা শুনি ৰৈক্ক প্ৰসন্ন নহ'ল। বৰং তেওঁ মনে মনে অলপ বিৰক্ত হ'ল, বোলে ৰজাই ধনৰ লোভ দেখুৱাই মোৰ পৰা উপদেশ লবলৈ আহিছে। সেইগুণে তেওঁ সেই সকলো উপহাৰ প্ৰত্যাখ্যান কৰি কলে—"হে শুদ্ৰ * তুমি এইবোৰ লৈ যোৱাঁ। তুমি যাব পাৰা।"

ৰজা বিমুখ হৈ ঘূৰি আহিল। তেওঁৰ কিন্তু ধাৰণা হ'ল যে প্ৰকৃতুতে ৰৈক্ক এজন মহাপুৰুষ। সপোনৰ কথা আংশিকৰূপে সঁচা হোৱা দেখি তেওঁৰ দৃঢ় বিশ্বাস হ'ল যে ঈশ্বৰে হে যেন তেওঁৰ প্ৰতি কৃপা কৰি এনে এজন উপদেষ্টা মিলালে ; আৰু যেন এই মহাপুৰুষৰ উপদেশ পালেই তেওঁৰ সকলো সিদ্ধি হব। সেইগুণে আকৌ এদিন অন্যান্য উপহাৰৰ লগতে তেওঁৰ নিজৰ জীয়েককো লৈ ৰৈক্কৰ ওচৰলৈ আহিল। এইবাৰ ৰজাৰ বিশেষ আগ্ৰহ দেখি ৰৈক্কই আৰু তেওঁৰ প্ৰত্যাখ্যান নকৰিলে। উপহাৰ গ্ৰহণ কৰিলে আৰু ৰাজ-কন্যাক বিয়া কৰাবলৈকো সম্মত হ'ল। ৰজাক তেওঁ উপদেশ দিবলৈ আৰম্ভ কৰিলে ঃ—

মহাৰাজ! বাহিৰত যিমানবোৰ বস্তু দেখিছে সেই সকলোবোৰ শেহৰ বায়ুতে* বিলীন হব। এইটো মানুহে সদায় দেখি থকা কথা। এইবাবে বায়ুকে "সংবৰ্গ" বোলা হয়, কাৰণ ই অন্তত সকলোকে গ্ৰাস কৰে আত্মসাৎ কৰে। অগ্নি যেতিয়া নুমাই যায়, বায়ুত হে অস্ত হয়। সূৰ্য্য চন্দ্ৰ অস্ত গলেও বায়ুত হে অস্ত যায়। প্ৰলয় কালত যেতিয়া চন্দ্ৰ সূৰ্য্য ধ্বংস হব তেতিয়া সিহঁতৰ তেজঃ-শক্তি বায়ুত পৰিণত হব। যেতিয়া পানী শুকাই যায়, তেতিয়া সি বায়ুত প্ৰবেশ কৰে। জলীয় আৰু স্থূল [Solid, liquid]—সকলো পদাৰ্থ শেহত বায়ুত শেষ হয় আকৌ বায়ুৰ পৰাই সিহঁতৰ উৎপত্তি হয়। এই বায়ু স্পন্দনাত্মক শক্তি। সকলো পদাৰ্থ এই স্পন্দনাত্মক শক্তিৰ পৰিণাম মাত্ৰ। বহিৰ্জ্জগতত এই স্পন্দনৰ বাহিৰে আৰু একো নাই।

আকৌ চাওক মহাৰাজ, আমি দেখি আছোঁ যে বাক্‌প্ৰভৃতি সকলো ইন্দ্ৰিয় শক্তিৰ তিৰোধান-স্থান প্ৰাণ। গভীৰ নিদ্ৰাত সকলো ইন্দ্ৰিয় শক্তি প্ৰাণত বিলীন হয়। এই প্ৰাণ-শক্তি হে সকলো ইন্দ্ৰিয়-ক্ৰিয়াৰ মূল। ইন্দ্ৰিয়বোৰৰ নিজৰ একো শক্তি নাই। প্ৰাণ নহলে সিহঁত নাই। অতএব আমি সহজে অনুমান কৰিব পাৰোঁ যে চক্ষুৰাদি সকলো ইন্দ্ৰিয়-শক্তি প্ৰাণ-শক্তিৰ হে অৱস্থান্তৰ। এই প্ৰাণ-শক্তিও স্পন্দনাত্মক। অন্তৰ্জ্জগতৰ সকলো শক্তি প্ৰাণত বিলীন হয় বাবে প্ৰাণো এটি "সংবৰ্গ"। অতএব, হে মহাৰাজ, জগতত মাত্ৰ দুটি শক্তি আছে। এটি বায়ু—ইয়াক আমি আধিদৈবিক 'সংবৰ্গ' বোলোঁ**। ইটি প্ৰাণ—ইয়াক আমি অধ্যাত্মিক 'সংবৰ্গ' বোলোঁ। শক্তি মাত্ৰেই স্পন্দন।

স্বৰূপ বিচাৰ কৰিলে আমি সহজে বুজো যে আধিদৈবিক সকলো পদাৰ্থ (Physical objects) এটা সাধাৰণ স্পন্দন ক্ৰিয়া। আৰু অধ্যাত্মিক সকলো পদাৰ্থ (Sensory equipment) এটা সাধাৰণ স্পন্দন ক্ৰিয়া মাত্ৰ। এই জগতত এই স্পন্দন ক্ৰিয়াৰ বাহিৰে আৰু একো নাই।

বহিৰ্জ্জগৎ আৰু অন্তৰ্জ্জগতৰ সকলো পদাৰ্থ এই স্পন্দন ক্ৰিয়াৰ ঘনীভূত অৱস্থা মাত্ৰ। সকলো পদাৰ্থ স্পন্দনাত্মক আৰু ক্ৰিয়াত্মক। মহাৰাজ, তেন্তে এই স্পন্দনটো কি ?

---

* এই "শূদ্ৰ" শব্দটো লৈ আচাৰ্য্যসকলে বৰ টনা-আঁজোৰা লগাইছে। (ব্ৰহ্মসূত্ৰ ১।৩।৩৪—৩৫ চাওক)। তেওঁবিলাকে ভাবে যে জানশ্ৰুতি জাতিত শূদ্ৰ নহয় ; হোৱা হ'লে ব্ৰহ্ম-বিদ্যাত তেওঁৰ অধিকাৰ নাছিল। কিন্তু ৰৈক্কৰ অধিকাৰ কেনেকৈ হ'ল তেওঁবিলাকে নকয়। ৰৈক্ক কুৎসিত খৰে-খোৱা, গাড়ীয়ালা। তেওঁ ব্ৰাহ্মণ আছিল বুলি কতো কোৱা নাই।

এই বিষয় অধ্যাপক কোকিলেশ্বৰ ভট্টাচাৰ্যই লিখিছে ঃ—

"ভাষ্যকার 'শূদ্র' শব্দের অন্য কয়েক প্রকার অর্থ করিয়াছেন। আমাদের কিন্তু বোধ হয়, জানশ্রুতি শূদ্রজাতীয় রাজা ছিলেন। বিশেষতঃ বেদান্ত দর্শনের একটি সূত্রে সকল বর্ণের ও সকল আশ্রমের লোকেরই ব্রহ্মজ্ঞানে অধিকার দেওয়া হইয়াছে। তখন শূদ্র শব্দের অন্য অর্থ করিবার কোন আবশ্যক বোধ হয় না।" আমি এই কথাৰ সম্পূৰ্ণ সমৰ্থন কৰোঁ।

** ইয়াত "বায়ু" মানে 'আকাশ'। ছান্দোগ্য উপনিষদে বায়ু আৰু আকাশৰ প্ৰভেদ কৰা নাই। শ্বেতকেতুৰ উপাখ্যান চাওক।

আধিদৈবিক, আধিভৌতিক আৰু অধ্যাত্মিক—এই শব্দবোৰৰ বাবে "অজাতশত্ৰু আৰু বালাকি" উপাখ্যান চাওক।

ইয়েই ব্ৰহ্ম-শক্তি। এই শক্তিয়েই নানা ভাবে, নানা ৰূপে অভিব্যক্ত হৈ জগতৰ সকলোবোৰ পদাৰ্থ হৈছে। আমি এই আন্তৰ আৰু বাহ্য পদাৰ্থবোৰক ভিন্ন ভিন্ন বস্তু বুলি ভাবোঁ—এয়ে আমাৰ অবিদ্যা।"

বৈক্কৰ কথা শুনি জানশ্ৰুতি কৃতাৰ্থ হ'ল। বৈক্কলৈ নিজৰ জীয়েকক বিয়া দি, এখন সমৃদ্ধ দেশ তেওঁক দিলে। সেই দেশ "বৈক্ক-পৰ্ণা" নামে আজিও বিখ্যাত।

# দেৱতা, মানুহ আৰু অসুৰ

## (বৃহদাৰণ্যক)

দেৱতা, মানুহ আৰু অসুৰ—সকলো প্ৰজাপতিৰ সন্তান। তিনিও প্ৰজাপতিৰ আশ্ৰমত "ব্ৰহ্মচৰ্য্য-বাস" কৰি শিক্ষালাভ কৰিছিল। দেৱতাই ব্ৰহ্মচৰ্য্য সমাপন কৰি প্ৰজাপতিক কলে—"প্ৰভো, আমাক উপদেশ দিয়ক"। প্ৰজাপতিয়ে ফুটাই একো নকৈ অতি গহীন ভাবে শুদা দ-আখৰটো দীঘলাই উচ্চাৰণ কৰিলে—দ্—অ—অ।

উচ্চাৰণ কৰি দেৱতাক সুধিলে—"বুজিলা নে মই কি উপদেশ দিলোঁ ?" দেৱতাই প্ৰজাপতিৰ আশ্ৰমত ব্ৰহ্মচৰ্য্য ব্ৰত পালন কৰি, নিজৰ দোষ নিজে বুজি আহিছিল। তেওঁবিলাক দৈবী প্ৰকৃতিৰ হলেও, যথেচ্ছাচাৰী কামাসক্ত পুৰুষ। স্বভাৱতে তেওঁবিলাক "অদান্ত" বা অসংযত। ব্ৰহ্মচৰ্য্যৰ প্ৰভাৱত, নিজৰ এই প্ৰকৃতি-গত দোষ তেওঁবিলাকে বুজিছিল। সেইগুণে প্ৰজাপতিৰ দ-অ-অ মাতষাৰৰ অৰ্থ তেওঁবিলাকে নিজৰ মনেৰে পোনাই লৈ ভাবিলে যে প্ৰজাপতিয়ে নিশ্চয় তেওঁবিলাকক সংযত হবলৈ হে উপদেশ দিলে আৰু কলে দ্-অ-অ—'দাম্যত'। 'দাম্যত' অৰ্থাৎ তোমালোক সংযমশীল হোৱাঁ অৰ্থাৎ কামনা পৰিত্যাগ কৰিবলৈ অভ্যাস কৰাঁ।

ইয়াকে বুজি তেওঁবিলাকে প্ৰজাপতিৰ প্ৰশ্নৰ উত্তৰ দিলে, "প্ৰভো, আমি বুজিলোঁ, আপুনি কি কৈছে।"

প্ৰজাপতিয়ে সুধিলে—"কি বুজিলা ?"

দেৱতাই উত্তৰ দিলে—"প্ৰভো, আপুনি "দাম্যত" বুলিছে।"

প্ৰজাপতিয়ে ক'লে—"হয়, তোমালোকে ঠিক বুজিছা।"

ইয়াৰ পিচত এদিন মানুহ আহি প্ৰজাপতিক কলে—"প্ৰভো, আমাকো উপদেশ দিয়ক"। প্ৰজাপতিৰ সেই একে উত্তৰ—সেই "দ-অ-অ'। তেওঁ সুধিলে, "বুজিলানে মই কি কলোঁ ?"

মানুহ স্বভাৱতে লোভী। সিহঁতে লোকক দিব নোৱাৰে—নিজকে সকলোখিনি লাগে। সিহঁতেও প্ৰজাপতিৰ আশ্ৰমত থাকি নিজৰ এই প্ৰকৃতি-গত দোষটো বুজি আহিছিল। সিহঁতে সেইগুণে প্ৰজাপতিৰ প্ৰশ্নৰ উত্তৰত কলে—"প্ৰভো, আমি বুজিলোঁ।"

প্ৰজাপতিয়ে সুধিলে, "কি বুজিলা ?"

মানুহে ক'লে—"প্ৰভো, আপুনি কৈছে দ্-অ-অ—অৰ্থাৎ দত্ৰ—দানং—কুৰু-ত। অৰ্থাৎ আপুনি আমাক দান কৰিবলৈ, অৰ্থাৎ লোভ পৰিত্যাগ কৰিবলৈ উপদেশ দিছে"।

প্ৰজাপতিয়ে ক'লে, "ঠিক বুজিছা"।

ইয়াৰ পাছত আকৌ অসুৰ আহি উপদেশ বিচাৰিলে। আকৌ সেই 'দ-অ-অ।' অসুৰ স্বভাৱতে নিষ্ঠুৰ। সিহঁতৰ ক্ৰোধ বেচি আৰু সেইবাবেই নিষ্ঠুৰ। সিহঁতেও নিজৰ প্ৰকৃতিগত দোষটি বুজি আহিছিল। সিহঁতে দ-অ-অ কথাটোৰ অৰ্থ বুজিলে দ-য়-ধ্ব-ম্ (দয়ধ্বম্)—অৰ্থাৎ "দয়া কৰাঁ"—"ক্ৰোধ পৰিত্যাগ কৰাঁ"।

প্ৰজাপতিয়ে সুধিলে—"মোৰ কথা বুজিলানে ?"

অসুৰে উত্তৰ দিলে—"প্ৰভো আমি সুন্দৰকৈ বুজিলোঁ।"

প্ৰজাপতিয়ে সুধিলে "কি বুজিলা ?"

অসুৰে কলে— "প্ৰভো, আপুনি কৈছে "দয়ধ্বম্ অৰ্থাৎ 'দয়া কৰাঁ— ক্ৰোধ পৰিত্যাগ কৰাঁ।"

প্ৰজাপতিয়ে কলে,—"ঠিক, ঠিক"।

প্ৰজাপতিৰ একে উপদেশকে তিনিজনে তিনি ধৰণে বুজিলে। যাৰ যেনে প্ৰকৃতি সি তেনে দৰেহে বুজে :—

"যাদৃশীভাবনা যস্য, সিদ্ধৰ্ভবতি তাদৃশী"। দৈবী, মানব আৰু আসুৰ—সকলো প্ৰকৃতিৰ, সকলো মানুহৰ প্ৰতি প্ৰজাপতিৰ উপদেশ এই ঃ—

"কাম, ক্ৰোধ আৰু লোভ—এই তিনিক পৰিত্যাগ কৰা।"

[গীতাই কৈছে ঃ—

**ত্ৰিবিধং নৰকস্যেদং দ্বাৰং নাশনমাত্মনঃ।**
**কামঃ ক্ৰোধস্তথালোভস্তস্মাদেতত্ৰয়ং ত্যজেৎ।।]**

এইদৰে উপদেশ পাই, দেৱতা, মানুহ আৰু অসুৰ ঘৰা-ঘৰি গুচি আহিল। কিন্তু আজিলৈকে প্ৰজাপতিৰ এই দৈববাণীৰ প্ৰতিধ্বনি আকাশত ৰৈ ৰৈ বাজি থাকে। আজিও গাজনি-ঢেৰেকনি মাৰিলেই প্ৰজাপতিৰ সেই "দ্দ" আকাশত একা-বেঁকা বিজুলী চমকেৰে জ্বলি উঠে। সেই দ্দ ৰ, শব্দই বজ্ৰধ্বনিৰে প্ৰতিধ্বনিত হৈ গুম্‌গুমনিৰে মেদিনী কঁপাই মানুহক কয় ঃ—

**দাম্যত-দত্ত-দয়ধ্বম্!**

**দা-ম্য-ত-দত্ত দয়-ধ্বম্!**

[ইয়াত বুজাইছে যে গুৰুৰ উপদেশ পালেই সজজ্ঞান লাভ নহয়। গুৰুৰ উপদেশ উপলক্ষ মাত্ৰ। ব্ৰহ্মচৰ্য্য অৱলম্বন কৰি চিত্তশুদ্ধি হব লাগে। সত্য-নিষ্ঠ সবল নিৰ্ম্মল চিত্তত হে উপদেশ ফলে। ব্ৰহ্মচাৰীৰ হৃদযত ব্ৰহ্মবিদ্যা আপোনাআপুনি উদয হয। এই সত্যটি তলৰ দুটা আখ্যাযিকাত বুজাইছে।]

## জাবাল-সত্যকাম
### (ছান্দোগ্য উপনিষৎ)

সত্যকাম নিৰাশ্ৰয়া বিধবা জাবালাৰ একেটি সন্তান। সুশ্ৰী, সবল, দেখিলে মৰম-লগা। এদিন সত্যকামে মাকৰ ওচৰলৈ আহি কলে, "আই, মই এতিয়া পঢ়িবলৈ গুৰু-ঘৰলৈ যাব লাগে। মোৰ কি গোত্ৰ কওক।" নাম-গোত্ৰ লৈ সংকল্প কৰি হে উপনয়নাদি সংস্কাৰ কৰিব পাৰে। সেইগুণে সত্যকামে মাকক গোত্ৰৰ কথা সুধিলে।

মাকে উত্তৰ দিলে—"ব্যেপাই, তোমাৰ কি গোত্ৰ মই কব নোৱাৰোঁ। তুমি হওঁতে মোৰ বয়স নিচেই কম আছিল। প্ৰথমতে আহি ঘৰ সোমায়েই মই অতিথি-অভ্যাগতৰ বহুত পৰিচৰ্য্যা কৰিব লাগিছিল আৰু তাৰ বাহিৰেও, বহুত ঘৰুৱা জঞ্জালত পৰিছিলোঁ, মই এইবোৰ কথাত ইমান ব্যস্ত আছিলোঁ যে তোমাৰ গোত্ৰৰ খবৰেই লোৱা নহ'ল। ইতিমধ্যে মোৰ কপাল ফুটিল—তোমাৰ পিতৃদেৱ ধুকাল—মই বিধৱা হলো। তোমাৰ কি গোত্ৰ মই নেজানো। তুমি গৈ তোমাৰ আচাৰ্য্যক কবা যে মোৰ নাম জাবালা আৰু তোমাৰ নাম সত্যকাম। তুমি জাবাল-সত্যকাম (জবালাৰ পুতেক সত্যকাম) বুলি নিজৰ পৰিচয় দিবা।"

সত্যকাম গৌতম ঋষিৰ আশ্ৰমলৈ আহিল। ঋষিক দণ্ডৱতে প্ৰণাম কৰি কলে—"প্ৰভো, মই আপোনাৰ আশ্ৰমত থাকি ব্ৰহ্মচৰ্য্য ব্ৰত পালি শিক্ষা কৰিবলৈ আহিছোঁ। কৃপা কৰি মোক গ্ৰহণ কৰক"।

ঋষিয়ে সুধিলে,—"কি গোত্ৰ তোমাৰ ?" বংশ আৰু গোত্ৰ নেজানিলে ঋষিয়ে কোনো ছাত্ৰক আশ্ৰমত নলয়।

সত্যকামে উত্তৰ দিলে,—"প্ৰভো, মোৰ কি গোত্ৰ মই নেজানো। আইক সুধিছিলোঁ, তেওঁ নিজেও নেজানে"।

আজিকালি আমাৰ বহুতে গোত্ৰৰ খবৰ নেৰাখে। কিন্তু তেতিয়াৰ দিনত গোত্ৰ নজনা এটা লাজৰ কথা আছিল। বাপেকৰ নাম নজনা যেনে লাজৰ কথা, গোত্ৰ নজনা তাতোকৈ বেচি। "হেৰালে-ভাগিলে কাশ্যপ গোত্ৰ"—এই শাস্ত্ৰ বচনৰ অনুবাদ মতে মানুহে গোত্ৰ নেজানিলে বা পাহৰিলে "কাশ্যপ গোত্ৰ" বুলিহে কয় কিন্তু "নেজানো" বুলি নকয়। [কাশ্যপ ঋষি সকলোৰে আদি পুৰুষ—কাশ্যপ গোত্ৰ সকলোৰে আদি গোত্ৰ]

সত্যকামৰ উত্তৰ শুনি গৌতম আচৰিত হৈ সত্যকামৰ মুখলৈ চালে। ঋষিৰ জ্ঞানময় দৃষ্টিয়ে সত্যকামৰ হৃদয় তলিলৈকে ভেদ কৰি তাত সত্য আৰু সৰলতাৰ বাহিৰে একোকে নেপালে।

অলেক নীৰবে থাকি ঋষিয়ে ভুতাই নিজে নিজে

কলে,—"নিশ্চয় এই লৰাটি ব্ৰাহ্মণৰ সন্তান। ব্ৰাহ্মণ নহলে এনে সত্য কথা নকলেহেতেন"। সত্যকামক সম্বোধন কৰি কলে—"হে প্ৰিয়দৰ্শন সত্যকাম, যোৱাঁ সমিধ আনা, মই এতিয়াই তোমাক লগুণ দিম। আজিৰপৰা তুমি মোৰ শিষ্য"।

ঋষি অচিৰেই সত্যকামৰ সত্যনিষ্ঠাত মুগ্ধ হ'ল। তেওঁ জানিছিল যে ব্ৰহ্মবিদ্যা অকল গুৰুৰ উপদেশ পালেই নহয়। তেওঁ আৰু জানিছিল যে ফুলৰ কলি যেনেকৈ মানুহে শতচেষ্টা কৰিও বাহিৰৰ পৰা ফুলাব নোৱাৰে, সি যেনেকৈ ভিতৰৰ পৰা হে নিজে নিজে ফুলি আহে, ব্ৰহ্মজ্ঞানো সেইদৰেই ভিতৰৰ পৰা হে ওলাই আহে। গুৰুৰ শত উপদেশেও ব্ৰহ্মজ্ঞানৰ বীজ নগজে। শুচিব্ৰত সত্যনিষ্ঠ চিত্তত ই এনেয়ে গজে। তেওঁ বুজিলে যে সত্যকামৰ সত্যপূৰ্ণ হৃদয়ত ব্ৰহ্মবিদ্যা নিজে, অজ্ঞাতভাবে আৰু অলৌকিক উপায়েৰে আহি নিশ্চয় এদিন প্ৰতিফলিত হ'বহি। ইয়াত তেওঁৰ কোনো সন্দেহেই নাছিল।

সেইগুণে তেওঁ তেওঁৰ গৰুৰ জাঁকৰ পৰা ৪০০ দুৰ্ব্বল খীণ গৰু বাছি আনি সত্যকামক কলে—"সত্যকাম, তুমি মোৰ এই গৰুবোৰ লৈ, কিছুদিন এখন সুদূৰ তৃণোদকপূৰ্ণ নিৰুপদ্ৰৱ অৰণ্যত নিৰলে বাস কৰাগৈ।"

সত্যকামে কলে,—"প্ৰভো, মই এতিয়াই আহিলোঁ, এই গৰুৰ সংখ্যা এক সহস্ৰ পূৰ নহয় মানে মই আশ্ৰমলৈ ঘূৰি নাহোঁ"। এইবুলি তেওঁ গুৰুক প্ৰণাম কৰি গৰু লৈ প্ৰস্থান কৰিলে।

ইয়াৰ বহুত দিনৰ পাছত, সত্যকামে এদিন গধূলি অৰণ্যৰ মাজত তেওঁৰ কুটীৰত বহি উপাসনা কৰিছে, এনেতে বাহিৰৰ পৰা কোনোবাই মতা শুনিলে —

"সত্যকাম! সত্যকাম! সত্যকাম!"

বহুত দিনৰ মূৰত মানুহৰ মাত শুনি সত্যকাম চক্ খাই উঠিল আৰু তেওঁৰ মুখৰ পৰা এনেয়ে ওলাই পৰিল—"ভগবন্ আদেশ কৰক, মই গৈছোঁ"। তেওঁ ওলাই আহি দেখিলে যে কুটীৰৰ দুৱাৰ মুখত তেওঁৰ ভতৰা ষাঁৰ গৰুটো ঠিয় দি আছে। তেওঁক দেখিয়েই সি মানুহৰ মাতেৰে কলে,—"চোৱাঁ আমাৰ সংখ্যা এক সহস্ৰ পূৰ হ'ল। আমাক এতিয়া আশ্ৰমলৈ লৈ যোৱাঁ"।

সত্যকাম আচৰিত হ'ল।

বৃষভে আকৌ কলে— "সত্যকাম, মই তোমাক ৪ পাদ আৰু ১৬ কলা বিশিষ্ট ব্ৰহ্মৰ উপদেশ দিওঁ, শুনা"।

সত্যকামে কলে— "ভগবন, কওক"। বৃষভে (অৰ্থাৎ বৃষভৰূপে দিক্‌পাল বায়ু দেৱতাই বৃষভত অধিষ্ঠিত হৈ) কলে—

"শুনা সত্যকাম, পূব, পশ্চিম, উত্তৰ, দক্ষিণ—এই চাৰি দিশ ব্ৰহ্মৰ ১ম পাদৰ ৪টি কলা। (অৰ্থাৎ এই ৪ দিশ ব্যাপি ব্ৰহ্ম আছে আৰু ইয়াৰ ওপৰতো তেওঁৰ আৰু ৩ পাদ আছে) "হে সত্যকাম, প্ৰসিদ্ধ অগ্নি দেৱতাই তোমাক ব্ৰহ্মৰ ২য় পাদৰ উপদেশ দিব"।

পাছদিনা পুৱা সত্যকামে সহস্ৰ গো-ধন লৈ আশ্ৰমলৈ যাত্ৰা কৰিলে। সন্ধ্যা হ'লত তেওঁ গৰুবোৰ এঠাইত ৰাখি, অগ্নি সংস্থাপন কৰি, সায়ংকৃত্য কৰিবলৈ বহিছে, এনেতে অগ্নি দেৱতা প্ৰত্যক্ষ হৈ মাত দিলে —

"সত্যকাম! সত্যকাম! সত্যকাম!"

সত্যকামে কলে,— "প্ৰভো, আদেশ কৰক"।

অগ্নিয়ে কলে,— "শুনা সত্যকাম, পৃথিৱী, অন্তৰীক্ষ, দ্যুলোক আৰু সমুদ্ৰ—এই ৪টি ব্ৰহ্মৰ ২য় পাদৰ ৪ কলা। হংসই তোমাক ৩য় পাদৰ উপদেশ দিব।" এইদৰে কৈ অগ্নি-দেৱতা অন্তৰ্দ্ধান হ'ল। সত্যকাম আকৌ ধ্যানত বহিল।

পাছদিনা পুৱা আকৌ আগৰ দৰেই গৰু লৈ যাত্ৰা কৰিলে। গধূলি আকৌ আগৰ দৰেই অগ্নি সংস্থাপন কৰি উপাসনাত বহিল। এনেতে আকাশৰ পৰা ৰাজ-হাঁহ উৰি আহি মাত দিলে —

"সত্যকাম! সত্যকাম! সত্যকাম!"

সত্যকামে কলে,—"প্ৰভো, আদেশ কৰক"।

হংসৰূপী আদিত্য দেৱতাই কলে—"শুনা সত্যকাম,—সূৰ্য্য, চন্দ্ৰ, অগ্নি, আৰু বিদ্যুৎ— এই ৪ শক্তি ব্ৰহ্মৰ ৩য় পাদৰ ৪ কলা। এয়ে জ্যোতিষ্মান কলা। [অৰ্থাৎ জগতৰ সকলো শক্তি তেওঁৰ শক্তি আৰু তাৰ ওপৰতো তেওঁ]। "মদগু (পানী কাউৰী) আহি তোমাক ব্ৰহ্মৰ ৪ৰ্থ পাদৰ উপদেশ দিব।" এইদৰে কৈ ৰাজহাঁহ উৰি গ'ল। সত্যকাম ধ্যানত বহিল।

ইয়াৰ পাছদিনা পুৱা সত্যকাম আকৌ গৰু লৈ যাত্ৰা কৰিলে। গধূলি আকৌ আগৰ দৰে অগ্নি সংস্থাপন কৰা হ'ল। মদগু (পানী কাউৰী) আহি মাত দিলে।

"সত্যকাম! সত্যকাম! সত্যকাম!"

সত্যকামে উত্তৰ দিলে—"প্ৰভো, কওক"।

মদগুৰূপী প্ৰাণশক্তিয়ে কলে:— "শুনা সত্যকাম, প্ৰাণ, চক্ষু, শ্ৰোত্ৰ আৰু মন— এই ৪টি ব্ৰহ্মৰ ৪ৰ্থ পাদৰ ৪ কলা।

[অৰ্থাৎ গোটেই অন্তৰ্জ্জগৎ ব্ৰহ্মৰ এক পাদ আৰু ইয়াৰ ওপৰতো তেওঁ]।

সত্যকাম পূৰ্ব্ববৎ ধ্যানত বহিল। সকলো কথা যেন তেওঁৰ পৰিষ্কাৰ হ'ল। পাছদিনা গধূলি তেওঁ আশ্ৰম পালেহি। গৌতমে সত্যকামৰ প্ৰসন্ন নিৰুদ্বেগ মুখ আৰু দীপ্ত শৰীৰৰ কান্তি দেখিয়েই বুজিলে যে সত্যকামৰ ব্ৰহ্মবিদ্যা লাভ হ'ল। গৌতমে প্ৰশ্ন কৰিলে "সত্যকাম, তোমাক কোনে ব্ৰহ্মবিদ্যাৰ উপদেশ দিলে?" সত্যকামে সকলো কথা কৈ, গুৰুক প্ৰণাম কৰি নিবেদন কৰিলে —

"প্ৰভো, মোক কোনো মানুহে উপদেশ দিয়া নাই। আপোনাৰ বাহিৰে কোনো মানুহৰ উপদেশ মই গ্ৰহণ নকৰোঁ। আপোনাৰ মুখেই শুনিছোঁ, গুৰুৰ মুখৰ পৰা শুনা বিদ্যাই হে উৎকৰ্ষ লাভ কৰাব পাৰে। মোক এতিয়া কৃপা কৰক।"

গৌতম অতি প্ৰীত হৈ তেওঁক ব্ৰহ্মবিদ্যা দান কৰিলে। সমাবৰ্ত্তন সংস্কাৰ সমাধা কৰি তেওঁক ঘৰলৈ যাবলৈ অনুমতি দিলে।

## গুৰু সত্যকাম
### (ছান্দোগ্য উপনিষৎ)

জাবাল সত্যকামে গৌতমৰ কৃপাত আৰু অলৌকিক ঘটনাক্ৰমে ব্ৰহ্মবিদ্যা লাভ কৰি গৃহী হ'ল। গৃহিণীজনা যেন সাক্ষাৎ লক্ষ্মী, সকলো শিষ্যৰ মাতৃস্বৰূপা। আশ্ৰমত অপৰাপৰ শিষ্যৰ ভিতৰত উপকোসলো এজন। উপকোসলে আজি বাৰ বছৰৰো অধিক কাল সত্যকামৰ আশ্ৰমত ব্ৰহ্মচাৰী হৈ, অতি ভক্তিভৰে অগ্নি পৰিচৰ্য্যা কৰি আছে। আশ্ৰমৰ সকলোৱে তেওঁক ভাল পায়। স্নেহৱতী গুৰু-পত্নীয়ে তেওঁক নিজৰ পুত্ৰ বুলি ভাবে। এনে সত্যনিষ্ঠ প্ৰিয়বাদী ব্ৰহ্মচাৰী উপকোসলৰ আজিলৈকে সমাবৰ্ত্তন নহ'ল। তেওঁৰ আগেয়ে অহা সকলো শিষ্য, আৰু তেওঁৰ পাছত অহা প্ৰায়বোৰেই, এজন এজনকৈ সমাবৰ্ত্তন কৰি গুৰু-দক্ষিণা দি ঘৰলৈ উলটি গ'ল। উপকোসলৰ কিন্তু একো নহ'ল।

এদিন গুৰু-পত্নী নিজে আহি সত্যকামক অনুৰোধ কৰি কলে— "চাওকছোন বেচাৰা উপকোসল আজি ইমান দিন আশ্ৰমত আছে; অগ্নি দেৱতাসকল নিশ্চয় তাৰ পৰিচৰ্য্যাত তুষ্ট হৈছে; তাৰ লগৰ সকলো শিষ্যক আপুনি উপদেশ দি বিদায় দিলে; এতিয়াও যদি আপুনি তাক বিদায় নিদিয়ে তেন্তে অগ্নি দেৱতাসকলে আপোনাৰ নিন্দা হে কৰিব; মই নিজেও অতি বেজাৰ পাম, কাৰণ তাক মই নিজৰ ল'ৰা বুলি হে ভাবোঁ। মই আপোনাক কাবৌ কৰি মাতিছোঁ, তাৰ সমাবৰ্ত্তন সংস্কাৰটি সমাধা কৰি তাক বিদায় দিয়ক"।

সত্যকামে একো উত্তৰ নিদিলে। সেইদিনাই তেওঁ আশ্ৰম এৰি প্ৰবাসলৈ গ'ল। ক'লৈ গ'ল, কাকো নকলে।

তেওঁ মনতে ঠিক জানিছিল যে তেওঁৰ অনুপস্থিতিত অগ্নি দেৱতাসকলে নিজে উপকোসলক অনুশাসন কৰিব। তেওঁ নিজেই এইদৰে অলৌকিক উপায়েৰে হে ব্ৰহ্ম-বিদ্যা লাভ কৰিছিল। সত্যবাদী ব্ৰহ্মচাৰী উপকোসলৰ হৃদয়ত যে ব্ৰহ্মবিদ্যা নিজে অযাচিত ভাবে আহি উদয় হ'বহি—এই বিষয় তেওঁৰ একো সন্দেহ নাছিল। সেইবাবেই তেওঁৰ পত্নীক একো উত্তৰ নিদি তেওঁ প্ৰবাসলৈ গ'ল।

সেইদিনা মনৰ দুখত উপকোসল অনশনে থাকিল। গধূলি গুৰুপত্নী নিজে হোম-ঘৰলৈ আহি মাতিলে। উপকোসলে ক'লে;—"মাতৃ, মোক নধৰিব। মই বহুত আশা কৰিছিলোঁ, মোৰ একো নহ'ল। মনৰ বেজাৰত আজি মোৰ একো মুখত দিবৰ মন যোৱা নাই। মোক ক্ষমা কৰক, মাতৃ।" মাতৃ হৃদয়ে সন্তানৰ ব্যথা বুজিলে। সৰু এটা হুমুনিয়াহ কাঢ়ি একো নকৈ, তেওঁ লাহে লাহে ওলাই গুচি গ'ল।

অগ্নি দেৱতা তিনিজন (দক্ষিণাগ্নি, গাৰ্হপত্য অগ্নি আৰু আহৱনীয় অগ্নি) উপকোসলৰ শুশ্ৰূষাত তুষ্ট আছিল। গুৰুপত্নী ওলাই যোৱা মাত্ৰকে, তেওঁবিলাকে নিজে প্ৰত্যক্ষ হৈ উপকোসলক ক'লে—

"শুনা উপকোসল, প্ৰাণ ব্ৰহ্ম, ক-ব্ৰহ্ম, খ-ব্ৰহ্ম। বুজিলানে তুমি ?"

উপকোসলে উত্তৰ দিলে—

"প্ৰাণ ব্ৰহ্ম বুলিলে একৰকমে বুজোঁ। কিন্তু ক-ব্ৰহ্ম, খ-ব্ৰহ্ম, কি মই বুজা নাই। 'ক' মানে সুখ আৰু 'খ' মানে আকাশ—ইয়াকেহে বুজোঁ।"

অগ্নি দেৱতাই ক'লে— "যি 'ক' সেয়ে 'খ' সেয়ে 'ক'।"

সুখ-দুখ-পূৰ্ণ হৃদয়াকাশ (ক) আৰু বায়ুময় বহিৰাকাশ (খ)—এই সকলোবোৰ ব্ৰহ্মৰ আত্ম-প্ৰকাশ—দুইটা একে শক্তিৰ বিকাশ। উপকোসলক এই তত্ত্ব বুজালে আৰু কলে যে গুৰু সত্যকামে সকলো কথা আকৌ বুজাই দিব, কাৰণ গুৰুৰ মুখৰ উপদেশ হে ফলপ্ৰদ হয়।

পাচদিনা গুৰু সত্যকাম প্ৰবাসৰপৰা আহি, উপকোসলৰ মুখ দেখিয়েই বুজিলে যে অগ্নি দেৱতাই উপকোসলক অনুশাসন কৰিলে। তথাপি তেওঁ উপকোসলৰ নিজৰ মুখৰপৰা শুনিবলৈ বুলি প্ৰশ্ন কৰিলে।

"উপকোসল, তোমাৰ মুখত ব্ৰহ্মজ্ঞৰ জেউতি ওলাইছে। কোনে তোমাক উপদেশ দিলে ?"

উপকোসলে ক'লে,— "প্ৰভো, কোনে দিব আৰু ?"—এইবুলি তেওঁ হোমাগ্নিলৈ আঙুলিয়ালে। তেওঁ দেখিলে, জুইকুৰা কঁপিছে। তেওঁ আচৰিত হৈ ভয় খাই যেন ক'লে—"ই কি, আগেয়ে তো কঁপা নাছিল।"

ইয়াৰ পাছত তেওঁ যি যি উপদেশ পাইছিল সকলো যথাযথে গুৰুৰ আগত ক'লে।

গুৰু সত্যকামে তেওঁক ব্ৰহ্মবিদ্যা দান কৰি বিদায় দিলে। গুৰুপত্নীৰ আশীৰ্ব্বাদ শিৰত লৈ তেওঁ ঘৰলৈ আহিল।

# চাক্ৰায়ণ ঋষি
## (ছান্দোগ্য উপনিষৎ)

চক্ৰৰ পুতেক চাক্ৰায়ণ ঋষিৰ আচল নাম উষস্তি। তেওঁ ব্ৰহ্মজ্ঞ; কুৰু দেশৰ মানুহ।

এবাৰ কুৰু দেশত বজ্ৰপাত আৰু শিলাবৃষ্টি হোৱাত সমুদায় শস্য নষ্ট হ'ল; গোটেই দেশ জুৰি ভীষণ দুৰ্ভিক্ষ; খাবলৈ নেপাই মানুহ দিহা-দিহি ভাগি গ'ল। চাক্ৰায়ণ ঋষিয়ে তেওঁৰ বালিকা পত্নীক লগত লৈ আন এখন দেশত থাকিবলৈ ওলাল। তেওঁৰ পত্নীৰ বয়স নিচেই কম—"আটিকী" নিতান্ত সৰু ছোৱালী।

বাটত এদিন ভোকত আতুৰ হৈ ফুৰি ফুৰি, চাক্ৰায়ণে এখন থালত মাহ-চাউল খাই থকা এটা হাতী-মাউত দেখিলে। মাউতৰ ঘৰত অন্ন আছে বুলি ভাবি, চাক্ৰায়ণে ভিক্ষা মাগিলে। মাউতে কলে,—"এই মাহ-চাউল খিনিৰ বাহিৰে মোৰ ঘৰত আৰু খুদ্-চাউল এটাও নাই। মই এতিয়া কি কৰোঁ ? মোক ক্ষমা কৰক।"

উত্তৰ শুনি চাক্ৰায়ণে সেই মাহ-চাউলৰে এভাগ তেওঁক দিবলৈ ক'লে। মাউতে খাই থকা থালৰে এভাগ দিলে। চাক্ৰায়ণে তাকে দুভাগ কৰি এভাগ নিজে খালে আৰু বাকী খিনি কাপোৰত বান্ধি তেওঁৰ বালিকা পত্নীলৈ ললে। খাই উঠিলত মাউতে নিজৰ লোটাৰ পানী তেওঁক মুখ ধুবলৈ দিব খুজিলত, তেওঁ কলে,—"তোমাৰ উচ্ছিষ্ট পানী মোক নেলাগে"। মাউতে কলে,—"মাহ-চাউল খিনি উচ্ছিষ্ট নহয় নে কি ?" চাক্ৰায়ণে অতি শান্ত ভাৱে কলে—"শুনা, প্ৰাণৰ সঙ্কটত মই তোমাৰ উচ্ছিষ্ট * মাহ-চাউল খালোঁ। কিন্তু উচ্ছিষ্ট পানী খাবৰ মোৰ দৰ্কাৰ নাই। পানী য'তে ত'তে পায়। ই অতি সুলভ বস্তু।"

এই বুলি কৈ তেওঁ গুচি আহিল। টোপোলাৰ মাহ-চাউল তেওঁৰ বালিকা ** পত্নীক দিলে। ছোৱালীয়ে কিন্তু মাহ-চাউল নিজে নেখালে—পাছ দিনা খাবলৈ বুলি স্বামীৰ নিমিত্তে মনে মনে সাঁচি থলে! এয়ে স্ত্ৰী-স্বভাৱ—সকৰে পৰা নিজে নেখাই লোকক খুৱাব, বস্তু সাঁচিব, সকলোকে মৰম কৰিব, দুখ-কষ্ট নীৰবে সহিব!

পাছ দিনা সেই মাহ-চাউলৰে অলপ খাই, চাক্ৰায়ণ ৰজাৰ যজ্ঞত উপস্থিত। ৰজাই অতি সম্মানেৰে তেওঁক প্ৰধান পুৰোহিত পদত বৰণ কৰিলে।

---

* ব্ৰহ্মজ্ঞৰ পক্ষে বিধি-নিষেধ নাই, তেওঁ বিহকে তিহকে খাব পাৰে। কিন্তু লোক শিকাৰ বাবে, (নিতান্ত প্ৰাণৰ সঙ্কট নহলে) সমাজৰ নিয়ম ভঙ্গ নকৰে।

** সেই কালতো বাল্যবিবাহ আছিল।

# যাজ্ঞবল্ক্য আৰু মৈত্ৰেয়ী

## (বৃহদাৰণ্যক)

যাজ্ঞবল্ক্য ঋষি ব্ৰহ্মজ্ঞ। তেওঁ গৃহস্থাশ্ৰমী। সমৃদ্ধিশালী আশ্ৰমখনি গাই-গৰু আদিৰে পৰিপূৰ্ণ। তেওঁৰ দুগৰাকী পৰিবাৰ—কাত্যায়নী আৰু মৈত্ৰেয়ী। মৈত্ৰেয়ী সেই সময়ৰ এজনা বিখ্যাত বিদুষী তিৰোতা। দেশ-বিদেশৰ সকলোৱে তেওঁৰ নাম জানিছিল। কাত্যায়নী সিমান বিদ্যাৱতী নহলেও, যাজ্ঞবল্ক্যৰ উপযুক্তা ভাৰ্য্যা আছিল।

এদিন যাজ্ঞবল্ক্যই মৈত্ৰেয়ীক কলে, "শুনা মৈত্ৰেয়ি, মোৰ বানপ্ৰস্থৰ সময় হ'ল। মই আহিলোঁ। সম্পত্তি থাকিল। তুমি কাত্যায়নীক মাতাঁ, সম্পত্তি ভাগ কৰি লোৱাঁ"।

মৈত্ৰেয়ী মনতে অলপ ক্ষুব্ধ হ'ল আৰু ক'লে, "প্ৰভো, আপুনি যি ধন-সম্পত্তিৰ কথা কৈছে, সেই সকলোবোৰ, বা তাতোকৈ অধিক এই স-সাগৰা পৃথিৱীৰ সমগ্ৰ ঐশ্বৰ্য্য, মই যদি পাওঁ তেন্তে অমৃতত্ব (অৰ্থাৎ মোক্ষ) লাভ কৰিব পাৰিম নে? বা যদি এই সকলোবোৰ ধন-সম্পত্তিৰে মই যজ্ঞাদি ক্ৰিয়া নিৰ্ব্বাহ কৰোঁ, তেতিয়া হলেও মোৰ অমৃতত্ব লাভ হ'ব নে?" যাজ্ঞবল্ক্যই উত্তৰ দিলে—"মৈত্ৰেয়ি, সেইটো কেনেকৈ হব? জানি শুনি তুমি কি কথা কৈছা? সমৃদ্ধিশালী গৃহস্থৰ কোনো সাংসাৰিক অভাৱ নহয়; যাতে তোমালোক দুযো সেইদৰে স্বচ্ছন্দে থাকিব পাৰা, সেইবাবেহে মই সম্পত্তি ভাগ কৰি লবলৈ কৈছোঁ। যোৱাঁ, তুমি কাত্যায়নীক মাতি আনা"।

মৈত্ৰেয়ীয়ে উত্তৰ দিলে,— "প্ৰভো, সম্পত্তি কাত্যায়নীলৈ থাওক; তাৰ ভাগ মোক নেলাগে। মোক দয়া কৰি সেই সম্পত্তিৰ এভাগ দিয়ক, যি অমূল্য সম্পত্তি লৈ আপুনি বনলৈ যাবলৈ ওলাইছে।"

উত্তৰ শুনি যাজ্ঞবল্ক্য অতি প্ৰীত হ'ল আৰু সস্নেহে ক'লে— "প্ৰিয়ে মৈত্ৰেয়ি, তুমি সদায় মোৰ প্ৰিয়। আজি তোমাৰ কথা শুনি মই তোমাৰ প্ৰতি বিশেষ প্ৰসন্ন হৈছোঁ। আহাঁ, মোৰ ওচৰত বহাঁ, মই কওঁ, তুমি শুনা"—

জানা মৈত্ৰেয়ি, মানুহে নিজৰ স্ত্ৰীক ভাল পায়, নিজৰ নিমিত্তে হে ভাল পায় স্ত্ৰীৰ সুখৰ নিমিত্তে নহয়। সেইদৰেই আকৌ পত্নীয়ে পতিক ভাল পায়, নিজৰ নিমিত্তে হে ভাল পায়, পতিৰ সুখৰ নিমিত্তে নহয়। পুত্ৰ, কন্যা, ধন, বস্ত্ৰ—জগতৰ যি যি বস্তু মানুহে ভাল পায়, নিজৰ আত্মাৰ প্ৰীতি সাধন কৰে বুলি হে ভাল পায়; নহলে, কোনো বস্তু স্বাধীন ভাবে—সেই বস্তুৰ নিজৰ বাবে—কাৰো প্ৰিয় হব নোৱাৰে। মানুহৰ নিজৰ আত্মা হে নিজৰ প্ৰিয় বস্তু। বাকী সকলো বস্তু গৌণ ভাবে হে প্ৰিয় হয়,—আত্মাকে আশ্ৰয় কৰি হে প্ৰিয় হয়। আত্ম-প্ৰেম হে যথাৰ্থ প্ৰেম, বাকী সকলো—পিতৃ-ভক্তি, পত্নী-প্ৰেম, অপত্য-স্নেহ, বন্ধু-প্ৰীতি, ধনাসক্তি ইত্যাদি সকলো প্ৰেম, খণ্ড-প্ৰেম। সেইবোৰ সেই মহা অখণ্ড আত্ম-প্ৰেমৰ অন্তৰ্গত। এই অখণ্ড মহা প্ৰেমৰ তত্ত্ব মানুহে নুবুজে। 'মই' 'মই' বুলি সকলোৱে মুখে মুখে কয়, কিন্তু আচল 'মই' টো নো কি, কেইজনে বুজে? মৈত্ৰেয়ি, তুমি সদায় সেই আত্মাৰ বিষয় চিন্তা কৰিবা। 'তুমি' নো কোন,—এই চিন্তা কৰিবা। আত্মাৰ আচল স্বৰূপ কি, সদায় ভাবিবা। ভাবি আহা মানে বুজি আহিবা আৰু শেহত বুজিবা যে আত্মা পৰমাত্মাৰ ভেদ নাই। কিন্তু এইটো সাধাৰণ মানুহে বুজিব নোৱাৰো কথা। পোন প্ৰথমে মানুহে অতি যত্ন কৰিও এই সত্যটি বুজিব নোৱাৰে। সেইগুণে প্ৰথমতে তুমি সদায় মনত ৰাখিবা যে মানুহৰ আত্মাত হে মুখ্য প্ৰীতি। অন্যত্ৰ অৰ্থাৎ পুত্ৰে-ভাৰ্য্যাদিত যি প্ৰীতি হয়, সেইবোৰ খণ্ড-প্ৰীতি। ইহঁত অখণ্ড আত্ম-প্ৰীতিৰ পৰা উদ্ভুৱ হৈছে। এইদৰে বুজি সদায় এইটো চিন্তা কৰিলে, এটা বৈৰাগ্যৰ ভাব উদয় হয়। এনে বৈৰাগ্যৰ ভাব উদয় হলে হে মানুহৰ আত্মতত্ত্ব বুজা সহজ হয়। এই বৈৰাগ্য হলে হে মানুহে আত্মতত্ত্ব বুজিবলৈ চেষ্টা কৰে। এই আত্ম-তত্ত্বৰ জ্ঞান অকল শাস্ত্ৰৰ উপদেশ শুনিলেই নহয়। ইয়ালৈ প্ৰথমতে চিত্ত-শুদ্ধি, শ্ৰৱণ, 'মনন' আৰু 'নিদিধ্যাসন' লাগে। প্ৰথমতে গুৰুৰ কথাবোৰ শুনি, আৰু বিশ্বাস কৰি, 'মনন' কৰিবা অৰ্থাৎ অনুকূল যুক্তিৰ দ্বাৰা মনতে সমৰ্থন কৰিবা। এইদৰে কৰিলে বিশ্বাস একেবাৰে দৃঢ় হব। তাৰ পাছত 'নিদিধ্যাসন' কৰিবা—অৰ্থাৎ একান্ত মনে ধ্যান কৰিবা। তেতিয়া হে আত্মজ্ঞান ভিতৰৰ পৰা ওলাব। ই বহিৰ্জ্জগতৰ পৰা ইন্দ্ৰিয় যোগে অহা জ্ঞান (Physical experience) নহয়। অকল গুৰুৰ উপদেশ শুনিলেই বা শাস্ত্ৰ পঢ়িলেই এই জ্ঞান মানুহে লাভ কৰিব নোৱাৰে।

এইদৰে যেতিয়া আত্মজ্ঞান লাভ হব, তেতিয়া বুজিবা যে আত্মা পৰমাত্মা একে। তেতিয়া বুজিবা যে প্ৰত্যেক জীৱই ব্ৰহ্ম। তেতিয়া বুজিবা যে এই জগতত ব্ৰহ্মাতিৰিক্ত পদাৰ্থ নাই। এইটো বুজিলে আৰু কোনো কথা বুজিবলৈ বাকী নেথাকে। আত্মাক জানিলেই সকলো জনা হয়, কাৰণ আত্মা সকলো পদাৰ্থৰ মূল কাৰণ।

শুনা মৈত্ৰেয়ি, সৃষ্টিৰ পূৰ্ব্বত, সৃষ্টিৰ মধ্যত, সৃষ্টিৰ স্থিতিকালত, আৰু সৃষ্টিৰ প্ৰলয়ত,—সৰ্ব্ব অৱস্থাত—ভিন্ন ভিন্ন ৰূপে প্ৰতীয়মান, সকলো "বিশেষ বিশেষ" পদাৰ্থ সেই একে "অবিশেষ" ব্ৰহ্ম পদাৰ্থৰ অন্তৰ্ভুক্ত।

এটা দবা বজালে যেনেকৈ বাহিৰৰ বিশেষ বিশেষ শব্দ বোৰ শুনা নেযায়, যেনেকৈ সেই সকলোবোৰ শব্দ দবাৰ শব্দৰ লগত মিলি যায় আৰু নুশুনা হয়, সেইদৰেই প্ৰলয়ত জাগতিক সকলো ৰূপ, ৰস, গন্ধ, স্পৰ্শ, শব্দাদি "বিশেষ" বোৰ "অবিশেষ" ব্ৰহ্ম-শক্তিৰ লগত মিলি লয় হয়।

শঙ্খ এটা বজালে যেনেকৈ শঙ্খক বাদ দি তাৰ ধ্বনি গ্ৰহণ কৰিব নোৱাৰি, শঙ্খৰ ধ্বনি গ্ৰহণ কৰিলে যেনেকৈ বাহিৰৰ আন সকলো "বিশেষ বিশেষ" ধ্বনিও তাৰ লগতে (শঙ্খৰ ধ্বনিৰ লগতে) গ্ৰহণ কৰা হয়, ঠিক সেই দৰেই, জগতৰ স্থিতি অৱস্থাত, ব্ৰহ্ম নিৰপেক্ষ ভাবে জগতৰ কোনো "বিশেষ বিশেষ" ৰূপ-ৰসাদি গ্ৰহণ কৰিব নোৱাৰি, আৰু ব্ৰহ্মক জানিলেই সকলো "বিশেষ বিশেষ" ভাবাপন্ন ৰূপ-ৰসাদিযুক্ত পদাৰ্থকো জনা হয়।

বীণা এখন বজালে যেনেকৈ সেই একে যন্ত্ৰৰ পৰাই সকলো বিশেষ বিশেষ সুৰ (যেনে সা, ঋ গা মা ইত্যাদি) উৎপন্ন হয়, সেইদৰেই সৃষ্টি কালত সেই একে "অবিশেষ" ব্ৰহ্ম শক্তিৰ পৰাই জগতৰ সকলো বিশেষ বিশেষ ৰূপ-ৰস-গন্ধ-স্পৰ্শ-শব্দৰ উৎপত্তি হয়।

জুই একুৰা জ্বলিলে তাৰ পৰাই ধোঁৱা, তাপ, ফিৰিঙতি আদি পৃথক পৃথক পদাৰ্থৰ উৎপত্তি হয়। কিন্তু এই সকলো-বোৰ সেই জুইতে আছিল। উৎপত্তিৰ আগত এইবোৰ সেই জুইতে অবিভক্ত ভাবে আছিল। ঠিক সেইদৰেই, উৎপত্তিৰ আগত এই নামৰূপ বিশিষ্ট জগৎ সেই "অবিশেষ" ব্ৰহ্মশক্তিত অবিভক্ত ভাবে অন্তৰ্ভুক্ত আছিল।

সাগৰৰ পৰা ফেন, ঢৌ ইত্যাদি ওলায়। এইবোৰ সাগৰৰ পানীৰ বাহিৰে আৰু একো নহয়। সেই দৰেই জগতৰ সকলো ৰূপ-ৰস-গন্ধ-স্পৰ্শ-শব্দ সেই মহা-শক্তি স্বৰূপ পৰ-ব্ৰহ্মত অবিভক্ত আৰু অবিশেষ ভাৱে অৱস্থিত আছিল। আৰু তাৰে পৰাই বিবৰ্ত্তিত হৈ আমাৰ চকুত জগৎ স্বৰূপে প্ৰতিভাত হৈছে। প্ৰলয় কালত এই সমুদায় আকৌ সেই মহাশক্তিত লীন হব। কিন্তু জানা মৈত্ৰেয়ি, এই সকলো বিশেষ বিশেষ ৰূপ-ৰসাদি চকুৰাদি ইন্দ্ৰিয়ৰ অন্তৰ্গত। গ্ৰাহক ইন্দ্ৰিয় ব্যতিৰেকে, গ্ৰাহ্য বিষয়ৰ অস্তিত্ব নাই। ইন্দ্ৰিয় আৰু বিষয়—উভয়েই উভয়ৰ সাপেক্ষ। একে অহঙ্কাৰ তত্ত্বৰ পৰা, এফালে বিষয় আৰু ইফালে ইন্দ্ৰিয়ৰ উৎপত্তি। ইহঁত একে জাতীয় শক্তি।

মৈত্ৰেয়ি! এডোখৰ সৈন্ধৱ লৱণ সাগৰৰ পানীত পেলাই দিলে সি পানীত গলি যাব—পানীৰ লগত অবিভাগ প্ৰাপ্ত হব। আগেয়ে ই সাগৰৰ পানীৰ পৰাই ওলাইছিল। পৃথক এডোখৰ লোণ হৈছিল। আচলতে ই সাগৰৰ পানী। এতিয়া আকৌ সেই আগৰ লোণ টুকুৰা কোনো উপায়েৰে বিচাৰি নোপোৱা।

মৈত্ৰেয়ি, তোমাৰ নিজৰ আত্মাৰ সম্পৰ্কেও এয়ে দৃষ্টান্ত। [আধুনিক পাঠকে লোণৰ ঠাইত 'বৰফ' আৰু 'সাগৰৰ' ঠাইত শুদা পানী বুলি ধৰি চিন্তা কৰিলে ভালকৈ বুজিব।] তুমি সেই ব্ৰহ্ম-চৈতন্যই। তাৰে পৰা তুমি আহিছা। কাৰ্য্যকাৰণাত্মক নানাবিধ খণ্ড জ্ঞানে (thoughts and emotions) তোমাক আবৰি ৰাখিছে অৰ্থাৎ সৈন্ধৱ লৱণৰ দৰে তুমি গোট মাৰি সুকীয়া এটুকুৰা হৈছা। এই খণ্ড জ্ঞান নহলেই (অৰ্থাৎ গুণাতীত হলেই) তুমি সেই সৈন্ধৱ টুকুৰাৰ দৰেই তোমাৰ নিজ-স্বৰূপভূত, মহাসাগৰ-তুল্য সেই অজৰ অমৰ অনন্ত ব্ৰহ্ম চৈতন্যত মিলি যাবা। ["খণ্ড-জ্ঞান" কথাটো তলৰ "অজাত শত্ৰু বালাকি" আখ্যায়িকাত বুজোৱা হৈছে] উপনিষদৰ এই যুক্তিবোৰ বুজিবলৈ হ'লে প্ৰথমতে বিশেষ অবিশেষ সম্বন্ধটো ভালকৈ বুজিব লাগিব। আমাৰ সাংখ্য দৰ্শনত, আমি এই বিষয় বহলাই আলোচনা কৰিছোঁ, যেনে—

(১) সূৰ্য্যৰ পোহৰ এটি 'অবিশেষ' শক্তি। ইয়াৰ নিজৰ একো ৰং নাই। ই শুদা শক্তিৰ স্পন্দন মাত্ৰ। কিন্তু ভিন্ন ভিন্ন আশ্ৰয়ত (যেনে Spectroscope যন্ত্ৰত) পৰি ইয়াৰ বিশ্লেষণ হলে, আমি ইয়াতে ৰঙা, হালধীয়া আদি সকলো ৰং পাওঁ। ইয়াত নোহোৱা ৰং এটা সংসাৰত নাই। সেই গুণে ৰূপ সম্পৰ্কে সূৰ্য্যৰ পোহৰ "অবিশেষ ৰূপ"। (ৰূপহীন শক্তি) আৰু ৰঙা, নীলা আদি ৰংবোৰ "বিশেষ ৰূপ"। সকলো 'বিশেষ'বোৰ সেই একেটি "অবিশেষৰ" অন্তৰ্গত। 'অবিশেষ'তে অবিভক্ত ৰূপে আছিল।

(২) পানীৰ নিজৰ একো সোৱাদ নাই। কিন্তু ইয়াৰ পৰাই সকলো সোৱাদৰ উৎপত্তি। গছবোৰে বৰষুণৰ পানীৰ পৰাই নিজ নিজ শক্তি অনুসৰি বিশেষ বিশেষ সোৱাদ গ্ৰহণ কৰে। এইদৰে নাৰিকলৰ পানী মিঠা, নেমুটেঙাৰ ৰস টেঙা আৰু জলকীয়া জ্বলা হয়। ৰস সম্পৰ্কে তেন্তে পানী যেন "অবিশেষ ৰস" আৰু মিঠা টেঙা আদি সোৱাদবোৰ "বিশেষ ৰস"। এই

'বিশেষ'বোৰ 'অবিশেষ'ৰ অন্তৰ্ভূত অংশ। ইইঁত ইইঁতৰ 'অবিশেষত' অৰ্থাৎ পানীতে অবিভক্ত ৰূপে আছিল। পাছত তাৰে পৰা ওলাল।

(৩) আকাশত একো শব্দ নাই। আকাশ শব্দতন্মাত্মক। ইয়াৰ পৰাই সকলো শব্দ (যেনে—সা ঋ আদি সুৰ আৰু সকলো ৰকমৰ ধ্বনিৰ) উৎপত্তি। শব্দ সম্পৰ্কে তেন্তে আকাশ "অবিশেষ" আৰু সকলো ৰকমৰ শব্দবোৰ "বিশেষ"।

জগতৰ সকলো ৰূপ, ৰস, গন্ধ, স্পৰ্শ আৰু শব্দৰ মূলত তেন্তে সেই "অবিশেষ"বোৰ—অৰ্থাৎ সাংখ্যৰ ৰূপ-তন্মাত্ৰ, ৰস তন্মাত্ৰাদি পঞ্চ-তন্মাত্ৰবোৰ। ইইঁত শুদা শক্তিৰ স্পন্দন—নিজৰ একো ৰূপ, ৰস, গন্ধাদি নাই। কিন্তু সকলো ৰূপ-ৰসৰ ইইঁতেই মূল। ইইঁতৰ স্পন্দনৰ কাল-ব্যাপ্তি অনুসাৰেই 'বিশেষ'বোৰৰ উৎপত্তি হয়। (পাতঞ্জল ২।১৯ চাওক)।

এইবোৰ কথা আজিকালি বিজ্ঞানে পৰীক্ষাৰে প্ৰমাণ কৰিছে আৰু অঙ্কশাস্ত্ৰৰ ভাষাৰে প্ৰকাশ কৰিছে। অঙ্কশাস্ত্ৰত বিশেষ-অবিশেষ সম্বন্ধটি Fourier's Theorem বুলি প্ৰখ্যাত। বিশেষবোৰক ইংৰাজীত Fourier's Components বোলে আৰু শক্তিৰ যি কাল-ব্যাপ্তি অনুসৰি বিশেষবোৰৰ উৎপত্তি হয়, সেই কালব্যাপ্তিক period বা wave-length বোলে।

উপনিষদে এতিয়া কৈছে যে শক্তিৰ ক্ৰিয়াৰ বাহিৰে এই জগতত আৰু একো পদাৰ্থ নাই। জগতৰ সকলো ৰূপ, ৰস, গন্ধ, স্পৰ্শ আৰু শব্দ এই ক্ৰিয়াৰ পৰা হৈছে। বিজ্ঞানেও ঠিক তাকে কৈছে। কিন্তু বিজ্ঞানৰ বাহাদুৰি এইখিনিতে যে এই কথাবোৰ বিজ্ঞানে পৰীক্ষাৰে (experiment) প্ৰমাণ কৰি নজনা মানুহক চকুত আঙুলি দি দেখুৱাব পাৰিছে। উপনিষদে কেৱল জ্ঞানীক জ্ঞান-চক্ষুৰে দেখিবলৈ হে বুধি দিছে।

এই তত্ত্বটি বুজিলেই আমি বুজিম যে মূলত বা বহিৰ্জ্জগতত ৰূপ, ৰস, গন্ধ, স্পৰ্শ, শব্দ একো নাই। তাত শুদা শক্তিৰ স্পন্দন হে আছে। সেই শক্তিৰ স্পন্দনৰ কালব্যাপ্তি অনুসাৰে আমাৰ মনত বিশেষ বিশেষ ৰূপ ৰসাদিৰ জ্ঞান হয়। [Eddington's New Pathways in Science Chap I চাওক]

[পাঠকসকলে বেদান্ত শাস্ত্ৰ বুজিবলৈ হলে সদায় মনত ৰাখিব যে বাহিৰৰ বস্তুৰ ৰূপ, ৰস, গন্ধ, স্পৰ্শ, শব্দ এঠা লগাৰ দৰে লাগি থকা নাই। ইইঁত আমাৰ মনৰ ভাব মাত্ৰ।]

# ইন্দ্ৰ-বিৰোচন সম্বাদ

## (ছান্দোগ্য)

[আত্ম-তত্ত্ব অতি দুৰ্ব্বিজ্ঞেয়। আমি সকলোৱে সদায় "আমি" "আমি" বুলি কওঁ। কিন্তু আচলতে "আমি" টো নো কোন আমি নুবুজোঁ। নিম্নস্তৰত মানুহে নিজৰ দেহাটোকে আত্মা বুলি ভাবে। তাৰ ওপৰৰ স্তৰত মানুহে নিজৰ সংস্কাৰস্থ ভাববোৰকে আত্মা বুলি ভাবে। তাৰো ওপৰৰ স্তৰলৈ যাব পাৰিলে, মানুহে বুজে যে বুদ্ধিস্থ সংস্কাৰ বা ভাবৰ ওপৰৰ জন হে আত্মা—"যো বুদ্ধেঃ পৰতস্তু সঃ" (গীতা)। এইদৰে জ্ঞান বৃদ্ধিৰ লগে লগে মানুহৰ আত্মা সম্পৰ্কে ভিন্ন ভিন্ন ধাৰণা হয়। শেহত আত্মজ্ঞান হলে হে মানুহে বুজে যে আত্মা আৰু পৰমাত্মা অভেদ। এই কথাটো ছান্দোগ্য উপনিষদে এই আখ্যায়িকাত বুজাইছে।]

দেৱতা আৰু অসুৰ—উভয়েই প্ৰজাপতিৰ সন্তান। প্ৰজাপতিয়ে কৈছিল—"আত্মা অজৰ, অমৰ, নিষ্পাপ, শোক-দুখ-বৰ্জিত, সত্যকাম, সত্য-সঙ্কল্প। এই আত্মাক জানিলে সকলো কামনা আৰু ভোগ হস্তগত হয়।" দেৱতাৰ ৰজা ইন্দ্ৰ, অসুৰৰ ৰজা বিৰোচন—দুয়ো হাতত সমিধৰ ভাৰ লৈ এদিন প্ৰজাপতিৰ আশ্ৰমত আহি উপস্থিত হলহি।

বিক্ত-হস্তে গুৰু-ঘৰলৈ অহা নিয়ম নহয়। সেইগুণে তেওঁবিলাকে সমিধৰ ডাল লৈ, শিক্ষাৰ্থী হৈ আত্মতত্ত্ব বুজিবলৈ আহিল। দুয়ো আলোচনা কৰি একেলগে অহাও নাই। দৈবাৎ একেদিনাই আহি প্ৰজাপতিৰ আশ্ৰমত লগ লাগিলহি।

প্ৰজাপতিয়ে একেলগে উত্তৰ দিলে,—"ভগৱন্, আমি সজ্জনৰ মুখে শুনি আহিছোঁ, আপুনি হেনো কৈছে বোলে আত্মা অজৰ-অমৰ, নিষ্পাপ ইত্যাদি আৰু বোলে আত্মাক জানিলেই মানুহৰ সকলো কামনা আৰু ভোগ সিদ্ধি হয়। প্ৰভো, আমি সেই আত্মাৰ বিষয়ে উপদেশ বিচাৰি আহিছোঁ"।

প্ৰজাপতি সন্তুষ্ট হৈ তেওঁবিলাকক ৩২ বছৰ তেওঁৰ আশ্ৰমত ব্ৰহ্মচৰ্য্যব্ৰত অৱলম্বন কৰি থাকিবলৈ আজ্ঞা দিলে। দীৰ্ঘকাল ব্ৰহ্মচৰ্য্য অৱলম্বন কৰিলে হে আত্মজ্ঞানৰ উপদেশ মানুহে বুজিব পাৰে।

অসুৰ আৰু দেৱতাৰ ভিতৰত সদায় বিবাদ সদায় যুদ্ধ, সদায় ঈৰ্ষা—এই কথা সকলোৱে জানে। ইন্দ্ৰ আৰু বিৰোচনৰ মনতো সেই স্ব-স্ব-জাতীয় ঈৰ্ষা নিশ্চয় আছিল। কিন্তু ব্ৰহ্মচৰ্য্যৰ এনে মহিমা যে তেওঁবিলাক দুয়ো এই ৩২ বছৰ কাল প্ৰজাপতিৰ আশ্ৰমত সহ-পাঠী বন্ধুৰ দৰে মহা সুখে কটালে। এদিন প্ৰজাপতিয়ে ইন্দ্ৰ আৰু বিৰোচনক ক'লে, "এই যে চকুৰ ভিতৰত "অক্ষি-পুৰুষ" দেখিছা, সেয়ে আত্মা, সেযে ব্ৰহ্ম। ই অমৃত (মৃত্যু ৰহিত) অতএব অভয়। যি এই আত্মাক জানে, তাৰ সমুদয় কামনা আৰু ভোগ হস্তগত হয়।

ইযাত "অক্ষি" শব্দটি এটা উপলক্ষ্য মাত্ৰ। প্ৰজাপতিয়ে বুজাইছিল যে অক্ষি আদি সকলো ইন্দ্ৰিয়ৰ পৰিচালক জনেই আত্মা। ইন্দ্ৰিয়াদিৰ প্ৰেৰক, শক্তি স্বৰূপ ব্ৰহ্ম-চৈতন্যই "অক্ষি-পুৰুষ"—সেয়ে আত্মা। এনে ভাবি তেওঁবিলাকে দুয়ো একেলগে প্ৰজাপতিক প্ৰশ্ন কৰিলে—"প্ৰভো, পৰিষ্কৃত খড়্গত, বা নিৰ্ম্মল পানীত, শৰীৰৰ যি প্ৰতিবিম্ব পৰে, সেয়ে আত্মা নে কি?" প্ৰজাপতিয়ে কলে—"আত্মা অমৃত, অভয়, অপৰিণামী সৎ পদাৰ্থ।"

তেওঁ এটা পাত্ৰত পানী ঢালি ইন্দ্ৰ আৰু বিৰোচনক ক'লে, "চোৱাঁ, এই পানীত কি দেখিছা?"

তেওঁবিলাকে উত্তৰ দিলে "নোম-নখ আদিৰে নিজৰ প্ৰতিবিম্ব পানীত দেখিছো। আমি আত্মাকে প্ৰত্যক্ষ কৰিছো নে কি?"

প্ৰজাপতিয়ে বুজিলে যে ইন্দ্ৰ-বিৰোচনৰ ভ্ৰম এতিয়াও দূৰ নহল। সেইগুণে, প্ৰতিবিম্বৰ যে সদায় পৰিবৰ্ত্তন হয়, এই কথা দৃষ্টান্তৰে বুজাবলৈ বুলি আকৌ ক'লে—"বাৰু, তোমালোকে এতিয়া নখ-চুলি কাটি, পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ আহি আকৌ এই পানীলৈ চোৱাঁ।"

তেওঁবিলাকে সেইদৰে কৰিলত, প্ৰজাপতিয়ে সুধিলে, "এইবাৰ কি দেখিছা"?

তেওঁবিলাকে উত্তৰ দিলে—"প্ৰভো, এইবাৰো আমি নিজে যেনে সুবেশধাৰী, প্ৰতিবিম্বকো তেনে দেখিছোঁ। এইবাৰ আমাৰ আত্মদৰ্শন ঘটিল। আমি বুজিছোঁ, আত্মা কি। আমি এতিয়া স্বদেশলৈ ঘূৰি যাব পাৰোঁ।"

প্ৰজাপতিয়ে বুজিলে যে ইন্দ্ৰ বা বিৰোচন—কোনেও একো বুজা নাই। কিন্তু আত্মতত্ত্ব অনৱৰত নিজে চিন্তা নকৰিলে মানুহে একেদিনাই বুজিব নোৱাৰে। সেইগুণে তেওঁ ভাবিলে যে তেওঁৰ উপদেশবোৰ পুনঃ পুনঃ মনত আলোচনা কৰি থাকিলে ইন্দ্ৰ বিৰোচনে কালত প্ৰকৃত জ্ঞান লাভ কৰিব পাৰিব। এনে ভাবি, তেওঁ একো উত্তৰ নিদিলে। ইন্দ্ৰ আৰু বিৰোচনে নিজ নিজ দেশলৈ যাত্ৰা কৰিলে।

বিৰোচনে বুজিলে যে এই দেহেই আত্মা। কাৰণ, প্ৰজাপতিয়ে তেওঁক দুবাৰ দুটা প্ৰতিবিম্ব দেখুৱালে, আৰু দুয়োটা একে দেহৰ হে প্ৰতিবিম্ব। ইয়াকে বুজি তেওঁ আহি অসুৰৰ মাজত প্ৰচাৰ কৰিলে যে এই দেহেই আত্মা। এই দেহাত্মবাদেই অসুৰৰ উপনিষৎ। আসুৰী মতে, এই দেহৰেই যত্ন কৰিব লাগে, ইযাৰে পূজা কৰিব লাগে। ইয়াক ৰক্ষা কৰাৰ বাহিৰে এই জীৱনত আৰু একো কৰ্ত্তব্য নাই। দেহাতিৰিক্ত আত্মাৰ অস্তিত্ব বা পুনৰ্জ্জন্ম সিবিলাকে বিশ্বাস নকৰে।

ইফালে ইন্দ্ৰ দেৱ-বুদ্ধি। ইন্দ্ৰই বিৰোচনৰ দৰে দেহক আত্মা বুলি ভবা নাছিল। প্ৰজাপতিৰ একে উপদেশকে বিৰোচন আৰু ইন্দ্ৰ দুয়ো দুইৰকমে বুজিলে। ইন্দ্ৰই বুজিলে যে প্ৰতিবিম্বটি হে আত্মা। দেহৰ অনুৰূপ এটি সূক্ষ্ম অ-ভৌতিক পদাৰ্থ আছে, সেয়ে আত্মা। এইদৰে বুজি তেওঁ প্ৰজাপতিৰ আশ্ৰমৰ পৰা ঘৰলৈ আহিম বুলি ওলাল। কিন্তু বাটত তেওঁৰ দেৱ-বুদ্ধিত খেলালে যে প্ৰতিবিম্বটি ক্ষণস্থায়ী পদাৰ্থ। ইয়াৰ সদায় পৰিবৰ্ত্তন হয়। ভাল কাপোৰ গাত ললে প্ৰতিবিম্বও ভাল হয়। দেহ নাশ হলে প্ৰতিবিম্বও নেথাকে। অথচ প্ৰজাপতিয়ে কলে যে আত্মা অজৰ, অমৰ, অপৰিণামী। তেন্তে প্ৰতিবিম্বটি কেনেকৈ আত্মা হব পাৰে? "মই একো নুবুজিলোঁ। প্ৰজাপতিৰ উপদেশৰ পৰা মোৰ একো লাভ নহল।"

এইদৰে ভাবি ইন্দ্ৰ ব্যাকুল হৈ, স্বৰ্গলৈ নগৈ, মাজবাটৰ পৰা আকৌ সমিধৰ ভাৰ লৈ, প্ৰজাপতিৰ আশ্ৰমলৈ ঘূৰি আহিল।

প্ৰজাপতিক সকলো কথা ক'লত প্ৰজাপতিয়ে উত্তৰ দিলে, "বাৰু, আকৌ কিছুদিন আশ্ৰমত থাকা, সময়ত মই তোমাক সকলো কথা বুজাই দিম"।

আকৌ ৩২ বছৰৰ মূৰত প্ৰজাপতিয়ে এদিন ইন্দ্ৰক কলে:—

"ইন্দ্ৰ, তুমি এতিয়া বুজিব পাৰিছা যে সপোনত যি পুৰুষে বিচৰণ কৰে, নানা ৰকমৰ ভোগ অনুভৱ কৰে, নানা ক্ৰিয়া কৰে, সেয়ে আত্মা। সেয়ে ব্ৰহ্ম। সেয়ে অমৃত। সেয়ে অভয়।" ইন্দ্ৰই বুজিলে যে স্বপ্নত যি জীৱই মনোময় ভোগ কৰে সেয়ে আত্মা। অৰ্থাৎ বুদ্ধিস্থ ভাববোৰৰ সমষ্টিয়েই আত্মা। বা বুদ্ধিস্থ সংস্কাৰটো আত্মা। [ইন্দ্ৰ এতিয়া আধুনিক ইউৰোপীয় দাৰ্শনিক পণ্ডিতসকলৰ শাৰীলৈ উঠিল। তেওঁবিলাকেও এইদৰেই ভাবে। তেওঁবিলাকে কয়—Cogito ergo sum বা I think, therefore I am. অৰ্থাৎ "মই ভাবোঁ, সেইবাবে, মই আছোঁ"। "মোৰ" ভাবৰ সমষ্টিয়েই 'মই'।]

এইদৰে বুজি ইন্দ্ৰ নিজ ৰাজ্যলৈ আহিবলৈ ওলাল। প্ৰজাপতিয়ে একো আপত্তি নকৰিলে। তেওঁ বুজিছিল যে ইন্দ্ৰৰ চিত্ৰ নিৰ্ম্মল হৈ আহিছে; সময়ত নিজেই সকলো বুজিব। আত্মজ্ঞান নিজৰ চিন্তাৰ পৰা হে হয়। কিতাপ পঢ়ি বা উপদেশ শুনি নহয়।

প্ৰজাপতিৰ আশ্ৰমৰ পৰা অলপ দূৰ নৌ আহোঁতেই ইন্দ্ৰৰ মনত সংশয় উপস্থিত হ'ল। ইন্দ্ৰই ভাবিলে, "স্বপ্নাত্মাই সুখ-দুখ ভোগ কৰে; সপোনত পুত্ৰ-নাশ দেখিলে, স্বপ্নাত্মাই কান্দে; অথচ প্ৰজাপতিয়ে কৈছে আত্মা অভয়, সুখ-দুখ বৰ্জ্জিত ইত্যাদি; তেন্তে নিশ্চয় মই বুজা নাই; স্বপ্নাত্মাক জানি মোৰ কি লাভ হ'ল?"

এইদৰে ভাবি ইন্দ্ৰ স্বৰ্গলৈ নগৈ আকৌ বাটৰে পৰা সমিধৰ ভাৰ লৈ প্ৰজাপতিৰ আশ্ৰমলৈ ঘূৰি আহিল। তেওঁ আকৌ আগৰ দৰেই প্ৰজাপতিৰ আশ্ৰমত ব্ৰহ্মচৰ্য্য অৱলম্বন কৰি থাকিল।

আকৌ ৩২ বছৰৰ মূৰত এদিন প্ৰজাপতিয়ে কলেঃ—"শুনিছানে ইন্দ্ৰ, গাঢ় সুষুপ্তিত (অৰ্থাৎ গভীৰ স্বপ্নহীন টোপনিত) মানুহৰ কোনো বৈষয়িক জ্ঞান বা জন্য জ্ঞান (symbolic knowledge or physical experience) নেথাকে। সেয়ে আনন্দময় অৱস্থা। সেয়ে ব্ৰহ্মৰ প্ৰকৃত পূৰ্ণ স্বৰূপ।" ইন্দ্ৰই বুজিলে। চাত্ কৰে যেন তেওঁৰ সকলো পৰিষ্কাৰ হ'ল। সকলো বুজিলোঁ বুলি ভাবি তেওঁ ঘৰলৈ আহিবলৈ ওলাল। বাটত তেওঁৰ মনত আকৌ সংশয় হ'ল। তেওঁ যেন একো নুবুজিলে। তেওঁ ভাবিলে যে টোপনিত স্বপ্নহীন অচেতন অৱস্থাত মানুহৰ আত্মবোধো নেথাকে। "মই আছোঁ" এই জ্ঞানো নেথাকে। তেন্তে "সুষুপ্তি পুৰুষৰ" অস্তিত্বই নাই। "আত্মা নাই" এই কথা ক'লেই দেখোন হয়। সুষুপ্তি পুৰুষ অচেতন জড় পদাৰ্থৰ নিচিনা। আত্মা তেন্তে অচেতন পদাৰ্থ নে কি? *

এইবোৰ কথা ভাবি ইন্দ্ৰই আকৌ সমিধৰ ভাৰ লৈ প্ৰজাপতিৰ আশ্ৰমলৈ ঘূৰি আহিল। এইবাৰ ইন্দ্ৰক দেখি প্ৰজাপতি অতি প্ৰীত হল আৰু কলে, "ইন্দ্ৰ, তোমাৰ চিত্ৰ শুদ্ধ হৈ আহিছে, আৰু অধিক বিলম্ব নাই। তুমি আৰু ৫ বছৰ মাত্ৰ ইয়াত থাকা। সকলো বুজিবা। এইদৰে মুঠতে ১০১ বছৰ প্ৰজাপতিৰ আশ্ৰমত ব্ৰহ্মচৰ্য্য কৰি ইন্দ্ৰই আত্মজ্ঞান লাভ কৰিলে। ইন্দ্ৰই বুজিলে যে আত্মা-পৰমাত্মাৰ ভেদ নাই।

---

*ইন্দ্ৰৰ এই যুক্তিবোৰেই ঠিক আজি কালিৰ ইউৰোপীয় দাৰ্শনিক আৰু বৈজ্ঞানিক পণ্ডিতসকলৰ যুক্তি। এইবোৰ যুক্তিৰেই তেওঁবিলাকে অৱশ্যে আমাৰ দৰেই স্বীকাৰ কৰে যে অনুভূতি (sensation in consciousness) আৰু উপলব্ধি (perception) দুটা বেলেগ ক্ৰিয়া, কিন্তু দুয়োটা গোটাই হে একেটা ব্যাপাৰ। কথাটো ভালকৈ বুজাবলৈ অনুভূতি কৰা "মই"-ক তেওঁবিলাকে sentient "I"$_1$ বুলিছে আৰু উপলব্ধি কৰা "মই"-ক sapient "I"$_2$বুলিছে। সাংখ্য দৰ্শনে অনুভূতি কৰা জনক "প্ৰকৃতি" (অৰ্থাৎ প্ৰকৃতি নিৰ্ম্মাণ-সংস্কাৰ) বুলিছে আৰু উপলব্ধি কৰা জনক "পুৰুষ" বুলিছে—যিপুৰুষ ভোক্তা, দ্ৰষ্টা বা জ্ঞাতা। (গীতাই এজনক ক্ষেত্ৰ আৰু ইজনক ক্ষেত্ৰজ্ঞ বুলিছে)।

সাংখ্যই পুৰুষ প্ৰকৃতিৰ সংযোগক দুটা বিৰুদ্ধ ধৰ্ম্মৰ পদাৰ্থৰ সংযোগ বুলিছে—যেনে লো আৰু জুই। লো এডোখৰ তপতালে ৰঙা হয়. জুই নে লো চিনিব নোৱাৰি। পুৰুষ প্ৰকৃতিৰ সংযোগো তেনে (সাংখ্য দৰ্শন ২০ কাৰিকা)। আধুনিক বিজ্ঞানে কিন্তু sapient $I_2$ and sentient $I_1$-ক একে পদাৰ্থৰে অৰ্থাৎ একে চৈতন্যৰে দুটা অংশ বুলি ভাবে অৰ্থাৎ সাংখ্যই ভাববোৰক অচেতন পদাৰ্থ বুলি ধৰে কিন্তু ইউৰোপীয় দৰ্শনে ভাববোৰক চেতন পদাৰ্থ বুলি ধৰে। এয়ে ভাৰতীয় আৰু পাশ্চাত্য দৰ্শনৰ মূল বিৰোধ। বেদান্ত আৰু সাংখ্য ভালকৈ নুবুজিলে, এই বিৰোধৰ নিষ্পত্তি নহয়। ইউৰোপীয় বৈজ্ঞানিকসকলে ভাবে যেন সুষুপ্তি-পুৰুষক "মই" বা আত্মা বুলি ধৰা এটা হাস্যাস্পদ কথা হে। Eddington-এ কয়;

This discription of $I_2$ precisely fits the "I" who was fast asleep a few hours ago— which seems to lead to the *reauctio ad absurdum* that it is in deep sleep that the essential 'I' emerges from the swarm of thoughts and emotions which ordinarily obscure it. (Philosophy of Physical Science, P, 202-205.)

ইন্দ্ৰৰ মনতো এতিয়া এয়ে অৱস্থা, এই ভুল ৫ বছৰ ব্ৰহ্মচৰ্য্য কৰাৰ পাছত হে গ'ল। সেইদৰেই আশা কৰিব পাৰি যে সুদূৰ ভৱিষ্যতত Experimental Psychology-ৰ উন্নতিৰ লগে লগে পাশ্চাত্য জগতৰো এই ভুল ভাঙিব। তেতিয়া বেদান্ত আৰু সাংখ্য হে গোটেই এক মাত্ৰ দৰ্শন হ'ব।

# অজাতশত্রু আৰু বালাকি
## (বৃহদাৰণ্যক)

আজি ১২ বছৰৰ মূৰত ব্ৰহ্মচাৰী বালাকি গুৰুৰ আশ্ৰমৰ পৰা ঘৰলৈ উলটি আহিল। তেওঁৰ শিক্ষা সমাপ্ত হ'ল। বেদ বেদাঙ্গাদি সকলো শাস্ত্ৰ পঢ়িলে। তেওঁ ভাবিলে যে তেওঁৰ জানিবলৈ আৰু একো বাকী নাই। তেওঁ নিজকে নিজে ব্ৰহ্মজ্ঞ বুলি ভাবিলে। তেওঁ যে একেবাৰে একো নেজানিছিল এনে নহয়। প্ৰকৃত অদ্বৈত জ্ঞান নহলেও, তেওঁ সৰ্ব্বপদাৰ্থত আৰু সৰ্ব্বত্ৰ ব্ৰহ্মসত্তাৰ অনুভৱ কৰিছিল। তেওঁ বুজিছিল যে এই জগতত ব্ৰহ্মৰ শক্তিৰ বাহিৰে আৰু একো বাস্তৱ পদাৰ্থ নাই। তেওঁ আৰু বুজিছিল যে এই ব্ৰহ্মশক্তি ৩ ভাগে বিভক্ত হৈ জগতৰ আধিদৈবিক, আধিভৌতিক আৰু আধ্যাত্মিক সকলো পদাৰ্থেৰে এই বিশ্ব ব্ৰহ্মাণ্ড প্ৰকাশ কৰিছে।

[অধিদৈৱ, অধিভূত, অধ্যাত্ম—এই শব্দবোৰ উপনিষদে সদায় ব্যৱহাৰ কৰিছে। এই শব্দবোৰৰ প্ৰকৃত অৰ্থ বুজা উচিত। শ্ৰীমদ্ভগৱদ্গীতাৰ ৭ম অধ্যায়ৰ শেহত আমি এই শব্দবোৰ পাশ্চাত্য মনোবিজ্ঞানৰ সহায়েৰে ব্যাখ্যা কৰিছিলোঁ।

বেদান্তই আৰু সাংখ্য দৰ্শনেও কয় (আৰু পাশ্চাত্য বিজ্ঞানে পৰীক্ষাৰে প্ৰমাণ কৰে) যে এই জগতত শক্তিৰ ক্ৰিয়াৰ বাহিৰে আৰু একো বাস্তৱ পদাৰ্থ নাই। প্ৰত্যেক দৃশ্য পদাৰ্থ শক্তিৰ স্পন্দন মাত্ৰ। এইবোৰ কথাত বেদান্ত, সাংখ্য আৰু বিজ্ঞানৰ একো বিৰোধ নাই। আৰু বিৰোধ নাই, যে সেই শক্তি দুই প্ৰকাৰৰ।

সূৰ্য্য, অগ্নি, বিদ্যুৎ—এইবোৰ পদাৰ্থই শক্তি বিকিৰণ (radiation) কৰে। ইহঁত শক্তিৰ আধাৰ বা আশ্ৰয় বা আশ্ৰয় স্থান (source of energy)। এইবোৰ পদাৰ্থকে বেদান্তই আধিদৈবিক পদাৰ্থ বোলে। বিজ্ঞানে free energy বা radiation বোলে। এইবোৰৰ বাহিৰে জগতত আৰু যিমানবোৰ বস্তু আমি দেখোঁ, সেই সকলোবোৰো শক্তিয়েই,—কিন্তু সিহঁত শক্তিৰ ঘনীভূত স্থায়ী অৱস্থা। এই শক্তি আবদ্ধ শক্তি। বেদান্তই এনে শক্তিক "অধিভূত" শক্তি বোলে। বিজ্ঞানে এই আবদ্ধ শক্তিক substance বা matter বোলে। Jeans ৰ কথাৰে ইহঁত যেন Bottled up energy ।

এই আবদ্ধ শক্তিয়ে বা bottled up energy-এ— অৰ্থাৎ দৃশ্য বস্তুবোৰে নিজৰ গাৰ আবদ্ধ শক্তিক বিকিৰণ (radiate) নকৰে। তেনে ক্ষমতা সিহঁতৰ নাই। কিন্তু আধিদৈৱ শক্তি (radiation)- যেনে সূৰ্য্যৰ পোহৰ, সিহঁতৰ ওপৰত পৰিলে সিহঁতে সেই অবিশেষ আধিদৈৱ শক্তিক বিশ্লেষণ কৰে। বিশ্লেষণ কৰি, তাৰ "বিশেষ বিশেষ" অংশৰ কিছুমান নিজে আত্মসাৎ (absorb) কৰে—যাৰ পৰা সিহঁতৰ নিজৰ পুষ্টি সাধন হয়। বাকী "বিশেষ" বোৰ সিহঁতে পৰিত্যাগ কৰে অৰ্থাৎ refract কৰে। এই পৰিত্যাগ কৰা "বিশেষ" বোৰেই ইন্দ্ৰিয় যোগে আমাৰ মস্তিষ্কলৈ আহে আৰু তেতিয়া আমাৰ বস্তুটিৰ ৰূপ-ৰসাদিৰ জ্ঞান হয়। এই ৰূপ-ৰসাদি মনৰ সৃষ্টি' ('বিশেষ' 'অবিশেষৰ' বাবে ওপৰত যাজ্ঞবল্ক্য মৈত্ৰেয়ীৰ উপাখ্যান চাওক)।

মনৰ এই আচৰিত শক্তিটিক বেদান্তই "অধ্যাত্ম" বোলে। 'অধ্যাত্ম' মানে জীৱ তত্ত্ব- -অৰ্থাৎ জীৱৰ বিষয় জ্ঞান কেনেকৈ হয় এই তত্ত্ব।

এই মনস্তত্ত্বটি ভালকৈ বুজিলেই আমি বুজিম যে আমাৰ সকলো ৰূপ, ৰস, গন্ধ, স্পৰ্শ আৰু শব্দ জ্ঞানৰ মূলত সেই অধিদৈৱ শক্তিটি। এইবোৰ কথা আজি কালি বিজ্ঞানৰ পৰীক্ষা সিদ্ধ সত্য।]

বালাকিয়ে ইয়াকে বুজি ভাবিলে যে তেওঁৰ আৰু একো বুজিবলৈ নাই। চমুকৈ কবলৈ হ'লে আজিকালি পাশ্চাত্য জগতৰ Quantum Theory আৰু Experimental Psychology এ যিমানলৈকে ঢুকি পাইছে বালাকিয়ে সেইখিনিতো জানিছিলেই, তাৰ উপৰিও তেওঁ জানিছিল যে এই শক্তি ব্ৰহ্মৰ হে শক্তি। ব্ৰহ্মৰ শক্তিৰ বাহিৰে এই জগতত আৰু একো নাই—ইমানেই তেওঁৰ অদ্বৈত জ্ঞান। তেওঁ ইয়াৰ ওপৰলৈ যাব নোৱাৰিছিল। সেই গুণে তেওঁ ভাবিছিল যে জীৱাত্মা কৰ্ত্তা, সুখ-দুখ ভোক্তা। প্ৰকৃত ভোক্তা জন যে সুখ-দুখ সকলো বিকাৰৰ অতীত, সেই কথা তেওঁ ধাৰণা কৰিব নোৱাৰিছিল। তেওঁ ধাৰণা কৰিব নোৱাৰিছিল যে এই জগতৰ ওপৰতো আৰু অসংখ্য জগৎ আছে। অধিদৈৱ, অধিভূত আৰু অধ্যাত্ম পদাৰ্থৰ সৃষ্টি কৰিয়েই পূৰ্ণব্ৰহ্মৰ শক্তিৰ অন্ত হোৱা নাই—এই কথা তেওঁ নুবুজিছিল। তথাপি তেওঁ ভাবিছিল যে তেওঁম ব্ৰহ্মজ্ঞ।

তেওঁ শুনিছিল যে সেই সময়ৰ কাশীৰ ৰজা অজাতশত্ৰু বৰ জ্ঞানী পুৰুষ; অনেক ব্ৰাহ্মণ-সন্তানে তেওঁৰ ওচৰত ব্ৰহ্ম-বিদ্যাৰ উপদেশ লয়। অদম্য অভিমান আৰু আত্ম-গৰিমা হৃদয়ত লৈ বালাকিয়ে নিশ্চয় কৰিলে যে ৰজাৰ ব্ৰহ্মজ্ঞানৰ এটা পৰীক্ষা লব লাগিব। এই উদ্দেশ্যে তেওঁ আহি এদিন কাশী উপস্থিত হলহি। অজাতশত্ৰুয়ে তেওঁৰ যথোচিত অভ্যৰ্থনা কৰিলে। ৰজাৰ সভাত বহিয়েই উদ্ধত বালাকিয়ে আৰম্ভ কৰিলে ঃ—

"মহাৰাজ, বিশ্বব্যাপী প্ৰাণ শক্তিয়েই আধিদৈবিক, আধিভৌতিক আৰু আধ্যাত্মিক—সকলো পদাৰ্থৰ মূল। বাহিৰত যি আধিদৈবিক পদাৰ্থ ভিতৰত সেয়ে আধ্যাত্ম শক্তি। এই শৰীৰত আত্মা সকলো ক্ৰিয়াৰ কৰ্ত্তা আৰু সকলো সুখ-দুখৰ ভোক্তা। কিন্তু জানিব মহাৰাজ, সৌ সূৰ্য্যৰ ভিতৰতো সেই একে আত্মা। বাহিৰত যি আধিদৈৱ, ভিতৰত

সেয়ে অধ্যাত্ম—সেই একে আত্মা। মহাৰাজ এই আত্মাৰ উপাসনা কৰক।"

[বালাকিৰ ভুলটো বোধকৰো পাঠকসকলে বুজিছে। তেওঁ প্ৰাণশক্তিকে 'আত্মা' বুলি ধৰিছে—যি প্ৰাণশক্তি সমস্ত ইন্দ্ৰিয়বৰ্গৰ পৰিচালক আৰু যি প্ৰাণশক্তিয়েই বহিৰ্জ্জগতত সকলো দৃশ্য পদাৰ্থ ৰূপে অভিব্যক্ত হৈছে। (তলত নাৰদ-সনৎকুমাৰ সম্বাদ চাওক)]

বালাকিৰ বক্তৃতা শুনি ৰজা সন্তুষ্ট নহল। ৰজাই কলে—"মহাশয়, আপুনি যি ব্ৰহ্মবিজ্ঞানৰ কথা কলে, সেইটো মই বুজিলোঁ। আপুনি যিটোক আত্মা বুলি ভাবিছে সেই আত্মা নিশ্চয় এই দেহত কৰ্ত্তা, ভোক্তা আৰু জ্ঞাতা। এইবোৰ কথা মই বুজোঁ। কিন্তু কেৱল এই ভাবে ব্ৰহ্মক জানিলেই যথেষ্ট নহয়।" বালাকিয়ে নীৰৱ হৈ মূৰ খজুৱালে। ৰজাই আকৌ কলে—"আপুনি কোৱা দৰেই যদি হয়, তেন্তে আপুনি স্বীকাৰ কৰিব লাগিব যে আপোনাৰ অধিদৈবাদি শক্তিয়েই ব্ৰহ্ম—এয়ে ব্ৰহ্মৰ পূৰ্ণ স্বৰূপ। অৰ্থাৎ আন ৰকমে কবলৈ হলে, আপুনি স্বীকাৰ কৰিব লাগিব যে এই জগৎ সৃষ্টি কৰিযেই পূৰ্ণব্ৰহ্মৰ সকলো শক্তি অন্ত হ'ল; ইয়াৰ বাহিৰে তেওঁৰ আৰু একো শক্তি নাই; এতিয়া, এই জগতেই তেওঁৰ পূৰ্ণ স্বৰূপ। এয়ে আপোনাৰ ভুল। এই জগৎ পৰ-ব্ৰহ্মৰ এটি পাদ মাত্ৰ। ইয়াৰ ওপৰতো আৰু ৩ পাদ আছে—য'ত শক্তিৰ কোনো ক্ৰিয়া (যি ক্ৰিয়াক আমি "গুণ" বোলোঁ) নাই। শক্তিৰ ক্ৰিয়া বা গুণ দিক্কালৰ ভিতৰত হে হব পাৰে। ইযাৰ ওপৰত "গুণ" নাই। সেই নিষ্ক্ৰিয় নিৰ্গুণ পাদৰ তত্ত্ব যদি জানে কওক, মই শুনো।"

যিমানেই নহওক, বালাকি মেধাবী শাস্ত্ৰজ্ঞ পণ্ডিত। তেওঁ তৎক্ষণাৎ নিজৰ ভুল বুজিলে। তেওঁ বুজিলে যে "শক্তিৰ ক্ৰিয়া বা অভিব্যক্তি দিক্কাল নহলে হব নোৱাৰে। [এইটো বৈজ্ঞানিক সত্য]। দিক্কালৰ ওপৰত শক্তিও নাই, শক্তিৰ অভিব্যক্তিও নাই, শক্তিৰ ক্ৰিয়া বা "গুণো" নাই—সেইটি এটা নিৰ্গুণ অৱস্থা। (যি অৱস্থাক সাংখ্যই অব্যক্ত বুলিছে)। তাত তেন্তে কি আছে? তাত আত্মা কৰ্ত্তা বা ভোক্তা হব নোৱাৰে। তেন্তে আত্মা তাত নাই নে কি?"

এনেবোৰ কথা ভাবি তেওঁ সেই অজ্ঞাত দেশৰ বাতৰি পাবলৈ ব্যাকুল হ'ল। তেওঁ অতি বিনীত ভাবে ৰজাক ক'লে—

"মহাৰাজ, মই আপোনাৰ শিষ্য, মোক উপদেশ দিয়ক, প্ৰসন্ন হওক।"

ৰজাই বালাকিৰ আগ্ৰহ দেখি অতি সন্তুষ্ট হৈ তেওঁক হাতত ধৰি অতি সাদৰেৰে ভিতৰলৈ লৈ গল

প্ৰকাণ্ড ৰাজ-প্ৰাসাদৰ সৰু এখোঁটালীত এটা মানুহ শুই আছিল। ৰজাই বালাকিক হাতত ধৰি লৈ আহি সেই খোঁটালীত সোমাল। মানুহটো গভীৰ টোপনিত অচেতন। ৰজাই বহুতবাৰ তাক নাম কাঢ়ি মাতিলে, সি সাৰ নেপালে; শেহত ৰজাই তাক হাতেৰে ধৰি জগাই দিলে। সি ৰজাক তাত দেখি আচৰিত হৈ ওলাই গল। ৰজাই তেতিয়া বালাকিক সুধিলে ঃ

"ভৰ টোপনিত এই মানুহটোৰ আত্মাটো ক'ত আছিল? আৰু পাছত বা কৰ পৰা ওলালহি?"

বালাকিযে একো নমতা দেখি ৰজাই নিজে ক'বলৈ আৰম্ভ কৰিলে ঃ

"শুনা বালাকি, মানুহ যেতিয়া স্বপ্নহীন টোপনিত অচেতন হৈ পৰি থাকে, তেতিয়া হে তাৰ আত্মাৰ নিজ স্বৰূপ প্ৰকাশ পায। সেইবুলি আকৌ তুমি নেভাবিবা যে আত্মা নিষ্ক্ৰিয় অচেতন পদাৰ্থ। আত্মা সৰ্ব্ব-জ্ঞান-সম্পন্ন আৰু সৰ্ব্ব-কৰ্ম্ম কৰ্ত্তা। কিন্তু খণ্ড-খণ্ড বিশেষ-বিশেষ জ্ঞান (thoughts and emotions) আৰু খণ্ড-খণ্ড বিশেষ-বিশেষ কাৰ্য্য (events in space-time) আত্মাৰ ধৰ্ম্ম নহয। এইবোৰ প্ৰকৃতিৰ কাৰ্য্য—স্বাভাবিক ঘটনা। আত্মা এই সকলোবোৰৰ অতীত। কিন্তু এই সকলোবোৰ খণ্ড জ্ঞান আৰু খণ্ড কাৰ্য্য আত্মাৰ সেই অখণ্ড জ্ঞান আৰু অখণ্ড কাৰ্য্যৰ অন্তৰ্গত।

জাগ্ৰত অৱস্থাত মানুহৰ ইন্দ্ৰিয় দ্বাৰা যিবোৰ অনুভূতি হয় সেইবোৰ সকলো বাহিৰৰ পৰা অহা খণ্ড জ্ঞান। এইবোৰেই ভাব হৈ সংস্কাৰত থাকে আৰু জীৱক কৰ্ম্মত প্ৰবৃত্ত কৰায। এই কৰ্ম্মবোৰো খণ্ড কৰ্ম্ম। খণ্ড জ্ঞান আৰু খণ্ড কৰ্ম্মৰ কাল-ব্যৱধান আৰু দিগ্ব্যৱধান আছে। অৰ্থাৎ ইবিলাকৰ উৎপত্তি আৰু বিনাশ আছে। এই সকলোবোৰ প্ৰকৃতিৰ কাৰ্য্য। প্ৰকৃতিৰ ক্ৰিয়া (অৰ্থাৎ গুণ) নহলে ইহঁত নহয়। দিক্ আৰু কাল ব্যৱধান নহলে ইবিলাক নাই। স্বপ্নাৱস্থাত মানুহে যেতিয়া সমাজিক দেখে, তেতিয়াও (বাহ্য বিষয় নেথাকিলেও) অন্তঃকৰণস্থ সংস্কাৰে কাৰ্য্য কৰে। জাগ্ৰত অৱস্থাৰ অনুভূতি স্বপ্নত প্ৰকাশ হয়।

সুষুপ্তি অৱস্থাত এই অন্তঃকৰণে ক্ৰিয়া নকৰে। তেতিয়া খণ্ড-জ্ঞান আৰু খণ্ড-ক্ৰিয়াৰ আশ্ৰয়ীভূত সকলো ইন্দ্ৰিয় আৰু মন, একাকাৰ হৈ, পূৰ্ণ শক্তি আৰু পূৰ্ণ আত্মাত বিলীন হয়—তেতিয়া আত্মাৰ আচল স্বৰূপ প্ৰকাশ হয়।"

আত্মা যেন ফুলৰ মালাৰ ভিতৰৰ সূতাডাল। সূতাডাল নহলে মালাধাৰ নাই। এই সূতাডালেই ফুলৰ আশ্ৰয়; প্ৰত্যেকটি ফুল তাতে গঁথা আছে। কিন্তু ফুলবোৰ থাকে মানে সূতাডাল নেদেখি। ফুলে সূতা ঢাকি থৈছে। আমাৰ দৃশ্য খণ্ড-জ্ঞানবিলাকেই (ভাববিলাকেই) এই ফুল— যি ফুলেই হৈছে দৃশ্য পদাৰ্থ। এই ভাববিলাকৰ পৰা মুক্ত নহওঁ মানে—অৰ্থাৎ (গীতাৰ কথাৰে) গুণাতীত বা স্থিতপ্ৰজ্ঞ নহওঁ মানে আমি কেতিয়াও বুজিব নোৱাৰোঁ যে আত্মা অকৰ্ত্তা।

ৰজাই আকৌ কলে,—"শুনা বালাকি, শ্ৰুতিয়ে ব্ৰহ্মৰ সৰ্ব্ব-কৰ্ত্তৃত্ব আৰু সৰ্ব্ব-জ্ঞাতৃত্ব নিষেধ কৰা নাই। নিষেধ কৰিছে কেবল খণ্ড-জ্ঞাতৃত্ব আৰু খণ্ড-কৰ্ত্তৃত্ব"।

উপনিষদৰ এই ৰহস্যটি ৰজাই বালাকিক বুজাই দিলে আৰু বালাকি সন্তুষ্ট হৈ বিদায় হ'ল।

খণ্ডজ্ঞান আৰু অখণ্ড-জ্ঞানৰ এই তত্ত্বটি আমি শঙ্কৰাচাৰ্য্যৰ চমৎকাৰ সূক্ষ্মাতিসূক্ষ্ম যুক্তিৰে বুজিবলৈ টান পাব পাৰোঁ। কিন্তু আমি বুজিব পৰা যুক্তিৰেই যদি অলপ ভাবি চাওঁ, তেন্তে বহুত কথা আমাৰ নিমিত্তে পৰিষ্কাৰ হয়। আমি ঘড়ী সদায় দেখি আছোঁ। ইয়াক এবাৰ চলাই দিয়াৰ পাছত মানুহে আৰু একো কৰিব নেলাগে। সি আপোনা-আপুনি চলি থাকিব, প্ৰত্যেক চেকেণ্ডত টিক্-টিক্ শব্দ কৰিব, কাঁটা দুটা ঘূৰি থাকিব, প্ৰত্যেক আধা ঘন্টাত টং কৰে এটা শব্দ কৰিব—ইত্যাদি। এইবোৰ কাৰ্য্য গতি-বিদ্যাৰ নিয়মৰ অধীনে আপোনা-আপুনি হয়। এইবোৰ খণ্ড-কাৰ্য্য। ইয়াৰ কাল-ব্যৱধান আৰু দিশ্বৱধান আছে, উৎপত্তি আৰু বিনাশ আছে। এইবোৰ প্ৰকৃতিৰ বা স্বভাৱৰ কাৰ্য্য—স্বভাৱৰ নিয়ম অনুসাৰে হয়। এয়ে সাংখ্য দৰ্শন। সাংখ্যই ঘড়ীটো চলাই দিয়াৰ পাছত কেনেকৈ চলিছে, মাত্ৰ তাৰে হে বৰ্ণনা কৰিছে।

বেদান্তই ঘড়ীটো চাবি দি যি জনে চলাই দিছিল সেই জনৰ বৰ্ণনা কৰিছে। ঘড়ীত চাবি দিয়া কাৰ্য্যটি অখণ্ড-কাৰ্য্য। ইয়াৰ দিশ্বৱধান বা কাল-ব্যৱধান নাই, কাৰণ যেতিয়াই তেতিয়াই, যেই সেই ঠাইতে এই কাৰ্য্য হ'ব পাৰে। এইটো অখণ্ড-কৰ্ম্ম, কিন্তু ই হে সকলো পৰৱৰ্ত্তী খণ্ড-কৰ্ম্মৰ মূল কাৰণ। বহিৰ্জ্জগৎ সম্বন্ধে আমাৰ একো সন্দেহই নাই যে ঈশ্বৰে এই জগৎ-যন্ত্ৰটি এনে কৌশলেৰে নিৰ্ম্মাণ কৰিলে, যাতে ইয়াক এবাৰ চলাই দিলে ই নৈসৰ্গিক নিয়মেৰে আপোনা-আপুনি চলি থাকিব। আজি-কালি তাপ-গতি বিদ্যাই (Thermodynamics) এই কথাটো প্ৰমাণ কৰিছে। এইবোৰ কথা আমি সহজে বুজোঁ। খণ্ড-কাৰ্য্য প্ৰকৃতিৰ কাৰ্য্য, যাক আজিকালি বিজ্ঞানে events in space-time বোলে।

আমি 'কাৰ্য্য'শব্দটো যি অৰ্থত ব্যৱহাৰ কৰো সেই অৰ্থত 'অখণ্ড-কৰ্ম্ম' কাৰ্য্যই নহয়। ই আচলতে যন্ত্ৰ-নিৰ্মাণ-কৌশল— যাক বেদান্তই "ব্ৰহ্মৰ সঙ্কল্প" বোলে আৰু তাপ-গতি বিদ্যাই organisation বোলে। এই অখণ্ড-কৰ্ম্ম ব্ৰহ্মৰ কৰ্ম্ম, কিন্তু খণ্ড-কৰ্ম্ম ব্ৰহ্মৰ নহয়। বহিৰ্জ্জগৎ সম্পৰ্কে এইবোৰ কথা আমি অতি সুন্দৰকৈ বুজোঁ।

কিন্তু অন্তৰ্জ্জগৎ সম্পৰ্কে আমি সহজে নুবুজোঁ কেনেকৈ খণ্ড-জ্ঞানবোৰ (thoughts & emotions) স্বভাৱৰ কাৰ্য্য হ'ব পাৰে। আমি নুবুজোঁ যে জগতত খণ্ড-কৰ্ম্ম নহলে আমাৰ মনত খণ্ড-জ্ঞান নহয়। অৰ্থাৎ আমি নুবুজোঁ—বহিৰ্জ্জগৎ নহলে অন্তৰ্জ্জগতো নহয়। আমি নুবুজোঁ যে, আমাৰ খণ্ডজ্ঞান বোৰৰ এটা স্বাভাৱিক নিয়ম আছে। আমি ভাবোঁ—আমাৰ ভাবৰ আমিহে সৃষ্টিকৰ্ত্তা । আমি ভাবোঁ—আমাৰ ভাববোৰৰ বহিৰ্জ্জগতৰ লগত একো সম্বন্ধ নাই। এয়ে আমাৰ আচল ভ্ৰান্তি।

অলপ দকৈ ভাবিলেই আমি বুজিম যে বহিৰ্জ্জগৎ নহলে আমাৰ মনলৈ কোনো ভাব আহিব নোৱাৰে। বহিৰ্জ্জগৎ যেনে স্বভাৱৰ কাৰ্য্য, অন্তৰ্জ্জগতো তেনে স্বভাৱৰ কাৰ্য্য। বহিৰ্জ্জগৎ যেনে সত্ত্বৰজস্তমো গুণৰ ক্ৰিয়া, অন্তৰ্জ্জগতো তেনে সত্ত্বৰজস্তমো গুণৰেই ক্ৰিয়া। দুয়োখন জগৎ এনে ভাবে সংযুক্ত যে বহিৰ্জ্জগৎ নহলে অন্তৰ্জ্জগতত ক্ৰিয়া নহয়। (নাৰদ সনৎকুমাৰ সংবাদ চাওক) গীতাই স্পষ্ট কৈছে যে বহিৰ্জ্জগৎ আৰু অন্তৰ্জ্জগৎ—প্ৰকৃতিৰ নিৰ্ম্মাণ ক্ষেত্ৰ; আত্মা ইয়াৰ ওপৰত ক্ষেত্ৰজ্ঞ। উপনিষদেও খণ্ড-জ্ঞান আৰু খণ্ড-কাৰ্য্য আত্মাৰ ধৰ্ম্ম নহয় বুলি কৈ, তাকে হে বুজাইছে।

খণ্ড-জ্ঞানবিলাক অৰ্থাৎ ভাববিলাক যে কি পদাৰ্থ আমি সহজে নুবুজোঁ। ধৰক, সুখ বা দুখ ;—ই এটি খণ্ড জ্ঞান। ইয়াৰ উৎপত্তি কেনেকৈ হয়? সুখ বা দুখ বাস্তৱ পদাৰ্থ নহয়। আকাশৰ বেলিটো এটা বাস্তৱ পদাৰ্থ, কাৰণ মানুহে দেখক বা নেদেখক, ই আকাশত ঘূৰি থাকিবই। পৃথিৱী জন-শূন্য হলেও, বেলি চাবলৈ কোনো প্ৰাণী নেথাকিলেও, বেলি আকাশত ঘূৰি থাকিব। সুখ, দুখ তেনে বাস্তৱ পদাৰ্থ নহয়। মানুহে নেদেখিলে (অৰ্থাৎ অনুভৱ নকৰিলে) সুখ-দুখৰ অস্তিত্ব নাই। সুখ-দুখ বস্তুত লাগি থকা নাই—থকা হলে, এটা বস্তু সদায় সুখদায়ক বা সদায় দুখদায়ক হে হ'লহেঁতেন। কিন্তু সেইদৰে নহয়। ইফালে আকৌ, আমাৰ মনতো সুখ-দুখ লাগি

থকা নাই। থকা হলে এটা মানুহে সদায় দুখ আৰু এটাই সদায় সুখ হে অনুভৱ কৰিলেহেতেন। কিন্তু সেইদৰে নহয়।

যদি বহিৰ্জ্জগততো সুখ দুখ আদি ভাবৰ অস্তিত্ব নাই, আকৌ অন্তৰ্জ্জগততো (অৰ্থাৎ মনতো) এইবিলাকৰ অস্তিত্ব নাই, তেন্তে ইহঁত কি পদাৰ্থ? শাস্ত্ৰত কৈছে যে বিষয় আৰু ইন্দ্ৰিয়ৰ সংযোগত ইবিলাকৰ উৎপত্তি হয় আৰু তৎক্ষণাৎ বিনাশ হয় (গীতা ২।১৪) ন বা বাহ্যবস্তু— যেই সেই এটা নহলেই ইহঁত নাই। বহিৰ্জ্জগৎ আৰু অন্তৰ্জ্জগতৰ সংযোগত উৎপত্তি হলেও, ইহঁত ক্ষণজন্মা অনিত্য পদাৰ্থ। ব্ৰহ্মৰ তাত বহিৰ্জ্জগৎ এখন নাই। তেওঁৰ বাহিৰ এখন নাই। তাত খণ্ড-জ্ঞানৰ উৎপত্তি হব নোৱাৰে। তাত অখণ্ড নিত্য জ্ঞান। এয়ে ব্ৰহ্মৰ স্বৰূপ। এয়ে উপনিষদৰ শিক্ষা।

# শ্বেতকেতুৰ উপাখ্যান

## (ছান্দোগ্য উপনিষৎ)

### বেদান্ত-সৃষ্টিতত্ত্ব

তাহানি অৰুণৰ পুতেক আৰুণি নামে এজন ব্ৰহ্মজ্ঞ ঋষি আছিল। শ্বেতকেতু তেওঁৰ পুত্ৰ। বয়স ১২ বছৰ।

এদিন আৰুণিয়ে কলে, "শুনা হে শ্বেতকেতো, আমাৰ কুলত সকলো ব্ৰহ্মজ্ঞ। তুমি এতিয়া যোগ্য আচাৰ্য্যৰ ওচৰত কিছু দিন থাকি ব্ৰহ্ম-বিদ্যা লাভ কৰাঁ।"

পিতৃ-আজ্ঞা পালন কৰি, সেই কালৰ প্ৰচলিত প্ৰথামতে, শ্বেতকেতু গুৰু-গৃহলৈ গল। বাৰ বছৰৰ মূৰত শিক্ষা সমাপ্ত কৰি ঘৰলৈ আহিল। বাপেকে দেখিলে যে যদিও সমস্ত শাস্ত্ৰ অধ্যয়ন কৰি পণ্ডিত হৈ আহিছে, তথাপি তেওঁৰ পুতেকৰ গাত ব্ৰহ্মজ্ঞৰ লক্ষণ প্ৰকাশ হোৱা নাই। শ্বেতকেতু নিতান্ত অভিমানী আৰু অবিনীত, মনে মনে ভাবে যেন তেওঁৰ সমান আৰু পণ্ডিত নাই।

আৰুণি অতিশয় ক্ষুণ্ণ হ'ল। তেওঁ এদিন শ্বেতকেতুক ওচৰলৈ মাতি আনি কলে, "তুমি তোমাৰ গুৰু-গৃহতে কি কি বিদ্যা শিকিলা, মই তাৰ মহলা লব খোজোঁ। তুমি এনে এটি বস্তুৰ বিষয় জানা নে, যাক জানিলে আৰু একো জানিবলৈ বাকী নেথাকে"।

শ্বেতকেতু আচৰিত হ'ল আৰু সুধিলে, "সঁচা নে পিতা, জগতত এনে এটি বস্তু আছে নে? মই এনে বস্তুৰ কথা দেখোন কোনোকালে শুনা নাই"।

বাপেকে মিচিকিয়াই হাঁহি কলে—

"তুমি যে শুনা নাই, সেইটো মই তোমাৰ অভিমান দেখিয়াই জানিছিলোঁ। সকলো বিদ্যাৰ সাৰ—সেই বস্তুটিৰ জ্ঞান-লাভ—তোমাৰ ভাগ্যত ঘটা নাই। এতিয়া মই কওঁ, শুনা—

"কাৰণ নহলে কাৰ্য্য নহয়। সকলো কাৰ্য্যৰ এটা নহয় এটা কাৰণ নিশ্চয় আছে। বাস্তৱিক, কাৰণেই হে কাৰ্য্যৰূপে প্ৰকাশ হয়। চোৰাঁ, সৰিয়হ পেৰিলে তেল ওলায়। তেলৰ মূল কাৰণটি তেন্তে সৰিয়হত আছিল, নহলে বালি পেৰিলেও তেল ওলাব পাৰিলেহেতেন। আমগুটি পচালে আম পুলি হে গজে, কঁঠাল পুলি নগজে—গুটিত পুলিৰ কাৰণটো নিশ্চয় আছিল। যেনে কাৰণ, তাৰ অনুৰূপ কাৰ্য্য হে হব পাৰে। পানীৰ পৰা দৈ গাখীৰৰ পৰা হে হব পাৰে। কুমাৰে মাটি নহলে মলা-চৰু গঢ়িব নোৱাৰে। মাটি কাৰণ, আৰু মলা চৰুবোৰ তাৰ কাৰ্য্য।

কাৰণটিৰ সম্পূৰ্ণ জ্ঞান হলে, তাৰ কাৰ্য্যবোৰ আৰু বেলেগে জানিব নেলাগে। কাৰণটি জানিলেই তাৰ কাৰ্য্যবোৰো জনা হয়। যেনে মাটিৰ সম্পূৰ্ণ জ্ঞান হলে, মলাচৰুবোৰৰো জ্ঞান হয়।

এইদৰে ভাবি নিলে বুজিবা, কেনেকৈ কাৰণেই কাৰ্য্য হৈ প্ৰকাশ পায়। এই জগৎখনেই কাৰণৰ পৰা কাৰ্য্যৰ এটা ক্ৰম-পৰিণাম। কাৰ্য্য-কাৰণৰ সম্বন্ধটো বুজি ভাবি নিলেই জানিবা যে এই জগতৰ প্ৰত্যেক ক্ষণৰ অৱস্থা তাৰ পূৰ্ব্ববৰ্ত্তী ক্ষণৰ অৱস্থাৰ কাৰ্য্য, আৰু পৰৱৰ্ত্তী ক্ষণৰ অৱস্থাৰ কাৰণ। জগতৰ কোনো ক্ষণৰ অৱস্থাৰ কাৰণ, তাৰ কাৰণ, আকৌ তাৰ কাৰণ—এইদৰে ওপৰলৈ ভাবি গৈ থাকিলে শেষত এটা মূল কাৰণত উপস্থিত হবা। সেইটিয়েই সেই বস্তু, যাক জানিলে

আৰু একোকে জানিবলৈ বাকী নেথাকে। জগতৰ মূল কাৰণটি জানিলেই গোটেই জগৎ জনা হয়। অতএব হে শ্বেতকেতো, সেই সদ্বস্তুটি কি তুমি জানিব লাগে।"

বাপেকৰ কথা শুনি শ্বেতকেতুৱে ভাবিলে, কি জানি আকৌ গুৰুৰ আশ্ৰমলৈকে যাব লগীয়া হয়। সেইগুণে ভয়ে ভয়ে কলে—

"নিশ্চয় মোৰ গুৰুদেৱে সেই বস্তুটিৰ কথা নেজানে। জনা হ'লে মোক কলেহেতেন। অতএব, পিতা, আপুনি নিজেই মোক উপদেশ দিয়ক। এই উপদেশ পালে মই সৰ্ব্বজ্ঞ হ'ম।"

আৰুণিয়ে কলে, "শুনা, সেই সদ্বস্তুটি অচেতন পদাৰ্থ নহয়। জগতৰ কাৰণ পৰ-ব্ৰহ্মই কল্পনা কৰি জগৎ সৃষ্টি কৰিছে। ইয়াত সৰ্ব্বত্ৰ নিৰ্দ্দিষ্ট নিয়মৰ অধীনে স্বাভাৱিক পৰিণাম অনবচ্ছিন্ন ভাবে সদায় হৈ আছে। এনে শৃঙ্খলাবদ্ধ কাৰ্য্য, আপোনা-আপুনি হোৱাৰদৰে, যাৰ কল্পনাৰে হৈছে, তেওঁ অচেতন প্ৰকৃতি নহয়। তেওঁ চেতন, জ্ঞান-স্বৰূপ, শক্তি-স্বৰূপ আৰু আনন্দ-স্বৰূপ।

মই কলো যে কাৰণৰ পৰা হে কাৰ্য্যৰ উৎপত্তি হব পাৰে কাৰণটি সৎ, স্থায়ী; কিন্তু কাৰ্য্য ধ্বংসশীল, সততে পৰিণামী আৰু অস্থায়ী। কাৰ্য্য যেতিয়া ধ্বংস হয়, সি তেতিয়া নিজ কাৰণত লয় হয়।

জগতৰ কাৰণ ব্ৰহ্মৰ পৰা জগতৰ উৎপত্তি। জগৎ যেতিয়া ধ্বংস হয় তেতিয়া আকৌ সেই ব্ৰহ্মতে লয় হয়। এইদৰে সৃষ্টিৰ পাছত প্ৰলয়, প্ৰলয়ৰ পাছত সৃষ্টি, তাৰ পাছত আকৌ প্ৰলয়, আকৌ সৃষ্টি—এই অনুক্ৰমে অনাদি কালৰ পৰা হৈ আহিছে আৰু অনন্ত কাললৈ হৈ থাকিব।

[এই কথাটোও Thermodynamics-ৰ এটি অঙ্কৰে প্ৰমাণ কৰা উপপাদ্য। ইয়াক কোনো বৈজ্ঞানিকে অস্বীকাৰ কৰিব নোৱাৰে। Eddingtons New path-way in Science, chap II]

কিন্তু হে শ্বেতকেতো, মনত ৰাখিবা যে এই অনাদি সৃষ্টি কাৰ্য্যৰ দ্বাৰা একো পৰিবৰ্ত্তন নহয়। তেওঁ যেনে আছে তেনে সচ্চিদানন্দ ৰূপে সদায় বৰ্ত্তমান। জগতৰ আবৰ্ত্তনত তেওঁৰ একো পৰিবৰ্ত্তন নাই।

কেনেকৈ অতি সূক্ষ্ম, নামৰূপ-বিহীন অদ্বিতীয় সৎ পদাৰ্থৰ পৰা এই নানা বৰ্ণ-বিশিষ্ট, বিশাল দৃশ্য জগৎ প্ৰাদুৰ্ভূত হয়, সেই কথা মই আজি তোমাক এটা সামান্য দৃষ্টান্ত দি বুজাওঁ, চোৱা। তুমি সৌ বড়-গছ জোপাৰ তল-সৰা গুটি এটি আনা আৰু ভাঙা।"

শ্বেতকেতুৱে এইদৰে কৰিলত ঋষিয়ে সুধিলে, "এতিয়া ইয়াত কি দেখিছা?"

শ্বেঃ—মই ইয়াত এইয়া অতি সূক্ষ্ম অণুবৎ গুটিবোৰ দেখিছো।

আঃ—ইয়াৰ এটা বীজ লৈ, তাকে খণ্ড-খণ্ড কৰা।

সেইদৰে কৰা হ'লত আকৌ সুধিলে,—"এতিয়া কি দেখিছা?"

শ্বেঃ—ক'তা? মইতো এতিয়া একো দেখা নাই।

আৰুণিয়ে তেতিয়া আকৌ ক'বলৈ আৰম্ভ কৰিলে—

"বুজিলা শ্বেতকেতো! এই গুটিটি অতি সূক্ষ্ম বাবে তুমি ইয়াৰ ভিতৰত কি আছে নেদেখিলা। তথাপি নিশ্চয় জানিবা যে এনে চকুৰে মনিব নোৱাৰা অতি সূক্ষ্ম বীজ এটাৰ পৰাই সৌ প্ৰকাণ্ড শাখা-স্কন্ধ-ফল-পুষ্পাদি-বিশিষ্ট বড়-গাছ জোপাৰ উৎপত্তি হ'ল। ইয়াত সন্দেহ নাই। সেইদৰেই অতি সূক্ষ্ম নিৰবয়ব সৎব্ৰহ্মৰ পৰা এই স্থূল নামৰূপাত্মক ধ্বংসশীল জগতৰ উৎপত্তি। আকৌ গুটিৰ পৰা গছ, গছৰ পৰা গুটি হোৱাৰ দৰে, সৃষ্টিৰ পাছত প্ৰলয়, প্ৰলয়ৰ পাছত সৃষ্টি অনন্ত কাল ধৰি হৈ আছে।

সেই অতি সূক্ষ্ম সদ্বস্তুটিয়েই এই আদ্যন্তহীন জগতৰ আদিও আৰু অন্তও। এয়ে সত্য, এয়ে আত্মা। হে শ্বেতকেতো, তুমি সেই পৰম চৈতন্য সদ্বস্তুটিৰ পৰা পৃথক নোহোৱা তুমিয়েই সেই। (তত্ত্বমসি)।"

"শ্বেতকেতো, এই পৰিদৃশ্যমান জগতত পশু, পক্ষী, তৰু, লতা, পৰ্ব্বত, নদ, নদী প্ৰভৃতি বহুত বিভিন্ন পদাৰ্থ দেখিছা। কিন্তু নিশ্চয় জানিবা যে উৎপত্তিৰ আগত এই কাৰ্য্যাত্মক অসংখ্য দৃশ্য বস্তুবিলাক, সিহঁতৰ মূল কাৰণ, সেই সদ্বস্তুটিত বিলীন হৈ আছিল। তেতিয়া কোনো পদাৰ্থৰ প্ৰকাশ নাছিল, শক্তিৰ ক্ৰিয়া নাছিল, নামৰূপ নাছিল, কাল-ভেদ নাছিল; পোহৰ নাছিল।

[এইবোৰ কথাও বিজ্ঞান-সম্মত। সৃষ্টিৰ এই অৱস্থাক তাপ-গতি বিদ্যাই Thermodynamic equilibrium বোলে।]

কুমাৰে মাটিৰে চৰু-মলা গঢ়াৰদৰে তেওঁ এই জগৎখন গঢ়া নাই। এই জগতৰ একো উপাদান নাই। মানুহে আঁকল্য কোনো এটা উপাদান নহলে, বা কোনো কাৰ্য্য নকৰিলে, একো গঢ়িব নোৱাৰে। কিন্তু বিশ্বজগৎ সৃষ্টিত ব্ৰহ্মশক্তি ব্যতিৰিক্ত কোনো পদাৰ্থ নাই; ব্ৰহ্ম-কল্পনা ব্যতিৰিক্ত কোনো কাৰ্য্য নাই। ইয়াত তেওঁৰ বাহিৰে আৰু একো বাস্তৱ পদাৰ্থ

নাই। সাগৰৰ ঢৌত পানীৰ বাহিৰে একো নাই। কিন্তু আমি দেখোঁ যে ঢৌবোৰ পানী নহয়—কিবা এটা পৃথক পদাৰ্থ সাগৰৰ ওপৰত যেন বাগৰি ফুৰিছে। ঠিক সেইদৰেই দৃশ্য পদাৰ্থবোৰ ব্ৰহ্মৰ বাহিৰে আৰু একো নহয়, কিন্তু আমাৰ মনত সেইবোৰ যেন নাম-ৰূপ-বিশিষ্ট একো একোটা সুকীয়া পদাৰ্থ।

আমি কিয় এইদৰে দেখোঁ? হে শ্বেতকেতো, এই প্ৰশ্নৰ সদুত্তৰ দিব নোৱাৰি, কোনো কোনোৱে কয় যে এই সংসাৰখন নাইযেই (Non-existent)—ই এক মায়া বা ই যেন প্ৰহেলিকা। উৎপত্তিৰ আগত ই অসৎ (Illusion)। শ্বেতকেতো, তুমি নিশ্চয় জানিবা এইবোৰ কথা ভুল। উৎপত্তিৰ আগত এই জগৎ সৎ আছিল। সৎ বস্তুৰ বিনাশ নাই। অসৎ বস্তুৰ উৎপত্তি নাই। জগৎ সৎ বস্তু—ই সদায় ব্ৰহ্মৰ জ্ঞানত প্ৰতিষ্ঠিত। এই অৰ্থত ইয়াৰ বিনাশ নাই। ই অস্তিত্বশীল (existent) পদাৰ্থ। ই মায়া (Illusion) নহয়।

শ্বেতকেতো, তেন্তে এতিয়া তুমি প্ৰশ্ন কৰিব পাৰা, যদি ব্ৰহ্মৰ শক্তিৰ বাহিৰে এই জগতত একো নাই তেন্তে আমি এই চিত্ৰ-বিচিত্ৰ বস্তুবোৰ কেনেকৈ দেখিছোঁ? হে শ্বেতকেতো! এইটো আমাৰ চক্ষুৰিন্দ্ৰিক বা মনৰ অ-শক্তি। আমি বস্তুৰ আচল স্বৰূপ নেদেখোঁ বা নুবুজোঁ। এই অ-শক্তিক আমি অধ্যাস বোলোঁ—যি অধ্যাসৰ বাবে আমাৰ কেতিয়াবা ৰজ্জুত সৰ্পভ্ৰম হয়। এই অধ্যাসক আমি মাযাও বোলো (কিন্তু মায়া মানে Illusion নহয়)—এই মায়াৰ বাবে বস্তুৰ অ-যথাৰ্থ জ্ঞান হয়।

[এই মায়া কি, আজিকালি আমি ভালকৈ জানো। আমাৰ পৰম সৌভাগ্য যে আজিকালি আমি শঙ্কৰাচাৰ্য্যৰ অধ্যাসবাদৰ সূক্ষ্মাতিসূক্ষ্ম যুক্তি আৰু তেওঁৰ আচৰিত চিন্তাশক্তিৰ সাহায্য নললেও, বেদান্তৰ কথা কিছু বুজিব পাৰোঁ। কোনো যুক্তি তৰ্ক নকৰাকৈ প্ৰত্যক্ষ পৰীক্ষাৰে বিজ্ঞানে আমাক দেখুৱাইছে যে শক্তিৰ বাহিৰে এই জগতত আৰু একো নাই। আৰু দেখুৱাইছে যে সেই শক্তিও আকৌ একো বাস্তৱ পদাৰ্থ নহয়—কেৱল এটা মানসিক ধাৰণা বা অৱলম্বন (concept)। এই শক্তিৰ ক্ৰিয়া আমি কেনেকৈ জগৎ যেন দেখিছোঁ,—নানা বস্তুৰূপে দেখিছোঁ? সেই বিষয়েও বিজ্ঞানে একো যুক্তি তৰ্কৰ ভিতৰলৈ নগৈ প্ৰত্যক্ষ পৰীক্ষাৰে দেখুৱাইছে যে শক্তিৰ স্পন্দনৰ ভিন্ন ভিন্ন কাল-ব্যাপ্তি (period বা wave length) অনুসাৰে আমাৰ ভিন্ন ভিন্ন ৰূপ, ৰস, শব্দ, স্পৰ্শ আৰু শব্দৰ জ্ঞান হয় (যাজ্ঞবল্ক্য আৰু মৈত্ৰেয়ীৰ উপাখ্যান চাওক)। শঙ্কৰাচাৰ্য্যই যুক্তিৰে যিবোৰ সত্য বুজালে, বিজ্ঞানে সেইবোৰ পৰীক্ষাৰে নজনা মানুহে বুজিব পৰাকৈ দেখুৱালে।]

ঋষিয়ে আকৌ কলে—

"শ্বেতকেতো, মই কলোঁ যে ব্ৰহ্মই কল্পনা কৰি সৃষ্টি কৰিলে। এই জগতৰ আচৰিত শৃঙ্খলা আৰু নৈসৰ্গিক নিয়মবোৰেই সেই কল্পনাৰ পৰিচায়ক। কিন্তু, জানিবা, পৰ-ব্ৰহ্মৰ কল্পনা জীৱৰ কল্পনাৰ নিচিনা নহয়। মিথ্যা কল্পনাও জীৱই কৰে। কিন্তু ব্ৰহ্ম সত্য-সঙ্কল্প। কামনা তেওঁৰ আত্মভূত বস্তু। তেওঁৰ পৰা তেওঁৰ কামনা পৃথক বস্তু নহয়। তেওঁ বহু হৈ আত্মপ্ৰকাশ বা লীলা কৰিবলৈ কামনা কৰা মাত্ৰেই জগতৰ উৎপত্তি। সেই সংকল্পৰ বলতে প্ৰথমতে আকাশৰ উৎপত্তি—তাৰ পাছত বায়ুৰ উৎপত্তি। বায়ুৰ পৰা তেজঃ শক্তি (light or heat)।

[মূলত ছান্দোগ্যই আকাশ আৰু বায়ুৰ কথা কোৱা নাই। আমি কিয় কৈছোঁ, তাৰ কাৰণ এতিয়াই দেখুৱা হব]

ব্ৰহ্মৰ কল্পনাৰ পৰা হোৱা এই তেজঃ শক্তি প্ৰকাশক আৰু ৰক্তবৰ্ণ বুলি প্ৰসিদ্ধ।

এই তেজোগত পৰব্ৰহ্মই আৰু বহু হবলৈ কল্পনা কৰা মাত্ৰকে অপ্ শক্তি উৎপন্ন হ'ল। এই অপ্ দ্ৰব্যাত্মক, স্নিগ্ধ আৰু শুক্লবৰ্ণ বুলি প্ৰসিদ্ধ। এই অপ্-ভূত ব্ৰহ্ম-শক্তিয়ে আৰু বহু হবলৈ কল্পনা কৰা মাত্ৰ, অন্ন বা ক্ষিতি (Solid matter) উৎপন্ন হ'ল। ব্ৰীহি যব আদি সকলো পদাৰ্থ আৰু গোটেই পৃথিবী এই গুৰুত্ব-ধৰ্ম্ম বিশিষ্ট, স্থিৰ আৰু কৃষ্ণবৰ্ণ 'অন্ন' বুলি বিখ্যাত।

শ্বেতকেতো, এই তিনিৰ—তেজঃ, অপ্ আৰু অন্নৰ—পৰস্পৰৰ কাৰ্য্য-কাৰণ সম্বন্ধ। ১ম কাৰণ তেজঃ—ই দ্ৰব্য নহয়;—শক্তি (force or energy); তেজঃ দ্ৰবীভূত হৈ অপ্ (liquid) হয়। অপ্ স্থূল (Solidified) হৈ অন্ন (Solid) হয়। এই দুয়োটি হ'ল আবদ্ধ-শক্তি (বা bottled up energy), যাক আমি দ্ৰব্য (বা matter) বোলোঁ।

[উপনিষদে আবদ্ধ শক্তিক অধিভূত শক্তি বোলে। তেজঃ শক্তিক অধিদৈব শক্তি বোলে। ওপৰত অজাতশত্ৰু আৰু বালাকিৰ উপাখ্যান চাওক।]

[আমি এইমাত্ৰ কলোঁ যে ছান্দোগ্যই পঞ্চ মহাভূতৰ ঠাইত, আকাশ আৰু বায়ুক বাদ দি[illegible]েই তিনিটা মহাভূতৰ উল্লেখ কৰিছে—তেজঃ, অপ্ আৰু ক্ষিতি বা অন্ন। আজিকালি ৰসায়ন শাস্ত্ৰত (Chemistry) যাক elements অৰ্থাৎ মৌলিক পদাৰ্থ বোলে, মহাভূত তেনে elements নহয়।

ইহঁত সকলো elements-ৰ ৩টা অৱস্থা মাত্ৰ। একে বস্তুৰে আৰু উপযুক্ত উপায় অৱলম্বন কৰিলে নিশ্চয় হয়। যেনে এডোখৰ সীহ, প্ৰথমতে কৃষ্ণবৰ্ণ, গোটা (Solid), তপতালে স্নিগ্ধ বগা জুলীয়া (liquid) ; আৰু তপতালে ৰক্তবৰ্ণ ধোঁৱা হৈ আকাশত মিলি যাব। বৰফ প্ৰথমতে গোটা, তপতালে পানী, আৰু তপতালে বাষ্প হৈ শক্তিত পৰিণত হৈ ইঞ্জিন চলায়।

আমি এই জগৎ-প্ৰপঞ্চত বস্তুৰ মুঠেই এই তিনি অৱস্থা হে দেখোঁ। সেইগুণে শ্বেতকেতুক মুঠেই (তিনি অৱস্থাৰ) ৩ মহাভূতৰ কথা হে কলে। পৰৱৰ্ত্তী উপনিষদে কথাটো পৰিষ্কাৰ কৰিবলৈ, পঞ্চ মহাভূতৰ উল্লেখ কৰিছে]

ঋষিয়ে আকৌ আৰম্ভ কৰিলে—

"মনত ৰাখিবা, শ্বেতকেতো, ব্ৰহ্মৰ এই তিনিটি শক্তিৰ (তেজঃ অপ্ ক্ষিতি) বাহিৰে জগতত আৰু একো পদাৰ্থ নাই। এই তিনি ব্ৰহ্ম শক্তিৰ সংমিশ্ৰণত বহিৰ্জ্জগতৰ সকলো পদাৰ্থ, আৰু অন্তৰ্জ্জগতত মন প্ৰাণ আদি সকলো ইন্দ্ৰিয়ৰ উৎপত্তি হৈছে। অন্তৰ্জ্জগতত মন, প্ৰাণ, ইন্দ্ৰিয় আদি অত্ৰিবিৎকৃত (অ-পঞ্চীকৃত)—অৰ্থাৎ অমিশ্ৰিত সূক্ষ্ম মহাভূতৰ দ্বাৰা গঠিত, যেনে, মন অন্নময়, প্ৰাণ অপ্-ময়, আৰু বাগিন্দ্ৰিয় তেজোময়। বহিৰ্জ্জগতৰ সকলো পদাৰ্থ ত্ৰিবৃৎকৃত অৰ্থাৎ স্থূল আৰু মিশ্ৰিত মহাভূতৰ দ্বাৰা গঠিত।

[ত্ৰিবৃৎকৃত বা পঞ্চীকৃত বিষয়ে পঞ্চদশী ১।২৬—২৭ চাওক।]

শ্বেতকেতো, তুমি জানিবা যে এই একে তিনি শক্তিৰেই বহিৰ্জ্জগৎ আৰু অন্তৰ্জ্জগৎ—উভয়ৰ সৃষ্টি হৈছে। কিন্তু অৱস্থা ভেদে উভয়তে কাৰ্য্যৰ ভেদ দেখা যায়। বস্তুৰ পৰা এই তিনি শক্তি গুচাই লোঁৱা; তেন্তে বস্তুৰ বস্তুত্ব নেথাকে। চোৱাঁ, ত্ৰিবৃহৎকৃত পাৰ্থিব অগ্নিৰ যি ৰঙা ৰশ্মি দেখিছা, সি তেজঃ শক্তিৰ ৰূপ প্ৰকাশ; তাত যি কিঞ্চিৎ কৃষ্ণচ্ছায়া দেখিছা সেইটি তাৰ অন্তৰ্গত অন্ন-শক্তিৰ ৰূপ। এই তিনি ৰূপ গুচাই লোৱা, তেন্তে অগ্নিৰ অগ্নিত্ব নেথাকে। এনেদৰে ভাবি নিলে বুজিবা যে আচলতে অগ্নি একো নহয়—ই মিথ্যা বস্তু (Phenomenon) ইয়াৰ আচল সত্য (noumenon) হৈছে সেই তিনিটি শক্তি। এইদৰে ভাবি নিলেই বুজিবা যে প্ৰত্যেক পদাৰ্থ আচলতে ত্ৰিবৃৎকৃত শক্তি—তেজঃ, অপ্, অন্ন। এই তিনি শক্তিৰ ভিতৰতো আকৌ অপ্ আৰু অন্ন, তেজঃ শক্তিৰ কাৰ্য্য বা পৰিণাম। তেন্তে মূলত এই জগৎ আচলতে তেজঃ শক্তিৰ হে পৰিণাম। এই তেজঃ শক্তিয়েই অন্তৰ্জ্জগৎ আৰু বহিৰ্জ্জগতৰ মূল। এই দুই জগতে আকৌ, উভয়ে উভয়ৰ ওপৰত কাৰ্য্য কৰে। যেনে মন অন্নময়, বহিৰ্জ্জগতৰ অন্নেৰে হে মনে পুষ্টি লাভ কৰে। প্ৰাণীয়ে যি অন্ন গ্ৰহণ কৰে তাৰ অতি স্থূল অংশটি পুৰীষ ৰূপে পৰিণত হৈ বাহিৰ হৈ যায়, মধ্যম অংশ ৰসাদিৰূপে পৰিণত হৈ স্থূল শৰীৰৰ পুষ্টি সাধন কৰে। অতি সূক্ষ্মাতিসূক্ষ্ম অংশটি মন ৰূপে পৰিণত হৈ মনৰ পুষ্টি সাধন কৰে। মন তেন্তে ভৌতিক পদাৰ্থ; অতি সূক্ষ্ম ভূতৰ দ্বাৰা বৃদ্ধি প্ৰাপ্ত হয়। সেইদৰেই প্ৰাণ অপ্-ময়। প্ৰাণীৰ দ্বাৰা পীত অপ তিনি ভাগে বিভক্ত হৈ স্থূল অংশ মূত্ৰ, মধ্যম অংশ তেজ (ৰক্ত) হয় আৰু অতি সূক্ষ্ম অংশই প্ৰাণৰ উপচয় কৰে।"

এইখিনি কথা শুনি শ্বেতকেতু অতি আচৰিত হ'ল আৰু কলে—

"হে প্ৰভো, মই বুজা নাই কেনেকৈ মন এটা ভৌতিক পদাৰ্থ হব পাৰে— কেনেকৈ অন্নৰ দ্বাৰা ই পুষ্ট হয়। হে পিতা, কৃপা কৰি এই তত্ত্বটি মোক বুজাই দিয়ক।"

ঋষিয়ে কলে, "শ্বেতকেতো, মই এই কথাটো তোমাক দৃষ্টান্ত দি বুজাই দিম। তুমি এতিয়া যোৱাঁ। আজিৰ পৰা ১৫ দিন নিৰাহাৰে থাকি ১৬শ দিনা মোৰ গুৰিলৈ আহিবা। এই ১৫ দিন একো অন্নাহাৰ নকৰিবা। পিয়াহ লাগিলে পানী মাত্ৰ খাব পাৰা। কাৰণ প্ৰাণ অপ্‌ময়; পানী নেখালে প্ৰাণ ক্ৰিয়া বন্ধ হব।

শ্বেতকেতুৱে সেইদৰেই কৰিলে। ১৫ দিনৰ মূৰত বেৰে-চালে ধৰি আহি ঋষিৰ ওচৰত উপস্থিত হ'লহি। শ্বেতকেতুক দেখি ঋষিয়ে কলে, "আহাঁ, শ্বেতকেতো, বহাঁ। তুমি ঋগ্বেদৰ যিবোৰ মন্ত্ৰ মুখস্থ কৰিছিলা, তাৰে দুটামান মাতি মোক শুনোৱা।" শ্বেতকেতুৱে চেষ্টা কৰিও মুখস্থ মাতিব নোৱাৰি অতি ক্ষীণ স্বৰে কলে —

"হে ভগৱন, মোৰ কি হ'ল মই বুজা নাই। একোকে মোৰ মনত নপৰে।"

ঋষিয়ে কলে, "নেলাগে বাৰু; তুমি এতিয়া ভিতৰলৈ গৈ মাৰক খুজি কিবা অলপ খাই আকৌ মোৰ গুৰিলৈ আহাঁ গৈ।"

শ্বেতকেতু উঠি গ'ল। অন্নাহাৰ কৰি আকৌ ঋষিৰ ওচৰত বহিলহি। এইবাৰ তেওঁ ঋগ্বেদৰ মন্ত্ৰবোৰ যথাযথ মাতি শুনালে। ঋষিয়ে কলে, "চোৱাঁ, শ্বেতকেতো, মন অন্নময়। পোন্ধৰ দিন অনাহাৰত, অন্নৰ অভাৱত তোমাৰ মনৰ ষোল্ল কলা নষ্ট হ'ল। ১৬শ কলাটি মাত্ৰ অৱশিষ্ট আছিল। সেইকাৰণে সকলো মন্ত্ৰ তুমি পাহৰিছিলা। নুবুজা তুমি [illegible]

জাপি ফুৱাই দিলে যেনেকৈ জুই জ্বলি উঠে, সেইদৰেই আহাৰ কৰিলত তোমাৰ মনৰ অৱশিষ্ট ১৬শ কলাটি জ্বলি উঠিল; মনে পূৰ্ব্বাৱস্থা পালে, সকলো মনত পৰিল। এইদৰেই পৰীক্ষা কৰি তুমি প্ৰমাণ কৰিব পাৰা যে প্ৰাণ অপময় আৰু বাক্য তেজোময়।

শ্বেতকেতো, তুমি বুজিলানে যে এই জগতত সেই তেজঃশক্তিৰ বাহিৰে একো নাই। এইদৰেই সেই অতি সূক্ষ্ম সৎ পদাৰ্থটিৰ পৰা প্ৰথমে তেজঃ-শক্তি হৈ তাৰ পাছত অপ্ আৰু অন্ন হৈ এই বিস্তীৰ্ণ জগৎখন হ'ল। ইয়াৰ মূল সেই সূক্ষ্ম সত্বস্তুটি। সেয়ে সত্য, সেয়ে আত্মা। হে শ্বেতকেতো, সেয়ে তুমি।

কিন্তু, শ্বেতকেতো, তুমি নুবুজা যে তুমিয়েই সেই আত্মা। আগতে বৰ্ত্তমান থাকিলেও পদাৰ্থ প্ৰত্যক্ষীভূত নহব পাৰে, কিন্তু প্ৰকাৰান্তৰে বুজিব পাৰি যে সেই পদাৰ্থ আছে।

তুমি এতিয়া যোৱাঁ। শুবৰ সময়ত এটুকুৰা ডুখৰীয়া লোণ এচৰিয়া পানীত পেলাই থবা।

পাছদিনা পুৱা চৰিয়া লৈ শ্বেতকেতু উপস্থিত হ'লহি।

ঋষিয়ে ক'লে, "কালি ৰাতি তিয়াই থোৱা লোণ ডোখৰ চাওঁ।"

শ্বেতকেতুৱে চৰিয়াৰ পানীত হাত সুমালে; লোণ নেপালে।

ঋষিয়ে তেতিয়া হাঁহি হাঁহি কলে "লোণ তাতে আছে। তুমি দেখা নাই আৰু স্পৰ্শ কৰিব পৰা নাই"।

"চোৱাঁ শ্বেতকেতো, চক্ষু আৰু স্পৰ্শেন্দ্ৰিয়ৰ দ্বাৰা গ্ৰাহ্য নহলেও, এই লোণৰ অস্তিত্ব অন্য ইন্দ্ৰিয়ৰ দ্বাৰা জানিব পাৰি। জিভাৰে চাকি চালে বুজিব পাৰি যে সেই লোণ অদৃশ্য ভাবে চৰিয়াৰ পানীতে আছে। সেইদৰেই বুজিবা যে তোমাৰ আত্মা ইন্দ্ৰিয়-গ্ৰাহ্য নহলেও প্ৰকাৰান্তৰ অৱলম্বন কৰিলে তাৰ সাক্ষাৎ লাভ কৰিব পাৰি।"

এইখিনি কথা শুনি শ্বেতকেতুৱে অতি আগ্ৰহেৰে সুধিলে—

"প্ৰভো, কি উপায়েৰে পাবোঁ, দয়া কৰি মোক বুজাই দিয়ক।"

শ্বেতকেতুৰ আগ্ৰহ দেখি ঋষি অত্যন্ত প্ৰীত হৈ কলে—

"শুনা মোৰ বোপাই, গান্ধাৰ দেশৰ পৰা যেন এজন মানুহক ডকাইতে হাত-ভৰি বান্ধি, চকুত কাপোৰ মেৰাই, ডাঙি লৈ গৈ, এখন মহাৰণ্যত মেলি দিলে। সেই দিগ্‌ভ্ৰান্ত অসহায় মানুহ জনৰ কি গতি হয়? কোনো দয়াৰ্দ্ৰ মানুহে চকুৰ বান্ধ খুলি, তেওঁক গান্ধাৰ দেশৰ বাটটো দেখুৱাই নিদিলে, তেওঁৰ আৰু উপায় নাই। ঠিক সেইদৰেই সংসাৰী মানুহৰ চকুও মোহ-বস্ত্ৰাবৃত। তেওঁক নিজৰ শুভাশুভ কৰ্ম্ম-তস্কৰে এই দেহ-ৰূপ মহাৰণ্যত সুমালে। তেওঁৰ চকু বন্ধা, হাত-ভৰি বন্ধা। পুণ্যৰ প্ৰভাৱত যদি কেতিয়াবা কোনো কাৰুণিক ব্ৰহ্মতত্ত্বজ্ঞ মহাপুৰুষে দয়া কৰি, বিষয়-বাসনাৰ দোষ দেখুৱাই, তেওঁৰ বান্ধ খুলি দিয়ে, তেতিয়া হে তেওঁৰ মুক্তি হব পাৰে। তেতিয়া হে তেওঁ আত্মাক দেখিব পাৰে।

## নাৰদ-সনৎকুমাৰ সম্বাদ

### (ছান্দোগ্য)

[শ্বেতকেতুৰ উপাখ্যানত ছান্দোগ্যৰ সৃষ্টিতত্ত্ব দিয়া হ'ল। এতিয়া এই উপাখ্যানত কৈছে যে অন্তৰ্জ্জগৎ আৰু বহিৰ্জ্জগৎ কাৰ্য্য-কৰণ সম্বন্ধেৰে সম্বদ্ধ। এই দুই জগৎ একেডাল সূতাৰে, একে প্ৰাণ-শক্তিৰে, এনে ভাবে মেৰখাই আছে যে উভয়ক একেলগে আলোচনা কৰিলে হে মানুহে ব্ৰহ্মৰ স্বৰূপৰ বিষয়ে জ্ঞান লাভ কৰিব পাৰে।]

নাৰদ নিজে দেৱৰ্ষি; সৰ্ব্বশাস্ত্ৰ বিশাৰদ। তেওঁৰ জানিবলৈ কোনো শাস্ত্ৰ বাকী নাছিল। কিন্তু শাস্ত্ৰ জানিলেই মানুহৰ আত্ম-জ্ঞান লাভ নহয়। পঢ়ি-শুনি মানুহৰ এইমাত্ৰ লাভ হয়, যে জানিবলৈ আৰু কিমান বাকী আছে, সেই কথাটো বুজে। এইটো কিন্তু কম লাভ নহয়—ই হে আচল কথা। নাৰদৰ সেই লাভেই হল; শাস্ত্ৰ পঢ়ি তেওঁ বুজিলে যে আত্ম-জ্ঞান ভিতৰ

পৰা ওলোৱা অপৰোক্ষ জ্ঞান—যি জ্ঞান কিতাপ পঢ়ি লাভ কৰিব নোৱাৰি—তেওঁ বুজিলে যে এই জ্ঞান লাভ কৰিবলৈ, গুৰুৰ উপদেশ লাগে আৰু তাৰ পাছত নিজে অনবৰত চিন্তা কৰিব লাগে; তেহে আত্ম-জ্ঞান ভিতৰৰ পৰা ওলায়। নাৰদে সেইগুণে উপযুক্ত গুৰু বিচাৰি, জগদ্‌গুৰু ভগৱান সনৎকুমাৰৰ ওচৰলৈ গ'ল আৰু ব্ৰহ্মবিদ্যাৰ উপদেশ প্ৰাৰ্থনা কৰিলে।

শিষ্যৰ কিমান অধিকাৰ জন্মিছে, জানিলে হে গুৰুয়ে উপদেশ দিব পাৰে। যি যেনেকৈ বুজিব পাৰে, তাক তেনেকৈ হে উপদেশ দিব লাগে। সেইবাবে সনৎকুমাৰে নাৰদক প্ৰশ্ন কৰিলে —

"নাৰদ, তোমাৰ কোন কোন শাস্ত্ৰত অভিজ্ঞতা আছে?"

নাৰদে উত্তৰ দিলে, "প্ৰভো, মই ঋগ্বেদ, যজুৰ্ব্বেদ, সামবেদ, অথৰ্ব্ব বেদ, মহাভাৰত, ইতিহাস, পুৰাণ, পৰলোক সম্বন্ধীয় বিদ্যা, গণিত শাস্ত্ৰ, কাল-তত্ত্ব, তৰ্কশাস্ত্ৰ, ধৰ্ম্মতত্ত্ব, শব্দবিদ্যা, ভূগৰ্ভ সমন্ধীয় তত্ত্ব, অস্ত্ৰ-বিজ্ঞান, জ্যোতিৰ্ব্বিজ্ঞান, সৰ্পাদি চিকিৎসাবিদ্যা, নৃত্যগীতাদি কলাবিদ্যা—এই সকলোবোৰ আলোচনা কৰিছিলোঁ। এতিয়া মই বুজিছোঁ যে মই যিবোৰ শিকিলোঁ, সেইবোৰ নাম-মাত্ৰ বিদ্যা। মই আত্ম-তত্ত্ব বুজা নাই। প্ৰভো, মোৰ প্ৰতি কৃপা কৰক।"

সনৎকুমাৰে বুজিলে যে নাৰদ নিতান্ত ক্ষুব্ধ, আৰু বুজিলে যে নাৰদ সকলো বৈষয়িক বিদ্যাত পাৰ্গত, সেইগুণে, এই বৈষযিক অভিজ্ঞতাৰ ভিতৰেদি—এই স্থূল জড়-জগতৰ বিষয় অবলম্বন কৰি—লাহে লাহে ওপৰলৈ গৈ থাকি ব্ৰহ্মতত্ত্বৰ উপদেশ দিলে হে নাৰদে অতি সহজে বুজিব।

সেইবাবে তেওঁ নাৰদক কলে—"নাৰদ তুমি ঠিক ধৰিছা; তুমি যি বিদ্যাৰ অধ্যয়ন কৰিলা, সেইবোৰ "অপৰা বিদ্যা" (Physical Science)। ঋগ্বেদাদি সকলো বিদ্যা "অপৰা বিদ্যা"—কেৱল নাম মাত্ৰ।"

আকৌ কলে, কিন্তু "নাম" হে প্ৰথম কথা। "নাম" বস্তুৰ পৰিচায়ক। ["নাম" Concept]

"কিন্তু শুদা নাম জানিলে একো নহয়। জগতত সকলো নাম (Concept) আৰু ৰূপ (Form) অনিত্য,—বিকাৰী। ব্ৰহ্ম তেনে নহয়। ব্ৰহ্ম কাৰণ; নাম কাৰ্য্য। নামক ব্ৰহ্মৰ কাৰ্য্য বুলি জানা আৰু নামকেই ব্ৰহ্মবুদ্ধিৰে উপাসনা কৰা। প্ৰতিমাক যেনেকৈ বিষ্ণু-বুদ্ধিৰে উপাসনা কৰা হয়, তদ্রূপ নামক ব্ৰহ্ম-বুদ্ধিৰে উপাসনা কৰা। কিন্তু মনত ৰাখিবা যে নামতকৈ শ্ৰেষ্ঠ বস্তু আছে।"

নাৰদে সুধিলে—"প্ৰভো, নামতকৈ কি শ্ৰেষ্ঠ?"

সনৎকুমাৰে উত্তৰ দিলে, "নামতকৈ বাক্য শ্ৰেষ্ঠ আৰু ব্যাপক। নাম কাৰ্য্য, বাক্য কাৰণ। কাৰ্য্যতকৈ তাৰ কাৰণটি শ্ৰেষ্ঠ। বাক্যৰ দ্বাৰাহে ঋগ্বেদাদি যাবদীয় শব্দ উচ্চাৰিত হয়। আকাশ, পানী, বায়ু, প্ৰাণী, সুখ-দুখ, পুণ্য-পাপ ইত্যাদি সকলো শব্দ বাক্যৰ দ্বাৰা বুজিব পাৰি।

বাক্য নহলে কোনো বস্তুৰ সত্যতাৰ বোধ নহয়। আমি সমাজিকতো এই নামৰূপাত্মক জগৎ আৰু তাৰ সকলো বস্তু দেখোঁ। সমাজিকৰ জগৎ অসত্য বুলি আমি জানো। কিন্তু দৃশ্যমান জগতক আমি সত্য বুলি ভাবোঁ, কাৰণ আমি জানো যে ইয়াক আমি যেনে দেখিছোঁ, সকলোৱে তেনে দেখিছে। এইটো নজনা হলে, এই জগতৰ সত্যতাৰ প্ৰতীতি আমাৰ নহলহেতেন, আৰু আমাৰ ভোগো নহলহেতেন। আমি কেনেকৈ জানিছোঁ, যে আমাৰ দৰেই সকলোৱেই এই জগতক ভাবিছে আৰু দেখিছে? কাৰ মনত কি আছে, আমি কেনেকৈ জানো? আমি বাক্যৰ দ্বাৰা জানো, বাক্যৰ দ্বাৰা পৰস্পৰ ভাব বিনিময় কৰোঁ। বাক্য নহলে, সমাজিকৰ জগৎ আৰু দৃশ্যমান জগতৰ একো পাৰ্থক্য আমি নুবুজিলোহেতেন। বাক্যই হে বহিৰ্জ্জগৎ আৰু অন্তৰ্জ্জগৎ লগ লগাই থৈছে।

এই বাক্য ব্ৰহ্মৰ শক্তি। নামতকৈ ই শ্ৰেষ্ঠ আৰু ব্যাপক। অতএব হে নাৰদ, বাক্যক ব্ৰহ্মবুদ্ধিৰে উপাসনা কৰা। নাম আৰু বাক্যক যি ব্ৰহ্ম-বুদ্ধিৰে উপাসনা কৰে, তেওঁ নাম আৰু বাক্যাত্মক লোক জয় কৰিব পাৰে।"

নাৰদে প্ৰশ্ন কৰিলে, "প্ৰভো, এই বাক্যতকৈ শ্ৰেষ্ঠ আৰু কিবা আছে নে?"

সনৎকুমাৰে কলে—"আছে"।

নাৰদে কলে, "পূজনীয়, সেই বস্তুটিৰ কথা মোক কওক।"

সনৎকুমাৰে আৰম্ভ কৰিলে—

শুনা নাৰদ, মানুহে যেনেকৈ হাতৰ মুঠিত দুটা আমলখি, বা দুটা বগৰি, বা দুটা ৰুদ্ৰাক্ষ মুঠিমাৰি ৰাখিব পাৰে, অন্তঃকৰণেও সেইদৰেই নাম আৰু বাক্য—দুইটাকে আবৰি ৰাখে।

নাম আৰু বাক্য হৈছে কাৰ্য্য; আৰু অন্তঃকৰণ তাৰ কাৰণ। সেইগুণে অন্তঃকৰণ বাক্যতকৈ শ্ৰেষ্ঠ। এই অন্তঃকৰণৰ পৰা হে বাক্য উচ্চাৰিত হয় আৰু নামৰ উৎপত্তি হয়। অন্তঃকৰণৰ সকলো বৃত্তিৰ ভিতৰত আকৌ মনে হে নাম আৰু বাক্য উভয়কে ব্যাপি আছে; উভয়কে অনুভৱ কৰিছে। মন এই উভয়তকৈ শ্ৰেষ্ঠ। এই মনক ব্ৰহ্ম-বুদ্ধিৰে উপাসনা কৰা। যি

এইদৰে কৰে তেওঁৰ মানসিক সকলো বিষয়ত যথেচ্ছ অধিকাৰ জন্মে।"

নাৰদে প্ৰশ্ন কৰিলে, "প্ৰভো, মনৰ অধিক আৰু কিবা আছে নে ?"

সনৎকুমাৰে কলে—"আছে। সঙ্কল্প মনতকৈ শ্ৰেষ্ঠ। মনৰ দৰেই সঙ্কল্পও অন্তঃকৰণৰ বৃত্তি বিশেষ। 'সঙ্কল্প'ই প্ৰথমতে কৰ্ত্তব্য আৰু অকৰ্ত্তব্য বিষয় অবধাৰণ কৰে। তাৰ পাছত মনে কৰ্ত্তব্য বিষয়ৰ ইচ্ছা কৰে আৰু বাক্য উচ্চাৰণ কৰায় আৰু শেহত কৰ্ম্ম কৰায়।

এইদৰেই, সঙ্কল্প-মন-বাক্য-নাম—এইবিলাক কাৰণ-কাৰ্য্য সম্বন্ধেৰে সম্বদ্ধ। সঙ্কল্প কাৰণ, ইবোৰ কাৰ্য্য। সঙ্কল্প কাৰণ বাবে সকলোতকৈ শ্ৰেষ্ঠ আৰু সকলোকে ব্যাপি আছে। এই সঙ্কল্পৰ আশ্ৰয় কৰিহে মন, বাক্য, আৰু নামে নিজ নিজ ক্ৰিয়া কৰিব পাৰে। যি ব্ৰহ্ম-বুদ্ধিৰে এই সঙ্কল্প উপাসনা কৰে, তেওঁৰ ধ্ৰুব-লোকলৈ গতি হয়।"

নাৰদে সুধিলে—"প্ৰভো, এই সঙ্কল্পতকৈ আৰু কিবা অধিক আছে নে ? আছে যদি কৃপা কৰি মোক কওক।"

সনৎকুমাৰে উত্তৰ দিলে—"অন্তঃকৰণৰ অন্যতম বৃত্তি, চিত্ত, সংকল্পতকৈ শ্ৰেষ্ঠ। চিত্ত হৈছে, বোধশক্তি। এই চিত্ত-বৃত্তিয়েই সকলো বাসনা, চেষ্টা আৰু কৰ্ম্মৰ মূল, আৰু ই হে আমাৰ চৰিত্ৰ বা স্বভাৱ গঠন কৰে।

[সাংখ্যই ইয়াকে বুদ্ধিৰ ৰূপ বা সংস্কাৰ বোলে। ইংৰাজীত ইয়াকে আমি Intelligence বুলিব পাৰোঁ।]

এই চিত্তত আমাৰ প্ৰাপ্ত বস্তুৰ বোধ হয় আৰু সেই প্ৰাপ্ত বস্তু গ্ৰহণ কৰা বা ত্যাগ কৰা সংকল্প হয়। তাৰ পাছত হে মনন, তাৰ পাছত হে বাক্য, তাৰ পাছত হে কৰ্ম্ম এইদৰে, চিত্ত-সংকল্প-মন-বাক্য-নাম—এইবোৰ কাৰ্য্য-কৰণ সম্বন্ধেৰে সম্বদ্ধ। চিত্ত কাৰণ—বাকীবোৰ কাৰ্য্য। মানুহ বহু বিষয়ত অভিজ্ঞ হৈয়ো যদি অ-চিত্ত [চৰিত্ৰহীন) হয় তেন্তে তেওঁৰ আদৰ নাই। পক্ষান্তৰে যদি অল্পজ্ঞ ব্যক্তিও চিত্তবান (চৰিত্ৰবান) হয় তেন্তে সকলোৱে তেওঁৰ উপদেশ শুনিবলৈ ইচ্ছা কৰে। চিত্ত হে সঙ্কল্পাদি নাম পৰ্য্যন্ত সকলোৰে প্ৰতিষ্ঠা-স্থান। অতএব হে নাৰদ, চিত্তক ব্ৰহ্মবুদ্ধিত উপাসনা কৰা। ইয়াক ব্ৰহ্মৰ শক্তি বুলি অৱধাৰণ কৰা। যি মানুহে চিত্তক ব্ৰহ্ম-বুদ্ধিত উপাসনা কৰে, তেওঁৰ সেই পৰ্য্যন্ত যথেচ্ছ ভোগ হয়, যি পৰ্য্যন্ত চিত্তৰ ব্যাপ্তি আছে।

নাৰদে আকৌ সুধিলে, "প্ৰভো, চিত্ততকৈ শ্ৰেষ্ঠ কি আছে।"

সনৎকুমাৰে কলে—"ধ্যান (অৰ্থাৎ একাগ্ৰতা) চিত্ততকৈ মহত্তৰ আৰু শ্ৰেষ্ঠ। একাগ্ৰতা অন্তঃকৰণৰ অন্যতম বৃত্তি। যাৰ চিত্তত একাগ্ৰতা আছে তেওঁ হে দৈৱী সম্পদ লাভ কৰিব পাৰে। হে নাৰদ, তুমি এই ধ্যানক ব্ৰহ্মবুদ্ধিৰে উপাসনা কৰা। যি এইদৰে কৰে তেওঁৰ ধ্যানগম্য-লোক পৰ্য্যন্ত স্বচ্ছন্দ অধিকাৰ হয় ; ব্ৰহ্মানন্দ লাভ কৰে।"

নাৰদে প্ৰশ্ন কৰিলে— "প্ৰভো, ধ্যানতকৈ শ্ৰেষ্ঠ আছে নে ? আছে যদি কওক"।

সনৎকুমাৰ কলে,—

"শুনা নাৰদ, ধ্যানতকৈ বিজ্ঞান শ্ৰেষ্ঠ। বিজ্ঞান মানে বিশিষ্ট জ্ঞান অৰ্থাৎ শাস্ত্ৰাৰ্থ বিষয়ক জ্ঞান। এই বিজ্ঞান হে ধ্যানৰ কাৰণ।

বিজ্ঞান-ধ্যান-চিত্ত-মন-বাক্য-নাম— ইহঁত কাৰ্য্য কাৰণ সম্বন্ধৰে সম্বদ্ধ। বিজ্ঞান আটাইবোৰৰ কাৰণ, আটাইবোৰতকৈ শ্ৰেষ্ঠ, আটাইবোৰ ব্যাপি আছে। এই বিজ্ঞানক ব্ৰহ্ম-বুদ্ধিৰে উপাসনা কৰিলে যি পৰ্য্যন্ত বিজ্ঞানৰ গতি আছে, সেই পৰ্য্যন্ত মানুহৰ যথেচ্ছ গতি হয়।"

[গীতাত বিজ্ঞান মানে অপৰোক্ষ জ্ঞান। কিন্তু ইয়াত বিজ্ঞান মানে "সত্য পৰোক্ষ জ্ঞান" অৰ্থাৎ শাস্ত্ৰাৰ্থবোধক জ্ঞান। মিথ্যা জ্ঞান বিজ্ঞান নহয়।]

নাৰদে সুধিলে, "প্ৰভো, বিজ্ঞানতকৈ কি শ্ৰেষ্ঠ ?"

সনৎকুমাৰে কলে,—

"বল [অৰ্থাৎ প্ৰাকৃতিক শক্তি (force)] বিজ্ঞানতকৈ শ্ৰেষ্ঠ। এই বল আৰু বিজ্ঞানৰ কাৰ্য্য-কাৰণ সম্বন্ধ। বল, কাৰণ ; বিজ্ঞান, কাৰ্য্য। প্ৰাকৃতিক শক্তি নহলে শৰীৰ, মন, ইন্দ্ৰিয়, কোনেও একো কাম কৰিব নোৱাৰে। কোনো বিজ্ঞান (অৰ্থাৎ ভাব) উৎপত্তি হ'ব নোৱাৰে। অন্ন আৰু তেজঃ আৰু অপ্‌ শক্তিৰ দ্বাৰা পৰিপুষ্ট নহলে, মনে বা প্ৰাণে, বা ইন্দ্ৰিয়ই একো ক্ৰিয়া কৰিব নোৱাৰে। (শ্বেতকেতুৰ উপাখ্যান চাওক)।

হে নাৰদ, এই "বল", সেইগুণে, বিজ্ঞান-ধ্যান-চিত্ত-সঙ্কল্প-মন-বাক্য-নাম—সকলোতকৈ শ্ৰেষ্ঠ আৰু সকলো ব্যাপি আছে।

হে নাৰদ, এই 'বল' ব্ৰহ্মৰ শক্তি। যি এই বলক ব্ৰহ্ম-বুদ্ধিত উপাসনা কৰে, তেওঁৰ যিমানলৈকে যথেচ্ছ অধিকাৰ হয়, যিমানলৈ বলৰ গতি বা অধিকাৰ আছে।

নাৰদে সুধিলে—"প্ৰভো, বলতকৈ আৰু কিবা শ্ৰেষ্ঠ আছে নে ?"

সনৎকুমাৰ কলে, "বলতকৈ অন্ন শ্ৰেষ্ঠ।"

*(অন্ন মানে Solid matter। শ্বেতকেতুৰ উপাখ্যান চাওক)

অন্নাহাৰ নকৰিলে কোনো প্ৰাণী জীৱিত নেথাকে। থাকিলেও, দ্ৰষ্টা, শ্ৰোতা বা মন্তা, কৰ্ত্তা বা বিজ্ঞাতা হৈ থাকিব নোৱাৰে। আকৌ নিৰাহাৰী শক্তিহীন মানুহে অন্ন ভক্ষণ কৰিহে দ্ৰষ্টা, শ্ৰোতা বিজ্ঞাতা বা কৰ্ত্তা হব পাৰে। অতএব, হে নাৰদ, তুমি ব্ৰহ্মবুদ্ধিত অন্নৰ উপাসনা কৰিবাঁ। যি এইদৰে কৰে সি অন্ন-পান-যুক্ত লোক লাভ কৰে।

নাৰদে আকৌ সুধিলে, "প্ৰভো, অন্নতকৈ কি শ্ৰেষ্ঠ ?"

সনৎকুমাৰে কলে, "অপ্ (জলীয় পদাৰ্থ liquid) অন্নতকৈ শ্ৰেষ্ঠ। কাৰণ সকলো পদাৰ্থ জলীয় অৱস্থাৰ পৰা হে গোটা অৱস্থালৈ পৰিণত হব পাৰে। অৰ্থাৎ অপ্ হে গোটমাৰি অন্ন হয়।"

নাৰদে আকৌ সুধিলে, "প্ৰভো, অপ্-ৰ অধিক আৰু কি আছে ?"

সনৎকুমাৰে কলে, "তেজঃ শক্তিৰ পৰা হে অপ্ হয়। অতএব তেজস্ অপ্-তকৈ শ্ৰেষ্ঠ। এই তেজঃ ব্ৰহ্মৰ শক্তি। ইয়াক ব্ৰহ্ম-বুদ্ধিৰে উপাসনা কৰিলে মানুহ তেজস্বী হয় আৰু তেজোময় অন্ধকাৰ-ৰহিত লোক লাভ কৰে।"

নাৰদে সুধিলে, "প্ৰভো, তেজসৰ ওপৰত কি আছে ?"

সনৎকুমাৰ কলে, "আকাশ তেজস্তকৈ শ্ৰেষ্ঠ আৰু ব্যাপক। এই আকাশক ব্ৰহ্ম-বুদ্ধিৰে উপাসনা কৰাঁ। এইদৰে কৰি, মানুহে বিস্তৃত প্ৰকাশমান লোকসকল লাভ কৰে।

নাৰদে আকৌ সুধিলে, "আকাশতকৈ কি শ্ৰেষ্ঠ আৰু ব্যাপক ?"

সনৎকুমাৰে কলে, "শুনা নাৰদ, 'স্মৰ' অৰ্থাৎ অন্তঃকৰণৰ বৃত্তি, স্মৰণ শক্তি, আকাশতকৈ মহৎ, শ্ৰেষ্ঠ আৰু ব্যাপক। স্মৰণ শক্তি নহলে মানুহে কোনো কথা বুজিব নোৱাৰে, শুনিব নোৱাৰে, মনন কৰিব নোৱাৰে। এই স্মৰণ শক্তি নহলে আকাশাদি কোনো পদাৰ্থই অৰ্থবান নহয়। মানুহৰ কোনো ভোগ নহয়। অতএব হে নাৰদ, এই স্মৰণ শক্তিক ব্ৰহ্ম-বুদ্ধিৰে উপাসনা কৰা। এইদৰে কৰি মানুহে স্মৰণ শক্তিৰ যিমানলৈ গতি সিমানলৈ যথেচ্ছ অধিকাৰ লাভ কৰে।"

নাৰদে সুধিলে, "ভগবান্, স্মৰণ শক্তিতকৈ কি শ্ৰেষ্ঠ ?"

সনৎকুমাৰে কলে, "আশা। স্মৰণ শক্তি আশাৰ দ্বাৰা উদ্দীপিত হৈ হে মন্ত্ৰ উচ্চাৰণ কৰে, কৰ্মানুষ্ঠান কৰে, পশু-পুত্ৰ কামনা কৰে। এই আশাক ব্ৰহ্ম-বুদ্ধিৰে উপাসনা কৰি সমস্ত কাম্য বিষয় লাভ কৰে। এনে মানুহৰ সকলো আশীঃ (অৰ্থাৎ প্ৰাৰ্থনা) অমোঘ হয়।

নাৰদে আকৌ সুধিলে, "প্ৰভো, আশাৰ ওপৰত আৰু কি আছে ?"

সনৎকুমাৰ কলে, "প্ৰাণ। প্ৰাণ আশাতকৈ শ্ৰেষ্ঠ, মহৎ আৰু ব্যাপক। প্ৰাণৰ অতিৰিক্ত পদাৰ্থ নাই। প্ৰাণ শক্তিয়ে গোটেই জগৎ ধৰি আছে। এই প্ৰাণক ব্ৰহ্ম-বুদ্ধিৰে যি উপাসনা কৰে তেওঁ ওপৰত কোৱা নাম-বাক্য-মন-সঙ্কল্প-চিত্ত-ধ্যান- বিজ্ঞান-প্ৰাকৃতিক বল—অন্তৰ্জ্জগতৰ এই সকলোবোৰ তত্ত্ব, আৰু বহিৰ্জ্জগতৰ অন্ন-অপ্-তেজঃ-আকাশ-প্ৰাণ—এই সকলো তত্ত্ব বুজে। এনেকৈ বুজা মানুহক "অতিবাদী" বোলা হয়।"

এইদৰে কৈ সনৎকুমাৰ ক্ষান্ত হ'ল। নাৰদে কিন্তু এইবাৰ প্ৰশ্ন নকৰিলে যে "প্ৰাণতকৈ কি শ্ৰেষ্ঠ।" তেওঁ ভাবিলে যে প্ৰাণে যেতিয়া সমস্ত জগৎ ব্যাপি আছে, তেন্তে প্ৰাণক জানিলেই মানুহ অতিবাদী হব।

নাৰদ এই ভুল সনৎকুমাৰে বুজিলে। সেইগুণে তেওঁ নিজে উপযাচি কলে —

"শুনা নাৰদ, এই প্ৰাণ শক্তিক তুমি সৰ্ব্বশ্ৰেষ্ঠ সৰ্ব্বব্যাপক পদাৰ্থ বুলি নেভাবিবা। এই প্ৰাণশক্তি জগতৰ ভিতৰত হে সীমাবদ্ধ। জগতৰ ভিতৰত হে ইয়াৰ কাৰ্য্য। এই জগৎ, আৰু আকাশাদি জগতৰ সমস্ত পদাৰ্থ, সীমাবদ্ধ পদাৰ্থ। এইবিলাক সৃষ্ট পদাৰ্থ। সৃষ্ট হলেই, [সৎকাৰ্য্যবাদৰ যুক্তি মতে] সীমাবদ্ধ ; অসীম বা অনন্ত হব নোৱাৰে। জগতৰ ওপৰতো কিবা আছে। সেই তাত, জগতৰ ওপৰত, প্ৰাণ শক্তিৰ অভিব্যক্তি নাই। প্ৰাণক জানিলেই মানুহ প্ৰকৃত 'অতিবাদী' নহয়। সীমাবদ্ধ জগতৰ ওপৰত,—প্ৰাণশক্তিৰ ওপৰত—যি আছে, তাক জানিলেহে মানুহ "অতিবাদী" হয়। কিন্তু সেই সত্বস্তুটিৰ বিষয়ে, মানুহে বাক্যেৰে কোনো কথা প্ৰকাশ কৰিব নোৱাৰে। কাৰণ, জগতৰ বাহিৰে অৱস্থিত সেই মহাদেশত (যদি তাক মহাদেশ বুলিব পাৰি) দিক্ আৰু কাল (time & space) নাই। দিক্ নহলেকোনো স্থান-বাচক বা সংখ্যা-বাচক বা ভেদ-বাচক শব্দৰ ব্যৱহাৰ হব নোৱাৰে। দিক্ নহলে বস্তুৰ অস্তিত্বও নাই। দিগ্ব্যাপ্তি নাইকিয়া বস্তুৰ কল্পনা মানুহে কৰিব নোৱাৰে। সেই অজ্ঞাত দেশত তেন্তে "এক"-ৰ বাহিৰে "দুই" এটা নাই। তাত 'তল-ওপৰ', "তুমি-মই" ইত্যাদি ভেদ-বাচক শব্দৰ অৰ্থ নাই।

তাত কালৰ ভূত-ভবিষ্যৎ বিভাগ নাই। শক্তিৰ ক্ৰিয়া নাই ; তাত "আগ-পিচ" "আজি-কাইলৈ" এনেবোৰ [illegible]

শব্দৰ অৰ্থ নাই। এনে অব্যক্তৰ বিষয়ে মানুহে কোনো বাক্য প্ৰয়োগ কৰিব নোৱাৰে। তাত সকলো বাক্য নিৰৰ্থক— "যতো বাচো নিবৰ্ত্তন্তে"। [এই বিষয়ে আৰু যুক্তিৰে বাবে আমাৰ গীতা পৃষ্ঠা চাওক]

আমি এইমাত্ৰ কব পাৰোঁ যে সেই অব্যক্ত একমাত্ৰ বস্তুটি অসীম, অনন্ত, অনাদি, সদায় এক আৰু অখণ্ড জ্ঞান। ইয়াৰ বাহিৰে আৰু একো বাক্যেৰে প্ৰকাশ নহয়।"

"হে নাৰদ, এই অখণ্ড জ্ঞানেই তোমাৰ আত্মা।

এই আত্মাৰ পৰাই এফালে—প্ৰাণ-আশা-স্মৃতি-আকাশ-তেজঃ-অপ্-অন্নৰ উৎপত্তি। এই সকলোটি ক্ৰমান্বয়ে এটি ইটিৰ কাৰণ—এটি ইটিতকৈ ব্যাপক।

এই আত্মাৰ পৰাই আকৌ ইফালে (অন্তৰ্জ্জগতত)—প্ৰাণ-বল-বিজ্ঞান-ধ্যান-চিত্ত-সংকল্প-মন-বাক্য-নামৰ উৎপত্তি।

এই আত্মা অনন্ত, অসীম সৰ্ব্বব্যাপক পদাৰ্থ—যাক "ভূমা" বোলে। যেতিয়া তুমি এই "ভূমাৰ" ধাৰণা কৰিব পাৰিবা, যেতিয়া নিজৰ আত্মাতে সমস্ত জগৎ দেখিবা, তেতিয়া হে তুমি প্ৰকৃত "অতিবাদী" হবা।

## জনক ৰজাৰ যজ্ঞ

### (বৃহদাৰণ্যক)

জনক ৰজাৰ নাম সকলোৱে শুনিছে। তেওঁ প্ৰজাপালক প্ৰতাপী ৰজা আছিল, অকল সেয়ে নহয়, তেওঁ বিদ্যোৎসাহী বেদজ্ঞ পণ্ডিতো আছিল। প্ৰত্যেক বছৰে তেওঁ বিৰাট সভাৰ উদ্‌যোগ কৰি, ভাৰতৰ সকলো প্ৰদেশৰ বিখ্যাত পণ্ডিত সকলক গোট খুৱাই ব্ৰহ্ম-বিদ্যা আৰু নানা দাৰ্শনিক তত্ত্বৰ আলোচনা কৰিছিল। এইদৰে তেওঁৰ সভাত বহুত দুৰূহ তত্ত্বৰ মীমাংসা হৈছিল আৰু সাধাৰণ মানুহৰ মাজতো তত্ত্বজ্ঞান প্ৰচাৰ হৈছিল।

এবাৰ তেওঁ এটি অশ্বমেধ যজ্ঞৰ অনুষ্ঠান কৰি দেশ-বিদেশৰ পণ্ডিতসকলক নিমন্ত্ৰণ কৰি আনিলে। সকলো পণ্ডিতক একত্ৰে গোটখোৱা দেখি তেওঁৰ জানিবলৈ ঔৎসুক্য হ'ল যে ভাৰতবৰ্ষৰ শ্ৰেষ্ঠ ব্ৰহ্মজ্ঞ কোন। এই উদ্দেশ্যে তেওঁ এক সহস্ৰ সুশ্ৰী গাই-গৰু গোটাই, সিহঁতৰ শিং আৰু খুৰাত সোণ খটাই, পণ্ডিত-মণ্ডলীক কৰপুটে ক'লে—

"মই বৰ আশা কৰি এই গৰুবোৰ আনিছো; আপোনা-সকলৰ ভিতৰত সৰ্ব্বশ্ৰেষ্ঠ ব্ৰহ্মবিৎ জনে অনুগ্ৰহ কৰি গ্ৰহণ কৰিলে মই কৃতাৰ্থ হওঁ।"

তেওঁৰ কথা শুনি পণ্ডিত-মণ্ডলী নীৰৱ হ'ল। সেই মহা-সভাত কোনেও নিজক সৰ্ব্বশ্ৰেষ্ঠ ব্ৰহ্মজ্ঞ বুলি প্ৰকাশ কৰিবলৈ সাহ নকৰিলে।

হঠাৎ যাজ্ঞবল্ক্য ঋষি উঠি তেওঁৰ ব্ৰহ্মচাৰী শিষ্যক কলে, "সামশ্ৰব, তুমি সৌ গৰুবোৰ আমাৰ আশ্ৰমলৈ লৈ যোৱাঁ।" ব্ৰহ্মচাৰী শিষ্যই গৰু লৈ গ'ল। তেতিয়া সভাৰ নিস্তব্ধতা ভাগিল, পণ্ডিতসকলে কোৱা-মেলা কৰিবলৈ ধৰিলে, কেনেকৈ যাজ্ঞবল্ক্য সৰ্ব্বশ্ৰেষ্ঠ ব্ৰহ্মবিদ্ হব পাৰে। ঠিক হ'ল যে যাজ্ঞবল্ক্য ব্ৰহ্মজ্ঞ নহয়, দাম্ভিক হে।

জনক ৰজাৰ পুৰোহিত অশ্বলে বোধকৰোঁ ভাবিছিল যে ৰজাৰ গৰুবোৰ তেওঁৰ হে প্ৰাপ্য আছিল। সেইগুণেই তেওঁ অলপ খঙেৰে যাজ্ঞবল্ক্যক কলে—

"যাজ্ঞবল্ক্য, আমাৰ ভিতৰত তুমিয়েই সৰ্ব্বশ্ৰেষ্ঠ ব্ৰহ্মজ্ঞ নে কি? কেনেকৈ তোমাৰ এনে সাহ হ'ল?"

যাজ্ঞবল্ক্যই উত্তৰ দিলে, " ব্ৰহ্মজ্ঞক আমি নমস্কাৰ কৰোঁ। আমি হৈছোঁ গো-কামী ব্ৰাহ্মণ; আমাৰ গৰুৰ আৱশ্যক আছে গুণে ৰজাৰ দান গ্ৰহণ কৰিলোঁ।"

অশ্বলে আকৌ কলে, "বাৰু, পাৰা যদি মোৰ প্ৰশ্নৰ উত্তৰ দিয়াঁ; তেতিয়া বুজা যাব তুমি কেনে ব্ৰহ্মজ্ঞ।

তুমি জানা যদি কোৱাচোন, সৌ যে পুৰোহিতসকলে যজ্ঞ কৰিছে, কেনেকৈ কৰিলে তেওঁবিলাকে মৃত্যুৰ হাতৰপৰা উদ্ধাৰ হব পাৰিব?" (অৰ্থাৎ পুনৰ্জন্ম নহব)।

যাজ্ঞবল্ক্যই উত্তৰ দিলে, "শুনা অশ্বল, কৰ্মী আৰু জ্ঞানী— দুই শ্ৰেণীৰ সাধক। ইহলোকত অৰ্থ-কামনা বা পৰলোকত

স্বৰ্গ কামনা কৰি যি সকলে যজ্ঞাদি অনুষ্ঠান কৰে, তেওঁবিলাকৰ পিতৃ-যান পথে স্বৰ্গলৈ গতি হয়। স্বৰ্গ ভোগৰ অন্তত আকৌ পৃথিবীত জন্মগ্ৰহণ কৰে। তেওঁবিলাক নিকৃষ্ট সাধক।

উত্তম সাধকে যজ্ঞত ব্ৰহ্ম দৰ্শন কৰিবলৈ অভ্যাস কৰে। আধিদৈবিক সূৰ্য্য, অগ্নি, বায়ু আদি শক্তিয়েই অধিভূত বাক্য আৰু অন্য সকলো বাহ্য বস্তুৰ আকাৰে অভিব্যক্ত হৈছে। ইন্দ্ৰিয়াদি আধ্যাত্মিক শক্তিও সেই একে আধিদৈবিক শক্তিৰ ৰূপান্তৰ মাত্ৰ। এইদৰে বুজি যি সাধকে জানে যে যজ্ঞৰ সকলো মন্ত্ৰ, সকলো দ্ৰব্য, সেই একে ব্ৰহ্মশক্তিৰ বিকাশ মাত্ৰ, তেওঁবিলাকৰ সৰ্ব্ব পদাৰ্থত ব্ৰহ্মাত্ম-জ্ঞান লাভ হয়। মৃত্যুৰ পাছত, তেওঁবিলাকৰ দেৱ-যান পথে ব্ৰহ্ম-লোকলৈ গতি হয়। এনে সাধকসবৰ কৰ্ম্মবন্ধন নাই। তেওঁবিলাকে মৃত্যুক অতিক্ৰম কৰে। পুনৰ্জন্ম নহয়।

উত্তৰ শুনি অশ্বল সন্তুষ্ট হ'ল আৰু কলে—

"বাৰু বুজিলো, যাজ্ঞবল্ক্য, মোৰ আৰু এটা প্ৰশ্নৰ উত্তৰ দিয়া। সৌ যাজ্ঞিকসকলে যজ্ঞ কৰিছে। অহোৰাত্ৰ্যাত্মক আৰু তিথ্যাত্মক কাল নিৰ্দ্দিষ্ট কৰি লৈ যজ্ঞ কৰিছে। তেওঁবিলাকে কি উপায়েৰে কালৰ প্ৰভাৱ অতিক্ৰম কৰিব পাৰে?"

যাজ্ঞবল্ক্যই উত্তৰ দিলে, "এওঁবিলাকে চকুৰে ৰাত্ৰিমান আৰু দিনমান নিৰ্ণয় কৰি যজ্ঞত বহে। এইদৰে নিৰ্ণয় কৰা কাল খণ্ড-কাল। ই অক্ষয় অখণ্ড-কাল নহয়। কালত ব্ৰহ্ম দৰ্শন কৰিব পাৰিলে হে কালৰ বন্ধন ছিন্ন হয়। তেতিয়া কালৰ ভূত-ভবিষ্যৎ পাৰ্থক্য নেথাকে। এই অক্ষয় কাল যে প্ৰাণ শক্তিৰ অভিব্যক্তি— এনে জ্ঞান হলে হে কালত ব্ৰহ্মদৰ্শন হয়। তেতিয়া হে মুক্তি। নহলে, সদায় মৃত্যু-পথত অহা-যোৱা কৰি থাকিব লাগে— অৰ্থাৎ যজ্ঞৰ ফলত স্বৰ্গভোগ, ভোগৰ অন্তত পুনঃ পৃথিবীত জন্ম— এইদৰে অহা-যোৱা কৰি থাকিব লাগে।

[ইয়াত যাজ্ঞবল্ক্যই কালৰ তত্ত্বটি সংক্ষেপে বুজালে। কালৰ ভাব আমাৰ মনলৈ দুই ৰকমে আহে। প্ৰথমতঃ অক্ষয় কাল বা অখণ্ড কাল। —এই কাল প্ৰকৃততে আমাৰ আত্ম-বোধ মাত্ৰ। ইয়াৰ আদি নাই, অন্ত নাই, ভূত-ভবিষ্যৎ ভেদ নাই। সংখ্যা বা গণনা নাই; একো নাই। এই অক্ষয় কালৰ জ্ঞান আমাৰ আছে। অন্যান্য খণ্ড-জ্ঞানৰ (বা ভাবৰ) দৰে এই জ্ঞান আমি কোনো ইন্দ্ৰিয় যোগে পাব নেলাগে—ই অপৰোক্ষ জ্ঞান; ভিতৰৰ পৰা ওলায়। বহিৰ্জ্জগতৰ লগত ইয়াৰ কোনো সম্পৰ্ক নাই। বহিৰ্জ্জগতৰ সকলো বস্তু ধ্বংস হৈ গলেও এই অক্ষয় কাল-জ্ঞান আমাৰ থাকি যাব। গীতাই কৈছে যে এই অক্ষয় কালেই স্বয়ং ভগৱান (অহমেবাক্ষয়ঃ কালঃ)। ওপৰত যাজ্ঞবল্ক্যই কলে যে এই অক্ষয় কালেই 'প্ৰাণশক্তি'ৰ অভিব্যক্তি। —ই আচলতে আমাৰ নিজৰ অস্তিত্বৰ জ্ঞান।

দ্বিতীয়তঃ কালৰ ভাব আমাৰ মনলৈ বহিৰ্জ্জগতৰ পৰা ইন্দ্ৰিয় যোগে আহে, যেনে যজ্ঞৰ অহোৰাত্ৰ্যাত্মক বা তিথ্যাত্মক কাল। বহিৰ্জ্জগতৰ ক্ৰিয়া বা আমাৰ ইন্দ্ৰিয়ৰ বা মনৰ ক্ৰিয়া নহলে এই কাল নাই। ই খণ্ড-কাল। ইয়াকে আমি কাল বোলোঁ আৰু ঘণ্টা মিনিটেৰে জোখোঁ। এই খণ্ড-কাল আচলতে বহিৰ্জ্জগতৰ ঘটনাৰ বা ইন্দ্ৰিয়াদিৰ ক্ৰিয়াৰ পাৰম্পৰ্য্যৰ জ্ঞান (idea of Successiveness)। বহিৰ্জ্জগতৰ ঘটনা বা ইন্দ্ৰিয়াদিৰ কোনো ক্ৰিয়া বা পৰিণাম নহলে এই খণ্ড-কাল নাই। তেতিয়া ই আমাৰ অক্ষয় কাল-জ্ঞানত লোপ পায। বহিৰ্জ্জগতৰ বা মনৰ ক্ৰিয়াৰ পাৰম্পৰ্য্যৰ জ্ঞান বাবেই, এই খণ্ড-কালৰ ভূত ভবিষ্যৎ বিভাগ আছে— যি বিভাগ অক্ষয় কালত নাই। বহিৰ্জ্জগতত শক্তিৰ বা ভাবৰ ক্ৰিয়া নহলে, এই খণ্ড-কালৰ উৎপত্তি হব নোৱাৰে বাবে, ই আচলতে একো বাস্তৱ পদাৰ্থ হব নোৱাৰে। নিজ স্বত্ব মতে ইয়াৰ কোনো অস্তিত্ব নাই। বাহ্য বস্তুৰ অস্তিত্ব আছে গুণেহে ইয়াৰো আছে। সেই গুণে পাতঞ্জলে কয় যে এই খণ্ড-কালৰ স্বাধীন সত্তা নাই। ই বস্তু-শূন্য বুদ্ধি-নিৰ্ম্মাণ পদাৰ্থ; অজ্ঞান জনে ইয়াৰ অস্তিত্ব আছে বুলি ভাবে; যথা—

> স খল্বয়ং কালঃ বস্তুশূন্যঃ বুদ্ধি নিৰ্ম্মাণঃ
> শব্দজ্ঞানানুপাতী,
> লৌকিকানাং ব্যুত্থিত দৰ্শনানাং
> বস্তু স্বৰূপ ইব অবভাসতে।

অখণ্ড-কাল যেন এখন নৈ। অনবচ্ছিন্ন ভাবে পৰ্ব্বতৰ পৰা সাগৰলৈ বৈ গৈছে। এতিয়া, ইয়াৰ উজনি-ভাটী কেনেকৈ ঠিক কৰিব? নৈ খনৰ প্ৰত্যেক বিন্দুত, এফালে উজনি, এফালে ভাটী নৈ-পাৰৰ এটা বহিঃবিন্দু আগধৰি ঠিক কৰি নললে "উজনি-ভাটীৰ" একো অৰ্থ নাই। ঠিক সেই দৰেই বহিৰ্জ্জগতৰ এটা ঘটনা অবলম্বন কৰি হে আমি কালৰ ভূত-ভবিষ্যৎ নিৰ্ণয় কৰিব পাৰোঁ। অখণ্ড কালৰ নিজৰ একো ভূৎ-ভবিষ্যৎ নাই। আমি ভূত-ভবিষ্যৎ-বৰ্ত্তমান বিভাগ কৰি যি খণ্ড কাল নিৰ্ণয় কৰি লওঁ, সেইটো আচলতে 'কাল' নহয়— সি বহিৰ্জ্জগতৰ বা মনৰ ক্ৰিয়াৰ পাৰম্পৰ্য্যৰ জ্ঞান।

এই ক্ৰিয়াৰ পাৰম্পৰ্য্যই আমাৰ ভূত-ভবিষ্যৎ-বৰ্ত্তমান বিভাগ-যুক্ত কাল (অহোৰাত্ৰ্যাত্মক কাল বা astronomical time)। বহিৰ্জ্জগৎ বা অন্তৰ্জ্জগতত একো ক্ৰিয়া নহ'লেই এই কাল নাই। ওপৰৰ নৈ-পাৰৰ বহিঃবিন্দুটি যেনেকৈ নৈ নহয়, খণ্ড-কালো সেই দৰেই আচল "কাল" নহয়।

ওপৰত যাজ্ঞবল্ক্যই এতিয়া সেই কথাকে কলে যে অহোৰাত্ৰ্যাত্মক খণ্ড খণ্ড কাল অবাস্তব পদাৰ্থ আৰু অক্ষয় কাল স্বয়ং ব্ৰহ্মৰ শক্তি— এই তত্ত্ব যি বুজে সি ব্ৰহ্মবিৎ। গীতাই তেওঁক "অহোৰাত্ৰ-বিৎ" বুলিছে। কথা একে। (গীতা ৮/১৭ চাওক)। আধুনিক পাশ্চাত্য বিজ্ঞানেও এইবোৰ কথা **ঠিক এইদৰেই বুজাইছে। কিন্তু বিজ্ঞানে অঙ্ক কৰি দেখুৱাইছে গুণে বিজ্ঞান বুজিবলৈ সহজ। সাংখ্যই আৰু পাতঞ্জলে যুক্তিৰে দেখুৱাইছে গুণে বুজিবলৈ টান। তলত গাৰ্গীৰ প্ৰশ্নৰ উত্তৰত এই খণ্ড কালৰ কথা যাজ্ঞবল্ক্যই আকৌ কব।**]

যাজ্ঞবল্ক্যৰ উত্তৰ শুনি অশ্বলে আকৌ কলে— "বাৰু তোমাৰ কথা বুজিলোঁ। কিন্তু মোৰ আৰু এটা প্ৰশ্ন আছে। এই যে সৌ যাজ্ঞিসকলে নানা স্তোত্ৰ পাঠ কৰিছে, নানা মন্ত্ৰ উচ্চাৰণ কৰিছে, তাৰ দ্বাৰা তেওঁলোকৰ কি লাভ হব? তাৰ দ্বাৰা কোন লোকলৈ গতি হব?"

যাজ্ঞবল্ক্যই উত্তৰ দিলে—

"শুনা অশ্বল, মন্ত্ৰ আৰু স্তোত্ৰ উচ্চাৰণ কৰিবলৈ, মন আৰু বাক্য উভয়ৰ সাহায্য নহলে নহয়। এই উভয়েই প্ৰাণশক্তিৰ অভিব্যক্তি। মন আৰু প্ৰাণ অধ্যাত্ম শক্তি। বাক্য অধিভূত শক্তি। এইবিলাক সকলোটি আকৌ পৰব্ৰহ্মৰ আধিদৈবিক শক্তিৰ অন্তৰ্গত। জগতৰ এই মূল তত্ত্বটি বুজি— যি দেখিছোঁ, শুনিছোঁ বা কৈছোঁ, সকলো যে ব্ৰহ্মৰ শক্তি— এই মূল তত্ত্বটি বুজি যদি এওঁবিলাকে মন্ত্ৰ আৰু স্তোত্ৰ উচ্চাৰণ কৰিছে, তেন্তে এওঁবিলাকৰ নিশ্চয় উৎকৃষ্ট লোকলৈ গতি হব।"

এইবাৰ, উত্তৰ শুনি অশ্বল নিৰস্ত হ'ল। তেতিয়া আৰ্ত্তভাগ নামে এজন পণ্ডিত উঠি যাজ্ঞবল্ক্যক প্ৰশ্ন কৰিলে—

"যাজ্ঞবল্ক্য, এই সংসাৰত গ্ৰহ কেইটি? আৰু সিইঁতৰ অতিগ্ৰহ বা কেইটি?"

যাজ্ঞবল্ক্যই উত্তৰ দিলে—

"তুমি জানা আৰ্ত্তভাগ, যে এই জগতত ব্ৰহ্মৰ শক্তিৰ বাহিৰে আৰু একো নাই। ব্ৰহ্মৰ শক্তি তিনি ভাগে বিভক্ত হৈ এই জগৎখন হৈছে— আধিদৈব, আধিভৌতিক আৰু আধ্যাত্মিক। এই আটাইবিলাক শক্তি— বা শক্তিৰ স্পন্দন মাত্ৰ। ইয়াত ৰূপ-ৰস-গন্ধ-স্পৰ্শ-শব্দাদি, একো নাই। ৰূপ ৰসাদি বস্তুত লাগি থকা নাই। বাহ্য বস্তুত অধিভূত ব্ৰহ্মৰ শক্তিৰ বাহিৰে আৰু একো নাই। আকৌ মন বা ইন্দ্ৰিয় বা অন্তঃকৰণ —সিও আধ্যাত্মিক ব্ৰহ্মশক্তি মাত্ৰ। তাতো ৰূপ, ৰস, গন্ধ, স্পৰ্শাদি লাগি থকা নাই। তেন্তে এই ৰূপ, ৰসাদি পঞ্চ বিষয় ক'ৰ পৰা আহিল? কেনেকৈ ইবিলাকৰ উৎপত্তি হ'ল? কথাটো দৃষ্টান্ত দি বুজাবলৈ উপনিষদে ব্ৰহ্মৰ অধ্যাত্ম শক্তিক, অৰ্থাৎ ইন্দ্ৰিয় আৰু মনক, গ্ৰহ বুলিছে আৰু অধিভূত শক্তিক অৰ্থাৎ বাহ্য বস্তুবিলাকক, অতিগ্ৰহ বুলিছে। অতিগ্ৰহৰ দ্বাৰা গ্ৰহবোৰ গৃহীত নহলে; সংসাৰ নহয়। ভোগ্য বিষয়ৰ উৎপত্তি নহয়। যেনে ঘ্ৰাণেন্দ্ৰিয় এটা গ্ৰহ— ই অধ্যাত্মিক শক্তি মাত্ৰ। ইয়াৰ একো গোন্ধ নাই। ফুল এটা অতিগ্ৰহ—অধিভূত শক্তি। ইয়ো শুদা শক্তি মাত্ৰ। তাতো গোন্ধ এটা লাগি থকা নাই।

কিন্তু ঘ্ৰাণেন্দ্ৰিয় গ্ৰহ যেতিয়া তাৰ অতিগ্ৰহৰ (ফুলৰ) দ্বাৰা গৃহীত হয়, আয়ত্তীকৃত হয়, তেতিয়া 'গন্ধ' বুলি এটা ভোগ্য বিষয়ৰ উৎপত্তি হয়।

আধ্যাত্মিক বাগিন্দ্ৰিয় এটা গ্ৰহ, অধিভূত বাক্ তাৰ অতিগ্ৰহ। এইদৰেই এই গ্ৰহ আৰু অতিগ্ৰহৰ সংযোগেই সংসাৰ। আমি বস্তুত ৰূপ, ৰসাদি লাগি আছে বুলি ভাবোঁ আৰু এইদৰে ভবা বাবেই আমি সেই সেই বস্তুত আসক্ত হওঁ। আমি সেই সেই বস্তু পাবলৈ বা ৰক্ষা কৰিবলৈ মত্ত হওঁ। আমি ঈশ্বৰ কামনাৰ পৰিবৰ্ত্তে বিষয় কামনা কৰোঁ— এয়ে আমাৰ অবিদ্যা। আমি যি কৰো ঈশ্বৰাৰ্থে নকৰি, ৰাগ, দ্বেষ আদি অন্তঃকৰণস্থ ভাবৰ দ্বাৰা পৰিচালিত হৈ হে কৰোঁ। এই দৰে আমি বিষয়ত লিপ্ত হওঁ। কিন্তু আমি যদি উপলব্ধি কৰিলোঁহেঁতেন যে ৰূপ, ৰসাদি বাহিৰতো নাই আৰু অন্তৰতো নাই— ইন্দ্ৰিয় আৰু বাহ্য বস্তুৰ সংযোগত এইবিলাকৰ উৎপত্তি হয়, বিনাশ হয়, তেতিয়া হ'লে আমি বিষয়ত ইমান মত্ত নহলোঁ হেঁতেন। আমি বুজিলোঁ হেঁতেন যে বিষয় ক্ষণ জন্মা অবাস্তৱ ভাব পদাৰ্থ মাত্ৰ। সেই গুণে আমাৰ ইন্দ্ৰিয়াদি আধ্যাত্মিক শক্তিয়েই আমাৰ পক্ষে "গ্ৰহ" আৰু ইবিলাকৰ নিজ নিজ বিষয়ীভূত অধিভূত পদাৰ্থবোৰেই "অতিগ্ৰহ"। এইদৰেই ৮টি গ্ৰহ আৰু তাৰ প্ৰত্যেকৰ এটি এটি অতিগ্ৰহ— যথা

| গ্ৰহ | অতিগ্ৰহ |
|---|---|
| ১। বাগিন্দ্ৰিয় | বাক্ |
| ২। জিহ্বা | ৰস |
| ৩। চক্ষু | ৰূপ (form বা colour) |

| | | |
|---|---|---|
| ৪। | শ্ৰোত্ৰ | শব্দ |
| ৫। | মন | কামনা |
| ৬। | দুই হস্ত | কৰ্ম্ম, ক্ৰিয়া |
| ৭। | ত্বক্ | স্পৰ্শ। |

[এই মনস্তত্বটি— অৰ্থাৎ ৰূপ, ৰসাদি যে বস্তুত লাগি থকা নাই—ইবিলাক যে মনোভাব স্বৰূপ, আৰু শক্তিৰ ক্ৰিয়াৰ দ্বাৰা মনত উৎপন্ন—এই তত্বটি আজি-কালি Quantum Theoryৰ এটা স্বতঃসিদ্ধ]

উত্তৰ শুনি আৰ্ত্তভাগ সন্তুষ্ট হ'ল, আৰু কলে ঃ—

"যাজ্ঞবল্ক্য, বুজিলোঁ যে আমাৰ ইন্দ্ৰিয়বোৰেই আমাৰ গ্ৰহ। ইবিলাকেই আমাক পুনঃ-পুনঃ মৃত্যু মুখলৈ টানি আনে—সংসাৰত আসক্ত কৰায়। কিন্তু হে যাজ্ঞবল্ক্য, এই মৃত্যুৰো মৃত্যু নাই নে?"

যাজ্ঞবল্ক্যাই উত্তৰ দিলে—

"মই কলোঁ যে বিষযত— অনিত্য অবাস্তব বিষয়ত আত্মাভিমান নকৰি যদি বিষয আৰু ইন্দ্ৰিযক ওপৰত কোৰাৰ দৰে, ব্ৰহ্ম-শক্তিৰ বিকাশ বুলি, উপলব্ধি কৰিব পাৰোঁ, তেনে হলেই আমাৰ মুক্তি—মৃত্যুৰ মৃত্যু।

[পাঠকসকলে মন কৰিব যে উপনিষদে কৰ্ম্ম ত্যাগ কৰিবলৈ উপদেশ দিয়া নাই। সকলো কৰ্ম্মত, সৰ্ব্ব পদাৰ্থত, ব্ৰহ্ম দৰ্শন কৰিবলৈ হে উপদেশ দিছে।]

আৰ্ত্তভাগে আকৌ প্ৰশ্ন কৰিলে—

"জগতৰ সকলো পদাৰ্থতে যি ব্ৰহ্ম দৰ্শন অভ্যাস কৰে, তেওঁৰ মৃত্যুৰ পাছত, তেওঁৰ বাগাদি গ্ৰহবোৰ কলৈ যায়? তেওঁৰ ইন্দ্ৰিয় আৰু মনৰ কি হয়?"

যাজ্ঞবল্ক্যাই উত্তৰ দিলে—

"মানুহৰ জীবিতাৱস্থাত সূৰ্য্য, অগ্নি আদি আধিদৈবিক শক্তিয়ে, চক্ষু, বাক্ আদি অধ্যাত্ম শক্তিৰ সহায় কৰে—নহলে, বিষয় জ্ঞান হব নোৱাৰে। নহলে মানুহৰ ভোগ নহয়।

কিন্তু মৃত্যুৰ সময়ত সকলো ইন্দ্ৰিয় গৈ প্ৰাণত বিলীন হয়। প্ৰাণ আত্মাত বিলীন হয়। অভেদ বুদ্ধি জন্মি অবিদ্যাশ্ৰিত সংস্কাৰৰ ধ্বংস হলে ইন্দ্ৰিয়বোৰৰ পুনৰুত্থান নহয়। কিন্তু যি সাধকৰ সংস্কাৰ ধ্বংস হোৱা নাছিল, তেওঁৰ ইন্দ্ৰিয়াদি পুনঃ প্ৰবুদ্ধ হয়—অৰ্থাৎ তেওঁৰ পুনৰ্জ্জন্ম হয়।"

আৰ্ত্তভাগে কথাটো ভালকৈ নুবুজিলে; সেই গুণে আকৌ প্ৰশ্ন কৰিলে—

"অজ্ঞানী মানুহৰ মৃত্যুৰ পাছত, ইন্দ্ৰিয় আৰু দেহৰ কিয় পুনৰুৎপত্তি" অৰ্থাৎ "জীৱৰ কিয় পুনৰ্জন্ম হয়?"

যাজ্ঞবল্ক্যাই কলে— "হে আৰ্ত্তভাগ, এই অতি গুৰুত্বৰ প্ৰশ্নৰ উত্তৰ, এনে জন-পূৰ্ণ সভাস্থলত দিব নোৱাৰি; আহাঁ, সৌ তাত বহি আলোচনা কৰোঁ।" এই বুলি তেওঁ হাতত ধৰি আৰ্ত্তভাগক লৈ গৈ এঠাইত নিৰলে বহি "কৰ্ম্ম-তত্ত্ব" বুজালে।

[জীৱই বিষয়-বাসনা দ্বাৰা পৰিচালিত হৈ সংসাৰত কৰ্ম্ম কৰে, চিন্তা কৰে, ভোগ কৰে—সংসাৰত লিপ্ত হয়। এই সকলো কৰ্ম্ম আৰু চিন্তাৰ ছাপ অন্তঃকৰণত ৰৈ যায়। এই ছাপটোকে উপনিষদে "কৰ্ম্ম সংস্কাৰ" বোলে আৰু সাংখ্য দৰ্শনে শুদা "সংস্কাৰ" বা "বুদ্ধিৰ ৰূপ" বোলে। ইয়াক "কৰ্ম্ম-বীজো" বোলে, কাৰণ জীৱৰ ভবিষ্যৎ সকলো কৰ্ম্মৰই হে মূল।

জন্ম-জন্মান্তৰৰ পৰা এইদৰে সংস্কাৰ সঞ্চিত আৰু বৰ্দ্ধিত হৈ আহিছে। ই অনবচ্ছিন্ন ভাবে পৰিণামী। আমাৰ প্ৰত্যেক কৰ্ম্ম, প্ৰত্যেক চিন্তাই এই সংস্কাৰৰ পৰিবৰ্ত্তন ঘটাইছে। ইয়েই আমাক কাম কৰায় আৰু আমি নিজে কৰো বুলি ভাবোঁ। ভাল সংস্কাৰৰ মানুহে ভাল কাম কৰে; বেয়া সংস্কাৰৰ মানুহে বেয়া কাম কৰে। আমি কওঁ, ভাল সংস্কাৰৰ মানুহৰ ভাল স্বভাৱ, বেয়া সংস্কাৰৰ মানুহৰ বেয়া স্বভাৱ। ইফালে আকৌ ভাল কাম বা ভাল চিন্তা কৰিলে সংস্কাৰৰ উৎকৰ্ষ সাধন হয়; বেয়া কাম বা বেয়া চিন্তাৰ দ্বাৰা সংস্কাৰৰ অবনতি হয়। কৰ্ম্ম আৰু সংস্কাৰে এইদৰে পৰস্পৰৰ ওপৰত কাৰ্য্য কৰে। ইয়াকে আমি "কৰ্ম্মফল" বোলোঁ। শক্তিৰ যেনেকৈ বিনাশ নাই, সেইদৰে কৰ্ম্মফলৰো বিনাশ নাই। এটা পুখুৰীৰ মাজলৈ সৰু এডোখৰ শিল দলিয়ালে, সেই ঠাইত প্ৰথমতে সৰু এটা বৃত্তাকাৰ ঢৌ হয়, সেয়ে ক্ৰমান্বয়ে বহল হৈ গোটেই পুখুৰীটো বিয়পি যায়। সেইদৰেই যেই সেই কৰ্ম্ম কৰিলেই তাৰ ফল গোটেই জগতত বিয়পি পৰে আৰু তাৰ অন্ত নহয়। যেনে দশৰথ ৰজাৰ খহু এটা হ'ল, তাৰ ফলত, বহুত দিনৰ পাছত, আৰু বহুত দূৰ-দেশত, ৰাৱণ সবংশে নিধন হ'ল। এই খহুটো নোহোৱা হলে ৰামায়ণ আন ৰকমে লিখিব লাগিলহেঁতেন। জগতৰ সকলো কৰ্ম্ম, সকলো ঘটনা এনেভাবে সংযুক্ত যে ইয়াত প্ৰত্যেক ক্ষুদ্ৰ কাৰ্য্যই, জগতৰ গতিৰ অলপ নহয় অলপ পৰিবৰ্ত্তন ঘটায় আৰু সেই পৰিবৰ্ত্তনৰ ফল অনন্ত কাললৈকে চলি থাকে। কৰ্ম্মৰ এনে ফলত কৰ্ম্মকৰ্ত্তা জনৰ একো হাত নাই— তেওঁ এবাৰ যি কৰিলে সি আৰু নকৰা হব নোৱাৰে।

এয়ে বহিৰ্জ্জগতত কৰ্ম্মৰ ফল। কিন্তু এই ফলৰ বাহিৰেও কৰ্ম্মৰ আৰু এবিধ ফল আছে। এই ফল অন্তৰ্জ্জগতত অৰ্থাৎ কৰ্ম্ম-কৰ্ত্তা জনৰ মনত হয়। এই ফলৰো বিনাশ নাই।

প্ৰত্যেক ক্ষুদ্ৰ কৰ্ম্ম, ক্ষুদ্ৰ চিন্তাই কৰ্ত্তা জনৰ বুদ্ধিস্থ সংস্কাৰৰ অলপ নহয় অলপ পৰিবৰ্ত্তন ঘটায়। এই পৰিবৰ্ত্তনৰ ফলো অনন্ত কাল চলি থাকে।

এই পৰিবৰ্ত্তনেই সেই কৰ্ত্তা জনৰ পক্ষে সেই কৰ্ম্মৰ ফল,ই ব্যক্তিগত ফল। এই দুই ৰকমৰ কৰ্ম্মফলৰ বাহিৰে আৰু কোনো কৰ্ম্মফল নাই।

এজন মানুহৰ যদি 'সংস্কাৰ'টি একেবাৰে নিৰোধ হৈছে (অৰ্থাৎ গীতাৰ কথাৰে, গুণাতীত হৈছে) তেন্তে তেওঁৰ পক্ষে ব্যক্তিগত কৰ্ম্মফল নাই। অৰ্থাৎ তেওঁৰ পক্ষে পাপ-পুণ্য বিধি-নিষেধ একো নাই। কিন্তু সাধাৰণ মানুহে সংস্কাৰ নিৰোধ নহয় মানে শুভা-শুভ কৰ্ম্মৰ বা চিন্তাৰ ফল ভোগ কৰি থাকিব। এই সংস্কাৰ ধ্বংস নহয় মানে (অৰ্থাৎ উপনিষদৰ ভাষাৰে, কৰ্ম্ম-বীজ দগ্ধ নহয় মানে) জীৱই ঘূৰি ঘূৰি সংসাৰলৈ আহি থাকিব লাগিব।

বৌদ্ধ দৰ্শনে কয় যে আচলতে এই সংস্কাৰৰ হে পুনৰ্জ্জন্ম বা মোক্ষ হয়। সাংখ্য দৰ্শনেও কয় যে এই সংস্কাৰেই জীৱক ভাল বেয়া যোনিত জন্ম গ্ৰহণ কৰায়। (আমাৰ গীতাৰ সাংখ্যদৰ্শন আৰু বেদান্ত দৰ্শন চাওক)।

[যাজ্ঞবল্ক্যাই এতিয়া এই তত্ত্বটি আৰ্ত্তভাগক বুজাই দিলে]

যাজ্ঞবল্ক্যৰ উত্তৰ শুনি আৰ্ত্তভাগ সন্তুষ্ট হৈ নিজৰ আসনত বহিল। তেতিয়া ভুজ্যু নামে এজন পণ্ডিতে যাজ্ঞবল্ক্যক প্ৰশ্ন কৰিলে। যাজ্ঞবল্ক্যাই উত্তৰ দিলে। ভুজ্যু বহিল। ইয়াৰ পাছত, চক্ৰৰ পুত্ৰ চাক্ৰায়ণ উষস্তি ঋষি উঠি প্ৰশ্ন কৰিলে—

"যাজ্ঞবল্ক্য, যিজন সাক্ষাৎ চৈতন্যাত্মক ব্ৰহ্ম, যিজন সৰ্ব্বদেহৰ অভ্যন্তৰস্থ 'সৰ্ব্বান্তৰাত্মা' সেই জনৰ স্বৰূপ মোক বুজাব পাৰা নে?"

যাজ্ঞবল্ক্যাই উত্তৰ দিলে, "জানা, চাক্ৰায়ণ, এই স্থূল দেহৰ অন্তৰত এটি ইন্দ্ৰিয়-শক্তি-যুক্ত সূক্ষ্ম দেহ আছে।"

[বুদ্ধি, মন, দহ ইন্দ্ৰিয় আৰু পঞ্চ-মহাভূতৰ পঞ্চ সূক্ষ্ম শক্তি (অৰ্থাৎ সাংখ্যৰ পঞ্চ তন্মাত্ৰ)— এই ১৭টা সূক্ষ্ম দেহৰ অবয়ব। সূক্ষ্ম দেহক বেদান্তই লিঙ্গদেহো বোলে। কিন্তু সাংখ্য দৰ্শনত লিঙ্গদেহ বেলেগ]

"মুখ্য আত্মা এই সূক্ষ্ম দেহৰ অতীত। এই আত্মাৰ দ্বাৰা হে সূক্ষ্ম দেহ পৰিচালিত হয়। আত্ম-চৈতন্য হে ইন্দ্ৰিয়াদিৰ পৰিচালক। তুমি জানা, চাক্ৰায়ণ, যে ইন্দ্ৰিয়াদিৰ শক্তি জড়-শক্তি। চেতনৰ প্ৰেৰণা নহলে জড়-শক্তি ক্ৰিয়াশীল হব নোৱাৰে। এই আত্ম-চৈতন্য হে ব্ৰহ্মৰ মুখ্য স্বৰূপ। কিন্তু, হে চাক্ৰায়ণ, এই স্বৰূপ কথাৰে প্ৰকাশ কৰিব নোৱাৰি। এই আত্মা স্বয়ং জ্ঞাতা— সকলো দৃশ্য বা অনুমেয় পদাৰ্থৰ দ্ৰষ্টা বা জ্ঞাতা স্বৰূপে তেওঁ নিত্যবৰ্ত্তমান। তেওঁ নিজে দৃশ্য বা জ্ঞেয় পদাৰ্থ নহয় যে আমি তেওঁৰ বৰ্ণনা কৰিব পাৰো। এই জ্ঞাতাক যদি আমি সাক্ষাৎ স্বৰূপে বৰ্ণনা কৰিবলৈ চেষ্টা কৰোঁ, বা কথাৰে বুজাবলৈ যাওঁ, তেন্তে তেওঁ জ্ঞাতা গুচি জ্ঞেয় হব।

শুনা, চাক্ৰায়ণ, চকু এটা দ্ৰষ্টা। চকুৰ দৃষ্টিশক্তি অনিত্য। চকুৰ ক্ৰিয়া আচলতে অন্তঃকৰণৰ বৃত্তি বিশেষ। বাহিৰত দৃশ্য বিষয় নেথাকিলে, এই দৃষ্টি শক্তি নাই। চকু সেইবাবে অনিত্য দ্ৰষ্টা। কেতিয়াবা দ্ৰষ্টা, কেতিযাবা দৃশ্য। সেইগুণে চকুৰ বৰ্ণনা আমি কৰিব পাৰোঁ—চকুৰ ক্ৰিযা আমি ভাষাৰে মানুহক বুজাব পাৰো।

কিন্তু আত্মা তেনে অনিত্য দ্ৰষ্টা নহয়। ই নিত্য দ্ৰষ্টা— নিত্য প্ৰকাশ স্বৰূপ। দৃশ্য বিষয নহলেও ই আছে। এই নিত্য চৈতন্য শক্তি, চকুৰ চকু, প্ৰাণৰ প্ৰাণ, বুদ্ধিৰ বুদ্ধি, কাণৰ কাণ— সকলো প্ৰাণ-ক্ৰিয়াৰ, সকলো ইন্দ্ৰিয়-ক্ৰিয়াৰ, সকলো জড় শক্তিৰ আধাৰ। এই নিত্য শক্তিয়েই ব্ৰহ্মৰ স্বৰূপ। ইয়াৰ অধিক মানুহে, মানুহৰ ভাষাৰে, প্ৰকাশ কৰিব নোৱাৰে।

আমি আমাৰ ভাষাৰে জ্ঞেয় বা দৃশ্য বিষয়ৰ হে স্বৰূপ বৰ্ণনা কৰিব পাৰোঁ, জ্ঞাতাৰ বৰ্ণনা কৰিব নোৱাৰো। আমি এই মাত্ৰ কব পাৰোঁ যে তেওঁ শুদ্ধ চৈতন্য, নিত্য জ্ঞাতা আৰু,ভাষাৰ অতীত।"

চাক্ৰায়ণ নীৰব হ'ল। তেতিয়া কহোল নামে এজন ঋষিয়ে প্ৰশ্ন কৰিলে—

"যাজ্ঞবল্ক্য, তোমাৰ কথা শুনি বুজিলোঁ যে, "সৰ্ব্বান্তৰ-আত্মা"-জনৰ কথা ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি। এইটো বুজিলোঁ। কিন্তু মই জানিব খোজো যে এই সৰ্ব্বান্তৰ-আত্মা নাম-ৰূপাদি সংসাৰ ধৰ্ম্মৰ অতীত নে কি।"

যাজ্ঞবল্ক্যাই উত্তৰ দিলে—

"এই আত্মা নাম-ৰূপাদি সংসাৰ ধৰ্ম্মৰ অতীত— নিশ্চয অতীত। কিন্তু জানা হে কহোল, নাম-ৰূপাদি সকলো বিকাৰ সেই নিত্য চৈতন্যৰ হে অভিব্যক্তি— তেওঁৰ শক্তিৰ দ্বাৰা উৎপন্ন। আকাশৰ যেনে কোনো ৰূপ বা ৰং নাই, আত্মাৰো সেইদৰেই ক্ষুধা-তৃষ্ণা, সুখ-দুখ, শোক-মোহ, বা জৰা-মৃত্যু নাই। কিন্তু আমি আছে যেন ভাবোঁ। কিয় ভাবোঁ? এইবাবে ভাবোঁ যে আমি আচলতে আত্মাৰ প্ৰকৃত স্বৰূপ নুবুজোঁ। আমি দেহ বা অন্তঃকৰণকে আত্মা বুলি ভাবি সেই দেহৰ বা

অন্তঃকৰণৰ ধৰ্ম্মকে আত্মাত আৰোপ কৰোঁ— এয়ে আমাৰ ভ্ৰান্তি, এয়ে আমাৰ অবিদ্যা। প্ৰকৃত আত্মজ্ঞান হলে এই ভ্ৰান্তি যাব। তেতিয়া আমাৰ চকুত এই জগতৰ ছবিটি আন ৰকমৰ হব। আমি এতিয়া জগতৰ ভিতৰত থাকি জগতক চাইছোঁ। জগতৰ ওপৰৰ পৰা চাব পৰা হলে জগতৰ ছবিটো আনৰকমে দেখিলোঁহেতেন। তেতিয়া বুজিলোঁহেতেন যে আমাৰ যতমান খণ্ড-জ্ঞান খণ্ড-কৰ্ম্ম, সেই সকলোবোৰ এটি অখণ্ড-কৰ্ম্মৰ অন্তৰ্গত।"

উত্তৰ শুনি কহোল নিৰস্ত হ'ল। যাজ্ঞবল্ক্যৰ গুৰু-গম্ভীৰ উপদেশ শুনি তেওঁক পুনৰ্বাৰ প্ৰশ্ন কৰিবলৈ কোনেও সাহ নকৰা হ'ল। সভা নিস্তব্ধ। পণ্ডিত-মণ্ডলী নীৰব। ইজনে সিজনৰ মুখলৈ চায়, কিন্তু কোনেও প্ৰশ্ন নকৰে।

ইয়াকে দেখি, ভাৰতবৰ্ষৰ আদৰ্শ ৰমণী, গাৰ্গী দেৱী, লাহেকৈ উঠিল— যেন মূৰ্ত্তিমতী সৰস্বতী। সেই সময়ত অকল জ্ঞান আৰু বিদ্যা সম্পৰ্কেই নহয়, সকলো কথাতে পৃথিবীৰ শীৰ্ষস্থান অধিকাৰ কৰিছিল, ভাৰতবৰ্ষই, গাৰ্গী, মৈত্ৰেয়ী আদি বিদুষী মনস্বিনী মহিলাসকলে প্ৰকাশ্য সভাত দিগ্‌দিগন্তৰৰ প্ৰসিদ্ধ ব্ৰহ্মবিৎ পণ্ডিতসকলৰ লগত সমানে তৰ্ক কৰিছিল।

গাৰ্গী দেৱী ধীৰে ধীৰে গৈ যাজ্ঞবল্ক্যৰ ওচৰত ঠিয় হৈ নমস্কাৰ এটি জনাই অতি মিহি আৰু কোমল মাতেৰে কলে, "যাজ্ঞবল্ক্য,ময়ো এটি প্ৰশ্ন কৰিব পাৰোঁ নে?"

যাজ্ঞবল্ক্যই গাৰ্গীক চিনি পায় আৰু যথেষ্ট শ্ৰদ্ধা কৰে। কোৱা আছে যে যাজ্ঞবল্ক্যৰ দ্বিতীয়া পত্নী, সুবিখ্যাত বিদুষী মৈত্ৰেয়ী, গাৰ্গীৰ নিজা ভাতিজী। গাৰ্গীক দেখি যাজ্ঞবল্ক্যই এটি প্ৰতি-নমস্কাৰ কৰি বিনীত ভাবে কলেঃ—

"গাৰ্গি, কোৱাঁ, মই যদি পাৰোঁ, উত্তৰ দিম।"

গাৰ্গীয়ে আৰম্ভ কৰিলে—

"চোৱাঁ, যাজ্ঞবল্ক্য, কাৰ্য্য কাৰণৰ নিয়ম অনুসাৰে,— সৎকাৰ্য্য-বাদৰ নিয়ম অনুসাৰে—এই জগতত যি বস্তু স্থূল আৰু পৰিচ্ছিন্ন, সি নিশ্চয় তাতোকৈ এটা সূক্ষ্মতৰ আৰু ব্যাপক বস্তুৰ দ্বাৰা পৰিব্যাপ্ত। কাৰ্য্য তাৰ নিজ কাৰণত ওতঃপ্ৰোত ভাৱে থাকে। ইয়াৰ ব্যতিক্ৰম দেখা নেযায়।"

গাৰ্গীৰ প্ৰশ্ন নৌ হওঁতেই যাজ্ঞবল্ক্যই মাত দিলে —

"গাৰ্গি মই বুজিছো তুমি অতি সূক্ষ্মতত্ত্ব বিষয়ক প্ৰশ্ন আৰম্ভ কৰিছা; তুমি কাৰ্য্য-কাৰণ প্ৰণালীৰ যি কথা ক'লা, সেইটো ঠিক তেনে। ইয়াত ভুল নাই; কাৰ্য্যৰ কাৰণাতিৰিক্ত স্বাধীন সত্তা নাই। কাৰণৰ দ্বাৰা কাৰ্য্য ব্যাপৃত।" (শ্বেতকেতুৰ উপাখ্যান চাওক)

গাৰ্গী—এই পাৰ্থিব স্থূল বস্তুবোৰৰ মূল কাৰণ জলীয় পদাৰ্থ অৰ্থাৎ অপ্ শক্তি। তেন্তে এই জলীয় পদাৰ্থ ক'ত ওত-প্ৰোত?

যাজ্ঞ—বায়ু মণ্ডলত।
গা—বায়ু মণ্ডল ক'ত ওতঃপ্ৰোত?
যা—অন্তৰীক্ষ লোকত।
গা—অন্তৰীক্ষ লোক?
যা—গন্ধৰ্ব্ব লোকত।
গা—গন্ধৰ্ব্ব লোক?
যা—আদিত্য লোকত।
গা—আদিত্য লোক?
যা—চন্দ্ৰলোকত।
গা—চন্দ্ৰলোক?
যা—নক্ষত্ৰ লোকত।
গা—নক্ষত্ৰ লোক?
যা—দেব-লোকত।
গা দেব-লোক?
যা—ইন্দ্ৰলোকত।
গা—ইন্দ্ৰলোক?
যা—প্ৰজাপতি লোকত।
গা—প্ৰজাপতি লোক?
যা—ব্ৰহ্মালোকত।
গা—ব্ৰহ্মালোক?

এই প্ৰশ্ন শুনি যাজ্ঞবল্ক্য শিয়ঁৰি উঠিল। কঠোৰ স্বৰে ক'লে—

"সাৱধান গাৰ্গি, অধিক প্ৰশ্ন নকৰিবা। তুমি ন্যায় বিচাৰৰ প্ৰণালী অতিক্ৰম কৰিছা। তোমাৰ মূৰ খহি পৰিব।"

মাত শুনি গাৰ্গী চক্‌খাই উঠিল আৰু নিজৰ ভুল তৎক্ষণাৎ বুজিলে। কথাত কথা ওলাই, প্ৰশ্নৰ মূৰত প্ৰশ্ন ওলাই, হঠাৎ তেওঁৰ মুখৰ পৰা এটা অন্যায় প্ৰশ্ন ওলাল। তেওঁ হঠাৎ সুধি পেলালে "ব্ৰহ্মালোকৰ কাৰণ কি।" এনে প্ৰশ্ন কাৰ্য্য-কাৰণ শৃঙ্খলাৰ অতীত। কাৰণৰ কাৰণ, তাৰ কাৰণ, আকৌ তাৰ কাৰণ— এইদৰে আমি অনন্ত কাল সুধি থাকিব নোৱাৰোঁ। ইয়াত অনৱস্থা দোষ আহি পৰিব। মূল কাৰণটি নিশ্চয় কাৰণ-হীন, যাৰ ওপৰত আৰু প্ৰশ্ন হব নোৱাৰে। এইটো জনা

কথা। হঠাৎ এই ভুলটো কৰি গাৰ্গী অপ্ৰস্তুত হৈ নিজৰ আসনত বহিলগৈ।

সভাস্থ সকলো নীৰব। সকলোৱে জানে যে সেই সময়ৰ ব্ৰহ্মবিৎ পণ্ডিত আৰু পণ্ডিতাসকলৰ মাজত গাৰ্গীৰ অতি উচ্চ আসন। গাৰ্গী নিৰস্ত হোৱা দেখি কোনেও আৰু যাজ্ঞবল্ক্যক প্ৰশ্ন কৰিবলৈ নুঠে।

বহুত পৰৰ মূৰত উদ্দালক ঋষিয়ে মাত লগালে— "শুনা, যাজ্ঞবল্ক্য, তাহানি মই মদ্ৰদেশত যজ্ঞ-বিদ্যা অধ্যয়ন কৰিবলৈ গৈ পতঞ্জল নামে এজন ব্ৰাহ্মণৰ ঘৰত আছিলোঁ। এবাৰ পতঞ্জলৰ ভাৰ্য্যাই গন্ধৰ্ব্বগৃহীতাবস্থাত (অৰ্থাৎ আমাৰ ঘৰুৱা কথাৰে, "ভূতে-পোৱা" অৱস্থাত) কৈছিল যে এটি "অন্তৰ্যামী সূত্ৰ" আছে যাৰ তত্ত্ব জানিলে মানুহ সৰ্ব্বজ্ঞ হয়। তেওঁৰ মুখে তেতিয়া মই সেই সূত্ৰৰ তত্ত্ব শুনিছিলোঁ। যাজ্ঞবল্ক্য, তুমি যদি সেই অন্তৰ্য্যামী সূত্ৰৰ তত্ত্ব জানা, তেন্তে কোৱাঁ, আমি শুনো। যদি তুমি নেজানা তেন্তে তুমি এই যজ্ঞস্থলৰ পৰা মহাৰাজ জনকৰ গাইবোৰ নিয়া উচিত হোৱা নাই।"

উদ্দালকৰ কথা শুনি যাজ্ঞবল্ক্যই অন্তৰ্য্যামী সূত্ৰৰ কথা কবলৈ আৰম্ভ কৰিলে। গভীৰ ব্ৰহ্মতত্ত্ব এনে সুন্দৰ, সুললিত, কিন্তু উত্তেজিত, সুৰেৰে তেওঁ কবলৈ ধৰিলে, যে মহাৰাজ জনক প্ৰভৃতি সকলো পণ্ডিতে বিস্ময় মানি একাগ্ৰ চিত্তে শুনিলে। কাৰো মুখত এটি শব্দ নাই। গোটেই সভা নীৰব, শান্ত, নিস্তব্ধ— যেন তাত যাজ্ঞবল্ক্যৰ বাহিৰে আৰু জন-প্ৰাণী নাই।

সংক্ষেপে তেওঁ অন্তৰ্যামী সূত্ৰৰ কথা কলে, যে জগতৰ সকলো পদাৰ্থ আৰু অন্তৰ্জ্জগতৰ সকলো ভাব, একেলগে একে প্ৰাণ-শক্তিয়ে মেৰাই থৈছে। এই প্ৰাণশক্তিযেই সেই সূত্ৰ (নাৰদ সনৎকুমাৰ সম্বাদ চাওক)। এই গোটেই জগৎ সেই একে প্ৰাণশক্তিৰে অভিব্যক্তি। কিন্তু এই প্ৰাণশক্তি মূল তত্ত্ব নহয়। ইয়াৰ এজন নিয়ন্তা আছে। ইয়াৰ আধাৰ এটা আছে। আধাৰ নহলে কোনো শক্তিৰ অভিব্যক্তি হব নোৱাৰে। সেই আধাৰেই "অন্তৰ্য্যামী সূত্ৰ"।

যাজ্ঞবল্ক্যৰ কথা শুনি সভা স্তব্ধ হ'ল। বহুত পৰ কোনেও একো নমতা দেখি গাৰ্গী দেবী আকৌ উঠিল। তেওঁ পণ্ডিত মণ্ডলীক সম্বোধন কৰি কলে—

"মহৰ্ষি যাজ্ঞবল্ক্যই আপোনাসকলৰ সকলো প্ৰশ্নৰ সুসঙ্গত উত্তৰ দিলে। মই নিজেও এটা প্ৰশ্ন কৰিছিলোঁ, তাৰ উত্তৰো আপোনাসকলে শুনিলে। আপোনাসকলে অনুমতি দিলে মই এওঁক পুনৰ্ব্বাৰ দুটি মাত্ৰ প্ৰশ্ন কৰিব খোজোঁ। এই প্ৰশ্ন দুটিৰ উত্তৰ যদি তেওঁ দিব পাৰে, তেন্তে নিশ্চয় জানিব যে এই সভাত তেওঁক পৰাস্ত কৰিব পৰা কোনো নাই।"

সকলোৱে বুজিছিল যে সেই মহাসভাত যাজ্ঞবল্ক্যৰ পাছতে গাৰ্গীৰ আসন। পণ্ডিতসকলে গাৰ্গীক প্ৰশ্ন কৰিবলৈ অনুমতি দিলে আৰু গাৰ্গীৰ কথাত সম্মত হ'ল।

তেতিয়া গাৰ্গীয়ে যাজ্ঞবল্ক্যক সম্বোধন কৰি কলে, "শুনা যাজ্ঞবল্ক্য, মই আকৌ তোমাৰ আগত উপস্থিত। মোৰ হাতত তোমাৰ প্ৰতি নিক্ষেপ কৰিবলৈ দুপাট শৰ—দুটা প্ৰশ্ন। তুমি উত্তৰ দিয়া।"

গাৰ্গীৰ কথা শুনি যাজ্ঞবল্ক্যই অলপ হাঁহিলে। এইটি অবজ্ঞাৰ হাঁহি নহয়, গাৰ্গী দেবীক যাজ্ঞবল্ক্যই অবজ্ঞা কৰিব নোৱাৰে। তেওঁৰ কথাৰ পেচ দেখি যাজ্ঞবল্ক্যই নেহাঁহি নোৱাৰিলে। তেওঁ কলে—

"গাৰ্গি, কোৱাঁ, মই প্ৰস্তুত"। গাৰ্গীয়ে ইতিপূৰ্ব্বে "ব্ৰহ্মলোক ক'ত ওতঃপ্ৰোত"— এই প্ৰশ্ন কৰি অপ্ৰস্তুত হৈছিল। এতিয়া আকৌ সেই বিষয় লৈয়ে আৰম্ভ কৰিলে — কিন্তু অন্যভাৱে প্ৰশ্নটো সজালে। তেওঁ সুধিলে ঃ—

"যাজ্ঞবল্ক্য, পৃথিবী আৰু অন্তৰীক্ষ লোকৰ মধ্যবৰ্ত্তী স্থানত আৰু উৰ্দ্ধ আৰু অধোলোকত কি আছে? এইবোৰ স্থান ক'ত ওতঃপ্ৰোত?

মানুহে যাক ভূত, ভৱিষ্যৎ আৰু বৰ্ত্তমান কাল বুলি ভাগ কৰে, সেই কাল ক'ত ওতঃপ্ৰোত?"

যাজ্ঞবল্ক্যই উত্তৰ দিলে—

বুজিলোঁ, গাৰ্গি, তুমি খণ্ড দেশ (finite space) আৰু খণ্ড-কালৰ (astronomical time) বিষয়ে প্ৰশ্ন কৰিছা।

আমি যি আকাশ (space) দেখিছো, সি অসীম বা অখণ্ড নহয়। ই সৃষ্ট পদাৰ্থ। সৎ-কাৰ্য্য-বাদৰ নিয়ম মতে সৃষ্ট পদাৰ্থ হলেই, সসীম বা অবয়বী হব লাগিব। (সাংখ্য ১০ কাৰিকা)। আমি দেখা আকাশৰ সীমা আছে, যদিও আমি ভাবিব নোৱাৰোঁ, কেনেকৈ ইয়াৰ সীমা হব পাৰে। সীমাৰ বাহিৰে কি আছে— এনে প্ৰশ্নৰ আমি উত্তৰ দিব নোৱাৰোঁ; সীমাৰ বাহিৰৰ কল্পনা কৰিব নোৱাৰোঁ—সেইগুণে আমি ভাবোঁ যে আকাশখন অনন্ত, অসীম। এইটো আমাৰ ভুল। [পাঠকসকলে বোধকৰো জানে যে, Einsteinৰ 'চতুৰ্ব্ব্যাপ্তি দিক্কাল মণ্ডলৰ' (four dimensional space-time continuumৰ) দিগ্‌ব্যাপ্তি (Space dimension) সীমাবদ্ধ; সসীম] "জানা গাৰ্গি", দৃশ্য আকাশ সসীম। কিন্তু এই সীমাৰ বাহিৰখন শূন্য নহয়। "শূন্য" কথাটোৰ অৰ্থ নাই।

**(আমাৰ গীতাৰ চাওক) তুমি জানা, গাৰ্গি,** যে এই দৃশ্য আকাশ এটি অনন্ত, অসীম, অখণ্ড সৎ বস্তুত ওতঃপ্ৰোত। সেই তাতেই অন্তৰীক্ষ, উৰ্দ্ধদেশ, অধোদেশ—সকলো ওতঃপ্ৰোত। **গাৰ্গি,** ইযাত কোনো ভুল নাই।"

"তাৰ পাছত তুমি যে খণ্ড-কালৰ কথা কলা, সেই কাল একো বাস্তব পদাৰ্থ নহয়। ই আচলতে বস্তুৰ বা ভাবৰ পৰিণামৰ পাৰম্পৰ্য্যৰ জ্ঞান (idea of Successiveness)। জগতত শক্তিৰ বা ভাবৰ কোনো ক্ৰিয়া নহলে, কোনো পৰিণাম নহলে, এই খণ্ড-কাল নাই। [ওপৰত এই বিষয় কোৱা হৈছে]

অক্ষয় কাল-জ্ঞান নেথাকিলে, অবাস্তব খণ্ড-কালৰ জ্ঞান আমাৰ মনলৈ আহিব নোৱাৰে। এই অৰ্থত, গাৰ্গি, খণ্ড-কাল অখণ্ড বা অক্ষয় কালত **ওতঃপ্ৰোত**।"

[যাজ্ঞবল্ক্যৰ এই কথাবোৰৰ প্ৰকৃত অৰ্থ বুজিবলৈ হলে, আমাৰ বিষয় জ্ঞান কেনেকৈ হয়, সেই তথ্যটি আগ্‌ধৰি বুজিব লাগিব।

ধৰক, আমাৰ এটা সুমথিৰা টেঙাৰ সম্পূৰ্ণ জ্ঞান হব লাগে। টেঙাটো দেখিলোঁ, সুন্দৰ, ৰঙা, ঘূৰণীয়া— আমাৰ টেঙাৰ ৰূপ-জ্ঞান হ'ল। হাতেৰে ধৰি চালোঁ—কোমল। স্পৰ্শজ্ঞান হ'ল। সুঙি চালোঁ—গন্ধজ্ঞান হ'ল। ভাঙি এফুটা মুখত দিলোঁ—ৰসজ্ঞান হ'ল। এই সকলোবোৰ জ্ঞান নহলে, টেঙাটোৰ সম্পূৰ্ণ জ্ঞান নহয়। এই সম্পূৰ্ণ জ্ঞান লাভ কৰিবলৈ আমি কেইবাটিও খণ্ড-কাৰ্য্য কৰিলোঁ। এই খণ্ড-কাৰ্য্যবোৰৰ কাল বিভাগ আছে। এই বিভাগেই খণ্ড কাল। ইয়াৰ আমি ভূত ভবিষ্যৎ ভেদ কৰোঁ। যেই সেই এটা খণ্ড-কাৰ্য্যক "বৰ্ত্তমান" বুলি ধৰি লব পাৰোঁ। যেনে, এতিয়া গন্ধ-জ্ঞান হৈছে (বৰ্ত্তমান), ৰূপ জ্ঞান হৈ গ'ল (ভূত), ৰস জ্ঞান পাছত হব (ভবিষ্যৎ)।

**কিন্তু** আমি পাহৰি যাওঁ, যে এই খণ্ডজ্ঞানবোৰৰ লগে লগে আমাৰ নিজস্ব আত্মবোধটোও আছে। যি "মই"এ ৰস-জ্ঞান লাভ কৰিলে, ঠিক সেই "মই" এই গন্ধজ্ঞানো লাভ **কৰিছিল—** এনে জ্ঞান নহলে, কোনো বস্তুৰ সম্পূৰ্ণ জ্ঞান কাৰো হব নোৱাৰে। এজনে দেখিলে, এজনে খালে—এনে হলে, কাৰো কোনো বস্তুৰ জ্ঞান নহয়। আত্মবোধ নহলে কোনো বস্তু-জ্ঞান বা খণ্ড-কাল জ্ঞান নহয়। এই আত্ম-বোধেই অখণ্ড-কাল। বিজ্ঞানে ইয়াকে "time-lived" "or becoming" বোলে আৰু গীতাই অক্ষয় কাল বোলে। ইয়াৰ ভূত ভবিষ্যৎ ভেদ নাই। আদি অন্ত নাই। বহিৰ্জ্জগৎ ধ্বংস হৈ গলেও, ই থাকিব। খণ্ড-কাল কিন্তু নেথাকে।—]

যাজ্ঞবল্ক্যৰ উত্তৰ শুনি গাৰ্গী সন্তুষ্ট হ'ল আৰু কলে, "যাজ্ঞবল্ক্য, মোৰ প্ৰথম প্ৰশ্নৰ উত্তৰ হ'ল, মই তোমাৰ নমস্কাৰ কৰিছো"— এইবুলি গাৰ্গীয়ে যাজ্ঞবল্ক্যক নমস্কাৰ কৰি কলে, "এতিয়া মোৰ দ্বিতীয় প্ৰশ্নৰ উত্তৰ দিয়া। তুমি কৈছা, এই দৃশ্যমান আকাশ সসীম। ইয়াৰ ওপৰতো আৰু আছে। যাজ্ঞবল্ক্য, মই এই কথা স্বীকাৰ কৰোঁ। এতিয়া মোক কোৱা, আকাশৰ বাহিৰত যি আছে, সেই সকলোখিনি ক'ত ওতঃপ্ৰোত আছে।"

যাজ্ঞবল্ক্যই উত্তৰ দিলে —

"শুনা **গাৰ্গি,** এই সীমাবদ্ধ জগৎ আৰু তাৰ বাহিৰৰ সকলো পদাৰ্থ, অনন্ত কোটি জগৎ, য'ত ওতঃপ্ৰোত আছে, সেই সৎ বস্তুটিক পণ্ডিতসকলে অক্ষৰ, অবিনাশী সৎ বুলি নিৰ্দ্দেশ কৰিছে। এই অক্ষৰ পুৰুষ স্থূল নহয়, হ্ৰস্ব নহয়, দীৰ্ঘ নহয়। স্থূলাদি পৰিমাণ বস্তুৰ ধৰ্ম্ম। দিক্ আৰু কালত বৰ্ত্তমান থকা পদাৰ্থৰ হে এনে পৰিমাণ আছে। দিক্কালৰ ওপৰত পৰিমাণ নাই। গাৰ্গী, এই অক্ষৰ পুৰুষৰ ৰূপ ৰস গন্ধ স্পৰ্শাদি নাই। তেওঁ সৰ্ব্ব-বিশেষণ-বৰ্জ্জিত। তেওঁৰ বিষয় মানুহৰ ভাষাৰে একো কব নোৱাৰি।

কিন্তু জানিবা, **গাৰ্গি,** এওঁৰ শাসনত হে সূৰ্য্য, চন্দ্ৰ, স্বস্থানত থাকি নিজ নিজ নিৰ্দ্দিষ্ট কাৰ্য্য কৰিছে। এওঁৰ ভয়তে পৃথিবী আৰু অন্তৰীক্ষলোক নিজ নিজ নিৰ্দ্দিষ্ট কক্ষত ঘূৰি আছে। গাৰ্গি, এই অক্ষৰ পুৰুষ প্ৰাণৰ প্ৰাণ: সকলো সৃষ্ট পদাৰ্থৰ নিয়ন্তা। তেওঁৰ আশ্ৰয় নহলে কাৰো স্বাধীন সত্তা নাই।"

যাজ্ঞবল্ক্যৰ উত্তৰ শুনি গাৰ্গীয়ে তেওঁক আকৌ নমস্কাৰ কৰি নিজৰ আসনত বহিল গৈ। সকলো পণ্ডিতে যাজ্ঞবল্ক্যক সৰ্ব্বশ্ৰেষ্ঠ ব্ৰহ্মবিৎ বুলি স্বীকাৰ কৰিলে আৰু গাৰ্গীৰ অজস্ৰ প্ৰশংসা কৰিলে।

# পাতনি

আমি গীতাৰ পাতনিত কৈছিলো যে পাশ্চাত্য সভ্যতাৰ সংসৰ্গত থাকি আমাৰ পক্ষে পুৰণি ভাব আৰু পুৰণি ভাষা অচিনাকি যেন হৈছে। বেদান্তৰ কথা আমাক উপনিষদৰ ভাষাৰে নকৈ, বিজ্ঞানৰ ভাষাৰে কলে হে আমি সহজে বুজিব পাৰোঁ। কথাটো হয় নে নহয়, পৰীক্ষা কৰি চাবৰ মনেৰে আমি অলপতে "কথাৰে উপনিষৎ" নামেৰে এখন সৰু কিতাপ লিখিছিলো। সেই কিতাপ খন দাৰ্শনিক অধ্যাপক কোকিলেশ্বৰ ভট্টাচাৰ্য্যই ৫০ বছৰৰ আগেয়ে লিখা "উপনিষদেৰ উপদেশ" নামেৰে এধন অমূল্য গ্ৰন্থৰ ছাঁ লৈ লিখা হৈছিল। তেওঁৰ কিতাপখনত বেদান্তৰ জানিব লগীয়া প্ৰায়বোৰ কথা উপনিষদৰ মতেৰে আৰু উপনিষদৰ যুক্তিৰে আলোচনা কৰা আছিল। তেওঁৰ আচল কথাখিনি আমি বিজ্ঞানৰ ভাষাৰে অনুবাদ কৰিলত, সুবৃহৎ ৩০০ পৃষ্ঠাৰ "উপনিষদেৰ উপদেশ", ১১২ পৃষ্ঠাৰ "কথাৰে উপনিষৎ" হল। কিতাপ পঢ়ি বহুতে আমালৈ চিঠি দিলে।

প্ৰথমেতে ৰায়বাহাদুৰ শ্ৰীদুৰ্গেশ্বৰ শৰ্ম্মাই লিখিলে —

"কিতাপখন সৰু আৰু কথাখিনি কোমল। ইমান গধুৰ কথা ইমান কোমল কৰি আৰু সৰু কিতাপৰ আকাৰে বুজাবলৈ এটা বেলেগ শক্তি লাগে। সেই শক্তি আপোনাৰ হে। কোকিলেশ্বৰ ভট্টাচাৰ্য্যৰ কিতাপখনো ইমান সৰল আৰু সহজ বোধগম্য হোৱা নাই। ইয়াতকৈ কবলৈ মোৰ কি আছে?"

নলবাৰী সংস্কৃত কলেজৰ সুবিজ্ঞ অধ্যাপক শ্ৰীমনোৰঞ্জন শাস্ত্ৰী দেৱে লিখিছে —

"এই পুথিখন ছাত্ৰৰ কাৰণে লিখা হৈছে যদিও, পণ্ডিতৰ কাৰণেও ইয়াত যথেষ্ট জ্ঞাতব্য বিষয় আছে। উপনিষদৰ আত্ম-তত্ত্বটি ইয়াত যিমান সৰল আৰু সুমধুৰ ভাবে প্ৰকাশ কৰা হৈছে, ইয়াতোকৈ কোনোবাই ইয়াক ইমান কম কথাৰে অধিক সৰল কৰি কব পাৰে বুলি মই নাভাবো।"......

আগৰ কটন কলেজৰ অধ্যাপক, আমাৰ সকলোৰে সু-পৰিচিত শ্ৰদ্ধেয় শ্ৰীলক্ষ্মীনাৰায়ণ শাস্ত্ৰী দেৱে আমাৰ প্ৰকাশকলৈ এখন প্ৰশংসাপত্ৰ লিখি এইদৰে শেষ কৰিলে —

"মই গাৰ্গীৰ দৰে কব খোজো—অসমৰ ভাইহঁত, বহু মন্যেহং যদ্ অস্মাৎ [ফুকনাৎ] নমস্কাৰেণ....
পৃ ৬৮। ৭০ কথাখিনি বৰ মধুৰ হৈছে।
ফুকন ডাঙৰীয়া শতং জীবতু......।"

এইদৰেই আমি আৰু দুজনমান বন্ধুৰ পৰা চিঠি পালো। আমি অৱশ্যে বুজিলো যে এইবোৰ প্ৰশংসাবাদ আচলতে আমাৰ প্ৰাপ্য নহয়—এইবোৰ পাশ্চাত্য নতুন বিজ্ঞান আৰু তাৰ আলোচনা-পদ্ধতিৰ হে প্ৰশংসা। গধূৰ কথা সংক্ষেপে বুজাব পৰা পাশ্চাত্য বিজ্ঞানৰ বৈশিষ্ট্য। এই কথাটো এতিয়া আমাৰ পণ্ডিতসকলেও স্বীকাৰ কৰা বুলি প্ৰমাণ হল।

এইদৰে উৎসাহিত হৈ আমি এতিয়া সাংখ্য দৰ্শনৰ আগেয়ে কৈ অহা কথাবোৰকে নতুনকৈ জুকিয়াই বিজ্ঞানৰ লগত ৰিজাইছো, আৰু বুজাবলৈ চেষ্টা কৰিছো যে সাংখ্য দৰ্শনৰ লগত অদ্বৈত বেদান্তৰ একো বিৰোধ নাই, যদিও আছে বুলি মানুহে ভাবে।

পাঠকসকলে মনত ৰাখিব যে এই কিতাপখন এটা মাত্ৰ চমু টোকা, যাৰ সহায়ত ছাত্ৰই সাংখ্য দৰ্শন আৰু বেদান্ত দৰ্শন বুজিবলৈ সহজ পাব। ইয়াক পঢ়িলেই সাংখ্য দৰ্শন বা বেদান্ত দৰ্শন পঢ়া নহয়। আৰু বিশেষ কথা এই যে কিতাপখন কথাৰে উপনিষদৰ পৰিশিষ্ট বুলি ধৰিব লাগিব।

আমাৰ ভাতিজী ছোৱালী এজনীয়ে (শ্ৰীমতী আৰতি দেৱী বি.এ.) হাতেৰে লিখা বহীখনি শুধৰাই নকল কৰি ছপাখানালৈ দিলে। তাই ইমান কম বয়সতে সাংখ্য দৰ্শনৰ দুৰ্বোধ্য কথাবোৰ বুজিছে বুলি জানি বৰ সন্তোষ পাইছো। ঈশ্বৰে তাইৰ মঙ্গল কৰক।

শ্ৰীৰাধানাথ ফুকন।

# বিজ্ঞানৰ সিপাৰে

বিজ্ঞান মানৱ জাতিৰ উন্নতিৰ মূল। বিজ্ঞানৰ বলতে মানুহে আচৰিত আচৰিত কাম কৰিব পাৰিছে। এই বিজ্ঞানে আবিষ্কাৰ কৰা কল-কাৰখানা, ৰেল-জাহাজ, টেলিগ্ৰাফ আদি নহলে সভ্য জগতৰ কাম নচলে। বিজ্ঞানেৰ আবিষ্কাৰ উড়া জাহাজ, ৰেডিঅ', চিনেমা, টেলিভিজন ইত্যাদি দেখি আমি বিস্ময় মানিছো। চন্দ্ৰলোকলৈ যাবলৈকো বিজ্ঞানে যত্ন কৰিছে। বিজ্ঞানালয়ত জড়-শক্তিৰ পৰা প্ৰাণ-শক্তি নিৰ্ম্মাণ কৰিব পাৰিম বুলি ভাবিও বিজ্ঞানে নানা ৰকম চেষ্টা আজিলৈকে কৰি আছে। এইবোৰ দেখি জগৎ স্তব্ধ হৈছে; বিজ্ঞানৰ ওপৰত অসীম শ্ৰদ্ধা হৈছে আৰু ভাবিছে যে বিজ্ঞানে কৰিব নোৱৰা কাম সংসাৰত নাই। বাস্তৱিক, বৰ্ত্তমান মানৱ সমাজৰ সকলো ৰকম উন্নতিৰ মূলত যে বিজ্ঞান হে—এই কথা কোনেও নুই কৰিব নোৱাৰে।

যোৱা শতিকাৰ শেহলৈকে মানুহে ভাবিছিল আৰু বিশ্বাস কৰিছিল যে বিজ্ঞানে আবিষ্কাৰ কৰা নৈসৰ্গিক নিয়মবোৰ জানিলেই মানুহ সৰ্ব্বজ্ঞ আৰু সৰ্ব্বকাৰ্য্যক্ষম হ'ব। জগদ্বিখ্যাত পণ্ডিত Laplaceএ কৈছিল—

"An intelligence, who for a given instant should be acquainted with all the forces by which Nature is animated and with the several positions of the entities composing it, if further his intellect were vast enough to submit those data to analysis, would include in one and the same formula the movements of the largest bodies in the universe and those of the lightest atom. Nothing would be uncertain for him ; the future as well as the past would be present to his eyes. The human mind in the perfection it has been able to give to astronomy affords a feeble outline of such an intelligence...... All its efforts in search for truth tend to approximate without limit to the intelligence we have just imagined."

তাহানি আমেৰিকা আবিষ্কাৰ কৰিবলৈ গৈ, মাজ সাগৰত পৰি, কলম্বচে ভাবিছিল যে আটলাণ্টিক মহাসাগৰৰ অন্ত নাই। পাছত গৈ গৈ হে পাৰ দেখিলে। ঠিক সেই দৰেই আমিও এতিয়া বিজ্ঞান মহাসাগৰৰ মাজত পৰি ভাবিছো যে ইয়াৰ পাৰ নাই, বিজ্ঞানৰ শক্তিৰ অন্ত নাই। কিন্তু যিসকল বৈজ্ঞানিক অতি দূৰলৈ আগবাঢ়ি যাব পাৰিছে তেওঁবিলাকে বিজ্ঞান সাগৰৰ সিপাৰখন ৰিণিকি ৰিণিকি মনিব পাৰিছে।

Eddingtonএ কৈছিল—

"We are now on the border land of the spiritual and the material worlds as approached from the side of the latter."

আজিকালি বিজ্ঞান জড়বাদী নহয়। ই আজিকালি আদৰ্শবাদী।

বিজ্ঞানৰ এই অত্যাশ্চৰ্য্য পৰিবৰ্ত্তন একে দিনাই হোৱা নাছিল। পোন প্ৰথমতে, বৰ্ত্তমান শতিকাৰ আদিতে, Einsteinএ এই বিশ্বব্ৰহ্মাণ্ডত কি আছে চাবলৈ, এজন যেন আমীন বা সজাতী পঠিয়াই দিলে। বৈজ্ঞানিক মেলত এই সজাতীজনক Einstein's observer বুলি মাতে। তেওঁ গোটেইখন বিশ্ব-ব্ৰহ্মাণ্ড পৰিভ্ৰমণ কৰি, তন্ন-তন্নকৈ বিচাৰি, ক'তো একো নাপাই, ঘূৰি আহি তিনিটি নতুন সম্বাদ দিলে—

(১) জগতত বস্তুৰ আচল স্বৰূপ আমি নেদেখো। ইয়াত দিক্ আৰু কালৰ এনে এটি আচৰিত সম্বন্ধ আছে যে ভিন্ন ভিন্ন ঠাইৰ পৰা নিজ নিজ গতি অনুসাৰে জীৱই জগতক ভিন্ন ভিন্ন ৰূপে দেখে। প্ৰত্যেকে ভাবে যে তেওঁৰ দেখাই হে সত্য দেখা আৰু ইবোৰে যদি আন ভাৱে দেখিছে তেন্তে সিঁহতৰ ভ্ৰম। এই জগতত আচল সত্য (absolute reality) বোলা কথা এটা নাই। ইয়াত সকলো আপেক্ষিক। যি যেনে দেখে, তাৰ

পক্ষে সেয়ে সত্য (আপেক্ষিক সত্য)।[আমাৰ শাস্ত্ৰতো এই দৰেই কয়, যথা —

ন তদস্তি ন যৎ সত্যং ন তদস্তি ন যন্মৃষা।
যদ্ যথা যেন নির্ণীতং তৎ তথা তেন লক্ষ্যতে।।
যোগবাশিষ্ঠ ৰামায়ণ—৪।২১।৫৭]

(২) সজাতীজনে আৰু সম্বাদ দিলে যে এই জগতত কাল জ্ঞানো আপেক্ষিক। ভিন্ন ভিন্ন ঠাইত, ভিন্ন ভিন্ন গতি অনুসৰি, প্ৰাণীৰ ভিন্ন ভিন্ন কাল জ্ঞান হয। কাৰো এক ঘণ্টাই কাৰো এযুগ। [যেনে ব্ৰহ্মাৰ এদিনে আমাৰ এক কল্প, দেৱতাৰ এদিনে আমাৰ এবছৰ—(আমাৰ সাংখ্য দৰ্শনৰ পাতনি চাওক।)]

(৩) আমি ভাবো যে এই জগৎখন অসীম অনন্ত, কাৰণ ইয়াৰ যদি কিবা সীমা আছে, তেন্তে সেই সীমাৰ বাহিৰে কি আছে আমি কল্পনা কৰিব নোৱাৰো। সেইগুণে আমি জগতক অসীম অনন্ত বুলি ভাবো। কিন্তু সজাতীজনে আহি এতিয়া সম্বাদ দিলেহি যে এই জগৎ অসীম অনন্ত নহয। ইয়াৰ সীমা আছে; অন্ত আছে। ই অণ্ডাকাৰ বিশ্বব্ৰহ্মাণ্ড—ই সসীম। কিন্তু ইয়াৰ সীমাৰ বাহিৰলৈ সজাতীজন যাব নোৱাৰিলে। সীমাৰ বাহিৰে কি আছে জানিব নোৱাৰিলে। [এযে সংক্ষেপতঃ আধুনিক আপেক্ষিকতাবাদ— General and special theory of Relativity ]

এই তিনটি সম্বাদ ছদ্মবেশে আমাৰ সাংখ্য দৰ্শন আৰু বেদান্ত। আমি হোৱা হ'লে এই সম্বাদ সাদৰে গ্ৰহণ কৰি শিৰত তুলি ললোহেতেন। কিন্তু সেই সময়ত ইউৰোপত অঙ্ক শাস্ত্ৰজ্ঞ মহা বৈজ্ঞানিকসকলৰ বাহিৰে ইয়াক আৰু কোনেও বুজিব নোৱাৰিলে। সেইবাবে মানুহে Einstein ক ইতিকিং কৰি মুখে মুখে কবলৈ ধৰিলে —

*Nature and Nature's laws*
*Lay hid in night,*
*God said, "Let Newton be"*
*And all was light.*
*But not for long,*
*For, the Devil howling "Ho !*
*"Let Einstein be"*
*Restored the status quo.*

Einsteinএ মধ্যাকৰ্ষণ (যাক আমি আধাৰ শক্তি বোলো) বুলি এটি শক্তিৰ কল্পনা নকৰাকৈ, নক্ষত্ৰাদিৰ গতি স্থিতি আদি কেৱল এটি কাল্পনিক দিক্কাল বেখাব (Curvature of space-time) সহায়েৰে গণনা কৰি দেখুৱালে। লাহে লাহে আপেক্ষিকতাবাদ (Theory of Relativity) ইউৰোপত সকলোৱে বুজা হ'ল।

Lord Rutherfordএ ইতিমধ্যে, ১৯১২ চনত পৰমাণুবোৰ ফালি দেখুৱালে যে তাৰ ভিতৰত বিজুলী-বিন্দু (Electrons) আৰু বিজুলী-কেন্দ্ৰৰ (Protons) বাহিৰে আৰু একো নাই।

ভাত-চৰুৰ ভাত সিজিছেনে নাই জানিবলৈ হ'লে আমি এটা এটাকৈ ভাতবোৰ পিটিকি চাব নেলাগে, এটা চালেই হয। সেই দৰেই, জগতৰ বস্তুবোৰত কি আছে জানিবলৈ আমি প্ৰত্যেক বস্তু ভাঙি চাব নেলাগে—এটা পৰমাণু চালেই হয়। Rutherfordৰ পৰীক্ষাই সেইবাবে প্ৰমাণ কৰে যে এই জগতত বিজুলী শক্তিৰ বাহিৰে আৰু একো দ্ৰব্য নাই। পৰৱৰ্তী বৈজ্ঞানিকসকলে আকৌ বিজুলী-বিন্দু আৰু বিজুলী-কেন্দ্ৰৰ পৰা নতুন দুটি দ্ৰব্য (elements) নিৰ্ম্মাণ কৰিও দেখুৱালে। বিজ্ঞানে এতিয়া অতি পৰিষ্কাৰকৈ প্ৰমাণ কৰিছে যে দ্ৰব্য আৰু শক্তিৰ (matter and force) একো প্ৰভেদ নাই। দ্ৰব্যৰ পৰা শক্তি হয় আৰু শক্তিৰ পৰা দ্ৰব্য হয়। [এযে সংক্ষেপতঃ আণবিকবাদ (Quantum theory)—কথাৰে উপনিষৎ চাওক।]

এতিয়া প্ৰশ্ন হ'ল যে বিজ্ঞানৰ দুটা প্ৰধান উপপাদ্যৰ এটাই (অৰ্থাৎ Theory of Relativityএ) কয যে জগতত দিক্কাল ৰেখাবোৰহে আছে। ইটো উপপাদাই (Quantum theoryএ) কয় যে ইয়াত অকল বিজুলী শক্তিহে আছে। তেন্তে জগতত কি আছে? শক্তি নে দিক্কালৰ সম্বন্ধ? এই প্ৰশ্নৰ উত্তৰ ঢৌ-গণিতে (Wave Mechanics এ) দিছে। ঢৌ-গণিতে দেখুৱাইছে যে আপেক্ষিকতাবাদৰ দিক্কাল ৰেখাই আণবিকবাদৰ শক্তি; দুয়োটা একে বস্তু, দুয়োটা কাল্পনিক, দুয়োটা এটা মানসিক ধাৰণা (concept)মাত্ৰ। দুয়োটা অঙ্ক শাস্ত্ৰৰ সৃষ্টি। এই সম্বন্ধে Jeansএ লিখিছে—

"The electric and the magnetic forces are mental constructs of our own, resulting from our misguided efforts to understand the motions of the particles."

জগতত তেন্তে বিজ্ঞানে কি পালে? বিজ্ঞানে এটা মানসিক কল্পনাৰ বাহিৰে আৰু একো নেপালে। সেইগুণে Eddingtonএ কৈছে —

"The purely-objective world is the spiritual world and the material world is subjective in the sense of seletive-subjectivism."

অৰ্থাৎ পৰমাৰ্থিক জগৎখনহে আচল জগৎ। আমাৰ এই জগৎখন মানসিক। আমাৰ জগজ্জ্ঞান সংস্কাৰ ঘটিত

(structural) আৰু ইন্দ্ৰিয় শক্তিৰ দ্বাৰা সীমাবদ্ধ (selective)। আমি হোৱা হ'লে, বিজ্ঞানৰ এই সিদ্ধান্তটিক, আমাৰ উপনিষদৰ মত বুলি জানি, অতি সাদৰে গ্ৰহণ কৰিলোহেঁতেন। কাৰণ গৌড়পাদেও কৈছে —

"মনোদৃশ্যমিদং দ্বৈতং
যৎ কিঞ্চিৎ সচৰাচৰম্"
বা
"মনতেসে আছে ইটো চৈধ্যাই ভুবন।"

আমি হোৱা হ'লে ক'লোহেঁতেন যে লুপ্তপ্ৰায় বেদান্ত জ্ঞান উদ্ধাৰ কৰিবলৈ জগতত Einstein আৰু Rutherford, এই দুজন মহাপুৰুষৰ জন্ম হ'ল।

ইউৰোপীয় দৰ্শনে কিন্তু কথাটো বুজিব নোৱাৰিলে। তেওঁলোকৰ পুৰণি মনোবিজ্ঞানে কৈছিল যে আগত এটা বস্তু নেথাকিলে আমাৰ বস্তু-জ্ঞান হব নোৱাৰে—আৰু সেই বাবেই, জগৎখন আমি যেনে দেখিছো ঠিক তেনে। এই বিষয় লৈ ইউৰোপীয় দাৰ্শনিক আৰু বৈজ্ঞানিক পণ্ডিতসকলৰ নিষ্পত্তি হোৱা নাই বা নিষ্পত্তি হলেও তাৰ হেন্দোলনি মাৰ যোৱা নাই।

Prof. Miss Stebbing এ "Philosophy and the Physicists" নামে এখন কিতাপ লিখি Jeans আৰু Eddingtonক কঠোৰ ভাষাৰে আক্ৰমণ কৰিলে। ইফালে বিজ্ঞানে পৰীক্ষাৰে প্ৰমাণ কৰি দেখুৱালে যে আমাৰ ইন্দ্ৰিয়বোৰ এনে ভাবে নিৰ্মিত যে শুদা বিজুলী শক্তিৰ ক্ৰিয়াকে আমি ভিন্ন ভিন্ন ভাবে ৰূপ, ৰস, গন্ধ, স্পৰ্শ, শব্দ ৰূপে উপলব্ধি কৰো। (কথাৰে উপনিষৎ চাওক )

বস্তুত ৰূপ-ৰসাদি লাগি থকা নাই। Eddingtonএ কলে যে "To welter in a barren realism of the world, is a negation of all that physical science has accomplished in unravelling the complexity of sensory experience—" অৰ্থাৎ "জগৎ সত্য,— আগত এটা বস্তু নেথাকিলে যে আমাৰ বস্তু-জ্ঞান নহয়, এইদৰে ভাবি জগতক সত্য বুলিবলৈ হ'লে, জগৎখন আমি যেনে দেখিছো ঠিক তেনে—এইদৰে ক'বলৈ হ'লে, বিজ্ঞানে আবিষ্কাৰ কৰা বিষয় জ্ঞান সম্পৰ্কে সকলো সত্য অগ্ৰাহ্য কৰিব লাগিব।"

বহুত তৰ্ক-বিতৰ্কৰ পাছত এতিয়া দাৰ্শনিক পণ্ডিতসকলে স্বীকাৰ কৰিছে যে Miss Stebbing, C.E.M. Joad আদি দাৰ্শনিক পণ্ডিত আৰু পণ্ডিতাসকলৰ প্ৰতিবাদ অযথা প্ৰতিবাদ আছিল।

এই বিষয়ে দাৰ্শনিক অধ্যাপক A.D. Ritchieএ অলপতে (১৯৪৮ চনত) এখন বৈজ্ঞানিক মেলত প্ৰকাশ্য ভাবে স্বীকাৰ কৰিলে যে —

"For the rest, Miss Stebbing's attack is mstaken, but her mistake is one which, I confess, I myself shared till recently."

[যি মনস্তত্বৰ বাবে ইউৰোপত এই বাগ-যুদ্ধ হৈ গ'ল, সেইটো আমাৰ পুৰণি সাংখ্য দৰ্শনৰ মনস্তত্ব। এই কথাটো আমি বহুত ঠাইত বহুত বাৰ কৈ আহিছো আৰু ইয়াৰ পাছতো আকৌ কেবাবাৰো উল্লেখ কৰিব লাগিব]

এতিয়া তেন্তে ইউৰোপৰ দাৰ্শনিক আৰু বৈজ্ঞানিক সকলো পণ্ডিতে স্বীকাৰ কৰে যে এই জগতত বস্তু বুলিবলৈ একো নাই। শক্তি যাক বোলো, সিও এটা মানসিক কল্পনা (concept) মাত্ৰ। আমাৰ জগজ্জ্ঞান মানসিক।

এইবোৰ ভাবি বিজ্ঞান হতাশ হৈছে। এই জগত সীমাবদ্ধ। সীমাৰ বাহিৰে নিশ্চয় কিবা এটা আছে। কি আছে ? এই প্ৰশ্নৰ উত্তৰ বিচাৰি বিজ্ঞানে পোৱা নাই। কিন্তু ইউৰোপীয় বিজ্ঞান আৰু দৰ্শন উভয়ে স্বীকাৰ কৰিছে যে জগতৰ ওপৰত কি আছে, তাৰ সম্বাদ বিজ্ঞানে কেতিয়াও বৈজ্ঞানিক উপায়েৰে পাব নোৱাৰে। বিজ্ঞান যিমানেই ওপৰলৈ যাওক, সি সদায় জগতৰ ভিতৰতহে ঘূৰি থাকিব; জগতৰ ওপৰলৈ যাব নোৱাৰে।

Eddington এ আক্ষেপ কৰিছে যে আমাৰ বিজ্ঞান চৰ্চা মিছা হ'ল; এতিয়া আমাক ধৰ্ম্মযাজকসকলে হাঁহিব পৰা হ'ল। তেওঁবিলাকে এতিয়া ক'ব পৰা হ'ল "কেনে, আমি আগেয়ে কৈছিলো নহয়" —যথা —

"The end of our journey is rather a bathos, after so much toil. Instead of struggling up to a lonely peak we have reached an encampment of believers who tell us "This is what we have been asserting for years." [Philosophy of Physical Science.]"

Einsteinএ নিজে প্ৰথমতে এইদৰে কোৱা নাছিল। প্ৰথমতে ৰোম নগৰৰ প্ৰধান ধৰ্ম্মযাজক জনৰ (Pope of Rome) প্ৰশ্নত তেওঁ কৈছিল যে তেওঁৰ আপেক্ষিকতাবাদৰ ধৰ্ম্মৰ লগত একো সম্পৰ্ক নাই।

তাৰ পাছত এতিয়া তেওঁ বহুত ৰকমে বহুত ঠাইত কৈছে :—"Science without religion is lame
Religion without Science is blind"

অৰ্থাৎ বৈজ্ঞানিক জ্ঞান জগতত সীমাবদ্ধ। বিজ্ঞান জগতৰ ওপৰলৈ যাব নোৱাৰে বাবে, বিজ্ঞান খোঁৰা। ধৰ্ম্ম-শাস্ত্ৰ কণা—অৰ্থাৎ বিজ্ঞানৰ পোহৰ নহলে মানুহে ইয়াক বুজিব নোৱাৰে। কণাৰ কান্ধত খোঁৰা উঠিলেহে এটা পূৰ্ণ মনুষ্য হয়। সেই গুণে বিজ্ঞান আৰু ধৰ্ম্মশাস্ত্ৰ গোটালেহে আমাৰ পূৰ্ণ জ্ঞান হ'ব পাৰে।

[Einsteinএ এই দৃষ্টান্তটি সাংখ্য দৰ্শনৰ পৰা ধাৰ কৰি আনিলে নে কি ? সাংখ্য দৰ্শনতো পুৰুষ আৰু প্ৰকৃতিৰ সম্বন্ধ ঠিক এই দৃষ্টান্তটি দি বুজাইছে (সাংখ্য—২১ কাৰিকা চাওক।)]

ইউৰোপীয় দৰ্শন আৰু বিজ্ঞান য'ত অন্ত হৈছে ত'ৰে পৰা বেদান্ত আৰম্ভ হৈছে। বেদান্তই কৈছে যে জগতৰ বাহিৰে কি আছে বেদান্তই জানে। এই কথাটো নুবুজিলে পাশ্চাত্য বিজ্ঞান মানৱ জাতিৰ উন্নতিৰ কাৰণ নহৈ ধ্বংসৰ হে কাৰণ হব। এটম্ বোম আদিৰে পাশ্চাত্য সভ্যতাই নিজে নিজক ধ্বংস কৰিব। সুখৰ বিষয় যে ইউৰোপত এই কথাটো মানুহে বুজিছে। বহুত বৈজ্ঞানিক পণ্ডিতে প্ৰকাশ্য ভাবে কৈছে যে ধৰ্ম্মজ্ঞান, নীতিজ্ঞান নহলে বিজ্ঞানে পৃথিৱী ধ্বংস কৰিব। আমিও আমাৰ উঠি অহা লৰাছোৱালীহঁতক সতৰ্ক কৰি এজন বৈজ্ঞানিকৰ ভাষাৰেই কওঁ,—

"Man's rapidly increasing control over natural forces holds out prospects of material achievement that are dazzling, but unless this increased control of material power can be matched by a great moral and spiritual advance, it threatens the catastrophic breakdown of human civilization. Consequently, the need was never so urgent as now for a synthesis of the kind of understanding to be gained through the various ways—scientific, philosophical and religious, of seeking truth."

# জগতৰ ভিতৰে (১)

ওপৰত কোৱা হ'ল যে এই জগৎ সীমাবদ্ধ। জগতৰ বাহিৰত কি আছে, বিজ্ঞানে নেজানে; আৰু বিজ্ঞানে অকাট্য যুক্তিৰে দেখুৱাইছে যে জগতৰ বাহিৰৰ কথা মানুহে বৈজ্ঞানিক যুক্তিৰে বা বৈজ্ঞানিক উপায়েৰে কোনো কালে জানিব নোৱাৰে।

কিন্তু জগতৰ ভিতৰৰ কথাবোৰ, জগতৰ ভিতৰৰ শৃঙ্খলা-বদ্ধ নৈসৰ্গিক নিয়মবোৰ ভালকৈ জানিলে, বাহিৰৰ কথাবোৰৰ সামান্য আভাস পোৱা যায়।

এইদৰে জানি, বিজ্ঞানে প্ৰথম অনুমান কৰে যে সম্ভৱতঃ আমাৰ এইখন জগতৰ বাহিৰেও আৰু এনে জগৎ আছে।

Eddingtonএ কৈছে—

"I do not think that with any legitimate usage of the word, it can be said that the external world of Physics is the only world that really exists." [New Pathways in Science, P. 26]

আমাৰ শাস্ত্ৰতো কয় "অনন্ত কোটি ব্ৰহ্মাণ্ডৰ হৰি অধিকাৰী।" আমি সকলে পৰা 'অসংখ্য কোটি ব্ৰহ্মাণ্ডৰ' কথা শুনি আহিছো। আমি এইবোৰ কথা বুঢ়ী-আইৰ সাধুকথা বুলি ভাবিছিলো আৰু সেইবাবেই পুৰাণৰ সকলো কথাকে অবিশ্বাস কৰিছিলো। এতিয়া দেখিছো, বিজ্ঞানেও কয় যে এইবোৰ সম্ভৱপৰ কথা।

বহুত কাৰণত বিজ্ঞানে এইবোৰ সম্ভৱপৰ কথা বুলি ভাবে। প্ৰথমতে বিজ্ঞানে কয় যে এই জগতৰ সীমা বা পৰিমাণ যেনেকৈ নিৰ্দিষ্ট আছে সেইদৰেই ইয়াৰ পৰমাণুৰ সংখ্যাও নিৰ্দিষ্ট। এই নিৰ্দিষ্ট পৰমাণুৰ সংখ্যাটো বিজ্ঞানে পৰীক্ষাসিদ্ধ সত্যৰ সহায়েৰে আৰু অঙ্কেৰেও উলিয়াইছে। বৈজ্ঞানিক সকলে কয় যে এই জগতত মোটামুটিকৈ (১০)[৭৯]

(অৰ্থাৎ ১ ৰ পিঠিত ৭৯ টা শূন্য) বিজুলী-বিন্দু (electrons) আৰু ঠিক সিমান সংখ্যক বিজুলী কেন্দ্ৰ (protons) আছে। এই সংখ্যাটোক বিজ্ঞানে Cosmical number অৰ্থাৎ মূল সৃষ্টিগত সংখ্যা বোলে। ঢৌ-গণিত (Wave mechanics) ভালকৈ নুবুজিলে এই কথাবোৰ বুজিব নোৱাৰি আৰু বিশ্বাস কৰিবও নোৱাৰি। Eddingtonএ এই গণনা কৰি এখন বৃহৎ কিতাপ (The Fundamental Theory) লিখি গৈছিল। সেই কিতাপ এতিয়া তেওঁৰ মৃত্যুৰ পাছত প্ৰকাশ হৈছে। তাত অঙ্কেৰে এই সংখ্যাটো উলিয়াইছে।*

এই নিৰ্দিষ্ট সংখ্যক বিজুলী-বিন্দু আৰু বিজুলী-কেন্দ্ৰবোৰ এনে ভাবে সংশ্লিষ্ট আৰু এনোভাবে পৰস্পৰ-সম্বন্ধ যে ইয়াৰ এটা বিজুলী-বিন্দুৰ কমবেচি হলেই গোটেই জগৎ হয় ধ্বংস হ'ব, নহলেও তাৰ এনে ৰূপান্তৰ হ'ব যে সি যেন এখন সম্পূৰ্ণ নতুন জগৎ হ'ব। আমি সাধাৰণ ভাবেও বুজিব পাৰো যে আকাশৰ অসংখ্য তৰাৰ মাজৰ যদি এটা তৰা হঠাৎ নাইকিয়া হয়, তেন্তে আধাৰ শক্তিৰ ব্যতিক্ৰম হৈ বাকীবোৰ তৰাও কক্ষচ্যুত হৈ গোটেই জগতত খেলি-মেলি লগাব বা গ্ৰহ-নক্ষত্ৰৰ সংঘৰ্ষণ হৈ গোটেই জগৎ ধ্বংস হ'ব। ঈশ্বৰে এই জগতখন সূতাৰে মণি গথাৰ দৰে গাঁথি থৈছে (গীতা ৭/৭)। সূতাডাল এঠাইত ছিগিলে, অকল এটা মণি ছিন্নভিন্ন হৈ যায়। সেই দৰেই, এই জগতৰ মূল সৃষ্টিগত সংখ্যাৰ পৰমাণুবোৰৰ এটা নহলেও গোটেই জগতৰ ধ্বংস বা ৰূপান্তৰ হ'ব বুলি ঢৌ-গণিতে (Wave mechanicsএ) কয়। ইয়াৰ প'ৰাই ঢৌ-গণিতে আৰু অনুমান কৰে যে সৃষ্টিগত সংখ্যাৰ (cosmical number) তাৰতম্য মতে অসংখ্য ধৰণৰ অসংখ্য ৰকমৰ জগৎ থকা একো অসম্ভৱ কথা নহয়।**

# জগতৰ ভিতৰে (২)

আমাৰ শাস্ত্ৰত কৈছে যে এই জগৎ অনাদি আৰু সৎ পদাৰ্থ। ইয়াৰ পৰিণাম আছে কিন্তু ইয়াৰ বিনাশ নাই। সৃষ্টিৰ পাছত প্ৰলয় আৰু প্ৰলয়ৰ পাছত আকৌ সৃষ্টি, এই দৰে অনাদি কালৰ পৰা হৈ আহিছে আৰু সদায় হৈ থাকিব। বিজ্ঞানে এতিয়া এই কথা সম্পূৰ্ণ ভাবে সমৰ্থন কৰে। অকল সেয়ে নহয়, বিজ্ঞানৰ তাপ-গতি বিদ্যাই (Thermo-dynamicএ) এইবোৰ কথা অঙ্কেৰে প্ৰমান কৰিছে।

আমি ওপৰত কৈ আহিছো যে আধুনিক আৰ্নবিকবাদ (Quantum theory) মতে এই জগতত বিজুলী-বিন্দুৰ আৰু বিজুলী-কেন্দ্ৰৰ বাহিৰে আৰু একো নাই। জগতৰ সকলো ক্ৰিয়া, সকলো পৰিণাম, সকলো বস্তু, বিজুলী-বিন্দু আৰু বিজুলী-কেন্দ্ৰৰ অৱস্থান্তৰ মাত্ৰ। সৃষ্টিৰ আদিতে এই বিজুলী শক্তিবোৰ এনে ভাবে শৃঙ্খলাবদ্ধ হৈ থাকে যে সিহঁতৰ পৰিণামতে, স্বাভাৱিক নিয়ম অনুসাৰে, এই জগতৰ সকলো বস্তুৰ উৎপত্তি হয়, ৰূপান্তৰ হয় আৰু ধ্বংস হয়; অৰ্থাৎ এই বিজুলী বিন্দুবোৰৰ পৰিণামেই জগৎ। কিন্তু এই জগতৰ

* The total number of protons and electrons in the universe is therefore --
$N=\frac{3}{2}nK=\frac{3}{2}(2)^{256}\cdot 136$ (Fundamental Theory P. 283)
পাটীগণিত মতে এই সংখ্যাটো ঃ
১৫৭৪৭৭২৪১৩৬২৭৫০০২৫৭৭৬০৫৬৫৩৯৬১১
৮১৫৫৫৪০৮০৪৪৭১৭৯১৪৫২৭১১৬৭০৯৩৬৬২
৩১৪২৫৭০৫১৮৫৬৩১০৩২৯৬।

* The cosmical number affords a good example of such a change of view Regarded as the number of particles in the universe, it may be looked upon as a special fact A universe, is is held, could be made with any number of particles and as far as physics is concerned, we must accept the number alloted to our universe as an accident or as a whim of the Creator. But the epistemological investigation changes our idea of its nature A universe cannot be made with a different number of elementary particles, consistently with the scheme of definition by which the "number of particles" is assigned to a system in wave-machanics. [Pholosophy of physical Science. P. 65]

পৰিণাম উদ্দেশ্যহীন পৰিণাম নহয়; হোৱা হ'লে ইয়াত একো শৃঙ্খলা বা নিয়ম নেথাকিলেহেঁতেন—মানুহ বুঢ়া হৈ আকৌ ডেকা হ'ব পাৰিলেহেঁতেন। শক্তিৰ পৰিণামৰ এটা নিৰ্দিষ্ট উদ্দেশ্য আছে। সেই উদ্দেশ্যৰ ফালেহে যতমানে পৰিণাম হয়, শক্তিৰ ক্ৰিয়া হয়—বিপৰীত ফালে নহয়, আৰু এই ক্ৰিয়াৰ এক মুহূৰ্তৰ বিৰাম নাই। শৃঙ্খলাৰ পৰা বিশৃঙ্খলাৰ ফালে অনবৰত শক্তিৰ ক্ৰিয়া হয়। এই সত্যটো তাপ-গতি বিদ্যাই বিজ্ঞানৰ ভাষাৰে এইদৰে কয়—

*Entropy always increases*

এয়ে তাপ-গতি বিদ্যাৰ প্ৰসিদ্ধ ২য় নিয়ম (Second law of Thermo-dynamics)। বিজ্ঞানে আৰু কয় যে এইদৰে অনন্ত কাল পৰিণাম হৈ থাকিব নোৱাৰে। আমি যেনেকৈ এটুকুৰা কাগজ ফালি ফালি গৈ থাকিব পাৰো, কিন্তু এসময়ত এই টুকুৰাবোৰ ইমান সৰু হ'ব যে আৰু ফাল নেখায়, সেইদৰেই ক্ৰিয়া শক্তিৰো এনে এদিন আহিব যে আৰু পৰিণাম হ'ব নোৱাৰে। জগতৰ এই অৱস্থাত শক্তিৰ ক্ৰিয়া নেথাকে, সেইবাবেই সময়ৰ ভুত-ভৱিষ্যত ভেদো নেথাকে, পোহৰ নেথাকে, একো নেথাকে। সৃষ্টিৰ এই অৱস্থাক তাপ-গতি বিদ্যাই Thermo-dynamic Equilibrium বোলে। পুৰাণে "মহা প্ৰলয" বোলে। [আমাৰ গীতা চাওক।]

বিজ্ঞানে আৰু দেখুৱাইছে যে এই অৱস্থা সদায় থাকিব নোৱাৰে। ইয়াৰ পাছত বিজুলী-বিন্দুবোৰ আকৌ সংহত আৰু শৃঙ্খলাবদ্ধ হলেই আকৌ আগৰ দৰেই সৃষ্টি হ'ব লাগিব। এই দৰেই সৃষ্টিৰ পাছত প্ৰলয আৰু প্ৰলযৰ পাছত সৃষ্টি সদায হৈ থাকিব। এইদৰে হ'লেই (বিজ্ঞানৰ নিজৰ যুক্তি মতেই) প্ৰত্যেক প্ৰলযৰ পাছত পূৰ্ব্বকল্পৰ সকলো ঘটনা ঘটিব লাগিব।

এইবোৰ কথা আমাৰ শাস্ত্ৰৰ লগত আখৰে আখৰে মিলে। আমাৰ বহুতে, বিজ্ঞানৰ প্ৰমাণৰ অপেক্ষা নকৰিও, এইবোৰ কথা বিশ্বাস কৰে। কিন্তু ইউৰোপীয় বৈজ্ঞানিকসকলে এইবোৰ কথা বিশ্বাস কৰিবলৈ টান পায়; অথচ বিশ্বাস নকৰিও তেওঁলোকৰ উপায় নাই। কাৰণ, এইবোৰ কথা তাপ-গতি সিদ্ধান্ত—গণিত শাস্ত্ৰৰ সিদ্ধান্ত—যাক কোনো বৈজ্ঞানিকে অস্বীকাৰ কৰিব নোৱাৰে। সেইগুণে Eddingtonএ এই বোৰ কথা অতি সাবধানে ঘুৰাই-পকাই ক'বলৈ বাধ্য হৈছে,যথা—

(১) "Scientists and theologians alike must regard as somewhat crude the *naive* theological doctrine which (suitably disguised) is at present to be found in every text-book of theorem-dynamics, namely, that some billions of years ago– God wound up the meterial universe, and has left it to chance eversince... .. It is one of those conclusions from which we can see no logical escape—only it suffers from the drawback that it is incredible." [The Nature of the Physical World P. 30]

(২) ". . . the present course will repeat itself many times over an infinite number of times infact before *t* reaches∝. Don't ask me whether I really believe or expect you to believe that it will happen Logic is Logic That's all I say "

[New Pathways in Science P 62]

ইয়াৰ সাৰ-মৰ্ম্ম এই —

(১) "আজি-কালিৰ তাপ-গতি বিদ্যাৰ সকলো পাঠ্য পুথিতে প্ৰকাৰান্তৰে এই কথা হে পোৱা যায় যে কোটী কোটী বছৰৰ আগেযে, ঈশ্বৰে এই জগতখন যেন এটা নিয়ম লগাই এৰি দিলে আৰু সি নিজে নিজে যদৃচ্ছাক্ৰমে চলি আহিছে। কিন্তু ইয়াৰ হাতৰ পৰা এৰাবৰ উপায় নাই।"

(২) "তাপ-গতি বিদ্যাৰ সিদ্ধান্ত এই যে বৰ্ত্তমান ঘটনাবোৰ ঘূৰি ঘূৰি হৈ থাকিব; অনন্ত বাৰ ঘূৰি আহিব। এই সিদ্ধান্ত মই বিশ্বাস কৰিম বুলি আশা কৰো নে নকৰো, সেই কথা মোক নুসুধিবাইক। ন্যায়শাস্ত্ৰৰ সিদ্ধান্ত, সিদ্ধান্তই—মই এই মাত্ৰ হে কওঁ।"

সৰ্ব্বশক্তিমান ঈশ্বৰ একজনৰ অস্তিত্বত সম্পূৰ্ণ বিশ্বাস নেথাকিলে এনেবোৰ সংশয় কেতিয়াবা কেতিয়াবা মনলৈ নাহি নোৱাৰে। ইফালে আকৌ, আগধৰি সৰ্ব্বশক্তিমান ঈশ্বৰৰ অস্তিত্ব মানি লৈ, বিজ্ঞান আলোচনা কৰিবলৈ গলেও একো বৈজ্ঞানিক আলোচনা হ'ব নোৱাৰে। প্ৰত্যেক বুজিব নোৱাৰা কথাকে যদি আমি ঈশ্বৰৰ ইচ্ছা বুলি ধৰি লওঁ, তেন্তে কোনো বৈজ্ঞানিক তথ্যৰ মূললৈ আমি যাব নোৱাৰো; কোনো নৈসৰ্গিক নিয়ম আবিষ্কাৰ কৰিব নোৱাৰো। সেইগুণে দেখা

যায় যে বেদান্তৰ বাহিৰে আন কোনো দৰ্শনে বা কোনো পাশ্চাত্য বিজ্ঞানে ঈশ্বৰৰ অস্তিত্ব মানি লৈ অগ্ৰসৰ হোৱা নাই। অথচ আমি জানো যে সকলো দৰ্শনৰ মূল উদ্দেশ্যই "নাস্তিক্য বাৰণ"।

আমি জানো যে Eddington অতি ধৰ্ম্মভীৰু আৰু ঈশ্বৰপৰায়ণ পুৰুষ আছিল। কিন্তু বৈজ্ঞানিক হিচাবে, তেওঁ ওপৰত কোৱা দৰে ন'কৈ আৰু আন ৰকমে ক'ব নোৱাৰে। মহাবৈজ্ঞানিক Eddington চাহাবে বৈজ্ঞানিক পদ্ধতি উলঙ্ঘা কৰিব নোৱাৰে।

তেওঁ কোৱা এইবোৰ কথাকে, বহু সহস্ৰ বছৰৰ আগেয়ে সাংখ্য দৰ্শনেও কৈ গৈছিল। বিজ্ঞানৰ দৰেই সাংখ্য দৰ্শনেও কয় যে জগতত শক্তিৰ (প্ৰকৃতিৰ) ক্ৰিয়াৰ বাহিৰে আৰু একো নাই আৰু এই ক্ৰিয়াৰ এটা বন্ধা উদ্দেশ্য আছে। উদ্দেশ্য নহলে প্ৰকৃতিৰ (অৰ্থাৎ শক্তিৰ) ক্ৰিয়া হ'ব নোৱাৰে। স্বভাৱৰ এই ক্ৰিয়া সদায় একমুখীয়া। অৰ্থাৎ সময় যেনেকৈ সদায় অতীতৰ পৰা ভবিষ্যতলৈ হে বৈ যায়,—ভবিষ্যতৰ ক্ৰিয়াও উদ্দেশ্যৰ ফালে হে হব পাৰে—বিপৰীত ফালে হব নোৱাৰে। বিজ্ঞানৰ দৰেই সাংখ্য দৰ্শনেও কয় যে এই পৰিণামৰ বিৰাম নাই। প্ৰকৃতিৰ ক্ৰিয়া এবাৰ আৰম্ভ হলেই অনবিচ্ছিন্ন ভাৱে হৈ যাব।

"পৰিণামস্বভাবা হি গুণাঃ
নাপৰিণম্য ক্ষণমবতিষ্ঠন্তে।"

এইবোৰ কথাত বিজ্ঞান আৰু সাংখ্য দৰ্শনৰ একেবাৰে একে সিদ্ধান্ত। কিন্তু সাংখ্যই এটা ডাঙৰ কথা ক'লে, যি কথা বিজ্ঞানে ক'ব পৰা নাই।

সেই কথাটো এই —

"প্ৰকৃতিৰ পৰিণামৰ উদ্দেশ্য পুৰুষাৰ্থ সাধন—অৰ্থাৎ আমাৰ ভোগ আৰু ভোগৰ পৰা অপবৰ্গ।"

বিজ্ঞানে কিয় ক'ব নোৱাৰিলে বা নকয়, তাৰ কাৰণ আমি ইয়াৰ পাছৰ অধ্যায়ত দেখুৱাম।

## জগতৰ বাহিৰে (১)

আমি ওপৰত ক'লো যে সীমাবদ্ধ জগতৰ বাহিৰে কি আছে, বিজ্ঞানে নেজানে। কিন্তু তাত কি নাই, সেইটো কথা হ'লে বিজ্ঞানে ঠিক কৈ থ'ব পাৰে।

সাংখ্য দৰ্শনেও ঠিক বৈজ্ঞানিক যুক্তিৰেই এইবোৰ কথা আলোচনা কৰিছে। সাংখ্যই পদাৰ্থৰ মূঠেই দুটা বিভাগ কৰিছে—ব্যক্ত আৰু অব্যক্ত। এই গোটেই জগৎ আৰু তাত থকা সকলো বস্তু (দৃশ্য বা অনুমেয় পদাৰ্থ) ব্যক্ত পদাৰ্থ, আৰু তাৰ বাহিৰে (অৰ্থাৎ জগতৰ বাহিৰে) থকা পদাৰ্থকে অব্যক্ত বুলিছে। এতিয়া যদি আমি সাংখ্য দৰ্শনৰ ১০-১৫ কাৰিকাৰ ব্যক্ত আৰু অব্যক্ত বিভাগটো বৈজ্ঞানিক যুক্তিৰে চাওঁ তেন্তে বুজিম যে এইবোৰ বিষয়ত সাংখ্য দৰ্শন আৰু বিজ্ঞানৰ সিদ্ধান্ত একে আৰু যুক্তিবোৰো প্ৰায় একে ৰকমৰ, যথা —

(১) আধুনিকবাদে দেখুৱাইছে যে এই জগতৰ সকলো বস্তু কেৱল মাথো বিজুলী-বিন্দু আৰু বিজুলী-কেন্দ্ৰৰ সমষ্টি। বিজুলী শক্তিৰ বাহিৰে বস্তুত আৰু একো নাই। এই শক্তিৰ ভিন্ন ভিন্ন ক্ৰিয়া অনুসাৰে আমাৰ মনত ভিন্ন ভিন্ন ৰূপ, ৰস শব্দ, স্পৰ্শাদিৰ জ্ঞান হয়। শক্তিৰ তিনি ৰকম ক্ৰিয়াকে বিজ্ঞানে Mass, Momentum আৰু Stress বোলে। এই তিনি বিধ ক্ৰিয়াক সাংখ্য দৰ্শনে সত্ত্ব, ৰজঃ আৰু তমোগুণ বোলে।

বিজ্ঞানে কয় যে ব্যক্ত সকলো পদাৰ্থ শক্তিৰ স্পন্দন মাত্ৰ। সাংখ্যই কয়, ব্যক্ত সকলো পদাৰ্থ "ত্ৰিগুণ"। গুণৰ, অৰ্থাৎ শক্তিৰ ক্ৰিয়াৰ বাহিৰে তাত আৰু একো নাই। বিজ্ঞানে আৰু কয় যে শক্তিৰ অভিব্যক্তি হ'বলৈ হ'লে দিক্ আৰু কাল লাগে। চতুৰ্ব্যাপ্তি দিঙ্মণ্ডলৰ ওপৰত (অৰ্থাৎ Four dimensional space time continumৰ ওপৰত) শক্তিৰ ক্ৰিয়া হ'ব নোৱাৰে। অতএব তাত কোনো দ্ৰব্য (matter) নাই। তাত শক্তিৰ ক্ৰিয়া (অৰ্থাৎ ত্ৰিগুণ) নাই। সি নিৰ্গুণ। সাংখ্যৰ কথাৰে —

ব্যক্ত—ত্ৰিগুণ আৰু সক্ৰিয়।
অব্যক্ত—নিৰ্গুণ আৰু নিষ্ক্ৰিয়।

(২) যদি জগতৰ ওপৰত শক্তিৰ ক্ৰিয়া নাই তেন্তে নিশ্চয় তাত কোনো ৰকমৰ পৰিণাম হ'ব নোৱাৰে। কোনো নানাত্ব হ'ব নোৱাৰে। দিক্ নাই বাবে তাত বস্তুৰ এক, দুই, এনে কোনো সংখ্যা থাকিব নোৱাৰে। তেন্তে জগতৰ ওপৰত কেৱল এটা মাত্ৰ পদাৰ্থ থাকিব পাৰিব।

সংখ্যাৰ কথাৰে —ব্যক্ত—অনেক।

অব্যক্ত—এক।

(৩) পৰিণাম ন'হলে বস্তুৰ ধ্বংস হ'ব নোৱাৰে। জগতৰ ওপৰত যি আছে তাৰ কোনো পৰিণাম নাই—সেইবাবে তাৰ ধ্বংসও নাই। সি সদায় একে।

সাংখ্যৰ কথাৰে ঃ—ব্যক্ত—অনিত্য।

অব্যক্ত—নিত্য।

এইদৰে মিলাই নিলে, সাংখ্য দৰ্শনৰ ১০-১১ কাৰিকাৰ সকলো খিনি কথা বৈজ্ঞানিক যুক্তিৰে প্ৰমাণ হয়। জগতৰ ভিতৰৰ সকলো পদাৰ্থ (ব্যক্ত) সসীম, অনিত্য, ত্ৰিগুণ, অব্যাপী, সক্ৰিয়, অনেক ইত্যাদি (১০ কাৰিকা)। আৰু 'অব্যক্ত' ইয়াৰ সম্পূৰ্ণ বিপৰীত। সাংখ্যই নিজেও এইবোৰ কথা ঠিক বিজ্ঞানৰ অনুৰূপ যুক্তিৰে হে প্ৰমাণ কৰিলে।

কিন্তু ইয়াত বিশেষ মন কৰিব লগীয়া কথা এই যে বিজ্ঞানে ঢুকি নোপোৱা এটা মূল পৰমাৰ্থিক সত্য ১০-১১ কাৰিকাত পোৱা যায়। যথা—

"অব্যক্ত এই 'ব্যক্ত' জগতৰ কাৰণ, এই ব্যক্ত জগৎ অব্যক্তৰ আশ্ৰিত আৰু অব্যক্তৰ দ্বাৰা ব্যাপৃত" (১৫ কাৰিকা)। এই অব্যক্তক সাংখ্যই "পুমানো" বুলিছে।

এই সিদ্ধান্তত সাংখ্য কেনেকৈ উপস্থিত হল? বিজ্ঞানে কিয় এই সত্যৰ কথা নেজানে?

যি সৎ-কাৰ্য্যবাদৰ ওপৰত নিৰ্ভৰ কৰি সাংখ্যই যুক্তি কৰিছিল সেই সৎকাৰ্য্যবাদ বিজ্ঞানেও কয় যে কাৰণ নহলে কাৰ্য্য নহয়। Laplaceৰ দিনৰে পৰা বৈজ্ঞানিকসকলে সেই একে কথাকে কৈ আহিছে যথা —

"The whole universe is an organisation and its present state is the effect of its antecedent state and the cause of the state that is to follow." [Jeans] তেন্তে ঠিক এই একে সৎকাৰ্যবাদৰ যুক্তিৰে, আৰু ঠিক একে ন্যায়শাস্ত্ৰৰ সহায়েৰে সাংখ্যই যি কথা প্ৰমাণ কৰিলে সেই পৰম সত্য কথাটো বিজ্ঞানে কিয় কব নোৱাৰিলে? এই প্ৰশ্নৰ উত্তৰ কেবল এটা হে হব পাৰে। বিজ্ঞানে এই জগতৰ যে এজন স্ৰষ্টা আছে, এই কথাটো স্বীকাৰ নকৰাকৈ যুক্তি কৰিছে। সাংখ্যই ধৰি লৈছে এই জগতৰ এজন সৰ্ব্বশক্তিমান স্ৰষ্টা আছে। তেওঁ কৈছে যে ব্যক্ত পদাৰ্থবোৰ সৃষ্ট পদাৰ্থ (হেতুমৎ বা কাৰণযুক্ত) আৰু অব্যক্ত অহেতুমৎ বা অসৃষ্ট, অজ বা কাৰণহীন।

এইদৰে ধৰি লৈ তেওঁ তলত দিয়া দৰে যুক্তি কৰি নিছে—[আমাৰ সাংখ্য দৰ্শন।]

"জগতত দেখা যায় যে য'তে কৰ্ত্তা আছে, ত'তে পৰিমাণো আছে। কুমাৰে পৰিমিত মৃত্তিকাৰ পৰা হে পৰিমিত ঘট কৰে। সেইগুণে, ব্যক্ত (হেতুমৎ বা সৃষ্ট) পদাৰ্থবোৰ সসীম। সিহঁতৰ সীমা আছে। সীমা মানেই অবয়ব। সিহঁতৰ অবয়ব আছে। সিহঁত আন পদাৰ্থৰ পৰা বেলেগ। সিহঁত সকলো ঠাই ব্যাপি থাকিব নোৱাৰে। অৰ্থাৎ সিহত অব্যাপী।

অব্যক্ত কিন্তু অহেতুমৎ [অসৃষ্ট বা কাৰণহীন, অজ]। ইয়াৰ কাৰণ নাই, সেইবাবে সীমা নাই, অবয়ব নাই। সি ব্যাপী বা "সৰ্ব্ব-গত"। সেইগুণে বুজিব লাগে সকলো ব্যক্ত পদাৰ্থ অব্যক্তৰ অৰ্ন্তগত। যদি নহয়, তেন্তে ব্যক্তৰ অস্তিত্বৰ দ্বাৰা, অব্যক্তৰ ভেদ হব, সীমা হ'ব—অৰ্থাৎ অব্যক্ত গুচি সি ব্যক্ত হব।"

তাৰ পাছত ১৫ কাৰিকাত যুক্তিৰে দেখুৱালে যে অব্যক্ত হ'লেই সকলো ব্যক্তৰ মূল কাৰণ হ'ব লাগিব—(সাংখ্য দৰ্শন চাওক)। বিজ্ঞানে এইবোৰ যুক্তি আৰু দৃষ্টান্ত বুজে। কাৰণ বিজ্ঞানেও ঈথৰ (Ether) বুলি এনে এটা সূক্ষ্ম সৰ্ব্ব-গত পদাৰ্থৰ কল্পনা কৰে, যাৰ দ্বাৰা সকলো দৃশ্য বস্তু ব্যাপৃত। তথাপি বিজ্ঞানে সাংখ্যৰ অব্যক্তৰ দেখা নেপালে।

সাংখ্যৰ "অব্যক্ত" অহেতুমৎ, অজ, নিত্য, ব্যাপী বা সৰ্ব্ব-গত, অসীম, অনন্ত, নিৰবয়ব, নিৰ্গুণ, অনাশ্ৰিত, ৰূপ-ৰসাদি বৰ্জ্জিত, অপৰিণামী সৎ পদাৰ্থ আৰু জগতৰ মূল কাৰণ। গৌড়পাদে কয় যে এই অব্যক্তকে বেদান্তই ব্ৰহ্ম বোলে। সাংখ্যই অব্যক্তও বোলে পুমানো বোলে। (সাংখ্য ১১ কাৰিকা।)

"যঃ পুমান্ সাংখ্য দৃষ্টিনাং
ব্ৰহ্ম বেদান্ত বাদিনাম্" [যোগবাশিষ্ঠ ৫/৭৩]

[এইবোৰ কথা আমি সংক্ষেপে ক'লো। বাহুল্য আলোচনাৰ বাবে আমাৰ গীতাৰ পাততনি আৰু সাংখ্য দৰ্শন চাওক।]

জগতৰ এজন সৃষ্টিকৰ্ত্তা আছে বুলি ধৰি, যুক্তিৰে বিচাৰ কৰি সাংখ্যই যি সত্যত উপস্থিত হ'ল, বিজ্ঞানে সৃষ্টিকৰ্ত্তা নাই বুলি ধৰা বাবে, সেই একে ৰকম যুক্তিৰেও সেই সত্যত

উপস্থিত হ'ব নোৱাৰিলে। সেইগুণেহে Einsteinএ কয় যে ধৰ্ম্মশাস্ত্র নহলে বিজ্ঞান খোৰা।

আমি আধুনিক নতুন বিজ্ঞানক নাস্তিক বিজ্ঞান বোলা নাই। বৈজ্ঞানিক সকলকো নাস্তিক বোলা নাই। আমি মুঠেই কৈছো (যেনে ওপৰতো কৈ আহিছো) যে সত্বৰ — মানি লৈ বৈজ্ঞানিক আলোচনা হব নোৱাৰে, নতুন আবিষ্কাৰ হ'ব নোৱাৰে। ইফালে আকৌ, Einsteinএ কোৱা দৰে, ঈশ্বৰৰ অস্তিত্ব মানি অগ্ৰসৰ নহলে, পূৰ্ণ জ্ঞান লাভ নহয়।

# জগতৰ বাহিৰে (২)

ওপৰত ক'লো যে বিজ্ঞানে জগতৰ বাহিৰে কি আছে নেজানে। কিন্তু কি নাই, জানে। তাত শক্তিৰ ক্রিয়া (যি ক্রিয়াক সাংখ্যাই গুণ বোলে) নাই গুণে, সি নির্গুণ, তাত কোনো দ্রব্য নাই; ৰূপ, ৰস, গন্ধ, স্পর্শ, শব্দ নাই। সেই ঠাই (যদি তাক ঠাই বুলিব পাৰি) অপৰিণামী, সদায় একে, তাৰ ধ্বংস নাই। তাত একৰ বাহিৰে দুটা পদার্থ থাকিব নোৱাৰে। ইয়াৰ বাহিৰেও, বৈজ্ঞানিক যুক্তিৰেই বুজিব পাৰি যে তাত যদি প্রাণী আছে, তেন্তে সেই প্রাণীৰ মনত, আমাৰ দৰে কোনো ভাব (thoughts or emotions) থাকিব নোৱাৰে। কাৰণ, আমাৰ মনত যতবোৰ ভাব আছে, সেই সকলোবোৰ জাগতিক ভাব। বাহিৰৰ পৰা শক্তি আহি আমাৰ মস্তিষ্কত স্পন্দন হলেই ভাবৰ উদ্রেক হয় আৰু সেই ভাবেই স্মৃতি ৰূপে আমাৰ বুদ্ধিস্থ সংস্কাৰত থাকি যায়—এয়ে বিজ্ঞানৰ সিদ্ধান্ত। [আমাৰ গীতাৰ পাতনি, Jeansৰ Physics and Philosophy ৪১ পৃঃ আৰু আমাৰ সাংখ্য-দর্শনৰ পাতনি চাওক ] তেন্তে জগতৰ বাহিৰে যেতিয়া শক্তিৰ কোনো ক্রিয়া নাই, তাত ভাবৰ উৎপত্তি হ'ব নোৱাৰে। তাত যদি প্রাণী আছে, তেন্তে সেই প্রাণীৰ মনত ভাব নাই। গভীৰ স্বপ্নহীন টোপনিত আমাৰ যি অৱস্থা, সেই প্রাণীৰ সদায় সেই অৱস্থা [কথাৰে উপনিষৎ চাওক ] ইয়াৰ বাহিৰেও বৈজ্ঞানিক যুক্তিৰেই আৰু বুজিব পাৰি যে সেই ঠাইত (অর্থাৎ জগতৰ বাহিৰে) খণ্ড-কাল (astronomical time) নাই, অর্থাৎ কালৰ ভূত-ভবিষ্যত ভেদ নাই। [কথাৰে উপনিষৎ চাওক] কাৰণ, তাত কোনো পৰিণাম নাই।*

তেন্তে, কি সেইখন ঠাই? বিজ্ঞানে কোনো বৈজ্ঞানিক উপায়েৰে বা বৈজ্ঞানিক যুক্তিৰে জানিব নোৱৰা সেইখন কি ঠাই? এইদৰে ভাবি বিজ্ঞান হতাশ হৈছে।

কিন্তু ভাৰতীয় দর্শন বেদান্ত আৰু সাংখ্য শাস্ত্রই আশ্বাসৰ বাণী প্রচাৰ কৰি আমাকে উচ্চস্বৰে কৈছে যে আমাৰ হতাশ হ'বৰ কোনো কাৰণ নাই। জগতৰ ওপৰত থকা সেই অবিনাশী সৎ পদার্থটি (তাত মাত্র এটি পদার্থ হে থাকিব পাৰে) বিচাৰি আমি ক'লৈকো যাব নেলাগে। সি অব্যক্ত আৰু সেই বাবেই সর্ব্ব-গত পদার্থ।

এই সৰ্ব্ব-গত সর্ব্ব-ব্যাপী সৎ পদার্থটি জগতৰ প্রত্যেক পৰামাণুত আছে। আমাৰ নিজৰ শৰীৰৰ ভিতৰতো বিচাৰিব জানিলেই সেই সদ্বস্তুটিৰ দেখা পাম। সাংখ্যাই কৈছে, এডোখৰ কলগছৰ পটুৱাবোৰ এখন এখনকৈ বখলিয়াই নিলে শেহত আমি যেনেকৈ তাৰ মোচাটো দেখা পাওঁ, সেইদৰে আমাৰ নিজৰ শৰীৰৰ স্থূল, সূক্ষ্ম আৰু লিঙ্গ দেহৰ বিচাৰ কৰি নিলেই আমি সেই সদ্বস্তুটিৰ (যাক সাংখ্যাই অব্যক্ত বা জ্ঞ বুলিছে) দেখা পাম। (বেদান্ত মতে সূক্ষ্ম আৰু লিঙ্গ শৰীৰ একে। সাংখ্য দর্শন মতে লিঙ্গ শৰীৰত মাত্র শুদ্ধ চিৎ-শক্তি (consciousness) আৰু ভাব (thoughts) হে আছে; ["ভাবৈৰধিবাসিতং লিঙ্গম্"]। সাংখ্য দর্শনৰ উপদেশ তেন্তে এই যে সদায় চতুর্ব্বিংশতি তত্ত্বাভ্যাস কৰি থাকিলে শেহত মানুহে নিজে নিজে বুজিব যে ভাববোৰ (যিবোৰক সাংখ্যাই

---

* বিজ্ঞানৰ ভাষাৰে ক'বলৈ হলে, জগতৰ ওপৰত Change of Entrophy নাই কাৰণে তাত time-direction ও নাই।

প্ৰত্যয়সৰ্গ বা সংস্কাৰ বা 'প্ৰকৃতি-নিৰ্ম্মাণ' বুলিছে) জ্ঞ পুৰুষৰ পৰা (অৰ্থাৎ আত্মাৰ পৰা) পৃথক। এই পুৰুষ আৰু প্ৰকৃতিৰ পৃথকত্ব জ্ঞানকে সকলো শাস্ত্ৰই আত্মজ্ঞান বোলে।

আমি অৰণ্যে ধাৰণা কৰিব নোৱাৰো, কেনেকৈ ভাববোৰ আত্মাৰ পৰা পৃথক হ'ব পাৰে। বাস্তৱিক ইউৰোপীয় দৰ্শনে ভাববোৰকে 'আত্মা' বোলে, যথা (Cogito ergo sum—I think, therefore I exist (কথাৰে উপনিষৎ, পাদটীকা চাওক)।

কিন্তু ভাৰতীয় সকলো দৰ্শনে কয় যে ভাববোৰ আত্মা নহয়। গভীৰ টোপনিত ভাবশূন্য অৱস্থাহে আত্মাৰ নিজ অৱস্থা। বেদান্তই এইবোৰ কথা স্বীকাৰ কৰে। বেদান্তই কয় যে আত্মজ্ঞান লাভৰ প্ৰধান উপায়, "পঞ্চ-কোষ" বিচাৰ (আমাৰ বেদান্ত দৰ্শনৰ, পাদটীকা চাওক)। পঞ্চকোষ বিচাৰ আৰু চতুৰ্ব্বিংশতি তত্ত্বাভ্যাস একে কথা। এই চতুৰ্ব্বিংশতি তত্ত্বাভ্যাস কেনেকৈ কৰিব পাৰি, তাৰ বিধান পাতঞ্জল দৰ্শনে দিছে। বাস্তৱিক পাতঞ্জল দৰ্শন সুকীয়া এখন দৰ্শন নহয়। ই আচলতে ফলিত সাংখ্য দৰ্শন।

বেদান্ত, সাংখ্য, পাতঞ্জল—আমাৰ সকলো দৰ্শনে কৈছে, যে জগতৰ বাহিৰৰ যি সদ্বস্তুটি বিচাৰি নেপাই পাশ্চাত্য বিজ্ঞান ব্যাকুল হৈছে, সেই বস্তুটিয়েই আমাৰ আত্মা, সৰ্ব্বব্যাপী সৎ পদাৰ্থ ব্ৰহ্ম। তেওঁ অব্যক্ত। এই দৰেই, সাংখ্যই বৈজ্ঞানিক যুক্তিৰে, বেদান্তই শ্ৰুতিবাক্যৰে, আৰু পাতঞ্জলে যোগৰ প্ৰত্যক্ষ প্ৰমাণেৰে, কৈছে যে আত্মা আৰু পৰমাত্মাৰ ভেদ নাই। জগতৰ ভিতৰতো আৰু বাহিৰতো সেই একে পৰমাত্মা। সকলো জীৱ সেই পৰমাত্মাৰ পৰা অভেদ।

জগতৰ ওপৰত তেওঁ একমাত্ৰ পুমান্ আৰু জগতৰ ভিতৰত তেওঁ বহু পুৰুষ বা জীৱাত্মা।

## সৃষ্টিৰ ৰহস্য

আমি ওপৰত ক'লো যে এই জগতত বিজুলী শক্তিৰ বাহিৰে আৰু একো নাই আৰু সেই বিজুলী শক্তিৰো একো বাস্তৱ অস্তিত্ব নাই। সি আমাৰ মনৰ কল্পনা মাত্ৰ। এইবোৰ কথা বিজ্ঞানে বুজে। কেনেকৈ "একো নোহোৱাৰ পৰা" (?) এই চিত্ৰ-বিচিত্ৰ নানা ৰকমৰ দৃশ্য বস্তুবোৰ হৈছে, এয়ে ঈশ্বৰৰ সৃষ্টিৰ প্ৰথম ৰহস্য, যি ৰহস্য বিজ্ঞানে উদঘাটন কৰি আমাক চকুত আঙুলি দি দেখুৱাই দিছে। এতিয়া, ওপৰত আৰু পালো যে সকলো জীৱৰই পৰমাত্মা—অব্যক্ত পৰ-ব্ৰহ্ম যি জন "একমেবাদ্বিতীয়" ৰূপে জগতৰ ভিতৰত আৰু জগতৰ বাহিৰতো বিৰাজমান। কেনেকৈ, কি কৌশলেৰে, তেওঁ এইদৰে একৰ পৰা বহু হৈ নানা ৰূপে প্ৰকাশ হৈ এই অসংখ্য ভিন্ন ভিন্ন জীৱবোৰ হ'ল, সেই ৰহস্যটি বিজ্ঞানে নেজানে।*

সাংখ্য-দৰ্শনত আমি পাওঁ যে জগতৰ ওপৰৰ অব্যক্ত একমাত্ৰ পুমানেই জগতৰ ভিতৰত বহু পুৰুষ হৈ ব্যক্ত হৈছে। ঠিক একে কথাকে উপনিষদেও কয়। উপনিষদে কয় যে এয়ে সৃষ্টিৰ ২য় ৰহস্য। বিজ্ঞানে এই ৰহস্যটি নুবুজিলেও আমি জানো যে অদ্বৈতবাদী বেদান্তৰ এয়ে হে সিদ্ধান্ত।

ব্ৰহ্মই "বহু হওঁ" বুলি সংকল্প কৰি সমস্ত জগৎ আৰু জগতৰ জীৱ হৈছে, আৰু জগতৰ ওপৰতো তেওঁ আছে। [কথাৰে উপনিষৎ—শ্বেতকেতুৰ উপাখ্যান চাওক]।

কেনেকৈ এইদৰে তেওঁ একৰ পৰা বহু হৈ আত্মপ্ৰকাশ কৰিছে, আমি বুজিব নোৱাৰো, ধাৰণা কৰিব নোৱাৰো। কোনো পাৰ্থিব দৃষ্টান্তৰে এই কথা বুজাব নোৱাৰো। এজন মানুহে যে দুজন বা বহুজন হ'ব পাৰে,এনে দৃষ্টান্ত আমি দেখা নাই।

কিন্তু পাতঞ্জলে কৈছে, এনে শক্তি যোগীসকলৰ আছে। যোগীয়ে প্ৰয়োজন অনুসৰি নিজৰ দেহৰ পৰা অন্য দেহ সৃষ্টি কৰি, এজন যোগীয়েই কেইবাজনো হ'ব পাৰে; প্ৰত্যেক দেহত আৱশ্যক মতে ভিন্ন ভিন্ন শক্তি আৰু ভিন্ন প্ৰবৃত্তি দিব পাৰে। [পাতঞ্জল দৰ্শন—কৈৱল্যপাদ, ৪/৫ সূত্ৰ আৰু তাৰ ব্যাস ভাষ্য চাওক]

উপনিষদেও কয় যে দেৱতা আৰু সিদ্ধ পুৰুষসকলৰ এনে

* [Pringle Pattison's "Idea of God" চাওক]।

ক্ষমতা আছে। ভাগৱতত আছে সৌভৰি ঋষিয়ে এইদৰেই ৫০ টি শৰীৰ ধাৰণ কৰি, একে সময়তে ৫০ জনী ৰাজকন্যাৰ লগত, ৫০ টা ঘৰত দীৰ্ঘকাল বাস কৰিছিল। আমি এইবোৰ কথা মিছা বুলি, এইবোৰ কবিৰ কল্পনা বুলি, উৰাই দিব পাৰো, যোগীৰ ক্ষমতাক আমি বিশ্বাস নকৰিব পাৰো। কিন্তু আধুনিক বিজ্ঞানৰ দিক্কালৰ সমন্ধটি বুজিলে আৰু বৰ্ত্তমান সময়ৰ নতুন অঙ্ক শাস্ত্ৰৰ (Wave mechanics)ৰ বিচাৰ পদ্ধতি বুজিলে আমাৰ নকৈ উপায় নাই যে —

**"জগতৰ ওপৰত সকলো অদ্বৈত, অব্যক্ত, এক ; আৰু জগতৰ ভিতৰত সকলো দ্বৈত, অনেক আৰু ব্যক্ত।"**

এই মূল সত্যটি গৌড়পাদে কোৱা কথা [মাণ্ডুক্য কাৰিকা ৩/১৮]—সাংখ্য দৰ্শনৰ কথা। অদ্বৈতবাদী বেদান্তৰ কথা আৰু এই কথাৰে অস্ফুট প্ৰতিধ্বনি আজি-কালি বিজ্ঞানেও কৰিছে, যথা —

"The new quantum mechanics may perhaps give a hint. In each case, space and time are inhabited by distinct individuals , but when we pass beyond space and time, from the world of phenomena to reality, individuality is replaced by community .so it may be with life. The phenomena may be individuals carrying on separate exsistence in space and time, while in the deeper reality beyond space and time, we may all be members of one body."

[Physics and Phylosophy;P,204]

অৰ্থাৎ "আজি কালিৰ ঢৌ-গণিতে এই বিষয়ে অলপ আভাস দিয়ে। বস্তুৰে দিক্কালত ভিন্ন ভিন্ন পদাৰ্থ হৈ দেখা দিয়ে। আমি কিন্তু যেতিয়া দিক্কালৰ অতীতলৈ যাওঁ, অৰ্থাৎ দৃশ্যৰ পৰা পৰমাৰ্থিকলৈ যাওঁ, তেতিয়া আৰু ব্যক্তিগত অস্তিত্বৰ ঠাইত এটা উমৈহতীয়া, সাধাৰণ, অস্তিত্বহে পাওঁগৈ। সেইদৰেই প্ৰাণবো হ'ব পাৰে। আমি জগতত, অৰ্থাৎ দিক্কালত ব্যক্তিগত সুকীয়া অস্তিত্ব লৈ ফুৰিছোঁহক ; কিন্তু দিক্কালৰ অতীতত আচলতে আমি আটাইবোৰ বোধকৰো একেটা শৰীৰৰ হে অংশ।"

এতিয়া তেন্তে কথা হ'ল, যে সকলো জীৱ যদি একে, একে ঠাইৰ পৰা ওলাইছে, তেন্তে জগতত ইমান অসংখ্য ভেদ হ'ল কেনেকৈ ? জীৱ আৰু ঈশ্বৰৰ দেখাতে অতিশয় প্ৰভেদ। সকলো জীৱও একে নহয়। ভূমি-পৰুৱাৰ পৰা মানুহলৈকে যত প্ৰাণী আছে, সকলোৰে বুদ্ধি, জ্ঞান আৰু ক্ষমতা একে নহয়। তেন্তে জীৱক আমি পূৰ্ণ ব্ৰহ্ম বা পূৰ্ণ ব্ৰহ্মৰ অংশ বুলি ধৰো কেনেকৈ ? জীৱ পূৰ্ণ ব্ৰহ্ম নে ব্ৰহ্মৰ অংশ ?"

আমি নিজে ভাবো যে এই প্ৰশ্নটো এটা নিৰৰ্থক প্ৰশ্ন—ইয়াৰ একো অৰ্থ নাই। ব্ৰহ্ম নিৰৱয়ৱ পদাৰ্থ। ইয়াৰ ভাগ বা অংশ নাই। ইয়াৰ প্ৰতিবিম্ব নাই। ওপৰৰ সৌভৰি ঋষিৰ দৃষ্টান্তত আমি পাঠকসকলকে প্ৰশ্ন কৰো যে এই ৫০ জন সৌভৰি ঋষিৰ ভিতৰত কোন জন কাৰ অংশ ? এই ৫০ জন সৌভৰি ঋষিৰ ভিতৰত, ৪৯ জনক আমি প্ৰথম জনৰ প্ৰতিবিম্ব বা অংশ বুলিম'নে, প্ৰত্যেক জনকে পূৰ্ণ সৌভৰি ঋষি বুলিম ? আমি কি বোলো, তাৰ পৰা মূল সত্যৰ একো ব্যতিক্ৰম নহয়। মূল সত্যটি যেনে আছে তেনে থাকিব, যথা—সৌভৰি ঋষিয়ে যোগৰ বলত একে সময়তে ৫০ টি শৰীৰ ধাৰণ কৰিলে আৰু প্ৰত্যেক শৰীৰে বেলেগ বেলেগ কাম কৰিলে অৰ্থাৎ প্ৰত্যেকে একো একোজনী ৰাজকন্যাৰ লগত একো একোটা বেলেগ ঘৰত দীৰ্ঘকাল বাস কৰিলে। এই মূল সত্যটি বিশ্বাস কৰিলে ইয়াত আৰু "অংশ—প্ৰতিবিম্ব" ৰ প্ৰশ্ন নুঠে। সেইদৰেই, আমি যদি বিশ্বাস কৰো যে একে ঈশ্বৰেই অসংখ্য জীৱ হৈ প্ৰত্যেক জীৱক বেলেগ বুদ্ধি, জ্ঞান আৰু ক্ষমতা দিলে, তেন্তে ইয়াত আৰু আন একো প্ৰশ্ন নুঠে। কিন্তু আমি দেখিছো যে জীৱ আৰু ঈশ্বৰৰ কি সম্বন্ধ, জীৱ পূৰ্ণ ব্ৰহ্ম নে পূৰ্ণ ব্ৰহ্মৰ অংশ—এই বিষয় লৈয়ে বেদান্ত দৰ্শনৰ দ্বৈতবাদ, বিশিষ্টা- দ্বৈতবাদ, অদ্বৈতবাদ, ভেদাভেদবাদ আদি বহুত বাদ হৈছে। ব্ৰহ্মসূত্ৰৰ প্ৰায় এক চতুৰ্থাংশত (২য় অধ্যায় ৩য় পাদ) এই আলোচনাকে কৰা হৈছে। এইবোৰ বাদ দিলে বেদান্ত গ্ৰন্থ অতি সংক্ষেপ হৈ পৰে। এইবোৰ কথাৰ আমি ইয়াৰ পাছত আলোচনা কৰিম।

বৰ্ত্তমান ইয়াত এতিয়া আমাৰ একমাত্ৰ আলোচ্য বিষয় এই যে,"ঈশ্বৰে কি কৌশলেৰে আমাৰ জ্ঞান আৰু শক্তি সীমাবদ্ধ কৰিলে ?" কেনেকৈ ভিন্ন ভিন্ন জীৱৰ জ্ঞান আৰু শক্তিৰ ইমান তাৰতম্য হ'ল, কেনেকৈ জগতত ইমান অসংখ্য ৰকমৰ নানাত্ব হ'ল ? কেনেকৈ একেজন ব্ৰহ্মৰে এনে অসংখ্য ভেদ, এনে অসংখ্য ৰূপ হৈ, এই বিচিত্ৰ জগৎখন হ'ল ?

এইবোৰ কথা বেদান্ততকৈ সাংখ্যই হে বহলাই আলোচনা কৰিছে। কাৰণ, সাংখ্য-দৰ্শন আচলতে জীৱ-তত্ত্ব (epistemology) অৰ্থাৎ জীৱৰ বিষয় জ্ঞান কেনেকৈ হয়,

কেনেকৈ সেই জ্ঞান সীমাবদ্ধ হয় আৰু কেনেকৈ জীৱৰ মনত মিথ্যা জ্ঞানৰ উদয় হয়—এইবোৰ তত্ত্ব। এইবোৰ কথা আগধৰি বুজিলেহে বেদান্তৰ কথাবোৰ বুজিবলৈ সহজ হয়। সেইগুণে ইয়াৰ পাছৰ অধ্যায়ত আমি সাংখ্যৰ সৃষ্টি তত্ত্বৰ সম্বন্ধে আলোচনা কৰিম আৰু দেখুৱাম, কি বিচিত্ৰ কৌশলেৰে ঈশ্বৰে আমাৰ জ্ঞান আৰু শক্তি সীমাবদ্ধ কৰিছে আৰু জগতত এনে নানাত্ব কৰিছে—এনে অসংখ্য ৰকমৰ ভেদ হৈছে।

# সাংখ্যৰ সৃষ্টি তত্ত্ব

আমি আমাৰ বেদান্ত-দৰ্শন নামৰ কিতাপ খনত দেখুৱাই আহিছো যে সাংখ্য-দৰ্শনৰ আলোচনাৰ পদ্ধতি একেবাৰে আধুনিক বিজ্ঞানৰ পদ্ধতি। সাংখ্যই তলৰ পৰা অতি সূক্ষ্ম যুক্তিৰে বিচাৰ কৰি পালে যে এই জগতৰ মূল কাৰণ "অব্যক্ত" (১৫ কাৰিকা)। এই অব্যক্তক সাংখ্যই পুমানো বুলিছে (১১ কাৰিকা)। অব্যক্ত সদায় একে, তাত দুই তিনি—এনেবোৰ ভেদ হ'ব নোৱাৰে—কাৰণ সি দিক্কালৰ অতীত। ওপৰত কোৱা হৈছে আৰু আধুনিক যুক্তিৰেই দেখুৱা হৈছে যে এই পুমান এক, ব্যাপী, সৰ্ব্বগত, নিষ্ক্ৰিয় বা নিৰ্গুণ, অনাশ্ৰিত, ইত্যাদি (১১ কাৰিকাৰ গৌড়পাদ ভাষ্যৰ শেষ অংশ চাওক)। ইয়াৰ ওপৰলৈ মানবিক যুক্তি যাব নোৱাৰে, সেইগুণে, সাংখ্যই এই খিনিতে যেন এটা আঁচ মাৰি ক'লে যে ইয়াৰ ওপৰৰ কথা মানুহে পাৰ্থিব যুক্তিৰে বুজিব নোৱাৰে। ব্যক্ত তত্ত্ববোৰ ভালকৈ বুজিলে অৰ্থাৎ চতুৰ্ব্বিংশতি তত্ত্বভ্যাস কৰিলে পাছত অব্যক্তৰ কথা বুজিব পাৰিব— এয়ে তেওঁৰ উপদেশ [৬৪৫ কাৰিকা চাওক]। পুমান বা ব্ৰহ্মৰ আচল স্বৰূপ কি, সেই বিষয়ে সকলো কথা কোৱা নাই। এই অৰ্থত সাংখ্য দৰ্শন অসম্পূৰ্ণ দৰ্শন (আমাৰ গীতা চাওক)। বেদান্তই কিন্তু ব্ৰহ্মক সাক্ষাৎ যেন দেখি তেওঁৰ স্বৰূপৰ বিষয় বৰ্ণনা কৰিছে। সেইগুণে বেদান্তত শ্ৰুতি বাক্যৰ বাহিৰে আৰু কোনো যুক্তি বা প্ৰমাণৰ স্থান নাই; আৱশ্যকো নাই। ইফালে আকৌ সাংখ্যৰ জীৱতত্ত্ব, সাংখ্যৰ মনোবিজ্ঞান—এইবোৰৰ বেদান্তই কোনো যুক্তিপূৰ্ণ আলোচনা কৰা নাই, এইবোৰ যেন জনা কথা বুলি বেদান্তই ধৰি লৈছে।

কিন্তু আদি অৱস্থা সম্পৰ্কে উভয় দৰ্শনৰ একে মত। সৃষ্টিৰ পাছত প্ৰলয়, প্ৰলয়ৰ পাছত আকৌ সৃষ্টি—এইদৰে অনাদি কালৰ পৰা হৈ আহিছে। মহা প্ৰলয়ত সকলো ব্যক্ত তত্ত্ব অব্যক্তত (বা বেদান্তৰ কথাৰে, ব্ৰহ্মত) লীন হয়, আকৌ সৃষ্টি কালত তাৰে পৰা ব্যক্ত হয়। [বিজ্ঞানেও এইবোৰ কথা সমৰ্থন কৰে বুলি আমি ওপৰত কৈ আহিছো।]

সৃষ্টিৰ আদি অৱস্থাক সাংখ্য দৰ্শনে মহত্তত্ত্ব বোলে। সকলো পুৰুষ যেন মূৰ্চ্ছিত অজ্ঞানাচ্ছন্ন হৈ মহত্তত্ত্বত "প্ৰকৃতি লীন" হৈ থাকে [গৌড়পাদ ভাষ্য ৪০ কাৰিকা]। এতিয়াও দিক্ আৰু কাল সৃষ্ট হোৱা নাই। সেইগুণে মহত্তত্ত্বত কোনো ভেদ ভাব বা ব্যক্তিগত অস্তিত্ব থাকিব নোৱাৰে। আমি এই মাত্ৰ ক'ব পাৰো যে এই বিশ্ব-ব্ৰহ্মাণ্ডৰ সকলো পদাৰ্থ, সকলো জীৱ, নিজৰ ব্যক্তিগত অস্তিত্ব হেৰুৱাই, সৃষ্টি কালত মহত্তত্ত্ব একত্ৰ হৈ থাকে, আৰু তাৰে পৰাই, ভিন্ন ভিন্ন অস্তিত্ব লৈ ব্যক্ত হয়। সৃষ্ট সকলো জীৱ, সকলো পদাৰ্থ যেন একেটা শৰীৰ আৰু একেটা আত্মা হৈ মহত্তত্ত্বত অৱস্থিতি কৰে। পুৰাণ-কৰ্ত্তাসকলে এই মহত্তত্ত্বকে বিৰাট পুৰুষ, হিৰণ্যগৰ্ভ ইত্যাদি আখ্যা দিছে। [আমি ওপৰত কৈ আহিছোহক যে আধুনিক বিজ্ঞানেও এনে এটি অৱস্থাৰ কল্পনা কৰে।]

ইয়াৰ পাছৰ অৱস্থাটোক সাংখ্য-দৰ্শনে অহঙ্কাৰ তত্ত্ব বোলে। এতিয়া জীৱৰ বোধৰ উদয় হ'ল। অহং ভাব এটা হ'ল। প্ৰত্যেক জীৱই বুজিলে যে সি এটা সুকীয়া জীৱ—আন জীৱৰ পৰা তাৰ ভেদ আছে। এই অহং জ্ঞানেই বা ভেদ জ্ঞানেই জীৱৰ আচল 'ভ্ৰান্তি বীজ' বুলি বাচস্পতি মিশ্ৰই কৈছে। ই প্ৰকৃততে ভ্ৰান্তি, মোহ বা ঈশ্বৰৰ মায়া এয়ে পুৰুষ-প্ৰকৃতি সংযোগৰ প্ৰথম ফল। ইয়াৰ পৰাই পৰবৰ্ত্তী সকলো আনুষঙ্গিক ভ্ৰান্তিৰ উৎপত্তি হয়।

এই 'ভ্ৰান্তি-বীজ' অহং জ্ঞানত দুটি ভাৱ সংযুক্ত আছে, যথা—(১) "মই"—এই আত্মবোধেই আমাৰ অখণ্ড বা অক্ষয় কালজ্ঞান। " মই সদায় আছোঁ"—এই জ্ঞানেই অখণ্ড

কাল। ইয়াৰ পৰাই সকলো খণ্ড-কাল জ্ঞান [ভূত-ভবিষ্যৎ ভেদ] উদয় হয় আৰু ইয়াতে খণ্ড-কাল জ্ঞান লয় হয়। ই নহলে খণ্ড-কাল জ্ঞান থাকিব নোৱাৰে। [কথাৰে উপনিষদ চাওক।]

(২) "মই"—মই এটা সুকীয়া জীব—এই ভেদ জ্ঞানেই আমাৰ দিক্-জ্ঞান। [পঞ্চদশী ২।৪২-৪৫ চাওক] বাহ্য বস্তুৰ অস্তিত্বৰ জ্ঞান নহলে, "মই এটা সুকীয়া জীব" —এনে জ্ঞান হ'ব নোৱাৰে। বাহ্য বস্তু নহলে, দিক্ (space) নাই। এইটো আজি-কালিৰ আপেক্ষিকতাবাদৰ সত্য—"NO space without things"।

এই দুই জ্ঞান—ভেদ-জ্ঞান (অৰ্থাৎ দিক্-জ্ঞান) আৰু কাল-জ্ঞান (অহং জ্ঞান) লৈ জীৱ সৃষ্ট হয়। প্ৰথমতে এইদৰেই জীৱৰ জ্ঞান সংকীৰ্ণ হয়। দিক্কালত জোৰা লাগিব নোৱাৰিলে কোনো কথা বুজিব নোৱাৰা হয়। নিজে যে ঈশ্বৰৰ পৰা অভেদ—এই জ্ঞানো লুপ্ত হয়—অৰ্থাৎ জীৱৰ সম্পূৰ্ণ আত্মবিস্মৃতি হয়। অ-যথাৰ্থ এটা ভেদ-জ্ঞানৰ উদয় হয়। এইদৰে নহলে, সংসাৰ নহয়। ঈশ্বৰৰ সৃষ্টি নহয়, জীৱৰ ভোগ নহয়। ক্ৰমোন্নতি নহয়।

ভোগ্য বস্তু আমাৰ পৰা পৃথক—এনে জ্ঞান নহলে আমাৰ ভোগ হ'ব কেনেকৈ? এটা জীৱৰে সংসাৰ নহয়। "মই অকলৈ আছো" "মোৰ বাহিৰে জগতত কোনো পদাৰ্থ নাই" —এনে যদি হয়, তেন্তে সংসাৰ হয় কেনেকৈ? বহু জীৱৰ পৰস্পৰৰ সংঘৰ্ষণেই সংসাৰ। কিন্তু সকলোৰে যদি ঠিক একে ৰকমে ভাবে, তেন্তে সংঘৰ্ষণ হয় কেনেকৈ? সকলো বিষয়ে অসংখ্য ৰকমৰ নানাত্ব নহলে সংসাৰ নহয়।
সকলো বিষয়ে অসংখ্য ৰকমৰ নানাত্ব নহলে সংসাৰ নহয়।

অহঙ্কাৰ তত্ত্বৰ পৰা একালে তন্মাত্ৰ সৰ্গ (বহিৰ্জগৎ) আৰু ইফালে প্ৰত্যয় সৰ্গ (অন্তৰ্জগত), এই দুই জগতৰ সৃষ্টি হয়, [সাংখ্য দৰ্শন ৫২ কাৰিকা]। এই দুই জগৎ ঘনিষ্ঠ ভাবে সম্বদ্ধ। ইহঁত অন্যোন্যাশ্ৰয়ী আৰু সহ-ভাৱী (আমাৰ গীতাৰ পাতনি (৫) চাওক।) এটা নহলে, ইটো নাই।

বহিৰ্জগতত অহঙ্কাৰ তত্ত্বৰ পৰা প্ৰথমতে পঞ্চ তন্মাত্ৰ (সূক্ষ্ম "অবিশেষ" শুদা শক্তি) আৰু তাৰ পৰাই পঞ্চ মহাভূতৰ উৎপত্তি হয়। [কথাৰে উপনিষৎ চাওক]। ইফালে আকৌ এই বহিৰ্জগতৰ পৰা শক্তি আহি প্ৰথমতে আমাৰ বুদ্ধিস্থ সংস্কাৰত ভাব হৈ সঞ্চিত হয়। এই সংস্কাৰ আৰু ইন্দ্ৰিয়বোৰে আমাৰ জ্ঞান অতি সীমাবদ্ধ আৰু অতি সংকীৰ্ণ কৰিছে। সেইগুণেই গীতাই কৈছে —

"ত্ৰিভিৰ্গুণময়ৈৰ্ভাবৈৰেভিঃ সৰ্বমিদং জগৎ।
মোহিতং নাভিজানাতি মামেভ্যঃ পৰমব্যয়ম্।।"

(গীতা ৭।১৩)

কেনেকৈ এইদৰে কৈছে, জানিবলৈ হ'লে সাংখ্যৰ মনোবিজ্ঞানটি আগধৰি বুজিব লাগিব। এই মনোবিজ্ঞানেৰে সৈতে একে। আমি সাংখ্য দৰ্শনৰ পাতনিত আৰু বেদান্ত দৰ্শনৰ এই মনোবিজ্ঞানৰ কথা কৈ আহিছো। ইয়াৰ পাছৰ অধ্যায়ত সেইবোৰ কথাৰে সংক্ষেপে পুনৰুক্তি কৰা হ'ব।

## সাংখ্যৰ মনস্তত্ত্ব

ইউৰোপীয় পুৰণি মনোবিজ্ঞানে কৈছিল যে আগত এটা বস্তু বস্তুৰূপে নথাকিলে জীৱৰ বস্তুজ্ঞান হ'ব নোৱাৰে। আমাৰ ইন্দ্ৰিয়-শক্তি গৈ বস্তুৰ ওপৰত পৰি, সেই বস্তুৰ এটা মূৰ্তি আনি আমাৰ মনক সমৰ্পণ কৰে, আৰু তেতিয়াহে আমাৰ সেই বস্তুৰ জ্ঞান হয়।

এই মনোবিজ্ঞান এসময়ত ভাৰতবৰ্ষতো প্ৰচলিত আছিল যথা—

'মূষাসিক্তং যথা তাম্ৰং তন্নিভং জায়তে তথা।
ৰূপাদীন্ ব্যাপ্নুবচ্চিত্তং তন্নিভং দৃশ্যতে ধ্ৰুবম্।।'

(পঞ্চদশী ৪।২৮)

ইউৰোপত আজিলৈকে এই মনোবিজ্ঞানেই প্ৰচলিত আছিল। এতিয়া হে নতুন বিজ্ঞানে প্ৰমাণ কৰিছে আৰু পৰীক্ষাৰে সকলোকে দেখুৱাইছে যে এই মনোবিজ্ঞান ভুল। এই বিষয় লৈ Jeans, Eddington আদি বৈজ্ঞানিক, আৰু Miss Stebbing, Joad আদি দাৰ্শনিক, পণ্ডিত-পণ্ডিতাসকলৰ যি বাগযুদ্ধ চলি আছিল, তাৰ উল্লেখ আমি প্ৰথম অধ্যায়তে কৰি আহিছো। এতিয়া বৈজ্ঞানিকসকলে কয় যে আগত এটা বস্তু বস্তুৰূপে নেথাকিলেও আমাৰ বস্তুজ্ঞান হ'ব পাৰে—যেনে, সমাজিকত হয় বা cinema বা redio বা telivision-ত হয়। আমি বস্তুৰ আচল স্বৰূপ নেদেখো। একে বস্তুকে জগতৰ ভিন্ন ভিন্ন ঠাইৰ পৰা, নিজ নিজ গতি অনুসাৰে প্ৰাণীয়ে ভিন্ন ভিন্ন ৰূপে দেখে (এয়ে আপেক্ষিতাবাদ)।বস্তুত মাত্ৰ শক্তিৰ তিনিবিধ ক্ৰিয়া(mass, momentum and stress) হে আছে আৰু তাৰ বাহিৰে একো নাই (এয়ে আণবিকবাদ)। বস্তুৰ পৰা শক্তিৰ স্পন্দন আহি আমাৰ ইন্দ্ৰিয়ত আঘাত কৰে। সেই স্পন্দনটি ইন্দ্ৰিযৰ শিৰে নি আমাৰ মস্তিষ্কত দিলেই আমাৰ বস্তু-জ্ঞান হয়।

(কেনেকৈ হয়; এই বিষয়ে আমাৰ গীতাৰ চাওক। কথাৰে উপনিষৎ—অজাতশত্ৰু আৰু বালিকিৰ উপাখ্যান চাওক)।

আমাৰ দেহটো যেন এটা নিজান ফাটেক। ইয়াত সোমাই আমি বহিৰ্জ্জগতৰ একো খবৰ নেপাওঁ। যি সামান্য খবৰ আহে, সিও সাঙ্কেতিক খবৰ হৈ (cypher code)হে আহে অৰ্থাৎ শক্তিৰ স্পন্দনৰূপে আহে। এই সঙ্কেতবোৰ (cypher message বোৰ) আমাৰ মনে যেন (de-cypher কৰে), আমাৰ ভাষালৈ তৰ্জ্জমা কৰে আৰু তেতিয়াহে আমাৰ বিষয় জ্ঞান হয়। জগতৰ আচল স্বৰূপ আমি নেদেখো। আমাৰ মনে যেনে দেখুৱায় তেনে হে দেখো। (Eddington's New Pathways in Science, chap. 1 চাওক)

সাংখ্য দৰ্শনেও ঠিক এইদৰেই কয়। সাংখ্য দৰ্শনেও কয় যে বস্তুত কেৱল মাত্ৰ শক্তিৰ তিনি বিধ ক্ৰিয়া (স্বত্ব, ৰজঃ আৰু তমোগুণ) হে আছে। গৌড়পাদৰ ভাষ্যত (১১ কাৰিকাত) আছে যে আমি যেনেকৈ "এইটো গৰু" "এইটো ঘোঁৰা"—এইদৰে দুটা বস্তু পৃথক কৰিব পাৰো, সেইদৰে "এইটো গুণ", "এইটো গুণ নহয়"—এনে ভাবে এটা বস্তুৰ ভাগ কৰিব নোৱাৰো। গুণ যেই, বস্তুও সেই; বস্তু যেই গুণো সেই—* অৰ্থাৎ বস্তুত ত্ৰিগুণৰ বাহিৰে আৰু একো নাই। ২৮ কাৰিকাত সাংখ্যই কৈছে যে বস্তুৰ পৰা শক্তি আহি আমাৰ ইন্দ্ৰিয়ত আঘাত কৰিলেই আমাৰ মনে এটা স্পন্দন অনুভৱ কৰে। এই স্পন্দনটি নিৰ্বিকল্প, ৰূপ-ৰসাদি-হীন, এটা শুদ্ধ শক্তিৰ ক্ৰিয়া মাত্ৰ, যাক সাংখ্যই "আলোচন" নাম দিছে। এই আলোচন'ত আমাৰ বুদ্ধিস্থ সংস্কাৰে নাম-ৰূপাদি যোগ কৰি দিলে হে আমাৰ বিষয় জ্ঞান হয়।

আমাৰ বস্তু-জ্ঞান হ'বলৈ তেন্তে দুটা কথা লাগে। ১ম বহিৰ্জ্জগতৰ পৰা অহা শক্তি; ২য় আমাৰ সংস্কাৰটি। বহিৰ্জ্জগতৰ কোনো কথা, কোনো বিষয় আমি বুজিব নোৱাৰো, যদি সেইবোৰ আমাৰ সংস্কাৰস্থ ভাবৰ লগত মিলাই লব নোৱাৰো। আমাৰ সংস্কাৰটি নহলে, বহিৰ্জ্জগৎ থকা নথকা, আমাৰ পক্ষে সমান।

এই মনোবিজ্ঞানৰ সহায়ৰে সাংখ্যই আমাক দেখুৱাইছে যে আমাৰ সংস্কাৰ আৰু ইন্দ্ৰিয়ৰ অ-শক্তি দ্বাৰা আমাৰ বিষয জ্ঞান সীমাবদ্ধ হয় আৰু একে বিষয়ৰে ভিন্ন ভিন্ন মানুহৰ ভিন্ন ভিন্ন ৰকমৰ জ্ঞান হয়।

আমি ভাবো যে ইন্দ্ৰিয়ৰ শক্তিৰে হে আমি শক্তিমান। সাংখ্যই কিন্তু কয় (বিজ্ঞানেও ঠিক এইদৰেই কয়) যে ইন্দ্ৰিয়বোৰৰ একো শক্তি নাই। ইহঁত বাস্তবিক শক্তি প্ৰৱেশৰ দুৱাৰ হে। এই দুৱাৰেদি বাহিৰৰ শক্তি আহি আমাৰ ভিতৰত ক্ৰিয়া কৰে,—বিষয় জ্ঞান আমাৰ মনত হে হয়। এই গুণে সাংখ্যই আৰু গীতাই ইন্দ্ৰিয়বোৰক 'দুৱাৰ' বুলিছে। [সাংখ্য ৩৫।৩৬।৩৭।৩৮ কাৰিকা; গীতা ৫।১৩]। এই ইন্দ্ৰিয়বোৰে আমাৰ জ্ঞান আৰু শক্তি সীমাবদ্ধ কৰিছে। যেনে — সূৰ্য্যৰ পোহৰত অসংখ্য ৰং আছে। তাৰ ভিতৰৰ মুঠেই সাতোটা প্ৰধান ৰং হে আমাৰ চকুৰ শিৰবোৰে গ্ৰহণ কৰিব পাৰে। সেইদৰেই, আকৌ আকাশত অসংখ্য শব্দৰ সুৰ আছে, তাৰ ভিতৰত মুঠেই তিনটা স্বৰগ্ৰাম হে আমাৰ কাণৰ ভিতৰেদি আহিব পাৰে (উদাৰা, মুদাৰা, তাৰা)। ইয়াৰ ওপৰৰ আৰু তলৰ সুৰবোৰ আমি নুশুনো। আমি এই সকলো ৰং বা সুৰ গ্ৰহণ কৰিব পৰা হলে জগতক আমি আন ৰকমে বুজিলোহেঁতেন। আমি যেন এখন আঁৰ-কাপোৰৰ বেৰৰ মাজত সোমাই আছো। ইন্দ্ৰিয়বোৰ এই আঁৰ-কাপোৰৰ একো একোটা ফুটা। এই ফুটাইদিহে আমি বহিৰ্জ্জগৎখন দেখো। [আমাৰ সাংখ্যদৰ্শন চাওক] এইদৰেই আমাৰ বিষয়-জ্ঞান সীমাবদ্ধ হয়।

ইয়াৰ বাহিৰেও আমাৰ সংস্কাৰে আমাৰ জ্ঞান আৰু সীমাবদ্ধ কৰে, জ্ঞানৰ বিপৰ্য্যয় ঘটায়, যেনে, ৰজ্জুত সৰ্পভ্ৰম হয়। সংস্কাৰটো নহলে এনে ভ্ৰম হ'ব নোৱাৰে। (সাংখ্য দৰ্শন

---

* "গুণ" শব্দৰ অৰ্থ বুজা টান। নুবুজিলে কিন্তু সাংখ্য দৰ্শন বুজা নহয়। ইয়াৰ অৰ্থৰ বাবে আমাৰ গীতাৰ পাতনি ৬—১১ পৃষ্ঠা বা সাংখ্য দৰ্শন ৩৬—৪৩ পৃঃ চাওক।

৯৩ পৃঃ চাওক)। আমাৰ সংস্কাৰত যদি মনোময় সৰ্প আগৰে পৰা নেথাকে, তেন্তে ৰজ্জুত সৰ্পজ্ঞান হ'ব নোৱাৰে। সংস্কাৰ নহলে কোনো ৰকম "অধ্যাস" অৰ্থাৎ এটা বস্তুক আন এটা যেন দেখা ভ্ৰম, হ'ব নোৱাৰে। সাংখ্য দৰ্শনৰ ৪৭-৫১ কাৰিকাত সাংখ্যই দেখুৱাইছে যে সত্য জ্ঞান মুঠেই এটা হলেও মিথ্যা জ্ঞানৰ অন্ত নাই। মিথ্যা জ্ঞানৰ অসংখ্য প্ৰভেদ হ'ব পাৰে। একে সত্যকে মানুহেপতি অসংখ্য ভিন্ন ৰূপে গ্ৰহণ কৰিব পাৰে। বুদ্ধিৰ সংস্কাৰৰ পৰা বিষয়-জ্ঞানৰ নানাত্ব হয়। [আমাৰ সাংখ্য দৰ্শন ১৩৬ পৃঃ]। এই দৰেই সংসোৰত নানাত্ব হয়।

## সংস্কাৰ

সংস্কাৰৰ সৃষ্টি আগ নে বহিৰ্জ্জগতৰ সৃষ্টি আগ? বহিৰ্জ্জগতৰ পৰা শক্তি আহি ভাবত পৰিণত হ'লে হে সংস্কাৰ গঠিত হয় বুলি আমি আগৰে পৰা কৈ আহিছো। তেন্তে আগধৰি বহিৰ্জ্জগত নহলে সংস্কাৰটো ক'ৰ হ'ব? ঠিক এই যুক্তিৰেই শঙ্কৰাচাৰ্য্যই বৌদ্ধ দৰ্শনৰ বিজ্ঞানবাদক আক্ৰমণ কৰিছিল। বিজ্ঞানবাদে কয় যে বাস্তবিক বহিৰ্জ্জগৎ নাই—ই এটি মহাশূন্য(non-existent) কিন্তু আমাৰ সংস্কাৰৰ দ্বাৰা আমাৰ জগজ্জ্ঞান হয়। শঙ্কৰাচাৰ্যাই ক'লে যে জগতেই যদি নাই, তেন্তে সংস্কাৰটো কেনেকৈ হ'ল? এই তৰ্কত শঙ্কৰাচাৰ্য্যই নকলে আগধৰি জগৎ হ'ল নে আগধৰি সংস্কাৰ হ'ল। তেওঁ এই মাত্ৰ ক'লে যে সংস্কাৰ আৰু জগৎ দুয়োটা নহলে আমাৰ উপলব্ধি নহয়।

আমি বাৰু ধৰি লওঁ যে জগতৰ সৃষ্টিয়েই আগ—আমাৰ সংস্কাৰ নাছিলেই। তেতিয়া হ'লে আমাৰ জগজ্জ্ঞান প্ৰথমতে কেনেকৈ হ'ল? সংস্কাৰ আৰু জগৎ দুয়োটা নহলে আমাৰ জ্ঞান নহয়। এই প্ৰশ্নৰ উত্তৰ পাশ্চাত্য বিজ্ঞানে আমাক দিব লাগিছিল, কাৰণ বিজ্ঞানেও কয় যে সংস্কাৰ আৰু জগৎ, দুয়োটা নহলে আমাৰ বিষয়-জ্ঞান নহয়; আমাৰ সকলো জ্ঞান সংস্কাৰ-ঘটিত। কিন্তু বিজ্ঞানে আমাৰ প্ৰশ্নৰ উত্তৰ দিব নোৱাৰে। বিজ্ঞানে কয়ঃ—

"(This) may be like enquiring whether the hen comes first or the egg; and it is not very important to decide. We might well leave the question open-whether the "forms of thoughts" that dominate our outlook are acquired or innate."

[Philosophy of Physical Science P 112]

অৰ্থাৎ "কণী নহলে কুকুৰা নহয়, আৰু কুকুৰা নহলে কণী নহয়। কণীৰ সৃষ্টি আগ নে কুকুৰাৰ সৃষ্টি আগ, কোনে ক'ব? সেইটো আমাৰ জনাৰো আবশ্যক নাই। আমাৰ সংস্কাৰ আগৰে আছিল নে পাছত হ'ল সেইটো জানিবৰো আমাৰ আৱশ্যক নাই।"

বিজ্ঞানে এই প্ৰশ্নৰ উত্তৰ দিব নোৱাৰে। কাৰণ, এজন সৃষ্টিকৰ্ত্তা আছে বুলি যুক্তি কৰা বৈজ্ঞানিক প্ৰথা নহয়।

এজন সৃষ্টিকৰ্ত্তাৰ অস্তিত্ব স্বীকাৰ কৰি, সাংখ্যই এই প্ৰশ্নৰ সুন্দৰ মীমাংসা কৰিছে। তেওঁ কয় যে অন্তৰ্জ্জগৎ (সংস্কাৰ) আৰু বহিৰ্জ্জগৎ—এই দুই জগৎ অন্যোন্যাশ্ৰয়ী; যেনে, গছ আৰু গুটি। গছ নহলে গুটি নহয়, গুটি নহলে গছ নহয়। সেইদৰে বহিৰ্জ্জগৎ নহলে সংস্কাৰ নহয়, আকৌ সংস্কাৰ নহলে বহিৰ্জ্জগতৰ জ্ঞান নহয়। এই দুয়োখন সৃষ্টি সহভাবী —একেলগে সৃষ্ট হ'ল। ইয়াত কোন আগ, কোন পিচ এনে প্ৰশ্ন অৰ্থহীন কাৰণ সৃষ্টিৰ সময়ত কাল নাছিল। কাল জ্ঞান অহং জ্ঞানৰ পৰা পাছত উদ্‌ভব হয়।

এতিয়ালৈকে আমি দেখিলো যে, একে ব্ৰহ্মই বহু হৈ বহু পুৰুষ হ'ল আৰু ইন্দ্ৰিয়, সংস্কাৰ, অহং জ্ঞান আৰু ভেদ জ্ঞানৰ দ্বাৰা জীৱৰ (পুৰুষৰ) জ্ঞান আৰু শক্তি সীমাবদ্ধ কৰি সংসোৰত নানাত্বৰ সৃষ্টি কৰিলে। তেন্তে জীৱ আৰু ঈশ্বৰৰ সমষ্টি কথাৰে আমি কেনেকৈ বুজাম?—"জীৱ ব্ৰহ্মৰ অংশ নে পূৰ্ণ-ব্ৰহ্ম" এয়ে আমাৰ আচল প্ৰশ্ন আছিল। কিন্তু সেই বিষয় আলোচনা কৰাৰ আগেয়ে আমি সাংখ্যৰ 'চেতন-অচেতন' বিভাগটো বুজা আৱশ্যক। ইয়াৰ পাছৰ অধ্যায়ত এই বিষয় আলোচনা কৰা হ'ব।

## চেতন-অচেতন বিভাগ

অদ্বৈত বেদান্তৰ মূল প্ৰতিজ্ঞা এই যে জগতত কেৱল মাত্ৰ চিৎ শক্তি হে আচল বস্তু।

"চিদস্তীহ চিন্মাত্ৰমিদং চিন্ময়মেবচ"

বেদান্তই আৰু কয় যে এই চিৎ শক্তি জড় শক্তিৰ উপাদান। (আমাৰ বেদান্ত দৰ্শন পাদটীকা চাওক)। অৰ্থাৎ চিৎ শক্তিৰ পৰা জড় শক্তিৰ অভিব্যক্তি হয়।

বিজ্ঞানে এইবোৰ কথা সমৰ্থন কৰে। বিজ্ঞানে পৰীক্ষাৰে প্ৰমাণ কৰিছে যে এই জগতত শক্তিৰ ক্ৰিয়াৰ বাহিৰে একো নাই আৰু যে এই শক্তিও আকৌ আমাৰ মনৰ ধাৰণা হে। [এইবোৰ কথা ওপৰত কোৱা হৈছে]। সেইগুণে বিজ্ঞানেও প্ৰায় বেদান্তৰ কথাৰেই কয় যে এই জগতত আচল বাস্তৱ পদাৰ্থ হৈছে (objective element) চিৎ শক্তি (consciousness) আৰু বাকী সকলো জড় শক্তি আমাৰ মনৰ অনুমান (Subjective)।

[ Philosophy of Physical Science P 69]।

অৰ্থাৎ চৈতন্যৰ বাহিৰে এই জগতত একো বাস্তৱ পদাৰ্থ নাই। এয়ে বিজ্ঞানো আৰু বেদান্তও।

সাংখ্যই ১১ কাৰিকাত ক'লে যে সকলো ব্যস্ত পদাৰ্থ ত্ৰিগুণ, অবিবেকী, বিষয়, সামান্য আৰু অচেতন। জগতৰ সকলো পদাৰ্থ (ব্যক্ত পদাৰ্থ) অচেতন। এই অচেতনত্ব জগতলৈ ক'ৰ পৰা আহিল? সাংখ্যই এই প্ৰশ্নৰ উত্তৰত কৈছে (১৪ কাৰিকা) যে ত্ৰিগুণ নহলে, অৰ্থাৎ নিৰ্গুণ হলে চেতন হ'ব লাগিব। ত্ৰিগুণ হলেহে বস্তু প্ৰকাশ হ'ব পাৰে। বস্তুৰ পৰা শক্তি আহি আমাৰ ইন্দ্ৰিয়ত লাগিলেহে আমাৰ বস্তু-জ্ঞান হ'ব পাৰে। যি বস্তুত শক্তিৰ ক্ৰিয়া (গুণ) নাই, সি দৃশ্য বস্তু হ'ব নোৱাৰে। সমুদয় দৃশ্য, অনুমেয় পদাৰ্থ ত্ৰিগুণ আৰু সেইবাবে অচেতন। অব্যক্ত নিৰ্গুণ সেইবাবে চেতন। এয়ে সাংখ্যৰ চেতন-অচেতন বিভাগ। সাংখ্যৰ মতে তেন্তে দৃশ্য বা অনুমেয় সকলো পদাৰ্থ অচেতন বা ত্ৰিগুণ। এই বিভাগ মতে বুদ্ধি আদি সকলো তত্ত্ব অচেতন, ত্ৰিগুণ আৰু দৃশ্য (অৰ্থাৎ জ্ঞানৰ বিষয় বা জ্ঞেয়)। দ্ৰষ্টা পুৰুষ নিৰ্গুণ আৰু সেইবাবে চেতন। এই চেতন সৰ্ব্বব্যাপী অব্যক্ত জগতৰ প্ৰত্যেক অচেতন ব্যক্ত পদাৰ্থক ব্যাপি আছে বুলি আমি ওপৰত কৈ আহিছো, আৰু কৈ আহিছো যে এই অব্যক্তৰ পৰাই সকলো ব্যক্ত পদাৰ্থ হৈছে। ই সকলোৰে মূল কাৰণ। অৰ্থাৎ চেতন চিৎ শক্তিৰ পৰা সকলো অচেতন জড়-শক্তিৰ উৎপত্তি। এই দৰেই সাংখ্য আৰু বেদান্তৰ এক-বাক্যতা হৈ পৰে, আৰু বিজ্ঞানে এই কথা পৰীক্ষাৰে প্ৰমাণ কৰে। সাংখ্যই ৩ কাৰিকাত ক'লে, "মূলপ্ৰকৃতি বিকৃতিঃ"— অৰ্থাৎ মূল প্ৰকৃতি কাৰণহীন অহেতুমৎ, অজ। কাৰণহীন হলেই ওপৰত দিয়া যুক্তিৰেই অব্যক্ত, সৰ্ব্বগত ব্যাপী ইত্যাদি হব লাগিব। ১১ কাৰিকাত কৈছে যে পুমানা সৰ্ব্বগত, ব্যাপী, এক ইত্যাদি। (গৌড়পাদ ভাষ্য চাওক) এতিয়া তেন্তে সাংখ্যৰ মতে দেখা গ'ল যে পুমান আৰু প্ৰকৃতি (মূল প্ৰকৃতি), দুয়ো সৰ্ব্বব্যাপী।

সৰ্ব্বব্যাপী পদাৰ্থ দুটা থাকিব নোৱাৰে। দুটা বুলিলেই পৃথক দুটা—অৰ্থাৎ এটাও সৰ্ব্বব্যাপী নহয়।

সেইগুণে আমি বুজিব লাগিব যে অব্যক্ত অৱস্থাত প্ৰকৃতি আৰু পুমান একে—একে অব্যক্ত, যি অব্যক্ত সদায় একে, সদায় অভেদ, সদায় সৰ্ব্বব্যাপী নিত্য সদবস্তু। (ওপৰত এই বোৰ কথা কোৱা হৈছে)। সেইগুণে গৌড়পাদে ২২ কাৰিকাৰ ভাষ্যত কৈছে যে অব্যক্ত, ব্ৰহ্ম, প্ৰকৃতি, মায়া, পুমান—এই সকলোবোৰ একে অৰ্থবাচক শব্দ।

কিন্তু ইয়াৰ পাছত গুণৰ ক্ৰিয়া আৰম্ভ হ'লে প্ৰকৃতি অব্যক্তৰ পৰা ব্যক্ত হয় (আমাৰ সাংখ্য দৰ্শন ৩২, ৩৩ ৪৫ পৃঃ)। ব্যক্ত প্ৰকৃতি ত্ৰিগুণ আৰু সেই বাবেই অচেতন। এই প্ৰকৃতি অনুমেয় বা দৃশ্য পদাৰ্থ। ব্যক্ত আৰু অচেতন।

গীতাই ঠিক এইদৰেই কৈছে। গীতাই কয় যে মূল প্ৰকৃতি আৰু পুৰুষ অভেদ।

## সাংখ্যৰ পুৰুষ (১)

আমি ওপৰত ক'লো যে ভাববোৰক (thoughts and emotions বা খণ্ড-জ্ঞান বোৰক) বোধশক্তিৰ (consciousness) পৰা পৃথক উপলব্ধি কৰিব পাৰিলে হে আমি আমাৰ আত্মাৰ সাক্ষাৎ পাম। এই উপলব্ধিকে আমাৰ শাস্ত্ৰই আত্ম-জ্ঞান বোলে। [ইউৰোপীয় দৰ্শনে কিন্তু কয় যে ভাবৰ সমষ্টিয়েই আত্মা। দুটাক আমি পৃথক কৰিবই নোৱাৰো।]

সাংখ্য দৰ্শনৰ মূল উদ্দেশ্যই হৈছে পুৰুষ আৰু প্ৰকৃতিৰ

(ভাব আৰু চিৎ শক্তিৰ ) প্ৰভেদটি শুৰিবে পৰা দেখুৱাই মানুহক চতুৰ্ব্বিংশতি তত্ত্বাভ্যাস কৰিবলৈ প্ৰস্তুত কৰা। এইদৰে বুজিলেহে মানুহ পাতঞ্জলোক্ত যোগৰ অধিকাৰী হ'ব আৰু আত্মজ্ঞান লাভ কৰিব পাৰিব।

সেইগুণে সাংখ্যই প্ৰথমতে আমাৰ মনত ভাবৰ উৎপত্তি কেনেকৈ হয়, সেইটো বাহুল্য ভাবে আলোচনা কৰিছে। তেওঁ প্ৰথমতে কৈছে যে বহিৰ্জ্জগতৰ শক্তি আহি আমাৰ ইন্দ্ৰিয়ত আঘাত কৰিলেই আমাৰ এটি অনুভূতি হয় ('আলোচন') আৰু ক্ষয়ো হয় (অৰ্থাৎ আমি পাহৰিও যাওঁ)। আমি ওপৰত কৈ আহিছো যে এই ভাবৰ সমষ্টিকে সাংখ্যই বুদ্ধিৰ ৰূপ বা সংস্কাৰ বোলে। উপনিষদে এই সংস্কাৰকে "কৰ্ম্মবীজ" বোলে। কাৰণ ই হে আমাক কাম কৰায়।

এই সংস্কাৰস্থ ভাববোৰ দুই শ্ৰেণীৰ—প্ৰাকৃতিক আৰু বৈকৃতিক (সাংখ্য, ৪৩ কাৰিকা)— অৰ্থাৎ পূৰ্ব্বজন্মাৰ্জ্জিত, আৰু এই জন্মত আৰ্জ্জিত। এই সংস্কাৰৰ সদায় পৰিবৰ্ত্তন ঘটাইছে। (সাংখ্য দৰ্শন,)। তেন্তে এতিয়া ইয়াত দেখা গ'ল যে আমাৰ সংস্কাৰত যতবোৰ ভাব আছে, সেই সকলোবোৰ, এসময়ত নহয় এসময়ত, বহিৰ্জ্জগতৰ পৰা আহি আমাৰ অন্তঃকৰণত সঞ্চিত হ'লহি। আমি আৰু ক'ৰো পৰা কোনো ভাব পোৱা নাই। বহিৰ্জ্জগতত যি কথা সত্য ৰূপে আছে, সেয়ে আমাৰ মনত ভাব ৰূপে আছে। বহিৰ্জ্জগতত আমি দেখিলো, পানী তপতালে ভাপ হৈ উড়ি যায়। ই এটা নৈসৰ্গিক নিয়ম বা সত্য। আমি যেতিয়া এই সত্যটি বুজিলো, তেতিয়া সি ভাব হৈ আমাৰ মনত ৰৈ গ'ল। নিৰ্জ্জীব ভাব হৈ থাকিল—সময়ত যেতিয়া আমি সুঁৱৰিব পাৰো বা সমাজিক দেখো, তেতিয়া সি সজীব হৈ ভাব-পদ-বাচ্য হয়। বহিৰ্জ্জগত নোহোৱা কোনো কথা আমাৰ সংস্কাৰত ভাব ৰূপে নাই। বহিৰ্জ্জগৎ নহলে আমাৰ মনতো আত্মবোধৰ বাহিৰে কোনো ভাব থাকিব নোৱাৰে।

এই ভাববোৰ অৰ্থাৎ আমাৰ সংস্কাৰটো যেন বহিৰ্জ্জগতৰ এটা ছবি। আমি ওপৰত কৈ আহিছো যে এই ছবিটো নহলে আমাৰ কোনো বিষয় জ্ঞান হ'ব নোৱাৰে—(বেদান্ত দৰ্শন চাওক)। ই যেন বহিৰ্জ্জগতৰ এটা ফটোগ্ৰাফ—যাৰ সহায়েৰে আমি বহিৰ্জ্জগতৰ বস্তু চিনাক্ত কৰিব পাৰো—অৰ্থাৎ বস্তুটি কি, বুজিব পাৰো।

ফটোগ্ৰাফ খন এনেয়ে হ'লে একো নহয়—সি এটা অৰ্থহীন জড়-পদাৰ্থ। এজন চেতন মানুহে দেখালে বা নুবুজিলে তাৰ একো অৰ্থ নাই। চেতন দ্ৰষ্টাৰ দৃষ্টি পৰিলেহে সি সজীব ভাব হৈ প্ৰস্ফুটিত হয়। এই দ্ৰষ্টা জনকে সাংখ্যই "পুৰুষ" বা 'জ্ঞ' বুলিছে। বেদান্তই জীবাত্মা বুলিছে। তেওঁ বুদ্ধিৰ দ্ৰষ্টা সাক্ষী, জ্ঞ, ভোক্তা বা জ্ঞাতা। (সাংখ্য ১৭-১৯ কাৰিকা)। সাংখ্যই সেইগুণে কয় যে সংস্কাৰস্থ ভাববোৰ (অৰ্থাৎ আমাৰ বুদ্ধি) অচেতন দৃশ্য পদাৰ্থ কিন্তু চেতন পুৰুষৰ সংযোগত সি চেতন যেন হয় (সাংখ্য ২০ কাৰিকা)। সাংখ্য মতে পুৰুষ, দ্ৰষ্টা বাবে চেতন; বুদ্ধি দৃশ্য বাবে অচেতন—

পুৰুষ ভোক্তা; বুদ্ধি ভোগ্য

পুৰুষ জ্ঞাতা; বুদ্ধি জ্ঞেয়

এইদৰেই সাংখ্যই পুৰুষৰ সংজ্ঞা দিছে—"যি জনে বুদ্ধিক দেখে, বুজে বা ভোগ কৰে, সেই জনেই চেতন পুৰুষ।"

"যো বুদ্ধেঃ, পৰতস্তু সঃ"—গীতা ৩।৪২

গীতায় ত্ৰয়োদশ অধ্যায়ত ঠিক এই ভাবেই কথাটো কৈছে বুদ্ধি আদি চতুৰ্ব্বিংশতি তত্ত্বক (ব্যক্ত পদাৰ্থক) ক্ষেত্ৰ বুলিছে। এইবোৰ অচেতন দৃশ্য পদাৰ্থ। ইইঁতক যি দেখে, ভোগ কৰে বা জানে, সেই দ্ৰষ্টা পুৰুষক চেতন ক্ষেত্ৰজ্ঞ বুলিছে।

[আমি ওপৰত কৈ আহিছো আৰু আমাৰ "কথাৰে উপনিষৎ" পাদটীকাত দেখুৱাইছো যে ইউৰোপীয় দৰ্শনে ভাব আৰু চিৎ শক্তি (sensation in consciousness আৰু শুদ্ধ consciousness) প্ৰভেদ আমাৰ দৰেই কৰিছে কিন্তু তেওঁবিলাকে ভাবে যে ভাববোৰো চেতন পদাৰ্থ আৰু চিৎ শক্তিও চেতন পদাৰ্থ আৰু এই দুটাৰ সমষ্টি হে আমাৰ আত্মা। এই দুটাৰ সংযোগ স্বাভাবিক সংযোগ ; পৃথক কৰিব নোৱাৰি। এয়ে ইউৰোপীয় আৰু ভাৰতীয় দৰ্শনৰ মূল বিৰোধ। আমাৰ দৰ্শনে কয় যে ভাব আৰু চিৎ শক্তিৰ এই প্ৰভেদটো উপলব্ধি কৰিলে হে আত্মজ্ঞান লাভ হ'ব পাৰে আৰু মুক্তি হ'ব পাৰে। ভাব আৰু চিৎ শক্তি (পুৰুষ আৰু প্ৰকৃতি) যে ভিন্ন জাতীয় পদাৰ্থ তাৰ সুন্দৰ কাৰণ সাংখ্য দৰ্শনে দিছে। সাংখ্যই কয় যে পুৰুষ আৰু প্ৰকৃতিৰ সংযোগ অনাদি সংযোগ হলেও, ই স্বভাবিক সংযোগ নহয়।

অগ্নি আৰু অগ্নিৰ দাহিকা শক্তি পৃথক কৰিব নোৱাৰি। এই দুটাৰ সংযোগ স্বাভাবিক সংযোগ। কিন্তু ভাব আৰু চিৎ শক্তিৰ সংযোগ তেনে স্বাভাবিক সংযোগ নহয়। দুইটা পৃথক হ'ব পাৰে—যেনে গভীৰ টোপনিত হয়; আৰু পৃথক কৰিব নোৱাৰিলে জীৱৰ মুক্তি নহয়।]

# সাংখ্যৰ পুৰুষ (২)

ওপৰত আমি পালো যে পুৰুষ প্ৰকৃতিৰ দ্ৰষ্টা। এই পুৰুষৰ স্বৰূপ কি? পুৰুষ পূৰ্ণ-ব্ৰহ্ম নে ব্ৰহ্মৰ অংশ?

সাংখ্যৰ চেতন আৰু অচেতনৰ বিভাগটো ১৪ কাৰিকাত দিয়া হৈছে আৰু ওপৰত কোৱা হৈছে যে এইমতে দৃশ্য সকলো পদাৰ্থ, বুদ্ধি আদি সকলো চতুৰ্ব্বিংশতি তত্ত্ব অৰ্থাৎ সমস্ত প্ৰকৃতি— অচেতন দৃশ্য পদাৰ্থ। পুৰুষ প্ৰকৃতিৰ দ্ৰষ্টা বাবে চেতন! চতুৰ্ব্বিংশতি সকলো তত্ত্বৰ বাহিৰে বাবে পুৰুষ নিৰ্গুণ নিষ্ক্ৰিয়, অপৰিণামী সৎ আৰু অনাশ্ৰিত হ'ব। চমুকৈ একে কথাৰে কবলৈ হলে 'অব্যক্ত' হব। সাংখ্যৰ পুৰুষ তেন্তে চেতন, সৎ, নিষ্ক্ৰিয়, অকৰ্ত্তা, নিৰ্গুণ আৰু অব্যক্ত। (সাংখ্য ১৯ কাৰিকা)। গীতাইও ঠিক এইদৰেই কয় (গীতা ২।২৪-২৫)। আমি বুজিব নোৱাৰো, কেনেকৈ পুৰুষ 'অকৰ্ত্তা' হ'ব পাৰে। গীতাত এই বিষয়ে বাহুল্য আলোচনা আছে। গীতাই কৈছে যে আত্মা প্ৰকৃততে অকৰ্ত্তা, উদাসীন, দ্ৰষ্টা। সংস্কাৰে আমাক কাম কৰায় আৰু আমি আমাৰ সংস্কাৰটিকে আত্মা বুলি ভাবো আৰু সেইগুণে আমি ভাবো যে আমি নিজে হে কৰো।

সৎকাৰ্য্যবাদৰ যুক্তিৰেই সাংখ্যই কৈছে যে "পুৰুষ" যেই "অব্যক্ত"ও সেই। অৰ্থাৎ সাংখ্যমতে আত্মা পৰমাত্মাৰ ভেদ নাই। প্ৰত্যেক পুৰুষেই অব্যক্ত পুমান্—বা ব্ৰহ্ম।

কিন্তু এতিয়া আমাৰ প্ৰশ্ন হ'ল যে অব্যক্ত হলেই পদাৰ্থ সৰ্ব্বগত ব্যাপী হব লাগিব আৰু 'এক' হব লাগিব; কাৰণ, দুটা সৰ্ব্বব্যাপী পদাৰ্থ থাকিব নোৱাৰে। এইবোৰ সাংখ্যৰ নিজস্ব যুক্তি—সৎকাৰ্য্যবাদৰ যুক্তি।

তেন্তে, সাংখ্য মতে সকলো মানুহৰ এটা উমৈহতীয়া আত্মা নে কি? সেইদৰে হলে, এটা মৰিলেই সকলো মৰিব, এটাই যি ভাবে, যি দেখে, সকলোৱে সেইদৰেহে ভাবিব আৰু দেখিব; জগৎ অৰ্থহীন (nonsensical) হ'ব আৰু উপলব্ধিৰ সাঙ্কৰ্য্য হব।

আমাৰ এই প্ৰশ্নৰ উত্তৰত সাংখ্য দৰ্শনে কয় যে জগতৰ ওপৰৰ 'একমেবাদ্বিতীয়' অব্যক্ত পুমানেই জগতৰ ভিতৰত বহু পুৰুষ হৈছে। ইয়াত ভুল নাই। কিন্তু জন্ম, মৰণ, ইন্দ্ৰিয় আৰু একে সময়তে সকলো মানুহৰ একে প্ৰবৃত্তি নহয় বাবে, আৰু সত্ত্বৰজস্তম—এই ত্ৰিগুণময় ভাববোৰ মানুহেপতি বেলেগ বাবে, পুৰুষ বহুত বুলি ধৰিব লাগিব। নহলে সংসাৰ অৰ্থহীন হব। (সাংখ্য ১৮ কাৰিকা)। অৰ্থাৎ চিৎ শক্তিৰ অংশ নাই। ই অবিভাজ্য। কিন্তু ভোগ অনুযায়ী আমি ভোক্তাৰ (পুৰুষৰ) বিভাগ কৰিব পাৰো। এইদৰে সংসাৰৰ প্ৰাণীৰ গাইপতি বেলেগ অসংখ্য ৰকমৰ ভোগ দেখি আমি ক'ব পাৰো যে অসংখ্য ভোগৰত অসংখ্যজন ভোক্তা পুৰুষ। সেইদৰে ধৰিলেই আমি জগতক সত্য বুলি ক'ব পাৰো। সাংখ্যৰ এই যুক্তিটি গীতাই সমৰ্থন কৰে। গীতাতো ভোগ অনুযায়ী বিভাগ কৰিছে। গীতাই কৈছে যে একে ঈশ্বৰেই তেওঁৰ অপৰা প্ৰকৃতিৰে এই জগৎ সৃষ্টি কৰি, পৰা প্ৰকৃতিৰে নিজে বহু হৈ ভোগ কৰিছে। সমষ্টি ৰূপেও ভোগ কৰিছে আৰু আংশিক ভাবেও ভোগ কৰিছে। সমষ্টি ভোক্তা জন ঈশ্বৰ (এজন), আৰু আংশিক ভোক্তাবোৰ পুৰুষ (বহু)। এইদৰে নকৰি আৰু উপায় নাই—কাৰণ আমি নেজানো কি শক্তিৰে একে ঈশ্বৰেই বহু পুৰুষ হ'ল।

সাংখ্যৰ মতে তেন্তে পুৰুষ দ্ৰষ্টা বাবে "অব্যক্ত" আৰু বহু বা অনেক হোৱা বাবে (সাংখ্যৰ নিজৰ যুক্তিৰেই) "ব্যক্ত"—অৰ্থাৎ সাংখ্যৰ নিজৰ যুক্তিৰেই, পুৰুষক এবাৰ "ব্যক্ত" আৰু এবাৰ "অব্যক্ত" বুলি ধৰিব লাগিব। দৰ্শন শাস্ত্ৰত, একেটা শব্দৰে দুটা সংজ্ঞা দিয়া বোধকৰো দোষৰ কথা। বাচস্পতি মিশ্ৰই সাংখ্য দৰ্শনৰ এই দোষ দেখুৱাই দিছে। (আমাৰ সাংখ্য নিজেও ব্ৰহ্ম সূত্ৰৰ ২।৩।৫১-৫৩ সূত্ৰৰ ভাষ্য সাংখ্য দৰ্শনৰ এই দোষটোৰ প্ৰতি তীব্ৰ কটাক্ষ কৰিছে। (তলত এই বিষয় উল্লেখ কৰা হ'ব।) সাংখ্য দৰ্শন যুক্তিপূৰ্ণ দৰ্শন অৰ্থাৎ পাৰ্থিৱ যুক্তিৰে পৰমাৰ্থিক কথা প্ৰমাণ কৰিছে। তাত যদি এনে এটা দোষ (যদি সঁচাকৈয়ে দোষ) থাকে, তেন্তে তাক সিমান ধৰিবলগীয়া কথা বুলি আমি নেভাবো। কিন্তু বেদান্ত দৰ্শনে কিয় ক'ব নোৱাৰে, যে একে ব্ৰহ্মই কেনেকৈ বহু হ'ল। দেৱতাবোৰে কি শক্তিৰে একে সময়তে বহুত শৰীৰ ধাৰণ কৰে? (ব্ৰহ্মসূত্ৰ ২।১।২৭, আমাৰ বেদান্ত দৰ্শন চাওক)। দাৰ্শনিক যুক্তিৰে এনেবোৰ কথাৰ নিষ্পত্তি হব নোৱাৰে। হয় আমি জীৱক (সাংখ্যৰ দৰে) পূৰ্ণ-ব্ৰহ্ম বুলিব লাগিব, নহলে (বৌদ্ধ দৰ্শনৰ দৰে) কব লাগিব যে জীৱাত্মা নাই, বা বিজ্ঞানবাদী বৌদ্ধৰ দৰে আমি কব লাগিব যে এই জগৎখনেই নাই (non-existent) বা নহলে শঙ্কৰাচাৰ্য্যই

তলত কোৱা দৰে আমি কব লাগিব যে আমাৰ জগজ্জ্ঞান মানসিক ব্যাপাৰ। (তলত এই কথা কোৱা হব)।

যেতিয়ালৈকে আমি নুবুজো কেনেকৈ একে ব্ৰহ্মই বহু জীৱ হৈ লীলা কৰিব পাৰিছে, তেতিয়ালৈকে আমাৰ এই ৪ ৰকমৰ এক নকৈ আৰু উপায় নাই।

শ্ৰীঅৰবিন্দই অতি ঠিক কথাটি কৈছে ;যথা ঃ—

. .. but the infinite difference of view and outlook and attitude, action and experience —a difference not of the natural operations which are the same but of the witnessing consciousness—are utterly inexplicable except on the supposition that there is a multiplicity of witnesses, many Purushas

... .The only at all logical explanation from the point of view of Vedantic Monism is that of the Mayavada, but there, the whole thing becomes a dream ..... . The more realistic Sankhya view of things does not admit this phantasmagoric idea of existence and therefore cannot adopt this solution.

তলত এই বিষয়টি আকৌ ওলাব। তেতিয়া আমি দেখুৱাম যে এই বিষয়ে আধুনিক বিজ্ঞানে শঙ্কৰাচাৰ্য্যক হে সমৰ্থন কৰে।

এতিয়া আমি বেদান্ত মতে (পুৰুষৰ) জীবাত্মাৰ স্বৰূপ কি, তাৰ আলোচনা কৰিম। কিন্তু তাৰ আগেয়ে বেদান্ত দৰ্শন সম্বন্ধে জানিব লগীয়া দুটামান কথা ইয়াৰ পাছৰ অধ্যায় দুটাত কোৱা হ'ব।

## বেদান্তৰ কথা (১)

বেদান্ত দৰ্শনৰ তিনিটি প্ৰস্থান ঃ—(১) শ্ৰুতি প্ৰস্থান (উপনিষৎ), (২) স্মৃতি প্ৰস্থান (গীতা), আৰু (৩) ন্যায় প্ৰস্থান (ব্ৰহ্মসূত্ৰ)।

আচলতে উপনিষদ্‌বোৰেই হে বেদান্ত। উপনিষদৰ সংখ্যা ২০০ ৰ ওপৰ। ইয়াৰ ভিতৰত ছান্দোগ্য, বৃহদাৰণ্যক, ঈশ, কেন, কঠ আদি ১১ কি ১২ খন উপনিষদেই প্ৰধান উপনিষৎ। এই সকলোখিনি উপনিষদ্ ভালকৈ নপঢ়িলে বেদান্ত পঢ়া নহয়। কাৰণ, এই উপনিষদবোৰৰ এখনো সম্পূৰ্ণ দৰ্শন নহয়। আগৰ দিনৰ শিক্ষা প্ৰণালী বেলেগ আছিল। তেতিয়াৰ দিনত অধ্যাপকে এটা নিৰ্দিষ্ট বিষয় বাছি লৈ বক্তৃতা দিছিল। এই উত্তৰবোৰেই মুখে মুখে চলি আহি, কালক্ৰমত লিপিবদ্ধ হৈ, ইমানবোৰ উপনিষদ্ হ'ল। সেই বাবেই এখন উপনিষদো সম্পূৰ্ণ দৰ্শন ন'হ'ল।

আৰু এটা কথা। আমি নজনা মানুহ এটাক কোনো কথা বুজাবলৈ হলে বহুত কথা ক'ব লাগে। কিন্তু জনা মানুহক একেবাৰে কথাৰে ক'লেই হয়। উপনিষদৰ ছাত্ৰবোৰো ব্ৰহ্মচাৰী শাস্ত্ৰজ্ঞ পণ্ডিত আছিল। অধ্যাপকো ব্ৰহ্মজ্ঞ পুৰুষ আছিল। সেইগুণে প্ৰশ্নোত্তৰবোৰো অতি সংক্ষেপ আছিল। ঠায়ে ঠায়ে এই উপনিষদবোৰৰ ভাষা ইমান চুম্বক যে তাক সাধাৰণ মানুহে ভাষ্যৰ সহায় নহলে বুজিব নোৱাৰে।

এই উপনিষদবোৰ মহৰ্ষি বাদৰায়ণে গোটাই এখন সম্পূৰ্ণ দৰ্শন ৰচনা কৰে। সেয়ে ব্ৰহ্মসূত্ৰ। এই ব্ৰহ্মসূত্ৰও আকৌ উপনিষদৰ ভাষ্য নহয়, টীকাও নহয়। উপনিষদৰ কথাবোৰ মনত ৰাখিবলৈ ই যেন এটি টোকা। ইও অতি চুম্বক টোকা। আগেয়ে উপনিষদ্ পঢ়া ছাত্ৰই উপনিষদৰ কথাবোৰ মনত ৰাখিবলৈ ব্ৰহ্মসূত্ৰই সহায় কৰে। মুখস্থ কৰি ৰখাৰ বাবে ব্ৰহ্মসূত্ৰৰ প্ৰয়োজন। কিন্তু আগেয়ে উপনিষদ্ নপঢ়া বা নুবুজা ছাত্ৰৰ নিমিত্তে ব্ৰহ্মসূত্ৰ একো সহায় নহয়।

ওপৰত কোৱা কাৰণেই, এতিয়া আমাৰ নিচিনা নজনা মানুহৰ পক্ষে উপনিষদ্ আৰু ব্ৰহ্মসূত্ৰ সমানে অনুপযোগী। ভাষ্যকাৰ আচাৰ্য্যসকলৰ আশ্ৰয় নললে আমাৰ আৰু একো উপায় নাই।

অতি দুখৰ বিষয় যে ভাষ্যকাৰসকলৰ ইজনৰ লগত সিজনৰ মিল নাই। কিয় মিল নাই, তাৰ বহুত কাৰণ আছে। আমাৰ বেদান্ত দৰ্শনৰ পাতনিত কিছুমান কাৰণ দিয়া হৈছে। কিন্তু কাৰণ যিয়েই হওক, এতিয়া আমাৰ উপায় কি ? কোনজন

আচাৰ্য্যৰ মত আমি গ্ৰহণ কৰো ? প্ৰত্যেক জনেই বাহুল্য যুক্তি আৰু তৰ্কৰ দ্বাৰা দেখুৱাইছে যে তেওঁৰ মত হে উপনিষদৰ মত আৰু তেওঁৰ ব্যাখ্যাই হে উপনিষদৰ প্ৰকৃত ব্যাখ্যা। তেওঁবিলাকে এইদৰে কোৱা সম্ভৱ হৈছে, কাৰণ ব্ৰহ্মসূত্ৰৰ বচনবোৰ ইমান চুম্বক যে তাক যেনি তেনি পোণাব পাৰি। এইদৰেই বেদান্ত দৰ্শনৰ এতিয়া দ্বৈতবাদ অদ্বৈতাবাদ আদি বহুত বাদ হৈছে, আৰু উপনিষদৰ মৰ্ম্ম বুজা আমাৰ পক্ষে টান হৈ পৰিছে। নতুন শিক্ষাৰ্থীৰ প্ৰথমতেই মনত এটা অশ্ৰদ্ধাৰ ভাব হয় যে — "যিখন দৰ্শনৰ অৰ্থৰে ঠিক নাই, সেইখন আকৌ কি দৰ্শন ?"

এনে অশ্ৰদ্ধাৰ ভাব মনত লৈ বেদান্ত আৰম্ভ কৰাত একো লাভ নাই। আচাৰ্য্যসকল সকলো মহাপুৰুষ। সকলোৱে একে সত্যকে উপলব্ধি কৰিছিল আৰু সকলোৱে একে কথাকে কৈছে। কিন্তু আত্মতত্ব নিজে বুজিলেও মানুহে লোকক ভাষাৰে বুজাব নোৱাৰে। জাগতিক দৃষ্টান্ত দি বুজাবলৈ গলেই ভাষাৰ প্ৰভেদ হবই। এইবোৰ কথা আমি আমাৰ বেদান্ত দৰ্শনৰ পাতনিত বহলাই কৈ আহিছোঁ।

একে পৰ-ব্ৰহ্মই যে সংকল্প কৰি বহু হৈ এই জগতত আত্ম-প্ৰকাশ কৰিছে আৰু জগতৰ ওপৰতো বিদ্যমান আছে, ইয়াত যে তেওঁৰ বাহিৰে আৰু একো নাই, জীৱ, জগৎ, প্ৰকৃতি, সকলো যে তেওঁ; জগৎ আৰু জীৱ উভয়েই যে তেওঁৰ দৰেই অনাদি আৰু নিত্য; তেওঁ যে আমাৰ সকলো কৰ্ম্মৰ নিয়ন্তা—এই মূল কথাখিনি সকলো আচাৰ্য্যই সমানে উপলব্ধি কৰিছিল। কিন্তু দেশ-কাল-পাত্ৰ অনুসাৰে লোক শিক্ষাৰ বাবে তেওঁবিলাকে প্ৰত্যেকে এই মূল সত্যটিৰ একো একো বিশেষ অংশৰ ওপৰত জোৰ দি ব্ৰহ্মসূত্ৰৰ ভাষ্য ৰচনা কৰা বাবে দেখা যায় যেন তেওঁবিলাকৰ ভিতৰত বিৰোধ আছে। আমি যদি জগতৰ মূল সত্যবোৰ বুজিলোহেতেন তেন্তে আমি তৎক্ষণাৎ দেখিলোহেতেন কিয় তেওঁবিলাকৰ দেখাত এনে বিৰোধ হৈছে। যেনে, দ্বৈতবাদে অকল এটা সত্যৰ ওপৰত বিশেষ জোৰ দিছে—"জীৱাত্মা নিত্য আৰু সনাতন" অৰ্থাৎ—জগৎ অনাদি, অনন্ত। বিশিষ্টাদ্বৈতাবাদে আৰু এটা সত্যৰ ওপৰত বিশেষ জোৰ দিছে যে সকলো জীৱ আৰু ব্যক্ত পদাৰ্থ পৰ-ব্ৰহ্মত অবস্থিত—পৰব্ৰহ্মৰ পৰা পৃথকে সিহঁতৰ অস্তিত্ব নাই। সিহঁত যেন শৰীৰ, ব্ৰহ্ম যেন সেই শৰীৰৰ আত্মা।

অদ্বৈতবাদে আৰু এটা সত্যত বিশেষ জোৰ দিছে যে এই জগতত সচ্চিদানন্দ ব্ৰহ্মৰ বাহিৰে আৰু একো নাই। আমি যি জড-শক্তিৰ অনুমান কৰোঁ, চিৎ শক্তি হে তাৰ উপাদান।

**বেদান্তৰ স্মৃতি প্ৰস্থান, গীতাই কিন্তু মূল সত্যটিৰ একাংশত অত্যধিক জোৰ দিছে—যথা, আমাৰ সকলো প্ৰবৃত্তি, ভাব আৰু কৰ্ম্মৰ ঈশ্বৰ হে নিয়ন্তা। আমাৰ স্বাধীন ইচ্ছা নাই।**

চমুকৈ কবলৈ হলে, দ্বৈতবাদে আৰু সাংখ্য দৰ্শনে জগতৰ ভিতৰৰ সত্যবোৰ বুজাবলৈ বিশেষ চেষ্টা কৰিছে। আৰু অদ্বৈতবাদে জগতৰ ওপৰলৈ গৈছে। এই কথাটো মনত ৰাখিলে আমি বুজিম যে আচাৰ্য্য-সকলৰ প্ৰকৃত মত-ভেদ একো নাই।

# বেদান্তৰ কথা (২)

বেদান্তই ব্ৰহ্মক প্ৰত্যক্ষ যেন দেখিছে আৰু সেইগুণে কোনো যুক্তি বা প্ৰমাণ নোহোৱাকৈ নিঃসন্দেহে ক'ব পাৰিছে :—

"সৌৱা, ব্ৰহ্ম চোৱাঁ ; এওঁ সৃষ্টি স্থিতি আৰু প্ৰলয়ৰ কাৰণ, এওঁ "সত্যং, জ্ঞানং, অনন্তম্।" ইয়াত আমি প্ৰথমতে 'জ্ঞান' শব্দটি ভুল বুজিব পাৰো। আমি ঘৰুৱা কথা-বাৰ্ত্তাত আৰু লিখা কিতাপত্ৰো 'জ্ঞান' শব্দটি দুটা অৰ্থত প্ৰায় ব্যৱহাৰ কৰো। ইংৰাজীত দুটা কথা আছে—knowledge or physical experience আৰু consciousness। আমি "জ্ঞান" মানে কেতিয়াবা এটা আৰু কেতিয়াবা ইটো বুজো। সেইগুণে আমি মনত ৰাখিব লাগিব যে ওপৰত বেদান্তই প্ৰথমটোক (অৰ্থাৎ Knowledge or physical experience ক) 'জ্ঞান' বোলা নাই। এইবোৰ আচলতে আমাৰ সংস্কাৰহে ভাব হে বোলে। এইবোৰকে 'জ্ঞান' বুলি

আমি ইইতৰ 'সত্য-জ্ঞান', 'মিথ্যা-জ্ঞান'-এনে বিভাগো কৰো। কিন্তু, "সত্যং জ্ঞানং অনন্তম্"—ব্ৰহ্মৰ এই সংজ্ঞাত, বেদান্তই 'জ্ঞান' বুলি এনে বিধ জ্ঞানৰ কথা কোৱা নাই। বেদান্তই ইবিধ জ্ঞানৰ (অৰ্থাৎ consciousness) কথা কৈছে। এই জ্ঞানৰ 'সত্য-মিথ্যা' ভেদ নাই। ই সদায় সত্য, সদায় একে। ই বোধ শক্তি, চিৎ বা চৈতন্য। ই অখণ্ড জ্ঞান। ভাৱবোৰ খণ্ড জ্ঞান। [কথাৰে উপনিষৎ চাওক]। আমি ওপৰত কৈ আহিছো যে সাংখ্যমতে এই খণ্ড জ্ঞান বোৰ অচেতন পদাৰ্থ—বহিৰ্জ্জগতৰ যেন এখন 'ফটোগ্ৰাফ্' আৰু অখণ্ড জ্ঞান ইয়াৰ দ্ৰষ্টা। তেন্তে এই অখণ্ড জ্ঞানৰ—অৰ্থাৎ বোধশক্তি বা চিৎ শক্তিৰ আচল স্বৰূপ কি? আমি আমাৰ "কথাৰে উপনিষদ" কৈছো যে এই অখণ্ড-জ্ঞান যেন ফুলৰ মালাৰ ভিতৰৰ সূতাডাল আৰু খণ্ড-জ্ঞান বোৰেই যেন ফুল। ফুলবোৰে সূতাডাল ঢাকি থৈছে। সূতাডাল নহলে মালাধাৰি নাই কিন্তু ফুলবোৰ থাকে মানে সূতাডাল নেদেখি। সেই দৰেই এই খণ্ড-জ্ঞানবোৰ আমাৰ মনত থাকে মানে আমি অখণ্ড-জ্ঞানৰ আচল স্বৰূপ নুবুজোঁ। খণ্ড-জ্ঞানবোৰৰ পৰা (অৰ্থাৎ ভাববোৰৰ পৰা) মুক্ত হব পাৰিলে হে (গীতাৰ কথাৰে, গুণাতীত হব পাৰিলেহে) আমি বুজিম, অখণ্ড-জ্ঞান কি পদাৰ্থ। আমি আমাৰ চিত্তৰ "ভাব-শূন্য" অবস্থা এটা কল্পনা কৰিব নোৱাৰোঁ, যদিও আমি বুজো যে "ভাব-শূন্য" অবস্থা এটা আছে—যেনে, গভীৰ নিদ্ৰা (সুষুপ্তি)। কিন্তু "যোগশ্চিত্তবৃত্তি নিৰোধঃ"—যি সকলে চিত্ত বৃত্তি নিৰোধ কৰি সমাধিস্থ যোগী হব পাৰিছে, তেওঁবিলাকে বুজে যে এই অবস্থা আনন্দময় অৱস্থা (গীতা ৩।১৯ আৰু ৬।২৭ চাওক)। কিন্তু এই আনন্দ আৰু আমি যাক আনন্দ বোলোঁ, দুযোটা একে নহয়। অখণ্ড আনন্দ, নিত্য সৎ বস্তু। বহিৰ্জ্জগতৰ লগত তাৰ কোনো সম্বন্ধ নাই। আমাৰ আনন্দ খণ্ড-আনন্দ—তাৰ উৎপত্তি আৰু বিনাশ আছে। সি বহিৰ্জ্জগতৰ বিষয়ৰ অপেক্ষা কৰে। ব্ৰহ্ম আনন্দময়—অখণ্ড-জ্ঞান, বা জ্ঞানময় অখণ্ড-আনন্দ। এই জ্ঞানৰ আৰু এই আনন্দৰ একো প্ৰভেদ নাই, দুয়োটা একে পদাৰ্থ। সেইগুণে তেওঁক "সত্যং জ্ঞানং অনন্তং" নুবুলি কেতিয়াবা (সৎ+চিৎ+আনন্দ) "সচ্চিদানন্দ" বোলে। দুয়োটা একে কথা।

এতিয়া, তেন্তে, ব্ৰহ্মৰ স্বৰূপ কি, আমাৰ বুজা হল নে কি? আমি দেখোন জ্ঞান কি, তাকো বুজো, আনন্দ কি, তাকো বুজো, তেন্তে আৰু কি বাকী থাকিল? বেদান্তই কয় যে আমি জ্ঞান (অখণ্ড জ্ঞান) কি, তাকো নুবুজো, আনন্দ (অখণ্ড আনন্দ) কি তাকো নুবুজো। আমি যদি ভাবো যে ব্ৰহ্ম এটা যান্ত্ৰিক শক্তি (mechanical power) বা ভাব-পদাৰ্থ তেন্তে পঢ়ি আমাৰ একো লাভ নহ'ল— আমাৰ ক্ষতি হ'ল। বেদান্তই কৈছে যে ব্ৰহ্ম কি, সেই কথা মানুহে বাক্যেৰে প্ৰকাশ কৰিব নোৱাৰে, মনেৰে ভাবিব নোৱাৰে, আৰু লোকক বুজাব নোৱাৰে। এই কথাটো উপনিষদে চিঞৰি চিঞৰি কৈ আছে। উপনিষদে কয় যে যি ব্ৰহ্মক জানিলোঁ বুলি ভাবে সি নিশ্চয় একো জনা নাই। এই কথাকে অতি সংক্ষেপে গীতাই ১৩-১৮ শ্লোকত কৈছে। ব্ৰহ্মসূত্ৰৰ ৩-২-১৭ সূত্ৰত আছে যে এদিন বাস্কলিয়ে তেওঁৰ গুৰু বাহ্বক সুধিলে, "ভগৱন্, ব্ৰহ্ম কি, উপদেশ কৰক"। গুৰুৱে নামাতিলে। এবাৰ, দুবাৰ, তিনিবাৰ প্ৰশ্ন কৰাৰ পাছত গুৰুৱে কলে—'মই তো তোমাক কলোঁ, তুমি কিয় নুবুজিলা? মোৰ মৌনতাই তোমাৰ প্ৰশ্নৰ উত্তৰ। ব্ৰহ্মস্বৰূপ বাক্যেৰে প্ৰকাশ নহয়।"

তেন্তে, এয়ে যদি বেদান্তৰ সিদ্ধান্ত, বেদান্ত পঢ়ি আমাৰ কি লাভ হ'ল? নিৰ্গুণ ব্ৰহ্ম বুলি এটা পদাৰ্থ (বা এটি শূন্য) আছে, আৰু সেই পদাৰ্থ যদি কোনোমতে আমাৰ জ্ঞান-গম্য নহয়, জগৎ সৃষ্টি কৰাৰ পাছত যদি তেওঁৰ লগত আৰু আমাৰ কোনো সম্পৰ্ক নাই, তেন্তে এনে পদাৰ্থৰ কথা শুনি আমাৰ কি লাভ আছে? আমি নাস্তিক বা নহম কিয়?

আমাৰ এই প্ৰশ্নৰ উত্তৰতে বেদান্তই কবলগীয়া সকলো কথা ক'লে। বেদান্তই কলে যে তেওঁ অব্যক্ত, অবাঙ্‌মনস-গোচৰ হলেও, সদায় তেওঁৰ কথা ভাবিলে, মনত ৰাখিলে আৰু ধ্যান উপাসনা কৰিলে, তেওঁৰ বিষয়ৰ জ্ঞান ভিতৰৰ পৰা ওলায়। ই বাহিৰৰ পৰা ওলোৱা জ্ঞান নহয়। ই বেলেগ ৰকমৰ জ্ঞান। বেদান্তই এই কথাটোকে বহুত ৰকমে, কেতিয়াবা যুক্তিৰে আৰু কেতিয়াবা গল্পছলে কৈছে।

(কথাৰে উপনিষৎ চাওক)।

ব্ৰহ্মসূত্ৰ ৩।২।২৩-২৪ সূত্ৰত এই কথাকে কৈছে। এয়ে জগতৰ মূল সত্য। এই সত্যটি বিশ্বাস কৰিব পাৰিলেই, আমাৰ সকলো শ্ৰেয়ঃ সিদ্ধি হয়। এই সূত্ৰত কৈছে যে ব্ৰহ্ম অব্যক্ত হলেও সাধকে তেওঁক প্ৰত্যক্ষ দেখে।

# জীৱাত্মাৰ স্বৰূপ

ওপৰত আমি দেখুৱালো যে সাংখ্যমতে জীৱাত্মা আৰু পৰমাত্মা অভেদ। একে পুমানেই বহু হৈ অসংখ্য পুৰুষ (জীৱাত্মা) হৈছে। বেদান্তমতে জীৱাত্মাৰ স্বৰূপ কি, সেই-কথা আলোচনা কৰিবলৈ গৈ মাজতে আমি বেদান্ত দৰ্শন সম্বন্ধে কিছুমান কথা কবলগীয়া হ'ল। এতিয়া আকৌ আমি আগৰ প্ৰশ্নটিলৈ উভতি যাব পাৰোঁ।

আমি দেখিছো যে সাংখ্যৰ দৰেই বেদান্তই কৈছে যে জীৱাত্মাও অব্যক্ত (গীতা ২। ২৫) আৰু জীৱাত্মা পৰমাত্মাৰ ভেদ নাই বুলিও কোনো উপনিষদে কয়। (কথাৰে উপনিষৎ, যাজ্ঞবন্ধ্য মৈত্ৰেয়ী উপাখ্যান চাওক)। জীৱাত্মা পৰমাত্মাৰ ভেদ আছে বুলিও কয়, কিন্তু একে ব্ৰহ্মই বহু জীৱাত্মা হৈ লীলা কৰিছে—এই কথা সকলোৱে কেনেকৈ প্ৰকাশ কৰিম ? জীৱক পৰব্ৰহ্মৰ প্ৰতিবিম্ব বুলিম নে ব্ৰহ্মৰ অংশ বুলিম ; নাই বা স্বযং পূৰ্ণ-ব্ৰহ্ম বুলিম ? তিনিওটি মতকে শাস্ত্ৰই দিছেঃ যথা— ১। এক এবহি ভূতাত্মা ভুতে ভূতে ব্যবস্থিতঃ।

একধা বহুধা চৈব দৃশ্যতে জলচন্দ্ৰবৎ॥

২। মমৈবাংশো জীবলোকে জীবভূতঃ সনাতনঃ।

৩। জীবো ব্ৰহ্মৈব নাপৰঃ॥

আমি ওপৰত আৰু কৈ আহিছো যে এইটো নিৰৰ্থক প্ৰশ্ন। কাৰণ, আমি যিহকে বোলো সেই একে মূল সত্তাটিকে বুজিম ঃ একে ব্ৰহ্মই বহু হৈ বহু জীৱ হ'ল আৰু ইন্দ্ৰিয় মন বুদ্ধিস্থ সংস্কাৰাদিৰ দ্বাৰা প্ৰত্যেক জীৱক ৰিভিন্ন প্ৰবৃত্তি, জ্ঞান আৰু শক্তি দিলে। কি শক্তিৰে তেওঁ বহু হ'ল, সেই কথা আমাক সাংখ্য দৰ্শনেও কব নোৱাৰে আৰু বেদান্ত দৰ্শনেও কব নোৱাৰে' বেদান্তই নিজে স্বীকাৰ কৰিছে যে এই কথা মানুহে জানিব নোৱাৰে। (ব্ৰহ্মসূত্ৰ ২। ১। ২৫ আৰু আৰ বেদান্ত দৰ্শন চাওক)। ব্ৰহ্মসূত্ৰৰ ১। ৪। ২০-২২ সূত্ৰত মহৰ্ষি বাদৰাযণে নিজে কলে যে ব্ৰহ্ম আৰু জীৱৰ সম্বন্ধটি উপনিষদে তিনি ৰকমে প্ৰকাশ কৰিছে-যথা —

১। জীৱ আৰু ব্ৰহ্মৰ কাৰ্য্য-কাৰণ সম্বন্ধ। কাৰ্য্যৰ কাৰণাতিৰিক্ত স্বাধীন অস্তিত্ব নাই।

২। ব্ৰহ্ম আৰু জীৱৰ অংশ-অংশী বা ভেদাভেদ সম্বন্ধ। জীৱ ঈশ্বৰৰ পৰা অভেদ হলেও, দেখাত সম্পূৰ্ণ ভেদ দেখা যায়।

৩। জীৱাত্মা আৰু পৰমাত্মাৰ একো ভেদ নাই। জীৱ ব্ৰহ্মই।

এইবোৰ কথা আমি বুজো। ইযাক কোনেও নহয় বুলিব নোৱাৰে। ইযাৰ পাছত ব্ৰহ্মসূত্ৰৰ ২। ৩ পাদত এই একে প্ৰশ্নই আকৌ অন্য প্ৰসঙ্গত আৰু অন্যৰূপে উঠিল। এই পাদত পঞ্চমহাভূত আৰু প্ৰাণ, ইন্দ্ৰিয়, মন ইত্যাদিৰ উৎপত্তিৰ বিষযে অৰ্থাৎ জীৱৰ বিষয় জ্ঞান কেনেকৈ হয়—এই বিষয়ে আলোচনা কৰা হৈছে। জীৱ আৰু ব্ৰহ্মৰ সম্বন্ধৰ বিষযে উপৰোক্ত তিনিটি মতৰ ভিতৰত কোনটো গ্ৰহণীয়, সেই কথাৰ আলোচনা কৰা হোৱা নাই—অৰ্থাৎ জীৱক পূৰ্ণ-ব্ৰহ্ম বুলিলেও হয—বা ব্ৰহ্মৰ অংশ বুলি ধৰিলেও হয—উপনিষদৰ এই মত ঠিক থাকিল। কিন্তু দেখা যায় যে জীৱ চৈতন্যক ব্যাপী বা বিভু বুলি ধৰিলে (অৰ্থাৎ জীৱক সৰ্ব্বগত পূৰ্ণব্ৰহ্ম বুলি ধৰিলে), জন্ম মৰণ আদি কিছুমান কথাৰ সামঞ্জস্য কৰিবলৈ টান হয়। জীৱ চৈতন্যক অণু বুলি ধৰিলে (অৰ্থাৎ জীৱাত্মাক ব্ৰহ্মৰ অংশ বুলিলে) সকলো কথাৰ সামঞ্জস্য হয়। ওপৰত আমি দেখুৱাই আহিছো যে জীৱাত্মাক ব্যাপী বুলি ধৰিলে সকলোৱে যেন এটা উমৈহতীযা আত্মাহে হয। উপলব্ধিৰ সাঙ্কৰ্য্য হয়। এই বাবেই সাংখ্যই কলে যে পুৰুষ অব্যক্তধৰ্ম্মী বা অব্যক্ত হলেও, বহুত (আৰু সেইবাবে, ব্যক্ত) বুলি ধৰিব লাগিব। নহলে জগৎ অৰ্থহীন হব। কিন্তু শঙ্কৰাচাৰ্যাই এই কথা মানিব নোৱাৰে। দৰ্শন শাস্ত্ৰত একে পুৰুষকে এবাৰ ব্যক্ত আৰু এবাৰ অব্যক্ত বুলি ধৰা দোষৰ কথা। (ব্ৰহ্মসূত্ৰ ২। ৩। ৫১—৫৩, শাঙ্কৰ ভাষ্য চাওক) তেওঁ কলে যে আমাৰ জগজ্‌জ্ঞান বা বিষয়জ্ঞান জীৱচৈতন্যৰ কাৰ্য্যই নহয়। ই আমাৰ অন্তঃকৰণৰ কাৰ্য্য। আমাৰ মনে যেনে দেখুৱাই জগতক আমি তেনে যেন দেখো। চৈতন্য সদায় ব্যাপী, সদায় একে। কিন্তু মন আৰু অন্তঃকৰণ সকলোৰে একে নহয়— সেইগুণে ইয়াত উপলব্ধিৰ সাঙ্কৰ্য্যৰ প্ৰশ্নই নুঠে। জীৱাত্মাক ঈশ্বৰৰ অংশ বুলি কোৱাৰ কোনো মানে নাই। নিৰবয়ৱ ব্ৰহ্মৰ অংশ হ'ব নোৱাৰে। আমাৰ জগজ্‌জ্ঞান মানসিক (mental or subjective) বিষয় জ্ঞান চৈতন্যৰ কাৰ্য্যই নহয়। ই মনৰ কাৰ্য্য। আমাৰ বিষয় জ্ঞানটো যে মানসিক এই কথা পাশ্চাত্য নতুন মনোবিজ্ঞানেও কয়। আমি ওপৰত এইবোৰ কথা কৈ আহিছো। কিন্তু পৰৱৰ্ত্তী বেদান্তী আচাৰ্য্যসকলে স্বীকাৰ নকৰে যে আমাৰ জগজ্‌জ্ঞান মানসিক। পুৰণি মনোবিজ্ঞানে কোৱাৰ দৰে তেওঁবিলাকে কয় যে "মানসিক জ্ঞান সমাজিকতহে হব পাৰে—য'ত আগত এটা বস্তু নাথাকিলে বস্তু-জ্ঞান হ'ব পাৰে। জাগ্ৰত অৱস্থাত

বস্তু-জ্ঞান হ'বলৈ হলেই আগত বস্তুটো বস্তুৰূপে থাকিব লাগিব। এই জগৎখন তেন্তে আমাৰ সমাজিককে দেখি আছো নে কি? আমি আটাইবোৰ একে সময়তে ঠিক একে সমাজিককে দেখি আছো নে কি? জগৎখন তেন্তে মায়া নে কি? শঙ্কৰাচাৰ্য্যৰ এই মতটোক "মায়াবাদ" নুবুলি আৰু কি বুলিম? আমি এই জগতক সত্য বুলি ধৰি লৈহে বুজিলো যে প্ৰত্যেক জীৱই ব্ৰহ্ম; এতিয়া ওপৰলৈ উঠি যদি তললৈ চাই মানুহক চিঞৰি কওঁ, 'হে মানুহ, তোমালোকে ভবা সকলো কথা ভুল, তোমালোকে সমাজিকহে দেখিছা', তেন্তে মানুহৰ কি গতি হ'ব? ধৰ্ম্ম কৰ্ম্ম সকলো লোপ পাব।—এনে ভাবি তেওঁবিলাকে কলে যে জীৱ চৈতন্য অণু। অণু বুলি ভাবিলে সকলো কথাৰ সামঞ্জস্য হয়। জগৎ 'সমাজিক' নহৈ 'সত্য' হৈ যায়, তেন্তে জগতক সমাজিক বুলিলে আমাৰ কি লাভ হব? বৰং আমাৰ ক্ষতিহে হব পাৰে। তেওঁবিলাকে সেইবাবে শঙ্কৰাচাৰ্য্যৰ মতৰ ঘোৰ প্ৰতিবাদ আৰম্ভ কৰিলে। ব্ৰহ্মসূত্ৰৰ ২ অধ্যায়ৰ গোটেই ৩য় পাদটি এই প্ৰতিবাদেৰেই পূৰ্ণ। আমি আমাৰ বেদান্ত দৰ্শনত এই পাদৰ সূত্ৰবোৰ উভয়মতে ব্যাখ্যা কৰি দেখুৱাইছো। আমি ভাবোঁ যে ব্ৰহ্মসূত্ৰৰ ভিতৰত এই ২।৩ পাদেই অতি দুৰ্ব্বোধ্য কিন্তু অতি আৱশ্যকীয় অংশ, আচাৰ্য্যসকলৰ এই অংশতে বিষম বিৰোধ। এই অংশটি ব্ৰহ্মসূত্ৰৰ ভাষ্যবোৰৰ এখন তৰ্কাৰণ্য—যি তৰ্কাৰণ্য অতিক্ৰম কৰিব নোৱাৰিলে বেদান্ত বুজা নহয়। অতিক্ৰম কৰিব পৰা ...

আমি বুজিম যে পৃথিৱীত আজিলৈকে যিমান দাৰ্শনিক মহা-পুৰুষৰ জন্ম হৈছে তাৰ ভিতৰত বুদ্ধদেৱৰ পাছতে শঙ্কৰাচাৰ্য্যৰ আসন। যি সত্য ইউৰোপত ১৯২৭ চনলৈকে বিজ্ঞানে বুজা নাছিল, সেই মূল সত্যটি, কোনো পৰীক্ষা বা অঙ্কশাস্ত্ৰৰ সহায় নোলোৱাকৈ শঙ্কৰাচাৰ্য্যই প্ৰথমতে আমাক বুজালে। বুজালে, যে আমাৰ মনে আমাক যেনে দেখুৱায়, জগতক আমি তেনেহে দেখো। ইয়াৰ অলপ পাছতে, আমাৰ নিজ দেশৰ আৰু এজন মহাপুৰুষে এই সত্যকে আমাক আমাৰ নিজৰ ভাষাৰে বুজালে—"মনতেসে আছে ইটো চৈধ্যাই ভুবন"।

একে ব্ৰহ্মই সংকল্প কৰি যে বহু-জীৱ হৈছে আৰু প্ৰত্যেক জীৱক বেলেগ শক্তি আৰু জ্ঞান দিছে—এই বিষয় কাৰো একো বিৰোধ নাই। কেৱল বিৰোধ এই যে বিষয়-জ্ঞানৰ বাবে জীৱ-চৈতন্যক অণু বুলি ধৰা ভাল নে বিভূ বোলা ভাল। এই সুদীৰ্ঘ বিবাদটো আচলতে পুৰণি মনোবিজ্ঞান আৰু নতুন মনোবিজ্ঞানৰ হে বিবাদ।

## শঙ্কৰাচাৰ্য্যৰ মায়াবাদ

শঙ্কৰাচাৰ্য্যই নিজে জগতক মায়া (Illusion, nonexistent) বোলা নাই। বৌদ্ধ দৰ্শনৰ বিজ্ঞানবাদে এইদৰে বোলা বাবেই তেওঁ সেই মতৰ ঘোৰ প্ৰতিবাদ কৰিছে। (আমাৰ বেদান্ত দৰ্শন চাওক); তেওঁ অতি স্পষ্ট ভাবে কৈছে যে এই জগৎ অসৎ নহয়। কি বাবে মানুহে শঙ্কৰাচাৰ্য্যৰ মতটোক 'মায়াবাদ' বোলে, তাৰ কাৰণ আমি ওপৰত দেখুৱাই আহিছো। তেওঁ কৈছে যে আমাৰ জগজ্জ্ঞান মানসিক। বিজ্ঞানেও এই কথা কয়। মহাপুৰুষ শঙ্কৰদেৱেও কয়।

শঙ্কৰাচাৰ্য্যই আৰু কয় যে এই জগৎ 'মিথ্যা'। আমি বেদান্ত দৰ্শনৰ এই বিষয় বাহুল্য ভাবেআলোচনা কৰিছো আৰু দেখুৱাইছো যে শঙ্কৰাচাৰ্য্যই এনে এঁটি কথাও কোৱা নাই, যি কথা আধুনিক বিজ্ঞানে সমৰ্থন নকৰে। বিজ্ঞানে অকাট্য প্ৰমাণ দি দেখুৱাইছে যে আমাৰ জগজ্জ্ঞান মানসিক। 'সত্য', 'মিথ্যা' এই দুটা শব্দ আপেক্ষিক শব্দ। একেবাৰে সত্য বোলা বস্তু এটা জগতত নাই। জগতক সত্য বোলাও যেনে, মিথ্যা বোলাও তেনে এইবোৰ আজি-কালি আপেক্ষিতাবাদৰ (Theory of relativity) অতি সাধাৰণ শিক্ষা। এই সকলোবোৰ কথা আমি বেদান্ত দৰ্শনৰ পাতনিত আৰু কৈ আহিছে, বা জানি আহিব বুলি আশা কৰিব পাৰোঁ।

সেই গুণে আমি ভাবো যে শঙ্কৰাচাৰ্য্যৰ মায়াবাদ সম্পৰ্কে যিমানবোৰ তৰ্ক-বিতৰ্ক হৈছে, তাৰ বহুত খিনি কথাহে বাকী থাকিব, যিখিনি কথা সাংখ্যদৰ্শনে মুঠেই ৭০টা কাৰিকাত অৰ্থাৎ ১৪০ শাৰী কথাত কব পাৰিলে।

আমি মনত ৰাখিব লাগিব যে "মায়াবাদ" সংসাৰত অতীজৰে পৰা আছিল। বৌদ্ধ দৰ্শনে কৈছিল যে এই জগৎ নাই (non-existent); কিন্তু আমাৰ মনৰ পৰা আমাৰ জগজ্‌জ্ঞান বা জগৎ-ভ্ৰম হয়। ইউৰোপৰ বাৰ্কলে (Berkeley) আদৰ্শবাদো ঠিক এয়ে। শঙ্কৰাচাৰ্য্যই এইবোৰ মতৰ ঘোৰ প্ৰতিবাদ কৰি কয় যে "বন্ধ্যা-পুত্ৰ"ৰ নিচিনা অসৎ পদাৰ্থৰ পৰা কোনো জ্ঞান উৎপন্ন হব নোৱাৰে। আমাৰ যে জগজ্‌জ্ঞান হৈছে, ইয়াৰ দ্বাৰাই প্ৰমাণ হয় যে জগৎ অসৎ নহয়। ই বাস্তৱিক সৎ পদাৰ্থ, সদায় ব্ৰহ্মৰ জ্ঞানত প্ৰতিষ্ঠিত—সদায় সৎ। কিন্তু ইয়াৰ ব্ৰহ্মৰ বাহিৰে একো উপাদান নাই। ইয়াৰ আচল স্বৰূপ আমি নেদেখো। ব্ৰহ্মতে আমাৰ জগজ্‌জ্ঞান হয়। এইটো আমাৰ মনৰ অশক্তি বা "অধ্যাস"।

আজি-কালিৰ নতুন আদৰ্শ-বাদী বিজ্ঞানেও কয় যে জগতত বস্তুৰ আচল স্বৰূপ কি আমি নাজানো। এইটো অজ্ঞেয় (unobserveable)। জগতত শক্তিৰ ক্ৰিয়াৰ বাহিৰে আৰু কি আছে আমি নাজানো। আমি এই মাত্ৰ জানো যে আমাৰ মনে যেনে দেখুৱায় আমি জগতক তেনেহে দেখো।

আমাৰ জগজ্‌জ্ঞান যে মানসিক ব্যাপাৰ (mental) এই কথা বিজ্ঞানেও স্বীকাৰ কৰে আৰু শঙ্কৰাচাৰ্য্যয়ো স্বীকাৰ কৰে। মনৰ এই অশক্তি বা অধ্যাস কিয় হয়, কোনেও কব নোৱাৰে—বিজ্ঞানেও নোৱাৰে, বেদান্ত দৰ্শনেও নোৱাৰে। শঙ্কৰাচাৰ্য্যই কয় যে এইটো "মায়া" নামে এটি অনিৰ্ব্বচনীয় শক্তিৰ কাৰ্য্য। অনাশ্ৰিত শক্তি থাকিব নোৱাৰে, সেইগুণে এই "মায়া" ব্ৰহ্মৰ আশ্ৰিত—। বিজ্ঞানে ব্ৰহ্মৰ অস্তিত্ব স্বীকাৰ নকৰি কৈছে ঃ—

*"The law and order which we find in the Universe are most easily described—in the language of idealism. In brief, idealism has always maintained that, as the beginning of the road by which we explore nature is mental, the chances are that the end also will be mental. To this present-day science adds that, at the farthest point she has so far reached, much, and possibly all, that was not mental has disappeared, and nothing new has come in, that is not mental. Yet, who shall say what we may find awaiting us at the next corner?" [Jeans]

**"মনৰ কল্পনা মানে সমস্ত সংসাৰ"**

(অনাদি পাতন)

# নিৰ্গুণ ব্ৰহ্ম

ব্ৰহ্ম নিৰ্গুণ, নিষ্ক্ৰিয়, অব্যক্ত। ওপৰত কোৱা হ'ল যে এইবোৰ কথা আমি যুক্তিৰেও বুজিব পাৰোঁ—যেনে, সাংখ্যই বুজাইছে—উপনিষদেও কৈছে। ব্ৰহ্ম যদি নিৰ্গুণ, নিষ্ক্ৰিয়, তেন্তে তেওঁ সৃষ্টি কৰিলে কেনেকৈ ?

উপনিষদে কয় যে জগতত আমি যতবোৰ কাৰ্য্য দেখো, সেই সকলোবোৰ খণ্ড-কাৰ্য্য। দিক্কাল নহলে এনে কাৰ্য্য হব নোৱাৰে। এইবোৰ কাৰ্য্যৰ উৎপত্তি (আৰম্ভ) আৰু বিনাশ (শেষ) আছে। ইয়াত শক্তিৰ ক্ৰিয়া আছে। সেই গুণে গীতা আৰু সাংখ্য দৰ্শনে কৈছে যে জগতৰ সকলো কাৰ্য্য গুণৰ কাৰ্য্য। গুণৰ কাৰ্য্যৰ বাহিৰে জগতত কোনো কাৰ্য্য বা পৰিণাম হব নোৱাৰে। ব্ৰহ্মৰ সংকল্পৰ বাহিৰে, সৃষ্টি ব্যাপাৰত তেওঁৰ আৰু কোনো কাৰ্য্য নাই। তেওঁৰ বাহিৰে ইয়াত কোনো উপাদানো নাই। (কথাৰে উপনিষৎ'—শ্বেতকেতুৰ উপাখ্যান চাওক)। সাধাৰণ দৃষ্টান্ত দি বুজাবলৈ হলে এই জগতখন যেন এটা যন্ত্ৰ। ব্ৰহ্মাই "ষ্টাৰ্ট" দি চলাই দিলে, সি আপোনা-আপুনি চলি আছে। ই যেন এটা ঘড়ী। ব্ৰহ্মাই চাবি দি দিলে; সি চলি আছে। সাংখ্য-দৰ্শনে কয় এই জগৎ স্বভাৱৰ হে কাৰ্য্য। (২৭ কাৰিকাৰ গৌড়পাদ ভাষ্য চাওক)। কথাৰে উপনিষৎ—অজাতশত্ৰু আৰু বাল্মীকিৰ উপাখ্যান চাওক]।

উপনিষদে কয় যে যদিও এই জগৎ স্বভাৱৰ কাৰ্য্য বুলি

জ্ঞানী লোকসকলে কয়, তথাপি ই আচলতে ব্ৰহ্মৰ হে মহিমা। (শ্বেত ৬।১) কাৰণ স্বভাৱৰ নিয়ন্তা ব্ৰহ্ম হে সৃষ্টিৰ পাছত, অন্তৰ্জ্জগৎ আৰু বহিৰ্জ্জগতত যত পৰিণাম বা কাৰ্য্য হৈছে সকলোবোৰ প্ৰকৃতিৰ গুণে কৰিছে। (আমাৰ গীতা ৯০।৯১ পৃষ্ঠা চাওক)। এইবোৰ পৰিণাম স্বাভাৱিক—স্বভাৱৰ নিয়ম মতে হয়। আমাৰ জন্মান্তৰো সেই একে স্বাভাৱিক নিয়মেই হয় [সাংখ্য দৰ্শন ৪২ কাৰিকা, ১২৬।২৮ পৃষ্ঠা]।

তেন্তে দেখা গ'ল, উপনিষৎ, সাংখ্যদৰ্শন আৰু আধুনিক তাপ-গতি বিদ্যাৰ মতেও, আমাক সৃষ্টি কৰি, নিৰ্গুণ ব্ৰহ্মই যেন যন্ত্ৰত পেলাই দিলে আৰু যন্ত্ৰই আমাক ঘূৰাই লৈ ফুৰাইছে। আমাৰ তেন্তে এতিয়া কি গতি হব? আমি কলৈ যাব লাগে? আমাৰ শেষ গতি কি? ব্ৰহ্ম নিষ্ক্ৰিয়, উদাসীন—তেওঁ আমাক কি সহায় কৰিব? ঠিক এইদৰে ভাবিয়েই পাশ্চাত্য বৈজ্ঞানিক সকলো হতাশ হৈছে। সাংখ্য দৰ্শনে আমাক আশ্বাস দি কয় যে "উদ্দেশ্য নহলে যন্ত্ৰ এটা নহয়। এই জগৎ যন্ত্ৰৰ উদ্দেশ্যই, আমাৰ ভোগ আৰু অপবৰ্গ। সকলো জীৱৰ শেষ অৱস্থা, একে অপবৰ্গ। আমাৰ ভালৰ বাবেহে এই যন্ত্ৰই কাৰ্য্য কৰিছে। গতিকে আমাৰ ভয়ৰ কাৰণ নাই।"

এই কথা আমি বিশ্বাস কৰিলেও, ইয়াৰ পৰা আমাৰ একো প্ৰকৃত সান্ত্বনা নহয়। ই যেন ডাক্তৰে ৰোগীক কোৱা কথাঃ—"ভয় নাই, ভাল হব।"

উপনিষদে কয়, অব্যক্ত নিৰ্গুণ ব্ৰহ্মৰ আৰু এটি সগুণ ৰূপ আছে। সগুণ ঈশ্বৰ করুণাময়, তেওঁ নিষ্ক্ৰিয় বা উদাসীন নহয়, তেওঁ নিৰাকাৰ নহয়। তেওঁ সকলো জীৱৰ মঙ্গলৰ নিমিত্তে সদায় ব্যস্ত। আমি কাতৰ হৈ মাতিলে তেওঁ শুনিব।

"গুণৰ নিয়ন্তা কৃষ্ণ অব্যয় ঈশ্বৰ।
ভৈলা ব্যক্ত নিস্তাৰ কাৰণে জগতৰ"॥

গীতায়ো আমাক এইদৰে আশ্বাস দিছে।

সাংখ্য দৰ্শনত এই সগুণ ঈশ্বৰৰ কথা নাই। কাৰণ সাংখ্য দৰ্শন যুক্তিপূৰ্ণ দৰ্শন। নিভাঁজ দাৰ্শনিক যুক্তিৰে যিখিনি প্ৰমাণ কৰিব পাৰি, তাৰ বাহিৰে সাংখ্যই আৰু একো কোৱা নাই। কিন্তু সাংখ্যই এইটো কৈছে যে, ব্ৰহ্মলোককে আদি কৰি ১৪ বিধ সৃষ্টিৰ একে নিয়ম, একে ৰকমৰ উপলব্ধি—একে লিঙ্গ সূক্ষ্ম আৰু স্থূল শৰীৰ (সাংখ্য ৫৩ কাৰিকা, ১৪৮ পৃঃ)। সগুণ ঈশ্বৰ হলেও ঠিক এনেদৰেই হব। (সাংখ্য দৰ্শন ১৫৪—৫৭ পৃষ্ঠা চাওক)।

শঙ্কৰাচাৰ্য্যই হেনো কলে যে যদিও ব্ৰহ্মৰ সগুণ আৰু নিৰ্গুণ দুটি ৰূপ আছে বুলি শ্ৰুতিয়ে কৈছে, তথাপি তেওঁ প্ৰকৃততে নিৰ্গুণ হে। তেওঁৰ সগুণ ৰূপটি উপাসনাৰ নিমিত্তে কল্পিত। এই বিষয় লৈ আচাৰ্য্যসকলৰ ভয়ঙ্কৰ বিবাদ। ব্ৰহ্মসূত্ৰৰ ৩য় অধ্যায়ৰ ২য় পাদত এই বিষয়েই তৰ্ক। আমি বেদান্ত দৰ্শনৰ ২৭৮—৮৩ পৃষ্ঠাত দেখুৱাইছো যে শঙ্কৰাচাৰ্য্যই সগুণ ঈশ্বৰ নাই বুলি কোৱা নাই। ব্ৰহ্মসূত্ৰৰ ৩।২।১৭ সূত্ৰৰ ভাষ্যত শঙ্কৰাচাৰ্য্যই ব্ৰহ্মৰ দুটি ৰূপ, (এটা ব্যক্ত এটা অব্যক্ত) আছে বুলি স্পষ্টকৈ কৈছে। আমি এতিয়া সেইবোৰ কথা পুনৰুত্থাপন কৰা আৱশ্যক যেন নাভাবোঁ। ব্ৰহ্মসূত্ৰৰ ব্যাখ্যাত যথেষ্ট আলোচনা কৰা হৈছে। সগুণ ঈশ্বৰৰ বিষয়ে ব্ৰহ্মসূত্ৰতো বিশেষ আলোচনা কৰা নাই। কৰা হ'লে, আচাৰ্য্যসকলে এই বিষয়ে ইমান বাহুল্য তৰ্ক কৰিব নোৱাৰিলেহেঁতেন। সাংখ্য দৰ্শনৰ দৰেই বেদান্ত দৰ্শনো দৰ্শন হে (যদিও ই আচলতে দিব্য দৰ্শন)। সূক্ষ্মাতি-সূক্ষ্ম যুক্তিৰে নিৰ্গুণ ব্ৰহ্মৰ বিষয়ে মানুহে যিবোৰ জানিব পাৰে, সেইবোৰ কথাহে ব্ৰহ্মসূত্ৰৰ আচল আলোচ্য বিষয়। সেইগুণে বেদান্তই সগুণ ঈশ্বৰৰ বিষয়, ব্ৰহ্মলোকৰ বিষয়, কেৱল মাত্ৰ উল্লেখহে কৰিছে (আমাৰ বেদান্ত দৰ্শন, ৩৯৭ পৃঃ)। সেই বিষয়ে ভালকৈ জানিবলৈ হলে পুৰাণ ভাগৱত বা গীতা পঢ়িব লাগিব।

সকলো পুৰাণে একবাক্যে কয় যে ব্ৰহ্মই নিজে বহু হৈ চতুৰ্দ্দশ ভুবন সৃষ্টি কৰিছে। তেওঁ নিজে ব্যক্ত হৈ গোলোকত শ্ৰীকৃষ্ণ ৰূপে স্থিতি কৰিছে আৰু সপৰিবাৰে দেৱতাৰ জগত বাস কৰিছে। [এই বিষয়ে সকলো কথা অতি সংক্ষেপে "অনাদি পাতন"ত আছে]। এইবোৰ কথা কোনো বৈজ্ঞানিক যুক্তিৰে আমি প্ৰমাণো কৰিব নোৱাৰো বা অপ্ৰমাণো কৰিব নোৱাৰো। বেদান্তই এইবোৰ কথা অস্বীকাৰো কৰা নাই আৰু স্পষ্ট ভাবে স্বীকাৰো কৰা নাই। আমি তেওঁক দেখা নাই বাবেই যে তেওঁ নাই, তেওঁ যে দেৱতাৰ সমাজত থাকি আমাৰ দৰেই ভোগ কৰিব নোৱাৰে, এনে কথাও আমি কোৱা নাই।

বেদান্ত আৰু পুৰাণে একে কথাকে ভিন্ন দৃষ্টিৰে চাইছে। বেদান্তই সগুণ ঈশ্বৰক ব্ৰহ্মৰ এটি ৰূপ বুলি ভাবে। পুৰাণে কয় যে জগতৰ সকলো ৰূপেই ব্ৰহ্মৰ ৰূপ। সাধাৰণ মানুহ এটাও ব্ৰহ্ম আৰু সগুণ ঈশ্বৰো ব্ৰহ্ম—কেৱল মাত্ৰ জ্ঞান আৰু শক্তিৰ প্ৰভেদ। পাতঞ্জলে ঈশ্বৰক "পুৰুষ বিশেষ" বুলিছে ধৰে। পুৰাণেও সেইদৰেই ধৰিছে। পুৰাণে কয় যে নিৰ্গুণ ব্ৰহ্ম

ব্যক্ত হৈ ব্ৰহ্মালোকৰ পৰা আৰম্ভ কৰি চতুৰ্দ্দশ ভুৱনৰ সকলো জীৱ হৈ আত্মপ্ৰকাশ কৰিছে। ব্ৰহ্মাৰ পৰা আৰম্ভ কৰি শুৰি পৰুৱালৈকে যত জীৱ আছে, সকলো একে ব্ৰহ্ম, কেৱল শক্তি জ্ঞান আৰু ঐশ্বৰ্য্যৰ প্ৰভেদ। এই জগৎখন যেন এটা জখলা। ওপৰলৈ যায় মানে জীৱৰ জ্ঞান, শক্তি আৰু ঈশিত্ব ক্ৰমে বৃদ্ধি হৈ যায়। একেবাৰে ওপৰৰ খাপৰ জীৱই সৰ্ব্বজ্ঞ সৰ্ব্বশক্তিমান ঈশ্বৰ। তাৰ পাছত দেৱতা। তাৰ পাছত মানুহ। ঈশ্বৰক এইদৰে ভাবি পুৰাণে তেওঁক দেৱতাৰ লগত ধৰি নানাৰকম গল্পচ্ছলেৰে তেওঁৰ অসীম ঐশ্বৰ্য্যৰ বৰ্ণনা কৰিছে। ব্ৰহ্মা, বিষ্ণু, শিব, দুৰ্গা এই সকলোৰে একে শক্তি, একে জ্ঞান—সকলো ব্ৰহ্ম—পূৰ্ণব্ৰহ্ম। সকলো অভেদ।*

ইয়াৰ ভিতৰত ব্ৰহ্মা অপূজ্য। বাকী কেইজন প্ৰত্যেক জনেই পৰ-ব্ৰহ্মৰ স্বৰূপ, প্ৰত্যেক জনেই ঈশ্বৰ। এওঁবিলাকৰ যেই সেই এজনক ব্ৰহ্মজ্ঞানত মানুহে উপাসনা কৰা বিধান শাস্ত্ৰত আৰু তন্ত্ৰত আছে বাবেই ভাৰতবৰ্ষত বৈষ্ণৱ, শাক্ত, শৈৱ আদি বহুত সম্প্ৰদায় হৈছে। এইবোৰ জনা কথা—আমি সৰুৰে পৰা শুনি অহা কথা। ইয়াত এই কথাটো আমি এইবাবে কৈছো যে আমাৰ সনাতন হিন্দু ধৰ্ম্মৰ উপাসনাৰ পদ্ধতিটি পৃথিবীৰ আন সকলো ধৰ্ম্মতকৈ বেলেগ।

আন সকলো ধৰ্ম্মই কৈছে যে এজন ঈশ্বৰে জগৎ আৰু জীৱ সৃষ্টি কৰিলে। জগৎ, জীৱ আৰু ঈশ্বৰ বেলেগ বেলেগ পদাৰ্থ—বেলেগ বেলেগ সত্য। পৃথিবীৰ কোনো দৰ্শনে বা ন্যায় শাস্ত্ৰই এইবোৰ কথা প্ৰমাণো কৰিব নোৱাৰে বা অপ্ৰমাণো কৰিব নোৱাৰে।

সেইবোৰ দেশত ধৰ্ম্মশাস্ত্ৰ আৰু দৰ্শন শাস্ত্ৰ বেলেগ। সেইবোৰ দেশৰ মানুহৰ ধৰ্ম্মবিশ্বাস তেওঁবিলাকৰ দৰ্শনৰ লগত সদায় সম্পূৰ্ণৰূপে খাপ্ নাখায়। সেইগুণে এইবোৰ দেশত, বিজ্ঞানৰ উন্নতিৰ লগে লগে, মানুহৰ ধৰ্ম্মবিশ্বাস ক্ষীণ হৈ যায়। এডিংটনে লিখিছে ঃ—

"In the last century and also in this, there must have been many scientific men who kept their science and religion in watertight compartments. One set of beliefs hold good in the laboratory and another set of beliefs in church."

কিন্তু আমাৰ দেশত এইদৰে নহয়। আমাৰ ধৰ্ম্মশাস্ত্ৰ এখন বেলেগে নাই। আমাৰ বেদান্তদৰ্শনেই ধৰ্ম্মশাস্ত্ৰ। আমাৰ দৰ্শন মতে ঈশ্বৰে সৃষ্টি কৰাই নাই। আমি সৃষ্টি বুলিলে creation বুলি নুবুজো। আমাৰ সৃষ্টিত কোনো নতুন দ্ৰব্য বা জীৱ সৃষ্টি (create) হোৱা নাই। আমি কওঁ যে ঈশ্বৰ আৰু জীৱ আৰু জগৎ বেলেগ পদাৰ্থ নহয়। সকলো একে। আমি সৃষ্টি মানে ঈশ্বৰৰ আত্মপ্ৰকাশ বুলি বুজো। একে ঈশ্বৰেই বহু হৈ গোটেই বিশ্ব ব্ৰহ্মাণ্ড হ'ল আৰু ব্ৰহ্মাণ্ডৰ ওপৰতো নিৰ্গুণ ব্ৰহ্ম হৈ থাকিল। এয়ে আমাৰ দৰ্শন। এই দৃশ্য জগতৰ প্ৰত্যেক পদাৰ্থই তেওঁ। প্ৰত্যেক জীৱই ব্ৰহ্ম [এয়ে অদ্বৈত বেদান্ত]। এই অদ্বৈত তত্ত্বটি বুজি, যেই সেই বস্তুকে আমি ব্ৰহ্ম-বুদ্ধিৰে উপাসনা কৰোঁ। এয়ে বেদান্তৰ বিধান [আমাৰ বেদান্ত দৰ্শন আৰু তাৰ পাদটীকা চাওক]। আমাৰ সকলো উপাসনাই অদ্বৈত ব্ৰহ্মৰ উপাসনা। আমাৰ সকলো সম্প্ৰদায় অদ্বৈতবাদী—নিজ নিজ ইষ্ট দেৱতাক ব্ৰহ্মজ্ঞানে উপাসনা কৰে। গীতাই বাৰে বাৰে কৈছে যে এই তত্ত্বটি নুবুজি উপাসনা কৰিলে মুক্তি নহয় (গীতা ৯।২৩-২৪); (৪।২৪)। উপনিষদে কৈছে যে সকলো যজ্ঞত সকলো উপাসনাত আৰু সৰ্ব্বত্ৰ সৰ্ব্ব পদাৰ্থত ব্ৰহ্মদৰ্শন কৰিব নোৱাৰিলে অমৃতত্ব লাভ নহয় (কথাৰে উপনিষৎ, চাওক)। আমাৰ এই উপাসনা দাৰ্শনিক সত্যৰ ওপৰত প্ৰতিষ্ঠিত। তান্ত্ৰিক উপাসনা সাংখ্যদৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত। তান্ত্ৰিক পূজাৰ প্ৰধান অঙ্গ "ভূতশুদ্ধি"—অৰ্থাৎ সাংখ্যৰ চতুৰ্ব্বিংশতি তত্ত্বাভ্যাস। ই নহলে তান্ত্ৰিক পূজা নহয়। নিজক ব্ৰহ্ম বুলি চিন্তা কৰি, উপাসক উপাস্যৰ ভেদ নাই বুলি ভাবি, ধ্যান কৰাই তান্ত্ৰিক উপাসনা। উপনিষদ মতে বৈদিক উপাসনাৰো এয়ে পদ্ধতি উপাস্য উপাসক অভেদ—একে পৰব্ৰহ্ম—এইদৰে চিন্তা কৰি ধ্যান কৰাই বৈদিক উপাসনা। যজ্ঞৰ সকলো দ্ৰব্যই ব্ৰহ্ম—এইদৰে ভাবি যজ্ঞ কৰাই আচল যজ্ঞ।

আমাৰ দুৰ্ভাগ্য যে কাল-ক্ৰমে পাশ্চাত্য পুৰণি জড়বাদী বিজ্ঞানৰ প্ৰভাৱত আমি উপনিষদৰ শিক্ষা পাহৰি আহিলো আৰু লগে লগে আমাৰ ভিতৰত সাম্প্ৰদায়িক বিৰোধৰ সৃষ্টি হ'ল। অকল সেয়ে হোৱা হলেও আমাৰ বিশেষ একো ক্ষতি নহলহেঁতেন; কিন্তু ইয়াৰ ফলত এনে হ'ল যে এতিয়া আমি সকলো ৰকমৰ উপাসনাৰ প্ৰতি শ্ৰদ্ধাহীন হৈছোঁহক। আমি এইবোৰ উপাসনাক idolatry বুলি নিন্দা কৰো, কাৰণ পাশ্চাত্য জগতে সেইদৰে কৰে। আমি ভাবো যে আমাৰ এইবোৰ উপাসনাৰ পদ্ধতি স্বাৰ্থপৰ এক শ্ৰেণীৰ ব্ৰাহ্মণৰ

---

* এই বিষয় শাস্ত্ৰীয় যুক্তি আৰু ইতিহাসমূলক আলোচনাৰ বাবে মনোৰঞ্জন শাস্ত্ৰীদেৱৰ "অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপ ৰেখা" নামৰ সুন্দৰ কিতাপখনি চাওক।

বিধান, এইবোৰত নিশ্চয় একো দাৰ্শনিক সত্য নাই। এইদৰে ভবা অতি অন্যায়।

ভূতপূৰ্ব্ব ৰাষ্ট্ৰপতি ৰাজাগোপালাচাৰিয়াই লিখিছে ঃ—

"A reverent spirit is necessary to understand any religion. To start with a suspicion that the founders and teachers of Religion in any land were skilful deceivers, interested in some scheme of self-advancement to the advantage of some particular class, and that the rest of the people were duped to regard these deceivers with unbounded reverence and affection, is foolish in the extreme........"

আমাৰ পুৰণি উপাসনাত সাম্প্ৰদায়িক বিৰোধৰ স্থান নাছিল। সকলো জীৱই ব্ৰহ্ম উপাসক নিজেও ব্ৰহ্ম, সকলো দ্ৰব্যই ব্ৰহ্ম—এই উপলব্ধিয়েই আমাৰ উপাসনা।

গোটেই জগতক একে দেখিবলৈ এই উপাসনাই আমাক প্ৰস্তুত কৰাইছিল। ইয়াকে নুবুজি এতিয়া পাশ্চাত্য সভ্যতাই এটম্ বোমাৰে নিজে নিজক হত্যা কৰিবলৈ ওলাইছে। পুৰণি স্বাধীনতা লাভ কৰি আমাৰ একো লাভেই নহব, যদি তাৰ লগে লগে আমি আমাৰ হেৰোৱা পুৰণি দৰ্শনখনো ঘূৰাই নাপাওঁ।

# জন্মান্তৰবাদ

জন্মান্তৰবাদ ভাৰতীয় সকলো দৰ্শনে মানি লৈছে। অতি প্ৰাচীন কালত পৃথিবীৰ সকলো জাতিয়ে পুনৰ্জন্ম বিশ্বাস কৰিছিলি। খৃষ্টীয় দ্বিতীয় শতিকাতো বহুত খৃষ্টিয়ানে পুনৰ্জন্ম আছে বুলি বিশ্বাস কৰিছিল।

এতিয়াও প্ৰেততত্ত্ববিৎ (Theosophists) পণ্ডিত সকলে জন্মান্তৰবাদ গ্ৰহণ কৰিছে। তেওঁবিলাকে কয় যে প্ৰেতাত্মাৰ লগত তেওঁবিলাকে কথা পাতিব পাৰে। পূৰ্ব্ব-জন্মৰ কথা মনত থকা বহুত ল'ৰা-ছোৱালী তেওঁবিলাকে হেনো দেখিছে। আমাৰ পুৰাণতো এনে জাতিস্মৰ প্ৰাণীৰ উল্লেখ আছে। এইবোৰ কথা যদি সঁচা হয়, তেন্তে পুনৰ্জন্ম এক ৰকমে প্ৰমাণেই হয়। কিন্তু এইবোৰ কথা বহুতে বিশ্বাস নকৰে। বিশ্বাস কৰিলেও জীৱৰ পুনৰ্জন্ম কিয় হব লাগে, তাৰ একো দাৰ্শনিক যুক্তি এইবোৰত নাই।

শুদা অনুমানৰ ওপৰত নিৰ্ভৰ কৰি কোনো কোনো প্ৰাণীতত্ত্ববিৎ পণ্ডিতে ভাবে যে পুনৰ্জন্ম এটা বিশ্বাস নকৰিলে কিছুমান স্বাভাৱিক কথা বুজিবলৈ টান হয়। যেনে, ওপজা ল'ৰাৰো মৃত্যু-ভয় আছে যেন অনুমান হয়; সি যদি আগেয়ে মৰা নাছিল, তেন্তে এই ভয় তাৰ মনলৈ কেনেকৈ আহিল? উমনিৰ পৰা ওলাই অহা হাঁহ-পোৱালিয়ে আকাশত শেন্ এটা উড়ি যোৱা দেখিলে লৰমাৰি আহি মাকৰ পাখিৰ তলত সোমায়হি। ওপজা ল'ৰাই মাকৰ পিয়াহ খাবলৈ মুখ মেলি কান্দে।

কিছুমান জন্তুৰ এনে পশু-বুদ্ধি (instinct) আছে যে সেইবোৰ দেখি পুনৰ্জন্ম বিশ্বাস কৰিবৰ মন যায়। যঁজা ল'ৰা দুটা সমানে মেধাবী নহয়। কিছুমান ল'ৰা অঙ্কশাস্ত্ৰ-বিশাৰদ হৈ ওপজে; সিহঁতে ভাঙৰ পূৰণ-হৰণ মুখেৰেই কৰিব পাৰে।

অৱশেষ্ট এনেবোৰ কথাৰ পৰা পুনৰ্জন্ম প্ৰমাণ নহয়। এইবোৰৰ বিৰুদ্ধে ইউৰোপীয় পণ্ডিতসকলে কয় যে, "জন্মান্তৰবাদ"* এই কথাটোৰেই এটা অৰ্থহীন কথা। কাৰণ, আমাৰ যদি পুনৰ্জন্ম এটা আছিলো, সেই জন্মৰ কথা আমাৰ একো মনত নাই। তেন্তে সেই জন্মটোক "আমাৰ" বোলো কেনেকৈ? স্মৃতি-জ্ঞানৰ পৰা হে "আমিত্ব" সিদ্ধ হয়। স্মৃতি যেতিয়া সমূলি নাই, সেই জন্মটোক "আমাৰ" নুবুলি অইন এটা মানুহৰ জন্ম বুলিলে কি হয়?

এই আপত্তি অতি যুক্তিসঙ্গত আপত্তি। ইয়াৰ উত্তৰ দিয়াও টান। পূৰ্ব্বজন্মৰ কথা মনত থকা জাতিস্মৰ মানুহ আছে বুলি প্ৰমাণ কৰিব নোৱাৰিলে এই প্ৰশ্নৰ উত্তৰ নাই। আমি ইয়াৰ পাছত দেখুৱাম কেনেকৈ বেদান্তই এই আপত্তি খণ্ডন কৰিছে।

ইউৰোপীয় পণ্ডিতসকলৰ ২য় আপত্তি এই—

ধৰক, মই যেন পূৰ্ব্বজন্মত এটা হাতী আছিলো আৰু এতিয়া এই জন্মত মানুহ হৈছো। ইউৰোপীয় মতে হাতীৰ আত্মা আৰু মানুহৰ আত্মা একে নহয়। তেন্তে এই দুটা জন্ম একে আত্মাৰ পৰ জন্ম কেনেকৈ হ'ল? হাতীক মানুহ বুলি কল্পনা কৰা কি আৱশ্যক?

ইউৰোপীয় পণ্ডিতসকলৰ এই আপত্তিৰ উত্তৰ দিব নোৱাৰিলে ভাৰতীয় জন্মান্তৰ-বাদ বুজা নহয়। আমাৰ দৰ্শন মতে আত্মাৰ ভেদ নাই। কুকুৰৰ আত্মা, হাতীৰ আত্মা, মানুহৰ আত্মা—সকলো একে আত্মা। এই আত্মা সৰ্ব্বব্যাপী, নিত্য

* "There are two fatal objections to it. The first is that personal identity depends on memory, and we do not remember our previous incarnations. The second is that the soul, whatever it may be, is influenced throughout all its qualities by the qualities of the body : modern psychology discredits the idea that the soul is a metaphysical essence which can pass indifferently from one body to another. If (to suppose the impossible) the soul of a dog were to pass into man's body, it would be so changed as to be no longer the same soul; and so, in a less degree, of change from one human body to another."

(Encyclopaedia Britannica 11th Ed. Vol 18, P. 260.)

পদাৰ্থ। ইয়েই ব্ৰহ্ম। [গীতা ২।২৪-২৫]। সকলো জীৱই ব্ৰহ্ম। আত্মা আৰু পৰামাত্মাৰ ভেদ নাই। আত্মাৰ জন্ম বা মৃত্যু একো নাই; কাৰণ সৰ্ব্বব্যাপী পদাৰ্থৰ গতি এটা থাকিব নোৱাৰে। সি সকলো ঠাই ব্যাপি সদায় সমানে আছে, সি অচল, অব্যক্ত। তাৰ জন্মান্তৰ নাই। যথা—

ন জায়তে ম্রিয়তে বা কদাচিন্নায়ং
ভূত্বা ভবিতা বা ন ভূয়ঃ
অজো নিত্যঃ শাশ্বতোঽয়ং পুৰাণো
ন হন্যতে হন্যমানে শৰীৰে।। [গীতা ২।২০]

যদি আত্মাৰ জন্মান্তৰেই নাই, তেন্তে পুনৰ্জন্ম কাৰ হয়?

পুৰাণে কয় যে আমাৰ শৰীৰৰ ভিতৰত আৰু এটি অদৃশ্য সূক্ষ্ম শৰীৰ আছে, তাৰে জন্মান্তৰ হয়। এই সূক্ষ্ম শৰীৰটি আত্মা নহয়। ই স্থূল দেহৰ দৰেই আত্মাৰ অন্যতম দেহ। মৃত্যুৰ পাছত স্থূল দেহৰ পতন হলে, এই সূক্ষ্ম দেহটো যমদূতে বলেৰে ধৰি যমৰ নগৰলৈ লৈ যায়, বা পুণ্যকাৰী লোকৰ সূক্ষ্মদেহ বিষ্ণুদূতে স্বৰ্গলৈ ৰথত তুলি লৈ যায়। যমৰ নগৰত চিত্ৰগুপ্ত বুলি এজন আছে। তেওঁ সকলো মানুহৰ পাপ-পুণ্যৰ হিচাব ৰাখে, এখন বহীত লিখি ৰাখে। তাকে চাই যম ৰজাই মৃতকৰ শাস্তিৰ বিধান কৰে। কোন পাপৰ কি শাস্তি হব লাগে, সেইটো ঠিক আছে। যমৰ নগৰত বহুত নৰক আছে— অম্বৰীষ, ৰৌৰৱ, মহাৰৌৰৱ, কালসূত্ৰ, অন্ধতামিস্ৰ। কোন পাপত কোন নৰকত কিমান দিন থাকিব লাগে, তাৰ লেখ আছে। নৰকবোৰত পাপীক অমানুষিক যন্ত্ৰণা দিয়া হয়। এনে যন্ত্ৰণাৰ কথা শুনিলে গাৰ নোম শিঁয়ৰি উঠে, মানুহে নাভাবি নোৱাৰে যে যিজন ঈশ্বৰে এনে যন্ত্ৰণাৰ বিধান কৰিছে, তেওঁ নিশ্চয় কৰুণাময় ঈশ্বৰ নহয়, তেওঁ ক্ৰূৰ, নিষ্ঠুৰ অসুৰ।

নৰক ভোগৰ ম্যাদ উকলিলে, পাপীক আকৌ সংসাৰলৈ পঠিয়াই দিয়ে। এইবাৰ আকৌ কোন পাপৰ ফলত কি যোনিত জন্ম গ্ৰহণ কৰিব লাগে, তাৰ বিধান আছে—যেনে, শৰীৰেৰে কৰা পাপৰ ফলত, নৰক ভোগৰ পাছত স্থাবৰ যোনিত জন্ম গ্ৰহণ কৰিব লাগিব। বাক্যেৰে কৰা পাপৰ ফলত পক্ষী যোনিত জন্ম গ্ৰহণ কৰিব লাগিব, ইত্যাদি।

এইদৰেই ঈশ্বৰৰ তাত যেন এটা Criminal Intelligence Department আছে। এখন দণ্ডবিধি আইন আছে, বিচাৰক আছে, জেইল (Jail) আছে—পৃথিৱীত যেনে আছে, সেইদৰেই সকলো পূৰা আছে।

এইদৰে কলে সাধাৰণ মানুহে সহজে জন্মান্তৰ এটা আছে বুলি বুজিব পাৰে, পাপলৈ ভয় হয়। শাস্ত্ৰ-বাক্য পালন কৰিবলৈ যত্ন কৰে, কাৰণ পুৰাণৰ মতে শাস্ত্ৰ-বিহিত কৰ্ম্ম কৰাই পুণ্য আৰু শাস্ত্ৰই নিষেধ কৰা কৰ্ম্মই পাপ। সেই গুণে পুৰাণে এইবোৰ কথা অতিৰঞ্জিত কৰি কৈছে আৰু জন্মান্তৰৰ যে কিবা দাৰ্শনিক যুক্তি আছে, সেই কথা পুৰাণে কোৱা নাই।

পুৰাণৰ এইবোৰ কথা আজি-কালি বহুতে বিশ্বাস নকৰে। প্ৰথমতে, এইবোৰ বিশ্বাস কৰিবলৈ হলে আমাৰ মানত ঈশ্বৰৰ ঈশ্বৰত্ব নেথাকে। কৰুণাময়, ক্ষমাশীল জগতৰ পিতা পৰমেশ্বৰ নিষ্ঠুৰ অসুৰ হৈ পৰে।

তাৰ বাহিৰেও পুৰাণৰ কথাবোৰ উপনিষদৰ লগত নিমিলে। পুৰাণে কলে যে জীৱক যমদূতে বলেৰে ধৰি জন্ম গ্ৰহণ কৰায়। কিন্তু সাংখ্য দৰ্শনে আৰু গীতাই কয় যে জীৱক কোনেও বলেৰে ধৰি নিনিয়ে। জগতত যতবোৰ কাৰ্য্য হৈছে সেই সকলোবোৰ স্বভাৱৰ (Nature) বা প্ৰকৃতিৰ কাৰ্য্য, আৰু জন্মান্তৰো সেই একে স্বভাৱৰেই কাৰ্য্য। ঈশ্বৰে যেন এই জগৎ-যন্ত্ৰটি ষ্টাৰ্ট (Start) দি চলাই দিলে, সি যেন আপোনা-আপুনি ঘড়ী চলা দৰে চলি আছে। জন্মান্তৰো সেই একে যন্ত্ৰৰেই কাৰ্য্য ['কথাৰে উপনিষৎ' চাওক] স্বভাৱে বা সংস্কাৰে জীৱক কাম কৰায়, কিন্তু জীৱই ভাবে যে সি নিজে কৰে [গীতা ৩।৫, ৩।২৭]। সেইদৰেই জন্মান্তৰো স্বভাৱৰ কাৰ্য্য, কিন্তু জীৱই ভাবে যে সি নিজে ইচ্ছা কৰি জন্ম গ্ৰহণ কৰিছে; ভাবিছে যেন সি নিজে পুৰণি কাপোৰ পেলাই দি নতুন কাপোৰ গাত লৈছে, যথা—

কৰ্ম্মৰ সংস্কাৰে, আন দেহ ধৰে
পূৰ্ব্ব দেহ কৰি ত্যাগ।
কৃষ্ণে বোলে তাৰ পূৰ্ব্বৰ সংস্কাৰে
আপোন স্বভাৱে থাকি কৰ্ম্ম কৰে নৰে।।
[গোবিন্দ মিশ্ৰৰ গীতা]

বাসাংসি জীৰ্ণানি যথা বিহায়
নবানি গৃহ্নাতি নৰোঽপৰাণি
তথা শৰীৰাণি বিহায় জীৰ্ণা।
ন্যন্যানি সংযাতি নবানি দেহী।। [গীতা ২।২২]

সাংখ্যও ঠিক একে ধৰণেই কৈছে—যথা

পুৰুষাৰ্থহেতুকমিদং নিমিত্তনৈমিত্তিকপ্ৰসঙ্গেন।
প্ৰকৃতেৰ্বিভুত্বযোগান্নটবদ্ব্যবতিষ্ঠতে লিঙ্গম্।।
[৪২ কাৰিকা]

অৰ্থাৎ পুৰুষৰ ভোগ আৰু অপবৰ্গৰ বাবে নিমিত্ত নৈমিত্তিক সহযোগ (অৰ্থাৎ কাৰ্য্য-কাৰণৰ স্বাভাবিক নিয়ম অনুসাৰে) প্ৰকৃতিৰ অসীম প্ৰভাৰত, পুৰুষে ভাৰৰীয়াৰ দৰে নতুন নতুন সাজ পিন্ধি জন্ম গ্ৰহণ কৰে। (নিজৰ উন্নতিৰ নিমিত্তে নিজে কৰো বুলি ভাবে, কিন্তু আচলতে স্বভাৱে কৰায়)। কিন্তু এইবোৰ কথা বুজা টান।

সাংখ্য, গীতা, উপনিষৎ—সকলোৰে উদ্দেশ্য আত্মতত্ত্বটি বুজোৱা; অৰ্থাৎ সকলো জীৱই যে ব্ৰহ্ম, সকলোকে যে স্বভাৱে বা সংস্কাৰে কাম কৰায়, কিন্তু সকলোৱে যে নিজে কৰিছো বুলি ভাবে—এই মূল তত্ত্বটি বুজোৱা। কিন্তু এই তত্ত্ব বুজিবলৈ পূৰ্ব্বজন্মৰ বা পৰজন্মৰ কথা জনা আৱশ্যক নাই। সেইগুণে বেদান্তত বা সাংখ্যত জন্মান্তৰৰ কথা বেলেগে আলোচনা কৰা নাই। কিন্তু গোটেই দৰ্শনখন আগৰ পৰা গুৰিলৈকে সামান্য ভাবে বুজিলেই আমি স্পষ্ট বুজিম যে জগতৰ সকলো ঘটনাৰ দৰেই জন্মান্তৰো এটা স্বাভাৱিক ঘটনা; অন্যান্য ঘটনাৰ দৰেই ইও নৈসৰ্গিক নিয়মেৰেই হয়; ই যেন উপনিষদৰ এটি স্বতঃসিদ্ধ, যাৰ বিষয়ে আৰু অন্য কোনো প্ৰমাণ আৱশ্যক নাই।

## প্ৰকৃতি বা স্বভাৱ

আমি ওপৰত কলোঁ যে জন্মান্তৰ প্ৰভৃতি সকলো কাৰ্য্য স্বভাৱৰ (Nature) কাৰ্য্য আৰু যন্ত্ৰত হোৱা দৰে এই কাৰ্য্যবোৰ আপোনা-আপুনি হৈ আছে। জড়-জগৎ সম্পৰ্কে এইটো কথা আমাৰ প্ৰত্যক্ষ জ্ঞান আৰু ইয়াক বুজিবলৈ আমাক একো শ্ৰুতি প্ৰমাণ বা বৈজ্ঞানিক প্ৰমাণ নালাগে। আমি চকুৰেই দেখি আছো যে এই পৃথিবীত অনন্ত কালৰ পৰা সূৰ্য্য চন্দ্ৰ ঘূৰি আছে; দিনৰ পিচত ৰাতি ৰাতিৰ পিচত দিন হৈ আছে; গছৰ পৰা গুটি হৈছে আকৌ গুটিৰ পৰা গছ গজিছে, মেঘৰ পৰা পানী আৰু পানীৰ পৰা আকৌ মেঘ—এইদৰেই এই জগতৰ সকলো কাৰ্য্য নিৰ্দিষ্ট নিয়মেৰে হৈ আহিছে আৰু আগলৈকো হৈ থাকিব।

এই নিৰ্দ্দিষ্ট নিয়মবোৰৰ সমষ্টিকে আমি স্বভাৱ (Nature) বোলোঁ। যেতিয়া দেখো যে কোনো এটা ঘটনাত কিবা এটি নিয়মৰ ব্যতিক্ৰম হৈছে, তেতিয়া আমি কওঁ,—"এইটো অস্বাভাৱিক ঘটনা।" বহিৰ্জ্জগত সম্পৰ্কে আমাৰ অলপো সন্দেহ নাই যে ই স্বভাৱৰ কাৰ্য্য।

কিন্তু অন্তৰ্জ্জগৎ অৰ্থাৎ আমাৰ অন্তঃকৰণো যে স্বভাৱৰ কাৰ্য্য, সেই কথা আমি সহজে বুজিব নোৱাৰো, যদিও সাংখ্যই অতি স্পষ্ট ভাবে কৈছে যে অন্তৰ্জ্জগৎ আৰু বহিৰ্জ্জগৎ—দুয়োখন জগৎ সহভাৱী, সহযোগী আৰু অন্যোন্যাশ্ৰয়ী। এই দুখন জগতত সত্ত্বৰজস্তমো গুণৰ বাহিৰে আৰু একো নাই। দুয়োখনৰ অ-বিনা ভাব সম্বন্ধ। এখন নহলে ইখন নাই। [আমাৰ গীতাৰ পাতনি (৫) চাওক]। এই দুইখন জগৎ গোটাই হে এটা যন্ত্ৰ—যি যন্ত্ৰ প্ৰকৃতিয়ে বা স্বভাৱে চলায়। সেই গুণে এতিয়া আমি সাংখ্যৰ জীৱ-তত্ত্বটিৰ আলোচনা কৰিম। কিন্তু তাৰ আগেয়ে আমি স্বভাৱটো (Nature) নো কি, সেই বিষয়ে এষাৰ কথা কব খোজো।—

ওপৰত কৈ আহিছো যে আমি আবিষ্কাৰ কৰা নৈসৰ্গিক নিয়মবোৰৰ সমষ্টিকে স্বভাৱ বোলো। কিন্তু ভাবি চাওক, এই নিয়মবোৰ আমি কেনেকৈ পালোঁ। নিউটনে আধাৰ শক্তি আবিষ্কাৰ কৰাৰ আগেয়েও গছৰ পৰা গুটি সৰিছিল; গ্ৰহ, নক্ষত্ৰ ঘূৰি আছিল। নৈসৰ্গিক নিয়মবোৰে গছৰ গুটি নসৰায় বা গ্ৰহ নক্ষত্ৰক নুঘূৰায়। জগৎ আগৰে পৰা আছিল। সেই জগতক পৰ্য্যবেক্ষণ কৰি, প্ৰত্যেক ঘটনাৰ বিষয় গভীৰ চিন্তা কৰি, নৈসৰ্গিক নিয়মবোৰ আমাৰ মনে আবিষ্কাৰ কৰি এই মাত্ৰ বুজিছে যে এই জগতত এটা শৃঙ্খলা আছে, ইয়াৰ কিবা এটা উদ্দেশ্য আছে, ইয়াত নিয়ম আছে আৰু ই এটা শক্তিৰ (energy বা electron) কাৰ্য্য। আচলতে এই শক্তিনো কি

পদাৰ্থ, আমি নেজানো আৰু বিজ্ঞানে কব নোৱাৰে (আমাৰ বেদান্ত দৰ্শনৰ পাতনি চাওক)। বিজ্ঞানে কয় যে শক্তিৰ বাস্তৱ অস্তিত্ব (objectivity) নাই। ই আমাৰ মনৰ এটা ধাৰণা (concept)। দাৰ্শনিক দৃষ্টিৰে আমি এইমাত্ৰ কব পাৰো যে এই নৈসৰ্গিক নিয়মবোৰ ঈশ্বৰৰ ইচ্ছাৰ অভিব্যক্তিৰ বাহিৰে আৰু একো নহয়। গীতাই সেইদৰেই কৈছে [আমাৰ গীতাৰ পাতনি (৬) চাওক] ঈশ্বৰে এই জগৎখন এনেকৈ সৃষ্টি কৰিলে যে তেওঁ নিজে লুকাই থাকি আমাক এই নৈসৰ্গিক নিয়মবোৰেৰে বুজিবলৈ দিছে যে এই জগতত শৃঙ্খলা আছে, নিয়ম আছে, উদ্দেশ্য আছে। এয়ে "স্বভাৱৰ" আচল অৰ্থ।

কিন্তু অতি দুখৰ বিষয় যে আমাৰ আজি-কালি এনে ধাৰণা হৈছে যেন এই নৈসৰ্গিক নিয়মবোৰতে জগতৰ আচল ক্ৰিয়া শক্তিটো আছে; যেন, স্বভাৱ এটা চেতন পদাৰ্থ, যি এই জগৎ সৃষ্টি কৰিলে; যেন ঈশ্বৰ নাই !

এইদৰে ভবা অতি অন্যায় আৰু অতি অ-বৈজ্ঞানিক। মানুহে এইদৰে ভাবে, কাৰণ মানুহে শক্তি (energy) নো কি পদাৰ্থ, তাৰ ভু নাপায়। বেদান্তই সেই বাবে আমাক সতৰ্ক কৰি কৈছে—

স্বভাৱমেকে কৱয়ো বদন্তি।
কালং তথান্যে পৰিমুহ্যমানাঃ ॥
দেৱস্যৈষ মহিমা তু লোকে।
যেনেদং ভ্ৰাম্যতে ব্ৰহ্মচক্ৰম্ ॥ [শ্বেত—৬।১]

অৰ্থাৎ জ্ঞানী মানুহে কয় যে এই সৃষ্টি স্বভাৱৰ কাৰ্য্য। নজনা মানুহে কয় যে কাল (Time) হে জগতৰ কাৰণ। কিন্তু আচলতে ই সেইজন দেৱতাৰ মহিমা, যি জনে এই জগৎ-যন্ত্ৰটি ঘূৰাই আছে।

আমি উপনিষদৰ এই কথাটো অৱজ্ঞা কৰি আৰু "ঈশ্বৰৰ ইচ্ছাৰ" ঠাইত "স্বভাৱ" শব্দটো ব্যৱহাৰ কৰি কৰি এনে অভ্যস্ত হৈছো যে এতিয়া যেন বহুতৰ মানত ঈশ্বৰ নাইয়েই! আমি পাহৰি গৈছো যে শক্তিমান নহলে শক্তি থাকিব নোৱাৰে।

বাস্তৱিক স্বভাৱ নো কি? সাংখ্যৰ প্ৰকৃতি নো কি? ঈশ্বৰৰ ইচ্ছা মাত্ৰ। ইচ্ছা মাত্ৰং প্ৰভোঃ সৃষ্টি। [মাণ্ডুক্য ১।৮]

# ভাৱ আৰু শক্তি

সাংখ্য দৰ্শন (বিশেষতঃ সাংখ্য দৰ্শনৰ জন্মান্তৰবাদ) বুজিবলৈ হলে সদায় মনত ৰাখিব লাগিব যে ভাৱ আৰু শক্তিৰ একো প্ৰভেদ নাই। আমি ইয়াত দেখুৱাম যে আমাৰ জীৱত্ব মানেই ভাৱৰ সমষ্টি (যাক তলত লিঙ্গ শৰীৰ বোলা হৈছে); ভাৱেই আমাক ঘূৰাই লৈ ফুৰাইছে; ভাৱৰ দ্বাৰা আমাৰ সকলো বিষয়-জ্ঞান হৈছে, ভাৱৰ পৰা মুক্ত হব পাৰিলেই আমাৰ মোক্ষ হয়, ভাৱেই আমাৰ চৰিত্ৰ নিৰ্ণয় কৰে, ভাৱেই আমাক পুনৰ্জন্ম গ্ৰহণ কৰোৱায়। ভাৱৰ বিষয়ে আমাৰ গীতাৰ ২য় সংস্কৰণৰ পাতনিত কোৱা কথাবোৰ আমি ইয়াত তুলি দিলোঁ—

"সাংখ্যই কৈছে যে ভাৱ আৰু শক্তি অন্যোন্যাশ্ৰয়ী; ভাৱৰ পৰা শক্তি হয় আৰু শক্তিৰ পৰা ভাৱ হয়।

শক্তেঃ ক্ৰিয়া ততো বোধঃ পুনৰ্বোধস্য শক্তিতা।
এতাবন্মাত্ৰলাভাচ্চ দৃশ্যে দৃশ্যং তদাত্মকম্ ॥

এইবোৰ কথাও বিজ্ঞান-সম্মত। (Jeans—Physics and Philosophy P. 41)। বিজ্ঞানৰ ভিতৰত নোসোমালেও আমি সহজ যুক্তিৰেই বুজিব পাৰো যে জগতত যেতিয়া শক্তিৰ বাহিৰে একো নাই, ৰূপ-ৰস গন্ধাদি আৰু সুখ-দুখ আদি ভাৱবোৰ শক্তিৰ ক্ৰিয়াৰ দ্বাৰা উৎপন্ন নহলে আৰু আন কোনো ৰকমে হব নোৱাৰে। ইয়াৰ বাহিৰেও

আজিকালি বিজ্ঞানে পৰীক্ষাৰে প্ৰমাণ কৰিছে যে আমি শব্দ অৱলম্বন কৰি হে চিন্তা কৰোঁ। বিজ্ঞানৰ ভিতৰলৈ নগলেও আমি এনেয়ে বুজিব পাৰোঁ যে যেতিয়া ওঁঠ নলৰোৱাকৈ কোনো মন্ত্ৰ জপ কৰোঁ, (উপাংশু জপ)তেতিয়া আমি ভাব আৰু শব্দৰ কোনো প্ৰভেদ লক্ষ্য নকৰোঁ। এই বিশয়ে সন্তদাস বাবাজীয়ে শাস্ত্ৰীয় প্ৰমাণ দি এইদৰে কৈছে ঃ—

"বাস্তবিক তত্ত্ববিৎ পণ্ডিতগণ অবধারণ করিযাছেন যে শব্দশক্তি গ্রহণ না করিয়া কোন চিন্তাই করা যায় না। কিন্তু ঐ শব্দ প্রকাশিত নাদ নহে। অতএব সাধারণ নাদ হইতে শব্দমাত্র যে অতি সূক্ষ্ম তাহা এই ৰূপে কথঞ্চিৎ বুজিতে পাৰা যায়।...... ."

—[ব্রহ্মবাদী ঋষি ও ব্রহ্মবিদ্যা, ২য় সংস্কৰণ ২০১ পৃ]

যোগ শাস্ত্ৰত এই সূক্ষ্ম শব্দক "অনাহত ধ্বনি" বোলে। ই আচলতে ভাব হে। এইবোৰ কথা বুজিলে আমি সহজে বুজিম যে ভাববোৰ নিচেই সূক্ষ্ম শক্তি। এই সূক্ষ্ম শক্তি স্থূল হৈ প্ৰথমতে শব্দ, তাৰ পাছত তাপ (heat) তাপৰ পৰা পোহৰ (light), তাৰ পাছত বিদ্যুৎ (electricity) হয়। শক্তিৰ এই বৈজ্ঞানিক প্ৰসিদ্ধ বিভাগটি মনত ৰাখিলেই আমি বুজিম যে ভাব আৰু শক্তি মূলতঃ একে। এটা সূক্ষ্ম শক্তি আৰু ইটো স্থূল শক্তি।

"আমি আৰু বুজিব লাগিব যে শক্তি একো বাস্তৱ পদাৰ্থ (material object) নহয়, যাৰ স্থূল বা সূক্ষ্ম অংশ এটা হব পাৰে। ইয়াৰ দিগ্‌ব্যাপ্তি (Space dimension) নাই। ইয়াৰ মাত্ৰ কাল-ব্যাপ্তি (time dimension বা periodicity) হে আছে। (আমাৰ সাংখ্য দৰ্শন চাওক) শক্তিৰ ক্ৰিয়াৰ এই কাল-ব্যাপ্তিক বিজ্ঞানে period বা wave length বোলে। এই কাল-ব্যাপ্তিৰ পৰা হে শক্তিৰ সূক্ষ্মতা বা স্থূলতা নিৰ্ণয় কৰা হয়। ইয়াৰ পৰাও বুজিব পাৰি যে ভাব আৰু শক্তি একে পদাৰ্থ।

"বেদান্ত মতেও এই জগৎখনৰ মূলত তেজঃ-শক্তি [ছাঃ উপনিষৎ শ্বেতকেতুৰ উপাখ্যান চাওক] এইটো কথা বিজ্ঞানে জানে। বিজ্ঞানেও কয় যে এই জগতত শক্তিৰ বাহিৰে একো নাই। কিন্তু বিজ্ঞানে ঢুকি নোপোৱা এটা কথা বেদান্তই কয়। বেদান্তই কয় যে শক্তিৰ ৰূপ দুটি—সূক্ষ্ম (অপঞ্চীকৃত) আৰু স্থূল (পঞ্চীকৃত)। সূক্ষ্ম শক্তিৰে অন্তঃকৰণ আৰু স্থূল শক্তিৰে বহিৰ্জগতৰ সকলো পদাৰ্থ হৈছে [আমাৰ বেদান্ত দৰ্শন ] এইদৰে চালে ভাব আৰু শক্তিৰ মূলত একো প্ৰভেদ নাই। শক্তিৰ পৰা ভাব আৰু ভাবৰ পৰা শক্তি হয়। বেদান্ত, সাংখ্য, বিজ্ঞান—একো নহলেও, এনেয়ে হ'লেও, আমি সদায় প্ৰত্যক্ষ দেখি আছো। বাহিৰৰ শক্তি আহি আমাৰ ইন্দ্ৰিয়ত লাগিলেই আমাৰ প্ৰথমতে এটা অনুভূতি হয় আৰু সেয়ে আকৌ ভাব হৈ মনত থাকি যায়—যেনে, জাৰকালি সূৰ্য্যৰ শক্তি (তাপ) পিঠিত পৰিলে আমি সুখ পাওঁ। আকৌ, আমাৰ ভাব বাহিৰত প্ৰকাশ কৰিবলৈ হ'লেই, সি হয় বাক্য (শব্দ), নহয় তাপ, নহয় আকৃতি—এনে এটা শক্তি হয়। আমাৰ খং উঠিলে আমাৰ মাত শুনিলেই বা মুখৰ চেহেৰা দেখিলেই মানুহে বুজে।"

ভাব আৰু শক্তি যে মূলতঃ একে, এই কথাটো বুজিবলৈ আমাৰ কষ্ট হয় এই বাবে যে আমি সদায় ইইতৰ (ভাব আৰু শক্তিৰ) পাৰ্থক্য দেখি আহিছো। আমি জানো যে শুদা ভাবৰ পৰা আমি একো কাৰ্য্য কৰিব নোৱাৰো। আমি এটা কাম কৰিম বুলি ভাবিলেই কামটো কৰা নহয়। উপযুক্ত চেষ্টা কৰিব লাগিব, ক্ৰিয়া শক্তি প্ৰয়োগ কৰিব লাগিব, তেহে কামটো হব।

কিন্তু উপনিষদে সৰ্ব্বত্ৰ কৈ আহিছে যে মুক্ত পুৰুষে বা যোগীয়ে শুদা ভাবৰ দ্বাৰা আচৰিত আচৰিত কাম কৰিব পাৰে। তেওঁবিলাক অষ্টৈশ্বৰ্য্য সম্পন্ন পুৰুষ—যি ইচ্ছা তাকে বিনা চেষ্টাৰে কৰিব পাৰে। (ব্ৰহ্মসূত্ৰ ৪।৪ চাওক)

আমি অৱশ্যে আশা কৰা নাই যে সকলো আধুনিক পাঠকে যোগশাস্ত্ৰৰ এইবোৰ কথা বিশ্বাস কৰিব। কিন্তু তেওঁবিলাকক আমি সাগৰৰ Electric fish বোৰৰ কথা সোঁৱৰাই দিব পাৰোঁ। এই মাছবোৰে ইচ্ছা কৰিলেই নিজৰ মুখৰ পৰা বিদ্যুৎশক্তি উলিয়াই অতি দূৰত থকা সৰু সৰু মাছবোৰ মাৰি খায়। এইটো এটা অতি ক্ষুদ্ৰ দৃষ্টান্ত, যাৰ দ্বাৰা আমি অনুমাণ কৰিব পাৰো, কেনেকৈ প্ৰাণীয়ে ভাবৰ পৰা শক্তি উৎপাদন কৰি কাম কৰিব পাৰে।

পাঠকসকলে বোধকৰো Electric fish দেখা নাই আৰু তাৰ এনে আচৰিত কাৰ্য্যৰ বিষয়েও শুনা নাই। কিন্তু আমাৰ দেশৰ ভিতৰতে, গাৰো পাহাৰত এখন সৰু পৰ্ব্বতীয়া নৈত বামি মাছৰ নিচিনা এবিধ সৰু Electric fish আছে। এইবোৰ মাছে ইচ্ছা কৰিলেই নিচেই ওচৰত থকা সৰু মাছ মাৰিব পাৰে।

# "ভাবো হি ভৱ কাৰণম্"

আজিকালি সকলোৱে জানে যে Quantum Theoryৰ মতে এই জগতৰ মূল তত্ত্ব শক্তি (electron)। শক্তিৰ বাহিৰে ইয়াত আৰু একো নাই। কিন্তু সকলোৱে নেজানে যে আমাৰ দৰ্শন Quantum Theoryৰ বহুত ওপৰলৈ গৈছে। আমাৰ কয় যে এই জগতৰ মূল তত্ত্ব শক্তি নহয়। ভাৱ হে। এই ভাৱেইহে জগতৰ মূল তত্ত্ব। ইয়াৰ পৰাই জগৎ আৰু জগতৰ সকলো পদাৰ্থৰ উৎপত্তি ঃ

*"ভাবো হি ভৱ কাৰণম্।"*

আহঁত গছ এজোপাৰ অতি সূক্ষ্ম, চকুৰে মনিব নোৱাৰা, গুটি এটাৰ ভিতৰত বৃহৎ আহঁত গছ এজোপা নিশ্চয ভাবৰূপে আছে। সেই গুটিটি পচালেই সেই ভাবময় গছজোপা ক্ৰমে ব্যক্ত হৈ আকৃতি, ৰূপ-ৰস আদি প্ৰকাশ কৰে। এই সকলোবোৰ সেই ক্ষুদ্ৰ গুটিটোতে নিশ্চয় ভাবৰূপে আছিল (নহলে আমগুটি পচালেও আহঁত গছ হব পাৰিলেহেঁতেন)। তাত নথকা কোনো পদাৰ্থ প্ৰকাশ হোৱা নাই। গছজোপাৰ আয়ু-কালো সেই গুটিতে নিশ্চয় ভাব ৰূপে আছিল।

এই এজোপা গছৰ ইতিহাসেই জগতৰ প্ৰত্যেক জোপা গছৰ আৰু প্ৰত্যেক বস্তুৰ ইতিহাস। প্ৰত্যেক বস্তুৰ যি ইতিহাস, সেইবোৰ গোটালেই বিশ্বব্ৰহ্মাণ্ডৰ ইতিহাস।

সাংখ্যই কৈছে, এই বিশ্বব্ৰহ্মাণ্ডৰ সকলো বস্তু, সকলো প্ৰাণী, সৃষ্টিৰ আগত একত্ৰে ভাব ৰূপে (অৰ্থাৎ লিঙ্গ শৰীৰ ৰূপে) মহত্তত্ত্বত থাকে। এয়ে জগতৰ বীজ। বিজ্ঞানে এই মূল কথাটো ঢৌ-গণিতৰ (wave mechanics) যুক্তিৰে সমৰ্থন কৰে বুলি আমি আন ঠাইত দেখুৱাই আহিছো।

['বিজ্ঞানৰ সিপাৰে,' চাওক]

প্ৰকৃতিয়ে এবাৰ এই জগদ্বীজ প্ৰকাশ কৰে—সেয়ে সংসাৰ। আকৌ এবাৰ জগদ্বীজক মহত্তত্ত্বত সুমায় থয়—সেয়ে প্ৰলয়।

গীতাত ঠিক এই দৰেই কয়—যথা ঃ—

অব্যক্তাদ্ ব্যক্তয়ঃ সৰ্ব্বাঃ প্ৰভবন্ত্যহৰাগমে।
ৰাত্ৰ্যাগমে প্ৰলীয়ন্তে তত্ৰৈবাব্যক্ত সংজ্ঞকে ।।

[গীতা ৮।১৮]

মহত্তত্ত্ব পৰিণাম হৈ অহঙ্কাৰ তত্ত্ব হয়। এই অহঙ্কাৰ তত্ত্বও সূক্ষ্ম ভাব-ময় পদাৰ্থ। ইয়াৰ পৰাই এফালে অন্তঃকৰণ আৰু ইফালে বহিৰ্জ্জগতৰ উৎপত্তি। এইদৰেই জগতৰ মূলত সূক্ষ্ম শক্তি অৰ্থাৎ ভাব। (আমাৰ সাংখ্য দৰ্শনৰ পাতনি বা বিজ্ঞানৰ সিপাৰে চাওক)। সেই গুণেই স্বামী হৰিহৰানন্দ আৰণ্যই আমাক সতৰ্ক কৰি কৈছে—

"দৰ্শন শাস্ত্ৰ যাহাৰা ধাৰণা কৰিতে চান, তাঁহাদেৰ পদে পদে স্মৰণ ৰাখা কৰ্ত্তব্য যে এই অনন্ত বিস্তৃত জগৎ মূলতঃ বিস্তাৰহীন অন্তঃকৰণ দ্ৰব্য।"

(সৰল সাংখ্য যোগ, ২২-২৩ পৃ)

এইবোৰ কথা বেদান্ত-সম্মত। বেদান্তই অতি উচ্চস্বৰে কয় যে এই জগত সদায় ব্ৰহ্মাৰ জ্ঞানত প্ৰতিষ্ঠিত। তেওঁৰ জ্ঞানত যি নাই, তেনে কোনো বস্তু বা ঘটনা জগতত প্ৰকাশ হব নোৱাৰে। এই সমস্ত জগৎ তেওঁৰ সংকল্পৰ পৰা ব্যক্ত হৈছে। (সংকল্পও এবিধ ভাব) এই সংকল্পই জগতৰ বীজ।

এইদৰেই আমাৰ সকলো শাস্ত্ৰই কৈছে যে এই জগতৰ মূল কাৰণ ভাব হে, শক্তি নহয়। ভাব স্থূল হৈ, শক্তি হৈ, প্ৰকাশ হবলৈ হলেই প্ৰথমতে আকৃতি, তাৰ পাছত ৰূপ, ৰস, গন্ধ, স্পৰ্শাদি হয়। যেনে, (ওপৰত কোৱা হৈছে) আমাৰ মনৰ ভাব প্ৰকাশ কৰিবলৈ গলেই সি প্ৰথমতে আমাৰ মুখৰ চেহেৰাত আৰু পাছত বাক্যত প্ৰকাশ হয়। তাৰ পাছত তাপ (heat) হৈ বাহিৰৰ স্থূল শক্তিৰ লগত মিলি যায়।

আমি বুজিলোঁ, গছজোপাৰ বীজ, গুটিটো, জগতৰ বীজ, 'ভাবৰ সমষ্টি' মহত্তত্ত্ব। এতিয়া তেন্তে আমাৰ নিজৰ দেহৰ বীজটো কি ?

এয়ে জগতৰ "অতি-প্ৰশ্ন"। এই অতি-প্ৰশ্নৰ উত্তৰত সাংখ্যই কৈছে যে জীৱৰ জীৱত্বৰ বীজটি ভাব-ময় "লিঙ্গ শৰীৰ" বা "সংস্কাৰ"। ইয়াকে বুদ্ধি বা বুদ্ধিৰ ৰূপো বোলে। এই লিঙ্গ-শৰীৰৰ বিষয়ে ইয়াৰ পাছৰ অধ্যায়ত কোৱা হব। গছৰ গুটিটোতে যেনেকৈ গোটেই গছজোপাৰ ইতিহাস ভাব-ৰূপে আছিল, আমাৰ লিঙ্গ-দেহ বা সংস্কাৰটোতো সেইদৰেই আমাৰ জীৱনৰ প্ৰত্যেক ঘটনা, আমাৰ স্বভাব-চৰিত্ৰ, আমাৰ ভোগ, আমাৰ আয়ুস্—ইত্যাদি সকলো কথা যেন ভাব-ৰূপে আছিল। এইবোৰ কথা তলত শাস্ত্ৰীয় যুক্তিৰে কোৱা হব। আৰু কোৱা হব যে এই সংস্কাৰ ধ্বংস নহয় মানে আমি জন্মান্তৰ গ্ৰহণ কৰি থাকিব লাগিব। ই ধ্বংস হলেই আমাৰ জীৱত্ব লোপ পায়। পাঠকসকলে আৰু এটা কথা মনত ৰাখিব যে আমাৰ দৰ্শন মতে জগতৰ প্ৰত্যেক স্থাৱৰ জঙ্গম প্ৰাণীৰ লিঙ্গদেহ এটা আছে। যথা—

যাবৎ সঞ্জায়তে কিঞ্চিৎ সত্ত্বং স্থাৱৰজঙ্গমম্।
ক্ষেত্ৰক্ষেত্ৰজ্ঞসংযোগাৎ তদ্বিদ্ধি ভৰতৰ্ষভ ।।

# সংস্কাৰ বা লিঙ্গ-শৰীৰ

অদ্বৈত বেদান্ত মতে এই জগতত ব্ৰহ্মৰ বাহিৰে আৰু একো নাই। জীৱ পূৰ্ণ ব্ৰহ্ম। "জীৱো ব্ৰহ্মৈব না পৰঃ।" ব্ৰহ্মই বহু হওঁ বুলি সঙ্কল্প কৰি, নিজ শক্তিৰে, বা নিজ মায়াৰে, বা নিজ প্ৰকৃতিত অধিষ্ঠান কৰি, বহু জীৱ হৈ এই সংসাৰত লীলা কৰিছে। জীৱ অজ্ঞান। জীৱই নুবুজে যে সি ব্ৰহ্ম। অজ্ঞান আঁতৰিলেই জীৱ ব্ৰহ্ম হব।

বেদান্তই কথাটো ক'লে হয়, কিন্তু অজ্ঞানটো জীৱই কেনেকৈ আঁতৰাব পাৰে, তাৰ উপায়টো সহজে বুজিব পৰাকৈ নকলে। সেই উপায়টো পাতঞ্জলে দিছে। সেইগুণে সাংখ্যই বেদান্তৰ কথাটোকে বেদান্তৰ ভাষাৰে ন'কৈ, অলপ লৰ-চৰ কৰি কলে, যাতে পাতঞ্জলোক্ত যোগ অভ্যাস কৰিবলৈ মানুহে অলপ সহজ পায়।

সাংখ্যই কলে যে অব্যক্ত পুমান্ (ব্ৰহ্ম) আৰু পুৰুষ (জীৱ) একে। ব্ৰহ্ম আৰু জীৱৰএকো প্ৰভেদ নাই। পুমান্ (ব্ৰহ্ম) সৰ্ব্বশক্তিমান আৰু সৰ্ব্বজ্ঞ। অব্যক্ত অৱস্থাত ব্ৰহ্মৰ চিৎ শক্তি [Consciousness] আৰু ব্ৰহ্মৰ শক্তি [প্ৰকৃতি বা Cosmic energy] পৃথক্ পদাৰ্থ নহয়। এনে অব্যক্ত অৱস্থাৰ পৰা জগত ব্যক্ত হবলৈ হ'লে দ্ৰষ্টা আৰু দৃশ্য—দুটা কথা থাকিব লাগিব। শক্তিৰ ক্ৰিয়া হব লাগিব। পৰিণাম হব লাগিব। এইবোৰ বুজিবলৈ হলেই ব্ৰহ্মৰ চিৎ শক্তি [Consciousness] আৰু ব্ৰহ্মৰ শক্তি [প্ৰকৃতি] দুটা বেলেগ তত্ত্ব বুলি ধৰি আলোচনা কৰিব লাগিব। সাংখ্যই সেইগুণে কৈছে যে অব্যক্ত প্ৰকৃতি ব্যক্ত হৈ জগৎ ৰচনা কৰিছে। আৰু অব্যক্ত পুমান্ ব্যক্ত হৈ বহু পুৰুষ [ভোক্তা] হৈ সেই সৃষ্টি ভোগ কৰিছে। [আমাৰ সাংখ্য দৰ্শন চাওক] বহিৰ্জ্জগৎ আৰু অন্তৰ্জ্জগৎ—উভয়েই প্ৰকৃতিৰ সৃষ্টি। এইবোৰ দৃশ্য পদাৰ্থ। আমাৰ শৰীৰ আৰু অন্তঃকৰণ প্ৰকৃতি নিৰ্ম্মাণ দৃশ্য পদাৰ্থ। পুৰুষ কেৱল তাৰ দ্ৰষ্টা, ভোক্তা বা জ্ঞাতা মাত্ৰ।

গীতাই ঠিক এইদৰেই কয়। গীতাই কয় যে ব্ৰহ্মৰ দুটি শক্তি— চিৎ শক্তি (consciousness) আৰু জড় শক্তি (cosmic energy)। এই দুটি শক্তিক গীতাই "পৰা-প্ৰকৃতি" আৰু "অপৰা-প্ৰকৃতি" বুলিছে। অপৰা-প্ৰকৃতিৰে জগৎ ৰচনা কৰি ব্ৰহ্মই নিজে তেওঁৰ পৰা প্ৰকৃতিৰে বহু পুৰুষ হৈ, সেই জগৎ নিজে বহু ৰকমে ভোগ কৰিছে। [গীতা ১৩শ অধ্যায়]। ভোক্তা বা দ্ৰষ্টা পুৰুষ 'ক্ষেত্ৰজ্ঞ'। আৰু দৃশ্য বা ভোগ্য শৰীৰটি (অন্তঃকৰণ আৰু স্থূল দেহটি) "ক্ষেত্ৰ"—যি ক্ষেত্ৰত জড় শক্তিৰ ক্ৰিয়াৰ বাহিৰে আৰু একো নাই।

তেন্তে জীৱ আৰু ব্ৰহ্মৰ প্ৰভেদ জানিবলৈ হ'লে, এই শৰীৰতে বিচাৰিব লাগিব। মোটামুটিকৈ আমি কব পাৰোঁ যে শৰীৰী ব্ৰহ্মই জীৱ, আৰু অশৰীৰী জীৱই ব্ৰহ্ম।

তেন্তে শৰীৰ নাশ হলেই আমি ব্ৰহ্ম হ'ম নে কি? সাংখ্যই কয়, নিশ্চয় হ'ম, কিন্তু এই স্থূল শৰীৰেই আমাৰ অকল শৰীৰ নহয়, ইয়াৰ বাহিৰেও আৰু শৰীৰ আছে। যথা—

সূক্ষ্মা মাতৃ পিতৃজাঃ সহ প্ৰভূতৈস্ত্ৰিধা বিশেষাঃ স্যুঃ।
সূক্ষ্মাস্তেষাং নিয়তা মাতৃ পিতৃজা নিবৰ্ত্তন্তে।।

[৩৯ কাৰিকা]

অৰ্থাৎ স্থূল শৰীৰ আৰু ভ্ৰূণ শৰীৰ অনিত্য। মৃত্যু হলেই ই ধ্বংস হয়। সূক্ষ্ম শৰীৰ নিত্য। ই জন্মান্তৰ গ্ৰহণ কৰে বুলি সাংখ্য, বেদান্ত, পুৰাণ, সকলোৱে কয়। ই নাশ হলেহে জীৱত্ব নাশ হব।

তেন্তে এই সূক্ষ্ম শৰীৰটো কি?

বেদান্তই কয়—

বুদ্ধি কৰ্ম্মেন্দ্ৰিয় প্ৰাণ পঞ্চকৈৰ্মনসা ধিয়া।
শৰীৰং সপ্তদশভিঃ সূক্ষ্মং তল্লিঙ্গমুচ্যতে।। [পঞ্চদশী]

অৰ্থাৎ বুদ্ধি, মন, ১০ ইন্দ্ৰিয় আৰু পঞ্চ প্ৰাণ—এই ১৭ টা তত্ত্বৰে সূক্ষ্ম দেহ নিৰ্ম্মিত আৰু সেই সূক্ষ্ম দেহকে মানুহে লিঙ্গ-দেহো বোলে।

সাংখ্যই কিন্তু এইদৰে নকয়। সাংখ্য মতে সূক্ষ্মদেহ আৰু লিঙ্গ-দেহ বেলেগ। কিন্তু সাংখ্যই আকৌ কৈছে যে লিঙ্গ-দেহৰো ওপৰত কোৱা ১৭টাই উপাদান। যথা—

সপ্তদশৈকং লিঙ্গম্।

[সাংখ্য সূত্ৰ ৩।৯]

তেন্তে একে উপাদানেৰে গঠিত এই দুটা শৰীৰ একে নহল কিয়? কিয় বেদান্ত আৰু সাংখ্যৰ এনে মতবিৰোধ হল?

এই প্ৰশ্নৰ উত্তৰ দিব পাৰিলেহে সাংখ্যৰ জন্মান্তৰ ৰহস্যটি পৰিষ্কাৰ হয়। সাংখ্যই কয় যে লিঙ্গ-দেহটি শুদা সূক্ষ্ম শক্তি (ভাব); নিৰুপভোগ আৰু "অবিশেষ"। ইয়াৰ দ্বাৰা কোনো ভোগ নিষ্পন্ন নহয়। ই জীৱক সকলো ইন্দ্ৰিয় শক্তিৰ বীজ—ভাবৰূপে (সূক্ষ্ম শক্তি ৰূপে) সকলো ইয়াতে আছে। সকলো ৰকম সূক্ষ্মদেহ এই লিঙ্গ দেহস্থ শক্তিয়েহে নিৰ্ম্মাণ কৰে। ই নহলে কোনো সূক্ষ্মদেহ নিৰ্ম্মিত হব নোৱাৰে।

এই লিঙ্গ-শৰীৰ ধৰ্ম্ম, অধৰ্ম্ম, জ্ঞান, অজ্ঞান, ঐশ্বৰ্য্য, অনৈশ্বৰ্য্য, বৈৰাগ্য আৰু অবৈৰাগ্য—এই ৮ ৰকমৰ ভাবৰ সংমিশ্ৰণত উৎপন্ন হৈছে। এই লিঙ্গ-শৰীৰে অকলে কোনো ভোগ কৰিব নোৱাৰে। মুগা পলুৱে যেনেকৈ নিজৰ দেহ নিৰ্ম্মাণ কৰি লেটা বান্ধিব পাৰে লিঙ্গ দেহেও সেইদৰেই নিজে নিজৰ নিমিত্তে এটি "বিশেষ"* ভোগায়তন সূক্ষ্ম শৰীৰ নিৰ্ম্মান কৰি লৈহে অভিব্যক্ত হব পাৰে। সূক্ষ্মদেহ যেন লিঙ্গ-দেহৰ আৱৰণ মাত্ৰ।

সৃষ্টিৰ আগত যেতিয়া পঞ্চ মহাভূত নাছিল, তেতিয়া লিঙ্গ শৰীৰ প্ৰকৃতি-লীন অবস্থাত মহত্তত্ত্বত ভাব ৰূপে আছিল (গৌড়পাদ—৪০ কাৰিকা) কাৰণ, পঞ্চ মহাভূতৰ সূক্ষ্ম অংশ [পঞ্চ তন্মাত্ৰ] নহলে লিঙ্গ দেহে নিজৰ সূক্ষ্ম দেহ নিৰ্ম্মান কৰি লৈ ব্যক্ত হব নোৱাৰে, যথাঃ—

চিত্ৰং যথাশ্ৰয়মৃতে স্থাণ্বাদিভ্যো বিনা যথা ছায়া।
তদ্বদ্বিনা বিশেষৈন তিষ্ঠতি নিৰাশ্ৰয়ং লিঙ্গম্॥

[৪১ কাৰিকা]

অৰ্থাৎ, ছবি এটা মানুহে শূন্যত আঁকিব নোৱাৰে। সকলো ৰং হাতত থাকিলেও এখন পট নহলে মানুহে ছবি আঁকিব নোৱাৰে। সেইদৰেও আকৌ এটা আধাৰ হলেহে এটা ছাঁ পৰিব পাৰে। শূন্যত ছাঁ নপৰে। শক্তিৰ ক্ৰিয়া হবলৈ হলেই এটা স্থূল দ্ৰব্যৰ প্ৰয়োজন। দ্ৰব্যৰ ওপৰত হে শক্তিৰ ক্ৰিয়া হয়। সেইগুণে ভৌতিক এটা শৰীৰ নহলে [ভোগায়তন সূক্ষ্ম শৰীৰ নহলে] লিঙ্গ শৰীৰ ব্যক্ত হব নোৱাৰে।

ওপৰত কোৱা হ'ল যে লিঙ্গ শৰীৰৰ ভোগ কৰিবৰ সামৰ্থ্য নাই—কিন্তু ইচ্ছা আছে। এই ইচ্ছা অনুসৰি সি নিজে নিজৰ সূক্ষ্ম শৰীৰ নিৰ্ম্মাণ কৰি লয়। সূক্ষ্ম শৰীৰে স্বৰ্গত বা নৰকত ভোগ কৰিব পাৰে কিন্তু পৃথিবীত স্থূল বস্তু ভোগ কৰিব নোৱাৰে। সেইগুণে পৃথিবীৰ জীৱৰ সূক্ষ্ম শৰীৰৰ বাহিৰেও আৰু এটি স্থূল শৰীৰ থাকিব লাগে।

সাংখ্যই প্ৰথমতে কৈছে যে এই লিঙ্গ শৰীৰৰ হে জন্মান্তৰ হয়, যথা—

পূৰ্ব্বোৎপন্নমসক্তং নিয়তং মহদাদি সূক্ষ্মপৰ্য্যন্তম্।
সংসৰতি নিৰুপভোগং ভাবৈৰধিবাসিতং লিঙ্গম॥

[৪০ কাৰিকা]

অৰ্থাৎ—মহদাদি সূক্ষ্ম পৰ্য্যন্তম্ (মহত্তত্ত্বৰ পৰা আৰম্ভ কৰি, সূক্ষ্ম অন্তঃকৰণ জাতীয় পদাৰ্থেৰে নিৰ্ম্মিত) পূৰ্ব্বোৎপন্নং (সূক্ষ্ম শৰীৰৰ আগেয়েই উৎপন্ন হোৱা) অসক্তং (কোনো এটা শৰীৰতে আবদ্ধ নোহোৱা অৰ্থাৎ সকলো ৰকমৰ শৰীৰ ধাৰণ কৰিব পৰা) নিৰুপভোগং (ভোগ শক্তিহীন) নিয়তং (অবিনাশী) ভাবৈৰধিবাসিতং (ভাবময়) লিঙ্গৰম্ (লিঙ্গ শৰীৰে) সংসৰতি (পুনঃ পুনঃ জন্ম গ্ৰহণ কৰে)।

এই লিঙ্গ দেহৰ ( বা লিঙ্গ দেহস্থ ভাববোৰৰ) পৰা পৃথক হব পাৰিলেই, পুৰুষে নিজ স্বৰূপ লাভ কৰে, জীৱত্ব লোপ হয়, নিৰ্ব্বাণ মুক্তি হয়।
শ্ৰীশঙ্কৰদেৱে কয়—

ভকতিয়ে পুৰুষৰ
লিঙ্গদেহ ভঙ্গ কৰে।
অনায়াসে মকুতিক পায়।

নিম্ন স্তৰত মানুহে এই লিঙ্গ দেহটোকে আত্মা বুলি ভাবে (আমাৰ গীতা চাওক)। আত্মজ্ঞান হলে মানুহে বুজে যে ই আত্মা নহয়। ই জড় শৰীৰৰ দৰেই পুৰুষৰ এটি শৰীৰ—অচেতন পদাৰ্থ। চিৎশক্তিৰ (পুৰুষৰ) সংযোগত ই চেতন যেন হয়। যথা—

চৈতন্যং যদাধিষ্ঠাং লিঙ্গদেহশ্চ যঃ পুনঃ।
চিচ্ছায়া লিঙ্গদেহস্থা তৎ সঙ্ঘো জীব উচ্যতে॥

[পঞ্চদশী ৪।১১]

অৰ্থাৎ চৈতন্য, (চিৎ শক্তি বা দৃক্ শক্তি বা পুৰুষ)

---

* "বিশেষ"-"অবিশেষ" তত্ত্বটি নুবুজিলে সাংখ্যৰ সৃষ্টি তত্ত্বটি বুজা নহয়। (কথাৰে উপনিষৎ বা সাংখ্য দৰ্শনৰ ৩৪ কাৰিকাৰ আমাৰ ব্যাখ্যা চাওক)। সাংখ্য মতে জগতৰ মূলত শুদা অবিশেষ শক্তি মাত্ৰ। আশ্ৰয় ভেদে এই 'অবিশেষ' শক্তিৰ পৰাই জগতৰ সকলো গন্ধ, ৰস, ৰূপ, স্পৰ্শ, শব্দ ব্যক্ত হৈছে ( ১৬ কাৰিকা)।

যেনে, সূৰ্য্যৰ বগা পোহৰ এটি শুদা শক্তিৰ স্পন্দন মাত্ৰ। ইয়াৰ একো বিশেষ ৰং নাই। ই অবিশেষ ৰং। কিন্তু নিয়ৰৰ পানীত বা Prism এটাত পৰিলে ইয়াৰ পৰা ৰঙা নীলা আদি সকলো ৰং ওলায়। এই বোৰ "বিশেষ" ৰং। সেই দৰেই লিঙ্গ শৰীৰ শুদা সূক্ষ্ম শক্তি (ভাব) মাত্ৰ। ই "অবিশেষ" শৰীৰ কিন্তু আশ্ৰয় ভেদে ইয়াৰ পৰাই ১৪ ৰকমৰ অসংখ্য সূক্ষ্ম বিশেষ শৰীৰ ওলায়, যেনে দৈৱ পৈশাচ ইত্যাদি। (তলত এই ১৪ বিধ সূক্ষ্ম শৰীৰৰ কথা কোৱা হব)। ইহঁতৰ প্ৰত্যেকৰ আকৃতি, কাৰ্য্য সকলো বেলেগ বেলেগ। কিন্তু ইহঁতৰ মূলত সেই একে "অবিশেষ" লিঙ্গ শৰীৰটি। অৰ্থাৎ যি সূক্ষ্ম শক্তিৰ (অৰ্থাৎ ভাবৰ) পৰা সংসাৰৰ অসংখ্য সূক্ষ্ম শৰীৰ ওলাইছে সেয়ে লিঙ্গ শৰীৰ।

আৰু চেতনবৎ, কিন্তু অচেতন, লিঙ্গ শৰীৰ—এই দুটা গোটালেহে এটা জীৱ।

তেন্তে ওপৰত সাংখ্যাই শুদা লিঙ্গ শৰীৰৰ হে পুনৰ্জ্জন্ম হয় বুলি ক'লে কিয় ? পুৰুষৰ পুনৰ্জ্জন্ম নহয় নে কি ?

সাংখ্যাই কয়, পুৰুষ অব্যক্ত, ব্ৰহ্ম, সৰ্ব্বব্যাপী, সকলো ঠাইতে সদায় সমানে আছে। এনে পুৰুষৰ গতি বা অ-গতি এটা নাই। ই আকাশৰ দৰে অচল। কিন্তু লিঙ্গদেহ য'লৈকে যাওক, সি পুৰুষক এৰাব নোৱাৰে। যেনে, আকাশত উড়াই দিয়া চাবোনৰ ফেন (soap bubbles) আকাশ এৰি যাব নোৱাৰে। সেইগুণে জন্মান্তৰ গ্ৰহণ কাৰ্য্যটি পুৰুষৰ নহৈ লিঙ্গ দেহৰ বুলি ধৰিলে হে কথাটো বুজিবলৈ আৰু আত্মতত্ত্ব জানিবলৈ সহজ হয়। বৌদ্ধ দৰ্শনেও কয় যে সংস্কাৰৰ হে পুনৰ্জ্জন্ম হয়। গীতায়ো তাকেই কয়। গীতাই ২য় অধ্যায়ত কলে যে আত্মাৰ জন্ম, মৃত্যু বা পুনৰ্জ্জন্ম নাই। ১৫শ অধ্যায়ত কলে যে জন্ম বা জন্মান্তৰৰ বাবে, বতাহে ফুলৰ গোন্ধ টানি অনাৰ দৰে, ঈশ্বৰে প্ৰকৃতি-নিৰ্ম্মাণ মন আৰু ইন্দ্ৰিয়ৰ আশ্ৰয় স্বৰূপ লিঙ্গ দেহটোক টানি আনে। (ঈশ্বৰ অচল হৈ থাকে) যথা —

মমৈবাংশো জীৱলোকে জীৱভূতঃ সনাতনঃ।
মনঃ ষষ্ঠাণীন্দ্ৰিয়াণি প্ৰকৃতিস্থানি কৰ্ষতি॥
শৰীৰং যদবাপ্নোতি যচ্চাপ্যুৎক্ৰামতীশ্বৰঃ।
গৃহীত্বৈতানি সংযাতি বায়ুৰ্গন্ধানিবাশ্ৰয়াৎ॥
শ্ৰোত্ৰ চক্ষুঃ স্পৰ্শনং চ ৰসনং ঘ্ৰাণমেব চ।
অধিষ্ঠায় মনশ্চায়ন বিষয়ানুপসেবতে॥

[গীতা ১৫।৭-৯]

গীতাই এইদৰে নকৈ অইন ৰকমে কব নোৱাৰে। কাৰণ সাংখ্যৰ দৰেই গীতায়ো কয় যে পুৰুষ সৰ্ব্ব-গত, অচল, অক্ষৰ, কুটস্থ আৰু পুৰুষৰ মৃত্যু বা পুনৰ্জ্জন্ম নাই।

নিত্যঃ সৰ্ব্বগতঃ স্থানুৰচলোঽয়ং সনাতনঃ। [২।২৪]

সাংখ্যই কয়—

তস্মান্নবধ্যতেঽদ্ধা ন মুচ্যতে নাপি সংসৰতি।
সংসৰতি বধ্যতে মুচ্যতে চ নানাশ্ৰয়া প্ৰকৃতিঃ॥

[৬২ কাৰিকা]

**(অদ্ধা—প্ৰকৃত পক্ষে)**

অৰ্থাৎ প্ৰকৃত পক্ষে পুৰুষৰ বন্ধন, মোক্ষ বা পুনৰ্জ্জন্ম নাই। আচলতে প্ৰকৃতিৰ [লিঙ্গ শৰীৰৰ] হে বন্ধন, মুক্তি আৰু পুনৰ্জ্জন্ম হয়। সকলো জন্মতে, সকলো অৱস্থাতে যেনে পুৰুষ তেনে অচল, অব্যক্ত হৈ থাকে।

এই গুৰুতৰ কথাটো অইন ৰকমে বুজিবলৈ হ'লে এইদৰে ভাবিব পাৰি—

এই জগতত চিৎশক্তিৰ বাহিৰে একো নাই।
"চিদস্তীহ চিন্মাত্ৰমিদং চিন্ময়মেৱচ।"

পুৰুষ বা ব্ৰহ্ম জগৎ-ব্যাপী চিৎশক্তি। লিঙ্গ শৰীৰ যেন এটা গছৰ গুটি। ই য'তে উড়ি গৈ পৰে ত'তে চিৎশক্তি যুক্ত হৈ অৰ্থাৎ জীৱ হৈ উপজিব। যেনেকৈ গছৰ গুটি মাটিত য'তে পৰে ত'তে গজে। সেইগুণে জীৱৰ জন্মান্তৰটো যেন লিঙ্গ শৰীৰক এঠাই পৰা উড়াই নি আন এঠাইত পেলোৱা; বা এজোপা ফুল এঠাইৰ পৰা খানি আনি আন এঠাইত ৰোৱা। ইয়াত লিঙ্গ শৰীৰ নিজে উড়ি গ'ল নে বতাহে উড়াই নিলে, বা ফুলজোপা ক-ই খানিলে নে খ-ই খানিলে,—এনেবোৰ প্ৰশ্ন আৱশ্যকী প্ৰশ্ন নহয়। লিঙ্গ শৰীৰ য'তে থাওক, য'লৈকে যাওক, সি চৈতন্যক এৰাব নোৱাৰে।

সাংখ্যই আৰু বৌদ্ধ দৰ্শনে কয় যে অচেতন শক্তিয়ে, চেতনৰ দৰে কাম কৰিব পাৰে—যেনে যন্ত্ৰই কৰে। [২৭ কাৰিকাৰ গৌড়পাদ ভাষ্য, আমাৰ সাংখ্য দৰ্শন চাওক]

নিয়ম লগাই দি থলে, শক্তিয়ে কৰিব নোৱাৰা কাম নাই। এনে নিয়ম লগা (organised) শক্তিৰেই জগৎ চলিছে। এয়ে স্বভাৱ (nature)। ঈশ্বৰে এবাৰ যি নিয়ম লগাই দিলে, তেওঁ আৰু একো কৰিব নেলাগে। এই বাবেই সাংখ্যই কয় যে লিঙ্গ দেহৰ জন্মান্তৰ নৈসৰ্গিক নিয়মেৰে হয়—ই স্বাভাৱিক কাৰ্য্য। লিঙ্গদেহে নিজৰ সূক্ষ্ম শক্তিৰেই নিজে উড়ি আছে, স্থূলশক্তি (energy) যেনেকৈ যায় (Radiation or transmission of energy)। গীতাৰ মতে স্বভাৱ মানে ঈশ্বৰৰ ইচ্ছা; সেইগুণে গীতাই কয় যে ঈশ্বৰে লিঙ্গ-দেহটো আকৰ্ষণ কৰি আনে। কিন্তু ইয়াত মূল কথাটো সকলোৱে স্বীকাৰ কৰিছে—জন্মান্তৰ পুৰুষৰ নহয়; লিঙ্গ শৰীৰৰ হে হয়।

আমি ওপৰত কৈ আহিছো যে লিঙ্গদেহে, নিজৰ ভাবেৰে নিজৰ আৱশ্যক মতে, নিজৰ সূক্ষ্ম আৰু স্থূলদেহ গঢ়ি লয়। পুৰুষৰ ইয়াত একো হাত নাই, একো কৰ্ত্তৃত্ব নাই, কাৰণ সাংখ্যৰ পুৰুষ নিষ্ক্ৰিয়, নিৰ্গুণ, অকৰ্ত্তা উদাসীন দ্ৰষ্টা মাত্ৰ।

এই কথাটো—অৰ্থাৎ লিঙ্গদেহে যে নিজে নিজৰ শৰীৰ নিৰ্ম্মাণ্ কৰে—এই কথাটো বুজিবলৈ আমি প্ৰথমতে জীৱৰ স্থূল শৰীৰটো মাতৃ-গৰ্ভত কেনেকৈ নিৰ্ম্মিত হয়, তাক বুজি ললে সুবিধা হব।

আমি তলত কম কেনেকৈ পিতৃ-বীৰ্য্যত ওলমি আহি এটি লিঙ্গ শৰীৰ মাতৃ-গৰ্ভত স্থিতি হয় হি। প্ৰথমতে এটি কোষ সৃষ্টি হ'ল (impregnated Ovum)। কোষটি তৎক্ষণাৎ দুভাগ হয়। প্ৰত্যেক ভাগ আকৌ দুভাগ হয়। এইদৰে প্ৰত্যেক ভাগ দুভাগ হৈ অচিৰে অসংখ্য কোষৰ সৃষ্টি হয় আৰু হাত, ভৰি, মস্তিষ্ক ইত্যাদিৰে সৰু এটি ভ্ৰূণ শৰীৰৰ উৎপত্তি হয়। এই কাৰ্য্যবোৰ কোনে কৰিলে? ই মাতৃ গৰ্ভস্থ কোনো শক্তিৰ ক্ৰিয়া নহয়। এইটো এটা উপবিস্থ শক্তিৰ কাৰ্য্য। সাংখ্যই কয় যে এই উপবিস্থ সূক্ষ্ম শক্তিয়েই সেই ভাবময় লিঙ্গ-শৰীৰ, যিটি আহি মাতৃগৰ্ভত স্থিতি হৈছিলহি। গছৰ গুটিত সমস্ত গছ জোপাৰ ইতিহাস যেনেকৈ ভাবৰূপে আছিল, সেইদৰেই মাতৃ-গৰ্ভস্থ জীবৰ সমস্ত ভবিষ্যৎ জীৱনত যিবোৰ শাৰীৰিক আৰু মানসিক অসম্পূৰ্ণতা বা ইন্দ্ৰিয় বৈকল্য হব, সেই বোৰৰ মূল এই লিঙ্গ শৰীৰতেই আছিল। এইবোৰ কথা সাংখ্যই অতি বাহুল্য ভাবে আলোচনা কৰিছে। তেওঁ কৈছে যে সকলো ইন্দ্ৰিয়ৰ আৰু মনৰ বৈকল্যৰ বাবে লিঙ্গ শৰীৰৰ ভাববোৰ হে দায়ী। যথা—

একাদশেন্দ্ৰিগবধাঃ সহ বুদ্ধিবধৈৰশক্তিৰুদ্দিষ্টা।
সপ্তদশবধা বুদ্ধেৰ্বিপৰ্য্যয়াত্তুষ্টিসিদ্ধীনাম॥[৪৯ কাৰিকা]

ইয়াৰ বাহিৰেও (আমি পাছে দেখুৱাম) পাতঞ্জলে আৰু কৈছে যে জীৱৰ ভৱিষ্যতৰ ভোগ আৰু আয়ুস ইত্যাদি সকলো ভাৱৰূপে এই লিঙ্গ দেহতে আছে। ক্ৰমে প্ৰকাশ হয়।

ওপৰত কোৱা হৈছে যে এই লিঙ্গ শৰীৰ ভাবৰ সমষ্টি মাত্ৰ। এইবোৰৰ কিহৰ ভাব? সেইবোৰ কথা আমি তলৰ অধ্যায়ত আলোচনা কৰিম। আমি দেখুৱাম যে এই ভাৱবোৰেই আকৌ আমাৰ চৰিত্ৰ বা স্বভাৱো নিৰ্ণয় কৰে।

[এই খিনিতে আমি পাঠকসকলক এটা কথা কৈ থব খোজো। আমি ওপৰত কলোঁ যে লিঙ্গ-শৰীৰ, সংস্কাৰ, বুদ্ধি, বুদ্ধিৰ ৰূপ—এই সকলোবোৰ একে অৰ্থৰ শব্দ।

বৰ্ত্তমান আলোচনাত এইদৰে ধৰিলে একো ভুল নহয়, কথাবোৰ বুজিবলৈকো সহজ হয়। কিন্তু প্ৰকৃত পক্ষে বুদ্ধি আৰু লিঙ্গ শৰীৰ ঠিক একে নহয়। এই কথাটো ইয়াৰ পাছত হে দেখুৱাব পৰা হব।]

## ভ্ৰান্তি-বীজ বা মায়া

পৰম ব্ৰহ্ম পুৰুষে (জীৱই) যেন সংসাৰ ভোগ কৰিবলৈ, নিজৰ মায়াৰে নিজে মোহিত হৈ, লিঙ্গ দেহত সোমাল।* এইটো ঘটনাকে সাংখ্যই "পুৰুষ-প্ৰকৃতিৰ -সংযোগ" বোলে। আমি যেনেকৈ আমাৰ স্থূল শৰীৰকে "মই" বা "মোৰ শৰীৰ" বুলি ভাবো, পুৰুষেও সেইদৰেই সেই লিঙ্গ শৰীৰকে তেওঁৰ বুলি ভাবিলে। তাতে তেওঁৰ আত্ম-ভাব হল। এইদৰেই তেওঁৰ মনত এটা 'অহং জ্ঞান' হ'ল। এয়ে পুৰুষপ্ৰকৃতি সংযোগৰ প্ৰথম ফল—যাক বেদান্তই মায়া বোলে।

"ভ্ৰান্তি বীজং তৎ সংযোগস্তৎ সন্নিধানম্।"[বাচস্পতি]

এই ভ্ৰান্তিবীজ অহং-জ্ঞানেই আমাৰ সংস্কাৰৰ প্ৰথম ভাব। ইয়াৰ পৰাই কাল-জ্ঞান, দিক-জ্ঞান আৰু ভেদজ্ঞানৰ লগে লগে উৎপত্তি হ'ল।

---

* কথাটো এই দৰে নকৈ বুজাব উপায় নাই। কাৰণ, আচলতে কি হ'ল, কেনেকৈ সৃষ্টি হ'ল, কোনেও নাজানে। ব্ৰহ্ম কেনেকৈ বহুত হ'ল, বা পুৰুষ প্ৰকৃতিৰ সংযোগ বা কেনেকৈ হ'ল, কোনে কব? পাঠকসকলে যেনেকৈ পাৰে, কথাটোৰ এটা ধাৰণা প্ৰথমতে কৰি লওক। এইদৰে ধৰি ললে, পাছত ক্ৰমশঃ বহুত কথা স্পষ্ট হব।

এইবোৰ ভাবৰ বাহিৰেও সংস্কাৰত আৰু অসংখ্য ভাবৰ উৎপত্তি হয়। পুৰুষ লিঙ্গ দেহস্থ হৈ অহং জ্ঞানৰ দ্বাৰা বদ্ধ বা মুগ্ধ হৈ আগৰ মুক্ত অৱস্থা পাবলৈ আকাঙ্ক্ষা কৰে, কিন্তু প্ৰকৃতিক সম্পূৰ্ণ ভাবে নাজানিলে, অৰ্থাৎ ভোগ সম্পূৰ্ণ নহলে মুক্ত হব নোৱাৰে। সেইগুণে পুৰুষৰ প্ৰকৃতিক সম্পূৰ্ণৰূপে জানিবৰ (অৰ্থাৎ ভোগ কৰিবৰ) এটা হেঁপাহ হয়। এই হেঁপাহেই আমাৰ ভোগেচ্ছা বা কাম (desire) * ইয়াৰ পৰা আকৌ অসংখ্য ৰকমৰ ভাব উৎপন্ন হয়। এইবোৰ ভাব গোটাই সাংখ্যৰ প্ৰত্যয সৰ্গ বা বুদ্ধিৰ সৃষ্টি বা ভাবাখ্য সৰ্গ [সাংখ্য ৪৩-৫১ কাৰিকা] এই ভাববোৰৰ কোনটো ভাবৰ পৰা কি নতুন ভাব ওলায়, বা কোন ভাবে কোন ভাবক ধ্বংস কৰে, সেইবোৰ কথা সাংখ্যই কৈছে।

সংসাৰত যত ৰকমৰ ভাব হব পাৰে, সেই সকলো বোৰ আমাৰ সংস্কাৰত আছে। বহিৰ্জ্জগতত জীৱই দেখিলে, চন্দ্ৰ, সূৰ্য্য ঘূৰি আছে আৰু তাৰ পৰাই দিন ৰাতি হৈছে। এই সত্যটো জীৱৰ সংস্কাৰত ভাব হৈ থাকিল। সময়ত সুঁৱৰিলেই বা সমাজিকত দেখিলেই সি চেতন হৈ ভাব-পদ-বাচ্য হয়, নহলেই সি একো নাই—সি যেন অচেতন কিবা এটা।

এইদৰেই সংসাৰত যত বস্তু আছে, চন্দ্ৰ, সূৰ্য্য, আকাশ, সকলো ভাবৰূপে জীৱৰ সংস্কাৰত আছে। সংসাৰত যত নৈসৰ্গিক নিয়ম আছে বা যত ঘটনা হৈছে, সেই সকলো বোৰো ভাবৰূপে জীৱৰ সংস্কাৰত আছে। এইবোৰ কথা সাংখ্যই কয়, উপনিষদেও কয়। আমি এনেয়ে এইবোৰ বুজো, কাৰণ এইদৰে যদি নহয়, তেন্তে জগতত 'স্মৃতি' বুলি এটা কথা নাথাকিলহেঁতেন আৰু মানুহে সমাজিকো নেদেখিলেহেঁতেন।

এই সংস্কাৰস্থ ভাবত মিলাই লব নোৱাৰিলে আমি কোনো কথা বুজিব নোৱাৰো। এইটো আধুনিক বিজ্ঞানৰ সত্য, যাৰ কথা আমি তলত ক'ম। কিন্তু বৰ্ত্তমান আমি বিজ্ঞানৰ ভিতৰলৈ যাব নালাগে। আমি অতি সাধাৰণ যক্তিৰেই কথাটো বুজিব পাৰো—

ধৰক, আপুনি এটা লৰা পঢ়াইছে। আপুনি বহুত চেষ্টা কৰি, বহুত ৰকমে ব্যাখ্যা কৰিও কথাটো তাক বুজাব পৰা নাই। "বুজিছা নে" বুলি যতবাৰ সোধে, ততবাৰ সি কয়, "নাই বুজা"। এবাৰ হয়তো সি টাহ্ কৰে কথাটো বুজিব আৰু ক'ব, "অ' মই এতিয়া বুজিলো।" কিয় এইদৰে হয়?

আপুনি তাক একো নতুন ভাব দিয়া নাই। সকলো ভাব তাৰ সংস্কাৰতে আছে। আপুনি মাত্ৰ সোঁৱৰাইছে দিছে। যেতিয়ালৈকে আপোনাৰ কথাবোৰ তাৰ সংস্কাৰস্থ ভাবৰ লগত নিমিলে, তেতিয়ালৈকে সি একো নুবুজে। যেতিয়া আপোনাৰ কথাবোৰ তাৰ সংস্কাৰত খাপ্ খাই যায় তেতিয়া কাকো প্ৰশ্ন কৰিব নালাগে, "হেৰা, মই বুজিলোঁ নে?"

আমাৰ সংস্কাৰত ভাব ৰূপে নথকা কোনো কথা জগতত নাই। কিন্তু এই ভাববোৰ সদায় আমি নেদেখো।

বহিৰ্জ্জগতত যেনেকৈ সকলো বস্তু আছে, কিন্তু সকলোবোৰ আমাৰ চকুত নপৰে, যিটো চাওঁ, তাকেহে দেখো, সেই দৰেই সকলো ভাব আমাৰ অন্তৰত আছে, কিন্তু অচেতন ভাব হৈ আছে। যিটি ভাবৰ ওপৰত পুৰুষৰ দৃষ্টি পৰে (অৰ্থাৎ সাংখ্যৰ কথাৰে, য'ত পুৰুষপ্ৰকৃতিৰ সংযোগ ঘটে) সেই ভাবটি মাত্ৰ চেতন ভাব হৈ মনলৈ আহে আৰু ভাব পদ-বাচ্য হয়। বাকীবোৰ নিৰ্জীব অচেতন ভাব ৰূপে সংস্কাৰত পৰি থাকে, আছে নে নাই কোনেও কব নোৱাৰে।

এই অচেতন ভাববোৰ যেন চকৰি ঘূৰাৰ দৰে মনৰ আগত সদায় ঘূৰি আছে। যি ভাবৰ ওপৰত পুৰুষৰ দৃষ্টি পৰে সেয়ে সেই সময়ত চেতন ভাব হৈ প্ৰস্ফুটিত হয়। বিশেষ চেষ্টা কৰিও পুৰুষে কোনো এটা ভাবত অধিক ক্ষণ আবদ্ধ হৈ থাকিব নোৱাৰে। আৰু কোন ভাব কোন সময়ত মনলৈ আহে, সেই বিষয়েও পুৰুষৰ একো স্বাধীনতা নাই। এই কথাটো আমি সকলোৱে বুজো, আৰু সেই বাবেই কওঁ—"আমাৰ মন সদায় চঞ্চল"।

এই কথাটো শ্ৰীঅৰবিন্দই এই দৰে কয়—

"Thoughts, ideas etc. are always wandering about, in thought-waves or otherwise, seeking a mind that may embody them."

আৰু তেওঁ কৈছে—

"The error comes from thinking that your thoughts are your own, and that you are

* ভোগেচ্ছা বা কামেই আমাৰ সকলো অনিষ্টৰ মূল [আমাৰ গীতাৰ পাতনি (২০)]

the maker of your thoughts and if you do not create them (i.e. think) there will be none. A little observation will show that you are not manufacturing your own thoughts but thoughts occur in you."

অৰ্থাৎ—ভাববোৰ যেন এটা ভাব-লহৰীত বা আন কিবা ৰকমে উড়ি ফুৰিছে, যাতে এটা মানুহৰ মনে সিহঁতক গ্ৰহণ কৰিব পাৰে।

তোমাৰ ভুল এই বাবে হয় যে তুমি ভাবা যেন ভাববোৰ তোমাৰ নিজা সম্পত্তি, যেন তুমি সৃষ্টি নকৰিলেই (অৰ্থাৎ নেভাবিলেই) সিহঁত নাই। অলপ চিন্তা কৰিলেই আমি বুজো যে আমি ভাবৰ সৃষ্টি নকৰো বৰং ভাব আহি হে আমাৰ মনত সোমায়হি।"

যোগীয়ে বুজে যে এই ভাববোৰ আত্মা নহয়। ইহঁত যেন বাহিৰৰ (আত্মাৰ বাহিৰৰ) পৰা অহা বস্তু। এই কথাটো বুজিব পৰাকে আত্ম-জ্ঞান বোলে, যি আত্ম-জ্ঞান লাভ কৰিব পাৰিলে মানুহৰ আৰু পুনৰ্জ্জন্ম নহয় বুলি সকলো শাস্ত্ৰই কৈছে।

আমি অবশ্যে নুবুজো, কেনেকৈ ভাববোৰ বাহিৰৰ বস্তু হব পাৰে। ইউৰোপীয় দৰ্শন মতে ভাববোৰেই "আমি"—cogito ergo sum [বিজ্ঞানৰ সিপাৰে আৰু কথাৰে উপনিষৎ চাওক।]

গীতাত কৈছে যে ভাববোৰ মনৰ পৰা আঁতৰাব পাৰিলেহে যোগী সমাধিস্থ হব পাৰে।

আত্মসংস্থং মনঃ কৃত্বা ন কিঞ্চিদপি চিন্তয়েৎ॥

[গীতা ৬।২৫]

পাতঞ্জলে কয় যে ঈশ্বৰ প্ৰণিধানৰ দ্বাৰা আৰু অভ্যাসৰ দ্বাৰা মানুহে সংস্কাৰ একেবাৰে নিৰোধ কৰি ভাব-শূন্য হব পাৰে।

আমি অৱশ্যে এইবোৰ কথা নুবুজো, আমি ধাৰণা কৰিব নোৱাৰো, কেনেকৈ আমাৰ মনৰ "একো-নভবা-অৱস্থা" এটা হব পাৰে; কেনেকৈ আত্মা আৰু ভাব পৃথক বস্তু হব পাৰে। কিন্তু শ্ৰীঅৰবিন্দই তেওঁৰ নিজৰ অভিজ্ঞতাৰ পৰা এই দৰে কৈছে—

There are in fact several ways. My own way was by rejection of thought. "Sit down", I was told "look and you see that your thoughts come into you from outside. Before they enter, fling them back". I sat down and looked and saw to my astonishment that it was so ; I saw and felt concretely the thought approaching as if to enter through or above the head and was able to push it back concretely before it came inside.

In three days—really in one-my mind became full of an eternal silence—it is still there.

তেওঁ এই কথাটোকে আকৌ এঠাইত কলে—

It was my great debt to Lele that he showed me this. "Sit in meditation," he said, "but do not think, look only at your mind ; you will see thoughts coming into it ; before they can enter, throw these away from your mind till your mind is capable of entire silence

I have never heard before of thoughts coming visibly into the mind from outside, but I did not think either of questioning the truth or the possibility ; I simply sat down and did it. In a moment my mind beame silent as a windless air on a high mountain summit and then I saw one thought and then another coming in a concrete way from outside ; I flung them away before they could enter and take hold of the brain and in three days I was free

ইয়াত শ্ৰীঅৰবিন্দই কৈছে, কেনেকৈ তেওঁ শ্ৰীলেলীৰ কথা মতে আসনত বহি বুজিব পাৰিলে যে ভাববোৰ বাহিৰৰ পৰাহে যেন মানুহৰ মনত সোমাবলৈ আহে আৰু মানুহে চেষ্টা কৰিলেই সেই ভাববোৰক মনত সোমাব নিদিব পাৰে। এই সাধনাটো একো কঠিন সাধনা নহয়। কাৰণ, ইয়াৰ আগেয়ে শ্ৰীঅৰবিন্দই যোগ-সাধনাত একো বিশেষ উন্নতি লাভ কৰা নাছিল। তেওঁ নিজেই কৈছে যে তেওঁ মাত্ৰ অলপ প্ৰাণায়াম আৰু এনে দুটা কি এটা প্ৰক্ৰিয়া হে অভ্যাস কৰিছিল।

কিন্তু এইবোৰ কথা এতিয়া আমাৰ নিমিত্তে অপ্ৰাসঙ্গিক। আমি মাত্ৰ মনত ৰাখিব লাগে যে লিঙ্গ দেহটো অৰ্থাৎ

ভাববোৰ আত্মা নহয়। কিন্তু এই ভাববোৰেই আমাৰ জীৱত্বৰ বীজ। সেইগুণে মানুহে ইয়াকে "জীৱাত্মা" বুলি ভাবে। আচলতে এই ভাববোৰ নহলে হে আত্মাৰ আচল স্বৰূপ প্ৰকাশ পায়; যেনে, গভীৰ টোপনিত (সুষুপ্তিত)।

## বিষয়-জ্ঞান

এই সংস্কাৰৰ বিষয়ে জানিব লগীয়া এটা অতি আৱশ্যকীয় কথা এই যে এই জগৎখন আমি পোনে পোনেই নেদেখো। বহিৰ্জ্জগতৰ যিটো ছবি আমাৰ সংস্কাৰত ভাৱ ৰূপে আঁকা আছে, সেই ছবিটো মাত্ৰ দেখো। কথাটো শুনি হয়তো কোনো কোনো পাঠক আচৰিত হব কিন্তু সকলো ভাৰতীয় দৰ্শনৰ (বিশেষতঃ বৌদ্ধ দৰ্শনৰ) এয়েহে মূল কথা। প্ৰথমতে সাংখ্যই কয় যে ভোক্তা, দ্ৰষ্টা বা জ্ঞাতা পুৰুষ কেৱল মাত্ৰ নিজৰ সংস্কাৰ বা বুদ্ধিৰ হে ভোক্তা, দ্ৰষ্টা বা জ্ঞাতা; তেওঁ আৰু একোৰে দ্ৰষ্টা, ভোক্তা বা জ্ঞাতা নহয়।

[দাৰ্শনিক বিচাৰত ভোক্তা, জ্ঞাতা, দ্ৰষ্টা, সকলোবোৰ একে কথা। চকুৰে ভোগ কৰিলেই দ্ৰষ্টা, মুখেৰে, ভোক্তা আৰু মনেৰে ভোগ কৰিলেই জ্ঞাতা]

তেওঁৰ সংস্কাৰত নোহোৱা কোনো বিষয়ৰ জ্ঞান পুৰুষৰ হব নোৱাৰে।

গীতাই এই কথাটো বুজিবলৈ আৰু সহজ কৰি ক'লে। গীতাই ১৩শ অধ্যায়ত পুৰুষক ক্ষেত্ৰজ্ঞ বুলিছে আৰু সংস্কাৰটোক ক্ষেত্ৰ বুলিছে। খেতিয়কে যেনেকৈ নিজৰ ক্ষেত্ৰত খেতি কৰি যি পায় তাকেহে ভোগ কৰে, ক্ষেত্ৰজ্ঞ পুৰুষেও সেই দৰে নিজৰ ক্ষেত্ৰত (সংস্কাৰত) যি আছে, তাকে হে ভোগ কৰে। এইদৰে বুজিলে আমি বুজিম যে আমাৰ জগজ্জ্ঞান মনো দৃশ্য ব্যাপাৰ।

বেদান্তই কলে—

মনোদৃশ্যমিদং দ্বৈতং যৎ কিঞ্চিৎ সচৰাচৰম্।
[মাণ্ডুক্য ৩।৩১]*

মহাপুৰুষ শঙ্কৰদেৱেও কলে—

মনৰ কল্পনা মানে সমস্ত জগৎ।
* * * *
মনতেসে আছে ইটো চৈধ্যাই ভুবন।

ইমান দিনে এইবোৰ কথা আমাৰ নজনাতে গ'ল। এতিয়া কিন্তু পাশ্চাত্য মনোবিজ্ঞানে কথাটো ইমান পৰিষ্কাৰ কৰি আৰু পৰীক্ষাৰে প্ৰমাণ কৰি দেখুৱাই দিছে যে ইয়াত আৰু আমাৰ কোনো সন্দেহৰ স্থল নাই। পাশ্চাত্য দৰ্শনে মন আৰু বুদ্ধিৰ প্ৰভেদ নেমানে। সাংখ্যই যাক সংস্কাৰ বোলে পাশ্চাত্য বিজ্ঞানে তাকে মন বোলে। পাশ্চাত্য বিজ্ঞানে কৈছে যে জগতৰ আচল স্বৰূপ কি আমি নেদেখো।

আমি এই মাত্ৰ জানো যে বাহিৰৰ বস্তুত শক্তিৰ ক্ৰিয়াৰ বাহিৰে আৰু একো নাই। সেই শক্তি আহি আমাৰ ইন্দ্ৰিয়ত লাগিলেই আমাৰ এটি অনুভূতি হয় আৰু তাতে আমাৰ মনে সাজ-পাৰ পিন্ধায় আৰু তাকে আমি দেখো। বস্তুৰ ৰূপ, ৰস, গন্ধ ইত্যাদি সকলো আমাৰ মনৰ নিৰ্ম্মাণ। সাংখ্যৰো এয়ে মনোবিজ্ঞান। এতিয়া আমি পৰিষ্কাৰ বুজো যে সংস্কাৰে যেনে দেখুৱায়, আমি জগতক তেনে হে দেখো। এই সংস্কাৰটো নহলে আমাৰ কোনো বিষয়-জ্ঞান হব নোৱাৰে।

আকৌ, আমি আৰু বুজিব লাগে যে এই সংস্কাৰে হে আমাক কাম কৰায়। এই বিষয়ে সাংখ্য আৰু গীতাৰ একো মত-ভেদ নাই। গীতাই বাৰে বাৰে কৈ আছে যে মানুহক প্ৰকৃতিৰ গুণে বা স্বভাৱে কাম কৰায় আৰু অজ্ঞানী মানুহে নিজে কৰিছো বুলি ভাবে। গুণাতীত বা স্থিতপ্ৰজ্ঞ যোগী নহলে, মানুহৰ স্বাধীন কৰ্ত্তৃত্ব নাই।

---

* এই মনোবিজ্ঞানৰ কথা আমি সৰ্বত্ৰ সদায় কৈ আছো। ইয়াক নুবুজিলে ভাৰতীয় দৰ্শন বুজা নহয়। বেদান্ত দৰ্শনত আমি দেখুৱাই আহিছো যে এই পাশ্চাত্য মনোবিজ্ঞানেই আমাৰো মনোবিজ্ঞান। পঞ্চদশীত সুন্দৰ দৃষ্টান্ত দি দেখুৱাইছে যে আমি কাল্পনিক মনোময় জগতখন হে দেখো।

এইবোৰ কথা ইয়াত আলোচনা কৰা আমাৰ আৱশ্যক নাই। আমি সাধাৰণ যুক্তিৰেই বুজিব পাৰো যে সংস্কাৰটো নহলে আমি কোনো কামকে কৰিব নোৱাৰোঁ—যেনে গভীৰ স্বপ্নহীন টোপনিত নোৱাৰোঁ, যেতিয়া সংস্কাৰস্থ ভাবে ক্রিয়া নকৰে। আমি আগধৰি ভাবো, ভাবৰ পৰা ইচ্ছা হয় আৰু ইচ্ছা হলে কাম কৰো। অৱশ্যে ইচ্ছা নকৰিও আমি কিছুমান কাম কৰো, যেনে নিশ্বাস-প্রশ্বাস। কিন্তু এনেবোৰ কর্ম্ম স্থূল দেহৰ ক্রিয়া, আৰু ইয়াৰ লগত এই আলোচনাত আমাৰ একো সম্পর্ক নাই। আমাৰ সকলো ইচ্ছাকৃত কর্ম্ম সংস্কাৰস্থ ভাবে কৰায়। ভাব আৰু কর্ম্মৰ কার্য্য-কাৰণ সম্বন্ধ। ভাব, কাৰণ; কর্ম্ম তাৰ কার্য্য। কর্ম্ম আচলতে ভাবৰ অন্তর্গত।

এইদৰেই আজি বুজিব লাগিব যে লিঙ্গ-দেহ বা সংস্কাৰটো নহলে আমাৰ কোনো বিষয়-জ্ঞান নহয় আৰু আমি কোনো কর্ম্ম কৰিব নোৱাৰো।

এতিয়া আমি ইয়াৰ পাছৰ অধ্যায়ত দেখুৱাম, কেনেকৈ এই সংস্কাৰেই আমাৰ স্বভাৱ [স্ব—ভাব] বা চৰিত্রৰো নির্ণয় কৰে।

# কর্ম্ম আৰু চৰিত্র

এই সংস্কাৰস্থ ভাববোৰ ৮ শ্রেণীত ভাগ কৰিব পাৰি। যথা—

অধ্যৱসায়ো বুদ্ধিধর্ম্মো জ্ঞানং বিৰাগঐশ্বর্য্যম।
সাত্বিকমেতদ্রূপম্ তামসমস্মাদ্বিপর্য্যস্তম্।।

[২৩ কাৰিকা]

ধর্ম্ম, জ্ঞান, ঐশ্বর্য্য, বৈৰাগ্য—এই ৪ শ্রেণীৰ ভাববোৰ সাত্বিক ভাব। ইয়াৰ বিপৰীত অধর্ম্ম, অজ্ঞান, অনৈশ্বর্য্য, অবৈৰাগ্য, এই ৪ শ্রেণীৰ ভাববোৰ তামসিক ভাৱ। সকলো ভাব এই ৮ শ্রেণীৰ যেই সেই এক শ্রেণীত পৰিব। সাত্বিক আৰু তামসিক ভাববোৰৰ সংমিশ্রণত এই জগতত অসংখ্য ৰকমৰ সংস্কাৰ বা লিঙ্গ-দেহ হৈছে। ব্রহ্মাৰ পৰা আৰম্ভ কৰি তৃণ এডাললৈকে অসংখ্য লিঙ্গ-দেহ আছে, কিন্তু কোনো দুটা জীৱৰ ঠিক একে সংস্কাৰ হব নোৱাৰে।

জ্ঞান-অজ্ঞান, ধর্ম্ম-অধর্ম্ম, বৈৰাগ্য-অবৈৰাগ্য—এইবোৰ ভাব কি সহজে, বুজিব পাৰি। (পাতঞ্জল দর্শন)।

ইয়াত বিশেষ মন কৰিব লগীয়া 'ঐশ্বর্য্য-অনৈশ্বর্য্য'—এই দুটা ভাব। এই দুটা কি ভাব?

ঐশ্বর্য্য মানে ঈশ্বৰৰ ভাব বা শক্তি। আমি ওপৰত কৈ আহিছো যে যোগীয়ে কেৱল ভাবৰ দ্বাৰা, অইন কোনো চেষ্টা নহলেও, অলৌকিক কাম কৰিব পাৰে। অনিমা, লঘিমা, গৰিমা, মহিমা, প্রাপ্তি, প্রাকাম্য, ঈশিত্ব, বশিত্ব—এই ৮ ৰকমৰ শক্তি (অষ্টৈশ্বর্য্য) যোগীৰ আছে। আমাৰ নাই, কাৰণ আমাৰ ঐশ্বর্য্যৰ ভাব, অনৈশ্বর্য্যৰ ভাবৰ দ্বাৰা আবৃত। এইবোৰ কথা যোগ শাস্ত্রত আলোচনা কৰিছে।

বর্ত্তমান আমি জানিবলগীয়া কথা এই যে এই ৮ শ্রেণীৰ ভাববোৰক গীতাই মুঠেই ৩ শ্রেণীত ভাগ কৰিছে। আমাৰ বুজিবৰ সুবিধাৰ বাবে গীতাই এইদৰে কৰিছে। গীতাই এই ভাববোৰক সাত্বিক, ৰাজসিক আৰু তামসিক—এই ৩ শ্রেণীত ভাগ কৰিছে। এইদৰে কৰি গীতাই বুজাইছে যে সংস্কাৰস্থ ভাববোৰেই মানুহক কাম কৰায়। যাৰ যেনে ভাব সি তেনে কাম হে কৰিব পাৰে। যাৰ সংস্কাৰ যেনে, তাৰ চৰিত্র তেনে হে হব পাৰে। সংস্কাৰটো সাত্বিক হলে হে মানুহৰ চৰিত্র বা স্বভাৱো সাত্বিক হব পাৰে। এজন মানুহৰ আচৰণ দেখিয়েই আমি বুজো তেওঁৰ সংস্কাৰস্থ ভাববোৰ সাত্বিক নে ৰাজসিক নে তামসিক। সেই দৰেই আকৌ আমি যদি জানো যে এজন মানুহৰ সংস্কাৰস্থ ভাববোৰ সাত্বিক, তেন্তে আমি সহজে অনুমান কৰিব পাৰো, তেওঁ কেনে কাম কৰিব পাৰে, বা কৰিব নোৱাৰে।

এনেবোৰ আলোচনাৰেই গীতাৰ ১৪শ আৰু ১৮শ অধ্যায় ভৰা। গীতাই আৰু কৈছে যে সংস্কাৰস্থ ভাব

অনুসৰি মানুহৰ আহাৰ, উপাসনা, কৰ্ম্ম ইত্যাদি সকলো বিষয়তে ভিন্ন ভিন্ন অভিৰুচি, শ্ৰদ্ধা বা বিশ্বাস হয়।

[১৭শ অধ্যায়]

বিশেষ মন কৰিবলগীয়া কথা এই যে বহিৰ্জ্জগতত যেনেকৈ সকলো পদাৰ্থ ক্ৰিয়াশীল আৰু পৰিণামী, আমাৰ সংস্কাৰটোও সেইদৰেই ক্ৰিয়াশীল আৰু পৰিণামী। প্ৰত্যেক ক্ষণে ইয়াৰ পৰিণাম হৈ আছে। এইবোৰ কথা আমি সহজে বুজিব পাৰো।

আমি আজি এটা কাম ভাল বুলি বুজি কৰিলো, কিন্তু দুদিনৰ পিচতে বুজিলো যে সেই কামটো নকৰা হলেই ভাল আছিল। সৰুতে আমি যিবোৰ কাম কৰিছিলো ডাঙৰ হলে তাৰ বাবে অনুতাপ কৰো। কিয় এইদৰে হয়? সৰুত আমাৰ যি আত্মা আছিল আজিও সেয়ে আত্মা। আত্মাৰ একো পৰিণাম নাই। কিন্তু সৰুৰ সংস্কাৰ আৰু আজিৰ সংস্কাৰ বেলেগ নোহোৱা হলে, অনুতাপ বুলি এটা কথাই নাথাকিলহেতেন। এনেবোৰ যুক্তিৰেই আমি সহজে বুজিম যে সংস্কাৰৰ প্ৰত্যেক ক্ষণে পৰিমাণ হয়, বুদ্ধিৰ ৰূপান্তৰ হয়। এইদৰে নহলে মানুহৰ ক্ৰমোন্নতি হব নোৱাৰে, চৰিত্ৰৰ উৎকৰ্ষ হব নোৱাৰে বা সেইদৰেই আকৌ অৱনতিও হব নোৱাৰে।

মানুহে যি কৰে, যি ভাবে, সকলোৰে ছাপ সংস্কাৰত বৈ যায়। এইদৰে প্ৰত্যেক ক্ষুদ্ৰ কৰ্ম্ম বা ক্ষুদ্ৰ চিন্তাৰ পৰা সংস্কাৰৰ বা বুদ্ধিৰ পৰিবৰ্ত্তন হয়, পৰিণাম হয়।

আমি ওপৰত কলো যে ভাল সংস্কাৰৰ মানুহে ভাল কাম কৰে, বেয়া সংস্কাৰৰ বা বেয়া স্বভাৱৰ মানুহে বেয়া কৰে। কিন্তু ইফালে আকৌ ভাল কাম কৰিলে সংস্কাৰো ভাল হৈ আহে, বেয়া কাম কৰিলে সংস্কাৰো বেয়া হৈ আহে। এইদৰেই মানুহৰ কৰ্ম্ম আৰু সংস্কাৰে পৰস্পৰৰ ওপৰত কাৰ্য্য কৰে। জন্ম-জন্মান্তৰৰ পৰা এইদৰে হৈ আহিছে। এনে কৰ্ম্ম নাই, যি সংস্কাৰৰ অলপ নহয় অলপ ৰূপান্তৰ নকৰে। সেই বাবেই কপিলাশ্ৰয়ীৰ গ্ৰন্থত কৰ্ম্মৰ সংজ্ঞা এইদৰে দিছে—

"যাৰ দ্বাৰা মানুহৰ সংস্কাৰৰ ৰূপান্তৰ হয়, সেয়ে কৰ্ম্ম।"

পাঠকসকলে কৰ্ম্মৰ এই নতুন সংজ্ঞাটি যেন মনত ৰাখে। নহলে সাংখ্যৰ জন্মান্তৰবাদটি বুজিবলৈ অলপ টান হব।

আমি ওপৰত কৈ আহিছো যে পুৰাণৰ মতে পাপ-পুণ্যৰ ফল ভোগ কৰিবলৈ, জীৱক বলেৰে ধৰি নি যেন জন্মান্তৰ গ্ৰহণ কৰোৱায়। সাংখ্য দৰ্শনত কৰ্ম্ম, কৰ্ম্মফল, বা পাপ-পুণ্যৰ একো কথা নাই। ইয়াত কয় যে জীৱক সংস্কাৰস্থ ভাবে, আন সকলো কৰ্ম্ম কৰোৱাৰ দৰেই, জন্ম গ্ৰহণো কৰোৱাই; জীৱই নিজে যেন ইচ্ছা কৰি গ্ৰহণ কৰে; নিজ ইচ্ছাৰে গ্ৰহণ কৰিছো বুলি জীৱই* ভাবে। গীতাতো এইদৰেই কৈছে।

পোন প্ৰথমতে গীতাই কলে—

যং যং বাপি স্মৰণ্ ভাবং ত্যজত্যন্তে কলেৱৰম্।
তং তমেবৈতি কৌন্তেয় সদা তদ্ভাৱভাবিতঃ ।। [৮।৬]

অৰ্থাৎ যি ভাব ভাবি মানুহ মৰে, পৰ-জন্মত তাকে হৈ পায়। সাংখ্যই কয়—

ধৰ্ম্মেণ গমনমূৰ্দ্ধং গমনমধস্তাদ্ভবত্যধৰ্ম্মেন।
জ্ঞানেন চাপবৰ্গো বিপৰ্য্যয়াদিষ্যতে বন্ধঃ।।
বৈৰাগ্যাৎ প্ৰকৃতিলয়ঃ সংসাৰো ভৱতি ৰাজসাদ্ৰাগাৎ।
ঐশ্বৰ্য্যাদবিঘাতো বিপৰ্য্যয়াৎ তদ্বিপৰ্য্যাসঃ।

[৪৪-৪৫ কাৰিকা]

সাংখ্যৰ এইখিনি কথাকে গীতাই গীতাৰ ভাষাৰে কৈছে—

উৰ্দ্ধং গচ্ছন্তি সত্ত্বস্থা মধ্যে তিষ্ঠন্তি ৰাজসাঃ।
জঘন্যগুণবৃত্তিস্থা অধো গচ্ছন্তি তামসাঃ।। [১৪।১৮]

সাত্ত্বিক সংস্কাৰৰ মানুহ উৰ্দ্ধ লোকলৈ যায়। ৰাজসিক সংস্কাৰৰ মানুহ মৰিলে, মধ্য লোকত (মনুষ্য লোকত) থাকে—অৰ্থাৎ পুনঃ মনুষ্য যোনিত জন্ম গ্ৰহণ কৰে। তামসিক সংস্কাৰৰ মানুহ মৰিলে অধোলোকলৈ যায়।

গীতা আৰু সাংখ্য দৰ্শন, দুয়ো কৈছে যে জীৱই নিজ ইচ্ছাৰে, নিজৰ সংস্কাৰস্থ ভাবেৰে নিজে জন্ম গ্ৰহণ কৰে। জীৱক কোনেও বলেৰে টানি নিনিয়ে। কৈছে, যেন স্বাভাৱিক নিয়মে জন্মান্তৰ হয়। ইয়াত পাপ-পুণ্য বা কৰ্ম্ম-ফলৰ একো উল্লেখ কৰা নাই। তেন্তে, পাপ-পুণ্য, কৰ্ম্মফল, একো নাই নে কি?

---

* কেনেকৈ জীৱই নিজ ভাবেৰে নিজে স্বৰ্গলৈ বা নৰকলৈ যায়, সেই বিষয়ে তলত ১৪শ অধ্যায়ত কোৱা হৈছে।

# কৰ্ম্ম-ফল

প্ৰত্যেক পাঠকে নিশ্চয় দেখিছে যে যেতিয়া আমি পুখুৰীৰ মাজলৈ দলি এটা মাৰো, প্ৰথমতে সেই ঠাইত সৰু এটা ঢৌ উঠে, আৰু সেই সৰু ঢৌটো লাহে লাহে বৃত্তাকাৰ হৈ বহল হৈ যায়। পানীৰ একো লৰ-চৰ নহয়; য'ৰে পানী ত'তে থাকে, মাত্ৰ বৃত্তাকাৰ হেন্দোলনিটো বহল হৈ হৈ গোটেই পুখুৰীটো বিয়পি পৰে। আমাৰ পৃথিবীতো সেইদৰেই মানুহৰ প্ৰত্যেক কৰ্ম্মৰ হেন্দোলনি যেন বৈ গৈ গোটেই পৃথিবী বিয়পি পৰে।

তাহানি আমি সৰুত মুখে মুখে গাই লৰি ফুৰিছিলোঃ

অ' ফুল, অ' ফুল নুফুল কিয়?
গৰুৱে যে আগ খায়, মইনো ফুলিম কিয়?
অ' গৰু, অ' গৰু, আগ খাৰ কিয়? ইত্যাদি

এটা ভেঁকুলীয়ে টোৰ্‌টোৰালে বাবে ঘৰত ইমানবোৰ আহুকাল হৈ, শেহত ফুলনিত ফুল নুফুলা হ'ল। এয়ে সংসাৰৰ নিয়ম। ইয়াত দিনৌ "ফিৰিঙটিত খাণ্ডবদাহ-ব্যাপাৰ" হৈ আছে। এজন ৰজাই পাশা খেলিলে, এই ক্ষুদ্ৰ কাৰ্য্যটিৰ পৰা ১৩ বছৰৰ পাছত কুৰুক্ষেত্ৰৰ মহাৰণ হ'ল। গোটেই পৃথিবীত অশান্তি হ'ল! এনেবোৰ কথা আমি সদায় দেখি আছো।

এইদৰে ভাবি নিলে আমি অতি সহজে বুজিব পাৰো যে এই জগতৰ সকলো কৰ্ম্ম আৰু সকলো কৰ্ত্তা এনে ভাবে সংযুক্ত যে ইয়াত প্ৰত্যেক মানুহৰ প্ৰত্যেক ক্ষুদ্ৰ কৰ্ম্মই সমস্ত জগতৰ গতি, অলপ নহয় অলপ, পৰিবৰ্ত্তন কৰে; আৰু সেই পৰিবৰ্ত্তনৰ ফল অনন্ত কাললৈকে চলি থাকে।

এয়ে বহিৰ্জ্জগতৰ কৰ্ম্মফল। কিন্তু এনেবিধ কৰ্ম্মফলৰ লগত কৰ্ত্তা জনৰ একো সম্বন্ধ নাই (অৰ্থাৎ বৰ্ত্তমান আলোচনাত নাই)। তেওঁ এবাৰ যি কৰিলে, তাক আৰু "নকৰা" কৰিব নোৱাৰে। তাৰ স্বাভাৱিক ফল চিৰকাল ফলি থাকিব; তাত আৰু কৰ্ত্তা জনৰ একো হাত নাই।

কৰ্ম্মৰ আৰু এবিধ ফল আছে। সেই ফল কৰ্ত্তা জনৰ সংস্কাৰত ফলে। এইয়ে তেওঁৰ পক্ষে ব্যক্তি-গত কৰ্ম্মফল।

আমি ওপৰত কৈ আহিছো যে আমাৰ প্ৰত্যেক ক্ষুদ্ৰ কৰ্ম্মই, প্ৰত্যেক ক্ষুদ্ৰ চিন্তাই, আমাৰ সংস্কাৰৰ অলপ নহয় অলপ পৰিবৰ্ত্তন কৰে; অলপ নহয় অলপ ৰূপান্তৰ কৰে। পৰিবৰ্ত্তিত সংস্কাৰেই হে আকৌ আমাৰ ভবিষ্যৎ কৰ্ম্মৰ কাৰণ হয়, সেই ভবিষ্যৎ কৰ্ম্মই আকৌ সংস্কাৰৰ পৰিবৰ্ত্তন ঘটায়। এই দৰেই কৰ্ম্ম আৰু সংস্কাৰৰ প্ৰত্যেক ক্ষণে ঘাত-প্ৰতিঘাত হৈ আছে।

বহিৰ্জ্জগতত যেনেকৈ কৰ্ম্ম-ফলৰ ক্ৰিয়া অনন্ত কাললৈকে চলি থাকে, আমাৰ সংস্কাৰতো সেইদৰেই ব্যক্তিগত কৰ্ম্ম-ফলৰ ক্ৰিয়া অনন্ত কাললৈকে চলি থাকে। সেইগুণে কয়—

"নাভুক্তং ক্ষীয়তে কৰ্ম্ম কল্পকোটিশতৈৰপি।"

এই দুবিধ কৰ্ম্ম-ফলৰ বাহিৰে আৰু কোনো কৰ্ম্ম-ফল সংসাৰত* নাই। প্ৰথম ফল, বহিৰ্জ্জগতৰ পৰিণাম, যাৰ লগত কৰ্ত্তা জনৰ আৰু কোনো সম্বন্ধ নাই। ২য় ফল সংস্কাৰৰ পৰিণাম। সংস্কাৰ এটা আছে গুণেহে এই ব্যক্তিগত কৰ্ম্ম-ফল হয়। যদি এজন মানুহৰ যোগ অভ্যাসৰ দ্বাৰা বা ঈশ্বৰ চিন্তাৰ দ্বাৰা সংস্কাৰটি একেবাৰে নিৰোধ হৈছে, অৰ্থাৎ গীতাৰ কথাৰে, তেওঁ যদি স্থিতপ্ৰজ্ঞ বা গুণাতীত হৈছে, তেন্তে তেওঁৰ সংস্কাৰত আৰু কোনো কৰ্ম্মৰ ছাপ পৰিব নোৱাৰে—সংস্কাৰেই নাই আৰু ছাপ পৰিব ক'ত?* এনে যোগীয়ে কৰ্ম্ম কৰিও তাৰ ফলত

---

* Theosophist পণ্ডিতসকলে কয় যে কৰ্ম্মৰ আৰু এবিধ ফল আছে, যথা—
"হন্তা হতেন হন্যতে।"
অৰ্থাৎ, আপুনি যদি এই জন্মত এটা মানুহক বধ কৰে, বা তাৰ কিবা অপকাৰ বা উপকাৰ কৰে, তেন্তে পৰ-জন্মত সি আপোনাক বধ কৰিব বা আপোনাৰ অপকাৰ বা উপকাৰ কৰিব। এইবোৰ ব্যৱস্থা কৰিবলৈ, তেওঁবিলাকে কয়, কিছুমান কৰ্ম্ম বিধাতা ("লিপিক" আৰু "মহাৰাজ") আছে। জন্মান্তৰ আচলতে "লিপিক" আৰু "মহাৰাজ" সকলৰ হে কাৰ্য্য।

এনেবোৰ কথা পুৰাণৰ দুটা এটা কথাৰ লগত অলপ মিলিলেও, ইয়াৰ কোনো শ্ৰুতি-প্ৰমাণ নাই। ই সাংখ্য দৰ্শনৰ বিপৰীত কথা; কাৰণ সাংখ্য মতে জন্মান্তৰ সম্পূৰ্ণ ৰূপে প্ৰকৃতিৰ বা স্বভাৱৰ হে কাৰ্য্য। ইয়াৰ আৰু কোনো কৰ্ত্তা নাই।

* সংস্কাৰ একেবাৰে ধ্বংস হব নোৱাৰে; হলে আমাৰ জীৱত্বই লোপ হব। যোগৰ দ্বাৰা সংস্কাৰ নিৰোধ হয়—"যোগশ্চিত্তবৃত্তি নিৰোধঃ"। এনে নিৰোধ হোৱা সংস্কাৰৰ ৰূপান্তৰ নহয়—অৰ্থাৎ যোগী স্থিতপ্ৰজ্ঞ বা গুণাতীত হয়। এই বাবেই এনে যোগীৰ ব্যক্তিগত কৰ্ম্ম-ফল নাই।

বদ্ধ নহয়। তেওঁৰ পক্ষে কোনো পাপ নাই। তেওঁক কোনো পাপে স্পৰ্শ নকৰে। এইবোৰ কথা গীতাই আৰু আমাৰ সকলো শাস্ত্ৰই কৈ আছে। যথা—

সৰ্ব্ব ভূতাত্ম ভূতাত্মাকুৰ্ব্বন্নপি ন লিপ্যতে।৫।৭
লিপ্যতে ন স পাপেন পদ্ম পত্ৰামিবাম্ভসা।৫।১০
যুক্তঃ কৰ্ম্মফলং ত্যক্ত্বা।৫।১২

এই দৰেই ব্যক্তিগত কৰ্ম্ম-ফল সংস্কাৰত হে ফলে আৰু সংস্কাৰ নিৰোধ হলেই সেই ফল নাই।

তেন্তে ওপৰত "লিপ্যতে ন স পাপেন" বুলি কি পাপৰ কথা ক'লে?

পাপ-পুণ্যৰ বিভাগটো ইয়ালৈ ক'ৰ পৰা আহিল?

## পাপ-পুণ্য

আমি ওপৰত কৈ আহিছো যে পুৰাণৰ মতে শাস্ত্ৰবিহিত কৰ্ম্ম কৰাই পুণ্য আৰু শাস্ত্ৰই নিষেধ কৰা কৰ্ম্মই পাপ। পুৰাণে কয় যে পাপ-পুণ্য মানুহে মনেৰে বা যুক্তিৰে ভাবি ঠিক কৰিব নোৱাৰে। কাৰণ, একে কামেই এখন দেশত, বা এসময়ত, বা কোনো এটা কাৰণত, পাপ বুলি গণ্য হয়, কিন্তু ঠিক সেই কামেই আন এখন দেশত, বা আন সময়ত, বা আন এটা কাৰণত, পুণ্য বুলি গণ্য হয়। সেই বাবে শাস্ত্ৰই যাক পাপ বোলে সেয়ে হে পাপ আৰু যাক পুণ্য বোলে সেয়ে হে পুণ্য। বেদান্ত দৰ্শনেও এইদৰেই কৈছে। এইটো অতি সুন্দৰ মীমাংসা আৰু প্ৰকৃত পক্ষে এয়ে হে ঠিক কথা। কিন্তু পাপ-পুণ্যৰ এইদৰে মীমাংসা কৰিলে সাংখ্যৰ জন্মান্তৰ ৰহস্যটি বুজা নহয়।

আমি ওপৰত কৈ আহিছো যে আমাৰ প্ৰত্যেক ক্ষুদ্ৰ কৰ্ম্মৰ ছাপ আমাৰ সংস্কাৰত পৰে। আমাৰ মতে সেয়েহে কৰ্ম্ম, যি আমাৰ সংস্কাৰৰ ৰূপান্তৰ ঘটাব পাৰে। সংস্কাৰস্থ ভাবৰ ওপৰত কাৰ্য্য কৰিব নোৱাৰিলে সি কৰ্ম্মই নহয়। আমি আৰু কৈ আহিছো যে সংস্কাৰস্থ ভাববোৰ দুই শ্ৰেণীৰ—

সাত্ত্বিক—ধৰ্ম্ম, জ্ঞান, ঐশ্বৰ্য্য, বিৰাগ।
তামসিক—অধৰ্ম্ম, অজ্ঞান, অনৈশ্বৰ্য্য, অবৈৰাগ্য।

যি কৰ্ম্মৰ দ্বাৰা তামসিক ভাববোৰ অভিভূত হয় বা যাৰ দ্বাৰা সাত্ত্বিক ভাববোৰৰ পুষ্টি সাধন হয়, সেয়ে পুণ্য।

যি কৰ্ম্মৰ দ্বাৰা সাত্ত্বিক ভাববোৰ অভিভূত হয় বা যাৰ দ্বাৰা তামসিক ভাববোৰৰ পুষ্টি সাধন হয়, সেয়ে পাপ।

পাপ-পুণ্যৰ এই নতুন সংজ্ঞাৰ বেদান্তৰ লগত একো বিৰোধ নাই। কাৰণ বেদান্তই স্পষ্ট কৈছে যে বৈদিক কৰ্ম্মৰ ফল "চিত্তশুদ্ধি"—অৰ্থাৎ সংস্কাৰৰ উৎকৰ্ষ সাধন; সকলো কৰ্ম্ম গৈ জ্ঞানত (অৰ্থাৎ ভাবত) শেষ হয়, যথাঃ—

সৰ্ব্বং কৰ্ম্মাখিলং পাৰ্থ জ্ঞানে পৰিসমাপ্যতে।
[গীতা ৪।৩৬]

ইয়াত 'জ্ঞান' মানে অপৰোক্ষ জ্ঞান নহয় [আমাৰ গীতাৰ পাতনি (২০) চাওক]।

গীতাই কৰ্ম্মকো ৩ শ্ৰেণীত (সাত্ত্বিক, ৰাজসিক, তামসিক) ভাগ কৰি দেখুৱাইছে, কোন শ্ৰেণীৰ কৰ্ম্মই সংস্কাৰৰ ওপৰত কেনে কাৰ্য্য কৰে আৰু কেনে সংস্কাৰৰ মানুহে কেনে কাম কৰিব পাৰে। গীতাৰ ১৭।১৮ অধ্যায় পঢ়িলেই আমি বুজিম যে সংস্কাৰৰ উৎকৰ্ষ সাধন কৰা সাত্ত্বিক কৰ্ম্মই পুণ্য আৰু সংস্কাৰৰ অৱনতি কৰা তামসিক কৰ্ম্মই পাপ। সাংখ্যই পাপ-পুণ্যৰ উল্লেখ কৰা নাই। সাংখ্যই প্ৰত্যয় সৰ্গৰ আলোচনা কৰি দেখুৱালে, কি ভাবৰ পৰা কি ভাবৰ উৎপত্তি হয়, বা কি ভাবে কি ভাবক অভিভূত কৰে।

বহিৰ্জ্জগতত যেনেকৈ দুফালৰ পৰা দুটা সমান স্থূল শক্তিয়ে (energy or force) ক্ৰিয়া কৰিলে এটাই ইটিক অভিভূত কৰে আৰু কোনো ক্ৰিয়াই নহয়, ঠিক সেই দৰেই অন্তৰ্জ্জগততো দুটা সূক্ষ্ম শক্তিয়ে (অৰ্থাৎ

ভাবে) ক্রিয়া কৰিলে, এটাই ইটিক অভিভূত কৰে; যেনে হিংসাৰ ভাবে অহিংসাৰ ভাব নষ্ট কৰে, ভোগ লিপ্সাই অবৈৰাগ্যৰ ভাবৰ পুষ্টি সাধন কৰে, ঈশ্বৰ চিন্তাই বিষয় চিন্তাৰ বা বাসনাৰ ক্ষয় কৰে ইত্যাদি।*

ওপৰত কোৱা হৈছে যে সংস্কাৰ যাৰ নিৰোধ হৈছে, তেনে মানুহৰ পক্ষে ব্যক্তিগত কৰ্ম্মফল নাই। ঠিক সেই দৰেই যি মানুহৰ সংস্কাৰ নিৰোধ হৈছে, তাৰ বাবে কোনো পাপ বা পুণ্যও নাই। যথা

বুদ্ধিযুক্তো জহাতীহ উভে সুকৃতদুষ্কৃতে।

[গীতা ২।৫৪]

ঠিক এই কথাটোকে উপনিষদেও কৈছে। [ব্র সূ ৪।১।১৪]

তাত কৈছে যে সংস্কাৰ নিৰোধ হোৱা জ্ঞানীৰ পূৰ্ব্বকৃত পাপ-পুণ্য বিনাশ হয় আৰু নতুন পাপ-পুণ্যই তেওঁক লিপ্ত কৰিব নোৱাৰে। পাপ-পুণ্য উভয়কে ত্যাগ নকৰিলে (অৰ্থাৎ সংস্কাৰ নিৰোধ নহলে) মুক্তি নহব।

এইদৰেই আমাৰ জীৱনৰ প্ৰত্যেক মুহূৰ্ত্তত ভাবে ক্রিয়া কৰি আছে। এই ক্রিযাৰ বিৰাম নাই। আমি যেন সংস্কাৰস্থ ভাবৰ সোঁতত উটি ফুৰিছো, সোঁতে যেনি টানি নিছে, সেই পিনেই গৈছো। আমি আৰু কৈ আহিছো যে এই ভাববোৰ নহলে আমাৰ কোনো ৰকমৰ বিষয়-জ্ঞান নহয় আৰু আমি কোনো কামো কৰিব নোৱাৰোঁ। এই সংস্কাৰটো নহলে আমাৰ একো পাপ-পুণ্য, কৰ্ম্ম-ফল নাই। ইয়েই আমাৰ চৰিত্ৰৰ নিৰ্ণয় কৰে।

ইয়েই আমাক ঘূৰাই লৈ ফুৰাইছে। সেইবাবেই গীতাই কয়।

ত্ৰিভিৰ্গুণময়ৈৰ্ভাবৈৰেভিঃ সৰ্ব্বমিদং জগৎ।
মোহিতং নাভিজানাতি মামেভ্যঃ পৰমব্যয়ম্।।১৩

তেন্তে এতিয়া প্ৰশ্ন হ'ল যে আমি মৰিলে এই সংস্কাৰটো আমাৰ স্থূল শৰীৰৰ লগে লগে ধ্বংস হব পাৰে নে? যদি পাৰে, তেন্তে পুনৰ্জ্জন্ম নিশ্চয় নাই, মৰিলেই সকলো শেষ।

কিন্তু যদি মৃত্যুৰ পাছতো এই সংস্কাৰটো ক'ৰবাত থাকি যায় বুলি বিশ্বাস কৰিবৰ কিবা কাৰণ আছে, তেন্তে পুনৰ্জ্জন্ম নিশ্চয় মানিব লাগিব; নামানি উপায় নাই।

সাংখ্যই কৈছে যে আমাৰ জীৱত্বৰ বীজ স্বৰূপ এই সংস্কাৰটো বা লিঙ্গ শৰীৰটো যদি মৃত্যুৰ লগতে ধ্বংস হয়, তেনে হলেতো মৰিলেই মানুহৰ নিৰ্ব্বাণ মুক্তি হব, জীৱত্ব লোপ হব। সাংখ্যই সৎকাৰ্য্য বাদৰ যুক্তিৰে আৰু দেখুৱাইছে যে লিঙ্গদেহ, কাৰণ; আৰু স্থূল দেহ, তাৰ কাৰ্য্য; কাৰ্য্যৰ ধ্বংস হলে কাৰণৰ ধ্বংস হব নোৱাৰে। সাংখ্যই আৰু কৈছে যে এই সংস্কাৰত দুই শ্ৰেণীৰ ভাব আছে যথা।

সাংসিদ্ধিকাশ্চভাবাঃ প্ৰাকৃতিকা বৈকৃতিকাশ্চ।

[৪৩ কাৰিকা]

অৰ্থাৎ কিছুমান ভাব পূৰ্ব্বজন্মৰ আছিল [innate] আৰু বাকীবোৰ এই জন্মত শিক্ষা বা ধৰ্ম্মাচৰণ আদি কাৰ্য্যৰ পৰা পোৱা হ'ল [acquired]। এইদৰে সাংখ্যই যেন ধৰি ললে যে পূৰ্ব্বজন্ম এটা আছিল।

ভাৰতীয় সকলো দৰ্শনে এইদৰেই কৰিছে। তেওঁবিলাকে আগধৰি ধৰি লৈছে যে পূৰ্ব্বজন্ম এটা আছিল আৰু এইদৰে ধৰি লৈ পাছত দেখুৱাইছে যেন পুনৰ্জ্জন্মটো এটা স্বতঃসিদ্ধ স্ব-প্ৰকাশ সত্য।

কিন্তু আধুনিক মনে (অৰ্থাৎ ইউৰোপীয় মনে) এনে ধৰণৰ যুক্তিত প্ৰত্যয় নামানে আৰু শ্ৰুতি বাক্যক প্ৰমাণ বুলিও নধৰে।

সেইগুণে আমি আধুনিক যুক্তিৰে, বিজ্ঞানৰ যুক্তিৰে, ভাবি চাওঁহক—

মৃত্যুৰ লগে লগে, স্থূল দেহৰ লগে লগে, সংস্কাৰটো ধ্বংস হব পাৰে নে নোৱাৰে?

---

* সাংখ্যই নানা ৰকম যুক্তিৰে দেখুৱাইছে যে আমাৰ অন্তঃকৰণত ভাবৰ ক্রিয়াৰ বাহিৰে আৰু একো নাই। বহিৰ্জ্জগতত যেনেকৈ স্থূল শক্তিৰ ক্রিয়া ৩টা স্বাভাৱিক নিয়মৰ অধীনে হয়, আমাৰ অন্তঃকৰণতো সূক্ষ্ম শক্তিৰ (ভাবৰ) ক্রিয়াও ঠিক সেই একে ৩টা নিয়মৰ অধীনেই হয়। শক্তিৰ বা ভাবৰ ক্রিয়াৰ এই ৩টা নিয়মক সাংখ্যই "গুণ" বোলে— সত্ত্বৰজস্তমো গুণ (modes of action of nature) [গীতাৰ পাতনি (৪)]

# পাশ্চাত্য মনোবিজ্ঞানৰ সমস্যা

ইউৰোপীয় মনোবিজ্ঞানে সংস্কাৰ বুলি এটা বস্তু আছে বুলি স্বীকাৰ নকৰা হলে, কোনো কথাই নাছিল। কিন্তু স্বীকাৰ নকৰি নোৱাৰে। ইমান দিনে তেওঁবিলাকে ভাবিছিল যে ল'ৰাই সংস্কাৰ-হীন মন এটা (Tabula Rasa) লৈ জন্ম গ্ৰহণ কৰে; পাছত, ল'ৰাই লাহে লাহে জগতৰ বস্তুবোৰ দেখি আহিলে আৰু জগতৰ ঘটনাবোৰ বুজি আহিলে সেইবোৰৰ ছাপ তাৰ মনত ৰৈ যায়। ল'ৰা ডাঙৰ হৈ আহে মানে, অভিজ্ঞতাৰ লগে লগে এই ৰকমৰ জ্ঞান বাঢ়ি যায় আৰু এইদৰেই সংস্কাৰ এটা সঞ্চিত আৰু বৰ্দ্ধিত হয়।

এই মনোবিজ্ঞানে ধৰি লৈছিল যে জগতৰ বস্তুবোৰ আমি যেনে দেখিছো ঠিক তেনে, আৰু ধৰি লৈছিল যে সংস্কাৰ নহলেও আমাৰ বিষয়-জ্ঞান হবলৈ একো বাধা নাই।

কিন্তু এতিয়া ইউৰোপীয় নতুন মনোবিজ্ঞানে বুজিছে যে ওপৰত কোৱাদৰে সংস্কাৰৰ উৎপত্তি হব নোৱাৰে। নতুন বিজ্ঞান মতে জগতত কোনো বস্তুৱেই নাই, শক্তিৰ ক্ৰিয়া মাত্ৰ আছে। বস্তুৰ ৰূপ, ৰস, গন্ধ, স্পৰ্শ—সকলো আমাৰ সংস্কাৰ-নিৰ্ম্মিত। ওপৰত কোৱা হৈছে যে এই সংস্কাৰটো আগৰে পৰা নেথাকিলে আমাৰ কোনো বিষয়-জ্ঞানেই হব নোৱাৰে। নতুন ল'ৰা এটা যদি সংস্কাৰ-হীন হৈ ওপজে, তেন্তে বিজ্ঞানৰ নিজৰ যুক্তি মতেই, সি গভীৰ টোপনিতে পৰি থকা মানুহৰ দৰেই, নিশ্চল নিষ্ক্ৰিয় হৈ পৰি থাকিব লাগিব।

বিজ্ঞানৰ নিজৰ কথা মতেই আমি ধৰি লব লাগিব যে ওপজা ল'ৰাৰ সংস্কাৰ আছে আৰু সি এই সংস্কাৰ লৈহে ভূমিষ্ঠ হৈছে। এই সংস্কাৰটো সি কেনেকৈ পালে? আমি ওপৰত কৈ আহিছো যে জাগতিক ভাবৰ সমষ্টিয়েই সংস্কাৰ। ল'ৰাই মাতৃ-গৰ্ভত জগৎ দেখা নাছিল। জাগতিক ভাববোৰ সি কেনেকৈ পালে? যদি পূৰ্ব্বজন্ম নাছিলেই, যদি ল'ৰাই মাতৃ-গৰ্ভতো জগৎখন দেখা নাছিল, তেন্তে জগতৰ এই ছাপবোৰ তাৰ মনলৈ ক'ৰ পৰা আহিল?

সংস্কাৰ আৰু জগজ্জ্ঞান অন্যোন্যাশ্ৰয়ী। সংস্কাৰ নহলে জগজ্জ্ঞান নহয়, ইফালে আকৌ জগজ্জ্ঞান সংস্কাৰ সঞ্চিত নহয়—যেনে, গছ আৰু গুটি, গছ নহলে গুটি নহয় আৰু গুটি নহলে গছ নহয়। কোনটো আগ? বিজ্ঞানে এতিয়া আমাৰ প্ৰশ্নৰ উত্তৰ দিব পৰা হলে, পুনৰ্জ্জন্ম হয় একেবাৰে প্ৰমাণ হৈ গ'লহেতেন বা একেবাৰে অপ্ৰমাণ হৈ গলহেতেন। বিজ্ঞানে আমাৰ প্ৰশ্নৰ উত্তৰ দিব নোৱাৰে। এডিংটনে আমাৰ আপত্তিটো বুজিছে আৰু এইদৰে কৈছে—

. . (This question) may be like enquiring whether the hen comes first or the egg; and it is not very important to decide. We might leave the question open, whether the "form of thoughts" that dominate our out-look are acquired or innate.

[Philosophy of Physical Science—P.112].

অৰ্থাৎ— কণী নহলে কুকৰা নহয়, আকৌ কুকুৰা নহলে কণী নহয়। কুকুৰাৰ সৃষ্টি আগ নে কণীৰ সৃষ্টি আগ, কোনে ক'ব? আৰু সেইটো আমাৰ জনাবো আৱশ্যক নাই। আমাৰ সংস্কাৰটো আগৰে আছিল নে পাছত আমি পালো, সেই প্ৰশ্নটি আমি পাছলৈ থব পাৰো।"

এয়ে এতিয়া পাশ্চাত্য মনোবিজ্ঞানৰ এটা মহা সমস্যা, এটা vicious circle—কণী আগ নে কুকৰা আগ? [সাংখ্যই এই প্ৰশ্নৰ কেনেকৈ নিষ্পত্তি কৰিছে, সেই বিষয়ে বিজ্ঞানৰ সিপাৰে, চাওক]

এডিংটনে যি ক'লে, তাতকৈ আৰু তেওঁ বেচি কব নোৱাৰে। বৈজ্ঞানিক হিচাপে তেওঁ বিজ্ঞানৰ পদ্ধতিৰ বাহিৰলৈ যাব নোৱাৰে। ঈশ্বৰৰ অস্তিত্ব মানি বা পূৰ্ব্বজন্ম এটা মানি বৈজ্ঞানিক বিচাৰ হব নোৱাৰে। সেইগুণে তেওঁ একো উত্তৰ নিদি কথাটো পাছলৈ থলে। তেওঁ আশা কৰিছে যে নতুন মনোবিজ্ঞানৰ উন্নতিৰ লগে লগে, কথাটোৰ এটা মীমাংসা হব।

আমি কিন্তু বিশ্বাস কৰোঁ যে বাস্তৱিক বিজ্ঞানে এইবোৰ কথাৰ মীমাংসা কেতিয়াও কৰিব নোৱাৰিব। এইবোৰ বিজ্ঞানৰ বিষয় নহয়। প্ৰাণ শক্তি কি, বিজ্ঞানে নেজানে। বহুত দিনৰ পৰা বৈজ্ঞানিক উপায়েৰে সূক্ষ্ম শক্তি বা

দ্ৰব্যৰ পৰা প্ৰাণ শক্তি নিৰ্ম্মাণ কৰিবলৈ অহো-পুৰুষাৰ্থ কৰিও, বিজ্ঞান কৃতকাৰ্য্য হ'ব পৰা নাই; আৰু হ'ব যে পাৰিব, তাৰো আশা নাই। তথাপি আমি বিজ্ঞানৰ পৰা এইটো বুজিলো যে সংস্কাৰটো আছে গুণেহে মানুহৰ বিষয়-জ্ঞান হয়। ওপজা ল'ৰাৰ সংস্কাৰ এটা থকা হে সম্ভৱ। ইয়াতকৈ বেচি আমি বিজ্ঞানৰ পৰা আশা কৰিব নোৱাৰো।

এই জন্মান্তৰবাদ সম্পৰ্কে আৰু এজন বৈজ্ঞানিকে কৈছেঃ

There is nothing in the analogy of Nature against it and very much to support it.

[Huxley]

তেন্তে বিজ্ঞানে যেতিয়া আমাক সঠিক একো ক'ব নোৱাৰে, পুৰাণৰ পৰা আমাৰ কিবা সহায় হ'ব নে? উপনিষদৰ কথাকেহে পুৰাণে সাধাৰণ মানুহে বুজিব পৰাকৈ ৰং-ৰহণ লগাই গল্পচ্ছলে কয়। তাত নিশ্চয় কিবা পাম।

## জন্মান্তৰ নে বিবৰ্ত্তন?

পুৰাণে আৰু সাংখ্য দৰ্শনেও কয় যে এই সৃষ্টিত মুঠেই ১৪ ৰকমৰ জীৱ আছে অৰ্থাৎ ১৪ ৰকমৰ সূক্ষ্ম শৰীৰ আছে, কাৰণ প্ৰত্যেক শ্ৰেণীৰ জীৱৰ সূক্ষ্ম শৰীৰ বেলেগ বেলেগ। যথা—

অষ্ট বিকল্পো দৈবস্তৈৰ্য্যগ্‌যোনশ্চ পঞ্চা ভৱতি।
মনুষ্যশ্চৈক বিধঃ সমাসতো ভৌতিকঃ সৰ্গঃ॥

[সাংখ্য ৫৩ কাৰিকা]

পোন প্ৰথমতে জগতৰ প্ৰাণীক তিনি শ্ৰেণীত ভাগ কৰিছে—মানুহ, দেৱতা, তিৰ্য্যক্।

দৈব সূক্ষ্ম শৰীৰ ৮ ৰকমৰঃ—ব্ৰাহ্ম্য (ব্ৰহ্ম লোক সম্বন্ধীয়), প্ৰাজাপত্য (প্ৰজাপতি লোক সম্বন্ধীয়); ঐন্দ্ৰ, পৈত্ৰ, গান্ধৰ্ব্ব, যাক্ষ, ৰাক্ষস, পৈশাচ। (ইন্দ্ৰ, পিতৃ, গন্ধৰ্ব্ব, যক্ষ, ৰাক্ষস, পিশাচ লোক সম্বন্ধীয়)।

তিৰ্য্যক্ ৫ ৰকমৰঃ—পশু, পক্ষী, কীট-পতঙ্গ, সৰীসৃপ আৰু স্থাবৰ।

দৈব সৰ্গত জীৱৰ অকল লিঙ্গশৰীৰ আৰু সূক্ষ্মশৰীৰহে আছে। সেই সৃষ্টি সূক্ষ্ম পদাৰ্থেৰে নিৰ্ম্মিত। তাত সূক্ষ্ম শৰীৰেৰেই জীৱই ভোগ কৰে। স্থূল শৰীৰৰ আৱশ্যক নাই। এইবোৰ কথা ওপৰত কোৱা হৈছে। মানুহ আৰু তিৰ্য্যগ্ জাতিৰ প্ৰাণীৰ বাসস্থান স্থূল জগৎ। সেইগুণে সিহঁতৰ লিঙ্গ শৰীৰ, সূক্ষ্ম শৰীৰ আৰু তাৰ উপৰিও ভোগায়তন স্থূল শৰীৰ এটিৰ আৱশ্যক।

এতিয়া পুৰাণ, উপনিষদ্, সাংখ্য দৰ্শন—সকলোৱে কয় যে এই ১৪ বিধ জীৱৰ সুখ-দুখ ভোগ, জ্ঞান আৰু শক্তি একে নহয়। যেনে, উপনিষদত আছে যে গন্ধৰ্ব্বৰ আনন্দৰ পৰিমাণ মনুষ্যৰ আনন্দৰ ১০০ গুণ অধিক (তৈঃ ২।৮)। আৰু সেইদৰে ওপৰলৈ যায় মানে আনন্দৰ পৰিমাণো ক্ৰমে বাঢ়ি যায়। সকলো শ্ৰেণীৰ জীৱৰ ভোগ দেখাতে একে ৰকমৰ ভোগ। সাংখ্য দৰ্শনে কয় যে ব্ৰহ্মাৰ পৰা তৃণ এডাললৈকে সকলো প্ৰাণী একে ৰকমেই সৃষ্ট হৈছে, কিন্তু সিহঁতৰ জ্ঞান, শক্তি আৰু আনন্দ ওপৰলৈ যায় মানে ক্ৰমে বেচি হৈ যায়।

এই সংসাৰখন তেন্তে সংস্কাৰৰ ক্ৰমোন্নতি। ভোগ, জ্ঞান, আনন্দ আৰু ঐশ্বৰ্য্যৰ ক্ৰমোন্নতি। জন্মান্তৰৰ মাজে এই ক্ৰমোন্নতি হয়। সাংখ্যই কৈছে যে, এই জগতৰ উদ্দেশ্যেই এই যে নানা ৰকম জন্ম, নানা ৰকম ভোগৰ মাজে জীৱৰ অপবৰ্গ হ'ব—জ্ঞান, আনন্দ, ঐশ্বৰ্য্য (অলৌকিক কৰ্ম্মশক্তি) এইবোৰ ক্ৰমে বাঢ়ি যাব।

পুৰাণে আৰু অন্যই কয়* যে ৮২০০০০০ তিৰ্য্যগ

*(১) স্থাবৰং বিংশতের্লক্ষং জলজং নবলক্ষকম্।
কূৰ্ম্মাশ্চ নবলক্ষঞ্চ দশলক্ষঞ্চ পক্ষিণঃ।
ত্ৰিংশল্লক্ষং পশূনাঞ্চ চতুৰ্লক্ষঞ্চ বানৰাঃ।
ততো মনুষ্যতাং প্ৰাপ্য ততঃ কৰ্ম্মাণি সাধয়েৎ॥

[বৃহৎ বিষ্ণুপুৰাণ]

যোনিত পৰিভ্ৰমণ কৰিহে মনুষ্য জন্ম লাভ হয়। মনুষ্য জন্মৰ পৰা জীৱ (অত্যুৎকট পাপ নকৰিলে) আৰু নীচ যোনিলৈ নামি যোৱা দৃষ্টান্তও পুৰাণে দিছে—যেনে, অহল্যা শিল হ'ল।

অসংখ্য তিৰ্য্যগ্ যোনিৰ ভিতৰত যেনে জ্ঞান আৰু আনন্দৰ তাৰতম্য দেখা যায়, মনুষ্য লোকতো তেনে। এটা অসভ্য মানুহৰ জ্ঞান আৰু আনন্দ, এজন দাৰ্শনিক পণ্ডিতৰ জ্ঞান আৰু আনন্দৰ সমান নহয়, আৰু ঠিক একে ৰকমৰো নহয়।

ওপৰত উল্লেখ কৰা ৫৩ কাৰিকাৰ ১৪ বিধ সৰ্গক (সৃষ্টিক) সাংখ্যই ভৌতিক সৰ্গ বুলিছে। তাৰ পাছতে ৫৪ কাৰিকাত কৈছে যে, দৈব ৮ বিধ শৰীৰ সত্ত্ব বিশাল অৰ্থাৎ এইবোৰ উৰ্দ্ধ শ্ৰেণীৰ জীৱ। একেবাৰে তলৰ শ্ৰেণীৰ (তিৰ্য্যগ্ যোনি) তমো-বিশাল আৰু মনুষ্য ৰজো-বিশাল। যথা ঃ—

উৰ্দ্ধং সত্ত্ববিশাল স্তমোবিশালশ্চ মূলতঃ সৰ্গঃ।
মধ্যে ৰজোবিশালো ব্ৰহ্মাদিস্তম্ব পৰ্য্যন্তঃ।।

ইয়াত দেখা যায় যে স্থাৱৰ যোনিৰ পৰা ক্ৰমে ওপৰলৈ যায় মানে জীৱৰ সত্ত্বগুণ (জ্ঞান আৰু আনন্দ) বৃদ্ধি হৈ যায়। তাৰ পাছত ৫৬ কাৰিকাত সাংখ্যই কৈছে ঃ—

ইত্যেষ প্ৰকৃতি কৃতো মহদাদিবিশেষভূত পৰ্য্যন্তঃ।
প্ৰতি পুৰুষ বিমোক্ষাৰ্থং স্বাৰ্থ ইব পৰাৰ্থ আৰম্ভঃ।।

অৰ্থাৎ এই ভৌতিক সৰ্গ, প্ৰত্যেক পুৰুষৰ মোক্ষৰ বাবে প্ৰকৃতিয়ে সৃষ্টি কৰিছে। প্ৰত্যেক জীৱই এই সৰ্গবোৰ বগাই গৈহে মোক্ষলাভ কৰিব লাগিব। আৰু কৈছে যে এই ভৌতিক সৰ্গত জীৱই স্বাভাৱিক নিয়মেই বাৰে বাৰে জৰা-মৰণৰ দুখ ভোগ কৰে, যেতিয়ালৈকে লিঙ্গ শৰীৰ থাকে।

তত্ৰ জৰামৰণকৃতং দুঃখং প্ৰাপ্নোতি চেতনঃ পুৰুষঃ।
লিঙ্গস্যাবিনিবৃত্তেস্তস্মাদ্দুখং স্বভাবেন।।
[৫৫ কাৰিকা]*

এইদৰে সাংখ্যই বহু ৰকমেৰে কেইবা ঠাইতো কৈছে যে এই ১৪ ৰকমৰ সৃষ্টিত ঘূৰি ঘূৰি জন্ম গ্ৰহণ কৰিহে জীৱৰ মোক্ষ হ্য আৰু যে এই জন্মান্তৰ কাৰ্য্যটি প্ৰকৃতিৰ কাৰ্য্য, অৰ্থাৎ স্বাভাৱিক ঘটনা। পুৰুষৰ মঙ্গলৰ বাবে প্ৰকৃতিয়ে কৰায় —

পুৰুষবিমোক্ষনিমিত্তং তথা প্ৰবৃত্তিঃ প্ৰধানস্য।
পুৰুষস্য বিমোক্ষাৰ্থং প্ৰবৰ্ত্ততে ....[৫৭-৫৮ কাৰিকা]।

তাৰ পাছত সাংখ্যই আৰু ক'লে যে যেতিয়া পুৰুষে সমস্ত প্ৰকৃতিক ভোগ কৰি সকলো বুজে আৰু বুজিবলৈ একো বাকী নাথাকে, তেতিয়া পুৰুষৰ মোক্ষ হয়। ৬০ কাৰিকাত আকৌ ক'লে যে প্ৰকৃতিয়ে যি কৰে সকলো পুৰুষৰ মঙ্গলৰ বাবে হে কৰে। এইদৰেই সাংখ্যই আৰু সকলো পুৰাণে কয় যে জন্মান্তৰটো, স্থাৱৰ যোনিৰ পৰা দেবযোনি পৰ্য্যন্ত পুৰুষৰ ক্ৰমোন্নতি মাত্ৰ।

বেদান্তৰ দৃষ্টিৰে শ্ৰীঅৰবিন্দই এই একে কথাকে কৈছে। তেওঁ কয় যে এই জগৎ ব্ৰহ্মৰ আত্ম-প্ৰকাশ মাত্ৰ। ই যেন অজ্ঞান জড়-শক্তিৰ চিৎ শক্তিৰ ফালে ক্ৰমোন্নতি [Evolution from matter to spirit] তেওঁ কয় যে জন্মান্তৰ বাদ আচলতে অদ্বৈত বাদৰ পৰিশিষ্ট। দুয়োটা একেলগে নুবুজিলে, এটাও ভালকৈ বুজা নহয়।

" ... ..all birth is a progressive self-finding—a means of self-realisation—to grow in knowledge, in power, in delight—"
[The Problem of Rebirth. P. 82]

---

বিষ্ণু পুৰাণৰ এই শ্লোক মতে ৮২০০০০০ তিৰ্য্যগ্ যোনি পাৰ হৈ হে মনুষ্য যোনিত জন্ম হব পাৰে। আৰু ইয়াত বুজাইছে যে পশু আৰু মানুহৰ পাৰ্থক্য এই, যে পশুয়ে ঈশ্বৰ এজন আছে ধাৰণা কৰিব নোৱাৰে, মানুহে পাৰে, সেইগুণে মানুহ হৈ হে "কৰ্ম্মাণি সাধয়েৎ"—অৰ্থাৎ ধৰ্ম্ম-কৰ্ম্ম কৰিব পাৰে।

(2) Thus the Tantras assign eighty millions of plant and animal lives at the sum of the preparations for a human birth.

(Sri Aurobinda,—The Problem of Rebirth. P. 16 )

* বিশেষ দ্ৰষ্টব্য ঃ—এই কাৰিকাটিৰ অৰ্থ এনে নহয় যে পুৰুষে জন্ম গ্ৰহণ কৰি দুখ ভোগ কৰে। জন্ম গ্ৰহণ লিঙ্গ শৰীৰৰ কাৰ্য্য। পুৰুষ লিঙ্গ দেহৰ অধিষ্ঠাতা [সাংখ্য ১৭ কাৰিকা,]।

সাংখ্যই কয় (কঠোপনিষদেও কয়) যে এই দেহ যেন এখন ৰথ বা motor car ; পুৰুষ যাত্ৰী, motor car ; অনবৰত ১৪ ভৌতিক সৰ্গত চলি আছে; প্ৰকৃতিয়ে চলাইছে। বেয়া বাটেদি বাওঁতে গাড়ীয়ে দুখ পাইছে, যত ক্ৰিয়া গাড়ীত হৈছে যাত্ৰী লৰচৰ নকৰাকৈ বহি গৈছে, কিন্তু বেয়া বাটৰ জোকাৰণি, কষ্ট, সকলো যাত্ৰীজনে সহ্য কৰিব লাগিছে। এয়ে সাংখ্যৰ জীৱ-তত্ত্ব। পুৰুষ অকৰ্ত্তা; নিষ্ক্ৰিয়; কিন্তু দেহত আত্ম-ভাব হোৱা বাবে দেহৰ সকলো দুখ সুখ পুৰুষে ভোগ কৰে।

মুছলমান ধৰ্ম্মৰ চুফি সম্প্ৰদায়ে পুনৰ্জ্জন্ম মানে। এই সম্প্ৰদায়ৰ এজন সাধকে তেওঁৰ "মেচ্‌নাভি" নামৰ প্ৰসিদ্ধ দাৰ্শনিক ধৰ্ম্মগ্ৰন্থত এইদৰে লিখিছে—

"I died from the mineral and became a plant ; I died from the plant and reappeared in an animal ; I died from the animal, and became a man.

Wherefore, then, should I fear ? When did I grow less by dying ? Next time, I die from the man, that I may grow the wings of the Angel.

ইয়াৰ অৰ্থ এই—

"মই জড় জগতৰ পৰা মৰি গছ হলোঁ, গছৰ পৰা মৰি পশু হলোঁ; পশুৰ পৰা মৰি মানুহ হলোঁ। তেন্তে, মোৰ কি ভয়? মৰি মই কেতিয়া সৰু হ'লোঁ? (প্ৰত্যেক জন্মত ক্ৰমোন্নতি হ'ল) এতিয়া আকৌ মানুহৰ পৰা মৰি মই পাখি গজাই দেৱ-দূত হ'ম।"

এই কথাখিনি আমাৰ পুৰাণৰ লগত একেবাৰে মিলে।

বৌদ্ধ দৰ্শন বহুত কথাত, বিশেষতঃ জন্মান্তৰ বাদ সম্পৰ্কে, সাংখ্য দৰ্শনৰ লগত প্ৰায় আখৰে আখৰে মিলে।

বৌদ্ধ দৰ্শনেও কয় যে জন্মান্তৰ আচলতে সংস্কাৰৰ ক্ৰমোন্নতি মাত্ৰ। সংস্কাৰৰ উৎকৰ্ষ সাধন হৈ আহিলে এটা দেহ এৰি অন্য দেহ ধাৰণ কৰা দৰ্কাৰ হয়। যেনে, এটা ল'ৰা ডাঙৰ হৈ আহে মানে তাৰ চোলাটোও তাৰ গালৈ সৰু হৈ আহে আৰু সেইগুণে তাক ক্ৰমে ডাঙৰ ডাঙৰ চোলা লগা হয়।*

বৌদ্ধ দৰ্শনেও কয় যে এই ক্ৰমোন্নতি বা বিবৰ্ত্তন নৈসৰ্গিক নিয়মেই হয়। ই স্বভাৱৰ কাৰ্য্য।

পাঠকসকলে মন কৰিব যে ওপৰত যি বিবৰ্ত্তনৰ কথা কোৱা হ'ল, সেইটো ডাৰ্বিনৰ বিবৰ্ত্তনবাদ নহয় (Darwin's Theory of Evolution নহয়)। ডাৰ্বিনৰ মতে ক্ৰমোন্নতি বংশানুক্ৰমে হয় আৰু ই দেহ-গত বা জাতি-গত ক্ৰমোন্নতি। সাংখ্য মতে ক্ৰমোন্নতি বংশানুক্ৰমে নহয়; ই জন্মানুক্ৰমেহে হয় আৰু, ই অকল এটি ব্যক্তি-গত সংস্কাৰৰ জ্ঞান, ঐশ্বৰ্য্য আৰু আনন্দৰ ক্ৰমোন্নতি। ডাৰ্বিনে ভাবে যে পিতৃ-মাতৃৰ দেহৰ সাদৃশ্য সন্তানে উত্তৰাধিকাৰ সূত্ৰে পায়। সাংখ্যই এই কথা ঠিক এইদৰে স্বীকাৰ নকৰে। আমি তলত দেখুৱাম যে সাংখ্যমতে পিতৃ-মাতৃৰ লগত সন্তানৰ অনেক সৌসাদৃস্য সদায় থাকে; কিন্তু সেই সৌসাদৃশ্যৰ কাৰণ বেলেগ।

সাংখ্যমতে মাতৃগৰ্ভত স্থূল আৰু ষাট্‌কৌষিক ভ্ৰূণ শৰীৰ সংস্কাৰে (অৰ্থাৎ নতুন জীৱৰ লিঙ্গ শৰীৰে) নিৰ্ম্মাণ কৰে বুলি আমি ওপৰত কৈ আহিছো। সাংখ্যই ৩৯ কাৰিকাত কৈছে যে এই স্থূল দেহৰ স্থূল উপাদান দুটি—পিতৃ-বীৰ্য্য আৰু মাতৃ-শোণিত। পিতৃ-বীৰ্য্যৰ পৰা অস্থি, মজ্জা আৰু স্নায়ু নিৰ্ম্মিত হয়। মাতৃ-ৰক্তৰ পৰা নোম, মাংস আৰু তেজ নিৰ্ম্মিত হয়। (৩৯ কাৰিকাৰ ভাষ্য চাওক)

কুমাৰে যেনেকৈ কুমাৰ-মাটি উপাদান লৈ এখন প্ৰতিমা গঢ়ে, নতুন জীৱৰ সংস্কাৰেও (লিঙ্গদেহে সেই দৰেই পিতৃ-বীৰ্য্য আৰু মাতৃ-শোণিত উপাদান লৈ ষাট কৌষিক দেহটো ৰচনা কৰে। প্ৰতিমাৰ সৌন্দৰ্য্য, গঠন, ৰং, এইবোৰ কুমাৰ-মাটিত নাছিল। কুমাৰৰ মনত হে ভাব ৰূপে আছিল। সেইগুণে ওপৰত সাংখ্যই ক'লে যে স্থূলশৰীৰৰ সকলো আকৃতি, অসম্পূৰ্ণতা, সকলো ইন্দ্ৰিয়বৈকল্য বা সকলো ব্যাধিৰ বাবে নতুন জীৱৰ লিঙ্গ শৰীৰৰ ভাববোৰ হে দায়ী। পিতৃ-মাতৃ সিমান দায়ী নহয়।

ডাৰ্বিনে ইয়াৰ বিপৰীত কথাটো কৈছে। এতিয়া, কোনে ক'ব পাৰে, সাংখ্যৰ কথাই ঠিক নে ডাৰ্বিনৰ কথাই ঠিক?

এইবোৰ কথা আজি বহুত দিনৰে পৰা ইউৰোপত বৈজ্ঞানিক পদ্ধতিৰে আলোচনা কৰা হৈছে। এতিয়াও কিন্তু Mendelian Theory of Heredity সম্পূৰ্ণ হোৱা নাই। যি ভাবে আলোচনা চলিছে, আমি আশা কৰিব পাৰোঁ যে Mendelian Theory এ বৈজ্ঞানিক জগতৰ আৰু এটি যুগান্তৰ আনিব। প্ৰথম যুগান্তৰ Einstein আৰু Rutherfordএ আনিলে। তাৰ ফলত এতিয়া নতুন বিজ্ঞানে যেন উপনিষদৰ ভাষাৰেহে কথা কয়। এতিয়া আকৌ যদি Medelian Theory of Heredity এ প্ৰমাণ কৰে যে তেওঁবিলাকে যিবোৰ "Unit characters" (পৰমাণু) বিচাৰি ফুৰিছে, সেইবোৰ পাৰ্থিৱ দ্ৰব্য নহয়, ভাব-পদাৰ্থহে, তেতিয়া হলে সাংখ্যৰ কথাবোৰৰ আমি বৈজ্ঞানিক ব্যাখ্যা দিব পাৰিম। তেতিয়া হলে, সাংখ্যৰ জন্মান্তৰ, ডাৰ্বিনৰ বিবৰ্ত্তন বাদ আৰু

* "This is like a child to whom the coat has become too small with the growth of his body."
[The Spirit of Budhism— by H.S. Gour, P-350]

Mendelian Heredity, একেবাৰে মিলি যাব। এতিয়ালৈকে যিমান অনুসন্ধান হৈছে তাৰ পৰা আমাৰ বিশ্বাস হয় যে Mendelian "Unit Characters" বোৰ শেহত সূক্ষ্মশক্তি (অৰ্থাৎ ভাব) বুলিহে যেন প্ৰমাণ হ'ব।

পাঠকসকলে এটা কথা মনত ৰাখিব যে আজিকালি ডাৰ্বিনৰ বিবৰ্ত্তন বাদ সম্পৰ্কে ইউৰোপীয় পণ্ডিতসকলে নানা ৰকম প্ৰশ্ন কৰে। পিতৃ-মাতৃৰ সৌসাদৃস্য সন্তানে কেনেকৈ পাব পাৰে, সেই বিষয়টো একেবাৰে অস্পষ্ট হৈ আছে। এই কথাটো প্ৰমাণ আগধৰি কৰিব নোৱাৰিলে, ডাৰ্বিনৰ বিবৰ্ত্তন বাদ গ্ৰহণ কৰিব নোৱাৰি। আজিলৈকে অণুবীক্ষণ যন্ত্ৰৰ দ্বাৰা যিমান জানিব পাৰি, তাৰ দ্বাৰা প্ৰমাণ হয় যে যি নিষিক্ত বীজৰ পৰা সন্তান উৎপন্ন হয়, সেই বীজ সকলো ক্ষেত্ৰত একে। মানুহৰ ৰেতঃ আৰু পশুৰ ৰেতঃ দৃশ্যতঃ একেবাৰে একে। তেন্তে মানুহৰ পৰা অকল মানুহ, আৰু পশুৰ পৰা ঠিক সেই জাতীয় পশু, কেনেকৈ উৎপন্ন হয়? ইয়াৰ কিয় ব্যতিক্ৰম নহয়? পিতৃ-মাতৃৰ গুণ বা সন্তানে কেনেকৈ পায়? আজিলৈকে বিজ্ঞানে এইবোৰ প্ৰশ্নৰ উত্তৰ দিব পৰা নাই।

Theosophy এ এটা উত্তৰ দিছে। কৈছে, গৰ্ভাধানৰ লগে লগে, কৰ্ম্মবিধাতা সকলে—অৰ্থাৎ "লিপিক" "মহাৰাজ" সকলে মাতৃ-গৰ্ভত এটা আকাশী চাঁচ (Etheric mould) সাজি দিয়ে। সেয়ে ভ্ৰূণ শৰীৰ হয় গৈ।

সাংখ্য দৰ্শনত এনে অদ্ভূত কল্পনাৰ স্থান নাই। কেনেকৈ জীৱই পিতৃ-মাতৃৰ সৌসাদৃশ্য পায়, তাৰ উপযুক্ত কাৰণ সাংখ্যাই দিছে। তলত সেইবোৰ কথা কোৱা হ'ব (১৫শ অধ্যায়)। গৰুৰ পেটত মানুহ, বা মানুহৰ পেটত গৰু, কিয় উপজিব নোৱাৰে, তাৰো সুন্দৰ কাৰণ সাংখ্যাই দিছে (১৫শ অধ্যায়)।

ইয়াৰ আগেয়েও কোৱা হৈছে যে লিঙ্গশৰীৰ গুদা "অবিশেষ" সূক্ষ্ম শক্তি (অৰ্থাৎ ভাব) আৰু আশ্ৰয় ভেদে সি নিজে নিজৰ পৰিণাম ঘটাব পাৰে—যেনে, "অবিশেষ" স্থূল শক্তিয়ে (সূৰ্য্যৰ পোহৰে) পাৰে। লিঙ্গদেহে নিজৰ সূক্ষ্মদেহ নিজে সাজি লয়। ইয়াত "লিপি মহাৰাজৰ" কল্পনা অনাৱশ্যক।

## বেদান্ত আৰু সাংখ্য।

জন্মান্তৰবাদ শ্ৰুতি-বাক্যেৰে প্ৰামাণ নকৰিলে আৰু কোনো উপায়েৰে প্ৰমাণ নহয়। বিজ্ঞানে এইবোৰ কথা ঢুকি নাপায়। তথাপি যি সকলে শ্ৰুতি-বাক্যক প্ৰমাণ বুলি নধৰে, তেওঁবিলাকৰ নিমিত্তে আমি ক'লোঁ যে জন্মান্তৰ যেন এটা স্বাভাৱিক ঘটনা আৰু ই যেন এটা বিবৰ্ত্তন। ই যেন একো অসম্ভৱ ঘটনা নহয়। ভাববোৰ সূক্ষ্মশক্তি বুলি বুজিলেই, ই যেন স্বভাৱৰ কাৰ্য্য। আমি আৰু দেখুৱালো যে জন্মান্তৰবাদ নেমানিলে পাশ্চাত্য নতুন মনোবিজ্ঞানত এনে এটা সমস্যা (vicious circle) ওলায়, যাৰ উত্তৰ আজিলৈকে বৈজ্ঞানিকসকলে দিব পৰা নাই। আৰু আমি ক'লোঁ যে জন্মান্তৰবাদ মানিলেহে জগতৰ কিছুমান কথাৰ আমি উত্তৰ দিব পাৰোঁ—যেনে কেঁচুৱা ল'ৰাৰ মৃত্যু ভয় আদি আচৰিত আচৰণ। ইয়াৰ বাহিৰেও প্ৰেত-তত্ত্ববিৎ পণ্ডিতসকলে অনেক দৃষ্টান্ত দিছে যে পূৰ্ব্বজন্মৰ কথা মনত থকা ল'ৰা-ছোৱালী হেনো তেওঁবিলাকে দেখিছে।

এতিয়া যদি এইবোৰ কথাৰ পৰা পাঠকসকলে পূৰ্ব্বজন্ম বিশ্বাস কৰে, তেতিয়া হ'লে প্ৰশ্ন উঠে যে মৃত্যুকালত জীৱই কেনেকৈ ভবিষ্যৎ জন্মৰ দেহটো ধাৰণ কৰিব পাৰে আৰু কেনেকৈ গৈ ভবিষ্যৎ মাতৃৰ গৰ্ভত প্ৰৱেশ কৰিব পাৰে।

এইবোৰ বিষয়তো শ্ৰুতি-বাক্যৰ বাহিৰে আৰু কোনো

প্ৰমাণ থাকিব নোৱাৰে। কোনো পাৰ্থিব দৃষ্টান্ত, তুলনা বা যুক্তি এইবোৰ কথাত খটাব নোৱাৰি। সেইগুণে তলত আমি উপনিষদৰ উক্তিবোৰ মাত্ৰ সংক্ষেপে তুলি দিম।

কিন্তু ইয়াত পাঠকসকলে এটা কথা মনত ৰাখিব। সাংখ্য আৰু বেদান্তই ঠিক একে ভাষাৰে কথা কোৱা নাই। বেদান্তই যাক "কৰ্ম্ম" বোলে, সাংখ্যই তাক "ভাব" বোলে। কথা একে, কাৰণ ভাব আৰু কৰ্ম্মৰ অ-বিনা-ভাব সম্পৰ্ক। কৰ্ম্ম নহলে সংস্কাৰৰ ৰূপান্তৰ নহয়, আকৌ সংস্কাৰত ভাব নহলে কৰ্ম্ম নহয়। আমি ওপৰত কৈ আহিছো যে যি কৰ্ম্মৰ পৰা আমাৰ সংস্কাৰৰ ৰূপান্তৰ নহয়, তাক আমি কৰ্ম্মকে নোবোলোঁ। সেইগুণে বেদান্তই যাক "কৰ্ম্মসংস্কাৰ" বোলে সাংখ্যই তাক ভাবৰ সংস্কাৰ বা শুদা "সংস্কাৰ" বোলে। বেদান্তই যাক "সঞ্চিত কৰ্ম্ম" বোলে, সাংখ্যই তাক "প্ৰাকৃতিক ভাব" বোলে। বেদান্তই যাক "ক্ৰিয়াকৰ্ম্ম" বোলে, সাংখ্যই তাক "বৈকৃতিকভাব" বোলে।

দুই দৰ্শনৰ এই ভাষাৰ পাৰ্থক্যৰ কাৰণ আছে। বেদান্তৰ মূল উদ্দেশ্য যে ব্ৰহ্মৰ স্বৰূপৰ বিষয়ে মানুহে প্ৰথমতে সামান্য জ্ঞান লাভ কৰি, বৈদিক কৰ্ম্ম আৰু উপাসনাৰ দ্বাৰা আত্ম-জ্ঞান লাভ কৰিব। এই অৰ্থত বেদান্ত দৰ্শনক ভক্তি-মাৰ্গৰ গ্ৰন্থ বুলিবহে পাৰি। সন্তদাস বাবাজীয়ে সেইদৰেই বুলিছে। (তেওঁৰ "ব্ৰহ্মদৰ্শী ঋষি ও ব্ৰহ্মবিদ্যা" চাওক)।

সাংখ্যদৰ্শনৰ উদ্দেশ্য এই যে মানুহে নিজৰ মনস্তত্ত্বটি বুজি, ভাব আৰু চিৎশক্তিৰ প্ৰভেদ বুজি, আত্ম-জ্ঞান লাভ কৰিব অৰ্থাৎ আত্মা (পুৰুষ) যে শুদা চিৎশক্তি; সংস্কাৰৰ ভাববোৰ যে আত্মা নহয়,—এইটো কথাটো বুজিব। এইটো বুজিবলৈ হলেই সদায় "চতুৰ্ব্বিংশতি তত্ত্বাভ্যাস" কৰিব লাগিব, ভাববোৰ নিৰোধ কৰিবলৈ শিকিব লাগিব। (এয়ে পাতঞ্জলোক্ত যোগ) সেইগুণে গুৰিৰে পৰা সাংখ্যই ভাবৰ কথাকেহে ক'লে। কৰ্ম্মৰ কথা কোৱা সাংখ্যৰ আৱশ্যক নাই। এই মাত্ৰ ক'লে যে কৰ্ম্মৰ পৰা ভাব হয়। কৰ্ম্ম ভাবত অন্ত হয়।

আৰু এটা কথা—

আমি ওপৰত ক'লো যে সাংখ্য আৰু বেদান্তৰ আচল বিৰোধ এই যে বেদান্তই সুকীয়া এটা লিঙ্গ শৰীৰ আছে বুলি স্বীকাৰ নকৰে; বেদান্তই লিঙ্গ শৰীৰ আৰু সূক্ষ্ম শৰীৰ একে বুলি ভাবে (২৫ পৃঃ)। কাৰণ, লিঙ্গ শৰীৰ সূক্ষ্ম শৰীৰৰ এটা নহলে অভিব্যক্ত হ'ব নোৱাৰে। কিন্তু সুকীয়া লিঙ্গ শৰীৰ এটাৰ কল্পনা নকৰিলে জন্মান্তৰ হ'ব নোৱাৰে। কাৰণ, সকলো জীৱৰ সূক্ষ্ম শৰীৰ একে নহয়—হাতীৰ সূক্ষ্ম শৰীৰ আৰু মানুহৰ সূক্ষ্ম শৰীৰৰ আকৃতি একে নহয় বুলি বেদান্তই নিজে কৈছে। ওপৰত কোৱা হ'ল যে মুঠ ১৪ ৰকমৰ ভিন্ন ভিন্ন সূক্ষ্ম শৰীৰ আছে; যেনে; দৈব, পৈত্ৰ, মনুষ্য ইত্যাদি (৬৭ পৃ)। তেন্তে এক শ্ৰেণীৰ সূক্ষ্ম শৰীৰৰ পৰা অন্য শ্ৰেণীলৈ জন্মান্তৰ কেনেকৈ হয়? এই প্ৰশ্নৰ উত্তৰ সাংখ্যই অতি সুন্দৰকৈ দিছে। তেওঁ কয় যে লিঙ্গ শৰীৰ (জীৱত্বৰ বীজ) আছে (২১ পৃ) কিন্তু ই "অবিশেষ" শৰীৰ—অৰ্থাৎ সূৰ্য্যৰ পোহৰৰ দৰে ই অৱস্থা-ভেদে ১৪ ৰকমৰ "বিশেষ" সূক্ষ্ম শৰীৰ ধাৰণ কৰিব পাৰে অৰ্থাৎ প্ৰত্যেক জীৱই অৱস্থা ভেদে ১৪ শ্ৰেণীৰ জীৱ হৈ জন্মান্তৰ গ্ৰহণ কৰিব পাৰে। এইবোৰ কথা আমি বুজিব পাৰো। কিন্তু এতিয়া বেদান্তই যদি লিঙ্গশৰীৰ নাই বুলি কয়, তেন্তে বেদান্ত মতে জন্মান্তৰ কেনেকৈ হয়? ইয়াৰ উত্তৰত কব পাৰি যে বেদান্তই সূক্ষ্ম শৰীৰৰ ওপৰত আৰু এটি "কাৰণ শৰীৰ"ৰ কল্পনা কৰে। সাংখ্যই যাক লিঙ্গশৰীৰ *বোলে, বেদান্তই তাক "কাৰণ-শৰীৰ" বোলে।

এইদৰে বুজিলে আমি বুজিম যে জন্মান্তৰ বিষয়েও বেদান্ত আৰু সাংখ্যৰ একো বিৰোধ নাই। আমি "বিজ্ঞানৰ সিপাৰে" কিতাপখনত দেখুৱাইছো যে আধুনিক নতুন বিজ্ঞানৰ দৃষ্টিৰে চালে অদ্বৈত বেদান্ত আৰু সাংখ্য দৰ্শনৰ বাস্তৱিক কোনো বিষয়তেই বিৰোধ নাই—অৰ্থাৎ শঙ্কৰাচাৰ্য্যৰ লগত নাই।

জন্মান্তৰ বিষয়েও, উভয় দৰ্শনে কয়, সংস্কাৰ ধ্বংস হলেই (অৰ্থাৎ লিঙ্গ শৰীৰ বা কাৰণ শৰীৰ ধ্বংস হলেই) জীৱৰ পুনৰ্জ্জন্ম নাই (অৰ্থাৎ জীৱত্ব লোপ হয়)।

উভয় দৰ্শনেই অতি স্পষ্ট ভাবে কৈছে যে সংস্কাৰৰ ভাববোৰ ভোগৰ দ্বাৰা লাহে লাহে ধ্বংস হৈ আহিবৰ কাৰণেই জন্মান্তৰৰ আৱশ্যক। এনে কৰ্ম্ম, ভাব বা বাসনা আমাৰ সংস্কাৰত সঞ্চিত হৈ আছে, যাৰ ভোগ মনুষ্য

---

* যোগেন্দ্রনাথ শাস্ত্রীকৃত সাংখ্য দৰ্শন—প্ৰথম সংস্কৰণ, ২৮৪-৮৮ পৃঃ, ৩১২—১২ পৃঃ আৰু ৩৫২ পৃঃ।

দ্বাৰা শেষ কৰিবলৈ হলেই মানুহে অন্য যোনিত জন্ম গ্ৰহণ কৰিব লাগিব।

উভয় দৰ্শনেই কয় যে ৩ শ্ৰেণীৰ জীৱই পুনৰ্জ্জন্ম গ্ৰহণ কৰিব নালাগে—

(১) যাৰ সংস্কাৰ একেবাৰে ধ্বংস হল অৰ্থাৎ অহং-জ্ঞান নাশ হ'ল। এনে জীৱৰ জীৱত্ব লোপ পালে। ব্ৰহ্মজ্ঞান হৈ ব্ৰহ্ম হ'ল। "ব্ৰহ্মবিদ্ ব্ৰহ্মৈব ভবতি"। ভাববোৰৰ পৰা একেবাৰে পৃথক হল। যোগৰ দ্বাৰা বা নিৰ্গুণ ব্ৰহ্মৰ উপাসনাৰ দ্বাৰা এনে অৱস্থা লাভ কৰিলে, মৃত্যুৰ পাছত জন্মান্তৰ নাই। এনে মানুহৰ শৰীৰ নাশ হলেই, ব্ৰহ্মৰ লগত মিলি যায়, নিৰ্ব্বাণ মুক্তি হয়। কলৈকো গতি বা আ-গতি নহয়।

যথা ঃ—

তেন নিবৃত্তপ্ৰসবামৰ্থবশাৎসপ্তৰূপ বিনিবৃত্তাম্।
প্ৰকৃতিং পশ্যতি পুৰুষঃ প্ৰেক্ষকবদবস্থিতঃ স্বস্থঃ ।।৬৫

অৰ্থাৎ প্ৰকৃতিয়ে, অজ্ঞান, ধৰ্ম্ম, অধৰ্ম্ম, ঐশ্বৰ্য্য, অনৈশ্বৰ্য্য, বৈৰাগ্য, অবৈৰাগ্য—এই ৭টা ভাবেৰে পুৰুষক বন্ধন কৰে বা প্ৰকৃতি নিজে নিজে বান্ধ খায়। (৬৩ কাৰিকা চাওক)। সদায় চতুৰ্ব্বিংশতি তত্ত্বাভ্যাস কৰিলে "অহং" "মম" ইত্যাদি জ্ঞান নাশ হয় (৬৪ কাৰিকা)। তেতিয়া ওপৰত কোৱা ৭ ৰকমৰ ভাব (বুদ্ধিৰ ৰূপ) একেবাৰে ধ্বংস হয়। পুৰুষৰ বিশুদ্ধ জ্ঞান হয়—অৰ্থাৎ পুৰুষ-প্ৰকৃতি-বিবেক জ্ঞান হয় আৰু পুৰুষে নিজ স্বৰূপ লাভ কৰে অৰ্থাৎ "স্বস্থ" হয় বা ব্ৰহ্মত্ব লাভ কৰে।

শঙ্কৰাচাৰ্য্যই ব্ৰহ্ম সূত্ৰৰ এইদৰেই ব্যাখ্যা কৰিছে। কিন্তু অন্যান্য বেদান্তাচাৰ্য্য সকলে কয় যে জীৱৰ এনেকৈ নিৰ্ব্বাণ মুক্তি লাভ হব নোৱাৰে। তেওঁবিলাকে নিজৰ একো যুক্তি দিয়া নাই। মাত্ৰ উপনিষদৰ আৰু ব্ৰহ্ম-সূত্ৰৰ মন্ত্ৰবোৰৰ তেওঁবিলাকৰ মতে অৰ্থ কৰিছে। শঙ্কৰাচাৰ্য্যৰ ব্যাখ্যা সাংখ্য দৰ্শনৰ লগত মিলে আৰু জন্মান্তৰ বুজিবলৈ আমাক সহায় কৰে।

(২) যি সকল সাধকৰ আত্ম-জ্ঞান লাভ হ'ল, কিন্তু "মই বুজিলো" "মই জানিলো" "মোৰ জ্ঞান হ'ল" এনে অহং-জ্ঞান এতিয়াও আছে, (অৰ্থাৎ পুৰুষ প্ৰকৃতিৰ সংযোগ এতিয়াও আছে বা সংস্কাৰটো একেবাৰে সম্পূৰ্ণৰূপে ধ্বংস হোৱা নাই তেওঁবিলাকৰো পুনৰ্জ্জন্ম নাই।

এওঁবিলাকৰ অহং-ভাৱৰ বাহিৰে সকলো ভাব নিৰোধ হল। অৰ্থাৎ বেদান্তৰ কথাৰে এওঁবিলাকে, পাপ-পুণ্য উভয়কে ত্যাগ কৰিলে। তেওঁবিলাকে চিৰশান্তি লাভ কৰে। সৰ্ব্বজ্ঞ মুক্ত পুৰুষ হৈ চিৰ-সুখী হয়, যথা—

সতি সংযোগেঽপি তয়োঃ প্ৰয়োজনং নাস্তি সৰ্গস্য।
[৬৬ কাৰিকা]

আত্মজ্ঞান হলেও, একেবাৰে লিঙ্গদেহ নাশ নহলে, পুৰুষ-প্ৰকৃতিৰ সংযোগ থাকে। কিন্তু অহং-ভাৱৰ বাহিৰে আন সকলো ভাব ধ্বংস হোৱা বাবে, এই লিঙ্গদেহে পুনঃ সূক্ষ্ম দেহৰ সৃষ্টি কৰিব নোৱাৰে—যেনে, ভজা গুটি পচালে নগজে। বেদান্তই কয় যে এই শ্ৰেণীৰ যোগী মৃত্যুৰ পাছত, দেবযান পথে ব্ৰহ্ম লোকলৈ যায়। [ব্ৰহ্মসূত্ৰ ৪।৩] তেওঁবিলাক নিজে যায়, মাত্ৰ অৰ্চ্চিবাদি দেৱতাসকলে বাটটো দেখুৱাই দিয়ে। ব্ৰহ্মলোকৰ পৰা তেওঁবিলাক আৰু সংসাৰলৈ ঘূৰি আহিব নালাগে। এওঁবিলাক অষ্টৈশ্বৰ্য্যসম্পন্ন মুক্ত পুৰুষ। ঈশ্বৰৰ দৰেই সৰ্ব্বজ্ঞ আৰু শক্তিমান পুৰুষ (ব্ৰ সূ ৪।৪]।

(৩) তৃতীয়তঃ আৰু এক শ্ৰেণীৰ দুৰ্ভগীয়া জীৱ আছে যাৰ পুনৰ্জ্জন্ম নাই। সাংখ্যই কৈছে, "বৈৰাগ্যাৎ প্ৰকৃতি লবয়ঃ" (৪৫ কাৰিকা)। অৰ্থাৎ আত্ম-জ্ঞান হোৱা নাই, কিন্তু সংসাৰলৈ বিৰাগ হ'ল (যেনে, আত্মঘাতী মানুহৰ হয়)—এনে মানুহৰ "প্ৰকৃতি-লয়" অৱস্থা হয়। সংস্কাৰত সকলোভাব আছে, ভোগৰ আকাঙ্ক্ষা আছে, তামসিক সকলো ভাব সম্পূৰ্ণ আছে, কিন্তু সংসাৰলৈ বিৰাগ। এনে মানুহৰ মৃত্যু হলে, সূক্ষ্ম দেহ ধ্বংস হলে, লিঙ্গ শৰীৰ মাত্ৰ বাকী থাকে। কিন্তু এই লিঙ্গ শৰীৰে সংসাৰলৈ বিৰাগ হোৱা বাবে আৰু নতুন সূক্ষ্ম শৰীৰ সৃষ্টি নকৰি, প্ৰকৃতি লীন হৈ থাকি যায়। এইটো এটা অতি সাংঘাতিক অৱস্থা। ভোগৰ আকাঙ্ক্ষা আছে, কিন্তু ভোগায়তন শৰীৰ নাই। সাংখ্য সূত্ৰত কৈছে (৩।৪) যে এই অৱস্থা ঠিক যেন পানীত পৰা মানুহৰ অৱস্থা। ভোগৰ দ্বাৰা বাসনা ক্ষয় নকৰি বৈৰাগ্য লাভ কৰিলে এনে অৱস্থা হয়। আত্মঘাতী মানুহৰ এই অৱস্থা। পুৰাণে কয় যে আত্মঘাতী মানুহে বতাহত ওলমি থকাৰ দৰে থাকে, আৰু কল্পান্তকাল সেইদৰে থাকে। গয়াৰ প্ৰেত-শিলাত পিণ্ড দিলে হেনো আত্মঘাতী মানুহে পুনঃ সূক্ষ্মদেহ ধাৰণ কৰিব পাৰে।

এই তিনি শ্ৰেণীৰ বাহিৰে সকলো জীৱৰ জন্মান্তৰ হয়। কেনেকৈ মৃত্যু কালত ভোগায়তন সূক্ষ্ম দেহৰ আৰু

স্থূল দেহৰ পতন হলে, জীৱই নতুন সূক্ষ্মদেহ ধাৰণ কৰি জন্মান্তৰ গ্ৰহণ কৰে, সেইবোৰ কথা বৃহদাৰণ্যক আৰু ব্ৰহ্ম সূত্ৰত কোৱা হৈছে। তাৰে আমি এতিয়া সাংখ্যৰ লগত মিলাই, সংক্ষেপে আলোচনা কৰিম।

মৃত্যুকালত প্ৰথমতে মানুহৰ বাক্-ৰোধ হয়। কিন্তু তেতিয়াও মনৰ ক্ৰিয়া চলি থাকে। ক্ৰমে সকলো ইন্দ্ৰিয় বিকল হয় আৰু নিজ নিজ বৃত্তি হেৰুৱাই মনত প্ৰবেশ কৰে। মন প্ৰাণত প্ৰবেশ কৰে [ব্ৰঃ সূঃ ৪। ২। ১ ] প্ৰাণ নিজ-কাৰণ লিঙ্গ দেহত প্ৰবেশ কৰে। মন, প্ৰাণ, ইন্দ্ৰিয় আদিৰ সমষ্টিয়েই সূক্ষ্ম দেহ। এই সূক্ষ্ম দেহ নাশ হ'ল। এতিয়া মাত্ৰ জীৱ-চৈতন্য আৰু লিঙ্গ দেহটো বাকী থাকিল। আমি কৈ আহিছো যে এই লিঙ্গ দেহ ভাবৰ সমষ্টি মাত্ৰ। কিন্তু ইতিপূৰ্ব্বে এই ভাববোৰ সূক্ষ্ম দেহৰ দ্বাৰা সীমাবদ্ধ আছিল। সূক্ষ্ম দেহ নষ্ট হোৱা বাবে, জীৱৰ জন্ম-জন্মান্তৰৰ সমুদায় ভাব একেলগে উদ্ৰেক হ'ল। জন্ম-জন্মান্তৰৰ সকলো কথা জীৱৰ্ মনত পৰিল। উদ্ৰেক হোৱা ভাব বা বাসনাৰ, যিবোৰ অতি প্ৰৱল হ'ল, সেইবোৰ ভোগ কৰিবৰ কাৰণে, লিঙ্গ দেহে এতিয়া তাৰ নিজৰ ভোগায়তন সূক্ষ্ম শৰীৰ নিজে নিৰ্ম্মাণ কৰি ল'লে। আমি আগেয়ে কৈ আহিছো যে লিঙ্গ দেহে সূক্ষ্ম শৰীৰ নোহোৱাকৈ থাকিব নোৱাৰে আৰু সকলো ৰকমৰ সূক্ষ্ম শৰীৰ নিৰ্ম্মাণ কৰাৰ সামৰ্থ্য ইয়াৰ আছে। মৃত্যুকালত সেইবাবে যি ভাব বা বাসনাৰ দ্বাৰা ই আক্ৰান্ত হয়, সেইমতেই এটা সূক্ষ্ম শৰীৰ নিৰ্ম্মাণ কৰি লয়। [ব্ৰঃ সূঃ ৪।২।১৭]

বৃহদাৰণ্যকে কৈছে যে যেনেকৈ সোণাৰীয়ে পুৰণি সোণৰ অংশ লৈ নতুন সুন্দৰ অলঙ্কাৰ গঢ়ে, সেইদৰেই জীৱই (অৰ্থাৎ লিঙ্গ শৰীৰে) স্থূল দেহ বিনাশ হ'লে, সংস্কাৰস্থ ভাববোৰৰ কিছুমান অৱলম্বন কৰি, অভিপ্সিত পৈত্ৰ, গান্ধৰ্ব্ব, দৈব, প্ৰাজাপত্য বা অন্য জাতীয় এটি সূক্ষ্ম শৰীৰ নিৰ্ম্মাণ কৰি লয় (বৃ ৪।৪।৪)।

আকৌ কৈছে, যেনেকৈ চিলা-জোকে বননিত বগাই যাওঁতে, এডাল বনত আগধৰি মুখদি হে ইডাল এৰে, সেইদৰেই লিঙ্গ শৰীৰেও আগধৰি এটা সূক্ষ্ম শৰীৰ নিৰ্ম্মাণ কৰিহে, আৰু তাকে অৱলম্বন কৰিহে পুৰাতন দেহ ত্যাগ কৰে।

গীতাই সেইগুণেই কৈছে যে মৃত্যুকালত মানুহে যি যি ভাব স্মৰণ কৰে, মৃত্যুৰ পাছত তাকেহে পায় (গীতা ৮।৬)।

জীৱই এতিয়া এই নতুন সূক্ষ্ম দেহ ধাৰণ কৰা মাত্ৰ তাৰ সকলো ভাব এই সূক্ষ্ম দেহৰ দ্বাৰা সীমাবদ্ধ হ'ল। (এইখিনি ভাবকে বেদান্তই "প্ৰাৰব্ধ-কৰ্ম্ম" বোলে)। এই খিনি ভাবৰ বাহিৰে, আন যিবোৰ ভাব বা বাসনা তাৰ মনত মৃত্যুকালত উদয় হৈছিল সেই সকলোবোৰ আকৌ তাৰ সংস্কাৰত, বিস্মৃতিৰ গৰ্ভত লুকাই, সোমাই গ'ল। এইবাবেই জীৱই পূৰ্ব্বজন্মৰ কথা স্মৰণ কৰিব নোৱাৰে।

তন্ত্ৰ শাস্ত্ৰ আৰু পাতঞ্জলে কয় যে উপযুক্ত প্ৰক্ৰিয়াৰ দ্বাৰা সংস্কাৰৰ সাক্ষাৎ লাভ কৰিব পাৰিলে সাধকৰ পূৰ্ব্বজন্মৰ কথা মনত পৰিব পাৰে । যথাঃ—

* (১) কিন্তু পাঠকসকলে মনত ৰাখিব যে যোগীৰ হয়তো পূৰ্ব্বজন্মৰ কথা জানিলে লাভ হব পাৰে। আমাৰ পক্ষে হলে পূৰ্ব্বজন্মৰ স্মৃতি এই জন্মত ভোগৰ অসহ্য অন্তৰায় হব। পূৰ্ব্বজন্মৰ কথা সদায় মনত থাকিব লাগিলে, এই জন্মত জীয়াই থকাই এটা অসহ্য যন্ত্ৰণা হব।

(২) ওপৰত আমি ক'লোঁ যে লিঙ্গ দেহ বা সংস্কাৰ বা বুদ্ধি, বা বুদ্ধিৰ ৰূপ, এই সকলোবোৰ একে। এই কথাটো একেবাৰে ঠিক নহয়। আমাৰ লিঙ্গ দেহত সকলো জন্মৰ, সকলো জাতীয় প্ৰাণীৰ (হাতী, মানুহ, গৰু আদি সকলোৰে) উপযোগী, সকলো ৰকমৰ ভাব সঞ্চিত আছে। এই সকলোবোৰ মৃত্যুকালত উদয় হৈছিল। তাৰ ভিতৰৰ মনুষ্য জন্মৰ উপযোগী ভাববোৰহে এই জন্মৰ সূক্ষ্ম শৰীৰৰ দ্বাৰা সীমাবদ্ধ হ'ল। বাকীবোৰ আকৌ লিঙ্গ দেহত লুপ্ত হ'ল। এই সীমাবদ্ধ ভাববোৰেই এই জন্মৰ সংস্কাৰ বা বুদ্ধি। সেইগুণে বুদ্ধি বা সংস্কাৰ লিঙ্গ দেহৰ অন্তৰ্গত; কিন্তু এই জন্মৰ বুদ্ধি বা সংস্কাৰেই গোটেই লিঙ্গ দেহ নহয়।

* "সংস্কাৰ সাক্ষাৎ কৰণাৎ পূৰ্ব্বজাতিজ্ঞানম্"।
[পাতঞ্জল ৩।১৮]

এতিয়া এই নতুন সূক্ষ্ম শৰীৰ ধাৰণ কৰি জীৱ স্বৰ্গ লৈ বা নৰকলৈ যায়, য'ত তাৰ ভোগ সাধন হ'ব পাৰে। স্বৰ্গলৈ জীৱ পিতৃযান পথে যায়। আতিবাহিক দেৱতাসকলে বাট দেখুৱায়। স্বৰ্গত জীৱই কি ভোগ কৰে, তাৰ অনুমান আমি কৰিব নোৱাৰো*। শ্ৰুতিয়ে কয় যে স্বৰ্গত অসীম আনন্দ আৰু অশেষ দেৱভোগ জীৱই দীৰ্ঘকাল ভোগ কৰে। ভোগৰ অন্তত আকৌ জীৱ পৃথিৱীলৈ ঘূৰি আহি নতুন জন্ম গ্ৰহণ কৰে। এইদৰে ঘূৰি ঘূৰি হৈ থাকে। সেইগুণে গীতাই কয়—

ত্ৰৈবিদ্যা মাং সোমপাঃ পূতপাপা
যজ্ঞৈৰিষ্ট্বা স্বৰ্গতিং প্ৰাৰ্থয়ন্তে।

তে পুণ্যমাসাদ্য সুৰেন্দ্ৰ লোক-
মশ্নন্তি দিব্যান্ দিবি দেব ভোগান্।।
তে তং ভুক্ত্বা স্বৰ্গলোকং বিশালং
ক্ষীণে পুণ্যে মৰ্ত্তলোকং বিশন্তি।
এবং এয়ীধৰ্ম্মমনুপ্ৰপন্না
গতাগতং কাম কাম লভন্তে।। ৯।২০-২১

যিবোৰ জীৱই স্বৰ্গলৈ যাব পৰা সূক্ষ্ম শৰীৰ নিৰ্ম্মাণ কৰিব নোৱাৰিলে বা কৰিবৰ যোগ্যতা নাছিল, যিবোৰে তামসিক ভাবৰ দ্বাৰা আক্ৰান্ত হৈ নাৰকীয় দেহ নিৰ্ম্মাণ কৰি তাত সোমাল, সেইবোৰ জীৱ নৰকলৈ যায়। শ্ৰুতিয়ে নৰক, যমৰজা, চিত্ৰগুপ্ত আদিৰ উল্লেখ কৰিছে, কিন্তু জীৱক যমদূতে ধৰি নিয়ে বুলি কোৱা নাই। নৰকত জীৱই কি ভোগ কৰে, সেই বিষয়েও শ্ৰুতিয়ে বিশেষ একো কোৱা নাই। কিন্তু সেই ঠাই যে অতি নিৰানন্দ আৰু নিতান্ত দুঃখময়, তাৰ একো সন্দেহ নাই। কাৰণ শ্ৰুতিয়ে কৈছেঃ—

অনন্দা নাম তে লোকা অন্ধেন তমসাবৃতাঃ।
তাংস্তে প্ৰত্যাভিগচ্ছন্তি অবিদ্বাংসোঽবুধা জনাঃ।।

শ্ৰুতিয়ে আৰু কৈছে যে পুণ্যাত্মা জীৱই যেনেকৈ স্বৰ্গ আৰু পৃথিৱীৰ মাজত (যেতিয়ালৈকে আত্মজ্ঞান লাভ কৰি দেৱযান পথে ব্ৰহ্মলোকলৈ যাব নোৱাৰে, তেতিয়ালৈকে) অহা-যোৱা কৰি থাকে, ঠিক সেইদৰেই পাপী জীৱই নৰক আৰু পৃথিৱীৰ মাজত অহা-যোৱা কৰি থাকে [ব্ৰ সূ ৩।১।১৩]।

নৰকত জীৱ নিদ্ৰাহীন অৱস্থাত থাকে। তামসিক ভাববোৰ ইমান জাগ্ৰত হৈ থাকে যে জীৱৰ টোপনি আহিব নোৱাৰে। সান্নিক জ্বৰত মানুহৰ প্ৰলাপ অৱস্থা যেনে, নৰকত জীৱৰ অৱস্থাও তেনে। এইদৰে ভোগ কৰি, যেতিয়া এই ভাববোৰ ক্ষীণ হয়, তেতিয়া সিহঁতৰ টোপনি আহে। এই টোপনিয়েই সিহঁতৰ মৃত্যু—অৰ্থাৎ তেতিয়াই সেই নাৰকীয় সূক্ষ্মশৰীৰৰ ধ্বংস হয় আৰু জীৱই নতুন সূক্ষ্মশৰীৰ লৈ আকৌ পৃথিৱীত জন্ম গ্ৰহণ কৰিবলৈ আহে। এইদৰেই সংস্কাৰস্থ তামসিক ভাববোৰৰ ধ্বংস হবলৈকে নৰক ভোগৰ আৱশ্যকতা।

ওপৰত দুই শ্ৰেণীৰ জীৱৰ কথা কোৱা হ'ল। ইহঁত পৃথিৱীৰ পৰা স্বৰ্গলৈ বা নৰকলৈ যাতায়াত কৰি থাকে, যেতিয়ালৈকে আত্ম-জ্ঞান নহয়। এই দুই শ্ৰেণীৰ বাহিৰেও আৰু এক শ্ৰেণীৰ জীৱ আছে। সিহঁত স্বৰ্গলৈ বা নৰকলৈ যাব নালাগে। মৃত্যুৰ পাছত সিহঁতে এই পৃথিৱীতে তৎক্ষণাৎ পুনৰ্জ্জন্ম গ্ৰহণ কৰে। [ব্ৰঃ সূঃ ৩।১।১৮] উপনিষদে কয় যে ক্ষুদ্ৰ জীৱবোৰৰ, যেনে ডাঁহ, মহ, পোক পৰুৱা ইত্যাদিৰ, নৰক বা স্বৰ্গলৈ যাবৰ একো আৱশ্যক নাই। সিহঁত ইয়াতে মৰে আৰু ইয়াতে ক্ৰমে উচ্চতৰ খাপত জন্ম গ্ৰহণ কৰে। এইদৰে সিহঁতৰ সংস্কাৰ ক্ৰমোন্নতি হৈ আহে আৰু সিহঁতে কালত ইয়াতে মনুষ্য জন্ম লাভ কৰে।

ইয়াৰ ভিতৰত স্বেদজ আৰু উদ্ভিজ প্ৰাণীৰ পুনৰ্জ্জন্ম হবলৈ পিতৃ-মাতৃ-সংযোগ হ'ব নালাগে। সিহঁতে নিজেই

---

ঋগ্বেদত স্বৰ্গৰ বিৱৰণ এইদৰে দিছেঃ—

যত্ৰানুকামং চৰণং ত্ৰিনাকে ত্ৰিদিৱে দিৱঃ।
লোকা যত্ৰ জ্যোতিষ্মন্তস্তত্ৰ মাম্ অমৃতং কৃধি,
ইন্দ্ৰায়েন্দো পৰিস্ৰ ।।
যত্ৰানন্দাশ্চ মোদাশ্চ মুদঃ প্ৰমুদ আসতে।
কামস্য যত্ৰাপ্তাঃ কামাস্তত্ৰ মাম্ অমৃতং কৃধি।।

ইয়াৰ তাৎপৰ্য্য—

"য'ত ইচ্ছামতে বিচৰণ কৰিব পাৰি, য'ত জ্যোতিষ্মান্ পুৰুষসকল আছে, য'ত আনন্দ, মোদ, প্ৰমোদ বিদ্যমান, য'ত সকলো কামনা প্ৰাপ্তি হয়, সেই ত্ৰিনাক আৰু ত্ৰিদিৱ নামক স্বৰ্গলোকত মোক অমৰ কৰা।"

[ইষ্ট বস্তু দেখিলে যি আনন্দ হয় তাৰ নাম "মুদ", সেই বস্তু লাভ কৰি যি আনন্দ, তাৰ নাম "মোদ"; সেই বস্তু ভোগ কৰিলে যি আনন্দ, তাৰ নাম "প্ৰমোদ"।]

নিজৰ লিঙ্গশৰীৰেৰেই নিজৰ সূক্ষ্ম আৰু স্থূল দেহ নির্ম্মাণ কৰি লয়।

বাকী সকলো জীৱই পিতৃ-মাতৃৰ সংযোগ হলেহে, মাতৃ গৰ্ভত প্ৰৱেশ কৰিলেহে, পুনৰ্জ্জন্ম গ্ৰহণ কৰিব পাৰে। কেনেকৈ এইদৰে কৰিব পাৰে, সেই বিষয়ে তলৰ অধ্যায়ত কোৰা হ'ব।

বৰ্ত্তমান পাঠকসকলে এটা কথা মন কৰিব। মৃত্যু-কালত উদ্রেক হোৱা অতি তীব্র বাসনাবোৰ লৈহে জীৱই সূক্ষ্মশৰীৰটো গঢ়ি লৈছিল। এইবোৰক বেদান্তই প্ৰাৰব্ধকৰ্ম্ম বোলে বুলি আমি কৈ আহিছো। [ব্র সূ ৪।১।১৫,] নতুন সূক্ষ্ম দেহটি এই প্ৰাৰব্ধ কৰ্ম্ম ভোগ কৰাৰ অৰ্থে নির্ম্মিত হৈছে। যেতিয়ালৈকে এই ভোগ সম্পন্ন নহয় তেতিয়ালৈকে সি থাকিব। ভোগ শেষ হলেহে তাৰ পতন হব। ই যেন প্ৰকৃতি-নির্ম্মিত এটি "টাইম বোমা" (Time Bomb)। ঠিক নিৰ্দ্দিষ্ট সময়তেহে ফুটিব; এক মিনিট ইফাল-সিফাল হব নোৱাৰে। সেইগুণে বেদান্তই কয় যে প্ৰাৰব্ধ কৰ্ম্ম ভোগ কৰাৰ আগেয়ে, যোগীৰ ব্ৰহ্মজ্ঞান হলেও, শৰীৰ ত্যাগ কৰিব নোৱাৰে। তেওঁ জীৱন্মুক্ত হৈ জীয়াই থাকে আৰু নিৰ্দ্দিষ্ট আয়ুস শেষ হলেহে ব্ৰহ্মত লয় হয়।

পাতঞ্জলে ঠিক বেদান্তৰ কথাৰেই কলে—

সতিমূলে তদ্বিপাকো জাত্যায়ুৰ্ভোগাঃ

[পাতঞ্জল ২।১৩]

অৰ্থাৎ প্ৰাৰব্ধ কৰ্ম্মই জীৱৰ জাতি, আয়ুস্ আৰু ভোগ নির্ণয় কৰে।

সাংখ্যই এইবোৰ কথা সাংখ্যৰ নিজৰ ভাষাৰে কলে। যথা—

তিষ্ঠতি সংস্কাৰবশাচ্চক্ৰভ্ৰমিবৎ ধৃতশৰীৰঃ।

[৬৭ কাৰিকা]

এই দৰেই বেদান্ত, সাংখ্য, পাতঞ্জল—সকলোৱে কলে যে আমাৰ জন্মৰ আগেয়েই আমাৰ আয়ুস আৰু ভোগ নিৰ্দ্দিষ্ট হৈ আছিল। ইয়াকে আগৰ দিনৰ মানুহে "পূৰ্ব্বজন্মৰ কৰ্ম্মফল" বা "অদৃষ্ট" বুলিছিল। আজিকালি মানুহে অৱশ্য এইবোৰ কথা বিশ্বাস নকৰে—কিন্তু কিয় যে বিশ্বাস কৰিব নোৱাৰি, তাৰ একো যুক্তি-সঙ্গত দাৰ্শনিক কাৰণো দিব নোৱাৰে।

## পুনৰ্জ্জন্ম

জীৱই স্বৰ্গভোগ কৰি আকৌ পৃথিবীলৈ আহি কেনেকৈ নতুন জন্মগ্ৰহণ কৰে, সেইবোৰ কথা শ্ৰুতিয়ে অতি বাহুল্য ভাবে আলোচনা কৰিছে। এই বিষয়টোক শ্ৰুতিয়ে পঞ্চাগ্নি বিদ্যা" বোলে। ব্ৰহ্মসূত্ৰৰ ৩য় অধ্যায়ৰ ১ম পাদত এই পঞ্চাগ্নি বিদ্যাৰ সংক্ষেপে আলোচনা আছে।

আমি ওপৰত ক'লো যে সূক্ষ্মশৰীৰৰ আয়ুস্ নিৰ্দ্দিষ্ট আছে। এই সূক্ষ্মশৰীৰ লৈ জীৱ স্বৰ্গলৈ গৈছিল। ভোগৰ অন্তত নিৰ্দ্দিষ্ট সময়ত এই সূক্ষ্ম শৰীৰৰ পতন হ'ল। এতিয়া জীৱৰ ভাব-ময় (অৰ্থাৎ সূক্ষ্মশক্তি-ময়) লিঙ্গ দেহটি মাত্ৰ বাকী থাকিল। জীৱত্বৰ বীজ, শুদা সূক্ষ্মশক্তি (অৰ্থাৎ ভাৱ) স্বৰূপ এই লিঙ্গদেহে পঞ্চভূতৰ পৰা সূক্ষ্ম উপাদান গ্ৰহণ নকৰিলে নিজৰ ভোগায়তন সূক্ষ্মশৰীৰ নির্ম্মাণ কৰিব নোৱাৰে। সেই গুণে শ্ৰুতিয়ে কৈছে—

"পুণ্য কৰ্ম্মৰ ফল ভোগ কৰা হলে, জীৱই অৱশিষ্ট যি কৰ্ম্ম (ভাব) থাকে তাক লগত লৈ (সংস্কাৰটি লৈ) আকাশত পৰে। তাৰ পাছত চন্দ্ৰময় হৈ মেঘত পৰে। তাৰ পাছত বৃষ্টিময় হৈ পৃথিবীত পৰে। তাৰ পাছত অন্ন-ময় হৈ শস্যত পৰে। তাৰ পাছত নিজৰ ভৱিষ্যৎ পিতৃৰ গাত পৰে। তাৰ পাছত শুক্ৰ-ময় হৈ ভৱিষ্যৎ মাতৃৰ গৰ্ভত পৰে। তাৰ পাছত ভ্ৰূণ শৰীৰ গ্ৰহণ কৰি ভূমিষ্ঠ হয়।" অৰ্থাৎ স্বৰ্গৰ পৰা নামি আহোঁতেই লিঙ্গ শৰীৰে আকাশ, তেজ, বায়ু অপ, অন্ন—এই পঞ্চ মহাভূতৰ সূক্ষ্ম তন্মাত্ৰৰে সূক্ষ্ম শৰীৰ ধাৰণ কৰিহে পিতৃ-দেহত সোমায়হি।

"পিতৃ-দেহত সোমায়হি" মানে পিতৃ-দেহত কেৱল মাত্ৰ সংশ্লিষ্ট হৈ ওলমি থাকে। [ব্র সূ ৩।১।২৪]।

কেনেকৈ থাকে আমি অনুমান কৰিব নোৱাৰো, কাৰণ এই সূক্ষ্মশৰীৰটি দ্ৰব্য (substance) বা স্থূল শক্তি (energy) নহয়। কোনো যন্ত্ৰেৰে আমি ইয়াক দেখিব নোৱাৰো, জুখিব নোৱাৰো। এইবোৰ electron নহয়, atom নহয়। কাৰণ electron আৰু atom স্থূল (পঞ্চীকৃত) শক্তি। কিন্তু সূক্ষ্ম শৰীৰ তাৰ ওপৰৰ অপঞ্চীকৃত অতি সূক্ষ্মশক্তি (ভাব) মাত্ৰ।

উপনিষদে স্পষ্ট কৈছে, যে জীৱ স্বৰ্গৰ পৰা খহি পৰোতে, মূৰ্চ্ছিত অৱস্থাত থাকে আৰু পিতৃৰ শৰীৰত মাত্ৰ ওলমি থকাৰ দৰে থাকে; পিতৃৰ শৰীৰৰ পৰা কোনো উপাদান বা ভাব গ্ৰহণ নকৰে। যদি এইদৰেই হয়, তেন্তে আমাৰ মনত দুটা প্ৰশ্ন উঠে। যথা—

(১) যদি জীৱ মূৰ্চ্ছিত অৱস্থাত য'তে ত'তে যদৃচ্ছাক্ৰমে খহি পৰে, তেন্তে যেই সেই মানুহৰ গাত বা জন্তুৰ গাতো পৰিব পাৰিলেহেতেন। সেইদৰে কিয় নহয়?

(২) যদি জীৱৰ পিতৃৰ লগত কোনো সম্বন্ধই নাই, পিতৃৰ পৰা কোনো উপাদান বা ভাব গ্ৰহণ কৰা নাই, তেন্তে এই সংসাৰত আমি সদায় আৰু সকলো বিষয়তে, বাপেক-পুতেকৰ ইমান সৌ-সাদৃশ্য কিয় দেখো?

বাপেকৰ দেহৰ গঠন, স্বভাৱ, চৰিত্ৰ, সকলো যেন পুতেক উত্তৰাধিকাৰ স্বত্বে পায়। কিয় এইদৰে হয়?

(১) আমাৰ প্ৰথম প্ৰশ্নৰ উত্তৰত পুৰাণে কয় যে জীৱৰ পিতৃ-শৰীৰৰ লগত সংযোগ কৰ্ম্ম-বিধাতাই ঘটায়। জীৱৰ কৰ্ম্ম অনুসৰি কৰ্ম্ম-বিধাতাই জীৱক উপযুক্ত পিতৃৰ ঘৰত জন্ম গ্ৰহণ কৰিবলৈ পঠিয়াই দিয়ে। আচলতে বিধাতাই জীৱক জীৱৰ নিজৰ কৰ্ম্মফল হে দিয়ে। কিন্তু উপনিষদে কয় যে জীৱক তাৰ নিজৰ "কৰ্ম্ম-সংস্কাৰে" য'লৈ যাব লাগে ত'লৈ টানি লৈ যায়। বিধাতাৰ কথা কোৱা নাই। সাংখ্যই ঠিক একে কথাকে ক'লে। কিন্তু সাংখ্যৰ নিজৰ ভাষাৰে ক'লে, কাৰণ উপনিষদৰ কৰ্ম্ম-সংস্কাৰেই সাংখ্যৰ ভাবৰ সংস্কাৰ বা শুদা 'সংস্কাৰ'।

সৎকাৰ্য্যবাদী সাংখ্যই প্ৰথমতে কয় যে এই জগতত এনে এটি ক্ষুদ্ৰ কাৰ্য্য নাই, যিটি প্ৰকৃতিৰ কাৰ্য্য নহয়। ইয়াত দৈৱ (Chance) বুলি এটা কথা নাই। গছৰ পাত এটাও প্ৰকৃতিৰ (স্বভাৱৰ) ক্ৰিয়া নহলে সৰিব নোৱাৰে। কাৰণ নহলে কোনো কাৰ্য্য হব নোৱাৰে। কিন্তু আমি যেতিয়া কাৰণটি নিৰ্দিষ্ট কৰিব নোৱাৰো, তেতিয়া আমি "দৈবাৎ", "হঠাৎ", "যদৃচ্ছাক্ৰমে" ইত্যাদি শব্দবোৰ ব্যৱহাৰ কৰোঁ। এইবোৰ শব্দৰ একো অৰ্থ নাই*। গীতায়ো কয় যে বাস্তৱিক দৈৱ বুলি এটা কথা নাই।

সেইগুণে সাংখ্যই কৈছে যে স্বৰ্গ ভোগ কৰি অহা সংস্কাৰবোৰ (লিঙ্গদেহবোৰ) য'তে ত'তে যদৃচ্ছাক্ৰমে পৰিব নোৱাৰে। য'ত জন্ম গ্ৰহণ কৰিব লাগে, তলৈ সিহঁতক সিহঁতৰ নিজৰ স্বভাৱে টানি নিয়ে। স্থূল শক্তি চুম্বকে (Magnet) যেনেকৈ নিজৰ সদৃশ শক্তি (লো এডোখৰ) হে টানি নিব পাৰে, বিসদৃশ সোণ বা ৰূপ এডোখৰ টানি নিব নোৱাৰে, সেইদৰে সূক্ষ্মশক্তি সংস্কাৰহ ভাবে তাৰ নিজৰ সদৃশ সংস্কাৰ এটাক হে টানি নিব পাৰে; বিসদৃশ সংস্কাৰক টানি নিব নোৱাৰে। নতুন জন্ম গ্ৰহণ কৰিবলৈ স্বৰ্গৰ পৰা নামি অহা সংস্কাৰ আৰু তাৰ ভবিষ্যৎ পিতৃৰ সংস্কাৰ, এই দুটা সংস্কাৰৰ যথেষ্ট সৌ-সাদৃশ (ভাবৰ সৌসাদৃশ্য) থাকিবই লাগিব, নহলে এই দুটা সংস্কাৰৰ সংযোগ হব নোৱাৰে। (হৰিহৰানন্দ স্বামীৰ কৰ্ম্মতত্ত্ব ১৩০-৩১ পৃ চাওক)। গীতায়ো সেই গুণেই কৈছে যে যোগভ্ৰষ্ট যোগী মৃত্যুৰ পাছত যোগীৰ কুলত হে ওপজে, যথা—

প্ৰাপ্য পুণ্যকৃতাং লোকানুষিত্বা শাশ্বতী সমাঃ।
শুচীনাং শ্ৰীমতাং গেহে যোগভ্ৰষ্টোঽভিজায়তে।।
অথবা যোগীনামেব কুলে ভবতি ধীমতাম্।

[গীতা ৬।৪১—৪২]

এইদৰেই নতুন জীৱৰ সংস্কাৰ আৰু তাৰ ভৱিষ্যৎ পিতৃৰ সংস্কাৰ, এই দুটা সংস্কাৰে পৰস্পৰক টানি আনে, বহিৰ্জ্জগতত যেনেকৈ দুটা স্থূল পৰমাণুৱে পৰস্পৰ টানে। বহিৰ্জ্জগতত যেনেকৈ ৰাসায়নিক সাদৃশ্যৰ দ্বাৰা (chemical affinity-ৰ দ্বাৰা) সমস্ত ৰাসায়নিক ক্ৰিয়া হয়, সংস্কাৰ বোৰৰ ভিতৰতো যেন তেনে আকৰ্ষণ হৈ জীৱৰ জন্মান্তৰ হয়। ইয়াকে সাংখ্যই প্ৰকৃতিৰ বিভুত্ব যোগ বুলিছে।

এয়ে "বৈশ্যৰূপ্যাৎ প্ৰধানস্য পৰিণামোঽয়মদ্ভুতঃ"। কিন্তু বহিৰ্জ্জগতৰ স্থূল দ্ৰব্যৰ (শক্তিৰ) আকৰ্ষণ আৰু

* "Chance, that shadow of an infinite possibility, must be banished from the dictionary of our perceptions; for, of chance we can make nothing because it is nothing. Chance does not at all exist; it is only a word by which we cover our own ignorance."
[Aurobindo —The Problem of Rebirth, P.86]

সংস্কাৰৰ সূক্ষ্ম (ভাবৰ) আকৰ্ষণৰ অনেক প্ৰভেদ। বহিৰ্জগতৰ স্থুল শক্তিৰ আকৰ্ষণত দিক্ (space) আৰু কাল (time) নহলে নহয়। কিন্তু সূক্ষ্ম শক্তিৰ (ভাবৰ) আকৰ্ষণত দিশ্ব্যৱধান বা কাল ব্যৱধ্যান নাই।

নতুন জীৱই নিজৰ পিতৃক বিচাৰি ভ্ৰমি ফুৰিব নেলাগে, উভয় সংস্কাৰৰ ভাবৰ সংযোগ তৎক্ষণাৎ হয়।

এই ৰহস্যটিৰ বিষয় এইদৰে বুজিলে ঈশ্বৰৰ মহিমাৰ সামান্য আভাস পোৱা যায়। ভাবিলে শৰীৰ ৰোমাঞ্চিত হয়, কেনেকৈ তেওঁ নিজে লুকাই থাকি এই জগৎখনত এনে নিয়ম লগাই দিছে যে ইয়াত জন্মান্তৰ আদি প্ৰত্যেক কাৰ্য্য স্বাভাৱিক নিয়মেৰেই যেন আপোনা-আপুনি হৈ গৈছে। নিয়ম লগাই দিয়াৰ (organisation) বাহিৰে এই সৃষ্টিত ঈশ্বৰৰ আৰু কোনো খণ্ড-কাৰ্য্য নাই।

২। এতিয়া ২য় প্ৰশ্ন—অৰ্থাৎ বাপেকৰ গুণ পুতেকে কেনেকৈ পায়—এই প্ৰশ্নৰ উত্তৰ বিচাৰি আমি দূৰলৈ যাব নালাগে। আমি ওপৰত কৈ আহিছো যে পিতৃ-বীৰ্য্য আৰু মাতৃ-শোণিত (যাৰ দ্বাৰা ষাট্‌কৌষিক ভ্ৰূণ দেহ গঠিত হৈছে) সৌসাদৃশ্যৰ আচল কাৰণ নহয়। হোৱা হলে একে বাপেক-মাকৰ সকলো সন্তান একে হলহেতেন। সেইটো দেখাতে নহয়। তাৰ বাহিৰেও মানুহৰ দেহৰ গঠন, আকৃতি, সৌন্দৰ্য্য, মনৰ ভাব, চৰিত্ৰ, স্বভাৱ, ইন্দ্ৰিয় বৈকল্য ইত্যাদি সকলো ভাব ৰূপে নিজৰ সংস্কাৰতহে থাকে। এয়ে সাংখ্যৰ সুনিশ্চিত সিদ্ধান্ত। বাপেকৰ সংস্কাৰস্থ ভাববোৰ আৰু পুতেকৰ সংস্কাৰস্থ ভাববোৰৰ লগত সৌসাদৃশ্য আছিল। নোহোৱা হলে এই দুটা সংস্কাৰৰ সংযোগেই নহলহেঁতেন। এই ভাবৰ সৌসাদৃশ্যই পৰবৰ্ত্তী সকলো সৌসাদৃশ্যৰ মূল কাৰণ।

আমি ওপৰত কৈ আহিছো যে এই সিদ্ধান্ত Mendelian Theory of Heredity-এ অপ্ৰমাণ কৰা নাই। বৰং এনে আশা কৰিব পাৰি যে Mendelian "Unit character" বোৰ ভাব বুলিহে প্ৰমাণ হ'ব।

আমি ভাবিব নোৱাৰো, ভাবিলে আমাৰ মূৰ ঘূৰাই যায়, কেনেকৈ আমাৰ জন্মৰ আগৰে পৰা আমাৰ স্থুল শৰীৰৰ আকৃতি, আৰু আমাৰ স্বভাৱ, চৰিত্ৰ, আয়ুস, ভোগ ইত্যাদি সকলো ঠিক হৈ আছিল।

## উপসংহাৰ

আমি এতিয়ালৈকে পালোঁ যে এই জগতৰ মূলত ব্ৰহ্মৰ সংকল্প। তাৰেপৰাই জগতৰ উৎপত্তি। ব্ৰহ্মৰ শক্তিৰ বাহিৰে আৰু ইয়াত বস্তু বুলিবলৈ একো নাই। প্ৰত্যেক জীৱই ব্ৰহ্ম। ব্ৰহ্মই যেন ছাবি দি জগৎ-যন্ত্ৰটো চলাই দিছে আৰু সি নিজে নিজে ঘড়ী চলা দৰে চলি আছে। আমাৰ জন্মান্তৰো সেই যন্ত্ৰৰেই কাৰ্য্য। সৃষ্টিৰ আদিতে যিদিনা আমাৰ লিঙ্গদেহৰ সৃষ্টি হ'ল, সেইদিনাই যেন আমাৰ গোটেইবোৰ জীৱনৰ প্ৰত্যেক ঘটনাই স্থিৰ হ'ল। যেন:—

Yea, the first morning of creation wrote,
What the last dawn of reckoning shall read.

আমি আৰু বুজিলোঁ যে ঈশ্বৰ সকলোৰে প্ৰতি সমান। সকলোকে তেওঁ ক্ৰমোন্নতিৰ বাবে, আৰু শেহত আত্মজ্ঞান লাভৰ বাবে, একেটা যন্ত্ৰতে পেলাই দিছে আৰু ঠিক একে নিয়মেৰেই চলাই নিছেঃ

সমোঽহং সৰ্ব্বভূতেষু, ন মে দ্বেষ্যোঽস্তি ন প্ৰিয়ঃ। [গীতা ৯।২৯]

এইদৰেই আমি আৰু বুজিলো যে ঈশ্বৰে আমাক সৃষ্টি কৰি এৰি দিছে; আমি ভাবৰ সোঁতত উটি ফুৰিছো। সোঁতে যেনি লৈ গৈছে, সেইপিনেই গৈছো। আমাৰ একো স্বাধীনতা নাই; আমি সম্পূৰ্ণভাৱে স্বভাৱৰ অধীন।

বেদান্তত আমি আৰু পালোঁ যে এইদৰে আমাক সোঁতত উটাই দি তেওঁ লীলা কৰিছে।

লোকবৎ তু লীলা কৈবল্যম্ [ব্ৰঃ সূঃ ২।১।৩৩]

সাংখ্যত বিচাৰিলোঁ, তাতো ঠিক একে কথাকে পালোঁ—

ঔৎসুক্য নিবৃত্ত্যৰ্থং যথা ক্ৰিয়াসু প্ৰবৰ্ত্ততে লোকঃ।
পুৰুষস্য বিমোক্ষাৰ্থং প্ৰবৰ্ত্ততে তদ্বদব্যক্তম্॥

[৫৮ কাৰিকা]

অৰ্থাৎ আমি সংসাৰৰ কষ্ট ভোগ কৰি মৰিছো, আৰু তেওঁ ওপৰৰ পৰা বহি বহি ৰং চাইছে। এয়ে নে বেদান্ত? এয়ে যদি বেদান্ত তেন্তে ইয়াক পঢ়ি আমাৰ কি লাভ হ'ল? আমি বৰং নিৰাশাৰ সাগৰত পৰিলোঁ, আমি বুজিলোঁ যে আমাৰ একো উপায় নাই। স্বভাৱে যদৃচ্ছাক্ৰমে আমাক যেনি নিয়ে আমি তেনি যাব লাগিব। ঈশ্বৰৰ লগত আমাৰ আৰু একো সম্বন্ধ নাই। তেওঁ মাত্ৰ ওপৰৰ পৰা ৰং চাব।

পৃথিবীৰ প্ৰধান প্ৰধান ধৰ্ম্মশাস্ত্ৰবোৰে এনে মতৰ নিন্দা হে কৰে। প্ৰথমতে কোৰাণে কয়—

"Thinkest thou that I have made the heavens and the earth and all that is between them in jest ?"

অৰ্থাৎ "তুমি ভাবা নে কি যে মই চন্দ্ৰ, সূৰ্য্য, তৰা আৰু পৃথিবী আৰু তাৰ মাজৰ সকলোখিনি ধেমালি কৰিবলৈহে সৃষ্টি কৰিছো?"

কিন্তু পাঠকসকলে নিশ্চয় জানিব যে দোষ বেদান্তৰ নহয়, দোষ আমাৰ নিজৰ বুদ্ধিৰ। সকলোৰে জানে যে বেদান্ত দিব্য দৰ্শন। ইয়াত যিবোৰ দাৰ্শনিক কথা কৈছে, সেইবোৰ (বুজিবলৈ টান হলেও) অতি অভ্ৰান্ত সাৰ সত্য। সেইবোৰ নাজানিলে মানুহৰ আত্ম-জ্ঞান লাভ নহয়, মানুহৰ শ্ৰেয়ঃ-সিদ্ধি নহয়।

কিন্তু সেইদৰে হলেও, সকলো দাৰ্শনিক বা বৈজ্ঞানিক জ্ঞানৰ দৰেই বেদান্ত-জ্ঞানো সীমাবদ্ধ জ্ঞান। ইয়াৰ সীমা আছে। ইয়াত নোহোৱা জ্ঞানো সংসাৰত আছে। আমাৰ সদায় এইখিনিতে ভুল হয় যে দাৰ্শনিক বা বৈজ্ঞানিক জ্ঞানৰ যে এটা সীমা আছে, সেইকথাটো নুবুজো বা ভাবি নাচাওঁ। দাৰ্শনিক জ্ঞান যে সদায় সীমাবদ্ধ, সেই কথাটো অলপ ভাবিলেই আমি বুজো।

ধৰক, আমাৰ আগত এটা অতি সুন্দৰ ছবি আছে। ৰাসায়নিক পণ্ডিত এজনে ইয়াত ৰাসায়নিক বিশ্লেষণ কৰি কিছুমান মৌলিক পদাৰ্থৰ (elements) পৰমাণুৰ বাহিৰে আৰু একো নেপায়। আন এজন বৈজ্ঞানিক পণ্ডিতে ইয়াত কিমান বিজুলী বিন্দু (electrons) আৰু বিজুলী কেন্দ্ৰ (protons) আছে, কৈ দিব। কিন্তু ইয়াৰ সৌন্দৰ্য্য—যি সৌন্দৰ্য্যই আমাক মুগ্ধ কৰে, আৰু যাৰ বাবে আমি ছবিখনৰ ইমান আদৰ কৰো—সেই সৌন্দৰ্য্য এই বৈজ্ঞানিক আৰু ৰাসায়নিক পৰীক্ষাৰে ধৰা পৰিব নে? কোন দৰ্শন শাস্ত্ৰই কব পাৰে, সেই সৌন্দৰ্য্য ক'ৰ পৰা কেনেকৈ আহিল?

আকৌ চাওক। এইবাৰ আমাৰ গাতে লাগি থকা নিজৰ স্ত্ৰীৰ সম্পৰ্কেই ভাবি চাওঁহক। দাৰ্শনিক বা বৈজ্ঞানিক দৃষ্টিৰে চালে তেওঁ কিছুমান পৰমাণুৰ সমষ্টি মাত্ৰ। কোনো দাৰ্শনিক বা বৈজ্ঞানিক বিশ্লেষণৰ দ্বাৰা তেওঁৰ সৌন্দৰ্য্য, প্ৰেম, গুণ বা লাৱণ্যৰ বিষয়ে একো ধৰা নপৰে। কোনো কবিৰ বৰ্ণনা শুনিও এইবোৰ গুণৰ সম্পূৰ্ণ ধাৰণা আমাৰ হব নোৱাৰে। তেওঁক আমি যেনেকৈ জানো সেইদৰে জানিবলৈ হলে তেওঁক আমি নিজৰ চকুৰে চাব লাগিব আৰু তেওঁৰ লগত থাকিব লাগিব।

এইদৰে অলপ ভাবিলেই আমি বুজিম যে দাৰ্শনিক জ্ঞান অতি সত্যজ্ঞান হলেও, সি একেবাৰে সম্পূৰ্ণ সত্য (Whole truth) নহয়। তাৰ উপৰিও আৰু কিবা আছে, যিটো দাৰ্শনিক বিচাৰত ধৰা নপৰে।

দাৰ্শনিক বিচাৰ আচলতে অঙ্ক শাস্ত্ৰৰ প্ৰণালীৰে কৰা হয়। আমি অতি উচ্চতম অঙ্কশাস্ত্ৰৰ ভিতৰলৈ নগৈও, সাধাৰণ অঙ্ক এটাৰ কথা ভাবিলেও, অতি পৰিষ্কাৰ বুজিম, কিয় অঙ্ক শাস্ত্ৰৰ দ্বাৰা আমাৰ সম্পূৰ্ণ সত্যৰ জ্ঞান হব।

ধৰক প্ৰশ্ন হল—

এক বুঢ়াৰ বেঙেনা বাৰী।
বেঙেনা আছে ১০০ শাৰী॥
শাৰীত আছে ১০০ জোপা।
বেঙেনা হ'ল কেই জোপা?

১ম বিধ জ্ঞান অৰ্থাৎ প্ৰত্যক্ষ জ্ঞানক আমি সদায় সত্যজ্ঞান বুলি ভাবোঁ। কিন্তু আচলতে এই জ্ঞান অনিশ্চিত জ্ঞান। ই ইন্দ্ৰিয়-শক্তিৰ দ্বাৰা সীমাবদ্ধ। আৰু ই আপেক্ষিক জ্ঞান। যেনে, আমি দেখো যে সূৰ্য্য পৃথিবীৰ চাৰিওফালে ঘূৰিছে—কিন্তু আচলতে পৃথিবীহে ঘূৰিছে। তৰা এটা আমাৰ ওচৰ চাপি আহিলেই আমি তাক অতি উজ্জ্বল দেখো, দূৰলৈ গ'লে ক্ৰমে ৰঙা হৈ যোৱা দেখো।* তৰাটোৰ আচল ৰংটো কি, আমি কেতিয়াও নেদেখো।

* এই সত্যটোক ইংৰাজী বিজ্ঞানে "Doppler effect" বোলে।

প্ৰত্যক্ষ জ্ঞান সদায় সত্য জ্ঞান নহয়। ২য় বিধ জ্ঞানো সম্পূৰ্ণ সত্য জ্ঞান নহয়। ই অঙ্ক শাস্ত্ৰৰ জ্ঞানৰ দৰে, এটা সংক্ষিপ্ত সাৰ-আলোচনা (abstraction)। বিশেষতঃ এই জ্ঞান আমাৰ সংস্কাৰৰ দ্বাৰা সীমাবদ্ধ। আমি ওপৰত কৈ আহিছো, সংস্কাৰত নোহোৱা কথাৰ জ্ঞান আমাৰ হ'ব নোৱাৰে। সংস্কাৰে যেনে দেখুৱায়, জগতক আমি তেনেহে দেখো। সেইগুণে আমাৰ ন্যায় শাস্ত্ৰই কয়—

আপ্তোপদেশঃ প্ৰত্যক্ষমনুমানঞ্চ যুক্তিকম্।
চতুৰ্ব্বিধং প্ৰমাণংস্যাৎ শেষত্ৰয়মনিশ্চিতম্॥

অৰ্থাৎ দাৰ্শনিক যুক্তি, অনুমাণ, আৰু প্ৰত্যক্ষ জ্ঞান—এই তিনিবিধ জ্ঞান সদায় অসম্পূৰ্ণ বা অনিশ্চিত জ্ঞান।

এইটো অকল আমাৰ শাস্ত্ৰৰ কথাই নহয়। আধুনিক পাশ্চাত্য মনোবিজ্ঞানেএই কথাটো অতি সুন্দৰকৈ, পৰীক্ষাৰে (Experiment) প্ৰমাণ কৰি দেখুৱাই কৈছে যে আচল সত্য জ্ঞান (absolutely real) আমাৰ ভাগ্যত নাই। আমাৰ সকলো ৰকমৰ বিষয় জ্ঞান ইন্দ্ৰিয়ৰ অশক্তিৰ দ্বাৰা সীমাবদ্ধ (selective) আৰু আমাৰ সংস্কাৰৰ পৰা উদ্ভৱ হোৱা (structural) আৰু আমাৰ সকলো জাগতিক জ্ঞানেই আপেক্ষিক (relative)। এই বিজ্ঞানৰ মতে আমাৰ সকলো বিষয়-জ্ঞান অসম্পূৰ্ণ জ্ঞান। জগতত আমি যি দেখিছো, সেইবোৰ কেৱল মাত্ৰ দেখা সত্য (Phenomena), তাৰ ওপৰত নেদেখা সত্য (reality) কি আছে, আমি কব নোৱাৰো। আধুনিক বিজ্ঞানৰ এয়ে সুনিশ্চিত সিদ্ধান্ত।

বিজ্ঞানে আৰু কৈছে যে আমাৰ ইন্দ্ৰিয় আৰু মন যেন এযোৰ বিত্-চকু। ইয়াৰ সহায়েৰেই আমি জগতক দেখো। এই বিত্-চকুযোৰ নহলেই আমি একেবাৰে কণা—আমাৰ কোনো বিষয়-জ্ঞান হ'ব নোৱাৰে। কিন্তু বিতচকুৰে দেখা, সত্য দেখা হ'ব নোৱাৰে। ভগা বিত্-চকুৰে সমস্ত জগৎ বেঁকা দেখো, ৰঙা বিত্-চকুৰে ৰঙা দেখো ইত্যাদি—অৰ্থাৎ আমাৰ মানৱিক দৃষ্টি সত্য দৃষ্টি নহয়। ই সদায় অসম্পূৰ্ণ দৃষ্টি।

ইউৰোপীয় বিজ্ঞানে নেজানে যে ওপৰত কোৱা দুটি উপায়ৰ বাহিৰেও, আমাৰ বিষয়-জ্ঞানৰ আৰু এটি তৃতীয় আৰু উৎকৃষ্ট উপায় আছে।

আমাৰ দৰ্শনে কয় যে মন, বুদ্ধি, ইন্দ্ৰিয়ই আমাৰ বিষয় জ্ঞান সীমাবদ্ধ কৰিছে—এইটো দেখা কথা। ঈশ্বৰে এই মন আৰু ইন্দ্ৰিয় আৰু সংস্কাৰৰ দ্বাৰা চৈতন্য পুৰুষৰ (জীৱৰ) জ্ঞান সংকীৰ্ণ কৰি, পুৰুষক মোহগ্ৰস্ত কৰিছে,—নহলে সংসাৰ নহয়। কিন্তু বিত্-চকু স্বৰূপ এই ইন্দ্ৰিয় মন বুদ্ধিক আঁতৰাই থৈ আমি পোনে পোনেই আমাৰ চিৎশক্তিৰে বিষয়জ্ঞান লাভ কৰিব পাৰোঁ। বিত্-চকুযোৰ কেনেকৈ আঁতৰাব পাৰোঁ, তাৰ উপায় যোগ শাস্ত্ৰই দিছে। গীতাই দিছে। এইদৰে ইন্দ্ৰিয় আৰু মন, আৰু বুদ্ধি, একেবাৰে নিৰোধ কৰি নিশ্চল-মনা হৈ, শুদা চৈতন্যৰ দ্বাৰা বিষয়-জ্ঞান লাভ কৰাকে যোগ বা সমাধি বোলে (গীতাৰ ষষ্ঠ অধ্যায়)। পাতঞ্জলে কৈছে যে এনে বিষয় জ্ঞান সম্পূৰ্ণ সত্য জ্ঞান। (absolute reality)

ঋতম্ভৰা তত্ৰ প্ৰজ্ঞা (পাতঞ্জল ১।৪৮)

এনে বিষয়-জ্ঞানত মিথ্যাৰ লেশ মাত্ৰ থাকিব নোৱাৰে ["ন তত্ৰ বিপৰ্য্যাসগন্ধঃ অপি অস্তি"— পাতঞ্জল ১।৪৮ ব্যাস-ভাষ্য] চৈতন্য সদায় সৰ্ব্বব্যাপী, সদায় সত্য। এনে চৈতন্যই সমুদয় সত্য একে লগে দেখে, সত্যৰ বাহিৰে আৰু একো দেখিব নোৱাৰে। এয়ে আচল সত্য দৃষ্টি। এই দৃষ্টি লাভ কৰিব পাৰিলে মানুহে ঈশ্বৰৰ ৰূপ দেখে আৰু বুজে যে ঈশ্বৰ নিৰাকাৰ বুলি কোৱা দাৰ্শনিক সত্যটো সম্পূৰ্ণ সত্য নহয়। শ্ৰীশ্ৰীৰামকৃষ্ণ পৰমহংসদেৱে কৈছে—

"ব্ৰহ্ম অবাঙ্মনসো গোচৰ। এৱ মানে বিষয়াসক্ত মনেৱ অগোচৰ। কিন্তু শুদ্ধ মনেৰ, শুদ্ধ বুদ্ধিৰ গোচৰ। ঋষি মুনিৰা কি তাঁকে দেখেন নাই? তাঁৰা শুদ্ধ বুদ্ধি শুদ্ধ আত্মা দ্বাৰা শুদ্ধ আত্মাকে সাক্ষাৎকাৰ কৰেছিলেন। চৈতন্যেৰ দ্বাৰা চৈতন্যেৰ সাক্ষাৎকাৰ কৰেছিলেন। যাৰ হয়েছে, সেই জানে।"

ঠিক একে ৰকম কথাকে শ্ৰীঅৰবিন্দই কৈছে—

[On Yoga—The Synthesis of Yoga
—Chap V. 658-69]

এনে জ্ঞান লাভ কৰিয়েই Jesus Christ-এ কৈছিল—
"God is Love"

গীতাই ষষ্ঠ অধ্যায়ত সমাধিৰ কথা কৈ, ৭ম অধ্যায়ৰ ১ম শ্লোকতে ক'লে যে সমাধিস্থ যোগীয়ে ঈশ্বৰৰ সাক্ষাৎ লাভ কৰে। তাৰ পাছত গীতাই ৮ম অধ্যায়ত বেদান্তৰ দৃষ্টিৰে নিৰ্গুণ ব্ৰহ্মৰ বৰ্ণনা কৰি, ৯ম অধ্যায়ত দেখুৱালে যে যোগীৰ দৃষ্টিৰে ঈশ্বৰ প্ৰেম-ময়, সকলোৰে পিতা

মাতা, তেওঁক যি ভজে, তাৰ সকলো ভাৰ তেওঁ নিজে লয়—

এই অঙ্ক কৰোতে আমি বুঢ়াৰ নাম-ধাম, বাৰীখনৰ ৰূপ, বেঙেনাৰ আকৃতি, সোৱাদ—ইত্যাদি সকলো জনা থাকিলেও, সেইবোৰ অনাৱশ্যক কথা বুলি বাদ দিওঁ। আমি ধৰি লওঁ যেন সংসাৰত ১০০×১০০ ৰ বাহিৰে আৰু আন কোনো সত্য নাই। এইদৰে ধৰি লৈ অঙ্কটো কৰোঁ। এইটো দেখাতে অসম্পূৰ্ণ প্ৰণালী। কিন্তু ইয়াৰ বাহিৰে অঙ্ক কৰাৰ আৰু অন্য প্ৰণালী নাই।

দাৰ্শনিক আলোচনাও ঠিক এনে। প্ৰথমতে বেদান্তই অতি সূক্ষ্ম দাৰ্শনিক বিচাৰ কৰি পালে যে ব্ৰহ্ম " সত্যং জ্ঞানং অনন্তম্"। এইটো এটা অতি মূল সাৰ সত্য (total abstraction)। এই গোটেই জগৎখন যি ব্ৰহ্মত অৱস্থিত, যিজন জগতৰ ওপৰতো আছে, তেওঁৰ কথা ভাবি নি নি আমি পালোঁ যে তেওঁ সৎ পদাৰ্থ, কেৱল জ্ঞান (consciousness) স্বৰূপ। অতি সত্য কথা। সাংখ্যই আকৌ কলে যে জ্ঞান এনেয়ে সদায় সত্য, সদায় অনন্ত; ইয়াৰ আদি বা অন্ত বা সীমাৰ কল্পনা হব নোৱাৰে। জ্ঞানৰ আগত সত্য বা অনন্ত বিশেষণ দুটাৰ দিয়াৰ আৱশ্যক নাই। সেইগুণে ব্ৰহ্মক তেওঁ শুদা "জ্ঞ" বা "অব্যক্ত" বুলিলে।

শঙ্কৰাচাৰ্য্যই আৰু গীতাই কলে যে ব্ৰহ্মক শুদা 'সৎ' (existence) বুলিলেই যথেষ্ট। পঞ্চদশীত কলে যে ব্ৰহ্মক শুদা চিৎ (consciousness) বুলিলেই যথেষ্ট। শেহত বৌদ্ধ দৰ্শনে কলে যে এইবোৰ যেতিয়া আটাইবোৰ সাৰ বৃত্তান্ত (abstraction) মাত্ৰ, তেন্তে আমি তেওঁক একো নুবুলি, "শূন্য" বুলিলেও সেই একে কথাকে বুজিম।

সৎকাৰ্য্যবাদৰ যুক্তিৰে আৰু আলোচনা কৰি বেদান্তই পালে যে ব্ৰহ্ম সৰ্ব্বব্যাপী, নিৰ্গুণ নিৰবয়ৱ (নিৰাকাৰ) সৎ পদাৰ্থ।

এই আটাইবোৰ অতি সত্য কথা। দাৰ্শনিক সত্য। দাৰ্শনিক যুক্তিৰে ইয়াকেহে জানিব পাৰি। ইয়াৰ ওপৰলৈ দাৰ্শনিক যুক্তি নেযায়। ঈশ্বৰৰ ৰূপ থাকিলেও দাৰ্শনিক দৃষ্টিত সেই ৰূপ ধৰা নপৰে। দাৰ্শনিক দৃষ্টিত তেওঁ নিশ্চয় নিৰ্গুণ, নিষ্ক্ৰিয়, নিৰাকাৰ—যেনে, আজি-কালিৰ নতুন বৈজ্ঞানিক দৃষ্টিত জগতৰ সকলো বস্তুয়েই নিৰাকাৰ; [illegible]ৰ ৰূপ, ৰস আদি সকলো আমাৰ মনৰ নিৰ্মাণ [ওপৰত এই নতুন ইউৰোপীয় মনোবিজ্ঞানৰ কথা কোৱা হৈছে।

তেন্তে এতিয়া প্ৰশ্ন হ'ল, যে ঈশ্বৰৰ বিষয়ে কোৱা এই দাৰ্শনিক সত্যবোৰৰ বাহিৰে আৰু তেওঁৰ বিষয়ে অন্য কোনো সত্য নাইনে? 'নাই' বুলি দুই শ্ৰেণীৰ মানুহে কয়। যথা—

১। প্ৰথমতে এক শ্ৰেণীৰ মায়াবাদী বেদান্তী পণ্ডিতে কয় যে ব্ৰহ্ম নিজে যেতিয়া নিৰাকাৰ, নিৰ্গুণ সৎ (mere existence) পদাৰ্থ মাত্ৰ, আৰু ব্ৰহ্মৰ বাহিৰে যেতিয়া জগতত কোনো বস্তু নাই, তেন্তে আমি কবলৈ বাধ্য যে এই জগৎখনো নাই; ই মায়া (Illusion)। অৱশ্য "মায়া" টো নো কি তেওঁবিলাকে নিজেও নুবুজে আৰু আমাকো নিশ্চয় বুজাব নোৱাৰে। এই শ্ৰেণীৰ পণ্ডিতৰ লগত আমাৰ বিশেষ একো বিবাদ নাই। তেওঁবিলাকে আমাৰ একো হানি কৰা নাই। তেওঁবিলাকে মায়াকে বোলে, বা X. Y. Z যিহকে বোলে, জগতৰ স্বৰূপ স্বৰূপেই থাকিব। আমাৰভোগৰ একো তাৰতম্য নহয়; বাটেদি যাওঁতে motor car এখন অহা দেখিলে আমি আঁতৰ হম। মায়া বুলি ভাবি তাৰ মুখত নপৰো। অহা

২। কিন্তু ২য় শ্ৰেণীৰ মানুহৰ পৰা আমাৰ আমাৰ ল'ৰা-ছোৱালীহঁতৰ বিশেষ অনিষ্ট হৈছে। এওঁবিলাকে বেদান্তক দাৰ্শনিক দৃষ্টিৰে চাই কয় যে নিৰাকাৰ ঈশ্বৰে এই জগতখন সৃষ্টি কৰি আমাক স্বভাৱৰ যন্ত্ৰত পেলাই দিছে; আমি যদৃচ্ছা-ক্ৰমে চলি গৈছো। এতিয়া আৰু আমাৰ ঈশ্বৰৰ লগত একো সম্পৰ্ক নাই। তেওঁ আছে যদিও থাওক; নেথাকিলেও আমাৰ একো ক্ষতি নহয়; স্বভাৱে আমাক চলাই নিব। আমি নিজৰ চেষ্টাৰে নিজৰ উন্নতি কৰিব পাৰিম। এইটো একেবাৰে নাস্তিক মত নহলেও তদ্ৰূপ এটা মত, যাক ইংৰাজীত Agnosticism বোলে। এয়ে যেন আজিকালিৰ জগতৰ প্ৰচলিত মত। এই মতৰ মূলত, আচলতে, অজ্ঞাত হে—অৰ্থাৎ জগতত যে দৰ্শন আৰু বিজ্ঞানে প্ৰমাণ কৰিব নোৱাৰা সত্য বহুত আছে, এই কথাটো নুবুজা বাবেই এইবোৰ মতৰ উদ্ভৱ হৈছে।

এই মতাৱলম্বী সকলক উদ্দেশ কৰিয়েই পুৰাণে কয়—

"কলৌ বেদান্তিনঃ সৰ্ব্বে ফাল্গুনে বালকা ইব।"

এইবোৰ মত যে অযুক্তি-পূৰ্ণ, অ-দাৰ্শনিক আৰু অসাৰ,

সেইটো বুজা অতি সহজ। আমাৰ বিষয়-জ্ঞানৰ তত্ত্বটি (Epistemology) বুজিলেই কথাটো পৰিষ্কাৰ হয়। পাঠকসকলে আমাক ক্ষমা কৰিব। এই বিষয়-জ্ঞানৰ বিষয়ে আমি বহুত ৰকমে কৈ আহিছো। এতিয়া সেইবোৰ কথাৰে পুনৰুক্তি কৰা দোষৰ কথা হলেও, আমি সংক্ষেপে পুনৰুক্তি নকৰি নোৱাৰোঁ, কাৰণ এই নাস্তিক-বাদটোৰ পৰা আমাৰ যথেষ্ট ক্ষতি হৈছে।

আমি বহুতবাৰ কৈ আহিছো যে আমাৰ বিষয়-জ্ঞান দুই ৰকমেৰে হয়ঃ (১) শুদ্ধ ইন্দ্ৰিয়ৰ দ্বাৰা, এইটোক আমি 'প্ৰত্যক্ষ জ্ঞান' বোলোঁ। (২) আমাৰ বুদ্ধিৰ অনুমানৰ দ্বাৰা, এইটোকে আমি দাৰ্শনিক জ্ঞান বুলি কৈ আহিছো।

পিতাহমস্য জগতো মাতা ধাতা পিতামহঃ। ৯।১৬
তেষাং নিত্যাভিযুক্তানাং যোগক্ষেমং বহাম্যহম্। ৯।২২

গীতাই এইদৰেই দেখুৱালে যে অকল বেদান্তৰ দাৰ্শনিক যুক্তিৰে বুজিলেই ঈশ্বৰক বুজা নহয়। তেওঁ সংসাৰত নিৰ্লিপ্ত হৈ ওপৰত বহি লীলা কৰা নাই। তেওঁৰ আৰু প্ৰেম-ময় ৰূপ এটা আছে, যি ৰূপ দাৰ্শনিক বিচাৰত ধৰা নপৰে। তেওঁক এই উভয় ৰূপে নেজানিলে তেওঁক "তত্ত্বতঃ" জনা নহয় আৰু সেইদৰে নজনা বাবেই জীৱই পুনঃ পুনঃ জন্মগ্ৰহণ কৰিব লাগে। যথা—

ন তু মামভিজানন্তি তত্ত্বেনাতশ্চ্যবন্তি তে। ৯।২৪
অপ্ৰাপ্যমাং নিবৰ্ত্তন্তে মৃত্যুসংসাৰ বৰ্ত্মনি। ৯।৩

বেদান্তই নিজেও এইবোৰ কথা স্বীকাৰ কৰে। বেদান্তই নিজেও কৈছে যে হয়, ঈশ্বৰ অব্যক্ত—এইটো দাৰ্শনিক সত্য।

তৎ অব্যক্তং আহ হি (ব্ৰ সূ ৩।২।২৩)

কিন্তু বেদান্তই সেই একে আষাৰেই কলে যে ইয়াৰ উপৰিও ঈশ্বৰৰ বিষয়ে আৰু জানিবলগীয়া কথা আছে, যিবোৰ অন্য অনুষ্ঠানৰ পৰাহে জানিব পাৰি, যথা—

অপি সংৰাধনে প্ৰত্যক্ষমনুমানাভ্যাম্। (ব্ৰ সূ ৩।২।২৪)

উপনিষদে স্পষ্ট কৈছে যে সাধকে ব্ৰহ্মৰ ৰূপ দেখে। (কঠ ৩।১ আৰু মুণ্ডক ৩।২।৩)

বেদান্ত, গীতা, বাইবেল, কোৰাণ সকলোৱে স্পষ্ট ভাৱে কৈছে যে ঈশ্বৰ যে নিৰাকাৰ, উদাসীন—এই কথাটো দাৰ্শনিক সত্য হলেও, ই পূৰ্ণ সত্য (ঋতম্ভৰা) নহয়।

ঈশ্বৰে আমাক সংসাৰ সমুদ্ৰত পেলাই দি, হাত-ভৰি বান্ধি, স্বভাৱৰ শাসনত এৰি দি, নিজে ওপৰৰ পৰা বহি বহি ৰং চোৱা নাই। তথাপি দাৰ্শনিক বিচাৰত সেই দৰেই যেন প্ৰমাণিত হয়— যেনে, মাকে যেনেকৈ কেঁচুৱা লৰা-ছোৱালীক খোলাকটি বা কিবা এসোপা দি, বাহিৰত উশ্‌লিবলৈ লগাই দি, নিজে আহি ভিতৰত নিশ্চিন্ত মনে ঘৰুৱা কাম কৰি থাকে, ঈশ্বৰেও যেন সেই দৰেই আমাক সংসাৰ-ভোগ কৰিবলৈ এটি দি, নিজে লুকাই থাকি ক'ৰবাত লীলা কৰিছেগৈ। কিন্তু ইয়াৰ ওপৰৰ সত্যটি বেদান্তই দাৰ্শনিক যুক্তিৰে কব নোৱাৰে, সেই গুণে সেই সত্য নিজে নকৈ গীতাই কবলৈ থলে, যথা— ল'ৰাই যেতিয়া ধেমালিত আমনি লাগি, বা ভোকত মাকলৈ মনত পৰি কান্দে, তেতিয়া মাকে, দহবন কাটিকৰি, লৰি আহি ল'ৰাক কোলাত লয়হি, ঈশ্বৰেও তেওঁৰ সন্তানক সেইদৰেই কৰে। সংসাৰলৈ বৈৰাগ্য হৈ কান্দিলেই তেওঁ লৰি আহে।*

সেইদৰেই, আকৌ, বেদান্তই ক'লে যে ঈশ্বৰ সকলোৰে প্ৰতি সমান। (ওপৰত এই কথা কোৱা হৈছে)। এইটো দাৰ্শনিক সত্য। ইয়াকে কৈ বেদান্ত ক্ষান্ত হ'ল। কিন্তু ইয়াৰ লগৰ ইটো সত্য গীতাই কলে। গীতাই "সমোঽহং সৰ্ব্বভূতেষু" বুলিয়েই ঠিক একে লগে ইটো সত্যও কলে, যথা—

সমোঽহং সৰ্ব্বভূতেষু ন মে দ্বেষ্যোঽস্তি ন প্ৰিয়ঃ।
যে ভজন্তি তু মাং ভক্ত্যা ময়িতে তেষু চাপ্যহম্।। [৯।২৯]
'ভক্তাস্তেঽতীব মে প্ৰিয়াঃ'। (১২।২০)

আকৌ চাওক। বেদান্তই কয় যে ঈশ্বৰে লীলা কৰিছে। কথাটো অতি সত্য। কিন্তু কেনে লীলা কৰিছে বেদান্তই দাৰ্শনিক যুক্তিৰে আমাক বুজাব নোৱাৰে। গীতা আৰু ভাগৱত আদি গ্ৰন্থই বুজাব পাৰে। এইবোৰ গ্ৰন্থত কৈছে যে আমি যেনেকৈ আমাৰ নিজৰ ল'ৰা-ছোৱালীৰ মৰমত সিহঁতৰ লগত ল'ৰা হৈ "টাই-বাই" খেলি, ধেমালি কৰোঁ, ঈশ্বৰেও সেই দৰেই আমাৰ লগত কৰে—প্ৰভেদ এই যে আমাৰ ল'ৰা-ছোৱালীলৈ মৰম (আমাৰ সকলো ভাবৰ দৰেই) সসীম, অনিত্য, (এই আছে, এই নাই) আৰু পৰিণামী। ঈশ্বৰৰ জীৱৰ প্ৰতি মৰম অসীম, নিত্য, আৰু অপৰিণামী। ল'ৰা-ছোৱালীয়ে ধেমালিতে কইনা-দৰাৰ বিয়া পাতি আমাক কিবা খাবলৈ দিলে আমি খাওঁ, কাৰণ,

---

* সংসাৰলৈ বৈৰাগ্য হৈ তেওঁক নিবিচাৰিলে তেওঁ নাহে।
(গীতা, ১৫।৩-৪)

নেখালে সিঁহতে বেয়া পাব। সেই দৰেই আমি ভক্তি ভাৱে যিহকে দিওঁ, ঈশ্বৰে খায়, যথা—

পত্ৰং পুষ্পং ফলং তোয়ং যোমে ভক্ত্যা প্ৰযচ্ছতি।
তদহং ভক্ত্যুপহৃতমশ্নামি প্ৰযতাত্মনঃ॥[গীতা ৯।২৬]

[ইয়াত পাঠক সকলে "অশ্নামি" কথাটো মন কৰিব। অশ্নামি মানে—খাওঁ, ভক্ষণ কৰোঁ অৰ্থাৎ মুখেৰে খাওঁ]।

তেওঁ এইদৰে লীলা কৰিবলৈকে নিজে নিজৰ মায়াৰে মোহিত হৈ লৈছে, প্ৰেম-ময় ঈশ্বৰ হৈ লৈছে, যথা—

"মায়ৈষা তস্য দেবস্য, যয়া সম্মোহিতং স্বযম।"

ঈশ্বৰ নিজৰ মায়াৰে নিজে মোহিত। এইটো বেদান্তৰ নিজৰ কথা। এইদৰেই, আমি যেনেকৈ আমাৰ ল'ৰা-ছোৱালীৰ মৰমত মুগ্ধ, ঈশ্বৰো সেইদৰেই আমাৰ মৰমত মুগ্ধ। কেচুৱা লৰাৰ আধা-ফুটা মাত, বা অশুদ্ধ ভাষা শুনি, নানা ৰকম ভুল-ভ্ৰান্তি দেখি, আমি যেনেকৈ ৰং হে পাওঁ, ঈশ্বৰৰ বিষয়েও সেয়ে কথা। আমি কেৱল মাত্ৰ তেওঁক জানিলেই হয়; তেওঁক মাতিলেই হয।

আমি যি ৰকমেই উপাসনা কৰো, যি ভুল-ভ্ৰান্তি কৰোঁ, তেওঁ তাতেই তুষ্ট হয়। যথা—

যে যথা মাং প্ৰপদ্যন্তে তাংস্তথৈব ভজাম্যহম্।
[গীতা ৪।১১]

এইদৰে তেওঁ যদি নিজৰ মায়াৰে নিজে মুগ্ধ নহলহেঁতেন, তেন্তে কোনো উপাসনাৰ দ্বাৰা মানুহে তেওঁক লাভ কৰিব নোৱাৰিলেহেঁতেন, পৃথিবীৰ সকলো ধৰ্ম্মশাস্ত্ৰ নিৰৰ্থক হ'লহেঁতেন। তেওঁ সৰ্ব্বশক্তিমান, সঁচা; কিন্তু জীৱৰ প্ৰতি মৰমত তেওঁ ইমান মুগ্ধ, যে তেওঁৰ কি সাধ্য আছে যে আমি কাতৰ ভাৱে মাতিলে তেওঁ আমাৰ ওচৰলৈ নাহি পাৰে? কোন মাকে ল'ৰাই কন্দা শুনিলে লৰি আহি কোলাত ন'লৈ পাৰে?

এইদৰে তেওঁৰ সগুণ আৰু নিৰ্গুণ, দুয়োটা ভাব নুবুজিলে তেওঁক তত্ত্বতঃ জনা নহয় আৰু তত্ত্বতঃ জানিলে তেওঁলৈ অসীম ভক্তি আৰু প্ৰেম নহৈ নোৱাৰে। সেই গুণেই কয়—

"To know God is to love Him."

এইদৰে যি ঈশ্বৰক জানে সেই সাধকৰ পুনৰ্জ্জন্ম নাই বুলি সকলো শাস্ত্ৰই স্বীকাৰ কৰে। যথাঃ

জন্ম কৰ্ম্ম চ মে দিব্যমেবং যো বেত্তি তত্ত্বতঃ।
ত্যক্ত্বা দেহং পুনৰ্জ্জন্ম নৈতি মামেতি সোঽৰ্জ্জুন॥

## তুহু দীন তাৰণ

তুহু দীনতাৰণ দুষ্টদমন
ভকত চিত্ত ৰঞ্জন।
তাপহাৰী বনবিহাৰী
বিপদ ভয় ভঞ্জন ॥
নব জল ধৰ শ্যাম মূৰতি
বাল অৰুণ কিৰণ ভাতি
অগতিৰ গতি ত্ৰিজগত পতি
ত্বৰং হি পতিত পাৰন।
শঙ্কটহৰ করুণাকৰ
জীৱ জনম কাৰণ,
অনাথৰ নাথ পৰম ঈশ্বৰ
প্ৰণমো তযু চৰণ ॥

(উষা ১৯০৬)

## বাজে আপুনি পুৰণি বীণা

বাজে আপুনি পুৰণি বীণা
শুনি কি আবেগে আতুৰ প্ৰাণ।
ৰিণিকি ৰিণিকি হিয়াত বাজিছে
পাহৰা সুৰৰ মধুৰ তান ॥
উষাৰ কিৰণে পুবে পোহৰতে
আহি উটিফুৰে মলয়া লগতে।
ওপচায় হিয়া নতুন উলাহে
গোৱাঁ সকলোৱে জাতীয় গান ॥

(উষা ১ম বছৰ ১৯০৬)

## কিয়নো পাহৰাঁ অসমীয়া হেৰা

কিয়নো পাহৰাঁ, অসমীয়া হেৰা,
চিৰকাল তুমি আছিলা স্বাধীন।
ভাৰতৰ মাজে তোমাৰ জননী
বীৰ প্ৰসবিণী আছিলে এদিন ॥

প্ৰকৃতিয়ে নিজে আসাম গঢ়িলে
কাম্যভূমি পাতি আবৰি ৰাখিলে
প্ৰকৃতিৰ বন মুনি মনোৰম
ক'ত আছে এনে আসাম সমান ॥

ভগদত্ত বাণে কুমাৰ ভাস্কৰে,
চক্ৰধ্বজ আদি আৰু কত বীৰে,
অখণ্ড প্ৰতাপে মেদিনী কঁপালে
অসমীয়া জাতি আছিলে প্ৰধান ॥

মাধব শঙ্কৰ অক্ষয় কীৰিতি,
বেদগান গালে কবি সৰস্বতী,
সকলোকে আজি পাহৰিলা তুমি
এলাহে ভাগৰে হ'লা অচেতন ॥

(লক্ষ্মীধৰ বৰুৱা সঙ্গীতকোষ)

# অসম সাহিত্য সভাৰ ত্ৰয়োবিংশতিতম অধিবেশন

## (যোৰহাট ৩১ ডিচেম্বৰ ১৯৫৪)
## অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ

অভ্যাগত অতিথি আৰু মোৰ বন্ধু সকল, অভ্যৰ্থনা সমিতিৰ আপোনাসকলক বিনীতভাৱে জনাইছে যে তেওঁবিলাকে আপোনাসকলৰ যথোচিত অভ্যৰ্থনা কৰিব পৰা নাই। তেওঁবিলাকৰ শ্ৰদ্ধা, প্ৰীতি বা যত্নৰ ত্ৰুটী হোৱা নাই—তেওঁবিলাকৰ সামৰ্থ্যৰ হে অভাৱ। নিজৰ ঘৰ বুলি জানি আপোনাসকলে যেন প্ৰবাসৰ এই দুখক দুখ বুলি নেভাবে এয়ে অভ্যৰ্থনা সমিতিৰ প্ৰাৰ্থনা।

মই কিন্তু অকল অভ্যৰ্থনা-সমিতিৰ হৈ আপোনাসকলৰ আগত উপস্থিত হোৱা নাই। সাহিত্য সভাৰ হৈয়ো হোৱা নাই। মই সাহিত্যিকো নহওঁ, সাহিত্য-চৰ্চ্চাও নকৰোঁ। আজি ১৪ বছৰ, (১৪ বছৰে এ যুগ) ১৪ বছৰৰ মূৰত এই নগৰলৈ আপোনাসকলৰ শুভাগমন হৈছে। নগৰবাসী সকলোৱে নথৈ আনন্দ পাইছে। সমস্ত শিৱসাগৰ জিলাৰ ৰাইজে আপোনাসকলৰ মুখলৈ চাই আছে আৰু আশা কৰিছে যে এইবাৰ আমাৰ সাহিত্য সভাৰ আপোনাসকলে এটা গঢ় লগাই যাব। সকলোতকৈ বয়োবৃদ্ধ বুলি জানি সকলোৱে হৈ আপোনাসকলক অভিবাদন কৰিবলৈ মোকে আগবঢ়াই দিছে; মই সকলো ৰাইজৰ হৈ আৰু অভ্যৰ্থনা-সমিতিৰ হৈ আৰু মোৰ নিজৰ হৈয়ো আপোনাসকলক সাদৰ সম্ভাষণ জনালোঁ।

আপোনাসকলক কবলৈ মোৰ নতুন কথা একো নাই। বহুত দিনৰ মূৰত বন্ধু-বান্ধৱৰ দেখা দেখি হ'লে পুৰণি কথা কৈয়ে সুখ পায়; পুৰণি কথাই প্ৰথমতে মনলৈ আহে, তাকে কয়। মোৰো তাহানিৰ কথা মনত পৰিছে। মোৰ মনত পৰিছে, কেনেকৈ সৰু গুটি এটিৰ পৰা ডাঙৰ গছ এজোপা গজাৰ দৰে, সৰু এখন চাহ-খোৰা মেলৰ পৰা এই বৃহৎ সাহিত্য সভাৰ উৎপত্তি হ'বলৈ পালে। কেনেকৈ এইদৰে হ'ল সেইটো ক'বলৈ বহুত কথা ক'ব লাগে।

অতি প্ৰাচীন যুগত, ৫০০ বছৰৰ আগত আমাৰ ভাষা যে কিমান উন্নত ভাষা আছিল তাক আজিকালি সকলোৱে জানে। গদ্য, পদ্য, নাটক, দৰ্শন, বুৰঞ্জী, চিকিৎসা বিদ্যা, অঙ্ক শাস্ত্ৰ, পশু-চিকিৎসা, সঙ্গীত-নৃত্য-বিদ্যা, কৃষি, বয়ন আদি সকলো কথাতে আমি চহকী আছিলোঁ। ভাৰতবৰ্ষৰ কোনো প্ৰাদেশিক ভাষাৰ ভাগ্যত এনে গৌৰব নাছিল। আটাইতকৈ মন কৰিবলগীয়া কথা এই যে সেই কালৰ আসাম আৰু কাশ্মীৰৰ বাহিৰে ভাৰতবৰ্ষৰ আন প্ৰদেশত বুৰঞ্জী বুলি এটা বস্তু নাছিল। এয়ে আমাৰ প্ৰাচীন স্বাধীন যুগ। ইয়াৰ পাছত ১৮২৭ চনৰ পৰা ইংৰাজ গৱৰ্ণমেণ্টৰ লগে লগে আমাৰ ভাষাৰ অন্ধতম যুগ আৰম্ভ হ'ল।

জগতৰ ইতিহাসত চাব, ৰজাৰ ঘৰৰ পৰা উৎসাহ আৰু সহায় নোপোৱাকৈ কোনো দেশৰ সাহিত্যৰ উন্নতি হোৱা নাছিল। আমাক বিদেশী ইংৰাজ ৰজাই সহায় যে নকৰিলেই বৰং আমাৰ ভাষাৰ বিদ্বেষ কৰিলে। প্ৰথমতে আহিয়েই তেওঁবিলাকে বুজিলে যে অসমীযা জাতি জাতি নহয়, অসমীযা ভাষা ভাষা নহয়, এইদৰেই তেওঁলোকক বুজালে। তেওঁবিলাকে বুজিলে যে অসমীয়া ভাষা বঙ্গালী ভাষাৰ অপভ্ৰংশ। এই বিষয়ে তেওঁলোকৰ প্ৰধান যুক্তি হ'ল যে এতিয়াও ৰংপুৰ কোচবিহাৰ আদি পূৰ্ব্ববঙ্গৰ মানুহে ভঙ্গা ভঙ্গা অসমীযা কথাহে কয়। এইটো সঁচা কথা, এইবোৰ মানুহে বিকৃত অসমীয়া কথা কয়। এই বিষয়ে Grierson চাহাবে লিখিছে—"The Assamese are justly proud of their national Literature. In no department have they been more successful than in a branch of study (History) in which India as a rule is assuredly deficient "

তেওঁ আৰু কৈছে যে কাশ্মীৰৰ ভাষা আৰু অসমীযা ভাষাৰ এটা সাদৃশ্য আছে, যথা—"It is a noteworthly coincidence that the only other country in India which is famous for its historical works—viz. Kashmere possesses a language

which to the philologist presents many points of linguistic affinity with Assamese The extreme East of India here meets with the extreme West.".

কিন্তু আমি সেই সময়ত বিদেশী ৰজাক বুজাব নোৱাৰিলোঁ যে অতীজত পূৰ্ব্ব-বঙ্গৰ বহুত খিনি ঠাই প্ৰাচীন বিশাল সমৃদ্ধিশালী কামৰূপ ৰাজ্যৰ অন্তৰ্গত আছিল আৰু সকলোৱে কামৰূপৰ ভাষাকে হে কৈছিল আৰু এতিয়াও, তাকে কৈ আছে। প্ৰাচীন কামৰূপ ৰাজ্যৰ গৌৰবৰ কথা তেতিয়াও তেওঁবিলাকে জনা নাছিল। এই কথাটো জানিবলৈ তেওঁবিলাকৰ এশ বছৰ লাগিল আৰু যেতিয়া জানিলে তেতিয়া তেওঁবিলাকৰ যাবৰে হ'ল। এই কথাটো নজনা বাবেই, তেওঁবিলাকে আমাৰ বিৰুদ্ধে যি বিহকে কৈছিল তাকে মানি লৈছিলে। এজন উচ্চ পদস্থ বিদেশী বিষয়াই "The Mahapurushiya Sect in Assam" নামেৰে এখন কিতাপ লিখিছিল। তাত মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ কথা যেনেকৈ লিখিছিল শুনিলে কাণত আঙুলি দিব লাগে। তেওঁ শেহত মত দিলে, নিশ্চয় বঙ্গদেশৰ শ্ৰীচৈতন্যদেৱৰ কথাবোৰ আনি শ্ৰীশঙ্কৰদেৱে অসমত প্ৰচাৰ কৰিলেহি, নহলে অসমীয়া হৈ তেওঁ কেনেকৈ এনে বিশুদ্ধ ধৰ্ম্ম প্ৰচাৰ কৰিব পাৰে। ইংৰাজ গৱৰ্ণমেণ্টে এই অশ্ৰাব্য কথাটো বিশ্বাস কৰিলে। ১৮৯১ চনৰ চেঞ্চচ ৰিপোৰ্টত এইদৰেই লিখিলে। অতি দুখৰ বিষয় যে ১৮৯১ চনৰ চেঞ্চচ ৰিপৰ্টখন আসামৰ বুৰঞ্জী-লিখক গেইট চাহাবৰ লিখা। সেই সময়ত তেওঁৰ নিশ্চয় এয়ে মত আছিল। পোনেই বিলাতৰ পৰা আহি তেওঁ এই বিশ্বাসেৰেই কাম আৰম্ভ কৰিছিল। কুৰি বছৰৰ পাছত Sir Edward Gait এ তেওঁৰ ভুলটো বুজিলে আৰু তাক সংশোধন কৰি দুখ প্ৰকাশ কৰিলে। তেওঁ যেতিয়া গোটেই ভাৰতবৰ্ষৰ চেঞ্চচ কমিনচনৰ তেতিয়া তেওঁৰ অনুমতি মতেই আসাম গৱৰ্ণমেণ্টে এই মহা ভুলটো শুধৰালে।

ভাষা সম্পৰ্কেও আদিতে তেওঁবো সেই একে ভুলেই আছিল। ইংৰাজ ৰজাৰ দৰেই তেৰোঁ নিশ্চয় ভাবিছিল যে আমাৰ ভাষাটো এটা দোৱান। ইংৰাজ গৱৰ্ণমেণ্টে বোধকৰো ধৰি ল'লে যে অসমীয়াৰ এই দোৱানৰ ঠাইত বঙ্গলা ভাষা চলাব পাৰিলে দেশৰ এটা মহৎ উপকাৰ কৰা হ'ব। এনে ভাবিয়েই তেওঁবিলাকে অসমীয়া ভাষা একেবাৰে উঠাই দিলে। বিচাৰালয়, স্কুল, পঢ়াশালী সকলো ঠাইতে বঙালী ভাষা, বঙালী বিচাৰক আৰু বঙালী শিক্ষক হ'ল। ১৮৩৫ চনৰ পৰা ১৮৭২।৭৪ চনলৈকে এইদৰে চলিল। আমাৰ দুজন মানুহে আৰু পাদুৰী চাহাবসকলে মিছাতে প্ৰতিবাদ কৰিলে—অৰণ্যত ৰোদন কৰিলে। ইংৰাজ গৱৰ্ণমেণ্টে কাণ নিদিলে।

১৮৭২-৭৪ চনত অসমীয়া ভাষা গাঁৱলীয়া পঢ়াশালী আৰু আদালতত চলাবলৈ হুকুম হ'ল হয় কিন্তু অৱস্থাৰ একো পৰিৱৰ্ত্তন নহ'ল। মোৰ ৰিণিকি ৰিণিকি মতন পৰে যে প্ৰায় এই সময়তে মই প্ৰথম স্কুললৈ গৈয়ে বঙালী ভাষা আৰম্ভ কৰোঁ। আমাৰ মাষ্টৰ বঙালী। মই এনে কথা কোৱা নাই যে বঙালী পঢ়া বাবে মোৰ বিশেষ ক্ষতি হ'ল। আধুনিক বঙ্গ ভাষা, প্ৰাচীন নহলেও, অতি উন্নত ভাষা; পঢ়িলে লাভ আছে। এই ভাষা জানি মোৰ উপকাৰ হে হ'ল। কিন্তু আমাৰ বিশেষ ক্ষতি এইবাবে হ'ল যে স্কুলত আৰু বাহিৰতো সদায় আমি শুনি আছিলো যে আমাৰ ভাষা ভাষা নহয়—ই বঙ্গলাৰ অপভ্ৰংশ, আমি এটা সুকীয়া জাতি নহওঁ,—আমি আগৰ বঙ্গদেশৰ পৰা ভাগি অহা নিকৃষ্ট বঙালী—আমাৰ সকলো কথাই বেয়া। এইবোৰ কথা এইদৰেই শুনি শুনি আমাৰ বিশ্বাসো হৈছিল যে সঁচাকৈয়ে আমি অসমীয়া ভূতেইহে। এনে অৱস্থাত স্কুলৰ শিক্ষা কেনে হব পাৰে এবাৰ ভাবি চাওক। সদায় অসমীয়া জাতি আৰু অসমীয়া ভাষাৰ নিন্দা শুনি শুনি আৰু শেহত তাকে বিশ্বাস কৰি আমাৰ আত্ম-গৌৰৱ বুলি এটা ভাব নাইকিয়া হৈছিল। পঢ়াশুনাও তেনেই হৈছিল। ১৮৩৫ চনত অসমৰ জিলা স্কুলবোৰ (আজি কালি High school বোলে) স্থাপিত হৈছিল। ইয়াৰ পাছত ১৮৯৭ চনলৈকে, এই তিনিকুৰি বছৰেও, আমাৰ দেশত এজন এম-এ, পাচ কৰা মানুহ নাছিল। বিশ্ববিদ্যালয়ত উচ্চ স্থান অধিকাৰ কৰাৰ যে আমাৰ শক্তি আছে এনে ভাব আমাৰ মনলৈ নাহিছিল। কিয় এনে অৱস্থা হৈছিল আপোনাসকলক বুজোৱা টান। মোৰ কথা বিশ্বাস কৰক যে আমাৰ স্কুলৰ শিক্ষা অতি বেয়া আছিল। আমি কলিকতালৈ গৈহে বুজিলো যে সৰ্কতে আমাৰ শিক্ষা আচলতে কু-শিক্ষা হে আছিল। আমাৰ প্ৰধান অভাৱ আছিল আত্ম-গৌৰৱ—নিজৰ ওপৰত বিশ্বাস। আমাৰ ভাষাক আমি নিজেই অৱজ্ঞা কৰিছিলোঁ। কলিকতাত আমাৰ বহুত ভাল ভাল লৰা ফেইল হৈছিল—আমাৰ দোষত নহয়, আমাৰ বাল্যকালৰ শিক্ষাৰ দোষত। মিট্ৰৌ স্কুললৈ গৈ যদি কিতাপ পঢ়াৰ পৰিবৰ্ত্তে অসমীয়া জাতি আৰু অসমীয়া ভাষাৰ বিষয়ে

নিন্দা শুনিব লাগে, তেন্তে পঢ়া শুনা কেনে হ'ব তাক আপোনালোকে নিজেই ভাবি চাওক। আমাৰ অমনোযোগী শাসনকৰ্ত্তা সকলৰ দোষত বা ভুলত আমাৰ শিক্ষা ১০০ বছৰ পিছ পৰিল। ইংলণ্ডৰ এই কলঙ্ক, এনে কু-শাসনৰ দৃষ্টান্ত ভাৰতবৰ্ষৰ বুৰঞ্জীত নহলেও অসমৰ বুৰঞ্জীত ৰৈ গ'ল। এটা জাতিৰ চূড়ান্ত অধঃপতন হ্বলৈ যেনে হ'ব লাগে, আমাৰো ঠিক তেনেই হৈছিল। আমাৰ বহুতে বিশ্বাস কৰিছিল আৰু কৈ ফুৰিছিল যে অসমীয়া ভাষা বঙ্গালীৰ অপভ্ৰংশ। ক'বলৈ লাজ লাগে যে ইংৰাজ গৱৰ্ণমেণ্টলৈ কেইবা ঠাইৰ পৰা আমাৰ মানুহৰ চহীৰেই আবেদন পত্ৰ গৈছিল যে স্কুলত অসমীয়া চলিব নেলাগে। চলিলে দেশৰ অমঙ্গল হ'ব। এযে জাতিৰ অধঃপতনৰ শেষ সীমা নহয় নে?

ঠিক এনে সময়তে, সম্ভৱতঃ ১৮৮৬ চনত, এদিন শুভক্ষণত কলিকতাৰ এটি সৰু মেচে এখন চাহ খোৱা মেলত দুজনমান অসমীয়া ছাত্ৰৰ মনত খেলালে যে যদি আমাৰ জাতীয়ত্ব ৰক্ষা কৰিব লাগে, তেন্তে প্ৰথমতে আমি আমাৰ ভাষাকো বিদেশী আক্ৰমণৰ পৰা ৰক্ষা কৰিব লাগিব। তেওঁবিলাকে তাৰ পাছ দিনাই অ,·ভা, উ, সা, নাম দি এখন সভাৰ প্ৰতিষ্ঠা কৰে। এই খিনিতে কোৱা আৱশ্যক যে এই সভা যদিও ছাত্ৰৰ সভা আছিল তথাপি আঁসামৰ কৃতবিদ্য চিৰস্মৰণীয় হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা, কালীৰাম বৰুৱা আদি গণ্য মান্য লোকসকল ইয়াৰ পৃষ্ঠ পোষক আছিল আৰু সকলো বিষয়তে ইয়াক উৎসাহ পৰামৰ্শ দি সহায় কৰিছিল। সভাৰ নামটো ঠিক নহল বুলি মই এতিয়াও ভাবোঁ। মোৰ মনেৰে এই সভাৰ নাম—"অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা" নহৈ "অসমীয়া ভাষা সংৰক্ষিণী সভা" হোৱা হলেহে অধিক সমিচীন হ'লহেঁতেন। কাৰণ প্ৰথমতে ভাষাৰ উন্নতি কৰিবলৈ একো নাছিল। আমাৰ ভাষা এনেয়ে উন্নত প্ৰাচীন ভাষা। আখৰ জোটনি আদি কিছুমান লাগতিয়াল কামৰ বাহিৰে প্ৰথমতে তেওঁবিলাকে ভাষাৰ উন্নতি কৰিবলৈ আৰু একো বিশেষ যত্ন কৰা নাছিল। মই তেওঁবিলাকৰ গৌৰৱ লাঘৱ কৰিবলৈ এই কথা কোৱা নাই। তেওঁবিলাকৰ প্ৰতি মোৰ অসীম শ্ৰদ্ধা। তেওঁবিলাকে যিখিনি কৰি গ'ল, তাৰ বাবে অসমীয়া ভাষা আৰু জাতি সদায় কৃতজ্ঞ হৈ থাকিব। মই এই মাত্ৰ কৈছো যে প্ৰথমতে তেওঁবিলাকে প্ৰমাণ কৰিবলৈ অহো পুৰুষাৰ্থ কৰিব লাগিছিল যে আমাৰ ভাষাটি অতি প্ৰাচীন আৰু চহকী ভাষা। এই উদ্দেশ্যেৰে পোন প্ৰথমতে তেওঁবিলাকে "অসমীয়া পুথিৰ তালিকা" নাম দি এখন কিতাপ প্ৰকাশ কৰিলে। মোৰ যিমান দূৰ মনত পৰে, সেই সময়তো অতি দূৰ দেশৰ পৰা অনুসন্ধান আৰম্ভ কৰিও, তেওঁবিলাকে ৭০০ পুথিৰ সন্ধান পাইছিল। এই কিতাপখন প্ৰকাশ হোৱাৰ পাছৰ পৰাই দেশৰ গতিৰ এটা আচৰিত পৰিবৰ্ত্তন দেখা গ'ল। আমাৰ মনলৈ এটা জাতীয় গৌৰৱৰ ভাৱ আহিল—যি আত্ম গৌৰৱৰ ভাব নহলে কোনো জাতিৰ উন্নতি নহয়। ইয়াৰ পাছৰ পৰাই শিক্ষা বিষয়ত আমাৰ উন্নতি হ'বলৈ ধৰিলে, ক্ৰমে আমাৰ ল'ৰাই বিশ্ববিদ্যালয়ত উচ্চ স্থান অধিকাৰ কৰিব পাৰিলে। এতিয়াও কিন্তু ইংৰাজ গৱৰ্ণমেণ্টে অসমীয়া ভাষাক একো উৎসাহ নিদিলে। এতিয়াও তেওঁবিলাকৰ সন্দেহ আছিল যে অসমীয়া ভাষা বঙ্গালী ভাষাৰ অপভ্ৰংশ মাত্ৰ। সৰশেষত ১৯০৩ চনত Grierson চাহাবৰ Linguistic Survey of British India প্ৰকাশ হয়। তেতিয়াহে গৱৰ্ণমেণ্টে প্ৰকাশ্যভাবে স্বীকাৰ কৰিলে যে অসমীয়া ভাষা বঙ্গলা ভাষাতকৈ প্ৰাচীন। Grierson চাহাবে লিখিলে—

"It has long been a matter of dispute whether Assamese should be considered as a dialect of Bengali or an independent language.... ..

If however we apply another test that the possesion of a written literature, we can have no hesitation in admitting that Assamese is entitled to claim an independent existance as the speech of a distinct nationality......

Assamese literature is as old, if not older than that of Bengali and down to the commencement of the country as copious."

তেওঁ আৰু দেখুৱালে যে বঙ্গলা ভাষাত লিখা ভাষা আৰু কোৱা ভাষা যেন দুটা সুকীয়া ভাষা—কিন্তু অসমীয়া লিখক সকলে আধুনিক অসমীয়া ভাষাৰ এনে গঢ় দিছে যে ইয়াত লিখা ভাষা আৰু কোৱা ভাষাৰ প্ৰভেদ অতি কম। কোৱা বাহুল্য যে Grierson চাহাবক আমাৰ প্ৰকাশিত অসমীয়া পুথিৰ তালিকা" খন দেখুৱা হৈছিল আৰু তেওঁ ইয়াৰ বহুত পুথি পঢ়িছিল। অ·ভা·উ· সা· সভাই Grierson চাহাবক বহুত সহায় কৰিছিল। এই শেষ বিষয়ত মোৰ বন্ধু পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ নাম বিশেষকৈ উল্লেখ কৰিবলগীয়া।

ইয়াতে অসমীয়া ভাষা আৰু বঙ্গালী ভাষাৰ বিষয়ে বাদ প্ৰতিবাদৰ নিষ্পত্তি হ'ল। অসমীয়া ভাষা নিজৰ গৌৰৱৰ স্থানত প্ৰতিষ্ঠিত হ'ল। গৱৰ্ণমেণ্টে আৰু কলিকতাৰ বিশ্ববিদ্যালয়ে আমাৰ ভাষাক প্ৰাচীন উন্নত ভাষা বুলি স্বীকাৰ কৰিলে। আমি এতিয়া আত্মৰক্ষাত ব্যস্ত নহৈ সাহিত্য চৰ্চ্চাত মন দিব পৰা হ'লো। এই সময়তে, অৰ্থাৎ কটন কলেজ হোৱাৰ পাছতে কলিকতাত (অসমীয়া) ছাত্ৰৰ সংখ্যা কম হোৱা বাবে সেই ঠাইৰ "অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা"ৰ ঠায়ে ঠায়ে বহুত শাখা হ'ল। আমি সকলোৱে আশা কৰিছিলো যে এতিয়া আমি আমাৰ আচল কাম—ভাষাৰ প্ৰচাৰ আৰু উন্নতিৰ কাম আৰম্ভ কৰিব পাৰিম। কিন্তু এতিয়াও আমি আত্মৰক্ষা কৰিব লগীয়া হ'ল।—প্ৰকাশ্য ভাৱে নোৱাৰিলেও গোপনে আমাক হিংসা কৰা মানুহ আছিল আৰু বহুত কথাত হিংসা কৰিছিল। ইয়াৰ এটা দৃষ্টান্ত আজি মোৰ মনত পৰিছে। ১৯০৫ চনত যেতিয়া "পূৰ্ব্ববঙ্গ আৰু আসাম" প্ৰদেশৰ সৃষ্টি হ'ল, তেতিয়া গোৱালপাৰাৰ কিছুমান পঢ়াশালীত বঙ্গলা ভাষা চলি আছিল। সেই ঠাইৰ ৰাইজে আপত্তি কৰাত সেই সময়ৰ গৱৰ্ণৰ Sir Lancelot Hare এ স্থিৰ কৰিলে যে ১৯১০ চনৰ চেঞ্চচত যদি অসমীয়াৰ সংখ্যা বেচি হয় তেন্তে তাত অসমীয়া চলিব লাগিব। আপোনাসকলে বিশ্বাস কৰিব নে যে চেঞ্চচৰ Ennumeration Book কাটি, জাল কৰি Slip Copying office অত অসংখ্য অসমীয়াক বঙালী বুলি দেখুৱালে! গৱৰ্ণমেণ্টৰ আগৰ নিৰ্দ্দেশ মতে এতিয়া গোৱালপৰীয়া বঙালী হবলগীয়া হ'ল! ভাগ্যেৰে গুৱাহাটীৰ "অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা"ৰ সভ্যসকলে, বিশেষতঃ মোৰ বন্ধু পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে এই ভীষণ ষড়যন্ত্ৰটি ধৰা পেলালে আৰু তেওঁবিলাকৰ যত্নতে গোৱালপাৰাৰ সেই অঞ্চলৰ আকৌ নতুন চেঞ্চচ কৰি তাত অসমীয়া ভাষা চলাবলৈ হুকুম হ'ল। এইবোৰ কথা সেই বছৰৰ চেঞ্চচত ৰিপোৰ্টত লিখা আছে।

এনেবোৰ কাৰণত আমাৰ ভাষাৰ বিশেষ উন্নতি আমি একো কৰিব নোৱাৰিলো। ১৯১২ চনলৈকে আমাৰ যুদ্ধ কৰোঁতেই গ'ল। শেহত যেতিয়া সকলো বাধা বিঘিনি অতিক্ৰম কৰি আমি আগবাঢ়িব পৰা হলোঁ তেতিয়া অসম দেশৰ দুজন সু-সন্তানে—স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামী আৰু ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াই অতি মহৎ উদ্দেশ্যেৰে এই ঠাইতে এই সাহিত্য সভাৰ প্ৰতিষ্ঠা কৰে। যিমান দিনলৈকে অসমীয়া জাতিৰ নাম বুৰঞ্জীত থাকিব সিমান দিন এই দুজন পুৰুষৰ নামো সোনৰ আখৰেৰে জিলিকি থাকিব। আমি এতিয়া আৰু প্ৰমাণ কৰিব নেলাগে যে আমি সুকীয়া জাতি আৰু যে আমাৰ ভাষা এটা প্ৰাচীন ভাষা। এতিয়া আমাৰ নিজৰ গৱৰ্ণমেণ্ট, নিজৰ বিশ্ববিদ্যালয়। সকলো ৰকমৰ সুবিধা আমাৰ ভাগ্যেৰে আমি পাইছো। এতিয়া আমাৰ উন্নতি আমাৰ নিজৰ হাতত। চাৰি কুৰি বছৰৰ আগেয়ে কোনে ভাবিছিল যে আমাৰ এনে সুদিন আহিব। যি সকল সুকৃতি পুণ্যবান পুৰুষে কলিকতাৰ মেচত চাহ খোৱা মেলত সেই "অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা"ৰ প্ৰথম কল্পনা কৰিছিল তেওঁবিলাকে সপোনতো ভাবিছিল নে যে আমাৰ এনে এটি দিন আহিব? অতি পৰিতাপৰ বিষয় যে তেওঁলোকৰ এজনেও আজিৰ দিনতো দেখিবলৈ নেপালে। আমি তেওঁলোকৰ আদৰ্শৰেই এতিয়া আগবাঢ়িব লাগিব। তেওঁবিলাকে ৰোবা গছ জোপা এতিয়া ডাঙৰ হ'ল—সি এতিয়া ফুলিছে। আমি এতিয়া তেওঁবিলাকৰ নিচিনাকৈ কঠোৰ পৰিশ্ৰম কৰিবও নেলাগে। আমাৰ পথ এতিয়া মুকলি হ'ল। বাহিৰৰ পৰা একো বাধা বিঘিনি নাই। এতিয়া আমি সহজে আগবাঢ়ি যাব পৰো। মই ভাবো আৰু ভাবি মই সন্তোষ পাওঁ যে আমি ঠিক বাটেৰেই আগবাঢ়ি গৈছোহঁক। মোৰ কথাত যদি সন্দেহ আছে, তেন্তে এবাৰ পাছলৈ চাওক আমি কিমান আগবাঢ়িলো। এবাৰ ভাবক ১৯১৭ চনৰ পৰা আজিলৈকে আমি কি কি কাম কৰিলোহঁক। চন্দ্ৰকান্ত সাহিত্য মন্দিৰ স্থাপন কৰাকে নকওঁ, তাৰ পাছতো আমি বহুত আৱশ্যকীয় কাম কৰিব পাৰিলো। সাহিত্য সভাই প্ৰকাশ কৰা বৃহৎ অভিধান, ট্ৰাষ্ট ফাণ্ডৰ পৰা প্ৰকাশ হোৱা কিতাপ এইবোৰৰ কথা ভাবক। মই ভাবোঁ যে আমাৰ সাহিত্য সভাৰ আটাইতকৈ ডাঙৰ কাম হ'ল "অসম সাহিত্য সভা পত্ৰিকা" খনি। এনে এখন আদৰ্শ পত্ৰিকা নহলে ভাষাৰ উন্নতি নহয়। মই কৈ আহিছো যে আমাৰ ভাষাৰ বিশেষত্ব এই যে ইয়াত লিখা ভাষা আৰু কোৱা ভাষাৰ পাৰ্থক্য অতি কম। লিখা ভাষা আৰু কোৱা ভাষাৰ পাৰ্থক্য সকলো ভাষাতে আৰু সকলো সময়তে থাকিব কিন্তু এই পাৰ্থক্য যিমান কম হয় সিমান মঙ্গল। মই আজি কালি কিতাপ পত্ৰ আৰু বাতৰি কাকত বৰকৈ নপঢ়ো। মোৰ এইবোৰ বিষয়ত একো অধিকাৰ নাই। আজিকালি আধুনিক ভাষাৰ গতি কেনে হৈছে মই ভালকৈ নেজানো; কিন্তু কেতিয়াবা দুটা এটা কিতাপ পঢ়ি বুজো যে আমাৰ দিনতকৈ, ভাব আৰু ভাষাৰ

যথেষ্ট উন্নতি হৈছে—সুন্দৰ মধুৰ ভাব, প্ৰাঞ্জল ভাষা। এনে শ্ৰেণীৰ কিতাপ পঢ়ি মই সন্তোষ পাইছো। কিন্তু মাজে মাজে দুটা এটা কিতাপ মোৰ চকুত পৰিছে য'ত বিষয়, ভাব, শব্দ গাথনি আৰু প্ৰকাশৰ ধৰণ তেনেই সুকীয়া। ইয়াৰ উপৰিও আৰু দুই এখন কিতাপ কেতিয়াবা হাতত পৰিছেহি যত কোৱা ভাষা আৰু লিখা ভাষাৰ ইমান পাৰ্থক্য দেখা যায় যে সাধাৰণ মানুহে তাক সহজে নুবুজে—যেন গ্ৰন্থকাৰে আগধৰি মনতে ইংৰাজীৰে ভাবি পাছত তাৰে মনতে ইংৰাজীৰে ভাবি পাছত তাৰে মনতে তৰ্জ্জমা কৰি কঠোৰ অসমীয়াত লিপিবদ্ধ কৰিলে। অৱশ্যে লিখকৰ সংখ্যা সৰহ হৈ আহে মানে এনে দুটা এটা দোষ সদায় থাকিব। কিতাপত এনে দোষ মাৰ্জ্জনীয়। কিন্তু এনে দোষ যদি বাতৰি কাকতত সোমায় তেন্তে আমাৰ ক্ষতি হ'ব। কাৰণ, আমাৰ সাধাৰণ মানুহৰ মাজত শিক্ষা প্ৰচাৰ কৰাৰ ঘাই উপায়, বাতৰি কাকতবোৰ। এইবোৰ সাধাৰণ মানুহে পঢ়ি গলেই বুজিব পৰা হ'ব লাগে। সাহিত্য সভাই ঘাইকৈ প্ৰাঞ্জল সৰল ভাষাৰ এটা আদৰ্শ সকলোৰে আগত ধৰিব লাগে। এই কাৰণেই, আন কাৰণে নহলেও, আমাৰ পত্ৰিকা খনিৰ আৱশ্যক, আৰু এটা কাৰণত এই পত্ৰিকা খনি আমাক লাগে। আপোনা সকলে নিশ্চয় মন কৰিছে যে আমাৰ ভাষাত লাহে লাহে বহুত বিদেশী শব্দ আহি সোমাইছে। এইটো স্বাভাৱিক কথা। সংসাৰত নতুন নতুন আবিস্কাৰ হৈ আহে মানে, নতুন নতুন ভাব সোমাই আহে মানে আমিও নতুন নতুন শব্দ আবিষ্কাৰ কৰি ল'ব লাগিব। এইদৰেই, ৰেল, টেলিগ্ৰাফ, ৰেডিঅ' আদি বহুত ইংৰাজী শব্দ আমি গ্ৰহণ কৰিছো। কিছুমান শব্দ আমি গঢ়িও লৈছো। যেনে উডাজাহাজ, হাতবাগী, জাননী-ফলী, নিজৰি কাপ। এইদৰে হবই লাগিব, নহলে সভ্য জগতত আমাৰ স্থান নাই। কিন্তু যেতিয়া নিজৰ ভাষাত সেইবোৰ অৰ্থযোজক শব্দ বিচাৰি পাওঁ তেতিয়া আমি বিদেশী, কঠোৰ বা অৰ্থহীন শব্দবোৰ ব্যৱহাৰ কৰা অন্যায়। দৃষ্টান্ত স্বৰূপে ধৰক আমাৰ পাটীগণিতৰ গৰিষ্ঠ গুণনীয় গুণিতক, লঘিষ্ঠ সাধাৰণ গুণনীয় গুণিতক এই অদ্ভুত শব্দবোৰ আমি ক'ৰ পৰা পালো? আমি বঙ্গদেশৰ সৰ্ব্বাধিকাৰীৰ পাটীগণিতৰ পৰা ধাৰ কৰি আনিলো। আমাৰ দেশত বকুল কায়স্থৰ অঙ্ক শাস্ত্ৰ নাছিল নেকি? লীলাৱতীৰ পুথিত্ত চোৱা হলেই আমি ল·, সা·গু·, গ· সা·গুৰ ঠাইত "গুণমান"·আৰু "ভাগমান" এই সুন্দৰ শুৱলা শব্দ দুটি পালোহেতেন—পৰিষ্কাৰ অৰ্থবোধক শব্দ! অতি দুৰ্ভাগ্য যে এনেবোৰ শব্দ এৰা পৰিল। সেইদৰে আকৌ "মধ্যাকৰ্ষণ" শব্দটো, এই শব্দটোও আমি বঙ্গালীৰ পৰা ধাৰ কৰিলো। এইটো শব্দৰ আগৰ নিউটনৰ দিনৰ বিজ্ঞান মতে টানি টুনি একৰকম অৰ্থ কৰিব পাৰিলেও, আজিকালি এনষ্টিনৰ বিজ্ঞানত ই নিতান্ত অৰ্থহীন কঠোৰ শব্দ। আমাৰ সংস্কৃতিৰ "আধাৰ শক্তি" শব্দটি, শুৱলা আৰু অৰ্থবোধক হলহেতেন। মই আপোনা সকলক কোৱা নাইযে ল সা গু, গ সা গু, বা মধ্যাকৰ্ষণ শব্দবোৰ আমাৰ অভিধানৰ পৰা গুচাই দিব লাগে। এইবোৰ শব্দ এনেকৈ সোমাল যে সিহঁতক আৰু গুচাব নোৱাৰি। কিন্তু আগলৈ বহুত এনে, কৰ্কশ আৰু শব্দহীন শব্দ আহি আকৌ আমাৰ ভাষাত সোমাব পাৰে। ইয়াৰ প্ৰতিবিধান সাহিত্য সভা পত্ৰিকাই নকৰিলে আৰু কোনে কৰিব? এনে ধৰণৰ যিবোৰ শব্দ সোমাই গৈছে সেইবোৰ যদি গুচাব পাৰি তেন্তে পত্ৰিকাই নুগুচালে আৰু কোনে গুচাব? এনেবোৰ কাৰণত মই ভাবো যে আমাৰ পত্ৰিকা খনিৰ উন্নতি কৰাই আমাৰ প্ৰথম কৰ্ত্তব্য। অতি সন্তোষৰ কথা যে এই পত্ৰিকাখনৰ ক্ৰমে উন্নতি হৈছে।

এই পত্ৰিকাৰ বাহিৰেও সভাই আৰু বহুত আৱশ্যকীয় কাম হাতত লৈছে। আপোনাসকলে জানে আৰু মই এইমাত্ৰ কৈ আহিছো যে কলিকাতাৰ অ ভা· উ সা, সভাই প্ৰথমতে অসমীয়া পুথিৰ তালিকা খন প্ৰস্তুত কৰিছে ইমান কৃতকাৰ্য্য হব পাৰিলে, সেই সভাই তালিকা খন মাত্ৰ প্ৰস্তুত হে কৰিলে। সিও অসম্পূৰ্ণ তালিকা— তেওঁবিলাকে পুৰণি পুথিবোৰ গোটাব নোৱাৰিলে। তাৰ পাছৰ পৰাই সেই পুথিবোৰ গোটাবলৈ, ছপাই প্ৰকাশ কৰিবলৈ আমি সকলোৰে চেষ্টা কৰি আছো। এই কামটো এতিয়া আমাৰ সভাই হাতত লৈছে। আমাৰ সুযোগ্য সভাপতি ডাঃ সূৰ্য্য কুমাৰ ভূঞাই এই বিষয়ে বহুত আগ বাঢ়িছে। অলপতে তেওঁ বিলাতলে গৈ British Museum অত কিছুমান পুথি দেখি আহিছে। এইবোৰ আমাৰ দেশৰ পৰা নিয়া পুথি। আশা কৰিব পাৰি যে এইবোৰ পুথি এতিয়া আমাক ফিৰাই দিব বা নহলেও আমি যত্ন কৰিলে তাৰ ফটোগ্ৰাফিক অনুলিপি আনিব পাৰিম।

আমাৰ দাতি কাষৰীয়া ভাই-ভনী বোৰৰ লগত মিলা প্ৰীতিৰে থাকিবলৈ হ'লে, আমাৰ কথাও তেওঁবিলাকে বুজিব লাগিব আৰু তেওঁবিলাকৰ মাজত অসমীয়া ভাষা প্ৰচাৰ কৰা, অসমীয়া শিকিবলৈ তেওঁবিলাকক সুবিধা দিয়া সভাৰ এটি প্ৰধান কৰ্ত্তব্য। এই কামো সভাই হাতত লৈছে।

সভাই কি হাতত লৈছে আৰু কি কৰিব লাগে এইবোৰ কথা কোৱা মোৰ উদ্দেশ্য নহয়। কথাত কথা ওলাইহে কব লগীয়া হ'ল। আমি আজিলৈকে কি কৰিলো সেইটো আপোনা সকলে ভালকৈ জানে আৰু নেজানিলেও প্ৰধান সম্পাদকৰ বিবৃতিত পাব। আগলৈ আমি কি কৰিব্ লাগে সেইটো আপোনালোকৰ বিচাৰ্য্য—আপোনা সকলৰ আলোচনাৰ বিষয়—মই বা আন কোনো এজন মানুহৰ কাম নহয। আমি সকলোৱে মিলি প্ৰকাশ্য সভাত আলোচনা কৰি কৰা কাম। মই আপোনাসকলক ইযাকে মাত্ৰ ক'ব খোজো যে ১৯১২ চনলৈকে আত্মৰক্ষাৰ বাহিৰে আৰু আমি কোনো বিশেষ উল্লেখযোগ্য কাম কৰিব নোৱাৰিলো। তাৰ পাছৰ পৰা আমি যথেষ্ঠ সুযোগ পাইছো, সহায, উপযুক্ত শিক্ষিত মানুহ ওলাইছে আৰু সেই গুণে আমি দ্ৰুত বেগে উন্নতিৰ বাটত আগবাঢি যাব পাৰিছো আৰু আশা কৰো যে এতিয়াৰ পৰা আগতকৈও দ্ৰুত বেগে আগবাঢিব পাৰিমহক। কাৰণ এতিযা আগৰ দিন নাই। আগেযে আমি ধনৰ অভাৱত একো কৰিব নোৱাৰিছিলো। ৰজা ঘৰৰ পৰা একো উৎসাহ বা সহায নেপাইছিলো। মোৰ মনত আছে যে তাহানি কলিকতাৰ অ ভা উ সা সভাই চৰকাৰী গেজেট আৰু ৰিপৰ্টবোৰ বিনামূল্যে পাবলৈ আবেদন কৰিছিল। প্ৰথমতে গবৰ্ণমেণ্টে সভাৰ আৱেদন না-মঞ্জুৰ কৰিলে পাছত দিওঁ নিদিওঁ কৰিহে গেজেট, চিভিল লিষ্ট, administrative ৰিপৰ্টৱোৰ দিছিল। এতিয়া আৰু এনে হব নোৱাৰে। এতিয়া আমাৰ নিজৰ ৰজা, নিজৰ বিশ্ববিদ্যালয, নিজৰ ধন। যাৰ হাতত আমাৰ ৰাজ ভড়ালৰ চাবিটো আছে, তেওঁবিলাক আগধৰি সাহিত্যানুৰাগী অসমীযা তাৰ পাছত হে তেওঁবিলাক মন্ত্ৰী। কিন্তু তেওঁবিলাকৰ হাত ভৰি বন্ধা। ভৰালৰ পৰা তেওঁবিলাকে এক পইচাও উলিয়াই আনিব নোৱাৰে যেতিয়ালৈকে তেওঁবিলাকে নিশ্চযকৈ নেজানে যে সেই পয়চাটি সজ কামত খৰচ হ'ব আৰু তাৰ অপব্যয় নহব। আমি যদি বুজাব পাৰো যে আমি সজ কামত খৰচ কৰিব পাৰিম তেন্তে তেওঁবিলাকে আমাক বিমুখ নকৰে বুলি মোৰ দৃঢ় বিশ্বাস। আমাৰ এই সভাত ৰাজনৈতিক কোনো কূট প্ৰশ্ন নাই, কোনো সাম্প্ৰদায়িক মত ভেদ নাই। আমাৰ গৱৰ্ণমেণ্ট, আমাৰ বিশ্ববিদ্যালয় আৰু আমাৰ সাহিত্য সভা এই তিনিওৰো একে উদ্দেশ্য, একে স্বাৰ্থ—সাহিত্যৰ উন্নতি, সাহিত্যৰ প্ৰচাৰ। এই তিনি পক্ষই একত্ৰ হৈ এটি কমিটি গঠন কৰি যদি এটা কাম কৰিবলৈ মনস্থ কৰে তেন্তে সেই কাম ধনৰ অভাৱত পৰি যে নেথাকে তাৰ কোনো ভুল নাই। এই ২য় পঞ্চ-বাৰ্ষিকী পৰিকল্পনাতে ইচ্ছা কৰিলে আমি সেইদৰে কৰিব পাৰো।

এনে স্থলত আমাক আৰু একো নেলাগে। আমাক কেৱল লাগে উৎসাহ, সংকল্প আৰু একতা। এই উৎসাহ, সংকল্প আৰু একতাৰ আমাৰ অভাৱ নাই। অৱশ্যে মাজতে দুদিন মান আমি নিযম মতে কাম কৰিব নোৱাৰিলো—এইটো সচা কথা। আমাৰ আচল সম্বল, আমাৰ পত্ৰিকাখনি বন্ধ হৈছিল, অলপ সময়ৰ ভিতৰতে আমাৰ নিয়মাৱলী দুবাৰ সংশোধন কৰিব লগীয়া হৈছিল অৰ্থাৎ পোন কথাৰে ক'বলৈ গ'লে আমি কাজিযা কৰিছিলো। সেইবাবে আমি হতাশ হ'ব নেলাগে। মই ভাবো যে এইটোও এটা শুভ লক্ষণ হে। ইয়াৰ পৰা প্ৰমাণ হ'ল যে আমি প্ৰত্যেকে এই সাহিত্য সভাখনিক আমাৰ নিচেই আপোন বস্তু বুলি ভাবো—নহলে ইয়াৰ নিমিত্তে আমি কাজিয়া কৰিবলৈ গলোহেতেন কিয় ? শুই থ'কা মানুহে কাজিয়া কৰিব নোৱাৰে। সাৰ পাই উঠিলেহে কাজিয়া লাগে আৰু লাগিলেহে ভাগে। আমি যদি প্ৰত্যেকে একেবাৰে উদাসীন হৈ সভাত গা এৰা দি বহি থাকিলো হেতেন তেন্তে কোনো কথাই নাছিল। আমি প্ৰত্যেকে এই সভাক আমাৰ অতি প্ৰিয় বস্তু বুলি নজনা হলে আমাৰ সভাপতি ডাঃ ভূঞাই ইমান সুদক্ষতাৰে আমাক এই এবছৰ চলাব নোৱাৰিলেহেতেন। তেওঁ আমাৰ নিমিত্তে বহুত কাম কৰিছে আৰু আগলৈকো কৰিব বুলি আশা কৰিছো। কিন্তু তেওঁ একো নকৰা হেতেনো অকল এই দুঃসময়ৰ বছৰটো আমাৰ সভাপতি হৈ আমাক মিলাই দিয়াৰ বাবেই আমি তেওঁৰ ওচৰত কৃতজ্ঞ হৈ থাকিলো হেতেন। তেওঁৰ এই সজ কামৰ বাবে মই ধন্যবাদ দিছো।

আজি আপোনা সকল সকলো আহি আপোনা সকলৰ নিজা ঘৰ নিজৰ সম্পত্তি চন্দ্ৰকান্ত সাহিত্য মন্দিৰত নতুন সংসাহেৰে আকৌ গোট খোৱা দেখি মোৰ মনত এয়ে আশা হৈছে যে এইবাৰ যেন সাহিত্য সভাৰ এটি নতুন যুগ আৰম্ভ হব। মই ভাবিছো যে আজিৰ দিনটো সাহিত্য সভাৰ ইতিহাসত এটা চিৰস্মৰণীয় হ'ব। আজিয়েই পোন প্ৰথমে এগৰাকী বিদুষী মহিলা আহি আমাৰ সভাপতিৰ আসনত বহিব। শ্ৰীমতী নলিনীবালা দেৱীৰ পৰিচয় মই আপোনা সকলক দিব নেলাগে। আপোনাসকল সকলোৱে তেওঁক জানে আৰু যথেষ্ট শ্ৰদ্ধা আৰু সন্মান কৰে। তেওঁ মোৰ বন্ধু

পুত্ৰী আৰু স্নেহৰ পাত্ৰী। সেইদৰে হলেও মই তেওঁক আপোনাসকলৰ সমানেই শ্ৰদ্ধা কৰে। মই তেওঁক সৰ্ব্বান্তঃকৰণেৰে আশীৰ্ব্বাদ কৰিছো, মই ঈশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰিছো ঈশ্বৰে যেন তেওঁক এনে শক্তি দিয়ে যাতে তেওঁ বাট দেখুৱাই আমাক সু-পথেৰে লৈ গৈ নিজেও চিৰ যশস্বিনী হয় আৰু আমাকো কৃতাৰ্থ কৰে।

# সংসাৰৰ দুখ

ঈশ্বৰ সৰ্বশক্তিমান। তেন্তে তেওঁ তেওঁৰ সংসাৰত দুঃখ নকৰি নোবাৰিলে হেতেন নে? কিয় তেওঁ তেওঁৰ প্ৰাণীলৈ দুখ-কষ্ট স্ৰজিলে? তেওঁ সুখৰ সংসাৰ নস্ৰজিলে কিয়?

সৃষ্টিৰ আদিৰে পৰা এই প্ৰশ্ন সকলো মানুহৰ মনত উদয় হৈ আছে। কিন্তু আজিলৈকে কোনেও ইয়াৰ উত্তৰ দিব পৰা নাই।

ইউৰোপত মানুহে ভাবিছিল যে ঈশ্বৰে সুখৰ সংসাৰ হে সৃষ্টি কৰিছিল, কিন্তু পাছত অসুৰে (Satan) আহি ইয়াত দুখ-কষ্ট আনি সুমালেহি। আমাবো কয় যে দুষ্ট গ্ৰহৰ প্ৰভাৱত হে মানুহে দুখ-কষ্ট ভোগ কৰে।

সাংখ্য দৰ্শনেও কয় যে অব্যক্ত ব্ৰহ্ম উদাসীন, নিষ্ক্ৰিয়, সুখ-দুখ সকলো প্ৰকৃতিৰ সৃষ্টি।

এনেবোৰ মতে যেন ধৰি লৈছে যে জগতৰ দুজন সৃষ্টি-কৰ্ত্তা—এজনে সুখৰ আৰু ইজনে দুখৰ সৃষ্টি কৰে। ইয়াত যেন মূলত দুটি তত্ত্ব—পুৰুষ-প্ৰকৃতি, চেতন-অচেতন, সুখ-দুখ, জ্ঞান-অজ্ঞান।

বেদান্তই কিন্তু কয় এই জগতত ঈশ্বৰৰ বাহিৰে আৰু একো নাই। সাংখ্যৰ প্ৰকৃতিও তেওঁৰ হে শক্তি। তেওঁ সুখ-দুখ উভয়ৰ স্ৰষ্টা। তেওঁ নিজেই বহুজীৱ হৈ লীলা কৰিছে। তেওঁ অসংখ্য জীৱ হৈ, অসংখ্য ৰকমৰ সুখ-দুখ তেওঁ নিজেই ভোগ কৰিছে। তেওঁ দুখ সৃষ্টি কৰি নিজেই দুখ ভোগ কৰিছে। এয়ে তেওঁৰ লীলা। ইয়াত পক্ষপাত বা নিষ্ঠুৰতাৰ প্ৰশ্ন নুঠে।

সেইদৰে হলেও, আমাৰ প্ৰশ্নৰ উত্তৰ নহল। তেওঁ দুখৰ একেবাৰে সৃষ্টি নকৰাকৈ লীলা কৰিব নোৱাৰেনে? তেওঁ সৰ্ব্ব-শক্তিমান নহয় নে? এইবাৰ আমাৰ প্ৰশ্নৰ উত্তৰত বেদান্তই কয় যে সুখ-দুখ দুয়োটা নহলে সংসাৰ নহয়, যেনেকৈ ৰঙা, ক'লা, হালধীয়া আদি সকলো ৰঙ নহলে এখন সুন্দৰ ছবি নহয়। গোটেই ছবিখন একেলগে চালে আমি তাত সৌন্দৰ্য্যৰ বাহিৰে একো নেদেখোঁ, তাৰ সৌৰ্ন্দয্যত আমি মোহ যাওঁ, তেন্তে কোনোটো ৰং দেখি আমি সুখ পাওঁ আৰু কোনোটা দেখি অসুখ পাওঁ আৰু ছবিৰ সৌন্দৰ্য্য ক'তো উপভোগ নকৰো। সেই দৰেই এই গোটেই জগতখন যদি আমি একলগে চাব পাৰিলোঁহেতেন, তেন্তে ইয়াত সৌন্দৰ্য্যৰ বাহিৰে একো নেদেখিলোঁহেতেন, যেনে আত্মজ্ঞানী মানুহৰ দেখা।

তেওঁবিলাকে সৰ্ব্বত্ৰ ব্ৰহ্মদৰ্শন কৰে। নিজৰ আত্মাতে গোটেই জগত একেলগে দেখে আৰু নিজক ব্ৰহ্মত দেখে [গীতা ৪/৩৫]। তেওঁবিলাকে জগতত দুখ নেদেখে। তেওঁবিলাক সদায় সুখী, সদায় আত্ম-তৃপ্ত [গীতা ৩/১৭]।

সুখ-দুখ আদি সকলো ভাব প্ৰকৃতিৰ সৃষ্টি। মানুহে প্ৰকৃতিৰ বশত হে কাৰ্য্য কৰে [গীতা ৩/৫] আৰু সেইগুণে দুখ ভোগ কৰে, কাৰণ "সৰ্ব্বং পৰবশং দুঃখম্। সৰ্ব্বমাত্মবশং সুখম্।" আদি প্ৰকৃতিৰ বশত অবশ, আমাৰ স্বাধীন কৰ্ত্তৃত্ব নাই। আমাৰ মন সদায় উদ্বেগপূৰ্ণ—এটা নহয় এটা চিন্তা আমাৰ সদায় আছে। কিন্তু যি সকল গুণাতীত পুৰুষ প্ৰকৃতিৰ পৰা মুক্ত হৈছে; তেওঁবিলাক সদায় সন্তুষ্ট, সদায় সুখী আৰু সদায় স্বাধীন। তেওঁবিলাক "সন্তুষ্টঃ সততং যোগী" [গীতা ১২/১৪]। এনে মানুহৰ পক্ষেও সংসাৰত দুখ-কষ্ট নাই।

এই কথাটো সাংখ্য দৰ্শনেও ঠিক এই দৰেই কৈছে, যে পুৰুষ যেতিয়া প্ৰকৃতিৰ বন্ধনৰ পৰা মুক্ত হয় তেতিয়া তেওঁ সুখ-দুখ সকলোৰে অতীত হয়। এনে পুৰুষে ঐকান্তিক আৰু আত্যন্তিক সুখ লাভ কৰে [সাংখ্য ৬৮ কাৰিকা।]

সাংখ্যই আৰু এটা ডাঙৰ কথা কৈছে; সাংখ্যই কৈছে যে জগৎখন যেন এটা যন্ত্ৰ, য'ত সকলো কাৰ্য্য যেন স্বভাৱতে

আপোনা-আপুনি হৈ গৈছে। এই যন্ত্ৰৰ উদ্দেশ্য, পুৰুষৰ ভোগ আৰু ভোগৰ পৰা অপবৰ্গ। অসংখ্য সুখ-দুখ ভোগৰ মাজে আৰু অসংখ্য জন্মান্তৰৰ মাজে আমাক আৰু প্ৰকৃতিক অপবৰ্গৰ ফালেহে লৈ যাব পাৰে, বিপৰীত ফালে নিব নোৱাৰে। আমাৰ ভালৰ নিমিত্তে হে প্ৰকৃতিয়ে আচলতে আমাক দুখ-কষ্ট দিছে। অৰ্থাৎ ঈশ্বৰে আমাক যি কৰাইছে আমাৰ মঙ্গলৰ বাবেহে কৰাইছে। গুণবতী প্ৰকৃতিয়ে আমাৰ উপকাৰ হে কৰে, অপকাৰ কৰিব নোৱাৰে, যথা ঃ—

নানা বিধৈৰুপায়ৈৰুপ কাৰিণ্য নুপকাৰিণঃ পুংসঃ
গুণবত্যগুণস্য সতস্তস্যাৰ্থমপাৰ্থকং চৰতি ।।

[সাংখ্য ৬০ কাৰিকা]

সেইগুণেই বঙালী সাধকে গায ঃ

বাৰে বাৰে যত দুঃখ
দিয়েছ, দিতেছ, তাৰা।
দুঃখ নয, সে দয়া তব,
জানি আমি দুঃখ হৰা ।।
সন্তান মঙ্গল তৰে,
জননী তাড়না কৰে—ইত্যাদি

এইবোৰ কথা বুজাও টান আৰু বুজিলেও আমাৰ প্ৰশ্নৰ প্ৰকৃত উত্তৰ নহয। আমাৰ প্ৰশ্ন এই যে দুখৰ একেবাৰে সৃষ্টি নকৰি, ঈশ্বৰে শুদা সুখৰ সংসাৰ সৃষ্টি কৰিব নোৱাৰে নে? যদিহে নোৱাৰে তেন্তে তেওঁ কিহৰ সৰ্ব্ব-শক্তিমান? এই প্ৰশ্নৰ উত্তৰ কোনো দৰ্শনে দিব পৰা নাই। কোনো পণ্ডিতে ভাবি উলিযাব পৰা নাই। Lotze এ তেওঁৰ Philosophy of Religion নামেৰে কিতাপ খনত কৈছে ঃ—

"The Problem of Evil can be traced only to the inscrutable wisdom of God" এয়ে ইউৰোপীয দৰ্শনৰ শেষ সিদ্ধান্ত।

আমাৰ শাস্ত্ৰতো ইয়াকে সদায কৈছে। গীতাই কৈছে যে ঈশ্বৰৰ মায়া মানুহে বুজিব নোৱাৰে।

দৈবীহ্যেষা গুণময়ী মম মায়া দুৰত্যয়া।

(গীতা ৭/১৪)

কিন্তু যি তেওঁৰ শৰণাপন্ন হয়, সি এই মায়া অতিক্ৰম কৰে ঃ

মামেব যে প্ৰপদ্যন্তে মায়ামেতাং তৰন্তিতে।

(গীতা ৭/১৪)

এনে ভক্তই সংসাৰত দুখ ভোগ নকৰে। তেওঁ সদায় সুখী, সদায় সন্তুষ্ট। তেওঁ ভক্ত হৈ থাকি, সংসাৰত ইমান সুখ পায় যে তেওঁ সংসাৰৰ পৰা মুক্ত হবলৈ ইচ্ছা নকৰে—যেনে

মুক্তিত নিস্পৃহ যিটো, সেহি ভকতক নমো,
ৰসময়ী মাগোহো ভকতি।

আমি ওপৰত দেখুৱালো যে উচ্চতম স্তৰত অৰ্থাৎ আত্মজ্ঞানী বা গুণাতীত যোগী বা ভক্তৰ পক্ষে, এই সংসাৰত একো দুখ কষ্ট নাই, ই সুখৰ সংসাৰ। একেবাৰে নিম্ন স্তৰতো, যেনে জড়-জগৎ বা উদ্ভিদ্ জগততো জীৱৰ সুখ-দুখৰ অনুভূতি অস্ফুট বা একেবাৰে নাই। সেইগুণে ভাগবতত কয় ঃ

যে চ মূঢ়তমা লোকে যে চ বুদ্ধেঃ পৰংগতাঃ।
দ্বাবেব সুখ মেধেতে, ক্লিশ্যন্তেহন্ত বিতো জনঃ।।

অৰ্থাৎ সৃষ্টিৰ মধ্যস্তৰত মাত্ৰ জীৱই দুখ কষ্ট ভোগ কৰে। তথাপি মৰিবলৈ কিন্তু কোনোৱে ইচ্ছা নকৰে । দুখৰ ভিতৰতে সুখ পায। অতীত দুখৰ চিন্তাও সুখদায়ক যেন হে হয। প্ৰকৃতিয়ে যেন নিজে দুখত পৰা জীৱক সান্ত্বনা দিয়ে, আশা দিয়ে, সময়ৰ লগে লগে অতীত দুখৰ চিন্তা পাহৰাই দিয়ে। স্বভাৱতে এইদৰে হয এই শ্ৰেণীৰ জীৱৰো দুখ আপেক্ষিক দুখ অৰ্থাৎ—সকলোৱে সমানে অনুভৱ নকৰে। একেটা বস্তুয়েই এজনৰ পক্ষে সুখদায়ক কিন্তু এজনৰ পক্ষে হয়তো দুখদায়কহে হয়। একেটা বস্তুয়েই এসময়ত হয়তো এজনৰ পক্ষে সুখ-দায়ক কিন্তু আন এসময়ত ঠিক সেই বস্তুয়েই আৰু ঠিক সেইজন মানুহৰেই, দুঃখ-দায়ক হব পাৰে।

সেইগুণে আমাৰ শাস্ত্ৰত কয়, আৰু আধুনিক বিজ্ঞানেও ঠিক সেই দৰেই কয় যে সুখ-দুখ বাস্তব পদাৰ্থ নহয়। ইহঁত বস্তুত লাগি থকা নাই আৰু আমাৰ মনতো লাগি থকা নাই। তেন্তে যদি বাহিৰতো ইহঁত নাই আৰু মনৰ ভিতৰতো ইহঁত নাই তেন্তে ইহঁত কি পদাৰ্থ আৰু কেনেকৈ ইহঁতৰ উৎপত্তি হয়? এই প্ৰশ্নৰ উত্তৰত গীতাই কৈছে, আৰু বিজ্ঞানেও সেই দৰে কয়, যে সুখ-দুখ বিষয়ৰ লগত মনৰ সংযোগ হলেহে উৎপন্ন হয়—অৰ্থাৎ বিষয়ৰ কথা মনত পৰিলেহে সুখ বা দুখৰ উৎপত্তি হব পাৰে, যথা

মাত্ৰাস্পৰ্শাস্তু কৌন্তেয় শীতোষ্ণ সুখদুঃখদাঃ।
আগমাপাযিনোঽনিত্যাস্তাং তিতিক্ষস্ব ভাৰত ।।

[গীতা ২/১৪]

ইহঁত ক্ষণস্থায়ী ভাব পদাৰ্থ। উৎপন্ন হৈ অচিৰে বিনাশ হয়। বিষয়-চিন্তা নকৰিলেই ইহঁত নাই।

আমি যদি বিষয়-চিন্তাৰ পৰিবৰ্ত্তে ঈশ্বৰ-চিন্তা কৰো তেন্তে

দুখৰ পৰিমাণ লাহে লাহে কমি আহিব। সেইগুণে গীতাৰ উপদেশ এই

অনিত্যমসুখং লোকমিমং প্ৰাপ্য ভজস্ব মাম্।

[গীতা ৯/৩৩]

এই উপদেশ মতে চলিব পাৰিলে আমি পাৰ্থিৱ সকলো দুখ-সুখৰ পৰা নিস্তাৰ পাই, আচল আত্মসুখ (Pleasure of Exitence) লাভ কৰিব পাৰো। এই সুখ আত্যন্তিক সুখ—পাৰ্থিব সুখ নহয় [গীতা ৫/২১-২২] গীতাই ইযাক "অক্ষয়" সুখ বুলিছে। ওপৰত ২/১৪ শ্লোকত কোৱা সুখ অনিত্য, পাৰ্থিব সুখ, ক্ষণস্থাযী বা ক্ষযশীল সুখ। দুখৰ বিষযে সাংখ্যদৰ্শনে প্ৰথম আৰম্ভতে, ১ম কাৰিকাতে কলে ঃ

"দুঃখত্ৰযাভিতাতাজ্জজ্ঞাসা"……

অৰ্থাৎ সংসাৰত যদি আধিভৌতিক, আধ্যাত্মিক, আৰু আধিদৈবিক—এই তিনি বিধ দুখ নেথাকিলহেতেন তেন্তে পৃথিবীতে দৰ্শন শাস্ত্ৰৰ আলোচনাই নহলহেতেন।

ভাগবতেও এই কথাটো এইদৰে কৈছে ঃ

শ্ৰীকৃষ্ণক কুন্তী দেবীয়ে কলে, "হে কৃষ্ণ, মই প্ৰাৰ্থনা কৰোঁ। তুমি যেন মোক সদায় দুখহে দিয়া; কাৰণ, দুখত পৰিলেহে মোৰ তোমালৈ মনত পাৰে।" সংসাৰত দুখ নথকা হলে মানুহে ঈশ্বৰলৈ একেবাৰে পাহৰিলে হেতেন। মানুহৰ পৰমাৰ্থিক উন্নতি নহলহেতেন।

# জীৱনৰ উদ্দেশ্য

মনুষ্য জীৱনৰ উদ্দেশ্য কী? মানুহৰ এই সংসাৰত কৰ্ত্তব্য কি?

আগৰ দিনত যেতিয়া মানুহে নুবুজিছিল, যে আত্মা নো কি পদাৰ্থ, যেতিযা মানুহে নেজানিছিল যে মৃত্যুৰ পাছতো আত্মা থাকে, যেতিযা ভাবিছিল যে এই দেহেই আত্মা আৰু দেহৰ লগতে আত্মাও ধ্বংশ হৈ যায়, তেতিযা সকলো মানুহে ভাবিছিল যে জীৱনৰ উদ্দেশ্যই এই যে যিমান দিন জীযাই থাকো সিমান দিন সুখেছে জীয়াই থাকিবলৈ যত্ন কৰিব লাগে। 'যাবজ্জীবেৎ সুখং জীৱেৎ, ঋণং কৃত্বা ঘৃতং পিবেৎ'—এয়ে পুৰণি চাৰ্ব্বাক দৰ্শন। এতিয়াও আসুৰী প্ৰকৃতিৰ মানুহৰ এয়ে দৰ্শন। তেওঁবিলাকে এতিয়াও ভাবে যে এই দেহেই আত্মা, দেহ নাশ হলেই আমাৰ জীৱনৰ শেষ হব। সেইবাবে তেওঁবিলাকে দেহৰেই যত্ন কৰে, দেহৰ সুখকে আচল সুখ বুলি ভাবে।

কিন্তু জ্ঞান বৃদ্ধিৰ লগে লগে পৃথিবীৰ অধিকাংশ মানুহে বুজিলে যে এই পুৰণি চাৰ্ব্বাক মতটো আচলতে অ-নীতিমূলক স্বাৰ্থপৰতাৰ বাহিৰে আৰু একো নহয়। আমি সংসাৰত থাকিবলৈ হলেই সমাজত থাকিব লাগিব। গোটেই সমাজ সুখী নহলে অকল এটা মানুহ সুখী হব নোৱাৰে। গোটেই সমাজৰ উন্নতি হলেহে মানুহৰ ব্যক্তি-গত উন্নতিও হব পাৰে। সেইগুণে আগৰ চাৰ্ব্বাকৰ অ-নীতি-মূলক স্বাৰ্থপৰতাৰ ঠাইত, বৰ্ত্তমান জগতে নিঃস্বাৰ্থপৰ পৰোপকাৰ বা সমাজ সেবাক (Social serice) আদৰ্শ লৈছে। বৰ্ত্তমান জগতত জীৱনৰ উদ্দেশ্য হ'ল—নিঃস্বাৰ্থপৰ সমাজ-সেবা। জীৱনৰ কৰ্ত্তব্য হ'ল—সকলো মানুহক সমানে সুখী কৰিবলৈ, সমানে ধনী কৰিবলৈ, সমানে জ্ঞানী কৰিবলৈ, সমানে ধৰ্ম্মপৰায়ণ কৰিবলৈ, সকলোকে সকলো বিষয়তে সমান সুবিধা দিবলৈ—অৰ্থাৎ পৃথিবীত একেবাৰে সমত্ব স্থাপন কৰিবলৈ যত্ন কৰা। এনে কাল্পনিক জগৎ এখন,—utopia এখন, সৃষ্টি কৰিব পৰা হলে অবশ্য বৰ ভাল আছিল। কিন্তু আমি পাৰিম নে?

প্ৰথমত এই সৃষ্টিৰ মূলতে ভেদ আৰু বৈষম্য। ই নহলে সংসাৰ নহয়। সাংখ্য দৰ্শনৰ ২য় কাৰিকা'ত আছে যে স্বৰ্গতো "অতিশয়-যুক্ত" দোষ আছে—অৰ্থাত তাতো উচ্চ-নীচ আদি অবস্থাৰ তাৰতম্য আছে, তাতো সকলো সমান নহয়। তাতো ভোগৰ তাৰতম্য আছে। এনে স্থলত পৃথিবীতে আমি একেবাৰে সমত্ব স্থাপন কৰিব পাৰিম নে?

তাৰ বাহিৰেও, যি নিঃস্বাৰ্থপৰ (selfless) কৰ্ম্মক আশ্ৰয় কৰি আমি জগতত সমত্ব স্থাপন কৰা সম্ভৱ বুলি ভাবিছো, সেই "নিঃস্বাৰ্থপৰতা" এটা কথাৰ কথা মাত্ৰ। নিজৰ আত্মাক

কেন্দ্ৰ নকৰি, মানুহে কোনো কৰ্ম্ম কৰিব নোৱাৰে। যাজ্ঞবল্ক্যই কৈছে ঃ—

"শুনা মৈত্ৰেয়ি, মানুহে নিজৰ স্ত্ৰীক ভাল পায়, নিজৰ নিমিত্তেহে ভাল পায়, স্ত্ৰীৰ সুখৰ নিমিত্তে নহয়। আত্ম-প্ৰেমহে যথাৰ্থ প্ৰেম। জগতত যি যি বস্তু মানুহে ভাল পায়, নিজৰ আত্মাৰ প্ৰীতি সাধন কৰে বাবে হে ভাল পায়।"

আত্মাক, (অৰ্থাৎ নিজক) বাদ দি মানুহৰ কোনো কালে কোনো কৰ্ম্ম হব নোৱাৰে। হব পাবে বুলি আমি ভাবোঁ, কাৰণ আমি আমাৰ নিজৰ মনটো নিজে ভালকৈ নেদেখো। আমি নিজে নিজক অনেক সময়ত প্ৰতাৰণা কৰোঁ। এটা কাম কৰি আমি সৰল ভাবে বিশ্বাস কৰোঁ যে এই কামটো আমি নিঃস্বাৰ্থ ভাবে পৰৰ উপকাৰৰ বাবে কৰিছো, ইযাত আমাৰ নিজৰ একো স্বাৰ্থ নাই। কিন্তু আমি কব নোবাৰোঁ, ইযাৰ ভিতৰতে আমৰ মনৰ কোনো চুকত কেনেকৈ প্ৰশংসা লাভ, যশস্যা লাভ বা প্ৰিয় জনৰ প্ৰীতি সাধন, বা এনে স্বাৰ্থপৰ আন ভাববোৰ লুকাই আছে।

আকৌ এই জগতখন এনে ভাবে সংযুক্ত যে ইয়াত এজনৰ উপকাৰ কৰা মানে আৰু এজনৰ অপকাৰ কৰা, এখন সমাজৰ হিত সাধন কৰা মানে আন এখনৰ অহিত সাধন কৰা।

এইবোৰ কথাৰ এই প্ৰবন্ধত আলোচনা কৰা আবশ্যক নাই। তৰ্ক স্থলত আমি ধৰি ললোঁ যে নিঃস্বাৰ্থপৰ কৰ্ম্ম সম্ভব আৰু এইদৰে কৰি পৃথিবীত সমত্ব স্থাপন কৰাও সম্ভব। আৰু আমি ধৰি ললোঁ যে এইদৰে আমি সমতা স্থাপন কৰি সকলো সমান হলোঁ। এতিয়া তেন্তে এনে utopia পৃথিবীতে আমাৰ জীবনৰ উদ্দেশ্য কি হল ? আৰু আমাৰ আৰু কি কৰ্ত্তব্য বাকী থাকিল ? এইবাৰ আমি কবলৈ বাধ্য যে আমাৰ আৰু কৰ্ত্তব্য একো নাই, এতিয়া আৰু আমাৰ জীবনৰ উদ্দেশ্য "জীয়াই থকা"। আকৌ সেই চাৰ্ব্বাক মত !! "জীয়াই থকাৰ (জীবনৰ) উদ্দেশ্য জীয়াই থকা" এনে এটি বাক্যৰ একো অৰ্থ নাই। মানুহে এইদৰে কয়, কাৰণ মানুহে বিশ্বাস কৰে যে আমাৰ এই জীবনে প্ৰথম জীবন আৰু এযে আমাৰ শেষ জীবনো। এইটোয়েই আমাৰ আচল ভুল। আমি ইয়াৰ আগেয়েও বহুত জন্ম গ্ৰহণ কৰিছিলো আৰু মৃত্যুৰ পাছতো আকৌ বহুবাৰ জন্ম গ্ৰহণ কৰিম। যথা—

> ন ত্বেবাহং জাতু নাসং ন ত্বং নেমে জনাধিপাঃ।
> ন চৈব ন ভৱিষ্যামঃ সৰ্ব্বে বয়সতঃ পৰম্ ॥
>
> [গীতা ২/১২]

সেইগুণে আমাৰ শাস্ত্ৰত কয় যে জীয়াই থকাই আমাৰ জীবনৰ শেষ লক্ষ্য নহয়। জীয়াই নথকা হে আমাৰ উদ্দেশ্য। কেনেকৈ অসংখ্য জন্মান্তৰ গ্ৰহণৰ পৰা মুক্তি পাওঁ, সেয়েহে জীবনৰ জ্ঞাতব্য বিষয। সেইটো জানিবলৈ হলে আমি নিজক নিজে জানিব লাগিব অৰ্থাৎ প্ৰত্যেক জীবই ঈশ্বৰ—সেই কথাটো আমি জানিব লাগিব। "ঘটে ঘটে ৰাম" বা "যত জীব তত্ত শিব" এই কথাটো বুজিব লাগিব, ৰা আত্ম-জ্ঞান লাভ কৰিব লাগিব।

পাঠকসকলে ভয কৰিব নেলাগে। আত্মজ্ঞান লাভ কৰিবলৈ শাস্ত্ৰই আমাক সংসাৰ ত্যাগ কৰি,পৰ্ব্বতৰ গুহাত গৈ তপশ্চৰণ কৰিবলৈ উপদেশ দিয়া নাই। শাস্ত্ৰই আমাক সংসাৰী হবলৈহে উপদেশ দিছে। শাস্ত্ৰমতে সংসাৰাশ্ৰম হে প্ৰধান আশ্ৰম। শাস্ত্ৰই জানে যে মানুহে আত্মজ্ঞান লাভ কথা সহজ কথা নহয়। এইটো যদি সকলো মানুহে উপলব্ধি কৰে যে প্ৰত্যেক জীবই ঈশ্বৰ,তেন্তে সংসাৰ নেথাকেই।

সেইগুণে শাস্ত্ৰই কৈছে যে উপলব্ধি কৰিব নোৱাৰিলেও, মানুহে যদি বেদান্ত আদি শাস্ত্ৰ পঢ়ি বা লোকৰ মুখে শুনি বিশ্বাস কৰিব পাৰে যে প্ৰত্যেক জীবই ব্ৰহ্ম, তেতিয়া হলেও মানুহৰ শ্ৰেয়ঃ সাধন হয়—আৰু শেহত আত্মজ্ঞান আপোনা-আপুনি আহি পৰে। যথা—

> ধ্যানেনাত্মনি পশ্যন্তি কেচিদাত্মানমাত্মনা।
> অন্যে সাংখ্যেন যোগেন কৰ্ম্মযোগেন চাপৰে ॥
> অন্যে ত্বেবজানন্তঃ শ্ৰুত্বান্যেভ্যউপাসতে।
> তেঽপি চাতিতৰন্ত্যেব মৃত্যুং শ্ৰুতিপৰায়ণাঃ ॥
>
> [গীতা ১৩/২৫—২৬]

এইদৰে পঢ়ি বা শুনি এই কথাটো বিশ্বাস কৰিব পৰাই মনুষ্য জীবনৰ একমাত্ৰ লক্ষ্য। এইদৰে বিশ্বাস কৰিব পাৰিলে মানুহে নিজৰ কৰ্ত্তব্য নিজে বুজিব, লোকে বুজাব নেলাগিব। যেনে মানুহে যদি প্ৰকৃত বিশ্বাস কৰে যে প্ৰত্যেক জীবই ঈশ্বৰ, তেন্তে পৰোপকাৰ মানুহে নিজে নিজৰ স্বাৰ্থ সিদ্ধিৰ বাবেই কৰিব। তেতিয়া স্বামী বিবেকানন্দৰ দৰেই মানুহে বুজিব যে পৰোপকাৰ আচলতে পৰোপকাৰ নহয়—ই আচলতে "দৰিদ্ৰ-নাৰায়ণ-সেবা"। আত্মোন্নতিৰ বাবেই "মানুহে নাৰায়ণ সেবা" কৰিব। মানুহে যদি বিশ্বাস কৰে যে সকলো প্ৰাণীয়েই ঈশ্বৰ, তেন্তে প্ৰাণী-হিংসা কেনেকৈ কৰিব ? প্ৰাণীক বিদ্বেষ বা ঘৃণা কৰিব কেনেকৈ ? প্ৰাণীৰ অনিষ্ট কৰিব কেনেকৈ ?

# পৰা-ভক্তি

তিনি শ্ৰেণীৰ মানুহে ঈশ্বৰৰ নাম লয় ঃ—

(১) এক শ্ৰেণীৰ মানুহ আছে, যি বিশ্বাস কৰে যে ঈশ্বৰে জগৎ সৃষ্টি কৰি মানুহকে এই সংসাৰত কাম কৰিবলৈ পঠিয়াই দিছে; মানুহক তেওঁ এনে জ্ঞান, শক্তি আৰু সুবিধা দিছে যে মানুহে নিজৰ চেষ্টাৰে নিজে নিজৰ উন্নতি কৰিব পাৰে; সংসাৰত সুখেৰে জীয়াই থাকিব পাৰে। এই শ্ৰেণীৰ মানুহে বিশ্বাস কৰে যে এতিয়া আৰু ঈশ্বৰৰ লগত তেওঁবিলাকৰ একো সম্পৰ্ক নাই। তেওঁবিলাকৰ নিজৰ উন্নতি, নিজৰ সুখ, নিজৰ হাতত। তেওঁবিলাকে ফুলনিত এটি সুন্দৰ গোলাপ ফুল দেখিলে ক'ব—"চোৱাঁ, ঈশ্বৰে আমাৰ নিমিত্তে কেনে সুন্দৰ ফুলটি সৃষ্টি কৰিছে"। ফুল চিঙি আনি Drawing roomত ফুল-দানীত সজাই থৈ, তাচ্ খেলিবলৈ বহি যাব। "সুন্দৰ" ফুলৰ ব্যবহাৰ এইদৰেই শেষ হ'ল। সি আৰু ঈশ্বৰত নালগিল। এই শ্ৰেণীৰ মানুহ আচলতে নাস্তিক। ঈশ্বৰৰ নাম লৈ ভকতে যি আনন্দ পায়, সেই আনন্দৰ পৰা এওঁবিলাক চিৰকালৰ নিমিত্তে বঞ্চিত।

(২) আৰু এক শ্ৰেণীৰ মানুহ আছে, তেওঁবিলাকে বিশ্বাস কৰে যে ঈশ্বৰ করুণাময়, কল্পতৰু, মানুহে প্ৰাৰ্থনা কৰিলে ঈশ্বৰে মানুহক সকলো অৰ্থ-কাম প্ৰদান কৰে। এই শ্ৰেণীৰ মানুহে, দুখত পৰিলেই কাতৰ হৈ প্ৰাৰ্থনা কৰে। অইন নহলেও মনত শান্তি পায়। ঈশ্বৰ ভজে, কাৰণ, তেওঁবিলাকক নিজৰ বাবেই, নিজৰ মঙ্গলৰ বাবেই, ঈশ্বৰক লাগে। স্বামী বিবেকানন্দৰ মতে এই শ্ৰেণীৰ সকাম-ভক্তও আচলতে নাস্তিকহে, কাৰণ তেওঁবিলাকৰ নিজৰ কাম কৰি দিবলৈহে তেওঁবিলাকে ঈশ্বৰক বিচাৰে। তেওঁবিলাকে ঈশ্বৰক সম্পূৰ্ণ ভাবে নেজানে। নাস্তিক হওক বা আস্তিক হওক, এই শ্ৰেণীৰ মানুহৰ পৰমাৰ্থিক উন্নতি নিশ্চিত। যি উদ্দেশ্যেৰেই হওক, ঈশ্বৰৰ নাম ললেই তাৰ ফল ফলে। গীতাই কৈছে যে এই শ্ৰেণীৰ মানুহো সুকৃতিশালী পুৰুষ ঃ—

চতুৰ্ব্বিধা ভজন্তে মাং জনাঃ সুকৃতিনোঽৰ্জ্জুন।

... ... ...

উদাৰাঃ সৰ্ব্ব এবৈতে......... [গীতা ৭/১৬-১৮]

কিন্তু এনে সকাম ভক্তিৰ দ্বাৰা ক্ৰমোন্নতি হব পাৰিলেও মুক্তি নহয়।

(৩) তৃতীয় শ্ৰেণীৰ মানুহ আচল ভক্ত। তেওঁবিলাকে বুজে যে ঈশ্বৰক আমি প্ৰাৰ্থনা কৰিব নালাগে। আমাকে যি দিব লাগে, যিবোৰ পালে আমাৰ পৰমাৰ্থিক উন্নতি হব পাৰে, সেই সকলোবোৰ তেওঁ এনেয়ে দিয়ে; যেনে, মাক-বাপেকে লৰা-ছোৱালীক দিয়ে। আমাৰ অপকাৰ হবলৈ তেওঁ নিদিয়ে। ল'ৰাৰ অনিষ্ট কৰিব পৰা কোনো বস্তুৰ নিমিত্তে লৰাই কান্দি মৰিলেও, বাপেকে নিদিয়ে। ঈশ্বৰ বিষয়েও সেয়ে কথা। যি লাগে তেওঁ আমাক এনেয়ে দিয়ে, আৰু যি নালাগে, খুজিলেও তেওঁ নিদিয়ে।

এই শ্ৰেণীৰ মানুহে উপলব্ধি কৰে ঃ—

তেষাং নিত্যাভিযুক্তাং যোগক্ষেমং বহাম্যহম্।

গীতা ৯/২২

তেওঁবিলাকে সেইগুণে ঈশ্বৰৰ পৰা একো আশা নকৰে। একো কামনা নকৰে। তেওঁবিলাকে ঈশ্বৰক নিঃস্বাৰ্থ ভাবে ভাল পায়। ঈশ্বৰৰ প্ৰতি তেওঁবিলাকৰ অসীম প্ৰেম। এয়ে নিষ্কাম প্ৰেম। ভাল পাই ভাল লাগে, সেইগুণে ভাল পায়, আৰু অন্য কোনো আকাঙ্খা নাই। এনে নিষ্কাম স্বাৰ্থহীন প্ৰেম যে ঈশ্বৰৰ প্ৰতি মানুহৰ হব পাৰে, আমি অবশ্য ধাৰণা কৰিব নোৱাৰো। এনে প্ৰেমৰ উদাহৰণ ভাগৱতে দিছে—শ্ৰীকৃষ্ণৰ প্ৰতি গোপীসকলৰ প্ৰেম। মীৰাবাইৰ ঈশ্বৰৰ প্ৰতি এনে প্ৰেম আছিল। বিয়াৰ পাছত, ঘৰ সোমায়েই মীৰাবায়ে ৰজাক কলে ঃ—

"মহাৰাজ, মোক ক্ষমা কৰক, মোৰ বিয়া কেতিয়াবাই হৈ গৈছে"।

ৰজাই অলপ আচৰিত হৈ সুধিলে ঃ

"তুমি কাক বিয়া কৰালা, মীৰা ?"

মীৰাবায়ে তৎক্ষণাৎ উত্তৰ দিলে ঃ

"মই ঈশ্বৰক বিয়া কৰালোঁ। প্ৰভু, মোৰ হৃদয়ত এতিয়া আপোনাৰ বাবে অকণো স্থান নাই। মোক ক্ষমা কৰক।"

এনে প্ৰেম বা পৰাভক্তি হলেহে মানুহে ঈশ্বৰক সম্পূৰ্ণ ভাবে জানিব পাৰে।

এই তিন শ্ৰেণীৰ মানুহৰ বিষয়ে শ্ৰীশ্ৰীৰামকৃষ্ণ পৰমহংস দেবে কোৱা এটা গল্প আছে, যথা ঃ—

"তিন বন্ধু বন দিয়ে যেতে যেতে একটি বাঘ দেখতে পেলে। একজন বল্লে, "ভাই এইবার আমরা মলুম।" আর একজন বল্লে, মরো কেন ? ঈশ্বরকে ডাকি এস।" আর এক

জন বল্লে, "এস আমরা এই গাছে উঠে পরি, মিছামিছি ভগবানকে কষ্ট দেবার কি আবশ্যক?" যে বল্লে, 'এইবার আমরা মলুম' সে জানে না যে ঈশ্বরই আমাদের রক্ষা করেণ। যে বল্লে, 'ঈশ্বরকে ডাকি এস', সে হল জ্ঞানী। তার বোধ আছে যে তিনিই সৃষ্টি, স্থিতি, প্রলয় সব করেছেন। আর যে বল্লে 'এস আমরা গাছে উঠে পড়ি তাকে কষ্ট দিয়ে কি হবে', তার ভিতর প্রেম জন্মেছে, ভালবাসা জন্মেছে। প্রেমের স্বভাব এই যে, আপনাকে বড় মনে করা আর প্রেমের পাত্রকে ছোট মনে করা, পাছে তার কষ্ট হয়। যাকে ভাল বাসে তার পায়ে কাঁটাটি পর্য্যন্ত না ফোটে কেবল এই ইচ্ছা।

পাঞ্চজন্য ৫ম বছৰ ৩য় সংখ্যা কাতি ১৮৭৯

# দুটা প্ৰশ্নৰ উত্তৰ

আমাৰ 'জন্মান্তৰ ৰহস্য' নামৰ কিতাপ খন পঢ়ি এজনে দুটা প্ৰশ্ন কৰিছে। প্ৰথম প্ৰশ্ন—যদি মানুহক সংস্কাৰৰ যোগেই ঈশ্বৰে সকলো কাম কৰোৱাই, যদি মানুহৰ কোনো স্বাধীন কৰ্ত্তৃত্ব নাই, কৰো বুলি একো কৰিব নোৱাৰে, তেন্তে শাস্ত্ৰই কিয় কৈছে যে এইবোৰ কাম মানুহে কৰিব আৰু এইবোৰ নকৰিব। শাস্ত্ৰই কৰ বুলি কলেই মানুহে কৰিব পাৰিবনে? দ্বিতীয়তঃ যদি ঈশ্বৰেই সকলো কাম কৰাই আৰু সকলো কামৰবাবে ঈশ্বৰ দায়ী তেন্তে মানুহে নিজৰ কামৰ বাবে কেনেকৈ দায়ী হব? ধৰক এটা মানুহে চুৰ কৰিছে বা অতি গুৰুতৰ অপৰাধ কৰিছে, তেন্তে মূলতঃ অপৰাধৰ বাবে ঈশ্বৰহে দায়ী। সি কিয় পাপৰ ফল ভোগ কৰিব?

প্ৰথম প্ৰশ্নৰ উত্তৰত আমি মনত ৰাখিব লাগিব যে যি শাস্ত্ৰই কৰ্ম্মৰ বিধান কৰিছে ঠিক সেই শাস্ত্ৰই কৈছে যে মানুহৰ স্বাধীন কৰ্ত্তৃত্ব নাই, যদি আমি শাস্ত্ৰ বিশ্বাস কৰিব লাগিব। এতিয়া প্ৰশ্ন হল এই দুযোটা কথা কেনেকৈ সঁচা হল? আমাৰ বোধেৰে শাস্ত্ৰৰ মৰ্ম্ম এয়েহে যে শাস্ত্ৰ-বিহিত কৰ্ম্ম কৰিলে লাহে লাহে চিত্ত শুদ্ধি অৰ্থাৎ সংস্কাৰৰ উৎকৰ্ষ সাধন হৈ আহে আৰু শেষত আত্মজ্ঞান হৈ অৰ্থাৎ সংস্কাৰ নিৰোধ হলেহে মানুহে বুজে যে—

"ঈশ্বৰঃ সৰ্ব্বভূতানাং হৃদ্দেশেঽৰ্জুন তিষ্ঠতি।
ভ্ৰাময়ন্ সৰ্ব্বভূতানি যন্ত্ৰাৰুঢ়ানি মায়য়া। গী ১৮/৬১

গীতায়ো স্পষ্ট ভাৱে কৈছে যে আত্মজ্ঞান নহলে নিজৰ একো কৰ্ত্তৃত্ব নাই বুলি বুজিব নোৱাৰে। শাস্ত্ৰৰ বিধানবোৰ এটা মাত্ৰ নৈসৰ্গিক নিয়ম অৰ্থাৎ এইদৰে কাম কৰিলে আত্মজ্ঞান হব, শাস্ত্ৰই এনে আশা কৰা নাই যে শাস্ত্ৰই কোৱা বাবেই সকলো মানুহে কৰিব, যাক ঈশ্বৰ প্ৰবৃত্তি দিয়ে সিয়েহে কৰিব; বাকীবোৰে শাস্ত্ৰই এশবাৰ কলেও বিশ্বাস কৰিব নোৱাৰে আৰু সেইমতে কাম নকৰে।

দ্বিতীয় প্ৰশ্ন,—ঈশ্বৰে কিয় পাপ কৰায় আৰু নিজে কৰাই লোকক শাস্তি দিয়ে। এই প্ৰশ্নৰ উত্তৰ দিয়া টান। মহাবৈজ্ঞানিক আইনস্টাইনে ঠিক এই প্ৰশ্নই কৰিছে, যথা:—

Nobody certainly will deny that the idea of the existence of an Omnipotent just and Omnibeneficient personal God is able to accord man solace, help and guidance ; also by virtue of its simplicity it is accessible to the most undeveloped mind. But on the other hand, there are decisive weaknesses attached to this idea in itself, which have painfully been felt since the beginning of history. That is if this Being is ominpotent, then every occurence, including every human action, every human thought and every human feeling and aspiration is also His work ; how is it possible to think of holding men responsible for their deeds and thoughts before such an Almighty Being ? In giving out punishment and rewards, He would, to a certain extent, be passing judgement on Himself. How can this be combined with the goodness and righteousness ascribed to Him ?

ইয়াৰ প্ৰকৃত উত্তৰ দিবলৈ হলে উপনিষদৰ আৰু সাংখ্যৰ গোটেই সৃষ্টিতত্ত্বটি জানিব লাগিব আৰু জন্মান্তৰবাদ বিশ্বাস কৰিব লাগিব। আমাৰ 'জন্মান্তৰ ৰহস্য' নামৰ কিতাপখনত দেখুৱাই আহিছো যে এই সৃষ্টিখন কেবল সংস্কাৰৰ ক্ৰমোন্নতি মাত্ৰ। মনত ৰাখিব লাগিব যে এই সংস্কাৰ কিছুমান ভাবৰ সমষ্টি মাত্ৰ, আৰু একো নহয়। ইয়াকে সাংখ্যই লিঙ্গ দেহ বুলিছে। সৃষ্টিৰ আদিতে এই লিঙ্গ দেহতে জগতৰ যত ৰকমৰ ভাব হব পাৰে সেইবোৰ আছিল, যেনে এটা মানুহৰ মনত অকল মনুষ্য জন্মৰ ভাববোৰেই নহয়, সকলো প্ৰাণীৰ উপযোগী সকলো ৰকম ভাব তাৰ লিঙ্গ দেহত আছিল, তাৰে কিছুমান মাত্ৰ ভাব লৈ এই জন্মৰ সূক্ষ দেহটো হল। সৃষ্টিৰ উদ্দেশ্যই হৈছে এই যে নানাৰকম্ যোণিত জন্মগ্ৰহণ কৰি এই সকলোবোৰ ভাব ভোগৰ দ্বাৰা ক্ষয় কৰি জীবৰ মুক্তি হব। এই বাবেই জীবই সকলো যোণিত জন্ম গ্ৰহণ কৰিব লাগে। এই সকলোবোৰ ভাব ক্ষয় হৈ লিঙ্গ দেহ নাশ নহলে মুক্তি নাই। এতিয়া ধৰক এই জন্মৰ লিঙ্গদেহত যিবোৰ ভাব বা বাসনা আছে এইবোৰ কেনেকৈ মানুহে ক্ষয় কৰিব পাৰে? গীতাই কৈছে আৰু আন শাস্ত্ৰয়ো কৈছে যে বাসনা ক্ষয়ৰ উপায় মুঠেই দুটা। এটা ঈশ্বৰ চিন্তা বা বৈদিক কৰ্ম্ম যাৰ দ্বাৰা সংস্কাৰৰ উৎকৰ্ষ সাধন হয়। আৰু ইটো হৈছে ভোগৰ দ্বাৰা। ভোগৰ পিছতহে বৈৰাগ্য হব পাৰে। যদি এটা মানুহৰ চুৰ কৰা প্ৰবৃত্তি। সি দুই ৰকমে এই প্ৰবৃত্তি নাশ কৰিব পাৰে। সি যদি সদায় ঈশ্বৰ চিন্তা কৰে এই প্ৰবৃত্তি নাইকিয়া হব। এইটো নৈসৰ্গিক নিয়ম। অথবা সি চুৰ কৰি কৰি শেহত নিজে বুজিব যে চুৰ কৰি সুখ নাই; তেতিয়া সি চুৰ কৰিবলৈ নিজে নিজে বিৰত হব। তাৰ চুৰ কৰিবলৈ কেতিয়াও ইচ্ছা নহব। অৰ্থাৎ চুৰ কৰা তাৰ প্ৰবৃত্তি ধ্বংস হব। কিন্তু এইদৰে নকৰি তাক যদি সদায় বান্ধি থওঁ যাতে সি চুৰ কৰিব নোৱাৰে, তেতিয়াহলে কি ফল হব? তেতিয়াহলে তাৰ চুৰ কৰা প্ৰবৃত্তি প্ৰবল হব। তাৰ উপৰিও তাৰ মানসিক কষ্ট হব। ইচ্ছা আছে, কিন্তু কৰিব নোৱাৰে; ই এটা সাংঘাটিক অবস্থা। ইয়াৰ ফলত মৃত্যুকালত এই প্ৰবল বাসনা লৈ তাৰ্ সূক্ষ্ম দেহটো তৈয়াৰ কৰি জন্ম গ্ৰহণ কৰিব। কৰুণাময় ঈশ্বৰে সেইগুণে এনে নিয়ম লগাই দিছে যে জীবই নিজ সংস্কাৰৰ দ্বাৰা কাম কৰিব আৰু আপোনা-আপুনি সেই সংস্কাৰ ক্ষয় হৈ আহিব। এইবোৰ স্বাভাবিক নিয়ম, অৰ্থাৎ তেওঁ আমাৰ হতুৱাই বেয়া কাম কৰাইছে কিন্তু আমাৰ মঙ্গলৰ বাবে কৰাইছে, আৰু আমি স্বভাবতে কৰিছো। সেইগুণে গীতাই কৈছে—

"ন কৰ্ত্তৃত্বং ন কৰ্ম্মাণি লোকস্য সৃজতি প্ৰভুঃ।
ন কৰ্মফলসংযোগং স্বভাবস্তু প্ৰবৰ্ত্ততে।। ৫/১৪

ঈশ্বৰে কাকো পাপৰ বাবে শাস্তি বা পুণ্যৰ বাবে পুৰস্কাৰ নিদিযে। কোনো কৰ্ম্মফলো নিদিযে। এই সৃষ্টি তত্ত্বটো ভাবিলে বিস্ময মানিব লাগে। কেনেকৈ কৰুণাময ঈশ্বৰে এই সৃষ্টি খনত এনে নিয়ম লগাই দিছে যে জীবই নিজৰ সংস্কাৰৰ ভাবৰ অনুসাৰে নিজে কৰ্ম্ম কৰে বা প্ৰকৃতিয়ে কৰায় আৰু সেই কৰ্ম্মৰ ফল নিজে ভোগ কৰে কিন্তু নিজৰ ভবিষ্যৎ জন্মবোৰৰ ভালৰ নিমিত্তেহে কৰে, আৰু ভাবিলে আচৰিত হব লাগে যে তেওঁ আদি সৃষ্টিত সেই সকলো জীবকে সংসাৰ ভোগ কৰিবলৈ ঠিক একে ৰকম লিঙ্গদেহ দি তৈয়াৰ কৰিছে যে লিঙ্গদেহ সকলো প্ৰাণীক সকলো ৰকম ভাব সঞ্চিত আছে। তেওঁ আৰু এনে নিয়ম লগাই দিছে যে জীবই নিজৰ ক্ৰমোন্নতিৰ বাবেহে কাম কৰিব পাৰে, লিঙ্গ দেহ যেন আপোনা-আপুনি মুকলি হৈছে, সেইবাবে সাংখ্যই কৈছে যে প্ৰকৃতিৰ কাম বিপৰীত পিনে নহয়, ভোগৰ দ্বাৰাই পুৰুষাৰ্থ সাধন প্ৰকৃতিৰ উদ্দেশ্য বুলি বাৰে বাৰে কৈছে—

"পুৰুষস্য বিমোক্ষাৰ্থং প্ৰবৰ্ত্ততে তদ্বদব্যক্তম"

সাংখ্য ৫৮

আৰু "নানাবিধৈৰূপায়ৈৰপ কাৰ্ণ্যিনুপকাৰি গঃ পুংসঃ।
গুণবত্যগুণস্য সতস্তস্যাৰ্থমপাৰ্থকং চৰতি।।"

সাংখ্য ৬০ কৰিকা

পাঞ্চজন্য ৫ম বছৰ ৪ৰ্থ সংখ্যা পুহ ১৮৭৯

# অভ্যাস যোগ

হৰেৰ্ণাম হৰ্ৰেণাম হৰ্ৰেণামৈব কেবলম্।

কলৌ নাস্ত্যেব নাস্ত্যেব নাস্ত্যেব গতিৰণ্যথা।।

ইয়াৰ অৰ্থ "কলিত কেৱল মাত্ৰ নাম ধৰ্ম্ম সাৰ"।

বেদান্তয়ো দাৰ্শনিক দৃষ্টিৰে চাই সেই একে কথাই কৈছে। "বিশেষ অনুগ্ৰহঃ চ"। (ব্ৰ. সু. ৩/৪/৩৮, বেদান্ত দৰ্শন পৃঃ ৩৬১)

কিন্তু আজি-কালি বৈজ্ঞানিক যুগৰ শিক্ষিত সকলৰ বহুতে ভাবে যে ৰাম নাম ললেই যদি হয়, তেন্তে ভাটৌ চৰাইবোৰৰ মুক্তি নহয় কিয়? এইটো এটা অতি গুৰুতৰ প্ৰশ্ন। ইয়াৰ উত্তৰ দিয়াও টান। ৰামকৃষ্ণ পৰমহংসই কৈছে, "জান্তে, অজান্তে বা ভ্ৰান্তে যে কোন ভাবেই হোক না কেন, তাৰ নাম কৰলেই ফল হবে," যেনে, অজামিলৰ উপাখ্যান। এইটো কথা এতিয়াও বহুতে বিশ্বাস কৰে। কিন্তু আধুনিক মনে অৰ্থাৎ ইউৰোপীয় মনে এইবোৰ কথা সন্দেহৰ চকুৰে চায়।

আমি বাৰু ধৰি লওঁ যে যিজন মানুহে ঈশ্বৰৰ নাম লয় তেওঁ জানিব লাগিব যে তেওঁ ঈশ্বৰৰ নাম লৈছে। তেওঁৰ ঈশ্বৰ বিষয়ক জ্ঞান থাকিব লাগিব, নামৰ লগে লগে তেওঁৰ ঈশ্বৰলৈ মনত পৰিব লাগিব আৰু ঈশ্বৰৰ ৰূপ হৃদয়ত দেখিব লাগিব। যেনে, "মুখে বোলা ৰাম হৃদয়ে ধৰা ৰূপ"। এই দৰে কৰাই যে আচল উপাসনা তাৰ কোনো ভুল নাই। গীতাই সেই গুণে কৈছে যে আচল উপাসনা হৈছে—

ময়্যেব মন আধৎস্ব ময়ি বুদ্ধিং নিবেশয়।

নিবসিষ্যসি ময়্যেব অত উৰ্দ্ধং ন সংশয় .।।গী ১২/৮

কিন্তু গীতাই জানে আৰু গীতাই বাৰে বাৰে কৈছে যে মানুহে এইদৰে চিত্তস্থিৰ কৰি উপাসনা কৰিব নোৱাৰে। সেইগুণে গীতাই একে আষাৰেই অৰ্থাৎ তাৰ তলৰ শ্লোকটোতেই কলে,

অথ চিত্তং সমাধাতুং ন শক্নোষি ময়ি স্থিৰম্।

অভ্যাস যোগেন ততো মামিচ্ছাপ্তুং ধনঞ্জয়।। গী ১২/৯

অৰ্থাৎ যদি এইদৰে চিত্ত স্থিৰ কৰিব নোৱাৰা তেন্তে অভ্যাস যোগৰ দ্বাৰা মোক লাভ কৰিবলৈ ইচ্ছা কৰিবা।

এই অভ্যাস যোগটো কি? এই অভ্যাস যোগেটোৱেই নাম ধৰ্ম্ম। অভ্যাস কি বস্তু আমি সকলোৱেই বুজো। কিন্তু অভ্যাস কেনেকৈ গঢ়ি উঠে সেইটো আমি নুবুজো। এটা কাম যদি আমি দিনৌ নিৰ্দ্দিষ্ট সময়ত আৰু নিৰ্দ্দিষ্ট নিয়মেৰে দীৰ্ঘ দিন কৰো সময়ে শেহত অভ্যাসত পৰিণত হয়। ইয়াত কিন্তু এটা বিশেষ কথা যে সেই কামটো সদায় একে নিয়মেৰে আৰু একে সময়তে কৰিব লাগিব। নহলে সি অভ্যাস হৈ নুঠে।

এটা যেই সেই কাম যেতিয়াই তেতিয়াই অনিয়ম মতে যেনেকৈ তেনেকৈ বহুত বাৰ কৰিলেও সি অভ্যাসত পৰিণত নহয়। সেই গুণে আমাৰ আহ্নিক, সন্ধ্যা, জপ, নাম-কীৰ্ত্তন সকলোৰে সময়, ক্ৰম, নিয়ম শাস্ত্ৰই নিৰ্দ্ধাৰিত কৰি দিছে, আৰু শাস্ত্ৰই কৈছে যে এই নিয়মবোৰ পৰিপালন কৰিহে নিত্যকৰ্ম্মবোৰ কৰা উচিত। যথা—

তস্মাচ্ছাস্ত্ৰং প্ৰমাণং তে কাৰ্য্যাকাৰ্য্যব্যবস্থিতৌ।

জ্ঞাত্বা শাস্ত্ৰবিধানোক্তং কৰ্মকৰ্তুমিহাৰ্হসি।। গী ১৬/২৪

আমি কিন্তু এইবোৰ কথা ভালকৈ নুবুজো। সেই গুণে আমি ভাবো যে এই নিয়মবোৰ প্ৰতিপালন কৰাৰ কি আৱশ্যক? ঈশ্বৰ উপাসনা কৰিবলৈ হলে কিয় আমি গা ধুই আসনত বহি মনে মনে জপ কৰিব লাগে? চকিত বহি যেই সেই অৱস্থাতে উপাসনা কৰিব নোৱাৰি কিয়? এইদৰে ভবাৰ আমাৰ আৰু কাৰণ আছে। আমি সদায় দেখি আছো যে এজন মানুহে সন্ধ্যা পুজা কৰিবলৈ বহিছে, তেওঁ মুখেৰে মতা নাই। কিন্তু হাতেৰে বা মুখৰ ঠাৰে চিয়াৰে সকলোৰে লগত কথা-বাৰ্ত্তা পাতে আৰু সকলো কাম চলায়। ঈশ্বৰ চিন্তাৰ পৰিবৰ্ত্তে অৰ্থ চিন্তা কৰে, ইত্যাদি। এইবোৰ দেখি আমি ভাবোঁ যে এইবোৰ ভণ্ডামি। সেইগুণে আমি নিজে এইদৰে কৰিবলৈ অস্বীকাৰ কৰো আৰু লোকক কৰা দেখিলেও নিন্দা কৰো। কিন্তু এইদৰে ভণ্ডামি কৰি কৰি (যদি ইয়াক ভণ্ডামি বোলা হয়) মানুহৰ এটা অভ্যাস গঠন হৈ আছে। তেতিয়া তেওঁৰ এনে এটা দিন আহিব যি দিনা এইদৰে নকৰিলে মনত এটা অশান্তি হব। তেতিয়া বুজিব লাগিব যে তেওঁৰ অভ্যাস যোগ সাধন হল। তেতিয়া আৰু তেওঁৰ ভয় নাই। এই অভ্যাসেই পৈ পাছত ধ্যানত পৰিণত হব। ইয়াকে গীতাই অভ্যাস যোগ বুলি বুজাইছে। এনে ভণ্ডামিতো লাভ আছে বুলি ৰামকৃষ্ণ পৰমহংসদেৱে কৈছে। তেওঁ কয়—

"সৎকৰ্ম্মত ভণ্ডামিও ভাল। এটা চোৰে ৰাতি এখন বৃহৎ বাগান বাৰীৰ পুখুৰীৰ চুৰকৈ মাছ ধৰিবলৈ গৈছিল। মানুহে

সাৰ পাই চিঞৰৰ বাখৰ কৰাত বহুত মানুহ গোট খালে। চোৰে উপায় নাপাই জাল পেলাই লৰ মাৰিলে। কিন্তু বাৰীখনৰ পৰা ওলাববলৈ বাট নাপালে। বাট নেপাই সি গাত ছাই সানি সেই বাৰীৰ এজোপা গছৰ তলত বহি সন্ন্যাসীৰ ভাও ধৰি চকু মুদি ধ্যানস্থ হৈ বহি থাকিল। মানুবোৰে চাৰিও পিনে বিচাৰি ক'তো চোৰ নেপাই গছৰ তলত সন্ন্যাসীজন দেখিলে। চাৰিও পিনে খবৰ ওলাল যে বাগান বাৰীত এজন সাধুৱে আহি আসন পাতিছে। ইয়াকে শুনি গাৱঁৰ মানুহে ফল, মূল, পইচা ইত্যাদি দি প্ৰণাম কৰিববলৈ আহিল। এইদৰে কিছুদিন গ'ল। তাৰ পাছত চোৰটোৰ মনত হ'ল, কি আচৰিত! মই সত্য সাধু নহয়। মই,সাধুৰ ভাও ধৰি ইমান বিলাক মানুহৰ পৰা উপহাৰ পাইছো। যদি সঁচাকৈয়ে সাধু হলোহেঁতেন তেন্তে আৰু কি পালোহেঁতেন, তাৰ বা কি চিন? এনে ভাবি সি হিমালয়লৈ গুচি গ'ল। আৰু তাতে সিদ্ধ যোগী হৈ গ'ল।" পৰমহংসদেৱৰ এই গল্পটোত "অভ্যাসযোগ"ৰ তত্বটি নিহিত আছে।

---

পাঞ্চজন্য ৫ম বছৰ ৪ৰ্থ সংখ্যা পুহ ১৮৭৯

# প্ৰশ্নোত্তৰ

(১) গীতাৰ ৩য় অধ্যায়ৰ ২৪ শ্লোকক প্ৰধান কৰি তাৰ ওপৰৰ ৩টা অৰ্থাৎ ২১/১২/২৩ শ্লোকৰ তত্বমূলক আভ্যন্তৰিক অৰ্থ সহ সৰল ব্যাখ্যা, বিশেষকৈ "সঙ্কৰস্য চ কৰ্ত্তা" বুলি কি অৰ্থত ভগবানে নিজৰ গালে চপাই লৈছে? ২৫ শ্লোকৰ অৰ্থও লগতে বৰ্ণসংস্কাৰৰ কথা কেইটাৰ আৰম্ভনীৰ আলোচনা কৰিম।

(২) গীতাৰ মতে পিণ্ডদানৰ প্ৰযোজনীয়তাৰ সমৰ্থনত থকা শ্লোক কেইটাৰ আলোচনা খিনি বৰ জৰুৰী হৈ পৰিছে।

গীতাৰ ৩য় অধ্যায়ৰ ২০/২৫ শ্লোকলৈ এই শ্লোক কেইটা বুজিববলৈ হলে প্ৰথমতে সঙ্কৰ শব্দৰ অৰ্থ বুজিব লাগিব। ২৪ শ্লোকৰ সঙ্কৰ শব্দটোৰ অৰ্থ শ্ৰীধৰস্বামী প্ৰভৃতি প্ৰায় সকলো টীকাকাৰে বৰ্ণ সঙ্কৰ বুলি ধৰিছে। কিন্তু শঙ্কৰাচাৰ্য্যই তাৰ আচল অৰ্থত লৈছে। সঙ্কৰ শব্দৰ শব্দটো তাৰ আচল অৰ্থতে লৈছে। সঙ্কৰ শব্দৰ অৰ্থ disorganisation বিশৃঙ্খলা। বৰ্ণসঙ্কৰ এবিধ special সঙ্কৰ, জাতি বিষয়ৰ, তাক বৰ্ণসঙ্কৰ বোলে। শঙ্কৰাচাৰ্য্যৰ মতে অৰ্থ কৰিলে ২০/২১/২২/২৩/২৪/২৫ শ্লোকৰ অৰ্থ এনে হব ঃ—

হে অৰ্জ্জুন, আত্মজ্ঞানী মানুহৰ কৰ্ম কৰা কোনো আবশ্যক নাই। তেওঁলোকে নৈবতস্য কৃতে নাথো....৩/১৮ তেওঁলোকে কৰ্ম কৰিলেও আত্মতৃপ্ত।

কিন্তু হে অৰ্জ্জুন, এনে মানুহে, জনকাদিয়ে যেনেকৈ কৰিছিলে তেনেকৈ, লোকৰ মঙ্গলৰ বাবে কৰা উচিত (৩/২০) কাৰণ, তেওঁবিলাকে যেনেকৈ কৰে অইন মানুহে তাকেহে অনুসৰণ কৰে (৩/২১)

হে অৰ্জ্জুন, ইয়াৰ দৃষ্টান্ত চোৱা ঃ (গীতা ২২-২৪) হে অৰ্জ্জুন, মোৰ অপ্ৰাপ্য একো নাই, তথাপি মই কৰ্ম্ম কৰো। জগতৰ হিতৰ বাবে মই কৰ্ম্ম কৰো। যদি মই কৰ্ম্ম নকৰিলোহেতেন, তেন্তে সকলো মানুহে মোকেই অনুসৰণ কৰিলেহেতেন, ৩/২২/২৩/ ইয়াত এতিয়া প্ৰশ্ন হব পাৰে যে ঈশ্বৰে কাম কৰা আমি দেখা নাই, তেওঁক অনুসৰণ কৰিম কেনেকৈ? এনে প্ৰশ্নৰ উত্তৰত ভগবানে তলৰ শ্লোকটা কৈছে (৩/২৪) এই জগতৰ মই আধাৰ, মই ধৰি আছো। এই জগতৰ শৃঙ্খলা আছে, নিয়ম আছে, স্বভাব (Nature) আছে। সকলো কাম সেইদৰে চলি আছে। এই সকলো কামৰ মই আধাৰ (গীতাৰ পাতনি ৫ ছেদ) মই যদি কামবোৰ নকৰোঁ তেন্তে এই জগতত গোটেই বিশৃঙ্খলা (সঙ্কৰ) হব, একো নিয়ম নাথাকিব। ইজানিবা খামখেয়ালি হব। জগৎ ধ্বংস হব। আৰু সেইগুণে ৩/২৫ কলে।

২। গীতা দৰ্শন শাস্ত্ৰ। ই মনুসংহিতা নহয় বা সমাজ-বিজ্ঞানো নেহয়। (কৃ-গী 1st Edn) গীতাই এনে কথা কোৱা নাই যে পিণ্ডদানৰ আবশ্যকতা নাই, বা পিণ্ড দিব লাগে বা নালাগে বুলিও কোনো কথা কোৱা নাই।

সেইবোৰে দৰ্শন শাস্ত্ৰৰ কথা নহয়। কিন্তু প্ৰথম অধ্যায়ত অৰ্জ্জুনে বৰ্ণসঙ্কৰ আৰু লুপ্ত পিণ্ডদান এইবোৰ কথা উল্লেখ কৰিছে। ভগবানে সেইবোৰ বিষয় হয় নহয় একো উত্তৰ নিদিলে। আৰু গীতাত সেইবোৰৰ উত্তৰ দিয়াৰো আৱশ্যক নাই। গীতাই মাত্ৰ এই কথা কলে যে সংস্কাৰে মানুহক কাম কৰায়। সাত্বিক সংস্কাৰৰ মানুহে সাত্বিক কাম কৰে, ৰাজসিক সংস্কাৰৰ মানুহে ৰাজসিক কাম কৰে আৰু তামসিক সংস্কাৰৰ মানুহে তামসিক কাম কৰে। সেই কথা বুজাবলৈ গীতাই চাতুৰ্বৰ্ণ্য ময়া সৃষ্টং....আৰু ১৮।৪৪ শ্লোক কলে। (১৮।৪৩)। আমাৰ মনেৰে গীতাই এই বিষয়ে একো মত দিয়া নাই, কিন্তু দিছে বুলি ভাবি মানুহে নানা ৰকম অৰ্থ কৰিছে। আমি আকৌ কওঁ যে গীতাই কোৱা নাই বুলিয়েই যে পিণ্ড দিব নালাগে এনে কথা আমি স্বীকাৰ কৰা নাই। পিণ্ড দিয়াৰ কি আৱশ্যক, কিয় দিয়ে এই বিষয়ে জানিবলৈ হলে গীতাৰ বাহিৰে অন্যান্য স্মৃতি শাস্ত্ৰ পঢ়িব লাগিব।

পাঞ্চজন্য ৬ষ্ঠ বছৰ ১ম সংখ্যা বহাগ ১৮৮০

# বিজ্ঞান আৰু বেদান্ত

১০ ম সংখ্যা ৰামধেনুত এজনে লিখিছে ঃ—

"বিজ্ঞান আৰু হিন্দু আধ্যাত্মিকভাব সমিল মিল হোৱা টান বুলিযেই মোৰ ধাৰণা।"

'আধ্যাত্মিকতা' শব্দটোৰ মানে মই ভালকৈ বুজা নাই। যদি ই দৰ্শন আৰু মনোবিজ্ঞানকো বুজাইছে, তেন্তে মই কথাষাৰৰ ঘোৰ প্ৰতিবাদ কৰো।

এইদৰে ৫০ বছৰৰ আগেযে যদি কোনোবাই ক'লেহেতেন তেন্তে মই তেওঁৰ কথাতে হৰিভৰ দি কলোহেতেন যে "হিন্দু আধ্যাত্মিকভাব" (?) আৰু বিজ্ঞানৰ সমিলমিল হোৱা অকল টানেই নহয়, সি একেবাৰে অসম্ভৱ কথা।

কিন্তু এই ৫০ বছৰৰ ভিতৰত ইউৰোপীয় বিজ্ঞানৰ ৰাজ্যত এনে এটা ভীষণ ৰাষ্ট্ৰবিপ্লৱ হৈ গল যে এতিয়া আৰু আগৰ বিজ্ঞান নাই। আজিকালি বিজ্ঞান সম্পূৰ্ণৰূপে আদৰ্শবাদী। এই বৈজ্ঞানিক বিপ্লৱৰ ইতিহাসটো মই মোৰ 'বিজ্ঞানৰ সিপাৰে' নামৰ কিতাপ খনৰ ১ম অধ্যায়ত দিছো।

এতিয়া ভাৰতীয় দৰ্শন আৰু নতুন বিজ্ঞান মিলাই চাই, কেইবাজনো লিখকে দেখুৱাইছে কেনেকৈ বিজ্ঞানে লাহে লাহে আহি বেদান্তৰ লগ ধৰিলেহি। আৰু দেখুৱাইছে যে আধুনিক বিজ্ঞান য'ত অন্ত হৈছে, ত'ৰ পৰাহে আচল বেদান্ত আৰম্ভ হৈছে। অৱশ্যে, এইদৰে বিজাই চোৱা লিখকৰ সংখ্যা বৰ্ত্তমান অতি কম। কাৰণ যি সকলে সাধাৰণতঃ বিজ্ঞান চৰ্চ্চা কৰে তেওঁবিলাকে বেদান্ত চৰ্চ্চা কৰে, তেওঁবিলাকে নতুন বিজ্ঞান শ্ৰদ্ধা কৰি নপঢ়ে নুবুজে। সেইগুণে মই এইটি অতি শুভ লক্ষণ বুলি ভাবো যে আমাৰ ইয়াতো এতিয়া দুজন এজন অসমীয়া লিখকে বিজ্ঞানৰ লগত বেদান্ত বিজাই চাবলৈ আৰম্ভ কৰিছে। ১০ ম সংখ্যাৰ ৰামধেনুত "বিজ্ঞানৰ দৃষ্টিত স্থান (?) আৰু কাল" নামেৰে এটি সুন্দৰ আৰু সবল প্ৰবন্ধ লিখি বিদুষী সৰোজ দত্তই এইদৰে শেষ কৰিছে ঃ—

"এই খিনিতে শঙ্কৰাচাৰ্য্যৰ মায়াবাদ আৰু বিজ্ঞানৰ মিলন।"

তেওঁ অকল দিক্কাল তত্ত্ব আলোচনা কৰি দেখুৱালে কেনেকৈ সেই তত্ত্বটি গৈ মায়াবাদত অন্ত হল। অন্যান্য দুজন এজন বিখ্যাত লিখকে আৰু দেখুৱাইছে কেনেকৈ নতুন বিজ্ঞানে নতুনকৈ আবিষ্কাৰ কৰা প্ৰত্যেকটি সত্য গৈ বেদান্তৰ অদ্বৈতবাদত অন্ত হৈছে। ইয়াত তেওঁবিলাকে বিজ্ঞানৰ উপপাদ্যবোৰৰ (Theory বোৰৰ) আলোচনা কৰা নাই। এই Theory বোৰৰ সদায় পৰিবৰ্ত্তন হয়, যেমন (সৰোজ দত্তই দেখুৱাইছে) নিউটনৰ Theory of Gravitation ৰ ঠাই Einsteinৰ Space Time-curvature বা Principle of Least Action-এ ললে। বিজ্ঞানৰ ইতিহাস মন দি পঢ়িলে বহুত দৃষ্টান্ত পাম, কেনেকৈ উপপাদ্যৰ সদায় পৰিবৰ্ত্তন হৈ থাকে। কিন্তু বিজ্ঞানে যিবোৰ কথা পৰীক্ষাৰে (Experiment) প্ৰমাণ কৰি মানুহক চকুত

আঙুলি দি দেখুৱাব পাৰিছে বা শুদা অঙ্ক শাস্ত্ৰেৰে প্ৰমাণ কৰিছে, সেইবোৰ কথা সদায় সত্য, তাৰ লৰ-চৰ হ'ব নোৱাৰে।

বিজ্ঞান যেন এটা Cross-word Puzzle কিছুমান নিৰ্দ্দিষ্ট আখৰ সজাই থোৱা আছে—তাৰ মাজত নতুন এটা বা দুটা আখৰ বহুৱাই মিলাবৰ লাগে। এই নিৰ্দ্দিষ্ট আখৰবোৰেই ওপৰত কোৱা Experimental facts বোৰ, তাৰ পৰিবৰ্ত্তন হ'ব নোৱাৰে। বহুৱাব লগীয়া আখৰবোৰেই যেন বিজ্ঞানৰ উপপাদ্যবোৰ, Theory বোৰ যাৰ পৰিবৰ্ত্তন হ'ব পাৰে। বিজ্ঞানৰ পৰীক্ষা-সিদ্ধ প্ৰথম সত্য এই যে এই জগতত শক্তিৰ বাহিৰে একো বাস্তব পদাৰ্থ নাই। শক্তিৰ পৰা দ্ৰব্য হয় আৰু দ্ৰব্যৰ পৰা শক্তি হয়। দ্ৰব্য আৰু শক্তিৰ (force and matter) কোনো প্ৰভেদ নাই। এইদৰে এতিয়া নতুন বিজ্ঞানত দ্ৰব্য (substance or matter) বুলি এটা কথাই নাই। Eddington এ তেওঁৰ Philosophy of Physical Science নামে কিতাপ খনৰ ১১০ পৃষ্ঠাতে লিখিছে—"The concept of substance has disappeared from fundamental physics." এই শক্তিৰ ক্ৰিয়াকে কেনেকৈ আমি জগত যেন দেখোঁ সেইটো কথা Experimental Psychology এ দেখুৱাইছে। বিজ্ঞানৰ এই মূল সত্যটি আচলতে বেদান্তৰ সত্যহে—সাংখ্য দৰ্শনৰ সত্য। এইদৰে হোৱা বাবেই শ্ৰীঅৰবিন্দ আদি সুবিখ্যাত লিখক সকলে দেখুৱাব পাৰিছে, কেনেকৈ নতুন বিজ্ঞান বুজিলেই ভাৰতীয় সকলো দৰ্শন অতি সহজে বোধগম্য হয়।

জৰ্জ চাহাব Woodroffeএ সকলো ভাৰতীয় দৰ্শন অধ্যয়ন কৰি নতুন বিজ্ঞানৰ লগত ৰিজাই এই দৰে লিখিছে—"This dematerialisation and dynamic view of matter and unification of matter and energy as aspects of one substance together with the recent revival, though with added proofs, of the old doctrine of Relativity makes the notion of Maya at least intelligible even to those who have hitherto dirided it." ('The World as Power')

নতুন বিজ্ঞান বুজিলে যে ভাৰতীয় দৰ্শন অতি সহজে বোধগম্য হয়, তাৰ এটা সহজ দৃষ্টান্ত চাওক।

সংখ্যই কৈছে—"এই জগতত শক্তিৰ (প্ৰকৃতিৰ) ক্ৰিয়াৰ বাহিৰে একো নাই। প্ৰকৃতিৰ এই পৰিণাম অনবচ্ছিন্ন ভাবে হৈ থাকে। অৰ্থাৎ পৰিণামৰ পৰিমাণ সদায় বাঢ়িহে যায়, টুটি আহিব নোৱাৰে। কিন্তু এই পৰিণামৰ উদ্দেশ্য আছে। উদ্দেশ্যৰ ফালেহে পৰিণাম হয়, বিপৰীত ফালে হ'ব নোৱাৰে।" এই খিনি কথা শুনি এজন সাধাৰণ পাঠকে নিশ্চয় একো নুবুজে। তেওঁ ভাষ্যৰ সহায় ললেও একো কথা স্পষ্ট ভাবে হৃদয়ঙ্গম কৰিব নোৱাৰিব। কিন্তু এজন বৈজ্ঞানিকে ওপৰৰ কথা কেইটা শুনিলেই তৎক্ষণাত বুজিব যে সাংখ্যই আধুনিক তাপগতি বিদ্যাৰ প্ৰসিদ্ধ ২য় নিয়মটিৰ কথা কৈছে। (Second Law of Thermo-dynamics—"Entropy always increases") এইদৰে বুজি তেওঁ কোনো ভাষ্যৰ সহায় নোহোৱাকৈ সাংখ্যৰ গোটেই প্ৰকৃতি-তত্ত্বটি বঢ়িয়াকৈ হৃদযঙ্গম কৰিব আৰু তৎক্ষণাৎ ক'ব যে সাংখ্যৰ সৃষ্টি তত্ত্ব আধুনিক বিজ্ঞানৰ সৃষ্টি তত্ত্বৰ লগত মিলে।

এনে বৈজ্ঞানিক সত্যবোৰৰ পোহৰেৰে বেদান্ত দৰ্শন পঢ়িলে সহজে বুজিব পাৰি যে এই নতুন বৈজ্ঞানিক সত্যবোৰ আচলতে উপনিষদৰ সত্য। ঋষি শ্ৰীঅৰবিন্দই ভাবে যে এই সত্যবোৰ পুৰণি ভাৰতৰ লুপ্তজ্ঞানৰ এক অংশ মাত্ৰ, যি অংশটো এতিয়া পৃথিবীলৈ ঘূৰি আহিছে।

(....and beyond that the remote and dateless past which seemed to be dead is returning upon us with an effulgence of many luminous secrets long lost to consciousness of mankind but now breaking out again from behind the veil.) শ্ৰীঅৰবিন্দৰ কথাটি মোৰ মনে ধৰে । কাৰণ এই নতুন পোহৰেৰে চালেহে বেদান্ত দৰ্শনৰ অৰ্থ মানুহে সহজে বুজিব পাৰে। কিন্তু এইবোৰ জাগতিক সত্য। ইয়াৰ ওপৰৰ পৰমাৰ্থিক সত্যবোৰ বিজ্ঞানে ঢুকি নাপায়। ইউৰোপীয় দাৰ্শনিক আৰু বৈজ্ঞানিক সকলো পণ্ডিতে স্বীকাৰ কৰিছে আৰু উপযুক্ত কাৰণ দিছে যে বিজ্ঞান যিমানেই ওপৰলৈ যাওক সি সদায় জগতৰ ভিতৰতেহে ঘূৰি থাকিব। সি কেতিয়াও বেদান্তৰ আলোচ্য বিষয়টিৰ সন্ধান পাব নোৱাৰে। বিজ্ঞান পঢ়ি আৰু বুজিব পাৰি যে বেদান্তই কোনো জাগতিক সত্যৰ বাবে বিজ্ঞানৰ ওচৰলৈ যাব নালাগে; কিন্তু বিজ্ঞান যদি দিব্য দৰ্শন হ'ব খোজে, যদি সম্পূৰ্ণ দৰ্শন হ'ব খোজে, তেন্তে সি বেদান্তৰ ওচৰতহে ভৰি পাতিব লাগিব।

Woodroffe চাহাবে ঠিক এইদৰে কৈছে—

"My own conviction is that an examination of India Vedantic Doctrine

shows that it is– in important respects– in conformity with the most advanced scientific and philosophic thought of the West, and that where this is not so, it is Science which will go to Vedanta and not the reverses."

এই দৰেই বিজ্ঞান আৰু বেদান্তৰ সমিলমিল আজ ৩০ বছৰৰ আগতে হল। Jeans, Eddington আদি মহা বৈজ্ঞানিক সকলে কৈছে যে আধুনিক বিজ্ঞানে আধ্যাত্মিক জগত খন ৰিণিকি ৰিণিকি দেখিছে আৰু যে সেই আধ্যাত্মিক জগত খনহে আচল সত্য জগত। আমাৰ দেখা জগত খন একো নহয়। ই মনোদৃশ্যমায়া Phenomenon, যথা —[(i) We are now on the border land of the spiritual and the material worlds as approached from the side of the latter

(ii) The purely objective world is the spiritual world and the material world is subjective in the sense of selective subjectivism ]

—(Phylosophy of Physical Science)

কবলৈ অতি বেজাৰ লাগে—কলে লাজ লাগে যে আমি সেই আধ্যাত্মিক জগতৰ আদিবাসী সকলৰ সন্তান, কিন্তু আমাৰ লৰা-ছোৱালীবোৰে আধ্যাত্মিক জগতৰ নামেই শুনা নাই আৰু এনে এখন জগত আছে বুলিও বিশ্বাস কৰিব নোৱাৰে। বিজ্ঞানে কোৱা এই কথাবোৰো সিহঁতে বুজিব নোৱাৰে। সিহঁতে ভাবে, "যে বিজ্ঞান মানে শুদা ৰেল-জাহাজ, উৰা-জাহাজ এটম বোমা ইত্যাদি সাজিব পৰা কৌশল মাত্ৰ। নতুন বিজ্ঞানৰ দাৰ্শনিক ফালটো সিহঁতৰ চকুত পৰা নাই। দোষ আমাৰ, কাৰণ আমি সিহঁতক বুজাব পৰা নাই। আমি নিজেও বুজা নাই যে বিজ্ঞানৰ লগত বেদান্তৰ সামঞ্জস্য কৰি বেদান্তৰ পৰমাৰ্থিক সত্যবোৰ সিহঁতক বিজ্ঞানৰ ভাষাৰে দিব নোৱাৰিলে সিহঁতৰ সুচৰিত্ৰ গঠন নহয়।

এইদৰে বুজোৱা একো টান কাম নহয় বুলি মই ভাবো। স্কুলত নতুন বিজ্ঞানৰ দাৰ্শনিক অংশটিলৈ ছাত্ৰৰ আকৰ্ষণ কৰিলেই বহুত হয়, কিন্তু তাকে কৰে কোনে?

পাঞ্চজন্য ৬ষ্ঠ বছৰ ১ম সংখ্যা বহাগ ১৮৮০

# জন্মান্তৰবাদ

জন্মান্তৰবাদ ভাৰতীয় সকলো দৰ্শনে মানি লৈছে। অতি প্ৰাচীন কালত পৃথিবীৰ সকলো জাতিয়ে পুনৰ্জ্জন্ম বিশ্বাস কৰিছিল। খৃষ্টীয় দ্বিতীয় শতিকাতো বহুত খৃষ্টিয়ানে পুনৰ্জ্জন্ম আছে বুলি বিশ্বাস কৰিছিল।

এতিয়াও প্ৰেততত্ত্ববিৎ (Theosophists) পণ্ডিত সকলে জন্মান্তৰবাদ গ্ৰহণ কৰিছে। তেওঁবিলাকে কয় যে প্ৰেতাত্মাৰ লগত তেওঁবিলাকে কথা পাতিব পাৰে। পূৰ্ব্বজন্মৰ কথা মনত ৰখা বহুত লৰা-ছোৱালী তেওঁবিলাকে হেনো দেখিছে। আমাৰ পুৰাণতো এনে জাতিস্মৰ প্ৰাণীৰ উল্লেখ আছে। এইবোৰ কথা যদি সঁচা হয়, তেন্তে পুনৰ্জ্জন্ম এক ৰকমে প্ৰমাণেই হয়। কিন্তু এইবোৰ কথা বহুতে বিশ্বাস কৰিলেও জীৱৰ পুনৰ্জ্জন্ম কিয় হব লাগে, তাৰ একো দাৰ্শনিক যুক্তি এইবোৰত নাই।

শুদা অনুমানৰ ওপৰত নিৰ্ভৰ কৰি কোনো কোনো প্ৰাণীতত্ত্ববিৎ পণ্ডিতে ভাবে যে পুনৰ্জ্জন্ম এটা বিশ্বাস নকৰিলে কিছুমান স্বাভাবিক কথা বুজিবলৈ টান হয়। যেনে, ওপজা লৰাবো মৃত্যু-ভয় আছে যেন অনুমান হয়; সি যদি আগেয়ে মৰা নাছিল, তেন্তে এই ভয় তাৰ মনলৈ কেনেকৈ আহিল? উৰ্দ্ধনিৰ পৰা ওলাই অহা হাঁহৰ পোৱালিয়ে আকাশত শেন এটা উড়ি যোৱা দেখিলে লৰমাৰি আহি মাকৰ পাখিৰ তলত সোমায়হি। ওপজা লৰাই মাকৰ পিয়াহ খাবলৈ মুখ মেলি কান্দে।

কিছুমান জন্তুৰ এনে পশু-বুদ্ধি (instinct) আছে যে সেইবোৰ দেখি পুনৰ্জ্জন্ম বিশ্বাস কৰিবৰ মন যায়। যঁজা ল'ৰা দুটা সমানে মেধাবী নহয়। কিছুমান লৰা অঙ্কশাস্ত্ৰ-বিশাৰদ হৈ ওপজে; সিহঁতে ডাঙৰ ডাঙৰ পূৰণ হৰণ মুখেৰেই কৰিব পাৰে।

অৱশ্যে এনেবোৰ কথাৰ পৰা পুনৰ্জ্জন্ম প্ৰমাণ নহয়।

এইবোৰৰ বিৰুদ্ধে ইউৰোপীয় পণ্ডিত সকলে কয় যে, *"জন্মান্তৰবাদ" এই কথাটোৰেই এটা অৰ্থহীন কথা। কাৰণ, আমাৰ যদি পুনৰ্জ্জন্ম এটা আছিলে, সেই জন্মৰ কথা আমাৰ একো মনত নাই। তেন্তে সেই জন্মটোক "আমাৰ" বোলো কেনেকৈ? স্মৃতি-জ্ঞানৰ পৰা হে "আমিত্ব" সিদ্ধ হয়। স্মৃতি যেতিয়া সমূলি নাই, সেই জন্মটোক "আমাৰ" নুবুলি অইন এটা মানুহৰ জন্ম বুলিলে কি হয়?

এই আপত্তি অতি যুক্তিসঙ্গত আপত্তি। ইয়াৰ উত্তৰ দিয়াও টান। পূৰ্ব্বজন্মৰ কথা মনত থকা জাতিস্মৰ মানুহ আছে বুলি প্ৰমাণ কৰিব নোৱাৰিলে এই প্ৰশ্নৰ উত্তৰ নাই। আমি ইয়াৰ পাছত দেখুৱাম কেনেকৈ বেদান্তই এই আপত্তি খণ্ডন কৰিছে।

ইউৰোপীয় পণ্ডিত সকলৰ ২য় আপত্তি এই ঃ

ধৰক, মই যেন পূৰ্ব্ব জন্মত এটা হাতী আছিলো আৰু এতিয়া এই জন্মত মানুহ হৈছো। ইউৰোপীয় মতে হাতীৰ আত্মা আৰু মানুহৰ আত্মা একে নহয়। গতিকে এই দুটা জন্ম একে আত্মাৰ জন্ম কেনেকৈ হ'ল? হাতীক মানুহ বুলি কল্পনা কৰা কি আৱশ্যক?

ইউৰোপীয় পণ্ডিত সকলৰ এই আপত্তিৰ উত্তৰ দিব নোৱাৰিলে ভাৰতীয় জন্মান্তৰ-বাদ বুজা নহয়। আমাৰ দৰ্শন মতে আত্মাৰ ভেদ নাই। কুকুৰৰ আত্মা, হাতীৰ আত্মা, মানুহৰ আত্মা—সকলো আত্মা সৰ্ব্বব্যাপী, নিত্য পদাৰ্থ। ইযেই ব্ৰহ্ম। [গীতা ২/২৪-২৫]। সকলো জীৱই ব্ৰহ্ম। আত্মা আৰু পৰমাত্মাৰ ভেদ নাই। আত্মাৰ জন্ম বা মৃত্যু একো নাই; কাৰণ সৰ্ব্বব্যাপী পদাৰ্থৰ গতি এটা থাকিব নোৱাৰে। সি সকলো ঠাই ব্যাপি সদায় সমানে আছে, সি অচল অব্যক্ত। তাৰ জন্মান্তৰ নাই যথা ঃ—

ন জায়তে ম্ৰিয়তে বা কদাচি
ন্নাযং ভূত্বা ভবিতা বা ন ভয়ঃ।
অজো নিত্যঃ শাশ্বতোঽয়ং পুৰাণো
ন হন্যতে হন্যমানে শৰীৰে।।
[গীতা ২/২০]

যদি আত্মাৰ জন্মান্তৰেই নাই, তেন্তে পুনৰ্জ্জন্ম কাৰ হয়?

পুৰাণে কয় যে আমাৰ শৰীৰৰ ভিতৰত আৰু এটি অদৃশ্য সূক্ষ্ম শৰীৰ আছে, তাৰে জন্মান্তৰ হয়। এই সূক্ষ্ম শৰীৰটি আত্মা নহয়। ই স্থূল দেহৰ দৰেই আত্মাৰ অন্যতম দেহ। মৃত্যুৰ পাছত স্থূল দেহৰ পতন হলে, এই সূক্ষ্ম দেহটো যমদূতে বলেৰে ধৰি যমৰ নগৰলৈ লৈ যায়, বা পুণ্যবান লোকৰ সূক্ষ্মদেহ বিষ্ণুদূতে স্বৰ্গলৈ ৰথত তুলি লৈ যায়। যমৰ নগৰত চিত্ৰ বুলি এজন আছে। তেওঁ সকলো মানুহৰ পাপ-পুণ্যৰ হিচাব ৰাখে, এখন বহীত লিখি ৰাখে। তাকে চাই যম ৰজাই মৃতকৰ শাস্তিৰ বিধান কৰে। কোন পাপৰ কি শাস্তি হব লাগে, সেইটো ঠিক আছে। যমৰ নগৰত বহুত নৰক আছে—অম্বৰীষ, ৰৌৰৱ, মহাৰৌৰৱ, কালসূত্ৰ, অন্ধতামিস্ৰ। কোন পাপত কোন নৰকত কিমান দিন থাকিব লাগে, তাৰ লেখ আছে। নৰকবোৰত পাপীক অমানুষিক যন্ত্ৰণা দিয়া হয়। এনে যন্ত্ৰণাৰ কথা শুনিলে গাৰ নোম শিয়ঁৰি উঠে; মানুহে নাভাবি নোৱাৰে যে যি জন ঈশ্বৰে এনে যন্ত্ৰণাৰ বিধান কৰিছে, তেওঁ নিশ্চয় কৰুণাময় ঈশ্বৰ নহয়, তেওঁ ক্ৰুৰ, নিষ্ঠুৰ অসুৰ।

নৰক ভোগৰ ম্যাদ উকলিলে, পাপীক আকৌ সংসাৰলৈ পঠিযাই দিয়ে। এইবাৰ আকৌ কোন পাপৰ ফলত কি যোনিত জন্ম গ্ৰহণ কৰিব লাগে, তাৰ বিধান আছে—যেনে, শৰীৰেৰে কৰা পাপৰ ফলত, নৰক ভোগৰ পাছত স্থাবৰ যোনিত জন্ম গ্ৰহণ কৰিব লাগিব, বাক্যেৰে কৰা পাপৰ ফলত পক্ষী যোনিত জন্ম গ্ৰহণ কৰিব লাগিব, ইত্যাদি।

এই দৰেই ঈশ্বৰৰ তাত যেন এটা Criminal intelligence department আছে। এখন দণ্ডবিধি আইন আছে, বিচাৰক, জেইল (Jail) আছে—পৃথিবীতে যেনে আছে, সেই দৰেই সকলো পূৰা আছে।

এইদৰে কলে সাধাৰণ মানুহে সহজে জন্মান্তৰ এটা আছে বুলি বুজিব পাৰে, পাপলৈ ভয হয়। শাস্ত্ৰ-বাক্য পালন কৰিবলৈ যত্ন কৰে; কাৰণ পুৰাণৰ মতে শাস্ত্ৰবিহিত কৰ্ম্ম কৰাই পুণ্য আৰু শাস্ত্ৰই নিষেধ কৰা কৰ্ম্মই পাপ। সেই গুণে পুৰাণে এইবোৰ কথা অতিৰঞ্জিত কৰি কৈছে আৰু জন্মান্তৰৰ যে কিবা দাৰ্শনিক যুক্তি আছে, সেই কথা পুৰাণে কোৱা নাই।

---

*"There are two fatal objections to it. The first is that personal identity depends on memory, and we do not remember our previous incarnations. The second is that the soul, whatever it may be, is inflenced throughout all its qualities by the qualities of the body modern psychology discredits the idea that the soul is a metaphysical essence which can pass indifferenly from one body to another. If to suppose the impossible) the soul of a dog were to pass into man's body, it would be so changed as to be no longer the same soul so in a less degree, of change from one human body to another.
—Encyclopaedia Britannica 11th Ed. Vol 18, P. 260

পুৰাণৰ এইবোৰ কথা আজি কালি বহুতে বিশ্বাস নকৰে। প্ৰথমতে, এইবোৰ বিশ্বাস কৰিবলৈ হলে আমাৰ মানত ঈশ্বৰৰ ঈশ্বৰত্ব নেথাকে। করুণাময়, ক্ষমতাশীল জগতৰ পিতা পৰমেশ্বৰ নিষ্ঠুৰ অসুৰ হৈ পৰে।

তাৰ বাহিৰেও পুৰাণৰ কথাবোৰ উপনিষদৰ লগত নিমিলে। পুৰাণে কলে যে জীৱক যমদূতে বলেৰে ধৰি জন্ম গ্ৰহণ কৰায়। কিন্তু সাংখ্য দৰ্শনে আৰু গীতাই কয় যে জীৱক কোনেও বলেৰে ধৰি নিনিয়ে। জগতত যতবোৰ কাৰ্য্য হৈছে সেই সকলোবোৰ স্বভাৱৰ (Nature) বা প্ৰকৃতিৰ কাৰ্য্য, আৰু জন্মান্তৰো সেই একে স্বভাবৰেই কাৰ্য্য। ঈশ্বৰে যেন এই জগৎ-যন্ত্ৰটি ষ্টাৰ্ট (Start) দি চলাই দিলে, সি যেন আপোনা-আপুনি ঘড়ী চলা দৰে চলি আছে। জন্মান্তৰো সেই একে যন্ত্ৰৰেই কাৰ্য্য। ['কথাৰে উপনিষৎ চাওক] স্বভাবে বা সংস্কাৰে জীৱক কাম কৰায়, কিন্তু জীৱই ভাৱে যে সি নিজে কৰে [গীতা ৩/৫, ৩/২৭]। সেইদৰেই জন্মান্তৰো স্বভাৱৰ কাৰ্য্য, কিন্তু জীৱই ভাবে যে সি নিজে ইচ্ছা কৰি জন্ম গ্ৰহণ কৰিছে; ভাবিছে যেন সি নিজে পুৰণি কাপোৰ পেলাই দি নতুন কাপোৰ গাত লৈছে ঃ যথা—

কৰ্ম্মৰ সংস্কাৰে, আন দেহ ধৰে
পূৰ্ব্ব দেহ কৰি ত্যাগ
কৃষ্ণে বোলে তাৰ পূৰ্ব্বৰ সংস্কাৰে।
আপোন স্বভাৱে থাকি কৰ্ম্ম কৰে নৰে ।।
[গোবিন্দ মিশ্ৰৰ গীতা]

বাসাংসি জীৰ্ণানি যথা বিহায়
নবানি গৃহ্ণাতি নৰোঽপৰাণি
তথা শৰীৰাণি বিহায় জীৰ্ণা
ন্যন্যানি সংযাতি নবানি দেহী ।। [গীতা ২/২২]

সাংখ্যয়ো ঠিক একে ৰকমেই কৈছে —যথা
পুৰুষাৰ্থহেতুকমিদং নিমিত্তনৈমিত্তিকপ্ৰসঙ্গেন।
প্ৰকৃতেৰ্বিভূত্বযোগান্নটবদ্ব্যবতিষ্ঠতে লিঙ্গম্ ।।
[৪২ কাৰিকা]

অৰ্থাৎ পুৰুষৰ ভোগ আঁৰু অপবৰ্গৰ বাবে নিমিত্ত নৈমিত্তিক সহযোগ (অৰ্থাৎ কাৰ্য্য কাৰণৰ স্বাভাবিক নিয়ম অনুসাৰে) প্ৰকৃতিৰ অসীম প্ৰভাৱত, পুৰুষে ভাৱৰীয়াৰ দৰে নতুন নতুন সাজ পিন্ধি জন্ম গ্ৰহণ কৰে। (নিজৰ উন্নতিৰ নিমিত্তে নিজে কৰো বুলি ভাবে, কিন্তু আচলতে স্বভাৱে কৰায়)।
কিন্তু এইবোৰ কথা বুজা টান।

সাংখ্য, গীতা, উপনিষৎ—সকলোৰে উদ্দেশ্য আত্মতত্বটি বুজোৱা; অৰ্থাৎ সকলো জীৱই যে ব্ৰহ্ম, সকলোকে যে স্বভাৱে বা সংস্কাৰে কাম কৰায় কিন্তু সকলোৱে যে নিজে কৰিছো বুলি ভাবে—এই মূল তত্বটি বুজোৱা। কিন্তু এই তত্ব বুজিবলৈ পূৰ্ব্বজন্মৰ বা পৰজন্মৰ কথা জনা আৱশ্যক নাই। সেইগুণে বেদান্তই বা সাংখ্যত জন্মান্তৰৰ কথা বেলেগে আলোচনা কৰা নাই। কিন্তু গোটেই দৰ্শন খন আগৰ পৰা গুৰিলৈকে সামান্য ভাবে বুজিলেই আমি স্পষ্ট বুজিম যে জগতৰ সকলো ঘটনাৰ দৰেই জন্মান্তৰো এটা স্বাভাৱিক ঘটনা। অন্যান্য ঘটনাৰে দৰেই ইও নৈসৰ্গিক নিয়মেৰেই হয়; ই যেন উপনিষদৰ এটি স্বতঃসিদ্ধ, যাৰ বিষয়ে আৰু অন্য কোনো প্ৰমাণ আৱশ্যক নাই।

পাঞ্চজন্য ৮ম বছৰ বসন্ত সংখ্যা চ'ত ১৮৮২

# আগৰ দিন আৰু এতিয়াৰ দিন

মোৰ আজি ৮০ বছৰৰ আগৰ কথা মনত পৰিছে। এই আশী বছৰৰ ভিতৰত দেশৰ কি আচৰিত পৰিবৰ্তন হল, ভাবিলে বিস্ময় মানো। তেতিয়া ইয়াত ৰেল, জাহাজ, বাইচাইকল, টেলিগ্ৰাফ, টেলিফোন, ৰেডিঅ', চিনেমা, মটৰ গাড়ী, ইলেকট্ৰিক লাইট, পাংখা একো নাছিল। শিৱসাগৰৰ (শিৱসাগৰক আমি ৰংপুৰ বুলিছিলো) পৰা যোৰহাটলৈ গৰুগাড়ীত আহোতে দুদিন লাগিছিল। নগৰৰ ভিতৰতে স্কুললৈ যাওঁতে আমি বাৰিষা জোতা পিন্ধি যাব নোৱাৰিছিলো। তেতিয়া কলিকতালৈ যাবলৈ হলে নাৱত এমাহ যাব লাগিছিল। ১৮৮৩ চনৰ পৰা জাহাজত ৬ দিনত যাব পৰা হ'ল। এতিয়া উৰা জাহাজত ৬ ঘন্টাও নেলাগে।

থকা ঘৰ সম্বন্ধেও এতিয়াৰ তুলনাত আমি পঁজা ঘৰত হে

যেন আছিলো। ৰাতি, সন্ধ্যা লগাৰ পাছত এঘৰৰ পৰা সিঘৰলৈ যাবলৈ ভয় লাগিছিল। সাপ, বেংতো আছেই, তাৰ উপৰিও কুকৰনেচীয়া বাঘৰ উপদ্ৰৱ।

মই নগৰৰ কথা কৈছো। গাঁৱৰ অৱস্থা আৰু ভীষণ আছিল। আমি ফুটবল, টেনিচ্ দেখা নাছিলো। মোৰ এইবোৰ কথা শুনি আজি-কালিৰ লৰাইঁতে নিশ্চয় পুতৌ কৰিব আৰু ভাবিব যে আমি বৰ কষ্টত উঠিলো। এইটো কিন্তু ভুল। মই বুজো যে আমি বৰ সুখত উঠিলো।

তাহানি গধুলি জুইৰ ওচৰত পাটি ধৰাত বহি বাঁহৰ শলাত গঠা নাহৰ গুটি পুৰি তাৰ পোহৰেৰে বা তেলৰ চাকিৰ পোহৰেৰে যি সুখ পাইছিলো, এতিয়া ইলেকট্ৰিক পোহৰত, ইলেকট্ৰিক পাঙ্খা বা heater ৰ তলত সুন্দৰ চকি মেজত বহি পঢ়ি সেই একে সুখ হে অনুভৱ কৰিছো।

উত্তৰ গুৱাহাটীলৈ যেতিয়া ৰেল লাইন যোৱা নাছিল, তেতিয়া চৰ্কাৰি কামত মই প্ৰায সপ্তাহত এবাৰ গুৱাহাটীৰ পৰা ৰঙ্গিয়ালৈ যাব লাগিছিল। প্ৰত্যেক শনিবাৰে গধুলি গুৱাহাটীত ভাত খাই, নাৱেৰে নৈ পাৰ হৈ, উত্তৰ গুৱাহাটীত গৰুগাড়ীত ধানখেৰ পাৰি মহাসুখেৰে ৰাতি-ৰাতিটো শুই, ৰাতিপুৱা ৰঙ্গিয়াৰ বঙলাত চাহ খাই যি তৃপ্তি পাইছিলো, এতিয়া মটৰ গাড়ীৰে ফুৰিও তেনে তৃপ্তি পোৱা নাই।

তেতিয়াৰ দিনৰ সমাজত সুখ-শান্তি আছিল। তাত সাম্প্ৰদায়িক বিৰোধ নাছিল। গধূলি বামুন, কায়স্থ, শূদ্ৰ-বৈষ্ণৱ, শৈৱ, শাক্ত সকলোৱে নামঘৰত গোটখাই নাম গাইছিল। বিষ্ণু, শিৱ, দুৰ্গা সকলো দেৱতাৰ নাম লৈছিল আৰু বিশ্বাস কৰিছিল যে তেওঁলোকে সকলোৱে একে ঈশ্বৰৰ নাম হে লৈছে। আমাৰ সেই দিনৰ সমাজত ঈৰ্ষা, দ্বেষ, খোৱা-কামোৰা ইমান নাছিল; মিলা-প্ৰীতি আছিল। ইয়াত হিন্দু, মুছলমান, অসমীয়া, বঙালী, সকলো মিল আছিল।

মোৰ মনত আছে যে আলি হুচেন মহাপেছে (Record keeper) মোৰ দেউতাক 'ককাইদেউ' বুলি মাতিছিল আৰু সেই আলমতে ময়ো তেওঁক 'দদাই দেউ' বুলি মাতিছিলো। দৰং জিলাৰ মঙ্গলদৈ অঞ্চলত বহুত দিনলৈকে হিন্দু মুছলমানে একে লগে মাৰৈ পূজাত গান গাইছিল। বঙালীৰ লগত অসমীয়াৰ পেটে পেটে বিদ্বেষ আছিল হয়, আৰু থকাৰো যথেষ্ট কাৰণ আছিল। সেইবুলি সিদিনা অসমত হৈ যোৱাৰ দৰে এনে জঘন্য আৰু শোচনীয় কটা মৰা হোৱা নাছিল। এই যোৰহাটতে আমি বঙালী অসমীয়া সকলো মিলিহে সৌ থিয়েটৰ ঘৰটো সাজিছিলো 'আৰু বঙালী নাটকৰো অভিনয় কৰিছিলো। বঙালীয়েও অসমীয়া নাটকত পাৰ্ট লৈছিল। গুৱাহাটীৰ চৰকাৰী উকিল কালীচৰণ বাবু সকলো অসমীয়াৰ প্ৰিয়পাত্ৰ আছিল। অন্যতম উকীল মহেন্দ্ৰ মোহন লাহিড়ী যোৰহাটলৈ আহিলে মোৰ ঘৰত হে আলহী হৈছিল। এতিয়াও সিদিনা অলপতে তেওঁৰ ঘৈণীয়েক আৰু বোৱাৰীয়েক আহি মোৰ আলহী হৈ দুৰাতি থাকি গল। অসমীয়া বঙালীৰ যে কটা মৰা কেতিয়াবা হব পাৰে এনে কথা আমি ভাবিবই নোৱাৰিছিলো।

আমাৰ দিনত এইদৰেই সকলো মানুহে জাতি-ধৰ্ম্ম নিৰ্ব্বিশেষে মিলা-প্ৰীতিৰে আছিল। সকলোৱে পাৰ্য্যমানে পৰস্পৰক সহায কৰিছিল। তেতিয়াৰ দিনত সমাজত মিছা কথা, চুৰি, ডকাইতি, প্ৰবঞ্চনা, মামলা, মোকৰ্দ্দমা কম আছিল বা আজিকালিৰ তুলনাত একেবাৰে নাছিল বুলিলেও হয।

আগেযে বহুত মোকৰ্দ্দমা, বাদী-প্ৰতিবাদৰ জবানবন্দী লৈযে দুযোপক্ষক মিলাই দিব পাৰিছিলো বা ৰায দি নিষ্পত্তি কৰিব পাৰিছিলো। মিছা সাক্ষীৰ সংখ্যা কম আছিল আৰু হোজা অসমীযাই মিছা মোকৰ্দ্দমা সজাবও নেজানিছিল। ক্ৰমে দেখি আহিলো যে মোকৰ্দ্দমাবোৰ জটিল হৈ আহিল, আচল সত্য নিৰ্ণয় কৰা মোৰপক্ষে টান হৈ পৰিল। ৰায দিওঁতে মূৰ ঘূৰণি ধৰিছিল।

সেই দিনত আমি বজাৰত খাটি আৰু ভেজাল নিদিয়া ঘিউ, তেল ইত্যাদি খাদ্য বস্তু খাবলৈ পাইছিলো। ক্ৰমে ক্ৰমে নোপোৱা হলো। আমাৰ বেপাৰীবোৰ ক্ৰমে অসাধু হৈ আহিছে নিশ্চয়।

এই অসাধুতা মহাব্যাধি ক্ৰমে ক্ৰমে খুচৰি গৈ এতিয়া চৰকাৰী উচ্চপদস্থ বিষয়াসকলক আক্ৰমণ কৰিছেহি। এতিয়া দেখিছো I. C. S. Officer-এও চৰ্কাৰি টকা চুৰ কৰি ৬ বছৰ ফাটেকলৈ গৈছে। স্থায়ী Anticorruption development এটা খোলা হৈছে। শুনিছো যে এই anticorruption development-ৰ report মতে বহুত উচ্চপদস্থ বিষয়াৰ বিৰুদ্ধে procceding কৰা হৈছে, আৰু বহুতৰ ওপৰত ফৌজদাৰী মোকৰ্দ্দমাও হৈছে। এনেবোৰ কথা মই আগেয়ে শুনা নাছিলো আৰু এনে হব পাৰে বুলি ভাবিব নোৱাৰিছিলো।

মানুহৰ স্বভাৱ, মানসিক বৃত্তি আৰু ব্যক্তিগত অভিৰুচি বেয়াৰ ফালেহে ঢাল লৈছে। মই যেতিয়া কলিকতাত

পঢ়িছিলো তেতিয়া মোৰ সমবয়স্ক আৰু অতি প্ৰিয় বন্ধু দুজনে "ডেকা-গাভৰু" নামেৰে এখন সৰু নাটক লিখিছিল। নাটকখন মোৰ মনেৰে ভালেই হৈছিল, মাত্ৰ এটা কি দুটা দৃশ্যত দুটামান কথা সেই সময়ৰ মানুহে ৰুচি-বিৰুদ্ধ বুলি কব পাৰিছিল। এই দোষতে সেই নাটকখনে কোনো ৰঙ্গমঞ্চ নেদেখিলে। আৰু বেজবৰুৱাই জোনাকীত তাৰবাৰে এনে তীব্ৰ প্ৰতিবাদ কৰি বন্ধু দুজনক গৰিহনা কৰিলে। এতিয়া দেখিছো তাতকৈ এশগুণে কুৰুচিপূৰ্ণ কিতাপ ওলাইছে আৰু মানুহে সেইবোৰহে আগ্ৰহ কৰি পঢ়িছে আৰু পঢ়ি ভাল পায়। অশ্লীল চিনেমা ছবি ওলালে মানুহে দৌৰি আহি চায়।

কিয় আমাৰ এনে মতি-গতি হৈছে? আমি পাশ্চাত্য সভ্যতাৰ সংসৰ্গলৈ আহি বহুত লাভ পালো। দেশত শিক্ষা বিস্তাৰ হৈ শিক্ষিত মানুহৰ সংখ্যা দোপে দোপে বাঢ়ি গৈছে, দেশ ক্ৰমে চহকী হৈছে, আৰু চহকী হব বুলি আশা হৈছে আৰু দেশ সকলো বিষয়তে উন্নত হৈছে। ৰাস্তা, ঘাট, পদুলিৰ সকলো সুবিধা আমি পাইছো। এনে স্থলত মানুহবোৰ ক্ৰমে চৰিত্ৰবান হৈ যাব লাগিছিল। হোৱা নাই কিয়?

বহুতে ভাবে যে আমাৰ দেশ দুখীয়া, মানুহৰ খাবলৈ নাই, জনসংখ্যা ইমান দোপে দোপে বাঢ়িছে যে পৃথিবীয়ে ভাৰ নসহা হৈছে, সেইগুণে খাবলৈ নাপায় অভাবে স্বভাব নষ্ট কৰিছে। যেনে আগন্তুক দেখিছো আৰু যি দৰে কাম আৰম্ভ হৈছে, মই অকণো সন্দেহ নকৰো যে অমাৰ দেশ অচিৰে ধনী হব। কিন্তু ধনী হলেই মানুহবোৰ চৰিত্ৰবান হবনে? সমাজত সুখশান্তি হবনে? সুখ শান্তি মানসিক বস্তু। এইজোপা গছ ধন-সোণৰ ওপৰত নগজে। ই নিৰ্ম্মল, সাত্বিক আৰু নিষ্পাপ মনতহে গজে আৰু বাঢ়ে।

সেই গুণে মই ভাবো যে আমাৰ এই বৰ্ত্তমান নৈতিক অবনতিৰ কাৰণ অকল এটাহে হব পাৰে, আৰু সেইটো এই, যথা—সকলো ভাৰতীয় দৰ্শনৰ ভিত্তি জন্মান্তৰবাদ। ইয়াক বিশ্বাস নকৰিলে বেদ, বেদান্ত, সাংখ্য, গীতা, ভাগৱত, মহাভাৰত সকলোবোৰ অবিশ্বাস কৰিব লাগিব। কিন্তু বেদান্তই জন্মান্তৰবাদৰ কোনো প্ৰমাণ দিয়া নাই আৰু দিব নোৱাৰেও। সকলো শাস্ত্ৰই জন্মান্তৰবাদটো এটা স্বতঃ-সিদ্ধ বুলি ধৰি লৈছে। কাৰণ এইটোৰ কোনো প্ৰত্যক্ষ প্ৰমাণ দিব নোৱাৰি। কিন্তু পাতঞ্জলে কৈছে (পাতঞ্জল ৩।১৮) যে যোগ প্ৰক্ৰিয়াৰ দ্বাৰা মানুহে পূৰ্ব্বজন্মৰ কথা মনত পেলাব পাৰে। এইদৰে যোগৰ দ্বাৰাই পুনৰ জন্ম বিশ্বাস নকৰিলে আৰু অন্য উপাই নাই। ভাৰতবৰ্ষত অনাদি কালৰ পৰা মানুহৰ এই বিশ্বাস আছিল। শ্ৰীমনোৰঞ্জন শাস্ত্ৰীয়ে লিখিছে, "জীৱৰ যে জন্মান্তৰ বা পুনৰজন্ম আছে এই কথাটো যি কোনো সৰ্ব্বভাৰতীয় ধৰ্ম্ম সম্প্ৰদায়েই একবাক্যে স্বীকাৰ কৰে। ভাৰতীয় সংস্কৃতি-সম্পন্ন লোকৰ মনত ই এটা স্বতঃ-সিদ্ধ কথা। বেদ, পুৰাণ, তন্ত্ৰ, বৌদ্ধজাতক, জৈনাগম, আনকি আমাৰ দেশৰ বিয়ানাম লোকগীতিতো পুনৰজন্মৰ কথা প্ৰচুৰ ভাবে আছে।"

বংশানুক্ৰমে এইবোৰ কথা শুনি আহি জন্মান্তৰবাদটো সকলো মানুহৰ সংস্কাৰবদ্ধ জ্ঞান যেন হ'ল। এশ বছৰৰ আগলৈকে সকলোৱে এই কথাটো আমাৰ দেশত বিশ্বাস কৰিছিল। বিশ্বাস কৰিছিল যে পূৰ্ব্বজন্মৰ কৃত পাপ-পুণ্যৰ ফলহে আমি এই জন্মত ভোগ কৰিছো। সকলোৱে বিশ্বাস কৰিছিল যে এই জন্মত পাপ কৰিলে পৰজন্মত নৰকৰ শাস্তি ভোগ কৰিব লাগিব। সকলোৱে বিশ্বাস কৰিছিল যে এই জন্মত পুণ্য কৰিলেহে পৰজন্মত সুখ হব। এই বিশ্বাস থকা বাবেই ধনীয়ে ধনৰ সদ্ব্যৱহাৰ কৰিছিল—বাইজৰ অৰ্থে দান-দক্ষিণা কৰিছিল, বাইজৰ সুবিধাৰ নিমিত্তে পুখুৰী খনাই বাইজক উছৰ্গি দিছিল আৰু বাটৰুৱাৰ সুবিধাৰ নিমিত্তে বাটত আহঁত পুলি ৰুই দিছিল। যাগ-যজ্ঞ কৰাই টকা খৰচ কৰিছিল অৰ্থাৎ দেশত বিলাই দিছিল। ভাবিছিল যে এই টকা পৰজন্মলৈ সঞ্চয় কৰিছো। নিৰ্ধনী মানুহে ভাবিছিল যে পূৰ্ব্বজন্মত তেওঁ দান দক্ষিণা কৰা নাই, সেই গুণে এই জন্মত তেওঁ ধন পোৱা নাই। এই দৰে নিজৰ অদৃষ্টক দোষ দি তেওঁ সান্ত্বনা লাভ কৰিছিল। আৰু লোকৰ ধন দেখি ঈৰ্ষা নকৰিছিল। সেই বুলি আকৌ সৎ উপায়েৰে ধন উপাৰ্জ্জন কৰিবলৈ চেষ্টা নকৰাকৈ নেথাকিছিল। কাৰণ বিশ্বাস কৰিছিল যে ধনেইহে ধৰ্ম্ম, ধন নহলে পুণ্য কাম কৰিব নোৱাৰি, আৰু পৰ-জন্মত সুখেৰে থাকিব নোৱাৰি। সেইবাবে সকলো মানুহ সন্তুষ্ট হৈ আছিল আৰু কাৰো প্ৰতি কোনো মানুহৰ হিংসাৰ বা ঈৰ্ষাৰ ভাৱ নাছিল।

এনে দৰ্শনত Marxism ৰ ঠাই নাই। এনে সমাজত Communalism ৰ বীজ গজিব নোৱাৰিছিল। এনে সমাজত মানুহৰ পাপলৈ ভয় আৰু ঈশ্বৰৰ শাসনলৈ ভয় আছিল আৰু সেইবাবেই সন্তোষেৰে আছিল। কিন্তু পাশ্চাত্য সভ্যতাৰ সংস্পৰ্শত মানুহৰ এই বিশ্বাসটো ক্ৰমে ক্ষীণ হৈ আহিল। বেদান্ত, সাংখ্য, গীতা, মহাভাৰত আদি বুজিব

নোৱাৰা হল, আৰু সেইবোৰৰ ওপৰত বিশ্বাস নাইকিয়া হল। ধৰ্মতো বিশ্বাস নাইকিয়া হল।

এইটো কিন্তু পাশ্চাত্য সভ্যতাৰ দোষ নহয়, দোষ আমাৰ নিজৰ বুদ্ধিৰ। পাশ্চত্য কোনো দৰ্শনে সাহ কৰি কব নোৱাৰে যে ভাৰতীয় জন্মান্তৰবাদটো সত্য নহয়। পাশ্চাত্য কোনো বিজ্ঞানে কব নোৱাৰে যে এই জন্মান্তৰবাদটো দাৰ্শনিক যুক্তিৰ ওপৰত প্ৰতিষ্ঠিত নহয়। বৰং আধুনিক পাশ্চাত্য বিজ্ঞানে জন্মান্তৰৰ বিষযে এইদৰে কৈছে—

"There is nothing in the analogy of Nature against it and very much to support it"—Huxley.

মই মোৰ 'জন্মান্তৰ ৰহস্য' নামে কিতাপটোত বৈজ্ঞানিক যুক্তিৰে দেখুৱাইছো যে জন্মান্তৰবাদ নেমানিলে আধুনিক পাশ্চাত্য মনোবিজ্ঞানত এনে এটি সমস্যা উঠে যে হয় আমি জন্মান্তৰবাদ মানিব লাগিব, নহয় গোটেই Quantum Theory টো দলিযাই পেলাব লাগিব। Eddington এও স্পষ্ট স্বীকাৰ কৰিছে যে পূৰ্বজন্ম আছেনে নাই সেই প্ৰশ্নটো আমি পিছলৈ থ'ম।

আমাৰ দুৰ্ভাগ্য যে আমি পাশ্চাত্য দৰ্শন আৰু বিজ্ঞানৰ লগত আমাৰ শাস্ত্ৰ বিজাই নাচায় মানুহৰ মুখৰ কথা শুনিয়েই বিশ্বাস কৰিছো যে মানুহৰ জন্মান্তৰ নাই আৰু সেইদৰে কৰিযেই সকলো শাস্ত্ৰ-বাক্যলৈ অশ্ৰদ্ধা কৰিলোঁ। মানুহৰ পাপলৈ ভয নোহোৱা হল, ঈশ্বৰ আছেনে নাই সন্দেহ হ'ল। মই ভাবো এইটো ঈশ্বৰৰ ইচ্ছা আৰু কলিযুগৰ প্ৰভাব।

কিন্তু এতিযাও আমাৰ উপায আছে। এতিয়াও আশা আছে, এতিয়াও সময় আছে। এতিযাও আমাৰ দেশত শতকৰা অন্ততঃ ৫০ জন মানুহে পুনৰজন্ম বিশ্বাস কৰে। আমি যদি এতিয়াও Indian philosophy ৰ সম্পৰ্কে কলেজৰ যিবোৰ পাঠ্য পুস্তক আছে সেইবোৰত এইবোৰ কথাৰ আলোচনা কৰো আৰু লৰাবোৰকো শিকোৱা হয় যে জন্মান্তৰবাদত সত্য আছে তেন্তে পুৰণি বিশ্বাস ফিৰি আহিব।

পাঞ্চজন্য ৯ম বছৰ ৩য় সংখ্যা পুহ-মাঘ ১৮৮৩

# প্ৰাণায়াম

আজি ১৮।১২।৬১ তাৰিখে 'ষ্টেটস্‌মেন' (Statesman) কাকতত বাতৰি দেখিলো যে এজন বৈজ্ঞানিকে (Biochemist) কৈছে যে ব্যাযাম কৰিলে মানুহৰ আয়ুস টুটে, যথা—

"Dr Gordon Ring, a researcher at the University of Miami School of Medicine, Florida, today told the second national conference of the joint council to improve the health care of the aged, that exercise, contrary to popular belief, did not help prolong life, reports A. P. Dr Ring said; "The opposite is true."

He said he had taken statistics for boiler makers, blacksmiths, and others which showed that their life span was less than that of the people who work on a less strenuous train

কথাটো অতি সঁচা আৰু যোগ শাস্ত্ৰৰ এয়েহে মূল কথা।

কিন্তু মই ভাবোঁ যে এই কথাটো বৈজ্ঞানিক প্ৰণালীৰে প্ৰমাণ কৰিব নোৱাৰি। কাৰণ প্ৰাণশক্তিনো কি বস্তু বিজ্ঞানে নাজানে। আজি বহুত দিনৰ পৰা বিজ্ঞানে বৈজ্ঞানিক উপায়েৰে জড়শক্তি বা দ্ৰব্যৰ পৰা প্ৰাণশক্তি উৎপাদন কৰিবলৈ অহোপুৰুষাৰ্থ কৰিও কৰিব পৰা নাই।

বিজ্ঞানে ভাবে যে প্ৰাণশক্তি চিৎ-শক্তিৰ (concisousness) লগৰ শক্তি। ভাৰতীয় দৰ্শনে দাৰ্শনিক যুক্তিৰেই প্ৰমাণ কৰিছে যে প্ৰাণ-শক্তি চিৎ-শক্তিৰ সম্পূৰ্ণ বিপৰীত। প্ৰাণ-শক্তি আৰু সাধাৰণ শক্তি (heat, light, electricity আৰু Magnetism) একে শক্তি। (গীতাৰ

পাতনি বা সাংখ্য-দৰ্শন চাওক) ইইতৰ প্ৰভেদ এই যে প্ৰাণশক্তি অতি সূক্ষ্ম (অপঞ্চীকৃত শক্তি বা ভাব, আৰু ইটো শক্তি স্থূল শক্তি যাক আমি যন্ত্ৰেৰে জুখিব পাৰো। প্ৰাণশক্তি চিন্তাশক্তিৰ দৰেই বুদ্ধিস্থ সংস্কাৰত ভাব স্বৰূপে থাকে আৰু ইয়াৰ কাৰ্য্য পাঁচ বিধ। যথা—প্ৰাণ, অপান, সমান, উদান, ব্যান আদি, অৰ্থাৎ নিশ্বাস, প্ৰশ্বাস, মলমূত্ৰ ত্যাগ ইত্যাদি। যথা—

ব্যাহ্যোস্তাব বোধাধিষ্ঠানধাৰণং প্ৰাণ কাৰ্য্যম্।
শাৰীৰ ধাতুগত বোধাধিষ্ঠান ধাৰণং উদান কাৰ্য্যম।
সঞ্চালন শক্ত্যধিষ্ঠান ধাৰণং ব্যান কাৰ্য্যম।
মলাপণযণ শক্ত্যধিষ্ঠান ধাৰণং অপান কাৰ্য্যম্।

আহাৰ্য্য সমনয় শক্ত্যধিষ্ঠান ধাৰণং সমান কাৰ্য্যম্। একে শক্তিৰে এই পাঁচ বিধ কাৰ্য্য।

এই প্ৰাণশক্তি যেন এটা electric battery বা torch light বুদ্ধিস্থ এই বেটেৰীৰ পৰা current আহিলেহে আমি এই পাঁচ বিধ কাম কৰিব পাৰোঁ, অৰ্থাৎ নিশ্বাস প্ৰশ্বাস লব পাৰোঁ। যিমানেই শ্বাস প্ৰশ্বাস লওঁ সিমানেই এই প্ৰাণ-শক্তিৰ ক্ষয় হয়; আৰু যেতিয়া বেটেৰীটো একেবাৰে discharge হয় তেতিয়া আমি প্ৰাণ-হীন হওঁ অৰ্থাৎ মৰোঁ।

এই কথাটো ঋষি সকলে বহুত যুক্তি প্ৰমাণ দি বুজাই গৈছে। তেওঁলোকে দেখুৱাই গৈছে যে যি প্ৰাণীয়ে উশাহ নোলোৱাকৈ বহুত পৰ থাকিব পাৰে, সেইবোৰ প্ৰাণী দীৰ্ঘজীবী। হঠযোগৰ কিতাপত লিষ্ট এখন দিয়া আছে কোন প্ৰাণীয়ে কিমান খৰকৈ উশাহ লয় আৰু কিমান দিন জীয়ে। কাছবোৰে বোকাত সোমাই উশাহ নোলোৱাকৈ বহুত সময় থাকিব পাৰে সেইগুণে সিহঁত সকলো প্ৰাণীতকৈ দীৰ্ঘজীৱী। এইবোৰ পৰ্য্যবেক্ষণ কৰিয়েই ঋষিসকলে (অকল দীৰ্ঘায়ু হবৰ নিমিত্তিযেই নহয়, যোগৰ নিমিত্তে প্ৰস্তুত হবৰ বাবেও) প্ৰাণাযাম বুলি এটা প্ৰক্ৰিয়াৰ বিধান কৰিছে। প্ৰাণায়াম কৰি শ্বাস, প্ৰশ্বাস নিয়ন্ত্ৰিত কৰিব জানিলে মানুহৰ অকল আয়ুসেই নেবাঢ়ে, শৰীৰো সবল আৰু সুস্থ হয়, বেমাৰ নহয়।

ব্যায়াম কৰিলে, ফুটবল আদি খেলিলে, অতিৰিক্ত পৰিশ্ৰম কৰিলে কোঁপনি ধৰে, খৰকৈ উশাহ লব লাগে, সেইগুণেই আয়ুস টুটে।

পাঞ্চজন্য ৯ম বছৰ ৩য় সংখ্যা পুহ-মাঘ ১৮৮৩

# ঈশ্বৰে কৰিব নোৱাৰা কাম আছেনে?

সম্ৰাট আকবৰৰ ৰাজ-সভাত বীৰবল নামেৰে এজন সভাসদ আছিল। তেওঁ অতি জ্ঞানী মানুহ। সম্ৰাটৰ তেওঁ প্ৰিয় পাত্ৰ আছিল। আৰু বহুত কথাত তেওঁৰ বিৰুদ্ধে নানা ৰকম টুটকীয়া কথা লগালে আৰু শেহত চক্ৰান্ত কৰি তেওঁৰ বিৰুদ্ধে এটা মিছা অভিযোগ আনিলে।

সম্ৰাটে বিচাৰ কৰি বীৰবলক তেওঁৰ ৰাজ্যৰ পৰা খেদাই দিবলৈ হুকুম দিলে। হুকুম তৎক্ষণাৎ তামিল হল। ইয়াৰ পাছত সম্ৰাটে বুজিলে যে বীৰবলৰ বিৰুদ্ধে অভিযোগটো মিছা আছিল। তেওঁ পুনঃ বীৰবলক বিচাৰি আনিবলৈ হুকুম দিলে। বীৰবলক বিচাৰি নাপালে! বীৰবল কিন্তু সেই দিল্লী নগৰতে ছদ্মবেশে আছিল।

ইয়াৰ কিছুদিনৰ পিচত ৰাজসভাত এটা কথা উঠিল যে 'ঈশ্বৰে কৰিব নোৱাৰা কাম সংসাৰত কিবা আছেনে?" এই প্ৰশ্নৰ কোনো সভা পণ্ডিতে উত্তৰ দিব নোৱাৰিলে। সম্ৰাটে তেতিয়া কলে, "বীৰবল থকা হলে কব পাৰিলে হেতেন। তোমালোকে এতিয়া নগৰত ঢোলপিটি শুনাই দিয়াহক যে এই প্ৰশ্নৰ যি উত্তৰ দিব পাৰে তেওঁক মই যথোচিত পুৰস্কাৰ দিম।' সেইদৰেই কৰা হল। ছদ্মবেশী বীৰবল আহি ৰাজ-সভাত উপস্থিত হৈ কলেহি যে তেওঁ সম্ৰাটৰ প্ৰশ্নৰ উত্তৰ দিব পাৰে। সম্ৰাটে আগ্ৰহেৰে সুধিলে—কি উত্তৰ কোৱা। বীৰবলে কলে, "জাহাপনা, ঈশ্বৰে কোনো প্ৰজাক তেওঁৰ ৰাজ্যৰ পৰা খেদাই দিব নোৱাৰে।"

উত্তৰ শুনি ধৰ্ম্মপৰাযণ সম্ৰাট স্তব্ধ হল। চকুমুদি ক্ষন্তেক চিন্তা কৰি আপোনা-আপুনি কলে, "উঃ মই কি কৰিলোঁ, মই ঈশ্বৰে কৰিব নোৱাৰা কামটো কৰিলোঁ, মই বীৰবলক মোৰ ৰাজ্যৰ পৰা খেদাই দিলোঁ।" সম্ৰাটৰ চকুৰ পানী বাগৰি আহিল।

তেতিয়া বীৰবলে আঠুকাটি কলে "জাহাপনা, বেজাৰ নকৰিব। মযে বীৰবল, মই আপোনাৰ ৰাজ্যত আছো।" তেতিয়া দযালু সম্ৰাট সিংহাসনৰ পৰা উঠি আহি বীৰবলক সাবটমাৰি ধৰি ক্ষমা প্ৰাৰ্থনা কৰিলে।

বীৰবলৰ কথাটো ভালকৈ বুজিব পাৰিলেই আমাৰ গোটেই গীতাৰ মূল বক্তব্য খিনি বুজা হয। গীতাৰ মতে আমি সকলো ঈশ্বৰৰ কোলাত বহি আছো। মাক-বাপেকে কেচুৱা লৰাক কোলাত ললে কোলাৰ পৰা নমাই শুৱাই থব পাৰে। কিন্তু ঈশ্বৰে আমাক তেওঁৰ কোলাৰ পৰা নমাব নোৱাৰে। ক'ত নমাব? সমস্ত জগতেই ঈশ্বৰৰ এক অংশ আৰু জগতৰ ওপৰতো তেওঁ।* তেওঁৰ বাহিৰে ইয়াত একো নাই। সেই গুণে গীতাই কৈছে "পিতাহম্ অস্য জগতঃ মাতা ধাতা পিতামহঃ" আৰু "ময়ি সৰ্বং ইদং প্ৰোতং সূত্ৰে মণিগণা ইব।" তেওঁ এই সমস্ত জগত একেলগে গাঠি মণি পিন্ধি বহি আছে। জগত তেওঁৰ অতি প্ৰিয বস্তু, তেওঁ সকলো কথাতে জগতৰ হিত কৰিবলৈ সদায ব্যস্ত।

*বিস্তভ্যাহমিদংকৃৎস্ন একাংশেন স্থিতোজগৎ।

পাঞ্চজন্য ৯ম বছৰ ৪ৰ্থ সংখ্যা বহাগ-জেঠ ১৮৮৪

# ধৰ্ম বিশ্বাস

প্ৰাচীন গ্ৰীচ দেশৰ ইতিহাসত পোৱা যায তাহানি ডেলফি নগৰত এটি বিখ্যাত দেব মন্দিৰ আছিল। তাত মানুহে যি প্ৰশ্ন কৰে তাৰ যথাযথ উত্তৰ পোৱা গৈছিল। এদিন এটা প্ৰশ্ন হলঃ—"পৃথিবীৰ ভিতৰত কোনটো ধৰ্ম্ম আটাইতকৈ শ্ৰেষ্ঠ"। এই প্ৰশ্নৰ উত্তৰত এই সত্য বাণী হল।

The best religion for a man is the religion of his father—"অৰ্থাৎ "প্ৰত্যেক মানুহৰ পক্ষে তেওঁৰ বাপেকৰ ধৰ্ম্মই হে শ্ৰেষ্ঠ ধৰ্ম্ম।"

এই দৈবাণীটো আজিও "Oracle of Delphi" বুলি প্ৰখ্যাত।

আমাৰ গীতাতো আছে—শ্ৰেযান্ স্বধৰ্ম্মোবিগুণঃ পৰধৰ্ম্মাৎ স্বনুষ্ঠিতাং। স্বধৰ্ম্মে নিধনং শ্ৰেয়ঃ পৰধৰ্ম্মো ভয়াবহঃ। গী ৩।৩৫

ইয়াৰ কাৰণ কি? কিয় মানুহে বাপেকৰ ধৰ্ম্ম ধৰিহে ধৰ্ম্মাচাৰণ কৰিব লাগে?

অলপ ভাবিলেই আমি বুজিম যে সকলো ধৰ্ম্মই একে কথাহে কৈছে। সকলো ধৰ্ম্মই কৈছে যে সৃষ্টিকৰ্ত্তা ঈশ্বৰ সৰ্ব্বশক্তিমান আৰু সৰ্ব্বজ্ঞ। তেওঁৰ ইচ্ছামাত্ৰ সৃষ্টি। তেওঁ করুণাময, প্ৰেমময, সকলো জীৱৰ পিতা, মাতা আৰু সুহৃদ। তেওঁৰ ওপৰত বিশ্বাস ৰাখি তেওঁক প্ৰাৰ্থনা কৰিলে তেওঁ জীৱক ঐহিক আৰু পাৰত্ৰিক সকলো ৰকমৰ সুখ, ভোগ আৰু জ্ঞান দিযে। তেওঁৰ নাম ললেই সকলো পাপ নষ্ট হয। এইখিনি কথা সকলো ধৰ্ম্মই কৈছে। ইয়াত কাৰো কোনো বিৰোধ নাই। এই গুণে সকলো ধৰ্ম্ম সমান। ইয়াত কোনটো ধৰ্ম্ম শ্ৰেষ্ঠ, কোনটো নিকৃষ্ট এনে প্ৰশ্নই হব নোৱাৰে।

এই ধৰ্ম্মবোৰৰ আচল প্ৰভেদ হৈছে কেবল উপাসনাৰ পদ্ধতিৰ সম্পৰ্কে। ঈশ্বৰক কেনেকৈ উপাসনা কৰিব এই বিষযে প্ৰত্যেক ধৰ্ম্মই দেশ, কাল, পাত্ৰ, জাতি আৰু মানুহৰ স্বভাৱ অনুসাৰে বেলেগ বেলেগ বিধান দিছে। পাঠকসকলে মনত ৰাখিব লাগিব যে ঈশ্বৰৰ স্বৰূপ আৰু ওপৰত কোৱা তেওঁৰ গুণবোৰ যি মানুহে সম্পূৰ্ণভাৱে বুজিছে আৰু বিশ্বাস কৰে, অৰ্থাৎ যি ঈশ্বৰক জানে, তেওঁ উপাসনা কৰিবও নালাগে। তেওঁ এনেয়ে "নিত্যমুক্ত" ভক্ত। উপাসনা কৰিব লাগে সেইবোৰ মানুহে যিবোৰৰ এতিয়াও ঈশ্বৰলৈ দৃঢ় বিশ্বাস হোৱা নাই। যি এতিয়াও বুজা নাই যে ঈশ্বৰৰ ইচ্ছা নহলে গছৰ পাত এটাও সৰিব নোৱাৰে। তেওঁৰ কৃপা হলে

সকলো হয়। সেই গুণে উপাসনাৰ পদ্ধতিৰ বিষযে ভিন্ন ভিন্ন ধৰ্ম্মৰ যিবোৰ বেলেগ বেলেগ বিধান আছে সেইবোৰ আচল ভক্তৰ পক্ষে দিয়া বিধান নহয। নিচেই নিম্ন স্তৰৰ মানুহে কিন্তু এই বিধান মতে সদায় উপাসনা কৰিলেহে এটা অভ্যাস গঠন হব। আৰু সদায এইদৰে উপাসনা কৰি থাকিলেহে শেষত ঈশ্বৰৰ বিষযে প্ৰকৃত জ্ঞান লাভ কৰিব পাৰিব বা ঈশ্বৰৰ অস্তিত্বৰ বিষযে দৃঢ় বিশ্বাস হব। দেওবাৰে গীৰ্জ্জাত গৈ "god" বুলি উপাসনা কৰিলোঁ, শুকুৰবাৰে আহি মচজিদত খোদাৰ উপাসনা কৰিলোঁ, বিহু সংক্ৰান্তিত নাম ঘৰলৈ গৈ হৰি নাম কৰিলোঁ, এই দৰে কৰিলে কোনো উপাসনাৰ প্ৰতি মানুহৰ শ্ৰদ্ধা নহয। শ্ৰদ্ধা নহলেই সকলো নষ্ট হ'ল। ঈশ্বৰৰ অস্তিত্বৰ বিষযেও সংশয হল। এনে সংশয আৰু অশ্ৰদ্ধাৰে উপাসনা কৰাৰ একো লাভ নাই। গীতাত কৈছে ঃ—

অজ্ঞশ্চাশ্ৰদ্দধানশ্চ সংশযাত্মা বিনশ্যতি।

নায়ং লোকোহস্তি ন পৰো ন সুখং সংশযাত্মনঃ। অজ্ঞানী, শ্ৰদ্ধাহীন আৰু সংশযাত্মা মানুহ বিনষ্ট হয। সংশযাত্মাৰ এই লোক আৰু পৰলোক আৰু সুখ সকলো নষ্ট হয়।। ৪।৪০

মানুহে সকৰে পৰা যি দৰে ঈশ্বৰৰ নাম লৈ আহে সেইদৰে কৰিব পাৰিলেহে শ্ৰদ্ধাৰে উপাসনা কৰিব পাৰে। যি যি ধৰ্ম্মৰ যি যি ধৰ্ম্ম শাস্ত্ৰত যেনে বিধান আছে সেইদৰে উপাসনা কৰিলেহে সিদ্ধি হয। নহলে ধৰ্ম্মৰ গ্লানি হয়—দেশত অধৰ্ম্ম প্ৰবৰ্ত্তে। যথা ঃ—

যঃ শাস্ত্ৰবিধিমুৎসৃজ্য বৰ্ত্ততে কামকাৰতঃ।

ন স সিদ্ধিমবাপ্নোতি ন সুখং ন পৰাং গতিম্।।

তস্মাচ্ছাস্ত্ৰং প্ৰমাণং তে কাৰ্য্যাকাৰ্য্যব্যৱস্থিতৌ।

জ্ঞাত্বা শাস্ত্ৰবিধানোক্তং কৰ্ম্ম কৰ্ত্তুমিহাৰ্হসি।

যি শাস্ত্ৰীয বিধি পৰিত্যাগ কৰি নিজ ইচ্ছামতে কাৰ্য্য কৰে, তেওঁ সিদ্ধি লাভ কৰিব নোৱাৰে। সুখ বা সদ্গতিও লাভ কৰিব নোৱাৰে। ১৬।২৩ গীঃ

অতএব কৰ্ত্তব্যাকৰ্ত্তব্য নিৰূপণ কৰিবলৈ হ'লে শাস্ত্ৰইহে তোমাৰ প্ৰমাণ, শাস্ত্ৰীয় বিধান জানিহে সংসাৰত তুমি কৰ্ম্ম কৰিব লাগে। ১৬।২৪

এই শাস্ত্ৰ-বিধিবোৰ ভালনে বেয়া এনে বিচাৰ কৰাৰ আমাৰ অধিকাৰ নাই। এইবোৰ বিচাৰ কৰিব পাৰে ব্যাস, বশিষ্ঠ, বুদ্ধদেব, Jesus Christ, মহম্মদ, চৈতন্যদেব আৰু শঙ্কৰদেব আদি ব্ৰহ্মদৰ্শী মহাপুৰুষ সকলে, যি সকলে ঈশ্বৰক প্ৰত্যক্ষে লাভ কৰিছিল।

যদি অনধিকাৰী মানুহে এই বিধানবোৰৰ সমালোচনা কৰে তেন্তে সাধাৰণ মানুহৰ ধৰ্ম্ম বিশ্বাস ক্ৰমে লোপ পাই আহিব , দেশত অধৰ্ম্ম প্ৰবৰ্ত্তিব।

সেই গুণে দেখা যায় যে বৌদ্ধ, জৈন, খ্ৰীষ্টিয়ান, মুছলমান, ইহুদী আদি সকলো ধৰ্ম্মাবলম্বীয়ে নিজ নিজ ধৰ্ম্মৰ চিৰপ্ৰচলিত শাস্ত্ৰৰ বিধান মানি লৈ উপাসনা কৰি আহিছে। কোনেও আজিলৈকে নিজৰ ধৰ্ম্মৰ নিজে নিন্দা কৰা নাই। কিন্তু স্বাধীন ভাৰতত হিন্দুধৰ্ম্মাৱলম্বী সকলে কি কৰিছে? তেওঁবিলাকৰ ভিতৰৰ বৰমূৰীয়া কেইজনমানে অনধিকাৰ চৰ্চ্চা কৰি নিজৰ ধৰ্ম্মক নিজে নিন্দা কৰা বাবেই দেশত অধৰ্ম্ম আৰু অশান্তি ক্ৰমে বৃদ্ধি হৈ আহিছে।

---

পাঞ্চজন্য ৯ম বছৰ ৮ৰ্থ সংখ্যা বহাগ জেঠ ১৮৮৪

# গীতা আৰু দেৱী সূক্ত

ঋগ্বেদৰ ১০ম মণ্ডলৰ ১২৫ সংখ্যক সূক্তটিক "দেৱী সূক্ত" বা "বাগদেৱী সূক্ত" বোলে। বাক্-দেৱী মহৰ্ষি অম্ভৃণৰ কন্যা। তেওঁ ব্ৰহ্ম বিদুষী হৈ ব্ৰহ্ম হল। (ব্ৰহ্মবিৎ ব্ৰহ্মৈব ভৱতি)।

বেদভাষ্যকাৰ সায়নাচাৰ্য্যই লিখিছে, "মহৰ্ষি অম্ভৃণৰ কন্যা বাক্, নিজক পৰমাত্মাৰ পৰা অভিন্ন বুলি উপলব্ধি কৰি, বুজিলে যে তেওঁ (বাক্-দেৱী) সমস্ত জগতৰ আধাৰ আৰু আশ্ৰয়, তেওঁৰ বাহিৰে আৰু একো নাই। এইদৰে বুজি তেওঁ

নিজৰ আত্মাৰ নিজে স্তব কৰিলে (আত্মানং অস্তৌৎ) সূক্ত মানে সুন্দৰ বা সুশ্ৰাব্য বাক্য (সু+বচ্+ক্ত) বা বৈদিক স্তোত্ৰ।

এই দেৱী সূক্তটি সমগ্ৰ "চণ্ডী" গ্ৰন্থৰ মূল বীজ। তান্ত্ৰিক সম্প্ৰদায়ে চণ্ডী পাঠৰ লগে লগে এই সূক্তটি ভক্তিভাবে পাঠ কৰে। ইয়াৰ সকলোখিনি কথা মূল চণ্ডীৰ ৪ৰ্থ অধ্যায়ত বহলাই "শক্ৰাদয়ঃ সুৰগণা নিহতেঽতি বীৰ্য্যে"—এই স্তোত্ৰটিত দিয়া হৈছে। সেইগুণে এই স্তোত্ৰটিক "তান্ত্ৰিক দেৱী সূক্ত" বোলে। মূল দেৱী সূক্তত মুঠেই ৮টি ঋক্ বা মন্ত্ৰ আছে। অতি সংক্ষেপ মন্ত্ৰ। কিন্তু এই ৮টা মন্ত্ৰতে সমগ্ৰ বেদ, বেদাঙ্গ, বেদান্ত, গীতা, চণ্ডী, ভাগবত আদি সকলো শাস্ত্ৰৰ আচল প্ৰতিপাদ্য বিষয়টি সোমাই আছে।

এই ৮টা মন্ত্ৰৰ অৰ্থ ভালকৈ বুজিব পাৰিলেই সকলো শাস্ত্ৰৰ মূল কথা খিনি বুজা হয়। তলত মূল মন্ত্ৰ কেইটি আৰু তাৰ ভাঙনি দিয়া হল—যথা ১ম মন্ত্ৰ ঃ—

ওঁ অহং ৰুদ্ৰেভিৰ্বসুভিশ্চৰা,
ম্যহমাদিত্যৈৰুত, বিশ্বদেবৈঃ।
অহং মিত্ৰাবৰুণোভা বিভ,
ৰ্ম্যহমিন্দ্ৰাণী অহশ্বিনোভা॥

ভাঙনি—মই একাদশ ৰুদ্ৰ আৰু অষ্ট বসু ৰূপে বিচৰণ কৰো, ময়ে হে দ্বাদশ অদিত্য, বিশ্বদেবগণ ৰূপে বিচৰণ কৰোঁ; ময়েহে মিত্ৰ আৰু বৰুণ উভয়কে ধাৰণ কৰোঁ। অৰ্থাৎ ময়েহে সকলো দেৱতা হৈ আত্ম প্ৰকাশ কৰিছো।

(গীতাৰ দশম আৰু একাদশ অধ্যায়ৰ লগত মিলাই চাওক)

২য় মন্ত্ৰ ঃ—

অহং সোমমাহনসং বিভ
ৰ্ম্যহং ত্বষ্টাৰমূত পূষণং ভগম্।
অহং দধামি দ্ৰবিনং হবিষ্মতে,
সুপ্ৰাব্যে যজমানায সুন্বতে॥

ভাঙনি—মই শক্ৰনাশকাৰী সোমদেৱক ধাৰণ কৰোঁ; মই ত্বষ্টা (পুৰাণৰ বিশ্বকৰ্ম্মা নামক দেৱতা) আৰু ভগ দেৱতাক (দ্বাদশ আদিত্যৰ এজন) ধাৰণ কৰোঁ; হোম কৰি দেৱতাৰ তৃপ্তি সাধন কৰি আৰু সোম ৰস প্ৰস্তুত কৰি যজমানে যি বৰ লাভ কৰে, সেই যজ্ঞ ফল স্বৰূপ বৰটি আচলতে ময়েহে দিওঁ বা তেওঁৰ প্ৰাৰ্থনা অনুসৰি ধন-সম্পত্তি, ভোগ, স্বৰ্গ বা মোক্ষ প্ৰদান কৰোঁ। (এই মন্ত্ৰটি ঠিক যেন গীতাৰ ৭।২১-২২ শ্লোকৰ লগত আখৰে আখৰে মিলে।)

যো যো যাং যাং তনুং ভক্তঃ শ্ৰদ্ধয়াৰ্চ্চিতুমিচ্ছতি
তস্য তস্যাচলাং শ্ৰদ্ধাং তামেব বিদধাম্যহম্॥ ২১
স তয়া শ্ৰদ্ধয়া যুক্তস্তস্যাৰাধনমীহতে।
লভতে চ ততঃ কামান্ ময়ৈব বিহিতান্ হি তান্॥ ২২

৩য় মন্ত্ৰঃ—

অহং ৰাষ্ট্ৰী সংগমনী বসূনাং,
চিকিতুষী প্ৰথমা যজ্ঞিযানাম্।
তাং মা দেবা ব্যদধুঃ পুৰুত্ৰা,
ভূৰিস্থাত্ৰাং ভূৰ্যাবেশযন্তীম॥

ভাঙনি—মই জগতৰ সৃষ্টিকৰ্ত্ৰী জগদীশ্বৰী, মই পাৰ্থিব আৰু পৰমাৰ্থিক উভয় বিধ সম্পত্তিৰ (অৰ্থাৎ ধন আৰু জ্ঞান উভয়ৰ) প্ৰাপয়িত্ৰী, মই পৰব্ৰহ্মজ্ঞানৱতী, যজ্ঞত পূজা কৰা দেৱতাৰ ভিতৰতো ময়ে প্ৰধানা, মই বহুৰূপে অৱস্থিতা, আৰু সৰ্ব্বভূতত প্ৰবিষ্টা,—মোক হে যজমানে সৰ্ব্বত্ৰ পূজা কৰে।

(দেৱীয়ে সকাম উপাসকক পাৰ্থিৱ ধন-সম্পত্তি দিয়ে আৰু নিষ্কাম উপাসকক আত্মজ্ঞান দিয়ে—যথা সা যাচিতা চ বিজ্ঞানং তুষ্টা ঋদ্ধিং প্ৰযচ্ছতি—চণ্ডী ১২।৩৭)

গীতাই এই মন্ত্ৰটিৰ ভাব অতি সুন্দৰকৈ প্ৰকাশ কৰিছে, যথা ঃ—

(১) সৰ্ব্বস্য চাহং হৃদি সন্নিবিষ্টো
মত্তঃ স্মৃতিৰ্জ্ঞানমপোহনং চ।
বেদৈশ্চ সৰ্ব্বৈৰহমেৱ বেদ্যো,
বেদান্তকৃৎ বেদবিদেব চাহম্॥ ১৫

(২) বুদ্ধিৰ্জ্ঞানমসংমোহঃ ক্ষমা সত্যং দমঃ শমঃ।
সুখং দুঃখং ভবোঽভাবো ভয়ঞ্চাভয়মেব চ॥ ৩
অহিংসা সমতা তুষ্টিস্তপোদানং যশোঽযশঃ।
ভবন্তি ভাবা ভূতানাং মত্ত এব পৃথগ্বিধাঃ ৫

(৩) যেঽপন্যদেৱতা ভক্তা যজন্তে শ্ৰদ্ধয়ান্বিতাঃ।
তেঽপিমামেব কৌন্তেয় ভজন্ত্যবিধিপূৰ্ব্বকম্॥ ২

(৪) অহং হি সৰ্বযজ্ঞানাং ভোক্তা চ প্ৰভুৰেব চ।

৪ৰ্থ মন্ত্ৰ ঃ—

ময় সো অন্নমত্তি যো বিপশ্যতি,
যঃ প্ৰাণিতি য ঈং শৃণোত্যুক্তম্।
অমন্তবো মাং ত উপ[illegible]যন্তি,
শ্ৰুধি শ্ৰুত শ্ৰদ্ধিৱং তে বদামি॥

ভাঙনি—যে মানুহে অন্ন ভোজন কৰে, যি দৰ্শন কৰে, যি শ্বাস, প্ৰশ্বাস গ্ৰহণ কৰে আৰু চিন্তা কৰে, যি শুনে, সি মোৰ

দ্বাৰা নিয়ন্ত্রিত হৈ হে এইবোৰ কাৰ্য্য কৰে (অর্থাৎ সকলো কাৰ্য্য মই কৰা ওঁ)। যি মানুহে ঈদৃশী মোক নেজানে (অর্থাৎ যি নিজৰ শক্তি বা ইচ্ছাৰে এই বোৰ কাম কৰোঁ বুলি ভাবে) সি ক্ষীণতা প্ৰাপ্ত হৈ চিৰকাল জন্মান্তৰ গ্ৰহণ কৰি সংসাৰত ঘূৰি থাকে)।

উপাক্ষিযন্তি—"সংসাৰেণ হীনাঃ ভৱন্তি" বা পুনঃ পুনঃ জন্ম মৃত্যু লাভ কৰি সংসাৰত বদ্ধ হৈ থাকে—(সায়ন ভাষ্য)। গীতাৰ "নতুমামভিজানন্তি তত্ত্বেনাতশ্চ্যবন্তিতে—এই কথাৰ লগত সায়নাচাৰ্য্যৰ কথাটো একেবাৰে মিলি গৈছে) অর্থাৎ হে কীৰ্ত্তিমান সখি। (অর্থাৎ হে বদ্ধজীৱ!) শুনা তোমাক শ্রদ্ধালভ্য (শ্রদ্ধিবং) ব্রহ্মত্ব কৈছো।

এই মন্ত্রটিয়েই গীতাৰ আচল বক্তব্য। গীতাই ঘূৰাই কৈছে যে জীৱৰ স্বাধীন কর্তৃত্ব নাই। প্রকৃতিয়ে কাম কৰায় আৰু অজ্ঞানী জীৱই ভাবে যে সি নিজেই কৰোঁ বুলিহে কৰিছে। গীতাই আৰু কৈছে যে যোগীয়ে কিন্তু বুজে যে তেওঁ সকলো কাম কৰিও নিজে অকৰ্ত্তা। (৫ম অধ্যায়ৰ —৭-৯ শ্লোক)

যোগযুক্তো বিশুদ্ধাত্মা জিতেন্দ্রিয়ঃ।
সর্ব্বভূতাত্মভূতাত্মা কূর্ব্বন্নপি ন লিপ্যতে।। ৭
নৈব কিঞ্চিৎ কৰোমীতি যুক্তো মন্যেত তত্ত্ববিৎ।
পশ্যন্ শৃণ্বন্ স্পৃশন্ জিঘ্রন্নশ্নন্ গচ্ছন স্বপন শ্বসন্।। ৮
প্রলপন্ বিসৃজন্ গৃহ্ণন্নু ন্মিষন্নিমিষন্নপি।
ইন্দ্রিয়ানীন্দ্রিয়ার্থেষু বর্ত্তন্ত ইতি ধীৰিয়ন্।। ৯
একেবাৰে শেহত গীতাই কলে ঃ—
ঈশ্বৰঃ সর্ব্বভূতানাং হৃদ্দেশেহর্জ্জুন তিষ্ঠতি।
ভ্রাময়ন্ সর্ব্বভূতানি যন্ত্রাৰূঢ়ানি মায়যা।। ৬১

এইদৰে গীতাৰ আদি অন্ত মধ্য সকলো ঠাইতে এই একে কথাকে ঘূৰাই ঘূৰাই কৈছে।

এতিয়া চাওক ৯ম অধ্যায়ত গীতাই কোৱা শ্লোক দুটি ঠিক এই দেৱী সুক্তৰ ৪র্থ মন্ত্রৰ পুনৰাবৃত্তি মাথোন ;

যৎ কৰোষি যদশ্নাসি যজ্জুহোষি দদাসি যৎ।
যত্তপস্যসি কৌন্তেয় তৎ কুৰুস্ব মদর্পণম্।। ২৭
শুভাশুভফলৈৰেবং মোক্ষসে কর্মবন্ধনৈঃ।
সংন্যাসযোগ যুক্তাত্মা বিমুক্তো মামুপৈষ্যসি।। ২৮

ভাঙনি—হে অর্জ্জুন, যি কৰা, যি ভোজন কৰা, যি হোম কৰা, যি দান কৰা, যি তপ আচৰা—সকলো মোত অর্পণ কৰা—অর্থাৎ মই কৰাইছো বুলি বিশ্বাস কৰা।। ২৭

এইদৰে মোক কর্মৰ নিয়ন্তা বুলি জানি সকলো কর্মবন্ধনৰ পৰা মুক্ত হৈ পাপ-পুণ্য উভয়ক পৰিত্যাগ কৰি সন্ন্যাস যোগযুক্ত হৈ (৫ম অধ্যায়ত কোৱা দৰে সকলো কাম কৰিও তুমি নিজে কৰা নাই, এইদৰে বুজি) মোক লাভ কৰিবা, অর্থাৎ মুক্ত হবা (সংসাৰত ঘূৰি থাকিব নালাগিব।

৫ম মন্ত্র ঃ—

অহমেব স্বয়মিদং সদামি
জুষ্টং দেবেভিৰুত মানুষেভিঃ।
যং কাময়ে ত্বং তমুগ্রং কৃণোমি,
তং ব্রহ্মাণং তমৃষিং তং সুমেধাম।।

ভাঙনি—দেৱতা আৰু মানুহে মোক সেৱা কৰে বা ভজে সেইবাবে) এইবোৰ কথা মই নিজে (জগতৰ মঙ্গলৰ বাবে) কৈছো। মই যাক যেনেকৈ ইচ্ছা কৰো, তাক তেনেকৈ শ্রেষ্ঠ কৰো, বা ব্রহ্মা কৰো, বা ঋষি কৰোঁ বা প্রজ্ঞাশালী কৰোঁ।

৬ষ্ঠ মন্ত্রঃ—

অহং ৰুদ্রায ধনুৰাতনোমি,
ব্রহ্মদ্বিষে শৰবে হন্ত বা উ।
অহং জনায় সমদং কৃণোম্যহং,
দ্যাব্যা পৃথিৱী আবিবেশ।।

ভাঙনি—ব্রহ্মদ্বেষী হিংসুক অসুৰক বধ কৰিবলৈ মই নিজে ৰুদ্রৰ ধনুত শৰ যোজনা কৰোঁ, সজ্জনক ৰক্ষা কৰিবলৈ মই নিজে (অৱতাৰ হৈ) যুদ্ধ কৰোঁ। মই স্বৰ্গ আৰু মর্ত্ত্যত প্রবিষ্ট হৈ আছো :

গীতাৰ সৈতে মিলাই চাওক।
দ্যাবাপৃথিব্যোৰিদমন্তৰং হি।।
ব্যাপ্তং ত্বয়ৈকেন দিশশ্চ সর্ব্বাঃ।
দৃষ্টাদ্ভুতং ৰূপমুগ্রং তবেদং
লোকত্রয়ং প্রব্যথিতং মহাত্মন।। ৯২০
যদা যদাহি ধর্ম্মস্য গ্লানির্ভবতি ভাৰত।
অভ্যুথানমধর্ম্মস্য তদাত্মানং সৃজাম্যহম্।। ৪৭
পৰিত্রাণাং সাধুনাং বিনাশায় চ দুষ্কৃতাম্।
ধর্ম্মসংস্থাপনার্থায় সম্ভবামি যুগে যুগে।। ৪৮
নিত্যৈব সা জগন্মূর্ত্তিস্তয়া সর্বমিদং ততম্।
তথাপি তৎ সমুৎপত্তির্বহুধা শ্রূয়তাং মম।।
চণ্ডী ১।৫৭
দেবানাং কাৰ্য্যসিদ্ধ্যৰ্থমাবির্ভবতি সা যদা।
উৎপন্নেতি তদা লোকে সা নিত্যাপ্যভিধীয়তে।।
চণ্ডী ১।৫৮

পৰব্রহ্ম নিৰাকাৰ সত্য নিত্য আৰু সর্ব্বব্যাপী। এই

জগতখনেই তেওঁৰ এটা মূৰ্ত্তি (তেওঁ জগন্মূৰ্ত্তিঃ)। কিন্তু দেৱতাৰ কাৰ্য্য সাধন কৰিবলৈ অসুৰক বধ কৰিবলৈ তেওঁ মূৰ্ত্তি ধাৰণ কৰি আবিৰ্ভাব হয়। যথা ঃ—

৭ম মন্ত্ৰ ঃ—

অহং সুবে পিতৰমস্য মূৰ্দ্ধন্,
মম যোনিৰূপ্ স্বন্তঃ সমুদ্ৰে।
ততো বিতিষ্ঠে ভুবনানি বিশ্বা,
উতামূন্দ্যাং বৰ্মনোপ স্পৃশামি ॥ ৭ ॥

ভাঙনি—মই এই ভূলোকৰ ওপৰত অৱস্থিত দ্যুলোকখন প্ৰসব কৰিলোঁ, পৰমাত্মাই ব্যাপী থকা যি বুদ্ধি বৃত্তি (বিৰাট পুৰুষ মহান্ বা হিৰণ্যগৰ্ভ) সেয়ে মোৰ যোনি (গৰ্ভাধান স্থান বা প্ৰকাশস্থান); এই বাবেই মই সমস্ত ভুবনত অনুপ্ৰবিষ্ট হৈ নানা ৰূপে বৰ্ত্তমান আছো। তাৰ উপৰিও মই নিজৰ মায়াত্মক দেহৰ দ্বাৰা দ্যুলোকক স্পৰ্শ কৰি ধৰি আছো (অৰ্থাৎ সমস্ত জগৎ মই ধৰি আছো, জগতৰ মই আধাৰ বা আশ্ৰয়)। এই মন্ত্ৰটিত সাংখ্যৰ আৰু বেদৰ সৃষ্টিতত্ত্বটি দিছে ঃ—

সাংখ্যৰ মতে জগতৰ আদি অৱস্থা মহত্তত্ত্ব—য'ত জগতৰ সকলো প্ৰাণী সকলো বস্তু ব্যক্তিগত অস্তিত্ব হেৰুৱাই প্ৰকৃতিৰ বশত অবশ হৈ সমষ্টিৰূপে একত্ৰীভূত হৈ থাকে আৰু সৃষ্টিৰ পাছত নিজ নিজ গুণ কৰ্ম অনুসৰি সুকীয়া ব্যক্তিগত অস্তিত্ব লৈ ভিন্ন ভিন্ন ৰূপে প্ৰকাশ হয়। (মোৰ সাংখ্য দৰ্শনৰ পাতনি চাওক) গীতায়ো তাকে কয়। যথা—

সৰ্ব্বভূতানি কৌন্তেয় প্ৰকৃতিং যান্তি মামিকাম্।
কল্পক্ষয়ে পুনস্তানি কল্পাদৌ বিসৃজাম্যহম্ ॥ ৯৭
প্ৰকৃতিং স্বামবষ্টভ্য বিসৃজামি পুনঃ পুনঃ।
ভূতগ্ৰামমিমং কৃৎস্নমবশং প্ৰকৃতৰ্বশাৎ ॥ ৯৮

এই মহত্তত্ত্ব প্ৰকৃতিৰ প্ৰথম পৰিণাম। প্ৰকৃতি পুৰুষৰ প্ৰথম সংযোগ। এই মহত্তত্ত্বটিক সাংখ্যই বুদ্ধি তত্ত্বও বোলে। ইয়াৰ পৰাই আন সকলো তত্ত্বৰ উৎপত্তি, সমস্ত জগতৰ উৎপত্তি। ইয়েই জগতৰ বীজ।

বেদত এই মহত্তত্ত্বক বিৰাট পুৰুষ হিৰণ্যগৰ্ভ বা বুদ্ধিতত্ত্ব বোলে। সাংখ্য বা যোগে মহান্ (মহত্তত্ত্ব) বোলে; যথা ঃ—

হিৰণ্যগৰ্ভো ভগবানেব বুদ্ধিৰিতি স্মৃতঃ
মহান্ ইতি চ যোগেষু বিৰিঞ্চিৰিতি চাপ্যজঃ ॥
(মহাভাৰত)

ঠিক এই সৃষ্টিতত্ত্বকে ওপৰৰ মন্ত্ৰটিত কৈছে—এই জগতৰ বীজ মহত্তত্ত্ব। মহত্তত্ত্ব কিন্তু প্ৰকৃতিৰ হে প্ৰথম পৰিণাম। গীতাই সেই গুণে বেদান্ত আৰু সাংখ্যৰ সামঞ্জস্য কৰি কৈছে ঃ—

মম যোনিৰ্মহদ্ব্ৰহ্ম তস্মিন্ গৰ্ভং দধাম্যহম্।
সম্ভবঃ সৰ্ব্বভূতানাং ততো ভবতি ভাৰত ॥
সৰ্ব্বযোনিষু কৌন্তেয় মূৰ্ত্তয়ঃ সম্ভবন্তি যাঃ।
তাসাং ব্ৰহ্ম মহদ্‌যোনিৰহং বীজপ্ৰদঃ পিতা ১৪।৩-৪

গীতাই ৮ম অধ্যায়ৰ ৪ৰ্থ শ্লোকত কলে যে হিৰণ্যগৰ্ভ পুৰুষ (প্ৰকৃতি নহয়) আৰু এই পুৰুষেই ব্ৰহ্মাৰ আধিদৈব শক্তি আৰু ৭ম অধ্যায়ত মহত্তত্ত্বক জড় শক্তি বা অপৰা প্ৰকৃতি বুলি কলে, যথা—

ভূমিৰাপোহনলো বায়ুঃ খং মনো বুদ্ধিৰেব চ।
অহংকাৰ ইতীযং মে ভিন্না প্ৰকৃতিৰষ্টধা ৭।৪

সেই গুণে এতিয়া ১৪ অধ্যায়ত মহত্তত্ত্ব যে পুৰুষ প্ৰকৃতিৰ (অৰ্থাৎ পৰা আৰু অপৰা প্ৰকৃতিৰ বা চিৎ শক্তি আৰু জড় শক্তিৰ) সংযোগৰ স্থান,—এই কথা বুজাবলৈ মহত্তত্ত্বক প্ৰকৃতি-পুৰুষ একো নুবুলি, মহদ্ ব্ৰহ্ম বুলিছে। গীতাই কথাটো এনেভাৱে কৈছে যেন মহত্তত্ত্ব (হিৰণ্যগৰ্ভ) গৰ্ভৱতী প্ৰকৃতি যি এই বিশ্বব্ৰহ্মাণ্ড প্ৰসব কৰিলে। এনেভাৱেৰেই শ্ৰীশঙ্কৰদেৱেও কলে ঃ—

অনাদি ৰূপিনী ঈশ্বৰৰ অৰ্দ্ধকায।
ব্যক্ত হৈলা মহামায়া সৃষ্টিৰ ইচ্ছায় ॥
ঈশ্বৰৰ কটাক্ষে দেৱী ভৈলা গৰ্ভৱতী।
প্ৰকৃতিৰ পুত্ৰ ভৈলা মহৎ উৎপতি ॥
(মহৎ—মহত্তত্ত্ব)

৮ম মন্ত্ৰ ঃ— অহমেব বাত ইব প্ৰবা
ম্যাৰভমানা ভুবনানি বিশ্বা
পৰো দিবা পৰ এনা পৃথি—
ব্যৈতাবাতী মহিনা সম্বভূব ॥৮॥

ভাঙনি—বায়ুৰ দৰে প্ৰবাহিত হৈ ময়ে সমস্ত ব্ৰহ্মাণ্ড এইদৰে নিৰ্ম্মাণ কৰিলোঁ। মই দ্যুলোক আৰু পৃথিৱী অতিক্ৰম কৰি আছো। নিজৰ মহিমাতে ময়ে এই সকলোবোৰ হৈছো ইয়াত "দ্যুলোক আৰু পৃথিৱী অতিক্ৰম কৰি আছো" এই কথাৰে বুজাইছে যে যদিও পৰ-ব্ৰহ্ম সকলো সৃষ্ট বস্তুৰ অতীত, অসঙ্গ, উদাসীন, নিৰ্ব্বিকাৰ, চৈতন্য পুৰুষ, তথাপি তেওঁ নিজৰ মহিমাৰে নিজক প্ৰকাশ কৰিছে। এই জগতেই তেওঁৰ এটি ৰূপ। নিৰাকাৰো সাকাৰো বা
কস্তাং বেদিতুমৰ্হতি ॥

পাঞ্চজন্য ১ম বছৰ, ৪ৰ্থ সংখ্যা বহাগ-জেঠ [illegible]

# নাম ধৰ্ম্ম

আমি ঈশ্বৰক কিয় প্ৰাৰ্থনা কৰিব লাগিছে? কিয় তেওঁৰ নাম লব লাগে? এই সংসাৰত আমাৰ সকলো ভোগৰ বিষয়—বতাহ, সূৰ্য্যৰ পোহৰ, অগ্নিৰ তাপ, পানী, সুমিষ্ট ফল, সুন্দৰ ফুল, শস্য—সকলো তেওঁ এনেয়ে সজাই থৈছে। সংসাৰৰ সকলো ৰূপ, ৰস, গন্ধ, স্পৰ্শ, ভোগ কৰিবলৈ আমাক শক্তি দিছে অৰ্থাৎ জ্ঞানেন্দ্ৰিয় দিছে আৰু এইবোৰ গোটাই আনিবলৈকো আমাক কৰ্ম্মেন্দ্ৰিয়বোৰ দিছে, তেন্তে এতিয়া আমি আৰু তেওঁক প্ৰাৰ্থনা কৰিব লাগে কিয়? আৰু আমি দেখি আছো যে তেওঁক প্ৰাৰ্থনা কৰিলেও তেওঁ আমাৰ প্ৰাৰ্থনা সদায় মঞ্জুৰ নকৰে। আৰু আমি বেদান্তৰ পৰাই বুজিছো যে ৬ শ্ৰেণীৰ বহু সহস্ৰ তিৰ্য্যক্ যোনিৰ (পশু, পক্ষী, কীট, পতঙ্গ, সৰীসৃপ্ আৰু স্থাবৰ যোনি) পাৰ হৈ ক্ৰমোন্নতি হৈ হৈ, অসংখ্য জন্ম গ্ৰহণ কৰিহে এই মনুষ্য জন্ম লাভ কৰিছো। এই তিৰ্য্যক্ যোনিবোৰত থাকোতে জানো আমি ঈশ্বৰক জানিছিলো? তেন্তে তেনেকৈ আমাৰ জ্ঞান, শক্তি আৰু আনন্দৰ বা সুখৰ নৈসৰ্গিক নিয়মেৰে, জন্মে জন্মে বৃদ্ধি হৈ আছিল? এতিযা এই মনুষ্য জন্মতো তেন্তে নৈসৰ্গিক নিয়মেই আমাৰ কিয় জন্মে জন্মে ক্ৰমোন্নতি হৈ লাহে লাহে, দৈব গান্ধৰ্ব্ব আদি দিব্য যোনিত আমি জন্ম গ্ৰহণ কৰিব নোৱাৰিম? সাংখ্যাই কৈছে যে জন্ম-জন্মান্তৰ ভোগ কৰি লাহে লাহে প্ৰত্যেক জন্মত জ্ঞানৰ বৃদ্ধি হৈ আহি শেহত আমি অপবৰ্গ লাভ কৰিব পাৰো। বিশেষতঃ সাংখ্য দৰ্শনৰ পৰা আমি জানো যে আমি যিমানে পাপী হওঁ যা নহওঁ শেষত আমি সকলোৱে আত্মজ্ঞান লাভ কৰিম। তেন্তে আৰু ঈশ্বৰৰ উপাসনা কৰাৰ কি দৰ্কাৰ? আমাৰ এনেবোৰ প্ৰশ্নৰ উত্তৰ গীতাই দিছে। গীতাই কৈছে যে মানুহ আৰু পশুৰ প্ৰভেদ এই যে পশুৱে ঈশ্বৰ এজন আছে বুলি ধাৰণা কৰিব নোৱাৰে, কিন্তু মানুহে পাৰে। সেই গুণে মানুহে যদি কেতিয়াও ঈশ্বৰ চিন্তা নকৰি বা ঈশ্বৰত বিশ্বাস নকৰি সদায় ভোগাসক্ত হৈ থাকে, তেন্তে তাৰ সংস্কাৰ ক্ৰমে অসুৰী ভাবাপন্ন হৈ যাব। আৰু বহু সহস্ৰ জন্ম আসুৰী ভাবাপন্ন হৈ জন্ম গ্ৰহণ কৰি শেহত এনে হব যে তাৰ সংস্কাৰে ঈশ্বৰ এজন আছে বুলি ধাৰণাই কৰিব নোৱাৰিব আৰু সেই বাবেই অধম যোনিত অৰ্থাৎ তিৰ্য্যক যোনিত জন্ম গ্ৰহণ কৰিব।

তানহং দ্বিষতঃ ক্ৰূৰান্ সংসাৰেষু নৰাধমান্।
ক্ষিপাম্যজস্ৰমশুভানাসুৰীষ্বেব যোনিষু॥
আসুৰীং যোনিমাপন্না মূঢ়া জন্মনি জন্মনি।
মামপ্ৰাপ্যৈব কৌন্তেয় ততো যান্ত্যধৰ্ম্মাং গতিম্

গী—১৬।১৯।২০

অৰ্থাৎ এইদৰে ক্ৰমাৎ অবনতি হৈ শেহত আকৌ সংস্কাৰস্থ ঈশ্বৰজ্ঞান নষ্ট হৈ আকৌ স্থাবৰ যোনিৰ পৰা আৰম্ভ কৰিব লাগিব। এই দৰেই সি অনন্ত কাল সংসাৰত এবাৰ স্থাবৰ এবাৰ মানুহ হৈ ঘূৰি থাকিব লাগিব। বেদান্ততো এই দৰেই কৈছে। তেওঁ এনে বিধান কৰিছে, এনে নিয়ম লগাই দিছে যে যাতে অনন্ত কাল ঘূৰি থাকিব নেলাগে। তেওঁ মানুহক এনে স্বভাৱ বা মতি দিছে যে মানুহৰ ঈশ্বৰজ্ঞান সহজে নষ্ট হব নোৱাৰে। মানুহ আকৌ পশু হব নোৱাৰে। তেওঁৰ প্ৰাৰ্থনা তেওঁ যেন নিজেই কৰায়, কেনেকৈ কৰায় চাওক:—

প্ৰথমে মনুষ্য জন্মত জীৱ একেবাৰে পশু সদৃশ—ঈশ্বৰ এজন আছে বুলি ধাৰণা কৰিব পৰা জ্ঞান নাই। ক্ৰমে বহুত জন্মান্তৰৰ পাছত লোকে ঈশ্বৰৰ নাম লোৱা দেখি ভাবে যে কিজানি এনে এজন ঈশ্বৰ আছেই। এনে মানুহে বিপদত পৰি আৰু আন কোনো উপায় নেদেখি কয় "হে ঈশ্বৰ যদি তুমি আছা তেন্তে মোক ৰক্ষা কৰা!" "O God ! if there is a God save my soul, if there is a soul." এইদৰে কৰি সি অইন নহলেও ক্ষন্তেকৰ বাবে অলপ শান্তি পাই সুখ অনুভৱ কৰে। যি কাম কৰি সুখ পায়, সেই কাম আকৌ কৰাই মানুহৰ স্বভাৱ। সেইগুণে সি বিপদত পৰিলেই আকৌ ঈশ্বৰৰ নাম লয়। এনে শ্ৰেণীৰ মানুহক আমি হলে নাস্তিক হে বুলিম, কিন্তু গীতাই তেওঁবিলাকক "আৰ্ত্ত ভক্ত" "সুকৃতি" আৰু "উদাৰ" বুলিছে। যথাঃ—

চতুৰ্ব্বিধাঃ ভজন্তে মাং জনাঃ সুকীৰ্ত্তিনোঽৰ্জুন।
আৰ্ত্তো জিজ্ঞাসুৰাৰ্থাৰ্থী জ্ঞানী চ ভৰতৰ্ষভ॥

গী—৭।১৬

গীতাই এইদৰে কৈছে কাৰণ এওঁবিলাকৰ মনত ঈশ্বৰৰ কথা ভাবিব পৰা জ্ঞান উদয় হৈছে; এওঁবিলাক অতি নিম্নস্তৰৰ মানুহ নহয়। ঈশ্বৰ আছেনে নাই তেওঁলোকৰ সন্দেহ হৈছে। ঈশ্বৰ আছে বুলি ধাৰণা হয়, ঈশ্বৰত বিশ্বাস হয়। মানুহৰ প্ৰকৃতিয়েই এই যে প্ৰথমতে অবিশ্বাস, তাৰ পাছত সন্দেহ আৰু তাৰ পাছত বিশ্বাস আৰু পাছত হে সেই বিশ্বাসেই জ্ঞানত পৰিণত হয়। এই শ্ৰেণীৰ মানুহৰ ক্ৰমোন্নতি

আৰম্ভ হৈছে। সংস্কাৰত এনে সন্দেহ লৈ মৰিলেহে পৰজন্মত (বা বহু জন্মৰ পাছত) জীৱৰ ঈশ্বৰ আছে, থকাই সম্ভৱ এনে এটা ভাব হয়। কাৰণ যি ভাব লৈ মানুহ মৰে সেই ভাব পৰজন্মত সংস্কাৰত থাকি যায়—

যং যং বাপি স্মৰণ্ ভাবং ত্যজত্যন্তে কলেবৰম্।
তং তমেবৈতি কৌন্তেয় সদা তদ্ভাবভাবিতঃ।।

গী—৮।৬

গীতাৰ কথাৰে পৰজন্মত এই সংস্কাৰ লৈ উপজি তাৰ ঈশ্বৰক প্ৰাৰ্থনা কৰিবলৈ ইচ্ছা হয়। কিবা অভাব হলেই ঈশ্বৰৰ নাম লয। ধন সম্পত্তি পাবলৈ প্ৰাৰ্থনা কৰে—অৰ্থাৎ সি "অৰ্থাৰ্থী ভক্ত" হয়। ক্ৰমে ক্ৰমে বহু জন্ম এইদৰে কৰি জীৱৰ ঈশ্বৰনো কি—এই কথা জানিবলৈ আগ্ৰহ হয়। এতিয়াও জীৱৰ ঈশ্বৰৰ অস্তিত্বত সম্পূৰ্ণ বিশ্বাস নাই। ক্ৰমে (এই জন্মতে বা বহুত জন্ম বাগৰি গৈ) জীৱৰ এনে বিশ্বাস হয যে ঈশ্বৰ এজন আছে। তেতিয়াহে তেওঁৰ ঈশ্বৰৰ বিষয জানিবলৈ আগ্ৰহ হয়। বেদ-বেদান্ত পঢ়িবলৈ বা তেওঁৰ গুৰুৰ উপদেশ লবলৈ আগ্ৰহ হয়। তেওঁৰ এতিয়া ঈশ্বৰৰ অস্তিত্বত এনে দৃঢ বিশ্বাস হয় যেন ঈশ্বৰক প্ৰত্যেক্ষ দেখিছেহে। গীতাৰ কথাৰে তেওঁ এতিযা "জিজ্ঞাসু ভক্ত" হয়। জিজ্ঞাসু ভক্তই ঈশ্বৰৰ ওচৰত ধন সোণ বা ঐহিক সুখৰ বাবে প্ৰাৰ্থনা নকৰে, তেওঁ প্ৰাৰ্থনা কৰে ঃ—

গতা গতেন সন্তোহস্মি দীৰ্ঘ সংসাৰবৰ্ত্মসু
যেন ভূয়ো ন গচ্ছামি ত্ৰাহি মাং মধুসূদন।।

এইদৰে কেৱল ঈশ্বৰ-চিন্তাৰ দ্বাৰাই জীৱ সহজে মুক্ত হব পৰা বিধান ঈশ্বৰে কৰিছে। সেইগুণে গীতাই ভক্তক চাৰি শ্ৰেণীত ভাগ কৰিছে—

"আৰ্ত্তো জিজ্ঞাসুৰৰ্থাৰ্থী জ্ঞানী চ ভৰতৰ্ষভ।।

অজ্ঞানী শক্তিহীন জীৱই যোগ সাধনা নকৰিও তেওঁক পাব পাৰে এইটো বেদান্তৰ নিজৰ কথা। বেদান্তই কয় যে, এইটো জীৱৰ প্ৰতি ঈশ্বৰৰ বিশেষ অনুগ্ৰহ যথা—

বিশেষঃ অনুগ্ৰহঃ চ। ব্ৰহ্মসূত্ৰ ৩।৬।৩৮

জানি বা নাজানি, বিশ্বাস কৰি বা নকৰি যেনে তেনে ঈশ্বৰৰ নাম ললেই ওপৰত দেখুৱা দৰে জীৱই (এই জন্মতে বা বহু জন্মৰ পাছত হলেও) ক্ৰমে ক্ৰমে ঈশ্বৰ আছে বুলি বুজি আহে আৰু শেহত মুক্তি লাভ কৰে। সেই গুণে পুৰাণে কয়—

১। নামৈব তব গোবিন্দ কলৌ তস্মঃ শতাধিকম্।
ভবেদুচ্চাৰণাদ্ মুক্তিং বিনা সাষ্টাঙ্গ যোগতঃ।।

২। যেন তেন প্ৰকাৰেণ নাম মাত্ৰৈব জল্পকাঃ।
শ্ৰমং বিনৈব গচ্ছন্তি পৰেধাম্নি সমাদৰাৎ।।

মহাপুৰুষ শঙ্কৰদেৱেও কলে—

"কলিত কেৱল মাত্ৰ নাম ধৰ্ম্ম সাৰ" কিন্তু মানুহে এতিয়া এইবোৰ কথা নুবুজি প্ৰশ্ন কৰে যে যদি ঈশ্বৰৰ নাম ললেই মুক্তি হয় তেন্তে পোহনীয়া ভাটৌ চৰাইৰ নহয় কিয়? সিহঁতৰ নহয়, কাৰণ সিহঁতৰ ঈশ্বৰত ধাৰণা কৰিবৰ জোখাৰে সিহঁতক জ্ঞান দিয়া নাই। মানুহে বিশ্বাস কৰি বা নকৰি, ৰাম কৃষ্ণ হৰি, God আল্লা Jehovah—যি নামেই উচ্চাৰণ কৰে, জানে যে ঈশ্বৰ বোলা এজনৰ নাম লৈছো। ভাটৌৱে নাজানে। আমাৰ এইখিনিতে সদায ভুল হয। আমি ভাবো যে শুদা ভাটৌ চৰাইৰ দৰে নাম ললে একো ফল নাই। এই দৰে ভাবি নাম ললে ফল এই জন্মত নহবও পাৰে। সেইগুণে গীতাই কৈছে যে নাম লবলৈ অভ্যাস কৰিব লাগিব। যথাঃ—অভ্যাস যোগেন ততো মামিচ্ছাপ্তুং ধনঞ্জয। গী—১২।৯

যেই সেই কোনো কাম যদি এটা মানুহে দিনৌ ঠিক নিৰ্দ্ধাৰিত সময়ত ঠিক একে ৰকমে কৰে, তেন্তে কিছুদিনৰ পাছত এনে হয় যে সেই কামটো, ঠিক সেই সময়ত, সেই দৰেই কৰিবলৈ নাপালে তাৰ মনত "কিবা এটা যেন নহল" এনে এটা ভাব হয়। সি অশান্তি অনুভব কৰে। এযে অভ্যাস। সেই বাবে শাস্ত্ৰত বিধান দিছে যে ঠিক সময়ত একে নিয়মেৰে একে ঠাইতে সদায় ঈশ্বৰৰ নাম লব। কিছুদিনৰ পাছত এনে অভ্যাস হব যে সেই সময়ত সেই দৰে বহি নাম নলৈ মানুহে অসুখ বোধ কৰিব আৰু বাধ্য হৈ যেন নাম লব। "অভ্যাস যোগ" সম্পূৰ্ণ হব। তেতিয়াও হয়তো ঈশ্বৰৰ অস্তিত্বত সম্পূৰ্ণ বিশ্বাস হোৱা নাই। কিন্তু ক্ৰমে ক্ৰমে নিশ্চয হৈ আহিব। ঈশ্বৰলৈ ভক্তি হৈ আহিব।

এইদৰেই কেৱল ভাটৌৰ দৰেই নাম লৈও মানুহৰ শ্ৰেয়ঃ সিদ্ধি হয়। বাস্তৱিক ঈশ্বৰক আগধৰি জানি হে যে তেওঁৰ নাম লব লাগে—এই কথাৰ অৰ্থই নাই। কাৰণ তেওঁৰ আচল স্বৰূপ ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ কোনেও নাজানে। তেওঁক জানিলেতো তেওঁৰ নামেই লব নালাগে। ঈশ্বৰক জানিলেতো মানুহ ঈশ্বৰেই হয় (ব্ৰহ্মবিদ্‌ব্ৰহ্মৈব ভবতি)—নাম লব নালাগে।

আমাৰ আৰু ভুল হয়, আমি ভাবো যে ঈশ্বৰৰ নাম ললে আমাৰ পৰমাৰ্থিক সুখ সম্পদ (অৰ্থাৎ জ্ঞান, স্বৰ্গ ভোগ আদি) হে হব পাৰে—কিন্তু ঐহিক সুখ সম্পদ হব বা নহবও

পাৰে। ঈশ্বৰ সচ্চিদানন্দ—আমি দেখিছো যে তির্য্যক্ জন্মৰ পৰা আৰম্ভ কৰি জীৱৰ জ্ঞান আৰু আনন্দ একে লগে জন্মে জন্মে বাঢ়িহে আহে। তেওঁৰ নাম ললে মানুহৰ অকল পৰমাৰ্থিক জ্ঞানেই যে বাঢ়ি আহে এনে নহয়। এই সংসাৰত জীৱৰ ঐহিক সুখ-ভোগো বাঢ়ি আহে। সকলো শাস্ত্ৰই এইদৰেই কৈছে।

ঈশ্বৰৰ ভক্তৰ এই সংসাৰত দুৰ্গতি নাই। তেওঁক আমি প্ৰাৰ্থনা কৰিব নালাগে। আমাৰ অভাব, অভিযোগ, সকলো তেওঁৰ জনা আছে। তেওঁৰ ভক্তক তেওঁ এনেকৈ চলাই নিয়ে যে সি অনায়াসে সুখেৰে এই সংসাৰ সমুদ্ৰ পাৰ হৈ যাব পাৰে। এই সংসাৰত ভক্তৰ দুৰ্গতি নাই।

(১) কৌন্তেয় প্ৰতিজানিহি নামে ভক্তঃ প্ৰণশ্যতি।

(২) দাৰিদ্ৰ্যদুঃখভয়হাৰিনী কা তদন্যা।

পাঞ্চজন্য ৯ম বছৰ ৫ম সংখ্যা আহাৰ শাওন ১৮৮৪

# সংসাৰ নে সমাজিক

ৰামকৃষ্ণ পৰমহংসদেৱে কৈছে "বেদান্তৰ বিচাৰে সংসাৰ মাযাময—স্বপ্নেৰ মত। স্বপ্নও যত সত্য, জাগৰণো সেই ৰূপ সত্য।"

এই কথাটো তেওঁ এটা দৃষ্টান্ত দিও বুজাইছে, যথা ঃ—

"ওদেশে একটি ভাবি জ্ঞানী চাষা বাস করতো। তার অনেক জমিও ছিল। তার স্ত্রী ও হারু নামে একটি উপযুক্ত পুত্র ছিল। ঐ একমাত্র ছেলে বলে বাপমার ভারি আদরের ছেলে ছিল। চাষাটি বড ধার্মিক ছিল বলে গ্রামের সকলেই তাকে ভাল বাসতো। একদিন মাঠে কাজ করবার সময় কোন লোক এসে বল্লে, 'হারুর কলেরা হয়েছে।' চাষাটি অনেক চিকিৎসা করালে কিন্তু কোন উপকার হল না। ছেলেটি শেষে মারা গেল। বাড়ীর সকলেই শোকে কাতর, কান্নাকাটি করছে, কিন্তু চাষাটির যেন কিছুই হয়নি। উল্টে আবার সকলকে বুঝাতে লাগল যে মিছে শোক করে কি হবে? তারপর আবার মাঠে কাজ করতে গেল। সন্ধ্যা বেলা বাড়ী এসে দেখলে, পরিবার আরও কাঁদছে। পরিবার তাকে বল্লে, 'তুমিও ভারি নিষ্ঠুর! অমন ছেলেটার জন্য একবারও চোখের জল ফেল্লে না!' চাষা তখন স্থির হয়ে বল্লে, 'কেন কাঁদছি না জান? কাল একটা স্বপ্নে দেখলাম, আমি রাজা হয়েছি, আর সাত ছেলের বাপ হয়েছি—আমার সেই সাত ছেলের জন্য শোক করব, না তোমার এই এক ছেলে হারুর জন্য শোক করব?' চাষা জ্ঞানী, তাই দেখছিল—স্বপ্ন অবস্থাও যেমন মিথ্যা, জাগরণ অবস্থাও তেমনি মিথ্যা। আত্মাই একমাত্র নিত্য বস্তু।"

এই বিষয় বেদান্তই ব্ৰহ্মসূত্ৰৰ ৩য় অধ্যায় ২য় পাদত আলোচনা কৰিছে। প্ৰথমতে ব্ৰহ্মসূত্ৰই কলে—

মায়া মাত্ৰংতু কাৎস্ন্যেন—অনভিব্যক্তস্বৰূপত্বাৎ"—
৩।২।৩

অৰ্থাৎ স্বপ্নদৃষ্ট বস্তুৰ সৃষ্টিকৰ্ত্তা জীৱ নহয়—ঈশ্বৰহে। এই সৃষ্টি অত্যন্ত আচৰিত—"মায়া"। এনে সৃষ্টিবদ্ধ জীৱই কৰোঁ বুলি কৰিব নোৱাৰে, কাৰণ বদ্ধ জীৱৰ সত্য সঙ্কল্পাদি গুণ অজ্ঞান থাকে মানে প্ৰকাশ নহয়।

সমাজিকত দেখা ঘটনাবোৰৰ আমাৰ সংস্কাৰস্থ ভাবে সৈতে সামঞ্জস্য নাই। এটা স্বপ্ন মাথোন ৫ মিনিট দেখিলো, ভাবিলো ৫ বছৰ হৈ গল। সপোন দেখিলোঁ ইয়াত আৰু সপোনত গলো বিলাতলৈ। বিলাতত থাকোতেই সাৰ পালোঁ আৰু জানিলোঁ ঘৰৰ ভিতৰত শুই আছোঁ। সমাজিকৰ ঘটনাবোৰতো আমাৰ দিক্কালৰ ভাবত জোৰা নেখায়েই, তাৰ বাহিৰেও, কেতিয়াবা এনে অসংলগ্ন কথা দেখোঁ যে সেইবোৰ আমাৰ সংস্কাৰস্থ জগজ ভাবৰ লগত নিমিলে আৰু সেইবাবে তাক আমি পাছত কথাৰে প্ৰকাশ কৰিবও নোৱাৰো আৰু কি দেখিলোঁ, নিজেও বুজিব নোৱাৰোঁ। অতএব স্বপ্নদৃষ্ট পদাৰ্থবোৰ মায়া বা ইন্দ্ৰজাল। আচাৰ্য্য ৰামানুজে এই সূত্ৰবোৰৰ ব্যাখ্যাত কৈছে যে জীৱই যেনেকৈ এই জন্মৰ সৎ বা অসৎ কৰ্মৰ ফলত পৰজন্মত স্বৰ্গত বা নৰকত সুখ বা যন্ত্ৰণা ভোগ কৰে, ঠিক সেইদৰেই জাগ্ৰত অৱস্থাৰ কু-চিন্তা বা সু-চিন্তাৰ ফলত জীৱই সমাজিকত যন্ত্ৰণা বা সুখ উপভোগ কৰে। এইটো ঈশ্বৰে কৰায়।

(২) জীৱই দুঃস্বপ্ন বা সুখৰ স্বপ্ন যেনেকৈ দেখো বুলি দেখিব নোৱাৰে, সেইদৰেই জীৱই অমুক যোনিত অমুক ভোগ কৰিবলৈ অমুক পাৰিপাৰ্শ্বিক অৱস্থাত জন্ম গ্ৰহণ কৰো বুলি ঠিক কৰি লৈ জন্ম গ্ৰহণ কৰিব নোৱাৰে।ঈশ্বৰে জীৱকাযলৈ পঠিয়ায়, তাত হে সি জন্ম গ্ৰহণ কৰিব লাগিব আৰু তাৰ পূৰ্ব্বজন্মৰ প্ৰাৰব্ধ কৰ্মৰ ফলত যি ভোগ তাৰ প্ৰাপ্য তাকেহে সি ভোগ কৰিব লাগিব।

(৩) সমাজিকৰ জগতত কোনো বাস্তৱ পদাৰ্থ নাই। যি দেখা পায় সকলো ভাব-পদাৰ্থ, মনৰ কল্পনা। ঠিক সেইদৰেই দৃশ্যজগততো কোনো বাস্তৱ পদাৰ্থ নাই। ব্ৰহ্মৰ শক্তিতে আমাৰ জগদ্ভ্ৰম (অধ্যাস) হয়, এয়ে শঙ্কৰাচাৰ্য্যৰ মায়াবাদ। ইয়াক শঙ্কৰদেৱে আমাক অতি সহজ ভাষাৰে বুজাইছে,

তুমি বিনে বস্তু নাই কহিলো স্বৰূপে,

... ... ... . . ... ... ... . . . . . . . .

মনৰ কল্পনা মাত্ৰ সমস্ত সংসাৰ

মনতেসে আছে ইটো চৈধ্যই ভুবন।

[আজি-কালি পাশ্চাত্য বিজ্ঞানেও কয় যে এই জগৎ মানসিক ব্যাপাৰ]।

(৩) এইদৰেই বেদান্তই দেখুৱাইছে যে এই দৃশ্য জগৎ আৰু সামাজিকৰ জগৎ, দুয়োখন জগৎ মিথ্যা বা মনোদৃশ্য মাত্ৰ।

"মনোদৃশ্যমিদং দৈবতং যৎ কিঞ্চিৎ সচৰাচম্"।

'মাণ্ডুক্য কাৰিকা'

(৪) পোন কথাৰে কবলৈ গলে, ঈশ্বৰে যেনে দেখুৱায় আমি জগতক তেনেহে দেখো। তেওঁ যি সমাজিক দেখুৱায় আমি তাকেহে দেখিব পাৰো।

সমাজিক যি দেখে আৰু যিমান পৰ দেখি থাকে তাৰ পক্ষে সেই সামাজিক সেই সময়ত সত্য। মিথ্যা বুলি সি সেই সময়ত কেতিয়াও ভাবিব নোৱাৰে। কিন্তু সাৰ পালেই তৎক্ষণাৎ বুজে যে সমাজিকটো মিছা। দৃশ্য জগততো সেইদৰেই যেতিয়ালৈকে আমি জীয়াই থাকো তেতিয়ালৈ আমি ধাৰণা কৰিব নোৱাৰো যে এই জগৎ মিথ্যা বা মায়া, কিন্তু মৰিলেই তৎক্ষণাৎ বুজিম যে এই জগতখন যেন এটা সমাজিক হে আছিল।

ইয়াৰ কোনো কথা আমাৰ পৰজন্মত মনত নাথাকে আৰু ইয়াৰ লগত আমাৰ আৰু কোনো সম্বন্ধও নাথাকে।

(৫) বেদান্তই এনেবোৰ যুক্তিৰেই দেখুৱাজে যে কোনো বিষয়তেই সমাজিকৰ জগৎ আৰু দিঠকৰ জগতৰ পাৰ্থক্য নাই। উভয় জগতেই একে মায়া।

কিন্তু আমি জানো যে সমাজিকৰ জগৎখন মায়া বুলি কেচুৱা লৰা এটাইয়ো বুজে। এইটো আমাৰ প্ৰত্যক্ষ জ্ঞান।

তেন্তে জাগ্ৰতৰ জগত কিয় আমি সত্য বুলি বিশ্বাস কৰো ?

এই প্ৰশ্নৰ উত্তৰত বেদান্তই কয় যে আত্মজ্ঞানী যোগীয়ে দৃশ্য জগতক মায়া বুলি বুজে, এইটো তেওঁবিলাকৰ প্ৰত্যক্ষ জ্ঞান। যথা—

যা নিশা সৰ্ব্বভূতানাং তস্যাং জাগৰ্ত্তি সংযমী।

যস্যাং জাগ্ৰতি ভুতানি সা নিশা পশ্যতো মুনেঃ ॥

গীতা।২।৬৬

অৰ্থাৎ সুখ-দুখ, লোভ-মোহ, শান্তি-অশান্তি ইত্যাদি দ্বন্দ্বপূৰ্ণ জীৱনেই সাধাৰণ মানুহৰ সংসাৰ, এয়ে সিহঁতৰ প্ৰকৃত জীৱন। সিহঁতৰ পক্ষে এয়ে জাগ্ৰত অৱস্থা বা দিন। আত্মজ্ঞানী পুৰুষে কিন্তু বুজে যে এইবোৰ আত্মাৰ পক্ষে দুঃস্বপ্ন। এই দুঃস্বপ্ন ভাগিলত হে তেওঁবিলাকৰ প্ৰকৃত জীৱন আৰম্ভ হল। সেই গুণেই এইবোৰ তেওঁবিলাকৰ ৰাতি আছিল বুলি তেওঁবিলাকে বুজে। আকৌ জ্ঞানীৰ শান্তিপূৰ্ণ জীৱন, এয়ে তেওঁবিলাকৰ দিন। আমাৰ পক্ষে ই ৰাতিৰ সমাজিক হে। তেন্তে আমি নো কিয় নুবুজো ?

বেদান্তই কয় যে বদ্ধ জীৱই যদি এই সত্যটো বুজিবলৈ হয় তেন্তে ঈশ্বৰৰ সৃষ্টি নেথাকে।

সকলো মানুহৰ সংসাৰলৈ বিতৃষ্ণা হব, কোনেও সংসাৰী হবলৈ ইচ্ছা নকৰিব, কোনো বস্তু পাবলৈ বা ৰাখিবলৈ যত্ন নকৰিব। সনক, সনৎ কুমাৰ, নাৰদ আদি সিদ্ধ পুৰুষ সকলৰ দৰে সংসাৰত্যাগী হৈ গুচি যাব, প্ৰজা সৃষ্টি নহব, আৰু এই সংসাৰৰো অন্ত হব। সেইগুণে ঈশ্বৰে বদ্ধজীৱক মোহগ্ৰস্ত কৰিছে যাতে সিহঁতে কেতিয়াও বুজিব নোৱাৰে যে এই সংসাৰখন এটা সমাজিক হে। কিন্তু কোনো জীৱ চিৰকালৰ নিমিত্তে মোহগ্ৰস্ত হৈ নেথাকে। এই সৃষ্টিৰ উদ্দেশ্যই এই যে সকলো জীৱই অসংখ্য জন্মান্তৰৰ মাজে গৈ গৈ এদিন নহয় এদিন আত্মজ্ঞান লাভ কৰি মুক্ত জীৱ হব আৰু বুজিব যে আত্মা আৰু পৰমাত্মাৰ একো প্ৰভেদ নাই আৰু আত্মাৰ বাহিৰে এই সংসাৰত একো বস্তু নাই।

যথা—

ঈশ্বৰত কৰি জীৱ ভিন্ন নহি

শাস্ত্ৰ অধিকাৰী হয়।

